# দ্য ৱন্দাৰ্ দেট্ ৱজ্ ইণ্ডিয়া

মুছলিমসকলৰ আগমনৰ আগলৈকে
ভাৰত উপ-মহাদেশৰ ইতিহাস আৰু
সংস্কৃতিৰ এক পৰ্যালোচনা

এ এল বাছাম
প্ৰফেছৰ অব্ এছিয়ান্ চিভিলাইজেছন
অষ্ট্ৰেলিয়ান নেছনেল্ ইউনিভাৰ্ছিটি
কানবেৰা

অনুবাদক
প্ৰদীপ শইকীয়া



অসম প্ৰকাশন পৰিষদ
গুৱাহাটী - ৭৮১ ০২১

**THE WONDER THAT WAS INDIA** : Assamese translation of **A.L. Basham**'s 'The Wonder That Was India' by **Pradip Saikia** and published by **Dr. Rafiquz Zaman** IAS, Secretary, Publication Board Assam, Guwahati -781 021, Assam, India

**First Edition, December 2005** **Price : Hardbound : Rs. 750.00**
**Paperback : Rs. 425.00**

প্ৰকাশক

ড° **ৰফিকুজ্জ জামান** আই এ এছ

সচিব

অসম প্ৰকাশন পৰিষদ

গুৱাহাটী-৭৮১ ০২১

প্ৰথম সংস্কৰণ ঃ ডিছেম্বৰ ২০০৫

**মূল্য ঃ পকা বন্ধা ঃ ৭৫০.০০ টকা**
**পেপাৰ বেক ঃ ৪২৫ ০০ টকা**

**মুদ্ৰক**

ভৱানী অফ্‌ছেট এণ্ড ইমেইজিং চিষ্টেমছ্ প্ৰাঃ লিঃ

লাচিত লেন, ৰাজগড় ৰোড, গুৱাহাটী-৭৮১ ০০৭

দূৰভাষ ঃ ০৩৬১-২৪৫৫৭৩৪, ২৫২৪০৫৬, ২৫২৮১৫৫

এই গ্রন্থ ৰচনাৰ কাম
চলি থাকোঁতেই স্বৰ্গী হোৱা
মোৰ মাতৃৰ স্মৃতিত

"এতিয়া মই ক'ম হিন্দুসকলৰ জ্ঞানৰ বিষয়ে     জ্যোতির্বিজ্ঞানৰ ক্ষেত্ৰত তেওঁলোকৰ সূক্ষ্ম আৱিষ্কাৰবোৰৰ বিষয়ে—যিবোৰ আৱিষ্কাৰ আছিল গ্ৰীক আৰু বেবিলনীয়সকলৰ আৱিষ্কাৰবিলাকতকৈও বস্তুত বেছি মৌলিক—তেওঁলোকৰ যুক্তিসিদ্ধ গণিতবিদ্যা আৰু গণনা পদ্ধতিৰ বিষয়ে গুণ গাই অন্ত কৰিব নোৱাৰি     গণনা মানে মই তেওঁলোকৰ নটা সংখ্যা ব্যৱহাৰ কৰা পদ্ধতিৰ কথা কৈছোঁ। হিন্দুসকলৰ এইবোৰ জ্ঞানৰ বিষয়ে জনা হ'লে অকল গ্ৰীক ভাষা জানে বাবেই নিজকে সকলো জ্ঞান-বিজ্ঞানতে পাৰ্গত বুলি ভবাসকলে অলপ দেৰিকৈ হ'লেও বুজিলেহেঁতেন যে আন আন দেশৰ অন্য ভাষা ভাষী মানুহেও গ্ৰীকসকলতকৈ কম নেজানে।"

ছিৰিয়াৰ জ্যোতির্বিজ্ঞানী-সন্ন্যাসী
ছেভেৰাছ্ ছেবখ্ত্
(লিখিছিল ৬৬২ খ্ৰীষ্টাব্দত)

# ভূমিকা

এ এল বাছামৰ 'দ্য ৱন্দাৰ দেট্ ৱজ্ ইণ্ডিযা' গ্ৰন্থখন প্ৰাচীন ভাৰতীয় সভ্যতা-সংস্কৃতিৰ এখনি বিশ্বকোষ সদৃশ গ্ৰন্থ। ১৯৫৪ চনত প্ৰথম প্ৰকাশিত গ্ৰন্থখনত বাছামে অকপটে স্বীকাৰ কৰিছে যে সভ্যতাৰ বিস্তৃতি ধৰ্ম আৰু শিল্প-কলাতকৈ বেছি। সেয়েহে তেওঁ ভাৰতীয় জীৱন আৰু ধ্যান-ধাৰণাৰ প্ৰায় সকলো দিশকে গ্ৰন্থখনত সামৰি ল'বলৈ যত্নৰ অকণো ক্ৰুটি কৰা নাই। ১৯১৪ চনত ইংলেণ্ডৰ ইছেক্সৰ লডটনত ওপজা বাছাম যোৱাটো কুৰি শতিকাৰ সৰ্বশ্ৰেষ্ঠ ভাৰততাত্ত্বিক ইতিহাসবিদ।

বাছামৰ এই বৃহৎ কলেৱৰৰ গ্ৰন্থখন ভাৰতীয আৰু ভাৰতক ভালপোৱা লোকৰ বাবে এখন অৱশ্য-পাঠ্য আৰু মৰ্যাদাপূৰ্ণ গ্ৰন্থ। দুৰূহ গ্ৰন্থখন অসমীযালৈ অতি আন্তৰিকতাৰে আৰু এক নিৰ্দিষ্ট সময-সীমাৰ ভিতৰত অনুবাদ কৰি দিয়াৰ বাবে শ্ৰীপ্ৰদীপ শইকীয়াদেৱক অশেষ কৃতজ্ঞতা আৰু ধন্যবাদ জনাইছো। তেওঁ গ্ৰন্থকাৰৰ পৰিচয় আৰু থূলমূল ৰূপত আগবঢোৱা গ্ৰন্থখনৰ বিষয-বস্তুৰ আভাসে পাঠকক কৌতূহলী কৰি তুলিব।

শ্ৰীশইকীযাই বৰ্তমান গ্ৰন্থখনৰ পাণ্ডুলিপিত 'য' আৰু 'য'-কাৰ ব্যৱহাৰ কৰিছিল আৰু মুদ্ৰিত গ্ৰন্থতো তেওঁৰ বানান-পদ্ধতি ৰখাটো বিচাৰিছিল। কিন্তু পৰিষদে নিজস্ব গ্ৰন্থসমূহত মানি থকা বানান-পদ্ধতিকে ব্যৱহাৰ কৰিবলগীযা হোৱাত শ্ৰীশইকীযাৰ দুই-এটা বানান-পদ্ধতিত ব্যতিক্ৰম ঘটাবলগীযা হ'ল।

অনূদিত গ্ৰন্থখনৰ কাৰণে অসমীযা পাঠক শ্ৰীশইকীয়াৰ প্ৰতি চিৰ-কৃতজ্ঞ হৈ ৰ'ব। পূৰ্বসূৰী সচিব শ্ৰীলক্ষ্মীনাথ তামুলীৰ দিনত গ্ৰন্থখন পৰিষদে গ্ৰহণ কৰিছিল। এইখিনিতে শ্ৰীতামুলীৰ শলাগ ল'লো।

ড° ৰফিকুজ্জামান আই এ এছ
সচিব
অসম প্ৰকাশন পৰিষদ

# ভাৰত-তত্ত্ববিদ এ এল বাছাম
# আৰু
# তেওঁৰ গ্ৰন্থৰ অনুবাদৰ বিষয়ে একাষাৰ

এ এল বাছামৰ জন্ম ১৯১৪ চনত ইংলেণ্ডৰ ইছেক্সৰ লাউটনত। তেওঁৰ পিতৃৰ নাম আছিল এডৱাৰ্ড বাছাম। বৃত্তিত আছিল সাংবাদিক। প্ৰথম বিশ্বযুদ্ধত তেওঁ ভাৰতীয় সৈন্যবাহিনীৰ এজন সামৰিক বিষয়া আছিল। মাক মাৰিয়া জেন আছিল চুটিগল্প লেখিকা। ঘৰৰ তেনে লেখা-পঢ়াৰ পৰিবেশৰ মাজত ডাঙৰ হোৱা বাবেই এ এল বাছামৰ মনতো সাহিত্যস্পৃহা জাগিছিল সৰুৰে পৰাই। জীৱন আৰম্ভ কৰিছিল ২১ বছৰ বয়সতে 'পয়েম্‌ছ্' (১৯৩৫) নামৰ এখন কবিতাৰ পুথি প্ৰকাশ কৰি। তেওঁৰ জীৱন জুৰি থকা সাহিত্য-চৰ্চাৰ দ্বিতীয় ফচল হ'ল ২৫ বছৰ বয়সত ইংলেণ্ড প্ৰবাসী ভাৰতীয়সকলৰ জীৱনৰ আধাৰত ৰচিত 'দ্য গ'ল্ডেন ফাৰো' (১৯৩৯) নামৰ এখন উপন্যাস। এ এল বাছামৰ সম্পূৰ্ণ নাম হ'ল আৰ্থাৰ লুৱেলিন বাছাম।

১৯৩৮ চনত লণ্ডন বিশ্ববিদ্যালয়ৰ 'স্কুল অব্ অৰিয়েণ্টেল এণ্ড্ আফ্ৰিকান্ ষ্টাডিজ'ত সংস্কৃত পঢ়িবলৈ তেওঁ এটা স্কলাৰশ্বিপ পালে। তাৰ পৰাই ১৯৪১ চনত তেওঁ বি. এ ডিগ্ৰী অৰ্জন কৰে। দ্বিতীয় বিশ্বযুদ্ধত তেওঁ অগ্নি-নিৰ্বাপক বাহিনীত কাম কৰিছিল। যুদ্ধৰ পিছত পুনৰ লণ্ডন বিশ্ববিদ্যালযৰ সেই স্কুলতে ড° এল ডি. বাৰ্ণেটৰ অধীনত প্ৰাচীন ভাৰতীয় ইতিহাস অধ্যয়ন কৰিবলৈ লয। ১৯৫১ চনত তেওঁ পি এইচ ডি ডিগ্ৰী লাভ কৰে।

ড° বাৰ্ণেটৰ অৱসৰ গ্ৰহণৰ পিছত 'স্কুল অব্ অ'ৰিয়েণ্টেল এণ্ড্ আফ্ৰিকান ষ্টাডিজ'ৰ বাছামৰ নিযুক্তি হয ড° বাৰ্ণেটৰ পদতে। ১৯৫৩ চনত তেওঁ ৰীডাৰ হ'ল, ১৯৫৭ চনত প্ৰফেছাৰ। ১৯৬৫ চনলৈকে সেই পদত কাম কৰি থাকি তেওঁ কানবেৰাৰ 'অষ্ট্ৰেলিয়ান নেছনেল ইউনিভাৰ্ছিটি'ৰ 'ডিপাৰ্টমেণ্ট অব্ এছিয়ান চিভিলাইজেছনছ্' বিভাগৰ প্ৰফেছাৰ আৰু মুৰব্বী হিছাপে যোগ দিছিল। চৈধ্য বছৰ সেই পদতে সুখ্যাতিৰে কাম কৰি থাকি ১৯৭৯ চনত তেওঁ অৱসৰ গ্ৰহণ কৰে।

১৯৭৯ চনৰ পিছতো তেওঁ বহুতো বিশ্ববিদ্যালয়ত ভিজিটিং প্ৰফেছাৰ হিছাপে কাম কৰিছিল। সেইবোৰ বিশ্ববিদ্যালয়ৰ বেছিভাগেই আছিল মাৰ্কিন যুক্তৰাষ্ট্ৰৰ। জীৱনৰ

শেষ বছৰত তেওঁ 'এছিয়াটিক ছ'চাইটি অব্ বেঙ্গল'ৰ ফেল' আছিল। ১৯৮৬ চনৰ ২৭ জানুৱাৰীত শ্বিলঙত তেওঁৰ মৃত্যু হয়। শ্বিলঙৰে অল্ ছেইন্টছ্ কেথিড্ৰেলৰ সামৰিক সমাধিক্ষেত্ৰতে তেওঁকো সমাধিস্থ কৰা হৈছিল।

বাছামে ডক্টৰেট ডিগ্ৰীৰ কাৰণে প্ৰস্তুত কৰা গবেষণা গ্ৰন্থৰ নাম আছিল—'হিষ্ট্ৰি এণ্ড ডক্‌ট্ৰিনজ্ অব্ দি আজীবিকছ্ ঃ এ ভেনিছ্‌দ্ ইণ্ডিয়ান ৰিলিজিয়ন'—এতিয়া প্ৰায় বিস্মৃত এই আজীৱিক সম্প্ৰদায় আৰু ধৰ্মমতৰ বিষয়ে গবেষণা আছিল এক কঠিন কাম। কিন্তু বাছামে লিখা সেই পূৰ্ণদৈৰ্ঘ্যৰ গ্ৰন্থ এতিয়াও উচ্চতম বুলিয়েই গণ্য হৈ আছে। গোটেই জীৱন জুৰি তেওঁ ভাৰত উপমহাদেশৰ মানবিশিষ্ট ইতিহাস, প্ৰাক-ইতিহাস, সভ্যতা-সংস্কৃতিৰ সাৰ্থক গবেষণা কৰি কটালে। তেওঁৰ আগতে বহু পাশ্চাত্য পণ্ডিতে, বহু ইংৰাজ ঐতিহাসিকে ভাৰতৰ ইতিহাস লিখিছিল। কিন্তু বাছামৰ দৰে ইতিহাসক একমাত্ৰ ইতিহাস বুলিয়েই গণ্য কৰি নিৰ্মোহ দৃষ্টিৰে গবেষণা কৰিবলৈ সক্ষম হোৱা পণ্ডিত কম আছিল। তেওঁ ভাৰতৰ ইতিহাসক গঢ়ি তুলিছিল বহু দিশ আৰু বহু দৃষ্টিভঙ্গীৰে আলোচনা কৰিবলগীয়া এক শিক্ষণীয় জ্ঞানৰ বিভাগ হিছাপে—যাতে সি কলেজ-বিশ্ববিদ্যালয়ৰ শিক্ষণীয় পাঠ্যক্ৰমত স্থান পাব পাৰে। এনে বিদ্যায়তনিক পৰিসৰ প্ৰদান কৰি ইতিহাস বিষয়টো নিৰ্মাণ কৰোঁতে একমাত্ৰ সত্যসন্ধানী জ্ঞানৰ সাধকৰ দায়িত্ব গ্ৰহণ কৰিছিল বাছামে। পূৰ্বৰ ব্ৰিটিছ ঐতিহাসিকসকলে ভাৰতৰ ইতিহাস পৰ্যালোচনা কৰোতে ঔপনিবেশিক দৃষ্টিভঙ্গী পৰিহাৰ কৰিব পৰা নাছিল। আনকি ভিনচেণ্ট স্মিথৰ 'অক্সফোৰ্ড হিষ্ট্ৰি অব্ ইণ্ডিয়া' গ্ৰন্থতো আছিল উন্নাসিক সাম্ৰাজ্যবাদী দৃষ্টিভঙ্গী সুস্পষ্ট—যিটো বাছামে সহ্য কৰিব নোবাৰিছিল। বাছামৰ 'দ্য বন্দাৰ্ দেট্ ৱজ ইণ্ডিয়া', 'দ্য চিভিলাইজেছন্ অব্ মনছুন এছিয়া', 'এ কালচাৰেল হিষ্ট্ৰি অব্ ইণ্ডিয়া' (১৯৭৫), তেওঁ সম্পাদনা কৰি উলিওৱা 'পেপাৰ্ছ্ অন্ দ্য দেট্ অব্ কণিষ্ক', আমেৰিকান বিশ্ববিদ্যালয়বোৰত তেওঁ দিয়া পাণ্ডিত্যপূৰ্ণ ভাষণবোৰৰ তেওঁৰ মৃত্যুৰ পিছত ১৯৮৯ চনত কেনেথ জি. জিস্কৰ সম্পাদনাত প্ৰকাশিত 'দ্য অৰিজিন্ এণ্ড ডেভেলপমেন্ট অব্ ক্লাছিকেল হিন্দুইজম্' নামৰ সংকলন—এই গ্ৰন্থবোৰ সদায়েই অতি সম্মানিত আৰু সমাদৃত আৰু ভাৰত-তত্ত্বৰ অধ্যয়নৰ বাবে অপৰিহাৰ্য বুলি বিবেচিত হৈ আহিছে।

বাছাম আছিল এজন অতি কৃতী শিক্ষক। শিক্ষকতা আছিল তেওঁৰ জীৱনৰ ব্ৰত। সমগ্ৰ বিশ্বতে বিশেষকৈ ভাৰত উপমহাদেশত তেওঁৰ অসংখ্য গুণমুগ্ধ ছাত্ৰই এতিয়াও পৰম শ্ৰদ্ধাৰে বাছামক মনত ৰাখিছে। তেওঁৰ জীৱনকালত বাছামে বহুত সম্মান আৰু স্বীকৃতি লাভ কৰিছিল। তাৰ ভিতৰত সৰ্বপ্ৰথমে উল্লেখনীয় হৈছে ১৯৭১ চনত কানবেৰাত অনুষ্ঠিত ইণ্টাৰনেছনেল কংগ্ৰেছ অব্ অ'ৰিয়েণ্টেলিষ্টৰ অষ্টবিংশতিতম্ অধিৱেশনৰ সভাপতিত্ব। ১৯৭৮ চনত গঠিত 'ইণ্টাৰনেছনেল এছোছিয়েছন ফৰ দ্য ষ্টাডি অব্ ট্ৰেডিছনেল্

এছিয়ান মেডিচিন' আৰু ১৯৮১ চনত স্থাপিত 'ইণ্টাৰনেছনেল্ এছোচিয়েছন অব্ বুদ্ধিষ্ট ষ্টাডিজ্'—এই দুয়ো অনুষ্ঠানৰে তেওঁ প্ৰতিষ্ঠাপক সভাপতি আছিল। তদুপৰি তেওঁ আছিল 'ৰয়েল এছিয়াটিক ছ'চাইটি'ৰ এজন ফেল'। ফেল' আছিল আন আন অনেক বিদ্বান সমাজৰো। ১৯৬৫ চনত তেওঁক লণ্ডন বিশ্ববিদ্যালয়ে ডি. লিট. উপাধিৰে সন্মানিত কৰিছিল। তাৰ আগৰ বছৰত ডি. লিট. উপাধিৰে বিভূষিত কৰিছিল কুৰুক্ষেত্ৰ বিশ্ববিদ্যালয়ে। ১৯৭৫ চনত 'এছিয়াটিক ছ'চাইটি'য়ে মহৎ ভাৰততাত্ত্বিক গৱেষণাৰ বাবে নিৰ্দিষ্ট ড° বি. চি. ল. স্বৰ্ণপদকেৰে সন্মানিত কৰিছিল। ১৯৭৭ চনত নালন্দা মহাবিহাৰে তেওঁক বিদ্যাবাৰিধি উপাধি প্ৰদান কৰিছিল। ১৯৮৫ চনত শান্তিনিকেতনৰ বিশ্বভাৰতী বিশ্ববিদ্যালয়ৰ সৰ্বোচ্চ সন্মান 'দেশীকোত্তম বঁটা' তেওঁ লাভ কৰিছিল। 'এছিয়াটিক ছ'চাইটি'য়ে তেওঁৰ জীৱনৰ শেষ বছৰত তেওঁক বহুৱাইছিল প্ৰাচ্যতত্ত্ব অধ্যয়নৰ বাবে স্বামী বিবেকানন্দ অধ্যাপকৰ গৌৰৱময় আসনত।

অতুলনীয় তত্ত্বসন্ধানী আৰু জ্ঞানযোগী শিক্ষাব্ৰতী বাছামৰ অক্ষয় কীৰ্তিস্তম্ভ স্বৰূপ গ্ৰন্থ হৈছে কিন্তু 'দ্য বন্দাৰ্ দেট্ ৱজ্ ইণ্ডিয়া'। এই গ্ৰন্থ ১৯৫৪ চনত তেওঁ লণ্ডন বিশ্ববিদ্যালয়ৰ 'স্কুল অব্ অ'ৰিয়েণ্টেল এণ্ড আফ্ৰিকান ষ্টাডিজ'-ত ৰীডাৰ হৈ থাকোঁতেই প্ৰকাশিত হৈছিল। প্ৰথমে এই গ্ৰন্থ প্ৰকাশ কৰিছিল 'ছেজউইক্ এণ্ড জেকশ্বন্' নামে এক প্ৰকাশন সংস্থাই। তেতিয়াৰ পৰা ২০০৩ চনলৈকে কিতাপখনৰ চল্লিছটা সংস্কৰণ প্ৰকাশিত হৈছে। বাছামৰ এই বৃহৎ গ্ৰন্থত প্ৰাচীন ভাৰতীয় সভ্যতা-সংস্কৃতিৰ সকলো দিশ সামৰি এনেদৰে পৰ্যালোচনা কৰা হৈছে যে ইয়াক প্ৰাচীন ভাৰতৰ এখন বিশ্বকোষ বুলিয়েই ক'ব পাৰি। কিতাপখনৰ সূচীপত্ৰ চালেই দেখা যাব যে ইয়াত আলোচনা কৰা বিষয়বোৰ সুনিৰ্দিষ্টভাৱে ভাগ কৰা প্ৰাক-ঐতিহাসিক যুগ, ঐতিহাসিক যুগ, ৰাষ্ট্ৰ, সমাজ, দৈনন্দিন জীৱন, ধৰ্ম, শিল্প-কলা, ভাষা আৰু সাহিত্য, ভাৰতৰ ঐতিহ্য এই দহটা অধ্যায়ৰ উপৰিও ওপৰঞ্চি আৰু বাৰটা মহামূল্যবান প্ৰবন্ধ আছে। এই সকলো ভিন্ন ভিন্ন দিশৰ পৰা প্ৰাচীন ভাৰতীয় ইতিহাসৰ উপৰি উক্ত বিষয়বোৰ পৰ্যালোচনা কৰোঁতে যেনে যুক্তিনিষ্ঠ যোগসূত্ৰ তেওঁ স্থাপন কৰিছে সেইটোৱেই বিস্ময়কৰ কথা—তেওঁৰ ভাষাতে এটা—'ৱন্দাৰ্'। ভাৰত সম্বন্ধে তেওঁৰ বিস্তীৰ্ণ অধ্যয়নৰ পৰিসৰ, জ্ঞানৰ গভীৰতা আৰু ব্যাপকতা আৰু তীক্ষ্মধী সূক্ষ্মাতিসূক্ষ্ম বিশ্লেষণ দেখিলে তবধ মানিব লাগে। তাৰ লগতে তেওঁ সন্নিৱিষ্ট কৰিছে ভাৰত সম্বন্ধে পূৰ্বৰ আৰু আধুনিক যুগৰ দেশ-বিদেশৰ ঐতিহাসিক পণ্ডিতসকলৰ বিভিন্ন গৱেষণাৰ পৰ্যালোচনা। স্বৰাজোত্তৰ ভাৰত-পাকিস্থান ৰাষ্ট্ৰ দুখন চালুকীয়া অৱস্থাত থাকোঁতেই প্ৰকাশিত (১৯৪৭-১৯৫৪) এই গ্ৰন্থই পূৰ্বৰ ভাৰতবিদ পণ্ডিতসকলৰ ঔপনিবেশিক আৰু সাম্ৰাজ্যবাদী উন্নাসিক দৃষ্টিভঙ্গী পৰিহাৰ কৰি সন্মান আৰু সৌহাৰ্দ্যপূৰ্ণ বিবেচনাৰে ভাৰত-বিচাৰৰ নতুন আৰু স্বাস্থ্যকৰ দৃষ্টিকোণ অৱলম্বন

কৰিলে। তাৰ ফলত সমগ্ৰ বিশ্বৰে বৌদ্ধিক মহলত, আনকি খাচ ভাৰতভূমিতো অতীত ভাৰতৰ প্ৰতি মানুহৰ ধাৰণাৰে পৰিবৰ্তন হ'ল অনেক ক্ষেত্ৰত। সেইবাবে খুব কম দিনৰ ভিতৰতে সমগ্ৰ পৃথিৱীতে কিতাপখন অভাৱনীয়ভাৱে জনপ্ৰিয় হৈ পৰিল। এই সুবৃহৎ কিতাপখনৰ পেপাৰবেক্ সংস্কৰণ ওলাল প্ৰথমে আমেৰিকা যুক্তৰাষ্ট্ৰত, পিছত ইংলেণ্ড আৰু ভাৰতত। কিতাপখনৰ অনুবাদ হ'ল ফ্ৰেন্স, পোলিছ, তামিল, সিংহলী, হিন্দী আৰু অন্যান্য ভাষালৈ। ভাৰতৰ প্ৰায় সকলো বিশ্ববিদ্যালয়তে এইখন অৱশ্য পাঠ্যগ্ৰন্থ হৈ আছিল আৰু এতিয়াও আছে। যোল্লখনৰো বেছি ভাৰতীয় বিশ্ববিদ্যালয়ত এইখন বি. এ. মেজৰ আৰু স্নাতকোত্তৰ মহলাৰ ইতিহাসৰ পাঠ্য-পুথি। আমি যিটো যুগত জীয়াই আছোঁ সেই যুগত বিদ্যায়তনিক ক্ষেত্ৰত বাছামৰ দৰে একনিষ্ঠ জ্ঞানৰ সাধক আৰু আদৰ্শনীয় শিক্ষক বিৰল। এইখন আমাৰ সময়ৰ বিশ্বৰ মহৎ গ্ৰন্থবোৰৰ এখন। এই গ্ৰন্থৰ ভাব আৰু ভাষাৰ মাজত যেন বাছামৰ কণ্ঠই ধ্বনিত হৈ আছে আজি অৰ্ধশতাব্দীৰো ওপৰ কাল—সেইবাবেই এই গ্ৰন্থ ভাৰতীয় বা ভাৰত অনুৰাগী সকলো জ্ঞানপিপাসু ছাত্ৰৰে ইমান আদৰৰ।

বাছাম আছিল বিগত শতাব্দীৰ সৰ্বশ্ৰেষ্ঠ ভাৰততাত্ত্বিক ঐতিহাসিক। ভাৰতৰ প্ৰাচীন সভ্যতা আৰু সংস্কৃতিৰ প্ৰতি আছিল তেওঁৰ অকৃত্ৰিম আৰু অপৰিসীম শ্ৰদ্ধা আৰু প্ৰীতি। কিন্তু সেই প্ৰীতি আৰু শ্ৰদ্ধা কোনো ভাবাবেগৰ ওপৰত নিৰ্ভৰশীল নাছিল। আছিল গভীৰ জ্ঞান আৰু উপলব্ধিৰ ওপৰত প্ৰতিষ্ঠিত। তেওঁৰ ভাৰত-প্ৰীতি সন্দেহাতীত। কিন্তু তাত চুলিডাল-মানো পক্ষপাতিতা নাছিল। তেওঁৰ কঠোৰ সত্যসন্ধানী ঐতিহাসিক-গৱেষকৰ বিশ্লেষণাত্মক দৃষ্টি আছিল সদায় সজাগ। লক্ষ্য আছিল একমাত্ৰ সত্য উদ্‌ঘাটন—সত্যতকৈ এচুলিমানো কম বা বেছি নহয়। ইংৰাজ কবিয়ে ক'বৰ দৰে "ওৱান্, হু উড্ বোটানাইজ, অন্ হিজ্ মাদাৰ্ছ গ্ৰে'ভ্"—নিজৰ মাতৃৰ সমাধিৰ ওপৰত গজা বন-বাতকেইডালকো উদ্ভিদবিজ্ঞানীৰ দৃষ্টিৰে চাব পৰা এক নিৰ্মোহ বৈজ্ঞানিকৰ দৃষ্টি আছিল বাছামৰ। সেইবাবেই 'দ্য ৱন্দাৰ্ দেট্ ৱজ্ ইণ্ডিয়া' গ্ৰন্থৰ নাম-যশ এতিয়াও অনতিক্ৰম্য হৈয়ে আছে।

কিতাপখনৰ নামকৰণ কৰিছিল বোলে প্ৰথমতে প্ৰকাশ কৰোতা আমি আগতে উল্লেখ কৰা ছেজ্‌উইক্ এণ্ড জেক্‌শ্বন্ প্ৰকাশন প্ৰতিষ্ঠানেই। তেওঁলোকে প্ৰকাশ কৰা এলানি গ্ৰন্থৰ বাবে ইংৰাজ কবি এড্‌গাৰ এলেন্ পোৰ এশাৰী কবিতা ব্যৱহাৰ কৰিছিল 'দ্য গ্লৰি দেট্ ৱজ্ গ্ৰীচ্ এণ্ড দ্য গ্ৰেণ্ডিয়ৰ, দেট্ ৱজ্ ৰোম্'। তাৰ লগতে সুৰ মিলাই একে ধৰণে অৰ্থবহ কৰি এই গ্ৰন্থৰো নাম ৰাখিছিল — 'দ্য ৱন্দাৰ দেট্ ৱজ্ ইণ্ডিয়া'। এই অতি সুন্দৰ নামটো সলাবলৈ সত নগ'ল। অসমীয়ালৈ ভাষান্তৰ কৰিলে কোনোমতেই এই নামটোৰ ধ্বনিগত ভাৰসাম্য ৰক্ষা নপৰে।

এই কিতাপখনৰ অনুবাদৰ কাম হাতত লৈছিলো অসম প্ৰকাশন পৰিষদৰ এতিয়াৰজনৰ আগৰজনা সচিব উদ্যোগী পুৰুষ, সুপণ্ডিত শ্ৰীলক্ষ্মীনাথ তামুলী আই এ. এছ. মহোদয়ৰ অনুৰোধত। কামটো ইমান দীঘলীয়া হ'ব বুলি অনুমান কৰিব পৰা নাছিলো। বহু দিন ধৰি বহু কষ্ট বহু শ্ৰম কৰি কৰিবলগীয়া কাম। মাজে মাজে স্বাভাৱিকতে মোৰ উৎসাহ স্তিমিত হৈ পৰিছিলেই। কিন্তু তামুলী মহোদয়ৰ নিৰন্তৰ তাগিদা আৰু আগ্ৰহৰ বাবে লগতে এ এল বাছামৰ মহৎ গ্ৰন্থৰ বিস্ময়কৰ চিন্তাৰ প্ৰবাহ দেখি মুগ্ধ হৈছিলো বাবে—অনুবাদৰ বেছিভাগ পাণ্ডুলিপি ছোৱা ছোৱাকৈ তেখেত সচিব হৈ থাকোতেই দি আছিলো। এতিয়াৰ নব-নিযুক্ত সচিব ড° ৰফিকুজ জামান আই. এ. এছ. মহোদয়েও সমানে আগ্ৰহ দেখুৱালত কামটো শেষ কৰিলো। অনুবাদৰ পাণ্ডুলিপি দিবলৈ আৰম্ভ কৰোতেই বানানত 'য' আৰু 'ϳ'-কাৰ ব্যৱহাৰৰ ক্ষেত্ৰত মই পুৰণি নিয়মহে মানি চলো বুলি কৈ শ্ৰদ্ধেয় তামুলী মহোদয়ক মোৰ বিশেষ অনুৰোধত সেইমতে বানান ৰাখিবলৈ অনুৰোধ কৰিছিলো। তেখেতে সন্মতি দিছিল।

অকপটে স্বীকাৰ কৰিছো যে ইতিহাস-চৰ্চা মোৰ বৃত্তি নহয়, প্ৰবৃত্তিহে। অসম সাহিত্য সভাৰ দ্বাৰাই প্ৰকাশিত বিশ্বকোষৰ ইতিহাস বিষয়ৰ দুই খণ্ডৰ মুখ্য সম্পাদক নগাঁৱৰ ড° ৰাজেন শইকীয়াই মোৰ সেই প্ৰবৃত্তিকে জাগৃত কৰি মোকো সেই বিশ্বকোষ সম্পাদনাৰ কামত জড়িত কৰাইছিল। গতিকে বিগত কে'বাটাও বছৰ বিশ্ব-ইতিহাসৰ বিভিন্ন যুগ আৰু দেশত বিচৰণ কৰি কটালোঁ আনন্দ মনেৰে। বিশ্বকোষৰ কাম শেষ হওঁ হওঁ—এনেতে এই গ্ৰন্থৰ অনুবাদৰ কামতো জড়িত কৰাইছিল ড° শইকীয়ায়েই। অকল সেয়ে নহয়, পাণ্ডুলিপিবোৰৰ গোটেইখিনি পঢ়ি ভাষাৰ আঁৰ গুচোৱা কামো কৰিছিল তেৱেঁই। সকলো প্ৰকাৰে সহায় কৰাৰ উপৰি অবিৰতভাৱে উৎসাহ-উদ্দীপনাও দিছিল তেৱেঁই। স্নেহাস্পদ ড° ৰাজেন শইকীয়াৰ ওচৰত মোৰ ঋণ স্বীকাৰ কৰিলোঁ। শেষত সবিনয়ে জনাব খুজিছোঁ যে এনে গধুৰ গ্ৰন্থৰ অনুবাদৰ কাম বৰ সহজ নহয়। গতিকে কৃতকাৰ্যতাৰ দাবীও মোৰ অতি শিষ্ট।

ৰত্নপুৰ, নগাঁও
২০০৫

প্ৰদীপ শইকীয়া

# পাতনি

এই গ্ৰন্থ ৰচনা কৰোতে মোৰ প্ৰধান উদ্দেশ্য আছিল মই যি ধৰণে বুজিছোঁ সেই ধৰণে প্ৰাচীন ভাৰতীয় সভ্যতাৰ তাৎপৰ্য ব্যাখ্যা কৰা। পাশ্চাত্য দেশবোৰৰ সৰ্বসাধাৰণ পাঠকসকলে সেই বিষয়ে বিশেষ একো নেজানে। কিন্তু তেওঁলোকৰ মনত এটা আগ্ৰহ সদায় আছেই। ১৯৪৭ চনৰ সেই মহৎ ঘটনাবহুল দিনবোৰৰ পাছত যেতিয়া তেওঁলোকে পূৰ্ণ স্বাধীনতা লাভ কৰিছিল, তেতিয়াৰ পৰাই ভাৰত উপমহাদেশৰ তিনিখন ৰাষ্ট্ৰই বিশ্বৰ ঘটনাপ্ৰবাহত ক্ৰমবৰ্দ্ধমান গতিত গুৰুত্বপূৰ্ণ ভূমিকা লৈ আহিছে। গতিকে সাম্প্ৰতিক কালৰ পটভূমিত তেওঁলোকৰ প্ৰাচীন সভ্যতা-সংস্কৃতিৰ এক নতুন পৰ্যালোচনাৰ প্ৰাসঙ্গিকতা আছেই। কাৰণ সেই বিষয়ে আগতে ৰচনা কৰা সুন্দৰ সুন্দৰ গ্ৰন্থবোৰৰ বেছিভাগেই এতিয়া দুৰ্লভ। তদুপৰি সমসাময়িক এই তিনিখন নতুন ৰাষ্ট্ৰৰ সভ্যতাৰ বিষয়েও আমাৰ ধাৰণা সঠিক আৰু পূৰ্ণতৰ কৰি লোৱাও নিতান্ত আৱশ্যকীয় কথা।

এই গ্ৰন্থ যিহেতু সাধাৰণ পাঠকৰ বাবেই ৰচিত, সেইবাবে মই পৰাপক্ষত কোনো কথাকে ব্যাখ্যা নকৰাকৈ এৰি থৈ যোৱা নাই। আৰু যিহেতু মই বিশ্বাস কৰোঁ যে সভ্যতাৰ বিস্তৃতি ধৰ্ম আৰু শিল্প-কলাতকৈ বেছি, সেইবাবে মই সংক্ষিপ্তভাৱে হ'লেও ভাৰতীয় জীৱন আৰু ধ্যান-ধাৰণাৰ সকলো দিশকে সামৰি ল'বলৈ যত্ন কৰিছো। যদিও মুখ্যতঃ পশ্চিমীয়া পাঠক সমাজৰ বাবেই ৰচনা কৰা হৈছে, মই আশা কৰো যে কিতাপখন ভাৰতীয়, পাকিস্তানী আৰু সিংহলী পাঠকসকলেও অলপ ভাল পাব। অন্ততঃ তেওঁলোকৰ দেশবোৰৰ সভ্যতাক গভীৰভাৱে ভাল পোৱা আৰু শ্ৰদ্ধা কৰা এজন বন্ধুভাবাপন্ন ম্লেচ্ছে লিখা কথা বুলিয়েই। লগতে যিবোৰ প্ৰাচীন মানুহৰে সভ্যতা-সংস্কৃতিৰ বিষয়ে মই ইমান অধ্যয়ন কৰিছো সেইবোৰ মানুহৰ বংশধৰসকলৰ মাজত মোৰ অগণন বন্ধু-বান্ধৱ আছে বুলিও হয়তো। যিসকল ছাত্ৰই ভাৰত-তত্ত্বৰ বিষয়ে গভীৰ অধ্যয়নত ব্ৰতী হৈ আছে তেওঁলোকৰ বাবেও এই গ্ৰন্থ সহায়ক হ'ব পাৰে। তেনে পাঠকৰ উপকাৰৰ বাবে মই এই গ্ৰন্থৰ লগত বিশদভাৱে গ্ৰন্থ-পঞ্জী আৰু ওপৰঞ্চি সংবাদ সংযোজন কৰিছো। কিন্তু সাধাৰণ পাঠকৰ বাবে বিৰক্তিকৰ হ'ব পাৰে বুলি মই প্ৰত্যেক কথাতে প্ৰসঙ্গ উল্লেখ কৰাৰ পৰা বিৰত আছো। মই সংস্কৃত শব্দবোৰৰ ব্যৱহাৰ যিমান পাৰো কমকৈ কৰিবলৈ যত্ন কৰিছো। কিন্তু সেইবোৰৰ পটভূমিৰ বিষয়ে বিশেষ

জ্ঞান নথকা পাঠকৰ বাবে কিতাপখনৰ পাঠত থকা সকলো ভাৰতীয় শব্দৰ অৰ্থ নিৰ্ঘণ্টত দিয়া হৈছে। নিৰ্ঘণ্টতে অপ্ৰচলিত শব্দৰ টীকাও আছে।

সংস্কৃত, পালি আৰু প্ৰাকৃত শব্দবোৰৰ লিপ্যন্তৰ কৰা হৈছে বৰ্তমানৰ ভাষাতাত্ত্বিক পণ্ডিতসকলে গ্ৰহণ কৰা পদ্ধতি মতে। তেনে শব্দবোৰত উচ্চাৰণবোধক চিনবোৰৰ আধিক্যৰ বাবে পাঠকৰ মনত প্ৰথমে বিৰক্তি উপজিব পাৰে। কিন্তু মূল শব্দবোৰৰ সঠিক বানান আৰু শুদ্ধ উচ্চাৰণ নিৰ্দিষ্ট কৰি দেখুৱাবলৈ সেইটোৱেই একমাত্ৰ নিৰ্ভৰযোগ্য উপায়। আধুনিক ভাৰতীয় নামবাচক শব্দবোৰৰ গতানুগতিক বানানকে ৰাখিছো। লগতে দীৰ্ঘ স্বৰবৰ্ণবোৰৰ ওপৰত উচ্চাৰণ নিৰ্দেশক চিহ্ন দিছো। যাতে মোটামুটি শুদ্ধভাৱে সেই শব্দবোৰ উচ্চাৰিত হয়। সেইটো কৰোঁতে অৱশ্যে দুই-এটা শব্দৰ ক্ষেত্ৰত অনিশ্চয়তাৰ পৰা হাত সাৰিবলৈ মই সাধাৰণতে ব্যৱহাৰ কৰা 'u' আখৰৰ ঠাইত 'a' ব্যৱহাৰ কৰিছো, যেনে Panjab, Satlej ইত্যাদি। মই উপমহাদেশখনৰ নতুন দেশকেইখনে চৰকাৰীভাৱে গ্ৰহণ কৰা কিছুমান নাম নতুন বানানসহ ব্যৱহাৰ কৰিবলৈ যত্ন কৰিছো। যেনে পুৰণা Benāres-অৰ ঠাইত Banāras, United Provinces-অৰ ঠাইত Uttar Pradesh ইত্যাদি। এইবোৰ নতুন বানানযুক্ত নাম যুদ্ধৰ আগৰ মানচিত্ৰবোৰত দেখা নেযায় বাবে আধুনিক ভাৰতৰ মেপত সুকীয়াকৈহে দেখুৱা হয়। সমগ্ৰ গ্ৰন্থখনতে ভৌগোলিক অৰ্থতহে ইণ্ডিয়া শব্দটো ব্যৱহাৰ কৰা হৈছে আৰু সেই অৰ্থতে তাত পাকিস্তানো অন্তৰ্ভুক্ত হৈ আছে। যথেষ্ট পৰিমাণে নহ'লেও এই গ্ৰন্থৰ পৰ্যবেক্ষণৰ সীমাৰ ভিতৰত মই সিংহলকো অন্তৰ্ভুক্ত কৰিবলৈ সচেষ্ট হৈছো। সাংস্কৃতিক ক্ষেত্ৰত সিংহল ভাৰতৰ ওচৰত অনেক প্ৰকাৰে ঋণী যদিও অনেক দিশত স্বতন্ত্ৰভাৱেও সাংস্কৃতিক বিকাশ সিংহলী সভ্যতাত হৈছিল।

এই কিতাপত উদ্ধৃত অনুবাদ পাঠবোৰৰ যিবোৰত বিশেষভাৱে কাৰো নাম উল্লেখ কৰা হোৱা নাই সেইবোৰ অনুবাদ মোৰ নিজৰ। সেই অনুবাদবোৰৰ কিবা মহৎ সাহিত্যিক মূল্য আছে বুলি মই নকওঁ আৰু সেইবোৰত মূল পাঠৰ ধ্বনিগত গুণ ৰক্ষা কৰিবলৈও মই সমৰ্থ হোৱা নাই। বেছিভাগ ক্ষেত্ৰতে সেইবোৰ আক্ষৰিক অনুবাদ হোৱা নাই। কাৰণ ভাৰতীয় ধ্ৰুপদী ভাষাবোৰৰ চৰিত্ৰ ইংৰাজী ভাষাৰ চৰিত্ৰতকৈ ইমান বেলেগ যে আক্ষৰিক অনুবাদ কৰিলে তেনেই স্বাদহীন নিৰ্জীৱ অনুবাদহে হ'বগৈ। তাকো ভালকৈ কৰিব নোৱাৰিলে নিশ্চিতভাৱে হাঁহি উঠা ধৰণৰহে হ'বগৈ। কোনো কোনো ঠাইত অনুবাদ কৰোঁতে মই মূল পাঠৰ পৰা অলপ ফালৰি কাটি গৈছো যাতে মূল পাঠৰ অন্তৰ্নিহিত অৰ্থ মই পশ্চিমীয়া পাঠকৰ আগত দাঙি ধৰিব পাৰো। কিন্তু বেছিভাগ ঠাইতে মই মূলৰ গ্ৰন্থকাৰৰ বক্তব্য যথাযথভাৱে, মই বুজামতে সততাৰে ভাষান্তৰ কৰিবলৈ চেষ্টা কৰিছো।

এই গ্ৰন্থ প্ৰস্তুত কৰোতে মই বহুতো বন্ধু আৰু সহকৰ্মীৰ পৰা পৰামৰ্শ লৈছো। অকল সেয়েই নহয় আন আন বহু কথাতে মই তেওঁলোকৰ পৰা উৎসাহ-উদ্দীপনা আৰু সহায় পাইছো। মই বিশেষভাবে ধন্যবাদ দিব লাগিব (বৰ্ণানুক্ৰমে) মিঃ এম. আৰ. অলচিন, ড° এ. এ. বেক, ড° এল. ডি. বাৰ্ণেট (মোৰ মাননীয় শিক্ষক ; যিজনৰ দুকুৰি বছৰ আগতেই লিখা 'এণ্টিকুইটীজ্ অব্ ইণ্ডিয়া' নামৰ গ্ৰন্থ, এই কিতাপখন লিখোঁতে কিছু পৰিমাণে মই আৰ্হি হিছাপে লৈছিলো), প্ৰফেছাৰ জে. ব্ৰাও (যিজনে প্ৰথমে এই গ্ৰন্থ ৰচনা কৰাৰ পৰামৰ্শ দিছিল মোক), মিচেজ দেবাহুতি, প্ৰফেছাৰ এ. টি. হাট্টো, মিঃ জে. আৰ. মাৰ, ড° এ. কে. নাৰায়ণ, প্ৰফেছাৰ চি. এইচ. ফিলিপ্‌স্, মিঃ পি. ৰছুন, মিঃ চি. এ. ৰিলেগুছ্ আৰু ড° আৰ্থাৰ বালী—এই সকলোকে। এই গ্ৰন্থত যিমান চিত্ৰ দিয়া হৈছে সেইবোৰৰ স্বত্বাধিকাৰী, অনুষ্ঠান-প্ৰতিষ্ঠান আৰু ব্যক্তিসকলকো মই ধন্যবাদ জনাইছো ইয়াত সেইবোৰ প্ৰকাশ কৰিবলৈ অনুমতি প্ৰদান কৰাৰ কাৰণে। লণ্ডন বিশ্ববিদ্যালয়ৰ 'স্কুল অব্ অৰিয়েণ্টেল এণ্ড্ আফ্ৰিকান ষ্টাডিজ'ৰ গ্ৰন্থাগাৰিক আৰু কৰ্মচাৰীসকলৰ আটাইকে ধন্যবাদ জনাইছো তেওঁলোকৰ সৌহাৰ্দ্যপূৰ্ণ সহায়ৰ কাৰণে। সৰ্বশেষত মোক সততে উৎসাহ অনুপ্ৰেৰণা দি থকাৰ বাবে মোৰ পত্নীৰ ওচৰত মোৰ ঋণ স্বীকাৰ কৰিছো।

লণ্ডন, ১৯৫৩ — এ এল বাছাম

# প্ৰাক্-মুছলিম ভাৰতৰ ঐতিহাসিক সময়-ক্ৰম

**প্ৰাক-ঐতিহাসিক যুগ**

খ্ৰীঃপূঃ আনু. ৩০০০ বেলুচিস্তানৰ কৃষিভিত্তিক সমাজবোৰ

আনু ২৫০০—১৫৫০ হৰপ্পা সংস্কৃতি

**ঐতিহাসিক (বৈদিক) যুগ**

আনু ১৫০০—৯০০ ঋগবেদৰ স্তোত্ৰসমূহৰ ৰচনা

আনু. ৯০০ মহাভাৰতৰ যুদ্ধ

আনু ৯০০—৫০০ উত্তৰ-বৈদিক যুগ, ব্ৰাহ্মণ আৰু উপনিষদসমূহৰ ৰচনা

**বৌদ্ধ যুগ**

আনু. ৫৬৩—৪৮৩ গৌতম বুদ্ধ

আনু. ৫৪২—৪৯০ মগধৰ ৰজা বিম্বিসাৰ

আনু. ৪৯০—৪৫৮ মগধৰ ৰজা অজাতশত্ৰু

আনু ৩৬২—৩৩৪ মহাপদ্ম নন্দ, মগধৰ ৰজা

আনু ৩২৭—৩২৫ মেচিডনৰ আলেকজেণ্ডাৰৰ ভাৰত আক্ৰমণ

**মৌৰ্যযুগ**

আনু. ৩২২—২৯৮ চন্দ্ৰগুপ্ত

আনু ২৯৮—২৭৩ বিন্দুসাৰ

আনু ২৬৯—২৩২ অশোক

আনু ১৮৩— মৌৰ্য ৰাজবংশৰ অৱসান

**আক্ৰমণবিলাকৰ যুগ**

আনু ১৯০— উত্তৰ-পশ্চিম ভাৰতৰ গ্ৰীক ৰাজ্যসমূহ

আনু. ১৮৩—১৪৭ পুষ্যমিত্ৰ শুঙ্গ

আনু. ৯০— উত্তৰ-পশ্চিম ভাৰতত শকবিলাকৰ আক্ৰমণ

আনু. ৭১ শুঙ্গ ৰাজবংশৰ অৱসান

আনু. খ্ৰীঃ পূঃ ৫০—২৫০ খ্ৰীঃ—দাক্ষিণাত্যৰ সাতবাহন ৰাজবংশ

**খ্ৰীষ্টাব্দ প্ৰথম শতাব্দীৰ আদিভাগ— কুষাণবিলাকৰ উত্তৰ-পশ্চিম ভাৰত আক্ৰমণ**

| | |
|---|---|
| আনু. ৭৮—আনু. ১০১ | কণিষ্ক |
| আনু. ১৩০—৩৮৮ | উজ্জয়িনীৰ শক ছত্ৰপসকল |

**গুপ্তযুগ**

| | |
|---|---|
| ৩২০—আনু ৩৩৫ | প্ৰথম চন্দ্ৰগুপ্ত |
| আনু ৩৩৫—৩৭৬ | সমুদ্ৰগুপ্ত |
| আনু ৩৭৬—৪১৫ | দ্বিতীয় চন্দ্ৰগুপ্ত |
| আনু ৪১৫—৪৫৪ | প্ৰথম কুমাৰগুপ্ত |
| আনু ৪৫৪ | প্ৰথম হুন আক্ৰমণ |
| আনু ৪৫৫-৪৬৭ | স্কন্দগুপ্ত |
| আনু ৪৯৫ | দ্বিতীয় হুন আক্ৰমণ |
| আনু ৫৪০ | গুপ্ত সম্ৰাটৰ বংশৰ অৱসান |
| ৬০৬—৬৪৭ | কাণ্যকুব্জৰ ৰজা হৰ্ষ |

**উত্তৰ ভাৰতৰ মধ্যযুগীয় ৰাজবংশসমূহ**

| | |
|---|---|
| ৭১২ | আৰবসকলৰ সিন্ধু বিজয় |
| আনু ৭৩০ | কান্যকুব্জৰ ৰজা যশোবৰ্মন |
| আনু ৭৬০-১১৪২ | বঙ্গ আৰু বিহাৰৰ পালবংশ |
| আনু ৮০০-১০১৯ | কান্যকুব্জত প্ৰতিহাৰ ৰাজবংশ |
| আনু ৯১৬-১২০৩ | বুন্দেলখণ্ড চন্দেল্লসকল |
| আনু ৯৫০-১১৯৫ | ত্ৰিপুৰীৰ (মধ্যপ্ৰদেশ) কলচুৰিসকল |
| আনু ৯৭৩-১১৯২ | আজমীৰৰ চাহমানসকল |
| আনু ৯৭৪-১২৩৮ | গুজৰাটৰ চালুক্য ৰাজবংশ |
| আনু ৯৭৪-১০৬০ | ধাৰাৰ (মালোৱা) পৰমাৰ ৰাজবংশ |
| আনু ১০৯০-১১৯৩ | বনাৰস আৰু কান্যকুব্জৰ গাহড়ৱাল ৰাজবংশ |
| আনু ১১১৮-১১৯৯ | বঙ্গ সেন ৰাজবংশ |
| ১১৯২ | তৰাইনৰ দ্বিতীয় যুদ্ধ |

**দাক্ষিণাত্য উপদ্বীপৰ মধ্যযুগীয় ৰাজবংশসমূহ** *

| | |
|---|---|
| আনু ৩০০-৮৮৮ | কাঞ্চীৰ পল্লৱ ৰাজবংশ (মাদ্ৰাজ বৰ্তমানে তামিলনাডু) |
| আনু ৫৫০-৭৫৮ | বা তাপিৰ প্ৰথম চালুক্য ৰাজবংশ (পশ্চিম আৰু মধ্য দাক্ষিণাত্য) |

| | | | |
|---|---|---|---|
| | আনু. | ৬৩০-৯৭০ | বেঙ্গিৰ প্ৰাচ্য চালুক্য ৰাজবংশ (পূব দাক্ষিণাত্য) |
| | | ৭৫৭-৯৭৩ | মান্যখেতৰ ৰাষ্ট্ৰকূটসকল (পশ্চিম আৰু মধ্য দাক্ষিণাত্য) |
| | আনু. | ৮৫০-১২৬৭ | তাঞ্জোৰৰ চোল বংশ (তামিলনাড়ু) |
| ৯৭৩ | আনু. | ১১৮৯ | কল্যাণীৰ দ্বিতীয় চালুক্য ৰাজবংশ (পশ্চিম আৰু মধ্য দাক্ষিণাত্য) |
| | আনু | ১১১০-১৩২৭ | দোৰসমুদ্ৰৰ হয়সল ৰাজবংশ (মধ্য আৰু দক্ষিণ দাক্ষিণাত্য) |
| | আনু | ১১৯০-১২৯৪ | দেৱগিৰিৰ যাদব ৰাজবংশ (দাক্ষিণাত্যৰ উত্তৰাঞ্চলত) |
| | আনু | ১১৯৭-১৩২৩ | ওৱাৰেঙ্গলৰ কাকতীয় ৰাজবংশ (পূব দাক্ষিণাত্য) |
| | | ১২১৬-১৩২৭ | মাদুৰাইৰ পাণ্ড্য ৰাজবংশ (তামিলনাড়ু) |
| | | ১৩৩৬-১৫৬৫ | বিজয়নগৰ সাম্ৰাজ্য |
| | | ১৫৬৫ | তালিকোটৰ যুদ্ধ আৰু বিজয়নগৰ লুটপাট |

* ওপৰত বৰ্ণনা কৰা ৰাজবংশবোৰৰ চনবোৰ দিয়া হৈছে সেইসকলৰ ৰাজত্বকালৰ গুৰুত্বপূৰ্ণ সময়খিনি বিবেচনা কৰিহে। বাস্তৱত সেই ৰাজবংশবোৰৰ কোনো কোনো একোটা ইয়াত দেখুৱা সময়ৰ আগতো বা পাছতো অস্তিত্ব থাকিব পাৰে।

# সূচীপত্ৰ

ভূমিকা—০.০৫
ভাৰত-তত্ত্ববিদ এ এল বাছাম আৰু
তেওঁৰ গ্ৰন্থৰ অনুবাদৰ বিষয়ে একাষাৰ—০ ০৭
পাতনি—০ ১৩
প্ৰাক্-মুছলিম ভাৰতৰ ঐতিহাসিক সময়-ক্ৰম—০ ১৭

**প্ৰথম অধ্যায়**

অৱতৰণিকা—১
ভাৰত আৰু প্ৰাচীন ভাৰতীয় সংস্কৃতি
ভাৰতবৰ্ষ ঃ প্ৰাচীন ভাৰত আৱিষ্কাৰ ঃ প্ৰাচীন ভাৰতৰ গৌৰৱ

**দ্বিতীয় অধ্যায়**

প্ৰাগৈতিহাসিক ভাৰত ঃ হৰপ্পাৰ সভ্যতা আৰু আৰ্যসকল—১৪
ভাৰতৰ আদিম অধিবাসী ঃ প্ৰথম গাঁও ঃ হৰপ্পাৰ নগৰ সভ্যতা ঃ
সিন্ধু উপত্যকাৰ নগৰ সভ্যতাৰ শেষ পৰ্ব ঃ ইন্দো-ইউৰোপীয় আৰু
আৰ্য জাতি গোষ্ঠীসমূহ ঃ ভাৰতত আৰ্যসকল ঃ ইতিহাসৰ আদিযুগ ঃ
ঋক বেদৰ সংস্কৃতি ঃ উত্তৰ বৈদিক যুগ

**তৃতীয় অধ্যায়**

ইতিহাস ঃ প্ৰাচীন আৰু মধ্যযুগীয় সাম্ৰাজ্যবিলাক— ৬০
ইতিহাসৰ সমল ঃ বুদ্ধৰ যুগ ঃ আলেকজেণ্ডাৰ আৰু মৌৰ্যসকল ঃ
আক্ৰমণৰ যুগ ঃ গুপ্তবংশ আৰু হৰ্ষ ঃ মধ্য যুগত উত্তৰ ভাৰত ঃ
মধ্যযুগত দক্ষিণ ভাৰত

**চতুৰ্থ অধ্যায়**

সমল—১০৫
ৰাজপদ ঃ ৰাজ কৰ্ম ঃ অৰ্ধ-সামন্ততন্ত্ৰ ঃ গোষ্ঠীপতিতন্ত্ৰ
আৰু লোকতন্ত্ৰ ঃ সভাসদ আৰু বিষয়াসকল ঃ স্থানীয় প্ৰশাসন ঃ গ্ৰাম
প্ৰশাসন ঃ বিত্তীয় ব্যৱস্থা ঃ দণ্ডনীতি সম্বন্ধীয় গ্ৰন্থ ঃ আইনৰ মূলভিত্তি ঃ
অপৰাধ ঃ বিচাৰ-ব্যৱস্থা ঃ দণ্ড-বিধান ঃ চোৰাংচোৱা ব্যৱস্থা ঃ
হিন্দু সামৰিকতাবাদ ঃ সামৰিক সংগঠন আৰু প্ৰযুক্তি

**পঞ্চম অধ্যায়**

**সমাজ : বর্ণ, পৰিয়াল আৰু ব্যক্তি—১৮৮**

**বর্ণ-বিধি আৰু জীৱনৰ আশ্ৰমসমূহ : চাৰিটা প্ৰধান বৰ্ণ : অস্পৃশ্যসকল : বৰ্ণসংকৰ জাতিবোৰ : জাত : দাসত্ব : গোত্ৰ আৰু প্ৰবৰ : পৰিয়াল : জীৱনৰ চাৰি আশ্ৰম : শিশু : উপনয়ন : শিক্ষা : বিবাহ : যৌন-সম্পৰ্ক :** বিবাহ-বিচ্ছেদ : বহু-বিবাহ প্ৰথা : বাৰ্দ্ধক্য আৰু মৃত্যু : নাৰীসকল : গণিকা বৃত্তি : বিধৱাসকল

**ষষ্ঠ অধ্যায়**

দৈনন্দিন জীৱন : নগৰ আৰু গাঁৱত—২৬৫

গাঁও : কৃষি আৰু পশুপালন : অসভ্য উপজাতিবিলাক : নগৰ : নগৰীয়া মানুহ : আমোদ-প্ৰমোদ : বস্ত্ৰাভৰণ আৰু আ-অলঙ্কাৰ : ভোজ্য আৰু পেয় দ্ৰব্য : অৰ্থনৈতিক জীৱন : গীল্ডছ্ : প্ৰযুক্তিবিদ্যাত অগ্ৰগতি : বাণিজ্য আৰু বিত্ত : কাৰাভান আৰু বাণিজ্য-পথবোৰ : সমুদ্ৰ পথ আৰু সাগৰৰ সিপাৰেৰে যোগাযোগ

**সপ্তম অধ্যায়**

ধৰ্ম : বিভিন্ন পন্থা, ধৰ্মমত আৰু দৰ্শন—৩২৪

(১) চতুৰ্বেদ বিহিত ধৰ্ম : ঋকবেদোক্ত দেৱতাসকল : যজ্ঞ : ধৰ্মমতৰ নতুন দিশ : তপস্যা : তত্ত্ব বিচাৰ আৰু জ্ঞানান্বেষণ : উপনিষদবোৰৰ নৈতিক শিক্ষা (২) বৌদ্ধ ধৰ্ম : বুদ্ধদেৱ : বৌদ্ধ ধৰ্মৰ উত্থান : হীনযান পন্থ : মহাযান পন্থাৰ ক্ৰমবিকাশ : মহাযান পন্থ : বজ্ৰযান পন্থা : বৌদ্ধ সঙ্ঘ : বৌদ্ধ নীতিশাস্ত্ৰ আৰু নৈতিকতা : (৩) জৈন ধৰ্ম আৰু আন আন উদাৰনৈতিক সম্প্ৰদায়সমূহ : জৈন ধৰ্ম : আজীৱিক সম্প্ৰদায় : সন্দেহবাদ আৰু বস্তুবাদ : (৪) হিন্দুধৰ্ম : উত্থান আৰু সাহিত্য : বিষ্ণু : শিৱ : বিষ্ণু আৰু শিৱৰ মাজৰ সম্বন্ধ : দেৱীমাতা : নিম্নবৰ্গৰ দেৱতাসকল : উপদেৱতা আৰু অপদেৱতা : ব্ৰহ্মাণ্ড-তত্ত্ব : আত্মা, কৰ্ম আৰু সংসাৰ : মুক্তি লাভৰ ছয় পন্থা : ঈশ্বৰবাদ আৰু ভক্তি : হিন্দু কৰ্ম-কাণ্ড আৰু উৎসৱাদি : হিন্দু নীতিশাস্ত্ৰ : (৫) অভাৰতীয় ধৰ্মবিলাক

**অষ্টম অধ্যায়**

সুকুমাৰ কলা : স্থাপত্য, ভাস্কৰ্য, চিত্ৰাঙ্কন, সঙ্গীত আৰু নৃত্য—৪৯৩

**ভাৰতীয় কলাৰ বৈশিষ্ট্য : প্ৰাচীনতম স্থাপত্যৰ নিদৰ্শনসমূহ : স্তূপ : গুহা-মন্দিৰ : মন্দিৰ : ভাস্কৰ্য : পোৰামাটিৰ ভাস্কৰ্য : ধাতুৰে নিৰ্মিত ভাস্কৰ্য আৰু কাৰুকাৰ্য : চিত্ৰাঙ্কন : অন্যান্য ক্ষুদ্ৰ শিল্পবোৰ : সঙ্গীত : নৃত্য**

**নৱম অধ্যায়**

ভাষা আৰু সাহিত্য—৫৪৭

১। ভাষা ঃ সংস্কৃত ঃ প্ৰাকৃত আৰু পালি ঃ দ্ৰাবিড় ভাষাসমূহ ঃ লেখন ঃ
২। সাহিত্য ঃ বৈদিক সাহিত্য ঃ মহাকাব্যিক সাহিত্য ঃ ধ্ৰুপদী সংস্কৃত কাব্য ঃ বৰ্ণনামূলক কবিতা ঃ নাটক ঃ সংস্কৃত গদ্য-সাহিত্য ঃ পালি সাহিত্য ঃ প্ৰাকৃত সাহিত্য ঃ তামিল সাহিত্য ঃ লোক-কবিতা

**দশম অধ্যায়**

উপসংহাৰ ঃ ভাৰতৰ ঐতিহ্য—৬৭৩

পাশ্চাত্যৰ প্ৰভাৱ ঃ ভাৰতৰ ওচৰত বিশ্ব ঋণী

**ওপৰঞ্চি**

এক/সৃষ্টিতত্ত্ব আৰু ভূগোল—৬৮৬

দুই/জ্যোতিৰ্বিজ্ঞান—৬৮৯

তিনি/কেলেণ্ডাৰ—৬৯৩

চাৰি/গণিত—৬৯৭

পাঁচ/পদাৰ্থবিজ্ঞান আৰু ৰসায়ন— ৭০০

ছয়/শৰীৰতত্ত্ব আৰু চিকিৎসা—৭০৪

সাত/তৰ্কশাস্ত্ৰ আৰু জ্ঞানতত্ত্ব—৭০৮

আঠ/ওজন আৰু জোখ-মাখ—৭১১

ন/মুদ্ৰা—৭১৩

দহ/বৰ্ণমালা আৰু তাৰ উচ্চাৰণ—৭১৬

এঘাৰ/ছন্দ প্ৰকৰণ—৭২০

বাৰ/জিপছিবিলাক—৭২৬

গ্ৰন্থপঞ্জী—৭৩২

# এক

# অৱতৰণিকা ঃ ভাৰত আৰু প্ৰাচীন ভাৰতীয় সংস্কৃতি

## ভাৰতবৰ্ষ

প্ৰাচীন ভাৰতীয় সভ্যতা গঢ় লৈ উঠিছিল প্ৰকৃতিয়ে সুনিৰ্দিষ্টভাৱে চিহ্নিত কৰি দিয়া উপমহাদেশখনত, যাৰ উত্তৰে আছে পৃথিৱীৰ বৃহত্তম, উচ্চতম হিমালয় পৰ্বতমালা। পূবৰ পৰা পশ্চিমলৈকে বিস্তীৰ্ণ এই গিৰিশ্ৰেণীয়ে ভাৰতক বিভক্ত কৰিছে এছিয়া মহাদেশ আৰু বিশ্বৰ পৰা। গিৰিমালাৰ এই বেষ্টনীয়ে কিন্তু ভাৰতক বিশ্বৰ পৰা বিভক্তহে কৰিছে, কোনো যুগতে বিচ্ছিন্ন কৰিব পৰা নাই। কাৰণ সকলো যুগতে প্ৰব্ৰজনকাৰী আৰু বণিকসকলে হিমালয়ৰ সুউচ্চ আৰু দুৰ্গম গিৰিপথবোৰেদি যেনেদৰে ভাৰতত প্ৰৱেশ কৰিছে ঠিক তেনেদৰে ভাৰতীয়সকলেও সেইবোৰ গিৰিপথেৰেই দেশৰ উত্তৰ সীমান্ত অতিক্ৰম কৰি নিজৰ বাণিজ্য আৰু সংস্কৃতি বিস্তাৰ কৰিছে। সেইবাবে হিমালয় গিৰিশ্ৰেণীয়ে ভাৰতক সম্পূৰ্ণ বিচ্ছিন্ন কৰি ভাৰত ভূখণ্ডত এক বিশিষ্ট সভ্যতাৰ উত্থান সম্ভৱ কৰিছে বুলি কোৱাটো সাধাৰণ অত্যুক্তি বুলিয়েই ধৰিব লাগিব।

হিমালয় গিৰিশ্ৰেণীৰ গুৰুত্ব ভাৰতক বিচ্ছিন্ন কৰাৰ বাবে নহয়, দৰাচলতে ভাৰতৰ দুখন প্ৰধান নদীৰ উৎপত্তিস্থল বুলিহে। বৰ্ষা ঋতুত ভাৰতৰ আকাশভৰা মেঘমালাই উত্তৰমুখী আৰু পশ্চিমমুখী হৈ উৰি গৈ হিমালয়ৰ ওখ ওখ শৃঙ্গবোৰত খুন্দা মাৰি নিজৰ জলভাৰ নিঃশেষে ঢালি দিয়ে। তুষাৰ-নিসৃত জলৰাশি অসংখ্য জান-জুৰিৰে নামি আহি নামনিত সম্মিলিত হৈ বিশাল গংগা নদী আৰু সিন্ধু নদৰ সৃষ্টি কৰিছে। সেইবোৰ জান-জুৰি নামি আহোতে টোৱাই আহিছে কাশ্মীৰ আৰু নেপালৰ ক্ষুদ্ৰ ক্ষুদ্ৰ উৰ্বৰ মালভূমিবোৰ।

ভাৰত উপমহাদেশৰ দুখন প্ৰধান নদীৰ ভিতৰত সিন্ধুৰ বিস্তীৰ্ণ উপত্যকা অঞ্চলেই আছিল ভাৰতৰ প্ৰাচীনতম সভ্যতাৰ বিকাশৰ স্থান। যদিও সিন্ধু নদ এতিয়া ঘাইকৈ পাকিস্তানৰ মাজেদিহে প্ৰবাহিত, এই নদৰ 'ইণ্ডাছ' নামৰ পৰাই ভাৰতৰ 'ইণ্ডিয়া' নামৰ উদ্ভৱ হৈছে।* পঞ্জাব (পঞ্চ নদী) দেশখণ্ডৰ উৰ্বৰ সমভূমি সেই সিন্ধুৰে পাঁচখন মহান

---

* ভাৰতীয়সকলে এই নদীক বুলিছিল সিন্ধু। পাৰ্চীয়ানসকলে 'স' আখৰটো উচ্চাৰণ কৰিব নোৱাৰি এই নদীক বুলিছিল 'হিন্দু'। পাৰস্যৰ পৰা এই শব্দটো গ্ৰীচ পালেগৈ। সেই দেশত পশ্চিম ভাৰতৰ এই নদীৰ নামেৰে গোটেই ভাৰতবৰ্ষ দেশখনকে বুজোৱা হ'ল। প্ৰাচীন ভাৰতীয়সকলে নিজৰ উপমহাদেশক জম্বুদ্বীপ (জম্বু গছেৰে পূৰ্ণ মহাদেশ) বা ভাৰতবৰ্ষ (ভাৰতীয় কিংবদন্তিৰ 'ভৰত নামৰ এজন সম্ৰাটৰ পুত্ৰসকলৰ দেশ'। পিছৰ এই নামটোৰ অংশবিশেষ 'ভাৰত' নামটো বৰ্তমান ভাৰত চৰকাৰে পুনৰ প্ৰচলন কৰিছে। মুছলমান আক্ৰমণৰ লগে লগে পাৰ্চীয়ান নামটোৰ পুনৰাগমন ঘটিল 'হিন্দুস্তান' ৰূপত আৰু এই দেশৰ বাসিন্দাসকলৰ যিবিলাকে পুৰণা ধৰ্মপন্থা মানি চলিছিল তেওঁলোক জনাজাত হ'ল 'হিন্দু' নামেৰে।

উপনদী—বিতস্তা, চন্দ্ৰভাগা, ইৰাৱতী, বিপাশা আৰু শতদ্ৰুৱে দান। সেইবোৰৰ স্ৰোতধাৰাৰে পৰিপুষ্ট হৈ সমুদ্ৰত মিলিত হ'বলৈ বৈ যোৱা সিন্ধুৰ নামনি অংশৰ দুয়ো পাৰে আসমুদ্ৰ বিস্তীৰ্ণ সমতল ভূখণ্ড খ্ৰী. পূ. দুহাজাৰ বছৰবো আগৰ পৰাই হৈ আহিছে উচ্চ সভ্যতা-সংস্কৃতিৰ গৌৰৱময় কেন্দ্ৰ। সিন্ধু নদৰ নামনিখণ্ড এতিয়া যদিও পাকিস্তানৰ সিন্ধু প্ৰদেশৰ মৰু অঞ্চলৰ মাজেদি প্ৰবহমান, সুদূৰ অতীতত কিন্তু সেই দেশখণ্ড আছিল সুজলা আৰু উৰ্বৰ।

সিন্ধু নদ আৰু গঙ্গাৰ অববাহিকা অঞ্চলৰ মাজত আছে ৰাজস্থানৰ থৰ মৰুভূমি আৰু অনুচ্চ পাহাৰবোৰৰ লানি। দিল্লীৰ উত্তৰ-পশ্চিমে থকা অববাহিকাৰ সেই অঞ্চল অন্ততঃ খ্ৰী পূ ১০০০ বৰ্ষমানৰ পৰাই ভয়ানক যুদ্ধ-বিগ্ৰহৰ ক্ষেত্ৰ হিছাপে প্ৰসিদ্ধ হৈছে। দিল্লীৰ কাষৰীয়া অঞ্চলৰ পৰা পাটনালৈকে গঙ্গা উপত্যকাৰ পশ্চিমাৰ্ধ, লগতে গঙ্গা আৰু ইয়াৰ প্ৰধান উপনদী যমুনাৰ মধ্যৱৰ্তী 'দোৱাব' নামে খ্যাত অঞ্চলকো সামৰি এই বিশাল দেশখণ্ড সদায় ভাৰতৰ হৃৎপিণ্ড বুলি গণ্য হৈ আহিছে। এসময়ত আৰ্যাবৰ্ত নামে খ্যাত এই ভূখণ্ডতে ভাৰতৰ বিশুদ্ধ ধ্ৰুপদী সংস্কৃতি গঢ় লৈ উঠিছিল। বহু পুৰুষ ধৰি অবৈজ্ঞানিক পদ্ধতিৰে কৰা কৃষিকৰ্ম, বনাঞ্চল বিধ্বংসন আৰু অন্যান্য কাৰণত এই অঞ্চলৰ মাটিৰ উৰ্বৰতা এতিয়া বহুত কমিছে যদিও এই ভূখণ্ড বিশ্বৰ ভিতৰতে অতিশয় উৎপাদনশীল আছিল আৰু সেই ঠাইৰ কৃষিজাত দ্ৰব্যাৰে পৃথিৱীৰ এক বৃহৎ সংখ্যক জনসাধাৰণৰ জীৱিকাৰ যোগাৰ হৈছিল। বঙ্গৰ দক্ষিণলৈ গঙ্গাৰ মোহনাত বিশাল এক ব-দ্বীপ এলেকাই সাগৰৰ বহু ভিতৰলৈকে নিজৰ সীমাৰেখা বিস্তৃত কৰিব পাৰিছিল ঐতিহাসিক কালৰে পৰা। কাৰণ তাতে ব্ৰহ্মপুত্ৰ নদ হিমালয়স্থিত তিব্বতৰ পৰা ওলাই অসম উপত্যকাৰ মাজেদি বৈ আহি গঙ্গাৰে মিলিত হৈছে। অসম উপত্যকা হৈছে হিন্দু সাংস্কৃতিক সম্প্ৰসাৰণৰ পূব দিশে শেষ সীমান্ত।

এই বিস্তীৰ্ণ সমভূমি অঞ্চলৰ দক্ষিণ দিশে উচ্চ মালভূমি অঞ্চল। সেয়ে উত্তৰলৈ ক্ৰমাৎ ওখ হৈ আহি বিন্ধ্য পৰ্বতমালাৰ উচ্চতাৰ সৈতে মিলি গৈছেহি। এই পৰ্বতশ্ৰেণীৰ উচ্চতা হিমালয়ৰ লগত তুলনীয় নহয় যদিও উত্তৰৰ হিন্দুস্তান নামৰ দেশখণ্ড আৰু দক্ষিণৰ দাক্ষিণাত্য দেশখণ্ডৰ মাজত ই দুস্তৰ বাধাৰ দৰে থিয় হৈ আছে। দক্ষিণৰ উপদ্বীপ অঞ্চলক 'ডেক্কান' যাৰ সৰল অৰ্থ 'দক্ষিণ' বুলি কোৱা হয় যদিও সি প্ৰকৃততে উপদ্বীপৰ উত্তৰ আৰু মধ্য অংশকহে বুজায়। এই দাক্ষিণাত্যৰ অধিকাংশই হ'ল শুকান পাহাৰীয়া মালভূমি। তাৰ দুয়োকাষে দুলানি সুদীৰ্ঘ পৰ্বত—পশ্চিমঘাট আৰু পূৰ্বঘাট পৰ্বতশ্ৰেণী। এই দুই লানি পৰ্বতৰ ভিতৰত পশ্চিমঘাট পৰ্বতেই ওখ হোৱা কাৰণে মহানদী, গোদাবৰী, কিস্তনা বা কৃষ্ণা আৰু কাবেৰী নদী সেই পৰ্বতৰ পৰাই ওলাই পূবমুৱা হৈ বৈ সাগৰত পৰিছেগৈ। মাত্ৰ দুখন ডাঙৰ নদী নৰ্মদা আৰু তাপ্তি পশ্চিমমুৱা

হৈ বৈছে। মোহনাৰ কাষ চাপোতে দাক্ষিণাত্যৰ নদীবোৰে যিবোৰ উপত্যকাৰ মাজেদি বৈ গৈছে সেইবোৰ গঙ্গা উপত্যকাৰ সমান ডাঙৰ নহয় কিন্তু সমানেই জনবসতিপূৰ্ণ। উপদ্বীপটোৰ দক্ষিণ-পূবৰ বৃহত্তৰ সমভূমি অঞ্চল তামিল দেশ নামে জনাজাত। সেই দেশৰ সংস্কৃতি এসময়ত একেবাৰেই স্বতন্ত্ৰ আছিল। এতিয়াও সেই সংস্কৃতি উত্তৰ ভাৰতৰ সংস্কৃতিতকৈ বহুখিনি বেলেগ। দক্ষিণ ভাৰতত দ্ৰাবিড় মূলৰ মানুহে কোৱা ভাষাবোৰৰ উত্তৰ-ভাৰতৰ ভাষাবোৰৰ লগত কোনো মিল নাই আৰু মানুহবোৰ গোষ্ঠীগত-ভাৱে ভিন্ন মূলৰ। অৱশ্যে উত্তৰ ভাৰত আৰু দক্ষিণ ভাৰতৰ মানুহৰ মাজত যথেষ্ট সংমিশ্ৰণ হৈছে। ভৌগোলিকভাৱে সিংহল বা শ্ৰীলঙ্কা ভাৰতৰে বিচ্ছিন্ন হৈ পৰা এটা অংশ। সেই দ্বীপৰ উত্তৰৰ অংশৰে দক্ষিণ ভাৰতৰ আৰু মধ্যভাগৰ পৰ্বতশ্ৰেণীৰ পশ্চিমঘাট পৰ্বতৰে সাদৃশ্য লক্ষণীয়।

উত্তৰ কাশ্মীৰৰ পৰা উপমহাদেশৰ দক্ষিণৰ কুমাৰিকা অন্তৰীপলৈকে দূৰত্ব দুহাজাৰ মাইলৰ কম নহ'ব। সেইবাবে এই দেশৰ জলবায়ুৰ বিচিত্ৰ ৰূপ। হিমালয় অঞ্চলত উগ্ৰ শীত, কুঁৱলি আৰু তুষাৰপাত। উত্তৰ ভাৰতৰ সমভূমি অঞ্চলত শীতকাল সাধাৰণতে শীতপূৰ্ণ, দিন আৰু ৰাতিৰ তাপমানৰ মাজত ডাঙৰ পাৰ্থক্য দেখা যায়। কিন্তু গ্ৰীষ্মকালত সেইবোৰ অঞ্চলত অসহনীয় গৰম হয়। দাক্ষিণাত্যৰ জলবায়ুত ঋতু অনুসৰি তাপমানৰ হ্ৰাস-বৃদ্ধি কমকৈ অনুভূত হয় কিন্তু সেই বিশাল মালভূমিৰ বেছি উচ্চতাৰ স্থানবোৰত শীতকালৰ ৰাতি যথেষ্ট জাৰ পৰে। তামিল দেশৰ সমভূমি প্ৰায় সকলো সময়তে গৰম যদিও সেইবোৰ ঠাইৰ তাপমাত্ৰা কেতিয়াও গ্ৰীষ্মকালৰ উত্তৰ ভাৰতৰ সমভূমি অঞ্চলৰ সমানলৈ নুঠে।

ভাৰতৰ জলবায়ুৰ অন্তহীন বৈচিত্ৰ্যৰ মাজত আটাইতকৈ গুৰুত্বপূৰ্ণ হৈছে বৰ্ষাঋতুত মৌচুমী বায়ুৰ সঞ্চালন। পশ্চিম উপকূল ৰেখাৰ সংলগ্ন অঞ্চল আৰু শ্ৰীলঙ্কাৰ কোনো কোনো অঞ্চলৰ বাহিৰে অন্য ঠাইত অক্টোবৰৰ পৰা মে' মাহলৈকে বৃষ্টিপাত কাচিতহে হয়। সেই সময়ত নদী-জান-জুৰি আদিৰ পৰা পানী আহৰণ কৰি জলসিঞ্চনৰ যোগে কৃষিক্ষেত্ৰলৈ নিহে শীতকালিৰ ফচল উৎপন্ন কৰিব পাৰি। এপ্ৰিল মাহৰ শেহ ভাগৰ পৰা সৰ্বপ্ৰকাৰ কৃষি উৎপাদনত যতি পৰে। সমভূমি অঞ্চলত তাপমাত্ৰাই ১১০ ডিগ্ৰী ফাৰেনহাইট অতিক্ৰম কৰি যায়। অতি উগ্ৰ গৰম বতাহ বলিবলৈ আৰম্ভ কৰে। গছ-গছনিৰ পাত-চোত সৰি যায়, তৃণ-বন সকলো ডেই-পুৰি যায়। অসংখ্য বন্য জীৱ-জন্তু পানীৰ অভাৱত জাকে জাকে মৰে। একেবাৰে নকৰিলে নোহোৱাবোৰৰ বাহিৰে সকলো কাম-কাজ বন্ধ হৈ যায়। বিশ্ব-চৰাচৰ নিদ্ৰাত মগন হ'ল যেন লাগি যায়।

তাৰ পিছত ওপৰৰ আকাশত দেখা দিয়ে মেঘমালাই। চাওঁতে চাওঁতে কেইদিনমানৰ ভিতৰতে ৰাশি ৰাশি ঘূৰ্ণীয়মান ক'লীয়া ডাৱৰৰ ৰূপত সাগৰৰ পাৰ বগাই উঠি আহে

মেঘৰাশি আকাশ-পথলৈ। অৱশেষত, জুন মাহত মূষল ধাৰে অবিৰল বৃষ্টি আৰম্ভ হয়। লগত বিজুলী আৰু ঢেৰেকনি। তাপমাত্ৰা ক্ষিপ্ৰভাৱে হ্ৰাস পাবলৈ ধৰে। অলপ দিনৰ ভিতৰতে পৃথিৱীয়ে পুনৰ সেউজীয়া বৰণ ধৰি হাঁহিবলৈ ধৰে। জীৱ-জন্তু, চৰাই-চিৰিকতি, কীট-পতঙ্গবোৰ আকৌ ওলাবলৈ ধৰে। গছে গছে নতুন পাত ওলায়। নকৈ গজা ঘাঁহ-বনেৰে পৃথিৱী সেউজবুলীয়া, সজীৱ হৈ পৰে। ধাৰাসাৰে বৰষুণ বৈ বৈ প্ৰায় দুমাহ ধৰি পৰি থকাৰ পিছত লাহে লাহে কমি আহে। কিন্তু ভৰ বাৰিষাৰ বৰষুণে ফুৰা-চকা আৰু ঘৰৰ বাহিৰত কাম কৰাত অসুবিধাতো কৰেই তাৰ লগতে বেমাৰ-আজাৰ, মাৰি-মৰককো সৃষ্টি কৰে। ইমানবোৰ অসুবিধা কৰে যদিও ভাৰতীয় মানুহৰ মনত মৌচুমী বতাহে কঢ়িয়াই অনা বৰষুণে আনন্দহে জগায়—যি আনন্দ ইউৰোপীয়সকলে প্ৰতি বছৰ বসন্ত ঋতুৰ সমাগমৰ সময়তহে অনুভৱ কৰে। বিজুলীৰ চমকনি আৰু মেঘৰ গাজনি ইউৰোপীয় মানসিকতাত অমঙ্গলৰ আগজাননী বুলি গণ্য হ'লেও ভাৰতীয়সকলৰ মনত সি ত্ৰাসৰ সলনি মঙ্গলৰ চিহ্ন আৰু ভগবানৰ কৰুণা বুলিহে গণ্য হয়। ভাৰতত প্ৰকৃতিৰ দৃশ্যাৱলী আৰু কাৰ্যসূচীৰ অন্তহীন বৈচিত্ৰ্য, সেইবিলাকৰ প্ৰতাপ আৰু প্ৰভাৱ, আৰু মৌচুমী বতাহৰ ওপৰত দেশখনৰ সম্পূৰ্ণ নিৰ্ভৰশীলতাই ভাৰতৰ মানুহৰ চৰিত্ৰকো বিশেষ ৰূপত গঢ় দিছে। এতিয়াৰ যুগতো গুৰুতৰ ধৰণৰ প্ৰাকৃতিক দুৰ্যোগবোৰ—যেনে বানপানী, দুৰ্ভিক্ষ, প্লেগ আদি মহামাৰী প্ৰতিৰোধ কৰা ভাৰতত বৰ টান কাম। প্ৰাচীন কালত সেই কাম প্ৰায় অসম্ভৱ আছিল। গ্ৰীক, ৰোমান আৰু চীন আদি বহুতো প্ৰাচীন সভ্য দেশত মানুহৰ প্ৰধান সমস্যা আছিল কঠোৰ শীত। কিন্তু সিয়েই আকৌ কঠোৰ পৰিশ্ৰম আৰু নতুন উদ্ভাৱন কৰিব পৰা শক্তি দিছিল সেইবিলাক মানুহক। ভাৰতত পৰিৱেশ তাৰ বিপৰীত। এই দেশত প্ৰাচুৰ্যৰে ভৰা প্ৰকৃতিয়ে অকৃপণ হাতেৰে মানুহক জীৱন ধাৰণৰ সকলো সমলৰে যোগান ধৰে আৰু তাৰ বিনিময়ত মানুহৰ পৰা বিচাৰে ন্যূনতম উদ্যোগ। কিন্তু লগতে প্ৰকৃতিৰ ক্ৰোধৰ বহিঃপ্ৰকাশো ইমান বেছি উগ্ৰ হয় মাজে মাজে যে সি মানৱৰ নিয়ন্ত্ৰণৰ বাহিৰলৈ গুচি যায়। গতিকে কোৱা হয় যে ভাৰতীয় মানুহৰ চৰিত্ৰও হৈ পৰিছে অদৃষ্টবাদী আৰু নিৰ্বিৰোধী। এই দেশৰ মানুহে সুখ-দুখ, সৌভাগ্য-দুৰ্ভাগ্য দাৰ্শনিকৰ নিৰ্লিপ্ততাৰে গ্ৰহণ কৰে।

ভাৰতীয় মানসিকতাৰ বিষয়ে এনে সিদ্ধান্ত কিমান দূৰ সঠিক সেই বিষয়ে সন্দেহৰ থল আছে। এইটো কথা ঠিক যে জীৱনৰ প্ৰতি প্ৰাচীন ভাৰতীয় দৃষ্টিভঙ্গীত কিছু পৰিমাণে নিৰ্লিপ্ততা গুণ আছিলেই—এতিয়াৰ ভাৰতীয় মানসিকতাতো সেই লক্ষণ কিছু পৰিমাণে দেখা যায়। কিন্তু ভাৰতীয় নীতিবোধে তেনে নিৰ্লিপ্ত মনোভাৱক কোনো দিনে অনুমোদন জনোৱাতো নাছিলেই, সদায় তাৰ বিৰোধিতাহে কৰিছিল। প্ৰাচীন ভাৰত আৰু সিংহলৰ মহান কীৰ্তিসমূহ—তেওঁলোকৰ বিশালায়তন জলসিঞ্চন ব্যৱস্থা, চালে

চকু ৰোৱা মন্দিৰবোৰ আৰু তেওঁলোকৰ সৈন্যবাহিনীবোৰৰ দীৰ্ঘকাল জুৰি হোৱা যুদ্ধ-অভিযানবোৰে এক বলবান, বীৰ্যবান জাতিৰহে সন্ধেদ দিয়ে। ভাৰতীয় মানুহৰ চৰিত্ৰৰ ওপৰত সেই দেশৰ জলবায়ুৱে যদি কিবা প্ৰভাব বিস্তাৰ কৰিছেও তেন্তে আমাৰ ধাৰণাত সি হ'ব পাৰে আলস্য আৰু আৰামপ্ৰিয়তা বা প্ৰকৃতিয়ে উদাৰ হস্তে দান কৰা সুখী জীৱনৰ সমলবোৰেৰে সাধাৰণ সুখভোগ আৰু বিলাসী জীৱন-যাপনৰ প্ৰতি আকৰ্ষণ। তাৰ বিপৰীতে কেতিয়াবা সি আত্মবিমুখিতা আৰু বৈৰাগ্য ভাবৰো জন্ম দিব পাৰে কোনো কোনো সময়ত ভাৰতীয় মনত। জাগতিক সুখভোগৰ প্ৰতি গভীৰ আকৰ্ষণ আৰু সংসাৰৰ প্ৰতি বৈৰাগ্য আৰু নিৰ্মোহ আধ্যাত্মিকতা দুয়োটাই দৃষ্টিগোচৰ হয় ভাৰতীয় চৰিত্ৰত।

## প্ৰাচীন ভাৰত আৱিষ্কাৰ

প্ৰাচীন ইজিপ্ত, মেছোপটেমিয়া আৰু গ্ৰীচৰ সভ্যতাৰ লগত ভাৰতীয় সভ্যতাৰ এটা বিষয়ত অমিল আছে। সেইটো হৈছে এই যে ভাৰতীয় সভ্যতাত প্ৰাচীনতম কালৰে পৰা বৰ্তমান কাললৈকে একেবোৰ পৰম্পৰাই চলি আছে। অতীতৰ পৰা ভাৰত কাহানিও বিচ্ছিন্ন হৈ যোৱা নাই। কিন্তু স্থাপত্যবিদসকলে প্ৰাচীন ইজিপ্সিয়ান বা মেছোপটেমিয়ান সভ্যতাৰ বিষয়ে নানা তথ্য উদ্‌ঘাটন কৰাৰ আগলৈকে সেইবোৰ দেশৰ সাধাৰণ লোকৰ নিজৰ দেশৰ প্ৰাচীন সভ্যতা-সংস্কৃতিৰ বিষয়ে কোনো ধাৰণাই নাছিল। আনকি গ্ৰীচদেশৰ সাধাৰণ এথেন্স লোক এজনৰো গ্ৰীচৰ পেৰিক্লিয়ান যুগৰ এথেন্স নগৰৰ গৌৰৱময় সভ্যতা-সংস্কৃতিৰ বিষয়ে অতি অস্পষ্ট ধাৰণাতকৈ কিবা জ্ঞান আছিল বুলি বিশ্বাস নহয়। সেইবোৰ দেশত অতীত যুগৰ সৈতে বৰ্তমান যুগৰ সাংস্কৃতিক বিচ্ছিন্নতা সম্পূৰ্ণ হৈছে। তাৰ বিপৰীতে ভাৰত পৰ্যটন কৰা প্ৰথমজন ইউৰোপীয়ানৰ দৃষ্টিতো ধৰা পৰিছিল যে ভাৰতীয় লোকে হাজাৰ হাজাৰ বছৰ ধৰি একেই ভাৰতীয় সভ্যতা-সংস্কৃতিৰ পৰম্পৰাবোৰ মানি চলিছে। ভাৰতীয় মানুহ নিজৰ সংস্কৃতিৰ প্ৰাচীনত্ব সম্বন্ধে সদায় সম্পূৰ্ণ সচেতন। সময়ে সময়ে তাক অতিৰঞ্জিত ৰূপত দেখুৱাৰ প্ৰয়াসো ভাৰতীয়ই কৰেহে। বৰ্তমান কালতো ভাৰতৰ অতি সাধাৰণ এজন লোকেও যুগ-যুগান্তৰ ধৰি চলি অহা ভাৰতীয় পুৰাণ আৰু কিংবদন্তিৰ ৰজা-মহাৰজাৰ নাম স্মৰণ কৰে যিসকল হয়তো পৃথিৱীত আছিল খ্ৰীষ্ট জন্মৰো হাজাৰ বছৰৰ পূৰ্বেহে। গোড়া ব্ৰাহ্মণসকলে নিজৰ নিত্য পূজা-অৰ্চনাত তাতোকৈও প্ৰাচীন কালৰ মন্ত্ৰবোৰকে আজিও

আওৱায়। ভাৰত আৰু চীন দেশেই বিশ্বৰ ভিতৰতে নিজৰ প্ৰাচীনতম সাংস্কৃতিক পৰম্পৰাৰ ধাৰাবাহিকতা ৰক্ষা কৰি আহিছে।

ওঠৰ শতিকাৰ দ্বিতীয়াৰ্দ্ধলৈকে ইউৰোপীয়সকলে প্ৰাচীন ভাৰতৰ বিষয়ে অধ্যয়ন কৰিবলৈ বেছি আগ্ৰহ দেখুওৱা নাছিল। ভাৰতৰ প্ৰাচীন ইতিহাস সম্বন্ধে থকা তেওঁলোকৰ যৎকিঞ্চিত জ্ঞানো আছিল গ্ৰীক আৰু লাটিন গ্ৰন্থকাৰসকলে ভাৰত সম্বন্ধে কৰা কিছুমান মন্তব্যৰ ওপৰত নিৰ্ভৰশীল। দাক্ষিণাত্যৰ উপদ্বীপ অঞ্চলত ধৰ্মপ্ৰচাৰৰ কাম কৰা কিছুসংখ্যক খ্ৰীষ্টান মিছনেৰিয়ে সমসাময়িক ভাৰতীয় জীৱনৰ লগত নিবিড়ভাৱে জড়িত হৈ পৰিছিল, বুজিও পাইছিল আৰু স্থানীয় ভাষাবোৰ নিখুঁতভাৱে শিকিও পেলাইছিল। কিন্তু তেওঁলোকে যিবোৰ মানুহৰ মাজত কাম কৰিছিল সেইবোৰ মানুহৰ ঐতিহাসিক পটভূমিৰ বিষয়ে কোনো আগ্ৰহ তেওঁলোকেও দেখুওৱা নাছিল। তেওঁলোকৰ প্ৰাচীন ভাৰত সম্বন্ধে আগ্ৰহ আছিল ভাৰতীয়সকল নোৱাহৰ কোনবিলাক বংশধৰৰ লগত সম্পৰ্ক আৰু ভাৰত বাইবেলৰ অধুনালুপ্ত কোনখন সাম্ৰাজ্যৰ অন্তৰ্ভুক্ত আছিল সেই বিষয়ে জল্পনা কল্পনা কৰাতে সীমাবদ্ধ।

তাৰ মাজতে কেইজনমান জেছুইট ধৰ্মযাজকে ভাৰতৰ ধ্ৰুপদী সংস্কৃত ভাষা শিকি পেলালে। সেইসকলৰ ভিতৰতে এজন আছিল ফাদাৰ হেডছ্লিডেন। তেওঁ ১৬৯৯ ৰ পৰা ১৭৩২ খ্ৰীষ্টাব্দলৈকে মালাবাৰত বাস কৰিছিল। তেৱেঁই ইউৰোপীয় ভাষাত প্ৰথম সংস্কৃত ব্যাকৰণ সংকলন কৰি উলিয়ায়। তেওঁৰ সেই কিতাপ পাণ্ডুলিপি অৱস্থাতে থাকিল। কিন্তু তেওঁৰ পিছৰ পদাধিকাৰীসকলে সেই কিতাপখনকে ব্যৱহাৰ কৰিছিল। আন এজন তেওঁৰ দৰে ধৰ্মযাজক ফাদাৰ কুৰ্দো আছিল বোধ হয় প্ৰথম ইউৰোপীয় সংস্কৃত শিকাৰু যি ১৭৬৭ চনত সংস্কৃত আৰু ইউৰোপৰ ভাষাবিলাকৰ মাজত এক গোত্ৰগত সম্বন্ধ আবিষ্কাৰ কৰিছিল। সেইবাবেই তেওঁ কৈছিল যে ভাৰতৰ ব্ৰাহ্মণসকল নিশ্চয় জাফেটৰ পুত্ৰসকলৰ কোনো এজনৰ বংশধৰেই হ'ব। কাৰণ জাফেটৰ পুত্ৰসকলৰ অনেকেই পশ্চিমলৈ প্ৰব্ৰজন কৰিছিল। কিন্তু জেছুইটসকলে যিমান গভীৰভাৱেই অধ্যয়ন নকৰক, কোনোকালে অতীত ভাৰত সম্বন্ধে কোনো সঠিক ধাৰণা কৰিব পৰা নাছিল। ভাৰততত্ত্ব চৰ্চাৰ ভেটি ৰচনা কৰা হৈছিল তেতিয়াৰ ভাৰতৰ অন্য এক অংশত, অন্য মানুহৰ দ্বাৰা।

১৭৮৩ চনত অষ্টাদশ শতাব্দীৰ অগ্ৰণী বিদ্বানসকলৰে এজন ছাৰ উইলিয়াম জোনছ (১৭৪৬-১৭৯৪) ৱাৰেন হেষ্টিংছ ভাৰতৰ গৱৰ্ণৰ জেনেৰেল হৈ থকা কালত কলকাতা ছুপ্ৰিম কৰ্টৰ এজন বিচাৰপতি হৈ আহিল। তেওঁৰ মুছলিম আৰু হিন্দু উভয় সংস্কৃতিৰ প্ৰতি গভীৰ সহানুভূতি আছিল। ভাষাতত্ত্বৰ বিষয়ত জোনছ আছিল এক প্ৰতিভা। ইতিমধ্যেই তেওঁ ইউৰোপৰ গুৰুত্বপূৰ্ণ প্ৰধান প্ৰধান ভাষাবোৰ আয়ত্ত কৰাৰ

উপৰি হিব্ৰু, আৰবী, পাৰ্চীয়ান আৰু তুৰ্কী ভাষা শিকাৰ কাম শেষ কৰিছিল। আনকি চীনা ভাষাও কিছু পৰিমাণে শিকিছিলহে। সেই সময়ত চীনা বা অন্যান্য প্ৰাচ্যদেশৰ ভাষা শিকিবলৈ কিতাপ-পত্ৰ ইউৰোপত পোৱা নগৈছিল বুলিব লাগে। ভাৰতলৈ অহাৰ আগতেই তেওঁ পাৰ্চীয়ান ভাষাৰ লগত ইউৰোপৰ ভাষাবোৰৰ সম্বন্ধ থকাৰ কথা স্বীকাৰ কৰিছিল। তাৰ আগলৈকে ওঠৰ শতিকাৰ লোকৰ মাজত দৃঢ়বদ্ধ আৰু ৰক্ষণশীল ধাৰণা আছিল এই যে এই সকলো ভাষাৰে উৎপত্তি হৈছে প্ৰাচীন হিব্ৰু ভাষাৰ পৰা— বাইবেলত উল্লিখিত টাৱাৰ অব বেবেলত উচ্চাৰিত সান-মিহলি ভাষাই আছিল হিব্ৰু মূলৰ পৰা ফাটি অহা এইবোৰ ভাষা। এই ধাৰণা সম্পূৰ্ণ ভুল বুলি ঘোষণা কৰি জোন্‌ছে কৈছিল যে পাৰ্চীয়ান আৰু ইউৰোপীয়ান ভাষাবোৰৰ উমৈহতীয়া মূল কিবা ভাষা থাকিব পাৰে, কিন্তু সি হিব্ৰু নহয়।

মহামান্য ইষ্ট ইণ্ডিয়া কোম্পানিৰ হৈ বঙ্গ শাসন কৰা এমুঠিমান ইংৰাজ বিষয়াৰ ভিতৰত একমাত্ৰ চাৰ্লছ উইলকিন্স (১৭৪৯-১৮৩৬) নামে এজনে সংস্কৃত ভাষা আয়ত্ত কৰিছিল। সেই উইলকিন্স আৰু বন্ধুভাৱাপন্ন বঙালী সংস্কৃত পণ্ডিতসকলৰ সহায় লৈ জোন্‌ছে সংস্কৃত ভাষা শিকিবলৈ আৰম্ভ কৰে। ১৭৮৪ চনৰ প্ৰথম দিনাই এছিয়াটিক ছ'চাইটি অব বেঙ্গল স্থাপন কৰা হয় জোন্‌ছৰ উদ্যোগত। তেৱেঁই হ'ল তাৰ প্ৰথমজনা সভাপতি। সেই ছ'চাইটিৰে মুখপত্ৰ 'এছিয়াটিক ৰিচাৰ্ছেজ'ৰ পাতত প্ৰাচীন ভাৰত উদঘাটনৰ প্ৰথম বাস্তৱ প্ৰয়াস দেখা যায়। ১৭৮৪ চনৰ নৱেম্বৰ সংখ্যা এছিয়াটিক ৰিচাৰ্ছেজ কাকতত উইলকিন্সৰ 'ভাগৱত গীতা'ৰ সংস্কৃতৰ পৰা ইংৰাজীলৈ অনুবাদ প্ৰকাশ কৰি শেষ কৰা হয়। ১৭৮৭ চনত উইলকিন্সে সংস্কৃত হিতোপদেশৰ ইংৰাজী অনুবাদ প্ৰকাশ কৰিলে। ১৭৮৯ চনত জোন্‌ছে কালিদাসৰ 'শকুন্তলা'ৰ ইংৰাজী অনুবাদ প্ৰকাশ কৰিলে। কুৰি বছৰতকৈ কম সময়ৰ ভিতৰতে সেই গ্ৰন্থৰ পাঁচটা সংস্কৰণ ওলাল। ১৭৯২ চনত তেওঁ অনুবাদ কৰা গীত-গোবিন্দ প্ৰকাশিত হ'ল। ১৭৯৪ চনত মৰণোত্তৰভাৱে প্ৰকাশিত হ'ল তেওঁৰ মনুস্মৃতিৰ ইংৰাজী অনুবাদ গ্ৰন্থ 'ইন্সটিটিউট অব হিন্দু ল' নামেৰে। 'এছিয়াটিক ৰিচাৰ্ছেজ'ৰ পৰৱৰ্তী সংখ্যাবোৰত আন আন অনেক কম গুৰুত্বপূৰ্ণ সংস্কৃত গ্ৰন্থৰ অনুবাদো প্ৰকাশিত হৈছিল।

জোন্‌ছ আৰু উইলকিন্সেই দৰাচলতে ইণ্ডোল'জী অৰ্থাৎ ভাৰততত্ত্বৰ পিতৃ। কলকাতাত তেওঁলোকৰ উত্তৰসূৰী হ'ল হেন্‌ৰি ক'লব্ৰুক্ (১৭৬৫-১৮৩৭) আৰু হৰিচ্ হে'মান্ উইলছন (১৭৮৯-১৮৬০)। এইসকল পথিকৃতৰ কৰ্মৰাজিৰ লগত যোগ দিব লাগিব ফৰাচী পাৰস্য-বিশেষজ্ঞ আঁকেটিল-ডুপাৰোঁৰ নাম। তেওঁ ১৭৮৬ চনত সপ্তদশ শতাব্দীতে মূল সংস্কৃতৰ পৰা ফাৰ্চী ভাষালৈ অনূদিত উপনিষদ গ্ৰন্থৰ ফাৰ্চীৰ পৰা ইংৰাজীলৈ তাৰে চাৰিখন অনুবাদ কৰি প্ৰকাশ কৰে। ১৮০১ চনত ৫০ খন উপনিষদৰ আটাইবোৰ ইংৰাজীত প্ৰকাশিত হ'ল।

এই অনুবাদবোৰৰ জৰিয়তে ইউৰোপত সংস্কৃত সাহিত্যৰ প্ৰতি আগ্ৰহ দ্ৰুতভাৱে বাঢ়িবলৈ ধৰে। ১৭৯৫ চনত ফ্ৰান্সৰ লোকতান্ত্ৰিক চৰকাৰে ইক'ল দ্য লাঁগুৱেজ অৰিয়াটেলিজ ভাইভাঁটিজ প্ৰতিষ্ঠা কৰে। কলকাতাৰ এছিয়াটিক ছ'চাইটি অব বেঙ্গলৰ এজন প্ৰতিষ্ঠাপক সদস্য আলেকজেণ্ডাৰ হেমিল্টন তেতিয়া ১৮০৩ চনৰ আমিয়েন্সৰ শান্তি-চুক্তিৰ চৰ্ত অনুযায়ী পেৰলত ফ্ৰান্সত বন্দী হৈ আছিল। তেৱেঁই ইউৰোপত প্ৰথম সংস্কৃত শিক্ষক হোৱাৰ গৌৰৱ অৰ্জন কৰিলে ফ্ৰান্সৰ সেই স্কুলত অধ্যাপনা কৰি। এই হেমিল্টনৰ পৰাই জাৰ্মান সংস্কৃতবিদ ফ্ৰেড্‌ৰিখ শ্লিগেলে সংস্কৃত ভাষা শিকিছিল। ১৮১৪ চনত ফ্ৰান্সতে কলেজ দ্য ফ্ৰান্সত সংস্কৃত বিষয়ত প্ৰথম ইউনিভাৰ্ছিটি চেযাৰ স্থাপন কৰা হয়। সেই আসন প্ৰথম অলংকৃত কৰাজন আছিল প্ৰফেছাৰ লিওনাৰ্ড দ্য চে'জি। ১৮১৮ চনৰ পৰা জাৰ্মানিৰ ডাঙৰ ডাঙৰ বিশ্ববিদ্যালযবোৰতো সংস্কৃত অধ্যয়নৰ বাবে অধ্যাপক নিযুক্ত কৰে। ১৮০৫ চনত ইংলেণ্ডৰ হাৰফোৰ্ডত থকা ইষ্ট ইণ্ডিযা কোম্পানিৰ ট্ৰেইনিং কলেজত প্ৰথম সংস্কৃত বিষয়ৰ পাঠদান কৰা হৈছিল। ইংলেণ্ডত সংস্কৃতৰ বাবে বিশ্ববিদ্যালয়ৰ প্ৰথম চেয়াৰ স্থাপন কৰা হৈছিল ১৮৩২ চনত অক্সফোৰ্ডত বোডেন প্ৰফেছাৰশ্বিপেৰে। প্ৰথম প্ৰফেছাৰ আছিল এছিয়াটিক ছ'চাইটি অব বেংগলৰ অন্যতম প্ৰধান সদস্য এইচ এইচ উইলছন। পিছলৈ সংস্কৃতৰ বাবে চেয়াৰ স্থাপন কৰা হ'ল লণ্ডন, কেম্ব্ৰিজ আৰু এডিনবাৰ্গ বিশ্ববিদ্যালয়ত আৰু ইউৰোপ আৰু আমেৰিকাৰ অন্যান্য বহুত বিশ্ববিদ্যালয়তো।

১৮১৬ চনত ফ্ৰাঞ্জ বপ্ নামে এজন বেভেৰিয়ান পণ্ডিতে (১৭৯১-১৮৬৭) ছাৰ উইলিয়াম জোনছৰ লেখাৰ পৰা প্ৰেৰণা আৰু দিশ-নিৰ্দেশ গ্ৰহণ কৰি পৰীক্ষামূলকভাৱে হ'লেও অতি কৃতকাৰ্যতাৰে সংস্কৃত আৰু ইউৰোপত ক্লাছিকেল ভাষাবোৰৰ উমৈহতীয়া মূলৰ বিষয়ে এখন তুলনামূলক ভাষাতত্ত্বৰ কিতাপ ৰচনা কৰি সেই ভাষাবোৰৰ ঐতিহাসিক মূল, উন্নয়ন আৰু পাৰস্পৰিক সমন্ধৰ বিষয়ে সফল আলোচনা দাঙি ধৰে। তুলনামূলক ভাষাতত্ত্ব স্বতন্ত্ৰ এটা বিষয়েই ফ্ৰেন্স হৈ পৰিল তেতিয়াৰ পৰা। ১৮২১ চনত ফ্ৰেন্স ছচায়েটি এছিয়াটিক নামৰ প্ৰতিষ্ঠান আৰম্ভ কৰা হ'ল পেৰিছ নগৰত। তাৰ দুবছৰৰ পিছতে লণ্ডনত স্থাপিত হ'ল ৰয়েল এছিয়াটিক ছ'চাইটি। এনে মহৎ আৰম্ভণিৰে প্ৰাচীন ভাৰতীয় সাহিত্যৰ অধ্যয়ন আৰু সম্পাদনা চলি থাকিল সমগ্ৰ উনবিংশ শতাব্দীজুৰি। সেই শতিকাত ইউৰোপৰ ভাৰততাত্ত্বিক পাণ্ডিত্যৰ মহত্তম কীৰ্তিস্তম্ভ বোধকৰো বৃহদাকাৰ সংস্কৃত-জাৰ্মান অভিধান গ্ৰন্থ। সাধাৰণতে ছেন্ট পিটাৰছবাৰ্গ লেক্সিকন বুলি জনাজাত সেই অভিধানৰ ৰচয়িতা আছিল যুটীয়াভাৱে দুজন জাৰ্মান পণ্ডিত অটো ব'ট্‌লিংক আৰু ৰুডোল্‌ফ ৰথ। এই গ্ৰন্থ ১৮৫২ চনৰ পৰা ১৮৭৫ চনৰ ভিতৰত খণ্ড খণ্ডকৈ প্ৰকাশিত হৈছিল ৰুছিয়ান ইম্পেৰিয়েল একাডেমি অব ছায়েন্সেজৰ দ্বাৰা। সংস্কৃত ভাষাৰ অধ্যয়নত

ইংলেণ্ডৰ মহত্তম অৱদান হৈছে ঋক্‌বেদৰ সুন্দৰ এক সংস্কৰণ আৰু পাণ্ডিত্যপূৰ্ণ টীকা-টিপ্পনীসহ প্ৰকাশ কৰা 'ছেক্ৰেড বুক্‌ছ্ অব দ্য ইষ্ট' ছিৰিজৰ সংস্কৃতৰ মূল গ্ৰন্থৰ পৰা অনূদিত কিতাপবোৰ। এই কিতাপবোৰ সম্পাদনা কৰিছিল বিখ্যাত জাৰ্মান সংস্কৃতবিদ পণ্ডিত ফ্ৰেড্‌ৰিখ মেক্সমূলাৰে (১৮২৩-১৯০০)। মেক্সমূলাৰে তেওঁৰ কৰ্মজীৱনৰ বেছি ভাগ সময়ে অক্সফোৰ্ডত তুলনামূলক ভাষাতত্ত্বৰ অধ্যাপনা কৰিয়েই কটাইছিল।

ইতিমধ্যে প্ৰাচীন ভাৰতীয় সংস্কৃতিৰ অধ্যযন আৰু গৱেষণাই বেলেগ এটা দিশত আগবাঢ়িছিল। এছিয়াটিক ছ'চাইটি অব বেংগলৰ প্ৰথম ছোৱাৰ কামবোৰ আছিল প্ৰায় সম্পূৰ্ণভাৱে সাহিত্যিক আৰু ভাষাতাত্ত্বিক ধৰণৰ। ঊনৈশ শতিকাৰ সৰহভাগ ভাৰততত্ত্ববিদ পণ্ডিতৰ সংস্কৃত অধ্যয়ন আছিল প্ৰধানকৈ লিখিত গ্ৰন্থ-নিৰ্ভৰ। সেই শতিকাৰ প্ৰাৰম্ভতে কিন্তু পুথিগত সংস্কৃত অধ্যয়নৰ বাহিৰেও আন এটা দিশলৈ ধাবমান হ'ল এছিয়াটিক ছ'চাইটি অব বেংগলৰ অনুসন্ধানৰ কাম। কাৰণ ইতিমধ্যে ইষ্ট ইণ্ডিয়া কোম্পানীৰ জৰীপৰ কামত নিযুক্ত মানুহে দাখিল কৰা প্ৰতিবেদনত প্ৰাচীন কালৰ মঠ-মন্দিৰ, গুহা, তীৰ্থস্থান, প্ৰাচীন ধৰ্মীয় তাৎপৰ্যপূৰ্ণ শিলামূৰ্তি বা অন্যান্য চিহ্নৰ বিৱৰণ আহিবলৈ ধৰিলে প্ৰচুৰ পৰিমাণে। লগতে উদ্ধাৰ হ'ল প্ৰাচীন কালৰ পুৰণি মুদ্ৰা আৰু বহুকালৰ আগতে মৃত ভাষাৰ লিপিত খোদিত শিলালিপি, ধাতুৰ ফলি আদিৰ প্ৰতিলিপি। গতিকে সমসাময়িক ভাষাৰ প্ৰচলিত লিপিবোৰৰ ভিত্তিতে অতীতমুখী হৈ গৱেষণা কৰি কৰি ক্ৰমাৎ সেই অধুনা অপ্ৰচলিত লিপিবোৰৰ পাঠোদ্ধাৰ কৰা কাম আৰম্ভ হ'ল। সেইদৰেই ১৮৩৭ চনত জেম্‌ছ প্ৰিন্সেপ নামে কলকাতা টাকশালৰ এজন কৰ্মচাৰী আৰু এছিয়াটিক ছ'চাইটি অব বেংগলৰ গুণৱান সচিব এজনে প্ৰথমবাৰৰ কাৰণে পুৰণা ব্ৰাহ্মী লিপিৰ পাঠোদ্ধাৰ কৰিব পৰা হ'ল আৰু সেইদৰেই সম্ৰাট অশোকৰ অনুশাসন শিলালিপিবোৰ পোহৰলৈ আহিল। প্ৰিন্সেপৰ পুৰণা লিপিৰ পাঠোদ্ধাৰ-কাৰ্যৰ সহকৰ্মীসকলৰ অন্যতম আছিল আলেকজেণ্ডাৰ কানিংহাম নামে ৰয়েল ইঞ্জিনীয়াৰ্ছৰ এজন ডেকা বিষয়া। কালক্ৰমত এই আলেকজেণ্ডাৰ কানিংহাম ভাৰতীয় পুৰাতত্ত্বৰ পিতৃস্বৰূপ হৈ পৰিছিল। ১৮৩১ চনত তেওঁ ভাৰতলৈ অহাৰ পিছৰ পৰাই নিজৰ সামৰিক কৰ্তব্য কৰি উঠি যিখিনি সময় উলিয়াব পাৰে, সেইখিনি সময়তে কানিংহামে স্থাপত্য-ভাস্কৰ্যৰ নিদৰ্শনসমূহৰ অৱশেষবিলাকৰ অধ্যয়ন আৰু গৱেষণাৰ জৰিয়তে প্ৰাচীন ভাৰত পুনৰাৱিষ্কাৰ কৰা কামত ব্ৰতী হৈছিল। তেওঁৰ কামৰ পৰিসৰ দেখিয়েই ১৮৬২ চনত ভাৰত চৰকাৰে আৰ্কিয়ল'জিকেল ছাৰ্ভেয়ৰ পদৰ সৃষ্টি কৰি তেওঁকে তাত নিযুক্ত কৰে। ১৮৮৫ চনত তেওঁৰ অৱসৰৰ সময়লৈকে কানিংহামে অবিমিশ্ৰ একনিষ্ঠতাৰে সেই পদত থাকিয়েই অতীতৰ অৰ্ধ অন্ধকাৰৰ পৰা ভাৰতক আলোকিত ৰূপত দেখুৱাবলৈ

যত্ন কৰি থাকিল। তেওঁ কোনো চমকপ্ৰদ আৱিষ্কাৰ কৰা নাছিল। আধুনিক স্থপতিবিদসকলে প্ৰয়োগ কৰা কৌশলৰ তুলনাত তেওঁৰ প্ৰযুক্তি কৌশলো অতি নিম্নমানৰ, প্ৰায় আদিম ধৰণৰ আছিল। তথাপি এই বিষয়ে কোনো সন্দেহ নাই যে ছাৰ উইলিয়াম জোন্‌ছৰ পিছতে ভাৰততত্ত্বৰ ক্ষেত্ৰত জেনেৰেল ছাৰ আলেকজেণ্ডাৰ কানিংহামৰ সমান অৱদান আন কাৰো নাই। কানিংহামে এইক্ষেত্ৰত অন্য বহুতো বাটকটীয়া পণ্ডিত-কৰ্মীৰ সহায় পাইছিল। উনৈশ শতিকাৰ শেহৰ ফালে আৰ্কিয়ল'জিকেল ছাৰ্ভেৰ কাম-কাজ প্ৰায় বন্ধ হৈ পৰিছিল। চৰকাৰে তাৰ বাবে আৰ্থিক মঞ্জুৰি দিয়াত কৃপণালি কৰিবলৈ ধৰা বাবে। কিন্তু ১৯০০ চন হয় মানে বহুতো প্ৰাচীন গৃহ আৰু প্ৰাসাদৰ জৰীপ কৰা আৰু প্ৰাচীন লিপিৰ পাঠোদ্ধাৰ আৰু অনুবাদ কৰা কাম সম্পূৰ্ণ হৈছিল।

পুৰাতাত্ত্বিক খনন-কাৰ্য বৃহৎ পৰিকল্পনাৰে বিস্তীৰ্ণভাৱে আৰম্ভ হয় কুৰি শতিকাতহে। ভাৰতৰ ভাইচৰয় লৰ্ড কাৰ্জনৰ এই বিষয়ত ব্যক্তিগত আগ্ৰহৰ আমি শলাগ ল'ব লাগিব। ১৯০১ চনত পুৰাতাত্ত্বিক বিভাগ স্বতন্ত্ৰ বিভাগ হিছাপে ডাঙৰকৈ পুনৰ গঠন কৰা হয়।

জন মাৰ্শ্বাল (পিছলৈ ছাৰ জন মাৰ্শ্বাল) নামেৰে ডেকা পুৰাতত্ত্ববিদ এজনক ডাইৰেক্টৰ জেনেৰেল হিছাপে নিযুক্তি দিয়া হ'ল। ভাৰতৰ দৰে বিশাল এখন দেশৰ বাবে স্থাপত্য বিভাগ তেতিয়াও দুখ লগাকৈ সৰু আৰু দৰিদ্ৰই আছিল, কিন্তু তাৰ মাজতেই মাৰ্শ্বালে বহুতো কাজুৱা সহকাৰী সেই কামত খটুৱাব পাৰিছিল আৰু আগতে কোনেও হাতত ল'বলৈ সাহ নকৰা ডাঙৰ কামবোৰৰ বাবেও খৰচ কৰিবলৈ ধন চৰকাৰৰ পৰা পাইছিল। প্ৰথম বাৰৰ বাবে প্ৰাচীন ভাৰতৰ বিলুপ্ত নগৰীবোৰৰ শুংসূত্ৰ বিচাৰি পোৱা গ'ল। তেতিয়ালৈকে পুৰাতত্ত্ব বিভাগৰ কাম আছিল প্ৰাচীন অট্টালিকা-প্ৰাসাদ আৰু অন্যান্য স্মৃতিচিহ্নবোৰৰ জৰীপ আৰু সংৰক্ষণ—এইবাৰহে নব উদ্যমেৰে পুৰাতত্ত্ব বিভাগ সন্ধানৰ কামত লাগিল। ছাৰ জন মাৰ্শ্বাল সঞ্চালক হৈ থকা কালত আৰ্কিয়ল'জিকেল ছাৰ্ভে অব ইণ্ডিয়াৰ চিৰস্মৰণীয় কৃতি হ'ল প্ৰাচীন সিন্ধু সভ্যতাৰ আৱিষ্কাৰ। ভাৰতৰ সেই প্ৰাচীনতম নগৰ কেইখনৰ শুংসূত্ৰ ধৰা পৰিছিল কানিংহামৰ সতৰ্ক দৃষ্টিতো। তেৱেঁই প্ৰথমে কিছুমান আচৰিত অচিনাক্ত ছীল-মোহৰ বিচাৰি পাইছিল পঞ্জাবৰ হৰপ্পাৰ ওচৰে-পাজৰে। ১৯২২ চনত পুৰাতত্ত্ব বিভাগৰ এজন ভাৰতীয় বিষয়া আৰ জি বেনাৰ্জীয়ে তেনেকুৱা আৰু বহুত ছীল বিচাৰি পালে সিন্ধু প্ৰদেশৰ মহেঞ্জোদাৰোৰ কাষত আৰু জানিলে যে সেইবোৰ প্ৰাচীনতম কালৰ প্ৰাক্-আৰ্যযুগৰ কোনো সভ্যতাৰ ধ্বংসাৱশেষ আৰু স্মৃতিচিহ্ন। ছাৰ জন মাৰ্শ্বালৰ তত্ত্বাৱধানত সেই স্থানবোৰত প্ৰণালীবদ্ধভাৱে খনন-কাৰ্য আৰম্ভ হ'ল ১৯২৪ চনৰ পৰা। ১৯৩১ চনত তেওঁ অৱসৰ

গ্ৰহণৰ সময়লৈকে সেই খনন-কাৰ্য চলি থাকিল। সেই খনন-কাৰ্য মাজে মাজে বন্ধ ৰাখিব লগা হৈছিল চৰকাৰৰ পৰা পোৱা মঞ্জুৰিৰ হীন-ডেটি হোৱাৰ কাৰণে। দ্বিতীয় বিশ্বযুদ্ধ আৰম্ভ হোবাৰ বাবেও কামৰ গতি মন্থৰ হৈছিল। কিন্তু একে সময়তে হৰপ্পাতো অতি গুৰুত্বপূৰ্ণ সমল আবিষ্কৃত হৈছিল ছাৰ আৰ ই মৰ্টিমাৰ হুইলাৰ অলপ দিনৰ বাবে সঞ্চালক হৈ থাকোতে। তথাপি সেই স্থানবোৰত সম্পূৰ্ণকৈ খনন-কাৰ্য এতিয়াও কৰা হোৱা নাই।

এতিয়াও বহুত কামেই বাকী আছে। এতিয়াও বহুত মাটিৰ দ'ম আৰু হাফলু খননৰ অপেক্ষাত ৰৈ আছে, যিবোৰ যথাযথভাৱে খান্দি উলিয়ালে অতীত ভাৰতৰ এতিয়াও অন্ধকাৰাচ্ছন্ন অনেক দিশ উন্মোচিত হ'ব। এতিয়া ভূমিগৰ্ভত প্ৰোথিত অৱস্থাত পৰি আছে হয়তো অনেক অনাবিষ্কৃত গ্ৰন্থাগাৰৰ গুৰুত্বপূৰ্ণ অনেক পাণ্ডুলিপি। ভাৰত, পাকিস্তান আৰু সিংহল—তিনিওখনেই দৰিদ্ৰ দেশ। নিজৰ নিজৰ দেশৰ জনসাধাৰণৰ জীৱন-ধাৰণৰ মান উন্নীত কৰিবলৈকে তেওঁলোকৰ ধনৰ গুৰুতৰ অভাৱ। কিন্তু যিখিনি আৰ্থিক সঙ্গতি সেই দেশকেইখনৰ পুৰাতাত্ত্বিক বিভাগবোৰৰ আছে, তাৰেই তেওঁলোকৰ তিনিওখন দেশে অতীতৰ সেই ৰহস্যভাণ্ডাৰ উন্মোচন কৰিবলৈ চেষ্টাৰ ত্ৰুটী কৰা নাই।

বিগত শতাব্দীতো এই ক্ষেত্ৰত ভাৰতৰ স্বদেশীয় লোকসকলৰ অনেকেই বহুত উল্লেখনীয় কাম কৰিলে। বিশেষকৈ সংস্কৃতজ্ঞ পণ্ডিত আৰু প্ৰাচীন লিপি-বিশেষজ্ঞসকলৰ অন্যতম ড° ভাউ দাজী, ড° ভগৱানলাল ইণ্ডাজী, ড° ৰাজেন্দ্ৰলাল মিত্ৰ আৰু ছাৰ আৰ জি ভাণ্ডাৰকাৰৰ দৰে মনীষীৰ নাম আমি ল'ব লাগিব। বৰ্তমান কালত ইণ্ডোল'জী অৰ্থাৎ ভাৰত-তত্ত্বৰ কাম-কাজত সৰ্বাধিক উদ্যোগ আৰু আগ্ৰহ প্ৰদৰ্শন কৰিছে ভাৰতীয়সকলে নিজেই। ইতিমধ্যে বৃহদাকাৰ মহাভাৰতৰ প্ৰথম সমালোচনাত্মক সংস্কৰণ প্ৰকাশিত হোৱাৰ পথত। পুণা সংস্কৃত অভিধানৰ কামো পূৰ্ণ গতিত চলি আছে। সেইখন সম্পূৰ্ণ হ'লে বোধ হয় বিশ্বৰ বৃহত্তম অভিধান বুলি পৰিগণিত হ'ব। ভাৰতৰ পুৰাতত্ত্ব বিভাগৰ সঞ্চালক-প্ৰধানজন এতিয়া এজন ভাৰতীয়—ড° এ ঘোষ। এতিয়া কোনো ইউৰোপীয় ভাৰতবিশাৰদে ভাৰতীয় বিশেষজ্ঞৰ সহায়কাৰী অথবা বন্ধুভাৱাপন্ন সমালোচকতকৈ অধিক গুৰুত্বপূৰ্ণ স্থান নেপায়। সুদীৰ্ঘ ডেৰশ বছৰ জোৰা ইউৰোপীয় ৰাজনৈতিক প্ৰভুত্বৰ বিৰুদ্ধে এছিয়াৰ সকলো দেশৰ মানুহৰ মনতে হোৱা প্ৰতিক্ৰিয়াই আত্মপ্ৰকাশ কৰিছে নতুন এক সংস্কৃতিৰ ৰূপত। সেই সংস্কৃতিত প্ৰাচ্য আৰু পাশ্চাত্য ভাবধাৰা এনে নিবিড় আৰু অবিচ্ছেদ্যভাৱে বিন্যস্ত হৈছে যে যি কোনো ইউৰোপীয় ছাত্ৰয়ো ইচ্ছা কৰিলে ইণ্ডোল'জীৰ ক্ষেত্ৰত মূল্যবান কাম কৰিবলৈ অনেক সুযোগ বিচাৰি পাব।

# প্ৰাচীন ভাৰতৰ গৌৰৱ

ইতিহাসৰ সৰহভাগ সময়তে একে সাংস্কৃতিক গোষ্ঠীভুক্ত দেশ হ'লেও ভাৰত আভ্যন্তৰীণ যুদ্ধ-বিগ্ৰহত সদায় ক্লিষ্ট হৈ আছিল। ৰাষ্ট্ৰ পৰিচালনাত ভাৰতীয় শাসনকৰ্তাসকল অতি ধূৰ্ত আৰু নীতিশূন্য আছিল। সময়ে সময়ে দুৰ্ভিক্ষ, বানপানী আৰু মহামাৰীয়ে লক্ষ লক্ষ মানুহৰ প্ৰাণ নাশ কৰিছিল। জন্মগত উচ্চতা-নীচতাত ধৰ্মীয় অনুমোদন দিয়া হৈছিল। দৰিদ্ৰ শ্ৰেণীৰ লোকৰ জীৱন আছিল বৰ কঠোৰ। ইমানবোৰ বিপৰীত অৱস্থাৰ মাজতো অতীত জগতৰ কোনো অংশতে মানুহৰ মানুহৰ লগত আৰু মানুহ আৰু ৰাষ্ট্ৰৰ মাজত ভাৰতত থকাৰ সমান ন্যায়নিষ্ঠ আৰু মানৱীয় সম্বন্ধ বিৰাজ কৰা নাছিল বুলি আমাৰ ধাৰণা হয়। কোনো দেশৰ প্ৰাচীন সভ্যতাতে দাস-দাসীৰ সংখ্যা ভাৰতৰ দৰে স্বল্পসংখ্যক নাছিল। কোনো দেশৰ প্ৰাচীন বিধি-বিধানৰ পুস্তকতে 'অৰ্থশাস্ত্ৰ'ত কৰাৰ দৰে দাস-দাসীৰ অধিকাৰবোৰো সুনিৰ্দিষ্ট কৰা হোৱা নাছিল। কোনো দেশৰ শাস্ত্ৰকাৰে মনু স্মৃতিত কৰাৰ দৰে যুদ্ধক্ষেত্ৰ ন্যায় যুদ্ধৰ এনে মহৎ আদৰ্শ আৰু বিধি লিপিবদ্ধ কৰা নাই। হিন্দু-ভাৰতৰ যুদ্ধ-বিগ্ৰহৰ সুদীৰ্ঘ ইতিহাসত অধিকৃত নগৰৰ বাসিন্দাক নিৰ্বিচাৰে বধ কৰাৰ দৰে গণহত্যাৰ নজিৰ নায়েই। প্ৰাচীন আছিৰিয়াৰ ৰজাবোৰে যুদ্ধবন্দীবিলাকৰ জীয়াই জীয়াই ছাল বখলিওৱাৰ দৰে বীভৎস বৰ্বৰতাৰ কোনো উদাহৰণ প্ৰাচীন ভাৰতত পোৱা নেযায়। কোনো কোনো সময়ত অ'ত-ত'ত নিষ্ঠুৰতা আৰু অত্যাচাৰৰ ঘটনা যে ঘটা নাছিল তেনে কথা নহয়, কিন্তু অন্য দেশ-দেশান্তৰৰ প্ৰাচীন সভ্যতাত ঘটা তেনে ধৰণৰ ঘটনাৰ তুলনাত ভাৰতত ঘটা তেনে ঘটনাবোৰ নিতান্তই মামুলি বিধৰ আছিল। আমাৰ মতে প্ৰাচীন ভাৰতীয় সভ্যতাৰ সৰ্বাপেক্ষা চমকপ্ৰদ বৈশিষ্ট্য হৈছে ইয়াৰ মানৱীয়তা।

ঊনবিংশ শতাব্দীৰ কিছুমান মিছনেৰিয়ে হিন্দু আৰু বৌদ্ধ ধৰ্মশাস্ত্ৰৰ পৰা প্ৰসঙ্গ-সঙ্গতি নৰখাকৈ একো একো খণ্ড তুলি আনি আৰু সেইবোৰৰ লগতে আকাল, দুৰ্ভিক্ষ, মাৰি-মৰক, হিন্দু জাতিভেদ প্ৰথা আৰু বহু পৰিয়ালী সামাজিক প্ৰথাৰ দোষবোৰো সানি-পুতকি তাকে বহুমুখে প্ৰচাৰ কৰি ভাৰতবৰ্ষ আলস্য আৰু বিষণ্ণতাত বুৰ গৈ থকা এখন দেশ বুলি এটা ধাৰণা দেশ-দেশান্তৰত বিয়পাই দিছিল। এজন বিদেশী পৰ্যটকে মুম্বাইত নামি দুপৰীয়াৰ সময়খিনিত জনতাৰ ভিৰ আৰু ব্যস্ততালৈ লক্ষ্য কৰি মনে মনে লণ্ডনৰ তেনে এক সময়ৰ ৰাজপথৰ দৃশ্যৰ লগত তুলনা কৰি চালেই বুজিব পাৰিব যে ভাৰতীয় লোকৰ চৰিত্ৰত আলস্যও নাই, বিষণ্ণতাও নাই। অতীত ভাৰতৰ স্মৃতিচিহ্নবোৰৰ বিষযে সাধাৰণ জ্ঞান থাকিলেও ভাৰতীয় মানুহৰ চৰিত্ৰৰ বিষয়ে তেনে এক সিদ্ধান্তই সাব্যস্ত হ'ব। আমাৰ দ্বিতীয় সাধাৰণ ধাৰণা হ'ল এই যে প্ৰাচীন কালৰ

ভাৰতীয়ই জীৱনক সৰ্বতোপ্ৰকাৰে উপভোগ কৰিব পাৰিছিল। অফুৰন্ত আনন্দ আহৰণ কৰিছিল ইন্দ্ৰিয়গ্ৰাহ্য জীৱন-সম্ভাৰৰ পৰা আৰু আধ্যাত্মিকভাৱে আত্মিক উপলব্ধিৰ দ্বাৰা।

যিসকল ইউৰোপীয় ছাত্ৰই ভাৰতৰ কোনো এক ধৰণৰ ধৰ্মীয় শাস্ত্ৰ অধ্যয়নত একান্তভাৱে মনোনিৱেশ কৰে তেওঁলোকৰ এনে এটা ধাৰণা হ'ব পাৰে যে পুৰণি কালৰ ভাৰত আছিল এখন জীৱনবিমুখ ('লাইফ-নিগেটিং'*) তপস্বী-সন্ন্যাসীৰ দেশ। সেই তপস্বীসকলে নিজৰ উদাসীন, বিষণ্ণ আৰু নীৰস কথাবোৰেৰে তেওঁলোকক অন্ধভাৱে মানি চলা কোটি কোটি ভাৰতীয় জনসাধাৰণক প্ৰভাৱান্বিত কৰিছিল। এনে ধাৰণাও যে সম্পূৰ্ণ ভ্ৰমাত্মক তাৰ প্ৰমাণো পোৱা যাব সমসাময়িক ভাৰতীয় ধৰ্মনিৰপেক্ষ সাহিত্য-সম্ভাৰ, ভাস্কৰ্য আৰু চিত্ৰকলাৰ পৰা। সাধাৰণ ভাৰতীয়ই কোনো ঋষি-মুনিৰ কথাত মৌখিক সমৰ্থন জনাব পাৰে আৰু সেই মুনিৰ মতাদৰ্শৰ প্ৰতি গভীৰ শ্ৰদ্ধাও পোষণ কৰিব পাৰে, সেইবুলি নিজৰ জীৱনক দুখৰ সাগৰ বুলি ভাবি যেনে-তেনে জীৱন-যন্ত্ৰণাৰ পৰা হাত সৰাৰ উপায় বিচাৰি নুফুৰে। বৰং সাধাৰণ ভাৰতীয় মানুহে সকলো যুগতে জীৱনক যি ৰূপত পাইছে সেই ৰূপতে হৃষ্টচিত্তে গ্ৰহণ কৰে আৰু তাৰ পৰাই সুখ আহৰণ কৰিবলৈ যত্নপৰ হয়। তুলনামূলকভাৱে দৰিদ্ৰ এখন ঘৰৰ এসাঁজ ভোজন কেনে আনন্দদায়ক হ'ব পাৰে সেই বিষয়ে দণ্ডিয়ে দিয়া বৰ্ণনা পঢ়িলে প্ৰাচীন ভাৰতীয় মানুহৰ দৈনন্দিন জীৱনৰ বিষয়ে সঠিক ধাৰণা পাব পাৰি। উপনিষদৰ পৰা সেই বিষয়ে জানিব নোৱাৰি। ভাৰত আছিল ৰঙে-ৰসে ভৰা এক আনন্দময় দেশ। বহু যুগ ধৰি ঢাপে ঢাপে ক্ৰমাৎ গঢ় লৈ উঠা জটিল এক সমাজ-ব্যৱস্থাত নিজৰ নিজৰ খোপনিত অৱস্থান কৰা প্ৰত্যেক শ্ৰেণীৰ ভাৰতীয় লোকে কিন্তু পৰস্পৰৰ মাজত যিমান শান্তি আৰু সহৃদয়তাৰ সম্পৰ্ক ৰাখি চলিছিল সিমানখিনি পৃথিৱীৰ অন্য কোনো প্ৰাচীন জাতিয়ে দেখুৱাব পৰা নাছিল। এই এটা কাৰণতে—জগতে ধৰ্মীয় চিন্তা, সাহিত্য, শিল্প-কলা আৰু গণিত-চৰ্চাত ভাৰতৰ অতুলনীয় কৃতকাৰ্যতাৰ কথা মনত পেলালে ইউৰোপীয় ছাত্ৰৰ মনত প্ৰাচীন ভাৰতৰ প্ৰতি শ্ৰদ্ধা জাগিবই।

*'লাইফ-নিগেটিং' শব্দটো ভাৰতীয় ধৰ্ম, ভাবাদৰ্শ আৰু সংস্কৃতিৰ বিষয়ে কওঁতে প্ৰথম ব্যৱহাৰ কৰিছিল মহান পণ্ডিত ড° এলবাৰ্ট ছোৱেইট্‌জাৰে 'ইণ্ডিয়ান থট এণ্ড ইট্‌ছ ডেভেলপমেণ্ট' গ্ৰন্থৰ য'তে-ত'তে।

# দুই

## প্ৰাগৈতিহাসিক ভাৰত ঃ হৰপ্পাৰ সভ্যতা আৰু আৰ্যসকল

## ভাৰতৰ আদিম অধিবাসী

প্ৰাক-ঐতিহাসিক ইউৰোপৰ দৰেই উত্তৰ ভাৰতো তুষাৰ যুগৰ অনন্ত তুষাৰ-ৰাশিৰ তলত পৰি আছিল বহু লক্ষ বছৰ। তাৰে দ্বিতীয় তুষাৰ যুগৰ পিছত দ্বিতীয় আন্তঃহিমবাহ যুগৰ ভিতৰত আনুমানিক খ্ৰী পূ ৪০০,০০০ বছৰৰ পৰা ২০০,০০০ বছৰৰ মাজৰ কোনো কালত প্ৰাক-ঐতিহাসিক যুগৰ মানুহে নিজৰ শুংসূত্ৰ ভাৰতত এৰি থৈ যোৱা দৃষ্টিগোচৰ হৈছে। পঞ্জাবৰ শ্বোন নামে এখন সৰু নদীৰ পাৰত পোৱা গৈছে পুৰণা প্ৰস্তৰ যুগৰ মানুহে ব্যৱহাৰ কৰা শিলেৰে নিৰ্মিত বহুতো আহিলা-পাতি। সেইবোৰৰ ধৰৰ্ণ সেই সুদূৰ অতীতৰ পুৰণা পৃথিৱীৰ মানুহে ব্যৱহাৰ কৰা শিলৰ আহিলা-পাতি যিবোৰ ইংলেণ্ড, আফ্ৰিকা, চীন দেশ আদি পৃথিৱীৰ সৰ্বত্ৰ পোৱা গৈছে, সেইবোৰৰে একে শ্ৰেণীৰ। ভাৰতত অৱশ্যে কেনে ধৰণৰ মানুহেনো সেইবোৰ সঁজুলি ব্যৱহাৰ কৰিছিল সেই মানুহবোৰৰ কোনো দেহাৱশেষ কোনোৰূপত আৱিষ্কৃত হোৱা নাই। কিন্তু অন্যান্য ঠাইত সেই ধৰণৰ সঁজুলি পৃথিৱীৰ প্ৰাক-ঐতিহাসিক কালৰ বাসিন্দা আদিম এনথ্ৰপইড গোষ্ঠীৰ মানুহে ব্যৱহাৰ কৰা বুলি সাব্যস্ত হৈছে। জাভা আৰু চীন দেশত পোৱা পিথেকানথ্ৰপাচ বা 'বানৰ-মানুষ'ৰ দৰে আছিল সেইবোৰ মানুহ।

দক্ষিণ ভাৰতত পোৱা গৈছে প্ৰাক-ঐতিহাসিক যুগৰ মানুহৰ প্ৰস্তৰ-শিল্পৰ বেলেগ এবিধ নিদৰ্শন। সেইবোৰৰ নিৰ্মাণ কোন যুগৰ সেই বিষয়ে চূড়ান্ত কোনো সিদ্ধান্ত কৰা হোৱা নাই যদিও শ্বোন নদীৰ পৰাত পোৱা শিলৰ সঁজুলিবোৰৰ নিৰ্মাণৰ কালৰে প্ৰায় সমকালীন হ'ব বুলি অনুমান কৰা হৈছে। দক্ষিণ ভাৰতৰ সেই প্ৰস্তৰ যুগীয় আহিলাবোৰ আছিল মানুহৰ নিত্য ব্যৱহাৰ্য মূল সঁজুলি, যেনে শিলেৰে নিৰ্মিত হাত-কুঠাৰ। ডাঙৰ শিলাখণ্ডৰ পৰা খুন্দিযাই, ঘঁহি আৱশ্যকীয় আকৃতিৰ সঁজুলিলৈ ৰূপান্তৰিত কৰা এইবোৰ শিল্পকৰ্ম দক্ষিণৰ সেই মানুহবোৰে শ্বোন নদীৰ পাৰৰ প্ৰস্তৰযুগীয় মানুহতকৈ বেছি মসৃণভাৱে আৰু দক্ষতাৰে কৰিব পাৰিছিল। পুৰাতত্ত্ববিদে মাদ্ৰাজ উদ্যোগ বুলি সাধাৰণতে উল্লেখ কৰা এইবোৰ শিলৰ আহিলা-পাতিৰ নিৰ্মাণৰ ধৰণ-কৰণ আফ্ৰিকা, পশ্চিম ইউৰোপ আৰু দক্ষিণ ইংলেণ্ডত পোৱা একে ধৰণৰ প্ৰস্তৰযুগীয় সঁজুলিৰ সৈতে মিলে।

সেইবিলাক নিৰ্মাণ কৰা মানৱগোষ্ঠীও এনথ্ৰপইড গোষ্ঠীৰ মানৱতকৈ উন্নততৰ শ্ৰেণীভুক্ত—আচল হোমো ছেপিয়েন্‌জ্‌ বুলি ঠাৱৰ কৰা হৈছে। হোমো ছেপিয়েন্‌জ্‌ হৈছে প্ৰথম বুদ্ধিযুক্ত আদিম মানৱ।

বিশ্বৰ উপৰিভাগত গঙ্গা উপত্যকাৰ সংযোজন বহুত পিছতহে হৈছে। ভূতত্ত্ববিদসকলৰ মতে উত্তৰে শ্বোন নদী আৰু দক্ষিণে মাদ্ৰাজত প্ৰস্তৰ যুগৰ এই শিলৰ সঁজুলিবোৰ নিৰ্মাণ হৈ থকা কালতো গঙ্গা উপত্যকাৰ সৰহভাগ স্থানেই আছিল অগভীৰ সুমুদ্ৰৰ তলিত। কিন্তু উত্তৰ আৰু দক্ষিণৰ সেই দুই দেশখণ্ডৰ মাজতো ৰাজস্থানৰ মাজেদি সংযোগৰ পথ আছিল বুলিয়েই ধাৰণা হয়। কাৰণ দুয়ো ঠাইৰে বিশেষত্ব থকা তেনে শিলৰ সঁজুলিৰ নমুনা উভয় স্থানতে অ'ত-ত'ত পোৱা গৈছে। পুৰণি প্ৰস্তৰ যুগৰ এই মানুহবোৰ নিশ্চয় বহু সহস্ৰাব্দ ধৰি ভাৰতত বসবাস কৰিছিল। কোন আছিল তেওঁলোক আৰু পিছত তেওঁলোকৰ কি হ'ল সেইবিষয়ে আমি একো নাজানো। হয়তো আধুনিক কালৰ ভাৰতীয়ৰ শৰীৰতো তেওঁলোকৰ ৰক্ত প্ৰবাহিত হৈ আছে। কিন্তু যদিহে শ্বোন নৈৰ পাৰৰ শিলগুটিৰ পৰা নিৰ্মাণ কৰা সঁজুলিবোৰ মানৱৰ শাৰীৰিক ক্ৰমবিকাশৰ আগৰ স্তৰৰ প্ৰট'-হিউমেন-এনথ্ৰপাইড্‌ছবিলাকৰ হস্তকৰ্মহে আছিল তেন্তে সেই জাতীয় মানুহ বহু লক্ষ বছৰৰ আগতে ইউৰোপৰ নিয়ানদাৰতাল্‌ আৰু দূৰ প্ৰাচ্যৰ পিথেকানথ্ৰপি মানুহৰ দৰে বিলুপ্ত হৈছে। কিন্তু হোমো ছেপিযেন্‌জ্‌ থাকি গ'ল ভাৰতত—অলক্ষিতে সময়ৰ লগে লগে বাঢিবলৈ ধৰিলে হোমো ছেপিয়েন্‌জ্‌ৰ নতুন কলা-কৌশল উদ্ভাৱনৰ ক্ষমতা আৰু কামত পাৰদৰ্শিতা। কালক্ৰমত সি শিকিলে ক্ষুদ্ৰাকৃতি শিলৰ সঁজুলি নিৰ্মাণৰ কৌশল। কাঁড়ৰ আগত লগোৱা ক্ষুদ্ৰাকৃতি কিন্তু তীক্ষ্ণধাৰ শিলৰ জোং আছিল সেইবোৰৰ এবিধ। ভাৰতৰ উত্তৰ-পশ্চিম সীমান্তৰ পৰা একেবাৰে দক্ষিণ দেশলৈকে সকলোতে তেনে ধনু-কাঁড়ৰ আগত লগোৱা শিলৰ জোং পোৱা গৈছে। একে ধৰণৰ ক্ষুদ্ৰাকৃতি শিলানিৰ্মিত সা-সঁজুলি নিৰ্মাণৰ নমুনা পোৱা গৈছে নিকট প্ৰাচ্য আৰু আফ্ৰিকাত। কিন্তু ভাৰতৰ তেনে ক্ষুদ্ৰাকৃতি প্ৰস্তৰশিল্প আৰু সেইবোৰ দেশৰ তেনে প্ৰস্তৰ শিল্প একে সময়ৰ নে তাৰ আগৰ বা পিছৰ এই সম্বন্ধে কোনো সঠিক ধাৰণা কৰিব পৰা নেযায়। দাক্ষিণাত্যৰ কোনো কোনো অংশত এনে কাঁড়ৰ আগত লগোৱা শিলৰ জোং মিহিকৈ নিৰ্মাণ কৰা শিলৰ কুঠাৰৰ সৈতে একেলগে পোৱা গৈছে। তাৰ পৰা এনে ধাৰণা হয় যে দাক্ষিণাত্য উপদ্বীপৰ সুদূৰৱৰ্তী ঠাইবোৰত প্ৰায় খ্ৰীষ্টীয় চন অনুক্ৰম আৰম্ভ হোৱাৰ সময়ত লৌহ-নিৰ্মিত সঁজুলিৰ প্ৰচলন নোহোৱালৈকে তেনে শিলৰ সঁজুলিৰ ব্যৱহাৰ আছিলেই।[১]

# প্ৰথম গাঁও

পুৰণি প্ৰস্তৰ যুগৰ মানৱ আছিল ঘাইকৈ চিকাৰী আৰু খাদ্য-সংগ্ৰহ কৰোতা। বাস কৰিছিল অতি ক্ষুদ্ৰ ক্ষুদ্ৰ সমাজ পাতি। মানুহবোৰ আছিল অঘৰী। নিৰ্দিষ্ট বাসস্থান নাছিল। কালক্ৰমত সেই মানুহবোৰে জুই জ্বলাবলৈ শিকিলে। জাৰ-জহৰ পৰা নিজৰ দেহ ৰক্ষা কৰিবলৈ জন্তুৰ চামৰা, গছৰ পাত আৰু বাকলিৰে শৰীৰ আচ্ছাদন কৰিবলৈ শিকিলে আৰু সিহঁতে জ্বলোৱা দমদমীয়া জুইৰ কাষৰে-পাঁজৰে ঘূৰি ফুৰা বনৰীয়া কুকুৰক পোহ মনাবলৈ শিকালে। বিশ্বৰ সৰ্বত্ৰতে—ভাৰততো—আদিম মানৱে জীৱন-যাপন কৰিছিল ঠিক এনেকৈয়ে বহু সহস্ৰ বছৰ ধৰি।

তাৰ বহুত কালৰ পিছত ভূ-তাত্ত্বিক জোখমতে কাল-নিৰূপণ কৰিলে যিটোক বৰ বেছি পুৰণি বুলি ধৰাই নহয়, কিন্তু সাধাৰণ বৰ্ষ-গণনা মতে হাজাৰ হাজাৰ বছৰৰ আগতে, মানৱৰ জীৱন-যাত্ৰাৰ ধৰণলৈ মহৎ পৰিৱৰ্তন আহে। খ্ৰী.পূ. ১০,০০০ বছৰৰ পৰা ৬০০০ বছৰৰ ভিতৰত অধ্যাপক গৰ্ডন্ চাইল্ডে ক'বৰ দৰে 'মানৱ জাতিয়ে চৌপাশৰ প্ৰাকৃতিক পৰিৱেশৰ লগত দ্বন্দ্ব আৰম্ভ' কৰিলে। প্ৰকৃতিয়ে যি দিয়ে যেনেকৈ দিয়ে তাকেই গ্ৰহণ কৰি সন্তুষ্ট হৈ থকাৰ সলনি খাদ্য-শস্য উৎপাদন কৰিবলৈ শিকিলে, ঘৰচীয়া জন্তু পুহিবলৈ শিকিলে, মাটিৰ পাত্ৰ গঢ়িবলৈ আৰু গাৰ পোছাক ব'বলৈ শিকিলে। ধাতুৰ ব্যৱহাৰ কৰিবলৈ শিকাৰ আগতেই পুৰণা প্ৰস্তৰ যুগৰ মানৱতকৈ বহু বেছি দক্ষতাৰে মসৃণ বহুবিধ শিলৰ নিত্যব্যৱহাৰ্য সামগ্ৰী আৰু সা-সঁজুলি প্ৰস্তুত কৰি ল'ব পৰা হ'ল। তেতিয়াৰ সেইবোৰ মানুহে গঢ়া তেনে বস্তুবোৰ এতিয়া গোটেই ভাৰততে, ঘাইকৈ উত্তৰ-পশ্চিম ভাৰত আৰু দাক্ষিণাত্যৰ মাটিৰ অলপ তলত বা উপৰি ভাগতে দেখিবলৈ পোৱা যায়। উপমহাদেশখনৰ বেছি ভাগ ঠাইতে এই নৱ-প্ৰস্তৰ যুগৰ মানৱ সংস্কৃতিৰ চিন-মোকাম প্ৰচুৰ পৰিমাণে পোৱাৰ পৰা বুজা যায় যে সেই সংস্কৃতি ভাৰতভূমিত দীৰ্ঘকাল ধৰি চলি আছিল। এতিয়াৰ কিছুমান অধিক বন্য-প্ৰকৃতিৰ পৰ্বতীয়া জনগোষ্ঠীৰ লোকো সেই সংস্কৃতিৰ প্ৰভাৱৰ পৰা সম্পূৰ্ণকৈ মুক্ত হোৱা নাই যেন দেখা যায়।

উন্নত মানৱৰ কৃষিকৰ্ম আৰু স্থায়ী গ্ৰাম্যজীৱন খুব সম্ভৱ খ্ৰী.পূ. পঞ্চম সহস্ৰাব্দৰ পৰাহে আৰম্ভ হৈছিল মধ্য প্ৰাচ্যত। ভাৰতত তেনেকৈ স্থায়ীভাৱে বসবাস কৰা সংস্কৃতিৰ ক্ষুদ্ৰ কৃষিজীৱী গ্ৰামাঞ্চলৰ প্ৰাচীনতম অৱশেষ পোৱা গৈছে বেলুচিস্তান আৰু সিন্ধুৰ নামনি অঞ্চলত। তাৰ পৰা অনুমান কৰিব পাৰি যে সেইবোৰ খ্ৰী পূ. চতুৰ্থ সহস্ৰাব্দৰ শেষ ভাগৰ।

ক্লাছিকেল গ্ৰন্থকাৰসকলৰ ৰচনাৰ পৰা জানিব পাৰি যে ৩২৬ খ্ৰী.পূৰ্বত যেতিয়া মেচিদনৰ আলেকজেণ্ডাৰে সিন্ধু নদ অতিক্ৰম কৰিছিল তেতিয়াও উত্তৰ-পশ্চিম ভাৰতৰ জলবায়ু সেই অঞ্চলৰ এতিয়াৰ জলবায়ুৰে প্ৰায় একেই আছিল। বোধ হয় এতিয়াতকৈ আৰু অলপ আৰ্দ্ৰতা বেছি আছিল। নদী উপত্যকাবোৰ উৰ্বৰ আৰু অৰণ্যাবৃত আছিল যদিও সিন্ধুৰ পশ্চিমফালে বৰ্তমানে মক্ৰাণ নামৰ স্থান আৰু বেলুচিস্তানৰ অধিকাংশ তেতিয়াই শুকান আৰু জনশূন্য আছিল। কিন্তু খ্ৰী.পূ. তিনি সহস্ৰাব্দৰ জলবায়ু বহুত বেলেগ ধৰণৰ আছিল। সমগ্ৰ সিন্ধু নদৰ দুয়ো পাৰে উপত্যকা অঞ্চল আছিল গভীৰ বনভূমি। সেইবোৰৰ পৰা আহৰণ কৰা কাঠ পুৰি ইটা নিৰ্মাণ কৰা হৈছিল। সেই অৰণ্যই জাক জাক বন্য হস্তী আৰু গড়ৰ পালক খাদ্য যোগাইছিল আৰু এতিয়াৰ জলশূন্য মৰুভূমি বেলুচিস্তানত আছিল অনেক নদ-নদী। এই বিস্তীৰ্ণ এলেকাৰ প্ৰাকৃতিক সম্পদৰ ওপৰত নিৰ্ভৰ কৰিয়েই বহুত কৃষিজীৱী গাঁও বৰ্তি আছিল। সেই গ্ৰামাঞ্চল বেলুচিস্তানৰ মালভূমি, মক্ৰাণৰ উৰ্বৰ সমভূমি আৰু সিন্ধু নদৰ নামনিলৈকে বিস্তৃত আছিল।

এই বিশাল অঞ্চলৰ বাসিন্দাসকল আছিল বিভিন্ন কৃষ্টিভুক্ত লোক—সেই কৃষ্টিবোৰৰ বৈচিত্ৰ্য আৰু ভিন্নতা নিৰ্ণয় কৰাৰ একমাত্ৰ উপায় হৈছে তেওঁলোকৰ ৰঙীন মাটিৰ পাত্ৰবোৰৰ আৰ্হিবোৰ পৰীক্ষা কৰা। প্ৰত্যেক সংস্কৃতিৰে নিজস্ব কিছুমান বৈশিষ্ট্য আছিল যদিও মধ্য প্ৰাচ্যৰ সমকালীন জনগোষ্ঠীবোৰৰ দৰে সকলো মানুহ আছিল একেই গোষ্ঠীমূলক। তেওঁলোকৰ বসবাস কৰা স্থানবোৰ আছিল অতি ক্ষুদ্ৰ—কেতিয়াবাহে কেইএকৰমান মাটিতকৈ বেছি স্থান আগুৰা— কিন্তু সম্পদৰ ফালৰ পৰা তেওঁলোকৰ জীৱন ধাৰণৰ মান আছিল তুলনামূলকভাৱে উচ্চ। গ্ৰামবাসীহঁতে ভেটি, মজিয়া আৰু বেৰবোৰৰ কিয়দংশ শিলেৰে গাঁঠি ওপৰছোৱা মাটিৰ ইটাৰে গাঁঠি ঘৰ সাজিছিল, সুন্দৰকৈ নানা ৰঙেৰে চিত্ৰ-বিচিত্ৰ কৰি মাটিৰ বাচন গঢ়িছিল। তেওঁলোকে ধাতুৰ ব্যৱহাৰ জানিছিল কাৰণ কিছুমান তাম্ৰ-নিৰ্মিত আহিলা-পাতিও সেইবোৰ ঠাইত খনন কৰোতে পোৱা গৈছে।

বিভিন্ন গাঁৱত প্ৰচলিত ৰীতি-নীতিবোৰতো ভিন্নতা আছিল। কোনো এক গোষ্ঠীৰ কৃষ্টি-সংস্কৃতি, আচাৰ-ব্যৱহাৰ, ৰীতি-নীতি অন্য গোষ্ঠীৰ লগত নিমিলিছিল। কাৰণ ব্ৰাহুই পাহাৰীয়া অঞ্চলৰ সেই সহজ-সৰল জীৱন-যাপন কৰা জনগোষ্ঠীবোৰৰ মাজত পাৰস্পৰিক যোগাযোগ আৰু আদান-প্ৰদান আছিল নিতান্তই সীমিত। সেইবাবে উত্তৰৰ গাঁওবিলাকৰ লোকে নিৰ্মাণ কৰা মাটিৰ পাত্ৰবিলাকত ৰঙা ৰঙৰ প্ৰাধান্য দেখা যায়, দক্ষিণৰ গাঁওবিলাকত মৃন্ময় পাত্ৰত দেখা যায় হালধীয়া-মটীয়া ৰঙৰ। মক্ৰাণ দেশখণ্ডৰ কুল্লি সংস্কৃতিৰ মানুহে মৃত লোকক খবি দিছিল। আনহাতে ব্ৰাহুই পাহাৰৰ নাল্ সংস্কৃতিৰ মানুহে মৃতদেহৰ অংশবিশেষহে কবৰস্থ কৰিছিল। তেওঁলোকে মৃতদেহ বাহিৰত পেলাই

থৈ গেলি-পচি গ'লে বা পুৰি পেলালে অৱশিষ্ট থকা হাড়-মূৰবোৰহে সমাধিস্থ কৰিছিল।

তেওঁলোকৰ ধৰ্মও আছিল ভূমধ্যসাগৰীয় অঞ্চল আৰু মধ্য প্ৰাচ্যত বসবাস কৰা প্ৰাচীন কৃষিজীৱী সমাজবোৰে পালন কৰা ধৰ্মৰ দৰেই। মাটিৰ উৰ্বৰতা বৃদ্ধিৰ বাবে পালন কৰা অনেক ক্ৰিয়া-কাণ্ড আৰু এগৰাকী মাতৃ দেৱীৰ পূজা-অৰ্চনা কেন্দ্ৰ কৰি সেই ধৰ্মৰ নীতি-নিয়মবোৰ গঠিত হৈছিল। খনন কৰা বহু ক্ষেত্ৰতে অনেক ক্ষুদ্ৰ ক্ষুদ্ৰ বেলেগ বেলেগ ৰূপৰ মৃণ্ময় দেৱীমূৰ্তি পোৱা গৈছে। সেইবোৰৰে কোৱেটা নগৰৰ উত্তৰ ফালে প্ৰাচীন জোব সংস্কৃতিৰ অৱশেষবোৰৰ মাজত লিঙ্গৰ আৱিষ্কাৰে লিঙ্গপূজা প্ৰচলনৰ কথাও সাব্যস্ত কৰিছে। প্ৰাচীন কালৰ অনেক সংস্কৃতিতে মাতৃকা দেৱীৰ পূজাৰ লগত ষাঁড়ৰ পূজাৰ সম্বন্ধ থকাৰ কথা লক্ষ্য কৰা যায়। এইবোৰ সংস্কৃতিৰ প্ৰাপ্ত অৱশেষৰ পৰা জনা যায় যে ইয়াতো তাৰ ব্যতিক্ৰম হোৱা নাছিল। ষাঁড়ৰ মাটিৰে নিৰ্মিত ক্ষুদ্ৰ ক্ষুদ্ৰ মূৰ্তি অনেক পোৱা গৈছে। কুল্লি আৰু ৰাণা গুন্দাই নামে জোব্ অঞ্চলৰ দুঠাইত উদ্ধাৰ হোৱা মৃৎপাত্ৰবিলাকত ষাঁড়ৰ ছবিৰ প্ৰাচুৰ্যও এক লক্ষণীয় বিষয়।

কুল্লি সাংস্কৃতিক গোষ্ঠীৰ মানুহবোৰে কোমল শিলৰ সৰু সৰু পেটিকা বা বাকচ নিৰ্মাণ কৰিব জানিছিল। সেইবোৰৰ ওপৰত ৰেখাচিত্ৰৰ নানা ফুলজালী খোদিত কৰিছিল। এনেকুৱা পেটিকা মাজে সময়ে মেছোপটেমিয়াৰ খনন-স্থলীতো পোৱা গৈছে। তাৰ পৰা অনুমান কৰিব পাৰি যে কুল্লিৰ মানুহেই সেইবোৰ ৰপ্তানি কৰিছিল। খুব সম্ভৱ সেইবিলাক সুগন্ধি মলম বা আতৰ থ'বলৈ ব্যৱহাৰ কৰা গৈছিল। চুহা আৰু আন আন ঠাইত মৃৎশিল্পৰ এনে কিছুমান নমুনা পোৱা গৈছে যিবোৰত দেখ দেখকৈয়ে কুল্লি মৃৎশিল্পৰ সৈতে মিলে। তাৰ পৰা স্পষ্ট হয় যে কুল্লি সম্প্ৰদায়ৰ মানুহে মধ্য প্ৰাচৰ লগত বেহা-বেপাৰ চলাইছিল। তাৰ বাহিৰে কুল্লি আৰু মেছোপটেমিয়াৰ মাজত অন্য কোনো যোগাযোগ থকাৰ প্ৰমাণ নাই। বেলুচিস্তানত মেছোপটেমিয়ান সভ্যতাৰ কোনো বস্তুৰ অৱশেষ প্ৰাপ্ত বা চিনাক্ত এতিয়ালৈকে নোহোৱালৈ চাই আৰু কুল্লি সংস্কৃতিৰ কোনো বস্তু থল-পথেৰে মধ্যপ্ৰাচ্যলৈ যোৱাৰ কোনো সাক্ষ্য নোপোৱালৈ চাই এনে ধাৰণা হয় যেন কুল্লিৰ তেতিয়াৰ মানুহে প্ৰাচীনতম মেছোপটেমিয়ান সভ্যতাৰ যুগৰ সেইবোৰ মানুহৰ লগত যোগাযোগ কৰিছিল সমুদ্ৰ-পথেৰে।

## হৰপ্পাৰ নগৰ সভ্যতা

খ্ৰী. পূ তৃতীয় সহস্ৰাব্দৰ আদি ভাগৰ মানৱ সভ্যতাত সুসংগঠিত চৰকাৰ বা শাসন-ব্যৱস্থা গঢ় লৈ উঠিছিল। একো একোটা তেনে শাসনযন্ত্ৰই বৃহৎ একোটা ভূ-খণ্ডৰ

ওপৰত আধিপত্য চলাইছিল। নীল নদী, ইউফ্রেটিছ আৰু সিন্ধু নগৰ উপত্যকাত প্ৰায় একে সময়তে তেনে ধৰণৰ শাসন-ব্যৱস্থা প্ৰবৰ্তন হৈছিল। আমি ইজিপ্ত আৰু মেছোপটেমিয়াৰ প্ৰাচীন সভ্যতাৰ বিষয়ে অনেক কথাই জানিব পাৰিছো। কাৰণ সেইবিলাক সভ্যতাৰ অৱশেষৰ সন্ধান কৰোতে অনেক লিখিত সামগ্ৰী উদ্ধাৰ হৈছে। সেইবিলাক লিপিৰ পাঠোদ্ধাৰো হৈছে সন্তোষজনকভাৱে। তাৰ বিপৰীতে সিন্ধু উপত্যকাৰ মানুহে কোনো খোদিত দীৰ্ঘ শিলালিপি এৰি থৈ যোৱা নাই—তেওঁলোকৰ মৃতসকলৰ সমাধি-স্থানত ইজিপ্সিয়ানসকলৰ দৰে কোনো পেপিৰাছ-লেখনৰ নুৰাও থৈ যোৱা নাই। তেওঁলোকৰ ছীল-মোহৰবোৰত খোদিত সামান্য লেখাৰ পৰা আমি যৎসামান্য সংবাদ তেওঁলোকৰ বিষয়ে আহৰণ কৰিব লগা হৈছে। ইজিপ্তত পোৱাৰ দৰে ৰোজেটা* শিলালিপিৰ ধৰণৰ কোনো সাক্ষ্যও ভাৰতত নাই। সিন্ধু সভ্যতাৰ স্মাৰক বুলি গণ্য সেই ছীল-মোহৰবোৰৰ আখৰবোৰৰ পাঠোদ্ধাৰ কৰিবলৈ অনেক বুদ্ধি-কৌশল খটুৱা হৈছে যদিও এতিয়ালৈকে কৃতকাৰ্য হ'ব পৰা নাই। সেইবাবে অনেক ক্ষেত্ৰত সিন্ধু সভ্যতাৰ বিষয়ে আমাৰ জ্ঞান নিতান্তই অপ্ৰচুৰ। গতিকে বাধ্য হৈ এই সভ্যতাক প্ৰাক-ঐতিহাসিক কালৰ বুলি আমি বৰ্ণনা কৰিবলগীয়া হৈছে। কাৰণ ঠিক ইতিহাস বুলি ক'ব পৰা ইয়াৰ কোনো বৃত্তান্ত আমাৰ জ্ঞাত হোৱা নাই।

সিন্ধু উপত্যকাৰ সভ্যতা পুৰাতত্ত্ববিদসকলৰ মাজত হৰপ্পান সংস্কৃতি বুলি জনাজাত। পঞ্জাবৰ ইৰাৱতী নদীৰ বাওঁফালে অৱস্থিত সিন্ধু সভ্যতাৰ যুগৰ দুখন প্ৰধান নগৰৰ এখনৰ আধুনিক নাম হৰপ্পা। আনখন প্ৰধান নগৰ মহেঞ্জোদাৰোৰ অৱস্থান সিন্ধু নদৰ দক্ষিণ পাৰে, সেই নদৰ মোহনাৰ পৰা ২৫০ মাইল উজনিত। এই দুখন প্ৰধান নগৰৰ উপৰি আৰু তিনিখন সৰু নগৰ আৰু বহু সংখ্যক গাঁৱৰ অস্তিত্বও বিচাৰি পোৱা গৈছে শতদ্ৰু নদীৰ উজনি খণ্ডৰ পাৰৰ ৰূপাৰ নামৰ ঠাইৰ পৰা কাথিৱাৰৰ ৰংপুৰলৈকে। গতিকে হৰপ্পান সভ্যতা উত্তৰা-দক্ষিণাকৈ কমেও ৯৫০ মাইল বিস্তৃত আছিল বুলি ঠাৱৰ কৰিব পাৰি। এই বিশাল দেশখণ্ডৰ সভ্যতা যে একেটাই আছিল সেইবিষয়ে নিঃসন্দেহ হ'ব পাৰি ইয়াৰ সকলো স্থানতে আৱিষ্কৃত ইটাৰ আকাৰ আৰু আকৃতিৰ সাদৃশ্য আৰু মিল দেখি। এই এলেকাৰ বাহিৰত বেলুচিস্তানৰ তেতিয়াৰ দিনৰ গাঁওবিলাক প্ৰথমৰ পৰা একে ধৰণৰে আছিল।

---

* ৰোজেটা শিলালিপি ১৭৯৯ চনত নীল নদীৰ মোহনাৰ কাষত আৱিষ্কৃত হৈছিল। সেই শিলালিপিতে প্ৰাচীন ইজিপ্সিয়ান হিয়েৰ'গ্লিফিক্স বা চিত্ৰাক্ষৰবোৰৰ পাঠোদ্ধাৰ কৰা সাঁচাৰ-কাঠি পোৱা গৈছিল প্ৰথমে। ৰোজেটা শিলালিপিত তিনিবিধ আখৰ পোৱা যায়—হিয়েৰ'গ্লিফিক্স, ইজিপ্সিয়ান ডেমটিক আৰু গ্ৰীকলিপি। সেইবোৰৰ তুলনামূলক অধ্যয়ন কৰিয়েই ফৰাচী ইজিপ্ত-বিশাৰদ জাঁ-ফ্ৰাঁচোয়া চাঁপলিয়ঁই (১৭৯০-১৮৩২) ১৮২২ চনত মিছৰীয় চিত্ৰাক্ষৰবোৰৰ পাঠোদ্ধাৰ কৰিছিল।—অনুবাদক

এই মহান সভ্যতা মধ্যপ্ৰাচ্যৰ সভ্যতাৰ কাষত কোনো ধৰণে ঋণী নাছিল। কোনো সদ্য-প্ৰব্ৰজনকাৰী জাতিৰ মানুহে সেই সভ্যতা গঢ়িছিল বুলি ভাবিবৰো কোনো থল নাই। সেই নগৰবোৰ নিৰ্মাণ কৰা মানবগোষ্ঠী বোধ হয় সিন্ধু উপত্যকাতে শ শ বছৰ ধৰি বসবাস কৰা মানুহেই আছিল। হৰপ্পাৰ অধিবাসীসকল ইতিমধ্যেই খাটি ভাৰতীয় হৈ পৰিছিল— হেজাৰ বছৰ ধৰি তেওঁলোকৰ চৰিত্ৰৰ কোনো পৰিৱৰ্তন হোৱা নাছিল। এই সভ্যতাৰ আৰম্ভণি কেতিয়া হৈছিল তাৰ এক সঠিক সময় নিৰ্ণয় কৰা সম্ভৱ নহয় কিন্তু বহুবোৰ লক্ষণৰ পৰা এটা কথা ঠাৱৰ কৰিব পাৰি যে এই সভ্যতাৰ আৰম্ভণি আৰু বেলুচিস্তানৰ প্ৰাচীন গ্ৰাম্য সংস্কৃতিবোৰৰ উত্থান প্ৰায় সমসাময়িক আছিল। খনন-স্থলীৰ ৰাণা গুন্দাই নামে ঠাইত খানোতে কেইবাটাও স্তৰ পোৱা গৈছে। তাৰে তৃতীয় স্তৰত সেই প্ৰাচীন গাঁৱৰ ঐতিহাসিক চিহ্ন দৃষ্টিগোচৰ হৈছে আৱিষ্কৃত কিছুমান মৃৎপাত্ৰত। সেইবোৰ পাত্ৰত ৰঙা পটভূমিত ক'লা বৰণৰ চিত্ৰ দেখা যায়। ১৯৪৬ চনত ছাৰ মৰ্টিমাৰ হুইলাৰে প্ৰমাণসহকাৰে নিশ্চিত কৰি দেখুৱালে যে হৰপ্পা নগৰখন একে ধৰণৰ মৃৎপাত্ৰ নিৰ্মাণ আৰু ব্যৱহাৰ কৰা প্ৰাচীন মানুহে আগতে বসবাস কৰা স্থানৰ ওপৰতে নিৰ্মাণ কৰা হৈছিল। মহেঞ্জোদাৰো নগৰৰ ক্ষেত্ৰত সেই নগৰৰ ভিত্তি পত্তন কেতিয়া হৈছিল তাৰ কোনো প্ৰমাণ পোৱা সম্ভৱ হোৱা নাই। কাৰণ সেই নগৰৰ একেবাৰে তলৰ স্তৰ এতিয়া সিন্ধু নদৰ তলিৰো বহুত নিম্নভাগত গ্ৰোথিত হৈছে। বহু শতাব্দীৰ পিছত সিন্ধু নদৰ তলিও বহুত ওপৰলৈ উঠি আহিল। উপৰিভাগৰ ত্ৰিশ ফুট তললৈকে খানি চোৱা হৈছে কিন্তু সিন্ধুৰ পানী বাৰে বাৰে আহি বন্যাৰ সৃষ্টি কৰে বাবে মহেঞ্জোদাৰোৰ মূল ভেটিলৈকে খানি চাব পৰা হোৱা নাই।

গতিকে অন্ততঃ পঞ্জাবত, হৰপ্পান নগৰ সভ্যতা, সেই ঠাইৰ গ্ৰাম্য সভ্যতাতকৈ পিছত আৰম্ভ হৈছিল বুলি ধৰিব পাৰি। কিন্তু ঠায়ে ঠায়ে নগৰ-সভ্যতা আৰু গ্ৰাম্য-সভ্যতা সমসামযিক আছিল বুলিও জনা যায কাৰণ নগৰ আৰু গাঁৱৰ মাজত যোগাযোগ থকাৰ প্ৰমাণো পোৱা গৈছে। পূবফালে গ্ৰাম্য সভ্যতাই নগৰীয়া সভ্যতা বিলীন হোৱাৰ পিছতো নিজৰ অস্তিত্ব ৰক্ষা কৰিছিল। স্পষ্টভাৱে হ'লেও যিবোৰ সাক্ষী-প্ৰমাণ পোৱা গৈছে তাৰ পৰা এনে ধাৰণা হয় যে সিন্ধু উপত্যকাৰ এই নগৰ-সভ্যতা আৰম্ভ হৈছিল খ্ৰী পূ তৃতীয সহস্ৰাব্দৰ প্ৰথম ভাগত—হয়তো প্ৰায় মাজভাগত আৰু দ্বিতীয় সহস্ৰাব্দৰ বহুত মাজলৈকে জীৱন্ত হৈ আছিল।

এই নগৰবোৰ খানি উলিৱাওঁতে প্ৰথমে কোনো দুৰ্গ-প্ৰাকাৰ আৱিষ্কৃত হোৱা নাছিল। অস্ত্ৰ-শস্ত্ৰ ওলাইছিল খুব কম পৰিমাণে। যিবোৰ ঘৰ ওলাইছিল সেইবোৰো কোনটো ৰাজপ্ৰাসাদ কোনটো মন্দিৰ ধৰিব পৰা নগৈছিল। তেতিয়া এনে অনুমান কৰা

হৈছিল যে সেই নগৰবোৰ আছিল বাণিজ্যপ্ৰধান কুলীনতান্ত্ৰিক একোখন লোকৰাজ্য। মানুহবোৰৰ মাজত দৰিদ্ৰতা আৰু সম্পদ কোনোটোৱেই প্ৰকট নাছিল আৰু শাসন-ব্যৱস্থাও আছিল শিথিলবদ্ধী নিয়ন্ত্ৰণৰ ব্যৱস্থা মাথোন। কিন্তু ১৯৪৬ চনত হৰপ্পাৰ খনন আৰু মহেঞ্জোদাৰোত প্ৰাপ্ত আন আন সমলৰ পিছত বুজা গ'ল যে সেই ধৰণৰ কাব্যিক ধাৰণাৰ কোনো থল নাই। প্ৰত্যেক নগৰৰে আছিল সুৰক্ষিত সুনিৰ্মিত দুৰ্গ। সেইবোৰ ধৰ্মীয় আৰু প্ৰশাসনীয় উভয় কামতে ব্যৱহৃত হৈছিল। সমগ্ৰ হৰপ্পান সভ্যতাৰ এলেকা জুৰি নগৰবিলাকৰ সুপৰিকল্পিত বাট-পথ, গোটেই ৰাজ্যতে একে ওজন আৰু জোখ-মাখৰ প্ৰচলন, একেই আকাৰ আৰু আয়তনৰ ইটা নিৰ্মাণ আনকি একে ধৰণৰ নগৰ-পৰিকল্পনাই একক আৰু সুসংহত কেন্দ্ৰাভিমুখী শাসন-ব্যৱস্থালৈহে আঙুলিয়ায়, কিছুমান স্বতন্ত্ৰৰীয়া গণপৰিচালিত নগৰ-ৰাষ্ট্ৰলৈ নহয়।

হৰপ্পান সভ্যতাৰ আটাইতকৈ আগতে চকুত পৰা বিশেষত্ব হৈছে ইয়াৰ উগ্ৰ ৰক্ষণশীলতা। মহেঞ্জোদাৰোত খনন কৰোতে একোটা ঘৰৰ নটালৈকে স্তৰ থকা দেখা গৈছে। তাৰ কাৰণ হৈছে প্ৰত্যেক বাৰ প্ৰবল বানপানীত ঘৰ-দুৱাৰবোৰ যেতিয়া বুৰ যায়—তেতিয়া পলস পৰি সেইবোৰ পোত খায়, ভূমিপৃষ্ঠও ওখ হয়। হৰপ্পান যুগৰ মানুহে কিন্তু নতুনকৈ ঘৰ সাজোতে পুৰণা ঘৰৰ ভেটিৰ ওপৰতে—ভূমি-সংলগ্ন মহলত সামান্য অদল-বদল কৰি বা নকৰি— সাজিব। স্থানান্তৰত নহয়। সেইদৰে সাজোতে সাজোতে প্ৰত্যেক বাৰ বানত পুৰণা ঘৰ পোত খায়—আৰু নতুন ঘৰ উঠে। সেইদৰে একেটা ভেটিতে নটালৈকে ঘৰৰ স্তৰ পোৱা গৈছে। তেনেকৈ হাজাৰ বছৰ ধৰি নগৰৰ বাট-পথবোৰৰ পৰিকল্পনাও একেই থাকিল। হৰপ্পান সভ্যতাৰ আৰম্ভণিৰ পৰা শেহলৈকে হৰপ্পান লিপি একেই থাকিল। তেওঁলোকৰ যে মেছোপটেমিয়াৰ তেতিয়াৰ সভ্যতাৰ সৈতে যোগাযোগ হৈছিল সেইটো নিশ্চিত হৈছে। কিন্তু হৰপ্পানসকলে কোনো কালে অন্য উন্নত সংস্কৃতিৰ প্ৰযুক্তিবিদ্যা গ্ৰহণ কৰা নাছিল। হৰপ্পান সভ্যতাৰ শেহলৈকে একেই শাসন-ব্যৱস্থাৰ ধাৰাবাহিকতা অব্যাহত আছিল। একোটা শাসন-ব্যৱস্থাৰ এনে যুগ-যুগান্তৰ জোৰা নিৰৱচ্ছিন্ন জীৱনকালৰ অভূতপূৰ্ব ঘটনাৰ কথাকে প্ৰফেছাৰ পিগ্গটে কৈছে 'মন্দিৰৰ অপৰিৱৰ্তনীয় পৰম্পৰা' বুলি। কাৰণ এখন দেশত ধৰ্মনিৰপেক্ষ শাসন-ব্যৱস্থা থাকিলে মাজে মাজে তাৰ প্ৰকৃতি সলনি হ'বই। সেইবাবে নিশ্চিত হ'ব পাৰি যে ইজিপ্ত আৰু মেছোপটেমিয়াৰ দৰে হৰপ্পান সভ্যতাতো শাসন-ব্যৱস্থা আছিল একান্তই ধৰ্মীয়।

দুয়োখন নগৰৰে নিৰ্মাণ-পৰিকল্পনাও আছিল একে ধৰণৰ। দুয়োখন নগৰৰে পশ্চিম ফালে ৩০ৰ পৰা ৫০ ফুটলৈকে ওখকৈ নিৰ্মিত পকী ভেটিৰ ওপৰত ৪০০×২০০

গজ আকাৰৰ এখন ক্ষেত্ৰ। তাৰ ওপৰতে চাৰিওফালে যুদ্ধ হ'লে প্ৰতিৰোধৰ বাবে ভিতৰৰ পৰা ক্ষেপণাস্ত্ৰ ব্যৱহাৰ কৰিবলৈ ফুটা থকা পকী দুৰ্গ প্ৰাকাৰ। সেই সুৰক্ষিত স্থানেই হ'ল নগৰৰ দুৰ্গ। দুৰ্গৰ ভিতৰতে প্ৰশাসনীয় প্ৰাসাদ-অট্টালিকাবোৰ নিৰ্মাণ কৰা হৈছিল। এই দুৰ্গৰ তলতহে আচল নগৰখন। দুয়োখন নগৰৰে আয়তন এক বৰ্গমাইলৰ কম নহ'ব। নগৰৰ ৰাজপথবোৰ ৩০ ফুট বহল। সেই বাটবোৰে অথালি-পথালিকৈ সমান জোখত একো একোটা ডাঙৰ ডাঙৰ চাৰিচুকীয়া এলেকাত খণ্ড খণ্ড কৰিছে সমগ্ৰ নগৰ। কাৰণ বাটবোৰ সদায় পোন পোনকৈ সজা হৈছিল। সেই খণ্ডবোৰৰ ভিতৰত একা-বেঁকা ঢেৰ বহুত পথ-উপপথ। সেই পথ-উপপথবোৰ কৰোতে কোনো বিশেষ পৰিকল্পনা আছিল যেন নেলাগে। দুয়োখন ডাঙৰ নগৰীতে শিলেৰে নিৰ্মিত কোনো ঘৰ পোৱা নাযায়। ভালকৈ পোৰা উৎকৃষ্ট মানৰ ইটাৰেই ব্যক্তিগত আৰু প্ৰশাসনীয় সকলো ঘৰ নিৰ্মাণ কৰা হৈছিল। সকলো ঘৰেই একে ধৰণে সজা। এক বৰ্গক্ষেত্ৰাকৃতি চোতালৰ কেউফালে দুই বা ততোধিক মহলাৰ বিভিন্ন সৰু-ডাঙৰ আকাৰৰ ঘৰ। নানা কোঠাত বিভক্ত। ঘৰৰ প্ৰৱেশ-পথ সৰু গলি একোটাৰ ফালে। বাটৰ ফালে কোনো খিৰিকি নেথাকে বাবে বাটবোৰৰ দুয়োকাষে সজ্জিহীন নিষ্প্ৰাণ ইটাৰ ওখ দেৱালবোৰে নিশ্চয় আমনি লগা পৰিবেশৰ সৃষ্টি কৰিছিল। ঘৰবোৰত স্নানাগাৰ আছিল। গা ধোৱা ঘৰবোৰৰ নক্সা দেখিলে এনে অনুমান হয় যে হৰপ্পান সভ্যতাৰ মানুহেও আধুনিক যুগৰ ভাৰতীয় লোকৰ দৰেই থিয় হৈ মূৰত ঘটি ঘটিয়ে পানী ঢালি গা ধুইহে ভাল পাইছিল। গা ধোৱা ঘৰৰ পানী ওলাই যাবলৈ নলা আছিল। সেই নলাৰে পানী গৈ বাহিৰৰ প্ৰধান ৰাজপথৰ তলত থকা ডাঙৰ নৰ্দমাত পৰেগৈ। বাটৰ তলতে থকা সেই ডাঙৰ নৰ্দমা ইটাৰে সজা ঢাকনিৰে ঢাকি থোৱা হয়। সেইবোৰ নৰ্দমাৰে পানী বৈ গৈ দূৰৰ চ'ক-পিট অৰ্থাৎ শোহনি-গাঁতত পৰেগৈ। হৰপ্পান যুগৰ এই নৰ্দমা-পদ্ধতি ইমান কাজুৱা যে এতিয়াও বহুতো পৌৰসভা বা নিগম এলেকাত সেই পদ্ধতিৰে জল নিষ্কাসনৰ পদ্ধতি ব্যৱহাৰ কৰা হয়। ৰোমান সভ্যতাৰ উত্থান নোহোৱালৈকে প্ৰাচীন কোনো সভ্যতাই হৰপ্পাৰ এই অতি দক্ষ নৰ্দমা-পদ্ধতিৰ দৰে কৃতকাৰ্য উদ্বৃত্ত জল-নিষ্কাসনৰ প্ৰণালী উদ্ভাৱন কৰিব পৰা নাছিল।

ভূমি সংলগ্ন মহলাত হৰপ্পান যুগৰ ঘৰৰ জোখ সাধাৰণতে ৩০ বৰ্গ ফুটমান হয়। অৱশ্যে তাতকৈ ডাঙৰ ঘৰো বহুত আছিল। তাৰ পৰা বুজা যায় যে হৰপ্পা-মহেঞ্জোদাৰোত অসংখ্য বিত্তশালী পৰিয়াল আছিল। হয়তো সেই নগৰ দুখনৰ মধ্যবিত্ত শ্ৰেণীটোৱেই সংখ্যাধিক্য আৰু সামাজিক গুৰুত্ব বেছি আছিল সমসাময়িক ছুমেৰ আৰু ইজিপ্তৰ সভ্যতাৰ তুলনাত। দুইখন নগৰৰ খননতে সাধাৰণ কাম কৰা বনুৱা মানুহৰ বাসস্থানৰ অৱশেষো দেখা গৈছে। দুখোঁটলীয়া ঘৰৰ সমান্তৰাল শাৰী দেখা গৈছে বহুত।

মহেঞ্জোদাৰোত তেনে একোটা ঘৰৰ ২০×১২ ফুট মজিয়াৰ কালি। হৰপ্পাত তাতকৈ ভালেখিনি ডাঙৰ। সেইবিলাকৰ আকৃতি আৰু সজাৰ ধৰণ আচৰিত ধৰণে আধুনিক কালৰ ভাৰতীয় চাহ-বাগিচা বা অন্য বাগিচাত শ্ৰমিকৰ কাৰণে সজা বাসগৃহৰ লগত মিলে। হৰপ্পাত এনে ঘৰৰ শাৰী দেখা গৈছে এখন ঘূৰণীয়া ডাঙৰ ইটাৰে গঠা পকী চোতালৰ চাৰিওফালে। সেই চোতালতে শস্য মৰণা মাৰি গুড়ি কৰি দুৰ্গৰ ভিতৰত বাস কৰা ডা-ডাঙৰীয়া আৰু পুৰোহিত শ্ৰেণীৰ খাদ্যদ্ৰব্য প্ৰস্তুত কৰা কামত নিযুক্ত কৰা কনুৱাবোৰ থাকিবলৈ সেই বাসগৃহবোৰ ওচৰতে সজোৱা হৈছিল। দেখাত যদিও তেনেই সৰু আৰু নিৰীহ মটীয়া ৰঙৰ, তথাপি সেই ঘৰবোৰ বৰ্তমান ভাৰতৰ বহুত ঠাইৰ ভাৰতীয় কুলি থকা বাসগৃহতকৈ উন্নত আছিল।

দুইখন নগৰতে সামান্য সংখ্যক যিবোৰ বৃহৎ অট্টালিকা আছে তাৰ ভিতৰতে চমকপ্ৰদ হৈছে মহেঞ্জোদাৰোৰ দুৰ্গ প্ৰাকাৰৰ ভিতৰত থকা এটা প্ৰকাণ্ড আয়তাকাৰ স্নানাগাৰ। এইটো এটা ৩৯ ফুট দীঘল, ২৩ ফুট বহল আৰু ৮ ফুট দ এটা গা ধোৱা পুখুৰী। পাৰবোৰ ফুলজালী কৰা ইটাৰে বন্ধোৱা। পানী নসৰকা কৰিবলৈ জোৰাবোৰ বিটুমেন সানি নিকপ্‌কপীয়া কৰা। এটা চুকত থকা এটা ফুটা খুলি দিলে ইয়াৰ পুৰণি পানী বাহিৰ কৰি দিব পৰা যায়। এই পুখুৰীৰ চাৰিওফালে থকা দীঘলীয়া ঘৰটোত বহুতো সৰু সৰু কোঠা। এতিয়াৰ হিন্দু মন্দিৰবোৰত থকাৰ দৰে এই জলকুণ্ডও বোধ হয় নিৰ্মাণ কৰা হৈছিল ধৰ্মীয় আচাৰ পালনৰ বাবেই আৰু সেই কোঠাবোৰত পুৰোহিতসকলে বাস কৰিছিল। হৰপ্পাৰ অধিবাসীসকলে এনেদৰে স্নানাগাৰ পতা কথাত হৰপ্পান সমাজে তেতিয়াৰ যুগৰ আন আন সভ্য সমাজতকৈ আগতে স্বাস্থ্যবিধি অনুযায়ী চাফ-চিকুণ হৈ থাকিব লাগে বুলি ভাবিছিল সেই কথা নহয়। ইয়াৰ পৰা এইটোহে বুজিব লাগিব যে পৰৱৰ্তী কালৰ হিন্দুৰ দৰে হৰপ্পান মানুহে পানীৰ শুদ্ধিকৰণৰ গুণৰ ওপৰত বিশ্বাস কৰি ধৰ্মীয় ক্ৰিয়া-কাণ্ডৰ পালনৰ বাবে পানীৰ প্ৰয়োজনীয়তা স্বীকাৰ কৰিছিল মাত্ৰ।

মহেঞ্জোদাৰোত খনন কৰি উলিওৱা ঘৰবোৰৰ বৃহত্তমটোৰ মজিয়াৰ মুঠ কালি ২৩০'×৭৮'। খুব সম্ভৱ সেইটো এটা ৰাজপ্ৰাসাদ আছিল। হৰপ্পাত পোৱা গৈছে এটা বিয়োগোম শস্যৰ ভঁৰাল। দুৰ্গৰ উত্তৰফালে ১৫০'×২০০' আয়তক্ষেত্ৰাকাৰ মঞ্চৰ ওপৰত এই ভাণ্ডাৰ নিৰ্মাণ কৰা হৈছিল। ইয়াৰ ভিতৰখন ৫০' × ২০' কোঠাত বিভক্ত। নিঃসন্দেহে এইটো ভূমিকৰ হিচাপে কৃষকসকলৰ পৰা সংগ্ৰহ কৰা শস্য ৰাখিবলৈ নিৰ্মাণ কৰা হৈছিল। মহেঞ্জোদাৰোতো এনে এটা ভাণ্ডাৰ নিশ্চয় আছিল। প্ৰধান খাদ্য শস্য আছিল ঘেঁহু, যৱ ধান, মটৰ মাহ আৰু তিল। ভাৰতত তিল খেতি কৰা হয় তাৰ গুটিৰ পৰা খাদ্যৰ বাবে তেল উলিয়াবলৈ। ধান খেতি কৰাৰ কোনো প্ৰমাণ পোৱা নাযায়। কিন্তু

হৰপ্পানসকলে কপাহ উৎপাদন আৰু ব্যৱহাৰ কৰিছিল। জলসিঞ্চন ব্যৱস্থাৰ প্ৰচলন আছিলনে নাই সেইটোও নিশ্চিতভাৱে জনা নগ'লেও খুব সম্ভৱ আছিল। বৰ্তমান কালৰ ভাৰতত মানুহে পোহনীয়া জন্তু হিছাপে ৰখা প্ৰায় সকলো জন্তু তেতিয়াও মানুহে পুহিছিল। কুঁজ থকা আৰু নথকা সকলো জন্তু, ম'হ, ছাগলী, ভেড়া, গাহৰি, গাধ, কুকুৰ আৰু কুকুৰা পুহিছিল। হাতীৰ বিষয়ে আটায়ে জানিছিল আৰু বোধ হয় পুহিছিলো। হৰপ্পানসকলে ঘোঁৰাৰ বিষয়েও জানিছিল বুলি ধাৰণা হয়। কাৰণ বেলুচিস্তানৰ ৰাণা গুন্দাই নামে খনন-স্থলত মাটিৰ বহু তলৰ স্তৰত কিছুমান ঘোঁৰাৰ দাঁত পোৱা গৈছে। খুব সম্ভৱ সেইবোৰ হৰপ্পাত নগৰ পত্তনৰ বহু শতাব্দী আগৰে। এনেকুৱাও হ'ব পাৰে অশ্বাৰোহী অঘৰী জাতিৰ ক্ষুদ্ৰ ক্ষুদ্ৰ একোটা দলে আৰ্যসকলৰ আগমনৰ বহুকাল আগতেই উত্তৰ-পশ্চিম ভাৰতত প্ৰৱেশ কৰিছিলহি। কিন্তু হৰপ্পান মানুহে নিজে ঘোঁৰা পুহিছিল নে নাই সেই বিষয়ে ঘোৰ সন্দেহ আছে। যদি পুহিছিলো তেন্তে নিতান্ত স্বল্পসংখ্যক ঘোঁৰাহে তেওঁলোকৰ আছিল। বোজাবাহী জন্তু হিছাপে বলদৰ ব্যৱহাৰেই আছিল বেছি।

এনে এক সুস্থিৰ আৰু উৎপাদনশীল কৃষি-ব্যৱস্থাৰ ওপৰত নিৰ্ভৰশীল হৰপ্পাৰ অৰ্থনীতি নিশ্চয় সফল হৈছিল। গতিকে হৰপ্পান মানুহে কল্পনাশক্তি আৰু বৈচিত্ৰ্য প্ৰদৰ্শন কৰিব নোৱাৰিলেও সুখপ্ৰদ এক সভ্যতা গঢ়িব পাৰিছিল। তেওঁলোক বুৰ্জোৱজি অৰ্থাৎ যোত্ৰবান মধ্যবিত্তসকলে ভাল ভাল ঘৰত বাস কৰিছিল। আনকি তেওঁলোকৰ সাধাৰণ বনুৱা শ্ৰেণীৰ লোকেও—লাগিলে বনুৱাই হওক বা ক্ৰীতদাসেই হওক—অন্ততঃ দুখোঁটলীয়া পকীঘৰত বাস কৰিবলৈ পাইছিল। তাৰ পৰাই প্ৰমাণিত হয় যে তেওঁলোকৰ এক সুসংগঠিত বাণিজ্য-ব্যৱস্থা আছিল। নহ'লে ইমানখিনি সমৃদ্ধি সম্ভৱ নহ'লহেঁতেন। এই নগৰবোৰে নিশ্চয় বেলুচিস্তানৰ গ্ৰাম্য বসতিস্থান অঞ্চলৰ লগত বেহা-বেপাৰ চলাইছিল কাৰণ সেইবোৰ ঠাইতো হৰপ্পান সংস্কৃতিৰ নমুনা থকা কিছুমান স্থান চিহ্নিত কৰিব পৰা গৈছে। কিন্তু হৰপ্পাত প্ৰাপ্ত ধাতু-নিৰ্মিত আৰু মূল্যবান পাথৰ নিশ্চয় আৰু বহুত দূৰৰ ঠাইবোৰৰ পৰাও আহিছিল। কাথিৱাৰ আৰু দাক্ষিণাত্যৰ পৰা তেওঁলোকে শঙ্খ আৰু বিভিন্ন দামী পাথৰ আমদানি কৰিছিল। সাজ-সজ্জাৰ কামত সাগৰীয় শঙ্খ প্ৰচুৰ পৰিমাণে ব্যৱহাৰ কৰিছিল। ৰূপ, আকাশী নীলা পাথৰ আৰু নীলৰত্ন আনিছিল পাৰস্য আৰু আফগানিস্তানৰ পৰা। তেওঁলোকে ব্যৱহাৰ কৰা তাম আহিছিল হয় ৰাজস্থান নহয় পাৰস্যৰ পৰা। কলপতীয়া ৰঙৰ মূল্যবান জেড্ পাথৰ আহিছিল তিব্বত বা মধ্য এছিয়াৰ পৰা।

হৰপ্পান সভ্যতা যদিও সিন্ধু নদৰ মোহনালৈকে বিস্তৃত আছিল হৰপ্পা আৰু মহেঞ্জোদাৰোৰ মানুহৰ সাগৰৰ প্ৰতি কোনো আকৰ্ষণ নাছিল। খনন-কাৰ্যৰ ফলত

জলযান বা জাহাজ শ্ৰেণীৰ দুটা মাত্ৰ অৱশেষ পোৱা গৈছে—সেই দুখনো নদীত ব্যৱহাৰ কৰা নৌকাতকৈ বেছি ডাঙৰ নহয়। কিন্তু জল-পথেৰেই হওক বা থল-পথেৰেই হওক সিন্ধু উপত্যকাত উৎপন্ন বস্তু যে মেছোপটেমিয়া পাইছিলগৈ সেই বিষয়ে সন্দেহ নাই। কাৰণ সিন্ধু সভ্যতাৰ চিহ্নবাহী অনেক ছীল-মোহৰ আৰু অন্যান্য দ্ৰব্য ছুমেৰত পোৱা গৈছে যিবোৰৰ পুৰাতাত্ত্বিক সময় নিৰ্ধাৰিত হৈছে খ্ৰী. পূ. ২৩০০ আৰু ২০০০ বৰ্ষৰ মাজৰ কোনো সময়ৰ বুলি। ছুমেৰৰ পৰা ভাৰতলৈ কিবা বয়-বস্তু ৰপ্তানি কৰা হৈছিল নে নাই সেই বিষয়ে একো সঠিককৈ ক'ব নোৱাৰি। হৈছিল যদিও সি অতি সামান্য পৰিমাণে। সিও প্ৰধানকৈ মূল্যবান পাথৰ আৰু কেঁচা সামগ্ৰীয়েই হ'ব। সিন্ধু সভ্যতাৰ অলেখ ছীল-মোহৰ পোৱালৈ চাই এই কথা অনুমান কৰিব পাৰি যে ভাৰতৰ পৰা যোৱা সদাগৰসকলে মেছোপটেমিয়াত বাণিজ্যৰ ঘাটি স্থাপন কৰিছিল। তেওঁলোকৰ বেপাৰৰ প্ৰধান সামগ্ৰী আছিল বোধ হয় কপাহ। কপাহ সদায় ভাৰতৰ পৰা ৰপ্তানি কৰা প্ৰধান সামগ্ৰী আৰু পৰৱৰ্তী কালৰ বেবিলনিয়াতো ভাৰতীয় কপাহৰ চাহিদা আছিল।

দেখিলে এনে ধাৰণা হয় যেন সিন্ধু উপত্যকাৰ সকলো সদাগৰী পৰিয়ালৰ নিজৰ প্ৰতীকযুক্ত একোটা ছীল-মোহৰ আছিল। প্ৰতীকটোও সাধাৰণতে ধৰ্মীয় অৰ্থব্যঞ্জক। ছীলত আছিল একোটা নাম আৰু দেখিলেই পঢ়িব পৰা যাব যেন লগা অথচ এতিয়ালৈকে পাঠোদ্ধাৰ নোহোৱা কেইটামান দুৰ্বোধ্য লিপিত লিখা শব্দ। হৰপ্পাত প্ৰাপ্ত তেনে ছীলবোৰ আয়তাকাৰ বা বৰ্গক্ষেত্ৰাকাৰ একোচটা ষ্টীটাইট্ নামৰ নৰম শিলৰ ফলি। তাৰ ওপৰত সূক্ষ্ম কাৰুকাৰ্য কৰি জুইত পুৰি টান কৰি পেলোৱা হয়। মেছোপটেমিয়ান সভ্যতাত পোৱা ছীলবোৰ দুয়োমূৰে সমান ঘূৰণীয়া চুঙাৰ দৰে। তাৰ ওপৰত চিহ্ন আৰু আখৰ কটা থাকে। বোকা মাটিৰ ওপৰেদি ঘূৰাই দিলে সেই প্ৰতীক আৰু আখৰৰ সাঁচ বহি যায়। এনেকুৱা গোটাসজীয়া মেছোপটেমিযান ছীল দুই-এটা মহেঞ্জোদাৰোত পোৱা গৈছে কিন্তু তাত খোদিত প্ৰতীক আৰু আখৰবোৰ হৰপ্পান। এনেকুৱা ২০০০ ৰো ওপৰসংখ্যক ছীল সিন্ধু উপত্যকাৰ এই নগৰবোৰ খনন কৰোতে পোৱা গৈছে। এনে ধাৰণা হয় যে সমাজৰ প্ৰতিজন গণ্য-মান্য নাগৰিকৰে নিজৰ নিজৰ ছীল আছিল। যদিও সেইবোৰৰ মুখ্য উদ্দেশ্য আছিল সম্পত্তিৰ ওপৰত নিজৰ মালিকানা চিহ্নিত কৰা সেইবোৰ যে কৱচ বা মাদলি হিছাপেও ব্যৱহাৰ কৰা হৈছিল সেই বিষয়েও সন্দেহ নাই। ছীলৰ মালিকে নিজৰ ছীল গাত ওলোমাই লৈ ফুৰিছিল। ছীলবোৰত বিভিন্ন ধৰণৰ প্ৰতীক অংকিত আছিল যেনে ষাঁড, মহিষ, ছাগলী, বাঘ, হাতী আৰু কোনো কোনো ছীলত ধৰ্মীয় কাহিনীৰ একোটা দৃশ্যৰ অংশ। ছীলত থকা সাধাৰণতে দহটা, কেতিয়াবা সৰ্বাধিক বিশটা আক্ষৰিক চিহ্ন খোদিত থাকে। সেই আখৰবোৰেই প্ৰাচীন হৰপ্পান লিপিৰ শেষ নিদৰ্শন।

এই হৰপ্পান লিপিত প্ৰায় ২৭০ টা আখৰ পোৱা গৈছে। সৰহভাগেই চিত্ৰাক্ষৰ জাতীয়। সেইবিলাকৰ বেছিভাগেই ভাববোধক (ইডিঅ'গ্ৰাফিক্) আৰু শব্দাংশসূচক (চিলেবিক) ধৰণৰ। হৰপ্পাৰ এই লিপিৰ উৎস ছুমেৰৰ তেতিয়াৰ যুগৰ লিপিয়েই হ'ব পাৰে। বোধ হয় ছুমেৰিয়ান লিপি অলপ বেছি পুৰণি আছিল। কিন্তু হৰপ্পাৰ এই লিপি মধ্যপ্ৰাচ্যৰ প্ৰাচীন কোনো লিপিৰ লগতে নিমিলে। এই লিপিৰ লগত সমকালীন অন্য সভ্যতাৰ লিপিৰ লগত সাদৃশ্য বিচাৰি বহুত সন্ধান কৰা হৈছে যদিও একো লাভ হোৱা নাই। কিন্তু এই লিপিৰ লগত চকুত লগাকৈ সাদৃশ্য দেখা যায় পূব প্ৰশান্ত মহাসাগৰীয় ইষ্টাৰ আইলেণ্ডৰ অধিবাসীকসকলে সৌ সিদিনালৈকে ব্যৱহাৰ কৰি থকা অক্ষৰ-প্ৰতীক কিছুমানৰ লগত। কিন্তু হৰপ্পা আৰু ইষ্টাৰ আইলেণ্ড এই দুই সংস্কৃতিৰ মাজত দূৰত্ব আৰু সময়ৰ যি দুস্তৰ ব্যৱধান তালৈ চাই দুইটাৰ মাজত সম্পৰ্ক বা প্ৰভাৱ পৰাৰ সম্ভাৱনীয়তাৰ কথা ভাবিবই নোৱাৰি। হৰপ্পাত লেখনৰ সঁজুলি কেনে ধৰণৰ আছিল সেইটোও জনা নাযায়। খনন হৈ থকা চানহু ডাৰো নামে এখন কম গুৰুত্বপূৰ্ণ ঠাইত পোৱা এটা সৰু মাটিৰ পাত্ৰ চিয়াঁহী থোৱা দোৱাত হিচাপে ব্যৱহাৰ কৰা হৈছিল বুলি কোনো কোনোৱে কয়। হৰপ্পাৰ মানুহে বোকাৰ ফলকৰ ওপৰত সাঁচ বহুৱাই একো লিখা লিপি কৰা নাছিল বুলি নিশ্চিত হ'ব পাৰি। নহ'লে সেইবোৰৰ কিছুমান হ'লেও খনন-স্থলত পোৱা গ'লহেঁতেন।

সকলো দিশ বিবেচনা কৰি চালে ধাৰণা হয় যে হৰপ্পানসকল বৰ শিল্পীসুলভ প্ৰকৃতিৰ নাছিল। সন্দেহ নাই যে তেওঁলোকৰ এক সাহিত্য আছিল, ছুমেৰ আৰু বেবিলনৰ দৰে ধৰ্মীয় মহাকাব্য ধৰণৰ কিবা লিখিত গ্ৰন্থ আছিল। কিন্তু সেইবোৰ চিৰকালৰ বাবে বিলুপ্ত হৈছে। তেওঁলোকে ঘৰবোৰ ভিতৰৰ ফালে বোকাৰে লিপিছিল। সেইবোৰত কিবা চিত্ৰকলা অংকিত আছিল যদিও সেইবোৰৰ কোনো চিন এতিয়া নাই। ঘৰবোৰৰ বেৰৰ বাহিৰফালে অকল ইটাৰ গাঁথনি দেখা যায়। গৃহ-নিৰ্মাণ ঠিক প্ৰয়োজন পূৰাবলৈহে নিৰ্মাণ কৰা হৈছিল। গাঁথোতে ইটাৰেই যি অলপ দেখিবলৈ ভাল কৰাৰ প্ৰয়াস তাতকৈ আৰু ধুনীয়া কৰিবলৈ শিল্পকলাৰ প্ৰয়োগ ক'তো দেখা নেযায়। ক'তো স্মৃতিচিহ্ন জাতীয় মূৰ্তি বা ভাস্কৰ্যৰ নিদৰ্শনো খনন-কাৰ্যত পোৱা নগ'ল। যদি ডাঙৰ ডাঙৰ ঘৰবোৰৰ কোনোটো মন্দিৰ বা দেৱালয় আছিল—সেইবিলাকৰো ক'তো কোনো মূৰ্তি আদি উদ্ধাৰ হোৱা নাই। অৱশ্যে সেইবোৰ যদি কঠ বা সময়ৰ সোঁতত সহজে বিনষ্ট হোৱা কিবা বস্তুৰে সজা হৈছিল তেন্তে নেপোৱাৰ কথাই।

কিন্তু হৰপ্পাৰ মানুহে কলাবস্তু বৃহৎ উদ্যোগৰ ৰূপত সৃষ্টি কৰিব নোৱাৰিছিল যদিও ক্ষুদ্ৰাকৃতি কলাবস্তু নিৰ্মাণত তেওঁলোকৰ নিপুণতা লক্ষণীয়। সহজেই চকুত পৰা বস্তু হৈছে তেওঁলোকৰ ছীল-মোহৰবোৰত খোদিত আখৰ আৰু চিত্ৰবোৰ। বিশেষকৈ

ছীলবোৰত থকা জন্তুৰ খোদিত কৰা মূৰ্তিবোৰ অতিশয় বাস্তবানুগ আৰু সেইবোৰত শিল্পীৰ একাগ্ৰতা আৰু স্নেহ নিৰ্ভুলভাৱে প্ৰকাশিত হৈছে। ছীলবোৰত থকা অনেক গলবিচনী থকা উকহু ষাঁড়ৰ ছবি, খৰ্গযুক্ত গঁড়, গুঁজৰি থকা বাঘ আৰু অন্যান্য জন্তুৰ ছবি খোদিত কৰোতে হৰপ্পান শিল্পীৰ হস্তনৈপুণ্য আৰু বিষয়বস্তুৰ প্ৰতি গভীৰ মমতা প্ৰদৰ্শিত হৈছে।

একে ধৰণেই কিছুমান ক্ষুদ্ৰ ক্ষুদ্ৰ মনুষ্যমূৰ্তিৰ নিৰ্মাণ-কৌশলো চকুত লগা। ৰঙা ছেণ্ডষ্টোনত কটা মুণ্ডহীন মানৱৰ দেহাবয়বৰ মূৰ্তিত প্ৰতিফলিত বাস্তৱবাদে মনত দাগ কাটি যায়। ঈষৎ বাহিৰলৈ ওলোৱা তলপেটৰ নিৰ্মাণ কৌশলে পৰৱৰ্তী কালৰ ভাৰতীয় ভাস্কৰ্যৰ ধৰণলৈ আঙুলিয়াইছে যেন লাগে। এই মূৰ্তিটোৰ বিষয়ে এনে মতামতো ব্যক্ত হৈছে যে দৰাচলতে সেই মূৰ্তি বহুত পিছৰ যুগৰ ভাৰতীয় ভাস্কৰ্যৰ নিদৰ্শন। কোনো অজান কাৰণত ঘটনাক্ৰমে সি হৰপ্পাৰ বহুত তলৰ মাটিৰ তৰপত স্থান পাইছিলগৈ। কিন্তু স্কন্ধদেশৰ আৰু বাহুমূলৰ কিছুমান লক্ষণৰ পৰা তেনে অনুমানৰ কোনো যুক্তি নাই যেন লাগে। ক্ষুদ্ৰ শিলামূৰ্তিৰ ভিতৰত আৰু এটা আবক্ষ মূৰ্তিয়েই দৃষ্টি আকৰ্ষণ কৰে। সেই মূৰ্তি দেখিলে কাৰবাৰ প্ৰতিমূৰ্তি গঢ়িবলৈ কৰা এটা চেষ্টা যেন লাগে। অনেকৰ মতে সেইটো কোনো পুৰোহিতৰ প্ৰতিমূৰ্তি। ধ্যানমগ্ন হৈ মুদ খাই থকা চকুৰে সেই আবক্ষ মূৰ্তিৰ মুখমণ্ডল কিন্তু মংগোলীয়। সিন্ধু উপত্যকাত মংগোলীয় গোষ্ঠীৰ মানুহৰ বসতি থকাৰ অন্য এটা প্ৰমাণ হৈছে এই যে তাত খনন-কাৰ্যত উদ্ধাৰ হোৱা একমাত্ৰ এটা মানুহৰ লাওখোলাৰ গঠন মংগোলীয় মানুহৰ।

আৰু এটা চমকপ্ৰদ ভাস্কৰ্যৰ নিদৰ্শন হৈছে খননৰ ফলত উদ্ধাৰ হোৱা এজনী নাচনী ছোৱালীৰ ব্ৰঞ্জৰ মূৰ্তি। সেই উলংগ মূৰ্তিৰ ডিঙিত এডাল হাৰ আৰু এখন হাতৰ ঠাৰিত বহুত খাৰুৰ বাহিৰে আন একো নাই। তাইৰ মূৰৰ কেশ-সজ্জাও জটিল ধৰণৰ। এখন ভৰি দীঘলকৈ আৰু বেঁকাকৈ মেলি কঁকালত এখন হাত দি লাজ লগা ভঙ্গীত থিয় দি থকা সেই নাচনীৰ মূৰ্তিত নিজকে আকৰ্ষণীয় কৰি তোলাৰ এটা আয়াসৰ প্ৰতিফলন ঘটিছে। তেনে মূৰ্তি আন আন প্ৰাচীন সভ্যতাবিলাকত সাধাৰণতে দেখা নেযায়। নাচনী ছোৱালীৰ ক্ষীণ বালকসুলভ দেহাৱয়ৱ— লগতে আন আন মাতৃকা দেৱী মূৰ্তিবোৰৰ দেহৰ গঠনলৈ লক্ষ্য কৰিলে অনুমান হয় যে হৰপ্পান মানুহৰ নাৰী-সৌন্দৰ্যবোধৰ সংজ্ঞা পৰৱৰ্তী কালৰ ভাৰতৰ নাৰী-সৌন্দৰ্যবোধৰ ধাৰণাতকৈ বহুত বেলেগ আছিল। এনে মতো প্ৰকাশ কৰা হৈছে যে হৰপ্পাৰ এই নাচনী ছোৱালীয়ে দৰাচলতে সেই সভ্যতাৰ মন্দিৰৰ নৰ্তকী বা গণিকাশ্ৰেণীৰেই প্ৰতিনিধিত্ব কৰে। কাৰণ মধ্য-প্ৰাচ্যৰ সমসাময়িক কালৰ সভ্যতাবিলাকত সেই দুই শ্ৰেণীৰ নাৰী আছিল আৰু পিছৰ যুগৰ হিন্দু সংস্কৃতিতো তেনে নাৰীৰ গুৰুত্ব আছিল। কিন্তু এই মত প্ৰমাণভিত্তিক

নহয়। সেই ব্ৰঞ্জৰ ছোৱালীজনী আচলতে নাচনী আছিলনে নাই তাৰেই ঠিকনা নাই। মন্দিৰৰ নৰ্তকী বুলি কোৱাৰতো কোনো যুক্তিয়েই নাই।

হৰপ্পাৰ মানুহে সেইবোৰৰ উপৰি নিৰ্মাণ কৰিছিল দেখিবলৈ হুবহু যেন লগা জীব-জন্তুৰ পুত্তলিকা। বিশেষকৈ সৰু সৰু বান্দৰ, কেৰ্কেটুৱা আদিৰ পুত্তলিকা নিৰ্মাণ কৰিছিল মালা গুঁঠিবলৈ বা পিন্‌হেড হিছাপে ব্যৱহাৰ কৰিবলৈ। তেওঁলোকৰ ল'ৰা-ছোৱালীবোৰে উমলিবলৈ লৰচৰ কৰিব পৰা মূৰেৰে গৰু-ম'হৰ পুতলা, ৰচি এডালেৰে নামি যোৱা দেখুৱাব পৰাকৈ বান্দৰৰ পুতলা, পুতলা গৰুগাড়ী, চৰাইৰ দৰে আকৃতিৰ সুতুলি আদি তৈয়াৰ কৰিব পাৰিছিল সকলো পোৰা মাটিৰে। তেওঁলোকে একে ধৰণেৰে টেৰাকোট্টা অৰ্থাৎ পোৰা মাটিৰ নাৰী-মূৰ্তি গঢ়িব পাৰিছিল। সেইবোৰ মূৰত বাহুল্যপূৰ্ণ কেশসজ্জা দেখুৱালেও আছিল উলংগ-প্ৰায় উলংগ নাৰী মূৰ্তি। খুব সম্ভৱ এইবোৰ মাতৃকা দেৱীসকলৰে প্ৰতীকসূচক মূৰ্তি। ইমান বেছি সংখ্যক পোৱা গৈছে যে ধাৰণা হয় সেইবোৰ ঘৰে ঘৰে সকলোৱে ৰাখিছিল। সেইবোৰৰ নিৰ্মাণ-কাৰ্য বৰ মসৃণ নোহোৱাঁলৈ চাই এনে ধাৰণা হয় যে সেই দেৱী মূৰ্তিবিলাক সমাজৰ ওপৰ শ্ৰেণীৰ মানুহৰ মাজত বৰ প্ৰিয় নাছিল। কাৰণ তেওঁলোকেহে সুনিপুণ কাৰিকৰসকলৰ হতুৱাই উন্নত ধৰণৰ তেনে মূৰ্তি গঢ়াব পাৰে। এইবিলাক বোধ হয় সাধাৰণ মানুহৰ চাহিদা পূৰণ কৰিবলৈ সাধাৰণ কুমাৰে সৰহীয়াকৈ প্ৰস্তুত কৰা দেৱী মূৰ্তি।

যদিও হৰপ্পাৰ মানুহে শিলেৰে নিৰ্মিত সাঁজুলিৰ ব্যৱহাৰ সম্পূৰ্ণভাৱে পৰিহাৰ কৰা নাছিল তেওঁলোকে ব্ৰঞ্জ আৰু তামেৰে নিৰ্মিত সা-সাঁজুলিও ব্যৱহাৰ কৰিছিল। কিন্তু বহু দিশত প্ৰযুক্তি বিদ্যাৰ ক্ষেত্ৰত তেওঁলোক মেছোপটেমিয়ানসকলতকৈ পিছপৰা আছিল। ছুমেৰিয়ানসকলে বহু আগতেই কটাৰি আৰু বৰ্শাফলক নিৰ্মাণ কৰিবলৈ শিকিছিল। বৰ্শাফলক নিৰ্মাণ কৰোতে মাজত সিৰ দি মজবুতকৈ নিৰ্মাণ কৰিব জানিছিল। লগতে নাল লগাব পৰাকৈ বিন্ধা ৰাখি কুঠাৰ তৈয়াৰ কৰিব পাৰিছিল। তাৰ তুলনাত হৰপ্পাত নিৰ্মিত দা-কুঠাৰবোৰ চেপেটা আৰু সহজে বেঁকা কৰিব পৰা বিধৰহে আছিল। কুঠাৰবোৰতো নালডাল ফুটাত সুমোৱাৰ সলনি বান্ধি দিয়াৰহে ব্যৱস্থা আছিল। খননৰ সময়ত একেবাৰে ওপৰৰ স্তৰতহে অলপ উন্নত ধৰণৰ সাঁজুলি পোৱা গৈছিল। সেইবোৰ বোধ হয় পিছৰ যুগৰ কোনো আক্ৰমণকাৰীয়ে পেলাই থৈ যোৱা। কিন্তু হৰপ্পানসকলে সমসাময়িক অন্য সভ্যতাৰ লোকতকৈ আগবঢ়া এবিধ আহিলা নিৰ্মাণ কৰিছিল— সেইটো হ'ল কৰত। কৰতবোৰৰ দাঁতবোৰ এনেদৰে সজোৱা যে কাঠ ফালোতে গুড়িবোৰ নিজে নিজে বাহিৰ ওলাই পৰি গৈ মিস্ত্ৰিৰ কাম যথেষ্ট সহজ কৰি দিয়ে। এই কথাৰপৰা অনুমান কৰিব পাৰো যে কাঠমিস্ত্ৰিৰ কাম তেওঁলোকে বিশেষ পাৰ্গতালিৰে কৰিব পাৰিছিল। তেওঁলোকে কম দামী পাথৰৰ সুন্দৰ মণি আৰু পোৰা মাটিৰে সজা চিকচিকীয়া উজ্জ্বল মণিৰে হাৰ প্ৰস্তুত কৰিছিল। হৰপ্পাৰ মৃৎশিল্প দেখাত সাধাৰণ যেন

লাগিলেও সুন্দৰকৈ নিৰ্মিত মাটিৰ পাত্ৰবোৰৰ কিছুমানত সূক্ষ্ম ৰং-বিৰঙৰ চিত্ৰাংকনো দেখিবলৈ পোৱা যায়।

হৰপ্পান পুৰুষসকলে পিন্ধা পোছাকত এটা কান্ধ উদং হৈ থাকে। উচ্চ শ্ৰেণীৰ লোকে পৰিধান কৰা পোছাকত নানা ফুল বছা থাকে। মতা মানুহবোৰে ডাড়ি ৰাখিছিল। মতা-মাইকী সকলোৱে দীঘলকৈ চুলি ৰাখিছিল। মাটিৰ মাতৃকা মূৰ্তিবিলাকত দেখা বাহুল্যপূৰ্ণ কেশসজ্জাই উচ্চ শ্ৰেণীৰ হৰপ্পান মহিলাৰ বিলাসী কেশবিন্যাসৰ ধৰণৰ কথাকে নিশ্চয় সূচায়। মাতৃকা দেৱী মূৰ্তিবিলাকত দেৱীৰ কঁকালত খুব চুটি একোখন মেখেলাহে দেখা যায়। কিন্তু এটা ছীল-মোহৰত তিৰোতা মানুহৰ বোধ হয় কোনো নাৰী পুৰোহিতে হ'ব— কঁকালত আঁঠুৰ তললৈকে পৰা মেখেলা দেখা গৈছে। তিৰোতাসকলে নানা ধৰণে লাহ-বিলাহ কৰি খোপা বান্ধিছিল। এতিয়াৰ ভাৰতীয় নাৰীৰ দৰেই দীঘল দীঘল বেণী ৰখা পছন্দ কৰিছিল। তেওঁলোকে আ-অলঙ্কাৰ পিন্ধি বৰ ভাল পাইছিল। হাত ভৰাই নানা ধৰণৰ আৰু বৰণৰ খাৰু পিন্ধিছিল। ডিঙিত নানা ধৰণৰ গলপতা, কাণত কাণফুলি পিন্ধিছিল।

হৰপ্পাৰ বিষয়ে আহৰণ কৰা আমাৰ খণ্ড খণ্ড আৰু সীমিত জ্ঞানেৰে আমি মাত্ৰ অনুমান কৰিব পাৰো যে হৰপ্পান মানুহে মানি চলা ধৰ্মবিশ্বাসত হিন্দু ধৰ্মৰ পৰৱৰ্তী যুগৰ চাৰিত্ৰিক বৈশিষ্ট্য কিছুমানহে দেখা পোৱা যায়। হিন্দু ধৰ্মৰ প্ৰাৰম্ভিক কালৰ ধৰ্মীয় সাহিত্যত সেইবোৰ বৈশিষ্ট্য দেখা পোৱা নগৈছিল। যেনে হৰপ্পাত পূজিতা-অৰ্চিতা দেৱী মাতৃৰ পুনৰাবিৰ্ভাৱ হিন্দু ধৰ্মত হৰপ্পান সভ্যতাৰ পতনৰ প্ৰায় এহেজাৰ বছৰৰ মূৰতহে হৈছিল। আগতেই কোৱা হৈছে যে হৰপ্পাত দেৱী মাতাৰ পূজা সাধাৰণ প্ৰজাৰ মাজতহে জনপ্ৰিয় আছিল। সমাজৰ উচ্চ শ্ৰেণীৰ লোকসকলে দেৱীতকৈ দেৱতাসকলৰ পূজা-অৰ্চনাহে পছন্দ কৰিছিল। পৰৱৰ্তী কালৰ হিন্দু ধৰ্মতো সেইটো দেখা যায়। ক্ষুদ্ৰ ক্ষুদ্ৰ মাটিৰ মাতৃকা দেৱীৰ মূৰ্তিবোৰৰ উপৰি কিছুসংখ্যক ডঢ়ীয়া মানুহৰ মূৰ্তিও পোৱা গৈছে। সেইবোৰ মূৰ্তিৰ মূৰত চুলিৰ জঁটা। মেৰুদণ্ড পোন কৰি ভৰি দুখন অলপ মেলি থিয় হোৱা। দুইখন হাত দুয়োফালে গাৰ সমান্তৰাল কৰি কিন্তু শৰীৰত স্পৰ্শ ওলমা— এই দেহভংগী বহু যুগৰ পিছত দেখা গৈছিল জৈন ধৰ্মৰ কায়োৎসৰ্গ পদ্ধতিত জৈন গুৰুসকলে ধ্যানস্থ হোৱাৰ ভংগীত। এনে ধৰণৰ বহুত মূৰ্তি পোৱা গৈছে কাৰণে ধাৰণা হয় এয়া কোনো হৰপ্পানসকলৰ উপাস্য দেৱতাৰ মূৰ্তি। এটা পোৱা মাটিৰ মুখা পিন্ধা দেৱতাৰ মূৰ্তিও পোৱা গৈছে খননৰ ফলত। সেই মুখাত শিং লগোৱা আছে।

হৰপ্পা কৃষ্টিৰ ছীলবোৰত খোদিত এই শিঙাল দেৱতাৰ প্ৰতিকৃতি মন কৰিবলগীয়া। এই দেৱতাক তিনিটা ভংগীত খোদিত কৰা হৈছে। দুটাত তেওঁ এখন টুলত বা সৰু বেদীত বহি থকা দেখা গৈছে। তৃতীয় ভংগীত মাটিত। তিনিও ঠাইতে তেওঁক বহি

থকা থকা গৈছে ভাৰতীয় যোগী-ঋষিসকলৰ মাজত প্ৰচলিত পদ্মাসনত। বহুত দিনীয়া অনুশীলন নহ'লে ইউৰোপীয়ান লোকৰ বাবে সেই ভংগীত বহা অসাধ্য। দেৱ মূৰ্তিৰ দেহ নিৰাবৰণ। মাত্ৰ হাতৰ ঠাৰিত অনেক কংকণ আৰু ডিঙিতো হাৰ আছে। মূৰত এক বিশেষ ধৰণৰে কৰা শিৰসজ্জাত এযোৰ শিং দেখা যায়—এনে ধাৰণা হয় যেন শিঙ দুটা তেওঁৰ কপাল ফুটিহে গজিছে। দুই শিঙৰ মাজত গছ পুলি জাতীয় কিবা এটা। আটাইতকৈ ডাঙৰ ছীল-মোহৰটোত সেই দেৱতাক চাৰিটা বন্য জন্তুৱে বেঢ়ি থকা দেখা যায়—এটা হাতী, এটা বাঘ, এটা গঁড় আৰু এটা ম'হ। তেওঁ বহি থকা টুল বা বেদীৰ তলত দেখা যায় দুটা হৰিণ। হৰিণা পহুৰ উদ্যানত থকা বুদ্ধৰ প্ৰথম ধৰ্মোপদেশ দিয়া সভাৰ দৃশ্যৰ নিচিনা যেন লাগে। বন্য জন্তু, মূৰৰ উদ্ভিদ জাতীয় চিহ্ন আৰু তেওঁৰ উত্তোলিত লিংগৰ প্ৰদৰ্শনৰ পৰা কোনো উৰ্বৰতা শক্তিসূচক দেৱতা যেন লাগে। তেওঁৰ মুখৰ চেহেৰা ভয়ংকৰ বাঘৰ দৰে। এফ. এ. খ্ৰেদাৰৰ দৰে পণ্ডিতে সেই দেখি মত প্ৰকাশ কৰিছে সেই দেৱতা মনুষ্যাকৃতি নহয়েই। দেৱ মূৰ্তিৰ মুখৰ সোঁ আৰু বাওঁফালে থকা উঠঙা অংশলৈ আঙুলিয়াই ছাৰ জন মাৰ্শ্বালে কৈছে যে সেই দুটাৰে সেইপিনেও দুখন মুখ থকাৰ কথাকে সূচাইছে। মাৰ্শ্বালে সেই ধাৰণাৰ ওপৰতে নিৰ্ভৰ কৰি মূৰ্তিটোৰ নাম দিছে 'প্ৰ'ট'-শিৱ' অৰ্থাৎ 'আদি-শিৱ'। সেই নামকে এতিয়া আটায়ে গ্ৰহণ কৰা দেখা গৈছে। সেই শৃঙ্গ-যুক্ত দেৱমূৰ্তিৰ পৰৱৰ্তী যুগৰ হিন্দু ধৰ্মৰ প্ৰধান দেৱতা শিৱৰ লগত অনেক সাদৃশ্য নিশ্চিতভাৱে লক্ষ্য কৰা যায়। উৰ্বৰতা শক্তিৰ প্ৰতীকৰূপে পশুকুলৰ অধিপতি পশুপতি নামধাৰী আৰু মাজে মাজে তিনিমুখীয়া কৰি অংকিত শিৱৰ আদিৰূপ বুলি ক'বই পাৰি সেই হৰপ্পান দেৱতাক।

সিন্ধু উপত্যকাৰ অধিবাসীসকলৰ মাজত 'পবিত্ৰ' বুলি গণ্য কিছুমান জন্তুৰ ভূমিকা আছিল। ছীল-মোহৰত অংকিত সকলো জন্তুৱেই 'পবিত্ৰ' বুলি নধৰিলেও ষাঁড়যে 'পবিত্ৰ' বুলি গণ্য হৈছিল সেই বিষয়ে সন্দেহ নাই। বহুতো ছীলত ষাঁড়ক এনে এটা পাত্ৰৰ সমুখত থিয় হৈ থকা দেখুৱা হৈছে যিটো নিশ্চয় গৰুক ঘাঁহ দিয়া খাং নাছিল। দেখিলে কোনো পূজা-পাতলত ব্যৱহাৰ কৰা দ্ৰব্য যেনহে লাগে। খুব সম্ভৱ সেইখন এখন টেবুল য'ত কোনো উৰ্বৰতা পূজাৰ ক্ৰিয়া-কাণ্ডৰ বাবে শস্যৰ গজালি মেলোৱা কামত ব্যৱহাৰ কৰা হৈছিল। কিছুমান ছীলত সৰু সৰু পোন ৰেখাৰে টেবুলখনৰ ওপৰত শস্যৰ গজালি দেখুৱা হৈছে আৰু সেইবোৰ পবিত্ৰ বৃষভে খুওৱা দেখুৱা হৈছে। বৃষভৰ সাধাৰণতে এটা শিংহে দৃষ্ট হয় ছীলৰ ছবিত। সেইবাবে সেইটো কোনো কোনোৱে ইংলিছ 'ইউনিকৰ্ণ' নামৰ কাল্পনিক জন্তু বুলিও ক'বলৈ যায়। দৰাচলতে সেইদৰে কিন্তু এটা স্বাভাৱিক ষাঁড়ৰহে ছবি অংকন কৰিবলৈ যত্ন কৰিছে হৰপ্পাৰ শিল্পীয়ে। এটা শিঙৰ আঁৰত ইটো শিং ঢাক খাই গৈছে। হিন্দু ধৰ্মত বৃষভ সদায় শিৱৰ লগত যুক্ত। কিন্তু

হৰপ্পাৰ 'আদি-শিৱ'ৰ লগত ষাঁড়ৰ কোনো সম্বন্ধ নাই। কাৰণ তেওঁক বেঢ়ি থকা জন্তুবোৰৰ এটাও বৃষভ নহয়। তেনেকৈ পৰৱৰ্তী যুগৰ হিন্দু ধৰ্মত সৰ্বদা মান্য গাভীৰ চিত্ৰ হৰপ্পাৰ যুগৰ কোনো ঠাইতে দেখা নাযায়।

তেনেকৈ পবিত্ৰ বুলি গণ্য হৈছিল কিছুমান গছো। যেনে, এতিয়াৰ হিন্দু ধৰ্মৰ আচাৰ-অনুষ্ঠানত অতি পবিত্ৰ বুলি ধৰা আঁহত গছ। বৌদ্ধ ধৰ্মত এই আঁহত গছক বুদ্ধই বুদ্ধত্ব লাভ কৰা বৃক্ষ হিচাপে বৰ মান্য কৰা হয়। হৰপ্পাৰ এটা ছীলত এজোপা তেনে পিপল গছত এগৰাকী শিং লগা দেৱীক দেখুওৱা হৈছে। তেওঁক পূজা কৰি থকা যিজনৰ প্ৰতিকৃতি সেই পূজাৰীবো মূৰত শিং। এটা মানুহৰ দৰে মূৰ থকা ছাগলীয়ে পূজা চাই আছে। পূজাৰ কামত আগ-পিছ কৰি আছে সাতজনী বেণী গোঁঠা তিৰোতাই—খুব সম্ভৱ সেই তিৰোতাবিলাক নাৰী পুৰোহিতেই হ'ব।

হৰপ্পাৰ লগত ছুমেৰীয় সম্পৰ্কৰ এটা উমান পোৱা যায় এটা ছীলৰ ছবিত। সেই ছবিত এজন বীৰে দুহাতেৰে দুটা বাঘৰ লগত মোকাবিলা কৰা দেখুওৱা হৈছে। সেই ছবিয়ে মেছোপটেমিয়ান এটা মটিফলৈ মনত পেলায় তাতো মেছোপটেমিয়ান পুৰাণৰ মহাবীৰ গিল্‌গামেছে দুহাতেৰে দুটা সিংহৰ লগত যুদ্ধৰত হৈ থকা দেখুওৱা হৈছে। বীৰজনৰ গোলাকৃতি মুখমণ্ডল, তেওঁৰ কেশ-বিন্যাসৰ বিশিষ্ট ধৰণ আৰু নিশাচৰ বাঘৰ লগত তেওঁৰ যুদ্ধ হৈছে সূৰ্যৰ লগত ৰাতিৰ অন্ধকাৰৰ যুদ্ধৰ প্ৰতীক। বীৰজনা হ'ল সূৰ্য, বাঘ হ'ল নিশাৰ এন্ধাৰ।

লিংগপূজা হৰপ্পাৰ ধৰ্মৰ এক প্ৰধান অঙ্গ আছিল। লিংগাকৃতি অনেক টেৰাকোট্টা অৱশেষ পোৱা গৈছে যিবোৰ অৱশ্যেই পূজাত ব্যৱহৃত লিংগই আছিল। লিংগ বা পুৰুষাংগৰ প্ৰতিকৃতি পৰৱৰ্তী যুগৰ হিন্দু ধৰ্মত শিৱৰ প্ৰতীক হিচাপে ধৰা হৈছিল। শিৱৰ মূৰ্তি পূজা যিমান হয় তাতকৈ বহু বেছিকৈ হয় শিৱপূজা শিৱলিংগৰ ৰূপত। গতিকে হৰপ্পাৰ ছীলত দেখা আদি শিৱৰ লিংগৰ পূজাৰ লগত শিৱলিংগৰ যি সংযোগৰ কথা কোৱা হৈছে সি নিতান্তই যুক্তিসঙ্গত। হৰপ্পাত উদ্ধাৰ হোৱা কিছুমান গোলাকৃতি বলয়ৰ দৰে শিলৰ স্ত্ৰী-জননাংগৰ লগত সাদৃশ্য কল্পনা কৰি মাতৃকা দেৱীৰ যোনি পূজাৰ নিদৰ্শন বুলি ক'বলৈও প্ৰয়াস কৰে কোনো কোনোৱে। কিন্তু তেনে অনুমান সঠিক নহ'ব।

১৯৪৬ চনত ছাৰ মৰ্টিমাৰ হুইলাৰে হৰপ্পাত কাম নকৰালৈকে সেইসকল মানুহে কেনে ধৰণেৰে তেওঁলোকৰ মৃতকৰ সৎকাৰ কৰিছিল সেইবিষয়ে নিশ্চিতভাৱে একো জানিব পৰা হোৱা নাছিল। কিন্তু তেনে সময়তে খনন-কাৰ্য চলাই থাকোতে এখন কবৰখানা আবিষ্কৃত হ'ল। তাত ৫৭ টা কবৰ ওলাল। জনা গ'ল যে হৰপ্পাত মৃতদেহ কবৰ দিয়াৰে নিয়ম আছিল। গোটেই কবৰখানাখনত খনন-কাৰ্য শেষ হোৱা নাই।

প্ৰত্যেকটো কবৰ খন্দাও হোৱা নাই। গতিকে প্ৰমাণ আহৰণৰ কাম সম্পূৰ্ণ হৈছে বুলি ক'ব নোৱাৰি। তথাপি নিশ্চিত হ'ব পাৰি যে তেওঁলোকে দীঘলে দীঘলে শায়িত অৱস্থাতে মৃতদেহ সমাধিস্থ কৰিছিল—লগত মাটিৰ পাত্ৰ আৰু মৃতকে ব্যৱহাৰ কৰা অলংকাৰ-পাতিও দিছিল।

এতিয়া প্ৰশ্ন হ'ল এই মহৎ সভ্যতা গঢ়ি তোলা এইসকল আছিল কোন জাতিৰ মানুহ? কিছুমান ভাৰতীয় ঐতিহাসিকে ক'বলৈ বিচাৰে যে তেওঁলোক আৰ্য জাতিৰ মানুহেই আছিল—তেওঁলোকেই ঋকবেদ ৰচনা কৰিছিল। কিন্তু সেই কথা সম্পূৰ্ণ অমূলক। খনন-কাৰ্যত উদ্ধাৰ হোৱা হাড়-মূৰৰ জঁকা পৰীক্ষা কৰি জানিব পৰা গৈছে যে হৰপ্পাৰ কিছুমান মানুহ দীৰ্ঘ-গঢ়ী-মুণ্ড, সংকীৰ্ণ নাকযুক্ত, লাহি দেহৰ—ভূমধ্যসাগৰীয় মানৱৰ দেহ-গঠনযুক্ত। তেনেকুৱা মানুহেই প্ৰাচীন মধ্য প্ৰাচ্য আৰু ইজিপ্তৰ সৰ্বত্ৰ বিয়পি আছিল আৰু বৰ্তমান ভাৰতীয় জনগণৰ মাজতো তেনে দেহধাৰী মানুহ অসংখ্য। দ্বিতীয় এক গোষ্ঠীৰ মানুহৰ সন্ধানো পোৱা যায় যিসকল প্ৰ'ট'-অষ্ট্ৰোলইড্ জাতি মূলৰ, চেপেটা নাক আৰু ডাঠ ওঁঠেৰে অষ্ট্ৰেলিয়াৰ আদিম অধিবাসীসকলৰ দৰে আৰু বৰ্তমান ভাৰতৰো অৰ্ধসভ্য কিছুমান পাহাৰীয়া উপজাতিৰ দেহৰ গঠনৰ লগত মিলে। এটা মাত্ৰ মঙ্গোলিয়ান মানুহৰ লাওখোলা আৰু আন এটা আলপাইন গোষ্ঠীৰ মানুহৰ লাওখোলা পোৱা গৈছে। ওপৰত উল্লেখ কৰা ডাঢ়ি থকা ষ্টীটাইট্ শিলৰ মনুষ্যমূৰ্তি শেহৰ দুই জনগোষ্ঠীৰ দেহ-গঠনৰ মিশ্ৰণ দেখা যায় আৰু নাচনী ছোৱালীজনীৰ দেহ-গঠন সম্পূৰ্ণ প্ৰট'-অষ্ট্ৰলইড্ গোষ্ঠীৰ। বৰ্তমান যুগৰ দৰে তেতিয়াৰ যুগতো উত্তৰ-পশ্চিম ভাৰত আছিল বহু জাতিৰ মিলনভূমি।

বৰ্তমান যুগৰ দক্ষিণ ভাৰতৰ মানুহৰ দেহ-গঠনত ভূমধ্য সাগৰীয় মানৱ আৰু প্ৰ'ট'-অষ্ট্ৰলইড্ মানৱগোষ্ঠীৰ মিশ্ৰিত ৰূপ দেখা যায়। হৰপ্পান মানুহৰো দেহ-গঠনত এই দুই গোষ্ঠীৰে মিশ্ৰণ আছিল। তদুপৰি হৰপ্পাত প্ৰচলিত ধৰ্মৰ অনেক মিল দেখা পোৱা যায হিন্দু ধৰ্মৰ অন্তৰ্গত দ্ৰাবিড় গোষ্ঠীৰ মানুহে আচৰণ কৰা কিছুমান ধৰ্মানুষ্ঠানৰ সৈতে। বেলুচিস্তানৰ পাৰ্বত্য অঞ্চলত এসময়ত নাল আৰু জোব্ সংস্কৃতিৰ অন্তৰ্গত অনেক লোকে সেই দূৰ অতীতত গাঁও পাতি বাস কৰিছিল হেজাৰ হেজাৰ বছৰ, তাৰ ভিতৰতে ব্ৰাহুই জাতিৰ লোকে প্ৰধানকৈ ইৰাণী জাতিমূলৰ হ'লেও তেওঁলোকে কৈছিল এটা দ্ৰাবিড ভাষাহে। এই কথাৰ ওপৰতে ভিত্তি কৰি হৰপ্পান লিপিত পাঠোদ্ধাৰ কৰিবলৈ অহোপুৰুষাৰ্থ কৰা এজন হৰপ্পা-বিশেষজ্ঞ ফাদাৰ এইচ হেৰছে কৈছে যে হৰপ্পাৰ লোকৰ কথিত ভাষা নিশ্চয় তামিল ভাষাৰে অতি আদিম ৰূপ।

এনে সিদ্ধান্তলৈও আহিব পাৰি যে হৰপ্পাৰ মানুহবোৰ প্ৰ'ট'-অষ্ট্ৰোলইড্ জাতি মূলৰে আছিল আৰু সেইবিলাক মানুহেই সমগ্ৰ ভাৰতত বিয়পি পৰিছিল। সেইবিলাক

মানুহৰ মাজলৈ ভূমধ্যসাগৰীয় মানবগোষ্ঠীৰ অনুপ্ৰৱেশ ঘটিছিল আৰু এই পিছৰ বিধেই আনিছিল মধ্য এছীয় প্ৰাচীন সভ্যতাৰ সমলৰাশিও। পিছৰ যুগৰ আন আন বিদেশাগত লোকৰ আক্ৰমণ বা অনুপ্ৰৱেশৰ ফলত সেই ভূমধ্যসাগৰীয় মানবগোষ্ঠীও গোটেই ভাৰততে সিঁচৰতি হৈ পৰি আৰু স্থানীয় অধিবাসীসকলৰ লগত মিশ্ৰিত হৈ দ্ৰাবিড় জাতিৰ সৃষ্টি কৰিছিল। এই তত্ত্ব গ্ৰহণ কৰাত প্ৰধান প্ৰতিবন্ধক হ'ল যে দক্ষিণ ভাৰতত দ্ৰাবিড়সকলে গঢ়ি তোলা বৃহৎ শৈলনিৰ্মিত কীৰ্তিচিহ্নবোৰ কিন্তু সিমান বেছি প্ৰাচীন নহয়। এনে অভিমতো প্ৰকাশিত হৈছে যে দ্ৰাবিড়সকল আচলেত খ্ৰী.পূ. প্ৰথম সহস্ৰাব্দৰ দ্বিতীয়াৰ্দ্ধতহে সমুদ্ৰ-পথেদি পশ্চিম দিশৰ পৰা আহিছিল। এইবোৰ অনুমানলৈ নগৈ আমি নিৰাপদে কৰিব পৰা সিদ্ধান্ত হ'ব পাৰে এনে যে সিন্ধু উপত্যকাৰ নগৰবোৰৰ অধিবাসীসকল সেই সময়ত তাৰ পৰা পশ্চিমৰ সকলো দেশতে বিয়পি থকা এক বৃহৎ জাতিগোষ্ঠীৰে একে মূলৰ আছিল আৰু সেইবিলাকৰে বংশধৰসকলৰ একোটা ঠাল বৰ্তমান ভাৰতীয় লোকৰ মাজতো ৰৈ গৈছে।

সিন্ধু অববাহিকাৰ বাহিৰৰ কোনো ভূভাগত হৰপ্পান সংস্কৃতিৰ লোকৰ দ্বাৰা নিৰ্মিত কোনো নগৰ থকাৰ পুৰাতাত্ত্বিক কোনো সাক্ষ্য-প্ৰমাণ পোৱা নাযায়। কাথিৱাৰতহে হৰপ্পান সভ্যতাৰ বহিঃনিৱেশ বুলি গণ্য কৰিব পৰা সৰু সৰু কেন্দ্ৰ কিছুমান আছিল। কিন্তু তাৰ দ্বাৰা এইটো নুবুজায় যে ভাৰতত বাকী অংশৰ মানুহে হৰপ্পাৰ মানুহৰ বিষয়ে একো গমেই নাপাইছিল। দক্ষিণ বিহাৰৰ ৰাঁচী জিলাত হৰপ্পাৰ তামেৰে নিৰ্মিত দা-কুঠাৰৰ সদৃশ কিছুমান তামৰ বস্তু পোৱা গৈছে। সেইবোৰো হৰপ্পাৰবোৰৰ দৰেই পাতল— মাজত মজবুত কৰিবলৈ কোনো সিৰ নবন্ধা আৰু সহজেই বেঁকা কৰিব পৰা। কিন্তু সেইবোৰৰ নিৰ্মাণত সময়ৰ বিষয়ত কোনো নিশ্চিত সিদ্ধান্তলৈ আহিব পৰা নাই। হযতো সেইবোৰ হৰপ্পাৰ পতনৰ পিছত কোনো যুগৰো হ'ব পাৰে।

সেইবোৰ যিযেই নহওক, আৰ্যসকলৰ আগমনৰ পূৰ্বৰ ভাৰতৰ সিন্ধু উপত্যকাৰ সুসভ্য অধিবাসীসকলে কৃষিকৰ্মত বহুতো অগ্ৰগতি লাভ কৰিছিল। সমগ্ৰ জগত এই বিষয়ত তেওঁলোকৰ ওচৰত ঋণী। এতিযালৈকে জনা মতে জগতত কপাহৰ খেতি আৰু ব্যৱহাৰ কৰোঁতা প্ৰথম লোক আছিল এই হৰপ্পানসকলেই। চাউল তেওঁলোকৰ প্ৰধান খাদ্য শস্য নাছিল। নৱপ্ৰস্তৰ যুগৰ চীন দেশতো ধান খেতি কৰা হোৱা নাছিল। সেই যুগত সেই দেশৰ মানুহৰ প্ৰধান খাদ্য শস্য আছিল কণীধান যিটোক মিলেট বুলি কোৱা হয়। বনৰীয়া ধানৰ খেতি পূব ভাৰতত বিস্তীৰ্ণভাৱে কৰা হৈছিল যদিও সম্ভৱতঃ গংগা উপত্যকাৰ জলাহ ভূমিতহে হৰপ্পাৰ সমসাময়িক নৱপ্ৰস্তৰ যুগৰ মানুহে এই ধান খেতি প্ৰথমে আৰম্ভ কৰিছিল। পানীত চৰা ম'হো প্ৰথমে ঘৰচীয়া কৰা হৈছিল গংগা উপত্যকাতহে। তাৰ বহু পিছতহে চীন দেশত তাৰ প্ৰৱেশ ঘটিছিল। কিছুমান পণ্ডিতৰ মতে ম'হ প্ৰথম পোহনীয়া কৰা হৈছিল ফিলিপ্পাইন দ্বীপপুঞ্জতহে।

প্ৰাগৈতিহাসিক ভাৰতৰ মানৱ সভ্যতালৈ অৱদানৰ ভিতৰত সকলোতকৈ বেছি জনাজাত আৰু সৰ্বজনপ্ৰিয় হৈছে পোহনীয়া কুকুৰা। পক্ষীতত্ত্ববিদসকল এই বিষয়ত একমত যে ভাৰতৰ হাবিৰ বন-কুকুৰাই হৈছে পৃথিৱীৰ সকলো ঠাইৰে সকলো প্ৰজাতিৰে পোহনীয়া কুকুৰাৰ মূল জাতি। হৰপ্পাৰ মানুহে এই কুকুৰা পুহিছিল। খনন-কাৰ্যত তাৰ শুংসূত্ৰ প্ৰায় পোৱাই নাযায় আৰু ছীলবোৰতো কুকুৰাৰ কোনো ছবি নাই। খুব সম্ভৱ গংগা উপত্যকাৰ নৱপ্ৰস্তৰ যুগৰ ভাৰতীয়সকলেই প্ৰথমে কুকুৰা পুহিছিল। খ্ৰী.পূ. দ্বিতীয় সহস্ৰাব্দৰ মাজভাগত ভাৰতৰ পৰাই ব্ৰহ্মদেশ হৈ চীনত প্ৰৱেশ কৰিছিলগৈ কুকুৰাই। প্ৰায় একে সময়তে ইজিপ্তুতো পোহনীয়া কুকুৰাৰ বৰ আদৰ আছিল। গতিকে ধৰি ল'ব পাৰি যে সেই সুদূৰ অতীত যুগতো ভাৰত বহিঃবিশ্বৰ অন্য দেশবোৰৰ পৰা সম্পূৰ্ণ বিচ্ছিন্ন হৈ থকা নাছিল।

# সিন্ধু উপত্যকাৰ নগৰ সভ্যতাৰ শেষ পৰ্ব

হৰপ্পা নগৰ প্ৰথমে নিৰ্মাণ কৰোতে নগৰৰ দুৰ্গৰ চাৰিওফালে আছিল ওপৰত টাৱেট অৰ্থাৎ চূড়াঘৰ থকা দুৰ্জয় প্ৰাচীৰ। সেই প্ৰাচীৰ ভেটিৰ কাষত ৪০ ফুট বহল আছিল আৰু ওখই ৩৫ ফুট আছিল। পিছৰ শতাব্দীবোৰত সেই প্ৰাচীৰ আৰু দৃঢ়ভাৱে নিৰ্মাণ কৰা হৈছিল যদিও সেইখিনি সময়ত কোনো গুৰুতৰ বিপদৰ শংকা নাছিল। কিন্তু হৰপ্পাৰ অস্তিত্বৰ শেষৰ ফাললৈ এই প্ৰতিৰক্ষাৰ ব্যৱস্থা আৰু বহুগুণে শক্তিশালী কৰি তোলা হৈছিল। এখন তোৰণ সম্পূৰ্ণভাৱে বন্ধ কৰি দিয়া হৈছিল পশ্চিম দিশৰ পৰা সম্ভাব্য আক্ৰমণৰ আশংকাত।

পশ্চিম দিশৰ পৰা অহা এই আক্ৰমণৰ প্ৰথম খুন্দা পৰিছিল বেলুচিস্তানৰ গ্ৰামাঞ্চলবিলাকৰ ওপৰত। বেলুচিস্তানৰ ৰাণা গুন্দাই নামে খনন-স্থানত একেবাৰে তলৰ স্তৰত উদ্ধাৰ হোৱা কিছুমান সামগ্ৰীৰ পৰা জানিব পৰা গৈছে যে জাকে জাকে অশ্বাৰোহী আক্ৰমণকাৰী আহি সেইবোৰ ঠাইত বিচৰণ কৰিছিল খ্ৰী.পূ. তৃতীয় সহস্ৰাব্দৰ আগতে। কিন্তু কিবা কাৰণত সেই আক্ৰমণকাৰী দলবোৰ তাৰ পৰা গুচি গৈছিল। তাৰ পিছত সেইবোৰ ঠাইত এক কৃষিভিত্তিক গ্ৰাম-প্ৰধান সংস্কৃতি গঢ় লৈ উঠিল তৃতীয় সহস্ৰাব্দত সিন্ধু উপত্যকাৰ নগৰ-সভ্যতাৰ সমসাময়িক যুগত। তাৰ পিছত প্ৰায় খ্ৰী.পূ. ২০০০ মানত সেই গাঁওখন অগ্নিত বিধ্বস্ত হৈছিল। সেই ঠাইত পোৱা গৈছে নতুন কিন্তু খহটা ধৰণৰ মৃৎশিল্পৰ নমুনা। তাৰ পৰা বুজা যায় যে আক্ৰমণকাৰীবোৰে সেই ঠাই অধিকাৰ কৰি বসবাস কৰিছিল। তাৰ পৰা কম দিনৰ ভিতৰতে নতুন নতুন আক্ৰমণকাৰী দলৰ আগমন হ'ল। কোনো চিত্ৰ-বিচিত্ৰ নথকা ৰং-বৰণহীন মাটিৰ বাচন

পোৱা গৈছে সেইখিনি সময়ৰ। পৰ্যাপ্ত পৰিমাণৰ নহ'লেও কিছু প্ৰমাণ পোৱা যায় একে ধৰণৰ আক্ৰমণকাৰীৰ উপদ্ৰৱৰ উত্তৰ বেলুচিস্তানৰ কোনো কোনো স্থানত। আনহাতে দক্ষিণ বেলুচিস্তানত আক্ৰমণকাৰীবিলাক নিগাজি হৈ বহি অন্য এক সংস্কৃতিৰ ভিত্তি পত্তন কৰিছিল শ্বাহী টুম্প্‌ নামে ঠাইত। হৰপ্পান সভ্যতাৰ পশ্চিম দিশে শেষ সীমান্ত চকী আছিল ছুক্তাজেন ডোৰ নামে ঠাইত। সেই ঠাইৰ পৰা শ্বাহী টুম্প্‌ বেছি দূৰৈত নহয়। শ্বাহী টুম্পৰ সেই নতুন মানুহবোৰে নাল লগোৱা কুঠাৰ আৰু গোলাকৃতি তামৰ ছীল ব্যৱহাৰ কৰিছিল। তেওঁলোকৰ এই নতুন সংস্কৃতিয়ে দক্ষিণ বেলুচিস্তানৰ প্ৰাচীন কুল্লি সংস্কৃতিক উৎখাত কৰি নিজৰ আধিপত্য ব্যাপক কৰি তুলিছিল। মহেঞ্জোদাৰো নগৰৰ শেষৰ ফালে বেলুচিস্তানৰ এই কুল্লি সংস্কৃতিৰ অনুৰূপ চিত্ৰ-বিচিত্ৰ ৰঙীন মাটিৰ বাচন আৰু শিলৰ পাত্ৰ সেই নগৰৰ খনন-কাৰ্যৰ ফলত দেখা পোৱা গৈছে। তাৰ পৰা এনে অনুমান হয় যে আক্ৰমণকাৰীৰ হাতত পৰ্যুদস্ত কুল্লি সম্প্ৰদায়ৰ বহুত মৃৎশিল্পীয়ে দলে বলে মহেঞ্জোদাৰোত আশ্ৰয় লৈছিলগৈ।

বৰ্বৰ আক্ৰমণকাৰীৰ হাতত পাৰ্শ্ববৰ্তী গ্ৰামাঞ্চল এইদৰে বিধ্বস্ত হোৱাৰ ফলত সিন্ধু উপত্যকাৰ নগৰবিলাকত তাৰ প্ৰতিক্ৰিয়া পৰিলক্ষিত হৈছিল। নগৰবিলাকত হাজাৰ হাজাৰ বছৰ ধৰি চলি থকা প্ৰাচীন আইন-কানুন, ৰীতি-নীতি-পৰম্পৰাৰ আধাৰত চলি থকা সামাজিক, ৰাজনৈতিক অনুষ্ঠানবোৰৰ ওপৰত প্ৰত্যক্ষ আৰু পৰোক্ষ চাপ পৰিছিল প্ৰচণ্ডভাৱে। মহেঞ্জোদাৰোত সেই উদ্বাস্তুসকলক স্থান দিবলৈ ডাঙৰ ডাঙৰ কোঠাবোৰ বিভাজন কৰি সৰু সৰু কোঠা কৰিব লগা হৈছিল। ডাঙৰ ডাঙৰ অট্টালিকাবোৰ বহু মানুহ বাস কৰিব পৰা আশ্ৰয়স্থললৈ পৰিবৰ্তিত কৰিব লগা হৈছিল। নগৰৰ সীমাৰ ভিতৰতে কুমাৰৰ কেঁচা বাচন-বৰ্তন পোৰা ভটা পাতিব লগা হৈছিল। এটা তেনে ভটাতো মহেঞ্জোদাৰোৰ ৰাজপথৰ ওপৰতে পাতিব লগা হৈছিল। নগৰখনৰ বাট-পথৰ পুৰণা পৰিকল্পনা ৰক্ষা নপৰা হৈছিল। দ'ম দ'ম আ-অলংকাৰ ভূ-গৰ্ভত পুতি পেলাবলগীয়া হৈছিল। নগৰখনৰ জনসংখ্যা বহুগুণে বাঢ়ি গৈছিল। খুব সম্ভৱ জাক জাক আক্ৰমণকাৰীয়ে প্ৰদেশবোৰ অধিকাৰ কৰি তাৰ মানুহবোৰক উৎখাত কৰি অত্যাচাৰ আৰম্ভ কৰাত প্ৰবল ৰাষ্ট্ৰবিপ্লৱৰ সৃষ্টি হৈছিল। নৱাগত ভগনীয়া মানুহেৰে নগৰবোৰ ভৰি পৰাত নগৰৰ শাসনকৰ্তাসকলে পুৰণি ৰীতি-নীতি, আইন-কানুন বাহাল ৰখাত অপাৰগ হৈছিল। এনে ব্যাপক দুৰ্যোগৰ মাজত প্ৰশাসন ব্যৰ্থ হ'বলৈ আৰম্ভ কৰিছিল।

মহেঞ্জোদাৰোৰ শেষ দিন যেতিয়া আহিল এনে দেখা যায় যে তাৰ অধিবাসীবোৰৰ সৰহ ভাগেই নগৰ এৰি পলাইছিল। কিন্তু এটা ঘৰৰ ভিতৰত এদল মানুহৰ সমূহীয়া হাড়-মূৰৰ দ'ম আৱিষ্কৃত হোৱালৈ চাই আৰু এটা কুঁৱাৰ খোপ এটাত তিৰোতা এজনীৰ জঁকা এটা পোৱালৈ চাই ধাৰণা হয় যে পলাব নোৱৰা এজাক অধিবাসী আক্ৰমণকাৰীইঁতৰ

হাতত নিহত হৈছিল। এই হাড-মূৰবোৰ উদ্ধাৰ হোৱা মাটিৰ স্তৰতে এখন নাল লগোৱা দুমুখীয়া তামৰ কুঠাৰ উদ্ধাৰ হৈছে। এপিনে কুঠাৰ আৰু আনপিনে হাতোৰাৰ কাম কৰিব পৰা এই সুন্দৰ সঁজুলিপাট যুদ্ধ আৰু শান্তি উভয় কামতে ব্যৱহাৰ কৰিব পাৰি। তেনে সুন্দৰ আৰু কাজুৱা অস্ত্ৰ হৰপ্পান মানুহে তৈয়াৰ কৰিব পৰা নাছিল। হৰপ্পান তামৰ কুঠাৰ পাতল আৰু তাত নাল লগাব নোৱাৰি— বান্ধিহে লগাব লাগে। মজবুত কৰিবলৈ মাজত সিৰ থকা তৰোৱালো পোৱা গৈছে সেই স্তৰতে। ডাঙৰ কলহত ভৰাই কবৰ দিয়া এটা মঙ্গোলীয় মানুহৰ জঁকা পোৱা গৈছে—সম্ভৱতঃ কোনো আক্ৰমণকাৰীৰ।

হৰপ্পাত প্ৰাপ্ত সাক্ষ্য-প্ৰমাণৰ সম্ভাৰ কিন্তু বেলেগ ধৰণৰ। ইয়াত প্ৰাচীন কালৰে এখন কবৰখানাৰ ওপৰৰ এটা স্তৰত পোৱা গৈছে আংশিকভাৱে সমাধিস্থ কৰা মৃতদেহৰ অৱশেষ। মৃতকৰ আংশিকভাৱে দাহ কৰা বা আংশিকভাৱে উৱলি যোৱা দেহাৱশেষ মাটিৰ কলহত ভৰাই সমাধিস্থ কৰা সেই পিছৰ কবৰখানাত চুটি মূৰৰ আৰ্মেনইড্ মানুহৰ লাওখোলা পোৱা গৈছে। একে ধৰণৰ এটা লাওখোলা দুৰ্গ প্ৰাকাৰৰ মাজতে মৃৎপাত্ৰস্থ সমাধি এটাতো পোৱা গৈছে। সিন্ধু নদৰ নামনিলৈ চানহু দাৰো নামে ঠাইত নগৰবাসী হৰপ্পান মানুহৰ ঠাইত পঁজাঘৰ সাজি বসবাস কৰিবলৈ লৈছিল বেলেগ এজাতি মানুহে। পঁজাঘৰবিলাকৰ ভিতৰত জুহাল থকাৰ চিহ্নও আছে। তাৰ পৰা বুজা যায় জুহাল নোহোৱাকৈ থাকিব নোৱৰা এই জাতি মূলতে কোনো শীতপ্ৰধান দেশৰ লোক আছিল। এই নতুন অধিবাসীবোৰৰ জীৱন-ধাৰণৰ ৰীতি সহজ-সৰল আছিল। নগৰীয়া সভ্যতাৰ চিন-মোকাম নাছিল সিহঁতৰ জীৱনত। কিন্তু সিহঁতৰ আহিলা-পাতি আৰু অস্ত্ৰ-শস্ত্ৰবোৰ হৰপ্পান মানুহৰবোৰতকৈ বহুত উন্নত। এই নতুন জাতিৰ লোকৰ একে সময়ৰে বাসস্থান আৱিষ্কৃত হৈছে বেলুচিস্তানতো। এই আক্ৰমণকাৰী জনগোষ্ঠীৰ যি সামান্য দেহাৱশেষ বা অন্য বয়-বস্তুৰ চিহ্ন খননৰ ফলত পোৱা গৈছে তাৰ মাজত ঘোঁৰাযে সিহঁতে ব্যৱহাৰ কৰিছিল তাৰ প্ৰমাণো পোৱা গৈছে। সিন্ধু সভ্যতাৰ পতন ঘটোৱা এই বৰ্বৰ জাতিৰ আক্ৰণকাৰীসকলে যে অকল যুদ্ধত পৰাক্ৰমেৰেই বিজয়ী হৈছিল তেনে নহয়, সিহঁতৰ অস্ত্ৰ-শস্ত্ৰবোৰো উন্নত আছিল। লগতে ষ্টেপ্‌ছ্ তৃণভূমিৰ পৰা অনা বেগবান অশ্ব ব্যৱহাৰ কৰিছিল যুদ্ধত নিপুণ অশ্বাৰোহী হিছাপে।

প্ৰাগৈতিহাসিক যুগৰ এনে মহৎ সংঘটনবোৰৰ সময় ক্ৰম নিৰ্ণয কৰাৰ একমাত্ৰ উপায সমসাময়িক কালৰ মধ্য প্ৰাচ্যৰ ঘটনা-প্ৰবাহৰ লগত সংগতি বিচাৰ কৰা। মাজে সময়ে সিন্ধু উপত্যকাৰ নগৰবিলাকৰ লগত ছুমেৰীয সভ্যতাৰ যোগাযোগ হৈ থকাৰ প্ৰমাণ পোৱা গৈছে। যুক্তিসংগতভাৱেই এনে সিদ্ধান্ত কৰিব পাৰি যে উভয় সভ্য সমাজৰ মাজত এনে ধৰণৰ সংস্পৰ্শ বেবিলনৰ প্ৰথম ৰাজবংশৰ ৰাজত্বকাললৈকে চলি আছিল। সেই বংশতে বিশ্বৰ প্ৰথম আইন-প্ৰণেতা ৰজা হাম্মুৰাবিৰ নাম পোৱা

যায়। এই ৰাজবংশৰো পতন ঘটাইছিল কাছাইট্‌ছ নামৰ ইৰাণৰ পাৰ্বত্য অঞ্চলৰ পৰা অহা এক বৰ্বৰ জাতিয়ে। সেই বৰ্বৰ জাতিয়ে ঘোঁৰা আৰু ঘোঁৰাই টনা ৰথৰ ব্যৱহাৰ কৰিছিল যুদ্ধত। এই কাছাইট্‌ছ আক্ৰমণৰ পিছত মেছোপটেমিয়াৰ সৈতে সিন্ধু উপত্যকাৰ কোনো যোগাযোগ হোৱাৰ প্ৰমাণ পোৱা নাযায়। গতিকে হাম্মুৰাবিৰ ৰাজবংশৰ পতনৰ সমসাময়িকভাৱেই সিন্ধু সভ্যতাৰ পতনো সংঘটিত হৈছিল বুলি অনুমান কৰিব পাৰি। পূৰ্বতে পণ্ডিতসকলে সিন্ধু সভ্যতাৰ পতনৰ সময় নিৰ্ণয় কৰিছিল খ্ৰী.পূ. দ্বিতীয় সহস্ৰাব্দৰ প্ৰথমৰ শতিকাবোৰ বুলি। কিন্তু যোৱা দ্বিতীয় বিশ্বযুদ্ধৰ আৰম্ভণিৰ আগে আগে প্ৰাপ্ত নতুন সাক্ষ্য-প্ৰমাণৰ পৰা সেই সময-নিৰূপণ বেলেগ হৈছে। বেবিলনৰ প্ৰথম ৰাজবংশৰ পতনৰ কাল এতিয়া খ্ৰী পূৰ্ব ১৬০০ৰ ওচৰে-পাঁজৰে বুলি স্থিৰ কৰা হৈছে।

ভাৰতৰ সেই যুগৰ বিষয়ে প্ৰাচীনতম ভাৰতীয় সাহিত্যিক সমল বুলিলে ঋক্‌বেদৰ কথাই প্ৰথমে মনলৈ আহে। এই গ্ৰন্থৰ সৰহভাগ ৰচিত হৈছিল খ্ৰী.পূ. দ্বিতীয় সহস্ৰাব্দৰ দ্বিতীয়াৰ্ধত। স্পষ্টভাৱে বুজা যায় যে এই মহাগ্ৰন্থ ৰচনা কৰিছিল ভাৰত আক্ৰমণ কৰিবলৈ অহা এজাতি মানুহে। ঋক্‌বেদ ৰচিত হৈ থকা কালত সেই জাতিয়ে উত্তৰ-পশ্চিম ভাৰতৰ আদিম অধিবাসী জাতি-উপজাতিৰ সকলো মানুহকে পৰাস্ত কৰিব পৰা নাছিল। ছাৰ জন মাৰ্শ্বালে মহেঞ্জোদাৰো খনন-কাৰ্যৰ পিছত যি বিখ্যাত প্ৰতিবেদন দাখিল কৰিছিল তাত তেওঁ অভিমত প্ৰকাশ কৰিছিল এই বুলি যে আৰ্যসকলৰ আক্ৰমণৰ দুশ বা ততোধিক কালৰ পিছলৈকে সিন্ধু উপত্যকাৰ নগৰবোৰৰ পতন সম্পূৰ্ণ হোৱাই নাছিল। কিন্তু পৰৱৰ্তী কালত হৰপ্পা আৰু আন আন ঠাইতো হোৱা খননৰ ফলত প্ৰাপ্ত অধিক পৰিমাণৰ তথ্য-সম্ভাৰ, বেবিলনৰ ঘটনাৱলীৰ সময়ক্ৰম পুনৰ নিৰূপণ আৰু ঋকবেদতে উল্লিখিত তথ্যৰ উদঘাটনৰ পিছত মাৰ্শ্বালে কোৱাতকৈ আৰ্যৰ আক্ৰমণ আৰু সিন্ধু নগৰ-সভ্যতাৰ পতনৰ মাজত সময়ৰ ব্যৱধান বহুত কম হ'ব বুলি ধাৰণা হৈছে। এতিয়া ছাৰ মৰ্টিমাৰ হুইলাৰকে প্ৰমুখ্য কৰি বহুত বিখ্যাত বিশেষজ্ঞ পণ্ডিতৰ মতে হৰপ্পা জয় কৰিছিল আৰ্যসকলেই। লগতে এইটোও ধৰি লোৱা হৈছে যে হৰপ্পাৰ ওপৰৰ স্তৰত যি সমাধিস্থান পোৱা গৈছে, তাত সমাধিস্থ হোৱাসকল প্ৰকৃত বৈদিক আৰ্যই আছিল। বৈদিক যুদ্ধৰ দেৱতা ইন্দ্ৰই যিবোৰ দুৰ্গ আৰু নগৰ দখল কৰা বুলি উল্লিখিত হৈছে সেইবোৰৰ ভিতৰত হৰপ্পা নগৰো আছিল।

পৰ্যাপ্ত প্ৰমাণৰ অভাৱত এই কথা নিশ্চিতভাৱে ক'ব পৰা নাযায় যে সিন্ধু উপত্যকাৰ নগৰবোৰ ধ্বংস কৰা আৰ্যসকলো ঋকবেদ ৰচনা কৰা আৰ্য জাতিগোষ্ঠীৰে সগোত্ৰ আছিল। কিন্তু সিন্ধু নদৰ পাৰৰ এই মহৎ সভ্যতা ধ্বংস সাধন অৱশ্যেই সেই ৰথাৰোহী আৰ্য অভিযানকাৰী জাতিৰ দ্বিবিজয় পৰিক্ৰমাৰে এক অধ্যায় আছিল যাৰ ফলত সমগ্ৰ বিশ্বৰ মানৱ সভ্যতালৈ বিপুল পৰিবৰ্তন আহিছিল খ্ৰী পূ. দ্বিতীয় সহস্ৰাব্দত।

# ইন্দো-ইউৰোপীয় আৰু আৰ্য জাতি গোষ্ঠীসমূহ

সেই ভাৰত আক্ৰমণকাৰীসকলে নিজকে 'আৰ্য' জাতিৰ লোক বুলিছিল। ইংৰাজী ভাষাত তাকে 'আৰিয়ান্' বুলি কোৱা হয়। এই নামটো পুৰণি পাৰ্চীয়ানসকলেও গ্ৰহণ কৰি নিজৰ দেশক 'ইৰাণ' বুলিছিল আৰু প্ৰাচীন ইন্দো-ইউৰোপীয় লোকসকলে ঢুকি পোৱা একেবাৰে পশ্চিমৰ এখন দেশৰো নাম আছিল 'আয়াৰ'— সকলো এই আৰ্যসকলৰ সম্বন্ধীসূচক। এই আৰ্যজাতিৰ মূল বাসভূমি ক'ত আছিল সেই বিষয়ে থকা বহুত অভিমতৰ বিষয়ে আমি ইয়াত আলোচনা নকৰি যিটো ব্যাখ্যা আমাৰ মনত বেছি যুক্তিগ্ৰাহ্য যেন লাগে সেইটোহে উল্লেখ কৰিম। আমাৰ বিশ্বাস এই বিষয়ৰ তত্ত্বজ্ঞসকলৰ অধিকাংশই সেইটোকে মানি ল'ব।

খ্ৰী পূ ২০০০ বৰ্ষমানলৈকে পোলেণ্ডৰ পৰা মধ্য এছিয়ালৈকে বিস্তৃত বিশাল ষ্টেপ্ছ্ তৃণভূমিত অনেক অৰ্ধ-অঘৰী বৰ্বৰ জাতিযে বাস কৰিছিল। দৈহিক গঠনৰ ফালৰ পৰা তেওঁলোক আছিল ওখ, তুলনামূলকভাৱে গৌৰ বৰ্ণৰ আৰু মস্তকদেশ দীৰ্ঘায়ত। তেওঁলোকে ঘোঁৰা পুহিছিল আৰু দাণ্ডা লগোৱা চকাৰে সজা লঘুভাৰ ৰথত ঘোঁৰা যুটি বেগৱান বাহন নিজৰ বাবে সাজি ল'ব পাৰিছিল। আনহাতে ছুমেৰীয়সকলে কাঠৰ তক্তাৰে সজা চাৰিটা চকা লগোৱা গাধই টনা গাড়ীহে বোজা কঢিওৱা আৰু বাহন হিছাপে ব্যৱহাৰ কৰিব জানিছিল। ষ্টেপ্ছত বাস কৰা এই বৰ্বৰ জাতিবোৰ ঘাইকৈ অঘৰী পশুপালক আছিল যদিও অলপ-অচৰপ কৃষি-কৰ্মও কৰিছিল। ছুমেৰীয়সকলৰ লগত তেওঁলোকৰ পোনপটীয়া সংশ্ৰৱ হোৱা নাছিল যদিও মেছোপটেমিয়ান সভ্যতাৰ পৰা কিছুমান কথা তেওঁলোকে শিকি লৈছিল। তাৰ ভিতৰত নাল লগোৱা কুঠাৰৰ ব্যৱহাৰ উল্লেখনীয়। খ্ৰী পূ দ্বিতীয় সহস্ৰাব্দৰ আদি ভাগত জনসংখ্যা বৃদ্ধিৰ বাবেই হওক বা ষ্টেপ্ছৰ তৃণভূমিত খৰাং বতৰৰ বাবে ঘাঁহৰ পৰিমাণ হ্ৰাস পোৱাৰ বাবেই হওক বা দুয়োটা কাৰণতে এই মানুহবোৰৰ অন্য দেশলৈ প্ৰব্ৰজন আৰম্ভ হ'ল। তেওঁলোকে পূব দিশে, পশ্চিম দিশে আৰু দক্ষিণ দিশে প্ৰব্ৰজন কৰি গৈ সেইবোৰ দেশৰ স্থানীয় অধিবাসীবিলাকক যুদ্ধত পৰাস্ত কৰি সেইবোৰ দেশ অধিকাৰ কৰিলে। তেনেকৈ জয় কৰা জাতিবোৰৰ লগত আন্তৰ্বিবাহৰ ফলত একোটা শাসক গোষ্ঠীও গঢ় লৈ উঠিল। সেই মানুহবোৰে য'লৈকে গৈছিল লগত লৈ গৈছিল নিজস্ব উপজাতীয় সমাজ-ব্যৱস্থা, তেওঁলোকে বিশ্বাস কৰা আকাশৰ দেৱতাসকলৰ পূজা-অৰ্চনাৰ বিধি-বিধান, তেওঁলোকৰ বেগৱান অশ্ব আৰু ৰথ। যিবোৰ দেশতে তেওঁলোকে বসবাস কৰিবলৈ ল'লে সেইবোৰ দেশতে নিজৰ ভাষাৰ লগত স্থানীয় মানুহৰ ভাষাৰ সংমিশ্ৰণ ঘটাই একোটা ভাষা গঢ়ি ল'লে। বিজেতা আৰু বিজিত জাতিৰ মাজত ভাষিক সমন্বয় স্থাপিত হ'ল। তেওঁলোকৰ

এটা ঠালে আক্ৰমণ কৰিলে ইউৰোপ। তেওঁলোকেই হ'লগৈ গ্ৰীক, লাটিন, কেল্ট আৰু টিউটন জাতিৰ উপৰিপুৰুষ। কিছুমান গৈ আনাটোলিয়াত উপস্থিত হ'লগৈ—স্থানীয় জাতিগোষ্ঠীবোৰৰ লগত মিশ্ৰিত হৈ সেইবিলাকৰ যি জাতি নিৰ্মিত হ'ল তেওঁলোকেই আছিল বিস্তীৰ্ণ হিট্টাইট সাম্ৰাজ্যৰ নিৰ্মাণকৰ্তা। যিসকল পূৰ্বৰ নিজৰ বাসভূমিতে থাকি গৈছিল তেওঁলোকৰ পৰাই বাল্টিক আৰু শ্লাভনিক জাতিবোৰ সৃষ্টি হৈছিল। তেওঁলোকৰে আন এটা ঠালে দক্ষিণমুৱা হৈ অভিযান আৰম্ভ কৰি ককেচাচ্ আৰু ইৰাণৰ মালভূমি অঞ্চলৰ পৰা অৱতৰণ কৰি মধ্য-প্ৰাচ্যৰ তেতিয়াৰ সভ্য দেশবোৰৰ ওপৰত আক্ৰমণ চলাইছিল। বেবিলন ধ্বংস কৰা কাছাইট্ছুবোৰক নেতৃত্ব দিছিল এই ঠালে। খ্ৰী.পূ চতুৰ্দশ শতাব্দীত উত্তৰ-পূব ছিৰিয়াত মিটান্নি নামে এজাতি মানুহে ৰাজত্ব কৰিছিল। তেওঁলোকৰ ৰজাবিলাকৰ ইন্দো-ইৰানিয়ান নাম আছিল আৰু তেওঁলোকৰ উপাস্য কিছুমান দেৱতাৰ নাম ভাৰতীয় ধৰ্মৰ বিষয়ে অধ্যয়ন কৰা যি কোনো লোকৰে মনত পৰিচিত যেন লাগিব। যেনে— ইন্দৰ, উৰুৱন (বৈদিক দেৱতা বৰুণ), মিতিৰ, নাস্বাতীয় ইত্যাদি। মিটান্নিবোৰৰ দৰেই ছিৰিয়া আৰু পেলেষ্টাইনৰ তেতিয়াৰ যুগৰ কিছুমান শাসনকৰ্তাৰো নাম আছিল ইন্দো-ইৰানিয়ান ধৰণৰ।

এই দিগ্বিজয়ী লুণ্ঠনকাৰী উপজাতীয় আক্ৰমণকাৰীবোৰ কালক্ৰমত মধ্য-প্ৰাচ্যৰ প্ৰাচীন জাতিবোৰৰ লগত সম্পূৰ্ণভাৱে মিলিত হৈ গৈছিল। মধ্য-প্ৰাচ্যৰ প্ৰাচীন সভ্যতাবোৰেও নতুন এক বীৰ্যবান জাতিৰ জীৱনী শক্তি পাই আৰু নতুন ধৰণৰ ভাৱধাৰাৰে সঞ্জীৱিত হৈ পুনৰ গতি লাভ কৰিলে আৰু সম্পদশালী সভ্যতাৰ উচ্চ শিখৰলৈ উন্নতি কৰিলে। কিন্তু সিন্ধু উপত্যকাৰ বহু শতাব্দী জোৰা শান্তিময় আৰু ৰক্ষণশীল নগৰ-সভ্যতাই এই বলৱান উপজাতীয় আক্ৰমণক বাধাও দিব নোৱাৰিলে আৰু নিজৰ সংস্কৃতিত বিলীন কৰিবও নোৱাৰিলে। হৰপ্পা সংস্কৃতিৰ ঠাইত যি নতুন সংস্কৃতিয়ে গঢ় ল'লে, সেইখিনি পিছলৈ আমি দেখিম যে আগৰ হৰপ্পাৰ সংস্কৃতিৰ সম্পূৰ্ণ বিপৰীত। পূৰ্বৰ হৰপ্পাৰ সভ্যতা-সংস্কৃতি যিখিনি অৱশিষ্ট থাকিল সেইখিনি থাকিলগৈ দেশৰ দৰিদ্ৰ আৰু সাধাৰণ মানুহৰ মাজত। কেইবা শতাব্দীৰ পিছত সেইবোৰেই বিজয়ী আৰ্য সংস্কৃতিৰ ওপৰতো প্ৰভাৱ পেলাবলৈ সক্ষম হৈছিল।

এই কথা স্মৰ্তব্য যে ভাৰতত আৰ্যসকলৰ আক্ৰমণ কোনো এককালীন এটা ঘটনা নাছিল। এই আক্ৰমণ কেইবা শতাব্দী ধৰি চলিছিল আৰু সেই প্ৰক্ৰিয়াত জড়িত হৈছিল বহু জাতি-উপজাতি। সম্ভৱতঃ সেই এটাইবোৰ একে জাতি আৰু ভাষাৰ মানুহো নাছিল। নিশ্চিতভাৱেই যে সিন্ধু উপত্যকাৰ নগৰবিলাক পতনৰ বহু আগতে উত্তৰ-পশ্চিম ভাৰতৰ গ্ৰামাঞ্চলৰ ভাৰতীয় সভ্যতা বিনষ্ট হৈছিল। নহ'লে আৰ্য-আক্ৰমণৰ গতিৰেখা আৰু সময়ক্ৰম চিহ্নিত কৰাৰ কোনো উপায় নাই। কাৰণ আৰ্য-বসতিবোৰৰ

কোনো ধ্বংসাৱশেষ পোৱা নেযায়। এই কথা ঠিক যে আক্ৰমণকাৰী আৰ্যসকলে তেওঁলোকে জয় কৰা নগৰবিলাকত বসবাস কৰিবলৈ লোৱা নাছিল। হৰপ্পা আৰু মহেঞ্জোদাৰো ধ্বংসৰ পিছত পঞ্জাব আৰু সিন্ধু দেশ সৰু সৰু গাঁৱেৰে ভৰি পৰিছিল। সেইবিলাক গাঁৱতহে আৰ্যসকলে কাঠ আৰু বাঁহ-খেৰৰ ঘৰ সাজি বাস কৰিছিল। সেইবোৰ সময়ৰ বুকুত কোনো চিন নৰখাকৈ স্বাভাৱিকতে লয় পাইছে। হৰপ্পাৰ পতনৰ পিছৰ পৰা প্ৰায় হেজাৰ বছৰলৈ পুৰাতত্ত্বৰ দিশৰ পৰা ভাৰত শূন্য-প্ৰায় আছিল। সেই সময়ৰ যিকোনো সম্ভেদ বিচাৰিলে বিচাৰিব লাগিব তেতিয়াৰ সাহিত্যতহে।

## ভাৰতত আৰ্যসকল ঃ ইতিহাসৰ আদিযুগ

খ্ৰী পূ দ্বিতীয় সহস্ৰাব্দত পৰস্পৰৰ মাজত নিকট সাংস্কৃতিক সম্পৰ্ক থকা যিবোৰ উপজাতীয় লোক দলে দলে আহি ভাৰতত প্ৰৱেশ কৰিছিল সেই জাতিবোৰৰ পুৰোহিত শ্ৰেণীয়ে এটা বৰ ওখ খাপৰ কাব্যিক ৰীতি উদ্ভাৱন কৰিছিল। সেই কাব্যিক ৰচনাৰ ৰীতি তেওঁলোকে ব্যৱহাৰ কৰিছিল বলি-বিধানেৰে নিজৰ উপাস্য দেৱতাক স্তুতি কৰিবলৈ প্ৰশংসা-গীতি বা স্তুতিগীত ৰচনা কৰাত। বিভিন্ন ফৈদ বা উপজাতীয় মানুহবোৰে আহি বসতি স্থাপন কৰিছিলহি প্ৰধানকৈ পশ্চিম পঞ্জাবত আৰু শতদ্ৰু আৰু যমুনা নদীৰ মধ্যৱৰ্তী অঞ্চলত। সেইবিলাকৰ ভিতৰত ভাৰত নামে জনাজাত ফৈদেই আছিল প্ৰধান। শতদ্ৰু আৰু যমুনাৰ মাজৰ দেশখণ্ডই পিছত ব্ৰহ্মাৱৰ্ত নামে খ্যাত হৈছিল। তেতিয়াৰ পৰা তেওঁলোকৰ পুৰোহিতসকলে ৰচনা কৰা এই স্তোত্ৰবোৰ অতি সাৱধানে নিৰ্ভুলভাৱে মুখে মুখে চলি আহিছিল এক পুৰুষৰ পৰা পিছৰ পুৰুষলৈ। খ্ৰী.পূ প্ৰথম শতাব্দীতহে সেইবোৰ গোটাই বিষয়ক্ৰম অনুযায়ী সজাই লোৱা হৈছিল। তেতিয়াও সেইবোৰৰ কোনো লিখিত ৰূপ নাছিল। কিন্তু বহু শ শতাব্দীৰ পিছতো সেই শ্লোক-সম্ভাৰ ইমান পৱিত্ৰ বুলি গণ্য হৈছিল যে সেইবিলাকৰ ৰচনাত সামান্যতম সাল-সলনিও কৰিবলৈ দিয়া নহৈছিল। যিবিলাক পুৰোহিত বা আৰ্যজাতিৰ ব্ৰাহ্মণ সেই শ্লোকবোৰ ৰচনা, স্মৰণ আৰু উচ্চাৰণৰ লগত জড়িত আছিল তেওঁলোকৰ বিভিন্ন বিদ্বান গোষ্ঠীয়ে সেই শ্লোকবোৰৰ মৌলিক বিশুদ্ধতা অটুট ৰাখিবলৈ বিভিন্ন পদ্ধতিৰে পৰীক্ষণ আৰু পুনঃপৰীক্ষণ কৰিছিল বাৰম্বাৰ। আনকি ভাৰতৰ সৰ্বত্ৰ যেতিয়া লিখন-প্ৰক্ৰিয়া বিস্তাৰিতভাৱে চলিবলৈ ধৰিছিল তেতিয়াও কিন্তু সেই স্তোত্ৰবোৰ কদাচিৎহে লিখা হৈছিল। কিন্তু পুৰুষৰ পিছত পুৰুষ ধৰি ব্ৰাহ্মণসকলে বিস্ময়কৰ স্মৰণশক্তিৰে ভাৰতৰ

সৰ্বত্ৰ সৰ্বযুগত পৰম পবিত্ৰ বুলি গণ্য সেই মন্ত্ৰবোৰত কোনো গুৰুতৰ সাল-সলনি নোহোৱাকৈ মৌলিক ৰূপত সংৰক্ষণ কৰিবলৈ সক্ষম হৈছিল প্ৰায় তিনি হেজাৰ বছৰ জুৰি। এই প্ৰাচীন মন্ত্ৰবোৰৰ মহান সংগ্ৰহকে ঋক বেদ বুলি কোৱা হয়। তত্ত্বগতভাৱে হিন্দুসকলৰ অসংখ্য পবিত্ৰ গ্ৰন্থৰ ভিতৰত এইখনকে পবিত্ৰতম বুলি ধৰা হয়।

বেদ, ব্ৰাহ্মণ আৰু উপনিষদ ৰচিত হৈ থকা কালছোৱা হৈছে আদি-ঐতিহাসিক যুগৰ পৰা ঐতিহাসিক যুগলৈ ভাৰতৰ উত্তৰণৰ যুগ। পুৰাতত্ত্বৰ পৰা বেলেগকৈ ইতিহাসক যদি লিখিত সমলৰ ভিত্তিত ৰচনা কৰা মানৱ জাতিৰ অতীত বৃত্তান্ত বুলি ধৰি লোৱা হয় তেন্তে ভাৰত বুৰঞ্জী আৰ্যসকলৰ আগমনৰ পিছৰ পৰাহে আৰম্ভ হৈছে বুলি ক'ব লাগিব। ঋকবেদ আৰু ঋকবেদৰ অনুগামী খ্ৰী পূ. প্ৰথম সহস্ৰাব্দৰ প্ৰথমাৰ্ধত ৰচিত বিপুল পৰিমাণৰ মৌলিক ধৰ্মীয় সাহিত্যতে হিন্দুধৰ্মীয় অদ্যাপি প্ৰচলিত পৰম্পৰাবোৰৰ আৰম্ভ হৈছিল। এতিয়া বিবাহ আৰু অন্ত্যেষ্টি ক্ৰিয়া-কৰ্মৰ অনুষ্ঠানবিলাকত আৰু ব্ৰাহ্মণসকলৰ নিত্য পূজাত বৈদিক মন্ত্ৰ উচ্চাৰণ কৰা হয়। সেইবাবে এইবোৰ হ'ল ভাৰতৰ ইতিহাসৰ অংশবিশেষ; ভূগৰ্ভত প্ৰোথিত প্ৰাগৈতিহাসিক অতীত নহয়। কিন্তু সেইবিলাক সাহিত্যৰ পৰা সমসাময়িক মহৎ ঐতিহাসিক সংঘটনবোৰৰ বিষয়ে একো সংবাদেই পোৱা নেযায়। অ'ত-ত'ত দুই-এটা বিৰক্তিকৰ ধৰণে অস্পষ্টভাৱে সেইবোৰ ঘটনাৰ প্ৰাসঙ্গিক উল্লেখনৰ বাহিৰে কোনো সমল সেই মৌখিক সাহিত্যৰ ক'তো নাই। আনকি সমকালীন সামাজিক অৱস্থাৰ বিষয়ে একো জনা নাযায়। মাত্ৰ ধৰ্মীয় ধ্যান-ধাৰণা আৰু তেতিয়াৰ মানুহৰ চিন্তা-চৰ্চাৰ বিষয়ে ঐতিহাসিকসকলে কিছু সমল আহৰণ কৰিব পাৰে।

তথাপি ঋক আৰু অথৰ্ববেদৰ স্তোত্ৰ, ব্ৰাহ্মণসকলৰ যজ্ঞ-হোমাদিৰ বিধি-বিধান আৰু উপনিষদবিলাকৰ অতীন্দ্ৰিয়বাদী তত্ত্বকথাবোৰৰ পৰা এটা বিশেষ সংস্কৃতিৰ ৰূপৰেখা অতি স্পষ্টভাৱে হ'লেও মনলৈ আহে। সেইবোৰৰে কোনো কোনো ঠাইত সাহিত্যৰ বৰ্ণনাৰ মাজতে তেতিয়া মহান ঋষি আৰু উপজাতীয় নেতা একোজনৰ অস্পষ্ট ছায়ামূৰ্তিবোৰো ভাহি উঠে। হয়তো সমসাময়িক দৃশ্যপটত সেইসকল ব্যক্তিৰ গুৰুত্ব ইমান বেছি আছিল যে ধৰ্মীয় সাহিত্যতো তেওঁলোকৰ নাম উল্লিখিত হৈছিল। পিছৰ যুগত এনে ছায়ামূৰ্তিবোৰৰে কেউফালে ভাৰতীয় বিশ্বাস আৰু পৰম্পৰাত কিছুমান মনোৰম আখ্যান-উপাখ্যান, বসন-ভূষণ গঢ়ি উঠিল। সেইবিলাক কিংবদন্তি, প্ৰবাদ-আখ্যানত বহুতো ভাৰতীয়ৰ আজিৰ দিনতো অটল বিশ্বাস। অন্য যিকোনো বিষয়ৰ অধ্যয়নত সেই আখ্যান-উপাখ্যানবোৰৰ প্ৰাসংগিকতা অসীম। কিন্তু ইতিহাস অধ্যয়নৰ বেলিকা সেই আখ্যান-উপাখ্যানৰ আৱৰণ গুচাই চালে চকুত পৰে কিছুমান ব্যক্তিৰ ছায়ামূৰ্তি আৰু তিনি হাজাৰ বছৰৰ আগতে তেতিয়াৰ কিছুমান শাসনকৰ্তাই তেওঁলোকৰ শত্ৰুৰ বিৰুদ্ধে কৰা সফল অভিযানৰ বৃত্তান্ত। বুদ্ধৰ যুগ আৰম্ভ হোৱাৰ আগৰ কালছোৱাৰ

ভাৰতীয় সভ্যতাৰ সাধাৰণ প্ৰকৃতি আৰু বৈশিষ্ট্যবোৰৰ বিষয়ে আমি জানিব পাৰো। লগতে যি সভ্যতাত বৈদিক সাহিত্য সৃষ্টি হৈছিল সেই সভ্যতাৰ বিস্তৃতি কেনেকৈ হৈছিল এই ভাৰতভূমিত সেই বিষয়েও কিছু ধাৰণা কৰি ল'ব পাৰো।

## ঋক বেদৰ সংস্কৃতি

ঋক বেদৰ ভিতৰতে এনে কোনো কালক্ৰম নিৰূপক ঘটনা বা কথাৰ উল্লেখ নাই যাৰ পৰা ঋক বেদৰ ৰচনাকাল সম্বন্ধে নিশ্চিত কিবা এটা ধাৰণা আমি কৰি ল'ব পাৰো। পূৰ্বৰ কিছুমান পণ্ডিতে বেদসমূহ ৰচনাৰ কাল বহুদূৰ অতীতত স্থাপন কৰিছিল। পৰম্পৰাগত বিশ্বাস আৰু ঋক বেদৰে কিছুমান স্তৱত উল্লিখিত দ্ব্যৰ্থবোধক কিছুমান জ্যোতিৰ্বিদ্যাবিষয়ক কথাৰ ওপৰত ভিত্তি কৰি এজন অতি গণ্য-মান্য ভাৰতীয় পণ্ডিতে ঋক বেদ খ্ৰী পূ ৬০০০ বছৰৰ পূৰণি বুলি কৈছে। কিন্তু সিন্ধু উপত্যকাৰ নগৰসমূহৰ আৱিষ্কাৰৰ পিছত দেখা গ'ল যে সেই সিদ্ধান্ত সঠিক নহয়। কাৰণ সিন্ধু উপত্যকাৰ নগৰ-সভ্যতাৰ ঋক বেদৰ সংস্কৃতিৰ লগত একো মিল নাই। গতিকে সেই নগৰ-সভ্যতা প্ৰাক-বৈদিক যুগৰ হ'বই লাগিব। গতিকে ঋক বেদৰ স্তোত্ৰবোৰ ৰচিত হ'বলৈ ধৰিছিল নিশ্চয় হৰপ্পাৰ পতনৰ পিছত। পিছৰ যুগৰ বৈদিক সাহিত্যত প্ৰতিফলিত সাংস্কৃতিক, আধ্যাত্মিক আৰু ভাষিক ক্ষেত্ৰত ভাৰতে কৰা অভূতপূৰ্ব উন্নতিলৈ চালে এনে ধাৰণাও হয় যে ঋক বেদৰ সৰ্বশেষ স্তোত্ৰ ৰচনাৰ কালৰ পৰা বুদ্ধৰ আগমনলৈকে কমেও ৫০০ বছৰৰ ব্যৱধান হ'ব লাগিব। সেইবাবে খুব সম্ভৱ ঋক বেদৰ অধিকাংশ ৰচনা হৈছিল খ্ৰী.পূ. ১৫০০-ৰ পৰা ১০০০ বছৰৰ ভিতৰত। যদিও শেহৰ ফালৰ কিছুমান স্তৱৰ ৰচনা আৰু সমুদায় স্তৱৰ সংগ্ৰহ আৰু সংকলনৰ কাম বোধ হয় সেই সময়-সীমাৰ এক-দুই শতাব্দীৰ পিছলৈকে চলি আছিল।

ঋক বেদৰ স্তোত্ৰবোৰ ৰচিত হৈ থাকোতে আৰ্য সংস্কৃতিৰ কেন্দ্ৰ আছিল যমুনা আৰু শতদ্ৰু নদীৰ আধুনিক কালৰ আম্বালাৰ দক্ষিণফালে আৰু সৰস্বতী নদীৰ উজনিলৈ থকা অঞ্চল। সৰস্বতী নদী এতিয়া প্ৰায় বিলুপ্ত। সাধাৰণ এটা জুৰিত পৰিণত হৈ ৰাজস্থানৰ মৰুভূমিত হেৰাই গৈছে। তেতিয়াৰ যুগত কিন্তু এই সৰস্বতী নদী বৰ বহল আৰু কোবাল নদী আছিল আৰু সম্ভৱতঃ শতদ্ৰু নদী সিন্ধু নদত মিলিত হোৱা স্থলৰ নামনিৰ ফালে কোনো স্থানত সিন্ধুত পৰিছিলগৈ। বৈদিক কবিসকলে হিমালয়ৰ বিষয়ে জানিছিল। কিন্তু যমুনা নদীৰ দক্ষিণৰ ভূখণ্ডৰ বিষয়ে তেওঁলোক জ্ঞাত নাছিল কাৰণ ক'তো বিন্ধ্য পৰ্বতৰ বিষয়ে তেওঁলোকে উল্লেখ কৰা নাই। যমুনা নদীৰ পূব দিশে বেছি

দূৰলৈকে আৰ্য সভ্যতা বিস্তাৰেই কৰা নাছিল তেতিয়া। আনকি গংগা নদীৰ নামো উল্লিখিত হৈছে একেবাৰে শেহৰ ফালৰ এটা স্তোত্ৰতহে।

সেই যুগত আৰ্যসকলে ভাৰতৰ আদিম অধিবাসীসকলৰ আটাইবোৰকে তললীয়া কৰিব পৰা নাছিল। বহুতো স্তোত্ৰত আৰ্যসকলৰে উপজাতিবিলাকৰ নিজৰ মাজতে হোৱা যুদ্ধ-বিগ্ৰহৰ কথা পোৱা যায়। কিন্তু আৰ্যসকলৰ স্বজাতীয় ফৈদবিলাকৰ মাজত সততে যুদ্ধ-বিগ্ৰহ হৈ থাকিলেও সকলো আৰ্যগোষ্ঠীয় লোকৰ মাজতে তেওঁলোকে 'দাস' বা 'দস্যু' বুলি অভিহিত কৰা মানুহবোৰৰ বিৰুদ্ধে ঐক্যবদ্ধভাৱে থিয় দিয়াৰ মানসিকতা আছিল। এই 'দাস' বা 'দস্যু'বিলাক নিশ্চয় হৰপ্পাৰ অধিবাসীসকলৰ অৱশিষ্ট লোক আৰু পঞ্জাব আৰু উত্তৰ-পশ্চিম ভাৰতৰ সমগোত্ৰীয় আদিম অধিবাসীসকলেই হ'ব। 'দাস'বিলাকক বৰ্ণনা কৰা হৈছে কৃষ্ণবৰ্ণ, কুৰূপ, ডাঠ ওষ্ঠাধৰযুক্ত, চেপেটা নকা, লিংগ উপাসক আৰু অচিনাকি ভাষা-ভাষী বুলি। দাসবোৰ পশু সম্পদত চহকী আছিল আৰু 'পুৰ' নামে প্ৰাচীৰ বেষ্টিত স্থানবোৰতহে বসবাস কৰিছিল। আৰ্য যুদ্ধৰ দেৱতা ইন্দ্ৰই তেনেকুৱা শ শ পুৰ ধ্বংস কৰিছিল। এইদৰে দাসবিলাকৰ 'পুৰ' বা বাসস্থান ধ্বংস কৰাৰ বেছিভাগ কাম বেদৰ স্তোত্ৰবোৰ ৰচনা কৰাৰ কিছুকাল আগতেই সমাধা কৰা হৈছিল। আৰু সেই ডাঙৰ ডাঙৰ যুদ্ধ-বিগ্ৰহৰ ঘটনাৰ কেউফালে নানা পৌৰাণিক কাহিনী জমা হৈ তাৰ বৃত্তান্তবোৰ প্ৰবাদ-কিংবদন্তিৰে ধুঁৱলি-কুঁৱলি হৈ পৰিছিল। কিন্তু বেদ ৰচনা হৈ থকা কালতো ১০,০০০ লৈকে সৈন্য একেলগ কৰি আক্ৰমণকাৰীবোৰক প্ৰতিৰোধ কৰাৰ শক্তি দাসবোৰৰ আছিল।

আৰ্যসকলে শত্ৰুপক্ষ বুলি গণ্য কৰা আৰু এজাতি মানুহক বুলিছিল পানি। এই পানিবিলাক ধনী মানুহ আছিল কিন্তু বৈদিক ঋষি-মুনিবিলাকৰ পৃষ্ঠপোষকতা নকৰিছিল আৰু সময়ে সময়ে আৰ্যবিলাকৰ পশুধন চুৰি কৰিছিল। আৰ্যসকলে কিন্তু দাসবোৰক যিমান বৈৰীভাব কৰিছিল সিমান শত্ৰুতা পানিবিলাকৰ বিৰুদ্ধে তেওঁলোকৰ মনত নাছিল। পানি বসতি-স্থানবোৰ আক্ৰান্ত নোহোৱাকৈ চলি থাকিব পাৰিছিল। কোনো কোনোৰ মতে এই পানিবিলাক আছিল চেমিটিক বণিক শ্ৰেণীৰ লোক। কিন্তু সেই সিদ্ধান্তৰ সমৰ্থনত যুক্তি-প্ৰমাণ ইমান সামান্য যে তাক সঠিক বুলি ক'ব নোৱাৰি।

এই আদিম অধিবাসীসকলৰদ্বাৰা আৰ্যসকলো প্ৰভাৱান্বিত নোহোৱাকৈ থকা নাছিল। মূল সংস্কৃতত 'দাস' শব্দই চলিত অৰ্থত ভৃত্য বা গোলামকে বুজায়। ঋক বেদৰ শেষৰ ফালৰ স্তৱবিলাকত দাস শব্দ সেই অৰ্থতে ব্যৱহাৰ কৰা হৈছে। কিন্তু দাস শব্দৰ স্ত্ৰীলিংগ ৰূপ 'দাসী' শব্দটো গোটেই গ্ৰন্থখনৰ আদিৰ পৰা অন্তলৈকে সকলো ঠাইতে 'ভৃত্যা' অৰ্থতে ব্যৱহাৰ কৰা হৈছে। কিন্তু যদিও অনেক পৰাজিত দাসকে ভৃত্যত পৰিণত কৰা হৈছিল, তাৰে কিছুমানে বিজয়ী আৰ্যসকলৰ লগত আপোচ-মীমাংসা কৰিছিল। এজন

দাস ৰজাই আৰ্যসকলৰ ৰীতি-নীতি মানি ব্ৰাহ্মণক দান-দক্ষিণা কৰাৰ কথা ঋক বেদত উল্লেখ আছে (ঋ. ৮ ঃ ৪৬-৩২)। আৰ্য আৰু অনাৰ্যৰ মাজৰ এই ধৰণৰ সংস্পৰ্শৰ এক পৰিণাম দৃষ্ট হয় ঋক বেদৰ একেবাৰে প্ৰাৰম্ভৰ অংশতো—য'ত ঋক বেদৰ ভাষাৰ ওপৰতো অনা-ইন্দো-ইউৰোপীয় প্ৰভাৱ স্পষ্টভাৱে চকুত পৰে। বৈদিক যুগৰে হওক বা আধুনিক কালৰ ভাৰতীয় ভাষাবোৰেই হওক সকলোতে একোলানি পশ্চমুখী আৰু মূৰ্ধন্য ধ্বনিযুক্ত ব্যঞ্জন বৰ্ণ আছে যিবোৰ অন্য কোনো ইন্দো-ইউৰোপীয় ভাষাত নাই। আনকি সংস্কৃতৰ সৈতে নিকট সম্পৰ্ক থকা প্ৰাচীন ইৰাণী ভাষাতো নাই। এই ধ্বনিবোৰৰ উৎপত্তি নিশ্চয় হৈছিল খুব কম দিনৰ ভিতৰতে অনাৰ্য লোকে বিজেতা আৰ্যসকলৰ ভাষা শিকিবলৈ লওঁতে। এইটো কথাতো সন্দেহ নাই যে আক্ৰমণকাৰীহঁতৰ অনেকেই দেশীয় নাৰীৰ লগত বৈবাহিক সম্বন্ধ কৰিছিল। তেনে বিবাহৰ ফলত জন্ম হোৱা সন্তান-সন্ততিবোৰ দ্বিভাষী হ'বই আৰু কেইপুৰুষমানৰ পিছত আৰ্যসকলৰ মূল ভাষাতো আদিবাসী ৰক্ত-সংমিশ্ৰণৰ ফল দেখা দিবই। ঋক বেদৰ অসংখ্য শব্দৰে মূল কোনো জ্ঞাত ইন্দো-ইউৰোপীয় ভাষাত বিচাৰি পোৱা নেযায়। সেইবোৰ দেখ দেখকৈয়ে আদিবাসীৰ ভাষাৰ পৰা লোৱা শব্দ। তেনেকৈ ধৰ্ম আৰু সংস্কৃতিৰ ওপৰতো অনাৰ্য প্ৰভাৱ খুব প্ৰাচীন কালৰ পৰা পৰিছিল। পৰৱৰ্তী যুগবিলাকত অনাৰ্য সংস্কৃতিৰ উদ্ভাবিকা শক্তিৰ পৰা অলক্ষিতে গ্ৰহণ কৰা তৰপে তৰপে নতুন সাংস্কৃতিক সম্ভাৰ আৰু সংস্কাৰৰ তলত আৰ্য সংস্কৃতিৰ মূল ইন্দো-ইউৰোপীয় ঐতিহ্যবোৰ ক্ৰমাৎ অন্তৰ্নিহিত হোৱাৰ প্ৰমাণো পোৱা যায় প্ৰাচীন ভাৰতীয় ধৰ্মীয় সাহিত্যতে।

প্ৰাৰম্ভতে প্ৰাচীন আৰ্য সমাজ অতিশয় আদিম ধৰণৰ আছিল বুলি কিছুমান ঊনবিংশ শতাব্দীৰ ভাৰততত্ত্ববিদে মত প্ৰকাশ কৰিছে। তেওঁলোকৰ মতে সেই আদিম প্ৰকৃতিৰ আৰ্যসকলে ঋক বেদৰ উচ্চমানৰ ৰীতি-নিৰ্ভৰ আৰু সুনিয়ন্ত্ৰিত ছন্দায়িত গাথাৰ মাজতে নিজৰ মানৱাত্মাৰ বহিঃপ্ৰকাশ ঘটোৱাৰ সুযোগ পাইছিল। গতিকে ৰুছোৱে ক'বৰ দৰে 'নবোল ছেভেজ' অৰ্থাৎ 'উন্নত বৰ্বৰ' হৈ পৰিছিল। এনে মতবাদত অতিৰঞ্জনৰ প্ৰাধান্য দেখা যায়। দৰাচলতে ঋক বেদৰ সৰ্ব প্ৰথম স্তৱমালা ৰচিত হোৱাৰো বহু আগতেই আৰ্যসকল বৰ্বৰ হৈ থকা নাছিল, তেওঁলোক আহি সভ্যতাৰ দুৱাৰডলিত উপস্থিত হৈছিলহি। তেওঁলোকৰ সমৰ-কৌশল তেতিয়াই মধ্য-প্ৰাচ্যৰ অন্যান্য সভ্যতাতকৈ বহু বেছি আগবঢ়া আছিল, তেওঁলোকৰ ব্ৰাহ্মণসকলে উপজাতীয় বলি-বিধানযুক্ত পূজা-পাতলৰ ৰীতিক উন্নত কৰি সুকুমাৰ কলাত পৰিণত কৰিছিলগৈ। তেওঁলোকৰ কাব্যৰীতি আছিল বাহুল্যপূৰ্ণ আৰু পৰিপক্ক আৰু কঠোৰ ৰচনাৰীতিৰে সুনিয়ন্ত্ৰিত। আনহাতে তেওঁলোকে কোনো নগৰ-সভ্যতা গঢ়ি তোলা নাছিল। লিখন সম্বন্ধে সমগ্ৰ ঋক বেদৰ এটাও শব্দ নথকাৰ চালে বিস্ময় মানিব লাগে। ঋক বেদ এক বিশাল গ্ৰন্থ—ইয়াৰ

বিষয়বস্তু আৰু প্ৰসংগৰো লেখ-জোখ নাই—এনে সুবৃহৎ ৰচনাত লিখন-কলা সম্বন্ধে এটাও শব্দ যে নাই তাৰ পৰাই নিশ্চিতভাৱে বুজিব পাৰি যে আৰ্যসকল নিৰক্ষৰ আছিল। তেওঁলোক আছিল যুদ্ধপ্ৰিয় পশুপালকৰ জাতি। তেওঁলোক ফৈদ বা জনগোষ্ঠীৰ ৰূপতহে সমাজবদ্ধ আছিল কোনো ৰাজ্যৰ ৰূপত নাছিল। তেওঁলোকৰ সংস্কৃতিৰ জাতি হিছাপে আৱয়ৱিক দিশত প্ৰাচীন আইচলেণ্ডৰ বিওৱাল্‌ফ্ নামৰ বীৰ গাথাবিলাকত আৰু পুৰণা আইৰিছ গদ্য-সাহিত্যত বৰ্ণিত জাতিবোৰৰ লগতহে সাদৃশ্য আছে। ইলিয়াদ মহাকাব্যত বৰ্ণিত সমাজ-ব্যৱস্থাতকৈ আৰ্যৰ সমাজ-ব্যৱস্থা কম উন্নত আছিল যেন লাগে। এই আৰ্য জনগোষ্ঠীয় সমাজবোৰ শাসিত হৈছিল 'ৰজা' উপাধিধাৰী শাসনকৰ্তা একোজনৰ দ্বাৰা। এই 'ৰাজা' শব্দৰ লাটিন 'ৰেক্স্' শব্দৰ লগত সম্বন্ধ আছে। 'ৰাজা' স্বেচ্ছাচাৰী অধিপতি নাছিল। কাৰণ উপজাতিৰ মানুহৰ শাসন-কাৰ্যৰ আংশিকভাৱে দায়িত্ব আছিল 'সভা' আৰু 'সমিতি' নামে দুখন উপজাতীয় পৰিষদৰ ওপৰত। অনেক ঠাইত প্ৰসংগক্ৰমে উল্লেখ কৰোতে সভা-সমিতি বুলি একেলগে কৰা হৈছে কাৰণে দুইখনৰ মাজত পাৰ্থক্যনো কি বুজাই নেযায়। বোধ হয় প্ৰথমখন উপজাতি বা আৰ্যগোষ্ঠীপতিসকলৰ সভা আৰু দ্বিতীয়খন অৰ্থাৎ সমিতি হৈছে উপজাতিৰ সকলো স্বাধীন সদস্য নহ'লে প্ৰতিটো পৰিয়ালৰ মুৰব্বীসকলৰ মুকলি জনসভা। এই দুইখন পৰিষদৰ ৰজাৰ ওপৰত যথেষ্ট প্ৰভাৱ আছিল , ৰজাই ৰাজপাটত বহিবৰ পূৰ্বে দুয়োখনৰে পূৰ্বানুমোদন ল'ব লাগিছিল। কিছুমান তেনে ফৈদ বা উপজাতিৰ উত্তৰাধিকাৰ সূত্ৰে হ'ব পৰা ৰজাই নাছিল। সেইবোৰ জাতি তেনে উপজাতীয় সভা আৰু সমিতিৰ দ্বাৰাই পোনপটীয়াভাৱে স্বশাসিত হৈছিল কাৰণ ঋক বেদৰ ১০ ঃ ৯৭-৬ শ্লোকত সভাত বহি আলোচনা কৰা 'ৰাজাসকলৰ' কথা আমি পাওঁ। তাৰ পৰা এনে এক প্ৰথা বাহাল থকাৰ কথা অনুমান কৰিব পাৰি যে সেই সভাত বহি শাসন পৰিচালিত কৰা সকলোৱেই আছিল সেই ফৈদ বা আৰ্যগোষ্ঠীপতিসকলৰ প্ৰত্যেকেই 'ৰাজা' উপাধি লৈছিল আৰু সমূহীয়াভাৱে সভা পাতি বহি পিছৰ যুগৰ অ'লি গাৰ্কিবোৰৰ দৰে দেশ শাসন কৰিছিল।

কিন্তু উত্তৰাধিকাৰ সূত্ৰে ৰজা হোৱাই আছিল নিয়ম। তেওঁ এটা সুন্দৰ ঘৰত বাস কৰে। তেওঁৰ ৰাজসভাত সভাসদসকল থাকে। গাঁওবিলাকত সমাজপতিসকল বা গ্ৰামণীসকল থাকে। তেওঁৰ এজন সেনানী বা সেনাপতি থাকেই। ৰজাৰ অধীনে তেওঁ সৰু-সুৰা যুদ্ধ-অভিযান চলায় আৰু চুবুৰীয়া ফৈদবিলাকৰ পশুধন অপহৰণ কৰে। অতি গণ্যমান্য ব্যক্তি এজন হ'ল ৰজাৰ ঘাই পুৰোহিত। তেওঁ পূজা-পাতল, যাগ-যজ্ঞ আদিৰে ফৈদৰ শান্তিৰ দিনত সমৃদ্ধি আৰু যুদ্ধ হ'লে বিজয়ৰ বাবে উপাস্য দেৱতাসকলক তুষ্ট কৰি ৰাখে। সেই পুৰোহিতকে ফৈদৰ ঔষধ-পাতি দিয়া চিকিৎসকৰ ভূমিকা লোৱাও দেখা যায় আৰু যুদ্ধৰ আগতো আৰু যুদ্ধ চলি থকা অৱস্থাতো নানা যাদু-মন্ত্ৰেৰে পূজা-পাতল কৰি থকাও দেখা যায়।

আৰ্যসকলে ৰজাক মানিছিল প্ৰধানকৈ সমন্বনায়ক হিছাপে। তেওঁৰ প্ৰধান দায়িত্ব আছিল ফৈদৰ সুৰক্ষা। আৰম্ভণিৰ সেই সুপ্ৰাচীন যুগৰ ৰজাৰ কোনো 'ডিভাইন ৰাইট' বা ঈশ্বৰপ্ৰদত্ত অধিকাৰ আছিল বুলি কোনেও নেভাবিছিল। তেওঁ কোনো ধৰ্মীয় আচাৰ-অনুষ্ঠানো পালন কৰিব নেলাগিছিল। মাত্ৰ ফৈদ বা নিজৰ জাতিৰ লোকৰ মংগলৰ বাবে যাগ-যজ্ঞ পাতিবলৈ আদেশ দিছিল আৰু পুৰোহিতবিলাকক সেইবোৰ কাম কৰিবলৈ সুবিধা কৰি দিছিল। প্ৰাচীন কালৰ অন্যান্য কোনো কোনো সংস্কৃতিত থকাৰ দৰে এজন লোকেই ৰজাও, পুৰোহিতো হোৱাৰ দৰে দৃষ্টান্ত বৈদিক যুগৰ ভাৰতত পাবলৈ নাই। তেতিয়া কোনো ৰাজহ বা খাজানা সংগ্ৰহ কৰাৰ ৰীতিও নাছিল। ৰজাৰ খৰচ চলিছিল প্ৰজাসকলে দিয়া উপহাৰ-উপঢৌকন আৰু যুদ্ধত লুট কৰা সম্পদেৰে। পিছৰ যুগত ৰজাই যদিও প্ৰধান বিচাৰপতি আছিল, বৈদিক যুগত ৰজাৰ তেনে ক্ষমতা বা ভূমিকাৰ কোনো উল্লেখ নাই। হত্যা-অপৰাধৰ দণ্ডবিধান খুব সম্ভৱ প্ৰাচীন এংলো-ছেক্সন আৰু অন্যান্য কিছুমান প্ৰাচীন ইন্দো-ইউৰোপীয় জাতিৰ মানুহৰ দৰে 'ৱেৰ জেল্ড্' অৰ্থাৎ ক্ষতিপূৰণ দিয়া পদ্ধতিৰে কৰা হৈছিল। কিন্তু ইয়াৰ ওপৰঞ্চি ঋক বেদৰ যুগত সামাজিকভাৱে বিচাৰ আৰু দণ্ড-বিধানৰ কোনো তথ্য আমি নাপাওঁ।

বহুতো ফৈদৰ দলপতিৰ নামে সৈতে উল্লেখ আছে ঋক বেদত। সেইবিলাকৰ কোনো কোনোজনৰ বিষয়ে পিছৰ যুগত নানা অলৌকিক আৰু অবিশ্বাস্য কাহিনীও ৰচিত হৈছিল। ঋক বেদত উল্লেখ কৰা মাত্ৰ এজন ৰজাই ঐতিহাসিক গুৰুত্বপূৰ্ণ এটা কাম কৰাৰ বৰ্ণনা পোৱা যায়। তেওঁ হ'ল ভাৰতবংশীয় ৰজা সুদাস। ভাৰতসকলে সৰস্বতী নদীৰ উজনি অঞ্চলত বাস কৰিছিল। ঋক বেদৰ তিনিটা কবিতাত দহজন ৰজাৰ এখন ডাঙৰ যুদ্ধৰ বৰ্ণনা আছে। সেই যুদ্ধত ৰজা সুদাসে পঞ্জাব আৰু উত্তৰ-পশ্চিম ভাৰতৰ দহটা উপজাতিৰ বা ফৈদৰ সম্মিলিত এক বাহিনীক পৰাস্ত কৰিছিল পৰুষ্ণি বা বৰ্তমানৰ ইৰাৱতী নদীৰ পাৰত। বিপক্ষৰ দহটা উপজাতি বা ফৈদৰ ভিতৰত আটাইতকৈ শক্তিশালী আছিল পুৰো নামে এটা ফৈদ। সেই ফৈদৰ বসতি আছিল সৰস্বতী নদীৰে নামনিৰ ফালে ভাৰতসকলৰ পশ্চিম ফালৰ চুবুৰীয়া হিছাপে। পুৰোসকলৰ ৰজা পুৰুকুৎসৰ সেই যুদ্ধত মৃত্যু হৈছিল। ইয়াৰ পিছৰ যুগত অৱশ্যে আমি ভাৰত বা পুৰো কোনো এটা ফৈদৰে নাম নাপাওঁ তাৰ সলনি নতুনকৈ কুৰু নামে এটা ফৈদেহে ভাৰতসকলৰ পুৰণা বাসভূমি আৰু গংগা-যমুনা দোৱাব অঞ্চলৰ অধিকাংশ দখল কৰি প্ৰতাপী হৈ উঠা দেখিবলৈ পাওঁ। পৰম্পৰাগত পুৰুষীনামাত কুৰুবংশীয় ৰজাসকলক 'ভৰতবংশজাত' অৰ্থত 'ভাৰত' আৰু পুৰোবংশোদ্ভূত অৰ্থত 'পৌৰৱ' বুলি উল্লেখ কৰা হয়। তাৰ পৰা বুজা যায় যে দুইটা উপজাতিৰ মাজত যুদ্ধ হৈ এটাৰ হাতত আনটো পৰাজিত হোৱাৰ ফলস্বৰূপে দুইটা উপজাতি চিনিব নোৱাৰাকৈ সংমিশ্ৰিত হৈছিল।

আৰু সংমিশ্ৰণৰ এই ধৰণৰ প্ৰক্ৰিয়া সমগ্ৰ বৈদিক যুগতে ঘটি আছিল নানা ঠাইত নানাভাৱে যাৰ ফলত উপজাতিৰ ঠাইত আৰ্যসকল সময়ত জাতিত পৰিণত হৈছিল।

আৰ্যসকল ভাৰতত প্ৰৱেশ কৰাৰ সময়তো তেওঁলোকৰ উপজাতীয় সমাজ-ব্যৱস্থাত শ্ৰেণীবিভাগ আছিল। ঋক বেদৰ একেবাৰে প্ৰাৰম্ভৰ শ্লোকবিলাকতো আমি ক্ষত্ৰ বা ডাঙৰীয়া শ্ৰেণী আৰু 'বিশ' বা সাধাৰণ উপজাতীয় লোকৰ কথা পাওঁ। সেইদৰে অন্যান্য বহুতো ইন্দো-ইউৰোপীয় জাতিৰ বিষয়ে অধ্যয়ন কৰোতেও পোৱা যায় যে আদি ইন্দো-ইউৰোপীয় জাতি হিছাপে আৰ্যসকলে তেওঁলোকৰ মূল বাসভূমিৰ পৰা প্ৰব্ৰজন কৰাৰ আগতেও তেওঁলোকৰ সমাজ-ব্যৱস্থাত অভিজাত শ্ৰেণী এটা আছিলেই। পিছলৈ তেওঁলোকে জয় কৰা কৃষ্ণাংগ আদিম অধিবাসীসকলৰ মাজত বাস কৰোতে আৰ্যসকলে নিজৰ ৰক্তৰ বিশুদ্ধতা ৰক্ষাৰ ওপৰত যথেষ্ট গুৰুত্ব দিয়া যেন লাগে। তেতিয়া সেই বৰ্ণভেদ প্ৰথা আৰু কটকটীয়া কৰা হৈছিল। যাতে মূল আৰ্যসমাজৰ পৰা যিবোৰ দাস মানুহে আৰ্যধৰ্ম গ্ৰহণ কৰি আৰ্যসমাজৰ সীমা-মূৰিয়লীত প্ৰৱেশ বিচাৰি অৱস্থান লৈছিলহি সেইবিলাকক আৰু যিবোৰ আৰ্যই দাসবিলাকৰ মাজত বিয়া-বাৰু কৰাই সিহঁতৰ ৰীতি-নীতি গ্ৰহণ কৰিছিল সেইবিলাকক বাদ দিব পৰা যায়। পিছলৈও ভাৰতীয় আৰ্যসমাজত এই দুই শ্ৰেণী লোকৰ সামাজিক স্থান বহুত তললৈ নামিছিল। সেই সময়তে পুৰোহিত শ্ৰেণীৰ গুৰুত্ব বহুত বাঢ়িছিল। কাৰণ তেওঁলোকৰ ধৰ্ম-কৰ্ম, ক্ৰিয়া-কাণ্ড, বিধি-বিধানবোৰ দিনে দিনে জটিলৰ পৰা জটিলতৰ আৰু বাহুল্যপূৰ্ণ হৈ আহিছিল। তাৰ বাবে তেওঁলোকৰ গুণ-বিদ্যা-শিক্ষা-সাধনাও বেছি দৰকাৰ হৈ পৰিছিল। গতিকে এই ব্ৰাহ্মণসকলে নিজৰ বাবে সামাজিক অধিকাৰৰ বেছিভাগ আক্ৰোহেৰে দখল কৰিছিল। ঋক বৈদিক যুগৰ শেষ হয় মানে আৰ্যসমাজ চাৰিটা বৃহৎ বিভাগত বা বৰ্ণত বিভক্ত হ'ল আৰু এই চতুৰ্বৰ্ণ বা চাৰি জাতিক মৌলিক বিভাজন বুলি ধৰ্মীয় স্বীকৃতি দিয়া হ'ল।

এই চাৰি জাতি হ'ল পুৰোহিত বা ব্ৰাহ্মণ, যোদ্ধা বা ক্ষত্ৰিয়, কৃষক বা বৈশ্য আৰু দাস বা শূদ্ৰ শ্ৰেণী। ঋক বেদৰ দিনতে এই বিভাজন সম্পূৰ্ণ আৰু স্পষ্ট হৈছিল। সেই জাতিভেদ প্ৰথা এতিয়াও চলি আছে। এই বিভাজন বুজাবলৈ যি সংস্কৃত শব্দ ব্যৱহাৰ কৰা হয় সেইটো হ'ল 'বৰ্ণ'। 'বৰ্ণ' মানে আচলতে বৰণ। এই বৰ্ণ শব্দটোৱেই দৰাচলতে শব্দটোৱে বুজোৱা চাৰি জাতিৰ উৎপত্তিৰ সন্ধান দিয়ে। প্ৰাচীন উপজাতি এটাত আগৰে পৰা থকা সমাজ-ব্যৱস্থাত সেই উপজাতি এক বেলেগ শাৰীৰিক গঢ় আৰু বৰ্ণৰ আৰু বেলেগ সংস্কৃতিৰ সংস্পৰ্শলৈ আহিলে যেনে প্ৰতিক্ৰিয়াৰ প্ৰতিফলন প্ৰত্যাশিত চতুৰ্বৰ্ণ তাৰে এটা দৃষ্টান্ত। শব্দাৰ্থ বিচাৰ কৰিলে বৰ্ণ শব্দই 'জাত' নুবুজায়। অতীততো বুজোৱা নাছিল। বৰ্ণ মানে বৰণ। বৰণ বেলেগ কাৰণেই বৰ্ণ পিছলৈহে বৰ্ণ শব্দ শিথিলভাৱে জাত শব্দৰ সমাৰ্থকৰূপে ব্যৱহৃত হ'বলৈ ধৰিলে।

আৰ্য সমাজ-ব্যৱস্থাত প্ৰাথমিক সামাজিক গোট হৈছে পৰিয়াল। পৰম্পৰৰ মাজত সম্বন্ধ থকা একে গোত্ৰীয় কিছুমান পৰিয়ালেৰে গঠিত হয় একোখন 'গ্ৰাম'। এই গ্ৰাম শব্দই পিছলৈ সঁচাকৈয়ে গাঁও বুজাবলৈ আৰম্ভ কৰিলে যদিও ঋক বেদৰ যুগত সেই শব্দই একে বংশীয় সম্বন্ধীয় লোকৰ একোখন সমাজহে বুজাইছিল। বাসস্থান বুজোৱা নাছিল। এই পৰিয়ালবোৰ আছিল সম্পূৰ্ণভাৱে পিতৃসূত্ৰীয় আৰু পিতৃপ্ৰধান। পৰিয়ালত পত্নীৰ আসন যদিও অতি সন্মানজনক আছিল তথাপি পত্নী সদায় পতিৰ অধীন আছিল। একপত্নী বিবাহৰ নিয়মহে প্ৰচলিত আছিল আৰু বিবাহ-বন্ধন প্ৰায় অবিচ্ছেদ্য আছিল। কাৰণ ঋক বেদৰ কোনো ঠাইতে বিবাহ-বিচ্ছেদ বা বিধবাৰ পুনৰ বিবাহৰ কথা পোৱা নেযায়।

আৰ্যসকলৰ অৰ্থনীতি নিৰ্ভৰ কৰিছিল পশুপালন আৰু কৃষি এই দুইবিধ কৰ্মৰ ওপৰতে। তাৰ ভিতৰত আগভাগ পাইছিল পশুধনে। কৃষকে প্ৰাৰ্থনা কৰে বৰ্ধিত পশুধনৰ বাবে, যোদ্ধাই আশা কৰে বেছিসংখ্যক গো-সম্পদ লুট কৰি আনিব পাৰিবলৈ, যজ্ঞৰ অন্তত ব্ৰাহ্মণে দান হিছাপেও পায় গো-ধন। পশুধন, বিশেষকৈ গোধন এক প্ৰকাৰ মুদ্ৰাৰ দৰে ব্যৱহাৰ কৰা হৈছিল। পশুৰ মাথা গণ্তি কৰি মূল্য নিৰূপণ কৰা হৈছিল। সেই সময়ত গৰুক পবিত্ৰ আৰু অবধ্য বুলি ভবা হৈছিল বুলি কোৱা কথাৰ সমৰ্থনত একো প্ৰমাণ পোৱা নেযায়। কোনো এক ঠাইত নে দুই ঠাইত গাভী 'অবধ্যা' বুলি কোৱা হৈছে যদিও সেইটোৰে গাই গৰুৰ অৰ্থনৈতিক গুৰুত্বৰ কথাহে সূচোৱা হৈছে যেন লাগে। যেই কি নহওক, এই কথা পৰিষ্কাৰ কৈ জনা যায় যে বলদ আৰু গাই দুইটাকে খাবৰ কাৰণে বধ কৰা হৈছিল।

গৰুৰ নিচিনাকৈ ঘোঁৰা পোহাৰ ওপৰতো খুব গুৰুত্ব দিয়া হৈছিল কিন্তু ঘোঁৰাৰ মূল্য আছিল প্ৰধানকৈ যুদ্ধত ব্যৱহাৰৰ বাবেহে। আৰ্যসকলৰ বাদামী ৰঙৰ বেগৱান ঘোঁৰা লঘুভাৰ ৰথত যুটি দি চলাই তেওঁলোকে সিন্ধু উপত্যকাৰ অধিবাসীসকলৰ মনত ত্ৰাসৰ সঞ্চাৰ কৰিব পাৰিছিল। যেনেকৈ স্পেনিছ অশ্বাৰোহী কংকুইষ্টেডৰ্‌বিলাকে আজটেক আৰু ইন্‌কাবিলাকৰ মাজত ত্ৰাসৰ সঞ্চাৰ কৰিছিল। ঋক বেদৰ কিছুমান স্তোত্ৰৰ শিতানত দধিক্ৰা নামে এটা স্বৰ্গীয় ঘোঁৰাৰ বৰ্ণনা দিয়া আছে। সেই বৰ্ণনাত লিখা কেইফাকিমান কবিতা ঘোঁৰাৰ বিষয়ে বিশ্ব-সাহিত্যৰ ভিতৰতে অতুলনীয় সুন্দৰ বৰ্ণনা। সেইখিনি পঢ়িলে বাইবেলৰ বুক্ অব্ জব্‌ত যুদ্ধত ব্যৱহৃত অশ্বৰ বিষয়ে ৩৯, ১৯-২৫ ছোৱাত কৰা প্ৰশংসাসূচক কথাবোৰলৈ মনত পৰি যায়।

উত স্মৈনং বস্ত্ৰমথিং ন তায়ুমনু ক্ৰোশন্তি ক্ষিতয়ো ভৰেষু।
নীচায়মানং জসুৰিং ন শ্যেনং শ্ৰৱশ্চাচ্ছা পশুমচ্চ যূথম ॥৫॥
উত স্মাসু প্ৰথমঃ সৰিষ্যন্নি বেৰেতি শ্ৰেণিভী ৰথানাম্।
স্ৰজং কৃণ্বানো জন্যো ন শুভ্বা ৰেণুং বেৰিহং কিৰণং দদশ্বান ॥৬॥

উত স্য বাজী সহুৰি ঋৰ্তাব্য শুশ্রুষ মানস্তগ্বা সমৰ্যে।
তুৰং যতীষু তুৰয়ন্নৃজি প্যোহধি ভ্ৰুবোঃ কিৰতে ৰেণুমুঞ্জন ॥৭॥ (ঋক ৪:৩৮)

সেয়া আছিল যাত্ৰা মহা গৌৰৱৰ এক মহৎ অশ্বৰ
জাকৰুৱা পখীৰ মাজত প্ৰথমতে সোমাবলে'
চোঁ মাৰি নামি আহে যেনেদৰে ক্ষুধাতুৰ শ্যেনবিহঙ্গই—
ঠিক তেনেদৰে শাৰী শাৰী পূৰ্ণগতি ৰথৰ মাজেদি
গ'ল আগবাঢ়ি বিজুলী বেগেৰে সেই মহা তুৰঙ্গই।
বজ্ৰ যেন খুৰাৰ আগেৰে উৰুৱাই ধূলি— লেগামত
দাঁতৰ কৰকৰণি তুলি। — অৱলীলাক্ৰমে।
যেনেদৰে অনাযাসে মালা গাঁথে বিবাহৰ বৰে।

সেই বিজযী অশ্ব আছিল গৰাকীৰ অতি অনুগত
ৰণক্ষেত্ৰত সংঘৰ্ষৰ মাজেদিযে পথ মোকলাই
যায তীব্ৰবেগে খুৰাৰ ধূলিৰে নিজৰে কপাল ওপচাই।
ক্ৰুদ্ধ মেঘগৰ্জনৰ দৰে শুনি তাৰ হ্ৰেষাধ্বনি
কম্পমান হয শত্ৰুশ্ৰেণী। সেই মহা অশ্বই ল'লে পূৰ্ণবেগ
সহস্ৰ শত্ৰুযে নোৱাৰে ৰোধিব তাৰ গতি। (ঋক ৪।৩৮।৫-৬)

ঋক বেদৰ কোনো কোনো স্থানত অশ্বাৰোহণৰ কথা কোৱা হৈছে যদিও ঘোঁৰা প্ৰধানকৈ ব্যৱহাৰ কৰা হৈছিল ৰথ টনা কামতহে। ৰথ নামৰ এই বাহনখন বেদত এক প্ৰভূত উপমা আৰু ৰূপকেৰে বহু-চৰ্চিত বিষয়। ৰথৰ বৰ্ণনা ইমান বেছিকৈ আৰু বিশদকৈ কৰা হৈছে যে সেইবোৰ পঢ়িয়েই খুঁটি-নাতি একো বাদ নিদিযাকৈ বেদৰ যুগৰ এখন পূৰ্ণাংগ ৰথ নিৰ্মাণ কৰি পেলোৱাও সম্ভৱ। দাণ্ডাযুক্ত দুটা চকাৰ ওপৰত দুজন আৰোহী উঠিব পৰা সমানকৈ যোৰা দুটা ঘোঁৰাই টনা এই লঘুভাৰ ৰথ আৰ্যসকলৰ অপৰিহাৰ্য সমৰসজ্জাৰ ভিতৰুৱা আছিল।

অন্য জন্তুৰ ভিতৰত আৰ্যসকলে ভেড়া পুহিছিল প্ৰধানকৈ উলৰ কাৰণে। উলৰ কাপোৰ তেওঁলোকৰ প্ৰধান বস্ত্ৰ আছিল। আৰু পুহিছিল ছাগলী। হস্তীৰ উল্লেখ পোৱা যায় ঋক বেদৰ শেহৰ ফালৰ স্তোত্ৰবোৰত, তাকো বনৰীয়া জন্তু হিছাপেহে। শ্বৰমা নামে এজনী অলৌকিক গুণসম্পন্ন কুকুৰৰ নাম পোৱা যায় এটা আখ্যানত তাই লোৱা গুৰুত্বপূৰ্ণ ভূমিকাৰ বাবে। সেই আখ্যান পুনৰনিৰ্মাণ কৰা সম্ভৱ নহয়। কিন্তু সেইবোৰ যিয়েই নহওক ঋক বেদৰ যুগৰ আৰ্যসকলৰ বাবে কুকুৰ বৰ প্ৰিয় নাছিল। যদিও

আৰ্যসকলৰে অন্য এটা ঠাল—ইৰাণীয়ান পশুপালক আৰ্যগোষ্ঠী এটাই কুকুৰক পবিত্ৰ জন্তু বুলি জ্ঞান কৰিছিল।

ঋক বেদৰ ৰচয়িতাসকলে পশুপালনৰ কথা বেছিকৈ লিখিছিল যদিও কৃষি-কাৰ্যৰো যথেষ্ট গুৰুত্ব নিশ্চয় আছিল। কিন্তু কৃষি-কৰ্মক ইতৰ মানুহৰ কাম বুলি গণ্য কৰা হৈছিল যেন লাগে। সেইবাবেই সেই বিষয়ে বেছি কথা একো উল্লেখ নাই। খেতি বুলিলে অকল যব বুলি কোৱা হৈছে। পিছলৈ যব ধানৰ পৰা বাৰ্লি প্ৰস্তুত কৰা হৈছিল। ঋক বেদত কিন্তু যব বুলিলে সকলো প্ৰকাৰৰ শস্যকে বুজাইছিল। হাল বোৱা আৰু শস্য কটাৰ বিষয়েও কিছু কথা উল্লেখ আছে। অন্য দুই-এটা কৃষি সম্বন্ধীয় কথাৰ পৰা আৰ্যসকলে জলসিঞ্চনৰ বিষযেও কিছু কথা জানিছিল বুলি অৰ্থ ব্যাখ্যা কৰা হৈছে যদিও সেই কথাত সন্দেহ আছে।

আৰ্যসকল আছিল বন্য উদ্দাম প্ৰকৃতিৰ মানুহ। তেওঁলোকৰ মাজত পিছৰ যুগৰ ভাৰতীয় সমাজত প্ৰচলিত বিভিন্ন ধৰণৰ সামাজিক বা ধৰ্মীয় বাধা-নিষেধৰ ৰীতি-নীতিবোৰ নাছিল। তেওঁলোকে প্ৰচুৰ পৰিমাণে মদ খাইছিল। মদ আছিল প্ৰধানকৈ দুবিধ—সোম আৰু সুৰা। সোমৰস খাইছিল যাগ-যজ্ঞাদিত আৰু তাত ধৰ্মীয় অনুমোদনো আছিল। আনহাতে সুৰা আছিল সাধাৰণ মদ। তাত ধৰ্মীয় কথা নাই। একেবাৰে ধৰ্মনিৰপেক্ষ আৰু অতি তীব্ৰ। বেদৰ একাধিক স্থানত ঋষিসকলে অত্যধিক মদ্যপানক নিন্দা কৰিছে।

তেওঁলোক বৰ সংগীতপ্ৰিয় আছিল। বাঁহী, বীণ আৰু চাৰেং বজাইছিল। ঢোল-তাল বজাইছিল। তেওঁলোকৰ সপ্তসুৰৰ মাত্ৰা আমাৰ এতিয়াৰ দিনৰ সপ্তসুৰৰ লগত মিলে। কোনো কোনোৰ মতে সুৰসংগমৰ এই সপ্তসুৰৰ উদ্ভাৱন হৈছিল প্ৰাচীন ছুমেৰীয় সভ্যতাত। সেইটোকে ইন্দো-ইউৰোপীয় জাতিসমূহে সকলো দেশলৈকে বিয়পাই দিছিল। ঋক বেদত নৃত্য আৰু গীতৰো উল্লেখ আছে—আছে নাচনী ছোৱালীৰ কথাও। সেই নাচনী ছোৱালীবোৰ বৃত্তিগতভাৱেও নাচনী হ'ব পাৰে।

এইবোৰ আমোদ-প্ৰমোদৰ বাহিৰেও আৰ্যসকলে ভাল পাইছিল জুৱা খেলি। সকলো যুগতে ভাৰতীয় লোকে জুৱা খেলি ভাল পোৱাৰ প্ৰমাণ আছে। সিন্ধু উপত্যকাৰ নগৰবোৰ খনন কৰোঁতেও অসংখ্য পাশাখেলৰ পাশতি পোৱা গৈছিল। আৰ্যসকলৰো দ্যূত-ক্ৰীড়াৰ প্ৰতি গভীৰ আসক্তিৰ নজিৰ থাকি গৈছে ঋক বেদতে থকা 'দ্যূতঃকৰৰ বিলাপ' নামৰ এটা ধুনীয়া কবিতাত। ঋক বেদত ধৰ্মনিৰপেক্ষ বিষয় অতি কম। যি কেইটা আছে তাৰ ভিতৰতে ভাগ্যক্ৰমে এই সুন্দৰ কবিতাটোৱে স্থান পাইছিল।

আৰ্যসকলে কোনো নগৰ-সভ্যতা গঢ়ি তোলা নাছিল। ইটাৰে বা শিলেৰে একো নিৰ্মাণ-কাৰ্য তেওঁলোকে কৰা নাছিল। তথাপি প্ৰযুক্তিবিদ্যাৰ ফালৰ পৰা আৰ্যসকল

বহুত আগবঢ়া আছিল আৰু তেওঁলোকে ব্যৱহাৰ কৰা আহিলা-পাতিবোৰো উন্নত আছিল। তেওঁলোকৰ ব্ৰঞ্জৰ কাম কৰা কাৰিকৰবিলাক বৰ পটু আছিল আৰু সিহঁতে প্ৰস্তুত কৰা সা-সঁজুলি আৰু অস্ত্ৰ-শস্ত্ৰবিলাক হৰপ্পানবোৰতকৈ বহুত উন্নত মানৰ আছিল। সেই কাৰিকৰবিলাক, লগতে কাঠমিস্ত্ৰি আৰু ৰথ নিৰ্মাণ কৰোতাবিলাকৰ কথা ঋক বেদৰ স্তোত্ৰবিলাকৰ ঠায়ে ঠায়ে সম্মানসহকাৰে উল্লেখ কৰা হৈছে। সেই সময়ত ভাৰতত লোহা ব্যৱহাৰ কৰা হৈছিল বুলি ধৰিবলৈ কোনো সবল যুক্তি পোৱা নেযায়। ঋক বেদত ব্যৱহৃত অয়স্ শব্দই ধাতু বুজায়। সেই 'অয়স্' শব্দই পিছৰ যুগত লোহা বুজাইছিল যেনেকৈ জাৰ্মান ভাষাত 'আইছেন' আৰু ইংৰাজী ভাষাত 'আয়ৰণ' শব্দই লোহাক বুজায়। কিন্তু বেদত ব্যৱহৃত অয়স্ শব্দৰ লাটিন 'আয়েছ' শব্দৰ সৈতে সাদৃশ্য লক্ষণীয়। 'আয়েছ' শব্দই ব্ৰঞ্জহে বুজাইছিল। গতিকে ঋক বেদৰ অয়স্ শব্দই নিশ্চিতভাৱে এই 'ব্ৰঞ্জ' বা তাম বুজাইছিল। সিন্ধু উপত্যকাৰ নগৰসমূহৰ খনন-কাৰ্যত ওপৰৰ স্তৰবিলাকত কোনো লোহাৰ সন্ধান পোৱা নগৈছিল। সেইটো যুগত লৌহনিৰ্মিত কোনো সঁজুলি দুষ্প্ৰাপ্য আছিল আনকি মেছোপটেমিয়াৰ অনেক বেছি উন্নত সভ্যতাবোৰতো লোহাৰ ব্যৱহাৰৰ কোনো প্ৰমাণ নাছিল। লোহৰ খনি পোৱা গৈছিল অনেক ঠাইতে। কিন্তু খনিৰ সেই লোহা গলাই তাৰ পৰা প্ৰয়োজনীয় সঁজুলি তৈয়াৰী কৰাৰ বাবে যিখিনি কৌশল জানিব লাগে আৰ্যসকলৰ সিমানখিনি নাছিল। ঋক বেদ ৰচনা হৈ থকাৰ যুগত আনাটোলিয়াৰ বাহিৰে অন্য কোনো ঠাইতে খনিৰ লো-চুৰ পগাই লোহা প্ৰস্তুত কৰা কৌশল মানুহে নাজানিছিল। সেই দেশতো হিট্টাইট ৰজাসকলে সেই কৌশল সযতনে গোপন কৰি ৰাখিছিল। খ্ৰী.পূ. দ্বিতীয় সহস্ৰাব্দৰ একেবাৰে শেষৰফালে লোহাৰ ব্যৱহাৰ সমগ্ৰ সভ্য জগতত জনাজনি হৈছিল। ঋক বেদৰ যুগতে সেই বিদ্যাই ভাৰত পাইছিলহি বুলি কোৱা কথা যথাৰ্থ বুলি ধৰিব নোৱাৰি।

নগৰকেন্দ্ৰিক সমাজ নাছিল বাবেই আৰ্যসকলৰ অৰ্থনীতিও বৰ উন্নত নাছিল। মেছোপটেমিয়াত ৰূপৰ শ্বেকেল নামৰ মুদ্ৰা চলিছিল। ওপৰত কোনো চাব-মোহৰ নেথাকিলেও সেই ৰূপৰ পাতবোৰেই মুদ্ৰাৰ দৰে দ্ৰব্য ক্ৰয়-বিক্ৰয়ত বিনিময় হৈছিল। আৰ্যসকলে বয়-বস্তুৰ মূল্য নিৰূপণ কৰোতে আৰু বিনিময় কৰোতে মূল্যমানৰ একোটা একক ধৰিছিল এজনী গাইৰ মূল্যৰে। পিছৰ যুগত নিষ্ক এবিধ সোণৰ মুদ্ৰা প্ৰচলিত হৈছিল কিন্তু ঋক বেদৰ যুগত সেই নিষ্ক শব্দেৰে কিবা এবিধ অলঙ্কাৰহে বুজাইছিল। তেতিয়াৰ দিনত বণিক বা ধন ধাৰে দিয়া মহাজন বুলি বেলেগে এটা শ্ৰেণী নাছিল। যদিও ঋণগ্ৰস্ততাৰ বিষয়ে ঠায়ে ঠায়ে উল্লেখ আছে।

আদি যুগৰ এই আৰ্যসকলৰ ৰীতি-নীতি আৰু দৈনন্দিন জীৱনৰ বিষয়ে আমি যিমান জানিব পাৰো তাতকৈ বহুত বেছিকৈ জানিব পাৰি তেওঁলোকৰ ধৰ্ম সম্বন্ধে। সেই বিষয়ে পিছৰ এটা অধ্যায়ত আলোচনা কৰা হ'ব।

# উত্তৰ বৈদিক যুগ

ঋক বেদৰ ৰচনা হৈ থকা কালৰ পৰা প্ৰায় চাৰিশ-পাঁচশ বছৰ পাৰ হৈ যোৱাৰ পিছত বুদ্ধৰ যুগতহে ভাৰতৰ ইতিহাসৰ গতিৰেখা তুলনামূলকভাৱে আগতকৈ অধিক নিশ্চয়তাৰে অনুধাৱন কৰিব পৰা যায়। দুইটা যুগৰ মাজৰ সেই চাৰি-পাঁচ শতিকাত আৰ্যসকলে পূবমুৱা হৈ বসতি বিস্তাৰ কৰিছিল গংগাৰ পাৰে পাৰে। নতুন নতুন ভৌগোলিক পৰিৱৰ্তনৰ প্ৰভাৱো প্ৰতিফলিত হ'বলৈ ধৰিলে তেওঁলোকৰ সংস্কৃতিত। শেহতীয়াভাৱে মাথোন কিছু কালৰ পূৰ্বে ভাৰতীয় পুৰাতত্ত্ববিদসকলে এঠাইত খনন-কাৰ্য চলাওঁতে এই সময়ছোৱাৰ প্ৰাচীন হস্তিনাপুৰ নগৰৰ ধ্বংসাৱশেষ পাইছে। সেই ধ্বংসাৱশেষৰ একেবাৰে তলৰ স্তৰ পিছৰ বেদবোৰৰ যুগৰ খ্ৰী পূ. ১০০০-ৰ পৰা ৭০০ বছৰৰ ভিতৰৰ বুলি নিৰ্ণীত হৈছে। সেই নগৰৰ শেষ দশাপ্ৰাপ্তি হৈছিল প্ৰবল বন্যাত। অৱশেষ বোলোতে পোৱা গৈছিল চিত্ৰ-বিচিত্ৰ মৃৎপাত্ৰৰ নিদৰ্শন কিছুমান, তাম্ৰনিৰ্মিত আহিলা-পাতি আৰু নোপোৰা ইটাৰে নিৰ্মাণ কৰা ঘৰৰ চিহ্ন। যিবোৰ মৃৎপাত্ৰ পোৱা গৈছে সেইবোৰ মৃৎপাত্ৰ গংগাৰ উজনিলৈ আহিছে নগৰৰ পশ্চিম ফালে সৰস্বতী নদীৰ উপত্যকাত। সামান্য এইখিনি ঐতিহাসিক সমলৰ কথা বাদ দিলে সেই সময়ছোৱাৰ ভাৰতৰ ইতিহাসৰ বিষয়ে প্ৰত্যক্ষভাৱে জানিব পৰা কোনো উপায় নাই। নিৰ্ভৰ কৰিব লাগিব ঋক বেদৰ পিছৰ বেদ, ব্ৰাহ্মণ আৰু উপনিষদ আদি পবিত্ৰ গ্ৰন্থবোৰৰ ওপৰত। ধৰ্মীয় আৰু সাহিত্যিক দৃষ্টিকোণৰ পৰা সেইবোৰ গ্ৰন্থৰ বিষয়ে আলোচনা পিছত কৰা হ'ব।

এই সমসাময়িক গ্ৰন্থৰ উপৰি বহুত প্ৰবাদ-আখ্যান-উপাখ্যান—বিশেষকৈ মহাকাব্য আৰু পুৰাণসমূহ আছে, যিবোৰৰ পৰা এই কালছোৱাৰ বিষয়ে কিছু তথ্য আহৰণ কৰিব পাৰি। কিন্তু পিছৰ শতাব্দীবোৰত সেই আখ্যানবোৰতো তৰপে তৰপে অনেক উপাখ্যান যোগ হৈ সেইবোৰৰ ইমান শ্ৰীবৃদ্ধি হ'লগৈ যে এতিয়া সেইবোৰৰ কোনো ধৰণৰ ঐতিহাসিক অৰ্থ ব্যাখ্যাই সকলোৰে বাবে গ্ৰহণযোগ্য নোহোৱা হ'ল। সেইবোৰ অবাস্তৱতাৰ পৰা বাস্তৱ সত্য চালি-জাৰি উলিওৱা হয়তো কেতিয়াও সম্ভৱ নহ'ব। মহাকাব্যবোৰত যিবোৰ ঘটনাৰ বিৱৰণ আছে সেইবোৰ হয়তো প্ৰাথমিক ৰূপত এই সময়ছোৱাতে ৰচিত হৈছিল। কিন্তু মহাকাব্যত সমসাময়িক সমাজৰ যিবোৰ বৰ্ণনা আছে সেইবোৰ এই যুগৰ সমাজ-ব্যৱস্থাৰ লগত নিমিলে। প্ৰধানকৈ মৌৰ্য যুগ আৰু গুপ্ত যুগৰ মাজৰ কোনো এক অনিৰ্দিষ্ট সময়ৰ ভাৰতীয় সমাজৰ লগতহে সেইবোৰ সমাজৰ সাদৃশ্য বিচাৰিব লাগিব। আগৰ কোনো কোনো পণ্ডিতে ভাৰতৰ ইতিহাসত মহাকাব্যৰ যুগ উত্তৰ বৈদিক যুগৰ ভাৰতৰ ইতিহাসতকৈ বেলেগকৈ দেখুৱাবলৈ যি প্ৰয়াস কৰা দেখা

গৈছে সেই প্ৰয়াস সাৰ্থক আৰু বিশ্বাসযোগ্য বুলি একো ধাৰণা নহয়। মহাকাব্যৰ যুগ বুলি কোনো যুগ নাই। এই সময়ছোৱাৰ বিষয়ে কিবা জানিবলৈ হ'লে আমি নিৰ্ভৰ কৰিব লাগিব সমসাময়িক সাহিত্যৰ ওপৰতে সম্পূৰ্ণভাৱে। কিন্তু এই সময়ছোৱাত সৃষ্ট সাহিত্যও ঋক বেদৰ দৰেই সম্পূৰ্ণ ধৰ্মীয় বিষয়ৰ। গতিকে ঋকবেদে আমাক যিমানখিনি ঐতিহাসিক তথ্যৰ যোগান ধৰিছে তাতকৈ বেছি আমি সেইবোৰ সাহিত্য-গ্ৰন্থৰ পৰা পাবলৈ আশা কৰিব নোৱাৰো।

সেই সময়ছোৱাৰ সাহিত্যত পঞ্জীয়ন নোহোৱা কিন্তু অতি গুৰুত্বপূৰ্ণ আৰু মহৎ ঘটনা হৈছে কুৰুক্ষেত্ৰৰ যুদ্ধ। এই ঘটনাৰ কথা সকলোৰে মনত ইমান সজীৱ হৈ আছে যে তাৰ গুৰুত্বৰ বিষয়ে কোনো সন্দেহ থাকিব নোৱাৰে। বৰ্তমান দিল্লী নগৰীৰ পৰা অলপ নিলগতে এই মহাযুদ্ধ সংঘটিত হৈছিল। বৰ্ণনাত পৰ্বতাকাৰ ধাৰণ কৰা এই যুদ্ধৰ কাহিনীয়েই হ'ল ভাৰতৰ বৃহত্তম মহাকাব্য মহাভাৰতৰ মূল বিষয়। কিংবদন্তি অনুসৰি সিন্ধুৰ পৰা অসমলৈ আৰু হিমালয়ৰ পৰা কুমাৰিকা অন্তৰীপলৈকে সমগ্ৰ ভাৰত এই যুদ্ধত লিপ্ত হৈছিল। যুদ্ধৰ আৰম্ভণ হৈছিল প্ৰসিদ্ধ কুৰু ৰাজবংশৰ উত্তৰাধিকাৰ লৈ হোৱা বিবাদৰ পৰা। এইখন গৃহযুদ্ধ আছিল বুলি নিশ্চয়কৈ ক'ব নোৱাৰি। সম্ভৱতঃ পাৰ্বত্য অঞ্চলৰ পৰা অহা কোনো মংগোলীয় জাতিৰ আক্ৰমণত বিধ্বস্ত হৈছিল কুৰু ৰাজবংশ। বিস্মৃতিৰ কুঁৱলিৰ মাজৰ পৰা মনত পেলাই পিছত সেই ঘটনাৰে সংগতিপূৰ্ণ বৰ্ণনাৰে গঢ়ি তোলা হৈছে মহাভাৰত মহাকাব্য। কিন্তু এই কথা ঠিক যে এখন মহাযুদ্ধ হৈছিল আৰু পিছৰ ভাৰতীয়সকলে পুৰুষানুক্ৰমে সেই মহাযুদ্ধতে এটা যুগৰ অন্ত পৰিছিল বুলি বিশ্বাস কৰি আহিছে। মহাভাৰতত উল্লিখিত বীৰসকলৰ যিবোৰ নাম পোৱা যায় সেইবোৰ সমসাময়িক যুগৰ গোষ্ঠীপতিসকলৰ কোনো কোনোৰে নাম হ'ব পাৰে কিন্তু দুখেৰে সৈতে স্বীকাৰ কৰিব লাগিব যে মহাভাৰতৰ কাহিনী ঐতিহাসিকৰ বাবে বেছি কামত নাহে। পশ্চিমৰ মহাকাব্য ইলিয়াদ, স্কাণ্ডিনেভিয়াৰ নৰ্ছ পুৰাণতত্ত্ব বা আইৰিছ বীৰগাথাবোৰৰ পৰা ঐতিহাসিকৰ যেনে সহায় হয় মহাভাৰতৰ পৰা তেনে সহায় আশা কৰা বৃথা। মহাভাৰতৰ সাদৃশ্য আছে ত্ৰয়োদশ শতিকাৰ জাৰ্মান ভাষাৰ মহাকাব্য 'নিবেলুংগেন্‌লিয়েদ্'ৰ সৈতেহে।

মহাভাৰতে যিটো যুগৰ ছবি আঁকিছে মহাভাৰত কিন্তু সেইটো যুগৰ গ্ৰন্থ নহয়। দেশত প্ৰচলিত অনেক সামৰিক কাহিনী ঐতিহ্য আৰু পৰম্পৰাৰ সমন্বয় ঘটাই ৰচনা কৰা হৈছে এনে এখন ভাৰতৰ ছবি য'ৰ পৰা খ্ৰী.পূ. দশম শতিকাৰ ভাৰতবৰ্ষৰ ৰাজনৈতিক আৰু সামাজিক ইতিহাসৰ প্ৰতিচ্ছবি তোলা সম্ভৱ নহয়। যেনেকৈ মেলোৰীৰ মৰ্টি-দ্য-আৰ্থাৰ পঢ়ি ৰোমানবিলাকে ইংলেণ্ডলৈ গুচি যোৱাৰ ঠিক পিছৰ কালৰ ব্ৰিটেইনৰ ইতিহাস লিখা সম্ভৱ নহয়।

পিছৰ যুগৰ ভাৰতব্যাপী জনপ্ৰিয় পৰম্পৰাগত বিশ্বাস মতে মহাভাৰতৰ যুদ্ধ লাগিছিল খ্ৰী.পূ. ৩১০২ বৰ্ষত কিন্তু সকলো প্ৰমাণ, সাক্ষী ভালদৰে পৰীক্ষা কৰি চালে সেই কথা কেতিয়াও সম্ভৱ নহয়। আৰু এটা তেনে পৰম্পৰাগত বিশ্বাস আছে যিটোৰ মতে অনেকে খ্ৰী.পূ. পঞ্চদশ শতাব্দীত এই মহাযুদ্ধ লাগিছিল বুলি কোৱা হয়। এইটো আগৰটোতকৈ যুক্তিসংগত যেন লাগিলেও আমাৰ হাতলৈ অহা পুৰাতাত্বিক সমল যিখিনি আছে তাৰ পৰা সেই যুদ্ধ সিমান আগতে লাগিছিল বুলিও ধাৰণা নহয়। সম্ভৱতঃ যুদ্ধখন হৈছিল খ্ৰী.পূ. নৱম শতাব্দীৰ প্ৰথম ভাগতহে। যি সামান্য সেই সময়ৰ পুৰাতাত্বিক অৱশিষ্ট আমাৰ হাতত পৰিছেহি তাৰ পৰা সেই সময়-সীমাহে গ্ৰহণযোগ্য বুলি ধৰিব পাৰি। তাৰ কিছু প্ৰমাণ ব্ৰাহ্মণবিলাকৰ পাঠতো পোৱা যায়। সেই যুদ্ধৰ পিছৰ পৰা আৰ্য সংস্কৃতিৰ আৰু ৰাজনৈতিক ক্ষমতাৰ কেন্দ্ৰস্থল স্থানান্তৰিত হৈছিল গংগা অৱবাহিকাৰ দোৱাব আৰু কুৰু ৰজাসকলৰ ৰাজধানী হস্তিনাপুৰ বা আসন্দিৱন্ত নগৰলৈ। উত্তৰ বৈদিক যুগৰ সৰহভাগ কালতে কুৰু আৰু তেওঁলোকৰ চুবুৰীয়া পাঞ্চালসকলেই আছিল ভাৰতীয়সকলৰ ভিতৰত আটাইতকৈ সভ্য সমাজ। কুৰু ৰজাসকলৰ অনেকৰ নামেই আখ্যান-উপাখ্যানবিলাকত পোৱা যায। তাৰ ভিতৰতে পৰীক্ষিত আৰু জন্মেজয়ৰ নাম সাহিত্যত সণ্ঢালনিকৈ পোৱা যায় মহাপৰাক্ৰমী দিগ্বিজয়ী বীৰ হিচাপে।

প্ৰাচীন কালৰ এই যুগৰে প্ৰথম পৰ্যায়তে আৰ্যসকলে পূব দিশে বসতি বিস্তাৰ কৰি দোৱাব অঞ্চললৈ পূবলৈ গঠন কৰিছিল কোশল ৰাজ্য আৰু বৰ্তমান বাৰানসীত স্থাপন কৰিছিল কাশীৰাজ্য। তাৰে আগৰখন কোশলৰ গুৰুত্ব ক্ৰমাৎ বৃদ্ধি পাইছিল আৰু সেইখনেই আছিল ভাৰতৰ দ্বিতীয়খন মহাকাব্য ৰামায়ণৰ নায়ক ৰামৰ ৰাজ্য। পিছৰ যুগত অতি বিখ্যাত যশস্বী হৈ পৰিছিল যদিও এই যুগৰ সাহিত্য-গ্ৰন্থবোৰত ৰাম আৰু তেওঁৰ পিতৃ দশৰথ সম্পূৰ্ণভাৱে উপেক্ষিত আছিল। তাৰ পৰাই অনুমান কৰিব পাৰি যে তেওঁলোক দুয়ো তুলনামূলকভাৱে বেছি অগ্ৰণী শাসনকৰ্তা নাছিল। তেওঁলোকৰ দিনৰ ঘটনাৱলী কেনেবাকৈ মানুহৰ স্মৃতিত সঞ্চিত হৈ ৰৈ গৈছিল মাথোন। সেইবোৰৰ কাহিনীয়েই পিছৰ যুগৰ চামে চামে কবি-গায়কসকলৰ দ্বাৰা বহুগুণে অতিৰঞ্জিত আৰু বিস্তাৰিত ৰূপত ৰামায়ণৰ ৰূপ লৈছিল। খ্ৰীষ্টাব্দ আৰম্ভ হোৱাৰ সময়তহে ৰামায়ণ মহাকাব্যই বৰ্তমানৰ সম্পূৰ্ণ ৰূপ পাইছিল। ৰাম যে কোশলৰ ৰজা আছিল সেই কথাও আনকি নিশ্চিত নহয়। ৰাম-কথাৰ আদিতম কাহিনীবোৰৰ যিবোৰ আমাৰ হাতত পৰিছেহি সেইবোৰত কিন্তু তেওঁক কাশীৰ অধিপতি বুলিহে পোৱা যায়। বৰ্তমানৰ বাৰানসী বা কাশীৰাজ্য কিছুকাল গুৰুত্বপূৰ্ণ আছিল যদিও এই উত্তৰ-বৈদিক যুগতে শেহৰফালে সেই ৰাজ্য কোশল ৰাজ্যৰ দ্বাৰা বিজিত হৈছিল।

আৰু এখন সঘনে উল্লিখিত ৰাজ্য আছিল বিদেহ ৰাজ্য। গণ্ডকী নদীৰ পূবলৈ গংগাৰ উত্তৰ পাৰে আছিল সেই ৰাজ্য। শতপথ ব্ৰাহ্মণৰ (১-৪ ঃ ১) এঠাইত উক্ত

হৈছে যে এবাৰ অগ্নিদেৱতাই কালমূৰ্তি ধৰি পৃথিৱী ছাৰখাৰ কৰি পূবমুৱা হৈ গতি কৰিছিল কিন্তু সদানীৰা নদীৰ পাৰত আহি বাধাপ্ৰাপ্ত হৈ ৰৈ গ'ল। বৰ্তমানৰ গণ্ডকী নদীকে তেতিয়া সদানীৰা বুলিছিল। অগ্নিদেৱতাৰ পিছে পিছে আহিছিল সৰস্বতী নদীৰ পাৰৰ পৰা বিদেঘ মাথৱ নামে এজন অভিযানকাৰী আৰ্যৰজা। তেওঁ অহাৰ আগলৈকে কোনো আৰ্যই সেই নদী পাৰ হোৱা নাছিল। কাৰণ অগ্নিদেৱতাই পুৰি সেই নদীৰ পূবৰ দেশখণ্ড শোধন কৰা নাছিল। কিন্তু অগ্নিদেৱতাই বোলে মাথৱক আদেশ দিলে তেওঁক নদী পাৰ কৰি পূব পাৰলৈ নিবলৈ। সেই আদেশ পালন কৰিলত সদানীৰা নদীৰ পূব পাৰলৈও আৰ্যসকলৰ এখন ৰাজ্য স্থাপিত হ'ল আৰু প্ৰথমজন বিজেতাৰ নামানুসৰি সেই দেশৰ নাম হ'ল বিদেহ। এই প্ৰবাদৰ গুৰুত্ব আছে। কাৰণ কি প্ৰক্ৰিয়াৰে আৰ্যসকলৰ উপনিৱেশবোৰে বিস্তাৰ লাভ কৰিছিল এই প্ৰবাদত সমসাময়িক এটা সাক্ষ্য পোৱা যায়। অগ্নিৰ পূব দিশে অগ্ৰগতি মানে অকল আৰ্যসকলৰ অগ্নি-পূজাৰ ক্ৰমাগত ক্ষেত্ৰবিস্তাৰকহে বুজাইছে এনে নহয়, লগতে বুজাইছে প্ৰব্ৰজনকাৰী আৰ্য কৃষক-যোদ্ধা শ্ৰেণীৰ হাবি কাটি জুই লগাই জাবৰ-জোঁথৰ পুৰি নতুন বাসস্থান পত্তন কৰাৰ প্ৰক্ৰিয়াৰ কথাও।

এই উত্তৰ-বৈদিক কালৰ সাহিত্যত ৰামৰ কথা উল্লিখিত নহ'লেও তেওঁৰ শহুৰেক বিদেহৰ ৰজা জনকৰ নাম একাধিকবাৰ উল্লিখিত হৈছে। তাৰপৰাই জানিব পাৰি যে জনক এক ঐতিহাসিক ব্যক্তিয়েই আছিল। তেওঁ যোগী ঋষিসকলৰ ডাঙৰ পৃষ্ঠপোষক আছিল। আশ্ৰমবাসী তপস্বী আৰু দাৰ্শনিক পণ্ডিত, পৰিব্ৰাজকসকলক আদৰ কৰি উপনিষদাদি গ্ৰন্থৰ ৰহস্যবাদী আধ্যাত্মিক দৰ্শনৰ চৰ্চাত সহায় কৰি নিজেও সেই আলোচনাত ভাগ লৈছিল। বুদ্ধ অৱতীৰ্ণ হোৱাৰ যুগত জনকৰ ৰাজ্য কিন্তু বিলুপ্ত হৈছিল আৰু তেওঁৰ ৰাজধানী মিথিলাৰো গুৰুত্ব নোহোৱা হৈছিল। বিদেহ ৰাজ্যত বৃজ্জি জনগোষ্ঠীৰ মানুহে ক্ষুদ্ৰ ক্ষুদ্ৰ ৰাজ্যৰ এক সম্মিলিত ৰাজ্য পাতিছিল; — সেই গণৰাজ্যৰ মুৰব্বী আছিল লিচ্ছৱি গোষ্ঠীপতিবিলাক। সেইবিলাক মানুহ পাৰ্বত্য দেশৰ পৰা অহা মংগোলীয় জাতিৰ লোকো হ'ব পাৰে কিন্তু খুব সম্ভৱ আৰ্য প্ৰব্ৰজনকাৰীৰে দ্বিতীয় এটা দলভুক্তও হ'ব পাৰে।

বিদেহৰ দক্ষিণফালে গংগা নদীৰ দক্ষিণ পাৰত আছিল মগধ দেশ। সেই যুগত মগধৰ খ্যাতি একো নাছিল। এই মগধ দেশত সম্পূৰ্ণৰূপে আৰ্যসকলৰ কৃষ্টি বিস্তাৰ হোৱা নাছিল। সেই দেশত তেতিয়া ব্ৰাত্য নামে জনাজাত বিধৰ্মী অঘৰী আৰ্যগোষ্ঠী কিছুমানে নিজৰ ভেড়াৰ পাল আৰু গৰু-ঘোঁৰাৰ পাল লৈ ঘূৰি ফুৰিছিল। আৰ্যমূলৰ হ'লেও এই ব্ৰাত্যবোৰে বৈদিক ৰীতি-নীতি একো নেমানিছিল। একেবাৰে মহাপৰাক্ৰমী ৰজা বিম্বিসাৰৰ দিনতহে মগধ দেশৰ বিপুল শক্তি আৰু উদ্যোগ সমৰক্ষেত্ৰত প্ৰকাশিত হৈছিল যাৰ ফলস্বৰূপে ভাৰতৰ প্ৰথম বৃহৎ সাম্ৰাজ্য স্থাপিত হৈছিল। মগধৰ পূবফালে

আধুনিক কালৰ বঙ্গদেশৰ সীমান্ত অঞ্চলত অঙ্গ নামে এখন সৰু ৰাজ্য প্ৰতিষ্ঠিত হৈছিল। কিন্তু সেই অঙ্গদেশৰ পূবলৈ বঙ্গ আৰু অসম তেতিয়াও আৰ্য ক্ষমতা আৰু প্ৰভাৱৰ পৰা বাহিৰতে আছিল।

এই যুগৰ সাহিত্য-গ্ৰন্থৰ পাঠত সেইবাবে পোৱা যায় ঘাইকৈ যমুনা নদীৰ পূবৰ পৰা বঙ্গদেশৰ সীমালৈকে দেশখণ্ডৰ কথা। গঙ্গাৰ দক্ষিণ পাৰৰ দেশখণ্ডৰ বিষয়ে উল্লেখ কৰা হৈছিল কিঞ্চিত পৰিমাণেহে। গতিকে যুক্তিসঙ্গতভাৱেই ধৰি লোৱা হৈছে যে মূল আৰ্য সম্প্ৰসাৰণ গঙ্গাৰ নিম্ন ভাগলৈ হোৱা নাছিল কাৰণ সেইবোৰ নদীৰ পাৰৰ অঞ্চল জলাতক অৰণ্যাৰে আগুৰা ঠাই আছিল। সম্প্ৰসাৰণ হৈছিল গঙ্গাৰ উত্তৰে হিমালয়ৰ পাদদেশৰ নিকটস্থ দেশখণ্ডেৰে। সেই বুলি আৰ্য বসতিৰ বিস্তাৰ গঙ্গাৰ উত্তৰ পাৰেহে যে হৈছিল সেইটোও নহয়। সমসাময়িক সাহিত্যৰ পৰা উত্তৰ ভাৰতৰ অন্যান্য প্ৰদেশবোৰত আৰ্য বসতি সম্বন্ধে বিশেষ কথা পোৱা নেযায। কিন্তু বুদ্ধৰ যুগত অৱস্থা যেনে আছিল তাৰ পৰা বুজা যায় যে সেই ঠাইবোৰ অনেক আগতেই আৰ্যসকলৰ বাসস্থানত পৰিণত হৈছিল। পৰম্পৰা সূত্ৰেও সেই কথাই সাব্যস্ত হয়। যমুনাৰ পাৰে পাৰে যাদৱ জনগোষ্ঠীৰ মানুহে ৰাজ্য স্থাপন কৰিছিল মথুৰা অঞ্চলত। যমুনাৰে নিম্ন ভাগত আছিল বৎস ৰাজ্য। তেওঁলোকৰ ৰাজধানী কৌশম্বী পিছলৈ প্ৰসিদ্ধ হৈছিল। উত্তৰ-বৈদিক যুগৰ শেষৰ ফালে আৰ্যসকলে চম্বল নদীৰ নামনিলৈ আহি মালোৱাত ৰাজ্য স্থাপন কৰিছিল। বিস্তৃত হৈছিল নৰ্মদা নদীৰ পাৰলৈকে। দাক্ষিণাত্যৰ উত্তৰ-পশ্চিমৰ কিছুমান অঞ্চলতো আৰ্য প্ৰভাৱ পৰিছিল। মহাকাব্যিক পৰম্পৰাত আছে যে কাথিৱাৰত উপনিৱেশ স্থাপন কৰিছিল মহাভাৰতৰ মহানাযক কৃষ্ণৰ নেতৃত্বত যাদৱ গোষ্ঠীয় আৰ্যসকলৰ এটা ঠালে। এই পৰম্পৰাগত কাহিনীত কৃষ্ণক যুক্ত কৰা কথাত ঐতিহাসিক সত্যতা নেথাকিব পাৰে। কিন্তু কাহিনীটোৰ ঐতিহাসিক ভিত্তি থকা সম্ভৱ।

এইদৰে আৰ্যসকল যেতিযা ভাৰতৰ দূৰ-দূৰণিৰ ঠাইবোৰতো বিয়পি পৰিল তেতিয়া প্ৰথমতে আহি ভাৰতত বসবাস কৰিবলৈ লোৱা তেওঁলোকৰ পূৰ্বপুৰুষৰ গৃহভূমি পঞ্জাব আৰু উত্তৰ-পশ্চিম ভাৰতৰ কথা প্ৰায় বিস্মৃতিৰ গৰ্ভত লয় পাইছিল। উত্তৰ-বৈদিক যুগৰ সাহিত্যত সেই দুখন দেশৰ কথা কাশ্চিতহে অ'ত-ত'ত পোৱা যায়। উল্লেখ কৰিলে নিন্দাসূচক আৰু ঘৃণাব্যঞ্জক কথাৰেহে। সেই দুই দেশখণ্ডৰ মানুহৰ মাজত বেদবিহিত ধৰ্ম পালন কৰা নহৈছিল বাবে অপবিত্ৰ দেশ বুলি গণ্য হৈছিল উত্তৰ-বৈদিক যুগত। খুব সম্ভৱ সেই দেশখন মাজৰ কোনো যুগত পুনৰ কোনো ইন্দো-ইৰাণী জনগোষ্ঠীৰ দ্বাৰাই আক্ৰান্ত আৰু অধিকৃত হৈছিল যিসকলে বেদবিহিত ধৰ্মীয় ক্ৰিয়া-কাণ্ড নেমানিছিল।

উত্তৰ বৈদিক যুগৰ আৰ্য সভ্যতা ঋক বেদৰ যুগৰ সভ্যতাতকৈ বহুত আগবঢ়া আছিল। আৰ্য জনগোষ্ঠীবিলাক এই যুগত সৰু সৰু ৰাজ্যত সংগঠিত হৈছিল। তেওঁলোকে

পুৰণি গোষ্ঠীগত চৰিত্ৰ সম্পূৰ্ণ হেৰুৱাই পেলোৱা নাছিল। কিন্তু ৰাজ্যবিলাকৰ নিজৰ স্থায়ী ৰাজধানী আছিল আৰু প্ৰাথমিক পৰ্যায়ৰ হ'লেও একোটা শাসন-ব্যৱস্থা আছিল। পুৰণা জনগোষ্ঠীয় সভা-সমিতিৰ কথা এইটো যুগতো মাজে সময়ে উল্লিখিত হ'লেও সেইবোৰৰ ক্ষমতা দ্ৰুতভাৱে হ্ৰাস পাবলৈ ধৰিছিল। এই যুগৰ শেষৰফালে ৰজাৰ স্বেচ্ছাচাৰী ক্ষমতা ইমান বাঢ়িছিল যে তাক নিয়ন্ত্ৰণ-ৰেখাৰ মাজত ৰাখিব পাৰিছিল একমাত্ৰ ব্ৰাহ্মণসকলৰ শক্তি, পূৰ্বাপৰ প্ৰচলিত প্ৰথা, পৰম্পৰা আৰু জনমতেহে। সকলো যুগতে প্ৰাচীন ভাৰতত জনমতৰ এটা প্ৰভাৱ আছিলেই। অ'ত-ত'ত পুৰণা জনগোষ্ঠীয় সংগঠনবোৰে পৰিৱৰ্তিত ব্যৱস্থাৰ লগত নিজকে খাপ খুৱাই ল'ব পাৰিছিল। দূৰ অঞ্চলত গোষ্ঠীপতিসকলৰ গণ-শাসন ব্যৱস্থাও কেইবা শতাব্দীলৈও চলি আছিল। কিন্তু উত্তৰাধিকাৰ লৈ গোত্ৰবোৰৰ মাজৰ আন্তৰ্বিবাদৰ ফলত ৰাজ্যবোৰ বাৰম্বাৰ ৰাজনৈতিকভাৱে বিভক্ত হৈ জনগোষ্ঠীয় সমাজবোৰ প্ৰায় নোহোৱাৰ দৰে হৈ পৰিছিল। আৰ্যসকল জাতিগতভাৱেই প্ৰবলভাৱে গোষ্ঠী সচেতন হোৱা কাৰণে গোষ্ঠীবোৰৰ এই ভাঙনৰ ফলত তেওঁলোকৰ মনত উদয় হোৱা তীব্ৰ নিৰাপত্তাহীনতা আৰু নিঃসঙ্গতাৰ বাবেই জগতৰ প্ৰতি এক প্ৰকাৰ তপস্বীসুলভ উদাসীনতা আৰু নিৰাশাবাদী দৃষ্টিভঙ্গী গঢ় লৈ উঠিছিল এই যুগত। ঋক বেদৰ যুগত যিটো আছিল অকল্পনীয়।

যদিও জনতাৰ ৰাজনৈতিক ক্ষমতাৰ অৱনতি ঘটিছিল সভা-সমিতিৰ গুৰুত্ব হ্ৰাস পোৱাৰ কাৰণে অন্য এটা নতুন শ্ৰেণী কিন্তু প্ৰভাৱশালী হৈ উঠিছিল। সেইবিলাক হ'ল ৰত্নিন্ বা মুক্তাবাহীসকল, সভাসদসকলৰ ইষ্ট-মিত্ৰ লোক আৰু ৰজাৰ প্ৰাসাদৰ বিষয়া ইত্যাদি। এইসকলৰ গুৰুত্ব ইমান বাঢ়িছিল যে পিছলৈ ৰজাৰ অভিষেক উৎসৱত এওঁলোক যাতে ৰজাৰ প্ৰতি অনুগত হৈ থাকে সেইবাবেও বেলেগে বিশেষ ধৰণে সভা পাতিব লগা হৈছিল। ৰত্নিন্ বুলিলে বুজাইছিল ঘাই পুৰোহিত, সৈন্যাধ্যক্ষ, ৰজাৰ প্ৰধান গৃহ-বিষয়া, ৰজাৰ ৰথৰ সাৰথি আৰু কাৰেঙৰ অন্যান্য প্ৰভাৱশালী ৰজাৰ পৰিচাৰকসকলক। ৰজাৰ এই ৰত্নিন্ বা বিষয়াগোষ্ঠীৰ মাজৰ আৰু দুজন হৈছে সংগ্ৰহিতৃ আৰু 'ভাগদূঢ'। কোনো কোনোৱে এই দুই বিষযাক যথাক্ৰমে কোষাধ্যক্ষ আৰু ৰাজহ-সংগ্ৰাহক বুলি কয়। যদি এই অৰ্থ-ব্যাখ্যা সত্য হয় তেন্তে ধৰি ল'ব লাগিব যে নিতান্ত প্ৰাথমিক ধৰণৰ হ'লেও আমোলা-বিষয়া আৰু অসামৰিক প্ৰশাসন-পদ্ধতিৰ প্ৰচলন আৰম্ভ হৈছিল।

এই যুগতে যাগ-যজ্ঞ পতা খুব বৃদ্ধি পাইছিল। ৰাজকীয় ক্ষমতাৰ বৃদ্ধিৰ লগে লগে যজ্ঞ পালনৰ স্পৃহা আৰু আযোজনো সমান গতিত বাঢ়িছিল। সেই যুগৰ ব্ৰাহ্মণবিলাকত যজ্ঞৰ আৰু বিস্তাৰিত জটিল বিধি-বিধান সূচিত হৈছিল নতুনকৈ। যজ্ঞৰ তেনে বিস্তৃৰ বিধি-বিধানৰ পয়োভৰ ঋক বেদত নাছিল। এনেদৰে নতুনকৈ প্ৰচলিত

হোৱা যজ্ঞবোৰৰ মাজত এটা আছিল সুদীৰ্ঘ কাৰ্যক্ৰমণিকাযুক্ত ৰাজসূয় যজ্ঞ। আন এটা আছিল ৰাজপেয় যজ্ঞ। ৰাজপেয় মানে 'শক্তিসুধা পান'—এই যজ্ঞৰ উদ্দেশ্য ৰজাক নৱযৌৱন দিয়া। এই যজ্ঞৰ ফলত মাজ বয়সীয়া ৰজা এজনবো যৌৱনপ্ৰাপ্ত হয় লগতে সাধাৰণ ৰজাৰ ঠাইত 'সম্ৰাট' হয়গৈ। সম্ৰাট বুলিলে সকলো বাধা-নিষেধৰ আইন-কানুনৰ ওপৰ।—সম্ৰাটৰ তলতহে অন্যান্য সৰু-সুৰা ৰজাবোৰৰ অৱস্থান। এই ধৰণৰ নতুন নতুন ধৰণৰ যজ্ঞানুষ্ঠানবিলাকৰ ভিতৰত বিখ্যাত আৰু ফলদায়ক হ'ল 'অশ্বমেধ' বা ঘোঁৰা বলি দিয়া যজ্ঞ। বিশেষ ক্ৰিয়া-কাণ্ডৰে শোধন কৰা এক তেজস্বী ঘোঁৰা এবছৰৰ বাবে লেকাম খুলি দেশ-দেশান্তৰত ঘূৰি ফুৰিবলৈ এৰি দিয়া হয়। সেই অশ্বৰ পিছে পিছে যায় এক অতি দক্ষ সেনাবাহিনী। ঘোঁৰাটো কাষৰীয়া যি ৰাজ্যত প্ৰৱেশ কৰে সেই ৰাজ্যই হয় বশ্যতা স্বীকাৰ কৰিব লাগিব নহ'লে যুদ্ধ কৰিব লাগিব। যদি বেছি শক্তিশালী কোনো ৰাজ্যৰ ৰজাই ঘোঁৰাটো বন্দী কৰি ধৰি ৰাখিব পাৰে তেন্তে বেলেগ কথা। যদি ঘোঁৰাটো সকলো বাধাদানকাৰী ৰজাক পৰাস্ত কৰি পিছে পিছে যোৱা যোদ্ধাৰ দলে ঘূৰাই আনিব পাৰে তেন্তে সেই ঘোঁৰা বলি দি অশ্বমেধ যজ্ঞ পালন কৰা হয়। প্ৰত্যেক প্ৰতাপী ৰজাই এই ধৰণে অশ্বমেধ যজ্ঞ পালন কৰাৰ হেঁপাহ কৰিছিল। তাৰ ফলত ৰাজ্যই ৰাজ্যই হোৱা শত্ৰুতা আৰু তিক্ততাৰ ফল হিন্দু যুগৰ শেহলৈকে ভাৰতৰ ৰাজনীতিত অনুভূত হৈ আছিল।

এই যুগত আৰ্যসকল প্ৰাচীন সেই যুগৰ এটা মানৱ সভ্যতাই ব্যৱহাৰ কৰিব পৰা সকলো ধৰণৰ আহিলা-পাতি, সঁজুলি আৰু দ্ৰব্যৰ গৰাকী হৈছিল। ঋক বেদত অকল সোণ, তাম আৰু ব্ৰঞ্জৰ উল্লেখ আছে। উত্তৰ বৈদিক যুগত টিন, সীহ, ৰূপ আৰু সম্ভৱতঃ লোহাৰ উল্লেখো পোৱা যায়। যজুৰ্বেদত কৃষ্ণবৰ্ণ ব্ৰঞ্জৰ উল্লেখ আছে। লোহাকে ক'লা বৰণৰ ব্ৰঞ্জ বুলি ক'ব পাৰে। কিন্তু হস্তিনাপুৰৰ খনন-কাৰ্যত লোহাৰ কোনো সন্ধান পোৱা নগ'ল। লোহা বোধ হয় মৌৰ্য যুগলৈকে অতি দুষ্প্ৰাপ্য আছিল। উত্তৰ বৈদিক যুগত হাতী পোহা হৈছিল কিন্তু যুদ্ধত ব্যৱহাৰ কৰা হোৱা নাছিল। এই যুগত আৰ্যসকলে বিবিধ শস্যৰ খেতি কৰিছিল। তাৰ ভিতৰত ধান খেতিও আছিল। জলসিঞ্চন আৰু সাৰ প্ৰয়োগৰ বিষয়েও অনেক কথা জানিছিল।

ঋক বেদত কেইটামান বৃত্তি বা ব্যৱসায়ৰ কথাহে উল্লিখিত হৈছে। উত্তৰ বৈদিক যুগত বিশেষ ধৰণৰ বাণিজ্য আৰু বৃত্তিৰ প্ৰচলন হৈছিল। তাৰ ভিতৰত মণি-মুক্তাৰ কাম আৰু বেপাৰ কৰা শ্ৰেণী, সোণাৰি, ধাতুৰ কাম কৰা কাৰিকৰ, পাচি-খৰাহি আদি বোৱা মানুহ, জৰি বটা মানুহ, তাঁতী, কাপোৰত ৰং দিয়া মানুহ, কাঠমিস্ত্ৰি আৰু কুমাৰৰ নাম পোৱা যায়। বহু ধৰণৰ গৃহভৃত্যৰ নাম পোৱা যায়। সৰল ধৰণৰ আমোদ-প্ৰমোদৰ ব্যৱস্থাও প্ৰচলিত হৈছিল সমাজত। শাৰীৰিক কলা-কৌশল দেখুওৱা মানুহ, ভাগ্য

গণনা কৰা মানুহ, বাঁহী বজোৱা মানুহ, নাচনী ইত্যাদি বৃত্তিৰ মানুহে জনসাধাৰণৰ মনোৰঞ্জন কৰিছিল। সুতলৈ টকা ধাৰে দিয়া মহাজন আৰু সদাগৰৰ উল্লেখো আছে।

যদিও এই যুগত আৰ্য সভ্যতা-সংস্কৃতিয়ে বহুখিনি উন্নতি কৰিছিল তথাপি এই যুগতো ৰজাৰ ছাব মৰা মুদ্ৰা বা আখৰ লিখা বিদ্যাৰ প্ৰচলন হোৱা নাছিল। এই মুদ্ৰা আৰু লেখন-কলা প্ৰাক্ মৌৰ্য যুগতে ভাৰতত চলিছিল বুলি নিশ্চয়কৈ জনা যায়। কিন্তু উত্তৰ বৈদিক যুগৰ সাহিত্যত এই বিষয়ে কোনো উল্লেখ নাই। খ্ৰী.পূ. ষষ্ঠ শতিকাৰ শেষৰফালে পাৰস্যৰ পৰা বিনিময়ৰ বাবে মুদ্ৰাৰ ব্যৱহাৰ ভাৰতে আহৰণ কৰা সম্ভৱ। কিন্তু উত্তৰ বৈদিক যুগৰ সাহিত্যত উল্লেখ হোৱা নাই বাবেই সেই যুগত লেখন-পদ্ধতিৰ প্ৰচলন হোৱা নাছিল বুলি ধৰি ল'ব নোৱাৰি। কাৰণ সেই সাহিত্য সীমাবদ্ধ আছিল কেৱল ব্ৰাহ্মণ পুৰোহিত সমাজতে। তেওঁলোকে অদ্ভুত ধৰণৰ এক শ্ৰুতি-স্মৃতি ধৰণৰ সম্পূৰ্ণ স্মৃতিশক্তিৰ ওপৰত নিৰ্ভৰশীল এক বিশিষ্ট সাহিত্যৰ সৃষ্টি কৰিছিল। তেওঁলোকৰ বাবে হয়তো লিপিৰ ব্যৱহাৰ বা লেখন-পদ্ধতিৰ প্ৰয়োজনো নাছিল— হয়তো আপত্তিকৰহে আছিল। উত্তৰ বৈদিক যুগৰ এই সাহিত্যতে ভাৰতীয় আৰ্যৰ মেছোপটেমিয়াৰ লগত যোগাযোগ থকাৰ সামান্য আভাস পোৱা যায় বিশেষ ভাৰতীয় পুৰাণৰ মহাপ্ৰলয়ৰ বানপানীৰ আখ্যানত। সেই আখ্যানৰ সৃষ্টি হৈছিল ঠিক এই যুগতে আৰু বেবিলনৰ প্ৰলয় পয়োধিজলৰ আখ্যানৰ লগত তাৰ কিছু সাদৃশ্য আছে। বহু শতাব্দীৰ বিৰতিৰ পিছত ভাৰতীয় বণিকসকলে পুনৰ মেছোপটেমিয়াৰ লগত বাণিজ্যিক যোগাযোগ আৰম্ভ কৰিছিল। বিপণনৰ বাবে বয়-বস্তু ৰপ্তানি কৰিছিল। তেনে কৰোঁতেই চেমিটিক সদাগৰসকলে বা ভাৰতীয় সদাগৰসকলেই এটা বৰ্ণমালা পশ্চিমৰ পৰা লৈ আনিছিল। সেই বৰ্ণমালাৰে ভাৰতত লেখন-কলা আৰম্ভ হৈছিল। ক্ৰমাৎ ভাৰতীয় বিদ্বান সমাজে তাকে গ্ৰহণ কৰি ভাৰতীয ভাষাৰ ধ্বনিতত্ত্বৰ লগত সামঞ্জস্য ৰাখি অক্ষৰমালা গঠন কৰি ল'লে। সিয়েই পিছত মৌৰ্য যুগৰ ব্ৰাহ্মী লিপিত পৰিণত হ'লগৈ।

এই যুগৰ আটাইতকৈ উল্লেখনীয় উন্নতিবোৰ পৰিলক্ষিত হয় ধৰ্মীয় ক্ষেত্ৰত। সেই বিষয়ে পিছলৈ বিস্তাৰিতভাৱে আলোচনা কৰা হ'ব। ভাৰতীয় জীৱন আৰু দৰ্শনৰ যিবোৰ দিশ এই উত্তৰ বৈদিক যুগৰ সাহিত্যত প্ৰতিফলিত হৈছিল সাংস্কৃতিকভাৱে ভাৰতে সেই দিশতে এতিয়াও আগুৱান হৈ আছে। এই যুগ হ'ল ইতিহাসৰ এক অৰ্ধ অন্ধকাৰ ছায়াচ্ছন্ন যুগ। এই যুগতে ৰজাৰ শক্তি বাঢ়িবলৈ ধৰিছিল। ব্ৰাহ্মণ বা পুৰোহিত শ্ৰেণীয়ে সামাজিক সা-সুবিধাবোৰৰ সিংহভাগ নিজৰ বাবে সংৰক্ষিত কৰিবলৈ ধৰিছিল। ধৰ্মৰ বিষয়ত মানুহৰ দৃষ্টিভঙ্গীত দ্ৰুত পৰিৱৰ্তন ঘটিছিল। দৰাচলতে এই যুগতে ভাৰতীয় সভ্যতা-সংস্কৃতিৰ মহান যুগৰ সূচনা হৈছিল। ভাৰতৰ সমাজ, ধৰ্ম, সাহিত্য আৰু কলাৰ ক্ষেত্ৰত বৰ্তমান যিবোৰ বৈশিষ্ট্য দৃষ্ট হয় সেইবোৰৰ ৰূপায়ণৰ সূচনা হৈছিল এই যুগতে।

# তিনি

# ইতিহাস ঃ প্ৰাচীন আৰু মধ্যযুগীয় সাম্ৰাজ্যবিলাক

## ইতিহাসৰ সমল

প্ৰাচীন কালৰ ভাৰতীয় ৰজাসকলৰ ৰাজসভাত গুৰুত্বপূৰ্ণ সকলো সমসাময়িক ঘটনাৰে পূৰ্ণ বিৱৰণ সযতনে সংৰক্ষণ কৰাৰ দস্তুৰ আছিল। কিন্তু দুৰ্ভাগ্যক্ৰমে সেই মহামূল্যবান নথি-পত্ৰবোৰ আমাৰ অজ্ঞাত হৈয়ে থাকি গ'ল। সেইবোৰত কি লিখা আছিল আমি কোনোকালে নাজানিম। দ্বাদশ শতাব্দীৰ কল্‌হন্ নামৰ এজন কাশ্মীৰী কবিয়ে নিজৰ দেশ কাশ্মীৰৰ ইতিহাস লিখিবলৈ মানস কৰি ৰচনা কৰিছিল 'ৰাজতৰঙ্গিণী' বা 'কাশ্মীৰ ৰাজ-বৃত্তান্ত' নামে এক কাব্য। সেই গ্ৰন্থ কাশ্মীৰৰ ইতিহাস অধ্যয়নৰ বাবে অতি মূল্যবান হ'লেও সামগ্ৰিকভাৱে ভাৰতৰ বিষয়ে তাৰপৰা একো জনা নাযায়। একে ধৰণৰ সমসাময়িক ঘটনাপঞ্জী ভাৰতৰ অন্য কোনো স্থানতে থকাৰো কোনো প্ৰমাণ নাই। সিংহলৰ তেনে বৃত্তান্ত সম্বলিত গ্ৰন্থ মহাবংশ দৰাচলেত সিংহলত বৌদ্ধ ধৰ্ম বিস্তাৰৰ ইতিহাসহে। তথাপি তাৰ পৰা সিংহলৰ ৰাজনৈতিক ইতিহাসৰো অনেক নিৰ্ভৰযোগ্য সমল পোৱা যায়। ভাৰতত যে ইতিহাস চেতনা বুলি কোনো কথাই নাছিল সেইদৰে ভবাটো অন্যায হ'ব। কিন্তু দেখা যায় যে ভাৰতীয়সকলে ঐতিহাসিক কালত মহা মহা ভাৰতীয় সাম্ৰাজ্যবিলাকৰ উত্থান-পতনৰ ইতিহাসতকৈ বেছি মনোনিৱেশ কৰিছিল পৌৰাণিক কালৰ কোনো কোনো স্বৰ্ণযুগৰ কাল্পনিক ৰজা-মহাৰজাসকলৰ কাহিনী ৰচনা কৰাতহে।

সেইবাবে প্ৰাচীন ভাৰতৰ ৰাজনৈতিক ইতিহাস সম্বন্ধে আমাৰ জ্ঞান অস্পষ্ট আৰু অনিশ্চিত হৈয়ে থাকি যায়। আৰু যদি মধ্যযুগ বুলিলে সপ্তম শতিকাৰ আৰম্ভৰ পৰা বুজো, তেন্তে সেই যুগৰ ইতিহাস প্ৰাচীন যুগৰ ইতিহাসতকৈ অনেক গুণে বেছি স্পষ্ট আৰু সুনিৰ্দিষ্ট ৰূপত দেখো। তথাপি মধ্যযুগৰ ইতিহাস নিৰ্মাণ কৰিব লাগে ধৰ্মীয় আৰু ধৰ্মনিৰপেক্ষ দুই বিধ বিষয়ৰ গ্ৰন্থত উল্লিখিত ঘটনা বা ব্যক্তিৰ বৰ্ণনা; কোনো নাটক বা কাহিনী-গ্ৰন্থত বৰ্ণিত ঐতিহাসিক ঘটনা; বিদেশী পৰ্যটনকাৰীসকলে লিখা টোকা ; কবিসকলে তেতিয়াৰ ৰজাসকলৰ আৰু ৰজাৰ পূৰ্বপুৰুষসকলৰ বিষয়ে লিখা বন্দনা-গীতি বা তদ্ৰূপ ৰচনা ; ৰজা-ৰাজপুৰুষসকলৰ নাম বা বৃত্তান্ত সম্বলিত শিলালিপি, স্তম্ভ বা কোনো অট্টালিকাৰ প্ৰাচীৰত খোদিত লিপি ; ৰজাই দান কৰা ভূমিদানৰ আদেশ-পত্ৰ হিছাপে ব্যৱহৃত ফলিত ব্যৱহাৰ কৰা ৰজাৰ নাম আৰু বংশৰ পৰিচয় থকা দলিল

বিশেষকৈ তামৰ ফলিবোৰৰ পৰা। সেইবোৰৰ পৰা টুকুৰা-টুকুৰ সংবাদ গোটাই তাকে একেলগ কৰি প্ৰাচীন আৰু মধ্যযুগীয় ভাৰতৰ বুৰঞ্জী নিৰ্মাণ কৰা কেনে কঠিন কাম সহজেই অনুমান কৰিব পাৰি। পুৰণি ভাৰত বুৰঞ্জী দেখাত জিগশ্ব পাজল্‌ৰ দৰে। তাৰ খণ্ড ছবিবোৰৰ বহুত টুকুৰা এতিয়া বিচাৰি পোৱা নেযায়। সামগ্ৰিকভাৱে ছবিখনৰ অনেক অংশ যথেষ্ট স্পষ্ট। কিছুমান অংশ সংযত কল্পনাৰে পূৰাই ল'ব পাৰি। তথাপি কিন্তু বহু খালি ঠাই থাকি যায় যিবোৰ কেতিয়াও পূৰ্ণ কৰিব পৰা নেযাব। মধ্যযুগৰ আগৰ ঘটনাবোৰৰ কোনো চন, তাৰিখ সময়-ক্ৰম সঠিকভাৱে নিৰ্ণয় কৰা সম্ভৱ নহয়। হিন্দু ভাৰতৰ ইতিহাসত আন এটা লক্ষণীয় কথা হ'ল এই যে সেই ইতিহাসত বৰ্ণিত ঘটনাৰ কোনো আকৰ্ষণীয় পাৰ্শ্বঘটনাৰ বা উল্লিখিত ব্যক্তিসকলৰ বিষয়ে কোনো চিত্তাকৰ্ষক বৃত্তান্ত একেবাৰে নায়েই। সেই ধৰণৰ পাৰ্শ্ব বা বিস্তাৰিত বৰ্ণনা সম্বলিত ইতিহাসহে প্ৰাণৱন্ত হৈ উঠি ইতিহাসৰ ছাত্ৰ আৰু পাঠক সকলোৰে বাবে আনন্দদায়ক হৈ পৰে। তদুপৰি ভাৰতৰ ইতিহাসৰ কিছুমান অতি গুৰুত্বপূৰ্ণ বিষয়ত বিখ্যাত পণ্ডিতসকলৰ মাজত বহুত মতভেদ আছে।

যিহেতু এই বিষয়ে আমাৰ জ্ঞান বৰ অস্পষ্ট আৰু সন্তোষজনক নহয় গতিকে পাঠকসকলে ক'ব পাৰে যে হিন্দু ভাৰতৰ ৰাজনৈতিক ইতিহাসৰ অধ্যায়টো বিশেষজ্ঞসকলৰ বাবে থৈ দিয়াই ভাল হ'ব। এই ধৰণৰ প্ৰস্তাৱ পাঠকৰ ফালৰ পৰা আহিলেও সি গ্ৰহণযোগ্য বুলি আমি নেভাবো। এতিয়ালৈকে বহু ভাৰততত্ত্ববিদে ৰাজনৈতিক আৰু ঐতিহাসিক তথ্য-সম্ভাৰ নোহোৱাকৈয়ে ভাৰতীয় ধৰ্ম, শিল্প-কলা, ভাষা আৰু সাহিত্যৰ বিষয়ে প্ৰচুৰ অধ্যয়ন কৰিছে। ফলত সৰ্বত্ৰ এনে এটা ধাৰণা ব্যাপক হৈছে যে প্ৰাচীন ভাৰতীয় সভ্যতা একমাত্ৰ আধ্যাত্মিক চিন্তা-চেতনা লৈয়ে ব্যস্ত আছিল। কিন্তু আমাৰ প্ৰাচীন ভাৰতৰ ইতিহাস সম্বন্ধে জ্ঞান যিমানেই ত্ৰুটীপূৰ্ণ নহওক কিয়, আমাৰ হাতত প্ৰচুৰ প্ৰমাণ আছে এই কথা সাব্যস্ত কৰি দেখুৱাবলৈ যে এই ভাৰততে বিশাল সাম্ৰাজ্যবোৰৰ উত্থান-পতন হৈছিল। এই ভাৰততে ধৰ্ম, শিল্পকলা, সাহিত্য আৰু সমাজ-জীৱনত থকাৰ দৰে ৰাজনৈতিক সংগঠনতো নিজস্ব পদ্ধতিৰে তাৰ সকলো শক্তি আৰু দুৰ্বলতাৰ বৈশিষ্ট্য বহন কৰি ভাৰতীয় ৰাজনীতি সচল আছিল বহু যুগ ধৰি। গতিকে ভাৰতৰ প্ৰাচীন সভ্যতাৰ বিষয়ে সঠিক ধাৰণা কৰিবলৈ ভাৰতৰ ৰাজনৈতিক ইতিহাসৰ কিছু কথা জনা নিতান্তই প্ৰয়োজনীয়।

## বুদ্ধৰ যুগ

খ্ৰী.পূ. ষষ্ঠ শতিকাতহে ভাৰতৰ ইতিহাসে ছায়াচ্ছন্ন আখ্যান-প্ৰবাদ-কিংবদন্তি আৰু নিশ্চয়তাহীন পৰম্পৰাৰ কুঁৱলি ফালি আত্মপ্ৰকাশ কৰিছিল। সেই সময়তে প্ৰথমবাৰৰ

বাবে ভাৰতৰ বিখ্যাত ৰজাসকলৰ বিষয়ে সবিশেষ পঢ়িবলৈ আমি পাওঁ। সেইসকল ৰজাৰ ঐতিহাসিকতাৰ বিষয়ে কোনো সন্দেহৰ অৱকাশ নাই। সেই ৰজাসকলৰ বিভিন্ন কীৰ্তিবোৰৰ সম্বন্ধে অনেক কথাই আমাৰ জ্ঞাত। সেই সময়ৰ পৰা ভাৰতৰ ৰাজনৈতিক গাঁথনিৰ ক্ৰমবিকাশৰ ৰূপৰেখা অনেক পৰিমাণে স্পষ্টভাৱে চকুত পৰে। এই সময়ছোৱাৰ ঐতিহাসিক বৃত্তান্তৰ খতিয়ান হিছাপে প্ৰধানকৈ বৌদ্ধ আৰু জৈন শাস্ত্ৰবোৰকে ধৰা যায়। এই কথা ঠিক যে সেই ধৰ্মশাস্ত্ৰবোৰ ইতিহাসৰ নথি-পত্ৰ হিছাপে ব্যৱহাৰ কৰিবলৈ যোৱাটো বৃথা। কাৰণ সেই সেই ধৰ্মৰ শাস্ত্ৰকাৰ গ্ৰন্থকাৰসকলে ৰাজনৈতিক বিষয়বোৰৰ ওপৰত কোনো গুৰুত্বই আৰোপ কৰা নাছিল। বেদবিলাকৰ দৰে সেই ধৰ্মশাস্ত্ৰবোৰৰ পাঠো শতাব্দীৰ পিছত শতাব্দীজুৰি মানুহৰ মুখে মুখেহে চলি আহিছিল। তথাপি সেই ধৰ্মশাস্ত্ৰবোৰ বেদগণৰ দৰে অপৰিবৰ্তনীয় ৰূপত ৰচিত নাছিল। সেই ধৰ্মশাস্ত্ৰবোৰত প্ৰবহমান সময়ৰ পৰিৱৰ্তনবোৰৰ প্ৰতিফলন ঘটিছিল। সময়ৰ লগে লগে সেইবোৰৰ নিজৰো পাঠৰ আৰু প্ৰকৃতিৰ সলনি হৈছিল। কিন্তু সেইবোৰৰ পাতত ঐতিহাসিক ঘটনাবোৰৰ প্ৰত্যক্ষদৰ্শীৰ বৰ্ণনাৰ পঞ্জীয়ন হৈছে আৰু স্মৃতিচাৰণো হৈছে প্ৰত্যায়িত ধৰণে। সেই ধৰ্মশাস্ত্ৰবোৰ বহুতো ভাষাত বেলেগে বেলেগে ৰচিত হৈছে যদিও তাত বৰ্ণিত ঘটনাবোঁৰৰ সকলো ভাষাতে দৃঢ়ীকৃত হোৱা বাবে প্ৰমাণসিদ্ধ বুলি ধৰিব পাৰি।

প্ৰকৃত ইতিহাস আৰম্ভণৰ যুগ বুলি গণ্য এই সময়তে ভাৰতত অতুলনীয় বৌদ্ধিক আৰু আধ্যাত্মিক উৎকৰ্ষতাৰ বিকাশ হৈছিল। অগণন সাধক-সন্ন্যাসী আৰু তৰ্কবিদ পণ্ডিত সমগ্ৰ গঙ্গা উপত্যকাৰ গ্ৰাম-নগৰ-জনপদৰ মানুহৰ মাজত তেওঁলোকৰ নিজৰ নিজৰ ধৰ্মপন্থা, সাধনাৰ ৰীতি, মুক্তিৰ পথৰ সন্ধান আদি বিষয়ে শিক্ষা বিস্তাৰ কৰি ঘূৰি ফুৰিছিল। কিন্তু বুদ্ধৰ যুগত ভাৰতৰ মহান প্ৰতিভাসম্পন্ন লোকসকলৰ অনেকেই নিজৰ বৃত্তি আৰু সংসাৰ ত্যাগ কৰি যোগী-সন্ন্যাসীৰ জীৱন গ্ৰহণ কৰিছিল যদিও সেই যুগতে বাণিজ্য আৰু ৰাজনীতিতো ভাৰতৰ বহুত অগ্ৰগতি হৈছিল। এই যুগত অকল যোগী-ঋষি-দাৰ্শনিকৰে জন্ম হোৱা নাছিল, প্ৰসিদ্ধ শ্ৰেষ্ঠী-সম্ৰাট আৰু কীৰ্তিমান সমৰনায়কসকলৰো যুগ আছিল সেইটো।

তেতিয়া মানে ভাৰতীয় কৃষ্টি-সভ্যতাৰ সম্প্ৰসাৰণৰ গতিপথ নিৰ্ণীত হৈছিল ঘাইকৈ পুব অভিমুখে। পুৰণা ব্ৰাহ্মণ্য সংস্কৃতিৰ ক্ষেত্ৰৰ বাহিৰত অৱস্থিত পূৰ্ব দিশৰ চাৰিখন বিশাল ৰাজ্যই প্ৰাচীন কুৰুৰাজ্যৰ ৰাজনৈতিক আৰু অৰ্থনৈতিক গুৰুত্ব প্ৰায় নোহোৱা কৰি পেলাইছিল। সেইকেইখন কোশল, মগধ, বৎস আৰু অৱন্তী ৰাজ্য। তাৰে প্ৰথম তিনিখনৰ আধুনিক কালত ভৌগোলিক অৱস্থাত আগৰ অধ্যায়ত দেখুওৱা হৈছে। চতুৰ্থখন—অৱন্তী বুলিলে পিছৰ যুগৰ মালৱকে বুজিব লাগিব মোটামুটিভাৱে। চাৰিওখনৰ ভিতৰত আমি কোসল আৰু মগধৰ বিষয়েই জানো বেছি। কাৰণ এই দুখন

ৰাজ্যই বুদ্ধদেৱ আৰু জৈন ধৰ্মৰ প্ৰতিষ্ঠাতা মহাবীৰৰ প্ৰধান কৰ্মভূমি আছিল। ৰামায়ণৰ ৰামৰ গৃহভূমি হিচাপে বিখ্যাত কোসল ৰাজ্যৰ ইতিমধ্যেই বহুত অৱনতি ঘটিছিল। কোসলৰ ৰজা প্ৰসেনজিৎ (পালি ভাষাত প্ৰসেনদি) তেতিয়াও মহা প্ৰতাপী ৰজাই আছিল। তেওঁ শাসন কৰা ৰাজ্যৰ আকাৰো আছিল ফ্ৰান্সতকৈ অলপহে সৰু। কিন্তু বৌদ্ধ গ্ৰন্থবোৰৰ অ'ত-ত'ত তেওঁৰ বিষয়ে যিবোৰ কথা উল্লিখিত হৈছে সেইবোৰৰ পৰা ধাৰণা হয় যে তেওঁৰ যোগ্যতাৰ অভাৱ আছিল। তেওঁ প্ৰাচীন ধৰ্মপন্থাৰ ৰক্ষণশীল কোনোৱেই হওক বা নতুন ধৰ্মমত প্ৰচাৰ কৰাই হওক ধৰ্মগুৰু ধৰণৰ লোক লগ পালেই তেওঁলোকৰ পিছত বহুত সময় আৰু ধন ব্যয় কৰিছিল। আনহাতে তেওঁৰ ৰাজ্যৰ অনেক ঠাইত ডকাইতৰ উৎপাত হৈছিল। তেওঁ জনগোষ্ঠীয় অধিপতি আৰু কৰতলীয়া ৰজাবোৰৰ সহায়তে কোনোমতে সোলোক-ঢোলোককৈ ৰাজ্যখন চলাইছিল মাত্ৰ।

আনহাতে মগধৰ ৰজা বিম্বিসাৰ আছিল সম্পূৰ্ণ বেলেগ ধৰণৰ। বিভিন্ন সূত্ৰৰ পৰা আমি জানিব পাৰো যে বিম্বিসাৰ অপৰিসীম সংগঠন শক্তিৰ অধিকাৰী আছিল। আছিল অতি দৃঢ়চেতা। অযোগ্য বিষয়া-কৰ্মচাৰীক তৎক্ষণাৎ কামৰ পৰা অপসাৰণ কৰিছিল। গ্ৰাম-গ্ৰামান্তৰৰ মুখিয়ালসকলক মাতি আনি সভা পাতিছিল। ৰাজপথ, শিলৰ বান্ধ আদি নিৰ্মাণ কৰি যাতায়াত সুগম কৰিছিল। ঘন ঘনকৈ ভ্ৰমণ কৰিছিল নিজৰ ৰাজ্য স্বচক্ষে পৰিদৰ্শন কৰিবৰ কাৰণে। তেওঁৰ ৰাজত্বকাল কিন্তু সাধাৰণভাৱে শান্তিপূৰ্ণ আছিল। মগধৰ পশ্চিম ফালৰ সকলো ৰাজ্যৰ লগতে তেওঁ সুসম্পৰ্ক অটুট ৰাখিছিল। আনকি সিন্ধুৰ অগ্ৰ ভাগত অৱস্থিত সুদূৰ গান্ধাৰ ৰাজ্যৰ ৰজাৰ লগতো সৌজন্য বিনিময় কৰি বন্ধুত্বপূৰ্ণ সম্পৰ্ক স্থাপন কৰিছিল। তেওঁ জয় কৰিছিল মাত্ৰ বৰ্তমান কালৰ বঙ্গৰ সীমান্তত অৱস্থিত অঙ্গ নামে এখন সৰু ৰাজ্য। সেই ৰাজ্যৰে ৰাজধানী চম্পা নগৰ সেই সময়ত বেহা-বেপাৰৰ ডাঙৰ কেন্দ্ৰ হৈ উঠিছিল। চম্পা নগৰ আছিল গঙ্গা তীৰস্থ এক নদী-বন্দৰ। তাৰ পৰা অনায়াসে বাণিজ্য তৰী আৰু পোতবোৰ গঙ্গাৰে ভটিয়াই সাগৰ পাবগৈ পাৰি আৰু সেইদৰে উপকূলীয় দেশবোৰ আৰু দক্ষিণ ভাৰতত ব্যৱসায় কৰি ঘূৰি আহোতে নানা ধৰণৰ মা-মছলা আৰু মণি-মুকুতা লৈ আহে। সেইবিলাক সামগ্ৰীৰ তেতিয়া উত্তৰ ভাৰতত বৰ চাহিদা আছিল। অঙ্গ যদিও বিম্বিসাৰৰ একমাত্ৰ বিজিত ৰাজ্য আছিল তথাপি তেওঁ বোধ হয় কাশী বা বাৰানসী ৰাজ্যখো এছোৱা তেওঁৰ ৰাণীৰ যৌতুক হিচাপে লাভ কৰিছিল। তেওঁৰ ৰাণী আছিল কোসলৰাজ প্ৰসেনজিতৰ ভগ্নী। তেওঁৰ ৰাজধানী আছিল আধুনিক পাটনা নগৰৰ পৰা ষাঠি মাইল দক্ষিণ-পূবে অৱস্থিত ৰাজগৃহত।

বুদ্ধদেৱৰ মৃত্যুৰ প্ৰায় সাত বছৰৰ আগতে খ্ৰী.পূ. ৪৯০ বৰ্ষত বিম্বিসাৰক তেওঁৰ

পুত্ৰ অজাতশত্ৰুয়ে সিংহাসনচ্যুত কৰি বন্দীশালত থয় আৰু পিছত বধ কৰে। বিম্বিসাৰে গঢ়ি থৈ যোৱা সমৃদ্ধিশালী মগধ ৰাজ্য বলেৰে অধিকাৰ কৰি পিতৃঘাতী অজাতশত্ৰুয়ে তেওঁৰ মোমায়েক কোসলৰ বৃদ্ধ ৰজা প্ৰসেনজিতৰ বিৰুদ্ধে যুদ্ধ আৰম্ভ কৰি সমগ্ৰ কাশীৰাজ্য নিজৰ দখললৈ আনিলে। এই ঘটনাৰ পিছতে প্ৰসেনজিতকো তেওঁৰ পুত্ৰই সিংহাসনচ্যুত কৰি নিজে ৰজা হ'ল। প্ৰসেনজিতৰ মৃত্যু হ'ল। কোসলৰ নতুন ৰজা বিৰুধক (পালি ভাষাত 'বিৰুৰভ') সিংহাসনত বহিয়েই হিমালয়ৰ পাদদেশত অৱস্থিত ক্ষুদ্ৰ কিন্তু স্বাধীন শাক্য জনগোষ্ঠীৰ ৰাজ্য আক্ৰমণ কৰি প্ৰায় নিশ্চিহ্ন কৰি পেলালে। এনেদৰে নিশ্চিহ্ন কৰিলে যে তাৰ পিছত আৰু কোনোদিনে সৰ্বকালৰ শ্ৰেষ্ঠতম আৰু মহত্তম ভাৰতীয় বুদ্ধদেৱক জন্ম দিয়া সেই শাক্য বংশৰ ক'তো নাম পোৱা নেযায়। বিৰুধকৰো বোধ হয় মগধৰ অজাতশত্ৰুৰ দৰে সাম্ৰাজ্য গঢ়াৰ উদ্দেশ্যে আছিল। সেইবাবেই দূৰ-দূৰণিৰ সৰু সৰু দেশ আৰু জাতিবোৰ যুদ্ধত জয় কৰি এক দিগ্বিজয়ৰ পৰিকল্পনা হাতত লৈছিল। তেওঁৰ পিতৃৰ দিনত সেই ৰাজ্যবোৰ কোসল দেশৰ নামমাত্ৰ কৰতলীয়া আছিল। তেওঁ সেই ৰাজ্যবোৰ নিজৰ পোনপটীয়া শাসনৰ তললৈ আনিবলৈ যত্ন কৰিছিল। কিন্তু তেওঁৰ উদ্দেশ্য সফল নহ'ল। পিছত তেওঁৰ নামৰ ক'তো উল্লেখ পাবলৈ নাই। মাত্ৰ এটা অবিশ্বাস্য লোককথাত কোনো এক অলৌকিক ঘটনাত শাক্য বংশ ধ্বংস কৰাৰ শাস্তি হিচাপে তেওঁৰ মৃত্যু হোৱা বুলি কোৱা হৈছে। কিছুকালৰ পিছতে কোসল ৰাজ্য মগধৰ লগত চামিল হ'ল।

প্ৰসেনজিতৰ লগত যুদ্ধ শেষ হ'লত অজাতশত্ৰুয়ে অভিযান আৰম্ভ কৰিলে গঙ্গাৰ উত্তৰ পাৰে থকা ভৃজ্জি জনগোষ্ঠীবোৰৰ সম্মিলিত ৰাজ্যৰ বিৰুদ্ধে। ভৃজ্জিবিলাকে সময়ে সময়ে মগধৰ সীমাৰ ভিতৰত উপদ্ৰৱ কৰিছিলহি। দীঘলীয়া যুদ্ধৰ পিছত তেওঁ ভৃজ্জিসকলৰ প্ৰধান নগৰ বৈশালী অধিকাৰ কৰি সেই দেশ নিজৰ ৰাজ্যৰ ভিতৰুৱা কৰিবলৈ সমৰ্থ হ'ল। কিন্তু সেই সন্মিলিত ৰাজ্যৰ এক প্ৰধান অংশীদাৰ লিচ্ছৱি জনগোষ্ঠীয়ে কিন্তু নিজৰ স্বতন্ত্ৰতা খ্ৰী.পূ চতুৰ্থ শতাব্দীলৈকে অটুট ৰাখিছিল। সেই শতাব্দীত লিচ্ছৱিসকল পূব ভাৰতৰ ৰাজনীতিত পুনৰ প্ৰভাৱশালী হৈ উঠিছিল। অজাতশত্ৰুয়ে ভৃজ্জিসকলৰ বিৰুদ্ধে কৰা দীঘলীয়া যুদ্ধ আৰম্ভ হৈছিল বুদ্ধৰ মৃত্যুৰ সময়তে খ্ৰী.পূ. ৪৮৩ বৰ্ষৰ ওচৰা-উচৰি সময়তে।

বিম্বিসাৰ আৰু অজাতশত্ৰুৰ ৰাজত্বকালৰ বিৱৰণৰ পৰা এটা কথা প্ৰতীয়মান হয় যে দুইজন ৰজাই এক সুনিৰ্দিষ্ট নীতি মানি চলিছিল। সেই নীতি আছিল প্ৰৱাহিতা গঙ্গা নদীৰ দীঘে দীঘে যিমান পাৰি বেছি অংশ নিজ ৰাজ্যৰ ভিতৰুৱা কৰা। তেওঁলোক দুজনেই বৃহৎ আৰু ব্যাপক সাম্ৰাজ্য গঢ়ি তুলিবলৈ আকাঙ্ক্ষা কৰা প্ৰথম ভাৰতীয় ৰজা আছিল যেন লাগে। অৱশ্যে পৌৰাণিক আখ্যানত আমি আসমুদ্ৰ হিমাচল সমগ্ৰ ভাৰত

অধিকাৰ কৰা আগৰ যুগৰ সম্ৰাটসকলৰ বৰ্ণনা আমি পাওঁ। কিন্তু সেই সম্ৰাটসকলৰ চৰিত্ৰাংকন কল্পনাৰে ইমান ধুঁৱলি-কুঁৱলি যে সেইবোৰ সাম্ৰাজ্যৰ বৰ্ণনা পিছৰ যুগৰ কাহিনীকাৰসকলৰ কাব্যিক অতিৰঞ্জন বুলি সহজেই ধৰিব পাৰি। পিছৰ যুগৰ মৌৰ্য সম্ৰাটসকলৰ বিশাল সাম্ৰাজ্য দেখি পৌৰাণিক ৰজাসকলকো তেনে সাম্ৰাজ্যৰ অধিকাৰী কৰিছিল কবি-কাহিনীকাৰসকলে। এই বিষয়ে কোনো সন্দেহৰ অৱকাশ নাই যে প্ৰাক-বুদ্ধ যুগৰ ৰাম আদি পুৰণি আখ্যানৰ ৰজাসকল ডাঙৰ ডাঙৰ আৰ্য গোষ্ঠীপতি আছিল। তেওঁলোক ঐতিহাসিক চৰিত্ৰ হ'লেও সমকালীন আন আন গোষ্ঠীপতিসকলৰ তুলনাত হয়তো বহুত শক্তিশালীহে আছিল। কিন্তু তেওঁলোকে বিস্তীৰ্ণভাৱে দিগ্বিজয় কৰাৰ কোনো ঐতিহাসিক প্ৰমাণ আমাৰ জ্ঞাত নহয়।

মগধৰ এই দুজন প্ৰসিদ্ধ ৰজাৰ সাম্ৰাজ্য গঢ়াৰ অনুপ্ৰেৰণাৰ এটা উৎস হ'ব পাৰে পাৰস্যৰ আকিমিনিড্ সাম্ৰাজ্যৰ চাইৰাছ, দি গ্ৰেট (৫৫৮-৫৩০ খ্ৰী পূ)। চাইৰাছ বিম্বিসাৰতকৈ প্ৰায় ষোল্ল বছৰৰ আগতে সিংহাসনত বহিছিল। তাৰ পিছতে অতি কম দিনৰ ভিতৰতে তেতিয়ালৈকে মানৱ ইতিহাসৰ বৃহত্তম সাম্ৰাজ্য গঢ়িবলৈ ধৰিছিল। সেই সময়ত উত্তৰ-পশ্চিম ভাৰতৰ নগৰ তক্ষশীলা বিদ্যা শিক্ষা আৰু বাণিজ্যৰ কেন্দ্ৰস্থল হৈ পৰিছিল। মগধৰ পৰা যুৱকসকল শিক্ষা লাভৰ বাবে তক্ষশীলালৈ গৈছিল। বিম্বিসাৰৰ লগত গান্ধাৰৰ ৰজা পুস্কৰাচাৰিণৰ (পালি ভাষাত 'পুক্কুছাটি') কূটনৈতিক সম্পৰ্ক আছিল। তক্ষশীলা খুব সম্ভৱ গান্ধাৰৰ ভিতৰৰা আছিল। কিন্তু খ্ৰী.পূ. ৫১৯ বৰ্ষৰ এখন লিপিত তৃতীয়জন আকিমিনিড্ সম্ৰাট প্ৰথম ডাৰিয়ুছে গান্ধাৰ তেওঁৰ ৰাজ্যৰ ভিতৰৰা বুলি দাবী কৰিছে আৰু তাৰো কিছুদিনৰ পিছত অন্য এখন লিপিত তেওঁ 'হিন্দুশ্' বা ইণ্ডিয়া বা ভাৰতো তেওঁৰ ৰাজ্যৰ অন্তৰ্গত বুলি লিখিছে। হেৰডটাছৰ মতেও ভাৰত পাৰস্য সাম্ৰাজ্যৰ বিংশতিতম ছত্ৰাপি আছিল বুলি লিখিছে। 'হিন্দুশ' নামৰ পাৰস্য প্ৰদেশখন কিমান দূৰলৈকে বিস্তৃত আছিল সঠিককৈ জনা নেযায়। কিন্তু খুব সম্ভৱ পঞ্জাবৰ অধিকাংশ সেই প্ৰদেশৰ অন্তৰ্গত আছিল। মগধৰ ৰজাসকলে উত্তৰ-পশ্চিম ভাৰতৰ এই ৰাজনৈতিক ঘটনাবোৰৰ বিষয়ে একো অৱগত নোহোৱাকৈয়ে থকা কথা সম্ভৱ নহয়। গতিকে আমি ধৰি ল'ব পাৰো যে তেওঁলোকৰ স্বৰাজ্য সম্প্ৰসাৰণৰ মূলত পাৰস্যৰ সাম্ৰাজ্যৰ দৃষ্টান্তৰ প্ৰেৰণাই আছিল। বৌদ্ধ আৰু জৈন শাস্ত্ৰবিলাকৰপৰা সেই দুই ধৰ্মৰ প্ৰতিষ্ঠাপক দুজনৰ (বুদ্ধ আৰু মহাবীৰৰ) নিৰ্বাণ লাভৰ পিছত হোৱা ঘটনাৱলীৰ বিষয়ে বিশেষ একো জানিব পৰা নেযায়। সেই কাৰণে সেইবিলাকৰ পৰা অজাতশত্ৰুৰ ৰাজত্বৰ শেহৰফালে হোৱা ঘটনাবোৰৰ বিষয়েও একো জানিব পৰা নেযায়। এইটো কথা জনা যায় যে তেওঁ অৱন্তীৰ ৰজা প্ৰদ্যোতৰ বিৰুদ্ধে যুদ্ধত লিপ্ত হৈছিল আৰু বহু বছৰ ধৰি সেই যুদ্ধৰ ফলাফল তেওঁৰ অনুকূলে যোৱা নাছিল। কিন্তু এই কথা

সন্দেহাতীতভাৱে সত্য যে তেওঁ তেতিয়ালৈকে ভাৰত বুৰঞ্জীৰ প্ৰথমখন বৃহৎ সাম্ৰাজ্য গঢ়ি তুলিছিল কাশীৰ পৰা বঙ্গৰ সীমান্তলৈকে গঙ্গা নদীৰ দুয়ো তীৰৰ বিশাল ভূখণ্ড অধিকাৰ কৰি। সেই বিশাল দেশখণ্ড তাৰ আগলৈকে আৰ্য সভ্যতাৰ প্ৰভাৱৰ বাহিৰত আছিল। তাৰ পিছৰ ডেৰ শতিকাত মগধৰ সীমা উত্তৰোত্তৰভাৱে বিস্তৃত হৈছিল। কাৰণ খ্ৰী পূ. চতুৰ্থ শতাব্দীৰ ভাৰতত পাটলিপুত্ৰ— বৰ্তমান কালৰ পাটনা নগৰ আছিল মগধ ৰাজ্যৰ ৰাজধানী। আৰু মগধ বুলিলে বুজাইছিল সমগ্ৰ গঙ্গা উপত্যকা আৰু ৰাজস্থান, সিন্ধু, পঞ্জাব আৰু উত্তৰ-পশ্চিম সীমান্ত প্ৰদেশৰ বাহিৰে সমস্ত ভাৰত আছিল মগধ সাম্ৰাজ্যৰ অন্তৰ্গত। আন আন ৰাজ্যবিলাক হয় নিশ্চিহ্ন হৈছিল, নহ'লে গুৰুত্বহীন তলতীয়া ৰাজ্যত পৰিণত হৈছিল।

## আলেকজেণ্ডাৰ আৰু মৌৰ্যসকল

খ্ৰী পূ চতুৰ্থ শতাব্দীৰ মাজভাগত মহাপদ্মনন্দ আছিল মগধৰ সম্ৰাট। হঠাতে অভ্যুদয হৈ ক্ষমতালৈ অহা লোক হিছাপে মহাপদ্মনন্দক এটাযে বেয়া পালেও তেওঁৰ বিষয়ে যি সামান্য উল্লেখ পোৱা যায় তাৰ পৰাই জানিব পাৰি যে তেওঁ ৰজা হিছাপে বৰ শক্তিশালী আৰু উচ্চাকাঙ্ক্ষী আছিল। কলিঙ্গ—অৰ্থাৎ আধুনিক উৰিষ্যা আৰু অন্ধ্ৰ প্ৰদেশৰ উপকূলীয় অঞ্চল—আৰু তাৰ লগতে বোধকৰো দাক্ষিণাত্যৰ অন্যান্য অঞ্চলো নিজৰ সাম্ৰাজাৰ অন্তৰ্ভুক্ত কৰিছিল। তেওঁৰ মৃত্যুৰ পিছত উত্তৰাধিকাৰ লৈ প্ৰবল বিৰোধ হোৱা দেখা যায়। একে সময়তে উত্তৰ-পূবত বহুত গুৰুত্বপূৰ্ণ ৰাজনৈতিক সংঘটন হৈছিল। বিভিন্ন ঘটনাৱলীৰ সেই প্ৰচণ্ড কোলাহলৰ মাজতে কিন্তু ভিত্তি ৰচনা হৈছিল ভাৰত ইতিহাসৰ বহু সাম্ৰাজ্যৰ ভিতৰত বৃহত্তম আৰু অতিশয় শক্তিশালী এক সাম্ৰাজ্যৰ।

খ্ৰী পূ. ৩৩০-ত মেচিডনৰ আলেকজেণ্ডাৰে পাৰস্যৰ আকিমিনিড্ ৰাজবংশৰ শেষ সম্ৰাট তৃতীয় ডাৰিয়ুছক পৰাস্ত কৰি আগৰ পাৰস্য সাম্ৰাজ্যৰ সকলো অংশ অধিকাৰ কৰাৰ বাবে অভিযান কৰিলে। বহু কালৰ আগৰ পৰাই ক্ৰমাৎ দুৰ্বল হৈ পৰা আকিমিনিড্ সম্ৰাটসকলে সাম্ৰাজ্যৰ দূৰৱৰ্তী প্ৰদেশবিলাকৰ ওপৰত নিজৰ নিয়ন্ত্ৰণ প্ৰায় হেৰুৱাই পেলাইছিল। গৌগামেলা নামে ঠাইত ডাৰিয়ুছৰ বাহিনীৰ লগত হোৱা এখন ডাঙৰ যুদ্ধত আলেকজেণ্ডাৰে ভাৰতীয় সেনাবাহিনী এটাৰ সৈতে যুদ্ধ কৰাৰ অভিজ্ঞতাও লাভ কৰিছিল। তৃতীয় ডাৰিয়ুছৰ সৈতে গ্ৰীক সেনাৰ সেই চূড়ান্ত যুদ্ধত সিন্ধু প্ৰদেশৰ পৰা যোৱা এটা সৰু ভাৰতীয় সেনা-বাহিনীয়ে পোন্ধৰটা হাতীৰে সৈতে পাৰস্যৰ সম্ৰাটৰ পক্ষে যুদ্ধ কৰিছিলগৈ। হেৰডটাছৰ মতে তাৰো এশ বছৰৰ আগতেই প্লাটীয়াৰ যুদ্ধত গ্ৰীক সৈন্যৰে পাৰস্যৰ ৰজাৰ পক্ষে এটা ভাৰতীয় সৈন্যবাহিনীয়ে যুদ্ধ কৰিছিল।

বৰ্তমান কালৰ ছোভিয়েট ইউনিয়ন আৰু আফগানিস্তানৰ আমুদৰিয়া নদীৰ পানীৰে বিধৌত বিস্তীৰ্ণ সীমান্ত অঞ্চলক তেতিয়া বেক্‌ট্ৰিয়া বুলিছিল। সেই বেকট্ৰিয়াতে সুদীৰ্ঘ কাল সমৰ-অভিযান চলোৱাৰ পিছত আলেকজেণ্ডাৰে হিন্দুকুশ পৰ্বত পাৰ হৈ কাবুল দখল কৰিলে। তাৰ পাৰ্বত্য অধিবাসীসকলে প্ৰবলভাৱে প্ৰতিৰোধ কৰিছিল যদিও আলেকজেণ্ডাৰে সেইবোৰ বাধা অতিক্ৰম কৰি কাবুল উপত্যকা পাৰ হৈ আহি সিন্ধু নদৰ পাৰ পালেহি। সিন্ধু নদ পাৰ হৈ ভাৰত সোমোৱাৰ পূৰ্বেই তক্ষশীলাৰ ৰজা ওম্ফিছে বশ্যতা স্বীকাৰ কৰিছিল। ক্লাছিকেল গ্ৰীক লেখকসকলে সম্ভৱ সংস্কৃত নাম 'অম্ভি'কে ওম্ফিছ বুলিছিল আৰু তক্ষশীলাক বুলিছিল তেক্সিলা। যেই কি নহওক বিনা প্ৰতিৰোধে তক্ষশীলা দখল কৰি আলেকজেণ্ডাৰ থমকি ৰ'ব লগা হ'ল। কাৰণ বিতস্তা নদীৰ সিপাৰে আছিল সেই সময়ৰ পঞ্জাবৰ মহাপৰাক্ৰমী যোদ্ধা ৰজা পুৰুৰ ৰাজ্য। দৰাচলতে এই পুৰুৰ ভয়তে অম্ভিয়ে আলেকজেণ্ডাৰৰ পক্ষ লৈছিল। বিতস্তা নদী অতৰ্কিতে পাৰ হৈ দুৰ্ঘোৰ যুদ্ধৰ পিছত অতি কষ্টেৰে মেচিডনিয়ান বাহিনীয়ে পুৰুক পৰাস্ত কৰিবলৈ সক্ষম হৈছিল। সেই যুদ্ধত পুৰু বন্দী হৈছিল। পুৰু নামটো সম্ভৱ সংস্কৃত 'পৌৰৱ' নামৰ পৰা ওলাইছে। সেয়ে হ'লে পুৰুৰ প্ৰাচীন কুৰুবংশৰ সৈতে সম্পৰ্ক থাকিব। কুৰু বংশজাতসকলহে পৌৰৱ নামে জনাজাত আছিল। মহাৰাজ পুৰু আছিল বৰ ওখ আৰু অতি সুন্দৰ চেহেৰাৰ মানুহ। তেওঁৰ দুৰ্জয় সাহস আৰু প্ৰচণ্ড ব্যক্তিত্বই বিজয়ী গ্ৰীকসকলৰ মনতো ৰেখাপাত কৰিছিল। আলেকজেণ্ডাৰৰ সন্মুখলৈ তেওঁক লৈ অনা হ'লত দেখা গ'ল যে তেওঁৰ শৰীৰৰ ন ঠাইত সাংঘাতিক আঘাত লাগিছিল। তেওঁ কোনোমতেহে থিয় হৈ থাকিব পাৰিছিল। সেই অৱস্থাতো আলেকজেণ্ডাৰে যেতিয়া সুধিলে তেওঁ কেনে ধৰণৰ ব্যৱহাৰ আশা কৰে তেওঁ নিৰ্ভীকভাৱে উত্তৰ দিলে— "ৰজাৰ দৰে— যিটো মোৰ প্ৰাপ্য।" শত্ৰু হ'লেও বন্দী পুৰুৰ কথাত আলেকজেণ্ডাৰ ইমান মুগ্ধ হৈছিল যে তেওঁ পুৰুক পুনৰ তেওঁৰ ৰাজ্য ঘূৰাই দি তললতীয়া ৰজা পাতিলে আৰু গ্ৰীক সৈন্যৰ প্ৰত্যাৱৰ্তনৰ সময়ত সমগ্ৰ পঞ্জাবৰ শাসনভাৰ তেওঁৰ ওপৰত অৰ্পণ কৰি গ'ল।

পুৰুৰ পৰাজয়ৰ পিছতো তেওঁৰ অগ্ৰগতি অব্যাহত ৰাখি আলেকজেণ্ডাৰে অসংখ্য জনগোষ্ঠীৰ লগত সংঘৰ্ষত লিপ্ত হৈ বহুত সৰু সৰু ৰাজ্য জয় কৰিলে। কিন্তু বিপাশা নদীৰ পাৰত উপস্থিত হোৱাৰ পিছতে সিপাৰৰ একেবাৰে অজান দেশত অভিযান চলাবলৈ তেওঁৰ সৈন্যবোৰ অমান্তি হ'ল। নিজৰ বাহিনীৰ মাজতে বিদ্ৰোহ হোৱাৰ আশংকা কৰি সৈন্যাধ্যক্ষসকলৰ পৰামৰ্শক্ৰমে তেওঁ তাৰ পৰাই উলটিবলৈ বাধ্য হ'ল। তেওঁ প্ৰত্যাৱৰ্তন কৰিছিল পঞ্জাবৰ মাজেদি। তাৰ পাছত সিন্ধু নদেৰে ভটিয়াই সেই নদৰ মোহনাত উপস্থিত হ'লগৈ। বাটত তেওঁ বহু ঠাইত যুদ্ধপ্ৰিয় জাতিবোৰৰ প্ৰবল প্ৰতিৰোধৰ

সন্মুখীন হ'ব লগাত পৰিছিল। সাগৰৰ পাৰত তেওঁৰ সৈন্যবাহিনী দুভাগ হ'ল। এভাগ মেছোপটেমিয়ালৈ উভতিলে সমুদ্ৰ-পথেদি। আনভাগ আলেকজেণ্ডাৰৰ নিজৰ নেতৃত্বত সাগৰৰ তীৰ দেশৰ জনশূন্য মক্ৰাণ দেশখণ্ডৰ মাজেদি স্থলপথেৰে যাবলৈ ধৰিলে। নিদাৰুণ কষ্টৰ মাজেদি গৈ ইউফ্ৰেটিছ নদীৰ পাৰত দুয়োটা দল মিলিত হ'লগৈ। তাৰ আগতে অভিযানৰ কোনো এক সময়ত এটা সৰু বাহিনী আৰাকোছিয়াৰ (আধুনিক কান্দাহাৰ) মাজেদি ওলোটাই পঠাইছিল। সেই বাহিনীও আহি তাতে একেলগ হ'লহি। আলেকজেণ্ডাৰে তেওঁৰ ভাৰত-অভিযানত অধিকাৰ কৰা দেশবোৰৰ ওপৰত নিজৰ শাসন প্ৰবৰ্তাই ৰাখিবলৈ ইচ্ছা কৰিছিল সেই বিষয়ে কোনো সন্দেহ নাই। কাৰণ তেওঁ ঠায়ে ঠায়ে নিজৰ সৈন্যৰ ঘাটি স্থাপন কৰি গৈছিল আৰু অধিকৃত দেশবোৰ শাসন কৰিবলৈ ছত্ৰপ নিযুক্ত কৰিছিল। কিন্তু তেওঁৰ ভাৰতীয় প্ৰদেশবিলাকত সঘনাই হোৱা বিদ্ৰোহ আৰু বিশেষকৈ খ্ৰী.পূ. ৩২৩-ত তেওঁৰ অকাল আৰু আকস্মিক মৃত্যুৰ ফলত ভাৰতত মেচিডনিয়াৰ অৱস্থান অসম্ভৱ হৈ পৰিল। খ্ৰী.পূ. ৩১৭ বৰ্ষত আলেকজেণ্ডাৰৰ শেষজন সেনাপতি ইউডেমাছে উত্তৰ-পশ্চিম ভাৰত ত্যাগ কৰি দেশলৈ উলটিল।

আলেকজেণ্ডাৰৰ ভাৰত আক্ৰমণৰ আগতেও গ্ৰীকসকলে ভাৰতৰ বিষয়ে অলপ-অচৰপ জানিছিল। কিন্তু সি আছিল ভ্ৰমণকাৰীৰ ৰং চৰোৱা বৰ্ণনাৰ দৰে অবাস্তৱ ধৰণৰ। এই অভিযানতে ভাৰতীয় আৰু গ্ৰীকসকলৰ মাজত পোনপটীয়া সম্পৰ্ক স্থাপিত হ'ল। আলেকজেণ্ডাৰৰ অভিযানৰ পুৰণি গ্ৰীক ভাষাৰ বৃত্তান্তবোৰৰ পৰা এটা কথা স্পষ্টভাৱে বুজিব পাৰি যে গ্ৰীকসকলৰ মনত ভাৰতৰ দৃশ্যাৱলীয়ে গভীৰভাৱে ৰেখাপাত কৰিছিল। তেওঁলোকে ভাৰতীয় সৈন্যৰ সাহসৰ প্ৰশংসা কৰিছিল। তক্ষশীলাত তেওঁলোকে দেখা ভাৰতীয় নাঙঠ যোগী তপস্বীসকলক দেখি বিস্ময়াভিভূত হৈছিল। পঞ্জাব আৰু সিন্ধুৰ জনজাতিবিলাকৰ সাধুতা আৰু সৰলতা দেখিও মুগ্ধ হৈছিল।

আলেকজেণ্ডাৰৰ ভাৰত আক্ৰমণৰ প্ৰত্যক্ষ ফালাফল সামান্য। উত্তৰ-পশ্চিম ভাৰতৰ অসংগঠিত ক্ষুদ্ৰ ক্ষুদ্ৰ ৰাজ্য আৰু জনগোষ্ঠীবোৰ আলেকজেণ্ডাৰৰ আক্ৰমণত পৰাস্ত হৈছিল। কিন্তু সেই ক্ষুদ্ৰ ৰাজ্য জয়ৰ দ্বাৰা ভাৰতক সামান্যভাৱেও আন্দোলিত কৰিব নোৱাৰিলে গ্ৰীক আক্ৰমণে। ভাৰতৰ প্ৰাচীন সাহিত্য-গ্ৰন্থৰ কোনো ঠাইতে আলেকজেণ্ডাৰৰ বিষয়ে কোনো উল্লেখ নাই। পিছৰ শতাব্দীবোৰত গ্ৰীকসকলৰ বিষয়ে ভাৰতে অনেক কথাই জানিব পাৰিলে। কিন্তু আলেকজেণ্ডাৰৰ এই অভিযানৰ কোনো শুংসূত্ৰই ভাৰতত নেথাকিল। তথাপি এইটো হ'ব পাৰে যে এই আক্ৰমণ আৰু আলেকজেণ্ডাৰৰ প্ৰত্যাৱৰ্তনৰ ফলত উত্তৰ-পশ্চিম ভূখণ্ডত হোৱা ৰাজনৈতিক অচলাৱস্থাই পৰোক্ষভাৱে গুৰুত্বপূৰ্ণ ঘটনাৱলীৰ সূত্ৰপাত কৰিছিল।

প্ৰাচীন গ্ৰীক গ্ৰন্থত চান্দ্ৰাকোট্টাছ নামে এজন ডেকা ভাৰতীয়ৰ নাম পোৱা যায়। তেৱেঁই ভাৰতৰ ইতিহাসখ্যাত চন্দ্ৰগুপ্ত মৌৰ্য। চন্দ্ৰগুপ্ত মৌৰ্যই গ্ৰীক আক্ৰমণকাৰীৰ

পক্ষ লৈছিল। প্লুটাৰ্কে লিখিছে যে চান্দ্ৰাকোট্টাছে আলেকজেণ্ডাৰক বিপাশা নদী পাৰ হৈ নন্দ সম্ৰাটক আক্ৰমণ কৰিবলৈ পৰামৰ্শ দিছিল। কৈছিল যে নন্দ সম্ৰাটক মানুহে ইমান বেয়া পাইছিল যে তেওঁৰ প্ৰজাই আক্ৰমণকাৰীৰ পক্ষকে ল'ব। লাটিন ঐতিহাসিক জাষ্টিনেও লিখিছে যে পিছত এবাৰ নিজৰ বৰ বৰ কথাৰ গুণে চান্দ্ৰাকোট্টাছ আলেকজেণ্ডাৰৰ ৰোষত পৰি মৃত্যুদণ্ডেৰে দণ্ডিত হৈছিল। কিন্তু কেনেবাকৈ পলাই সাৰি বহু দুঃসাহসিক অভিযানৰ পিছত গ্ৰীক সৈন্যবোৰ খেদাই ভাৰতৰ সিংহাসনত বহিবলৈ সমৰ্থ হৈছিল। এইবোৰ কাহিনীত সত্যতা থাকক বা নেথাকক, যুক্তিসংগতভাৱে এই কথা মানিব পাৰি যে আলেকজেণ্ডাৰৰ ভাৰত আক্ৰমণৰ ঠিক পাছতেই ক্ষমতাত অধিষ্ঠিত হোৱা সম্ৰাট চন্দ্ৰগুপ্ত মৌৰ্যই অন্ততঃ সেই বিজয়ী গ্ৰীক বীৰৰ বিষয়ে শুনিছিল আৰু তেওঁৰ বীৰত্ব কাহিনীবোৰৰ দ্বাৰা অনুপ্ৰাণিত হৈছিল।

ভাৰতীয় ঐতিহাসিক সূত্ৰ আৰু প্ৰাচীন গ্ৰীক-লাটিন গ্ৰন্থৰ দুয়োটাৰে মতে চন্দ্ৰগুপ্তই মৌৰ্য বংশৰ শেষজন ৰজাক পৰাস্ত কৰি মগধৰ ৰাজধানী পাটলিপুত্ৰ দখল কৰিছিল। তাৰ পিছতে লাটিন প্ৰাচীন গ্ৰন্থৰ মতে আলেকজেণ্ডাৰৰ প্ৰত্যাবৰ্তনৰ পিছত উত্তৰ-পশ্চিমৰ পৰা গ্ৰীক ৰখীয়া বাহিনীবোৰক বিতাৰণ কৰি সেই দেশখণ্ড নিজৰ অধীনলৈ আনিছিল। কিন্তু এই দুটা মহৎ কৰ্মৰ কোনটো চন্দ্ৰগুপ্ত মৌৰ্যই আগতে সমাধা কৰিছিল সেইটো সঠিককৈ জনা নেযায়। তদুপৰি ভাৰত বুৰঞ্জীৰ অন্যান্য অনেক বিৰক্তিকৰ অনিশ্চয়তাৰ মাজৰে এটা হ'ল চন্দ্ৰগুপ্ত মৌৰ্যৰ সিংহাসন আৰোহণৰ সময় সম্বন্ধে। সেইটোও খ্ৰী. পূ. ৩২৪ ৰ পৰা ৩১৩ ৰ ভিতৰত যি কোনো সময়তে হ'ব পাৰে। কিন্তু চন্দ্ৰগুপ্তৰ ক্ষমতা লাভৰ ঐতিহাসিক বৃত্তান্তত যিমানেই স্বল্পতা আৰু অনিশ্চয়তা নেথাকক, এটা কথা নিশ্চিত যে তেৱেঁই আছিল প্ৰাচীন ভাৰতৰ বৃহত্তম সাম্ৰাজ্যৰ নিৰ্মাতা। সকলো ভাৰতীয় পৰম্পৰা—কিংবদন্তিয়েই কিন্তু এটা কথা কয় যে চন্দ্ৰগুপ্ত মৌৰ্যক তেওঁৰ যুদ্ধ-বিগ্ৰহ, সিংহাসন-প্ৰাপ্তি সকলো কামতে সহায় কৰিছিল এজন সুপণ্ডিত আৰু সুকৌশলী ব্ৰাহ্মণ উপদেষ্টাই। তেওঁক কৌটিল্য, চাণক্য আৰু বিষ্ণুগুপ্ত—এই তিনিটা নামেৰেই জনা যায়। চন্দ্ৰগুপ্ত মৌৰ্যৰ কৰ্মজীৱনত এই ব্ৰাহ্মণৰ ভূমিকাৰ বিষয়ে ধাৰণা কৰিব পাৰি ষষ্ঠ শতাব্দীত ৰচিত 'মুদ্ৰাৰাক্ষস' নামৰ সংস্কৃত নাটকৰ পৰা। সেই নাটকত চন্দ্ৰগুপ্তই নন্দ বংশৰ শেষজন সম্ৰাটক আঁতৰাই নিজে সিংহাসনত বহা গোটেই ঘটনা দেখুৱা হৈছে। সেই নাটকত ৰজাক দেখুৱা হৈছে অনভিজ্ঞ গুৰুত্বহীন যুৱক এজন হিছাপে আৰু সাম্ৰাজ্যৰ প্ৰকৃত শাসনকৰ্তা হিছাপে অংকন কৰা হৈছে মন্ত্ৰী চাণক্যৰ চৰিত্ৰহে। এই মন্ত্ৰী চাণক্যই হৈছে 'অৰ্থশাস্ত্ৰ' বা 'ৰাজ্য প্ৰশাসন-তত্ত্ব' নামৰ প্ৰসিদ্ধ গ্ৰন্থৰ ৰচয়িতা। ৰাষ্ট্ৰৰ শাসন পৰিচালনা সম্বন্ধে সেই গ্ৰন্থ মূল্যবান সংবাদৰ ভাণ্ডাৰস্বৰূপ। বৰ্তমানে সেই গ্ৰন্থৰ যি পাঠ আমি পাওঁ সেইখিনি কৌটিল্যৰ ৰচনা নিশ্চয় নহয়। তথাপি মৌৰ্যযুগৰ কাৰ্যাৱলীৰ মহামূল্যবান স্মাৰক হিছাপে এই গ্ৰন্থৰ গুৰুত্ব অৱশ্যে স্বীকাৰ্য।

পুনৰ গ্ৰীক আক্ৰমণকাৰী আহি ভাৰতৰ দুৱাৰমুখত উপস্থিত হ'লহি সেইসময়তে। আলেকজেণ্ডাৰে স্থাপন কৰা ক্ষণস্থায়ী মেচিডনিয়ান সাম্ৰাজ্যৰ এছিয়াৰ ৰাজ্যবোৰ কৃতকাৰ্যতাৰে নিজৰ নিয়ন্ত্ৰণলৈ নিছিল তেওঁৰে এজন প্ৰধান সেনাপতি চেলুকাছ নিকেতৰে। তেওঁ এইবাৰ পূব দিশে অভিযান আৰম্ভ কৰিলে নিজৰ ৰাজ্যৰ সীমা সম্প্ৰসাৰণৰ বাবে। খ্ৰী.পূ. ৩০৫ বৰ্ষত তেওঁ যুদ্ধত সমুখীন হ'ল চন্দ্ৰগুপ্ত মৌৰ্যৰে। কিন্তু যুদ্ধত বৰ বেয়াকৈ হাৰি চন্দ্ৰগুপ্তৰ সৈতে সন্ধি কৰিবলৈ বাধ্য হ'ল। আলেকজেণ্ডাৰৰ ভাৰতীয় প্ৰদেশবোৰ পুনৰুদ্ধাৰ কৰাৰ সলনি মাত্ৰ ৫০০ হাতীৰ বিনিময়ত সন্ধিৰ চুক্তিমতে চন্দ্ৰগুপ্তক এৰি দিব লগা হ'ল তেওঁৰ নিজৰ দখলত থকা বৰ্তমান আফগানিস্তানৰ বিস্তীৰ্ণ অঞ্চল। সন্ধিৰ দৃঢ়ীকৰণ হ'ল বৈবাহিক সম্বন্ধেৰে। ঠিক কি ধৰণৰ বিবাহ সম্পাদিত হৈছিল সেই বিষয়ে সঠিক জনা নেযায় যদিও চন্দ্ৰগুপ্ত মৌৰ্য্যৰ সন্তান-সন্ততিসকলৰ শৰীৰত গ্ৰীক ৰক্ত প্ৰবাহিত হৈছিল বুলিলেও অসম্ভৱ বুলি ক'ব নোৱাৰি।

চেলুকাছে মেগাস্থিনিছ নামে এজন ৰাষ্ট্ৰদূত প্ৰেৰণ কৰিছিল পাটলিপুত্ৰ নগৰৰ মৌৰ্য ৰাজসভাত স্থায়ীভাৱে থাকিবলৈ। মেগাস্থিনিছে ভাৰতৰ বিষয়ে এটা বিশদ বিৱৰণী লিখিছিল। প্ৰাচীন যুগৰ গ্ৰীক-ৰোমান গ্ৰন্থকাৰসকলৰ বাবে সেই বিৱৰণী নিৰ্ভৰযোগ্য পাঠ্য হৈ পৰিছিল। দুৰ্ভাগ্যবশতঃ মেগাস্থিনিছৰ মূল গ্ৰন্থৰ পাণ্ডুলিপি এতিয়া পাবলৈ নাই। কিন্তু বহুতো গ্ৰীক আৰু লাটিন গ্ৰন্থকাৰে সেই গ্ৰন্থৰ পৰা উদ্ধৃতি প্ৰচুৰ পৰিমাণে নিজৰ লেখাত সন্নিৱিষ্ট কৰিছিল। সেইবাবে কিতাপখনৰ পাঠ আংশিকভাৱে পুনৰ্নিৰ্মিত হৈছে। মেগাস্থিনিছৰ সেই টোকা যদিও আশা কৰামতে সঠিক আৰু সম্পূৰ্ণ নহয় তথাপি সি ভাৰতৰ বিষয়ে এজন সংশ্লিষ্ট বিদেশী ভ্ৰমণকাৰীৰ প্ৰথম প্ৰত্যক্ষ অভিজ্ঞতাৰ পঞ্জীয়ন হিছাপে অতি গুৰুত্বপূৰ্ণ। মেগাস্থিনিছৰ টোকাৰ অংশ বিশেষৰ লগত অৰ্থশাস্ত্ৰৰ কোনো কোনো অংশ ৰিজাই চালে এটা কথা স্পষ্ট হয় যে মৌৰ্য সাম্ৰাজ্যৰ শাসন-ব্যৱস্থা আছিল সুসংগঠিত আৰু সুনিয়ন্ত্ৰিত আমোলাতান্ত্ৰিক শাসন-ব্যৱস্থা, সেই ব্যৱস্থাতে সমগ্ৰ ৰাষ্ট্ৰৰ অৰ্থনীতিও সাঙোৰ খাই আছিল। লগতে এক অতি শক্তিশালী আৰু ব্যাপক চোৰাংচোৱা ব্যৱস্থা। সেই গুপ্তচৰ ব্যৱস্থা ইমান সক্ৰিয় আছিল যে ৰাষ্ট্ৰৰ সৰ্বোচ্চ মন্ত্ৰীজনৰ পৰা নগৰৰ নিম্নতম পদত থকা কৰ্মচাৰীজনৰো গতিবিধি ধৰা পৰি গৈছিল।

মেগাস্থিনিছে সম্ৰাট চন্দ্ৰগুপ্তৰ সুদক্ষ ন্যায় বিচাৰৰ ভূয়সী প্ৰশংসা কৰিছে। তেওঁ নিজে 'দৰবাৰ'ত বহি বিচাৰ পৰিচালনা কৰিছিল। এই প্ৰসঙ্গত 'দৰবাৰ' শব্দৰ ব্যৱহাৰ লক্ষ্য কৰিবলগীয়া। এইটো পাৰ্চী ভাষাৰ শব্দ আৰু ব্যৱহাৰ কৰিছিল মুছলমানসকলেহে। এইটো সমকালীন শব্দ নহ'ব পাৰে। কিন্তু 'দৰবাৰ' শব্দৰ সমাৰ্থক সংস্কৃত 'সভা' শব্দতকৈ বেছি প্ৰচলিত আৰু কম দ্ব্যৰ্থবোধক আছিল। সম্ৰাট চন্দ্ৰগুপ্তই পাটলিপুত্ৰৰ তেওঁৰ বিশাল ৰাজপ্ৰাসাদত বিলাস বহুল জীৱন যাপন কৰিছিল। সেই ৰাজপ্ৰাসাদ

সম্পূৰ্ণকৈ কাঠেৰে নিৰ্মাণ কৰা হ'লেও কল্পনাতীত ধৰণে সুন্দৰ আৰু জাকজমকতাপূৰ্ণ আছিল। কিন্তু সম্ৰাটৰ জীৱন বৰ সুখৰ নাছিল কাৰণ বহুতো ভাৰতীয় ৰজা-মহাৰজাৰ দৰে তেৰোঁ গুপ্তহত্যাৰ আশংকাত দিনে-ৰাতিয়ে সতৰ্ক হৈ থাকিব লগাত পৰিছিল। ৰাজধানী নগৰখন বৰ ডাঙৰ আৰু ধুনীয়া আছিল। তাৰ কেউফালে কাঠৰ প্ৰাচীৰ। ত্ৰিশজন সদস্যৰে গঠিত এখন সভাই নগৰৰ সামাজিক আৰু অৰ্থনৈতিক ব্যৱস্থা নিয়ন্ত্ৰণ কৰিছিল। মেগাস্থিনিছে জাতিভেদ প্ৰথা প্ৰচলিত থকাৰ কথা লিখিছে। যদিও তেওঁ সমূহ জনগণ সগোত্ৰীয বিবাহ-প্ৰথাৰে বিভক্ত সাতটা শ্ৰেণীভুক্ত আছিল বুলি কোৱা কথা ভ্ৰান্তিকৰ।

জৈন-পৰম্পৰা মতে চন্দ্ৰগুপ্তই সিংহাসন ত্যাগ কৰি জৈন সন্ন্যাসী হৈছিল আৰু পিছত জৈন মুনিসকলৰ দৰেই বিখ্যাত জৈন মন্দিৰ আৰু মঠ আৰু আধুনিক মহীশূৰৰ শ্ৰৱণ বেলগোলাত অনশন ব্ৰতত প্ৰাণ ত্যাগ কৰিছিল। এই কাহিনী সঁচা হওক বা নহওক এই কথা ঠিক যে চৌবিশ বছৰ ৰাজত্ব কৰাৰ পিছত তেওঁৰ পিছত সিংহাসনত বহিছিল তেওঁৰ পুত্ৰ বিন্দুসাৰ। বিন্দুসাৰৰ বিষয়ে খুব কম কথাহে জানিবলৈ পোৱা যায়। এটা কথা জানিব পাৰি যে তেওঁ ছিৰিয়াৰ ছেলিউচিদ ৰজা প্ৰথম এণ্টিয়কাছৰ লগত যোগাযোগ কৰিছিল। এথেনীৰ্ডছৰ মতে বিন্দুসাৰে গ্ৰীক ৰজালৈ ডিমৰু, গ্ৰীক মদ আৰু এজন ছোফিষ্ট দাৰ্শনিক খুজি পঠাইছিল। এণ্টিযকাছে ডিমৰু আৰু মদ পঠাই দিছিল কিন্তু কৈ পঠাইছিল যে গ্ৰীচত দাৰ্শনিক ৰপ্তানি কৰাৰ নিয়ম নাছিল। এইটো এক আমোদজনক সৰু কাহিনী। কিন্তু তাৰ পৰা বুজিব পাৰি যে বিন্দুসাৰে অন্যান্য বহুতো ভাৰতীয় ৰজাৰ দৰে জাগতিক সুখ আৰু দৰ্শন-চৰ্চা দুয়োটাতে মনোযোগ দিছিল। কিন্তু তেওঁ বিশাল মৌৰ্য সাম্ৰাজ্যৰ গুৰি ধৰিছিল দৃঢভাৱে। শাসন-কাৰ্যত যোগ্যতা প্ৰদৰ্শন কৰিছিল আৰু খুব সম্ভৱ দাক্ষিণাত্যত সাম্ৰাজ্যৰ সীমা সম্প্ৰসাৰিত কৰিছিল। খ্ৰী পূ প্ৰায় ২৬৯ বৰ্ষৰ সময়ত অলপ দিন অনিশ্চিত হৈ থকাৰ পাছত বিন্দুসাৰৰ পিছত মগধৰ সিংহাসনত বহিল তেওঁৰ পুত্ৰ অশোক। অশোক ভাৰতৰ ইতিহাসৰ শ্ৰেষ্ঠতম আৰু মহত্তম সম্ৰাট। অকল সেয়েই নহয় বিশ্ব-ইতিহাসৰো মহত্তম সম্ৰাটসকলৰ অন্যতম।

বৌদ্ধ পুৰাণকল্প মতে অশোকে বলেৰে সিংহাসন দখল কৰিছিল সকলো সম্ভাব্য প্ৰতিদ্বন্দ্বীকে নিহত কৰি আৰু ৰাজত্ব আৰম্ভ কৰিছিল নিষ্ঠুৰ অত্যাচাৰী ৰজা হিছাপে। কিন্তু অশোকে নিজে যিবোৰ শিলালিপি খোদিত কৰি যুগ-যুগান্তৰৰ বাবে এৰি গৈছিল সেইবোৰৰ পাঠমতে বৌদ্ধ পুৰাণৰ কথাত কোনো সত্যতা আছে যেন নেলাগে। অশোকে নিজে যিবোৰ শিলালিপি কোনো শৈলগাত্ৰ বা স্তম্ভৰ ওপৰত খোদিত কৰাইছিল সেইবোৰ ঐতিহাসিক তথ্য বহনকাৰী ভাৰতীয় শিলালিপিবোৰৰ ভিতৰত প্ৰাচীনতম। সমগ্ৰ ভাৰতৰ সকলো স্থানতে বিস্তীৰ্ণভাৱে সিঁচৰতি হৈ থকা সেই শিলালিপিবোৰে

এক মহামতি ৰজাৰ স্মৃতি সঞ্চিত কৰি ৰাখিছে সুৰচিত অৰ্থবহ পাঠৰ মাজত। অক্ষয় কৰি ৰাখিছে মহান অশোকৰ স্মৃতি। এই শিলালিপি খোদিতকৰণৰ দস্তুৰ পাৰস্যৰ আকিমিনিড্ ৰাজত্বৰ দিনৰে পৰা প্ৰচলিত। কিন্তু অশোকৰ শিলালিপিৰ চৰিত্ৰ আছিল বেলেগ। আকিমিনিড্ সম্ৰাট প্ৰথম ডাৰিয়ছৰ শিলালিপিবিলাকত,—উদাহৰণস্বৰূপে— খোদিত হৈছিল সম্ৰাটৰ কীৰ্তি-কাহিনী, তেওঁ জয় কৰা যুদ্ধ আৰু ৰাজ্যসমূহৰ বিৱৰণ আৰু তেওঁৰ বশ্যতা স্বীকাৰ কৰা জাতি-জনগোষ্ঠীবোৰৰ বিৱৰণ। অশোকৰ লিশালিপিবোৰত আছিল বিভিন্ন বিষয়ত চৰকাৰী নীতিবোৰৰ বৰ্ণনা আৰু সেইবোৰ পালনৰ বাবে চৰকাৰৰ বিষযাবৰ্গ আৰু সাধাৰণ প্ৰজাৰ বাবে নিৰ্দেশনা। সেই শিলালিপিবোৰত অনেক ব্যক্তিগত বিষয়ৰো উল্লেখ আছিল আৰু খুব সম্ভব তাৰ মূল পাঠ সম্ৰাটে নিজেই ৰচনা কৰিছিল। সেই লিপিবিলাকৰ পৰাই আমি জানিব পাৰো যে তেওঁৰ অভিষেকৰ অষ্টম বছৰত সম্ৰাট অশোকৰ অন্তৰৰ আমূল পৰিৱৰ্তন ঘটিছিল আৰু তেওঁ গ্ৰহণ কৰিছিল এক সম্পূৰ্ণ নতুন নীতি। অশোকৰ নিজৰ ভাষাতে লিপিবোৰত আছে এনেকৈ—

"অতি প্ৰিয়দৰ্শন দেৱানাং প্ৰিয় ৰজাৰ ৰাজত্বৰ অষ্টম বৰ্ষত কলিংগদেশ জয় কৰা হয়। সেই দেশৰ পৰা ১৫০,০০০ জনক বন্দী কৰি অনা হ'ল, ১০০,০০০ নিহত হ'ল আৰু তাতকৈ বহু বেছিজন মৃত্যুৰ মুখত পৰিল। কলিংগ বিজয়ৰ পাছতে দেৱানং প্ৰিয় ৰজাই ধৰ্মপথ অৱলম্বন কৰি ধৰ্মকে হৃদয়ত স্থাপন কৰিলে আৰু শাসনো কৰিবলৈ ধৰিলে একমাত্ৰ ধৰ্মৰ বিধিমতে। যেতিয়া এখন স্বাধীন দেশ জয় কৰা হয় তেতিয়া সেই দেশৰ অধিবাসীবোৰৰ বহুত দুৰ্গতি হয়। কিছুমান মৰে, কিছুমানৰ বন্দী দশাপ্ৰাপ্তি হয়। দেৱানাং প্ৰিয়ৰ বাবে সেই দৃশ্য অতি দুঃখদায়ক। আজি কলিংগত হতাহত হোৱা সেই বিপুলসংখ্যক নৰ-নাৰীৰ এশ ভাগৰ বা হেজাৰ ভাগৰ এভাগো যদি হতাহত বা বন্দী হয় তেন্তে দেৱানাং প্ৰিয় ৰজাৰ বাবে সেই দৃশ্য সহ্যৰ অতীত হ'ব। যদি কোনোৱে তেওঁৰ কিবা অনিষ্ট সাধন কৰেও যিমান দূৰ পৰা যায় সেই দোষীক ক্ষমা কৰা হ'ব। দেৱানাং প্ৰিয়ই আনকি তেওঁৰ সাম্ৰাজ্যৰ অৰণ্যবাসী উপজাতীয় মানুহবোৰৰ লগতো কথা-বতৰা হৈ তেওঁলোকক সংস্কাৰ কৰিবলৈহে যত্ন কৰে। কিন্তু দেৱানাং প্ৰিয় অকল যে দয়ালুহে সেইটো নহয়। তেওঁ প্ৰবল শক্তিশালীও। তেওঁ সিহঁতক নিজৰ অপৰ্কম ত্যাগ কৰি শুদ্ধ পথলৈ আহিবলৈ কয় নহ'লে তেওঁলোকক নিধন কৰা হ'বই। কাৰণ দেৱানাং প্ৰিয়ই সকলোৰে নিৰাপত্তাৰ বাবে সকলোৰে আত্মসংযম আৰু ন্যায় বিচাৰ বিচাৰে। বিচাৰে সকলো জীৱৰ বাবে সুখ। দেৱানাং প্ৰিয়ই সকলো জয়ৰ ভিতৰত ধৰ্মৰ জয়কে শ্ৰেষ্ঠ জয় বুলি বিবেচনা কৰে। সেই উত্তম জয়কে দেৱানাং প্ৰিয়ই লাভ কৰিছে ইয়াতো, সীমান্ততো আৰু সৰ্বত্ৰ। আনকি সীমান্তৰ পৰা ৬০০ ক্ৰোশ আঁতৰৰ গ্ৰীক ৰজা

এণ্টিয়োক আৰু এণ্টিয়োকৰ দেশৰ পৰাও আগলৈ তোৰামায়া, এণ্টিকিনি, মাগা আৰু আলিকচুদাৰাৰ দেশতো সেই জয় সাব্যস্ত কৰিছে। দক্ষিণ দিশেও চোল, পাণ্ড্য আৰু সিংহল পৰ্যন্ত সেই বিজয় বিস্তৃত কৰিছে।"

ইয়াৰ পৰাই আমি জানিব পাৰো যে অশোকৰ আভ্যন্তৰীণ শাসনৰ মূলনীতিত আছিল গভীৰ মানৱীয় মূলবোধ আৰু আক্ৰমণাত্মক যুদ্ধ বৰ্জনৰ আদৰ্শ। সাম্ৰাজ্যৰ পৰম্পৰাগত সম্প্ৰসাৰণৰ ঠাইত তেওঁ প্ৰয়োগ কৰিবলৈ বিচাৰিছিল ধৰ্মবিজয়। 'ধৰ্ম' শব্দটো অতিশয় অৰ্থবহ। আমি তাৰে ভাঙনি কৰিছো ন্যায় আৰু নৈতিক বিজয় বুলি। অশোকে এই নীতিৰে অনেক জয়লাভ কৰিছিল বুলি ঘোষণা কৰিছে। আনকি পাঁচজন হেলেনিক ৰজাৰ ৰাজ্যতে তেওঁৰ সেই ধৰ্মবিজয় সাব্যস্ত হৈছিল বুলিও দাবী কৰিছে। যদিও ভাৰতীয় মতে উচ্চাৰণ কৰোতে আচহুৰা যেন লাগিছে তথাপি জানিব পাৰি যে শিলালিপিত উক্ত সেই পাঁচজন গ্ৰীক ৰজা ছিৰিয়াৰ ৰজা দ্বিতীয় এণ্টিয়কাছ থিওছ, ইজিপ্তৰ ৰজা দ্বিতীয় টলেমি ফিলাডেলফাছ, মেচিডনিয়াৰ ৰজা এণ্টিগ'নাছ গনাটাছ, চাইৰিণৰ ৰজা মেগাছ আৰু এপিৰাছৰ ৰজা আলেকজেণ্ডাৰ। অশোকে ভাবিছিল যে তেওঁ সূচিত কৰা উচ্চ বৌদ্ধিক আৰু নৈতিক মূল্যযুক্ত শাসন-প্ৰণালীৰ নীতিৰ যথাৰ্থতা সম্বন্ধে এই চুবুৰীয়া ৰজা-মহাৰজাসকলো পতিয়ন যাব আৰু তেওঁৰ নৈতিক আদৰ্শই সভ্য জগতৰ সকলোৰে বাবে পথৰ সন্ধান দিব। লগতে তেৱেঁই হৈ পৰিব বিশ্বজোৰা সেই ধৰ্ম-সাম্ৰাজ্যৰ নেতা। অশোকে তেওঁৰ সাম্ৰাজ্যবাদী চিন্তা ত্যাগ কৰা নাছিল। কিন্তু তাকে বৌদ্ধধৰ্মৰ মানৱীয় নৈতিক বিচাৰেৰে নতুন আৰ্হিত সংজ্ঞাবদ্ধ কৰি লৈছিল।

নিজৰ সাম্ৰাজ্যৰ আভ্যন্তৰীণ শাসনৰ ক্ষেত্ৰত প্ৰাচীন ভাৰতীয় ৰাজতন্ত্ৰৰ কঠোৰ দণ্ডনীতিৰ প্ৰয়োগত সাধাৰণভাৱে এক শিথিলতা পৰিলক্ষিত হৈছিল অশোকৰ এই ধৰ্মশাসনৰ ফলস্বৰূপে। অশোকে ঘোষণা কৰিছিল যে সকলো প্ৰজাই তেওঁৰ সন্তানৰ সমতুল্য আৰু তেওঁৰ এই সাধাৰণ নীতি সম্পূৰ্ণ আৰু যথাযোগ্যভাৱে প্ৰয়োগ কৰাত অসমৰ্থ হোৱা স্থানীয় শাসনকৰ্তাসকলক তেওঁ তিৰস্কাৰো কৰিছিল বহুবাৰ। তেওঁ অতি নিষ্ঠাৰে অহিংস নীতি মানি চলিছিল। অহিংসা মানে কোনো মানুহ বা জীৱ-জন্তুক আঘাত কৰাৰ পৰা বিৰত থকা। পিছলৈ সেই একে অহিংসা নীতি আন আন ধৰ্মাৱলম্বী মানুহৰ ক্ষেত্ৰতো সমানে প্ৰয়োগ কৰা হৈছিল। অশোকে জন্তু বলি দিয়া প্ৰথা ৰহিত কৰিছিল। অন্ততঃ তেওঁৰ ৰাজধানী নগৰত সেই কাম সম্পূৰ্ণ নিষিদ্ধ আছিল। খাদ্যৰ কাৰণে পশুবধ কৰা কামো কঠোৰভাৱে নিয়ন্ত্ৰণ কৰিছিল। কেইটামান প্ৰজাতিৰ জীৱহত্যা সম্পূৰ্ণভাৱে বন্ধ কৰিছিল। তেওঁ আগৰ ৰজাসকলে মৃগয়া অভিযান কৰাৰ ঠাইত বৌদ্ধ তীৰ্থস্থানবোৰলৈ ৰাজকীয় যাত্ৰা কৰাৰ ৰীতি প্ৰচলিত কৰি তাৰ বাবে গৌৰৱবোধ কৰিছিল। তেওঁ ৰাজকাৰেণ্ডত আমিষ ভোজন প্ৰায় বন্ধই কৰিছিল বুলিব লাগে।

অশোকৰ এনে ধৰণৰ আমিষ ভোজন বৰ্জনৰ তৎপৰতাও ভাৰতীয় লোকৰ মাজত নিৰামিষাহাৰী লোকৰ সংখ্যা বৃদ্ধিৰ এক প্ৰধান কাৰণ।

ওপৰত দিয়া শিলালিপিৰ উদ্ধৃত আৰু অন্যান্য কিছুমান প্ৰমাণৰ পৰা এটা কথা জানিব পৰা যায় যে অশোক সম্পূৰ্ণ শান্তিবাদী নাছিল। সাম্ৰাজ্যৰ বহু অংশত বাস কৰা অৰ্ধসভ্য পাৰ্বত্য আৰু অৰণ্যবাসী উপজাতীয় লোকবিলাকে সাম্ৰাজ্যৰ খাচ প্ৰজাৰ বসতি স্থানত পুনঃ পুনঃ দৌৰাত্ম্য কৰাৰ কথা উল্লিখিত হৈছে। আগৰ ৰজাসকলে তেনে উপজাতীয় উপদ্ৰব নিৰাকৰণৰ বাবে শাস্তিমূলক সামৰিক অভিযান চলাই নিৰ্মম গণ-হত্যা সংঘটিত কৰিছিল। অশোকে তদ্ৰূপ পৰিস্থিতিত জনজাতীয় লোকবিলাকক সভ্য সমাজৰ ৰীতি-নীতি মানি চলিবলৈ আহ্বান কৰি শান্তিৰ চেষ্টা অব্যাহত ৰাখিছিল যদিও সিহঁতে দৌৰাত্ম্য কৰিবলৈ নেৰিলে শক্তি প্ৰয়োগ কৰিবলৈ সাজু আছিল। তেওঁ সৈন্যবাহিনী সংকুচিত কৰাৰ কোনো চেষ্টা কৰিছিল বুলিও ক'তো উল্লেখ কৰা নাই। যদি বৌদ্ধ ধৰ্মৰ দ্বাৰা প্ৰভাৱিত হৈ তেওঁ সৈন্যশক্তি হ্ৰাস কৰিলেহেঁতেন তেন্তে তেওঁ তাৰ বাবে গৌৰৱ কৰি কিবা নিশ্চয় লিখালেহেঁতেন। কলিংগ জয়ৰ সময়ত হোৱা বিধ্বংসনৰ বাবে তেওঁ যিমানেই অনুতপ্ত নহওক লাগিলে তেওঁৰ বাস্তৱ জ্ঞান কিন্তু অটুট আছিল। কাৰণ তেওঁ বিজিত কলিংগ ৰাজ্য সেই দেশৰ পূৰ্বৰ শাসনকৰ্তাক তেওঁলোক যেয়েই নহওক—চমজাই দিয়া নাছিল। কলিংগ দেশ তেওঁৰ সাম্ৰাজ্যৰ অবিচ্ছেদ্য অংশ বুলি ধৰি লৈ নিজৰ শাসনকে তাত চলাইছিল। তেওঁৰ যিমানেই মানৱতাবাদী আদৰ্শ নেথাকক তেওঁ মৃত্যুদণ্ড ৰহিত কৰা নাছিল। সেই দণ্ড পিছৰ যুগৰ কোনো কোনো ভাৰতীয় ৰজাইহে ৰহিত কৰিছিল। অশোকে মাত্ৰ মৃত্যুদণ্ডেৰে দণ্ডিত হোৱা জনক তিনিদিনৰ বাবে সময় দিছিল যাতে দণ্ডিতজনে সংসাৰত তেওঁৰ কৰণীয় শেষ কামবোৰ কৰিবলৈ আৰু পৰলোকলৈ যাবলৈ নিজকে মানসিকভাৱে সাজু কৰিবলৈ অলপ সময় পায়। বৌদ্ধ পৰম্পৰাত তেওঁ বিচাৰাধীন লোকক শাৰীৰিক শাস্তি নিদিছিল বুলি কোৱা হৈছে যদিও তেওঁৰ লিপিবিলাকত ক'তো সেই কথাৰ উল্লেখ নাই।

অশোকৰ প্ৰজাহিতকৰ কামবোৰৰ মাজত পথ নিৰ্মাণ কৰি পথৰ কাষত ছাঁ আৰু আহাৰ দুইটাই পথিকে পাব পৰাকৈ ফলৱান বৃক্ষ ৰোপণ, নিৰ্দিষ্ট দূৰত্বত পানীৰ বাবে কূপ খনন আৰু ক্লান্ত পথাচাৰীৰ বাবে জিৰণি- ঘৰ নিৰ্মাণ ইত্যাদি প্ৰধান। তেওঁ ঔষধি গছৰ উদ্যান পাতি বিস্তৃতভাৱে সেইবোৰৰ খেতি কৰাইছিল আৰু মানুহ আৰু জন্তু সকলোৰে ৰোগ নিৰাময়ৰ বাবে দৰবৰ লগতে সেইবোৰ দিয়াৰ ব্যৱস্থা কৰিছিল। তেওঁৰ এই সংস্কাৰমূলক ব্যৱস্থাবোৰ যাতে যথাযথভাৱে প্ৰয়োগ কৰা হয় তাৰ তদাৰক কৰিবলৈ তেওঁ নতুন একশ্ৰেণী বিষয়াৰ পদ সৃষ্টি কৰিছিল। তেওঁলোকক বোলা হৈছিল ধৰ্ম-মহামাত্ৰ। সেই বিষয়াসকলে সম্ৰাটৰ পৰা পোনপটীয়া নিৰ্দেশ গ্ৰহণ কৰি সাম্ৰাজ্যৰ

সকলো প্ৰদেশতে সম্ৰাটৰ এই নতুন সংস্কাৰমূলক বিধিবোৰ ঠিকমতে প্ৰয়োগ কৰা হৈছে নে নাই সেই বিষয়ে তদাৰক কৰিছিল। সকলো শ্ৰেণীৰ মানুহৰ মাজত যাতে সুসম্পৰ্ক অটুট থাকে তাৰ বাবে যত্ন কৰিছিল আৰু স্থানীয় বিষয়াসকলে বিধিমতে কাম কৰিছে নে নাই তালৈও সতৰ্ক দৃষ্টি ৰাখিছিল। দেখ দেখকৈয়ে অশোকৰ সংস্কাৰবোৰ কেন্দ্ৰাভিমুখীহে আছিল। কোনোফালে ক্ষমতা কেন্দ্ৰীপ্ৰসাৰী হোৱা নাছিল।

আন এটা প্ৰামাণ্য তথ্য হ'ল এই যে আগবে পৰা নহ'লেও তেওঁৰ অন্তৰ সলনি হোৱাৰ পিছৰ পৰা অশোক বৌদ্ধ হৈছিল। কোনো কোনো ঐতিহাসিকৰ মতে অশোকে বৌদ্ধ ধৰ্মত দীক্ষিতো হৈছিল। কিন্তু তেওঁ লিপিবিলাকৰ পৰা অশোক কোনো দাৰ্শনিক মনোভাৱাপন্ন লোক আছিল বুলি ধাৰণা নহয়। তাৰ বিপৰীতে এনে ভাবহে হয় যেন মহাৰাজ অশোক খুব সম্ভৱ বৌদ্ধ ধৰ্ম বা সেই ধৰ্মৰ গূঢ় তাৎপৰ্যবোৰ বুজিবলৈ বিশেষ আগ্ৰহী নাছিল। তেওঁ কোনো ঠাইতে বৌদ্ধ ধৰ্মীয় দৰ্শনৰ নিৰ্বাণ তত্ত্বৰ বিষয়ে একো উল্লেখ কৰা নাই কিন্তু ঘনে ঘনে স্বৰ্গপ্ৰাপ্তিৰ কথা কৈছে। তাৰপৰা ধাৰণা হয় যে তেওঁ সৰলভাৱে বিশ্বাস কৰিছিল যে তেওঁ বিবিধ সংস্কাৰৰ ফলত দেশত নৈতিকতাৰ জয়যাত্ৰা আৰম্ভ হৈছিল আৰু সেইবাবেই দেৱতাসকলে জনসাধাৰণৰ মাজত নানাভাৱে নিজৰ মাংগলিক প্ৰভাৱ বিস্তাৰ কৰিছিল। তেওঁৰ মতে যেনে শুভ অৱস্থা এটা ভাৰতভূমিত বহুযুগ ধৰি নোহোৱাকৈ থকাৰ পিছত পুনৰ তেওঁৰ দিনত আৰম্ভ হৈছিল। অশোকৰ মতে বৌদ্ধধৰ্ম কিছুমান উৎকৃষ্ট নীতিবোধৰ সমষ্টি যাৰ প্ৰয়োগৰ দ্বাৰা ইহসংসাৰত শান্তি আৰু সম্প্ৰীতি প্ৰতিষ্ঠিত হ'ব পাৰে আৰু পৰলোক হ'লে স্বৰ্গপ্ৰাপ্তি হ'ব পাৰে। তেওঁৰ ধৰ্মীয় দৰ্শনৰ উপলব্ধিবোৰত বৌদ্ধ ধৰ্মৰ তাত্ত্বিকতা দেখিবলৈ পোৱা নেযায়। সেইবোৰত সমকালীন ভাৰতৰ পৰম্পৰাগত ধৰ্মীয় বিশ্বাসৰ প্ৰাধান্য স্পষ্ট। সম্ৰাট অশোকৰ ধৰ্মীয় গোড়ামি বা পিউৰিটানিজমৰ এক নিদৰ্শন পোৱা যায় কেৱল ৰং-তামাছাৰ বাবে উলহ-মালহ ভৰা আনন্দ মেলা পতাৰ বিৰোধিতা কৰি তাৰ ঠাইত ধৰ্মসভা পাতিবলৈ আদেশ দিয়া তেওঁৰ এখন শিলালিপিৰ পৰা।

অশোকৰ বৌদ্ধ ধৰ্মৰ প্ৰতি আগ্ৰহ আছিল ঠিকেই কিন্তু সেই আগ্ৰহ একান্ত বৌদ্ধ ধৰ্মৰ অনুকূলে নাছিল। একাধিকবাৰ তেওঁ ঘোষণা কৰিছিল যে সকলো ধৰ্মীয় সম্প্ৰদায়েই সমান মৰ্যাদাৰ অধিকাৰী। তেওঁ প্ৰস্তুত কৰা কৃত্ৰিম গুহা এলানি উছৰ্গা কৰিছিল আজীৱক সম্প্ৰদায়ৰ সন্ন্যাসীসকলৰ নামতহে। এই আজীৱকসকল বৌদ্ধ ধৰ্ম মতৰ বিৰোধীসকলৰ অন্যতম আছিল। বৌদ্ধ ভিক্ষুসকলৰ প্ৰতি তেওঁৰ দৃষ্টিভংগীতো কোনো প্ৰশ্ৰয়ৰ ভাব নাছিল। বৰঞ্চ ভিক্ষুসকলৰ প্ৰতি বৌদ্ধ গ্ৰন্থসমূহৰ কিছুমান নিৰ্বাচিত অংশ ভালদৰে পঢ়িবলৈ তেওঁ নিৰ্দেশহে দিছিল। স্থানীয় প্ৰশাসনীয় বিষয়াসকলৰ প্ৰতি তেওঁৰ স্পষ্ট নিৰ্দেশ আছিল যে ব্যাভিচাৰী ভিক্ষুসকলৰ গাৰ গেৰুৱা বসন যাতে খুলি পেলোৱা

হয়। সম্রাট অশোকৰ ৰাজত্বকালতে বৌদ্ধ ধৰ্মই আন আন ভাৰতীয় ধৰ্ম-পন্থাবোৰৰ দৰে সাধাৰণ ধৰ্মীয় সম্প্রদায় হৈ থকাৰ সলনি এক বিশ্বধৰ্ম ৰূপে প্রতিষ্ঠিত হ'বলৈ উদ্যোগী হ'ব পাৰিছিল। এক বৌদ্ধ কিংবদন্তি মতে পাটলিপুত্রত সম্রাটে এক বৃহৎ বৌদ্ধ মহাসভা পাতিছিল। সেই সভাতে পালি ভাষাত লিখা বৌদ্ধ ধৰ্মগ্রন্থবোৰৰ চূড়ান্ত ৰূপ দিয়া হৈছিল। সেই মহাসভাৰ পিছতে ভাৰতৰ সৰ্বদিশে সকলো ঠাইলৈকে আনকি ভাৰতৰ বাহিৰৰ দেশবিলাকলৈও বৌদ্ধ ধৰ্ম প্রচাৰকৰ দল প্রেৰণ কৰা হৈছিল।

পৰম্পৰাগত বিশ্বাস মতে সিংহল বা শ্রীলংকা দ্বীপৰাজ্য মহেন্দ্রৰ দ্বাৰা সম্পূৰ্ণকৈ বৌদ্ধ ধৰ্মত দীক্ষিত হৈছিল। পালি ভাষাত মহেন্দ্রক মহিন্দ বুলি কোৱা হয়। তেওঁক কোনো কোনোৱে সম্রাট অশোকৰ পুত্র বুলিও কয়, কোনো কোনোৱে ভ্রাতৃ বুলিও কয়। মহেন্দ্র বৌদ্ধ সন্ন্যাসী বা ভিক্ষু হৈছিল। সিংহল দেশত ধৰ্ম প্রচাৰ কৰোতে এই মহেন্দ্রৰ অশোকৰ লগত ঠিক কেনে ধৰণৰ সম্বন্ধী সেই বিষয়ে সন্দেহৰ অৱকাশ থাকিলেও তেৱেঁই যে তেতিয়াৰ সিংহলৰাজ দেৱানামপিয় তিষাক শিষ্যত্ব দি প্রথমে বৌদ্ধ ধৰ্মত দীক্ষিত কৰিছিল সেই বিষয়ে কোনো সন্দেহ নাই। মহেন্দ্র আৰু দেৱানামপিয় তিষা দুয়োজনেই ঐতিহাসিকভাৱে বাস্তৱ ব্যক্তি। সিংহল দ্বীপত আৰ্য বসতি তাৰো তিনি শতাব্দী আগৰ পৰাই আৰম্ভ হৈছিল। কিন্তু সেই দ্বীপ ৰাজ্যৰ সংস্কৃতি এইদৰে বৌদ্ধ ধৰ্মৰ বাণীৰে জীপ পাই উঠি উন্নত হ'বলৈ আৰম্ভ কৰিলে ইতিহাসৰ সেই ঘটনাৰ পিছৰ পৰাহে। সম্পূৰ্ণ জাতীয়তাবাদী মনোভাৱৰ চীলন ক্রনিকল্‌তো এই কথা মানি লোৱা হৈছে। তাতো কৈছে যে সিংহলৰাজ তিষা সাধাৰণভাৱে সম্রাট অশোকৰ তলতীয়া আছিল আৰু সম্রাটৰ নিৰ্দেশ মতেই ধৰ্ম সলনি কৰি বৌদ্ধ ধৰ্মত দীক্ষিত হৈছিল। এইদৰে তেওঁৰ সাম্রাজ্যৰ বাহিৰৰ অন্ততঃ এখন দেশত অশোকৰ 'ধৰ্মবিজয' সম্ভৱ হৈছিল। গ্রীক ৰজাকেইজনৰ মাজত তেওঁ চলোৱা তেনে নৈতিক বিজয়ৰ প্রচেষ্টা নিশ্চয় সফল হোৱা নাছিল। কাৰণ তেওঁ সেইবিলাক ৰজালৈ তেওঁ দূত পঠোৱাৰ কোনো উল্লেখ প্রাচীন গ্রীক-লেটিন সাহিত্যৰ কোনো ঠাইতে পোৱা নেযায়। তেওঁৰ দূতে তেওঁৰ প্রেৰিত ধৰ্মৰ বাণী নি সেইসকল ৰজাৰ কাণত পেলাইছিলগৈ যদিও আলেকজেণ্ডাৰৰ উচ্চাকাঙ্ক্ষী উত্তৰাধিকাৰসকলৰ মনত সেই বাণীয়ে কোনো প্রতিক্রিয়া কৰা নাছিল।

আধুনিক কালৰ ইতিহাসৰ ছাত্রৰ মনত অশোকেই প্রাচীন ভাৰতৰ অন্যান্য ৰজাসকলৰ ভিতৰত শ্রেষ্ঠ বুলি ধাৰণা আছে। তাৰ কাৰণ হৈছে সেইসকলো ৰজাৰ ভিতৰত প্রাপ্ত ঐতিহাসিক সমলেৰে একমাত্র অশোকৰ ব্যক্তিত্বকে পূৰ্ণৰূপত আৰু তুলনামূলকভাৱে নিশ্চিতভাৱে নিৰ্মাণ কৰিব পৰা যায়। কিন্তু সেই অশোকৰ বিষয়েও আমি বিচৰামতে সকলো সংবাদ পোৱা নেযায়। গতিকে তেওঁৰ কাৰ্যকলাপ সম্বন্ধেও

সঠিক আৰু সম্পূৰ্ণভাৱে জনা গৈছে বুলি ক'ব নোৱাৰি। সমালোচকসকলে অশোকক মৌৰ্য সাম্ৰাজ্য ধ্বংসৰ কাৰণ বুলি ক'ব খোজে। তেওঁৰ ধৰ্মনীতিৰ ফলত ব্ৰাহ্মণসকল তেওঁৰ বিৰোধী হৈ পৰিছিল আৰু অতিমাত্ৰা ধৰ্ম শাসন আৰু অহিংসা নীতিৰ ফলত শাসকগোষ্ঠীবোৰৰ শক্তি হ্ৰাস পাইছিল। এই দুই অভিযোগৰ এটাও আমি মানি ল'ব নোৱাৰো। খ্ৰী.পূ. ২৩২ বৰ্ষ মানত বৃদ্ধ সম্ৰাট অশোকৰ মৃত্যু হৈছিল। শেষ বয়সত তেওঁৰ কঠোৰ শাসনলৈ শিথিলতা আহিছিল। উত্তৰাধিকাৰ লৈ তেওঁৰ পুত্ৰসকলৰ মাজত বিৰোধ উপস্থিত হৈছিল। সম্ৰাটৰ মৃত্যুৰ পিছতে তেওঁৰ বৃহৎ সাম্ৰাজ্য ভাগি গৈছিল। কাৰণ সাম্ৰাজ্যৰ বৃহৎ প্ৰদেশবিলাকৰ শাসনকৰ্তাবিলাকো আছিল ৰাজপৰিয়ালৰে লোক। তেওঁলোকে সম্ৰাটৰ মৃত্যুৰ লগে লগে কাৰ্যতঃ স্বাধীনেই হৈ পৰিছিল। অশোকৰ উত্তৰাধিকাৰীসকলৰ মাজত কোনো তেওঁৰ তুল্য যোগ্য ব্যক্তি নাছিল। তেওঁলোকৰ নামবোৰৰ বাহিৰে তেওঁলোকৰ বিষয়ে অন্য কোনো কথা জানিবলৈ পোৱা নেযায়।

বৌদ্ধ কিংবদন্তিৰ অশোক উনৈশ শতিকাৰ এজন ঐতিহাসিকৰ মতে আছিল অৰ্ধ ৰাক্ষস আৰু অৰ্ধ নিৰ্বোধ। সম্ৰাট অশোকৰ বিখ্যাত মানৱতাবাদ আৰু অসংখ্য প্ৰজাহিতকৰ কৰ্মৰাজিৰ ওপৰত পিছৰ শতাব্দীবোৰত বৌদ্ধ মঠ আৰু বিহাৰৰ সন্ন্যাসীসুলভ আখ্যান নিৰ্মাণৰ ফলত তৰপে তৰপে প্ৰচুৰ আৰু উদ্ভট কল্পনাৰ বোল লাগি মহামান্য অশোকৰ বৌদ্ধ প্ৰবাদত তেনে দীন-দশা হৈছিলগৈ। কিন্তু সমগ্ৰ ভাৰত জুৰি সিঁচৰতি হৈ থকা শৈলখণ্ড আৰু স্তম্ভগাত্ৰৰ লিপিবিলাকৰ পৰা জীৱন্ত হৈ দেখা দিয়া বাস্তৱ মহাৰাজ অশোক আছিল তেওঁৰ সময়তকৈ বহুত আগবঢ়া এজন কীৰ্তিমান পুৰুষ। অশোক কোনো দিনে অকল পৰকালৰ কথা চিন্তা কৰা সপোনবিভোৰ ধৰ্মীয় লোক নাছিল। তেওঁ আছিল এজন প্ৰকৃত ৰজা। হয়তো অলপ সৰল প্ৰকৃতিৰ, অলপ বেছি ন্যায়নিষ্ঠ আৰু আকাঙ্ক্ষী কিন্তু অতি দৃঢ়মনা, অক্লান্ত, অপৰাজেয় মৰ্যাদাদীপ্ত ৰাজক্ষমতাৰ অধিকাৰী। বৰ্তমানৰ ভাৰতীয় লোকতান্ত্ৰিক গণৰাজ্যই যে অশোক স্তম্ভক ৰাষ্ট্ৰৰ মোহৰত প্ৰতীক হিচাপে গ্ৰহণ কৰিছে তাৰ নিশ্চয় যুক্তিযুক্ততা আছে।

## আক্ৰমণৰ যুগ

অশোকৰ পাছতে প্ৰায় পঞ্চাশ বছৰলৈকে মৌৰ্য সম্ৰাটসকলে মগধ সাম্ৰাজ্য শাসন কৰিছিল। কিন্তু খ্ৰী.পূ. ১৮৩ মানত শেষ মৌৰ্য সম্ৰাট বৃহদ্ৰথৰ এজন ব্ৰাহ্মণ সৈন্যাধ্যক্ষ পুষ্যমিত্ৰ শুংগই ৰাজপ্ৰাসাদত এটা বিদ্ৰোহৰ সূচনা কৰি ক্ষমতা হস্তগত কৰে। পুষ্যমিত্ৰ গোড়া ব্ৰাহ্মণ্য ধৰ্মৰ সমৰ্থক আছিল। তেওঁৰ দিনতে প্ৰাচীন বৈদিক যাগ-যজ্ঞৰ বলি-বিধান আনকি অশ্বমেধ যজ্ঞ পুনৰ আৰম্ভ হ'ল। কিন্তু তেতিয়া বৌদ্ধ

ধৰ্মৰ প্ৰভাৱ যে সৰ্বত্ৰ আৰু সুপ্ৰতিষ্ঠিত, বাৰহুতৰ ধ্বংসাৱশেষেই তাৰ প্ৰমাণ দিয়ে। পুষ্যমিত্ৰই বৌদ্ধ ভিক্ষুবিলাকৰ ওপৰত বহুত অত্যাচাৰ কৰা বুলি প্ৰচাৰিত কাহিনীবোৰ বৌদ্ধ ধৰ্মীয় পৰম্পৰাত বোধ হয় অতিৰঞ্জিত হৈছে বহুগুণে। শুংগসকলৰ সাম্ৰাজ্য মৌৰ্য সাম্ৰাজ্যৰ দৰে দৃঢ়বন্ধী আৰু কেন্দ্ৰীয়ভাৱে শাসিত নাছিল। আছিল শিথিলবন্ধী, সাধাৰণভাৱে যিটোক সামন্ততান্ত্ৰিক বুলি ক'ব পৰা যায়। পিছলৈ হিন্দু সাম্ৰাজ্য বুলিলে সাংগঠনিকভাৱে সেইটোৱেই আৰ্হি হৈছিলগৈ। সেই সাম্ৰাজ্যৰ কেন্দ্ৰ আছিল বিদিশাত (পূব মালৱ)। বিদিশাত সম্ৰাটৰ সম্পূৰ্ণ নিজৰ নিয়ন্ত্ৰণ চলিছিল। কেউফালে আছিল অসংখ্য সৰু-বৰ কৰতলীয়া ৰাজ্য। প্ৰত্যেক তেনে ৰাজ্য সমানে সম্ৰাটৰ বশৱৰ্তী নাছিল। কিছুমান ৰাজ্যই প্ৰায় স্বতন্ত্ৰ ৰাজ্যৰ দৰে নিজৰ মুদ্ৰাকে নিজৰ ৰাজ্যত চলাইছিল। পুষ্যমিত্ৰৰ অধিকাৰৰ বাহিৰত পূৰ্বৰ মৌৰ্য সাম্ৰাজ্যৰ বেছিভাগ অংশই তেতিয়া একোখন স্বাধীন ৰাজ্য হৈছিল। মৌৰ্য যুগৰ ক্ষমতা আৰু সংস্কৃতিৰ কেন্দ্ৰস্থল মগধৰ এই সময়ৰ অৱস্থাৰ বিষয়ে একো জনা নেযায়।

সাম্ৰাজ্য গঠনৰ ক্ষেত্ৰত মৌৰ্য আদৰ্শ প্ৰায় বিস্মৃত হৈছিল। পিছৰ যুগত গুপ্ত সম্ৰাটসকলে অৱশ্যে মৌৰ্যসকলৰ দৰে সম্পূৰ্ণ কেন্দ্ৰীয়ভাৱে শাসিত সাম্ৰাজ্য গঠন কৰি উত্তৰ ভাৰতৰ বহু অংশ পোনপটীয়াভাৱে শাসন কৰিছিল এশ বছৰৰ ওপৰ কাল জুৰি। কিন্তু সেইটো এটা ডাঙৰ ব্যতিক্ৰমহে আছিল। তেনেকুৱা সৰু-সুৰা কেন্দ্ৰশাসিত ৰাজ্যৰ আৰু গোটাচেৰেক দৃষ্টান্ত পোৱা যায় যদিও পিছৰ যুগৰ হিন্দু সাম্ৰাজ্যবোৰ আছিল অৰ্ধ-সামন্ততান্ত্ৰিকভাৱে গঠিত, শিথিলবন্ধী আৰু স্থিৰতাহীন। অশোকৰ সামৰিক দিগ্বিজয়ৰ প্ৰতি বৈৰাগ্যৰ আদৰ্শ পাহৰণিৰ বুকুত লয় পাইছিল। আগৰ দৰে আগ্ৰাসী যুদ্ধ হৈ পৰিছিল ৰজা-মহাৰজাসকলৰ নিত্যক্ৰীড়া। ৰাজনৈতিক-তত্ত্বতো সেইটোৱেই গণ্য হৈছিল ৰাষ্ট্ৰৰ সাধাৰণ আৰু স্বাভাৱিক কাৰ্যকলাপ বুলি। সাধাৰণভাৱে এটা সিদ্ধান্তত উপনীত হ'ব পৰা যায় যে মৌৰ্য যুগৰ পাছৰ ভাৰতৰ ইতিহাস হৈছে প্ৰধানকৈ ৰাজ্য বিস্তাৰৰ বাবে এটা ৰাজবংশই অন্য একোটা ৰাজবংশৰ বিৰুদ্ধে কৰা অহৰহ যুদ্ধ-বিগ্ৰহৰ ইতিহাস যাৰ ফলত সাংস্কৃতিকভাৱে নহ'লেও ৰাজনৈতিকভাৱে ভাৰতৰ সংহতি বিলুপ্ত হৈছিল প্ৰায় দুহাজাৰ বছৰ ধৰি।

পুষ্যমিত্ৰৰ বিষয়ে নানা গ্ৰন্থত আলোচিত হৈছে। তেওঁৰ কোনো এজন অখ্যাত বংশধৰৰ এখন শিলালিপিত তেওঁৰ নাম পোৱা গৈছে। আন এটা উল্লেখনীয় কথা হৈছে পুষ্যমিত্ৰই কোনোদিনে কোনো ৰাজকীয় উপাধি লোৱা নাছিল। তেওঁৰ ৰাজত্বকালত সদায় তেওঁক 'সেনাপতি' উপাধিৰেই উল্লেখ কৰা হৈছিল। তেওঁৰ পুত্ৰ অগ্নিমিত্ৰই পিতৃৰ জীৱন-কালতে ৰজা হৈছিল। কালিদাসৰ মালৱিকাগ্নিমিত্ৰম্ নাটকৰ পৰা অগ্নিমিত্ৰৰ বিষয়ে জানিব পাৰি। পুষ্যমিত্ৰৰ পৌত্ৰ বসুমিত্ৰই গ্ৰীকবিলাকক যুদ্ধত

পৰাস্ত কৰিছিল বুলিও একেই উৎসৰ পৰা জানিব পাৰি। ভিলছাৰ ওচৰৰ বেছনগৰ এটা স্তম্ভত থকা এক লিপিৰ পৰা জানিব পৰা গৈছে যে ভাগভদ্ৰ নামে এজন শুংগবংশীয় ৰজাৰ কাষলৈ তক্ষশীলাৰ আন্টিয়ালচিদাছ নামে এজন গ্ৰীক ৰজাই হেলিওডৰাছ নামে এজন ৰাজদূত প্ৰেৰণ কৰিছিল। শুংগবংশৰ বিষয়ে আওপকীয়াকৈ হ'লেও এইখিনি উল্লেখকেই পোৱা যায়। তাকে নোহোৱা হ'লে শুংগ ৰজাসকল গুপ্তযুগৰ পৰা আৰম্ভ হোৱা পুৰাণবিলাকৰ ধৰ্মীয় পাঠত অন্তৰ্ভুক্ত খেলিমেলি ৰজাৰ তালিকাতে সোমাই থাকিলহেঁতেন।

ইতিমধ্যে ভাৰতৰ উত্তৰ-পশ্চিম সীমান্তত যুগান্তকাৰী ঐতিহাসিক ঘটনাৱলীৰ সূত্ৰপাত হ'বলৈ ধৰিছিল যাৰ সুদূৰপ্ৰসাৰী প্ৰতিক্ৰিয়া ভাৰতত বিশেষৰূপে আৰু সাধাৰণভাৱে গোটেই এছিয়া মহাদেশৰ ইতিহাসত প্ৰতিফলিত হৈছিল। এলানি বৈদেশিক আক্ৰমণৰ ফলস্বৰূপে এতিয়াৰ পশ্চিম পাকিস্তান, মালব, কাথিয়াৱৰ সমগ্ৰ দেশখণ্ড, উত্তৰ প্ৰদেশ আৰু ৰাজস্থানৰ অধিকাংশ আৰু কিছুকালৰ বাবে আনকি দাক্ষিণাত্যৰ পশ্চিমাংশ বিদেশী ৰজাৰ অধীনস্থ হৈছিল। এই আক্ৰমণবোৰৰ বিষয়ে বিস্তৃত বিৱৰণ পাবলৈ নাই।

প্ৰথমে আক্ৰমণ কৰিছিল বেক্‌ট্ৰিয়ান গ্ৰীকবিলাকে। আকিমিনিডবিলাকৰ দিনতে এছিয়াত বহুতো সৰু সৰু গ্ৰীক উপনিৱেশ স্থাপিত হৈছিল। পিছত আলেকজেণ্ডাৰ আৰু চেলুকাছ নিকেতৰৰ দিনতো বহুত গ্ৰীক উপনিৱেশ পতা হৈছিল। খ্ৰী.পূ. তৃতীয় শতাব্দীৰ মাজভাগমানত বেক্‌ট্ৰিয়াৰ শাসনকৰ্তা ডায়োডটাছে চেলুচিদ সাম্ৰাজ্যৰ অধীনতা জোঁকাৰি পেলাই নিজকে স্বাধীন ৰজা বুলি ঘোষণা কৰিলে। প্ৰায় একে সময়তে ইৰাণৰ পাৰ্থিয়া ৰাজ্যয়ো স্বাধীনতা ঘোষণা কৰিছিল। ডায়োডটাছৰ পিছত তেওঁৰ পুত্ৰ ৰজা হ'ল। তেওঁৰ নামো আছিল ডায়োডটাছ। কিন্তু এই কনিষ্ঠ ডায়োডটাছক খেদি সিংহাসন দখল কৰিছিল ইউথিডেমাছ নামে এক প্ৰবঞ্চকে। ইউথিডেমাছে চেলুচিদ সম্ৰাট তৃতীয় এণ্টিয়কাছৰ লগত মিত্ৰতা স্থাপন কৰিছিল। চেলুচিদ সম্ৰাটেও কিজানিবা হেৰোৱা ৰাজ্য পুনৰ দখল কৰিব পাৰেই সেই আশাৰে মিত্ৰতা কৰিছিল। পাৰ্শ্বভাগ এইদৰে সুৰক্ষিত কৰি ইউথিডেমাছে হিন্দুকুশ পাৰ হৈ ৰাজ্যৰ সীমা সম্প্ৰসাৰণৰ উদ্যোগ কৰি উত্তৰ-পশ্চিম ভাৰতত খোপনি পুতিলেহি। খুব সম্ভৱ মৌৰ্য সাম্ৰাজ্যত ভাঙোন আৰম্ভ হওঁতে উত্তৰ-পশ্চিম ভাৰতৰ সেই দেশখণ্ড ইতিমধ্যেই পৃথক ৰাজ্য হৈ পৰিছিল। খ্ৰী.পূ. দ্বিতীয় শতাব্দীৰ আৰম্ভণিতে ইউথিডেমাছ পুত্ৰ আৰু উত্তৰাধিকাৰী ডিমেট্ৰিয়াছে ভাৰতৰ অভ্যন্তৰলৈকে সামৰিক অভিযান চলাইছিল। তেওঁ আৰু তেওঁৰ উত্তৰাধিকাৰীবিলাকে সিন্ধু উপত্যকা আৰু পঞ্জাবৰ অধিকাংশ অধিকাৰতো কৰিছিলেই ভাৰতৰ আৰু ভিতৰলৈও অভিযানবোৰ সম্প্ৰসাৰিত কৰিছিল। সেইবোৰ সামৰিক অভিযানৰ অন্ততঃ এটাৰ নেতৃত্ব

দি ৰজা মিয়াণ্ডাৰে পাটলিপুত্ৰ পৰ্যন্ত পাইছিলগৈ। ভাৰত বেকট্ৰিয়ান গ্ৰীক ৰজাবিলাকৰ এনে বিজয়াভিযান চলি থাকোতেই বেক্‌ট্ৰিয়াত তেওঁলাকৰ মূল ৰাজ্য ইউক্ৰাটিদিছ নামে অন্য এক প্ৰৱঞ্চকে দখল কৰিলে। তথাপি ইউথিডেমাছৰ বংশধৰসকলে পঞ্জাব আৰু উত্তৰ-পশ্চিম ভাৰতত তেওঁলোকৰ শাসন চলায়েই আছিল। পিছত এই ইউক্ৰাটিদিছৰ বংশৰ ৰজাবিলাকেও গিৰিদেশ পাৰ হৈ দক্ষিণলৈ ৰাজ্য বিস্তাৰ কৰাৰ লোভত পৰিল। তেওঁলোকে কাবুল উপত্যকা আৰু তক্ষশীলা অঞ্চল দখল কৰিলেহি। ফলত ভাৰতস্থ গ্ৰীক দেশখণ্ড সৰু সৰু অনেক ৰাজ্যত বিভক্ত হৈ পৰিল। কাবুল উপত্যকা আৰু উত্তৰ-পশ্চিম সীমান্ত অঞ্চলৰ ৰাজ্যবোৰ থাকিল ইউক্ৰাটিদিছৰ বংশৰ ৰজাবিলাকৰ হাতত আৰু পঞ্জাবৰ ৰাজ্যবোৰ থাকিল ইউথিডেমাছৰ বংশৰ লোকৰ দখলত।

ভাৰতস্থ গ্ৰীক ৰাজ্যবোৰৰ বিষয়ে ইতিহাসত একো বিশেষ বৰ্ণনা পোৱা নেযায়। ভাৰতত সেইবিলাকৰ অৱস্থা কেনে আছিল তাৰ বিষয়ে অস্পষ্ট ধাৰণা কৰিব পাৰি সেই ৰাজ্যবোৰত প্ৰচলিত গ্ৰীক মুদ্ৰাবিলাকৰ পৰা। সেই মুদ্ৰাবিলাকৰ এপিঠিত আছিল কোনো গ্ৰীক আখ্যানৰ ছবি আৰু আন পিঠিত আছিল প্ৰাকৃত ভাষাৰ লিপি। তেতিয়াৰ পৰা যেনেকৈয়ে নহওক ভাৰতীয় সাহিত্যত মাজে মাজে 'যৱন' শব্দটো পোৱা যায়। এই যৱন শব্দটো গ্ৰীক 'আয়োভিছ' শব্দৰ পৰা ফাৰ্চী ভাষাৰ যোগেদি ভাৰতীয় ভাষাত প্ৰৱেশ কৰিছিল। এই গ্ৰীক-বেক্‌ট্ৰিয়ান ৰাজ্যবোৰৰ পৰাই জ্যোতিষ আৰু চিকিৎসা বিজ্ঞানৰ পাশ্চাত্য চিন্তাধাৰা ভাৰতত সোমাবলৈ আৰম্ভ কৰিছিল আৰু সংস্কৃত নাট্য সাহিত্যৰ উন্নতিৰ মূলতো আংশিকভাৱে এই গ্ৰীক-বেক্‌ট্ৰিয়ান প্ৰভাৱ আছিল বুলি বোধ হয় ধাৰণা কৰিব পাৰি। ভাৰতীয় প্ৰবাদ আৰু কিংবদন্তিত একাধিকবাৰ বৃহৎ যৱন আক্ৰমণৰ উল্লেখ আছে। বৌদ্ধ পৰম্পৰাত পঞ্জাবৰ এজন গ্ৰীক ৰজাৰ কথা বিশেষভাৱে উল্লেখ হৈছে। সেই ৰজা আছিল দাৰ্শনিক-সন্ন্যাসী নাগসেনৰ পৃষ্ঠপোষক। তেওঁৰ নাম আছিল মিলিন্দ বা মিনাণ্ডাৰ। তেওঁ শাকলৰ (শিয়ালকোটৰ?) ৰজা আছিল। মুনি নাগসেনৰ লগত তেওঁৰ আলোচনাবোৰ বিখ্যাত পালি গ্ৰন্থ 'মিলিন্দ পঞ্‌ঞ-ঞ্‌' অৰ্থাৎ 'মিলিন্দই কৰা প্ৰশ্নাৱলী'ত পোৱা যায়। মিনাণ্ডাৰে বৌদ্ধ ধৰ্ম গ্ৰহণ কৰিছিল বুলি কোৱা হয়। কিন্তু আগতে উল্লেখ কৰা বেছনগৰ স্তম্ভৰ লিপিৰ পৰা জানিব পাৰি যে গ্ৰীকবিলাকে ভাৰতৰ প্ৰাচীন ধৰ্মমতকো কেতিয়াবা সমৰ্থন কৰিছিল। কাৰণ এই স্তম্ভ ৰাষ্ট্ৰদূত হেলিওডৰাছে নিৰ্মাণ কৰিছিল প্ৰাচীন ভাৰতীয় বৈষ্ণৱ দেৱতা বাসুদেৱৰ উদ্দেশ্যেহে। এইদৰে কিছুমান গ্ৰীকে ভাৰতীয় লোকৰ লগত সম্পূৰ্ণভাৱে একাত্মীকৃত নোহোৱাকৈ থাকিও ভাৰতীয় চিন্তাধাৰাৰ দ্বাৰা প্ৰভাবান্বিত হৈছিল আৰু তেওঁলোকৰ নিজৰ সাংস্কৃতিক জীৱনতো সেই প্ৰভাৱৰ ফল সমন্বিত হৈছিল বহুত ধৰণে। হেলিওডৰাছৰ কালৰ পৰা এক কি দুই শতিকাৰ পিছত ৰচিত মনুস্মৃতিত যৱনবিলাকক

পতিত ক্ষত্রিয় বা যোদ্ধা শ্ৰেণীৰ লোক বুলি বৰ্ণনা কৰি তেওঁলোককো হিন্দু সমাজৰ ভিতৰত স্থান দিছিল।

এই গ্ৰীক-বেক্‌ট্ৰিয়ান ৰাজ্যবোৰ কিন্তু বেছিকাল টিকি নেথাকিল। খাচ বেক্‌ট্ৰিয়াই খ্ৰী.পূ দ্বিতীয় শতাব্দীৰ দ্বিতীয়াৰ্ধ আৰম্ভ হওঁতেই পাৰ্থিয়ানবিলাকৰ দ্বাৰা অধিকৃত হৈছিল। গ্ৰীকবিলাক তেওঁলোকৰ ভাৰত আৰু আফগানিস্তানৰ ৰাজ্যবোৰতে আবদ্ধ থাকিবলগীয়াত পৰিল। আকৌ উত্তৰৰ পৰা নতুন আক্ৰমণকাৰীৰ উদয় হ'ল। জয়বায়ু সম্বন্ধীয় বা ৰাজনৈতিক ধৰণৰে জটিল কিছুমান অৱস্থাৰ ফলস্বৰূপে মধ্য এছিয়াৰ অধিবাসী জাতিবোৰৰ মাজত পুনৰ প্ৰব্ৰজন আৰম্ভ হৈছিল। চীনা সম্ৰাট চিন্ শ্বিহ্ হুৱাং টিৰ (খ্ৰী পূ ২৪৭-২১০)-ৰ দিনত সুসংহত হোৱা বিশাল চীন সাম্ৰাজ্যৰ হেঁচাতেই হওক বা সেই পশুপালক অঘৰী জাতিবোৰৰ প্ৰধান নিৰ্ভৰ বিস্তীৰ্ণ তৃণভূমিবোৰ শুকাই যোৱাৰ বাবেই হওক জাকে জাকে অঘৰী জনগোষ্ঠীৰ মানুহে চীন সাম্ৰাজ্যৰ এলেকাৰ পৰা পশ্চিমমুৱা হৈ প্ৰব্ৰজন আৰম্ভ কৰিলে কাস্পিয়ান সাগৰৰ পূব তীৰভূমিৰ উদ্দেশ্যে। সেই প্ৰব্ৰজনকাৰী অঘৰীবোৰক চীনাবিলাকে ইউৱেহ্-চিহ্ নাম দিছিল। এনেকুৱা বৃহৎ ইউৱেহ্-চিহ্ লোকৰ জাক আহি বেক্‌ট্ৰিয়াৰ সীমান্ত অঞ্চলত বাস কৰা ছাইথিয়ান উপজাতিবিলাকৰ লগত প্ৰবল সংঘাতত লিপ্ত হ'লহি। এই ছাইথিয়ানবিলাককে ভাৰতত শক নাম দিয়া হৈছিল। উত্তৰ আৰু পূব দিশৰ পৰা হোৱা এনে প্ৰচণ্ড আক্ৰমণত বিতাৰিত হৈ ছাইথিয়ানবিলাকে বেক্‌ট্ৰিয়া আক্ৰমণ কৰি দখল কৰিলে। কিছুকাল দখল কৰি ৰখাৰ পিছতে কিন্তু ইউৱেহ্-চিহ্‌বোৰে খেদি পুনৰ পালেহি ছাইথিয়ানবিলাকক। বেক্‌ট্ৰিয়া এৰি এইবাৰ ছাইথিযানবিলাকে ইৰাণৰ পাৰ্থিযা আক্ৰমণ কৰিলেগৈ , তাৰ পিছত ভাৰতস্থ গ্ৰীক ৰাজ্যবোৰ আক্ৰমণ কৰিলে। গতিকে খ্ৰী পূ প্ৰথম শতিকাৰ মাজভাগত ভাৰতত কেইখনমানহে সৰু সৰু গ্ৰীক ৰাজ্য অৱশিষ্ট থাকিলগৈ। তাৰ ঠাইত শকবিলাকৰ ক্ষমতা বিস্তৃত হ'ল মথুৰালৈকে। শকবিলাকেও পুৰণা গ্ৰীক ৰজাবিলাকৰ দৰে এপিঠিত গ্ৰীক আৰু আন পিঠিত প্ৰাকৃত আখৰ থকা মুদ্ৰাকে প্ৰচলন কৰিছিল। সম্ভৱতঃ খ্ৰী পূ ৮০ চনত ৰাজত্ব কৰা মাৱেছ আছিল ভাৰতৰ প্ৰথম শক ৰজা।

খ্ৰী.পূ. প্ৰথম শতাব্দীৰ শেষৰ ফালে ইৰাণী নামধাৰী এলানি ৰজাই উত্তৰ-পশ্চিম ভাৰতত প্ৰভুত্ব বিস্তাৰ কৰিছিল। তেওঁলোকক সাধাৰণতে পহ্লৱ ৰাজবংশ বুলি জনা যায়। সেই ৰজাসকলৰে এজন আছিল গণ্ডফাৰনিছ। সেইজন ৰজাৰ নাম আন এটা কাৰণতো উল্লেখনীয়। কাৰণ তেওঁৰ ৰাজত্বকালতে সেই ৰাজ্যলৈ ছেণ্ট টমাছে প্ৰথমবাৰৰ বাবে ভাৰতলৈ খ্ৰীষ্টান ধৰ্মৰ বাণী কঢ়িয়াই আনিছিল। কোনো কোনো ঐতিহাসিকে এই আখ্যানৰ সত্যতাৰ ওপৰত সন্দেহ প্ৰকাশ কৰে। তেওঁলোকে ক'ব খোজে যে গণ্ডফাৰ্নিছৰ ৰাজত্বকাল বহু আগতেই পাৰ হৈছিল। তেওঁ ছেণ্ট টমাছৰ সমসাময়িক

লোক নাছিল। কিন্তু ৰজা হিছাপে গণ্ডফাৰনিছৰ খ্যাতি পাশ্চাত্য দেশবোৰত বিয়পি পৰাটো খুবেই সম্ভৱ আৰু ছেণ্ট টমাছেও ভাৰতবৰ্ষত খ্ৰীষ্টান ধৰ্ম প্ৰচাৰ কৰাও কোনো অসম্ভৱ কথা নহয়।

এই পহ্লৱবিলাককো পৰাজিত কৰিছিল ইউৱেহ্-চিহ্বিলাকে। এই দুই জাতিৰ জাতিগত মূল একেটাই হয় নে নহয় সেইটো নিশ্চিতভাৱে ক'ব পৰা নেযায়। শাৰীৰিক গঠনৰ ফালৰ পৰা সিহঁত আছিল তুৰ্কীবিলাকৰ দৰে। কিন্তু এই ইউৱেহ্-চিহ্বিলাকেও শকবোৰৰ দৰেই এটা ইৰাণী ভাষা কৈছিল। প্ৰায় এক শতাব্দী বা তাতকৈও বেছি কাল সেই জাতিৰ মানুহ বেক্ট্ৰিয়া আৰু মধ্য এছিয়াৰ কাষৰীয়া অঞ্চলবোৰত বসবাস কৰি আছিল সৰু সৰু স্বায়ত্ত শাসিত জনগোষ্ঠীয় ৰাজ্যত বিভক্ত হৈ। অৱশেষত সিহঁতৰে কুষাণ গোষ্ঠীৰ প্ৰধান কাজুলা কেডফাইচিছৰ নেতৃত্ব সাব্যস্ত হ'ল। খ্ৰীষ্টীয় প্ৰথম শতিকাৰ প্ৰথমাৰ্ধৰ কোনো সময়ত কাজুলাই তেওঁৰ ৰণুৱা বাহিনীৰে পৰ্বতশ্ৰেণী অতিক্ৰম কৰি উত্তৰ-পশ্চিম ভাৰত অধিকাৰ কৰিলে। তেওঁৰ লগত আছিল তেওঁৰ পুত্ৰ ভীমা কেডফাইচিছ। বোধ হয় কাজুলাৰ হাততে সেই দেশখণ্ডৰ শেষ গ্ৰীক ৰজা হাৰ্মিৰ্ডছৰ পতন ঘটিছিল। সেই গ্ৰীক ৰাজ্যই শেষলৈকে কাবুলত শক শক্তিক প্ৰতিৰোধ কৰি নিজৰ অস্তিত্ব বজাই ৰাখিছিল।

ভীমা কেডফাইচিছৰ পিছত কিছুকালৰ অনিশ্চয়তাৰ অন্তত ৰজা হৈছিল কনিষ্ক। কনিষ্কই সমগ্ৰ উত্তৰ-পশ্চিম ভাৰত অধিকাৰ কৰি অন্ততঃ বাৰানসীলৈকে নিজৰ সাম্ৰাজ্য বিস্তাৰ কৰিছিল। তদপুৰি মধ্য এছিয়াতো তেওঁৰ অধিকাৰত আছিল বিস্তীৰ্ণ ভূ-খণ্ড। চীনা বুৰঞ্জীত পোৱা যায় এজন কুষাণ ৰজাই—কনিষ্ক বা আন কোনো এজন কেডফাইচিছো হ'ব পাৰে—হান বংশীয় চীনা সম্ৰাটৰ এজনী জীয়ৰীক বিয়া কৰাবলৈ প্ৰস্তাৱ পঠাইছিল। কিন্তু তেওঁৰ এনে আস্পৰ্দ্ধাৰ বাবে যুদ্ধ হৈছিল আৰু বিখ্যাত চীনা সেনাপাতি পা চাও-ৰ হাতত প্ৰথম শতিকাৰ শেষৰফালে তেওঁ বেয়াকৈ হাৰিছিল। সেইবাৰ কাস্পিয়ান সাগৰৰ পাৰলৈকে চীনাসকলে ৰাজ্য বিস্তাৰ কৰিছিল।

বৌদ্ধ ধৰ্মৰ ইতিহাসত কনিষ্কৰ যুগ বৰ গুৰুত্বপূৰ্ণ। উত্তৰ ভাৰতীয় বৌদ্ধ পৰম্পৰাত কনিষ্কক বৌদ্ধ ধৰ্মৰ মহৎ আৰু প্ৰধান পৃষ্ঠপোষক বুলি গণ্য কৰা হয়। সেই সময়ৰ অনেক স্মৃতিচিহ্ন আৰু ধ্বংসাৱশেষৰ পৰা সমকালীন বৌদ্ধ ধৰ্মৰ গুৰুত্ব আৰু বিপুল জনপ্ৰিয়তাৰ বিষয়ে নানা প্ৰমাণ পোৱা যায়। এই সময়তে বৌদ্ধ ধৰ্ম মধ্য এছিয়া আৰু দূৰ প্ৰাচ্যৰ দেশবিলাকত বিয়পি পৰিছিল। ইতিমধ্যে ভাৰতৰ এই ধৰ্মৰ জিলিঙনি চীনদেশ পাইছিলগৈ কিন্তু বৌদ্ধ ধৰ্মৰ পূৰ্ণ প্ৰভাৱ চীনত বিস্তাৰ হ'বলৈ ধৰিছিল এই সময়ৰ পৰাহে। সেই সময়ত কুষাণ আৰু চীন সাম্ৰাজ্যৰ মাজত নিকট সম্পৰ্ক স্থাপিত হৈছিল। এই যুগটো গান্ধাৰ মাৰ্গীয় সুকুমাৰ কলাৰ প্ৰভূত উন্নতিৰ যুগ বুলিও বিখ্যাত।

এই গান্ধাৰ মাৰ্গীয় শিল্পকলাৰ চৰ্চা ভাৰতত যেনেকৈ প্ৰভাৱশালী হৈ উঠিছিল, পৰোক্ষভাৱে সুদূৰ প্ৰাচ্যতো তাৰ প্ৰভাৱ বিকিৰিত হৈছিল।

কনিষ্কৰ ৰাজত্বকালৰ সময়-সীমা নিৰ্ধাৰণ সঠিকভাৱে হোৱা নাই। কাৰণ সমগ্ৰ শক-কুষাণ যুগৰে সময-ক্ৰমৰ পৰা অনিশ্চয়তা গুচা নাই। গতিকে কনিষ্কৰ হিংহাসন আৰোহণৰ বছৰ খ্ৰী পূ ৫৮ বৰ্ষৰ পৰা খ্ৰীষ্টীয় ২৮৮ চনৰ ভিতৰত নানা সময়ত দেখুৱা হৈছে। এতিযাও অতি প্ৰতিষ্ঠিত আৰু প্ৰসিদ্ধ ঐতিহাসিকসকলৰ মতেও কনিষ্কৰ সিংহাসনত বহা সময় খ্ৰীষ্টীয ৭৮-ৰ পৰা ১৪৪ চনৰ ভিতৰত যি কোনো সময়তে হ'ব পাৰে। প্ৰথমৰ বৰ্ষটো অৰ্থাৎ খ্ৰীষ্টীয ৭৮ চনৰে পৰা গুৰুত্বপূৰ্ণ ভাৰতীয় তাৰিখনামা 'শকাব্দ' আৰম্ভ হৈছিল। কনিষ্ক দৰাচলতে শক জাতীয নাছিল। কিন্তু শক শব্দটো ব্যৱহাৰৰ ক্ষেত্ৰত শিথিলতা আছিল। আৰু কনিষ্কই এক নতুন বৰ্ষ-গণনা আৰম্ভ কৰাটোও সঁচা বুলি ধৰা হয। আন আন ভাৰতীয সূত্ৰৰ পৰা প্ৰমাণৰ ওপৰত নিৰ্ভৰ কৰিও ৭৮ খ্ৰীষ্টাব্দতে কনিষ্ক ৰজা হৈছিল বুলি ক'ব পাৰি। কিন্তু পাশ্চাত্য অ-ভাৰতীয কিছুমান ঐতিহাসিক ঘটনাৰ লগত সমযৰ সমন্বয নোহোৱাৰ বাবে বিষযটোৰ পৰা জটিলতা আৰু অনিশ্চযতা আঁতৰা নাই। সেইবাবে চূড়ান্ত সিদ্ধান্ত কৰাৰ আগতে নতুন সাক্ষ্য আৱিষ্কাৰ হোৱালৈ বাট চাব লাগিব। কনিষ্কৰ উত্তৰাধিকাৰীসকলে তেওঁৰ পিছতো উত্তৰ-পশ্চিম ভাৰত শাসন কৰি আছিল কিন্তু তেওঁলোকৰ সাম্ৰাজ্য সোনকালেই ক্ষীণৰ পৰা ক্ষীণতৰ হৈ আহিবলৈ ধৰিলে। তৃতীয শতাব্দীৰ মাজভাগমানত কনিষ্কৰ পৰৱৰ্তী কুষাণ ৰজা বাসুদেৱক পাৰস্যৰ নতুন ছাছানীয ৰাজবংশৰ ৰজা প্ৰথম শ্বাপুৰে যুদ্ধত বেযাকৈ হৰুৱায। তাৰ ফলত উত্তৰ-পশ্চিম ভাৰতত পাৰস্যৰ প্ৰভাৱ বৃদ্ধি পাবলৈ ধৰে।

ইতিমধ্যে উপদ্বীপত নতুন নতুন ৰাজ্য প্ৰতিষ্ঠিত হ'বলৈ ধৰিছিল। প্ৰথম শতিকাৰ মাজভাগত উৰিষ্যাত এজন মহাপৰাক্ৰমী দিগ্বিজযী ৰজা খাৰৱেলে প্ৰায গোটেই ভাৰতকে জয কৰিছিল। তেওঁ জৈন ধৰ্মৰ প্ৰধান পৃষ্ঠপোষক আছিল। কিন্তু তেওঁৰ সাম্ৰাজ্য আছিল অতি ক্ষণস্থাযী। তেওঁৰ উত্তৰাধিকাৰীসকলৰ বিযযেও একো জনা নেযায়। প্ৰায একে সমযতে উত্তৰ-পশ্চিম দাক্ষিণাত্যত প্ৰতিষ্ঠিত হৈছিল গুৰুত্বপূৰ্ণ অন্য এখন ৰাজ্য— অন্ধ্ৰৰ সাতবাহন ৰাজ্য। এই ৰাজ্য গঢ লৈ উঠিছিল তেতিয়া প্ৰায় ধ্বংসপ্ৰাপ্ত হোৱা মৌৰ্য সাম্ৰাজ্যৰ অৱশেষৰ পৰা আৰু সেই ৰাজ্যৰ ৰাজধানী আছিল প্ৰতিষ্ঠানত (আধুনিক পয়থান)। এই ৰাজ্য প্ৰায তিনিশ বা ততোধিক কালজুৰি বৰ্তি আছিল খ্ৰীষ্টীয় তৃতীয় শতাব্দীলৈকে। একো সমযত এই ৰাজ্যৰ সীমা নৰ্মদা নদী অতিক্ৰম কৰি মালৱ পাইছিলগৈ। দ্বিতীয শতিকাত পুব সাগৰৰ পৰা পশ্চিমৰ সাগৰলৈকে হৈছিল ইয়াৰ সীমা বিস্তৃত। পৰম্পৰাগত বিশ্বাসমতে সাতবাহন বংশৰ প্ৰথম ৰজা ছিমুকে শুংগ

বংশৰ শেহৰ অকামিলা ৰজাবোৰক আৰু পিছত শুংগ সাম্রাজ্যৰে কিয়দংশত ৰাজত্ব কৰি থকা কণ্ব বংশৰ ৰজাবিলাকক নিপাত কৰিছিল। দ্বিতীয় শতাব্দীৰ প্ৰাৰম্ভতে সাতবাহন শক্তি উত্তৰ-পশ্চিম দাক্ষিণাত্যৰ পৰা কিছুদিনৰ বাবে বিতাৰিত হৈছিল ক্ষহৰাট নামে শক আক্রমণকাৰী এজাতি মানুহৰ দ্বাৰা। ক্ষহৰাট ছত্ৰপ নহপান বৰ পৰাক্ৰমী আছিল। তেওঁ বহুত শিলালিপিও খোদিত কৰাইছিল। কিন্তু সাতবাহন শক্তিও পুনৰ সংহত হৈছিল তেওঁলোকৰ সৰ্বশ্ৰেষ্ঠ ৰজা গৌতমীপুত্ৰ সাতকৰ্ণীৰ ৰাজত্বকালত আৰু ১৩০ খ্রীষ্টাব্দ-মানত তেওঁলোকৰ পূৰ্বৰ ৰাজ্যখণ্ড উদ্ধাৰ কৰিছিল। ক্ষহৰাটবিলাকৰ বিষয়ে পিছত আৰু একো জনা নেযায়।

পশ্চিম ছত্ৰপ নামে জনাজাত অন্য এক শক ৰাজবংশই প্ৰায় একে সময়তে ৰাজ্য প্ৰতিষ্ঠা কৰিছিল কাথিৱাৰ আৰু মালৱত। তেওঁলোকে খ্রীঃ ৩৮৮ চনৰ পিছলৈকে ৰাজত্ব কৰিছিল ৰাজস্থান আৰু সিন্ধুপ্ৰদেশৰ বিস্তীৰ্ণ অঞ্চলত দোৰ্দণ্ড প্ৰতাপেৰে। এই বংশৰ সৰ্বশ্ৰেষ্ঠ ৰজাজনৰ নাম আছিল ৰুদ্ৰদমন। এই ৰুদ্ৰদমনেই শুদ্ধ সংস্কৃত ভাষাত গুৰুত্বপূৰ্ণ এক সুদীৰ্ঘ লিপি ৰচনা কৰাইছিল। নিজৰ সেই সুদীৰ্ঘ প্ৰশস্তিত তেওঁ নিজৰ সফল সামৰিক অভিযানবোৰৰ বৰ্ণনা দিয়াৰ লগতে কাথিৱাৰত গিৰনাৰত থকা পূৰ্বৰ কৃত্ৰিম সৰোবৰৰ পুনৰ খনন আৰু নিৰ্মাণ কৰাৰ কথাও উল্লেখ কৰিছে। সেই কৃত্ৰিম বিশাল জলাশয় প্ৰথমে খনন কৰা হৈছিল চন্দ্ৰগুপ্তৰ দিনত আৰু পিছত অশোকৰ দিনত তাক বহুখিনি উন্নত কৰা হৈছিল। এই শিলালিপি প্ৰাচীন ভাৰতৰ নিৰ্দিষ্ট ঐতিহাসিক সমল হিছাপে প্ৰথম সঠিক চন-তাৰিখ থকা লিপি। তাৰ পৰা জানিব পৰা যায় যে খ্রীষ্টীয ১৫০ চনত ৰুদ্ৰদমনে ৰাজত্ব কৰি আছিল।

এই কালছোৱাতে দাক্ষিণাত্যৰ দ্ৰাবিড় শক্তিৰ ইতিহাসত উত্থান পৰিলক্ষিত হয়। পূৰ্বৰে পৰা তামিল দেশ তিনিখন প্ৰধান ৰাজ্যত বিভক্ত আছিল—কৰমণ্ডল উপকূল অঞ্চলত চোল, মালাবাৰত কেৰল বা চেৰ আৰু দাক্ষিণাত্য উপদ্বীপৰ অন্তৰীপ অঞ্চলত পাণ্ড্য ৰাজ্য। অশোকে তেওঁৰ সাম্রাজ্যৰ সীমাৰ বহিৰ্ভূত এই তিনি ৰাজ্যত তেওঁ ধৰ্ম-বিজয় সাধন কৰা বুলি লিপিত উল্লেখ কৰিছে। আৰু কিছুমান স্থূল ধৰণৰ শিলালিপিৰ মতে খ্রীষ্ট জন্মৰ আগতেই কোনো কোনো বৌদ্ধ ভিক্ষু আৰু জৈন মুনি তামিল দেশত প্ৰৱেশ কৰিছিলগৈ। খ্রীষ্টীয় প্ৰথমৰ শতিকাবোৰতে ৰচিত প্ৰাচীনতম তামিল গ্ৰন্থবিলাকৰ পৰা জানিব পাৰি যে সেই তিনিখন ৰাজ্য প্ৰায় সৰ্বক্ষণ পৰস্পৰৰ মাজত যুদ্ধ-বিগ্ৰহতে লিপ্ত আছিল। সেই প্ৰাচীন ৰাজ্য তিনিখনৰ ৰজাকেইজনৰ উপৰি অন্যান্য সৰু-সুৰা বহুতো শাসনকৰ্তা অধিপতিৰ নাম সেই সাহিত্যত পোৱা যায়। এনে দেখা যায় যে উত্তৰ ভাৰতৰ ৰজা-মহাৰজাসকলতকৈ দক্ষিণৰ ৰজাসকল বেছি ৰক্তপিপাসু আছিল। কাৰণ তামিল সাহিত্যত সেই ৰজা-ৰাজন্যসকলৰ যুদ্ধ-বিগ্ৰহৰ কথা বৰ্ণনা কৰোতে এনে

কিছুমান গণ-হত্যা আৰু বীভৎস অত্যাচাৰৰ কথা পোৱা যায়, যিবোৰ সংস্কৃত সাহিত্যৰ ক'তো পাবলৈ নাই। এঠাইত আনকি যুদ্ধৰ শেষত নৰ-মাংসৰে ভোজ খোৱাৰ কথাও পোৱা যায। প্ৰাচীন তামিলসকলৰ কোনোকালেই সম্পূৰ্ণ আৰ্যীকৰণ হোৱা নাছিল। সেইসকল তামিলৰ চৰিত্ৰত তেওঁলোকৰ হৰপ্পা-মহেঞ্জোদাৰোৰ নিৰ্জু আৰু চিন্তাশীল উপৰিপুৰুষৰ স্বভাৱৰ চিন-মোকামো নাছিল। এইসকল তামিল আছিল বন্য আৰু নিষ্ঠুৰ প্ৰকৃতিৰ। অতিশয যুদ্ধপ্ৰিয আৰু সুৰাপাযী এই তামিলসকলে সুৰামত্ত হৈ তেওঁলোকৰ ভীষণ-দৰ্শন দেৱ-দেৱীবোৰৰ পূজা কৰিছিল। প্ৰেমত দুৰ্দান্ত এই তামিল যোদ্ধাসকলৰ লগত সংস্কৃত মহাকাব্যসমূহত বৰ্ণিত গম্ভীৰ মৰ্যাদাদীপ্ত বীৰ যোদ্ধাসকলৰ তুলনা কৰিলে এনে সাদৃশ্য দেখা যায যেন এই প্ৰাচীন তামিল কাব্যবোৰ লিখিত হৈ থাকোতেহে সেই সংস্কৃত মহাকাব্যবিলাকো চূড়ান্ত ৰূপপ্ৰাপ্ত হৈছিল। আৰু কেইটামান শতিকা পাৰ হোৱাৰ পিছত অৱশ্যে ছবিখনত কিছু সালসলনি দেখা গ'ল। কেই শতিকামান পিছৰ তামিল সাহিত্যৰ যিটো স্তৰ তাত আৰ্য আদৰ্শ আৰু মূল্যমানৰ বেছি প্ৰচলন পৰিলক্ষিত হৈছিল। তথাপি বিজয়নগৰ ৰাজ্যৰ পতনৰ সমযলৈকে দ্ৰাবিড চৰিত্ৰত নিষ্ঠুৰতা আৰু মানুহৰ জীৱনৰ প্ৰতি তুচ্ছ ভাব কিছু পৰিমাণে হ'লেও দেখা গৈছিলেই।

তামিলসকলে ইতিহাসৰ অনাদি কালতে সমুদ্ৰ-যাত্ৰা আৰম্ভ কৰিছিল। আনকি খ্ৰী পূ দ্বিতীয শতাব্দীতে তেওঁলোকে দুবাৰ সিংহল আক্ৰমণ কৰিছিল। প্ৰথমবাৰ সিংহলৰ মহান ৰজা দেৱানাংপ্ৰিয তিষাৰ মৃত্যুৰ ঠিক পাছতে আৰু তাৰ কিছুকাল পিছত আকৌ এবাৰ। পিছৰবাৰৰ আক্ৰমণৰ ফলস্বৰূপে সিংহল দ্বীপৰাজ্যৰ উত্তৰাৰ্দ্ধত সুদীৰ্ঘ কালজুৰি তামিল ৰজা ইলাৰাৰ আধিপত্য স্থাপিত হৈছিল। সিংহলৰ জাতীয় বীৰ ৰজা দুটুগামুনুযে —পালি ভাষাত যাৰ নাম 'দুখাগামানি'—বহু কষ্টেৰেহে সিংহলৰ পৰা ইলাৰাক উৎখাত কৰিব পাৰিছিল। ৰজা দুটুগামুনুৰ ৰাজত্ব-কাল আছিল খ্ৰী পূ ১৬১ৰ পৰা ১৩৭ বৰ্ষলৈ। এনে সমযতে তামিলসকলে দক্ষিণ-পূব এছিযাতো প্ৰৱেশ কৰিছিলগৈ আৰু খ্ৰীষ্টীয প্ৰথম শতিকাত ইজিপ্ত আৰু ৰোমান সাম্ৰাজ্যৰ লগত পাশ্চাত্য জগতত নিজৰ বহিৰ্বাণিজ্য বিস্তাৰৰ জৰিযতে ঘনিষ্ঠ সম্পৰ্ক স্থাপন কৰিছিল।

## গুপ্তবংশ আৰু হৰ্ষ

কুষাণ সাম্ৰাজ্যৰ পতনৰ পিছত উত্তৰ ভাৰতৰ ৰাজনৈতিক প্ৰেক্ষাপটত কি ঘটিছিল সেই বিষযে আমি খুব কথাই জানো। কিন্তু এনে দেখা যায় যে খ্ৰী তৃতীয় শতাব্দীত পঞ্জাব আৰু মালৱৰ পূবফালে সমগ্ৰ ভাৰত সৰু সৰু ভাৰতীয় ৰজা আৰু জনগোষ্ঠীয় অধিপতিবিলাকৰ দ্বাৰা শাসিত হৈছিল। ঐতিহাসিকসকলৰ কোনো কোনোৰ মতে গুপ্ত

সম্ৰাটসকলেই বিদেশী শাসনৰ পৰা ভাৰতক মুক্ত কৰিছিল বুলি কোৱা হৈছে যদিও আচলতে এই সময়ছোৱাত বিদেশী আক্ৰমণকাৰী আৰু বিদেশী হৈ থকা নাছিল। তেওঁলোকৰ সম্পূৰ্ণৰূপে ভাৰতীয়ত্ব প্ৰাপ্তি হৈছিল। আৰু তেওঁলোকক ভাৰতৰ পৰা উৎখাত যদি কোনোবাই কৰিছিলো তেনেহ'লে সেই সকলো আছিল গুপ্ত সম্ৰাটসকলৰ কোনোবা অখ্যাত পূৰ্বসুৰীহে।

৩২০ খ্ৰীষ্টাব্দত ভাৰতৰ আকাশত উদয় হৈছিল নতুন এজন চন্দ্ৰগুপ্ত। এওঁৰে উত্তৰাধিকাৰীসকলে মৌৰ্যযুগৰ পযোভৱ পুনৰ ওলোটাই আনিছিল ভাৰতলৈ। আমি গুপ্তবংশীয় এইজন ৰজা আৰু পিছৰ ৰজা দ্বিতীয় চন্দ্ৰগুপ্তক চন্দ্ৰগুপ্ত মৌৰ্যৰ পৰা পৃথক কৰি দেখুৱাবলৈ চন্দ্ৰগুপ্ত অৰ্থাৎ গুপ্তবংশীয় চন্দ্ৰ আৰু আৰু মৌৰ্য চন্দ্ৰগুপ্ত বুলি লিখিম। যদিও সংস্কৃতত দুযোটা নাম একে ধৰণেই লিখা হয। চন্দ্ৰগুপ্তৰ অভ্যুদযৰ মূলতে আছিল লিচ্ছৱি ৰাজকুমাৰী কুমাৰদেৱীৰ সৈতে তেওঁৰ বিবাহ। আঠ শ বছৰ আগতে অজাতশত্ৰুযে পৰাস্ত কৰাৰ পিছত লিচ্ছৱিসকলে পুনৰ মূৰ দাঙি উঠিছিল। পিছৰ যুগৰ গুপ্ত ৰজাসকলৰ বংশাৱলীত এই গৰাকী লিচ্ছৱি ৰাজকুমাৰীৰ প্ৰতি প্ৰশস্তিবচনৰ প্ৰাচুৰ্য দেখি আৰু প্ৰথম চন্দ্ৰগুপ্তৰ লগত তেওঁৰ বিবাহৰ স্মৃতিৰক্ষাৰ বাবে বিশেষভাৱে মুদ্ৰা প্ৰচলন কৰালৈ চাই এটা কথা অনুমান কৰিব পাৰি যে কোনো সম্ৰাটৰ কঠোৰ হস্তই কেন্দ্ৰীয কোনো শক্তিৰ নিযন্ত্ৰণ কৰা নাছিল বাবেই সেই সময়ৰ ৰাজনীতিৰ ক্ষেত্ৰত মগধত লিচ্ছৱিসকলে যথেষ্ট প্ৰভাৱ খটুৱাব পাৰিছিল আৰু নিজৰ বাবে এখন নতুন ৰাজ্যও গঠন কৰি ল'ব পাৰিছিল। চন্দ্ৰগুপ্তৰ ৰাজ্যও মগধ আৰু কোশলকে ধৰি বিস্তীৰ্ণ অঞ্চল জুৰি ব্যাপ্ত আছিল।

চন্দ্ৰগুপ্তৰ পুত্ৰ সমুদ্ৰগুপ্ত সিংহাসনত বহিছিল সম্ভৱ ৩৩৫ খ্ৰীষ্টাব্দত আৰু ৩৭৬ লৈকে ৰাজত্ব কৰিছিল। সমুদ্ৰগুপ্তৰ দিনতে পাটলিপুত্ৰ আকৌ এখন বৃহৎ সাম্ৰাজ্যৰ কেন্দ্ৰস্থল হৈ পৰিছিল। পূৰ্বদিশে অসমৰ পৰা পশ্চিমে পঞ্জাৱৰ সীমান্তলৈকে সমুদ্ৰগুপ্তৰ সাম্ৰাজ্য বিস্তৃত হৈছিল। তেওঁৰ লক্ষ্য আছিল মৌৰ্যসকলৰ দৰে এখন কেন্দ্ৰীয়ভাৱে নিয়ন্ত্ৰিত সুসংহত সাম্ৰাজ্য গঠন কৰা। তেওঁৰ বিখ্যাত এলাহাবাদ শিলালিপিত তেওঁ লিখিছে যে উত্তৰ ভাৰতৰ ন জন ৰজাক তেওঁ সম্পূৰ্ণভাৱে উৎখাত কৰি তেওঁলোকৰ ৰাজ্যবোৰ নিজৰ ৰাজ্যৰ লগত চামিল কৰিছিল। ৰাজস্থানৰ যোদ্ধা ফৈদবিলাকে কিন্তু তেওঁৰ প্ৰতি বশ্যতাহে স্বীকাৰ কৰিছিল। তেওঁৰ সীমান্তৰ বহুতো ৰাজ্যই তেনেদৰে নামমাত্ৰ বশ্যতা স্বীকাৰ কৰিছিল। দাক্ষিণাত্যৰ পুব অঞ্চলত সমুদ্ৰগুপ্তই সামৰিক অভিযান কৰি সফল হৈ কাঞ্চী বা কাঞ্জীভৰাম পাইছিলগৈ। তাতে বিজিত ৰজাসকলে বশ্যতা স্বীকাৰ কৰি কৰভাৰ দিলত ৰজাবিলাকক নিজৰ নিজৰ ৰাজ্যত পুনৰ সংস্থাপন কৰি সমুদ্ৰগুপ্তই প্ৰত্যাৱৰ্তন কৰিলে। লগে লগে সেই ৰজাসকলেও তেওঁলোকৰ উঠিৰজাৰ কথা পাহৰি পেলালে।

সমুদ্ৰগুপ্তৰ সামৰিক অভিযানৰ মূল লক্ষ্য আছিল পশ্চিমমুৱা। উত্তৰ-পশ্চিম ভাৰতত তেতিয়ালৈকে প্ৰায় ২০০ বছৰ ধৰি শাসন কৰি আছিল শকবিলাকে। আৰু সুদূৰ পাশ্চাত্য দেশবোৰৰ সৈতে ৰমৰমীয়াকৈ চলি থকা বাণিজ্যৰ ফলত সেই শক-শাসিত দেশখণ্ড বৰ সম্পদশালী হৈ উঠিছিল। শক ৰজাসকলৰ ৰাজধানী আছিল উজ্জয়িনী বা আধুনিক উজ্জয়িন নগৰত। তাৰ পৰাই মালৱ আৰু কাথিবাৰো শাসন কৰিছিল তেওঁলোকে আৰু এক প্ৰবল শক্তি হিছাপে প্ৰতিষ্ঠিত হৈ আছিল। যদিও সমুদ্ৰগুপ্তৰ শিলালিপিত তেওঁ শক ৰজাসকলেও তেওঁৰ ওচৰত বশ্যতা স্বীকাৰ কৰাৰ কথা অস্পষ্টভাৱে লিখিছে তথাপি খুব সম্ভৱ তেওঁ শকবিলাকৰ লগত যুদ্ধ কৰা নাছিল আৰু কৰিলেও যুদ্ধত সফল হোৱা নাছিল। কাৰণ পৰা হ'লে তেওঁ শক ৰজাসকলক স্বাধীন হৈ থাকিবলৈ নিদিলেহেঁতেন। এনেকুৱা এটা কাহিনীও আছে যে সমুদ্ৰগুপ্তৰ মৃত্যুৰ পিছত শকবিলাকেহে গুপ্ত সাম্ৰাজ্যত প্ৰবল জোঁকাৰণিৰ সৃষ্টি কৰিছিল আৰু ৰামগুপ্ত নামে এজন দুৰ্বল গুপ্ত সম্ৰাটক তেওঁলোকৰ লগত এক অসন্মানজনক সন্ধি কৰিবলৈ বাধ্য কৰিছিল। সৰহভাগ ঐতিহাসিকেই এই কাহিনীত কোনো সত্যতা নাই বুলি কয় আৰু ৰামগুপ্ত নামে এজন ৰজা ইতিহাসত বাস্তৱতে নাছিলেই বুলি মত প্ৰকাশ কৰে। কিন্তু অলপতে ৰামগুপ্তৰ নাম খোদিত কিছুমান তাম্ৰৰ মুদ্ৰা আৱিষ্কৃত হোৱাৰ পিছত উপৰি উক্ত আমাৰ ধাৰণাৰ এটা বাস্তৱ ভিত্তি থকা যেন লাগে।

সমুদ্ৰগুপ্তৰ পিছত তেওঁৰ পুত্ৰ আৰু ছয়ামযাকৈ দেখা দিয়া ৰামগুপ্তৰ ভায়েক দ্বিতীয় চন্দ্ৰগুপ্ত সিংহাসনত বহে সম্ভৱ ৩৭৬ চনত আৰু ৰাজত্ব কৰে ৪১৫ চনলৈকে। ৩৮৮ চনত তেওঁহে শকবিলাকক জয় কৰে। লগে লগে সমগ্ৰ উত্তৰ ভাৰতৰ সৰ্বশ্ৰেষ্ঠ সাৰ্বভৌম নৃপতি বুলি গণ্য হ'ল। একমাত্ৰ উত্তৰ-পশ্চিম ভাৰতহে তেওঁৰ সাম্ৰাজ্যৰ বাহিৰত থাকিল। দাক্ষিণাত্যৰ উত্তৰাংশতো দ্বিতীয় চন্দ্ৰগুপ্তৰ কিছু নিয়ন্ত্ৰণ আছিল। উত্তৰ দাক্ষিণাত্যৰ বৰ্তমানৰ মধ্যপ্ৰদেশ আৰু হায়দৰাবাদ অঞ্চল জুৰি থকা তেতিয়াৰ বৃহৎ ৱাকাটক ৰজা ৰুদ্ৰসেনলৈ নিজৰ কন্যা ৰাজকুমাৰী প্ৰভাৱতীক বিবাহ দিয়াৰ ফলত সেই ৰাজ্যত গুপ্ত প্ৰভাৱ কিছু বৃদ্ধি পাইছিল। ৰুদ্ৰসেনৰ কম বয়সতে মৃত্যু হোৱাত তেওঁৰ বিধৱা ৰাণী প্ৰভাবতীয়ে তেওঁৰ পুত্ৰসকল ডাঙৰ নোহোৱালৈকে ৱাকাটক ৰাজ্য শাসন কৰি আছিল। ৰাণী প্ৰভাৱতীৰ বিভিন্ন চনদবোৰৰ পৰা এটা কথা জানিব পাৰি যে তেওঁৰ ৰাজত্বকালত ৱাকাটক ৰাজসভাত গুপ্ত প্ৰভাৱ বৃদ্ধি পাইছিল বহু গুণে।

সম্ৰাট দ্বিতীয় চন্দ্ৰগুপ্তৰ ৰাজত্বকাল আছিল প্ৰাচীন ভাৰতীয় সাংস্কৃতিক বিকাশৰ সোণালী যুগ। পৰৱৰ্তী যুগৰ ভাৰতজোৰা কিম্বদন্তিত মহান ৰজা বিক্ৰমাদিত্যৰ বিষয়ে বহুত কাহিনী পোৱা যায়। এজন মহা পৰাক্ৰমী আৰু মহাধাৰ্মিক ৰজা হিছাপে ৰজা বিক্ৰমাদিত্যক অতিক্ৰম কৰা আন হিন্দু ৰজা নাই। কিম্বদন্তী অনুযায়ী এই বিক্ৰমাদিত্যই শকবিলাকক খেদি পঠাইছিল, তেওঁৰ ৰাজ্য বিস্তৃত হৈছিল সমগ্ৰ ভাৰততে, দেশত পূৰ্ণ

শান্তি বিৰাজ কৰিছিল। সমগ্ৰ দেশ অতীৱ সমৃদ্ধিশালী হৈছিল। বিক্ৰমাদিত্য নিশ্চয় দ্বিতীয় চন্দ্ৰগুপ্তৰো এটা উপাধি আছিল। সেইবাবে এই কিম্বদন্তিৰ দ্বিতীয় চন্দ্ৰগুপ্তক কেন্দ্ৰ কৰিযেই উদ্ভৱ হোৱা বুলি সিদ্ধান্ত কৰিব পাৰি। মাত্ৰ এটা কথাত সময়-ক্ৰম মিলা নাই। বিক্ৰমাদিত্যয়ে বোলে বিক্ৰমাব্দ আৰম্ভ কৰিছিল। বিক্ৰমাব্দ ভাৰতৰ বহুতো অব্দ গণনাৰ অন্যতম। উত্তৰ ভাৰতত এতিয়াও ব্যাপকভাৱে ব্যৱহৃত এই বিক্ৰমাব্দ কিন্তু আৰম্ভ হৈছিল খ্ৰীঃ পূঃ ৫৮ বৰ্ষতে। গতিকে কিম্বদন্তিৰ কথা সত্য বুলি ধৰিলে দ্বিতীয় চন্দ্ৰগুপ্তৰ ৰাজত্বকাল ৪০০ বছৰ আগতে ধৰিব লাগিব। সৰ্বজনবিদিত পৰম্পৰা মতে বিক্ৰমাদিত্যৰ নামৰ লগত সদায় জড়িত ভাৰতৰ মহাকবি আৰু নাট্যকাৰ কালিদাসৰ ৰচনাৱলীত পোৱা সাক্ষী-প্ৰমাণৰ পৰা কিন্তু কালিদাসে দ্বিতীয় চন্দ্ৰগুপ্তৰ এই সময়ছোৱাতহে সাহিত্য ৰচনা কৰিছিল বুলি ধৰিব লাগিব।

দ্বিতীয় চন্দ্ৰগুপ্তৰ শাসনত ভাৰতৰ অপাৰ সুখ-সমৃদ্ধিৰ আৰু এক প্ৰমাণ পোৱা যায় আন এজন বিদেশী পৰ্যটকৰ লেখাৰ পৰা। দুৰ্ভাগ্যক্ৰমে গ্ৰীক মেগাস্থিনিছৰ দৰে এইজন বিদেশী পৰ্যটকৰ টোকাবোৰ সঠিক আৰু বিশদ নহয়। ফাহ-ছিয়েন বা ফাহিয়েন নামে এইজন বিদেশী পৰ্যটক আছিল এজন চীনদেশীয় বৌদ্ধভিক্ষু। তেওঁ বৌদ্ধ ধৰ্মগ্ৰন্থবিলাকৰ মূল পাঠবোৰ বিচাৰি ভাৰত ভ্ৰমণ কৰিছিল। তেওঁৰ ভ্ৰমণ-বৃত্তান্তত নানা মঠ-মন্দিৰ আৰু বৌদ্ধবিহাৰবিলাকৰ বিষয়ে বিস্তাৰিত বিৱৰণ আছে। এই দেশত প্ৰচলিত অনেক বৌদ্ধ প্ৰবাদ আৰু কাহিনীৰো পুনৰাবৃত্তি কৰিছে তেওঁ। কিন্তু ভাৰতৰ সমকালীন সামাজিক অৱস্থাৰ বিষয়ে দুষাৰ-এষাৰ কথা লিখিছে যদিও মহান ৰজা চন্দ্ৰগুপ্তৰ বিষয়ে এটা শব্দও লিখা নাই। যদিও দ্বিতীয় চন্দ্ৰগুপ্তৰ ৰাজত্বতে ছয় বছৰ কাল তেওঁ ঘূৰি-পকি কটাইছিল তথাপি ফাহিয়েন সেই বিষয়ত নিমাত। অৱশ্যে এই তীৰ্থযাত্ৰী পৰিব্ৰাজকে ভাৰতত তেওঁ দেখা প্ৰজাৰ অনাবিল শান্তি, সমাজত গুৰুতৰ ধৰণৰ অপৰাধ শূন্যতা আৰু মৃদু শাসন-প্ৰণালীৰ বিষয়ে লিখিছে। তেওঁ লিখিছে যে সাম্ৰাজ্যৰ এমূৰৰ পৰা আন মূৰলৈকে কোনো চোৰ-ডকাইতৰ ভয় নোহোৱাকৈ ভ্ৰমণ কৰিব পাৰি। সেইদৰে ভ্ৰমণ কৰোঁতে কোনো পাছপোৰ্ট বা অনুমতি-পত্ৰও নেলাগে। সামাজিক ৰীতি-নীতিৰ বিষয়ে তেওঁ লিখিছে যে সকলো সম্ভ্ৰান্ত লোকেই আছিল নিৰামিষাহাৰী। আমিষ ভোজন অকল নীচ জাতি আৰু অস্পৃশ্যবিলাকৰ মাজতে সীমাবদ্ধ। এই আমিষভোজী অস্পৃশ্যবোৰক যে 'চুলেই জাত যায়' এই কথা ভাৰতৰ ইতিহাসত স্পষ্টভাৱে পোন প্ৰথম ফাহিয়েনেই উল্লেখ কৰিছিল। তেওঁ বৌদ্ধ ধৰ্মৰ আদৰ দেখিছিল সকলোতে। কিন্তু ঈশ্বৰবাদী হিন্দু ধৰ্ম ব্যাপকভাৱে প্ৰচলিত বুলিও লিখিছে।

ফাহিয়েনৰ টোকাৰ পৰা এটা কথা জানিব পাৰি যে ৭০০ বছৰৰ আগতে মেগাস্থিনিছৰ দিনতকৈ ভাৰতত বহুত পৰিৱৰ্তন হৈছিল। বৌদ্ধ আৰু জৈন ধৰ্মৰ উদাৰ

নীতিবাদৰ প্ৰভাৱ অলক্ষিতে বিয়পি পৰিছিল ভাৰতীয় মানসিকতাত যাৰ ফলস্বৰূপে মৌৰ্য শাসনৰ দিনতকৈ ভাৰতীয় সমাজ হৈ পৰিছিল অধিক শান্ত আৰু মানৱীয় বিবেচনাৰে পূৰ্ণ। প্ৰাচীন যাগ-যজ্ঞ, বলি-বিধানপূৰ্ণ ব্ৰাহ্মণ্য ধৰ্মৰ সলনি ভাৰতীয় হিন্দু ধৰ্মৰ প্ৰকৃতি হৈ পৰিছিল প্ৰায় বৰ্তমানৰ শতাব্দীবোৰৰ হিন্দু ধৰ্মীয় চেতনাৰ আৰ্হিৰে। ইতিহাসত অৱশ্যে সোনকালেই উগ্ৰ ধৰ্মীয় আচাৰ-ব্যৱহাৰ পুনৰ হিন্দু ধৰ্মত প্ৰৱেশ কৰা দেখিবলৈ পাম। কিন্তু গুপ্ত সাম্ৰাজ্যৰ সোণালী যুগত ভাৰতীয় সভ্যতা-সংস্কৃতিত যি পূৰ্ণতাপ্ৰাপ্তি ঘটিছিল সেইটো দ্বিতীয়বাৰ আকৌ ঘটিব বুলি ধাৰণা নহয়। এই সময়ত ভাৰতেই আছিল বিশ্বত সকলোতকৈ সুখী আৰু সভ্য দেশ। কাৰণ নিস্তেজ ৰোমান সাম্ৰাজ্যত ভাঙন ধৰি প্ৰায ধ্বংস হ'বৰ উপক্ৰম হৈছিল সেই সাম্ৰাজ্য। আৰু প্ৰাচীন বৃহৎ চীন দেশ হান সম্ৰাটসকলৰ পতন আৰু টাং সম্ৰাটসকলৰ উত্থানৰ মাজৰ কালছোৱাৰ বিশৃঙ্খল ৰাজনৈতিক বা-মাৰলিত সোমাই পৰিছিল।

দ্বিতীয় চন্দ্ৰগুপ্তৰ পিছত তেওঁৰ পুত্ৰ প্ৰথম কুমাৰগুপ্ত (৪৫৫( ?)-৪৬৭) সিংহাসনত বহে। তেওঁ সমুদ্ৰগুপ্তৰ দৰে বৈদিক প্ৰথামতে অশ্বমেধ যজ্ঞ কৰিছিল। তাত্ত্বিক অৰ্থত সেই যজ্ঞ একমাত্ৰ দিগ্বিজয়ী বীৰ সম্ৰাটসকলেহে কৰে যদিও কুমাৰগুপ্তই কোনো নতুন ৰাজ্য জয কৰি নিজৰ সাম্ৰাজ্যৰ সীমা বহলোৱা কথাৰ প্ৰমাণ পোৱা নেযায। অৱশ্যে তেওঁ নিজৰ ৰাজত্বকালৰ সৰহভাগ কালতে নিজৰ সাম্ৰাজ্য সীমা অটুট ৰাখিব পাৰিছিল। কিন্তু প্ৰথম কুমাৰগুপ্তৰ ৰাজত্বৰ শেহৰফালে তেওঁৰ সাম্ৰাজ্যৰ ওপৰত প্ৰচণ্ড আঘাত পৰিছিল। প্ৰাচীন ভাৰত ইতিহাসৰ অন্যান্য বহুতো প্ৰধান আৰু গুৰুত্বপূৰ্ণ ঘটনাৰো বিশদ বিৱৰণ পাবলৈ নথকাৰ দৰে এই প্ৰচণ্ড আঘাতনো কোনে সংঘটিত কৰিছিল সেই বিষযে ইতিহাস বিৰক্তিজনকভাৱে নিমাত। তথাপি এটা কথা স্পষ্ট যে ভাৰতৰ গুপ্ত সম্ৰাটৰ এই প্ৰবল শত্ৰু আছিল নতুন এদল আক্ৰমণকাৰী যাক ভাৰতত হুন বুলি জনা যায়। এই হুনবোৰ আছিল মধ্য এছিয়াৰ এজাতি মানুহ। বাইজে-টাইন গ্ৰন্থকাৰবিলাকে সিহঁতৰ নাম দিছিল হেফ্‌থালাইট্‌ছ্ বা হোৱাইট হুন (শ্বেতকায় হুন্) বুলি। সিহঁতক সাধাৰণতে বৃহত্তৰ তুৰ্ক-মঙ্গোল জাতিবিলাকৰে এটা শাখা বুলি ধৰা হয। সমগ্ৰ ইউৰোপতে ভীতিৰ সঞ্চাৰ কৰিছিল এই হুনজাতিয়ে। বৰ্তমান কালৰ কোনো কোনো ঐতিহাসিক পণ্ডিতৰ মতে এইসকল হুনৰ সমগ্ৰ ইউৰোপতে ত্ৰাসৰ সঞ্চাৰ কৰা হুন ৰজাৰ আত্তিলাৰ সৈতে কোনো সম্পৰ্ক নাই আৰু এইসকল হুন হৈছে মূলতে ইৰাণৰে লোক। কিছুকালৰ আগতে এই হুনবিলাকে বেকট্ৰিয়া দখল কৰিছিল। এতিয়া পূৰ্বকালৰ গ্ৰীক, শক আৰু কুষাণসকলৰ দৰেই সিহঁতেও পৰ্বত অতিক্ৰম কৰি ভাৰতৰ সমভূমি আক্ৰমণ কৰিলেহি। খুব সম্ভৱ হুনবিলাকৰ পিছে পিছে আহিছিল সগোত্ৰীয় আন আন মধ্য এছিয়াৰ উপজাতিবোৰো।

পুনৰ পশ্চিম ভাৰত হৈ উঠিল বৰ্বৰ হুন আক্ৰমণকাৰীৰ বিধ্বংসী অত্যাচাৰত জৰ্জৰিত। গুপ্ত ৰাজকুমাৰ স্কন্দগুপ্তই বহু কষ্টে সিহঁতক ভেটা দি ৰাখিছিল। হুনবিলাকৰ সৈতে যুদ্ধ চলি থাকোঁতেই কুমাৰগুপ্তৰ মৃত্যু হ'ল। আনুমানিক ৪৫৫ চনত স্কন্দগুপ্ত সম্ৰাট হয়। তেওঁৰ ৰজাৰ প্ৰধান মহিষীৰ পুত্ৰ নাছিল বাবে ৰাজ-সিংহাসনৰ নিয়মীয়া উত্তৰাধিকাৰী নাছিল। কিন্তু তেওঁৰ ৰাজত্বৰ প্ৰথম বৰ্ষৰে অৰ্থাৎ ৪৫৫ চনৰ শেহৰ ফালে তেওঁ হুনবিলাকক দমন কৰি সাম্ৰাজ্যলৈ পূৰ্ণ শান্তি ঘূৰাই আনিব পাৰিছিল। ৪৬৭ চনলৈকে বাৰ বছৰতকৈ কিঞ্চিৎ অধিক কাল তেওঁ সম্ৰাট হৈ আছিল। তেওঁৰ মৃত্যুৰ পিছতে কিন্তু গুপ্ত সাম্ৰাজ্যৰ স্বৰ্ণযুগৰ অন্ত পৰিছিল। গুপ্ত সাম্ৰাজ্য থাকিল কিন্তু কেন্দ্ৰীয় শাসনৰ নিয়ন্ত্ৰণ শিথিল হৈ আহিল। প্ৰাদেশিক শাসনকৰ্তাবিলাক উত্তৰাধিকাৰীসূত্ৰে সামন্ত ৰজা বুলি গণ্য হ'বলৈ ধৰিলে। মগধ আৰু বঙ্গদেশৰ বাহিৰে ভাৰতৰ অন্য অঞ্চলত গুপ্ত সম্ৰাট নামতহে সম্ৰাট হৈ থাকিল।

পঞ্চম শতাব্দীৰ সামৰণিৰ ফালে হুনবিলাকৰ আক্ৰমণ পুনৰ আৰম্ভ হ'ল আগতকৈও তীব্ৰতৰ ৰূপত। গুপ্ত সাম্ৰাজ্যত তেতিয়া একতা আৰু ক্ষমতাত চূড়ান্ত শূন্যতা বিৰাজ কৰিছে। হুন আক্ৰমণকাৰীক প্ৰতিৰোধ কৰিবলৈ দ্বিতীয় এজন স্কন্দগুপ্ত নোলাল। গতিকে ৫০০ খ্ৰীষ্টাব্দৰ পৰা প্ৰায় তিনি দশক জুৰি পশ্চিম ভাৰত হুনবিলাকৰ পদানত হৈ থাকিল। সিহঁতৰে দুজন হুন ৰজা তোৰামন আৰু তেওঁৰ পুত্ৰ মিহিৰকুল প্ৰবল পৰাক্ৰমী আছিল। সপ্তম শতাব্দীত অহা চীনা পৰ্যটক হিউয়েন ছাঙৰ বৰ্ণনাৰ পৰা সেই দুজন হুন ৰজাৰে পিছৰ জন মিহিৰকুলৰ ভয়ঙ্কৰ বৌদ্ধ বিদ্বেষ আৰু নিগ্ৰহৰ বিষয়ে জানিব পাৰি। হুন ৰজাসকলৰ দ্বাৰা অধিকৃত কাশ্মীৰত মিহিৰকুলৰ বৌদ্ধ নিগ্ৰহৰ কালৰ অনেক বৰ্বৰতা চিহ্ন আৰু স্মৃতি দ্বাদশ শতাব্দীলৈকে দেখা গৈছিল। সমসাময়িক ঐতিহাসিক কল্হনৰ ৰচনাত সেইবোৰৰ নথিভুক্ত হৈছে। দেখা যায় যে মিহিৰকুলক গঙ্গা উপত্যকাৰ পৰা খেদি পঠাইছিল নৰসিংহ গুপ্তই। তেওঁৰে আন এটা নাম আছিল বালাদিত্য। এই বালাদিত্যৰে বিজয়কাহিনী হিউয়েন ছাঙে তেওঁৰ টোকাত বৰ্ণনা কৰিছে। আনুমানিক ৫৩০ খ্ৰীঃত মিহিৰকুলক পশ্চিম ভাৰতত পুনৰ পৰাস্ত কৰিছিল মান্দাছোৰৰ প্ৰতাপী ৰজা যশোধৰ্মনে। যশোধৰ্মনে বিশাল এক ৰাজ্য গঢ়ি তুলিছিল যদিও তেওঁৰ মৃত্যুৰ পিছতে সেই ৰাজ্য ভাগি-ছিগি যায়। মিহিৰকুলে কাশ্মীৰ আৰু উত্তৰ-পশ্চিম ভাৰতৰ কোনো কোনো অঞ্চলত নিজৰ অধিকাৰ সাব্যস্ত কৰি ৰাখিবলৈ সমৰ্থ হৈছিল যদিও হুনবিলাকৰ ক্ষমতা ক্ৰমাৎ হ্ৰাস পাই আহিছিল। হুনবিলাকে জাতি হিছাপে নিজৰ বৈশিষ্ট্যও ৰাখিব নোৱাৰিলে— সৰ্বসাধাৰণ ভাৰতীয়ৰ লগত মিলি গ'ল।

কিন্তু এই আক্ৰমণবোৰেই আছিল এসময়ৰ দোৰ্দণ্ড প্ৰতাপী গুপ্ত সাম্ৰাজ্যৰ অৱলুপ্তিৰ প্ৰধান কাৰণ। ৫৫০ খ্ৰী ত গুপ্ত সাম্ৰাজ্য সম্পূৰ্ণৰূপে নিশ্চিহ্ন হ'ল। পূৰ্বৰ গুপ্ত ৰাজবংশৰ

লগত সম্ভৱতঃ কোনো সম্পৰ্ক নথকা নতুন এক গুপ্ত বংশ উদয় হৈ মগধত অষ্টম শতাব্দীলৈকে ৰাজত্ব কৰিছিল। গঙ্গাৰ উত্তৰপাৰে প্ৰতিষ্ঠিত হৈছিল আন এখন বৃহৎ ৰাজ্য মৌখাৰি বংশৰ দ্বাৰা। তেওঁলোকৰ শাসনৰ কেন্দ্ৰ আছিল প্ৰাচীন কান্যকুব্জ, আধুনিক কনৌজ নগৰ। মুছলিমসকলৰ আগমনলৈকে উত্তৰ ভাৰতৰ সৰ্ববৃহৎ আৰু সমৃদ্ধিশালী এই নগৰেই আছিল সভ্যতা-সংস্কৃতিৰো কেন্দ্ৰস্থল। আনহাতে গুজৰাটত পূৰ্বে গুপ্ত বংশৰ অধীনে শাসন কৰি থকা এক সামন্ত ৰাজবংশ মৈত্ৰকসকলে পৰাক্ৰমী হৈ স্বাধীন ৰাজ্য প্ৰতিষ্ঠা কৰিছিল। দেখ দেখকৈয়ে ভাৰতৰ ৰাজনৈতিক ঐক্য তেতিয়া সম্পূৰ্ণভাৱে অন্তৰ্হিত হৈছিল। এই সময়তে গুৰ্জৰ নামে সম্পূৰ্ণ নতুন এক জাতিৰ অভ্যুদয় হৈছিল। এই গুৰ্জৰসকলৰ পৰাই উদ্ভুত হ'ল মধ্য যুগৰ ভাৰতৰ সবাতোকৈ শক্তিমান ৰাজবংশবিলাকৰ এটা। হুন আক্ৰমণত বিধ্বস্ত আৰু ছিন্নভিন্ন হোৱা ৰাজস্থানৰ পুৰণা যুঁজাৰু জাতিবিলাকৰ ঠাই পুৰালেহি এই নবাগত গুৰ্জৰসকলে। তেওঁলোকৰ পৰাই মধ্যযুগৰ সৰহভাগ ৰাজপুত ফৈদৰ সৃষ্টি হ'ল।

ৰাজনৈতিক ক্ৰিয়া-কলাপৰ নতুন কেন্দ্ৰ হ'ল এইবাৰ শতদ্ৰু আৰু যমুনাৰ অৱবাহিকাৰ স্থানৱিশ্বৰ (আধুনিক থানেশ্বৰ) নামে ঠাইলৈ। ভাৰতৰ প্ৰতিৰক্ষাৰ ক্ষেত্ৰত সেই ঠাইৰ গুৰুত্ব অতি বেছি। ইতিহাসত থানেশ্বৰতে বহু যুগান্তকাৰী যুদ্ধ সংঘটিত হৈছিল। ইয়াতে প্ৰভাকৰবৰ্দ্ধন নামে এজন স্থানীয় ৰজা ক্ৰমাৎ ক্ষমতাশালী হৈ উঠিছিল পশ্চিম ভাৰতৰ কিছুমান অঞ্চল জয় কৰি আৰু তেতিয়া পঞ্জাবৰ কোনো কোনো অংশ দখল কৰি থকা হুনবিলাকক বিতাড়িত কৰি। তেওঁ আছিল পুষ্যভুতি বংশৰ ৰজা। তেওঁৰ মাক আছিল দ্বিতীয় লানি গুপ্ত ৰাজবংশৰ জীয়াৰী। তেওঁ নিজৰ কন্যা ৰাজ্যশ্ৰীক মৌখাৰি ৰজা গ্ৰহবৰ্মনলৈ বিবাহ দিছিল। পুবফালে চুবুৰীয়া ৰজাসকলৰ লগত এইদৰে সুসম্পৰ্ক বজাই ৰাখি প্ৰভাকৰবৰ্দ্ধনে পশ্চিমৰ ফালে ৰাজ্য-ক্ষমতা বৃদ্ধি কৰিছিল বিভিন্ন সফল অভিযানৰ জৰিয়তে। কিন্তু গুপ্ত আৰু মৌখাৰিসকল আছিল পুৰণা শত্ৰু। প্ৰভাকৰবৰ্দ্ধনৰ মৃত্যুৰ লগে লগে পুনৰ সেই দুই পক্ষ যুদ্ধত লিপ্ত হ'ল। স্থানৱিশ্বৰৰ নতুন ৰজা ৰাজ্যবৰ্দ্ধনে খৰখেদা কৰি মৌখাৰি পক্ষৰ লগ লাগিলগৈ। আনহাতে গুপ্ত পক্ষই সাহায্য লাভ কৰিলে বঙ্গৰ ৰজা শশাঙ্কৰ। যুদ্ধত কান্যকুব্জৰ গ্ৰহবৰ্মন আৰু স্থানৱিশ্বৰৰ ৰাজ্যবৰ্দ্ধন উভয়ৰে মৃত্যু হ'ল। গ্ৰহবৰ্মন মৌখাৰিৰ কোনো উত্তৰাধিকাৰীয়েই নেথাকিল। সেইবাবে দুইখন ৰাজ্যৰে ৰজা হৈ পাটত বহিল প্ৰভাকৰবৰ্দ্ধনৰ দ্বিতীয় পুত্ৰ গ্ৰহবৰ্মণৰ শ্যালক হৰ্ষবৰ্দ্ধন বা হৰ্ষ।

হৰ্ষ সিংহাসনত বহিছিল ৬০৬ খ্ৰীষ্টাব্দত মাত্ৰ যোল্ল বছৰ বয়সত। তেওঁৰ একচল্লিছ বছৰীয়া শাসন-কালত তেওঁ আংশিকভাৱে হ'লেও পুৰণা গুপ্তযুগৰ সুখ্যাতি পুনৰুদ্ধাৰ কৰিবলৈ সক্ষম হৈছিল। তেওঁৰ নাম-যশৰ অন্য এক কাৰণ হৈছে এই যে পুৰণা কালৰ

অন্য যি কোনো ভাৰতীয় ৰজাৰ তুলনাত তেওঁৰ ৰাজত্বকালৰ বৃত্তান্তৰ লিখিত খতিয়ান পূৰ্ণতৰ ৰূপত পাবলৈ আছে। হৰ্ষবৰ্দ্ধনৰ পৃষ্ঠপোষকতা লাভ কৰা কবি বাণে হৰ্ষৰ সিংহাসন আৰোহণ আৰু দিগ্বিজয়ৰ কাহিনী তেওঁৰ গ্ৰন্থত বহুলভাৱে বৰ্ণনা কৰিছে। আনহাতে তেওঁৰ ৰাজত্বৰ শেহৰফালে চীনা পৰিব্ৰাজক হিউয়েন ছাং ভাৰতলৈ আহিছিল। মেগাস্থিনিছৰ দৰে তেৱোঁ ভাৰত ভ্ৰমণ কৰি এক মূল্যবান বিৱৰণ লিখিছিল। মেগাস্থিনিছৰ কিতাপৰ বহু অংশ বিলুপ্ত হৈছিল কিন্তু হিউয়েন ছাঙৰ বিৱৰণ সম্পূৰ্ণ ৰূপত থাকি গ'ল। হিউয়েন ছাঙৰ ভাৰত ভ্ৰমণৰ উদ্দেশ্য আছিল ফাহিয়েনৰ দৰেই প্ৰাচীন বৌদ্ধ ধৰ্মগ্ৰন্থ সংগ্ৰহ আৰু তীৰ্থ-দৰ্শন। কিন্তু পূৰ্বৰ চীনা পৰ্যটকজনৰ দৰে অকল আধ্যাত্মিক দিশতে তেওঁ মনোনিৱেশ কৰা নাছিল। তেওঁ ভাৰতৰ সকলো বিষয়ৰে প্ৰতি মনোযোগ দি সেইবোৰৰ বিষয়ে নিজৰ টোকাত মন্তব্য সন্নিৱিষ্ট কৰিছিল। তেওঁ হৰ্ষবৰ্দ্ধনৰ সৈতে ঘনিষ্ঠ আছিল। হৰ্ষৰ বিষয়ে অনেক প্ৰশংসা তেওঁ কৰিছে। হৰ্ষয়ো ৰাজসভাত তেওঁক সন্মানীয় আসন দিছিল। সেই কাৰণে হিউয়েন ছাঙৰ বিৱৰণৰ ঐতিহাসিক মূল্য ফাহিয়েনৰ ৰচনাতকৈ বহুত বেছি।

যদিও হৰ্ষই কাথিৱাৰৰ পৰা বঙ্গলৈকে উত্তৰ ভাৰতৰ অধিকাংশকে জয় কৰিবলৈ সমৰ্থ হৈছিল, তেওঁৰ সাম্ৰাজ্য আছিল প্ৰধানকৈ সামন্ততান্ত্ৰিক কৰতলীয়া ৰাজ্যৰে গঠিত। কান্যকুব্জ আৰু স্থানৰিশ্বৰ নগৰৰ বাহিৰৰ নিকটৱৰ্তী অঞ্চলবোৰতে তেওঁৰ সাম্ৰাজ্যভুক্ত অনেক ৰাজ্যত পুৰণি ৰজাসকলেই ৰাজত্ব কৰি আছিল। বঙ্গৰ ভয়ঙ্কৰ বৌদ্ধ-বিদ্বেষী ৰজা শশাঙ্কই হৰ্ষৰ সিংহাসন আৰোহণৰ সময়ত মগধ আক্ৰমণ কৰি দখল কৰিছিল। হৰ্ষই শশাঙ্কক খেদি নি বঙ্গৰ ভিতৰ পোৱালেগৈ। তেওঁৰ ৰাজ্যও হৰ্ষৰ হস্তগত হ'ল। হৰ্ষৰ ভগ্নীপতি গ্ৰহবৰ্মন মৌখাৰিৰ পতনৰ প্ৰধান কাৰণ ৰজা দেৱগুপ্তক অপসাৰণ কৰি তেওঁৰ ঠাইত মাধৱগুপ্তক মগধৰ ৰজা পাতিলে। কাথিৱাৰৰ মৈত্ৰক ৰজাক যুদ্ধত পৰাস্ত কৰিলে যদিও মৈত্ৰক ৰজাকে কৰতলীয়া ৰজা হিছাপে ৰাজ্য শাসন কৰিবলৈ দিলে। হৰ্ষই তেওঁৰ বৃহৎ সাম্ৰাজ্য নিয়ন্ত্ৰণ কৰিছিল নিজৰ খাচ ৰাজ্যবোৰ আৰু কৰতলীয়া ৰাজ্যবোৰতো অবিৰতভাৱে ভ্ৰমণ কৰি। তেওঁৰ তলতীয়া ৰজাবোৰে সম্ৰাটৰ যথাযোগ্য অভ্যৰ্থনাৰ বাবে বহু সময় আৰু শ্ৰম ব্যয় কৰিব লগা হৈছিল। কোনো উত্তৰাধিকাৰী নোহোৱাকৈ হৰ্ষবৰ্দ্ধনৰ যেতিয়া মৃত্যু হ'ল তেতিয়া স্বাভাৱিকতে তেওঁৰ সাম্ৰাজ্য খণ্ড-বিখণ্ড হৈ নোহোৱা হ'ল।

জনা যায় যে হৰ্ষ অতিশয় জীৱনী-শক্তিৰে ভৰপূৰ আৰু প্ৰতিভাশালী ব্যক্তিত্বৰ অধিকাৰী। চন্দ্ৰগুপ্তৰ বিষয়ে মেগাস্থিনিছে লিখাৰ দৰে হিউয়েন ছাঙেও তেওঁৰ বিষয়ে লিখিছে যে হৰ্ষই তেওঁৰ অতি সাধাৰণ প্ৰজাসকলৰো গোচৰ শুনিছিল পৰম ধৈৰ্যৰে। তাকো ৰাজসভাত নহয় বাটৰ কাষত তৰা এক ভ্ৰাম্যমান মণ্ডপত। হৰ্ষবৰ্দ্ধনে জাকজমকতা আৰু ৰাজকীয় পয়োভৰ ভাল পাইছিল। তেওঁৰ যাত্ৰাপথত ৰাজকীয় শোভাযাত্ৰা আছিল

অতি চমকপ্ৰদ—সৈন্য-সামন্ত, বিষয়া-কৰ্মচাৰী, মন্ত্ৰী-সভাসদ, সহচৰ-অনুচৰ, বৌদ্ধ ভিক্ষু আৰু ব্ৰাহ্মণ পণ্ডিতেৰে সুদীৰ্ঘ পয়োভৰপূৰ্ণ সমদল। বন্ধু হিছাপে তেওঁ অতি বিশ্বাসী আৰু স্নেহশীল আছিল। তেওঁৰ বিষয়ে লিখিত উৎসবোৰৰ পৰা যি জনা যায়—তেওঁ নিজৰ প্ৰিয়পাত্ৰসকলৰ প্ৰতি কল্পনাতীত ধৰণৰ উদাৰ আৰু স্নেহশীল আছিল। তেওঁ সাহিত্য আৰু দৰ্শনৰ অনুৰাগী আছিল। অৱসৰৰ সময়ত তেওঁ তিনিখন উৎকৃষ্ট নাটক ৰচনা কৰিছিল।

তেওঁৰ সাম্ৰাজ্য অতি বিশাল আছিল। আনকি সুদূৰ অসমৰ ৰজা ভাস্কৰবৰ্মনে তেওঁৰ সভাত উপস্থিত থাকিছিলি। ঠিক তলতীয়া ৰজা নহ'লেও ভাস্কৰবৰ্মনৰ ওপৰত তেওঁৰ যথেষ্ট প্ৰভাৱ আছিল। জনা মতে শশাঙ্কৰ বিৰুদ্ধে যুদ্ধত হৰ্ষবৰ্দ্ধনক সহায় কৰিছিল ভাস্কৰবৰ্মনে হৰ্ষৰ ৰাজত্বৰ প্ৰাৰম্ভতে। তেতিয়াৰ পৰা দুইজন ৰজাৰ মাজত জীৱনজোৰা বন্ধুত্ব স্থাপিত হৈছিল। একমাত্ৰ দাক্ষিণাত্যত হৰ্ষই একো সুবিধা কৰিব পৰা নাছিল। এবাৰ চালুক্য ৰজা দ্বিতীয় পুলকেশীৰ লগত হোৱা প্ৰচণ্ড যুদ্ধত তেওঁ সম্পূৰ্ণভাৱে পৰাজয় বৰণ কৰিব লগাত পৰিছিল। তাৰ পিছত তেওঁ নৰ্মদা নদী অতিক্ৰম কৰিব পৰা নাছিল।

হিউযেন ছাঙে লিখিছে যে সেই সময়ত ভাৰতত বৌদ্ধ ধৰ্মৰ প্ৰভাৱ কমিবলৈ ধৰা স্পষ্টভাৱে তেওঁৰ চকুত পৰিছিল যদিও সম্ৰাট হৰ্ষবৰ্দ্ধন তেওঁৰ ৰাজত্বকালৰ শেষৰ ফালে ক্ৰমাৎ বহুল পৰিমাণে বৌদ্ধধৰ্মৰ প্ৰতি আকৃষ্ট হৈছিল। সেই সময়ত গুপ্ত যুগতে অঙ্কুৰিত হোৱা পিছৰ হিন্দু ধৰ্মৰ কিছুমান অঙ্গ সক্ৰিয় হৈ উঠিছিল। তান্ত্ৰিকতাৰ বহুল প্ৰচলন আৰু সতীদাহৰ দৰে কুপ্ৰথাৰ প্ৰৱৰ্তনে সাক্ষ্য দিছিল হিন্দু সংস্কৃতিৰ অৱক্ষযৰ। দেশত আইন-শৃঙ্খলা গুপ্তযুগৰ দৰে সুনিয়ন্ত্ৰিত নাছিল। কাৰণ গুপ্তযুগত ভাৰত পৰ্যটন কৰা ফাহিয়েনে সমগ্ৰ ভাৰততে আইন ব্যৱস্থাৰ সুনিয়ন্ত্ৰণ আৰু দেশময় অপাৰ শান্তিৰ যেনেদৰে প্ৰশংসা কৰিছিল, হিউযেন ছাঙে সেইদৰে ক'ব পৰা নাছিল। বৰঞ্চ হৰ্ষৰ সাম্ৰাজ্যতে দুবাৰকৈ তেওঁ দস্যুৰ কবলত পৰি লুণ্ঠিত হৈছিল। এবাৰতো সাম্ৰাজ্যৰ সোঁ-মাজতে নদী-দস্যুবোৰে তেওঁক ধৰি নি দেৱী দুৰ্গাৰ মূৰ্তিৰ আগত বলি দিবলৈকে ধৰিছিল।

## মধ্য যুগত উত্তৰ ভাৰত

ইয়াৰ পিছৰ শতাব্দীবোৰৰ ভাৰতৰ ইতিহাস অবিৰতভাৱে অৰিয়া-অৰিত লিপ্ত প্ৰতিদ্বন্দ্বী ৰাজবংশবিলাকৰ মাজৰ নিৰন্তৰ হীনবুদ্ধি যুদ্ধ-বিগ্ৰহৰ প্ৰেৰণাশূন্য বৃত্তান্ত মাথোন। অৱশ্যে বহু সংখ্যক শিলালিপি আৰু সেই সময়ৰ তামৰ ফলিৰ পৰা সেই

যুদ্ধ-বিগ্ৰহবোৰৰ বিশদ বিৱৰণ পাবলৈ আছে। কিন্তু একমাত্ৰ ঐতিহাসিক-গৱেষকৰ বাহিৰে আনৰ বাবে সেইবোৰ বৃত্তান্ত অতিশয় একে সুৰীয়া আৰু বিৰক্তিকৰ।

হৰ্ষৰ মৃত্যুৰ পাছত সকলো ক্ষেত্ৰতে ভয়ানক বিশৃঙ্খলাই দেখা দিলে। অৰুণাশ্ব নামে এক প্ৰতাৰকে কিছুদিনৰ বাবে কান্যকুব্জ দখল কৰিলে। সেই সময়তে চীনা সম্ৰাট ছাই ছুঙৰ ৰাষ্ট্ৰদূত হিছাপে ওৱাং ছুৱান ছে' নামে এজন চীনা বিষয়াৰ লগত এটা সৰু দেহৰক্ষী সৈন্যদল লৈ হৰ্ষৰ ওচৰলৈ আহিছিল। দুৰ্মতি অৰুণাশ্বই সেই চীনা ৰাজদূতক আক্ৰমণ কৰিলে। ওৱাঙে তেওঁৰ বাহিনীসহ কোনোমতে আত্মৰক্ষা কৰি তিব্বত, নেপাল আৰু অসমৰ পৰা সৈন্য-সামন্ত সংগ্ৰহ কৰি ঘূৰি আহি অৰুণাশ্বক আক্ৰমণ কৰি বন্দী কৰি চীনলৈ লৈ গ'ল। পিছত গোটেই জীৱন চীনৰ টাং বংশীয় সম্ৰাটৰ পৰিচাৰক হৈ দিন কটাব লগা হ'ল অৰুণাশ্বই। এই ঘটনাৰ পিছত অসমৰ ৰজা ভাস্কৰবৰ্মনে পশ্চিমলৈ ৰাজ্য বিস্তাৰ কৰি মগধৰ কিছু অংশ অধিকাৰ কৰিলে। ইয়াৰ পিছতে দ্বিতীয় গুপ্তবংশ অভ্যুত্থান হ'ল। সপ্তম শতাব্দীৰ দ্বিতীয়াৰ্ধত সেই বংশৰ ৰজা আদিত্যসেন মহাপ্ৰতাপী আছিল। তেৱেঁই প্ৰাচীন বৈদিক বিধিমতে অশ্বমেধ যজ্ঞ কৰা শেহজন পৰাক্ৰমী ভাৰতীয ৰজা। অষ্টম শতাব্দীৰ প্ৰাৰম্ভতে যশোৱৰ্মন নামে এজনৰ হঠাৎ অভ্যুদয ঘটিল।‍ তেৱোঁ কান্যকুব্জত সাম্ৰাজ্য স্থাপন কৰি কিছুকালৰ বাবে উত্তৰ ভাৰতৰ সৰহভাগকে নিজৰ অধিকাৰলৈ আনিছিল। কিন্তু তেওঁৰো সাম্ৰাজ্যৰ পতন ঘটিল কাশ্মীৰৰ ৰজা ললিতাদিত্যৰ হাতত। কাশ্মীৰৰ যি দুজন-এজন ৰজাই গঙ্গা উপত্যকাৰ ৰাজনীতিত অংশ লৈছিল তাৰ ভিতৰতে এজন আছিল ললিতাদিত্য। পিছৰ দুই শতিকাত বিহাৰ আৰু বঙ্গদেশত সাম্ৰাজ্য বিস্তাৰ কৰা পালবংশ আৰু কান্যকুব্জত সাম্ৰাজ্য স্থাপন কৰা গুৰ্জৰ-প্ৰতিহাৰ বংশ— এই দুই প্ৰসিদ্ধ ৰাজবংশৰ ৰজাসকলে সমগ্ৰ উত্তৰ ভাৰত নিজৰ মাজত ভগাই লৈ শাসন কৰিছিল।

দুইটা ৰাজবংশৰ ভিতৰত পুব ভাৰতৰ পালসকলেই প্ৰথমে ক্ষমতালৈ আহিছিল আৰু নৱম শতাব্দীৰ আগছোৱাত কান্যকুব্জত নিজৰ অধিকাৰ স্থাপন কৰিছিল। পাল ৰজা ধৰ্মপালৰ সুদীৰ্ঘ শাসনকালত (খ্ৰীঃ আনুমানিক ৭৭০-৮১০) পালসকলৰ প্ৰভাৱ আৰু প্ৰতাপো শীৰ্ষবিন্দু চুইছিলগৈ। তেওঁৰ মৃত্যুৰ লগে লগে কিন্তু কান্যকুব্জৰ ওপৰত পাল অধিকাৰৰো অন্ত পৰিল। তাৰ পিছতে সিংহাসনত বহা দেৱপালো (আনুমানিক ৮১০ খ্ৰীঃ ৮৫০) কিন্তু প্ৰতাপী ৰজা আছিল। তেওঁ সুমাত্ৰাৰ ৰজা শৈলেন্দ্ৰৰ লগত কূটনৈতিক সম্পৰ্ক স্থাপন কৰিছিল। পাল ৰজাসকল বিখ্যাত আছিল বৌদ্ধধৰ্মৰ পৃষ্ঠপোষক হিছাপে। বিশুদ্ধ বৌদ্ধ ধৰ্ম নহয, অলপ বিমিশ্ৰিত ৰূপত বৌদ্ধ ধৰ্মাচাৰৰ বিপুল প্ৰসাৰণ ঘটিছিল পাল সাম্ৰাজ্যত পাল ৰজাসকলৰ তিনিশ বছৰীয়া শাসন-কালত। পাল সাম্ৰাজ্যৰ পৰাই বৌদ্ধধৰ্মই তিব্বতৰ প্ৰৱেশ কৰিছিল। সেই দেশীয় কিছুমান স্থানীয় ৰীতি-নীতি আৰু জনবিশ্বাসৰ সৈতে একীকৃত হৈ বৌদ্ধ ধৰ্ম এতিয়াও তাত চলি আছে।

নৱম আৰু দশম শতাব্দীত, খুব সম্ভৱ ৰাজস্থানতে উদ্ভৱ হোৱা, গুৰ্জৰ-প্ৰতিহাৰসকলে কান্যকুব্জ শাসন কৰিছিল উত্তৰ ভাৰতৰ সকলোতকৈ প্ৰতাপী ৰাজবংশ হিছাপে। ৭১২ খ্ৰীষ্টাব্দতে সিন্ধুদেশ অধিকাৰ কৰা আৰবসকলক তেওঁলোকে ভেটা দি ৰাখিব পাৰিছিল। এশ বছৰৰো ওপৰ কাল ধৰি পুনঃ পুনঃ পূবদিশৰ পাল চুবুৰীয়াসকলক আক্ৰমণ কৰি নিজৰ ৰাজ্য বহলাইছিল বঙ্গদেশৰ সীমান্তলৈকে। গুৰ্জৰ-প্ৰতিহাৰ বংশৰ দুজন পৰাক্ৰমী ৰজা মিহিৰভোজ (আনুমানিক খ্ৰীঃ ৮৪০-৮৮৫) আৰু মহেন্দ্ৰ পাল (আনুমানিক খ্ৰীঃ ৮৮৫-৯১০) সেই সমগ্ৰ ভূখণ্ডৰ অধিপতি হৈছিল। কিন্তু দক্ষিণৰ পৰাক্ৰমী ৰাষ্ট্ৰকূটসকলৰ উপৰ্যুপৰি আক্ৰমণত গুৰ্জৰ-প্ৰতিহাৰসকল দুৰ্বল হৈ পৰিছিল। ৰাষ্ট্ৰকুটসকলে ৯১৬ খ্ৰীঃত খাচ কান্যকুব্জকে অধিকাৰ কৰি পেলাইছিল কিছুদিনৰ বাবে। দক্ষিণৰ পৰা হোৱা বাৰম্বাৰ এনে আক্ৰমণৰ প্ৰতিৰোধ কৰিব লগা হোৱা বাবে গুৰ্জৰ-প্ৰতিহাৰসকলে ভাৰতৰ উত্তৰ-পশ্চিম দিশত সমগ্ৰ ভাৰতৰ বাবেই দুৰ্যোগৰ আগজাননী দিয়া এক প্ৰবল শত্ৰুশক্তিৰ ফালে মন দিবলৈ সময়েই পোৱা নাছিল। উত্তৰ-পশ্চিম সীমান্তৰ সেই শত্ৰুযেই যে হিন্দু ভাৰতৰ সমাপতিৰ সূচনা কৰিব সেই কথা কোনেও অনুমান কৰিব পৰা নাছিল। প্ৰতিহাৰসকলে ৰাষ্ট্ৰকুটৰ হাতৰ পৰা নিজৰ ৰাজধানী কান্যকুব্জ নগৰ উদ্ধাৰ কৰিলে যদিও নিজৰ পূৰ্বৰ শক্তি আৰু কোনোদিনে ঘূৰাই নেপালে। সমগ্ৰ দশম শতিকাত প্ৰতিহাৰ সামন্ত ৰজাবিলাক বৰ শক্তিশালী হৈ উঠি কেন্দ্ৰীয় প্ৰতিহাৰ সাম্ৰাজ্য দুৰ্বল কৰি পেলালে।

সেই অৱসৰতে আফগানিস্থানত এক তুৰ্কী ৰাজাবংশই ঘজনীত ৰাজ্য স্থাপন কৰি শক্তিশালী হৈ উঠিছিল। তেওঁলোক প্ৰলুব্ধ হৈছিল সম্পদশালী ভাৰত সমভূমিৰ প্ৰতি। ৯৮৬ খ্ৰীঃ ত সেই ৰাজ্যৰ এজন আমীৰ ছবুক্তগিনে উত্তৰ-পশ্চিম ভাৰতৰ এজন ৰজা জয়পালৰ বিৰুদ্ধে প্ৰথম অভিযান চলায়। দ্বিতীয় অভিযানত তেওঁ পেছোৱাৰ দখল কৰিলে। ৯৯৭ চনত ছবুক্তগিনৰ পিছত তেওঁৰ পুত্ৰ মাহমুদ চুলতান হ'ল। মাহমুদে প্ৰথমৰ পৰাই ভাৰতৰ বহু-বিভক্ত ধনী ৰাজ্যবোৰৰ বিৰুদ্ধে অভিযান চলোৱাৰ নীতি গ্ৰহণ কৰিছিল। ১০০১ চনত তেওঁ পুনৰ আক্ৰমণ কৰি জয়পালক বন্দী কৰিলে। জয়পালে আত্মহত্যা কৰিলে। জয়পালৰ পুত্ৰ আনন্দপালে হিন্দু ৰজাসকলক একত্ৰিত কৰি সমূহীয়াভাৱে শত্ৰুৰ প্ৰতিৰোধ কৰাৰ আয়োজন কৰিলে। কিন্তু ভাৰতীয় সম্মিলিত বাহিনীৰ কিছুমান সাংগঠনিক দুৰ্বলতা আছিল। প্ৰথম কথা বহু ৰজাৰ অধীনস্থ বাহিনীবোৰ সম্মিলিত হ'ল যদিও কেন্দ্ৰীয়ভাৱে কোনো অধিনায়ক নাছিল সেই বাহিনীৰ। গতিকে সৈন্য সঞ্চালনত বেমেজালি ঘটিছিল। আনহাতে ভাৰতীয় ৰণনীতি আৰু সমৰ-কৌশলবোৰো আছিল পুৰণা ধৰণৰ। ভাৰতীয় বাহিনীয়ে যুদ্ধত হাতীৰ ব্যৱহাৰ কৰিছিল। হস্তীবাহিনীৰ ওপৰত নিৰ্ভৰো কৰিছিল অত্যধিক পৰিমাণে। কিন্তু যুদ্ধত হস্তীকুলৰ

ব্যৱহাৰ কেনে হ'ব কোনেও নিশ্চিত হ'ব নোৱাৰে। সঘনাই হস্তীযূথে বিভ্ৰাটৰ সৃষ্টি কৰে। যুদ্ধতো হ'ল সেয়েই। পেছোৱাৰৰ কাষত হোৱা সেই যুদ্ধত সৰু কিন্তু অতিশয় গতিশীল মুছলিম বাহিনীৰ হাতত ভাৰতীয় বাহিনীৰ শোচনীয় পৰাজয় ঘটিল। বিদেশী আক্ৰমণকাৰীৰ বাবে সম্পূৰ্ণ উন্মুক্ত হৈ গ'ল ভাৰতৰ প্ৰৱেশ-দ্বাৰ। ফলস্বৰূপে ১০০১ চনৰ পৰা ১০২৭ চনৰ ভিতৰত সোতৰবাৰ ভাৰত আক্ৰমণ কৰিলে চুলতান মাহমুদে। পশ্চিম ভাৰতৰ অৰ্দ্ধভাগ জুৰি বাৰম্বাৰ তুৰ্কী আক্ৰমণৰ অগনি জ্বলিল। লুণ্ঠিত হ'ল ৰাজপ্ৰাসাদ, অপবিত্ৰ কৰা হ'ল অসংখ্য মন্দিৰ। লুটৰ মাল বোজাই উট আৰু দাস-দাসীৰ সুদীৰ্ঘ লানিৰে পূৰ্ণ অসংখ্য কাৰাভান গুচি গ'ল ঘজনীলৈ। মাহমুদৰ এই লুণ্ঠন-অভিযানবোৰ বিস্তৃত হৈছিল কাথিৱাৰৰ প্ৰখ্যাত সোমনাথ মন্দিৰ আৰু বুন্দেলখণ্ডৰ চন্দেল্ল ৰাজ্যলৈও। ভাৰতৰ প্ৰাচীন আৰু প্ৰধান নগৰবিলাকৰ ভিতৰত কান্যকুব্জ আৰু মথুৰা অধিকাৰ কৰি লুণ্ঠন কৰিছিল মাহমুদে।

মাহমুদে ভাৰতত থাকিবলৈ লোৱা নাছিল। মুছলমান ঐতিহাসিকসকলে মাহমুদক ইছলামৰ ধ্বজাবাহক প্ৰচাৰক বুলি সাব্যস্ত কৰিবলৈ গৈ কৈছিল যে তেওঁৰ ভাৰত আক্ৰমণৰ মূল লক্ষ্য আছিল বিধৰ্মীবোৰক ইছলামলৈ ধৰ্মান্তৰিত কৰাই সমগ্ৰ ভাৰতত ইছলাম ধৰ্ম প্ৰচাৰ কৰা। কিন্তু বাস্তৱতে মাহমুদৰ ভাৰত অভিযানবোৰৰ লক্ষ্য আছিল বিজয় নহয়, ভাৰত লুণ্ঠনহে। কিন্তু উত্তৰ-পশ্চিম সীমান্ত প্ৰদেশ আৰু পঞ্জাব তেওঁ নিজৰ ৰাজ্যৰ লগত চামিল কৰিছিল। লগতে সিন্ধু প্ৰদেশৰ আৰব ৰাজ্যবোৰো। বহু কালৰ আগৰ পৰা সিন্ধুৰ সেই আৰব ৰাজ্যবোৰৰ ভাৰতৰ ৰাজনীতিত কোনো প্ৰভাৱ নাছিল। কান্যকুব্জত লুটপাত হোৱাৰ পিছত এশ বছৰ ধৰি ক্ৰমাৎ ক্ষমতা কমিবলৈ ধৰা এসময়ৰ মহৎ প্ৰতিহাৰ ৰাজবংশ সম্পূৰ্ণ ৰূপে লোপ পালে। প্ৰতিহাৰ বংশৰ শেষ উল্লেখযোগ্য ৰজা ৰাজ্যপালক পৰাস্ত কৰি সিংহাসনচ্যুত কৰিছিল চুবুৰীয়া চন্দেল্ল ৰজা বিদ্যাধৰে। এই চন্দেল্লসকল নিজেও পূৰ্বৰে পৰা প্ৰতিহাৰ সম্ৰাটৰ কৰতলীয়া আছিল আৰু মুছলিম আক্ৰমণত বিধ্বস্ত হৈ পৰা প্ৰতিহাৰসকলৰ দুৰ্দশাৰ পূৰ্ণ সুযোগ গ্ৰহণ কৰি নিজৰ ৰাজ্যৰ সীমা বহলাইছিল। কিন্তু বিজেতা মাহমুদক প্ৰতিৰোধ কৰাটো বিদ্যাধৰৰো সাধ্যৰ বাহিৰ আছিল বাবে বাধ্য হৈ মাহমুদক কৰভাৰ সোধাব লগাত পৰিছিল।

তাৰ পিছতো প্ৰায় ডেৰ শতাব্দীকাল উত্তৰ ভাৰত স্বাধীন হৈয়ে আছিল। বাৰানসী আৰু কান্যকুব্জত গাহৰোৱাল নামে এক নতুন ৰাজবংশই এখন সমৃদ্ধিশালী ৰাজ্য গঢ়ি তুলিছিল। ৰাজস্থানত চাহমান ৰাজবংশ প্ৰবল পৰাক্ৰমী হৈ উঠিছিল। প্ৰতিহাৰসকলৰ পতনৰ লগে লগে বুন্দেলখণ্ডত চন্দেল্ল ৰাজশক্তিও প্ৰবল হৈ উঠিছিল। গুজৰাটত মহাপ্ৰতাপেৰে ৰাজত্ব কৰিছিল চালুক্য বা চোলাঙ্কি বংশই। পৰমাৰ ৰাজবংশৰ তলত মালব এখন সমৃদ্ধিশালী ক্ষমতাশালী ৰাজ্য হৈ পৰিছিল। সেই বংশৰ সৰ্বশ্ৰেষ্ঠ ৰজাজন

অনেক বাহিনী আৰু কিম্বদন্তীৰ নায়ক ৰজা ভোজ (খ্ৰীঃ ১০১৮-১০৫৫)। ৰজা ভোজ মহাপণ্ডিত আছিল। তেওঁ অনেক নদীত বান্ধ দি কৃত্ৰিম হ্ৰদ নিৰ্মাণ কৰি জলসিঞ্চনৰ সুব্যৱস্থা কৰিছিল। মধ্যপ্ৰদেশত ৰাজত্ব কৰিছিল কালচুৰি বংশই। বঙ্গত পালবংশৰ সলনি ৰাজত্ব কৰিছিল সেনবংশী ৰজাসকলে। সেনৰজাসকল নৈষ্ঠিক হিন্দু আছিল আৰু বৌদ্ধধৰ্মৰ বিৰুদ্ধে পৰম্পৰাগত হিন্দু প্ৰতিৰোধ পুনৰ গঢ়ি তুলিছিল।

এইদৰে হিন্দুৰ স্বাধীনতাৰ বেলিমাৰৰ যুগত উত্তৰ ভাৰত আছিল ৰাজনৈতিক-ভাৱে আশাহীন আৰু বহু ভাগত বিভক্ত। ইয়াত প্ৰধান প্ৰধান ৰাজবংশবোৰৰহে নাম লোৱা হৈছে। কিন্তু এইবোৰৰ বাহিৰেও অনেক সৰু সৰু ৰজা আছিল যিবিলাক নামত শক্তিশালী প্ৰতিবেশী ৰাজ্যবোৰৰ কৰতলীয়া আছিল যদিও প্ৰকৃতপক্ষে নিজৰ নিজৰ ৰাজ্যখণ্ডত স্বাধীন আছিল আৰু প্ৰত্যেকে সুযোগ পালেই প্ৰভুৰাষ্ট্ৰৰ বিৰুদ্ধে বিদ্ৰোহ কৰিবলৈ সাজু আছিল। চুলতান মাহমুদৰ বাৰম্বাৰ আক্ৰমণ প্ৰত্যক্ষ কৰিও ভাৰতৰ তেতিয়াৰ ৰক্ষণশীল নৃপতিসকলে সেইবোৰৰ পৰা একো নিশিকিলে। তেওঁলোকে পৰস্পৰৰ মাজত সহযোগৰ দ্বাৰা সুসংহত সামৰিক প্ৰতিৰোধ গঢ়ি তোলাত অক্ষম হৈয়েই থাকিল। সমৰ-কৌশলৰ দিশতো তেওঁলোকৰ বিশাল সৈন্যবাহিনীবোৰৰ গতি মন্থৰ আৰু সৈন্য-সঞ্চালন দক্ষতাহীন হৈয়ে থাকিল। বাৰ শতিকাৰ শেহৰফালে উত্তৰ ভাৰতৰ তিনিজন প্ৰধান ৰজা পৃথ্বীৰাজ চাহমান, জয়চন্দ্ৰ গাঢ়োৱাল আৰু পৰমাৰ্দিদেৱ চন্দেল্ল তিনিকোণীয়া যুদ্ধত প্ৰবৃত্ত হৈছিল।

ইতিমধ্যে আফগানিস্থানত মাহমুদৰ বংশৰ সলনি নতুন এক তুৰ্কী ৰাজবংশই প্ৰতিষ্ঠা লাভ কৰিছিল। ১১৭৩ খ্ৰীষ্টাব্দত ঘোৰৰ ৰজা গিয়াছুদ্দিনে ঘজনী দখল কৰি নিজৰ ৰাজ্যৰ লগত চামিল কৰি ল'লে। তেওঁৰে ভায়েক চাহাবুদ্দিন বা মহম্মদ ঘোৰীয়ে পঞ্জাব আৰু সিন্ধুৰ পূৰ্বৰ ঘজনীৰ অধিকাৰভুক্ত ৰাজ্যবোৰ দখল কৰিবলৈ অভিযান কৰি আহি সেই কাম সমাধা হোৱাৰ পিছত কাষৰীয়া হিন্দু ৰাজ্যবোৰলৈ চকু দিলে। এইবাৰ প্ৰতিৰোধত আগভাগ ল'লে পৃথ্বীৰাজে। তেওঁ স্থানীয় সকলো বিবাদ সামৰি সষ্টম হ'ল বিদেশী শত্ৰুৰ সম্মুখীন হ'বলৈ। ১১৯১ খ্ৰীষ্টাব্দত এসময়ত সম্ৰাট হৰ্ষবৰ্দ্ধনৰ ৰাজধানী থানেশ্বৰৰ পৰা নাতিদূৰৰ তৰাইনত ভাৰতীয় আৰু মহম্মদ ঘোৰীৰ বাহিনী যুদ্ধত প্ৰবৃত্ত হ'ল। বিদেশী আক্ৰমণকাৰী বাহিনী পৰাস্ত হ'ল। কিন্তু পিছৰ বছৰ আগতকৈও ডাঙৰ এক সৈন্যবাহিনী লৈ পুনৰ আক্ৰমণ কৰিলে ঘোৰীয়ে। এইবাৰ শত্ৰুৰ অশ্বাৰোহী তীৰন্দাজ সৈন্যৰ হাতত বিপৰ্যস্ত হৈ হিন্দু বাহিনীৰ পৰাজয় হ'ল আৰু পৃথ্বীৰাজৰ যুদ্ধত মৃত্যু হ'ল। পৃথ্বীৰাজৰ নাম কিন্তু ৰাজপুত কিম্বদন্তীত অজৰ অমৰ হৈ থাকিল তেওঁৰ বীৰ মহিমাবোধ আৰু সাহসৰ বাবে। এতিয়াও তেওঁ বহুতো লোক-কাহিনী-গীতৰ নায়ক।

মহম্মদে স্বদেশলৈ প্ৰত্যাৱৰ্তন কৰি ভাৰত-বিজয়ৰ দায়িত্ব অৰ্পণ কৰি থৈ গ'ল তেওঁৰ সেনাপতিবিলাকৰ ওপৰত। এই সেনাপতিসকলৰে প্ৰধানজন কুটুবুদ্দিন আইবাকে চাহমান ৰাজ্যৰ গুৰুত্বপূৰ্ণ দিল্লী নগৰ অধিকাৰ কৰি নিজৰ ৰাজধানী পাতে। আন এজন সেনাপতি মহম্মদ ইবন্ বক্তিয়াৰে গঙ্গা উপত্যকাত অভিযান চলাই বিহাৰ অধিকাৰ কৰে আৰু বহুতো বৌদ্ধ ভিক্ষুক বধ কৰে। তাৰ পিছতে তেওঁ অনায়াসে বঙ্গ অধিকাৰ কৰে। ১২০৩ চনত বুন্দেলখণ্ডৰ চন্দেল্ল ৰাজ্যৰ পতন ঘটে। ১২০৬ চনত তেওঁৰ ককায়েকৰ মৃত্যুৰ পিছত ঘোৰৰ সিংহাসনত বহা মহম্মদ গুপ্তঘাতকৰ হাতত নিহত হোৱাত তেওঁৰ সেনাপতি কুটুবুদ্দিন আইবাক দিল্লীৰ প্ৰথম চুলতান হয়। কুটুবুদ্দিন আছিল মুক্তিপ্ৰাপ্ত ক্ৰীতদাস।

ৰাজস্থান আৰু আন আন দূৰৱৰ্তী হিন্দু ৰাজ্যবোৰ বৰ্তি থাকিল। আৰু ভিতৰৰে কিছুমানে কোনো কোনো নিজ ৰাজ্যৰ সীমা সম্প্ৰসাৰণত উদ্যোগী, প্ৰতাপী চুলতানক কৰ-কাটল দিবলগীয়া হৈছিল যদিও প্ৰকৃততে স্বাধীনেই আছিল। আনহাতে দুৰতিক্ৰম্য প্ৰাকৃতিক সীমাৰে আবৃত কাশ্মীৰ, নেপাল, অসম আৰু উৰিষ্যাই নিজৰ স্বাধীনতা অক্ষুণ্ণ ৰাখিবলৈ সক্ষম হৈছিল। এইকেইখন ৰাজ্য দৰাচলতে সদায় স্বাধীনেই আছিল। মাজে মাজে কেতিয়াবাহে উত্তৰ ভাৰতীয় সমভূমিৰ কোনো প্ৰতাপী ৰজাক কৰভাৰ সোধাই অধীনতা স্বীকাৰ কৰিবলগীয়া হ'লেও ভাৰতৰ ৰাজনীতিত এইবিলাক ৰাজ্যৰ কোনো কোনো প্ৰত্যক্ষ ভূমিকা নাছিল আৰু ভাৰতৰ ৰাজনীতিৰ দ্বাৰা সেই ৰাজ্যবোৰৰ আভ্যন্তৰীণ ৰাজনীতিও প্ৰভাৱিত হোৱা নাছিল। এতিয়াৰ পৰা একেবাৰে ওঠৰশ শতিকালৈকে উত্তৰ ভাৰত মুছলিম শাসন-কৰ্তাসকলৰ অধীনত থাকিল। আৰু হিন্দু সভ্যতাৰ স্বৰ্ণযুগৰ সমাপতি ঘটিল।

## মধ্য যুগত দক্ষিণ ভাৰত

উত্তৰ ভাৰতত গুপ্তযুগৰ প্ৰায় পাছৰ পৰাই হিন্দু সভ্যতা-সংস্কৃতিৰ অধোগতি আৰম্ভ হোৱা পৰিলক্ষিত হৈছিল যদিও দাক্ষিণাত্যত হিন্দু সভ্যতা-সংস্কৃতিৰ উন্নতি আৰু অগ্ৰগতি অব্যাহত আছিল। তেতিয়ামানে আৰ্য প্ৰভাৱ সমগ্ৰ উপদ্বীপতে বিয়পি পৰিছিল। দক্ষিণ ভাৰতত আৰ্য আৰু দ্ৰাবিড় সভ্যতাৰ সংমিশ্ৰণৰ ফলত প্ৰচুৰ জীৱনী শক্তিযুক্ত এক সাংস্কৃতিক সমন্বয় সম্ভৱ হৈছিল। সেই সমন্বিত সংস্কৃতিৰ ধাৰাই সমগ্ৰ ভাৰতীয় সভ্যতাৰ ওপৰতে এক বলিষ্ঠ আৰু কল্যাণকাৰী সৰ্বময় প্ৰভাৱ পেলাইছিল।

দাক্ষিণাত্যত সেই যুগত ৰাজনৈতিক শক্তিৰ কেন্দ্ৰ আছিল দুটা। এটা আছিল দাক্ষিণাত্যৰ পশ্চিম দিশে আৰু আনটো আছিল কৰমণ্ডল উপকূলৰ চোল ৰাজ্যত।

মধ্যযুগীয় দাক্ষিণাত্যৰ ৰাজনৈতিক ইতিহাস সেইবাবে প্ৰধানকৈ এই দুই দেশখণ্ডৰ শাসনকৰ্তা ৰাজবংশবিলাকৰ মাজত হোৱা সংগ্ৰামৰ ইতিহাস। অন্যান্য সৰু-সুৰা ৰাজ্যও আছিল। সেইবিলাক সাধাৰণতে এই দুই শক্তিৰ কৰতলীয়া আছিল যদিও তাৰ মাজতে একো একোখন ৰাজ্য বৰ ক্ষমতাশালী হৈ উঠাৰ দৃষ্টান্তও আছে।

দাক্ষিণাত্যৰ উত্তৰ অঞ্চলত এসময়ত দুৰ্দান্ত প্ৰতাপেৰে ৰাজত্ব কৰা বাকাটক ৰাজবংশৰ বিলুপ্তি ঘটিছিল গুপ্তবংশৰ প্ৰায় লগে লগেই। ষষ্ঠ শতাব্দীৰ মাজভাগত দাক্ষিণাত্য উপত্যকাৰ পশ্চিম আৰু মধ্য অঞ্চল শাসন কৰিছিল চালুক্য ৰজাসকলে হায়দৰাবাদৰ বৰ্তমানে বাদামি বুলি খ্যাত তেতিয়া বাতাপি নগৰৰ পৰা। চালুক্য বংশৰ সৰ্বশ্ৰেষ্ঠ ৰজা দ্বিতীয় পুলকেশী (খ্ৰীঃ ৬০৯ (?) — ৬৪২) হৰ্ষবৰ্দ্ধনৰ প্ৰায় সমসাময়িক আছিল। তেওঁ হৰ্ষৰ দাক্ষিণাত্য অভিযান ব্যৰ্থ কৰিবলৈ সমৰ্থ হৈছিল যদিও নিজেই তেওঁৰ ৰাজত্বৰ শেহৰফালে কাঞ্চীৰ (বৰ্তমানৰ কাঞ্জীভৰম) পল্লৱ বংশীয় ৰজা নৰসিংহবৰ্মনৰ হাতত পৰাজয় বৰণ কৰিছিল। পল্লৱ ৰজাসকলে চতুৰ্থ শতিকাৰ পৰাই ৰাজত্ব কৰি আহিছিল। দক্ষিণ ভাৰতত বহুতো আৰ্য অনুষ্ঠান-প্ৰতিষ্ঠান স্থাপন আৰু উন্নয়ন কৰোঁতা আৰু বিশেষকৈ অনেক বৃহৎ আৰু মহৎ মন্দিৰ নিৰ্মাতা হিছাপে পল্লৱ ৰজাসকল বিখ্যাত।

সপ্তম শতাব্দীত চালুক্যসকল পূব আৰু পশ্চিম দুটা শাখাত বিভক্ত হ'ল। তাৰ পিছৰ শতাব্দীত পশ্চিমে ৰাজত্ব কৰা চালুক্য বংশক উৎখাত কৰি ৰাষ্ট্ৰকুটসকলে মান্যখেত (বৰ্তমানৰ হায়দৰাবাদৰ মালখেড) নগৰৰ পৰা দেশ শাসন কৰিছিল। সমৰকুশল ৰাষ্ট্ৰকুটসকলে নৰ্মদা অতিক্ৰম কৰি বহুবাৰ উত্তৰ ভাৰত আক্ৰমণ কৰিছিল। খ্ৰীঃ ৯৭৩ ত পুৰণা চালুক্য বংশৰে নতুনকৈ মূৰ দাঙি উঠা এটা ঠালে ৰাষ্ট্ৰকুট বংশক উচ্ছেদ কৰি কল্যাণীৰ পৰা সমগ্ৰ দাক্ষিণাত্যজোৰা সাম্ৰাজ্য শাসন কৰিছিল দ্বাদশ শতিকাৰ শেহলৈকে। তাৰ পিছতে তেওঁলোকৰ সাম্ৰাজ্য ভাগি তিনিটা ৰাজশক্তিৰ হস্তগত হয়। তেওঁলোক আছিল দাক্ষিণাত্যৰ উত্তৰ দিশৰ দেৱগিৰি যাদৱ বংশ, পূব দিশৰ তেলুগু ভাষা-ভাষী বাৰেঙ্গল অঞ্চলত কাকতীয়সকল আৰু মহীশূৰৰ দোৰসমুদ্ৰ অঞ্চলৰ হয়ছলবংশ।

কাঞ্চীৰ পল্লৱসকলৰ শক্তিও পৰি আহিছিল যদিও নৱম শতিকাৰ শেহলৈকে ৰাজত্ব কৰি আছিল। তেনেতে তাঞ্জোৰৰ দুই চোলবংশীয় ৰজা ১ম আদিত্য (আনুমানিক ৮৭০-৯০৬ খ্ৰীঃ) আৰু ১ম পৰান্তকে (আনু. খ্ৰীঃ ৯০৬-৯৫৩) পল্লৱ ৰাজ্য জয় কৰি নিজৰ ৰাজ্যত চামিল কৰি লয়। তামিল ইতিহাসৰ তিনিখন প্ৰধান ৰাজ্যৰ অন্যতম চোল ৰাজ্য বহু শ বছৰ ধৰি পল্লৱসকলে পদানত কৰি ৰাখিছিল। এইবাৰ চোলৰাজ্য পুনৰ মূৰ দাঙি উঠিল আৰু পিছৰ তিনিশ বছৰ ধৰি কৰমণ্ডল উপকূল আৰু পূব দাক্ষিণাত্য মহাপ্ৰতাপেৰে শাসন কৰি থাকি নিজৰ প্ৰজাবৰ্গক সম্পূৰ্ণ নিৰাপত্তা দিয়াৰ

উপৰি সামাজিক আৰু সাংস্কৃতিক ক্ষেত্ৰত বহুতো উন্নতি কৰিছিল। চোলবংশৰ শ্ৰেষ্ঠ ৰজাসকলৰ ভিতৰত ১ম ৰাজৰাজ (৯৮৫-১০১৪) আৰু ১ম ৰাজেন্দ্ৰৰ (১০১৪-১০৪২) দিনতে চোলসকলৰ শক্তিয়ে শীৰ্ষবিন্দু স্পৰ্শ কৰিছিলগৈ। প্ৰথমজনে সিংহল দ্বীপ জয় কৰিছিল। দ্বিতীয়জনে স্থল-পথেৰে দিগ্বিজয় কৰিছিল গংগাৰ মোহনা পৰ্যন্ত। তদুপৰি নৌ-পথেৰে অভিযান চলাই ব্ৰহ্মদেশ, মালয় আৰু সুমাত্ৰাৰ অংশবিশেষ অধিকাৰ কৰিছিল। এই নৌ-অভিযানবোৰৰ মুখ্য উদ্দেশ্য আছিল সম্ভৱতঃ ইণ্ডোনেছিয়াৰ তেতিয়াৰ ৰজাবিলাকৰ জলদস্যুবৃত্তি বন্ধ কৰা। সেই সময়ত দক্ষিণ ভাৰত আৰু চীনৰ মাজত সমুদ্ৰ-পথেৰে চলা বাণিজ্যত বিঘিনিৰ সৃষ্টি কৰিছিল ইণ্ডোনেছিয়াৰ কিছুমান ৰজাৰ পৃষ্ঠপোষকতাত এই জলদস্যুবিলাকে। দক্ষিণ-পূব এছিয়াত চোলসকলৰ অধিকাৰ অৱশ্যে বেছি দিন বৰ্তি নেথাকিল। কিন্তু ৰাজেন্দ্ৰৰ এই নৌ-অভিযান ভাৰতৰ ইতিহাসতে এক উল্লেখযোগ্য ঘটনা।

চোলসকলে উত্তৰ শ্ৰীলংকাৰ ওপৰত নিজৰ আধিপত্য ১০৭০ খ্ৰীষ্টাব্দলৈকে সাব্যস্ত কৰি আছিল যদিও সেই সময়তে সিংহলৰ ৰজা ১ম বিজয়বাহুৱে চোলবোৰক নিজৰ দেশৰ পৰা খেদি পঠায়। তাৰ পিছৰ পৰাই চোলসকলৰ শক্তি কমিবলৈ ধৰে। মাদুৰাইৰ পাণ্ড্য ৰজাসকলে আগৰে পৰা স্বাধীনতাৰ বাবে বাৰম্বাৰ চেষ্টা চলায়েই আছিল। আনহাতে চালুক্যবিলাকেও চোলৰাজ্যৰ ওপৰত আক্ৰমণ আৰম্ভ কৰিছিল। সিংহলৰ ৰজা বিজয়বাহুৰ দিনত সেই দ্বীপ-দেশৰ প্ৰভূত উন্নতি হৈছিল আৰু সকলো ক্ষেত্ৰতে কৃতকাৰ্যতা লাভ কৰিছিল। সিংহলৰ সৰ্বশ্ৰেষ্ঠ নৃপতি প্ৰথম পৰাক্ৰমবাহুৰ ৰাজত্ব কালত (১১৫৩-১১৮৬) দেশৰ সেই সৰ্বময় উন্নতি আৰু সমৃদ্ধিৰ গৌৰৱোজ্জ্বল স্বৰ্ণযুগ ৰচিত হৈছিল। পৰাক্ৰমবাহুৰ ঐশ্বৰ্য-বিভূতি আৰু কৃতকাৰ্যতাৰ চিহ্ন এতিয়াও তেওঁৰ ৰাজধানী প্ৰাচীন পোলোন্নাৰুৱাৰ ভগ্নাৱশেষবোৰত দেখিবলৈ পোৱা যায়। সিংহলৰ ওপৰত তামিলবিলাকৰ সঘন আক্ৰমণ হৈ থাকোতে পুৰণা ৰাজধানী অনুৰাধাপুৰৰ পৰা ৰাজধানী তুলি নি পোলোন্নাৰুৱাত পতা হৈছিল। পৰাক্ৰমবাহুৱে তামিলবোৰক প্ৰতিহত কৰাতেই ক্ষান্ত নেথাকি ভাৰতৰ উপকূলৰেখা অতিক্ৰম কৰি কিছুদিনৰ বাবে খাচ মাদুৰাই নগৰকে দখল কৰিছিল। সেই সময়ত পাণ্ড্যবিলাকৰ বিদ্ৰোহত জ্বলা-কলা হোৱা চোল ৰজাই তেওঁক বাধা দি ৰাখিব পৰা নাছিল।

কিন্তু তেওঁলোকৰ শক্তিৰ অৱনতি হোৱা সত্ত্বেও চোলসকলে তেওঁলোকৰ সাম্ৰাজ্যৰ মধ্যভাগত— কাঞ্চী আৰু তাঞ্জোৰৰ নিকটবৰ্তী এলেকাত— নিজৰ আধিপত্য অক্ষুণ্ণ ৰাখিছিল। চোল ৰাজত্ব কালৰ ৰাজনৈতিক স্থিৰতা আৰু বিদেশী আক্ৰমণৰ পৰা নিৰাপত্তাই তামিল সংস্কৃতিৰ সৰ্বপ্ৰকাৰ উন্নতিৰ পথ সুগম কৰিছিল। সেই সময়ত ৰজাই দান-অনুদান দিয়া বহু লিপিৰ পৰা সাম্ৰাজ্যৰ সবল অৰ্থনীতিৰ বিষয়ে সঠিক

ধাৰণা কৰিব পাৰি। প্ৰশাসনীয় দিশতো চোল সম্ৰাজ্য স্থানীয় প্ৰশাসনীয় পৰিষদবিলাকৰ গঠনৰ বাবে এককভাৱে উল্লেখনীয়। গাঁও আৰু জিলা পৰ্যাযৰ এই স্থানীয় লোকেৰে গঠিত পৰিষদবিলাক যথেষ্ট কাৰ্যক্ষম আছিল। যদিও সেইবোৰ কেন্দ্ৰীয় চৰকাৰৰ তত্ত্বাৱধানতে চলিছিল, গণতান্ত্ৰিক পদ্ধতিৰে গঠিত নাছিল তথাপি সেইবোৰ অতি জনপ্ৰিয় আছিল।

ত্ৰয়োদশ শতাব্দীত চোলবিলাকৰ পতন ঘটে। তেওঁলোকৰ সাম্ৰাজ্য মহীশূৰৰ হয়ছল আৰু মাদুৰাইৰ পুনৰুত্থিত পাণ্ড্যসকলৰ মাজত বিভাজিত হ'ল। কিন্তু এতিয়া দাক্ষিণাত্যৰ বিপদ ঘনীভূত হ'ল উত্তৰ ভাৰতত ইতিমধ্যে প্ৰায় সৰ্বময় প্ৰভুত্ব স্থাপন কৰি নিগাজি হোৱা ইছলামৰ সামৰিক শক্তিৰ দক্ষিণমুখী সম্প্ৰসাৰণ অভিযানৰ পৰা। দিল্লীৰ পৰাক্ৰমী চুলতান আলা-উদ-দিন খলজীৰ (১২৯৬-১৩১৫) শাসন-কালত দক্ষিণ ভাৰতত তেওঁৰ পৰা শক্তিশালী সেনাপতি মালিক কাফুৰে এলানি সফল অভিযান চলাই দাক্ষিণাত্যৰ সকলো ৰাজ্য ছিন্নভিন্ন কৰি অধিকাৰ কৰিছিল। মালিক কাফুৰ নিজে আছিল ধৰ্মান্তৰিত হিন্দু আৰু নপুংসক। সেইবোৰ অভিযানৰ ফলত একেবাৰে দক্ষিণৰ মাদুৰাইতো মুছলিম চুলতানৰ অধিকাৰ প্ৰতিষ্ঠিত হৈছিল কিছু কালৰ বাবে।

কিন্তু দ্ৰাবিড়সকল যেনেকৈয়ে নহওক বেছিদিন পৰাধীন হৈ নেথাকিল। মালিক কাফুৰৰ অভিযানৰ কেইবছৰমানৰ ভিতৰতে, ১৩৩৬ চনত বিজয়নগৰত এখন স্বাধীন হিন্দুৰাজ্য প্ৰতিষ্ঠিত হ'ল তুংগভদ্ৰা নদীৰ পাৰত। দাক্ষিণাত্যৰ উত্তৰ দিশৰ বাহমনি ৰাজ্যৰ চুলতানসকলৰ লগত দুৰ্ঘোৰ ৰণত প্ৰবৃত্ত হৈ থাকিও এই বিজয়নগৰ ৰাজ্যই কৃষ্ণা নদীৰ পৰা দক্ষিণলৈ উপদ্বীপৰ সমগ্ৰ ভূখণ্ডৰ সকলো ৰাজ্যৰে ওপৰত সৰ্বাধিপত্য সুনিশ্চিত কৰিলে। তেওঁলোকে মুছলিম শত্ৰুপক্ষৰ ৰণকৌশল কিছু পৰিমাণে আয়ত্ত কৰি ষোড়শ শতিকাৰ মাজভাগলৈকে নিজৰ ৰাজ্য আৰু শক্তি অক্ষুণ্ণ ৰাখিলে আৰু কিঞ্চিৎ কম শক্তিৰে তাৰো বহুত পিছলৈকে নিজৰ অস্তিত্ব বজাই ৰাখিবলৈ সমৰ্থ হ'ল। বিজয়নগৰৰ ৰাজধানী নগৰৰ বিপুল ঐশ্বৰ্য আৰু জাকজমকতাৰ বিষয়ে ইউৰোপীয়ান পৰ্যটকসকলৰ বৰ্ণনাৰ পৰা ভালদৰে জানিব পৰা যায়। পোন্ধৰ শতিকাত ভাৰত ভ্ৰমণ কৰা ইটালিৰ পৰ্যটক নিক'লো ডেই কণ্টিৰ টোকাৰ পৰা বিজয়নগৰৰ বিষয়ে জানিব পাৰি। আনহাতে গোৱাত পৰ্তুগীজ উপনিৱেশ স্থাপিত হোৱাৰ প্ৰায় এশ বছৰৰ পিছত দুজন পৰ্তুগীজ ভ্ৰমণকাৰী পাযেজ আৰু নুনিজৰ লেখাৰ পৰাও সমসাময়িক বিজয়নগৰৰ বিষয়ে সংবাদ পোৱা যায়। এই আটাইকেইজনেই বিজয়নগৰৰ ৰাজধানীৰ বিপুল সম্পদ আৰু ৰাজসভাৰ পয়োভৰ দেখি বিস্ময় মানিছিল।

বিজয়নগৰৰ মহান ৰজা কৃষ্ণদেৱ ৰায় বৰ প্ৰতাপী আছিল। কৃষ্ণদেৱ ৰায়ৰ ৰাজত্ব কাল (১৫০৯-১৫২৯) আৰু অলপ দীঘলীয়া হোৱা হ'লে তেওঁ দাক্ষিণাত্যৰ পৰা মুছলমান শক্তি বহিষ্কাৰ কৰিব পাৰিলেহেঁতেন। তেওঁৰ বিষয়ে পায়েজে যেনে অবাৰিত প্ৰশংসা নিজৰ লেখাত কৰিছে প্ৰাচ্যদেশীয় কোনো নৃপতিৰ বিষয়ে ইউৰোপীয় পৰ্যটকে তেনেদৰে লেখাৰ দৃষ্টান্ত বিৰল ঃ

"তেওঁক ভয় নকৰা মানুহ নাছিল। কিন্তু ৰজা হিছাপে ৰাজোচিত সকলো গুণৰে গৰাকী আছিল তেওঁ। সদায় প্ৰফুল্ল চিত্ত ৰজাই আমোদ-প্ৰমোদ ভাল পাইছিল। বিদেশী লোকৰ প্ৰতি সদায় সদয় ভাব দেখুৱাইছিল আৰু সন্মানসহকাৰে ব্যৱহাৰ কৰিছিল।. . যেনে অৱস্থাৰেই মানুহ নহওক তেওঁলোকৰ বিষযে সকলো কথা জানিবলৈ বিচাৰিছিল। তেওঁ আছিল মহান শাসনকৰ্তা আৰু অতি ন্যায়পৰায়ণ। মাজে মাজে কিন্তু তেওঁৰ অমূৰ্তক খং উঠিছিল। ৰজা হিছাপে তেওঁ আছিল অন্য সকলোৰে ওপৰত। তেওঁৰ সৈন্যবাহিনীৰ বিপুল শক্তি আৰু তেওঁৰ বিস্তীৰ্ণ সাম্ৰাজ্যই তেওঁৰ শ্ৰেষ্ঠত্ব প্ৰতিপন্ন কৰিছিল। কিন্তু তেওঁৰ গুণৰাশিৰ তুলনা আছিল তেওঁ নিজেই, ইমান সম্পূৰ্ণ আৰু অদ্বিতীয আছিল তেওঁ সকলো ক্ষেত্ৰতে।"

পাযেজে বিজয়নগৰ ভ্ৰমণ কৰিছিল কৃষ্ণ-দেৱ ৰাযৰ ৰাজত্ব কালত। তেওঁ ৰাজ্যৰ প্ৰজাবৰ্গৰ সুখ-সম্পদৰ কথা আৰু সকলো দ্ৰব্যৰ কম মূল্যৰ কথা উল্লেখ কৰিছে। কিন্তু দ্বিতীযজন পৰ্টুগীজ ভ্ৰমণকাৰী নুনিজে বিজয়নগৰ ভ্ৰমণ কৰিছিল কৃষ্ণদেৱ ৰায়ৰ উত্তৰাধিকাৰী অচ্যুতৰ (১৫২৯-১৫৪২) শাসন-কালত। নুনিজে কিন্তু পায়েজৰ দৰে বিজয়নগৰৰ অৱস্থা সম্বন্ধে উচ্চ ধাৰণা ল'ব পৰা নাছিল। তেওঁ লিখিছে যে ৰজাৰ কৰ্মচাৰী-বিষয়াসকল বৰ ক্ষমতাশালী হৈ উঠিছিল আৰু সাধাৰণ মানুহৰ ওপৰত বহু অত্যাচাৰ চলিছিল। তাৰ পৰা বুজা যায় যে মহাৰাজ কৃষ্ণদেৱ ৰায়ৰ জনহিতকাৰী উচ্চমানৰ শাসন তেওঁৰ মৃত্যুৰ পাছত ব্যাহত হৈছিল। তেওঁৰ উত্তৰাধিকাৰী ৰজাসকল তেওঁতকৈ বহু নিম্নমানৰ আছিল। তেওঁলোক উত্তৰৰ মুছলিম চুলতানবিলাকৰ সৈতে অযথা ৰাজনৈতিক ছল-চাতুৰিত জড়িত হৈ পৰিছিল তেওঁলোকৰ মহান পূৰ্বসূৰী কৃষ্ণদেৱ ৰায়ৰ দিনত বিজয়নগৰে আৰ্জন কৰা নাম-যশৰ ওপৰত নিৰ্ভৰ কৰিয়েই। ১৫৬৫ খ্ৰীষ্টাব্দত বিজযনগৰৰ নামমাত্ৰ ৰজা ৰামৰাজৰ দিনত তালিকোটৰ যুদ্ধত দাক্ষিণাত্যৰ চুলতানসকলৰ এক সন্মিলিত বাহিনীৰ হাতত বিজয়নগৰৰ শোচনীয় পৰাজয় ঘটিল। মহান বিজয়নগৰ ৰাজধানী সম্পূৰ্ণৰূপে লুণ্ঠিত আৰু বিধ্বস্ত হ'ল আৰু ফলস্বৰূপে বিজয়নগৰ সাম্ৰাজ্যৰ গৌৰৱো অস্তমিত হ'ল।

বিজয়নগৰেই আছিল পুৰণা ধৰণৰ শেষখন হিন্দু ৰাষ্ট্ৰ। ইয়াৰ পিছত পশ্চিম দাক্ষিণাত্যত সপ্তদশ শতাব্দীৰ শেষৰ ফালে জাগৃত হোৱা মাৰাঠা শক্তিয়ে ওঠৰ শতিকাৰ

ভাৰতীয় ৰাজনীতিত বলিষ্ঠ আৰু গুৰুত্বপূৰ্ণ ভূমিকা লৈছিল। কিন্তু সেই বিষয় আমাৰ আলোচনালৈ নাহে।

দাক্ষিণাত্য উপদ্বীপৰ ইতিহাসত এই কালছোৱাৰ গুৰুত্ব প্ৰধানকৈ সাংস্কৃতিক, ধৰ্মীয় ক্ষেত্ৰতহে— মহীশূৰ আৰু দক্ষিণ ভাৰতৰ অন্যান্য অঞ্চলত এসময়ত জৈন ধৰ্মৰ প্ৰভাৱ অতি বেছি আছিল। প্ৰায়ে ৰাজকীয় পৃষ্ঠপোষকতা লাভ কৰি ই প্ৰায় ৰাষ্ট্ৰীয় ধৰ্ম হিছাপে গণ্য হৈছিল। কিন্তু তামিল দেশত এই যুগতে এক নতুন ধৰ্মীয় উচ্ছ্বাসপূৰ্ণ ভক্তিমূলক ঈশ্বৰ-তত্ত্বৰ প্ৰতি মানুহৰ ধাউতি বঢ়া পৰিলক্ষিত হৈছিল। আধ্যাত্মিক প্ৰেৰণা মানুহে বিচাৰিবলৈ লৈছিল স্থানীয় দেশীয় ভাষাত ৰচিত গীত-মাতৰ পৰাহে। প্ৰাচীন বেদাদি পবিত্ৰ সংস্কৃত ধৰ্মগ্ৰন্থৰ পৰা নহয়। এই নতুন ভক্তি-আন্দোলনেই পিছৰ যুগত সমগ্ৰ ভাৰতৰ মানুহৰ বাবেই এক জনপ্ৰিয় ধৰ্মীয় চেতনাৰ সূচনা কৰিছিল। এই ভক্তিধৰ্মৰ ধাৰা প্ৰব্ৰজিত হৈছিল পিছলৈ ধৰ্মীয় ভাবধাৰা প্ৰচাৰৰ কাৰ্যত নিজকে উছৰ্গা কৰা ধৰ্মগুৰুসকলৰ জৰিয়তে সমগ্ৰ ভাৰত উপমহাদেশৰ সকলো অংশলৈ মধ্যযুগৰ শেষৰ ভাগত। দ্ৰাবিড় দেশৰ মধ্যযুগীয় ধৰ্মগুৰু আৰু দাৰ্শনিকসকলৰ এই মহৎ কাৰ্যাৱলীৰ বিষয়ে পিছৰ এটা অধ্যায়ত আলোচনা কৰা হ'ব।

এতিয়ালৈকে সংক্ষিপ্তভাৱে হিন্দু যুগৰ ভাৰতৰ ৰাজনৈতিক ইতিহাসৰ যিখিনি আলোচনা কৰা হ'ল তাৰ পৰা এটা কথা স্পষ্ট হৈছে যে ভাৰতত বহু সংখ্যক দুঃসাহসিক অভিযানকাৰী আৰু অমিতবিক্ৰমী দিগ্বিজয় বীৰৰ সৃষ্টি হৈছিল। পৰৱৰ্তী অধ্যায়বোৰত আমি দেখিম যে তেওঁলোকে ৰাজনৈতিক ক্ষমতা অৰ্জন কৰা আৰু তাক কঠোৰতাৰে 'সংৰক্ষণ কৰাত ব্ৰতী হৈছিল। সেইটো আছিল তেওঁলোকৰ ৰাজনৈতিক ক্ৰিয়া-কলাপৰ অৱশ্যমান্য কৰ্মকাণ্ডৰ অন্তৰ্গত কাৰ্যসূচী। একমাত্ৰ মৌৰ্যযুগৰ বাহিৰে ভাৰতে কোনোকালে সামগ্ৰিকভাৱে ৰাজনৈতিকভাৱে একত্ৰিত হ'ব পৰা নাছিল। প্ৰাচীন কালৰ ভাৰতীয় ৰাষ্ট্ৰীয় শাসন-ব্যৱস্থাত থকা সুসংগঠিত আৰু সু-নিয়ন্ত্ৰিত শাসন-ব্যৱস্থা পিছৰ যুগৰ আন্তঃৰাষ্ট্ৰীয় সম্বন্ধ নিৰ্বাহ কৰাত দেখা পোৱা নগৈছিল। অঞ্চলবিশেষৰ মানুহৰ প্ৰকৃতিগত বিদ্ৰোহাত্মক কাৰ্যই ৰাজনৈতিক ঐক্য প্ৰায় অসম্ভৱ কৰি তুলিছিল। যুদ্ধক্ষেত্ৰ, ধৰ্মযুদ্ধ আৰু ন্যায় আচৰণৰ বিধিয়ে তাৰ আংশিক উপশম ঘটাইছিল যদিও সেইবোৰ ধৰ্মনীতি বা ন্যায়নীতি যে সদায় পালন কৰা হৈছিল সেইটোও নহয়। এই বিদ্ৰোহাত্মক কাৰ্যৰ প্ৰতি স্পৃহা আৰু লগতে মধ্যযুগীয় ৰক্ষণশীলতা এই দুটাই আছিল হিন্দু ভাৰতৰ প্ৰধান দুৰ্বলতা যাৰ বাবে ভাৰত বাৰম্বাৰ বিদেশী আক্ৰমণকাৰীৰ লক্ষ্য হৈ পৰিছিল। এই বহিৰাগত আক্ৰমণকাৰীবিলাকৰ ভিতৰৰ মধ্য এছিয়াৰ পৰা অহা বৰ্বৰ জনজাতীয়

আক্ৰমণকাৰীবোৰ ভাৰতৰ হিন্দু জাতিসত্তাৰ লগত সম্পূৰ্ণ বিলীন হৈ গ'ল আত্মীকৰণৰ পদ্ধতিৰ জৰিয়তে। কিন্তু বহিৰাগত মুছলিম আক্ৰমণকাৰীৰ ধৰ্ম আছিল কঠোৰভাৱে আৰু নিশ্চিতভাৱে বিধিবদ্ধ। সৰ্বগ্ৰাসী হিন্দু সংস্কৃতিৰ বুকুত তেওঁলোক কোনোপধ্যে বিলীন নহ'ল। দুই ধৰ্মৰ মাজতে পাৰস্পৰিক সম্বন্ধ আৰু ভাৱৰ বিনিময় অৱশ্যেই চলি থাকিল আৰু এটা সময়ত উভয় ধৰ্মৰ মানুহে শান্তিপূৰ্ণ সহাৱস্থানৰ বাবে প্ৰয়োজনীয় কিছু মানসিক দৃষ্টিভংগী আয়ত্ত কৰি ল'লেগৈ। তথাপি দুখেৰে হ'লেও স্বীকাৰ কৰিব লাগিব যে সেই বুজা পৰাও আছিল ক্ষণভংগুৰ। যেতিয়া ভাৰতে নিজৰ অধিকাৰ সাব্যস্ত কৰিবলৈ উঠি-পৰি লাগিছিল, যেতিয়া দুই জাতি-গোষ্ঠী একত্ৰিত হৈ অকলশৰীয়া ব্ৰিটিছৰাজক ওফৰাই পেলাব পাৰিলেহেঁতেন, তেতিয়াও তাৰ সলনি দুই জাতিতত্ত্বৰে ভাৰতীয় উপমহাদেশ পুনৰ দ্বিখণ্ডিতহে হ'ল। ইতিহাসৰ যি কোনো নিৰপেক্ষ অধ্যয়নকাৰীৰে মনত এই আক্ষেপ নিশ্চয় উদয় হ'ব। মাত্ৰ আশা কৰিব যে ভাৰত আৰু পাকিস্তানৰ দুই মহৎ জাতিয়ে বহু শতাব্দী ধৰি চলি অহা সংঘৰ্ষৰ তিক্ততা পাহৰি নিজৰ নিজৰ দেশীয় সাধাৰণ লোকৰ মংগলৰ বাবে সহযোগিতাৰে কাম কৰি যাব।

# চাৰি

## সমল

প্লেটো আৰু এৰিষ্টটলৰ দিনৰ পৰাই ইউৰোপীয় দৰ্শনত কিছুমান বিষয়ে গভীৰ চিন্তা-চৰ্চা কৰা হৈছিল। যেনে ৰাষ্ট্ৰৰ মূল ভিত্তি কি আছিল, আদৰ্শ চৰকাৰ কেনে হোৱা উচিত, আইন প্ৰণয়নৰ ভিত্তি ইত্যাদি। বহুকালৰ আগৰ পৰাই ইউৰোপত ৰাজনীতিক দৰ্শনৰ এক শাখা শাস্ত্ৰ বুলি গণ্য কৰা হৈছিল। ভাৰততো এনে ধৰণৰ-চিন্তা-চৰ্চা হৈছিল কিন্তু ভাৰতত পাশ্চাত্য ধাৰণাৰ অনুৰূপ কোনো ৰাজনৈতিক দৰ্শনৰ বেলেগ চিন্তাধাৰা নাছিল। ইউৰোপৰ ৰাজনৈতিক দাৰ্শনিকসকলৰ প্ৰণালীবদ্ধ ৰাজনীতি চিন্তাত উদ্ভট সমস্যাবিলাকৰ সমাধান ভাৰতীয় ৰাজনীতি আলোচনাতো পোৱা যায়। কিন্তু ভাৰতীয় পণ্ডিতসকলে ৰাজনীতি সম্বন্ধীয় লেখাত কোনো গুৰুত্ব দিয়া দেখা নাযায়। বক্তব্যৰ বিষয়ে কোনো আলোচনাত লিপ্ত নহয়। অতি বেছি নিজৰ কোনো প্ৰপাদ্য বিষয়ৰ সমৰ্থনত পুৰণি কোনো আখ্যানৰ উদ্ধৃতি দিয়ে যিটো কৰে পাশ্চাত্য দৰ্শনত প্লেটোৱে। নিজৰ তত্ত্বৰ সমৰ্থনত পুৰণি কোনো মিথৰ পুনৰাবৃত্তি কৰাৰ অভ্যাস আছিল প্লেটোৰ।

যদিও ভাৰতত কোনো প্ৰণালীবদ্ধ ৰাজনৈতিক দৰ্শন বেলেগে নাছিল তথাপি ৰাষ্ট্ৰনীতি বিজ্ঞানৰ খুব চৰ্চা হৈছিল। এই বিষয়ে ভালেমান গুৰুত্বপূৰ্ণ মূল্যবান গ্ৰন্থ পোৱা গৈছে। দণ্ডনীতি, অৰ্থাৎ প্ৰশাসনত শক্তিৰ প্ৰয়োগ বা ৰাজনীতি অৰ্থাৎ ৰজাসকলৰ আচৰণ-বিধি এখন অতি গুৰুত্বপূৰ্ণ ব্যৱহাৰিক বিজ্ঞান বুলি গণ্য হৈছিল। এই বিষয়ৰ গ্ৰন্থবিলাকত ৰাজনৈতিক দৰ্শনৰ ওপৰত বিশেষ গুৰুত্ব দিয়া দেখা নেযায় কিন্তু ৰাষ্ট্ৰৰ গঠন আৰু প্ৰশাসনীয় বিধি-ব্যৱস্থাৰ বিষয়ে তুলনামূলকভাৱে বিশদ আলোচনা কৰা পাঠ সংযুক্ত হৈছে। বৈদিক যুগৰ শেহৰ ফালৰ সাহিত্যত ঘটনাক্ৰমে প্ৰাক-বৌদ্ধ যুগৰ ৰাজনৈতিক জীৱন আৰু চিন্তাৰ বিষয়ে বিস্তৰ আলোচনা পোৱা যায়। তেনেকৈ বৌদ্ধ ধৰ্মৰ পালি ভাষাত লিখিত শাস্ত্ৰবোৰতো সমসাময়িক ৰাজনৈতিক সম্বাদ অনেক পাবলৈ আছে। কিন্তু ৰাষ্ট্ৰনীতি সম্বন্ধীয় প্ৰাচীনতম আৰু অতি গুৰুত্বপূৰ্ণ গ্ৰন্থ হৈছে কৌটিল্যৰ অৰ্থশাস্ত্ৰ। এইখন গ্ৰন্থৰ ৰচয়িতা হ'ল চন্দ্ৰগুপ্ত মৌৰ্যৰ বিখ্যাত মন্ত্ৰী কৌটিল্য। কিছুমান পণ্ডিতে এই গ্ৰন্থ সম্পূৰ্ণ প্ৰাধান্য তথ্যৰে পূৰ্ণ বুলি মত প্ৰকাশ কৰিলে, সেই মতৰ বিৰুদ্ধ মতবোৰৰো গুৰুত্ব আছে। এই গ্ৰন্থত কিছুমান এনে জাতি আৰু স্থানৰ উল্লেখ আছে— যেনে চীন দেশৰ উল্লেখ— যিবোৰৰ বিষয়ে খ্ৰীঃ পূঃ ৪ৰ্থ শতিকাৰ ভাৰতীয় লোকে একোৱেই নেজানিছিল। এই গ্ৰন্থত অশোকৰ শিলালিপিবোৰত বা পালি

ধৰ্মশাস্ত্ৰবোৰত ব্যৱহৃত চৰকাৰী প্ৰশাসনীয় পৰিভাষাবোৰৰ কোনো শব্দই ব্যৱহাৰ কৰা হোৱা নাই। অথচ এনে কিছুমান চৰকাৰী প্ৰশাসনীয় পৰিভাষাৰ শব্দ ব্যৱহাৰ কৰা হৈছে যিবোৰ মৌৰ্যযুগৰ বহু পিছতহে লোকসমাজত প্ৰচলিত হৈছিল। তথাপি এই গ্ৰন্থৰ ৰচনা-কাল গুপ্তযুগৰ আগৰ আৰু সেইবাবেই আমাৰ ধাৰণা বৰ্তমানে কৌটিল্যৰ অৰ্থশাস্ত্ৰ বুলি যিখন গ্ৰন্থ পোৱা গৈছে সেইখন সম্ভৱতঃ কৌটিল্যই নিজে ৰচনা কৰা মূল অৰ্থশাস্ত্ৰৰ ব্যাখ্যাহে। কিন্তু যি যুগৰে ৰচনা নহওক এই অৰ্থশাস্ত্ৰত সুনিৰ্দিষ্ট আৰু বিশদ বিৱৰণ পোৱা যায় বিভিন্ন বিষয়ে; যেনে ৰাষ্ট্ৰৰ প্ৰশাসনিক নিয়ন্ত্ৰণ, ৰাষ্ট্ৰীয় অৰ্থনীতিৰ সংগঠন, যুদ্ধ পৰিচালনা ইত্যাদি। এই অৰ্থশাস্ত্ৰ প্ৰাচীন ভাৰতীয় জীৱনৰ বহু দিশ আলোকিত কৰা এখন অতি মূল্যৱান উৎস-গ্ৰন্থ।

সময়-ক্ৰম অনুসৰি অৰ্থশাস্ত্ৰৰ পিছতে ভাৰতীয় ৰাজনৈতিক ধ্যান-ধাৰণাৰ বিষয়ে সম্বাদ-ভাণ্ডাৰ হিছাপে খ্যাত হৈছে মহাকাব্য মহাভাৰত। সেই গ্ৰন্থৰ দ্বাদশ পৰ্ব, যাক শান্তিপৰ্ব বুলি কোৱা হয়। সমসাময়িক ৰাষ্ট্ৰনীতি আৰু মানৱ চৰিত্ৰ সম্বন্ধে অতুলনীয় জ্ঞানগৰ্ভ আলোচনাৰে পূৰ্ণ। খ্ৰীষ্টীয় প্ৰথমৰ শতিকাবিলাকত এই কথাখিনি মহাকাব্যখনৰ মূল পাঠৰ লগত সংযুক্ত কৰা হৈছিল। মহাভাৰতৰ অন্যান্য অংশতো ৰাষ্ট্ৰনীতি সম্বন্ধে আলোচনা পোঁৱা যায় আৰু পোৱা যায় দ্বিতীয়খন মহাকাব্য ৰামায়ণতো। ধৰ্মৰ পবিত্ৰ বিধিৰ অৱলম্বনত নানা নিৰ্দেশেৰে ভৰা 'স্মৃতি' নামৰ বহু সংখ্যক গ্ৰন্থতো ৰাজনীতি-ৰাষ্ট্ৰনীতি সম্বন্ধীয বহুত তথ্য আছে। সেইবোৰ পিছত আলোচনা কৰা হ'ব। এই বিষযত অতি গুৰুত্বপূৰ্ণ গ্ৰন্থ হ'ল আদিকালৰ ঋষি মনুৰ দ্বাৰা ৰচিত বুলি উক্ত মনু স্মৃতিৰ সপ্তম পৰিচ্ছেদ। খুব সম্ভৱ খ্ৰীষ্টাব্দ আৰম্ভণিৰ সময়তে সেই গ্ৰন্থ বিৰচিত হৈছিল।

ৰাজনীতি সম্বন্ধে লিখা কিছুমান গুপ্তযুগৰ আৰু মধ্যযুগৰ গ্ৰন্থও পাবলৈ আছে। তাৰ ভিতৰত সম্ভৱতঃ গুপ্তযুগত ৰচিত কামণ্ডকৰ 'নীতি-সাৰ' নামৰ গ্ৰন্থ ; দশম শতিকাৰ জৈন লেখক সোমদেৱ সুৰি বিৰচিত 'নীতি বাক্যামৃত' আৰু শুক্ৰ বিৰচিত 'নীতিশাস্ত্ৰ' নামৰ গ্ৰন্থ অন্যতম। শেহৰখন প্ৰাচীন ঋষি শুক্ৰই ৰচনা কৰা বুলি কোৱা হৈছে যদিও দেখাতেই সেইখন মধ্যযুগৰ শেহৰফালৰ সৃষ্টি। এইবিলাক গ্ৰন্থত ৰাজনীতি সম্বন্ধে পূৰ্বৰ গ্ৰন্থবিলাকত থকা কথাবোৰৰ বহুতো পুনৰাবৃত্তি আছে যদিও ঠায়ে ঠায়ে মৌলিক ভাবযুক্ত অনেক কথাও পাবলৈ আছে। ৰাজনৈতিক জীৱন আৰু চিন্তাধাৰাৰ বিষয়ে বিশেষভাৱে লিখিত এই গ্ৰন্থবোৰৰ উপৰি বিক্ষিপ্তভাৱে ঋগবেদৰ পৰা আৰম্ভ কৰি সমগ্ৰ সংস্কৃত সাহিত্যৰ পৰাই যথেষ্ট সংবাদ আহৰণ কৰিব পাৰি। এই বিষয়ৰ অনেক মূল্যৱান তথ্য বিভিন্ন লিপি-শিলালিপিবোৰৰ পৰাও সংগ্ৰহ কৰাটো সম্ভৱ।

এই গ্ৰন্থবোৰত কোনো ধৰণৰ কাল্পনিক, 'উটোপিয়া'ৰ দৰে ৰাষ্ট্ৰৰ আৰ্হি দাঙি ধৰা নাই। তাত থকা আলোচনাবোৰত পণ্ডিতসুলভ উপদেশ-নিৰ্দেশ পোৱা যায় কিন্তু

সেইবোৰো মোটামুটিভাৱে অনুসৰণ কৰা বা ব্যৱহাৰিক ক্ষেত্ৰত প্ৰয়োগ কৰা সম্ভৱ। যেই যি নহওক কোনো ৰজাই যে সেই গ্ৰন্থবোৰৰ পাঠ মানি শাসন কাৰ্যনিৰ্বাহ কৰিছিল সেইটোও নহয়। বৰঞ্চ এনে বহুত প্ৰমাণ পোৱা গৈছে যে এই পণ্ডিতসকলে গ্ৰন্থবোৰত দিয়া পৰামৰ্শবোৰ সদায় কাৰ্যকৰী কৰা হোৱা নাছিল। পাঠকসকলে সদায় মনত ৰখা ভাল যে ৰাষ্ট্ৰনীতি আৰু শাস্ত্ৰোক্ত বিধিসমূহৰ বিষয়ে এই বিদ্বান গ্ৰন্থকাৰসকলে যিবোৰ পাঠ ৰচনা কৰিছিল সেইবোৰত সেই সময়ৰ বাস্তৱতে প্ৰচলিত অৱস্থাৰ বিষয়ে একো বৰ্ণনা পোৱা নেযায। সেই গ্ৰন্থবোৰত কেনে হোৱা উচিত বা কেনেকৈ কৰা উচিত সেই বিষযেহে কোৱা হৈছে। বোধ হয প্ৰাচীন ভাৰতৰ কোনো ৰাজ্যতে, আনকি মৌৰ্য সাম্ৰাজ্যতো 'অৰ্থশাস্ত্ৰ'ত দিযা বিবিধ দিহা-পৰামৰ্শ মতে সৰ্বদিশতে সৰ্বাত্মকভাৱে ৰাষ্ট্ৰযন্ত্ৰ পৰিচালনা কৰা হৈছিল বুলি ভাবিব নোৱাৰি। যদিও অৰ্থশাস্ত্ৰৰ ৰচযিতাজনে তেতিযাৰ প্ৰচলিত ৰাষ্ট্ৰনীতিৰ ওপৰত ভিত্তি কৰিযেই সেই গ্ৰন্থ ৰচনা কৰিছিল। একে ধৰণে ধৰ্মাচৰণ সম্বন্ধীয় অপৰাধৰ শাস্তি হিছাপে মনুযে তেওঁৰ স্মৃতিত যেনে উগ্ৰদণ্ডৰ বিধান দিছে (উদাহৰণস্বৰূপে কোনো শূদ্ৰই যদি ব্ৰাহ্মণক ধৰ্মশিক্ষা দিবলৈ আস্পৰ্দ্ধা দেখুৱায, তেনে শূদ্ৰলোকৰ মুখ আৰু কাণত উতলা তেল ঢালিব লাগে) সেইবোৰ কোনো বিকাৰগ্ৰস্ত ধৰ্মান্ধলোকৰ উক্তিহে আৰু সেইবোৰ বিধি কোনোকালে প্ৰযোগ কৰাৰ দৃষ্টান্ত নাই। তদুপৰি সেই গ্ৰন্থবোৰৰ পাঠবোৰত পণ্ডিতমন্যতা বেছি। যি কোনো বিষয নিষ্ফলভাৱে বিভিন্ন শ্ৰেণীভুক্ত কৰাত ভাৰতীয় পণ্ডিতসকলৰ এক ধৰণৰ মানসিকতা লক্ষ্য কৰা যায। কোনো প্ৰতাপী আত্মনিৰ্ভৰশীল শাসনকৰ্তাই বৰ্বৰ বিদ্ৰোহী অধিবাসীৰে পূৰ্ণ কিন্তু সম্পদশালী এখন দেশ অধিকাৰ কৰা ভালনে শান্তিপূৰ্ণ প্ৰজাৰে পূৰ্ণ কিন্তু দৰিদ্ৰ এখন দেশহে অধিকাৰ কৰা ভাল এই বিষযে অৰ্থশাস্ত্ৰই কৰা আলোচনা বা তদ্ৰূপ চিন্তা-চৰ্চাৰ মতে কাম কৰিছিল বুলি ধাৰণা হয। ৰাজনীতি-শাস্ত্ৰবোৰত সমসাময়িক ৰাজনৈতিক অৱস্থা ব্যৱস্থাবোৰৰে চিত্ৰ অংকন কৰা হৈছে বুলি কোনো অনুসন্ধান নকৰাকৈ সৰলভাৱে মানি লৈ বহুতো ঐতিহাসিক ভুল পথে পৰিচালিত হৈছে।

## ৰাজপদ

ৰজা বা ৰাজপদ সম্বন্ধে প্ৰাচীনতম আখ্যান পোৱা যায় ঐতৰেয় ব্ৰাহ্মণ গ্ৰন্থত। এইখন বৈদিক যুগৰ শেহৰ ফালৰ এখন গ্ৰন্থ। ৰচনাকাল সম্ভৱতঃ খ্ৰীঃ পূঃ অষ্টম কি সপ্তম শতাব্দী হ'ব। এই গ্ৰন্থতে পোৱা যায় যে এসময়ত দেৱতা আৰু অসুৰৰ মাজত এখন যুদ্ধ লাগিছিল আৰু দেৱতাসকলৰ শত্ৰুৰ হাতত বৰ লটিঘটি হৈছিল। সেইদেখি দেৱতাসকলে এখন সভা পাতি আলোচনা কৰি সিদ্ধান্ত কৰিলে যে তেওঁলোকৰ এজন

ৰজা থকা আৱশ্যক যিজনে যুদ্ধত তেওঁলোকক নেতৃত্ব দিব পাৰিব। তেওঁলোকে তেতিয়া ইন্দ্ৰকে ৰজা হিচাপে বৰণ কৰি ল'লে আৰু তাৰ পিছৰ পৰাই যুদ্ধত তেওঁলোকৰ জয় হ'বলৈ ধৰিলে। এই আখ্যানৰ পৰা বুজা যায় যে আদিকালৰ ভাৰতত ৰজা বা ৰাজপদৰ সৃষ্টি হৈছিল মানুহৰ প্ৰয়োজনত বিশেষকৈ সামৰিক স্বাৰ্থৰ প্ৰয়োজনত আৰু ৰজাৰ প্ৰথম কৰ্তব্য আছিল নিজৰ প্ৰজাবৰ্গক যুদ্ধত নেতৃত্ব দিয়া। কিছুকালৰ পিছত ৰচিত তৈত্তিৰীয় উপনিষদতো একেটা কাহিনীকে কোৱা হৈছে যদিও তাৎপৰ্যপূৰ্ণভাৱে অলপ বেলেগ ৰূপত। তাত কোৱা হৈছে যে যুদ্ধত বিপৰ্যস্ত দেৱকুলে ইন্দ্ৰক নিজে ৰজা হিচাপে নিৰ্বাচিত কৰা নাছিল। তেওঁলোকে যজ্ঞ কৰি প্ৰজাপতিৰ ওচৰত প্ৰাৰ্থনাহে কৰিছিল। তেতিয়া প্ৰজাপতি ব্ৰহ্মাই তুষ্ট হৈ নিজৰ পুত্ৰ ইন্দ্ৰক তেওঁলোকৰ ৰজা হ'বলৈ পঠাই দিলে। তৈত্তিৰীয় উপনিষদৰ ৰচনা-কালতো দেখা যায় যে ৰজাৰ পৰা প্ৰত্যাশিত প্ৰধান ভূমিকা যুদ্ধৰ নেতা হিচাপে। সেই গ্ৰন্থৰ পাঠতে আছে 'যাৰ ৰজা নাই তেওঁলোকে যুদ্ধ কৰিব নোৱাৰে'। কিন্তু লগতে এই কথাও প্ৰতিপন্ন হৈছিল যে ৰাজপদৰ মূলত থাকে ঐশ্বৰিক অনুমোদন। অমৰ দেৱতাসকলৰ ৰজা হৈছে মৰ্ত্যলোকৰ সকলো ৰজাৰে প্ৰতিভূ সেই দেৱৰাজো ৰজা হ'ব পাৰে সৰ্বশক্তিমান ঈশ্বৰৰ অনুমোদনক্ৰমেহে।

বুদ্ধ অৱতীৰ্ণ হোৱাৰ আগৰ এই কালতো ৰজা আছিল সাধাৰণ মৰণশীল মনুষ্যকুলতকৈ বহু ওপৰৰ লোক। সেই মহত্ত্ব ৰজাই অৰ্জন কৰিছিল ৰাজকীয় মহাযজ্ঞবোৰ সম্পাদন কৰি সেইবোৰৰ পৰা লাভ কৰা যাদু বা মন্ত্ৰশক্তিৰ সহায়ত। তাৰ ভিতৰত ৰাজসূয় নামে যজ্ঞ বলি-বিধান-উছৰ্গাসহ পূৰ্ণৰূপত পালন কৰিবলৈ এবছৰৰো ওপৰ কাল লাগিছিল। সেই যজ্ঞ সম্পাদনৰ পিছত ৰজাৰ দৈবিক শক্তি লাভ হৈছিল। যজ্ঞানুষ্ঠানবোৰ চলি থকা কালত তেওঁক ইন্দ্ৰৰ লগত একাত্ম কবি বৰ্ণনা কৰা হয় 'কাৰণ তেওঁ ক্ষত্ৰিয় আৰু যজ্ঞকৰ্তা'। আনকি কোনো সময়ত তেওঁক সৰ্বশক্তিমান প্ৰজাপতিৰ লগতো একাত্ম বুলি কোৱা হয়। এখন ব্যাঘ্ৰচৰ্মৰ ওপৰত তেওঁক তিনি খোজ কাঢ়িবলৈ দি মন্ত্ৰশক্তিৰে তেওঁক বিষ্ণুৰ সমকক্ষ কৰি তোলা হয়। বিষ্ণুৱে তিনি পদক্ষেপেৰে ত্ৰৈলোক্য ঢাকি ধৰাৰ অনুৰূপ সেই ভংগী গ্ৰহণৰ পিছত ঘাই পুৰোহিতে দেৱতাসকলৰ উদ্দেশ্যে উচ্চাৰণ কৰা মন্ত্ৰৰ অৰ্থ হৈছে—'যাক আজি এই যজ্ঞৰে পবিত্ৰ কৰা হ'ল তেওঁ হ'ল অপৰিসীম শক্তিৰ অধিকাৰী। তেওঁ এতিয়া তোমালোকৰ দৰেই এজন হ'ল। গতিকে তেওঁক যেন ৰক্ষা কৰি চলা।' তাৰ মানে তেতিয়াৰ পৰা ৰজা ঈশ্বৰ নহ'লেও তেওঁলোকৰে সংগী হিচাপে স্বীকৃত হ'ল।

ৰাজসূয় যজ্ঞ আৰ্জন কৰা ৰজাৰ মন্ত্ৰশক্তি তেওঁৰ ৰাজত্বকালত আৰু বহু যজ্ঞানুষ্ঠানৰ দ্বাৰা পুনৰুজ্জীৱিত আৰু পুনৰ সংযুক্ত কৰা হয়। তাৰ বাবে বাজপেয় আৰু অশ্বমেধ

যজ্ঞ পালন কৰা হয়। সেইবোৰৰ দ্বাৰা ৰজাৰ উচ্চাকাঙ্ক্ষা আৰু আত্মন্তৰিতা বৃদ্ধি কৰাতো হয়েই তদুপৰি সেইবোৰ পালনৰ দ্বাৰা সমগ্ৰ ৰাজ্যৰে সমৃদ্ধি আৰু উৰ্বৰতাও বৃদ্ধি হয় বুলি বিশ্বাস কৰা হৈছিল। পুৰণা ব্ৰাহ্মণ্য কৰ্মকাণ্ডত একান্তভাৱে বিশ্বাস কৰা হৈছিল ঐশ্বৰিক অনুমোদন বিহনে ৰজা হ'ব নোৱাৰি। পিছৰ যুগত ৰাজসূয় যজ্ঞৰ স্থান লৈছিল সৰলীকৃত অভিষেক অনুষ্ঠানে। কিন্তু সেই অনুষ্ঠানতো মন্ত্ৰশক্তিৰ ওপৰত গভীৰ আস্থা প্ৰকাশিত হৈছিল।

কিন্তু ব্ৰাহ্মণ্য কৰ্মকাণ্ডৰ কেন্দ্ৰভূমি আছিল গংগা-যমুনা দোৱাব অঞ্চলহে। সেই অঞ্চলৰ প্ৰধান ফৈদ কুৰু আৰু পাঞ্চালসকলৰ মাজত ৰাজপদ দৈৱিক প্ৰভাৱ আৰু শক্তিৰে আবৃত বুলি ধাৰণা কৰা হৈছিল যদিও আন আন অঞ্চলত ৰজাৰ চৌপাশে তেনে দৈৱিক প্ৰভাৱৰ জ্যোতিচ্ছটা নাছিল। কাৰণ বৌদ্ধসকলৰ মাজত ৰাজপদ সম্বন্ধে বেলেগ কাহিনী আৰু প্ৰবাদৰ প্ৰচলন আছিল। সেইবিলাক প্ৰবাদত কোনো দৈৱিক ক্ষমতা বা শক্তিৰ অৱতাৰণা কৰা হোৱা নাছিল। তেওঁলোকে আঙুলিয়াইছিল আদিম কালত হোৱা এক সামাজিক চুক্তি বা ছ'চিয়েল কন্‌ট্ৰেক্টৰ ফলত হোৱা ৰজা বা নেতা নিৰ্বাচনৰ তত্ত্বলৈ। এই তত্ত্ব কাহিনীৰ ৰূপত স্বয়ং বুদ্ধৰ মুখৰ উক্তি বুলি কোৱা হৈছে। দৰাচলতে বুদ্ধই নিজে কওক বা নকওক, তাৰ পৰা প্ৰমাণিত হয় যে বুদ্ধৰ নিৰ্বাণৰ পিছৰ শতাব্দীবোৰত পূব ভাৰতত ৰাজপদৰ মূল সম্বন্ধে এই ধাৰণাই লোকসমাজত প্ৰসিদ্ধি লাভ কৰিছিল। কাৰণ একে সময়তে একে পূব ভাৰততে গা কৰি উঠা জৈন ধৰ্মমততো অনুৰূপ এক প্ৰবাদ আছে।

মহাজাগতিক সময়-বৃত্তৰ মানৱ জাতি আছিল কোনো বাস্তৱ অস্তিত্বহীন বায়বীয় অৱস্থাত বতাহতে উটি-বুৰি নাচি-বাগি এক প্ৰকাৰ কাল্পনিক অপেশ্বৰীৰ দেশত। সেই স্তৰত থাকোতে মানুহক খাদ্য-বস্ত্ৰৰ প্ৰয়োজন হোৱা নাছিল। ব্যক্তিগত সম্পত্তি, পৰিয়াল, চৰকাৰ, আইন-কানুন একোৰে প্ৰয়োজন নাছিল। তাৰ পিছত ক্ৰমাৎ মহাজাগতিক জীৱনৰ অৱক্ষয় আৰম্ভ হ'ল। মানৱ অধোগামী হৈ ভূমিত স্থিতি লোৱাৰ লগে লগে খাদ্য আৰু আশ্ৰয়ৰ প্ৰযোজন হ'ল। সৃষ্টিৰ প্ৰাৰম্ভৰ গৌৰৱ হানিৰ লগে লগে আহিল ভেদবুদ্ধি। আৰম্ভ হ'ল বৰ্ণ-বিভাজন। মানুহৰ পৰস্পৰৰ মাজত চুক্তিত আবদ্ধ হ'ল। আৰম্ভণি হ'ল ব্যক্তিগত সম্পত্তি আৰু পৰিয়ালৰ দৰে অনুষ্ঠানৰ। সেইবোৰৰ লগে লগে অনিবাৰ্যভাৱে আহিল চৌৰ্য, হত্যা, ব্যভিচাৰ আৰু অন্যান্য অপৰাধবোৰ। গতিকে সকলো মানুহে সভাত একত্ৰিত হৈ সিদ্ধান্ত কৰিলে তেওঁলোকে নিজৰ মাজৰে এজনক সমাজত শৃংখলা ৰক্ষা কৰাৰ দায়িত্ব দিব। তাৰ বিনিময়ত সকলোৱে তেওঁক নিজৰ কৃষিক্ষেত্ৰৰ উৎপন্ন দ্ৰব্য বা পশুধনৰ উৎপন্নৰ পৰা কিয়দংশ দি থাকিব। সেই নিৰ্বাচিত ব্যক্তিকে কোৱা হৈছিল 'মহাসম্মত' অৰ্থাৎ 'নিৰ্বাচিত মহৎ জনা' আৰু তেওঁকেই বোলা

হৈছিল 'ৰাজা' কাৰণ তেওঁ মানুহক সন্তোষ দিছিল। 'ৰাজা' শব্দৰ উৎপত্তি ক্রিয়া পদ 'ৰঞ্জয়তি'ৰ (অৰ্থাৎ যি সন্তোষ দিয়ে) পৰা হোৱা বুলি কোৱাটো ভুল। কিন্তু এই কথাকে ব্যাপকভাৱে প্ৰচাৰিত হৈ গৃহীত হৈছিল। আনকি অনা-বৌদ্ধ উৎসবোৰতো একে কথাকে অনেক সময়ত পোৱা গৈছে।

এই 'মহাসম্মত' তত্ত্বযুক্ত আখ্যান প্লেটোৱে উল্লেখ কৰা আখ্যানবোৰৰ দৰে। কিন্তু এই আখ্যান বিশ্বৰ সৰ্বত্ৰ প্ৰচাৰিত ৰাজ্য-ৰাজপদ সামাজিক চুক্তিৰ পৰাই উৎপত্তি বুলি থকা ধাৰণাৰ বিষয়ে মানৱ জাতিৰ প্ৰাচীনতম আখ্যানবোৰৰ এটা ইউৰোপত সপ্তদশ শতিকাত জন লক্ আৰু ৰুছোৰ নাম এই তত্ত্বৰ উদ্ভাৱন আৰু প্ৰচাৰৰ লগত যুক্ত হৈছিল। এই তত্ত্বৰ পৰা প্ৰমাণসিদ্ধ হৈছে যে কোনো শাসনযন্ত্ৰ বা চৰকাৰ গঠনৰ মূল উদ্দেশ্য হৈছে সমাজত শৃংখলা প্ৰৱৰ্তন কৰা আৰু চৰকাৰৰ মুৰব্বী হিছাপে ৰজা হৈছে প্ৰথমজন সমাজসেৱাত নিযুক্ত ব্যক্তি গতিকে শেষ পৰ্যন্ত তেওঁৰ অৱস্থান নিৰ্ভৰ কৰিব তেওঁৰ প্ৰজাগণৰ সমৰ্থনৰ ওপৰত। এইদৰে প্ৰাচীন ভাৰতীয় ৰাজনৈতিক দৰ্শনত ৰাজপদৰ উৎপত্তিৰ মূল সন্ধানত দুটা চিন্তাধাৰা স্পষ্টভাৱে দেখিবলৈ পোৱা যায়। এটা হ'ল আধ্যাত্মিক ৰহস্যৰে আবৰা আৰু আনটো সামাজিক চুক্তি-তত্ত্বৰ ওপৰত প্ৰতিষ্ঠিত। দুয়োটাকে প্ৰায়ে অসংলগ্নভাৱে একেলগ কৰি দেখুৱাবলৈ যত্ন কৰা দেখা যায়।

ব্যৱহাৰিক ক্ষেত্ৰত নহ'লেও চিন্তাত ৰজাৰ দৈৱিক অধিকাৰ বা আধ্যাত্মিক মূলৰ তত্ত্বটোৱেই পুৰুষে পুৰুষে মানুহৰ মনত প্ৰভাৱ বিস্তাৰ কৰি অহা দেখা যায়। অৰ্থশাস্ত্ৰৰ গ্ৰন্থকাৰৰ কিন্তু ৰজাৰ মানৱ মূলৰ পৰাই উৎপত্তি সম্বন্ধে কোনো ভ্ৰান্ত ধাৰণা নাছিল। মন্ত্ৰশক্তি, দৈৱিক শক্তি এইবোৰৰ আলোচনাতো প্ৰবৃত্ত নহৈছিল। কিন্তু তেওঁ ৰজাৰ উৎপত্তি সম্বন্ধে থকা এনে ধৰণৰ বিভিন্ন আখ্যানবোৰৰ ৰাজকাৰ্যত প্ৰচাৰ-মূল্য থকা বুলি স্বীকাৰ কৰিছিল। অৰ্থশাস্ত্ৰৰ এঠাইত তেওঁ পৰামৰ্শ দিছে ৰজাৰ এজেণ্টসকলে সৰ্বত্ৰ প্ৰচাৰ কৰিব লাগে যেতিয়া সৃষ্টি পাতনিত জগতত অৰাজকতাৰ পৰা অশান্তি হৈছিল তেতিয়া মানৱে পুৰাণকল্পৰ প্ৰথম ৰজা বৈৱস্বত মনুক ৰজা পাতিছিল [অৰ্থশাস্ত্ৰ ১:১৩]। এই উদাহৰণৰ দ্বাৰা অৰ্থশাস্ত্ৰৰ ৰচয়িতাই ৰাজপদৰ সামাজিক চুক্তি তত্ত্বকে সমৰ্থন কৰাৰ কথাকে সূচায়। একে অধ্যায়তে তেওঁ আকৌ কৈছে, মানুহক কোৱা উচিত যে যিহেতু ৰজাই নিজৰ কৰ্তব্য কৰোঁতে দেৱৰাজ ইন্দ্ৰৰ কৰ্তব্য কামবোৰ কৰে আৰু মৃত্যুৰ দেৱতা যমৰাজৰ কামবোৰো কৰিব লাগে গতিকে ৰজাৰ দ্ৰোহ কৰা লোক ৰাজদণ্ডেৰেই যে দণ্ডিত হয় তেনে নহয়, তেনে লোকক দেৱতাসকলেও দণ্ড দিয়ে। যি কোনো যুদ্ধৰ আগমুহূৰ্ততে ৰজাই যেতিয়া নিজৰ সৈন্যবাহিনীক সম্বোধন কৰি ভাষণ দিয়ে তেতিয়া তেওঁ নিজকে প্ৰতিজন সৈনিকৰ দৰেই বেতনভোগী সেৱক বুলি উল্লেখ কৰা উচিত [অৰ্থশাস্ত্ৰ ১০:৩]। কিন্তু পুনৰ ৰজাক উপদেশ দিয়া হৈছে যে ৰজাই নিজৰ

গুপ্তচৰবিলাকক বিভিন্ন দেৱতাৰ ছদ্মবেশ পিন্ধাই সকলোকে দেখুৱাই তেওঁলোকৰ লগত হলি-গলিকৈ মাজে সময়ে ফুৰিব লাগে যাতে সৰল সাধাৰণ লোকৰ মনত ধাৰণা হয় যে তেওঁলোক ৰজাৰ দেৱতাৰ সমাজত অবাধ গতি [অৰ্থশাস্ত্ৰ ১৩:১]। অশোক আৰু অন্যান্য মৌৰ্য ৰজাসকলে ‘দেৱানাম্‌পিয়’ অৰ্থাৎ ‘দেৱতাসকলৰ প্ৰিয়পাত্ৰ’ উপাধি গ্ৰহণ কৰিছিল। তেওঁলোকে নিজকে দেৱতা বুলি দাবী কৰা নাছিল যদিও সকলোৱে তেওঁলোকক মানুহতকৈ শ্ৰেষ্ঠ অৰ্ধ-দেৱতা বুলিয়েই গণ্য কৰিছিল।

বৈদিক যুগৰ শেহলৈকে প্ৰকৃতপক্ষে বৃহৎ ভাৰতীয় ৰাজ্য এখন থকাৰ প্ৰমাণ পোৱা নেযায়। বৃহৎ বুলিলে হৰপ্পান সভ্যতাৰ দিনৰ বিস্তীৰ্ণ ৰাজ্যকেই বুজিব লাগিছিল। তথাপি সসাগৰা অৰ্থাৎ সমুদ্ৰতট পৰ্যন্ত বিস্তৃত বৃহৎ এখন ৰাজ্যৰ ধাৰণা ভাৰতীয় মনত আছিলেই হয়তো বেবিলনীয়া বা পাৰ্ছিয়ান সাম্ৰাজ্যৰ বিষয়ে শুনি শুনি মানুহে তেনে এক সম্ভাৱনাৰ কথা ভাবিছিল। মৌৰ্য সম্ৰাটসকলৰ দিনত সেই সম্ভাৱনাৰ ধাৰণা বাস্তৱত দেখিবলৈ পালে সকলোৱে। যদিও মৌৰ্যসকলো সোনকালেই পাহৰণিৰ গৰ্ভত লীন হ'ল তেওঁলোক ‘জগত-সম্ৰাট বা বিশ্বজোৰা সাম্ৰাজ্যৰ অধীশ্বৰ ধাৰণাৰ এটা পৰম্পৰা এৰিয়ে গ'ল। এই জগত-সম্ৰাট বা ‘চক্ৰৱৰ্তী'ৰ ধাৰণা বৌদ্ধ পৰম্পৰাত প্ৰথমে সোমাল, পিছত স্থান পালে গোড়া হিন্দু-পৰম্পৰাগত বিশ্বাসত। মহাজাগতিক চক্ৰত সময়ে সময়ে বহু আগৰে পৰা নানা শুভ লক্ষণ আৰু শুভ সংঘটন প্ৰদৰ্শন কৰি বুদ্ধসকল পুনঃ পুনঃ অৱতীৰ্ণ হয় সকলো জীৱকে জ্ঞানৰ পথ দেখুৱাবৰ উদ্দেশ্যে। ঠিক তেনেদৰে হিন্দু বিশ্বাসতে ‘চক্ৰৱৰ্তী’ ৰজাসকলৰ মাজে মাজে পুনৰাগমন হয় সসাগৰা জম্বুদ্বীপ জয় কৰি সমৃদ্ধিশালী ধৰ্মৰাজ্য পুনৰ স্থাপন কৰাৰ উদ্দেশ্যে। এই ‘ৰাজচক্ৰৱৰ্তী'ৰ পৰম্পৰাগত বিশ্বাসে জৈনধৰ্মীসকলৰ মতবাদতো দৃঢ় স্থিতি লাভ কৰিছিল। মহাকাব্যতো বিভিন্ন আখ্যানত যুধিষ্ঠিৰ আৰু ৰামৰ দৰে ৰাজচক্ৰৱৰ্তীসকলে দিগ্বিজয় কৰা কথা আছে। মহাজাগতিক চক্ৰত ৰাজচক্ৰৱৰ্তীৰ বিশেষ অৱস্থান। তেওঁলোকৰ দৈৱিক শক্তি থাকে আৰু অনেক ঐশ্বৰিক ক্ষমতাৰ অধিকাৰী হৈ মনুষ্যৰূপী দেৱতাৰ স্থানলৈ তেওঁলোক উন্নীত হয়। এই ৰাজচক্ৰৱৰ্তীৰ ধাৰণাই উচ্চাকাঙ্ক্ষী ৰজাসকলৰ বাবে বিপুল কৰ্মপ্ৰেৰণা যোগাইছিল আৰু মধ্যযুগতো কোনো কোনো ৰজাই নিজকে ৰাজচক্ৰৱৰ্তী বুলি দাবী কৰিছিল।

তাৰ পিছত গ্ৰীক, শক আৰু কুষাণবিলাকৰ আক্ৰমণ আৰম্ভ হ'লত পাশ্চাত্য আৰু পূব জগতত নতুন নতুন ৰাজনৈতিক শক্তি আৰু প্ৰভাৱ দৃষ্ট হ'ল। তেওঁলোকৰ ৰজাসকলে ইতিমধ্যে প্ৰাচ্যৰ ধৰণ-কৰণ লৈ প্ৰায় প্ৰাচ্যদেশীয় হৈ পৰা গ্ৰীক চেলুচিড ৰজাসকলৰ আৰু আন আন মধ্য প্ৰাচ্যৰ শাসনকৰ্তাসকলৰ দৰে আধিদৈৱিক ক্ষমতাযুক্ত ‘ত্ৰাতাৰ’ উপাধি গ্ৰহণ কৰিছিল যিটোৰ অৰ্থ এটা গ্ৰীক শব্দৰ সমতুল্য যাৰ অৰ্থ

'উদ্ধাৰকৰ্তা'। তেওঁলোকে মৌৰ্য অশোকৰ দৰে একমাত্ৰ 'ৰাজা' উপাধি লৈ সন্তুষ্ট হোৱা নাছিল ; তেওঁলোকে লৈছিল 'মহাৰাজ' আৰু পাৰ্থীয়ানসকলৰ দৰে 'ৰাজাধিৰাজ' উপাধি। আনহাতে কুষাণসকলৰ ওপৰত চীনদেশীয় প্ৰভাৱ স্পষ্ট আছিল। গতিকে চীন দেশৰ বিশ্বাস অনুসৰি তেওঁলোকে সম্ৰাটক ঈশ্বৰৰ পুত্ৰ হিছাপে মানি লৈ উপাধি লৈছিল 'দেৱপুত্ৰ'। পৰৱৰ্তী যুগত গুপ্তসকলৰ দিনৰ পৰা প্ৰতিজন প্ৰতাপী ৰজাই জাকজমক উপাধি গ্ৰহণ কৰিছিল যেনে—'মহাৰাজাধিৰাজ-পৰমভট্টাৰক'। সেই সময়ত সৰু সৰু তলতীয়া ৰজাবিলাকেও 'মহাৰাজ' উপাধি লৈছিল।

এনে ধৰণৰ ধ্যান-ধাৰণাৰ প্ৰভাৱত ৰজাৰ ঐশ্বৰিকতাৰ তত্ত্ব জনমানসত দৃঢ়ভাৱে প্ৰতিষ্ঠিত হৈছিল—প্ৰচাৰিত হৈছিল বহুলভাৱে। মহাকাব্য দুখনত এই তত্ত্ব উল্লিখিত হৈছে আৰু মনুস্মৃতিতো মৰ্যাদাদীপ্ত ভাষাত এই বিষয়ে কোৱা হৈছে এইদৰে—

যেতিয়া পৃথিৱী আছিল নৃপতিবিহীন
সৰ্বদিশে বিচৰণ কৰিছিল ত্ৰাস
ৰাজপদ সৃষ্টি কৰি পৰম ঈশ্বৰে
সকলোকে দিছিলে আশ্বাস।
ইন্দ্ৰ-বায়ু-যম-অগ্নি-বৰুণ
ৰবি-চন্দ্ৰ আৰু ধনপতি
সকলোৰে শক্তিকণা লৈ
বিধাতাই গঢ়িলে নৃপতি।
এইসৱ দেৱতাৰ শক্তি সম্বলিত
নৃপতি সদায় হয় সৰ্বজনশ্ৰেষ্ঠ।
নাবালক ৰজাও নোহে অৱজ্ঞাৰ পাত্ৰ—
ঈশ্বৰৰে ৰূপ ৰজা সকলোৰে মান্য।
(মনুস্মৃতি ৭:৩-৫,৮)

এই ৰাজচক্ৰৱৰ্তী বা বিশ্বজোৰা সাম্ৰাজ্যৰ অধীশ্বৰ হোৱাৰ আদৰ্শৰ লগতে যুক্ত হ'ল পুৰণি ব্ৰাহ্মণ্য অশ্বমেধ যজ্ঞানুষ্ঠানৰ পুনৰ প্ৰচলন। এই অশ্বমেধ যজ্ঞ মৌৰ্য সম্ৰাট-সকলৰ দিনত অপ্ৰচলিত হৈ পৰিছিল যদিও পিছৰ শুংগ ৰজাসকলে তাক পুনৰ প্ৰচলন কৰিছিল আৰু উত্তৰ আৰু দক্ষিণ ভাৰতৰ পাছৰ বহুতো ৰজাই সেই যজ্ঞ পাতিছিল। আনকি তুলনামূলকভাৱে সাধাৰণ ক্ষমতাশালী সীমিত পৰাক্ৰমৰ ৰজাসকলেও যেনে তেনে একোটা অশ্বমেধ যজ্ঞ পালন কৰি নিজকে পুৰাণ-প্ৰসিদ্ধ ৰাজচক্ৰৱৰ্তী ৰজা বুলি প্ৰতিপন্ন কৰিছিল। গুপ্তযুগৰ পিছৰ পৰা এই ধৰণৰ অশ্বমেধ যজ্ঞ পালনৰ দৃষ্টান্ত বিৰল হৈ আহিল। অশ্বমেধ যজ্ঞ কৰা সৰ্বশেষ ৰজাজন আছিল একাদশ শতাব্দীৰ এজন চোল

সম্রাট। কিন্তু অশ্বমেধৰ অনুশীলন ব্যাহত হ'লেও ৰজা ঐশ্বৰিক ক্ষমতাসম্পন্ন বুলি থকা প্ৰাচীন বিশ্বাস আৰু পৰম্পৰা অব্যাহত থাকিল। ৰজাসকলে তেওঁলোকৰ উপাধি আৰু প্ৰশস্তিবিলাকত নিজৰ ঐশ্বৰিক গুণাবলীৰ উল্লেখ কৰিছিল নানাভাৱে। তেওঁলোকৰ পাৰিষদবৰ্গই ৰজাক 'দেৱ' বুলিয়েই সম্বোধন কৰিছিল। চোলবংশীয় সম্ৰাটসকল আৰু আন আন কোনো ৰজাক আনকি মন্দিৰতো দেৱতা বুলি পূজা কৰা হৈছিল।

মৌৰ্য বংশ আৰু গুপ্ত বংশৰ ৰাজত্বৰ মধ্যৱৰ্তী কালছোৱাত সঘনাই সন্ত্ৰাসৰ ৰাজত্ব চলিছিল। ব্যাপক অৰাজকতা, গোষ্ঠী-সংঘৰ্ষ, লুট-পাত আৰু ধৰ্ষণ অবাৰিতভাৱে চলিছিল। উত্তৰ-পশ্চিমৰ পৰা লুণ্ঠনপ্ৰয়াসী আক্ৰমণকাৰীৰ দলবোৰে ভাৰতৰ মাজ মজিয়ালৈকে বিনা বাধাই অত্যাচাৰ উপদ্ৰৱ চলাই গৈছিল। সিহঁতৰ উৎপাত ইমান প্ৰবল হৈছিলগৈ যে বহুতো ব্ৰাহ্মণ পণ্ডিতে মন্বন্তৰৰ সময় সমাগত হৈছে আৰু পৃথিৱীত ধ্বংস আৰু মহাপ্ৰলয় আসন্ন বুলি মত প্ৰকাশ কৰিবলৈ ধৰিছিল। সেই দুঃসময়তে ভাৰতীয় দাৰ্শনিকসকলৰ মন প্ৰায় মানসিক বিকাশগ্ৰস্ততাৰ তীব্ৰতাৰে মৎস্যন্যায় ভীতি বা দুৰ্বলীৰ ওপৰত বলীৰ অত্যাচাৰৰ ভয়ে আচ্ছন্ন কৰিছিল। ৰামায়ণ মহাকাব্যৰ তলৰ শ্লোকবিলাকত তাৰ প্ৰতিফলন দেখা যায়।

নাৰাজকে জনপদে বিদ্যুন্মালী মহাস্বনঃ।
অভিৱৰ্ষতি পৰ্জন্যো মহীং দিব্যেন কৰিণা॥

* * *

নাৰাজকে পিতুঃ পুত্ৰো ভাৰ্যা ৱা ৱৰ্ততে ৱশে॥

* * *

নাৰাজকে জনপদে কাৰয়ন্তি সভাং নৰাঃ।
উদ্যানানি চ ৰম্যানি হৃষ্টাঃ পুণ্যগৃহানি চ॥

* * *

নাৰাজকে জনপদে ধনৱন্তঃ সুৰক্ষিতাঃ।
শেৰতে বিবৃতদ্বাৰাঃ কৃষিগোৰক্ষজীবিনঃ॥

* * *

যথাহি অনুদ্যকা নদ্যো যথা ৱাপ্যতৃণং ৱনম্।
অগোপালা যথা গাৱস্তথা ৰাষ্ট্ৰমৰাজকম্॥

অৰ্থাৎ ৰজা নোহোৱা দেশত বিদ্যুৎমালাৰে শোভিত গৰ্জনমুখৰ মেঘমালাই বৰষুণ নিদিয়।.... নৃপতিবিহীন ৰাজ্যত পুত্ৰই পিতৃক নেমানে ভাৰ্যাই নেমানে স্বামীক.... অৰাজক ৰাজ্যত প্ৰজাই কোনো সভা-সমিতিত একত্ৰিত নহয়। কোনো উদ্যান নেপাতে। নিৰ্মাণ নকৰে কোনো মন্দিৰ।... অৰাজক ৰাজ্যত ধনৱন্ত লোকসকল সুৰক্ষিত নহয়।

পশুপালনকাৰী আৰু কৃষিজীৱীসকলেও দুৱাৰত দাং দিহে শুব পাৰে।.... জলহীন নদী যেনে, তৃণহীন অৰণ্য যেনে, গৰখীয়া নোহোৱা গৰুৰ পাল যেনে ৰজাহীন দেশো ঠিক তেনেকুৱাই।

এনে ধৰণৰ পাঠ অন্যান্য বহুতো গ্ৰন্থতো পাবলৈ আছে। এই ধৰণৰ উক্তিবোৰৰ দ্বাৰাই ৰাজপদৰ গৌৰৱ দৃঢ়ীকৃত হৈছিল প্ৰাচীন ভাৰতীয় ৰাষ্ট্ৰচিন্তাত। গতিকে পিছৰ যুগৰ ৰাজতন্ত্ৰৰ উদ্ভৱ সমন্ধে থকা যি কোনো আখ্যান আৰু প্ৰবাদ আমি বিচাৰ কৰিব লাগিব এই দৃষ্টিভঙ্গীৰ আলমতে।

এটা অতি প্ৰাচীন পৌৰাণিক কাহিনী আছে সৃষ্টিৰ প্ৰথম মানৱ মনুৰ বিষয়ে। মনুৰ চৰিত্ৰত হিব্ৰু পৰম্পৰাৰ আদাম আৰু নোৱাহ—এই দুইটা চৰিত্ৰৰে মিল দেখা যায়। মনুৰ কাহিনী নানা ৰূপত নানা গ্ৰন্থত পোৱা যায়। তাৰে এটা পোৱা যায় মহাভাৰতত। সেই কাহিনীৰ মতে সৃষ্টি পাতনিৰ কালত লোভ আৰু দ্বেষৰ প্ৰবলতা বৃদ্ধি হৈ মানুহে মানুহৰ ওপৰত ভয়ানক অত্যাচাৰ চলাইছিল। বৌদ্ধ পুৰাণত থকাৰ দৰে অত্যাচাৰত জীৱন নিৰ্বাহ কৰা অসম্ভৱ হৈ পৰিলত সকলোৱে পৰস্পৰৰ জীৱন-সম্পত্তি ৰক্ষা কৰি চলিবলৈ সন্মত হ'ল যদিও নিজৰ মাজত হোৱা তেনে চুক্তিৰ ওপৰত তেওঁলোকৰ নিজৰে বিশ্বাস নোহোৱা হৈছিল কাৰণে এটায়ে গৈ সৃষ্টিকৰ্তা ব্ৰহ্মাৰ ওচৰ চাপিলগৈ। ব্ৰহ্মাই মনুক মানুহৰ ৰজা পাতি পঠালে। এই কাহিনীত মনুক মানৱ বুলি ধৰা হোৱা নাই, দেৱতা বুলিহে বৰ্ণনা কৰা হৈছে। মনুস্মৃতি ৰচনা কৰোতে প্ৰণেতাজনৰ মনত যে এনে ধৰণৰ এটা পুৰাতন কাহিনীয়ে নিশ্চয় ক্ৰিয়া কৰিছিল সেই কথাৰ প্ৰমাণ ওপৰত উদ্ধৃত কৰা মনুস্মৃতিৰ বাক্যকেইটাৰ পৰাই অনুমান কৰিব পাৰি। অন্য ৰূপত এই কাহিনী মহাভাৰতৰ আন আন অংশতো আছে। কোনো কোনো ঠাইত পৃথিৱীৰ প্ৰথম ৰজাজনৰ নাম মনুৰ সলনি বিষ্ণুদেৱতাৰ পুত্ৰ বিৰাজঃ বুলি উল্লেখ আছে। সকলোতে ৰজা দৈৱগুণসম্পন্ন আৰু ঈশ্বৰৰ দ্বাৰাই ৰাজপদত নিযুক্ত বুলি প্ৰতিপন্ন কৰা হৈছে। কিছুমান ৰাজপুত ৰাজবংশই নিজকে অগ্নি দেৱতাৰ পৰা উদ্ভুত বুলি দাবী কৰিলেও অন্যান্য প্ৰায় সকলো মধ্যযুগীয় ভাৰতীয় ৰাজবংশই নিজৰ পুৰুষনামা আদিৰজা পৌৰাণিক মনুৰ লগত সংযুক্ত কৰি নিজকে হয় তেওঁৰ পুত্ৰ ইক্ষ্বাকু নহয় তেওঁৰ কন্যা ইলাৰ বংশোদ্ভৱ বুলি কয়। ইক্ষ্বাকুৰ পৰা উদ্ভৱ হোৱাবোৰক সূৰ্যবংশীয় আৰু ইলাৰ পৰা উদ্ভৱ হোৱাবোৰক চন্দ্ৰবংশীয় বুলি কোৱা হয়।

ৰজাসকল এনে দৈৱগুণসম্পন্ন বুলি সপ্ৰমাণিত হ'লেও ৰজাৰ তেনে দাবীয়ে পিছৰ শতাব্দীবোৰত কেতিয়াও প্ৰত্যাহ্বানৰ সন্মুখীন হোৱা নাছিল এনে কথা নহয়, আৰু ৰাজনীতিৰ বাস্তৱ কৰ্মক্ষেত্ৰত ৰজাৰ দৈৱগুণে কোনো প্ৰভাৱ পেলোৱা দেখা নগৈছিল। প্ৰাচীন ভাৰতত দৈৱগুণ সহজলভ্য আছিল। প্ৰত্যেক ব্ৰাহ্মণেই ভাবাৰ্থত

দেৱতাসদৃশ আৰু আশ্ৰমবাসী শুদ্ধাচাৰী তপস্বীসকলো আছিল দেৱতাই। যিসকল গৃহস্থই যজ্ঞ পালন কৰে বা যজ্ঞৰ যজমান হৈ তাৰ ব্যয় বহন কৰে তত্ত্বগতভাৱে তেওঁলোকো অন্ততঃ যজ্ঞকাৰ্য চলি থকা সময়ছোৱাত দেৱতাৰ শাৰীলৈ উঠা বুলি ধৰা হয়। সেই সময়ত আনকি কাষ্ঠদণ্ড আৰু শৈলখণ্ডও দৈৱশক্তিৰ প্ৰতীক বুলি মান্য হয়। তদুপৰি দেৱতাসকলো পাপাসক্ত হৈ পতিত হ'ব পাৰে। সেইবাবে ৰজা দেৱতা বুলি গণ্য হ'লেও তেৰোঁ হাজাৰ-বিজাৰ দেৱতাৰ মাজৰ এজনহে। গতিকে তেওঁৰ দৈৱগুণে সকলো সময়তে প্ৰজাৰ মনত সমীহ জন্মাব বা অবিৰতভাৱে প্ৰভাৱ পেলাই থাকিব নোৱাৰে। আনহাতে বৌদ্ধ আৰু জৈনবিলাকে খোলাখুলিভাৱে ৰজাৰ দৈৱগুণ-তত্ত্ব নাকচ কৰিছিল। আৰু কবিসকলৰ মাজতো অন্ততঃ এজনে— মহামতি হৰ্ষবৰ্দ্ধনৰ পৃষ্ঠপোষকতা লাভ কৰা বাবে তেওঁ কাদম্বৰী কাব্যত সাহসেৰে নিজৰ অভিমত ব্যক্ত কৰিছিল এইদৰে যে ৰজাৰ ঐশ্বৰিকতা হৈছে আচলতে দুৰ্বল আৰু মূৰ্খ ৰজাবোৰক স্তোকবাক্যৰে তুষ্ট কৰিবলৈ প্ৰয়াস কৰা দুষ্ট তোষামোদকাৰীৰ উদ্ভাৱনা। তেনে উদ্ভট কাহিনীৰে প্ৰকৃততে শক্তিশালী আৰু জ্ঞানী মহাৰজাসকলক ঠগিব নোৱাৰি। এই কথা ঠিক যে প্ৰাচীন ভাৰতত ৰজাৰ প্ৰতি সকলোৰে গভীৰ সন্মান আৰু সমীহ ভাব আছিল কিন্তু প্ৰাচীন ৰোমান বা চীনা সম্ৰাটসকলক তেওঁলোকৰ প্ৰজাবৰ্গই যেনে অবিমিশ্ৰ দাসসুলভ মানসিকতাৰে মান্য কৰিছিল তেনেদৰে প্ৰাচীন ভাৰতত কৰা নাছিল যেন লাগে।

যদিও ৰজা স্বেচ্ছাচাৰী আছিল আৰু তেওঁৰ ওপৰত কোনো সাংবিধানিক নিয়ন্ত্ৰণ নাছিলেই তথাপি ব্যৱহাৰিক ৰাজনীতিত তেওঁৰ ওপৰতো বহুত বাধা-নিষেধ আৰোপিত হৈছিল। লক্ষণীয় যে সম্পূৰ্ণভাৱে স্বৈৰতান্ত্ৰিক আৰু ধৰ্মনিৰপেক্ষ মতাৱলম্বী হোৱা কাৰণে অৰ্থশাস্ত্ৰই ৰজা সকলো দণ্ড-নীতি আইন-কানুনৰ উৰ্দ্ধত বুলি কৈছে যদিও বহুতো ৰাজনীতি-তত্ত্বজ্ঞই সেই কথা মানি লোৱা নাই। ৰজাৰ কাম অকল আইন প্ৰণয়নতে সীমাবদ্ধ নহয়। ৰজাৰ প্ৰধান দায়িত্ব হৈছে ৰক্ষণ আৰু পালন। আৰু অকল শত্ৰুৰ আক্ৰমণৰ পৰা নিজৰ প্ৰজাক ৰক্ষা কৰাতেই সেই কৰ্তব্য শেষ নহয়। ৰজাই সমাজত শৃঙ্খলা ভঙ্গ নোহোৱাকৈ ৰাখিব লাগিব, সকলো বয়সৰ সকলো লোককে বৰ্ণাশ্ৰম-ধৰ্ম শাস্ত্ৰানুমোদিত বিধিৰে পালন কৰি জীৱন নিৰ্বাহ কৰাৰ সুযোগো অব্যাহত কৰি ৰাখিব লাগিব। তেওঁ ধৰ্মৰ পবিত্ৰ ৰীতি-নীতিবোৰ দৰ্পভৰে ভঙ্গ কৰে তেন্তে তেওঁ ব্ৰাহ্মণসকলৰ শত্ৰুতা অৰ্জন কৰিব আৰু কেতিয়াবা সৰ্বসাধাৰণ ব্ৰাহ্মণেতৰ শ্ৰেণীৰ প্ৰজাৰো বিৰোধৰ সন্মুখীন হ'ব লাগিব। এনে অত্যাচাৰী ৰজাৰ দশা কেনে হয় তাৰ দৃষ্টান্ত বহুতো কিংবদন্তি আৰু প্ৰাচীন আখ্যানত দেখুৱাই সতৰ্ক কৰি দিয়া হৈছে। ই সাধাৰণতে আঙুলিয়ায় ৰজা বেনৰ পৌৰাণিক আখ্যানলৈ। পুৰাণৰ এইজন ৰজা

নিজৰ ঐশ্বৰিকতা সম্বন্ধে ইমান দৃঢ় বিশ্বাসী আছিল যে তেওঁ আন সকলো যাগ-যজ্ঞ পালন নিষিদ্ধ কৰি একমাত্ৰ তেওঁকে পূজা-অৰ্চনা কৰিবলৈ সকলোকে বাধ্য কৰিছিল। তদুপৰি বেদবিহিত বৰ্ণ-বিভাজন উলংঘা কৰি সকলো জাতিৰ মানুহৰ মাজত মুকলিকৈ বিবাহ কৰিবলৈ বাধ্য কৰিছিল যাৰ ফলত সমাজত অনেক বিশৃঙ্খলাৰ সৃষ্টি হৈছিল। দৈৱগুণসম্পন্ন ঋষিসকলে অনেক বুজনি দিয়াৰ পিছতো ৰজা বেনে নিজৰ কুকৰ্মবোৰ চলাই থকাত অতীষ্ঠ হৈ ঋষিসকলে হাতে হাতে পবিত্ৰ কুশবন লৈ তেওঁক ঘেৰি ধৰি বধ কৰিলে। মন্ত্ৰৰ প্ৰভাৱত তেওঁলোকৰ হাতৰ কুশবনবোৰ একো একোপাট শেলত পৰিণত হৈছিল। এই কাহিনী বহু গ্ৰন্থত বহু বাৰ পুনঃ পুনঃ বৰ্ণনা কৰা হৈছে ধৰ্মৰ পবিত্ৰ বিধি লংঘন কৰি ধৰ্মনিৰপেক্ষভাৱে শাসনকাৰ্য চলাবলৈ উদ্যত হোৱা ৰজাৰ প্ৰতি সাৱধান-বাণী হিচাপে। অনেক গোঁৱাৰগোবিন্দ ধৰণৰ ৰজাই এনে ধৰ্মনীতি ভঙ্গ কৰাৰ উদ্ধতালি প্ৰকাশ কৰিলেও তেনে অধাৰ্মিক ৰজাৰ বিৰুদ্ধে বিদ্ৰোহ কৰাৰ নৈতিক অধিকাৰ অধীনস্থ প্ৰজাৰ আছে বুলি ধৰ্মই স্বীকাৰ কৰিছিল বাবে ৰজাৰ সম্ভাব্য স্বেচ্ছাচাৰিতাৰ এক নিয়ন্ত্ৰক শক্তিৰূপে গণ্য হৈছিল। নন্দ বংশ, মৌৰ্য বংশ, শূঙ্গ বংশ আদি একাধিক ৰাজবংশৰ পতন ঘটিছিল ব্ৰাহ্মণসকলৰে এনে বিৰোধৰ কাৰণেই। মহাভাৰতৰ এঠাইত (ত্ৰয়োদশ পৰ্ব ৯৬।৩৪-৩৫) স্পষ্টভাৱে কোৱা হৈছিল যে অত্যাচাৰী আৰু নিজৰ প্ৰজাক ৰক্ষণ-পালন কৰিব নোৱৰা অক্ষম ৰজা ৰজাই নহয়, তেনে ৰজাক পগলা কুকুৰৰ দৰে বধ কৰিব লাগে।

ব্ৰাহ্মণ আৰু পবিত্ৰ শাস্ত্ৰীয় বিধি-বিধানবোৰেই যে ৰাজকাৰ্যৰ নিয়ন্ত্ৰক আছিল তেনে নহয়। সকলো ৰাষ্ট্ৰনীতি বিষয়ক গ্ৰন্থতে পোৱা যায় যে ৰজাই তেওঁ মন্ত্ৰী পৰিষদৰ পৰামৰ্শবোৰৰ প্ৰতি যথাযথ গুৰুত্ব দিব লাগিব। আনহাতে পাত্ৰ-মন্ত্ৰীসকলকো নিজৰ মতামত যুক্তি-তৰ্কসহকাৰে দাঙি ধৰোতে নিৰ্ভীক হ'বলৈ কোৱা হৈছে। বহুতো ৰজা ৰাজচ্যুত হ'ব লগীয়াত পৰিছিল নিজৰ মন্ত্ৰীসকলৰ দ্ৰোহ আচৰণৰ বাবেই। অন্য এক গুৰুত্বপূৰ্ণ নিয়ন্ত্ৰণ শক্তি আছিল জনমত। বৈদিক যুগৰ ৰজাৰ ক্ষমতা নিয়ন্ত্ৰণ কৰিছিল সভা আৰু সমিতিয়ে। সেইবোৰ আছিল প্ৰজাগণৰ দ্বাৰা পোনপটীয়াকৈ গঠিত কেতিয়াবা পৰোক্ষভাৱে গঠিত সভা। পিছৰ যুগত সেই লোক বা জনসভাৰ ৰীতি অপ্ৰচলিত হৈছিল যদিও ৰজাক সদায় সকীয়াই দিয়া হৈছিল যে যি কোনো বিষয়ত আপামৰ জনসাধাৰণৰ মতামত আৰু অভিৰুচিলৈ লক্ষ্য ৰাখি সেইমতে নিজৰ নীতি নিৰ্ধাৰণ কৰিব লাগে। নহ'লে বিপদ অনিবাৰ্য। বৌদ্ধ জাতকৰ কাহিনীবোৰ ঐতিহাসিক মূল্যযুক্ত নহ'লেও সেইবোৰত খ্ৰীষ্টাব্দ আৰম্ভ হোৱাৰ আগৰ উত্তৰ ভাৰতৰ জনমানসিকতাৰ প্ৰতিফলন ঘটিছে। সেইবোৰত একাধিক ৰজাৰ প্ৰজা-বিদ্ৰোহৰ ফলত অপসাৰণ ঘটাৰ দৃষ্টান্ত পোৱা যায়। ৰামায়ণৰ ৰামৰ কাহিনীতো তেনে দৃষ্টান্ত আছে।

ৰামকে আদৰ্শ ৰজা বুলি পিছৰ যুগৰ হিন্দু শাসনকৰ্তাসকলে গণ্য কৰিছিল। সেই ৰামেও নিজৰ প্ৰিয়তমা পত্নী সীতাক বনবাস দিবলগীয়াত পৰিছিল তেওঁক প্ৰজাবিলাকে ৰাণীৰ সতীত্বত সন্দেহ কৰিছিল কাৰণে। যদিও ৰামে ভালদৰে জানিছিল যে তেওঁৰ পত্নী সম্পূৰ্ণ নিৰ্দোষী আছিল তথাপি প্ৰজাৰ মনোভাৱৰ ওপৰত গুৰুত্ব দি সীতাক ৰাজকাৰেঙত ৰাখিলে ৰাজ্যৰ অমংগল হ'ব পাৰে বুলি তেওঁক নিৰ্বাসন দিছিল। এই গ্ৰন্থত আমাৰ আলোচ্য কালছোৱাৰ শেহৰফালে বিজয়নগৰৰ মহান ৰজা কৃষ্ণদেৱ ৰায়ে জনসাধাৰণৰ অপ্ৰিয় এক বিবাহ কৰ উঠাই দিছিল। ভাৰতীয় নাগৰিক আছিল অতি তেজস্বী স্বভাৱৰ। বেছিকৈ প্ৰৰোচিত হ'লে জ্বলি উঠিছিল। কোনো ৰজাই খামখেয়ালি কামৰ দ্বাৰা নাগৰিক জনতাৰ ৰোষত পৰিলে ৰক্ষা নাছিল। সেইবাবে ৰাষ্ট্ৰ-নীতি সম্বন্ধীয় বেছিভাগ গ্ৰন্থতে ৰজাক পৰামৰ্শ দিয়া হৈছে সাধাৰণ প্ৰজাৰ ৰুচি-অভিৰুচিক গুৰুত্ব দি চলিবলৈ।

অৱশ্যে প্ৰাচীন ভাৰতত ৰজাৰ প্ৰতি প্ৰশ্নাতীত আনুগত্যৰ সমৰ্থকো আছিল। কাৰণ যি মহাভাৰতত কোনো কোনো ঠাইত দুষ্ট ৰজাৰ বিৰুদ্ধে বিদ্ৰোহ কৰিবলৈ স্পষ্টভাৱে নিৰ্দেশ দিয়া হৈছে সেই মহাভাৰতৰে একো ঠাইত— যেনে দ্বাদশ পৰ্বত (৫৭-৪১) কোৱা হৈছে যে ৰজা নোহোৱা ৰাজ্যতকৈ দুৰ্বল হ'লেও এজন ৰজা থকা ভাল। কাৰণ অৰাজকতা ইমান বেছি ভয়ানক যে তাতকৈ দুৰ্বল অত্যাচাৰী ৰজাৰ শাসনো ভাল।

> প্ৰথমে মানুহে নিজৰ ৰজা নিৰ্বাচন কৰিব লাগে, তাৰ পিছত বাছিব লাগে পত্নী, তাৰ পিছতহে ধন-সোণ ঘটিব লাগে। কাৰণ যি দেশত ৰজাই নাই তাত পত্নী বা ধন-সোণৰ স্থিৰতাই বা ক'ত?

## ৰাজ কৰ্ম

প্ৰাচীন ভাৰতীয় ৰাজনৈতিক চিন্তা-চৰ্চাত ৰাষ্ট্ৰৰ বিষয়ে ধাৰণা বৰ স্পষ্ট নাছিল। এটা ৰাজনৈতিক অস্তিত্ব হিছাপে ৰজা-প্ৰজা-ভৌগোলিক বিস্তৃতি আদি সকলো একত্ৰিত কৰি ৰাষ্ট্ৰ বুলি যি একক ধাৰণা মনৰ মাজত উদয় হয় প্ৰাচীন ভাৰতত তেনে সুনিৰ্দিষ্ট সংজ্ঞাযুক্ত ৰাষ্ট্ৰৰ ভাবাদৰ্শ নাছিল। ৰাজনীতি শাস্ত্ৰকাৰসকলে সাৰ্বভৌম ৰাষ্ট্ৰৰ সাতোটা অঙ্গৰ বিষয়ে উল্লেখ কৰি তাক মানৱ শৰীৰৰ অংগ-প্ৰত্যংগৰ লগত তুলনা কৰিছে। যেনে ৰজা হ'ল মস্তক, মন্ত্ৰীগণ হ'ল দুই চক্ষু, ৰাজকোষ হ'ল মুখ, সৈন্যবাহিনী হ'ল মন, প্ৰতিৰক্ষাৰ বাবে দুৰ্গবোৰ হ'ল বাহু আৰু দেশ আৰু জনতা হ'ল পদদ্বয়। এই তুলনা অতি দুৰ্বল বাবে তাৰ কোনো গুৰুত্ব নাছিল। আচলতে সময়ৰ আৰম্ভণিৰে পৰা দৈৱ-

অনুমোদিত পন্থাৰে গঠিত হৈছিল সমাজ। গতিকে ভাৰতীয় ৰাষ্ট্ৰচিন্তাত সমাজৰ গুৰুত্ব সৰ্বাধিক আৰু ব্যাপক। ই ৰাষ্ট্ৰৰো ওপৰত আৰু স্বতন্ত্ৰ। ৰাষ্ট্ৰৰ মুৰব্বী হিছাপে ৰজাৰ প্ৰথম দায়িত্ব হৈছে সমাজক ৰক্ষা কৰা। ৰাষ্ট্ৰ হ'ল সমাজ ৰক্ষণ আৰু পালন কৰা কামত নিযুক্ত ৰজাৰ আঙ্গিক বিস্তৃতি যাতে ৰাষ্ট্ৰযন্ত্ৰ ঠিকমতে পৰিচালনা কৰি ৰজাই সেই দায়িত্ব পালন কৰিব পাৰে।

সেইদেখি ৰাজকাৰ্য বুলিলে বহিঃ শত্ৰুৰ আক্ৰমণৰ পৰা স্বৰাজ্য ৰক্ষা কৰাকে নুবুজায়। ৰাজ্যৰ আভ্যন্তৰীণ শত্ৰুয়েও যাতে সমাজৰ জীৱন, সম্পদ আৰু পৰম্পৰাগত ৰীতি-নীতি বিনষ্ট কৰিব নোৱাৰে তালৈও ৰজাই সততে চকু দিব লাগিব। তেওঁ বৰ্ণাশ্ৰম আৰু জাতিভেদ নিয়ম-নীতি ৰক্ষা কৰি চলিব লাগিব আৰু সেইবোৰ নীতি-নিয়ম ভঙ্গ কৰি জাতিভ্ৰষ্ট হোৱা লোকক সমাজচ্যুত কৰিব লাগিব। তেওঁ গৃহস্থসমূহৰ পাৰিবাৰিক পবিত্ৰতা ৰক্ষা কৰিবলৈ ব্যভিচাৰ দেখিলে দণ্ড দিব লাগিব। প্ৰত্যেক পৰিয়ালৰ সা-সম্পত্তি যাতে যোগ্য উত্তৰাধিকাৰীযে পায় সেই কথা নিশ্চিত কৰিব লাগিব। ৰাজ্যৰ বিধৱা আৰু অনাথ শিশুসকলৰ ৰজাই স্বাভাৱিক অভিভাৱকৰূপে গণ্য হ'ব। তেওঁ ধনীসকলক দৰিদ্ৰ লোকৰ দস্যুবৃত্তিৰ পৰা ৰক্ষা কৰিব আৰু দৰিদ্ৰসকলক ধনী শ্ৰেণীৰ শোষণ আৰু অত্যাচাৰৰ পৰা ৰক্ষা কৰিব। ধৰ্ম ৰক্ষাৰ বা বিদ্বান ব্ৰাহ্মণ আৰু মন্দিৰ-দেৱালয় আদিৰ প্ৰতি উদাৰ হস্তে দান কৰিব। আনকি অন্যান্য ধৰ্মগ্ৰন্থৰো পৃষ্ঠপোষকতা কৰিব। কেতিয়াবা ৰক্ষণাবেক্ষণ দিয়াৰ নামত হয়তো স্থিতাৱস্থা বাহাল ৰখাতকৈ বেছি একো কৰাই নহৈছিল। কিন্তু সেইটো কৰোতেও ৰাজকাৰ্য যথেষ্ট বৃদ্ধি হৈছিল। জলসিঞ্চনৰ ব্যৱস্থা কৰা, আকালৰ সময়ত সাহায্য দিয়া আৰু সাধাৰণভাৱে ৰাজ্যৰ যাতে অৰ্থনৈতিক উন্নতি হয় তাৰ তদাৰক কৰাটো ৰজাৰ দায়িত্বৰ ভিতৰুৱা আছিল।

ৰজাৰ সন্মুখত আদৰ্শ আছিল সক্ৰিয়ভাৱে প্ৰজাহিতকৰ কামত লিপ্ত থকা। সকলো প্ৰজাই তেওঁৰ সন্তান তুল্য বুলি ঘোষণা কৰা ৰজা ভাৰতত একমাত্ৰ মৌৰ্য অশোকেই যে আছিল তেনে কথা নহয়। আৰু অশোকেই যে অবিৰত কৰ্মসূচীৰে প্ৰজাহিতকৰ কামত লিপ্ত হৈ থকা একমাত্ৰ ৰজা আছিল সেইটোও নহয়। কৌটিল্যৰ 'অৰ্থশাস্ত্ৰ'তে যদিও ৰাজকীয় ক্ষমতা আহৰণ আৰু সেই ক্ষমতা সংৰক্ষণৰ বাবে যি কোনো অসাধু কৌশলেই বিধেয় বুলি কৈছে, সেই 'অৰ্থশাস্ত্ৰ'তে সৰল আৰু সাৱলীল ভাষাত সিংহাসনোবিষ্ট ৰজাৰ অৱশ্যপালনীয় মহৎ কৰ্তব্যৰ আদৰ্শ কেনে হ'ব লাগে সেই বিষয়ে ইমান দ্ব্যৰ্থহীন উক্তি কৰিছে যে বিশ্বৰ কোনো প্ৰাচীন সভ্যতাতে তেনে দৃষ্টান্ত পোৱা নেযায়।

ৰজাক তুলনা কৰা হৈছে এজন তপস্বীৰ লগত—

রাজ্ঞো হি ব্রতমুত্থানং যজ্ঞ কার্যানুশাসনম্।
দক্ষিণা বৃত্তিসাম্যং তু দীক্ষা তস্যাভিষেচনম্॥
প্রজাসুখে সুখং ৰাজ্ঞঃ প্রজানাং চ হিতে হিতম্।
নাত্মপ্রিয়ং হিতং ৰাজ্ঞঃ প্রজানাং তু প্রিয়ং হিতম্॥
তস্মান্নিত্যোত্থিতো ৰাজা কুর্যাদর্থানুশাসনম্।
অর্থস্য মূল্য মুত্থানমনর্থস্য বিপর্যযঃ॥
অনুত্থানে ধ্রুবো নাশঃ প্রাপ্তস্যানাগতস্য চ।
প্রাপ্যতে ফলমুত্থানাল্লভতে চার্থসম্পদম্॥

অর্থাৎ ৰজাৰ কাৰণে উদ্যমেই (যজ্ঞৰ) ব্রত , প্রশাসনেই যজ্ঞ, ব্যৱহাৰৰ সমতাই দক্ষিণা আৰু অভিষেকেই হৈছে তেওঁৰ যজ্ঞ দীক্ষা।

প্রজাৰ সুখেই ৰজাৰ সুখ, প্রজাৰ হিতেই তেওঁৰ হিত ; নিজৰ প্রিযই ৰজাৰ হিত নহয়, প্রজাৰ প্রিযই ৰজাৰ হিত।

সেই কাৰণে নিতৌ উদ্যমশীল হৈ ৰজাই আৰ্থিক উন্নতিৰ কাৰণে প্রশাসন চলাব। উদ্যমেই আৰ্থিক উন্নতিৰ মূল, ইয়াৰ বিপৰীতেই অনৰ্থৰ মূল।

উদ্যমৰ অভাৱত প্রাপ্ত বা অপ্রাপ্ত অৰ্থৰ নাশ নিশ্চিত ; উদ্যমৰ পৰা ফল পোৱা যায় আৰু অর্থসম্পদ লাভ হয়।

'অর্থশাস্ত্র'ৰ আন এঠাইত ৰজাৰ দৈনন্দিন জীৱনৰ বাবে এখন সময়সূচী প্রস্তুত কৰি দিয়া হৈছে। সেই সময়সূচীমতে ৰজাৰ বাবে শোৱাৰ সময় মাত্র চাৰে চাৰি ঘণ্টা আৰু তিনি ঘণ্টা ভোজন আৰু বিশ্রামৰ বাবে ৰাখি দিনটোৰ বাকী গোটেইখিনি সময় কিবা নহয় কিবা ৰাজকার্যত নিযুক্ত কৰিবলৈ পৰামর্শ দিয়া হৈছে। নক'লেও হ'ব যে এনে কঠোৰ সময়সূচী সদায় যে অনুশীলিত হৈছিল তেনে কথা নহয়। কিন্তু তাৰ দ্বাৰাই যিকোনো এজন ৰজাৰ কেনে ধৰণৰ কর্মনিষ্ঠা আদর্শনীয় সেই কথা সুন্দৰকৈ দাঙি ধৰা হৈছে। মেগাস্থিনিছৰ টোকাত পোৱা যায় যে চন্দ্রগুপ্ত মৌর্যই তেওঁৰ শৰীৰ মালিচ কৰাই থকা সময়তো প্রজাৰ গোচৰ শুনিছিল। তেওঁৰ পৌত্ৰ মহাৰাজ অশোকে অন্তেষপুৰত ৰাণীসকলৰ লগত থাকোতেও অর্থাৎ যি কোনো সময়তে গুৰুত্বপূর্ণ ৰাজকর্ম থাকিলে তেওঁক অবিলম্বে অৱগত কৰাবলৈ আদেশ দি থৈছিল। সকলো শাস্ত্রতে ৰজাক ন্যায় বিচাৰ কৰাত তৎকালীনভাৱে সঁহাৰি জনাবলৈ আৰু প্রজাক সহজে সাক্ষাৎ দিবলৈ উপদেশ দিয়া হৈছে। ৰাজপ্রাসাদৰ জাক জাক প্রহৰী, প্রতিহাৰী আৰু অন্যান্য কর্মচাৰীয়ে ৰজাক সকলো সময়তে আবৃত কৰি ৰখাৰ বাবে বা ভেটি নোলোৱাকৈ ৰজাক সাক্ষাৎ কৰাই নিদিয়াৰ বাবে সাধাৰণ প্রজাৰ ৰজাক সাক্ষাৎ কৰাত অসুবিধা হ'ব পাৰে গতিকে

ভাল ভাল ভাৰতীয় ৰজাই সদায় ৰাজহুৱাকৈ দৰ্শন দি আৰু দৰবাৰ পাতি মুকলিকৈ ৰাজকাৰ্য কৰিছিল। ৰাজসভা বা দৰবাৰবোৰ সেইদেখি প্ৰশাসনৰ এক প্ৰয়োজনীয় অঙ্গ হৈ পৰিছিল।

ভাৰত বুৰঞ্জীৰ আমাৰ আলোচ্য সময়ছোৱাৰ ভিতৰত যিসকল বিদেশী পৰ্যটকে ভাৰত ভ্ৰমণ কৰিছিল তেওঁলোকৰ প্ৰায় সকলোৱেই ভাৰতীয় ৰজাসকলৰ জাকজমকতা আৰু বিলাসবহুল জীৱন দেখি বিস্ময় মানিছিল আৰু দেশীয় গ্ৰন্থবিলাকতো তেনে আড়ম্বৰপূৰ্ণ জীৱনৰ বৰ্ণনা আমি পাওঁ। ৰজাৰ ৰমকজমক ৰাজকাৰেঙৰ সকলো কামৰ তদাৰক কৰোতা বিষয়া বেলেগ। তেওঁৰ তলত স্ত্ৰী-পুৰুষ অনেক কৰ্মচাৰীয়ে কাৰেঙৰ সকলো কাম কৰে। কাৰেঙৰ ধৰ্মীয় ক্ৰিয়া-কাণ্ড চলাইছিল ৰাজ পুৰোহিতে আৰু তেওঁৰ সহকাৰী অনেক ব্ৰাহ্মণে। তদুপৰি বহুত দৈৱজ্ঞ, চিকিৎসক, কবি, চিত্ৰকৰ, সঙ্গীতজ্ঞ আৰু বিদ্বান লোক প্ৰাসাদৰ চৌহদত ৰজাৰ পৃষ্ঠপোষকতা লাভ কৰি বাস কৰিছিল। অতি প্ৰাচীন কালত ৰাজপ্ৰাসাদৰ আৰু এজন গুৰুত্বপূৰ্ণ পদাধিকাৰী আছিল ৰজাৰ সূত। এই সূত নামৰ বিষযাজন আছিল একেধাৰে ৰজাৰ ৰথৰ সাৰথি, দূত আৰু চাৰণ। সাধাৰণতে ৰজাৰ বন্ধুস্থানীয় আৰু অতি বিশ্বাসভাজন লোক। ৰাজপ্ৰাসাদৰ ৰজাৰ ঘনিষ্ঠ আৰু এজন বিষয়া হৈছে ৰজাৰ বিদূষক যাৰ বিষয়ে সংস্কৃত নাটকবিলাকৰ পৰা জানিব পাৰি। মধ্যযুগীয় ইউৰোপৰ ৰাজসভাৰ জেষ্টাৰ বা বহুৱাজনৰ নিচিনাই বিদূষকৰ কাম-কাজ।

বহুতো ৰজা অনবৰত ভ্ৰমণতে ৰত আছিল। তেওঁলোকৰ নিজৰ ৰাজ্যৰ সৰ্বত্ৰ সৈন্য-সামন্ত, ডা-ডাঙৰীয়া, লগুৱা-লিকচৌ, পত্নী-উপপত্নীসহ সদলবলে পৰিভ্ৰমণ কৰি সময় কটাইছিল। এনেদৰে ভ্ৰমণৰ কালত আমোদ-প্ৰমোদৰ লগতে ৰাজকাৰ্যও সম্পাদন কৰিছিল। মৃগয়াৰ আযোজন হৈছিল। ৰজাই বিখ্যাত তীৰ্থস্থান দৰ্শন কৰিছিল। তলতীয়া ৰজা বিদ্ৰোহী হ'লে শাসন কৰিছিল। স্থানীয় অভাৱ-অভিযোগ কিবা থাকিলে সেইবোৰ পূৰণ কৰিছিল। মহাৰাজ অশোকৰ দিনৰ পৰা বহুতো শিলালিপি আৰু তামৰ ফলিত এনেদৰে ভ্ৰমণকালত ধাৰ্মিক ৰজাসকলে ধৰ্মীয় অনুষ্ঠান-প্ৰতিষ্ঠান আৰু সদ ব্ৰাহ্মণক কৰা দানৰ বিৱৰণী পোৱা যায়।

ৰজাসকলে শিল্প-কলা, সাহিত্য আৰু বিদ্যা-চৰ্চাৰ পৃষ্ঠপোষকতা কৰাটো আটায়ে আশা কৰিছিল। সমাজৰ উচ্চবৰ্ণৰ সকলো মানুহৰ দৰে ৰজাসকলো শিক্ষিত আছিল আৰু নিজৰ আজৰি সময়ত মাজে মাজে ৰাজকবিসকলৰ কবিতা আবৃত্তি শুনি অতিবাহিত কৰিছিল। ৰজাসকলৰ কোনো কোনোৱে নিজেই প্ৰখ্যাত গ্ৰন্থকাৰ আছিল। বিভিন্ন ৰজাই নিজে ৰচনা কৰা অলেখ গ্ৰন্থ পোৱা গৈছে। সমুদ্ৰগুপ্ত নিজে এজন বিখ্যাত সংগীতজ্ঞ আছিল। তেওঁ বীণা বজাই থকা প্ৰতিচ্ছবি মুদ্ৰিত অনেক মুদ্ৰা আছে।

অৰ্থশাস্ত্ৰত অনেক বাধা-নিষেধ থকা সত্ত্বেও ৰজাই মাজে সময়ে তেনে উচ্চ ৰুচিৰ আমোদৰ উপৰি কিছুমান স্থূল আমোদ-প্ৰমোদৰ প্ৰতিও আসক্তি দেখুৱাইছিল। সেইবোৰৰ ভিতৰত প্ৰধান আছিল চিকাৰ। যদিও পশু-হিংসা বৰ্জনীয় আছিল ৰজা আৰু ৰাজবিষয়াসকলৰ ক্ষেত্ৰত সেই নিয়ম কিছু শিথিল কৰি লোৱা হৈছিল। ৰজাই পাৰিষদসকলৰ লগত দ্যূত-ক্ৰীড়াত মগ্ন হোৱাৰ কথাও পোৱা যায় আৰু মাজে মাজে ৰাজসভা আৰু আনকি নিজৰ অন্তঃপুৰতো ৰাণী আৰু উপপত্নীসকলৰ লগত সুৰাপান কৰা উৎসৱ পতাৰ দৃষ্টান্তও পোৱা যায়। বহুত গ্ৰন্থত এনে বদভ্যাসবোৰক গৰিহণা দিয়া হৈছে আৰু অৰ্থশাস্ত্ৰৰ গ্ৰন্থকাৰে বিভিন্ন গ্ৰন্থত এইবোৰ বদভ্যাসৰ অপকাৰিতাৰ বিষয়ে কোৱা কথাবোৰ উদ্ধৃত কৰিছে।

ৰজাৰ অন্তঃপুৰৰ দায়িত্বত থকা বিষয়াজনক বোলা হৈছিল কঞ্চুকী। সেই বিষয়াজন বিশ্বৰ প্ৰাচীন অন্যান্য বহুতো সভ্যতাত থকাৰ দৰে সাধাৰণতে নুপুংসক নাছিল। কঞ্চুকীজন আছিল এজন বয়সস্থ লোক। পুৰণি সাহিত্যত কঞ্চুকীজনক দেখুৱা হৈছে স্নেহশীল পিতৃতুল্য মানুহ হিছাপেহে। তেওঁ আছিল ৰজা আৰু অন্তঃপুৰবাসিনী সকলোৰে হিতাকাঙ্ক্ষী। ৰজাৰ অন্তঃপুৰৰ বিৱৰণ আৰু বৃত্তান্ত থকা অনেক পুৰণি নাট আৰু কাহিনীৰ পৰা জনা যায় যে ৰাজঅন্তেষপুৰত ৰাণী আৰু উপপত্নীসকলক সযতনে সুখেৰে ৰখা হৈছিল কিন্তু তেওঁলোকে আনকি ৰজাযো প্ৰধান ৰাণীগৰাকী বা মহিষীগৰাকীলৈ ভয় কৰি চলিব লগাত পৰিছিল কাৰণ ৰাজঅন্তেষপুৰত ৰজাৰ পাটৰাণীৰ দোৰ্দণ্ড প্ৰতাপ। মাজে সময়ে তেওঁ অন্যান্য ৰাণী আৰু উপপত্নীবোৰক উগ্ৰ দণ্ড দিছিল।

আদৰ্শ ৰাজপৰিয়াল সাধাৰণতে ক্ষত্ৰিয় গোষ্ঠীভুক্ত হ'ব লাগে যদিও বাস্তৱত তেনে সদায় হোৱা নাছিল। যেনে শৃঙ্গ আৰু কন্ব বংশ আছিল ব্ৰাহ্মণ। তেনেকুৱা বহু ব্ৰাহ্মণ ৰাজবংশ আছিল। হিউয়েন ছাঙৰ টোকাত হৰ্ষবৰ্দ্ধনক বৈশ্য বা বণিক গোষ্ঠীভুক্ত বুলি কোৱা হৈছে। আনহাতে নন্দ আৰু মৌৰ্যবংশ হীন শূদ্ৰজাতিৰ পৰা উদ্ভুত। আচলতে 'যেয়ে শাসন কৰে সেয়ে ক্ষত্ৰিয়' বুলি যি প্ৰবচন সমাজত প্ৰচলিত আছে তাকে প্ৰয়োগ কৰি কেইপুৰুষমানৰ পিছত নীহ কুলৰ পৰা হোৱা ৰাজপৰিয়ালবোৰো ক্ষাত্ৰয় গোষ্ঠীভুক্ত হৈছিল।

ৰাজপদ সাধাৰণতে পুৰুষৰ বাবেই সংৰক্ষিত আছিল যদিও মধ্যযুগৰ উৰিষ্যাৰ কিছুমান সৰু সৰু ৰাজপৰিয়ালত নিয়মীয়াকৈ জীয়াৰীকো সিংহাসনত বহিবলৈ দিয়া হৈছিল। দশম শতিকাৰ কাশ্মীৰৰ দুষ্টা ৰাণী দিদ্দাই নাবালক পুত্ৰৰ অভিভাবিকা হিছাপে বহু বছৰ ৰাজ্য চলাইছিল এজন এজনকৈ নিজৰ সিংহাসনোপবিষ্ট পুত্ৰক প্ৰাপ্তবয়স্ক হোৱাৰ আগতে হত্যা কৰি। আনুমানিক ১২৫৯ ৰ পৰা ১২৮৮ চনলৈকে ৱাৰোলেৰ কাকাতীয় ৰাণী ৰুদ্ৰাম্মাই দেশ শাসন কৰিছিল ৰাজকীয় দলিলবোৰত নিজৰ নাম পুংলিঙ্গ কৰি লিখি। তেওঁ বৰ প্ৰজাৰঞ্জক ৰাণী আছিল। দিদ্দা আৰু প্ৰভাৱতী গুপ্তৰ

দৰে ৰাণীসকলে নিজৰ পুত্ৰসকল নাবালক হৈ থাকোতে ৰিজেণ্ট হিছাপে ৰাজ্য শাসন কৰাৰ আৰু সময়ে সময়ে ৰাজৰাণীসকলে ৰাষ্ট্ৰপৰিচালনা কৰি বিপুল ক্ষমতাশালী হৈ উঠাৰ উদাহৰণ বহুত আছে। তেনেকৈ কান্যকুব্জৰ শেষজন মৌখাৰি বংশৰ ৰজা গ্ৰহবৰ্মনৰ বিধবা পত্নী ৰাজ্যশ্ৰীয়ে ৰাজসভাত নিজৰ ভায়েক হৰ্ষবৰ্দ্ধনৰ কাষতে সম্মানীয় আসনত বহি ৰাজকাৰ্যৰ আলোচনাত ভাগ লৈছিল। দাক্ষিণাত্য উপদ্বীপৰ মধ্যযুগীয় ৰাজ্যবিলাকতো মহিলা শাসনকৰ্তা অনেকৰে নাম পোৱা যায়। ল'ব পাৰি চালুক্যৰাজ দ্বিতীয় জয়সিম্‌হাৰ (১০১৫-১০৪২) ভগ্নী প্ৰাদেশিক শাসনকৰ্তা অক্কাদেৱীৰ নাম। মহান চোল সম্ৰাট প্ৰথম ৰাজৰাজৰ জ্যেষ্ঠা ভগিনী কুণ্ডদেৱীয়ে ওপৰত উল্লেখ কৰা ৰাজ্যশ্ৰীৰ দৰেই ৰাজনীতিত অংশ লৈছিল। আনকি কেতিয়াবা মহিলাই যুদ্ধত অংশ গ্ৰহণ কৰাৰো উদাহৰণ আছে, যেনে অক্কাদেৱীয়ে নিজে যুদ্ধ কৰিছিল আৰু শত্ৰুৰ দুৰ্গ অৱৰোধ পৰিচালনা কৰিছিল আৰু হয়ছল ৰজা দ্বিতীয় বীৰবল্লালৰ ৰাণী উমাদেৱীয়ে দুবাৰ বিদ্ৰোহী কৰতলীয়া ৰজাৰ বিৰুদ্ধে যুদ্ধ চলাইছিল।

উত্তৰাধিকাৰৰ ক্ষেত্ৰত প্ৰথম পুত্ৰ সন্তানৰ অগ্ৰাধিকাৰেই স্বীকৃত আছিল যদিও তাৰ ব্যতিক্ৰমো ঘটিছিল কাৰণ শাস্ত্ৰীয ৰীতি অনুসৰি ব্যাধিগ্ৰস্ত, বিকলাঙ্গ বা গুৰুতৰভাৱে অক্ষম দেহৰ হ'লে কোনো সিংহাসনত বহিব নোৱাৰে কাৰণ তেনে সন্তানৰ জৰিয়তে ৰাজবংশ ৰক্ষা নহয়। সেইবাবেই মহাভাৰতত পাণ্ডুৰ পুত্ৰসকলে অন্ধ ধৃতৰাষ্ট্ৰৰ পৰা বিধিগতভাৱে ৰাজপাট দাবী কৰিব পাৰিছিল। কিন্তু দুৰ্বুদ্ধিযুক্ত বা নৈতিকভাৱে স্খলিত চৰিত্ৰৰ হ'লে একমাত্ৰ পুত্ৰ হ'লেও ৰাজপাটত বহুৱাবলৈ অৰ্থশাস্ত্ৰই নিষেধ কৰিছে। সেই কাৰণে ৰজাই কেতিয়াবা জ্যেষ্ঠ পুত্ৰৰ অগ্ৰাধিকাৰ নেমানি নিজৰ উত্তৰাধিকাৰ বেলেগে নিৰ্বাচন কৰাৰ দৃষ্টান্ত আছে। যেনে প্ৰথম চন্দ্ৰগুপ্তই মুকলি ৰাজদৰবাৰত অন্যান্য পুত্ৰসকলৰ অধিকাৰ নাকচ কৰি সমুদ্ৰগুপ্তক উত্তৰাধিকাৰী বুলি ঘোষণা কৰি লগে লগে নিজে সিংহাসন ত্যাগ কৰি তেওঁক পাটত বহুৱাইছিল। অনুৰূপ অন্য উদাহৰণ পোৱা যায়। কিন্তু জ্যেষ্ঠ পুত্ৰই সিংহাসনৰ স্বাভাৱিক উত্তৰাধিকাৰী বুলি ধৰাবন্ধা নিয়ম নোহোৱাৰ কাৰণে অনেক সময়ত উত্তৰাধিকাৰৰ প্ৰশ্নত প্ৰতিদ্বন্দ্বিতাৰ সৃষ্টি হৈ ভাৰতীয় সাম্ৰাজ্যবোৰ দুৰ্বল হৈ পৰাৰ দৃষ্টান্তও আছে।

ৰাজপুত্ৰসকলক সযতনে প্ৰশিক্ষণ দিয়া হয় আৰু সিংহাসনৰ প্ৰত্যক্ষ উত্তৰাধিকাৰী যুৱৰাজজনক প্ৰশাসনীয় কাৰ্যত পিতৃ ৰজাই নিজৰ লগত যুক্ত কৰি ৰাখে। এই ৰীতি ব্যাপকভাৱে প্ৰচলিত আছিল বিশেষকৈ উত্তৰ-পশ্চিমৰ পৰা ভাৰত আক্ৰমণকাৰী জাতিবোৰৰ ৰাজফৈদবিলাকত আৰু চোলবংশীয় ৰজাসকলৰ মাজত। চোল যুৱৰাজ এজনে পিতৃ ৰজা সৌ-শৰীৰে সিংহাসনত থকা কালতো নিজৰ নামতে চনদ আৰু ৰাজাদেশ ঘোষণা কৰিবলৈ এক্তিয়াৰ পাইছিল। শক আৰু পহ্লৱসকলে নিজৰ মুদ্ৰাত এপিঠিত শাসনাধিষ্ঠিত ৰজাৰ নাম দি আনপিঠিত ভাবী ৰজা বা যুৱৰাজৰ নাম দিছিল।

ৰাজপুত্ৰসকল পিতৃ-মাতৃৰ বাবে মাৰাত্মক ভয়ৰ কাৰণ হৈ উঠিব পাৰিছিল। বৌদ্ধ পৰম্পৰাৰ মতে অজাতশত্ৰুৰ পৰা আৰম্ভ কৰি পাঁচজন পিতৃহন্তা ৰজাৰ দ্বাৰাই মগধ শাসিত হৈছিল। তাৰ পৰা বুজা যায় যে সেইসময়ৰ ভাৰতত ৰজাৰ শাসন ক্ষমতা দুৰ্বল হৈ অহাৰ লগে লগে পুত্ৰগণে তেওঁক হত্যা কৰি সিংহাসন হস্তগত কৰাৰ দৰে আদিম বৰ্বৰ প্ৰথা অৱলম্বন কৰিছিল ব্যাপকভাৱে। পুৰুষে পুৰুষে শাসন কৰি থকা ৰজাই এনে বৰ্বৰ প্ৰথাৰ পুনৰাবৃত্তি হোৱাৰ সম্ভাৱনাৰ কথা বিস্মৃত হয়। সেইদেখি ৰজাক স্বীয় পুত্ৰ আৰু পত্নীগণৰ পৰা ৰক্ষা কৰি থাকিবলৈ সদায় সতৰ্ক কৰি দিয়া হৈছিল। অৰ্থশাস্ত্ৰত কোৱা হৈছে যে ৰাজপুত্ৰসকলে কেঁকোৰাই নিজৰ মাকক খাই পেলোৱাৰ দৰে নিজৰ পিতৃ-মাতৃকে ভক্ষণ কৰে সেইবাবে ৰাজনীতি অনুসৰি ৰাজকুমাৰসকলৰ গতি-বিধি চোৰাংচোৱাৰ জৰিয়তে সদায় লক্ষ্যৰ ভিতৰত ৰাখি প্ৰয়োজন অনুসৰি নিযন্ত্ৰণ কৰিব লাগে যাতে কোনো সময়তে তেওঁলোকে পিতৃৰ বিৰুদ্ধে বিদ্ৰোহ কৰিব নোৱাৰে।

ৰাজকুমাৰৰ পিতৃ-সিংহাসন লাভ কৰিবলৈ অধৈৰ্য হৈ পৰা দেখিলে কোনো কোনো বৃদ্ধ ৰজাই নিজেই সিংহাসন ত্যাগ কৰি বাট মুকলি কৰি দিয়ে। পৰম্পৰাগতভাৱে আৰু ৰাজোচিত কৰ্ম হিছাপেও তেনে ৰীতি ভাৰতৰ সকলো অংশতে সকলো কালতে প্ৰচলিত হৈ আহিছিল। কোনো কোনো সময়ত সিংহাসন ত্যাগৰ পিছতে ধৰ্মৰ দিহামতে ৰজাই ধৰ্মীয় আত্মহত্যা ব্ৰতো গ্ৰহণ কৰা দেখা যায়। কেতিয়াবা কেতিয়াবা চন্দ্ৰগুপ্ত মৌৰ্যৰ দৰে বিখ্যাত ৰজায়ো জৈন ধৰ্মৰ দ্বাৰা প্ৰভাৱান্বিত হৈ অনশন ব্ৰত গ্ৰহণ কৰি ক্ৰমাৎ মৃত্যু বৰণ কৰে। কিছুমান ৰজাই কোনো পবিত্ৰ নদীত সলিল সমাধি স্বেচ্ছাই গ্ৰহণ কৰি পোনপটীয়াকৈ স্বৰ্গগামী হয়, যেনে চালুক্যৰাজ প্ৰথম সোমেশ্বৰ (আনু. ১০৪২-১০৬৮)। সেই ৰজাই যেতিয়া তেওঁৰ শক্তি পৰি অহা দেখিলে তেতিয়া স্বেচ্ছাই পবিত্ৰ তুঙ্গভদ্ৰা নদীত নামি ধৰ্মীয় সঙ্গীত শুনি শুনি জলমগ্ন হৈ মৃত্যু বৰণ কৰিছিল। তেওঁৰ পাত্ৰমন্ত্ৰীসকলে পাৰত থিয় হৈ সেই হৃদয়স্পৰ্শী ঘটনা প্ৰত্যক্ষ কৰিছিল। মালাবাৰ উপত্যকাৰ বহুতো মধ্যযুগীয় ৰাজ্যতে ৰজাই এইদৰে ধৰ্মীয় বিধি অনুযায়ী আত্মহত্যা কৰা নিয়ম চলিছিল বহুকাল ধৰি।

উত্তৰাধিকাৰৰ অন্য ধৰণৰ ৰীতিও আছিল কোনো কোনো ঠাইত। যেনে উজ্জয়িনীৰ শক ছত্ৰপৰ অধিপতিৰ মৃত্যুত সিংহাসন ৰজাৰ জ্যেষ্ঠ পুত্ৰই লাভ কৰা নাছিল— পাইছিল তেওঁৰ পিছৰজন ভায়েকে। যেতিয়া এজন এজনকৈ আটাইকেইজন ভ্ৰাতৃ ৰজা হ'ল তাৰ পিছতহে প্ৰথমজন ৰজাৰ জ্যেষ্ঠ পুত্ৰ সিংহাসনত বহিল। পুত্ৰানুক্ৰমৰ সলনি ভ্ৰাতৃ অনুক্ৰমে সিংহাসনৰ উত্তৰাধিকাৰী হোৱাৰ প্ৰথা ভাৰতৰ অন্যান্য ঠাইতো আছিল। সিংহলততো সদায় সেই ৰীতিয়েই চলিছিল। এই ৰীতি পূৰ্বে চীন দেশৰ শ্বাং ৰাজবংশৰ

শাসন-কালত (খ্ৰীঃ পূঃ ১৫০০ (?) —১১০০) প্ৰচলিত আছিল আৰু মধ্য এছিয়াৰ বহুতো জনগোষ্ঠীৰ মাজতো সেই ৰীতি আছিল। এতিয়াও পূব আফ্ৰিকাৰ ৰাজবংশবিলাকত সেই প্ৰথা চলে।

মালাবাৰ উপকূলৰ চেৰ ৰাজ্যত আদিতে পুৰুষ উত্তৰাধিকাৰী অনুক্ৰমে ৰাজসিংহাসন লাভ কৰা নিয়ম আছিল যদিও কিন্তু প্ৰায় দ্বাদশ শতাব্দীৰ পৰা এক মাতৃপ্ৰধান সামাজিক ৰীতিৰ প্ৰাধান্য বৃদ্ধি পাই সিংহাসনৰ উত্তৰাধিকাৰী ৰজাৰ পুত্ৰৰ সলনি জ্যেষ্ঠা কন্যা হোৱা নিয়ম চলিবলৈ ধৰিলে। এই ৰীতিৰ নাম আছিল 'মৰুমক্কট্টায়ম'। কোচিন আৰু ত্ৰিবাংকুৰত এই ৰীতি অলপ দিন আগলৈকে চলি আছিল সিংহাসনৰ উত্তৰাধিকাৰী নিৰ্বাচনৰ ক্ষেত্ৰতো আৰু পাৰিবাৰিক সম্পত্তিৰ উত্তৰাধিকাৰী ক্ষেত্ৰতো। বোধ হয় মালাবাৰ অঞ্চলত এই প্ৰথা আদিতে প্ৰচলিত হৈ আছিল। হয়তো ব্ৰাহ্মণ্য প্ৰভাৱত উচ্চ শ্ৰেণীৰ লোকে এই প্ৰথা কিছুদিন বিসৰ্জন দিছিল। কালক্ৰমত সি পুনৰুজ্জীৱিত হৈছিল মাথোন। মাতৃতান্ত্ৰিক উত্তৰাধিকাৰ প্ৰথাৰ আৰু কিছুমান নিদৰ্শন প্ৰাচীন ভাৰতত দেখিবলৈ পোৱা গৈছিল। বিশেষকৈ ৰজাৰ উপাধিবোৰত মাতৃৰ নামৰ সংযোজন আছিল তাৰে এটা নিদৰ্শন। কিন্তু কোনো ডাঙৰ ৰাজ্যত সেই প্ৰথা সদায় মানি চলা হোৱা নাছিল।

যদি কোনো ৰাজ্যৰ ৰজা সিংহাসনৰ বাবে উত্তৰাধিকাৰী নৰখাকৈয়ে পৰলোকপ্ৰাপ্ত হয় তেন্তে ৰাজসভাৰ সভাসদ, ডা-ডাঙৰীয়া, মন্ত্ৰী, ধৰ্মীয় নেতা আৰু ধনী সদাগৰসকলৰ হাতলৈ বিপুল ক্ষমতা আহি যায়। সাধাৰণতে তেওঁলোক একত্ৰিত হৈ ৰজা বাছি লয়। গ্ৰহবৰ্মন মৌখাৰিয়ে কান্যকুব্জত অপুত্ৰক অৱস্থাত মৃত্যুবৰণ কৰিলত সেই দেশৰ আমোলাসকলে হৰ্ষক আহ্বান কৰিছিল সিংহাসনত বহিবলৈ। বংগ আৰু বিহাৰত পালবংশৰ প্ৰতিষ্ঠাতা গোপালকো সেই ৰাজ্যৰ প্ৰধান লোকসকল একত্ৰিত হৈ নিৰ্বাচন কৰিছিল। আৰু এটা তেনে দৃষ্টান্ত হ'ল কাঞ্চী ৰাজ্যৰ পল্লৱ ৰজা নন্দীবৰ্মনক (৭৩৫-৭৯৭ খ্ৰীঃ) বাল্যাৱস্থাতে সেই ৰাজ্যৰ মন্ত্ৰী আৰু ডাঙৰীয়াসকলে নিৰ্বাচন কৰাটো। কাশ্মীৰৰ ৰাজ-বৃত্তান্ততো তেনে উদাহৰণ দেখা যায়।

## অৰ্ধ-সামন্ততন্ত্ৰ

সামন্ততন্ত্ৰৰ সংজ্ঞা বেলেগ বেলেগ পণ্ডিতে বেলেগ বেলেগ ধৰণে দিছে। কিছুমানৰ মতে মধ্যযুগৰ ইউৰোপত প্ৰচলিত ফিউডেল প্ৰথাৰ দৰে ৰজাৰ পৰা একেবাৰে তলৰ ভিলেইন বা খেতিয়কলৈ অকল চুক্তি-বন্দবস্তিৰ ওপৰতে গঠিত যি ভূমিবণ্টনৰ

জটিল পদ্ধতিয়ে দেশৰ গোটেই সমাজখনৰে আন্তঃগাথনিস্বৰূপ হৈ থাকে সেয়ে সামন্ততন্ত্র। আনহাতে কিছুমান এনে পণ্ডিতো আছে যিসকলে দেশত যিসকলৰ ওপৰত ভূমিৰ অধিকাৰ বৰ্তে তেওঁলোকেই ৰাজনৈতিক ক্ষমতাৰো গৰাকী বুলি ধৰি লৈ সেইটোকে সামন্ততন্ত্র বুলি শিথিলভাৱে ধৰি লৈ ক'বলৈ যায়। কিন্তু সৰহভাগ ব্রিটিছ ঐতিহাসিকেই প্রথমৰ সুনির্দিষ্ট সংজ্ঞাটোৰেহে সামন্ততন্ত্রৰ অর্থ প্রকাশ কৰে বুলি ধৰি লৈ সেই দৃষ্টিৰে বিচাৰ কৰি প্ৰাচীন ভাৰতত কোনো প্রকৃত ফিউডেল প্রথা নাছিল বুলি কয়। মুছলিম আক্রমণবিলাকৰ পিছত ইউৰোপীয়ান ফিউডেল প্রথাৰ দৰে এক ধৰণৰ সামন্ততান্ত্রিক ব্যৱস্থা ৰাজপুতনাত গঢ লৈ উঠিছিল কিন্তু সেইটো আমাৰ এই গ্রন্থৰ আলোচ্য ঐতিহাসিক কালছোৱাৰ ভিতৰত নপৰে। প্ৰাচীন ভাৰতত কিন্তু এক প্রকাৰৰ অর্ধ-সামন্ততন্ত্র চলি আছিল যিটোক কোৱাছি-ফিউডেলিজম্ বুলিব পাৰি। যদিও সি ইউৰোপীয়ান ফিউডেল প্রথাৰ দৰে সম্পূর্ণ নাছিল তথাপি ভূ-স্বামী আছিল আৰু গঠনো আছিল ইউৰোপীয়ান ফিউডেল বন্দবস্তকৈ বেলেগ ভিত্তিৰে।

বৈদিক যুগৰ পিছৰ কালত ইতিমধ্যেই ক্ষুদ্র ক্ষুদ্র ভূ-স্বামী আৰু সেইবোৰৰ ওপৰত একোজন মুখ্য অধিপতি থকাৰ নিয়ম হৈছিলেই। তেতিয়াৰ দিনৰ পাঠবোৰত 'অধিৰাজ', 'সম্রাট' আদি শব্দ পোৱা যায়। এইবোৰ শব্দৰ অর্থ ৰজাৰো ৰজা অর্থাত সম্রাট নাছিল আচলতে বুজাইছিল অনেক সৰু সৰু ভূপতিৰ ওপৰত থকা এজন অধিপতিকহে। মগধ সাম্রাজ্যৰ লক্ষ্য আছিল কেন্দ্রীয়ভাৱে শাসিত এটা গোটৰ এখন সাম্রাজ্য। তথাপি প্ৰতাপী মৌর্য সম্রাটসকলৰ দিনতো সাম্রাজ্যৰ দূৰ প্রান্তদেশত কৰতলীয়া ৰজাবোৰৰ ৰাজত্ব চলিয়েই আছিল। মৌর্য সাম্রাজ্যৰ পতনৰ পিছৰ পৰা যি কোনো ভাৰতীয় সাম্রাজ্যৰ আৰ্হি হ'ল কেন্দ্রীয়ভাৱে শাসিত বৃহৎ এখন ৰাজ্যৰ চৌদিশে বহুতো তলতীয়া ৰজাৰ দ্বাৰাই শাসিত ৰাজ্য। সেইবিলাকৰ প্রত্যেকেই বেলেগ বেলেগ চুক্তি চর্ত মতে সম্রাটৰ অধীনস্থ। এই তলতীয়া ৰজাবিলাকৰো নিজৰ ৰাজ্যৰ ভিতৰতে নিজৰ তলতীয়া 'ৰাজা' উপাধিধাৰী কিছুমান ভূ-স্বামী আছিল। ভাৰতীয় ফিউডেল প্রথা বা সামন্ততন্ত্র সেইদেখি ইউৰোপীয়ান ফিউডেলিজমৰ লগত নিমিলে। কাৰণ ৰজা-তলতীয়া ৰজা এইসকলৰ মাজত কোনো তত্ত্বগত বা আদর্শগত চুক্তিৰ কথা নাছিল। ইউৰোপৰ ফিউডেলিজ্মত থকা জমিদাৰৰ কাছাৰীৰ পদ্ধতি ভাৰতত চলা নাছিল।

যুদ্ধত সম্পূর্ণভাৱে পৰাস্ত হ'লে এজন বিহিত ৰজাই বিজয়ী ৰজাৰ বশ্যতা স্বীকাৰ কৰি নিজৰ সিংহাসন ৰক্ষা কৰিব পাৰে। এইদৰে এজন ৰজা আন এজন ৰজাৰ তলতীয়া হৈছিল যুদ্ধত পৰাজিত হোৱাৰ বাবেহে, কোনো চুক্তিমতে নহয়। অর্থশাস্ত্রত আনকি এজন দুর্বল ৰজাই ওচৰ-চুবুৰীয়া শক্তিশালী ৰজা থাকিলে নিজেই বশ্যতা স্বীকাৰ কৰি নিৰাপদ হ'ব লাগে বুলি পৰামর্শ দিয়া হৈছে। মহাকাব্য আৰু

স্মৃতিশাস্ত্ৰবিলাকতো পোনপটীয়াভাৱে কোনো ৰাজ্য জয় কৰা কথাত উদগনি জনোৱা নাই। ধৰ্মৰাজ্য গঠন মানে চুবুৰীয়া ৰাজ্যক অধীনস্থ কৰাহে— সম্পূৰ্ণ গ্ৰাস কৰি নিজৰ ৰাজ্যৰ লগত চামিল কৰা নহয়। যদিও সমুদ্ৰগুপ্ত আদিৰ দৰে পিছৰ যুগৰ অনেক ৰজাই সেইবোৰ ধৰ্মৰাজ্য গঠনৰ বিধি উলংঘা কৰি বিজিত ৰাজ্য নিজৰ খাচ ৰাজ্যৰ লগত চামিল কৰি লৈছিল। পূৰ্বৰ ভাৰতীয় প্ৰথা কিন্তু সেইটো নাছিল।

ৰাজাধিৰাজ বা বিজয়ী ৰজাৰ অধীনস্থ ৰজাৰ ওপৰত থকা নিয়ন্ত্ৰণৰ জোখ একে ধৰণৰ নাছিল। সাধাৰণ দস্তুৰ মতে এজন তলতীয়া ৰজাই সম্ৰাটক নিয়মীয়াকৈ কৰ দিব লাগে আৰু যুদ্ধ হ'লে তেওঁক সৈন্য-সামন্ত আৰু অৰ্থ দি সহায় কৰিব লাগে। ৰাজকীয় উৎসৱাদিত সম্ৰাটৰ দৰবাৰত তলতীয়া ৰজাসকল উপস্থিত থকাৰ নিয়ম। মধ্যযুগীয় ৰজাসকলৰ উদ্দেশ্যে ৰচিত ৰাজপ্ৰশস্তিবিলাকত তেনে উৎসৱত কৰতলীয়া ৰজাসকলে সম্ৰাটৰ আগত মূৰ দোৱাঁওতে তেওঁলোকৰ হীৰা-মুকুতা খটোৱা পাগুৰিবোৰৰ পৰা ৰ'দৰ জিলিঙনি পৰি সাগৰৰ ঢৌ জিলিকাৰ দৰে অসংখ্য মণি-মাণিকৰ জ্বলমলনি উঠাৰ বৰ্ণনা পোৱা যায়। তলতীয়া ৰজাই কোনো ৰাজাদেশ বা চনদ জাৰি কৰিলে নিজৰ নামৰ আগতে সম্ৰাটৰ নাম লেখাটো নিয়মৰ কথা আছিল। কোনো কোনো ক্ষেত্ৰত সম্ৰাটৰ্ৰ এজন প্ৰতিনিধিক তলতীয়া ৰজাৰ ৰাজধানীত ৰখাৰ নিয়ম আছিল। কৰতলীয়া ৰজাৰ পুত্ৰসকলে সম্ৰাটৰ পুত্ৰৰ লগত একেলগে শিক্ষা-দীক্ষা লৈ সংগ দিব লাগে। তলতীয়া ৰজাৰ কন্যাও সম্ৰাটৰ অন্তঃপুৰবাসিনী হ'ব লাগে। কোনো কোনো সময়ত কৰতলীয়া ৰজাই সম্ৰাটৰ মন্ত্ৰীৰ পদো লাভ কৰে। কেতিয়াবা সম্ৰাটৰ প্ৰিয়পাত্ৰ মন্ত্ৰীও ৰজা হিছাপে নিযুক্ত হয়। মধ্যযুগত মন্ত্ৰী আৰু কৰতলীয়া ৰজাৰ পদবী ইটোৰ লগত সিটো চামিল হৈ একেটা হোৱাৰ দৃষ্টান্ত পোৱা যায়। কেতিয়াবা ৰজাই নিযুক্ত কৰা প্ৰাদেশিক শাসনকৰ্তাবোৰেই সম্ৰাটৰ প্ৰীতিভাজন হৈ শাসন কৰি থাকোতে সেই ৰাজ্যৰে বা প্ৰদেশৰে সামন্ত ৰজা হৈ পৰেগৈ নিজৰ অধিকাৰেৰে।

কৰতলীয়া ৰজাৰ ভিতৰতো প্ৰধান যিসকল সেইসকলক মহাসামন্ত বুলি কোৱা হয়। মহাসামন্তৰ নিজস্ব শাসন-ব্যৱস্থা আৰু সৈন্যবাহিনীও থাকে। ৰাজত্ব কৰি থকা ৰজাৰ যিমান বিপদ-আপদ হ'ব পাৰে তাৰ ভিতৰত আটাইতকৈ ডাঙৰ বিপদ হৈছে এনে মহাসামন্তৰ বিদ্ৰোহ। দাক্ষিণাত্যৰ পশ্চিমাঞ্চলৰ ইতিহাসত তাৰ অনেক দৃষ্টান্ত পোৱা যায়। তাত ষষ্ঠ শতাব্দীৰ পৰা ৰাজত্ব কৰিছিল চালুক্য ৰাজবংশই। ৭৫৩ চনত দন্তিদুৰ্গ ৰাষ্ট্ৰকুট নামে এক কৰতলীয়া ৰজাই চালুক্যৰাজক ওফৰাই ৰাষ্ট্ৰকুট ৰাজবংশ স্থাপন কৰে আৰু চালুক্য বংশই সাধাৰণ কৰতলীয়া ৰাজ্যত ৰাজত্ব কৰি থাকিল প্ৰায় দুশ বছৰ। তাৰ পিছতে কিন্তু ৰাষ্ট্ৰকুট বংশৰো দুৰ্বলতাৰ সুযোগ লৈ পুনৰ ক্ষমতা দখল কৰিলে চালুক্যসকলে আৰু তাৰ পিছৰ পৰা দ্বাদশ শতাব্দীলৈকে ৰাজত্ব

কৰি থাকিল। তাৰ পিছতে কিন্তু তেওঁলোকৰে কৰতলীয়া যাদৱ, কাকাতীয়া আৰু হয়ছল বংশবিলাকে তেওঁলোকৰ ৰাজত্ব উৎখাত কৰি ৰাজ্য নিজৰ মাজত ভগাই লয়।

আচলতে সম্রাট বা ৰাজাধিৰাজৰ বহু দূৰৱৰ্তী আৰু প্ৰতাপী কৰতলীয়া ৰজাসকলৰ ওপৰত যি কোনো প্ৰকাৰ অধিকাৰ বা প্ৰভুত্ব আছিল নামমাত্ৰ। তাৰ এটা উদাহৰণ সমুদ্ৰগুপ্ত আৰু সিংহলৰ ৰজা শ্ৰীমেঘবৰ্ণৰ মাজত থকা সম্বন্ধৰ পৰাই পোৱা যায়। সমুদ্ৰগুপ্তই দাবী কৰিছিল যে সিংহলৰাজ তেওঁৰ তলতীয়া আছিল। কিন্তু নিৰ্ভৰযোগ্য চীনা সূত্ৰৰ পৰা নিশ্চিতভাৱে জানিব পৰা গৈছে যে সিংহলৰ ৰজাই এবাৰ উপহাৰাদিসহ সমুদ্ৰগুপ্তলৈ এক সঁজাতি-দল পঠাইছিল বৌদ্ধ ধৰ্মৰ পবিত্ৰ ক্ষেত্ৰ গযাত এটা বৌদ্ধ মঠ নিৰ্মাণ কৰিবলৈ অনুমতি বিচাৰি। তাকে সমুদ্ৰগুপ্তই বশ্যতা স্বীকাৰ বুলি দাবী কৰিছিল।

সৰু সৰু তলতীয়া ৰজাবোৰৰ ক্ষমতা কিন্তু তেওঁলোকে নিজকে ৰজা উপাধিৰে ভূষিত কৰিলেও মধ্যযুগৰ ইউৰোপৰ সাধাৰণ জমিদাৰবোৰতকৈ বেছি নাছিল। এই সম্বন্ধে দক্ষিণ বিহাৰৰ দুধপানীত পোৱা অষ্টম শতাব্দীৰ এখন প্ৰাচীন লিপিত এটি আমোদজনক কাহিনী পোৱা গৈছে ঃ

বৃত্তিত সদাগৰ তিনিজন ভ্ৰাতৃ আহি আছিল তাম্ৰলিপ্তি বন্দৰ নগৰৰ পৰা অযোধ্যাত থকা তেওঁলোকৰ গৃহাভিমুখে বেপাৰৰ বস্তু-বাহানি আৰু ৰচদ-পাতিসহ এটা কাৰাভানৰ লগত। আহোঁতে বাটত ভ্ৰমৰশালিনী নামে এখন গাঁৱত ৰাত্ৰি যাপনৰ বাবে ৰ'ব লগা হ'ল। এনেতে সেই দেশৰ ৰজা আদিসিংহই সৈন্য-সামন্ত, লগুৱা-লিকচৌ লৈ সেই গাঁৱৰ মাজেদিয়ে মৃগয়া-যাত্ৰা কৰি যাওক। তেতিয়াৰ দিনৰ ৰীতি মতে ৰজাই সেই গাঁৱৰ মানুহৰ পৰাই ভোজনৰ বাবে খাদ্য-দ্ৰব্য আৰু ঘোঁৰাৰ দানা-পানী বিচাৰিলে। গাঁওবাসীৰো তেতিয়া দুৰ্ভিক্ষপীড়িত হৈ বৰ অনাটনৰ সময় চলিছিল। ৰজাৰ প্ৰয়োজনীয় সকলো বস্তুৰ যোগাৰ ধৰিব নোৱাৰি তেওঁলোকৰে কেইজনমান গৈ তিনি বণিক ভাটৰ ওচৰ চাপিলগৈ সাহায্য বিচাৰি। বণিক ভায়েককেইজনেও নিজৰ ফালৰ পৰা ৰজাক প্ৰয়োজনীয় ৰচদ-পাতিৰ যোগান ধৰিলে। ৰজাই জ্যেষ্ঠ ভ্ৰাতৃ উদয়মানৰ লগত কথা পাতি বৰ ভাল পালে। গতিকে উদয়মান আৰু তেওঁৰ দুই ভাইক নিজৰ ৰাজসভাৰ সভাসদ কৰি ল'লে। কিছুকালৰ মূৰত উদয়মান এদিন সেই ভ্ৰমৰশালিনী গাঁৱলৈ আহিছিল। সেই গাঁৱৰ মানুহে তেওঁৰ পূৰ্বৰ দয়াৰ কথা মনত পেলাই তেওঁক তেওঁলোকৰ ৰজা হ'বলৈ খাটনি ধৰিলে। ৰজা আদিসিংহক এই বিষয়ে জনালত তেৰোঁ সেই প্ৰস্তাৱত অনুমোদন জনালত উদয়মান সেই ভ্ৰমৰশালিনী গাঁৱৰে ৰজা হ'ল আৰু তেওঁৰ দুই ভ্ৰাতৃকো ওচৰৰ দুখন গাঁৱৰ ৰজা পাতি প্ৰতিষ্ঠিত কৰা হ'ল।

'এপিগ্ৰাফিয়া ইণ্ডিকা'ত থকা এই কাহিনীৰ পৰা কেনেকৈ প্ৰাচীন ভাৰতত অৰ্ধ-সামন্ততান্ত্ৰিক ব্যৱস্থা চলিছিল তাৰ এটা দৃষ্টান্ত পোৱা যায়। মৌৰ্য যুগৰ পিছৰ পৰা

ভাৰতীয় ৰজাসকলে নিজৰ বিষয়াবৰ্গক নগদ ধনেৰে দৰমহা দিয়াৰ দস্তুৰ এৰি একোখন বা কেইবাখনো গাঁৱৰ পৰা ৰাজহ সংগ্ৰহ কৰাৰ অধিকাৰ প্ৰদান কৰি তেনেকৈ পৰোক্ষভাৱে দৰমহা দিয়াৰ নিয়ম কৰিছিল। এনে অধিকাৰৰ ফলত তেনে বিষয়াই অন্যান্য সা-সুবিধাও লাভ কৰিছিল আৰু কালক্ৰমত তেনে সুবিধাভোগী বিষয়াই ৰজা আৰু কৰদাতা প্ৰজাৰ মাজত মধ্যভোগীৰ ভূমিকা লৈছিলগৈ। ইয়াৰ ফলত ক্ষমতা বিকেন্দ্ৰীকৰণ, অস্থিৰতা আৰু আন্তঃৰাজ্যিক অৰাজকতাই প্ৰশ্ৰয় পাইছিল।

## গোষ্ঠীপতিতন্ত্ৰ আৰু লোকতন্ত্ৰ

যদিও প্ৰাচীন ভাৰতৰ ৰাষ্ট্ৰ-পৰিচালনাৰ ক্ষেত্ৰত ৰাজতন্ত্ৰই সাধাৰণতে চলিছিল তথাপি জনজাতীয় ৰাজ্য কিছুমানো আছিল আৰু সেইবোৰ শাসিত হৈছিল একোটা গোষ্ঠীপতিতান্ত্ৰিক শাসন-ব্যৱস্থাৰ জৰিয়তে। সাধাৰণতে এনে শাসন-ব্যৱস্থাক গণৰাজ্যিক শাসন-ব্যৱস্থা বোলা হৈছিল যিটো আজিকালি 'ৰিপাব্লিক' বুলি বুজোৱা হয়। 'ৰিপাব্লিক' বুলি সকলোৱে মানি নলয় যদিও এই কথা মনত ৰাখিব লাগিব। সেই 'গণৰাজ্য'বোৰৰ গণ মানে জনগোষ্ঠীবোৰ ভাৰতীয লোকতন্ত্ৰ বা ৰিপাব্লিকৰ দৰে সকলো নাগৰিকৰ ভোটেৰে নিৰ্বাচিত কোনো লোকসভাৰ দৰে সাংসদে শাসন কৰা অৰ্থত গণতন্ত্ৰ নাছিল। তেনে ৰোমান ৰিপাব্লিক কোনো গণতন্ত্ৰ নাছিল। কিন্তু ঢেৰ ঐতিহাসিক সাক্ষ্য-প্ৰমাণৰ ভিত্তিত জানিব পৰা গৈছে যে লোকতন্ত্ৰ বুলি অভিহিত এনে অনেক প্ৰাচীন ভাৰতীয় শাসন-ব্যৱস্থাত বহুসংখ্যক ব্যক্তিৰ শাসন-কাৰ্যত মতামতক গুৰুত্ব দিয়া হৈছিল।

একেবাৰে প্ৰাচীন কালত তেনে লোকতান্ত্ৰিক ব্যৱস্থাৰে শাসিত কিছুমান জনগোষ্ঠী থকাৰ অস্পষ্ট ইংগিত বৈদিক সাহিত্যত পাবলৈ আছে। বৌদ্ধ শাস্ত্ৰবিলাকতো প্ৰধানকৈ হিমালয়ৰ পাদদেশৰ পাৰ্বত্য অঞ্চলত আৰু উত্তৰ বিহাৰত তেনে কিছুমান জনগোষ্ঠীয় লোকতন্ত্ৰৰ সন্ধান পোৱা যায়। এইবিলাক ৰাজ্য সাধাৰণতে কোনো ডাঙৰ ৰজাৰ কৰতলীয়া হ'লেও আভ্যন্তৰীণভাৱে স্বায়ত্ত শাসিত ৰাজ্য আছিল। আধুনিক নেপালৰ সীমান্তত থকা শাক্য জনগোষ্ঠীয় লোকসকলৰ ৰাজ্য আছিল তেনে এক লোকতন্ত্ৰ। বুদ্ধ নিজেই সেই শাক্যবংশৰে আছিল। যদিও পিছৰ যুগৰ কাহিনী-পৰম্পৰাত বুদ্ধৰ পিতৃ শুদ্ধোধনক বিপুল পয়োভৰেৰে ৰাজ্য শাসন কৰা এক মহাপ্ৰতাপী ৰজা বুলি দেখুৱা হৈছে, দৰাচলতে তেওঁ আছিল এক জনজাতীয় গোষ্ঠীপতি। বহুসংখ্যক জনজাতীয় গৃহপতিৰ সমৰ্থনৰ ওপৰতহে নিৰ্ভৰ কৰিছিল তেওঁৰ ৰাজপদ। সেইসকল জনজাতীয় গৃহস্থ সময়ে সময়ে তেওঁলোকৰ গোষ্ঠীয় ৰাজনীতি আলোচনাৰ বাবে মিলিত হৈছিল সভাগৃহত যাক পালিভাষাত বোলা হৈছিল 'সন্থাগাৰ'।

ৰাজতন্ত্ৰ নোহোৱাকৈ অন্য ধৰণে শাসিত অতি শক্তিশালী এখন ৰাষ্ট্ৰ আছিল। ব্ৰিটিছ জনগোষ্ঠীয় সম্মিলিত গণৰাষ্ট্ৰ। সেই সম্মিলিত গণৰাষ্ট্ৰৰ সবাতোকৈ প্ৰতাপী অংশীদাৰ আছিল লিচ্ছৱী জনগোষ্ঠী। যি দীৰ্ঘকাল জুৰি মগধৰ সম্ৰাট অজাতশত্ৰুৰ আক্ৰমণ প্ৰতিৰোধ কৰিবলৈ সক্ষম হৈছিল সেই সম্মিলিত গণৰাষ্ট্ৰবোৰে। খুব নিশ্চিত নহ'লেও এটা বৌদ্ধ কিংবদন্তিতত উল্লিখিত হৈছে যে লিচ্ছৱীসকলৰ মুঠ ৭৭০৭ জন ৰজাই আছিল। তাৰ অৰ্থ এটাই হ'ব পাৰে যে লিচ্ছৱী জনগোষ্ঠীৰ প্ৰত্যেকজন গৃহস্বামী বা পৰিয়ালৰ মুৰব্বীয়েই সেই উপাধি গ্ৰহণ কৰিছিল আৰু সকলোৰেই প্ৰশাসনীয় সাধাৰণ সভাত বহিবলৈ অধিকাৰ আছিল। জৈন-পৰম্পৰাত চলি অহা এক বৃত্তান্ত মতে অজাতশত্ৰুৰে সৈতে দীৰ্ঘকালীন যুদ্ধ পৰিচালনাত মন্ত্ৰণা কৰিবলৈ ছয়ত্ৰিশজন জনজাতীয় গোষ্ঠীপতিৰে গঠিত এখন কৰ্ণধাৰ সমিতি আছিল। লিচ্ছৱী, মল্ল আৰু অন্যান্য জনজাতিসকলৰ যুদ্ধ পৰিচালিত হৈছিল সেই সভাৰ সিদ্ধান্ত মতে। সম্মিলিত গণৰাষ্ট্ৰৰ এজন সৰ্বাধিপতি ৰজা আছিল যিজন আছিল প্ৰশাসনিক কাৰ্যৰ মুৰব্বী। শাক্যবংশীয় ৰজা শুদ্ধোধনৰ দৰে তেওঁৰ সেই পদ আজীৱন অভিষিক্ত হৈতো আছিলেই পিছত সেই পদত নিজৰ উত্তৰাধিকাৰকো বহুৱাব পাৰিছিল।

এই প্ৰসংগত বৌদ্ধ ধৰ্মাধিকাৰসকলৰ সংগঠনৰ পদ্ধতিও বিবেচনা কৰিবলগীয়া। বুদ্ধই নিজে সেই বৌদ্ধ ধৰ্ম সংগঠন কৰিছিল। তাৰ গঠন-ৰীতিলৈ লক্ষ্য কৰি যুক্তিসঙ্গতভাৱেই কোৱা হৈছে যে বুদ্ধই এই গণৰাষ্ট্ৰবোৰৰ গঠন-প্ৰণালীৰ আৰ্হিতে— খুব সম্ভৱ শাক্য গণৰাজ্যৰ আৰ্হিতে সেই বৌদ্ধ ভিক্ষুসকলক সংগঠিত কৰিছিল। বৌদ্ধ ধৰ্মীয় ক্ৰিয়া-কাণ্ড আৰু কাৰ্যসূচী নিৰ্মিত হৈছিল সকলো ভিক্ষুৱেই অংশ গ্ৰহণ কৰিব পৰা এখন সাধাৰণ সভাই। সেই নীতিবিষয়ক সিদ্ধান্ত লওঁতেই কিছুমান বিধি-বিধান আৰু স্বীকৃত আদেশ মানি চলিব লাগিছিল। সেইবোৰ আধুনিক যুগত এখন সাধাৰণ সভাৰ কাৰ্য-প্ৰণালীতকৈ বেছি বেলেগ নহয়। মাত্ৰ বৌদ্ধসকলৰ এটা বিশেষত্ব আছিল যে আধুনিক কালৰ সাধাৰণ সমিতিৰ দৰে কোনো মত সংখ্যাগৰিষ্ঠ সদস্যৰ দ্বাৰা সমৰ্থিত হ'লেও গ্ৰাহ্য নহ'ব, সি সৰ্বসম্মতিক্ৰমে হ'ব লাগিব। যদি কোনো বিষয়ত মতানৈক্য হয় তেন্তে সেই বিষয় জ্যেষ্ঠ ভিক্ষুসকলৰ বিশেষ সভালৈ চূড়ান্ত ৰায় বিচাৰি প্ৰেৰণ কৰা হয়।

বুদ্ধৰ জীৱন-কালত এই চিৰকাল স্বাধীন জনজাতিসমূহৰ সন্মুখত গুৰুতৰ সমস্যাই দেখা দিছিল নিজৰ অস্তিত্ব বজাই ৰখাৰ ক্ষেত্ৰতে। প্ৰথম সমস্যা আহিছিল নিজৰ জাতিগোষ্ঠীৰ সমাজৰ ভিতৰতে দ্ৰুতভাৱে আহিবলৈ ধৰা সামাজিক আৰু অৰ্থনৈতিক পৰিবৰ্তনবোৰৰ পৰা। আনহাতে সেই সময়ত পূব ভাৰতত নতুন নতুন ৰাজ্য গঠন আৰু সম্প্ৰসাৰণৰ ফলত বাহিৰৰ পৰা অহা ৰাজনৈতিক সামৰিক হেঁচা। বুদ্ধৰ মৃত্যুৰ

সমসাময়িক কালতে শাক্য আৰু বৃজ্জি দুই জনগোষ্ঠী বিজিত হৈছিল। শাক্য গোষ্ঠীৰ পুনৰুত্থান কোনোদিনে নহ'লেই। বুদ্ধৰ নিজৰ ৰজা-মহাৰজাসকলৰে সম্পৰ্ক ভাল আছিল যদিও তেওঁৰ মনত প্ৰাচীন এই গণৰাষ্ট্ৰবিলাকৰ প্ৰতি গভীৰ স্নেহ আৰু সদিচ্ছা থকাৰ প্ৰমাণ পোৱা যায়। তেওঁক মৃত্যুৰ অলপ দিনৰ আগতে তেওঁ কোৱা বুলি উক্ত এটা বাণীত বুদ্ধই বৃজ্জিসকলক সতৰ্ক কৰি দিছিল যে তেওঁলোকৰ নিৰাপত্তা নিৰ্ভৰ কৰিব তেওঁলোকৰ জনগোষ্ঠীয় ৰীতি-নীতি আৰু পৰম্পৰাবোৰ নিষ্ঠাৰে মানি চলা আৰু ঘন ঘনকৈ গোষ্ঠীয় সকলো সাধাৰণ লোকৰ জনসভা পাতি দিহা-পৰামৰ্শ কৰাৰ ওপৰত।

পশ্চিম ভাৰতত সাম্ৰাজ্যবাদৰ হেঁচা পূব ভাৰতত হোৱাৰ দৰে প্ৰবলভাৱে কোনোদিনে অনুভূত হোৱা নাছিল বাবে পশ্চিমফালে এই জনগোষ্ঠীয় গণৰাজ্যবোৰ পূবভাৰতৰবোৰতকৈ বেছি দিন টিকি থাকিব পাৰিছিল। এনেকুৱা গণৰাষ্ট্ৰভুক্ত বহুত জনগোষ্ঠীৰ উল্লেখ আলেকজেণ্ডাৰৰ ভাৰত আক্ৰমণৰ গ্ৰীক ক্লাছিকেল সাহিত্য- ইতিহাসত পোৱা যায়। আনহাতে অৰ্থশাস্ত্ৰত বেলেগে এটা সম্পূৰ্ণ অধ্যায়ত মাত্ৰ এটা বিষয়েই আলোচনা কৰা হৈছে কি উপায়েৰে এজন উচ্চাকাঙ্ক্ষী ৰজাই এনে গণৰাষ্ট্ৰ একোখন জয় কৰিব পাৰে। অৰ্থশাস্ত্ৰত বিহিত প্ৰধান উপায় হৈছে তেনে গণৰাষ্ট্ৰৰ জনজাতীয় নেতা বা মুখিয়াল লোকসকলৰ মাজত মতানৈক্য, অমিল, অসূয়া আৰু দ্বন্দ্বৰ সৃষ্টি কৰা যাতে গণসভাবিলাকত সৰ্বসন্মতিক্ৰমে কোনো সিদ্ধান্ত গ্ৰহণ কৰিবলৈ তেওঁলোক অক্ষম হৈ পৰি নিজেই বিভাজিত হয়। এটা বৌদ্ধ বৃত্তান্ত মতে এনে এক কূট-কৌশলকে অজাতশত্ৰুৰ চতুৰ মন্ত্ৰী বৰ্ষকাৰে প্ৰয়োগ কৰিছিল আক্ৰমণ কৰাৰ পূৰ্বে বৃজ্জিসকলক নিস্তেজ কৰি তুলিবৰ বাবে। অৰ্থশাস্ত্ৰৰ ১০-১ স্থানত বিদ্ৰূপ কৰা হৈছে যে এনে গণৰাষ্ট্ৰৰ সাতজন ৰজাই ৰজা উপাধি ধাৰণ কৰিয়েই জীৱিকা নিৰ্বাহ কৰে কিন্তু এনে গণৰাষ্ট্ৰবোৰৰ সামৰিক ক্ষমতা যুদ্ধক্ষেত্ৰত নিতান্তই সীমিত।

মহাভাৰতত কিন্তু পশ্চিম-ভাৰতত এনে প্ৰজাতন্ত্ৰৰ দ্বাৰা শাসিত বহুত জনগোষ্ঠী আৰু গণৰাষ্ট্ৰৰ থকাৰ কথাৰ উল্লেখ আছে। খ্ৰীষ্টীয় পঞ্চম শতাব্দীলৈকে তেনে গণৰাষ্ট্ৰবোৰ চলি আছিল বুলি অধুনাপ্ৰাপ্ত বহুতো মুদ্ৰা আৰু চুটি লিপিৰ পৰা প্ৰমাণ পোৱা গৈছে। বোধ হয় পশ্চিম ভাৰতৰ তেনে প্ৰজাতান্ত্ৰিক গণৰাষ্ট্ৰবোৰৰ ভিতৰত সৰ্বাধিক গুৰুত্বপূৰ্ণ আৰু মুখ্য আছিল উত্তৰ ৰাজস্থানৰ যৌধেয় নামৰ উপজাতিৰ খনেই। যৌধেয়সকলৰ দিনৰ বহুতো মোহৰ পোৱা হৈছে। সেইবিলাকত খোদিত আছে যৌধেয় জাতিৰ জয় হওক। তেওঁলোকৰ এটা দৰকাৰী চীল-মোহৰো পোৱা গৈছে— 'যুদ্ধ জয়ৰ অলৌকিক ক্ষমতাৰ অধিকাৰী যৌধেয়সকলৰ' বুলি গৌৰৱবাণী খোদিত আছে তাৰ ওপৰত। খণ্ডিত ৰূপত যৌধেয় যুগৰ এখন শিলালিপি পোৱা গৈছে। সেই

লিপিত যৌধেয় উপজাতিৰ প্ৰধানজনৰ কথা লিখা হৈছে। দুৰ্ভাগ্যক্ৰমে যি ঠাইত তেওঁৰ নামটো খোদিত হৈছিল শিলালিপিৰ সেই খণ্ড ক্ষয় যোৱাত নামটোৰ পাঠোদ্ধাৰ সম্ভৱ নহ'ল। তেওঁক মহাৰাজা বুলি কোৱাৰ উপৰি 'মহাসেনাপতি' বুলি কৈ যৌধেয় জাতিৰ শিৰোমণি বুলি কোৱা হৈছে।

তেনেকৈ পোৱা যায় মালৱ জাতিৰ নাম। গ্ৰীক ঐতিহাসিকসকলে আলেকজেণ্ডাৰৰ ভাৰত আক্ৰমণৰ সময়ত পঞ্জাবত বাস কৰা যি মাল্লই জাতিৰ বিষয়ে লিখিছে সেয়া মালৱ জাতিৰ কথাই হ'ব পাৰে। যদি সেয়ে হয় পিছৰ শতাব্দীবোৰত সেই জাতিৰ লোক দক্ষিণমুৱা হৈ প্ৰব্ৰজিত হৈছিল। কাৰণ তেওঁলোকৰ মুদ্ৰাবোৰ ৰাজস্থানত পোৱা গৈছে। আৰু উজ্জয়িনীৰ চাৰিওফালৰ নৰ্মদা নদীৰ উত্তৰৰ অঞ্চল মালৱ নামে জনাজাত হৈছিল। ৰাজস্থানৰ নন্দ্চাত পোৱা এক সংক্ষিপ্ত লিপিৰ পৰা জনা যায় যে মালৱ শ্ৰীসোমে উত্তৰাধিকাৰসূত্ৰে পূৰ্বপুৰুষৰ দিনৰ ৰাজ্য শাসনৰ দায়িত্বভাৰ বহন কৰিছিল। খুব সম্ভৱ মালৱসকলেই পিছত বিক্ৰমাব্দ নামে জনাজাত সময়-ক্ৰম আৰম্ভ কৰিছিল কাৰণ পিছৰ বহুতো লিপিত এই বিক্ৰমাব্দ মালৱ জাতিৰে অৱদান বুলি উল্লেখিত হৈছে।

চতুৰ্থ শতাব্দীত সম্ৰাট সমুদ্ৰগুপ্তৰ দিগ্বিজয়ৰ পিছত পশ্চিম ভাৰতৰ এনে জাতিগোষ্ঠীবোৰৰ বেছিভাগেই গুপ্ত সাম্ৰাজ্যৰ তলতীয়া হৈছিল। তাৰ পিছৰ পৰা কিন্তু তেওঁলোকৰ বিষয়ে একো জনা নেযায়। খুব সম্ভৱ পুনঃ পুনঃ হুন আক্ৰমণৰ ফলস্বৰূপে এই জাতিবোৰ নোহোৱা হৈছিল। আমি তেওঁলোকৰ সামাজিক, ৰাজনৈতিক সংগঠনৰ প্ৰকৃতি কেনে আছিল সেই বিষয়েও বিশেষ একো নেজানো। হয়তো তেওঁলোকৰ ৰাজনৈতিক গাঁথনিও শিথিলভাৱে সামন্ততান্ত্ৰিকেই আছিল। হয়তো সচৰাচৰ থকাৰ দৰে অসংখ্য সৰু সৰু চৰ্দাৰ বা গোষ্ঠীপতিৰ ওপৰত এজন ৰজা আছিল। সেই ৰজায়ো তলৰ চৰ্দাৰসকলৰ সমৰ্থন নোহোৱাকৈ একো কৰিব নোৱাৰিছিল। কিন্তু প্ৰাচীন ভাৰতত আধুনিক অৰ্থত পূৰ্ণ ৰূপত গণতন্ত্ৰ নেথাকিলেও প্ৰাচীন ভাৰতীয় সভ্যতাত বহুজনৰ মতামতৰ দ্বাৰাই প্ৰশাসন চলিছিল আৰু সেই ৰূপত গণতন্ত্ৰ এক প্ৰাথমিক ৰূপত সৰ্বজনস্বীকৃত আছিল বুলি ভাৰতে গৌৰৱ কৰিব পাৰে।

## সভাসদ আৰু বিষয়াসকল

একেবাৰে সঠিক উক্তি নহ'লেও অৰ্থশাস্ত্ৰত কৈছে যে 'এটা চকা নুঘূৰে'— হয়তো কৈছে যে এটা চকাই বহন কৰিব নোৱাৰে। সেইদৰে ৰজাৰ শাসনো চলিব পাৰে সহায় পালেহে। সেইদেখি ৰজায়ো সভাসদ নিযুক্ত কৰি তেওঁলোকৰ দিহা-পৰামৰ্শ ল'ব

লাগে (অৰ্থশাস্ত্ৰ ১-৭)। সকলো ৰাজকৰ্মৰ শীৰ্ষত থাকিব লাগে জ্যেষ্ঠ ৰাষ্ট্ৰনীতিজ্ঞসকলৰে গঠিত এখন মন্ত্ৰী-পৰিষদ যিখন ৰজাই বৰ যত্নসহকাৰে গঠন কৰি ল'ব লাগে। এই মন্ত্ৰী-পৰিষদৰ সদস্য সংখ্যা কিমান হ'ব লাগে সেই বিষয়ে শাস্ত্ৰকাৰসকলৰ নানা মত আছে— সাতজনৰ পৰা সাতত্ৰিশজনলৈকে হ'ব লাগে বুলি বিভিন্ন মত পোৱা যায়। কিন্তু বাস্তৱত এই মন্ত্ৰী-পৰিষদবোৰৰ সদস্য সংখ্যা কিমান আছিল তাৰ সঠিক হিছাপ পোৱা নগ'লেও দেখা যায় যে সাধাৰণতে তেনে সদস্য সংখ্যাই সাতৰহে ওচৰ চাপিছিল, সাতত্ৰিশৰ নহয়।

এই মন্ত্ৰী-পৰিষদ আচলতে আধুনিক কেবিনেটৰ দৰে নাছিল, আছিল এখন পৰামৰ্শদাতা সভাহে। লগতে কিছুমান সংশ্লিষ্ট বিষয়ত সহযোগৰ কথাও জড়িত আছিল। এঠাইত কোৱা হৈছে যে ৰজাই তেওঁৰ অতি গোপনীয় আঁচনি বা অভিপ্ৰায়ৰ কথা পৰিষদৰ এজন সদস্যৰ আগতহে প্ৰকাশ কৰা উচিত যাতে তাৰ গোপনীয়তা সম্পূৰ্ণ ৰক্ষা হয়। মন্ত্ৰী-পৰিষদৰ কাম আছিল প্ৰধানকৈ পৰামৰ্শ দিয়া আৰু সহায় কৰাহে, শাসন কৰা নহয়। সেইবুলি মন্ত্ৰী-পৰিষদ কেৱল ৰজাৰ ৰবৰ ষ্টাম্পহে আছিল সেইটোও নহয় কাৰণ সকলো ৰাজনীতিক-শাস্ত্ৰকাৰেই কৈছে যে মন্ত্ৰীসকলে মুকলিকৈ আৰু নিৰ্ভীকভাৱে নিজৰ বক্তব্য দাঙি ধৰিব লাগে আৰু ৰজায়ো সেইবোৰ যথাযথভাৱে বিবেচনা কৰিব লাগে।

দৰাচলতে বাস্তৱত ৰজাসকলৰ এই মন্ত্ৰী-পৰিষদৰ বহু ক্ষমতা আছিল। ৰজাৰ অনুপস্থিতিত এই পৰিষদে কাৰ্যনিৰ্বাহ কৰিব পাৰিছিল আৰু অশোকৰ লিপিবোৰৰ পৰা জনা যায় যে এই মন্ত্ৰীসভাবোৰে সময়ে সময়ে সৰু সৰু বিষয়ত ৰজাক নোসোধাকৈও সিদ্ধান্ত গ্ৰহণ কৰিব পাৰিছিল। শক ছত্ৰাপ বা অধিপতি ৰুদ্ৰদমনে গিৰণাৰ বান্ধটো পুনৰ নিৰ্মাণৰ বিষয়টো নিজৰ মন্ত্ৰীসকলৰ আগত উত্থাপন কৰোতে তেওঁলোকে ৰজাক সেই কাম হাতত ল'বলৈ মানা কৰিলে। ৰজাই যেতিয়া পৰিষদৰ কথা নেমানি সেই বান্ধ নিৰ্মাণৰ কাম হাতত ল'লে তেতিয়া তাৰ খৰচ ৰজাৰ নিজৰ ব্যক্তিগত পুঁজিৰ পৰাহে দিব লগা হৈছিল, ৰাজকোষৰ পৰা নহয়। কাশ্মীৰ ৰাজবৃত্তান্তৰ পৰা জনা যায় যে এখন তেনে মন্ত্ৰী-পৰিষদে এজন ৰজাক সিংহাসনচ্যুত কৰিছিল আৰু এবাৰ ৰজা নিজৰ এজন উত্তৰাধিকাৰীৰ নাম লওঁতে মন্ত্ৰী-পৰিষদে নাকচ কৰিছিল।

মন্ত্ৰী-পৰিষদৰ সভাবোৰত মন্ত্ৰণা হৈ থাকোতে কঠোৰভাৱে সাৱধানতা ৰক্ষা কৰি চলা হৈছিল যাতে গোপনীয় বিষয়ৰ আলোচনা বাহিৰত জনাজনি নহয়। কাৰণ ৰজাৰ শত্ৰুপক্ষৰ চৰবোৰে ঘৰে-বাহিৰে সৰ্বত্ৰ সচেষ্ট আছিল খবৰ সংগ্ৰহ কৰিবৰ বাবে। ৰাজনীতি শাস্ত্ৰত কঠোৰ নিৰ্দেশ দিয়া আছে যে মন্ত্ৰণাগাৰৰ ভিতৰত বা সমীপত কোনো কাৰণতে তিৰোতাৰ প্ৰৱেশ নিষিদ্ধ কৰিব লাগে। কাৰণ গোপনীয়তা ৰক্ষাৰ

বিষয়ত মহিলাসকল মুঠেই নির্ভৰযোগ্য নাছিল। প্ৰাচীন ভাৰতত ভাটৌ, মইনা আদি মাত লোৱা চৰাইৰ শক্তিকো সন্দেহ কৰা হৈছিল। গতিকে মন্ত্ৰীসকলৰ মন্ত্ৰণাগাৰৰ আশে-পাশে সেইবোৰ চৰাই যাতে নেথাকে তাৰ বাবেও সতৰ্কতা অৱলম্বন কৰা হৈছিল।

যদিও অৰ্থশাস্ত্ৰত ৰজাই একমাত্ৰ গুণবান লোককহে মন্ত্ৰীৰ পদৰ বাবে নিৰ্বাচন কৰিব লাগে বুলি পৰামৰ্শ দিয়া হৈছে পিছৰ যুগত দেখা গৈছিল যে বেছিভাগ পাত্ৰ-মন্ত্ৰী আনকি ৰাজ্যৰ সকলো অসামৰিক প্ৰশাসনীয় বিষয়াৰ পদ উত্তৰাধিকাৰ সূত্ৰে একোটা পৰিয়ালৰ পুৰুষে পুৰুষে চলি আহিছিল। চন্দেল্ল ৰাজবংশৰ দিনৰ এক লিপিত পোৱা গৈছে যে পঞ্চম পুৰুষলৈকে একে পৰিয়ালতে মন্ত্ৰিত্ব থকা কালত ৰাজবংশত সাতপুৰুষ পাৰ হৈছিল। তেনে উদাহৰণ আৰু অনেক আছে।

কেতিয়াবা একোজন মন্ত্ৰীয়ে ৰাজ্যৰ শাসন ক্ষমতা সম্পূৰ্ণ নিজৰ নিয়ন্ত্ৰণলৈ আনি ৰজাক হাতৰ পুতলা কৰি পেলায়। তেনে ধৰণৰ দৃষ্টান্ত পিছলৈ মাৰাঠা ৰাষ্ট্ৰত দেখা যায়। সেই দেশত শিৱাজীৰ বংশধৰসকলক স্থানচ্যুত কৰিছিল বহু পুৰুষ ধৰি মন্ত্ৰিত্ব কৰি অহা পেছোৱাবিলাকে। নেপাল দেশতো এতিয়ালৈকে অনুৰূপ ঘটনা ঘটিয়েই আছে। প্ৰাচীন ভাৰতত মন্ত্ৰীসকলে ছলে-বলে-কৌশলে ৰজাক সিংহাসনচ্যুত কৰি শাসন কৰিবলৈ লোৱা আৰু দুৰ্বল ৰজাক নাম মাত্ৰ ৰজা কৰি ৰাখি নিজে ৰাজ্যৰ সৰ্বেসৰ্বা হোৱাৰ অনেক দৃষ্টান্ত আছে। দাক্ষিণাত্যৰ শেষ বৃহৎ সাম্ৰাজ্যৰ সম্ৰাট বৃদ্ধ ৰামৰাজ— যিজনে টালিকোটৰ যুদ্ধত পৰাজয় বৰণ কৰি শেষ হিন্দু সাম্ৰাজ্যৰ পৰিসমাপ্তি ঘটাইছিল—সেই ৰামৰাজ বিজয়নগৰৰ আইনসঙ্গত উত্তৰাধিকাৰী নাছিলেই। পুৰণি ৰাজবংশৰ শেহৰ অকৰ্মন্য ৰজা সদাশিৱৰ এজন পুৰুষানুক্ৰমে হোৱা মন্ত্ৰীহে আছিল। সদাশিৱক পিছত ৰামৰাজৰে ভায়েক এজনে হত্যা কৰিছিল।

এনে মন্ত্ৰীসকলৰ কৰ্তব্য সম্বন্ধেও কোনো সুনিৰ্দিষ্ট নীতি বা বিধি নাছিল। এই মন্ত্ৰী পদৰ নামকৰণো হৈছিল বিবিধ ধৰণে। কেতিয়াবা একোজন প্ৰধান মন্ত্ৰী থকা দৃষ্টান্ত আছে। এওঁ মন্ত্ৰীসকলৰ ভিতৰত ঘাইজন অতি বিচক্ষণ বুলি খ্যাত। এওঁক প্ৰায়ে মহামন্ত্ৰী বুলি কোৱা হৈছিল। বৰ ধৰ্মনিষ্ঠ ৰজাসকলৰ ক্ষেত্ৰত ৰাজপুৰোহিতজনৰ অসীম প্ৰভাৱ আছিল। যাজ্ঞবল্ক্য স্মৃতিৰ ৰজাই যি কোনো গুৰুত্বপূৰ্ণ বিষয়ত চূড়ান্ত সিদ্ধান্তলৈ অহাৰ আগতে ৰাজপুৰোহিতৰ লগত কথাটো গোপনে এবাৰ আলোচনা কৰা বিধেয় আছিল। অৰ্থশাস্ত্ৰত যথাক্ৰমে সন্নিধান আৰু সমাহৰ্ত বুলি কোৱা ৰজাৰ কোষাধ্যক্ষ আৰু প্ৰধান ৰাজহ সংগ্ৰহ কৰোতা বিষয়া দুজনো বৰ গুৰুত্বপূৰ্ণ আছিল। তদুপৰি ৰাষ্ট্ৰৰ যুদ্ধ আৰু শান্তিৰ দায়িত্বত থকা সান্ধি-বিগ্ৰহিক নামে অতীব দায়িত্বশীল বিষয়া এজনো আছিল। অৱশ্যে গুপ্তযুগৰ পৰাহে এইজন বিষয়াৰ নাম শুনা যায়।

এইজন মন্ত্ৰীৰ দায়িত্ব আধুনিক কালৰ একোজন বৈদেশিক সচিবৰ দায়িত্বৰে প্ৰায় একে আছিল যদিও তেওঁৰ সামৰিক ক্ষেত্ৰতো কিছু পৰিমাণে সুনিৰ্দিষ্ট কৰ্তব্য আছিল আৰু ৰজা যুদ্ধ-অভিযানত যাওঁতে লগত যাব লাগিছিল। মধ্যযুগীয় হিন্দু ৰাজ্যবিলাকত প্ৰধান বিচাৰপতি আৰু ন্যায়িক বিষয়ত উপদেষ্টা হিছাপে থকা প্ৰাদ্‌বিবাক নামৰ বিষয়াও আছিল অতি গুৰুত্বপূৰ্ণ পদবী। 'সেনাপতি' অৰ্থাৎ সৈন্যাধ্যক্ষজন সদায় প্ৰভাৱশালী আছিলেই আৰু মহাক্ষপত্তলিক বা প্ৰধান নথি-পত্ৰ পঞ্জীয়নৰ কাম কৰা বিষয়াজনে অৱশ্যেই সকলো মন্ত্ৰীসভাৰ বৈঠকত উপস্থিত থাকিব লাগিছিল।

আধুনিক অৰ্থত ৰজা বা মন্ত্ৰী-পৰিষদ এটাৰো তত্ত্বগতভাৱে আইন প্ৰণয়নকাৰী বিধানসভাৰ দৰে কৰ্তব্য নিৰ্দিষ্টকৈ নাছিল। শাসন সম্বন্ধীয় হুকুমবোৰ যে জাৰি কৰা হৈছিল সময়ে সময়ে সেইবোৰ আছিল কোনো বিশেষ ক্ষেত্ৰ বা গোচৰ বা পৰিস্থিতিৰ প্ৰয়োজনত দিয়া ৰাজাদেশহে কোনো নতুন আইন প্ৰবৰ্তন নহয়। ধৰ্ম আৰু পূৰ্বাপৰ প্ৰচলিত ৰীতি সাধাৰণতে অলংঘনীয় বুলি গণ্য হৈছিল আৰু ৰজাৰ আদেশবোৰ ৰচনা কৰা হৈছিল শাস্ত্ৰবিহিত বিধান অনুযায়ী। বিভিন্ন ৰজাই অৱশ্যে সময়ে সময়ে একোটা বিশেষ ধৰণৰ আদেশ ঘোষণা কৰিছিল যিবোৰৰ প্ৰকৃতি নতুন আইনৰ দৰেই আছিল। সেই বিষয়ত উল্লেখনীয় মহাৰাজ অশোকৰ ৰাজাদেশ কিছুমান।

ৰাজাদেশবোৰ যথাযথভাৱে ঘোষণা কৰা আৰু যথাস্থানলৈ প্ৰেৰণ কৰোতে সহায় কৰিবলৈ বহুসংখ্যক সচিব আৰু কেৰাণীৰ প্ৰয়োজন হৈছিল। সেই ৰাজকীয় আদেশ প্ৰস্তুত কৰোতে যাতে কোনো ধৰণৰ ভুল-ভ্ৰান্তি নহয় তাৰ বাবে অশেষ সাৱধানতা লোৱা হৈছিল। উদাহৰণস্বৰূপে চোল ৰজাসকলৰ দিনত এনে দস্তুৰ আছিল যে ৰজাৰ কোনো আদেশ দিব লগা থাকিলে ৰজাই নিজে শ্ৰুতলিপি দিব আৰু কাকতী বা লেখকে লিখি যাব। তাৰ পিছত সেই শ্ৰুতলিপি সঠিকভাৱে লিখা হৈছে নে নাই পৰীক্ষা কৰি প্ৰত্যায়িত কৰিব লাগিছিল যোগ্য সাক্ষীসকলে। যাৰ উদ্দেশ্যে সেই হুকুম জাৰি কৰা হয় সেইসকললৈ প্ৰেৰণ কৰাৰ আগতে তেনে ৰাজাদেশপত্ৰত সঠিকভাৱে লিখিত ৰূপ দিয়া হৈছে নে নাই সেইটোও অতি সাবধানে পৰীক্ষা কৰি বহুতো যোগ্য সাক্ষীয়ে প্ৰত্যায়িত কৰিব লাগিছিল। কেতিয়াবা তেনে একোখন পত্ৰ প্ৰত্যায়িত কৰিবলৈ তেৰজন পৰ্যন্ত সাক্ষী নিযুক্ত হৈছিল। ৰজাই কোনো লোকৰ ভূ-সম্পত্তি দান বণ্টন বা কিবা অনুগ্ৰহ কৰিব খুজিলে ৰাজসভাৰ পৰাই এজন দায়িত্বশীল বিষয়া প্ৰেৰণ কৰা হৈছিল। তেওঁ গৈ নিজৰ দায়িত্বত ৰজাৰ আদেশ যথাযথভাৱে পালন কৰা হৈছে বুলি নিশ্চিত হৈ আহি প্ৰতিবেদন দিবহি লাগিব। ৰজাৰ আদেশ আৰু নথি-পত্ৰবোৰ খুব সাৱধানে সংৰক্ষণ কৰা হৈছিল। সেই বিষয়ত চুলিডালমানো অনিশ্চয়তা ৰাখি কাম কৰা নহৈছিল। ৰজাৰ লেখাৰু আৰু পঞ্জীয়কসকলো বৰ উচ্চখাপৰ চৰকাৰী বিষয়া আছিল।

মন্ত্ৰী-পৰিষদৰ সদস্য আৰু উচ্চপদস্থ ৰাজবিষয়াসকলক প্ৰাচীন পুথিবিলাকত মহামাত্ৰ বুলি উল্লেখ কৰা হৈছে। গুপ্তসকলৰ সময়ৰ পৰা সেইসকলকে পুনৰ কোৱা হৈছিল 'কুমাৰামাত্য' বা ৰাজন্য বা ৰাজকুমাৰ সদৃশ মন্ত্ৰী বুলি। সেইটো অতি সম্মানজনক উপাধি আছিল। পৰিষদ বা মন্ত্ৰী হ'বলৈ কোনো বিশেষ দায়িত্বৰ বাবে উচ্চ মানৰ প্ৰশিক্ষণৰ কোনো প্ৰযোজন নহৈছিল। আধুনিক কালৰ কেবিনেট মন্ত্ৰীসকলৰ দৰেই তেওঁলোকৰ দপ্তৰ সলনি কৰা হৈছিল। তেওঁলোকৰ যি কোনোৱে আনকি বৃদ্ধ ব্ৰাহ্মণ মন্ত্ৰী এজনকো সমৰ বিভাগৰ মন্ত্ৰীৰ কাম চলাবলৈ দিয়া দেখা গৈছিল। কোনো কোনো গ্ৰন্থত তেওঁলোকক দুবিধত বিভক্ত কৰি দেখুৱা হৈছে, যেনে নীতি-নিৰ্ধাৰক বা চিন্তা কৰি পৰামৰ্শ দিয়া বিষয়াবৰ্গ যাক বোলা হৈছিল 'মতিসচিব' বা 'ধীসচিব' আৰু যিসকলে ৰাজাদেশ কাৰ্যকৰী কৰে তেওঁলোকক বোলা হৈছিল কৰ্মসচিব। প্ৰথমবিধ আছিল মন্ত্ৰী আৰু দ্বিতীযবিধ আধুনিক কালৰ উচ্চ পদস্থ চৰকাৰী বিষয়াৰ তুল্য।

বৃত্তি অনুসৰি ভাৰতৰ সকলো লোককে সাতটা শ্ৰেণীত বিভক্ত কৰি দেখুৱাইছিল মেগাস্থিনিছে—তাৰে দুটা ভাগৰ আছিল প্ৰশাসনৰ লগত সম্পৰ্ক। সপ্তম শ্ৰেণীৰ লোকসকল যিসকলে ৰাষ্ট্ৰচিন্তা কৰে সেইসকলৰে নিশ্চয় মন্ত্ৰীসকলক বুজোৱা হৈছে। আৰু তাৰ আগৰ শ্ৰেণীৰ কৰ্ম-পৰিদৰ্শকবিলাককে অৰ্থশাস্ত্ৰত কৰ্মাধ্যক্ষ বা অধীক্ষক বোলা হৈছে। এই পাঠতে আৰু বহুত বিভিন্ন বিভাগৰ বিষয়াৰ নাম উল্লিখিত হৈছে। যেনে ৰজাৰ খাচ ভূ-সম্পত্তিৰ অধীক্ষক বনভূমি, বনজ উৎপন্ন দ্ৰব্য, অনাবাদী মাটি, ৰাজকোষ আৰু খনিসমূহৰ অধীক্ষক। তদুপৰি প্ৰধান স্বৰ্ণকাৰ, চৰকাৰী শস্যৰ ভঁৰালৰ অধীক্ষক, বাণিজ্য বিভাগ, কৰ আৰু শুল্ক বিভাগ, ৰাষ্ট্ৰৰ দ্বাৰাই পৰিচালিত সূতা কটা আৰু বয়ন শিল্পাগাৰ, কচাইখানা, পাছপোৰ্ট আৰু ৰাজকীয জাহাজ বিভাগ ইত্যাদি প্ৰত্যেক বিভাগৰ বাবে অধ্যক্ষ নিযুক্ত হৈছিল। সামৰিক বাহিনীৰ যোগান-ব্যৱস্থাৰ দায়িত্বত আছিল বেলেগে বেলেগে অস্ত্ৰাগাৰৰ অধ্যক্ষ, অশ্বাৰোহী বাহিনীৰ বাবে বেলেগে, গজাৰোধ, ৰথী আৰু পদাতিক বাহিনীৰ বাবেও বেলেগে অধ্যক্ষ নিযুক্ত হৈছিল। এইসকলে অকল যে সামৰিক যোগানতে ব্যস্ত আছিল তেনে নহয় প্ৰয়োজনমতে অসামৰিক যোগান-ব্যৱস্থাতো জড়িত আছিল। প্ৰাচীন ভাৰতত সামৰিক আৰু অসামৰিক বুলি বিভাজন সুনিৰ্দিষ্ট নাছিল। সাধাৰণ প্ৰজাৰ মাজত নিম্নমানৰ আমোদ-প্ৰমোদৰ বিষয়ত চকু ৰাখোতা সুৰাৰ বিপণী, দ্যূতশালা আৰু বেশ্যালয়বিলাকৰ তদাৰকী অধ্যক্ষও আছিল। মহাৰাজ অশোকে ধৰ্ম মহামাত্ৰ নামে আৰু এক শ্ৰেণী বিষয়াৰ সৃষ্টি কৰিছিল। ধৰ্ম মহামাত্ৰ মানে ধৰ্ম সম্বন্ধীয় ক্ৰিয়া-কাণ্ডৰ নিয়ন্ত্ৰণক বিষয়া। তেওঁলোকৰ কাম আছিল সকলো ধৰণৰ ধৰ্মীয় অনুষ্ঠান-প্ৰতিষ্ঠান অধীক্ষণ কৰা আৰু সম্ৰাটৰ নতুন নীতি যাতে বিষয়া-কৰ্মচাৰীসকলে মানি চলিছে তালৈ নজৰ ৰখা। মৌৰ্যসকলৰ পিছৰ যুগৰ কিছুমান সাম্ৰাজ্যতো বেলেগ বেলেগ নামত এই শ্ৰেণীৰ বিষয়া আছিল। ধৰ্মীয় অনুষ্ঠান-

প্রতিষ্ঠানবোৰলৈ ৰজাঘৰীয়া দানকৰ্মৰ তদাৰক কৰাৰ দৰে কিছুমান দায়িত্ব তেওঁলোকৰ ওপৰত ন্যস্ত হৈছিল।

মৌৰ্যসকলৰ ৰাজত্বকালত এইদৰে প্ৰজাসকলৰ ব্যক্তিগত জীৱনৰো প্ৰত্যেক দিশতে প্ৰশাসনৰ ঘনিষ্ঠ পৰ্যবেক্ষণ আৰু পাৰ্যমানে নিয়ন্ত্ৰণ চলিছিল। যদিও পিছৰ যুগৰ ৰাষ্ট্ৰবিলাকৰ মৌৰ্যসকলৰ সমানে এনেবোৰ বিষয়ত ৰাষ্ট্ৰীয় নিয়ন্ত্ৰণৰ ব্যৱস্থা গ্ৰহণ কৰা নহৈছিল তথাপি অৰ্থশাস্ত্ৰৰ প্ৰভাৱ আৰু আদৰ্শ সম্পূৰ্ণ বিলুপ্ত হোৱা নাছিল। ৰাষ্ট্ৰযন্ত্ৰই দেশৰ অৰ্থনীতি যে নিয়ন্ত্ৰণেই কৰিছিল এনে নহয়, নিজে সক্ৰিয় অংশ গ্ৰহণো কৰিছিল। দেশৰ সকলো খনিজ সম্পদ— প্ৰাচীন ভাৰতৰ মুকুতাৰ খেতি আৰু লৱণ প্ৰস্তুত কৰা পাগশাল সকলোকে খনিজ সম্পদ বোলা হৈছিল। এই সকলো আছিল ৰাষ্ট্ৰৰ সম্পত্তি। গোটেই দেশতে ডাঙৰ ডাঙৰ কৃষি-ক্ষেত্ৰ আছিল। সেইবোৰ চৰকাৰৰ ফালৰ পৰা পোনপটীয়াকৈ বনুৱা লগাই বা আধি-চুক্তি বন্দৱস্তিৰে যিবোৰ কৃষিকৰ্ম কৰিছিল সকলোৰে উৎপন্ন দ্ৰব্য ৰাজভঁৰাললৈ গৈছিল। সেইবিলাকত ৰজাই অপৰাধী ফাটেকিয়াল বা বনুৱা লগাই খেতি কৰাইছিল। আধি-চুক্তিৰে কৰোঁৱাবোৰৰ এটা অংশহে ৰজাই লৈছিল। ৰজাই বহুতো সূতা কটা আৰু বয়ন শিল্পৰ কাৰখানা দেশীয় দৰিদ্ৰ তিৰোতাবোৰৰ দ্বাৰাই চলাইছিল— ইংলেণ্ডৰ এলিজাবেথান যুগৰ পুঅ'ৰ-ল' বা দৰিদ্ৰ আইন অনুসৰি চলা কাৰখানাবোৰৰ দৰে। খাৰ-বাৰুদ, অস্ত্ৰ-শস্ত্ৰাদি চৰকাৰৰ অস্ত্ৰাগাৰবোৰত নিৰ্মাণ কৰা হৈছিল। চৰকাৰৰ নিজৰ পোতাশ্ৰয়বিলাকত জাহাজ নিৰ্মাণ কৰি মাছুৰৈ আৰু সদাগৰসকলক ভাৰাত দিয়া হৈছিল। প্ৰাচীন ভাৰতত 'লেছেই-ফেয়াৰ' নীতি অৰ্থাৎ চৰকাৰী হস্তক্ষেপ অবিহনেই কাম হ'বলৈ দিয়া নীতি নাছিল।

এই ধৰণে বাহুল্যপূৰ্ণ সংগঠিত আমোলাতন্ত্ৰত স্বাভাৱিক ব্যাধি ৰঙা ফিটাৰ মেৰপাকৰ প্ৰাদুৰ্ভাৱ থাকিবই। অৰ্থশাস্ত্ৰৰ ৫-৩ অধ্যায়ত কৈছে যে ৰাজকীয় বিভাগবোৰৰ একাধিক মুৰব্বী বিষয়া থাকিব লাগে যাতে কোনেও অত্যধিক আত্মসাৎ কৰিব নোৱাৰে আৰু যাতে কোনো ব্যক্তি অত্যধিকভাৱে ক্ষমতাশালী হৈ নুঠে। অৰ্থশাস্ত্ৰত আৰু আছে যে ৰাজবিষয়াসকলক সঘনাই বদলি কৰি থাকিব লাগে। আৰু একমাত্ৰ জৰুৰী অৱস্থাৰ বাহিৰে অন্য কোনো সময়তে ৰাজবিষয়াজনে পোনপটীয়াকৈ নিজে নিজে সিদ্ধান্ত নলৈ নিজৰ উৰ্দ্ধতন বিষয়ালৈহে সেই বিষয় প্ৰেৰণ কৰিব লাগে।

অৰ্থশাস্ত্ৰত ৰাষ্ট্ৰৰ সৰহভাগ বিষয়া-কৰ্মচাৰীকে দৰমহা নগদ ধনেৰে দিয়াৰ পোষকতা কৰি কাৰ কিমান দৰমহা হ'ব লাগে তাৰ এখন সুদীৰ্ঘ তালিকা দিছে। অৱশ্যে এই পৰামৰ্শ সঠিক বুলি গণ্য হ'ব নোৱাৰে কাৰণ অকল দৰমহাৰ অংকবোৰহে দিয়া আছে। কেনে মুদ্ৰাৰে সেই দৰমহা দিয়া হ'ব আৰু কিমান দিনৰ মূৰে মূৰে দিব সেই বিষয়ে কোনো উল্লেখ নাই। সময় বোধকৰো মাহিলি বুলিয়েই ধৰিছিল আৰু মুদ্ৰাবোৰক পণ

বুলিছিল কিন্তু ৰূপৰ পণ মুদ্ৰা নে তামৰ সেই বিষয়ে একো লিখা নাই। সেইটো যিয়েই নহওক সেই তালিকাখনৰ পৰা এটা কথা প্ৰত্যায়িত হৈছে আধুনিক কালৰ ভাৰতীয় চিভিল ছাৰ্ভিচৰ আমোলাসকলৰ দৰেই প্ৰাচীন ভাৰতৰ ৰাজবিষয়াসকলেও তলৰ তৰপৰ সাধাৰণ লোকৰ তুলনাত অতি উচ্চমানৰ বিলাসী জীৱন যাপন কৰিছিল। যেনে প্ৰধান মন্ত্ৰী, ৰাজপুৰোহিত, যুৱৰাজ, ৰজাৰ প্ৰধান মহিষী, ৰাজমাও, ৰজাৰ গুৰু আৰু ৰজাৰ যজ্ঞকাৰ্য সম্পাদন কৰা ঘাই পুৰোহিত— এইসকলৰ মাহে ৪৮,০০০ পণকৈ দৰমহা নিৰ্ধাৰিত আছিল। তাৰ বিপৰীতে তলৰ তৰপৰ লোকে আনকি ৰাজপ্ৰাসাদত নিযুক্ত বনুৱা, অনুচৰবৰ্গ আৰু দেহৰক্ষীসকলে প্ৰত্যেকে পাইছিল মাত্ৰ মাহে ৬০ পণকৈ। বিস্ময়জনকভাৱে ৰজাৰ খাচ কৃষি ক্ষেত্ৰত নিযুক্ত একোজন বনুৱাই দৰমহা পাইছিল মাহেকত মাত্ৰ চোৱা পণ অৰ্থাৎ ১ $\frac{১}{৪}$ পণ আৰু ৰচদ। এইচোৱা পণৰ নিৰিখ ইমান কম মূল্যযুক্ত যে আমি ধৰি ল'ব পাৰো যে সেইটো নিশ্চয় ৰূপৰ পণেই আছিল। কাৰণ তামৰ পণ হ'লে বনুৱাজনে তেওঁৰ গোটেই বছৰৰ উপাৰ্জনেৰে তামৰ কেৰাহি এখনো কিনি ল'ব নোৱাৰিব।

এইখিনি হিছাপ আৰু সমল মৌৰ্যযুগৰ আৰু ঠিক তাৰ অব্যৱহিত পিছৰ যুগৰ। তাৰ পিছলৈ ৰজাসকলে নিজৰ বিষয়াবৰ্গক একোখন গাঁও বা জিলাৰ ৰাজহ সংগ্ৰহ কৰি নিজৰ পাৰিশ্ৰমিক হিছাপে লোৱাৰ নিয়ম চলাইছিল। ভাৰতত প্ৰাচীন কালতো তেনে নিয়ম প্ৰচলিত আছিল যাৰ ফলত ওপৰত কৈ অহা ধৰণে মধ্যযুগীয় ভাৰতত অৰ্ধ-সামন্ততান্ত্ৰিক ব্যৱস্থা গঢ়ি উঠিছিল।

## স্থানীয় প্ৰশাসন

প্ৰাচীন ভাৰতত একোখন ৰাজ্য বহুত প্ৰদেশত বিভক্ত কৰা হৈছিল আৰু একোখন প্ৰদেশ বহুতো ভূভাগ আৰু জিলাত। অৱশ্যে সেইবোৰ বুজোৱা পৰিভাষাবোৰ দেশভেদে বেলেগ বেলেগ আছিল। মৌৰ্য আৰু গুপ্ত যুগত প্ৰাদেশিক শাসনকৰ্তা নিযুক্ত কৰিছিল ৰজাই নিজে আৰু ৰাজপৰিয়ালৰ পৰাই সাধাৰণতে তেনে নিযুক্তিৰ বাবে একোজনক বাছি লৈছিল। পিছলৈ তেনে শাসনকৰ্তাৰ পদ পুৰুষানুক্ৰমিক হৈ পৰিছিলগৈ আৰু প্ৰায় কৰতলীয়া ৰজাৰ তুল্য হৈ পৰিছিল। এনে হোৱাৰ কিছুমান দৃষ্টান্ত আমি বংগৰ পশ্চিমাঞ্চলত প্ৰাপ্ত কিছুমান লিপিৰ পৰা পাওঁ। এইবোৰ লিপি লিখাইছিল খ্ৰীষ্টীয় পঞ্চম আৰু ষষ্ঠ শতাব্দীৰ গুপ্ত সম্ৰাটসকলৰ দ্বাৰা নিযুক্ত প্ৰাদেশিক শাসনকৰ্তাসকলে। তাৰ পৰা জানিব পাৰি যে তিনিপুৰুষ ধৰি সেই প্ৰাদেশিক শাসনকৰ্তাসকল নিজৰ পদত বাহাল আছিল। প্ৰথমজন আছিল চিত্ৰদত্ত। তেওঁ আছিল এজন উপৰিক অৰ্থাৎ

ৰাজপ্ৰতিনিধি বা ভাইচৰয়। যেতিয়া কেন্দ্ৰীয়ভাৱে বুধগুপ্ত নামে সম্ৰাটৰ দিনত গুপ্ত প্ৰশাসন হীনবল হ'বলৈ ধৰিলে তেতিয়া তেওঁৰ উত্তৰাধিকাৰীসকলে উপাধি সলনি কৰি উপৰিক - মহাৰাজা হ'ল। সেইদৰেই বাস্তৱত একছত্ৰী স্বাধীন ৰজা হোৱাৰ পথ প্ৰশস্ত হৈছিল। তেতিয়া আৰু নিযুক্তিৰ কথা নুঠিছিল। উত্তৰাধিকাৰসূত্ৰেই শাসনভাৰ লৈছিল। অসংখ্য স্বাধীন ৰাজবংশ তেনেদৰে একোখন ৰাজ্যৰ প্ৰাদেশিক শাসনকৰ্তাবোৰৰ বৰ্ধিত ক্ষমতা বৃদ্ধি পায়েই উদ্ভৱ হৈছিল।

জিলাৰ শাসনকৰ্তাসকলক সাধাৰণতে কেন্দ্ৰীযভাৱে নিযুক্তি দিয়া হোৱা নাছিল, প্ৰাদেশিক শাসনকৰ্তায়েই নিযুক্ত কৰিছিল। ভাৰতীয় অসামৰিক সেৱা বা আই চি এছ জিলা বিষয়াসকলৰ দৰে তেওঁলোকে প্ৰশাসনীয় আৰু ন্যায়িক দুই ধৰণৰ কাৰ্যনিৰ্বাহ কৰিছিল। প্ৰশাসনৰ জিলা স্তৰত এনে জিলা বিষয়াসকলক সহায় কৰিবলৈ একোখন সভা আছিল বুলি পূৰ্বোলিখিত গুপ্তযুগৰ এখন লিপিৰ পৰা জানিব পাৰি। সেই পৰামৰ্শদাতা পৰিষদ গঠিত হৈছিল গণ্যমান্য নাগৰিকসকলেৰে। সেইসকলৰ ভিতৰত আছিল প্ৰধান 'বেংকাৰ' অৰ্থাৎ ধনপতি, বেপাৰী কাৰাভানৰ প্ৰধানজন, প্ৰধান কাৰিকৰ আৰু প্ৰধান লেখাৰুজন। এই ধৰণৰ সদস্যসকল নিশ্চয় একো একোজন বাণিজ্যিক বা বৃত্তি-গোষ্ঠীৰ মুখিয়াল আছিল বা কোনো বিশেষ বৰ্ণৰ গোষ্ঠীপতি আছিল আৰু খুব সম্ভৱ নিজৰ সেই মুখ্য পদ উত্তৰাধিকাৰী সূত্ৰে ভোগ কৰিছিল। দাক্ষিণাত্য উপদ্বীপত, বিশেষকৈ চোল ৰাজত্বকালত একে ধৰণৰ এনে জিলা-সভা থকাৰ কথা জনা যায়। সেই জিলা-সভাৰ ক্ষমতা বহুত ব্যাপক ধৰণৰে আছিল। সেই সভাই স্থানীয়ভাৱে কৰ আৰোপ কৰিব পাৰিছিল আৰু ন্যায় বিচাৰ কৰাতো— কেন্দ্ৰীয় চৰকাৰ স্থানীয় ৰাজপ্ৰতিনিধিৰ অনুমোদন সাপেক্ষে অংশ গ্ৰহণ কৰিছিল।

নগৰবোৰতো তেনেদৰে স্থানীয় নগৰ-সমিতি আছিল। মেগাস্থিনিছে তেওঁৰ টোকাত পাটলিপুত্ৰ নগৰখন ত্ৰিছজন সদস্যৰে গঠিত এখন সভাই শাসন কৰিছিল বুলি লিখিছে। সেই সভা আকৌ বিভিন্ন কামৰ বাবে ছয়খন উপসমিতিত বিভক্ত কৰা হৈছিল বুলি লিখিছে। কিন্তু তেওঁৰ এই উক্তি সঠিকভাৱে অন্য কোনো গ্ৰন্থ বা পাঠতে সমৰ্থিত হোৱা নাই, গতিকে তেওঁৰ কথা সঠিক বুলি নিশ্চিত হ'ব নোৱাৰি। কিন্তু এই কথা ঠিক যে কিছুমান নগৰে নিজৰ মুদ্ৰা নিজে চলাইছিল। তাৰ পৰা বুজা যায় যে স্থানীয় স্বায়ত্ত শাসন ব্যাপক ধৰণৰ আছিল। এনে স্থানীয়ভাৱে গঠিত প্ৰশাসনীয় পৰিষদ সৰু নগৰ, ডাঙৰ গাঁও আদি ভাৰতৰ সৰ্বত্ৰ য'তে ত'তে আছিল। তাৰ ভিতৰতে চোল ৰাজ্যত সেইবিলাক অধিক ক্ষমতা আৰু কাৰ্যকৰীভাৱে পৰিচালিত হৈছিল।

সাধাৰণতে নগৰ-প্ৰশাসনত আটাইতকৈ গুৰুত্বপূৰ্ণ ব্যক্তিজন আছিল নাগৰক বা

পুৰপাল নামৰ বিষয়াজন। তেওঁৰ প্ৰধান দায়িত্ব আছিল ৰাজহ-সংগ্ৰহ, পুলিচ বা শান্তিৰক্ষকৰ দ্বাৰা আইন-শৃঙ্খলা ৰক্ষা, চোৰাংচোৱা আৰু সৈন্য পৰিচালনা কৰা। প্ৰধান প্ৰধান নগৰবিলাকত একোজন সেনাপতি বা দণ্ডনায়কৰ তলত একোটা সৈন্যবাহিনী ৰখা হৈছিল। কেতিয়াবা দণ্ডনায়কজন পুৰপাল বা নাগৰকজন নিজেই আছিল। পুলিচৰ কাম কৰা চন্তৰী-প্ৰহৰীবোৰ সাধাৰণতে বৰ উগ্ৰ আৰু অত্যাচাৰী স্বভাৱৰ হোৱা কথা মাজে সময়ে শুনা যায়। গতিকে কোনো প্ৰজাহিতকাৰী ৰজাই ব্ৰাহ্মণ গাঁওবিলাকৰ প্ৰতি কিবা দয়া-দাক্ষিণ্য কৰাৰ সময়ত ৰজাৰ পুলিচ অৰ্থাৎ চন্তৰী-প্ৰহৰীৰ প্ৰৱেশ বাৰণ কৰি দিয়াও এক অনুগ্ৰহৰ ভিতৰত পৰিছিল।

অৰ্থশাস্ত্ৰত দিয়া বিধান মতে নগৰৰ সকলো বাসিন্দাৰ চলন-ফুৰণ আৰু কাৰ্যকলাপৰ ওপৰত সতৰ্ক দৃষ্টি সদায় অব্যাহত ৰাখিব লাগে। তাৰ বাবে 'গোপ' নামৰ একশ্ৰেণী অংশকালীন ভিত্তিত কাম কৰা নিম্নবৰ্গৰ কৰ্মচাৰী আছিল। তেওঁলোকৰ প্ৰত্যেকেই নগৰৰ চল্লিছ ঘৰ গৃহস্থীৰ পৰা খাজানা তোলা আৰু সকলো কথাৰ সম্বাদ ৰখা দায়িত্ব আছিল। এইসকল কৰ্মচাৰীয়ে নিজৰ দাযিত্বত থকা প্ৰতিঘৰ গৃহস্থীৰ জন্ম, মৃত্যু, আয়, ব্যয় আদিৰ খতিয়ান ৰখাৰ উপৰি আনকি তেওঁলোকৰ ঘৰলৈ কোন আলহী আহিল বা কেনে মানুহৰ সমাগম হয় সেইবোৰ খবৰ ৰাখিছিল। পৰিযালবোৰত কিবা গুৰুত্বপূৰ্ণ সাল-সলনি হ'লে তাৰো ভু ৰাখিছিল। গোপ নামৰ এইবিধ বিষয়াই সংগ্ৰহ কৰা এনেবোৰ খবৰ নগৰ কাৰ্যালযত জমা দিছিল যিবোৰ তাত স্থাযীভাৱে পঞ্জীকৃত কৰি ৰখা হৈছিল। একে ধৰণৰ সংবাদ পঞ্জীযন গাঁওবিলাকতো হৈছিল। অৰ্থশাস্ত্ৰত দিয়া এই বিধি-বিধান সম্পূৰ্ণৰূপে কামত খটুৱা হৈছিল নে নাই এই বিষয়ে নিশ্চিতভাৱে একো জানিব পৰা নেযায়। কিন্তু মেগাস্থিনিছে দোহাৰিছে যে পঞ্জীযন-বহীবোৰ সকলো ঠাইতে ৰখা হৈছিল আৰু অপৰিচিত লোকৰ গতিবিধিৰ ওপৰত সতৰ্ক দৃষ্টি ৰখা হৈছিল। এইবোৰৰ পৰা বুজা যায় যে ডাঙৰ ডাঙৰ মৌৰ্য নগৰবোৰৰ প্ৰশাসন-ব্যৱস্থা আধুনিক যুগৰ পুলিচ ৰাষ্ট্ৰবিলাকৰ তুল্য আছিল। গোপসকলৰ মুকলি অনুসন্ধানৰ লগতে ৰাষ্ট্ৰৰ শক্তিশালী চোৰাংচোৱা ব্যৱস্থাই কাম সম্পূৰ্ণ কৰিছিল।

পুৰপাল বা নাগৰকৰ অন্যান্য যোগাত্মক ধৰণৰ কৰ্তব্যও আছিল। নগৰৰ বাট-পথ পৰিষ্কাৰকৈ ৰখা আৰু অগ্নিকাণ্ড নোহোৱাকৈ ৰখা বা হ'লে নিৰ্বাপনৰ দায়িত্বও আছিল তেওঁৰে। তাৰ বাহিৰেও নগৰত আকাল, বন্যা বা মহামাৰী নোহোৱাকৈ ৰখা আৰু হ'লে তাৰ নিবাৰণ আৰু উপশমৰ ব্যৱস্থা কৰাও তেওঁৰে কাম আছিল। এনে এক শেহতীয়া উদাহৰণ আমাৰ জ্ঞাত হৈছে। যেনে এবাৰ গিৰণাৰৰ জলসিঞ্চন বান্ধ হঠাৎ ভাগি প্ৰলয়ৰ সৃষ্টি কৰিছিল। তেতিয়া স্কন্দগুপ্তৰ ৰাজত্বকাল। ৪৫৫ চনত নগৰৰ স্থানীয়

পুৰপাল, প্ৰাদেশিক শাসনকৰ্তা পৰ্ণদত্তৰ পুত্ৰ চক্ৰপালিতে সেই বান্ধ পুনৰ নিৰ্মাণ কৰিছিল। এই প্ৰজাহিতকৰ কামৰ বাবে আনুষ্ঠানিক প্ৰশস্তি ৰচনা কৰোতে চক্ৰপালিতক ভূয়সী প্ৰশংসা কৰা হৈছিল। তাৰে কিছুমান কথা একবাৰে অপ্ৰত্যাশিত যেন লাগিলেও সেইবোৰৰ মাজেদি পুৰপালক নগৰবাসীসকলৰ লগত সকলো বিষয়তে বন্ধুত্বপূৰ্ণ সম্পৰ্ক বজাই ৰখা এজন জনপ্ৰিয় ৰাজবিষয়া হিছাপে দেখুৱা হৈছে। সি যি কি নহওক তলত দিয়া ছন্দকেইটিত গুপ্ত যুগৰ নাগৰক বা পুৰপালৰ আদৰ্শ কেনে হ'ব লাগে সেই বিষয়ে সুন্দৰকৈ দেখুওৱা হৈছে আৰু সেইবাবেই তাৎপৰ্যপূৰ্ণ ঃ

তেওঁ নগৰৰ কোনো লোকৰে দুখৰ কাৰণ হোৱা নাছিল  
কিন্তু দুষ্টক দমন কৰিছিল।  
এই ঘোৰ দুঃসময়ৰ যুগতে তেওঁ কোনো দিনে  
জনতাৰ বিশ্বাস হেৰুওৱা নাছিল  
নগৰবাসীসকলক তেওঁ নিজ সন্তানৰ দৰে পালন কৰিছিল।  
আইন ভংগকাৰী অপৰাধীক নিয়ন্ত্ৰণ কৰি ৰাখিছিল।  
নানা উপহাৰ, সন্মান আৰু হাস্যমুখৰ বাক-বচনেৰে তেওঁ  
নগৰবাসীসকলৰ মনোৰঞ্জন কৰিছিল।  
নাগৰিকসকলৰ ঘৰত সৌজন্যসূচক আতিথ্য গ্ৰহণ কৰি আৰু  
নিজৰ বাসভৱনলৈও নিমন্ত্ৰণ কৰি সকলোৰে স্নেহৰ পাত্ৰ হৈছিল।

## গ্ৰাম প্ৰশাসন

সকলো যুগতে এখন গাঁৱেই প্ৰশাসনীয় ব্যৱস্থাৰ একোটা গোট। দক্ষিণ ভাৰতত আৰু মাজে মাজে উত্তৰ ভাৰততো জিলাবিলাকৰ শ্ৰেণীবিভাগ কৰা হৈছিল। প্ৰতিখন জিলাত কিমান গাঁও অন্তৰ্ভুক্ত কৰা হৈছিল তাৰ সংখ্যাৰে যেনে, গঙ্গাৱতী ৯৬০০০ বা নিদগুন্দিগে ১২। ইয়াৰ ভিতৰতে সৰহসংখ্যক গাঁৱৰ জিলা বুলি নামকৰণ হোৱাখনৰ ক্ষেত্ৰত দেখাদেখি অতিৰঞ্জন হৈছেই। কিন্তু লগতে এই কথাও স্মৰ্তব্য যে ক'ৰবাৰ হাবিৰ মাজৰ সামান্য মুকলি ঠাইত দুই-চাৰিঘৰ মানুহৰ বসতি থাকিলে 'গ্ৰাম' নাম পাইছিল আকৌ একোখন গ্ৰামত ১০০০ ঘৰ মানুহো থাকিব পাৰে। তদুপৰি গ্ৰাম আৰু নগৰৰ মাজত কোনো ধৰণৰ সুনিৰ্দিষ্ট বিভাজন-ৰেখা নাছিল।

প্ৰাক-মৌৰ্যযুগৰ পৰাই একো একোটা গাঁৱৰ থূলৰ ওপৰত ৰাজহ সংগ্ৰহ কৰা বিষয়া নিয়োগ কৰাৰ নিয়ম আছিল। আৰু গাঁও একোখনতো তেতিয়াৰ দিনৰে প্ৰশাসনৰ

দুটা অঙ্গ আজিকোপতি বর্তি আছে। সেই দুটা হ'ল গাঁৱৰ গাঁওবুঢ়া বা মুখিয়াল আৰু গাঁওসভা বা গ্ৰাম-পৰিষদ। ৰাষ্ট্ৰৰ প্ৰশাসনীয় শৃঙ্খলৰ সেই দুটা হ'ল শেহৰ দুটা ঘাট।

গাঁৱৰ গাঁওবুঢ়া বা মুখিয়ালজনৰ পদবী সাধাৰণতে উত্তৰাধিকাৰ সূত্ৰে একে পৰিয়ালত থাকি যায়। তেওঁকে ৰজাৰ স্থানীয় প্ৰতিনিধি বুলি গণ্য কৰা হৈছিল আৰু ৰজাই ইচ্ছা কৰিলে গাঁওবুঢ়া ভাঙিব-পাতিব পাৰিছিল। গাঁওবুঢ়াজন সাধাৰণতে ধনী কৃষকসকলৰ এজন হয়। তেওঁক কিছু ৰাজহমুক্ত মাটি ভোগ কৰিবলৈ দিয়া হয় বা শস্যাদিৰে বেতন— কেতিয়াবা দুই ধৰণে বেতন দিয়া হৈছিল। ডাঙৰ গাঁওবিলাকত গাঁওবুঢ়া বৰ গুৰুত্বপূৰ্ণ আৰু ব্যস্ত লোক। একোজন হিচাপ ৰখা গাণনিক, এজন ৰাজহ সংগ্ৰাহক আৰু এজন চৌকিদাৰ বা তেনে দৰকাৰী সহায়কসহ তেওঁৰ নিজৰো কৰ্মচাৰী আছিল। এইবিলাক কৰ্মচাৰীৰ বিষয়-বাবো সাধাৰণতে পিতাৰ পৰা পুত্ৰলৈ গৈছিল আৰু তেওঁলোকেও গাঁওবুঢ়াৰ দৰেই বেতন পাইছিল।

কিছুমান গ্ৰন্থত গ্ৰামপ্ৰধান বা গাঁওবুঢ়াক অতি অত্যাচাৰী স্থানীয় বিষয়া হিচাপে দেখুৱা হৈছে। অসংখ্য পালিভাষাৰ জাতকৰ কাহিনীত গ্ৰামভোজক বা গাঁওবুঢ়াজন গাঁওবাসীসকলৰ প্ৰতিনিধি নহয়। তেওঁলোকৰে মাজৰে এজন হ'লেও প্ৰতাপী ৰাজবিষয়াৰ দৰেহে তেওঁৰ ব্যৱহাৰ আছিল। সাধাৰণ দোষতে জৰিমনা কৰা আৰু বেছি দোষত গাঁৱৰ পৰা খেদি পঠিৱা গাঁওবুঢ়াও বহুত আছিল। জাতকৰ সাধুবোৰৰ অনেক ঠাইত গাঁৱৰ মানুহে অত্যাচাৰী গাঁওবুঢ়াৰ পৰা ৰক্ষা কৰিবলৈ ৰজাৰ ওচৰত আবেদন কৰাৰ কথা আমি পাওঁ। তথাপি সাধাৰণতে গ্ৰামপ্ৰধানজন সকলো কথাতে গাঁৱৰ বাসিন্দাসকলৰ যি কোনো কামতে আগৰণুৱা হোৱাহে দেখা যায়। তেওঁ গাঁৱৰ প্ৰতিৰক্ষাৰ দায়িত্বত থাকিছিল। বিশেষকৈ দক্ষিণ ভাৰতত গাঁও সভাবিলাকক ৰজাই গুৰুত্ব দিছিল বাবে গাঁৱৰ প্ৰতিৰক্ষা গ্ৰাম-প্ৰধানজনৰ সবাতোকৈ গুৰুত্বপূৰ্ণ কৰ্তব্য বুলি গণ্য হৈছিল। গাঁওবিলাক সাধাৰণতে সীমামূৰিয়লীয়া অন্য ৰাজ্যৰ লোকৰ দ্বাৰা বা ওচৰৰ অৰণ্য বা পাৰ্বত্য অঞ্চলৰ বন্যজাতিৰ দ্বাৰা আক্ৰান্ত হোৱাৰ সম্ভাৱনা আছিলেই সদায়। ৰাষ্ট্ৰবিপ্লৱৰ দিনত দলে দলে ডকাইতে জাক পাতি গ্ৰামাঞ্চলত লুটপাত কৰিবলৈ ঘূৰি ফুৰিছিল। আনহাতে আৰ্য আৰু দ্ৰাবিড় উভয় জাতিৰে প্ৰাচীনকালৰ পৰাই আনৰ পশুধন দস্যুগিৰি কৰি লুটি নিয়াৰ পৰম্পৰাগত দস্তুৰ আছিল। যেতিয়া দেশৰ কেন্দ্ৰীয় শাসনযন্ত্ৰ দুৰ্বলী হৈ পৰে তেতিয়া গাঁৱৰ মাজৰে কাজিয়া বা খেলে-ফৈদে হোৱা সংঘৰ্ষ বা তেনেদৰে পশুধন লুট কৰিবলৈ অহা দস্যু দলৰে দুৰ্ঘোৰ যুদ্ধ হৈছিল। দাক্ষিণাত্যৰ প্ৰায় সৰ্বত্ৰ 'বীৰগল' বা 'বীৰ-শিলা' নামে স্মাৰক দেখিবলৈ পোৱা যায় য'ত কোনো বীৰ গ্ৰামবাসী, প্ৰায়ে গ্ৰামপ্ৰধানৰ গাঁৱৰ পশুধন ৰক্ষা কৰোঁতে যুদ্ধত মৃত্যুবৰণ কৰা বুলি উল্লিখিত থাকে। মধ্যযুগৰ শেহৰফালে ৰচিত শুক্ৰ স্মৃতি বা স্মৃতিসদৃশ গ্ৰন্থত (২-১৭২) লিখিছে

যে গাঁওবুঢ়া গাঁৱৰ পিতৃ-মাতৃৰ দৰে, তেৱেঁই গাঁৱক দস্যুৰ পৰা ৰক্ষা কৰে, ৰক্ষা কৰে ৰজাৰ শত্ৰুৰ পৰা আনকি অত্যাচাৰী ৰাজবিষয়াৰ পৰাও। মধ্যযুগৰ শেহৰফালে গাঁওবুঢ়া হয়তো অৰ্ধ-সামন্ততান্ত্ৰিক সমাজ ব্যৱস্থাৰ অংগীভূত হৈ পৰিছিলগৈ। ইয়াৰ আগতে উল্লেখ কৰা অযোধ্যাৰ সদাগৰ উদয়মান 'ৰাজা' উপাধিৰে উৰিষ্যাত বিভূষিত হৈছিল যদিও দৰাচলতে তেওঁ গাঁওবুঢ়াতকৈ বেছি নাছিল।

গাঁও পঞ্চায়ত বা গাঁও সভাবোৰৰ কথা কোনো গ্ৰন্থতে বৰকৈ উল্লেখিত নহ'লেও সমগ্ৰ ভাৰতজুৰি এই গাঁও সভাবোৰ আছিল। সৰহভাগ ৰাজ্যতে এই গাঁওসভাবিলাকক প্ৰশাসনৰ অঙ্গ বুলি স্বীকাৰ কৰা হোৱা নাছিল। 'যাজ্ঞবল্ক্য স্মৃতি'ত এই গাঁওসভাৰ বিষয়ে চমুকৈ উল্লেখ কৰি কৈছে যে এই গাঁওসভাৰ ক্ষমতাও ৰজাৰ পৰাই আহৰণ কৰা। কিন্তু সেই ব্যাখ্যা নিতান্তই ভুল। কাৰণ কোনো এখন গ্ৰামসভাই বা পৰিষদে নিজৰ ক্ষমতা বা অধিকাৰ ৰজাৰ পৰা আহৰণ কৰাৰ কোনো প্ৰমাণ নাই। গাঁওসভা ৰজাৰ পৰা সদায় স্বতন্ত্ৰ হৈ বৰ্তি আছিল আৰু জিলা বা দেশত যি ৰাজবংশয়েই ৰাজত্ব নকৰক, গাঁৱত গাঁওসভাৰ কাৰ্যকাৰিতা সমানে চলিছিল। দক্ষিণ ভাৰতৰ ৰজাসকলে কিন্তু এই গাঁওসভাবিলাকক ক্ৰমে বেছিকৈ স্বীকৃতি দিবলৈ আৰম্ভ কৰিছিল। সেইবাবে চোল সাম্ৰাজ্যত গাঁওসভাবিলাক প্ৰশাসনৰ গুৰুত্বপূৰ্ণ অঙ্গ হিছাপে পৰিগণিত হৈছিল।

উত্তৰ ভাৰতত আমাৰ আলোচ্য সময়ছোৱাত গ্ৰাম-পৰিষদ বা গাঁওসভা থকাৰ কোনো ঐতিহাসিক সাক্ষ্য প্ৰমাণ আমি নেপাওঁ। কিন্তু পিছৰ যুগত পৰম্পৰাগতভাৱে গাঁৱৰ মুখিয়াল বা গাঁওবুঢ়াকে ধৰি গাঁওবাসীৰ মাজত সকলোৰে গণ্যমান্য পাঁচজনক সদস্য হিছাপে লৈ গঠিত এখন সভাই গাঁৱৰ কাৰ্যনিৰ্বাহ কৰিছিল। দক্ষিণ ভাৰতত থকা গ্ৰাম-পৰিষদবিলাকত নিয়মাৱলী স্থানীয় ৰীতি-নীতি অনুসৰি ভিন্ন ভিন্ন ধৰণৰ হৈছিল। পশ্চিম দাক্ষিণাত্যৰ কিছুমান গাঁৱত গাঁৱৰ প্ৰতিজন গৃহস্থই সভাত উপস্থিত আছিল। যদিও তেওঁলোকৰ মুখিয়ালসকলেৰে গঠিত এখন কাৰ্যকৰী কমিটিও আছিল। কোনো কোনো ঠাইত গাঁওবিলাক চিঠি-খেলৰ দ্বাৰাই নিৰ্বাচিত সদস্যৰে গঠিত একোখন কমিটিয়ে চলাইছিল। চোল ৰাজ্যৰ উত্তৰমেৰুত অৱস্থিত এখন ডাঙৰ অগ্ৰহাৰ অৰ্থাৎ ব্ৰাহ্মণ গাঁৱত দশম শতাব্দীৰ পৰা পিছৰ যুগৰ বহুতো লিপি পোৱা গৈছে যিবোৰৰ পৰা সমসাময়িক কালৰ স্থানীয় ৰাজনীতিৰ বিষয়ে বহু কথা জানিব পাৰি। গাঁওখন ত্ৰিশটা ভাগত বিভক্ত কৰা হৈছিল। প্ৰত্যেক ভাগৰ পৰা চিঠি-খেল বা ভাগ্য-পৰীক্ষাৰ জৰিয়তে একোজনকৈ সদস্য এবছৰলৈ গ্ৰাম-পৰিষদলৈ নিৰ্বাচিত কৰা হৈছিল। গ্ৰাম-পৰিষদখন আকৌ পাঁচখন উপসমিতিত ভাগ কৰা হৈছিল। তাৰে প্ৰথম তিনিখন উপসমিতিৰ প্ৰথমখনে গাঁৱৰ বাৰী, বাগিচা আৰু ফলবাগানবিলাকৰ তদাৰক কৰিছিল, দ্বিতীয়খনে পুখুৰী আৰু জলসিঞ্চন-ব্যৱস্থাৰ ওপৰত চকু ৰাখিছিল আৰু তৃতীয়খন আছিল গাঁৱৰ

বাদ-বিবাদ, গোচৰ আদিৰ বিচাৰ আৰু মীমাংসাৰ দায়িত্বত। বাকী দুখন উপসমিতিৰ কেনে দায়িত্ব আছিল সেইটো নিশ্চিতকৈ জানিব পৰা নেযায়। সদস্যসকল অবৈতনিক আছিল আৰু শৃঙ্খলাভঙ্গ কৰিলে অপসাৰিত হৈছিল। গ্ৰাম-পৰিষদৰ সদস্য হ'বলৈ অন্ততঃ এটা ঘৰ আৰু সৰু হ'লেও এটুকুৰা মাটিৰ গৰাকী হ'ব লাগিছিল। তদুপৰি সদস্যসকল পঁয়ত্ৰিশ বছৰৰ পৰা সত্তৰ বছৰ বয়সৰ সীমাৰ ভিতৰৰ হ'ব লাগিছিল। কোনো লোক এবছৰৰ বাবে সদস্য নিৰ্বাচিত হ'লে পিছৰ তিনি বছৰলৈ পুনৰ সদস্য হ'ব নোৱাৰিছিল।

উত্তৰমেৰুৰ গ্ৰাম-পৰিষদৰ সংবিধানৰ শেহৰ দুই দফা আন আন যিবোৰ গাঁৱৰ গ্ৰাম-পৰিষদৰ নিয়মাৱলী পোৱা গৈছে সেইবোৰতো সন্নিৱিষ্ট হোৱা দেখা যায়। সকলোতে যুৱক আৰু অতি বৃদ্ধৰ বাবে গ্ৰাম-পৰিষদৰ সদস্য পদ লোৱাৰ পথ ৰুদ্ধ কৰা দেখা যায়। কোনো কোনো গাঁৱত নিম্নতম বয়স চল্লিশ বছৰ হ'ব লাগে বুলিও ধাৰ্য কৰা আছিল। সৰহভাগ তেনে সংবিধানতে অৱসৰপ্ৰাপ্ত সদস্যৰ পুনৰ নিৰ্বাচন নিষিদ্ধ কৰা হৈছিল। তাৰ প্ৰধান উদ্দেশ্য আছিল দুৰ্নীতিক প্ৰশ্ৰয় নিদিয়া আৰু কোনো ব্যক্তিকে অধিক প্ৰভাৱশালী হৈ উঠাত বাধা দিয়া। কিছুমান সংবিধানত আনকি অৱসৰপ্ৰাপ্ত সদস্যজনৰ নিকটাত্মীয়সকলকো সদস্য হ'বলৈ দিয়া নহৈছিল আৰু যিসকলে এবছৰ সদস্য পদত থাকি বিদায় ল'লে তেওঁলোকক পিছৰ দহবছৰলৈকে পুনৰ সদস্য হোৱাত বাধা আৰোপ কৰা হৈছিল।

দাক্ষিণাত্যৰ গ্ৰাম-পৰিষদবিলাকে যে অকল ৰাজ চৰকাৰৰ এলেকা বহিৰ্ভূত সকলো বিবাদৰ নিষ্পত্তি আৰু সামাজিক কামবোৰ পৰিচালনাহে কৰিছিল, তেনে নহয়। সেই পৰিষদবোৰে ৰাজহ সংগ্ৰহ কৰিছিল, প্ৰত্যেক গৃহস্থীৰ আয়ৰ হিছাপ ৰাখিছিল আৰু ৰজাৰ প্ৰতিনিধিৰ সৈতে গাঁওখনৰ সামগ্ৰিক দেনাৰ মূল্য নিৰূপণ কৰাত আগভাগ লৈছিল। গ্ৰাম-পৰিষদ গাঁৱৰ সকলো অনাবাদী মাটিৰ গৰাকী আছিল। সেই মাটি দান-বিক্ৰী কৰাৰ অধিকাৰী আছিল, গাঁৱৰ জলসিঞ্চন, বাট-পথ নিৰ্মাণ আৰু অন্যান্য ৰাজহুৱা কাম কৰাতো সক্ৰিয় আছিল। তেওঁলোকৰ সকলো কাৰ্যাৱলী গাঁৱৰ মন্দিৰৰ বেৰত যথাযথভাৱে লিপিবদ্ধ কৰি ৰাখিছিল। সেইবোৰ সমসাময়িক বলিষ্ঠ সমাজ জীৱন আৰু ভাৰতীয় ৰাজনীতিৰ এক উত্তম দিশৰ স্থায়ী স্মাৰক হৈ ৰৈ গৈছে।

## বিত্তীয় ব্যৱস্থা

সকলো প্ৰাচীন ৰাষ্ট্ৰনীতি সম্বন্ধীয় গ্ৰন্থতে সফলভাৱে এটা ৰাষ্ট্ৰযন্ত্ৰ চলিবলৈ হ'লে এক পৰিপূৰ্ণ ৰাজকোষ থকাটো নিতান্তই প্ৰয়োজনীয় বুলি মত প্ৰকাশ কৰিছে। মৌৰ্য

যুগৰ আগতেই ভাৰতত নিয়মীয়াকৈ কৰ সংগ্ৰহ কৰাৰ পদ্ধতি প্ৰচলিত হৈছিল। সকলো যুগতে মূল কৰ আছিল ভূমি কৰ যিটোক সাধাৰণতে বোলা হৈছিল 'ভাগ' অৰ্থাৎ ৰজাৰ অংশ। সাধাৰণতে সেই ভাগ আছিল উৎপাদিত শস্যৰ এক নিৰ্ধাৰিত ভাগ। স্মৃতি শাস্ত্ৰত সেই ভাগৰ পৰিমাণ নিৰ্দিষ্ট কৰিছে এক-ষষ্ঠাংশ। কিন্তু মেগাস্থিনিছৰ টোকাত এক-চতুৰ্থাংশ বুলি উল্লেখ কৰা হৈছে। অৰ্থশাস্ত্ৰতো এক-চতুৰ্থাংশ আনকি উৰ্বৰা ভূমি হ'লে এক-তৃতীয়াংশও হ'ব পাৰে বুলি লিখিছে। সেইবাবে আমি যুক্তিসঙ্গত বাবেই ধৰি ল'ব পাৰো যে আনকি সম্ৰাট অশোকৰ মৃদু শাসনৰ দিনতো এক-চতুৰ্থাংশ উৎপাদিত শস্যই আছিল কৰৰ নিৰিখ। সেই কৰ শস্য হিছাপেই দিয়া হৈছিল। জাতক কাহিনীবোৰত ৰজাৰ বিষয়াসকলে কৃষকৰ মৰণাতলীৰ পৰা শস্যৰ ভাগ কৰি ৰজাৰ ভাগ ৰাজভঁৰাললৈ লৈ যোৱাৰ কথা পোৱা যায়। কিন্তু মধ্যযুগত বিশেষকৈ দাক্ষিণাত্যত বহুত গাঁৱে নিজৰ ৰাজহৰ ভাগ শস্যৰ সলনি বছৰৰ মূৰত নগদ ধনেৰে নিয়মীয়াকৈ দিছিল।

ৰাজহ সংগ্ৰহ কৰোতে অনেক ধৰণে সম্পূৰ্ণকৈ বা আংশিকভাৱে ৰেহাই দিয়া হৈছিল। ন-ভাঙনি মাটিত খেতি আৰম্ভ কৰিলে পাঁচ বছৰলৈকে সম্পূৰ্ণকৈ খাজানা দিব নোৱাৰিছিল। কিবা কাৰণত খেতি বেয়া হ'লেও ৰাজহ কেতিয়াবা পূৰাকৈ আৰু কেতিয়াবা আংশিকভাৱে ৰেহাই দিয়া হৈছিল। কোনো গাঁৱে জলসিঞ্চনৰ ব্যৱস্থা বা তেনে কোনো ৰাজহৱা স্বাৰ্থজড়িত কাম সমজুৱাকৈ হাতত ল'লেও খাজানাৰ নিৰিখ হ্ৰাস কৰা হৈছিল। সাধাৰণতে ৰাজহৰ ৰজাৰ অংশ হিছাপ কৰা হৈছিল বছৰৰ সমুদায় উৎপন্ন শস্যৰ জোখ কৰি। কিন্তু কেতিয়াবা খেতিয়কৰ নিজে খাবৰ কাৰণে বা পিছৰ বছৰৰ খেতিৰ বাবে কঠীয়াৰ বাবে কিছু ৰেহাই দিয়াৰ দস্তুৰো আছিল। কিছুমান মধ্যযুগীয় ৰাজ্যত খেতিয়কৰ সকলো খৰচ বাদ দিহে উৎপন্ন শস্যৰ পৰিমাণ স্থিৰ কৰা হৈছিল।

শাস্ত্ৰৰ বিধানমতে স্ত্ৰী, শিশু, ছাত্ৰ, বিদ্বান ব্ৰাহ্মণ আৰু তপস্বীসকলৰ ওপৰত কোনো ধৰণৰ কৰ ধাৰ্য কৰা নিষেধ। সেইমতে অনেক ব্ৰাহ্মণ আৰু দেৱালয়ক নিষ্কৰ ভূমি দান দিয়া হৈছিল। কিন্তু বাস্তৱত আনকি অনেক ধৰ্মীয় প্ৰতিষ্ঠানেও, সাধাৰণ কৃষকে দিয়াতকৈ নিম্ন নিৰিখত হ'লেও, সাধাৰণতে কৰ দিব লাগিছিল। ইয়াৰ বিপৰীতে সমাজে বৰ পছন্দ নকৰা নিম্ন বৃত্তিৰ শ্ৰেণীৰ লোকে ওপৰঞ্চি কৰ ভাৰ বহন কৰিব লাগিছিল। বিশেষকৈ দক্ষিণ ভাৰতত। এনে শ্ৰেণীৰ লোকবোৰ আছিল সাধাৰণতে চামৰাৰ কাম কৰা মানুহৰ দৰে নিম্ন বৃত্তি অৱলম্বন কৰি জীয়াই থকা লোক বা প্ৰচলিত ধৰ্মৰ বাহিৰে অন্য ধৰ্মীয় লোক যেনে মুছলিম বা আজীৱক ইত্যাদি।

এই ভূমি কৰৰ উপৰি বহুতো অন্যান্য কৰ ভৰিব লাগিছিল খেতিয়কসকলে। যেনে বছৰে দিব লগা নিৰ্ধাৰিত নিৰিখত নগদ ধন, ৰজাই খনাই দিয়া পুখুৰী বা জলসিঞ্চনৰ খালৰ পৰা খেতিলৈ পানী দিয়াৰ বাবদ কৰ ইত্যাদি। তদুপৰি গো-ধন,

পশুধন, উৎপাদিত দুগ্ধজাত, কৃষিজাত সামগ্ৰী সকলোৰে ওপৰত কৰ ধাৰ্য কৰা হৈছিল। দক্ষিণ ভাৰতত থকা ঘৰৰ ওপৰত, দোকান ঘৰ আৰু ঔদ্যোগিক সাঁজুলি যেনে, তাঁতীৰ তাঁতশাল, কুমাৰৰ চাক, তেলৰ ঘানি আদি সকলো। এই সৰু সৰু কৰবোৰ সাধাৰণতে তুলিছিল স্থানীয় গ্ৰাম-পৰিষদবোৰে আৰু সেইদৰে তোলা ধন গাঁৱৰ প্ৰয়োজনতে ব্যয় কৰা হৈছিল।

'অৰ্থশাস্ত্ৰ'ৰ মতে বণিকসকলে নিজৰ বেপাৰৰ সামগ্ৰী লৈ বাটেদি অহা-যোৱা কৰোতে সামান্য পৰিমাণে ৰাজপথৰ কৰ দিব লগা হৈছিল আৰু সেই কৰ সংগ্ৰাহক বিষয়াজনক বোলা হৈছিল অন্তপাল। বাট-পথবোৰ মেৰামতি কৰি সুগম কৰি ৰখা আৰু ৰাজপথত নিৰাপত্তা সুনিশ্চিত কৰা আছিল অন্তপালৰ দায়িত্ব। অৰ্থশাস্ত্ৰত লিখা আছে যে এই ৰাজপথৰ কৰ দিয়া মানে এক প্ৰকাৰ বীমা কৰাৰ সমতুল্য আছিল। কাৰণ তেনেদৰে কৰ সোধোৱাৰ পিছত যদি বণিকজনৰ কোনো বস্তু বাটত চুৰি হয় বা দস্যুয়ে লুটি নিয়ে তেন্তে অন্তপালে তাৰ ক্ষতিপূৰণ দিব লাগিছিল। বাস্তৱত এই ৰীতি কিমান মানি চলা হৈছিল সেইটো বিচাৰ্য বিষয়। পৰৱৰ্তী যুগৰ ভাৰতীয় ৰাজ্যবোৰ ইমান সুশাসিত আৰু সুসংগঠিত নাছিল বাবে এই ৰীতি সদায় মানি চলিছিল বুলি ধাৰণা নহয়। কিন্তু মৌৰ্য যুগত এই ৰীতি মানি চলা হৈছিল। নগৰৰ প্ৰৱেশদ্বাৰবিলাকতো সদাগৰসকলে বিপণনৰ বাবে নিয়া বস্তুৰ মূল্যৰ অনুপাতে কৰ দিব লগা হৈছিল। 'অৰ্থশাস্ত্ৰ'ই বিধান দিছে যে খাদ্য দ্ৰব্য, তৈল, চেনি, বাচন-বৰ্তন আৰু সস্তীয়া কাপোৰৰ ওপৰত সেই কৰ হ'ব লাগে মূল্যৰ কুৰি ভাগৰ এভাগ। আৰু অন্যান্য সামগ্ৰীবোৰৰ ক্ষেত্ৰত মূল্যৰ এক-পঞ্চমাংশৰ পৰা এক পঞ্চদশাংশলৈকে বজাৰবিলাকতো কৰ দিব লাগিছিল। কিন্তু মেগাস্থিনিছে লেখাৰ দৰে মূল্যত দহ শতাংশ বিক্ৰী-কৰ দিব লাগিছিল বুলি কোৱা কথাৰ উল্লেখ কোনো ভাৰতীয় গ্ৰন্থত পোৱা নেযায়।

সকলো কাৰিকৰ শ্ৰেণীৰ লোকে মাহেকৰ এদিন বা দুদিন ৰজাৰ বাবে কাম কৰিব লাগিছিল। কিন্তু সম্ভৱতঃ এই ধৰণৰ শ্ৰমদানেৰে দিয়া কৰৰ ৰূপান্তৰ কৰা হৈছিল কাৰিকৰজনৰ দৈনিক আয়ৰ ওপৰত এক প্ৰকাৰ আয়কৰ ধাৰ্যৰ ব্যৱস্থা কৰি। বাধ্যতামূলক শ্ৰমদানৰ নিয়মো আছিল যিটোক বোলা হৈছিল 'বিষ্টি'। কিন্তু সেই প্ৰথাৰ ফলত জনসাধাৰণৰ ওপৰত সদায় গধুৰ বোজা জাপি দিয়া যেন নেলাগিছিল। ৰজা বা ৰাজবিষয়াসকলৰ ভ্ৰমণকালত গা-খাটনি দিয়া আৰু ৰচদ-পাতিৰ যোগান ধৰা নিয়ম আছিল আৰু কোনো কোনো সৰু-সুৱা গাঁৱৰ ওপৰত তেনে দায়িত্ব পৰিলে মানুহৰ বৰ দুৰ্দশা হৈছিল। এনে বাধ্যতামূলকভাৱে শ্ৰম আৰু ৰচদ-পাতি যোগান ধৰা ৰীতি ভাৰতীয় ৰাজ্যবিলাকত কিছুদিনৰ আগলৈকে চলি আছিল।

এনে এটা ব্যাপক আৰু জটিল কৰ-কাটলৰ ব্যৱস্থা সূক্ষ্মাতিসূক্ষ্ম জৰীপ আৰু

গণনা ব্যৱস্থাৰ অবিহনে চলাব নোৱাৰি। জাতকৰ সাধুবিলাকৰ কৰ-নিৰ্ণয়ৰ বাবে নিযুক্ত বিষয়াসকলক 'ৰজ্জুগাহক' অৰ্থাৎ 'জোখ কৰিবলৈ ৰচি লৈ ফুৰা' বিষয়া বোলা হৈছে। অশোকৰ লিপিবিলাকত থকা ৰজ্জুক শব্দৰেও বোধ হয় তেওঁলোককে বুজোৱা হৈছে। মেগাস্থিনিছে লিখিছে যে ভূমি জৰিপ সম্পূৰ্ণ কৰি কৰা হৈছিল। দান-বিক্ৰীৰ জৰিয়তে মাটিৰ মালিকীস্বত্ব হস্তান্তৰ কৰিবলগা হ'লেও প্ৰথমে স্থানীয় ভূমি সম্পৰ্কীয় পঞ্জীয়ন বিষয়াৰ অনুমোদন ল'ব লাগিছিল। বহুতো মাটি দান-বিক্ৰী কৰা সম্বন্ধীয় তাম্ৰলিপিত তেনে অনুমোদনকাৰী ভূমি বিষয়াৰ নামো উল্লিখিত হৈছিল। প্ৰশাসনিক দিশত সুসংগঠিত ৰাজ্যবোৰত চন-তাৰিখসহ মাটিৰ মালিকসকলৰ বিতং বিৱৰণী ৰখা হৈছিল যিবোৰক ইংলেণ্ডৰ ডোমছ্‌ডে বুকৰ লগত তুলনা কৰিব পৰা যায়। দুৰ্ভাগ্যক্ৰমে তেনে ধৰণৰ ভূমি সংক্ৰান্তীয় খতিয়ানবোৰ লিখা হৈছিল বেছি দিন নিটিকা পত্ৰত। গতিকে সেইবোৰ বহু কালৰ আগতে কালৰ সোঁতত লয় পাইছে।

কৰ-কাটল মহাভাৰস্বৰূপ হৈছিল ; বিশেষকৈ কোনো বছৰ খেতি-বাতি ভাল নহ'লে বা কোনো আক্ৰোহী অত্যাচাৰী ৰজাৰ দিনত। জাতকৰ সাধুবোৰত কৰ-সংগ্ৰাহক ৰাজবিষয়াবিলাকৰ বহু অত্যাচাৰ আৰু দুৰ্বহ কৰৰ বোজাৰ পৰা হাত সাৰিবলৈ গ্ৰামবাসী কৃষকসকল দলবান্ধি পলায়ন কৰাৰ অনেক কাহিনী পোৱা যায়। পিছৰ কোনো কোনো যুগৰ দক্ষিণ ভাৰতীয় লিপিবোৰত কৰ অনাদায় আন্দোলন হোৱা আৰু সময়ে সময়ে কৰ আদায় দিব নোৱৰা অপৰাধত পুৰা একোখন গ্ৰাম-পৰিষদৰ সকলো সদস্য কাৰাৰুদ্ধ হোৱাৰ কথাও পোৱা যায়। এনে এখন লিপিত কৰ আদায় দিব নোৱৰা অপৰাধত এখন সম্পূৰ্ণ গাঁও লুট কৰাৰ বিৰুদ্ধে চোল সম্ৰাট প্ৰথম ৰাজৰাজৰ ওচৰত প্ৰজাই আপীল কৰাৰ কথাও পোৱা যায়। সেইবাৰ সম্ৰাটে কিন্তু তেওঁৰ নিজৰ স্থানীয় বিষয়াসকলৰ কামতহে সমৰ্থন জনাইছিল। কোনোবা কৃষকে ৰজাৰ খাজনা দিব নোৱাৰিলে উচ্ছেদ কৰাৰ নিয়ম আছিল। কিন্তু প্ৰকৃততে বিপদগ্ৰস্ত হ'লে বছেৰেক বা ততোধিক সময়ৰ কৰো ৰেহাই দিয়া হৈছিল।

ৰাষ্ট্ৰ-নীতি সম্বন্ধীয় সকলো শাস্ত্ৰতে গুৰুভাৰ কৰ-কাটলৰ পৰা হ'ব পৰা বিপদ সম্বন্ধে সতৰ্ক কৰা হৈছে বাৰে বাৰে। মুখত মৌজোল লৈ তাৰ স্বাদ নোলোৱাকৈ যেনেকৈ কোনোৱেই থাকিব নোৱাৰে তেনেদৰে স্থানীয় ৰাজহ সংগ্ৰহকাৰী বিষয়াবিলাকে ৰজাৰ প্ৰকৃততে প্ৰাপ্য অংশতকৈ বেছিকৈ প্ৰজাৰ পৰা তুলিবলৈ যত্নপৰ হ'বই। কিন্তু সেই ধৰণৰ কৰ সংগ্ৰহকাৰী বিষয়াৰ অত্যাচাৰ আৰু লোভৰ বাবে ৰজাৰ সমূহ বিপদ হ'ব পাৰে। বিত্তনীতি সম্বন্ধীয় ভাৰতীয় প্ৰাচীন গ্ৰন্থবোৰত কিছুমান অতি উত্তম বিধান দিয়া আছে কৰ-কাটল সম্বন্ধে। যেনে কৰ লগাওঁতে ৰজাই চাব লাগে যাতে তাৰ ফলত দেশৰ বাণিজ্য আৰু শিল্প-উদ্যোগবোৰৰ উন্নতি আৰু সম্প্ৰসাৰণ বিঘ্নিত নহয়। মৌ-মাখিয়ে ফুলৰ মধু আহৰণৰ দৰেই কৰ লগাব লাগে, চাব লাগে যাতে ফুলপাহ ক্ষতি

নহয়। কৰৰ নিৰিখ সদায় সুনিৰ্দিষ্ট হ'ব লাগে যাতে কৰ দাতাজনেও লাভৰ মুখ দেখিবলৈ পায়। বাণিজ্য দ্ৰব্যবোৰৰ ওপৰত একাধিকবাৰ কৰ লগাব নেলাগে। আৰু যি কোনো কৰ লগোৱাৰ বহু আগৰে পৰা ৰাজহুৱাকৈ জাননী দিব লাগে। প্ৰাচীন ভাৰতৰ যোগ্য আৰু দক্ষ নৃপতিসকলে নিঃসন্দেহে নিজৰ বিত্তনীতি এইবোৰ বিধি-বিধান মানি চলি ৰচনা কৰিছিল।

তত্ত্বগতভাৱে কৰ প্ৰয়োগৰ ন্যায্যতা প্ৰতিপন্ন কৰিবলৈ বিচৰা হয় ৰজাই প্ৰজাৰ প্ৰতি আগবঢ়োৱা সুৰক্ষাৰ বাবে ৰজাৰ প্ৰাপ্য বুলি। পৃথিৱীৰ প্ৰথমজনা ৰজা পুৰাণৰ মনুক ব্ৰহ্মাই যেতিয়া বোলে ৰজা হিছাপে নিৰ্বাচিত কৰিছিল, তেতিয়া মনুৰ হেনো বৰ দ্বিধাবোধ হৈছিল জানোচা তেওঁ প্ৰজাসকলৰ পাপৰ ভাগীও হ'ব লগা হয়গৈ। কিন্তু তেতিয়া মানুহ জাতিক ৰজা এজনৰ সাংঘাতিক প্ৰয়োজন। গতিকে সকলো মানুহে মনুক আশ্বাস দি ক'লে যে কোনো চিন্তা কৰিব নেলাগে। কাৰণ তেওঁলোকৰ পাপৰ ভাগী তেওঁলোক নিজেই হ'ব। তদুপৰি তেওঁ যে প্ৰজাক ৰক্ষা কৰি থাকিব তাৰ বাবে প্ৰতিজনে নিজৰ উৎপাদিত শস্যৰ একোভাগ আৰু পশুধনৰো একোভাগ তেওঁলৈ দি থাকিব। বৌদ্ধ-কাহিনীমালাতো তদ্ৰূপ এক চুক্তি হোৱাৰ বৃত্তান্ত পোৱা যায়। সাধাৰণ অভিমত ব্যক্ত কৰা হৈছে এইদৰে যে ৰজাই যদি তেওঁৰ প্ৰজাগণক সুৰক্ষিত কৰি ৰাখিব পাৰে তেতিযাহে তেওঁৰ কৰ-সংগ্ৰহৰ অধিকাৰ থাকে। তেতিয়া তাৰ লগতে তেওঁৰ প্ৰজাসকলে বিশেষকৈ ব্ৰাহ্মণ প্ৰজাসকলে কৰা ধৰ্মীয় অনুষ্ঠানবিলাকত সুকৃতিৰ ফলৰ অংশও তেওঁ পায়। কিন্তু যদি প্ৰজাক যথাযথভাৱে পালন কৰিব নোৱাৰে তেন্তে কৰ-সংগ্ৰহৰতো অধিকাৰ হেৰুৱায়েই লগতে প্ৰজাৰ ৰাজকৰ্মৰো ভাগী হ'বলগীয়া হয়।

ইয়াৰ বিপৰীতে একাধিক ভাৰতীয় গ্ৰন্থত এনে কথাও পোৱা যায় যে ৰজাই হ'ল ৰাজ্যৰ সকলো ভূমি আৰু জলসম্পদৰ মালিক। এনে তত্ত্বৰ অনুসিদ্ধান্ত হ'ব এনেকুৱা যে শস্যাদি আৰু যি কোনো ভূমিজ জলজ উৎপাদিত দ্ৰব্যৰ ওপৰত ৰজাই আৰোপ কৰা কৰ হৈছে প্ৰকৃততে ৰায়তে দিবলগীয়া মাটিৰ খাজানা বা ভাৰা। এই ৰাজদত্ত সুৰক্ষাৰ বিনিময়ত কৰ দিয়াৰ ধাৰণা ভাৰতীয় ৰাষ্ট্ৰনীতিত প্ৰাচীন কালৰে পৰা থকাৰ প্ৰমাণ পোৱা যায় আন কিছুমান দস্তুৰৰ পৰা—যেনে, ৰজাই কৰ আদায় নিদিয়া কৃষকক উচ্ছেদ কৰিব পাৰিছিল, কোনো উত্তৰাধিকাৰী নৰখাকৈ মৰা প্ৰজাৰ ভূ-সম্পত্তি ৰজাৰ অধিকাৰলৈ অনা আৰু কোনো লোকৰ মৃত্যু হ'লে তেওঁৰ সম্পত্তি তেওঁৰ উত্তৰাধিকাৰীসকললৈ হস্তান্তৰ কৰাৰ সময়তো মাজে সময়ে ভাৰতীয় ৰজাই মধ্যযুগীয় ইউৰোপীয় ৰজাই হেৰিয়ত লোৱাৰ দৰে 'উত্তৰাধিকাৰ কৰ' লৈছিল। কাৰণ ৰজাই আছিল ৰাজ্যৰ সমস্ত ধন-সোণৰ মালিক। মনুস্মৃতিত স্পষ্টভাৱে কোৱা হৈছে যে ৰজাই হৈছে দেশৰ সমগ্ৰ ভূমিৰ অধিপতি আৰু সেইবাবেই ৰাজ্যৰ সকলো সম্পদ আৰু

খনিজ দ্ৰব্যৰ অংশ তেওঁৰ প্ৰাপ্য। মধ্যযুগত ভট্টস্বামীয়ে অৰ্থশাস্ত্ৰৰ টীকাসম্পন্ন তেওঁৰ গ্ৰন্থৰ দ্বিতীয় অধ্যায়ৰ চতুৰ্বিংশতি শ্লোকত পোনপটীয়াকৈ কৈছে যে ৰজা ৰাজ্যৰ ভূমি আৰু জলসম্পদৰ অধিপতি হয় কিন্তু তাৰ বাহিৰে অন্য সকলো সম্পত্তি প্ৰত্যেক গৃহস্থৰে নিজৰ নিজৰ। তেওঁৰ এই উক্তিৰ সমৰ্থন বহুতো অন্য গ্ৰন্থত পোৱা যায় আৰু মেগাস্থিনিছৰ টোকাতো তাৰ উল্লেখ আছে। বহুতো পুৰণি কাহিনীত ৰজাসকলে নিজৰ ৰাজ্য লোকক চমজাই দিয়া বা লোকক দান কৰিবলৈ ওলোৱাৰ কথা পোৱা যায়; যেন ৰাজ্যখন ৰজাৰ ব্যক্তিগত সম্পত্তিহে।

কিন্তু ৰজাই যে ৰাজ্যখনৰ সকলো ভূ-সম্পত্তিৰ গৰাকী এই দাবী বাতিল কৰা অভিমতো কিছুমান ভাৰতীয় গ্ৰন্থতে পোৱা যায়। যেনে এটা জাতক কাহিনীত এজন ৰজাই নিজৰ ৰাণীক কৈছে যে তেওঁ ৰাজ্যখন তেওঁক দি দিব নোৱাৰে কাৰণ ৰাজ্যখন তেওঁৰ নিজৰ সম্পত্তি নহয়। তেনেকৈ সাধুকথাৰ এজন ৰজা বিশ্বকৰ্মা ভৌৱনে যেতিয়া নিজৰ পুৰোহিতসকলৰ মাজত নিজৰ ৰাজ্য বণ্টন কৰিবলৈ ধৰিছিল তেতিয়া ধৰিত্ৰীদেৱী সোঁ-শৰীৰে তেওঁৰ আগত দেখা দি তিৰস্কাৰ কৰি কৈছিল যে ৰজাৰ তেনেদৰে তেওঁক দান কৰিবলৈ কোনো অধিকাৰ নাই। সবৰস্বামী নামে এক মধ্যযুগীয় গ্ৰন্থকাৰে তেওঁৰ পূৰ্বমীমাংসা সূত্ৰৰ ওপৰত টীকা গ্ৰন্থত স্পষ্টভাৱে লিখিছে যে ৰজাই এনেদৰে ভূ-দান কৰিব নোৱাৰে কাৰণ ই সকলোৰে উমৈহতীয়া সম্পত্তি। ষোড়শ শতাব্দীৰ এজন ন্যায়িক পণ্ডিত নীলকণ্ঠই তেওঁৰ স্বত্বাৰগম 'ব্যৱহাৰময়ুখ' নামে গ্ৰন্থত লিখিছে যে ভূমিৰ গৰাকী ভূস্বামী নিজে। ৰজা অকল ৰাজহ লোৱাৰহে অধিকাৰী। তেওঁ আৰু কৈছে যে ৰজাৰ ভূমি দান কৰা বুলিলে, সেই ভূমি ব্যৱহাৰ কৰিবলৈ দিয়া অনুমতিহে বুজায়, সেই মাটিৰ ওপৰত কাৰো মালিকীস্বত্ব প্ৰদান কৰা কথা নুবুজায়।

কিছুমান পণ্ডিতে যত্ন কৰে এই কথা প্ৰতীয়মান কৰিবলৈ যে প্ৰাচীন ভাৰতত দৰাচলতে ৰজাৰ ভূমিৰ ওপৰত কোনো মালিকী স্বত্ব নাছিলেই। খুব সম্ভৱ হাৰ্বাৰ্ট স্পেঞ্চাৰৰ 'লেইচে ফেয়াৰ' তত্ত্বৰ ওপৰত নিৰ্ভৰ কৰি তেওঁলোকে ধাৰণা কৰিছিল যে ৰজাৰ ভূমিৰ ওপৰত একচেটিয়া অধিকাৰ তত্ত্বত এক প্ৰকাৰ আদিমতা আৰু লজ্জাকৰ কথা নিহিত আছে। এইটোও মন কৰিবলগীয়া যে যিসকল তেনে পণ্ডিতে জোৰ কৰি প্ৰাচীন ভাৰতত ৰজাৰ দেশৰ ভূমিৰ ওপৰত কোনো পৰম্পৰাগত মালিকী স্বত্ব নাছিল বুলি প্ৰমাণ কৰিব খোজে, তেওঁলোকে প্ৰাচীন ভাৰতীয় জীৱন-ৰীতি গণতান্ত্ৰিক গুণৰাজি আছিল বুলি ধৰি লৈছিল। ডক্টৰ কাশীপ্ৰসাদ জয় ছৱালৰ দৰে দেশপ্ৰেমিক পণ্ডিতসকলে যেতিয়া তেনে এটা কথা ক'বলৈ বিচাৰিছিল, তেতিয়া ভাৰতে স্বাধীনতা পোৱা নাছিল। সেইবাবে জনসাধাৰণৰ গণতান্ত্ৰিক অধিকাৰ আছিল বুলি তেওঁলোকে প্ৰমাণ কৰিবলৈ যাওঁতে সি দেশবাসীৰ মনত এক আত্মবিশ্বাসৰ সৃষ্টি কৰিছিল আৰু ব্যৱহাৰিক ৰাজনীতিৰ

ক্ষেত্ৰত তেনে মনোভাবৰ এক ধনাত্মক দিশ নিশ্চয় আছিল। কিন্তু এতিয়া স্বাধীন ভাৰতত তেনে কথা জোৰ দি প্ৰমাণ কৰিবলৈ চেষ্টা কৰাৰ কোনো হেতু নাই। কাৰণ যিবোৰ গ্ৰন্থৰ কথা তেওঁলোকে উল্লেখ কৰিছে সেইবোৰতে স্পষ্ট আৰু দ্ব্যৰ্থহীন ভাষাতে ৰজাৰ নিজৰ ৰাজ্যৰ ভূমি আৰু জল-সম্পদৰ ওপৰত এদনীয়া অধিকাৰ থকাৰ কথা কোৱা হৈছে। অন্যান্য বহু বিষয়ৰ লগতে এই বিষয়তো প্ৰাচীন ভাৰতীয় গ্ৰন্থকাৰসকলে ভিন ভিন মত প্ৰকাশ কৰিছে যদিও সৰহভাগ পণ্ডিতেই ৰজাৰ তেনে অধিকাৰ আছিল বুলিয়েই অভিমত দিয়া কথা বহু গ্ৰন্থৰ পৰাই সাব্যস্ত হৈছে।

ৰাজনীতি শাস্ত্ৰত ইয়াৰ তাত্ত্বিক ব্যাখ্যা যিয়েই নহওক আমি কিন্তু এটা বিষয়ত নিশ্চিত হ'ব পাৰোঁ যে ভূমি আৰু জলসম্পদৰ ওপৰত ৰজাৰ সৰ্বাধিকাৰৰ ৰীতি প্ৰচলিত হৈ থাকোঁতেও তাৰ বোজা সাধাৰণ কৃষকৰ ওপৰত অনুভূত নহৈছিল যদিহে কৃষকজনে নিয়মীয়াকৈ ৰাজহ দি থাকে। কিন্তু 'অৰ্থশাস্ত্ৰ'ত এনেদৰেও কোৱা হৈছে যে অকল ৰাজহ আদায় নিদিয়া কৃষককে নহয়, যি কৃষকে ৰজাৰ দ্বাৰা আবণ্টিত ভূমিত ভালদৰে খেতি কৰিব নোৱাৰে তেনে কৃষককো উচ্ছেদ কৰিব লাগে। কিন্তু তেনে ধৰণে উচ্ছেদ কৰাৰ কোনো দৃষ্টান্ত পোৱা নেযায়।

ওপৰত বৰ্ণনা কৰা ধৰণৰ বিত্তনীতি দেশে দেশে অলপ অলপ সাল-সলনিৰে প্ৰাক-মুছলিম যুগৰ সমগ্ৰ ভাৰততে সাধাৰণতে চলিছিল। কিন্তু ৰাষ্ট্ৰবিপ্লৱ বা যি কোনো জৰুৰী অৱস্থাৰ প্ৰয়োজনত ৰজাৰ চাবুক বৃশ্চিক দংশনৰ দৰেও হ'ব পাৰে। ৰাজনীতি শাস্ত্ৰকাৰসকলৰ মতে ৰজাই সংকট কালত ধনৰ অভাৱত বিপদগ্ৰস্ত হ'লে যি কোনো ধৰণৰ অত্যাচাৰী ব্যৱস্থা কৰি হ'লেও ধন-সম্পদ আহৰণ কৰিব পাৰে যাতে তেওঁৰ সিংহাসন ৰক্ষা হয়। তেওঁ অনিৰ্দিষ্ট পৰিমাণে কৰৰ নিৰিখ বৃদ্ধি কৰিব পাৰে, ধনী মানুহবোৰক ৰজাক ঋণ দিবলৈ আৰু ধন দিবলৈ বাধ্য কৰিব পাৰে, আগতে প্ৰতিশ্ৰুত বা দি থকা বিভিন্ন মঞ্জুৰি আৰু ৰেহাই বন্ধ কৰিব পাৰে, সোণাৰিহঁতৰ সঞ্চিত ধন-সোণ বাজেয়াপ্ত কৰিব পাৰে। আনকি ধৰ্মীয় মন্দিৰ আৰু প্ৰতিষ্ঠানবিলাকৰ ধনৰ ভাণ্ডাৰতো হাত দিব পাৰে, বিশেষকৈ সেইবোৰ যদিহে ৰাজধৰ্মৰ বাহিৰে অন্য কোনো ধৰ্মৰ হয়। 'কাশ্মীৰ ৰাজবৃত্তান্ত' আৰু অন্যান্য বহু পুৰণি গ্ৰন্থত ৰজাসকলে মাজে মাজে এনে ধৰণৰ চূড়ান্ত পদক্ষেপ লোৱাৰ দৃষ্টান্ত পোৱা যায়। লগতে অৱশ্যে ন্যায়সঙ্গতভাৱে এই কথাও ক'ব লাগিব যে ৰাজনীতি শাস্ত্ৰকাৰসকলে যিবোৰ প্ৰয়োজনত ৰজাই এনে ধৰণৰ উগ্ৰ ব্যৱস্থা লোৱাটোও সমৰ্থন কৰিছে তাৰ ভিতৰত অকল বিদেশী আক্ৰমণ বা ৰাজ্যৰ আভ্যন্তৰীণ বিবাদৰ কথাই কোৱা নাই, দুৰ্ভিক্ষ, বানপানী আৰু মহামাৰীত বিপৰ্যস্ত প্ৰজাৰ সাহায্যাৰ্থেও ৰজাই এনে ব্যৱস্থা গ্ৰহণ কৰিব পাৰে।

আমি ভাৰতীয় ৰজাসকলৰ আয়ৰ পথবোৰৰ বিষয়ে যথেষ্ট পৰিমাণে জানো

কিন্তু ৰজাৰ ব্যয়ৰ ধৰণ-কৰণ কেনে আছিল সেই বিষয়ে তুলনামূলকভাৱে বহুত কম জানো। ৰাষ্ট্ৰৰ সৰহভাগ সংগৃহীত অৰ্থ ৰাজকোষত সঞ্চিত কৰি ৰখা হৈছিল। আনকি সৰু সৰু ৰাজ্যবোৰৰো সঞ্চিত বিপুল ধনৰাশিৰ বিষয়ে বিদেশী ভ্ৰমণকাৰীৰ টোকা আৰু মুছলমান আক্ৰমণকাৰীবিলাকৰ লুণ্ঠিত সম্পদৰ হিছাপৰ পৰা পোৱা যায়। শুক্ৰৰ দ্বাৰা প্ৰণীত বুলি ধৰি লোৱা শেহতীয়া এখন ৰাষ্ট্ৰনীতিৰ গ্ৰন্থত এজন সম্ৰাটৰ বাৰ্ষিক আয় পাঁচশ মিলিয়ন কৰ্ষ হ'ব পাৰে। কৰ্ষ মানে সম্ভৱতঃ সেই গ্ৰন্থকাৰে বৰ্তমান কালৰ টকাৰ সমান ওজনৰ ৰূপৰ মুদ্ৰাৰ কথাকে বুজাইছে, অৱশ্যে তেতিয়া তাৰ ক্ৰয়ক্ষমতা আছিল বহুত বেছি। শুক্ৰই তেওঁৰ গ্ৰন্থত এই সৰ্বমুঠ সংগৃহীত অৰ্থ ছয় ভাগৰ এভাগ ৰাজকোষত গচ্ছিত ৰাখিবলৈ পৰামৰ্শ দিছে। শাস্ত্ৰৰ সৰ্বসন্মত অভিমত হৈছে এই যে সমৃদ্ধ ৰাজকোষেই হৈছে ৰজাৰ প্ৰধান শক্তি। তাৰ অবিহনে কোনো ৰাজ্যই সুপৰিচালিত হ'ব নোৱাৰে। এই তত্ত্বৰ ফলাফল কিন্তু বেয়া আছিল। ৰাজকোষত সঞ্চিত বিপুল পৰিমাণৰ মূল্যবান মণি-মুকুতা, হীৰা-মানিক, যিবোৰ বিশেষ জৰুৰী পৰিস্থিতি নহ'লে বা গভীৰ অৰ্থসংকট নহ'লে স্পৰ্শই কৰা নহয়—সেইবোৰ আচলতে অৰ্থনীতিৰ ক্ষেত্ৰত কোনো কামত নাহে। বৰঞ্চ এনে ধৰণৰ মণি-মুক্তা সংগ্ৰহে চুবুৰীয়া ৰজাসকলৰ লোভ জগাই তুলি আক্ৰমণৰ লক্ষ্য কৰে মাত্ৰ। এনে ধৰণৰ বিপুল বৈভৱশালী ৰাজকোষবিলাকৰ বিস্তৃত বিৱৰণ প্ৰাচীন যুগৰ মুছলিম পৰ্যটকসকলৰ মুখত শুনিয়েই সীমান্তৰ সিপাৰৰ মুছলিম আক্ৰমণকাৰীসকলে লুণ্ঠনৰ উদ্দেশ্যে বাৰম্বাৰ আক্ৰমণ কৰি হিন্দু ভাৰত ধ্বংস কৰিছিল।

শুক্ৰৰ দিহামতে তেনেদৰে এক-ষষ্ঠাংশ ধন ৰাজ-ভঁৰাললৈ থৈ বাকীখিনি সমানে দুভাগ কৰি আজিকালিৰ ভাষাত যিটোক 'প্ৰতিৰক্ষা' বুলি কয় সেই উদ্দেশ্যে ব্যয় কৰিব লাগে। অৱশ্যে তেতিয়াৰ দিনৰ বেছিভাগ ভাৰতীয় নৃপতিয়ে তেনে প্ৰতিৰক্ষাৰ দৰে পৰোক্ষ অৰ্থযুক্ত শ্ৰুতিমধুৰ শব্দ পছন্দ কৰিছিল নে নাই সেইটো সন্দেহৰ বিষয়। সামৰিক শিতানত এই পৰিমাণৰ খৰচ আধুনিক কালৰ ৰাষ্ট্ৰবোৰতো ধাৰ্য কৰা হয়। ৰাজহৰ দ্বাদশ ভাগৰ এভাগ থোৱা হয় ৰজাৰ নিজৰ ব্যয়ৰ বাবে আৰু অন্য এক দ্বাদশাংশ ৰখা হয় দান-কৰ্মাদিৰ বাবে। দান কৰ্ম বুলিলে নিশ্চয় ধৰ্মীয় ব্যক্তি অনুষ্ঠান-প্ৰতিষ্ঠানলৈ আগবঢ়োৱা দানকে নিশ্চয় প্ৰধানকৈ বুজোৱা হৈছে। আৰু এক-দ্বাদশাংশ বিষয়া-কৰ্মচাৰীসকলৰ বেতনৰ বাবে আৰু শেষ দ্বাদশাংশ 'প্ৰাকৃতায়ঃ' ব্যয় বুলি ধৰা হৈছে। এই প্ৰাকৃতায়ঃ শব্দটোৰ প্ৰসঙ্গভেদে অৰ্থও ভিন্ন হয়। কাৰণ এই শব্দৰ অৰ্থ মন্ত্ৰীমণ্ডলী হ'ব পাৰে আৰু সাধাৰণ প্ৰজাসকলো হ'ব পাৰে। যদি প্ৰথমটো বুলি ধৰা হয় তেনে আগতে কৰ্মচাৰী-বিষয়াদিৰ বাবে ধাৰ্য কৰা এক-দ্বাদশাংশৰ দ্বিৰুক্তি হয়। সেইবাবে শুক্ৰই বোধ হয় এই শিতানত ব্যয় ধাৰ্য কৰিছিল জনসাধাৰণৰ স্বাৰ্থজড়িত কৰ্মবোৰ সম্পন্ন কৰাৰ বাবে যেনে—পথ-নিৰ্মাণ, জল-প্ৰবাহৰ বাবে খাল আৰু পুখুৰী

খন্দা ইত্যাদি। সেইবোৰ কাম নিশ্চয় অনেক ভাৰতীয় ৰজাই কৰাইছিল। আৰু সেইবোৰ কামৰ বাবে তালিকাৰ অন্য কোনো শিতানত খৰচ ধৰা হোৱা নাই।

## দণ্ডনীতি সম্বন্ধীয় গ্ৰন্থ

কালক্ৰমত যজ্ঞবিধি বিষয়ক ব্ৰাহ্মণ গ্ৰন্থবিলাকৰ পাঠ দুৰ্বোধ্য হৈ আহিলত নতুন এবিধ পাঠ ৰচিত হ'ল সেইবোৰ ব্যাখ্যা কৰিবৰ বাবে। এইবিলাককে শ্ৰৌতসূত্ৰ বুলি কোৱা হয়। সূত্ৰ শব্দৰ আক্ষৰিক অৰ্থ হ'ল সূতা। কিন্তু ব্যৱহাৰ কৰা হৈছে পৰোক্ষ অৰ্থত যিটোৱে বুজায় সংক্ষিপ্ত জ্ঞানোক্তিসমূহৰ ৰূপত ৰচনা কৰা নিৰ্দেশাৱলী বা বিধানগ্ৰন্থ। শ্ৰৌতসূত্ৰৰ অৰ্থ শাস্ত্ৰসমূহৰ বিধি-বিধানৰ হাতপুথি বা নিৰ্দেশাৱলী হ'ব পাৰে। কিছুকালৰ পিছত গৃহস্থসকলৰ পালনীয় ধৰ্মানুষ্ঠানবিলাকৰ বিধিবিধান সম্বলিত আৰু এবিধ গ্ৰন্থ ৰচিত হ'ল যিবোৰক বোলা হৈছিল গৃহ্যসূত্ৰ। সৰ্বশেষত ৰচিত হ'ল মানুহৰ আচাৰ-বিচাৰ আৰু ধৰ্মাচৰণ সম্বন্ধীয় গ্ৰন্থসমূহ— যিবোৰক বোলা হৈছিল ধৰ্মসূত্ৰ। এই তিনিওটা বিষয়ৰে বেলেগে বেলেগে বিধি-বিধানবোৰ একেলগে সংকলিত এখন গ্ৰন্থক বোলা হৈছিল কল্পসূত্ৰ। সেইখনৰ ৰচয়িতা আছিল এজন পৌৰাণিক ঋষি। ধৰ্মসূত্ৰবোৰেই হৈছে আমাৰ প্ৰাপ্ত হিন্দু আইন সম্বন্ধীয় প্ৰাচীনতম গ্ৰন্থৰাজি। সেইবিলাকৰ ভিতৰত আটাইতকৈ গুৰুত্বপূৰ্ণবোৰ হৈছে—গৌতম, বৌধায়ন, বশিষ্ঠ আৰু আপস্তম্বই ৰচনা কৰা গ্ৰন্থবোৰ। বোধ হয় সেই গ্ৰন্থবোৰ প্ৰধানকৈ খ্ৰীঃ পূঃ ষষ্ঠৰ পৰা দ্বিতীয় শতাব্দীৰ ভিতৰত ৰচিত হৈছিল। কিন্তু সেইবোৰত পাঠৰ কোনো কোনো অংশৰ পৰা এনে ধাৰণা হয় যেন সেইবোৰ তাৰো আগৰ যুগতে লিখা—অনেক কথা পিছৰ যুগবোৰত প্ৰক্ষিপ্ত হৈছে মাত্ৰ। প্ৰথম তিনিজনৰ ৰচনা ভাৰতৰ অধিক দূৰ পশ্চিমাঞ্চলত হৈছিল যেন লাগে— আনকি আদি বৌদ্ধ শাস্ত্ৰবোৰ ৰচনা হোৱা ঠাইবোৰতকৈও বেছি পশ্চিমৰ কোনো ঠাইত আৰু বৌদ্ধ শাস্ত্ৰবোৰৰ প্ৰায় সমসাময়িক কালত। আনহাতে আপস্তম্বৰ ৰচনা দাক্ষিণাত্যত উত্তৰাঞ্চলতহে সম্ভৱতঃ হৈছিল।

পৰৱৰ্তী কালত খ্ৰীষ্টীয় চন-অনুক্ৰমৰ প্ৰথমৰ শতাব্দীবোৰৰ পৰা, এই গদ্যত ৰচিত সূত্ৰবোৰ পুনৰ বহলকৈ ব্যাখ্যা কৰি ছন্দবদ্ধত ৰচিত হ'ল। সেইবোৰ গ্ৰন্থৰ বহুত অৱশ্যে এতিয়া আৰু পাবলৈ নাই। এইবোৰকে 'ধৰ্মশাস্ত্ৰ' অৰ্থাৎ পবিত্ৰ ধৰ্মবিধিৰ ওপৰত আধাৰিত নিৰ্দেশাৱলী বুলি কোৱা হয়। এই পিছৰ শব্দটোৱে অৰ্থাৎ ধৰ্মশাস্ত্ৰ শব্দটোৱে ধৰ্মসূত্ৰবোৰকো সময়ে সময়ে বুজোৱা হয় যদিও আধুনিক কালৰ ঐতিহাসিকসকলে ধৰ্মশাস্ত্ৰ বুলি পিছৰ যুগৰ দীৰ্ঘতৰ ছন্দোময় ধৰ্মপুস্তকবোৰকহে নিৰ্দিষ্ট কৰি বুজায়। তেনে অসংখ্য ধৰ্মশাস্ত্ৰ আছে। তাৰ ভিতৰত আটাইতকৈ পুৰণি হ'ল

'মনুস্মৃতি'। সেইখন চূড়ান্ত ৰূপত ৰচনা সম্পূৰ্ণ হৈছিল খুব সম্ভৱ খ্ৰীষ্টীয় দুই আৰু তিনি শতিকাৰ ভিতৰত। মনুৰ পিছত গুৰুত্বপূৰ্ণ আন আন ধৰ্মশাস্ত্ৰবোৰৰ ভিতৰত উল্লেখনীয় হ'ল—যাজ্ঞবল্ক্য, বিষ্ণু আৰু নাৰদকৃত স্মৃতিসমূহ যিবোৰৰ ৰচনা কাল গুপ্ত যুগৰ পৰা আৰম্ভ কৰি মধ্যযুগলৈকে। অন্যান্য অলেখ স্বল্প উল্লিখিত ধৰ্মশাস্ত্ৰও আছে। তাৰে কিছুমান পোৱা যায় খণ্ডিত ৰূপতহে। মনুৰ ধৰ্মশাস্ত্ৰত সাধাৰণতে মানৱৰ আচৰণীয় বিধি-বিধানবোৰেই আছে যদিও কিন্তু তেওঁৰ উত্তৰসুৰীসকলে ধৰ্মশাস্ত্ৰ ৰচনা কৰোঁতে ক্ৰমাৎ আইন বা দণ্ডনীতিসম্বন্ধীয় গ্ৰন্থৰ ৰূপতহে সেইবোৰ ৰচনা কৰিছিল।

এই সূত্ৰ আৰু শাস্ত্ৰবোৰকে একেলগে 'স্মৃতি' বুলি বুজোৱা হয়। স্মৃতি মানে 'স্মৃত' বা মনত ৰখা ; আনহাতে প্ৰাচীন বৈদিক সাহিত্যক বোলা হৈছিল 'শ্ৰুতি' অৰ্থাৎ শুনা। শ্ৰুতিবোৰ ৰচয়িতাসকলে ভগৱৎ শক্তিৰ পৰা পোনপটীয়াকৈ লাভ কৰা বুলি বিশ্বাস কৰা হয় কাৰণে সেইবোৰক পিছৰ যুগৰ গ্ৰন্থবোৰতকৈ পবিত্ৰ বুলি গণ্য কৰা হয়। সেইবাবেই মানৱ-ধৰ্ম-শাস্ত্ৰ বা 'মনুকৃত বিধি-গ্ৰন্থ'ক মনু-স্মৃতি বুলি জনা যায় সাধাৰণতে। মহাকাব্য আৰু পুৰাণবিলাককো স্মৃতি বুলিয়েই গণ্য কৰা হয় আৰু সেইবোৰতো অনেক দণ্ডনীতি সম্বন্ধীয় বিধি-বিধান আছে। দৰাচলতে মহাভাৰতত মনুস্মৃতিৰ শ শ শ্লোক পোৱা যায়—সেইটো মনুস্মৃতিৰ পৰাই লৈছে বুলি ধৰিব নোৱাৰি, হয়তো একেটা উমৈহতীয়া উৎসৰ পৰাই দুইখন গ্ৰন্থতে আহৰণ কৰা হৈছে মাথোন।

মধ্যযুগৰ বহুতো দণ্ডনীতিৰ পণ্ডিতে স্মৃতি-সাহিত্যৰ বিষয়ে দীঘলীয়া টীকা-টিপ্পনী লিখিছিল। এইসকলৰ ভিতৰত সৰ্বপ্ৰথমে উল্লেখনীয় চালুক্য সম্ৰাট ষষ্ঠ বিক্ৰমাদিত্যৰ [খ্ৰীঃ ১০৭৫ (?) — ১১২৭] ৰাজসভাৰ পণ্ডিত বিজ্ঞানেশ্বৰৰ 'যাজ্ঞবল্ক্য স্মৃতি'ৰ বিষয়ে লিখা 'মিতাক্ষৰা' নামে এক টীকাগ্ৰন্থ। আধুনিক ভাৰতৰ দেৱানী আইন প্ৰণয়নত সেই গ্ৰন্থৰ প্ৰভাৱ বহল আৰু গুৰুত্বপূৰ্ণ। মধ্যযুগীয় আৰু দুজন দণ্ডনীতিজ্ঞ পণ্ডিত হেমাদ্ৰিয়ে তেৰ শতিকাত (?) আৰু জীমূতবাহনে দ্বাদশ শতিকাত দণ্ডনীতিৰ এক সুবৃহৎ সংকলিত গ্ৰন্থ 'ধৰ্মৰত্ন'ৰ উত্তৰাধিকাৰ সম্বন্ধীয় বিভাগ বা 'দায়ভাগ'ৰ বিষয়ে লিখা তাত্ত্বিক ব্যাখ্যাই একেদৰে আধুনিক ভাৰতৰ উত্তৰাধিকাৰ সম্বন্ধীয় আইন প্ৰণয়নত প্ৰভাৱ পেলাইছে।

সমগ্ৰ স্মৃতিগ্ৰন্থবোৰ কেৱল ব্ৰাহ্মণ পণ্ডিতসকলে নিজৰ দৃষ্টিভঙ্গী আৰু বিবেচনাৰেই ৰচনা কৰিছিল বুলি ক'লেও অত্যুক্তি হ'ব। কাৰণ 'অৰ্থশাস্ত্ৰ' ৰচিত হৈছে ধৰ্মনিৰপেক্ষ বিচাৰ-বিবেচনাৰে আৰু স্মৃতিশাস্ত্ৰবোৰতকৈ অনেক কথাত ভিন্ন মতো দাঙি ধৰিছে। এইটোও নিশ্চিত যে বহুতো প্ৰাচীন ভাৰতীয় ৰাজ্যত স্মৃতিশাস্ত্ৰৰ পৰামৰ্শ মানি চলা হোৱা নাছিল কিন্তু কালক্ৰমত সেইবোৰৰ কৰ্তৃত্ব বহুলভাৱে স্বীকৃত হৈ আহিবলৈ ধৰিছিল। স্মৃতিশাস্ত্ৰত উক্ত কথাবোৰ অৰ্থশাস্ত্ৰৰ কথাবোৰৰ লগত আৰু সাধাৰণ

সাহিত্যগ্ৰন্থ, পুৰণা লিপি আৰু বিদেশী পৰ্যটকসকলৰ টোকাত উল্লিখিত আইন আৰু সামাজিক ৰীতি-নীতি সম্পৰ্কীয় কথাবোৰৰ লগত যিমান দূৰ পাৰি তুলনা কৰিহে সঠিক সিদ্ধান্তলৈ আহিব পাৰি।

## আইনৰ মূলভিত্তি

ঋকবেদৰ যুগত প্ৰচলিত আইন ব্যৱস্থাৰ বিষয়ে আমাৰ ধাৰণা বৰ কম হ'লেও এক স্বৰ্গীয় মহাজাগতিক কৰ্তৃত্ব আৰু শৃঙ্খলাৰ ধাৰণা তেতিয়াৰ মানুহৰ মনত সুদৃঢ় আছিল বুলি আমি ভালদৰে জানো। মহাজাগতিক নিয়মত বিশ্বৰ সকলো ক্ৰিয়া নিয়ন্ত্ৰিত হয় সেইটোক তেওঁলোকে বুলিছিল ঋত ; —সেই ঋতৰ মৰ্যাদা আৰু কৰ্তৃত্ব আছিল সকলোৰে ঊৰ্ধ্বত আৰু সকলোৰে বাবে ঋত আছিল অৱশ্য পালনীয়। এই ঋতৰ পৰাই বোধ হয় পৰৱৰ্তী কালত ধৰ্মৰ বিষযে ধাৰণা উদ্ভূত হৈছিল। এই ধৰ্ম শব্দটো বুৎপত্তিগতভাৱে ইংৰাজী 'ফৰ্ম' শব্দৰ দৰে হ'লেও দৰাচলতে ই ভাষান্তৰ কৰিব পৰা শব্দ নহয় আৰু ইয়াৰ অৰ্থও বহুত। অশোকৰ শিলালিপিবিলাকত আৰু অনেক বৌদ্ধ গ্ৰন্থত এই শব্দই সাধাৰণ অৰ্থত ন্যায়পৰায়ণতা বা সততা বুজোৱা যেন লাগে। কিন্তু দণ্ডনীতি বা আইন সম্বন্ধীয় গ্ৰন্থত এই শব্দৰে বোধ হয় শ্ৰেণী আৰু বৰ্ণ অনুযায়ী দৈৱাদিষ্ট সদাচাৰ সূচাইছিল। এই পিছৰ অৰ্থতে 'ধৰ্ম' শব্দৰ ভাঙনি আমি কৰিব খুজিছোঁ 'পবিত্ৰ ধৰ্মীয় আইন' বা ৰীতি বা বিধি বুলি।

এই ধৰ্মীয় বিবেচনাৰ উপৰি উল্লিখিত গ্ৰন্থসমূহৰ মতে আইন বা দণ্ডনীতিৰ আন আন ভিত্তিত আছে যেনে সামাজিক চুক্তি, দেশ দস্তুৰ আৰু ৰাজাদেশ। প্ৰথমছোৱাৰ ধৰ্মীয় বিধিগ্ৰন্থবোৰত এইবিলাক ভিত্তিৰ ওপৰত গুৰুত্ব দিয়া হোৱা নাছিল যদিও সময়ৰ লগে লগে সেইবোৰৰ গুৰুত্ব বাঢ়িবলৈ ধৰিছিল। এই কথা বাৰম্বাৰ উল্লিখিত হৈছে যে যুগৰ অৱনতিৰ লগে লগে ধৰ্মৰ বিশুদ্ধতা আৰু সম্পূৰ্ণতা নোহোৱা হ'বলৈ ধৰিলে সেইবাবে পৰিপূৰক হিছাপে দণ্ডনীতি ৰচনা কৰোঁতে এনেবিলাক উৎসকো বিবেচনালৈ আনিব লগা হৈছিল। সাধাৰণতে ধৰ্মৰ কৰ্তৃত্বকে চূড়ান্ত আৰু সৰ্বজনমান্য বুলি ধৰা হৈছিল কিন্তু কৌটিল্যৰ অৰ্থশাস্ত্ৰ আৰু নাৰদৰ স্মৃতিত কোৱা হৈছে যে ৰাজাদেশহে চূড়ান্ত। ৰাজাদেশ সকলোৰে ভিতৰত সৰ্বাগ্ৰে বিবেচ্য। এই মতবাদ যে মৌৰ্য ৰজাসকলৰ স্বেচ্ছাচাৰী শাসনৰ ফলত উদ্ভৱ হৈছিল সেই কথা আমি অনুমান সহজেই কৰিব পাৰোঁ। এনে মতত হয়ভৰ দিয়া দণ্ডনীতিজ্ঞ দৰাচলতে নাছিলেই।

ৰজাৰ ৰক্ষণাবেক্ষণ দিয়াই কৰ্তব্য বুলিলে ধৰ্ম ৰক্ষা কৰি শাসন কৰাকে বুজাইছিল।

আৰু ধৰ্মৰ পালনকৰ্তা হিছাপে তেওঁ নিজেই ধৰ্মাৱতাৰ স্বৰূপ। অশোকৰ দিনৰ পৰা ভাৰতীয় ৰজাসকলৰ অনেকে 'ধৰ্মৰাজ' উপাধি গ্ৰহণ কৰিছিল। ধৰ্মৰাজ বুলিলে মৃত্যুৰ দেৱতা আৰু মৃতকৰ অধিপতি যমৰাজকো বুজায়। যমৰাজ আৰু ৰজা উভয়েই 'ধৰ্মদণ্ড' বা পবিত্ৰ ৰীতি মানি চলে দুষ্টক দমন আৰু সন্তক পালন কৰি।

ইয়াৰ আৰু এটা ব্যাখ্যা আছে কিছুমান গ্ৰন্থত। এই নীতিৰ নাম 'দণ্ড'। দণ্ড বুলিলে আক্ষৰিক অৰ্থত বুজায় 'লাঠি'। তাৰ পৰা পৰোক্ষ অৰ্থ সহজে উলিয়াই ল'ব পাৰি। বিভিন্ন প্ৰসঙ্গৰ লগত সঙ্গতি ৰাখি অনুবাদ কৰিলে দণ্ড মানে 'সামৰিক শক্তি', দমন কৰা, দণ্ড দিয়া, জৰিমনা কৰা বা সহজ অৰ্থত 'ন্যায়-নীতি' বুজাব। মানৱ প্ৰকৃতি সদায় অসৎ আৰু দুৰ্নীতিপৰায়ণ। গতিকে প্ৰাচীন ভাৰতীয় দণ্ডনীতিজ্ঞ পণ্ডিতসকলে দণ্ডনীতি আৰু নীতিশাস্ত্ৰৰ বিষয়ে লিখোঁতে বেছিভাগেই বিশ্বাস কৰিছিল যে ঘোৰ কলিযুগত দণ্ড বা শাস্তিৰ ভয় নেথাকিলে দুৰাশয় মানুহক ধৰ্মনীতি মানি চলাব নোৱাৰি। মনুৰ সেই দেখি কঠোৰ বিধান—

> ৰজাই যদি দুস্কৃতিকাৰী অপৰাধীবোৰক দণ্ড দিয়াত ব্যৰ্থ হয় বা তেনে কামৰ প্ৰতি অৱহেলা দেখুৱায় তেন্তে শক্তিবানবোৰে সমাজৰ দুৰ্বল লোকক মাছ খৰিকাঁত দি সিজোৱাৰ দৰে সিজাই খাব।

সমগ্ৰ পৃথিৱী পৰিচালিত আৰু নিয়ন্ত্ৰিত হয় কেৱল দণ্ডবিধানৰ দ্বাৰা। কাৰণ নিৰপৰাধী লোক সংসাৰতে বিৰল।

> ঘোৰ কৃষ্ণকায় ৰক্তচক্ষু অপৰাধীবোৰক বিনাশ কৰি দেশত দূৰদৃষ্টিৰে দণ্ডবিধান কৰিব লাগে, তেহে প্ৰজাসকল শান্তিৰে থাকিব পাৰে। (মনু ঃ ৭-৩৯)

ৰজাৰ দায়িত্ব আছিল ধৰ্মৰ শাসন চলাবৰ বাবে সুবিবেচনাৰে দণ্ডবিধান কৰা। ৰজাৰ সেই কৰ্তব্যৰ ওপৰত যথেষ্ট গুৰুত্ব দিয়া হৈছিল। সম্পূৰ্ণ নিৰপেক্ষতাৰে ন্যায় বিচাৰ কৰি শাসনকাৰ্য চলাব পাৰিলে ৰজাই একোটা বৈদিক যজ্ঞ পালন কৰাৰ সমান পুণ্যফল লাভ কৰিছিল বুলি সকলোৱে বিশ্বাস কৰিছিল। কৰ্তব্যবিমুখ ৰজা নৰকগামী হয় বুলি আটায়ে বিশ্বাস কৰিছিল। অন্যায় কৰাটো দূৰৰে কথা আনকি ন্যায়বিচাৰ প্ৰদান কৰাত বিলম্ব কৰিলেও তাৰ সাংঘাতিক পৰিণাম ভোগ কৰিব লাগিছিল। যেনে নৃগ নামে এজন পুৰাণত বৰ্ণিত ৰজাই এজনী গাইৰ বাবে বিবাদত লিপ্ত দুজন মানুহৰ গোচৰ নিষ্পত্তি কৰোঁতে বহু দিন লগোৱা বাবে পিছৰ জন্মত জেঠি হৈ জন্ম হৈছিল। কিছুমান গ্ৰন্থত আনকি এনে কথাও আছে যে যদি ৰজাই কোনো চোৰক ধৰা পেলাই দণ্ড দিব নোৱাৰে তেন্তে গুচৰীয়াৰ হেৰোৱা সম্পত্তিৰ পূৰ্ণ মূল্য নিজে দিব লাগে। এনেকৈও কোৱা হৈছে যে দণ্ডনীয় অপৰাধীক বন্দী কৰি শাস্তি নিদিয়াকৈ এৰি দিলে

তেনে পাপীৰ পাপৰ ভাগ ৰজাৰ গাতো পৰে আৰু তাৰ বাবে পিছৰ জন্মত ৰজাই নিজে শাস্তিভোগ কৰিব লাগে। এইবোৰ হ'ল ধৰ্মীয় ব্যাখ্যা। কিন্তু ধৰ্ম নিৰপেক্ষ দৃষ্টিভঙ্গীৰে চালেও ৰজাই ৰাজ্যৰ দোষীক দণ্ডবিধান কৰাত অৱহেলা কৰিলে বা অপাৰগ হ'লে, নিজে ৰাজ্যচ্যুত হ'বও পাৰে।

## অপৰাধ

মেগাস্থিনিছে ভাৰতীয় লোক অতিশয় আইনানুগ আছিল বুলি লিখিছে। তেওঁ কৈছে যে অপৰাধমূলক ঘটনা খুব কমেই হৈছিল। একে ধৰণেই কৈছে ফা-হিয়েন আৰু মধ্যযুগৰ আৰব পৰ্যটকসকলে। হিউয়েন ছাঙে অৱশ্যে অলপ বিৰূপ ছবিহে দাঙি ধৰিছে। কিন্তু বিদেশী ভ্ৰমণকাৰীসকলে দিয়া বৰ্ণনাৰ পৰা যেনে সুখকৰ ধাৰণা হয় ভাৰতীয় দণ্ডনীতিসম্বন্ধীয় গ্ৰন্থবোৰৰ পৰা কিন্তু তেনে ধাৰণা নহয়। বৰঞ্চ জীৱন আৰু সম্পত্তিৰ নিৰাপত্তা নানান অপৰাধৰ পৰা সততেই বিঘ্নিত হৈছিল ধৰণৰ ধাৰণাহে হয়।

আমাৰ এই গ্ৰন্থত ভাৰতৰ ইতিহাসৰ যিটো যুগৰ বিষয়ে আমি আলোচনা কৰিছোঁ অৰ্থাৎ মুছলিম শাসনৰ আগলৈকে সময়ছোৱাৰ আদি ভাগত ভাৰতৰ সামাজিক ক্ষেত্ৰত বৰ্তমানে আফ্ৰিকা মহাদেশৰ বিভিন্ন অংশত চলি থকা এক সামাজিক পুনৰ গঠনৰ প্ৰক্ৰিয়া চলি আছিল। ক্ৰমশঃ বিস্তাৰিত হ'বলৈ ধৰা আৰ্য সভ্যতা-সংস্কৃতিৰ প্ৰচণ্ড চাপত ভাৰতৰ বিভিন্ন অংশৰ অসভ্য আৰু অৰ্ধসভ্য জনগোষ্ঠীয় সমাজবোৰ ভাগি গৈছিল। আনকি মৌৰ্য যুগৰ দৰে সুপ্ৰাচীন কালতে ভাৰতৰ গ্ৰামাঞ্চলত লোকসংখ্যা বৃদ্ধি হৈ মানুহৰ থাকিবলৈকে ঠাই নোহোৱা হৈছিলগৈ। ফলত দৰিদ্ৰ মানুহবোৰে সিহঁতৰ পাহাৰৰ বুকুৰ বাসস্থান আৰু গ্ৰামাঞ্চল ত্যাগ কৰি—এতিয়াৰ দৰিদ্ৰ অভাৱগ্ৰস্ত মানুহবোৰৰ দৰেই নগৰবিলাকত ভিৰ কৰিছিলহি। নগৰলৈ আহিও কিন্তু সাধাৰণতে সিহঁতে পূৰ্বতে এৰি থৈ অহা বাসস্থানবোৰতকৈও বেছি অসুবিধা আৰু বিলাই-বিপত্তিৰ মাজতহে পৰিছিল। এনে ধৰণৰ বাস্তুহাৰা দুৰ্ভগীয়া মানুহ শ্ৰেণীৰ মাজৰ পৰাই প্ৰধানকৈ ওলাইছিল ভাৰতীয় সমাজৰ অপৰাধ জগতৰ বেছিভাগ স্বভাৱগত অপৰাধী। প্ৰাচীন ভাৰতৰ প্ৰায় সকলো নগৰতে সেইবিলাক মানুহেই আছিল অপৰাধ জগতৰ সক্ৰিয় সদস্য। সেই অপৰাধীবোৰৰ উপদ্ৰৱ ইমান প্ৰবল হৈছিল যে অৰ্থশাস্ত্ৰত সূৰ্যাস্তৰ প্ৰায় আঢ়ৈ ঘণ্টাৰ পিছৰ পৰা সূৰ্যোদয়ৰ ঠিক সিমান সময়ৰ আগলৈকে এই মাজৰ কালছোৱাত কঠোৰ কাৰ্ফু অৰ্থাৎ সান্ধ্য আইন জাৰি কৰি ৰাখিবলৈ পৰামৰ্শ দিয়া হৈছিল। অপৰাধীক নিয়ন্ত্ৰিত কৰি ৰাখিবলৈ এনে ব্যাপক আৰু কঠোৰ ব্যৱস্থা লোৱাৰ পিছতো ভাৰতীয় কিছুমান পুৰণি গ্ৰন্থৰ পৰা জনা যায় যে চৌৰ্যবৃত্তি আৰু দস্যুবৃত্তিৰে জীয়াই থকা কিছুমান

জাতেই হৈ পৰিছিল, যিবোৰে নানা কলা-কৌশল উদ্ভাৱন কৰি চৌৰ্যবৃত্তিক প্ৰায় এক সুকুমাৰ কলাৰ পৰ্যায় পোৱাইছিলগৈ। আনকি তেনে চৌৰ্যবৃত্তিৰ কলা-কৌশলৰ বিষয়ে লিখা গ্ৰন্থও ওলাইছিল দুখন-এখন।

গ্ৰামাঞ্চলতো অপৰাধ সংঘটিত হৈছিল ব্যাপক ধৰণে। গ্ৰামাঞ্চলত বৃহৎ বৃহৎ দস্যুদলবিলাকৰ দৌৰাত্মৰ বিষয়ে বৌদ্ধ যুগৰ প্ৰাৰম্ভৰ সময়ৰ পৰাই নানা খতিয়ান পোৱা যায়। বৃত্তিগতভাৱে আৰু উত্তৰাধিকাৰসূত্ৰে অকল দস্যুতা কৰিয়েই জীৱিকা নিৰ্বাহ কৰা ডকাইতবোৰে মানুহক ডকাইতি কৰি নিঃস্ব কৰাৰ পিছত বধ কৰাটো সিহঁতৰ ধৰ্মকাম বুলি ভাবিছিল বুলি হিউয়েন ছাঙে উল্লেখ কৰিছে। বাণিজ্যিক সদাগৰী কাৰাভানবিলাক খুব সুৰক্ষিত হৈহে ফুৰিছিল যদিও তাৰ মাজতে ডকাইতৰ দলে সেইবোৰ সময়ে সময়ে লুণ্ঠন কৰাৰ কথা পোৱা যায়। এইবোৰৰ পৰা জনা যায় যে প্ৰাচীন যুগৰ ভাৰতত অপৰাধমূলক ঘটনা প্ৰচুৰ পৰিমাণে হৈছিল। যদিও বিদেশী ভ্ৰমণকাৰীসকলৰ টোকাৰ পৰা অনুমান হয় যে কোনো কোনো সুদক্ষ ভাৰতীয় ৰজাই তেনে অপৰাধীবোৰক নিয়ন্ত্ৰণত ৰাখিব পাৰিছিল। অপৰাধ নিবাৰণ কৰাৰ বাবে কামত লগোৱা হৈছিল স্থানীয় বিষয়া আৰু সেনাপতিসকলক। তেওঁলোকে বহু সংখ্যক শান্তিৰক্ষক আৰু সৈন্য লগত লৈ দুষ্কৃতিকাৰীবোৰ সংযত কৰিছিল। তদুপৰি অপৰাধৰ তদন্ত আৰু অনুসন্ধানৰ বাবে গুপ্তচৰ নিয়োগ কৰা হৈছিল। তেওঁলোকে ডিটেক্টিভৰ কাম কৰিছিল। নগৰবিলাকত ৰাতিৰ বাবে পহৰাদাৰ নিযুক্ত কৰা হৈছিল। কিছুমান মধযুগীয় ৰাজ্যত দস্যুবোৰৰ পিছ লৈ কৰায়ত্ত কৰিবলৈ দুঃসাধ্য-সাধনিক নামে বিশেষ একশ্ৰেণী বিষয়া নিযুক্ত হৈছিল।

## বিচাৰ-ব্যৱস্থা

আদি কালৰ ধৰ্মসূত্ৰবিলাকত পোৱা যায় যে প্ৰথম অৱস্থাত ৰজাই আছিল বিচাৰ ব্যৱস্থাৰ মূল আৰু একমাত্ৰ ব্যক্তি আৰু নিজৰ বিচাৰৰ ৰায় কাৰ্যকৰী কৰাজনো আছিল প্ৰত্যক্ষভাৱে তেওঁ নিজেই— তেওঁ দণ্ডিত চোৰ-ডকাইত আদি অপৰাধীক স্বহস্তে নিজৰ গদাৰে বধ কৰিছিল। কিন্তু সাধাৰণতে ৰজাৰ এই বিচাৰৰ দায়িত্ব পিছলৈ হস্তান্তৰ কৰা হৈছিল অন্যান্য বিষয়ালৈ। ৰাজসভাত বিচাৰ কৰা হৈছিল মাত্ৰ গুৰুতৰ ৰাষ্ট্ৰদ্ৰোহ-ৰাজদ্ৰোহৰ গোচৰবোৰ আৰু প্ৰচলিত বিচাৰ-ব্যৱস্থাত ৰায়দানৰ বিৰুদ্ধে আপীল থাকিলে তাৰ শুনানি আৰু নিষ্পত্তিৰ কাম। মধ্যযুগৰ ৰাজ্যবোৰত ৰজাৰ সভাসদসকলৰ মাজৰ 'প্ৰাড্বিৱাক' বা ৰজাক আইন সম্বন্ধীয় বিষয়ত পৰামৰ্শদাতা বিষয়াজনেই ন্যায়িক দায়িত্ব পালন কৰিছিল আৰু নিজেও বিচাৰকৰ কাম কৰিছিল।

বিভিন্ন যুগত আৰু বিভিন্ন ঠাইত বিচাৰশালা বা আদালতবোৰৰ গঠন প্ৰকৃতিও ভিন্ ভিন্ ধৰণৰ আছিল। কিন্তু যিমানবোৰ সাক্ষ্য প্ৰমাণ পোৱা গৈছে এতিয়ালৈকে

তাৰ পৰা এনে ধাৰণা হয় যে প্ৰাচীন ভাৰতত এজন বিচাৰকতকৈ বিচাৰকমণ্ডলী থকাটোহে বেছি কাম্য আছিল। এটা জাতকৰ সাধুত পাঁচজন বিচাৰকৰে গঠিত এক বিচাৰকমণ্ডলীৰ কথা আৰু ঘটনাক্ৰমে আটাইকেইজনেই দুৰ্নীতিগ্ৰস্ত হোৱাৰ কথা পোৱা যায়। অৰ্থশাস্ত্ৰই দিহা দিছে প্ৰত্যেক দহখন গাঁৱৰ বাবে তিনিজনকৈ বিচাৰক গোটাই এক বিচাৰকমণ্ডলী গঠন কৰিবলৈ আৰু প্ৰত্যেক জিলা আৰু প্ৰদেশত উচ্চ আৰু উচ্চতৰ বিচাৰালয় পাতিবলৈ। 'মনুস্মৃতি'ৰ পৰামৰ্শ হৈছে প্ৰাড্বিবাকৰ লগত নিম্নবৰ্গীয় তিনিজন বিচাৰপতি ৰাখি বিচাৰকমণ্ডলী গঠন কৰিবলৈ। আনহাতে বিশাখদত্ত প্ৰণীত 'মৃচ্ছকটিকম্' নামে এখন নাটকৰ এটা বিচাৰালয়ৰ দৃশ্যত দেখা যায় যে বিচাৰসভাৰ সভাপতি আছিল এজন প্ৰধান বিচাৰপতি যাক বোলা হৈছিল অধিকৰণিক তেওঁৰ লগত সহকাৰী আছিল এজন শ্ৰেষ্ঠী অৰ্থাৎ ধনী সদাগৰ আৰু এজন কাকতি বা লেখক শ্ৰেণীৰ বা কায়স্থ জাতিৰ প্ৰতিনিধি। প্ৰধান বিচাৰকৰ পদবী অধিকৰণিক দেখাতেই অধিকৰণ অৰ্থাৎ চৰকাৰী বিষয় শব্দৰ পৰা লোৱা। তাৰ মানে তেওঁৰ হাতত ন্যায়পালিকা আৰু প্ৰশাসনীয় দুইটা দায়িত্বই আছিল। অন্য দুজন বিচাৰক লোৱা হৈছিল নেতৃস্থানীয় নাগৰিকসকলৰ মাজৰ পৰা যেনেকৈ আজিকালি শান্তিৰ সময়ত জুৰি গঠন কৰা হয়।

ন্যায়িক ক্ষেত্ৰত বিচাৰকসকলৰ দুৰ্নীতিৰ কথা সঘনাই উল্লিখিত হ'লেও বিচাৰকমণ্ডলী নিৰ্বাচন কৰাৰ ক্ষেত্ৰত উচ্চতম অৰ্হতা নিৰ্দিষ্ট কৰা হৈছিল। তেওঁ হ'ব লাগিছিল বিদ্বান, ধাৰ্মিক, ক্ৰোধশূন্য আৰু কঠোৰভাৱে নিৰপেক্ষ। উৎকোচ দিয়া আৰু গ্ৰহণ কৰা বন্ধ কৰিবলৈ কঠোৰ বিধান আছিল যাতে বিচাৰ শেষ নোহোৱালৈকে গুচৰীয়া বা পদকীয়াৰ লগত বিচাৰকসকলৰ কোনো ব্যক্তিগত দেখা-সাক্ষাৎ আৰু যোগাযোগ নহয়। অৰ্থশাস্ত্ৰত এনে পৰামৰ্শও দিয়া হৈছে যে মাজে সময়ে বিচাৰকসকলৰ সাধুতা অটুট হৈ আছে নে নাই সেইটো পৰীক্ষা কৰিবলৈ ছদ্মবেশী প্ৰলোভনকাৰীও নিয়োগ কৰিব লাগে। আনহাতে 'বিষ্ণুস্মৃতি'ত দুৰ্নীতি বা অন্যায় বিচাৰত লিপ্ত বুলি প্ৰমাণিত হ'লে এজন বিচাৰকৰ সকলো সম্পত্তি বাজেয়াপ্ত কৰি নিৰ্বাসন দিব লাগে বুলি বিধান দিয়া হৈছে। পবিত্ৰ ধৰ্মীয় আইনত এজন ব্ৰাহ্মণক দিব পৰা সেইটোৱেই কঠিনতম দণ্ড।

মিছা সাক্ষী দিয়াটো অতি ঘৃণনীয় অপৰাধ বুলি গণ্য হৈছিল। নানা ধৰণৰ ধৰ্মীয় শাস্তিৰ ব্যৱস্থা তেনে অপৰাধৰ বাবেতো আছিলেই, তদুপৰি তেনে দোষত দোষী হ'লে মৰাৰ পিছত এশ বাৰ অতি দুখকৰ পুনৰ জনম ল'ব লাগে বুলিও মানুহে বিশ্বাস কৰিছিল। গুৰুতৰ ফৌজদাৰী গোচৰবোৰত সকলো ধৰণৰ সাক্ষীকে গ্ৰহণ কৰা হ'লেও দেৱানী গোচৰবোৰত সকলোকে সাক্ষী দিবলৈ নিদিছিল। সাধাৰণতে স্ত্ৰী, বিদ্বান ব্ৰাহ্মণ, চৰকাৰী কৰ্মচাৰী, নাবালক, ঋণগ্ৰস্ত লোক, অপৰাধীৰ তালিকাভুক্ত লোক আৰু বিকলাঙ্গ

মানুহৰ সাক্ষী গ্ৰহণ কৰা নহৈছিল। উচ্চ বৰ্ণৰ মানুহৰ বিৰুদ্ধে নিম্নবৰ্ণৰ মানুহৰ সাক্ষ্য গ্ৰহণ কৰা নহৈছিল। সাক্ষীৰ সাক্ষ্যৰ সত্যাসত্য বিচাৰৰ বহুত ধৰণে পৰীক্ষা হৈছিল ; তাৰে কিছুমান মনস্তাত্ত্বিক দিশৰ পৰা অতি ফলদায়ক আছিল।

কোনো অভিযুক্ত লোক নিশ্চিতভাৱে দোষী সাব্যস্ত হোৱা নাই কিন্তু গভীৰভাৱে সন্দেহযুক্ত, তেনেস্থলত স্বীকাৰোক্তিৰ বাবে শাৰীৰিক শাস্তি প্ৰয়োগৰো নিয়ম আছিল। এনে ক্ষেত্ৰত প্ৰয়োগ কৰিবলগীয়া শাস্তিবোৰ বৰ উগ্ৰ নাছিল—সাধাৰণতে নানাভাৱে বেত্ৰাঘাত বা কোবোৱা হৈছিল। ব্ৰাহ্মণ, শিশু, বাৰ্দ্ধক্যগ্ৰস্ত লোক, অসুস্থ লোক, মানসিক সুস্থতা নোহোৱা লোক, গৰ্ভৱতী মহিলাই অন্ততঃ তত্ত্বগতভাৱে হ'লেও এনে শাৰীৰিক শাস্তিৰ পাত্ৰ নহৈছিল। তিৰোতাৰ ক্ষেত্ৰত এনে শাস্তি আছিল লঘু ধৰণৰ।

দোষী হয় নে নহয় সেইটো সুনিশ্চিত কৰিবলৈ বিবিধ পৰীক্ষা কৰাৰো নিয়ম আছিল। দেৱানী আৰু ফৌজদাৰী দুইবিধ গোচৰতে অভিযুক্তক এনে কিছুমান পৰীক্ষাৰ সন্মুখীন কৰোৱা হৈছিল। এতিয়াও ভাৰতৰ কোনো কোনো ঠাইত আদালতৰ বাহিৰত কোনো গোচৰৰ নিষ্পত্তি কৰিবৰ সময়ত প্ৰকাৰভেদে তেনে পৰীক্ষা লোৱাৰ ৰীতিৰ প্ৰচলন আছে। দণ্ডনীতি সম্বন্ধীয় আৰম্ভণিৰ গ্ৰন্থবোৰত এনে পৰীক্ষাৰ বিষয়ে একো উল্লেখ পোৱা নেযায় যদিও ক্ৰমাৎ সেইবোৰ বেছি জনপ্ৰিয় হৈ উঠিছিল পিছৰ যুগত। স্মৃতিকাৰসকলে এনে পৰীক্ষাৰ ওপৰত বিশ্বাস স্থাপন কৰা নাছিল। যেতিয়া কোনো এটা পক্ষৰে সমৰ্থনত কোনো নিৰ্ভৰযোগ্য সাক্ষী-প্ৰমাণ নেথাকে তেতিয়াহে তেনে পৰীক্ষা হ'লে আপত্তি নকৰিছিল। বিভিন্ন ধৰণৰ পৰীক্ষাৰ পদ্ধতি প্ৰচলিত আছিল। অগ্নি পৰীক্ষা, জ্বালত নিমজ্জিত কৰি লোৱা পৰীক্ষা আদিৰ মধ্যযুগীয় ইউৰোপত প্ৰচলিত পৰীক্ষাৰ লগত সাদৃশ্য আছিল। বোধ হয় সুদূৰ অতীতৰ উমৈহতীয়া ইন্দো-ইউৰোপীয় পৰম্পৰাগত বিশ্বাসৰে দৃষ্টান্ত আছিল সেইবোৰ। খুব কৌতুহলোদ্দীপক আছিল অগ্নি-পৰীক্ষা। সেই পৰীক্ষাত নাঙলত লগোৱা এপাট লোহাৰ ফাল জুইত, পুৰি ৰঙা কৰি অভিযুক্তক জিভাৰে চুবলৈ দিয়া হয়। যদি তেনে কৰোঁতে জিভাত জুয়ে নোপোৰে তেন্তে নিৰ্দোষী সাব্যস্ত হয়। মনস্তাত্ত্বিক দিশৰ পৰা এই ধৰণৰ অগ্নিপৰীক্ষাৰ যৌক্তিকতাও থকা যেন লাগে। যদি অভিযুক্ত সঁচাকৈয়ে দোষী তেন্তে জুয়ে পুৰিব বুলি আশংকাত তাৰ মুখৰ লেলাউটি নোলোৱা হ'ব আৰু তেনে অৱস্থাত তাৰ জিভা পুৰিবই। যদি তাৰ দোষ নেথাকে তেন্তে সহজ আত্মবিশ্বাসেৰে থাকিব আৰু লেলাউটি নিঃসৰণ কৰা গ্ৰন্থিবোৰেও স্বাভাৱিকভাৱে কাম কৰিব আৰু জুইৰ প্ৰকোপো অনুভৱ নকৰিব।

মেগাস্থিনিছে লিখিছিল যে ভাৰতবৰ্ষত অপৰাধ প্ৰৱণতা আৰু মামলা-মোকৰ্দমা সীমিত আছিল। হয়তো মেগাস্থিনিছৰ কথা সত্যই আছিল। কিন্তু একে কথা অদূৰ

অতীতৰ ভাৰতৰ বিষয়ে ক'ব নোৱাৰি। সি যি কি নহওক, যদি দণ্ডনীতিবিশাৰদ বিদ্বান ব্ৰাহ্মণ অনেক আছিল তেওঁলোকৰ কোনেও বৃত্তিগতভাৱে উকিলৰ কাম নকৰিছিল। উকিলৰ শ্ৰেণী নাছিলেই। যি সকলে বিচাৰালয়ত বহি আনুষ্ঠানিকভাৱে বিচাৰ নকৰে তেওঁলোকে হয়তো বাহিৰত গোচৰ মীমাংসা কৰাত নিজৰ জ্ঞান প্ৰয়োগ কৰে। কিন্তু এই ইতিহাস গ্ৰন্থত আমাৰ আলোচ্য যুগৰ শেহৰ ফালে আধুনিক অৰ্থত আমি যাক উকিল বুলি কওঁ, তেনে এক শ্ৰেণী আইনজ্ঞ সক্ৰিয় হৈ উঠিছিল। কাৰণ কিছুমান সেই যুগৰ দণ্ডনীতি সম্বন্ধীয় গ্ৰন্থত যি কোনো গোচৰৰ আচামী-ফৰিয়াদী পক্ষই নিজে নকৰি আনৰ হতুৱাই নিজৰ বক্তব্য দাঙি ধৰিছিল আৰু সেইবোৰ ন্যায়ালয়ে মানি লৈছিল বুলি উল্লিখিত হৈছে। তেনে ধৰণে ওকালতি কৰাজনে ধন লৈ কৰা গোচৰৰ এটা অংশ বানচ হিছাপে পাইছিল। এখন তেনে গ্ৰন্থত আদালতে যি কোনো পণ্ডিত ব্ৰাহ্মণক একোটা গোচৰ সম্বন্ধে তেওঁৰ ব্যক্তিগত অভিমত প্ৰকাশ কৰিবলৈ অনুমতি দিয়াৰ কথাও আছে।

## দণ্ড-বিধান

ফৌজদাৰী গোচৰবোৰত দোষীক দণ্ড বিধান কৰোঁতে অতি প্ৰাচীন কালৰে পৰা চলি অহা দুটা ধৰণ অনুসৰণ কৰা হৈছিল। প্ৰথমটো হৈছে ইউৰোপৰ প্ৰাচীন ছেক্সন, ফ্ৰাংক আদি জাতিৰ মানুহে কৰাৰ দৰে ক্ষতিপূৰণ দিয়া প্ৰথা। বিভিন্ন অপৰাধৰ বাবে দোষীয়ে ক্ষতিগ্ৰস্তজনক নিৰ্ধাৰিত ক্ষতিপূৰণ দিব লাগিব। কোন অপৰাধৰ বাবে কিমান দিব লাগিব তাৰ নিৰিখ পূৰ্বনিৰ্দিষ্ট হৈ থাকে আৰু যিজনে সেই ক্ষতিপূৰণ দিব তেওঁ সমাজৰ কোন শ্ৰেণীৰ লোক তাৰ বিবেচনাতো সেই নিৰিখৰ হেৰ্-ফেৰ্ পূৰ্বনিৰ্দিষ্ট হৈ থাকে। ধৰ্মীয় অপৰাধবিলাকত দোষীক নানা ধৰণৰ প্ৰায়শ্চিত্তৰ বিধান দিয়া হয়। এই দুই প্ৰাচীন প্ৰথাৰ প্ৰভাৱ পৰৱৰ্তী যুগবোৰৰ বিচাৰ-ব্যৱস্থাতো স্পষ্টভাৱে পৰিছিল।

আদি কালৰ সূত্ৰবোৰত হত্যা কৰা অপৰাধীৰ তেনে ক্ষতিপূৰক দেয় ধনৰ নিৰিখ বন্ধা আছে এনেদৰে—এজন ক্ষত্ৰিয়ক বধ কৰিলে এহেজাৰ গাই, এজন বৈশ্যৰ হত্যাৰ বাবে এশ গাই। এজন শূদ্ৰ বা যি কোনো বৰ্ণৰে স্ত্ৰী-বধ কৰিলে দহজনী গাই দিব লাগে। কিন্তু ব্ৰাহ্মণ বধ কৰিলে এনেদৰে জৰিমনা ভৰি খালাচ নেপায়। জৰিমনাৰ গাইবোৰ ৰজাক সপিব লাগে। ৰজাই নিহতজনৰ নিকটাত্মীয়ক চমজাই দিয়ে। তাৰ বাবে এটা ষাঁড় ৰজাক দিব লাগে। পিছৰ যুগৰ স্মৃতিবিলাকত এনেদৰে ক্ষতিপূৰণ দিয়া প্ৰথাৰ মূল উদ্দেশ্যৰ কথা বিস্মৃত হোৱা যেন লাগে। মূল উদ্দেশ্য আছিল তেনেদৰে ক্ষতিপূৰণ দি ক্ষতিগ্ৰস্ত পৰিয়ালৰ প্ৰতিশোধ-স্পৃহাৰ উপশম ঘটোৱা। পৰৱৰ্তী কালৰ স্মৃতিবোৰত কিন্তু সেই উদ্দেশ্য পাহৰি পাপৰ প্ৰায়শ্চিত্ত কৰাৰ বাবে ক্ষতিপূৰণৰ গাই

ব্ৰাহ্মণক দান দিবলৈহে বিধান দিছিল। কিন্তু প্ৰাচীন এই 'ৱেৰগিল্ড্' বা নিহত ব্যক্তিৰ মূল্যৰ সমান ধন ক্ষতিপূৰণ হিছাপে দিয়াৰ প্ৰথা ভাৰতীয় দণ্ডনীতিত (স্থায়ীভাৱে বৈ গ'ল জৰিমনাৰ ৰূপত। লগত অন্য শাস্তি থাকিলেও বা নেথাকিলেও) জৰিমনা কৰা প্ৰথা প্ৰাচীন। জৰিমনাৰ নিৰিখ নিৰ্ধাৰিত হৈছিল এটা সৰু তামৰ মুদ্ৰাৰ জৰিমনা ভৰাব পৰা সকলো সম্পত্তি বাজেয়াপ্ত কৰালৈকে বিভিন্ন অংকেৰে। এই ধৰণৰ অৰ্থদণ্ডৰ দ্বাৰা অতি সাংঘাতিক ধৰণৰ অপৰাধৰ বাহিৰে অন্যান্য প্ৰায় সকলো অপৰাধৰ গোচৰেই নিষ্পত্তি কৰা হৈছিল। তেনে অৰ্থদণ্ডৰ পৰা ৰাজকোষলৈ বুজন পৰিমাণৰ ধনাগম হৈছিল। মধ্যযুগৰ বহুতো ৰাজকীয় চনদত কাৰোবাক কোনো গ্ৰাম বা জিলাৰ ৰাজহ সংগ্ৰহৰ অধিকাৰ প্ৰদান কৰোঁতে স্থানীয় বিচাৰালয়বিলাকে ধাৰ্য কৰা জৰিমনাৰ ধন সংগ্ৰহ কৰিবলৈও অধিকাৰ দিয়া হৈছে বুলি বিশেষভাৱে উল্লেখ কৰা দেখা যায়। এনে ধৰণে অৰ্থদণ্ডেৰে দণ্ডিত ব্যক্তিয়ে যদি অৰ্থদণ্ডৰ ধন আদায় দিব নোৱাৰে তেন্তে যেতিয়ালৈকে তাৰ দৈনিক মজুৰি বা পাৰিশ্ৰমিকৰ ধনেৰে নিৰ্ধাৰিত ধন আদায় নহয় তেতিয়ালৈকে সি বাধ্যতামূলক শ্ৰমিক বা দাস হৈ থাকিব লাগিছিল।

স্মৃতিবিলাকত অপৰাধীক কাৰাদণ্ড দিয়াৰ কথা কাচিৎহে পাবলৈ আছে। কিন্তু অন্যান্য বহুতো উৎসৰ পৰা জানিব পৰা যায় যে বন্দীশালত অপৰাধী ৰখাটো সাধাৰণ কথা আছিল। অশোকে নিজেই তেওঁৰ বহুতো বন্দীশালৰ বন্দীবিলাকৰ বিধিমতে বিচাৰ কৰাৰ আদেশ দিয়াৰ কথা কৈ গৌৰব কৰিছিল। পিছৰ যুগৰ এটা জনশ্ৰুতিৰ মতে মহাৰাজ অশোকে বোলে ধৰ্মৰ শাসন আৰম্ভ কৰাৰ আগৰ পৰ্যায়ত অৰ্থাৎ তেওঁৰ ৰাজত্বৰ প্ৰাৰম্ভৰ কালত এনে এখন বন্দীশাল ৰাখিছিল যিখনত অতি অমানুষিক বৰ্বৰ ধৰণৰ শাৰীৰিক যন্ত্ৰণা দিয়া হৈছিল বন্দীবিলাকক—যি বন্দীশালৰ পৰা কেতিয়াও কোনো কাৰাৰুদ্ধ ব্যক্তি জীৱন্তে বাহিৰ হৈ আহিব নোৱাৰিছিল। হিউয়েন ছাঙেও হৰ্ষবৰ্দ্ধনৰ ৰাজত্ব কালত কাৰাবাসেই সচৰাচৰ অপৰাধীক দিয়া শাস্তি আছিল বুলি উল্লেখ কৰিছে। দেশৰ খনিবিলাকত আৰু অন্যান্য ঠাইত বাধ্যতামূলক শাৰীৰিক পৰিশ্ৰম আছিল। অতি গুৰুতৰ ধৰণৰ দোষত দোষী কাৰা-বন্দীক শাস্তি দিয়াৰ আন এক পদ্ধতি আছিল বুলি 'অৰ্থশাস্ত্ৰ'ত কোৱা হৈছে। সেইটো হ'ল— নানা প্ৰকাৰ শাৰীৰিক শাস্তি আৰু অঙ্গচ্ছেদ। সেইবোৰৰ বিস্তৃত বিৱৰণ আৰু বিধান দিছে স্মৃতিকাৰসকলে তেওঁলোকৰ দণ্ডনীতি সম্বন্ধীয় ৰচনাবোৰত। এই ধৰণৰ দণ্ডবিধানবোৰলৈ লক্ষ্য কৰিলে দেখা যায় যে সেইবোৰক ধৰ্মপ্ৰাণ স্মৃতিকাৰসকলে প্ৰকৃততে প্ৰায়শ্চিত্ত বুলিহে গণ্য কৰিছিল। তেওঁলোকৰ এনে দৃষ্টিভঙ্গীৰ প্ৰতি সঁহাৰি জনাই সৰ্বসাধাৰণেও বিশ্বাস কৰিছিল যে যদি অপৰাধী লোকে এই জনমতে কৃতকৰ্মৰ বাবে দণ্ডভোগ কৰে তেন্তে পৰজন্মত পাপৰ পৰিণাম হিছাপে শাস্তিভোগ কৰাৰ পৰা নিষ্কৃতি পাব।

বহুত অপৰাধত প্ৰাণদণ্ডও বিহা হৈছিল। প্ৰাণদণ্ড দিয়াৰ পদ্ধতিও আছিল বিভিন্ন ধৰণৰ। প্ৰাচীন সূত্ৰবিলাকত নেথাকিলেও 'অৰ্থশাস্ত্ৰ'ত মৃত্যুদণ্ডৰ বিধান দিয়া হৈছে বহুতো অপৰাধৰ বাবে। প্ৰধানকৈ হত্যা অপৰাধৰ বাবে মৃত্যুদণ্ড হৈছিল। কোনো দ্বন্দ্বযুদ্ধ বা বিবাদৰ ফলতো যদি আহত মানুহজনৰ এসপ্তাহৰ ভিতৰত মৃত্যু হয় তেন্তে তাক হত্যা বুলি গণ্য কৰা হৈছিল। তদুপৰি মিছা জনৰৱ প্ৰচাৰ কৰা, সিন্ধি খনা, ৰজাৰ হয়-হস্তী চুৰি কৰা আদি অপৰাধৰ শাস্তি আছিল ফাঁচি দিয়া। ৰজাৰ বিৰুদ্ধে ষড়যন্ত্ৰ কৰা, ৰজাৰ হেৰেমত অনধিকাৰ প্ৰৱেশ, ৰজাৰ শত্ৰুক সহায় কৰা, সৈন্যবাহিনীৰ মাজত ৰাজদ্ৰোহ বিয়পাবলৈ চেষ্টা কৰা, পিতৃ-মাতৃ-পুত্ৰ-ভ্ৰাতৃ অথবা তপস্বী ব্ৰাহ্মণহন্তা বা ঘৰত জুই দিয়া আদি গুৰুতৰ অপৰাধীক জীয়াই জীয়াই পুৰি মৰা হৈছিল। আতে কাৰোবাৰ প্ৰাণ নাশ কৰা বা পশুধনৰ জাক চুৰি কৰা অপৰাধত 'অৰ্থশাস্ত্ৰ'ই শিৰশ্ছেদৰ বিধান দিছে। জলসিঞ্চনৰ বান্ধ জানি-শুনি ভাঙি অথন্তৰ ঘটোৱা লোকক সেই বান্ধৰ পানীতে বুৰাই মাৰিবলৈ দিছে। কোনো নাৰীয়ে নিজৰ স্বামী বা সন্তানাদি হত্যা কৰিলে বা আন মানুহকো বিষ প্ৰয়োগ কৰি বধ কৰিলে বা ঘৰত জুই দিয়াৰ দৰে গুৰুতৰ অপৰাধ কৰিলে, দুই ভৰিত জৰি লগাই বলদৰ কান্ধত বান্ধি দুয়োফালে টনাই দুফাল কৰি মৃত্যুদণ্ড দিয়াৰ বিধান দিছে। কোনো অসামৰিক লোকে সামৰিক দ্ৰব্য অপহৰণ কৰিলে কাঁড়েৰে মৰাৰ নিয়ম আছিল। এইবোৰ হৈছে অৰ্থশাস্ত্ৰত উল্লেখিত প্ৰাণদণ্ড দিয়াৰ কিছুমান কাৰণ আৰু পদ্ধতি। অৰ্থশাস্ত্ৰ যৌন-বিষয়ক অপৰাধবোৰৰ ক্ষেত্ৰত দণ্ড নিৰ্ধাৰণ কৰাত তুলনামূলকভাৱে নৰম যেন লাগে। কিন্তু 'মনুস্মৃতি'ত বহুবিধ যৌন ব্যভিচাৰ আৰু অত্যাচাৰৰ দোষত দোষীৰ বাবে নানা ধৰণৰ জঘন্য পদ্ধতিৰে মৃত্যুদণ্ড বিহাৰ নিৰ্দেশ আছে। আনকি কোনো ধৰণৰ প্ৰাণ নাশ বা জীৱহত্যাৰ প্ৰতি সদায় অৰুচি প্ৰদৰ্শন কৰা দয়াশীল ৰজা অশোকেও প্ৰাণদণ্ড দিয়াৰ প্ৰথা ৰহিত কৰা নাছিল। যদিও স্মৃতিশাস্ত্ৰবিলাকত বৰকৈ উল্লেখিত হোৱা নাই তথাপি সাধাৰণ সাহিত্য-গ্ৰন্থত বাৰম্বাৰ উল্লেখিত হোৱাৰ পৰা ধৰিব পাৰি যে শূলত দি প্ৰাণে মৰাৰ প্ৰথা ব্যাপকভাৱে প্ৰচলিত আছিল।

তথাপি মৃত্যুদণ্ড দিয়া প্ৰথাৰ বিৰোধিতা কৰা মতো অনেক পোৱা গৈছে। যেনে মহাভাৰতৰ দ্বাদশ পৰ্বৰ ২৫৯-ত মৃত্যুদণ্ডৰ পক্ষে আৰু বিপক্ষে বিপৰীত দিশৰ পৰা যুক্তি প্ৰদৰ্শন কৰি প্ৰাণদণ্ড সম্বন্ধে এক আলোচনা কৰা হৈছে। তাত প্ৰাণদণ্ড বা বলে নোৱৰা ধৰণৰ গুৰুভাৰ অৰ্থদণ্ডৰ বিৰোধিতা কৰা হৈছে। কিন্তু অহিংস নীতি অৱলম্বনৰ প্ৰেৰণাতহে সেই বিৰোধিতা কৰিছে বুলি ভাবিলে ভুল হ'ব। কাৰণ অহিংস নীতিয়ে প্ৰাণদণ্ড বা যুদ্ধ-বিগ্ৰহ দুইটাৰ এটাৰো বিৰোধিতা নকৰে ৰাষ্ট্ৰচিন্তাত। মহাভাৰতত সেই বিৰোধিতা কৰা হৈছিল সম্পূৰ্ণ মানবীয় বিবেচনাত। কোৱা হৈছিল যে কোনো লোকৰ অঙ্গচ্ছেদ, সুদীৰ্ঘ কাৰাবাস বা মৃত্যুদণ্ড বহুতো নিৰপৰাধী লোকৰ অবৰ্ণনীয় দুৰ্দশাৰ

কাৰণ হয় বিশেষকৈ দণ্ডিতজনৰ ভাৰ্যা-সন্তানে বহুত নিৰ্যাতন ভুগিব লাগে। এই যুক্তি অৱশ্যে তৎক্ষণাৎ খণ্ডন কৰা হৈছে এই বুলি যে এই দুৰ্যোৰ কলি কালত দোষীৰ লগতে নিৰ্দোষী লোকেও কষ্টভোগ কৰাই নিয়ম নহ'লে সমাজ চলিব কেনেকৈ কেনেকৈয়ে বা অৰাজকতা নোহোৱা কৰা হ'ব? সাধাৰণ লোকে ধৰ্মৰ পবিত্ৰ ৰীতি-নীতি মানি চলি শান্তিৰে থাকিবই বা কেনেকৈ?

এই মানৱীয় বিচাৰ-বিবেচনা আৰম্ভ হৈছিল খুব সম্ভৱ বৌদ্ধ ধৰ্মৰ প্ৰেৰণাত। গুপ্ত যুগত এই মানৱীয় ধ্যান-ধাৰণা প্ৰবলতৰ হৈ আহি পুৰণি কালৰ দণ্ডনীতিৰ অমানৱীয় কঠোৰতা আৰু উগ্ৰতাৰ বহুখিনি উপশম ঘটাইছিল। চীনা পৰ্যটক ফাহিয়েনে লিখিছে যে উত্তৰ ভাৰতত মৃত্যুদণ্ড বিহা নহৈছিল। সৰহ ভাগ অপৰাধতে অৰ্থদণ্ডহে কৰা হৈছিল। মাত্ৰ গুৰুতৰ অপৰাধত এখন হাত কাটি পেলোৱাৰ আদেশ দিয়া হৈছিল। চীনা পৰ্যটকৰ এই বৰ্ণনাত অতিৰঞ্জন থাকিব পাৰে—কিন্তু তেওঁৰ টোকাৰ এই সাক্ষ্যৰ দ্বাৰা এটা কথা সাব্যস্ত কৰিব পাৰি যে মৃত্যুদণ্ড বিহা হৈছিল কাচিৎহে, বেছিকৈ নহয়। তাৰ দুশ বছৰৰ পিছতে হিউয়েন ছাঙৰ টোকাৰ পৰা জানিব পৰা যায় যে সম্ৰাট হৰ্ষবৰ্দ্ধনৰ দিনতো কাকো মৃত্যুদণ্ড দিয়া হোৱা নাছিল। কিন্তু কাৰাবাসতে বন্দীবিলাক পচি পচি মৃত্যুৰ মুখত পৰিছিল। তাৰো পিছৰ যুগত প্ৰাণদণ্ডৰ প্ৰচলন আৰু প্ৰাণদণ্ডত দণ্ডিত লোকক বলি দিয়া দস্তুৰ প্ৰচলিত থকাৰ প্ৰমাণ পোৱা যায়। কিন্তু মধ্যযুগত ভাৰতৰ বিভিন্ন ৰাজ্যত এনে কিছুমান দণ্ড বিধানৰ কথা পোৱা যায়, যিবোৰ বৰ্তমান যুগৰ দণ্ডনীতিৰ লগত তুলনা কৰিলেও বহুত শিথিল আছিল যেন লাগিব। যেনে এখন চোল শিলালিপিত এজন সামৰিক বিষয়াক ছুৰিৰে হত্যা কৰা অপৰাধত আটক হোৱা লোক এজনক দণ্ড দিয়া হৈছে এইদৰে যে সি এটা মন্দিৰত এগছি অক্ষয় বন্তি জ্বলাই ৰখাৰ খৰচ হিছাপে ৯৬ টা ভেড়া মন্দিৰলৈ দান দিব লাগিব। তেনে হত্যাপৰাধৰ শাস্তিও আছিল সিমানেই। দক্ষিণ ভাৰতত এনে ধৰণে হত্যাকাৰীক প্ৰায়শ্চিত্তৰ ধৰণৰ অপেক্ষাকৃতভাৱে লঘু শাস্তিৰে যাবলৈ দিয়াৰ অন্যান্য উদাহৰণো আছে। এনে ধাৰণা হয় যে হত্যাকাৰী আৰু নিহতজনৰ মাজৰ প্ৰতিশোধৰ বহ্নিৰ যদি কিবা উপায়েৰে অপৰাধীয়ে উপশম ঘটাব পাৰে তেন্তে বিচাৰালয়ে সেই অনুপাতে শিথিলতা প্ৰদৰ্শন কৰে। আত্মৰক্ষাৰ বাবে বাধ্যত পৰি কৰিবলগা হোৱা হত্যাত আইনৰ বিৰোধিতা নাছিল আৰু অনাহাৰক্লিষ্ট নিৰুপায় লোকে কম পৰিমাণৰ খাদ্য-দ্ৰব্য চুৰি কৰিলে সেইটোও অপৰাধ বুলি গণ্য নহৈছিল।

পিছৰ যুগবোৰত বহুতো জীৱ-জন্তুৰ জীৱন আইনৰ দ্বাৰাই সংৰক্ষিত কৰা হৈছিল। বিশেষকৈ গো-হত্যা দণ্ডনীয় অপৰাধ বুলি গণ্য হৈছিল। এজন চোল ৰজাই আকস্মিকভাৱে এটা গো-বৎসৰ প্ৰাণনাশ কৰাৰ বাবে নিজৰ পুতেককে প্ৰাণদণ্ড বিহিছিল

বুলি প্ৰচাৰিত কথা যে নিতান্তই এক কাল্পনিক কাহিনী সেই বিষয়ে সন্দেহ নাই। গুজৰাটৰ জৈন ধৰ্মী চালুক্য বংশীয় নৃপতি কুমাৰপালে (খ্ৰীঃ আনুমানিক ১১৪৩—১১৭২) কঠোৰ অহিংসনীতি অনুসৰণ কৰিবলৈ লৈ ডাঁহ এটা মাৰিলেও মানুহক বহু ধন জৰিমনা হিছাপে দিবলৈ বাধ্য কৰা বুলি প্ৰচলিত কথাবোৰো বিশ্বাস কৰাৰ প্ৰয়োজন নাই। কিন্তু সেইবিলাক কথাৰ জৰিয়তে মধ্যযুগীয় ভাৰতবৰ্ষত এনে বিষয়ত সৰ্বসাধাৰণৰ দৃষ্টিভঙ্গী আৰু জনমত কেনে আছিল সেই বিষয়ে সঠিকভাৱে অনুমান কৰিব পৰা যায়। সেইবোৰ সময়ত গো-হত্যা এক গুৰুতৰ আৰু জঘন্যতম অপৰাধ হিছাপে গণ্য হৈছিল।

স্মৃতিবোৰত উক্ত দণ্ডনীতিৰ মতে বৰ্ণানুক্ৰমে দণ্ডও কম-বেছি হৈছিল। যেনে 'মনুস্মৃতি' মতে যদি কোনো ব্ৰাহ্মণে এজন ক্ষত্ৰিয়ৰ বিষয়ে কিবা সন্মান হানিকৰ অপবাদ ৰটনা কৰে তেন্তে জৰিমনা ভৰিব লাগিছিল পঞ্চাশ পণ, কিন্তু কোনো বৈশ্য বা শূদ্ৰ বৰ্ণৰ লোকৰ বিষয়ে তেনে ৰটনা কৰিলে দণ্ড ভৰিব লাগিছিল যথাক্ৰমে পঁচিশ পণ আৰু বাৰ পণ। তলৰ জাতৰ মানুহে উচ্চবৰ্ণৰ মানুহৰ বদনাম ৰটিলে বহুগুণে বেছি দণ্ড ভৰিব লাগিছিল। বহুতো অপৰাধৰ দণ্ড দিওঁতে এনে ধৰণৰ বৰ্ণানুক্ৰমে শাস্তিৰ কম-বেছি হোৱা প্ৰথা বলৱৎ আছিল। আইনৰ চকুত সকলো সমান এই নীতি প্ৰাচীন কালৰ ভাৰতবৰ্ষত কোনোকালে মানি চলা হোৱা নাছিল। ভাৰতীয় আইন-চিন্তাত তেনে ধাৰণাৰ কোনো চিন-চাব নাছিল। মহাৰাজ অশোকে তেওঁৰ বিষয়াবৰ্গক বিচাৰ কাৰ্য সম্পাদন কৰোঁতে যি 'সমতা'ৰ নীতি মানি চলিবলৈ কৈছিল সি যদি আইনৰ চকুত সমান অৰ্থ বুজাইছিল তেন্তে সিটো নোহোৱা-নোপজা কথা যেন লাগিব। খুব সম্ভৱ 'সমতা' শব্দৰে সঙ্গতি, মিল বা বিশেষ বিশেষ ক্ষেত্ৰত একে ধৰণৰ ইত্যাদি অৰ্থ বুজাইছিল বা দণ্ডৰ মৃদুতা বুজাইছিল। কাৰণ আইনৰ চকুত সমতা বুলিলে আধুনিক যুগত আমি যিটো বুজো সেই অৰ্থত বিচাৰ-ব্যৱস্থাত সমতা প্ৰয়োগ কৰিবলৈ আনকি অশোকেও সাহস নকৰিলেহেঁতেন। কাৰণ ভাৰতীয়ই হওক বা আন দেশৰে হওক, প্ৰাচীন যুগৰ কোনো আইন-প্ৰণেতাই তেনে ব্যৱস্থাত সম্মতি নিদিলেহেঁতেন।

বৈদিকোত্তৰ যুগৰ শেহৰ ফালে কিছুমান ব্ৰাহ্মণে নিজকে আইনৰ ঊৰ্ধ্বত বুলি প্ৰতিপন্ন কৰিছিল। ৰজাৰ অভিষেক উৎসৱৰ শেষত অভিষিক্ত ৰজাক ৰজা বুলি ঘোষণা কৰোঁতে অভিষেকৰ মাঙ্গলিক ক্ৰিয়া-কাণ্ড সম্পন্ন কৰোঁতা প্ৰধান ব্ৰাহ্মণ পুৰোহিতে সমবেত সকলো লোকক উদ্দেশি কয়— "হে কুৰুগণ, এইজন তোমালোকৰ ৰজা— আৰু আমাৰ কাৰণে আমাৰ ৰজাই হৈছে সোমদেৱতা।" সদায় পুৰোহিত শ্ৰেণীয়ে সৰ্বপ্ৰকাৰ বিধি-ব্যৱস্থাত বিশেষ সা-সুবিধা দাবী কৰিছিল নিজৰ বাবে আত্মীয়াকে।

অতিপাত ৰক্ষণশীল স্মৃতিবোৰৰ মতে ব্ৰাহ্মণৰ কোনো দিনে প্ৰাণদণ্ড হ'ব নোৱাৰিছিল, সত্য উদ্‌ঘাটনৰ বাবে কোনো ধৰণৰ শাৰীৰিক অত্যাচাৰ কৰিব বা দোষী সাব্যস্ত হ'লেও কোনো শাৰীৰিক শাস্তি দিব নোৱাৰিছিল। অতি সাংঘাতিক ধৰণৰ অক্ষমনীয় অপৰাধ কৰিলে ব্ৰাহ্মণ অপৰাধীক দিব পৰা কঠোৰতম শাস্তি আছিল শিখা বা টিকনি কাটি পেলোৱা লগতে সা-সম্পত্তি বাজেয়াপ্ত কৰি দেশৰ পৰা নিৰ্বাসিত কৰা। তাৰ ভিতৰতে কিন্তু 'কাত্যায়ন স্মৃতি'য়ে বিধান দিছে ভ্ৰূণহত্যা, কোনো সম্ভ্ৰান্ত মহিলা হত্যা আৰু সুবৰ্ণ চুৰি কৰিলে ব্ৰাহ্মণৰো প্ৰাণদণ্ড হ'ব পাৰে। 'অৰ্থশাস্ত্ৰ'ই ৰাজদ্ৰোহৰ বাবে ব্ৰাহ্মণৰ প্ৰাণদণ্ড বিধেয় বুলি কোৱাৰ লগতে কোনো কোনো অপৰাধত তপত লোহাৰে গাত দাগ দিয়াৰো বিধান দিছে। 'মৃচ্ছকটিকম্' নামৰ সংস্কৃত নাটকত ব্ৰাহ্মণ নায়কৰ শাৰীৰিক যন্ত্ৰণাৰ ভয় দেখুৱাৰ উপৰিও মৃত্যুদণ্ডও দিয়া হৈছে। এনে অনেক দৃষ্টান্ত আৰু সাক্ষ্যৰ পৰা জানিব পাৰি যে ব্ৰাহ্মণসকলে বিচাৰিলেও আইন-কানুনৰ ক্ষেত্ৰত সদায় বিশেষ বিবেচনা বা সা-সুবিধা পোৱা নাছিল।

হিন্দু আইন-ব্যৱস্থাত সদায় যে ব্ৰাহ্মণসকলক বিশেষ বিবেচনা দেখুৱা হোৱা নাছিল এই কথা দ্ব্যৰ্থহীনভাৱে ক'লেহে সেই দণ্ডনীতিৰ বিষয়ে সত্য কথা কোৱা হ'ব। মনুৱে বিধান দিছে যে চুৰি কৰা বুলি অপৰাধ সাব্যস্ত হ'লে আচামী যদি শূদ্ৰ শ্ৰেণীৰ হয় তেন্তে যি বস্তু চুৰি কৰিছিল তাৰ আঠগুণ মূল্যৰ সমান ধন জৰিমনা দিব লাগিব। যদি একেই অপৰাধী বৈশ্য, ক্ষত্ৰিয় আৰু ব্ৰাহ্মণ শ্ৰেণীৰ লোক হয় তেন্তে যথাক্ৰমে চুৰি কৰা বস্তুৰ মূল্যৰ যোল্ল গুণ, বত্ৰিশ গুণ আৰু চৌষষ্ঠি গুণ ধন দণ্ড ভৰিব লাগিব। উচ্চবৰ্ণৰ লোকৰ নৈতিকতাৰ মানো নিজৰ বৰ্ণ অনুযায়ী ক্ৰমাৎ বেছি উচ্চ হ'ব লাগিব। তেওঁলোকে কৰা অপৰাধৰ গুৰুত্বও বিচাৰ হ'ব একেই মাপকাঠিৰে।

ৰাজসভাৰ বিচাৰৰ বাহিৰেও লঘু অপৰাধবোৰৰ গোচৰ নিষ্পত্তিৰ বাবে আন আন বিচাৰালয় আছিল। গ্ৰাম সভা, একে বৰ্ণৰ লোকৰ দ্বাৰাই গঠিত সভা বা ব্যৱসায়িক বাণিজ্যিক-ঔদ্যোগিক গোষ্ঠী বা গীল্ডবোৰৰ নিজা সমিতি এইবিলাকে সৰু-সুৰা অপৰাধবোৰৰ গোচৰ সুধিব পৰাকৈ দণ্ডনীতিৰ শাস্ত্ৰবোৰত স্বীকৃতি দিয়া আছিল। অপৰাধ প্ৰমাণিত হ'লে সেই বিচাৰ সভাবিলাকে অপৰাধীক অৰ্থদণ্ড কৰিব পাৰিছিল বা প্ৰয়োজন মতে সমাজচ্যুত কৰিব পাৰিছিল। এই সমাজচ্যুত কৰাটো অতি গুৰুতৰ দণ্ডবিধান বুলি সৰ্বত্ৰ স্বীকৃত হৈছিল কাৰণ তেতিয়াৰ সমাজ-ব্যৱস্থাত নিজৰ গাঁও, বৰ্ণ, ব্যৱসায়িক, বাণিজ্যিক-ঔদ্যোগিক গোষ্ঠীৰ পৰা সমাজচ্যুত হোৱা লোকৰ জীৱন ধাৰণ প্ৰায় অসম্ভৱ হৈ পৰিছিল। সেইবাবে এই বিচাৰশালাবিলাকৰ প্ৰতাপ আৰু প্ৰভাৱ ৰজাৰ বিচাৰতকৈ কোনো গুণে কম নাছিল।

# চোৰাংচোৱা ব্যৱস্থা

প্ৰাচীন ভাৰতৰ ৰাজনৈতিক জীৱনৰ আটাইতকৈ অপ্ৰিয় আৰু গ্লানিময় অঙ্গ আছিল বোধ হয় মকৰাজালৰ দৰে সৰ্বব্যাপী থকা সূক্ষ্ম আৰু বিস্তীৰ্ণ চোৰাংচোৱা ব্যৱস্থা। এই গুপ্তচৰ সেৱা সাংগঠনিক দিশ আৰু কাৰ্যকৰী ব্যৱস্থাৰ বিষয়ে 'অৰ্থশাস্ত্ৰ'ত বিস্তাৰিতভাৱে কোৱা হৈছে দুটা সম্পূৰ্ণ অধ্যায় জুৰি আৰু গোটেই গ্ৰন্থখনতে গুপ্তচৰ বৃত্তি আৰু গুপ্তচৰৰ কাৰ্যকলাপৰ বিষয়ে পুনঃ পুনঃ উল্লেখ কৰা হৈছে। 'অৰ্থশাস্ত্ৰ'ত থকা গুপ্তচৰ ব্যৱস্থাৰ বিস্তৃত বিৱৰণীৰ পৰা এনে ধাৰণা হয়, যেন গোটেই ৰাষ্ট্ৰখনেই সৰ্বত্ৰ চোৰাংচোৱাগিৰিৰ মকৰাজালেৰে নিশ্ছিদ্ৰকৈ ঘেৰা আছিল। ঘৰে-বাহিৰে, গ্ৰামে-নগৰে অতিথিশালা, পণ্যশালা, হাটে-বাটে, বজাৰে-সমাৰে সৰ্বত্ৰ গুপ্তচৰেই গুপ্তচৰ, বিভিন্ন ভেশত। এই গুপ্তচৰবোৰে কিছুমান সুসংগঠিত গুপ্তচৰ সংস্থাৰ হৈ কাম কৰিছিল সেইবোৰ সংস্থাৰ নিৰ্দেশমতে। এই সংস্থাবোৰ কিন্তু সামগ্ৰিকভাৱে ৰাষ্ট্ৰৰ চোৰাংচোৱাবিভাগৰ লগত সংযুক্ত আৰু তাৰ কাষত দায়বদ্ধ নাছিল। কেতিয়াবা গোপনপটীয়াকৈ ৰজাৰ অধীনত কাম কৰা চোৰাংচোৱাও আছিল বা কোনো উচ্চপদস্থ মন্ত্ৰীৰ দ্বাৰা পৰিচালিত এনে ৰাজকীয় গুপ্তচৰে স্বয়ং মন্ত্ৰীসকলৰ ওপৰতে গুপ্তচৰ বৃত্তি চলাইছিল।

স্ত্ৰী-পুৰুষ নিৰ্বিশেষে সমাজৰ সকলো স্তৰৰ মানুহৰ পৰাই গুপ্তচৰ নিৰ্বাচিত কৰা হৈছিল। নিজৰ জ্ঞান-বিদ্যাৰে জীৱিকা নিৰ্বাহ কৰাত অপাৰগ হোৱা ব্ৰাহ্মণ, বেহা-বেপাৰত অৱনতি ঘটি দুৰ্দশাত ভোগা বণিক, নাপিত, দৈৱজ্ঞ, চাকৰ-বাকৰ, বাৰবণিতা, কৃষক— এই সকলো শ্ৰেণীৰে লোক গুপ্তচৰ বৃত্তিত নিযুক্ত হ'ব পাৰিছিল। 'সত্ৰ' নামে বিশেষ ধৰণৰ এশ্ৰেণী গুপ্তচৰ আছিল। সাধাৰণতে পিতৃ-মাতৃহীন কোনো বালকক শৈশৱ কালৰ পৰা তেনে বৃত্তিৰ বাবে প্ৰশিক্ষণ দিয়া হয়। সেইবিলাক গুপ্তচৰে সাধাৰণতে কোনো সন্ত-মহন্তৰ বা দৈৱজ্ঞৰ ভেশ ধাৰণ কৰি গুপ্তচৰ বৃত্তিৰ কামত লিপ্ত হয়। সৰ্বসাধাৰণে সেই দুটা বৃত্তিৰ মানুহক সহজে বিশ্বাস কৰে বাবে তেনে ভেশ ল'লে আন গুপ্তচৰতকৈ সহজে প্ৰয়োজনীয় সংবাদ সংগ্ৰহ কৰিব পাৰে। গুপ্তচৰৰ কামত নিযুক্ত আন এবিধ লোক আছিল দুঃসাহসী যুদ্ধ-ব্যৱসায়ী বিলাক, যিবিলাকে বটা-বাহনৰ বা নগদ ধনৰ আঁৰি মাৰি দ্বন্দ্বযুদ্ধ কৰে। সেইবিলাক মানুহক গুপ্তচৰ হিচাপে নিযুক্ত কৰা হয় যাইকৈ ৰজাৰ শত্ৰুবোৰক গুপ্তহত্যা কৰিবৰ বাবে। যি কোনো ৰজাৰ এনে কিছুমান শত্ৰু থাকিব পাৰে যাক ৰাজহুৱাভাৱে বিচাৰ কৰা সম্ভৱ নহয় অথচ তেনে লোক জীয়াই থকাটো ৰজাৰ বাবে বিপদজনক। তেনে বাটৰ কাঁইট আঁতৰাবলৈ ব্যৱহাৰ কৰা হয় এনে গুপ্তঘাতকৰ দল। ৰজাৰ পৰা পোৱা বানচৰ বিনিময়ত ইহঁতে বহুত দুঃসাহসী হিংস্ৰ কাৰ্যকলাপত লিপ্ত হয়।

প্ৰাচীন ভাৰতীয় গুপ্তচৰ ব্যৱস্থা বহু সমালোচনাৰ সন্মুখীন হৈছে। সেইবোৰ সমালোচনাৰ আটাইবোৰেই যে ন্যায়সঙ্গত সেইটো নহয়। কোনো যুগতে গুপ্তচৰ ব্যৱস্থা নোহোৱাকৈ কোনো দেশৰ চৰকাৰ বোধ হয় চলা নাই। কিবা নহয় কিবা ৰূপত চোৰাংচোৱা পদ্ধতি থাকিবই, লাগিলে সি সাধাৰণ অপৰাধ নিয়ন্ত্ৰণ আৰু নিবাৰণৰ বাবে সাধু ডিটেক্টিভ বিষয়াৰ ৰূপতে হওক বা অন্য ৰূপতে হওক। প্ৰাচীন জগতৰ সকলো সভ্যতাতে চোৰাংচোৱা বিভাগ আছিল। যদিও 'অৰ্থশাস্ত্ৰ'ত যেনে ধৰণে বিস্তৃত আৰু সুসংগঠিত ৰূপত চোৰাংচোৱা বিভাগ ৰাষ্ট্ৰৰ বাবে অপৰিহাৰ্য বুলি কোৱা হৈছে, সিমান পূৰ্ণ ৰূপত অন্য যুগ আৰু অন্য দেশত নেথাকিব পাৰে। প্ৰাচীন ভাৰতৰ গুপ্তচৰ ব্যৱস্থাৰ লগত আধুনিক বিশ্বৰ কিছুমান ৰাষ্ট্ৰত থকাৰ ছিক্ৰেট পুলিচ অৰ্থাৎ গোপন ৰাজনৈতিক পুলিচী ব্যৱস্থাৰ কোনো মিল নাই। কাৰণ প্ৰাচীন ভাৰতীয় গুপ্তচৰ ব্যৱস্থা অকল প্ৰচলিত ৰাষ্ট্ৰযন্ত্ৰৰ বিৰূপ সমালোচনাৰ মুখ বন্ধ কৰা অথবা যি কোনো ধৰণৰ বিদ্ৰোহ দমনৰ কামতে নিয়োজিত কৰা নহৈছিল। বা যেন তেন প্ৰকাৰেণ প্ৰশাসন যন্ত্ৰৰ ক্ষমতা বাহাল ৰখাৰ 'মেকিয়াভেলিয়ান' কৌশলো নাছিল গুপ্তচৰ ব্যৱস্থা। দৰাচলতে গুপ্তচৰ ব্যৱস্থা ৰাষ্ট্ৰযন্ত্ৰৰ এক অবিচ্ছেদ্য অঙ্গ বুলিহে বিবেচিত হৈছিল।

গতিকে গুপ্তচৰৰ সৰ্বপ্ৰথম কৰ্তব্য আছিল—ৰজাৰ ক্ষমতা নিৰঙ্কুশ আৰু অব্যাহত ৰখা। গতিকে যুৱৰাজৰ ৰাজপ্ৰাসাদতে হওক বা গণিকালয়তে হওক গুপ্তচৰে ষড়যন্ত্ৰ আৰু সম্ভাব্য বিদ্ৰোহৰ তলানলা বিচাৰিবই। সময়ে সময়ে ৰজাৰ নিজৰ উচ্চপদস্থ মন্ত্ৰী মহোদয়সকল, সৈন্যাধ্যক্ষসকল আৰু ন্যায়াধীশসকলকো নানা ৰূপৰ, নানা ভেশেৰে, নানা কথাৰে প্ৰলুব্ধ কৰিবলৈ যত্ন কৰে গুপ্তচৰে তেওঁলোকৰ ৰাজানুগত্যৰ গভীৰতা কিমান জুখিবৰ বাবে। কোনো কোনো সময়ত শত্ৰুৰ ৰাজ্যত সোমায়ো নিজৰ কৰ্তব্য সম্পন্ন কৰে। ৰজাৰ নানা ধৰণৰ শত্ৰু থাকে। কোনোবাই সঁচাকৈয়ে শত্ৰুতাচৰণ কৰাৰ বাবেই শত্ৰু বুলি গণ্য হয়। কোনোবা বৰ্তমানে সুপ্ত হৈ থাকিলেও সম্ভাব্য শত্ৰু। গুপ্তচৰে আগতীয়াকৈ শত্ৰুৰ ৰাজ্যত সোমাই যাৱতীয় গুৰুত্বপূৰ্ণ সংবাদ সংগ্ৰহ কৰাৰ উপৰি শত্ৰুৰ ৰাজ্যত বিদ্ৰোহ সৃষ্টি হোৱাত উদ্‌গনি দিয়ে। সম্ভৱ হ'লে শত্ৰুৰ ৰজা বা মন্ত্ৰীবৰ্গক গুপ্তহত্যা কৰোৱাৰ আঁচনি লয়। কেতিয়াবা স্বৰাজ্যত অপৰাধ নিয়ন্ত্ৰণৰ বাবে গোয়েন্দাৰ ভূমিকাতো অৱতীৰ্ণ হোৱা দেখা যায় গুপ্তচৰক। এই উদ্দেশ্যে গুপ্তচৰে বিচৰণ কৰে সৰ্বত্ৰ-মদৰ দোকান, বেশ্যালয়, জুৱাৰ আড্ডা একো বাদ নপৰে। ছদ্মবেশী গুপ্তচৰৰ সজা কৰ্ণেন্দ্ৰিয়ই টুকি লয় মদাহীৰ কথা-বাৰ্তাবোৰ। তীক্ষ্ণ দৃষ্টিৰে লক্ষ্য কৰে হঠাতে বৰ আঢ্যৱন্ত হৈ পৰা মানুহবোৰক।

কিন্তু এইবোৰ ঋণাত্মক কাৰ্য-কলাপৰ উপৰি বহুতো যোগাত্মক কৰ্মতো নিযুক্ত থাকে গুপ্তচৰবৰ্গ। গুপ্তচৰৰ জৰিয়তে যি কোনো বিষয়ত সৰ্বসাধাৰণ প্ৰজাৰ অভিমত

কোন সময়ত কেনে পৰিস্থিতিত কেনে ধৰণৰ সেই বিষয়ে ৰজাই জানিব পাৰে। ৰামায়ণৰ কাহিনীত তেনেদৰে এটা গুপ্তচৰেহে ৰজাক জনাইছিল যে তেওঁৰ প্ৰজাবৰ্গ সীতাৰ সতীত্ব সম্বন্ধে নিঃসন্দেহ নাছিল বুলি। গুপ্তচৰ সংগঠনৰ যোগেদিয়েই ৰজাই প্ৰজাৰ মনৰ ভাবৰ ভু ৰাখিব পাৰিছিল। সাধাৰণ জনতাৰ মাজত ৰজাৰ জনপ্ৰিয়তা অটুট ৰখাতো চোৰাংচোৱাইঁতৰ অৱদান আছিল। কাৰণ যি কোনো চোৰাংচোৱাৰ কৰ্তব্য আছিল ৰজাৰ প্ৰতি মানুহৰ মনত ভাল ধাৰণা সৃষ্টি কৰিবলৈ ৰজাৰ বিভিন্ন গুণাৱলী প্ৰকাশ কৰা নানা কাহিনী প্ৰচাৰ কৰা। ৰাজহুৱা স্থানত ৰজাৰ গুণানুকীৰ্তন বা প্ৰশংসা কৰা আৰু ৰজাৰ শাসন-কাৰ্যৰ সমালোচনা কৰাজনৰ লগত তৰ্ক কৰি তেওঁৰ অভিযোগ মিছা বুলি সমাজত প্ৰতিপন্ন কৰা। ৰজাৰ শাসন-কাৰ্যৰ মৃদু সমালোচনা কোনোবাই কৰিলেই শাস্তি দিয়া হৈছিল বুলি ভবাৰ কোনো কাৰণ নাই। প্ৰাচীন ভাৰতৰ গুপ্তচৰ ব্যৱস্থা কোনো অত্যাচাৰী ৰজাৰ হাতত এক অত্যাচাৰী ব্যৱস্থা হ'ব পাৰে, কিন্তু সাধু ৰজাৰ ন্যায়পৰায়ণ শাসনকালত সাধাৰণতে ৰাষ্ট্ৰত গুপ্তচৰ বিভাগ অত্যাচাৰী দমনমূলক ব্যৱস্থা হোৱাৰ পৰিবৰ্তে প্ৰজাহিতকৰ যোগাত্মক কামতহে নিয়োজিত হৈছিল।

## হিন্দু সামৰিকতাবাদ

ব্যক্তিগত ক্ষেত্ৰতে হওক অথবা পাৰিবাৰিক আৰু শ্ৰেণীগত ক্ষেত্ৰতে হওক, পাৰস্পৰিক সম্বন্ধ নিৰ্বাহ কৰোঁতে প্ৰচলিত ৰীতি-নীতি, বিধি-বিধান অথবা আইন-কানুন সযতনে মানি চলা প্ৰাচীন ভাৰতীয় চিন্তাধাৰাৰ এক মৌলিক চৰিত্ৰ আছিল। কিন্তু আন্তৰ্জাতিক সম্বন্ধ নিৰ্বাহৰ ক্ষেত্ৰত তেনে কোনো আদৰ্শগত বিধি-বিধান বা নীতিগত নিয়ন্ত্ৰণৰ ধাৰণা নাছিল। ভাৰত বুৰঞ্জীৰ অধিকাংশ সময়েই সমগ্ৰ ভাৰতীয় উপমহাদেশত অবিৰতভাৱে চলা অসংখ্য যুদ্ধ-বিগ্ৰহৰ কুফলবোৰলৈ আঙুলিয়াই কোনো কোনো বিদ্বান-জনে যুদ্ধ-বিগ্ৰহৰ অপকাৰিতাৰ বিষয়ে মত প্ৰকাশ কৰিলেও তেওঁলোকৰ কথালৈ সাধাৰণতে কাণ দিয়া নহৈছিল। আক্ৰমণ, আগ্ৰাসন আৰু যুদ্ধ-বিগ্ৰহৰ পুৰাতন পৰম্পৰাৰ পৰা নিজকে সম্পূৰ্ণ বিচ্ছিন্ন কৰিছিল প্ৰাচীন ভাৰতৰ ৰজাসকলৰ মাজত একমাত্ৰ অশোকে। অশোকৰ মনোভাৱৰ উল্লেখ পোৱা যায় বৌদ্ধ সাহিত্যৰ কোনো কোনো ঠাইত আৰু ভাৰতৰ সাধাৰণ মানুহেও অশোকৰ যুদ্ধবিমুখ ৰাষ্ট্ৰীয় নীতিৰ প্ৰতি সঁহাৰি জনাইছিল। তথাপি ভাৰতীয় সাহিত্যত পোনপটীয়াকৈ যুদ্ধৰ বিৰোধিতা কৰা কোনো কথা পাবলৈ টান।

এটা কাহিনীত স্বয়ং বুদ্ধই নিজে হস্তক্ষেপ কৰি শাক্যবংশ আৰু তেওঁলোকৰ চুবুৰীয়া কোলীয় বংশৰ মাজত এখন উপজাতীয় যুদ্ধ বন্ধ কৰি দুয়ো পক্ষৰ মাজত

আপোচ-মীমাংসা কৰাই দিছিল। বৌদ্ধ ধৰ্মৰ আদি গ্ৰন্থবোৰৰ অন্যতম মহৎ গ্ৰন্থ 'ধম্মপদ'ৰ ২০১ পদত আমি পাওঁ যুদ্ধ বিৰোধী স্পষ্ট অভিমত—

জয়লাভে জন্মদিয়ে ঘৃণাৰ—
কাৰণ বিজিতসকল দুখৰ সাগৰত নিমগ্ন হয়
জয় পৰাজয়ৰ উৰ্ধ্বত বাস কৰে
সৌম্য শান্তসকল অপাৰ শান্তিত।

বৌদ্ধধৰ্ম বিশেষভাৱে জনপ্ৰিয় আছিল বণিক সম্প্ৰদায়ৰ মাজত। কাৰণ যুদ্ধ-বিগ্ৰহ হ'লে তেওঁলোকৰে লোকচান হৈছিল সকলোতকৈ বেছি। বৌদ্ধশাস্ত্ৰবোৰৰ বিভিন্ন ঠাইত অবিৰামভাৱে চলি থকা যুদ্ধৰ অপকাৰিতাৰ বিষয়ে যিবোৰ কথা পোৱা যায় সেইবোৰে বোধ হয় কৃষি-বাণিজ্য-শিল্প-উদ্যোগত সদাব্যস্ত বৈশ্য বৰ্ণৰ মানুহৰ মৃদু আপত্তিকে সূচাইছে। অবিৰত যুদ্ধ-বিগ্ৰহে তেওঁলোকৰ জীৱন-যাত্ৰাত বিঘিনিৰ সৃষ্টি কৰে বেছি। কিন্তু সেই ধৰণৰ মত ঠায়ে ঠায়ে ব্যক্ত হ'লেও যদ্ধ-বিগ্ৰহ ৰাষ্ট্ৰৰ স্বাভাৱিক কাৰ্যসূচীৰ ভিতৰৰা বুলিয়েই গণ্য হৈছিল প্ৰাচীন ভাৰতত। আনকি বৌদ্ধধৰ্মী ৰজাসকলেও মানি চলিছিল সেই ব্যৱস্থা। মধ্যযুগীয় ভাৰতত যি অহিংসা-পৰম-ধৰ্ম নীতিৰ বৰ্দ্ধিষ্ণু প্ৰভাৱে সৰহভাগ সম্ভ্ৰান্ত বৰ্ণৰ লোককে নিৰামিষাহাৰী কৰি তুলিছিল, প্ৰাচীন ভাৰতত সেই নীতিৰ বাবে কিন্তু যুদ্ধও বন্ধ হোৱা নাছিল, মৃত্যুদণ্ডও ৰহিত হোৱা নাছিল। এতিয়া আধুনিক যুগতহে মহাত্মা গান্ধীয়ে অহিংস নীতিৰ এনে ধৰণৰ ব্যাখ্যা আৰু প্ৰয়োগৰ কথা কৈছে।

কিন্তু প্ৰাচীন ভাৰতৰ এনে উগ্ৰ সামৰিকতাবাদৰ ফলত সমগ্ৰ উপমহাদেশত কোনো কালে স্থায়ী সাম্ৰাজ্য গঢ়ি উঠা নাছিল। এই বিষয়ত ভাৰতৰ প্ৰাচীন যুগৰ ইতিহাসৰ লগত চীন দেশৰ ইতিহাসৰ এক বিৰাট পাৰ্থক্য চকুত পৰে। চীন দেশত খ্ৰীঃ পূঃ তৃতীয় শতাব্দীৰ পৰাই এখন মাত্ৰ সাম্ৰাজ্য থকাই আছিল নিয়ম। কোনো সময়ত কোনো বিভাজন থাকিলে সি আছিল ব্যতিক্ৰম। ভাৰতবৰ্ষত মৌৰ্যসকলে এটা শতাব্দীৰ বাবে ঐক্যবদ্ধ এখন সাম্ৰাজ্য গঢ়ি তুলিছিল উপমহাদেশখনত। আৰু গুপ্তবংশৰ সোণালী যুগতো উত্তৰ ভাৰতৰ অধিকাংশ এক শাসনযন্ত্ৰৰ দ্বাৰাই শাসিত হৈছিল। কিন্তু এই দুই ব্যতিক্ৰম বাদ দিলে সাংস্কৃতিক দিশত সৰ্বদা এক বুলি স্বীকৃত ভাৰতবৰ্ষ বহুত কাৰণত অনেক উচ্চাকাঙ্ক্ষী ৰজা-মহাৰজাৰ হাজাৰ চেষ্টা ব্যৰ্থ কৰি কোনোকালে ঐক্যবদ্ধ নোহোৱাকৈয়ে থাকিল।

কি কি কাৰণতনো ভাৰতবৰ্ষৰ ৰাজনৈতিক ঐক্য সম্ভৱ হোৱা নাছিল সেই বিষয়ে চিন্তা কৰিলে দেশখনৰ বিশাল আয়তনৰ কথাই প্ৰথমে মনলৈ আহে। কিন্তু চীনা সম্ৰাটসকলে আয়তনৰ অনুৰূপ বাধা অতিক্ৰম কৰিব পাৰিছিল। ভাৰতীয় সাম্ৰাজ্য

নির্মাতাসকলৰ অকৃতকাৰ্যতাৰ আন এটা কাৰণ হ'ল এই যে 'অৰ্থশাস্ত্ৰ'ত যিমানেই জ্ঞানগধুৰ পৰামৰ্শ নেথাকক ভাৰতৰ কোনো ৰজাই কোনোদিনে সক্ষম আৰু সুশিক্ষিত আমোলা-বিষয়াৰে সবল প্ৰশাসন যন্ত্ৰ গঢ়ি তুলিবলৈ সক্ষম হোৱা নাছিল। যিবিলাক আমোলাই সৰু-বৰ সকলো কথাতে ৰজাৰ নিৰ্দেশলৈ বাট চাই নেথাকি নিজেই যি কোনো পৰিস্থিতিৰে মোকাবিলা কৰিব পাৰে। সেই বিষয়ত চীনা সাম্ৰাজ্যৰ প্ৰশাসন আছিল বেছি সংগঠিত আৰু কাজুৱা। চীন দেশত প্ৰচলিত পৰীক্ষা-পদ্ধতি আৰু কনফুচিয়াছৰ শিক্ষাৰ গুণত ৰাজ্য শাসনৰ বিষয়-বাব খোৱা সকলো বিষয়া কৰ্মচাৰী কিছু পৰিমাণে ৰক্ষণশীল আৰু পুথিগত বিদ্যা-নিৰ্ভৰ যেন লাগিলেও সৎ চৰিত্ৰৰ আৰু বুদ্ধিমান আছিল। কিন্তু সেইটো কাৰণো গৌণ। ভাৰত এক ঐক্যবদ্ধ ৰাষ্ট্ৰ নোহোৱাৰ প্ৰধান কাৰণ আছিল ভাৰতৰ পৰম্পৰাগত যুদ্ধ-প্ৰৱণ আক্ৰমণাত্মক মানসিকতা।

মৌৰ্য যুগৰ পিছৰ ৰজাসকলৰ মনত সাম্ৰাজ্য সম্বন্ধে যি ধাৰণা আছিল তাৰ লগত সাম্ৰাজ্য সম্বন্ধে পাশ্চাত্য ধাৰণাৰ লগত কোনো মিল নাই। 'অৰ্থশাস্ত্ৰ'ৰ মতে, দিগ্‌বিজয় তিনি প্ৰকাৰৰ— ধৰ্ম-বিজয়, লাভ-বিজয় আৰু অসুৰ-বিজয় ন্যায়শীলতাৰে জয়, সম্পদৰ লোভত কৰা জয় আৰু উচ্ছন্ন কৰিবৰ বাবে কৰা জয়। প্ৰথম বিধ বিজয়ৰ উদ্দেশ্য হৈছে বিজিত ৰজাক বশ্যতা স্বীকাৰ কৰিবলৈ বাধ্য কৰা। যুদ্ধৰ পিছত তেনে ৰজাক বা ৰজাৰ পৰিয়ালৰ কোনোজনক পুনৰ তলতীয়া ৰজা হিছাপে সিংহাসনত বহুৱা হয়। দ্বিতীয় বিধ বিজয়ত শত্ৰু ৰাজ্যৰ ধন-সোণ লুণ্ঠন কৰি হস্তগত কৰাৰ উপৰি শত্ৰু ৰাজ্যৰ বিশাল একো অংশ বিজয়ী ৰজাই নিজৰ ৰাজ্যৰ লগত চামিল কৰি লয়। তৃতীয় বিধ বিজয়ৰ উদ্দেশ্য হৈছে শত্ৰুৰাজ্যৰ ৰাজনৈতিক অস্তিত্বকে বিনষ্ট কৰি সমগ্ৰ ৰাজ্য বিজয়ী ৰজাই নিজৰ ৰাজ্যৰ অন্তৰ্ভুক্ত কৰি লোৱা। পিছৰ দুই ধৰণৰ বিজয় একমাত্ৰ 'অৰ্থশাস্ত্ৰ'ৰ বাহিৰে অন্য সকলো শাস্ত্ৰ আৰু গ্ৰন্থই নিন্দনীয় বুলি কৈছে। যেনে মহাভাৰতৰ দ্বাদশ পৰ্বৰ ৯৭।১-২ শ্লোকত কৈছে এই বুলি—ন্যায়নীতিবৰ্জিতভাৱে ৰজাই কোনো দেশ জয় কৰিবলৈ যোৱা উচিত নহয়। অধাৰ্মিক পন্থাৰে বিজয়ী হোৱা ৰজাক কোনেনো শ্ৰদ্ধা কৰে? অন্যায় জয়লাভৰ ফল কেতিয়াও চিৰস্থায়ী নহয়। সেই পথেৰে স্বৰ্গলাভো অসাধ্য।

এইখিনিতে মনত ৰাখিব লাগিব যে অৰ্থশাস্ত্ৰৰ 'ধৰ্ম-বিজয়'ৰ ধাৰণাৰ লগত মৌৰ্য অশোকৰ ধৰ্ম-বিজয়ৰ দৰ্শনৰ কোনো মিল নাই। শব্দ দুটাহে একে। 'ধৰ্ম-বিজয়' বা 'বেদবিহিত নীতিমতে বিজয়'ৰ ধাৰণাই আৰ্য মানসিকতাত স্থিতি লৈছিল সম্ভৱতঃ সমগ্ৰ উত্তৰ ভাৰতত আৰ্য জাতিৰ অধিকাৰ সাব্যস্ত হোৱাৰ পিছৰ যুগত। সম্ভৱতঃ কৃষ্ণাঙ্গ ভাৰতীয় আদিম অধিবাসীবোৰৰ বিৰুদ্ধে স্বজাতীয় আৰ্য গোষ্ঠীবোৰৰ ঐক্যবদ্ধ অৱস্থানৰ কথা জাহিৰ কৰিবলৈকে এনে ধাৰণাৰ সূচনা কৰা হৈছিল। এনে ধৰণৰ

কথা— পোনপটীয়াকৈ নহ'লেও—পিছৰ যুগৰ বৈদিক সাহিত্যত পাবলৈ আছে। বিম্বিসাৰৰ পৰা আৰম্ভ কৰি মগধৰ প্ৰতিজন ৰজাই দৰাচলতে এই ধৰ্ম-বিজয়ৰ নীতিলৈ সম্পূৰ্ণ অৱজ্ঞা প্ৰকাশ কৰি ৰাজ্যৰ পিছত ৰাজ্য গ্ৰাস কৰি গৈছিল। কিন্তু দিগ্‌বিজয় কৰিব লাগে খ্যাতি আৰু নিজৰ প্ৰাধান্য বিস্তাৰৰ বাবেহে, অকল সম্পদ আহৰণ আৰু ক্ষমতা বিস্তাৰৰ বাবে নহয়—এনে ধৰণৰ এক আদৰ্শই ৰজা-মহাৰজাসকলৰ মাজত ক্ৰমাৎ দৃঢ় হৈ আহিবলৈ ধৰিছিল মৌৰ্য সাম্ৰাজ্যৰ পতনৰ পিছৰ পৰাই। মধ্যযুগৰ অৰ্ধ-সামন্ততান্ত্ৰিক শাসন ব্যৱস্থাৰ দিনতো সেই আদৰ্শই বাহাল আছিল। আসুৰিক বিজয়ৰ দৃষ্টান্তও মাজে সময়ে চকুত নপৰাকৈ থকা নাছিল গুপ্ত ৰজাসকলৰ দিনত। কিন্তু ধৰ্ম-বিজয়ৰ নীতিকে হিন্দু ৰজাসকলে মানি চলা উচিত বুলি সকলোৱে ভাবিছিল আৰু সৰ্বসাধাৰণ লোকৰ এই ধাৰণাৰ প্ৰতি সঁহাৰি জনাই ৰজাসকলেও সাধাৰণতে ধৰ্ম বিজয়ৰ নীতিকে মানি চলিছিল। যুদ্ধ আছিল ৰজাসকলৰ বাবে এক প্ৰকাৰ বিনোদন বা ক্ৰীড়া। সেই ক্ৰীড়া বা খেল যেনেদৰে সদায় লাভজনক তেনেদৰে অতিশয় গুৰুতৰ পৰিণামযুক্তও। কাৰণ সেই ক্ৰীড়াত পৰাজয়ৰ লজ্জাৰ হাত সাৰিবলৈ আত্মহত্যা কৰাৰ উদাহৰণো আছে। তথাপি খেলা সদায় খেলাই। আনহাতে দাক্ষিণাত্য উপদ্বীপত আৰ্য প্ৰভাৱে সম্পূৰ্ণভাৱে কোনোকালে স্তিমিত কৰিব নোৱৰা ভয়ানক উগ্ৰ দ্ৰাবিড় পৰম্পৰাত যুদ্ধ আছিল অধিক বাস্তৱবুদ্ধিযুক্ত আৰু উগ্ৰ। দাক্ষিণাত্যত যুদ্ধজয় কৰা মানে অনিবাৰ্যভাৱে বিজিত ৰাজ্য গ্ৰাস কৰা আৰু যুদ্ধবন্দীৰতো কথা বাদেই, শত্ৰুপক্ষীয় অসামৰিক লোকৰ ওপৰতো নিষ্ঠুৰ অত্যাচাৰ আছিল নিয়মৰ কথা। কিন্তু পিছলৈ 'ধৰ্ম-বিজয়'ৰ আদৰ্শই দাক্ষিণাত্যৰ ৰাজনীতিতো প্ৰভাৱ বিস্তাৰ নকৰাকৈ থকা নাছিল।

ৰাষ্ট্ৰনীতি সম্বন্ধীয় সৰহভাগ গ্ৰন্থতে আমি ষড়গুণ্য অৰ্থাৎ ৰাষ্ট্ৰনীতিৰ ছটা সূত্ৰৰ বিষয়ে উল্লেখ থকা পাওঁ। সেইকেইটা হৈছে— শান্তি, যুদ্ধ, শত্ৰুৰ পৰা প্ৰথম আঘাত অহালৈ বাট চাই থকা, আক্ৰমণ, মিত্ৰতা আৰু দুমুখীয়া নীতি গ্ৰহণ অৰ্থাৎ কোনো এক শত্ৰুৰ সৈতে মিত্ৰতা স্থাপন কৰি আন এক শত্ৰুৰ বিৰুদ্ধে সংগ্ৰাম অব্যাহত ৰখাৰ নীতি। সংস্কৃত ভাষাত উপৰি উক্ত ছটা সূত্ৰক বোলা হয়— সন্ধি, বিগ্ৰহ, আসন, য়ান, সংশ্ৰয় আৰু দ্বৈধিভাবঃ। অৱশ্যে বেলেগ বেলেগ গ্ৰন্থত এই শব্দকেইটাৰ বেলেগ বেলেগ অৰ্থ ব্যাখ্যা কৰা পোৱা যায়। এই গতানুগতিক তালিকাৰ পৰা অনুমান কৰিব পাৰি, ভাৰতীয় ৰাষ্ট্ৰনীতিৰ তাত্বিক পণ্ডিতসকলে পণ্ডিতম্মন্যতা জাহিৰ কৰি কেনে আনন্দ পাইছিল। তথাপি এই ষড়গুণ্যৰ তালিকা খুব অৰ্থব্যঞ্জক। শান্তি হৈছে ষড়গুণ্যৰ এটা নীতি মাত্ৰ। বাকীবোৰ হৈছে যি কোনো যুদ্ধৰ বিভিন্ন শাখাৰ আঙ্গিক। অৰ্থশাস্ত্ৰৰ ৭-১ স্থানত বাতব্যাধি নামে প্ৰাচীন এক গ্ৰন্থৰ কথা উল্লেখ কৰি কৈছে যে সেইজন তাত্বিকে ষড়গুণ্য শ্ৰেণীভাগ নেমানে। তেওঁ ক'ব বিচাৰে যে ৰাষ্ট্ৰনীতিৰ মাত্ৰ দুটাহে অঙ্গ— শান্তি আৰু যুদ্ধ। 'অৰ্থশাস্ত্ৰ' নিজে কিন্তু বাতব্যাধিৰ মতৰ ঘোৰ বিৰোধী। শান্তিভিত্তিক

আন্তঃৰাষ্ট্ৰীয় সম্বন্ধ সদায় ঋজুৰেখ আৰু স্পষ্ট। কিন্তু যুদ্ধ এক জটিল ব্যৱস্থা আৰু যুদ্ধজনিত অন্য ৰাষ্ট্ৰৰে হোৱা সম্বন্ধবোৰো অতিশয় জটিল। শত্ৰুক বুজাবলৈ সাধাৰণতে ব্যৱহাৰ কৰা শব্দবিলাকৰ এটা যে 'পৰ' যাৰ সহজ অৰ্থ অন্য বা আন—সেইটোও বৰ তাৎপৰ্যপূৰ্ণ কথা।

সকলো যুগতে ভাৰতীয় ৰজাৰ প্ৰধান উচ্চাকাঙ্ক্ষা আছিল দিগ্‌বিজয়। আনকি আগ্ৰাসনৰ নীতি পৰিহাৰ কৰি চলা সম্ৰাট অশোকেও দিগ্‌বিজয়ৰ আশা এৰা নাছিল। 'অৰ্থশাস্ত্ৰ'ই সেই কথাকে সংক্ষিপ্তভাৱে ব্যক্ত কৰিছে এইদৰে— "যি ৰজা পৰৰাজ্যৰ ৰজাতকৈ দুৰ্বল তেওঁ শান্তিৰ পথত চলিব লাগে। যি ৰজা 'পৰ'তকৈ শক্তিশালী তেওঁ কৰিব লাগে যুদ্ধ।" (১২ঃ১) বহুতো অন্যান্য গ্ৰন্থতো একে জ্ঞানোক্তিয়েই পুনঃ পুনঃ উচ্চাৰিত হৈছে সামান্যভাৱে বেলেগ বেলেগ ৰূপত। কিন্তু মৌৰ্য যুগৰ 'অৰ্থশাস্ত্ৰ'ৰ কথা পাহৰি সেই গ্ৰন্থৰে পৰৱৰ্তী কালৰ পাঠবোৰ পঢ়িলে আমি এক ভিন্ন সুৰৰ কথা পাওঁ। সেইবোৰত বৈদিকোত্তৰ যুগৰ গ্ৰন্থবোৰত থকা মতাদৰ্শৰ প্ৰভাৱ স্পষ্ট। হয়তো মৌৰ্য যুগৰ অৱসান আৰু গুপ্ত যুগৰ উত্থানৰ মধ্যৱৰ্তী প্ৰায় অৰাজক ৰাজনৈতিক অৱস্থাৰ লগত খাপ খোৱাকৈ সেই পাঠান্তৰ কৰি লোৱা হৈছিল।

আদিতে অৰ্থশাস্ত্ৰৰ যুদ্ধ আছিল 'অন্য উপায়ে নীতিৰ অনুসৰণ'। অৰ্থাৎ যুদ্ধনীতিৰ লক্ষ্য খ্যাতিলাভ নহয়— সম্পদ আৰু ক্ষমতা আহৰণহে। আমি ইয়াত তিনি ধৰণৰ বিজয় সম্বন্ধে যিবোৰ উক্তি উদ্ধৃত কৰিছোঁ সেইবোৰ হয়তো গতানুগতিক তত্ত্ব এটা সুমিষ্ট কৰাৰ এক চেষ্টা বা পৰৱৰ্তী যুগৰ এক প্ৰক্ষিপ্ত কথা কিন্তু গ্ৰন্থখনৰ মূল সুৰৰ লগত নিমিলে। সমগ্ৰ 'অৰ্থশাস্ত্ৰ' লিখিত ৰচিত হৈছিল মৌৰ্য আদৰ্শমতে এজন সম্ৰাট হ'বলৈ হাবিয়াস কৰা ৰজাৰ কামত আহিবৰ বাবে। এনে এজন উচ্চাকাঙ্ক্ষী ৰজাক নিষ্ফল আদৰ্শৰ বাবে যুদ্ধ কৰিবলৈ পৰামৰ্শ দিয়া উদ্দেশ্য 'অৰ্থশাস্ত্ৰ'ৰ কদাপিও নাছিল। ক্ষমতা আৰ্জনৰ আৰু অনেক উপায় আছে। ষড়যন্ত্ৰ আৰু গুপ্তহত্যাও আছিল সেইবোৰৰ ভিতৰুৱা। এই ধৰণৰ সকলো কৌশল কামত খটুৱাব লাগে। এনে ধৰণৰ সকলো উপায় অৱলম্বন কৰিও কাৰ্যসিদ্ধি নহ'লে শেষ উপায় হিচাপেহে যুদ্ধৰ পথ ল'ব লাগে। যদি এজন ৰজা চূড়ান্তভাৱে পৰাজিত হয় তেন্তে তেওঁ আত্ম-সমৰ্পণ কৰিবলৈ দ্বিধাবোধ কৰিব নেলাগে। আত্ম-সমৰ্পণ কৰি আশা কৰিব লাগে যেন এজন তলতীয়া ৰজা হিচাপে হ'লেও নিজৰ সিংহাসনতে বৰ্তি থাকিব পাৰে। তেতিয়া কালক্ৰমত পুনৰ মূৰ দাঙি উঠি উঠিৰজাৰ শাসন ওফৰাই পেলাই পুনৰ স্বাধীন হ'ব পাৰিব। অৰ্থশাস্ত্ৰত যুদ্ধক্ষেত্ৰত ন্যায়যুদ্ধৰ বিষয়ে কোনো কথা কোৱা নাই। তিনিও বিধ যুদ্ধজয়ৰ ভিতৰত অসুৰ বিজয়কে আটাইতকৈ লাভজনক আৰু সেইবাবেই বাঞ্ছনীয় বুলিহে কৈছে। অৰ্থশাস্ত্ৰৰ এঠাইত গ্ৰন্থখনৰ প্ৰপাদ্য অভিমতৰ প্ৰকৃতিৰ লগত খাপ নোখোৱা এটা কথা পোৱা

যায়। সেই ঠাইত বিজিত ৰাজ্যৰ ৰজাজনকে তলতীয়া ৰজা হিছাপে সেই ৰাজ্যৰ সিংহাসনত বাহাল থাকিবলৈ দিয়াই উচিত বুলি কোৱা হৈছে। কিন্তু সেই পৰামৰ্শৰ লগতে সংযুক্ত হৈছে সাম্ৰাজ্যবাদৰ স্বাৰ্থত মানৱীয়তা প্ৰদৰ্শনৰ এক কৌশল। কোৱা হৈছে যে বিজয়ী ৰজাই বিজিত দেশৰ জনসাধাৰণৰ মনত সন্তোষ দিব পৰাকৈ সৰ্বশক্তিৰে চেষ্টা কৰিব লাগিব। যদি যুদ্ধৰ ফলত সেই দেশৰ অৰ্থনীতি ক্ষতিগ্ৰস্ত হৈছে তেন্তে খাজনা ৰেহাই দিব লাগে। পৰাজিত ৰজাৰ মন্ত্ৰীসকলক ক্ষিপ্ৰতাৰে পুনৰ আগৰ আসনত বহুৱাই নিজৰ ফলীয়া কৰিবলৈ যত্নপৰ হ'ব লাগে। যিমান পাৰি সোনকালে আইন-শৃঙ্খলা পুনৰ প্ৰবৰ্তিত কৰিব লাগে। বিজিত ৰাজ্যত বাস কৰি থকা কালছোৱাত বিজয়ী ৰজাই স্থানীয় দেশৰ ধৰণে সাজ-পাৰ কৰিব লাগে আৰু স্থানীয় ৰীতি-নীতি মানি চলিব লাগে। গতিকে স্পষ্টভাৱে জনা যায় যে 'অৰ্থশাস্ত্ৰ'ৰ লক্ষ্য আছিল প্ৰধানকৈ লাভৰ কাৰণেই যুদ্ধৰ পাতনি মেলা আৰু এখন বৃহৎ সাম্ৰাজ্য নিৰ্মাণ কৰা।

প্ৰাচীন নৈতিক পৰম্পৰাৰ কিছুমান গ্ৰন্থত যুদ্ধৰ লক্ষ্য সম্বন্ধে ভিন্ন দৃষ্টিভংগী দেখা যায়। সেইবোৰত কোৱা হৈছে যুদ্ধৰ প্ৰধান উদ্দেশ্য হৈছে গৌৰৱ অৰ্জন, সম্পদলাভ নহয়। যুদ্ধ কোনো নিৰ্দিষ্ট লাভজনক উদ্দেশ্য সিদ্ধিৰ বাবে কৰা প্ৰয়াস নহয়। যুদ্ধ হ'ল যোদ্ধাৰ ধৰ্মৰ অঙ্গ আৰু সেইবাবেই উত্তম অনুশীলন বুলি গণ্য। কোনো এজন ৰজাই সিংহাসন আৰোহণ কৰি সুপ্ৰতিষ্ঠিত হ'লেই তেওঁৰ অৱশ্যকৰণীয় কাম আছিল চুবুৰীয়া ৰজাৰ ৰাজ্যবোৰ আক্ৰমণ কৰা। ন্যায়যুদ্ধৰ নিয়ম-নীতিবোৰ আগৰে পৰা দিয়া আছেই। যদিও 'অৰ্থশাস্ত্ৰ'ত ন্যায়যুদ্ধৰ বিষয়ে একো কথা কোৱা হোৱা নাই। মনু আদি পিছৰ যুগৰ গ্ৰন্থকাৰসকলৰ মতে যুদ্ধ হৈছে বিশাল এক সমৰক্ৰীড়া-সমাৰোহ ইংৰাজীত যিটোক টুৰ্ণামেণ্ট বুলি কোৱা হয়। সেই ক্ৰীড়া-সমাৰোহত পালনীয় কিছুমান ধৰা-বন্ধা ৰীতি-নীতি আছিল। যেনে—ৰথাৰোহী যোদ্ধাই পদাতিক শত্ৰুক আক্ৰমণ কৰিব নেপায়। পলায়ন কৰা, আঘাতপ্ৰাপ্ত আৰু আত্ম-সমৰ্পণ কৰা শত্ৰু অবধ্য। যিবিলাক শত্ৰু সৈন্যই যি কোনো কাৰণতে নিৰস্ত্ৰ হৈছে, তেনে শত্ৰুও অবধ্য। বিহসনা অস্ত্ৰৰ ব্যৱহাৰ নিষিদ্ধ। বিজিত পক্ষৰ বশ্যতা স্বীকাৰেই হৈছে যুদ্ধৰ প্ৰধান লক্ষ্য—শত্ৰুৰ ৰাজ্য গ্ৰাস কৰাটো নহয়।

এইবোৰ ৰীতি-নীতি সদায় যে মানি চলা হৈছিল সেইটো নহয়। মহাভাৰতৰ বীৰগণে বহুবাৰ সেইবোৰ ৰীতি-নীতি লংঘন কৰাৰ দৃষ্টান্ত আছে। কিছুমান তেনে ধৰণৰ নিয়মভঙ্গ হৈছিল বীৰ নায়কসকলৰ পৰামৰ্শদাতা স্বয়ং শ্ৰীকৃষ্ণৰ উদ্‌গনিতে। পিছত তেনে নিয়মভঙ্গৰ কাৰণ ব্যাখ্যা কৰা হৈছিল নানা অজুহাত দেখুৱাই—নিৰুপায় পৰিস্থিতিৰ এৰাব নোৱৰা প্ৰয়োজন ইত্যাদি ইত্যাদি। আৰু সেইবোৰ দোষ ক্ষমাও কৰা হৈছিল। যিজন ৰজাই নিজৰ জয় বা পৰাজয় সম্বন্ধে প্ৰথমৰে পৰাই সুনিশ্চিত তেওঁহে

যুদ্ধৰ ন্যায়নীতি সম্পূৰ্ণকৈ মানি চলিব পাৰিছিল। য'ত জয় বা পৰাজয় সুনিশ্চিত নহয় তাত আত্মৰক্ষাৰ প্ৰয়োজনে উচিত-অনুচিতৰ বিবেচনা অতিক্ৰম কৰি দুয়ো পক্ষকে নকৰিবলগীয়া কামত প্ৰবৃত্ত কৰে। এনে ধৰণৰ বীৰমহিমাবোধসূচক ৰণনীতি খুব সম্ভৱ অতি প্ৰাচীন পৰম্পৰাৰ অন্তৰ্গত আদৰ্শ আছিল আৰু পশ্চিম ভাৰতৰ যুদ্ধপ্ৰিয় জাতি-গোষ্ঠীবিলাকৰ মাজত বিধিবদ্ধ আৰু সমাহৃত হৈছিল মৌৰ্য যুগৰ পিছৰ সময়ছোৱাত। এনে ধৰণৰ ন্যায়নিষ্ঠ ৰণনীতিৰ ফলত যোদ্ধা-প্ৰতিযোদ্ধা আৰু অসামৰিক লোক সকলোৰে বাবে বিধ্বংসী যুদ্ধৰ কঠোৰতাৰ নিশ্চয় কিছু উপশম ঘটিছিল। বিশ্বৰ অন্য কোনো সভ্যতাতে সমৰক্ষেত্ৰত এনে মানবীয় আচৰণৰ আদৰ্শব্যঞ্জক ৰীতি-নীতি প্ৰচলিত আছিল বুলি জনা নেযায়।

এইবিলাক ধৰ্মযুদ্ধৰ ৰীতি-নীতিৰ উপৰি পিছৰ কিছুমান শাস্ত্ৰ-গ্ৰন্থত বীৰ খ্যাতি অৰ্থাৎ সামৰিক সন্মানবোধৰ বিষয়ৰ আলোচনা পোৱা যায়। অতিশয় বাস্তৱ বুদ্ধিযুক্ত 'অৰ্থশাস্ত্ৰ'ত সেই ধৰণৰ আলোচনা পোৱা নেযায়—যদি তেনে কিবা আছেও সি ৰণুৱাৰ মনৰ বল অটুট ৰাখিবলৈ কৰা 'প্ৰপাগেণ্ডা'ৰ বা প্ৰচাৰৰ অংশ হিছাপেহে বৰ্ণিত। যুদ্ধৰ পৰা পলায়ন বা ৰণভঙ্গ দিয়াটো হৈছে সবাতোকৈ বেছি লজ্জাকৰ কথা। পলায়মান অৱস্থাত নিহত সৈন্যৰ গাত নিজৰ ৰজাৰ পাপৰ ভাগ পৰে আৰু মৃত্যুৰ পাছত সেই পাপৰ বাবে নৰক ভোগ কৰে। কিন্তু সন্মুখ সমৰত যুদ্ধৰত অৱস্থাত মৃত্যুৰ মুখত পৰা সৈনিক পোনে পোনে স্বৰ্গলৈ গমন কৰে। যুদ্ধক্ষেত্ৰত এনে আদৰ্শৰ চূড়ান্ত ৰূপ প্ৰতিভাত হৈছিল মধ্যযুগৰ বহুতো ৰাজপুত ৰজা-ৰাজন্যৰ 'জওহৰ ব্ৰত' পালনত। অনিবাৰ্য পৰাজয়ৰ সন্মুখত নগৰ বা দুৰ্গৰ সকলো সমৰ্থ পুৰুষে যুদ্ধযাত্ৰা কৰি ওলাই যায় যুদ্ধ কৰি কৰি মৃত্যু বৰণ কৰিবৰ বাবে আৰু পুৰনাৰীসকলে পৰিয়ালসহ দুৰ্গৰ অভ্যন্তৰত বিশাল অগ্নিকুণ্ড প্ৰজ্জ্বলিত কৰি আত্মাহুতি কৰে। শত্ৰুৰ হাতত বন্দী হোৱাতকৈ মৃত্যু শতগুণে শ্ৰেয়ঃ। তাকে বোলে জওহৰ।

মৃত সিংহতকৈ জীৱন্ত কুকুৰো ভাল বুলি প্ৰচলিত আপ্ত-বাক্যত বিশ্বাস স্থাপন কৰা নাছিল মহাভাৰত-ৰামায়ণৰ যুদ্ধৰ আদৰ্শেৰে অনুপ্ৰাণিত প্ৰাচীন হিন্দুসকলে। সেইবুলি 'অৰ্থশাস্ত্ৰ'ৰ শিক্ষাও সম্পূৰ্ণ বিস্মৃত হোৱা নাছিল। কাৰণ মধ্যযুগৰ ভাৰতৰ সকলো ৰজায়েই নিশ্চিত পৰাজয়ৰ মুখত সপৰিয়ালে আত্মাহুতি দিয়াৰ কথা চিন্তা কৰা নাছিল। মুছলমান আক্ৰমণকাৰীসকলক প্ৰতিৰোধ কৰা অনেক হিন্দু ৰজাৰ লগতে বিদেশী শত্ৰুক ধন-সোণ দি সন্তুষ্ট কৰি যেনে তেনে নিজৰ খণ্ডিত ৰাজ্যৰ কৰতলীয়া হিছাপে চিৰবৈৰী ম্লেচ্ছৰ অধীনতে থাকিবলৈ বিচৰা ৰজাও অনেক আছিল।

এনে ধৰণৰ ৰাজনৈতিক বাতাৱৰণত আন্তঃৰাজ্যিক সম্বন্ধবোৰ 'অতিমেকিয়াভেলিয়ান' অৰ্থাৎ কূটনীতিৰে পূৰ্ণ হ'বই। এজন ৰজাৰ লগত আন এজন

ৰজাৰ পাৰস্পৰিক সম্বন্ধ নিৰ্ভৰ কৰিছিল মণ্ডলৰ ধাৰণাৰ ভিত্তিত। ৰাষ্ট্ৰনীতিৰ তাত্ত্বিক পণ্ডিতসকলে তাৰ নানা শাস্ত্ৰীয় ব্যাখ্যা দিছে। ৰাজ্যবোৰৰ মণ্ডল-বৃত্তৰ কেন্দ্ৰ যি ৰাজ্যত অৱস্থিত সেই ৰাজ্যৰ ৰজাই সদায় দিগ্‌বিজয় কামনা কৰে। সেইবাবে তেওঁক বোলা হয় 'বিজিগীষু'। তেনে ৰজাৰ সীমাতে লাগি থকা ৰাজ্যৰ ৰজা হ'ল 'অৰি' বা শত্ৰু। 'অৰ্থশাস্ত্ৰ'ত কৈছে, "তেনে ৰাজ্যৰ ৰজা যদি যি কোনো কাৰণতে বিপদগ্ৰস্ত হয় তেন্তে লগে লগে আক্ৰমণ কৰিব লাগে কাৰণ সেই সময়ত কোনো মিত্ৰশক্তিৰ সহায় নেথাকিলে তেনে 'অৰি' ৰজাক উৎখাত কৰা সম্ভৱ হ'ব। আন সময়ত অৰি ৰজাক নানা ধৰণৰ আক্ৰমণেৰে ব্যতিব্যস্ত কৰি দুৰ্বল কৰি তুলিব লাগে।" 'অৰি' ৰাজ্যৰ সিপাৰে 'অৰি' ৰাজ্যৰ গাতে লাগি থকাখন 'মিত্ৰ' ৰাজ্য। দিগ্‌বিজয়ৰ মানস কৰা ৰজাৰ বাবে শত্ৰু ৰজাৰ চুবুৰীয়া ৰজাজন সদায় মিত্ৰ। ৰাষ্ট্ৰনীতিৰ 'মণ্ডল'—সূত্ৰ এইখিনিলৈকে সৰল আৰু স্বাভাৱিক। কিন্তু শাস্ত্ৰকাৰসকলে ব্যাখ্যা বিস্তাৰ কৰিছে আৰু দূৰলৈ। 'মিত্ৰ'ৰ ৰাজ্যৰ সিপাৰৰ ৰজাজনক বোলা হৈছিল 'অৰি' ৰজাৰ মিত্ৰ গতিকে 'অৰিমিত্ৰ'। অৰিমিত্ৰৰ সিপাৰৰ জনক বোলা হৈছিল মিত্ৰৰজাৰ মিত্ৰ গতিকে 'মিত্ৰমিত্ৰ'। একে পদ্ধতিৰে দিগ্‌বিজয়কামী ৰজাৰ বিজয় অভিযানৰ বিপৰীত দিশৰ চুবুৰীয়া আৰু চুবুৰীয়াৰ চুবুৰীয়া ৰজাসকলৰো সংজ্ঞা আছিল বেলেগ বেলেগ। বিপৰীত দিশৰ গাতে লাগি থকা ৰজাক বোলা হৈছিল 'পাৰ্ষ্ণিগ্ৰহ' বা পিছফালৰ পৰা ভৰিত জপটিয়াই ধৰি ৰাখিব খোজাজন। সেইজন ৰজাৰ সিপাৰৰ জন হ'ল 'আক্ৰন্দ' মানে পিছপিনৰ বন্ধু ; আক্ৰন্দৰ সিপাৰৰ জন হ'ল ভৰিত জপটিয়াই ধৰি গতি ৰুদ্ধ কৰিবলৈ বিচৰাজনৰ বন্ধু বা 'পাৰ্ষ্ণিগ্ৰহাচাৰ'। এই ধৰণৰ গণনাৰ পদ্ধতিও সৰল— ৰজাৰ চুবুৰীয়া ৰজা মানে শত্ৰু ৰজা। শত্ৰুৰজাৰ সিপাৰৰ ৰজা গতিকে স্বাভাৱিকতে ৰজাৰ মিত্ৰ। এই নীতিৰ অনুশীলন কৰা হৈছিল হিন্দু ভাৰতৰ সুদীৰ্ঘ ইতিহাসত সৰ্বযুগত সমগ্ৰ ভাৰতত। দুখন ৰাজ্যৰ ৰজাৰ মাজত সাময়িক বন্ধুত্ব স্থাপন আৰু যুগপৎ আক্ৰমণৰে মধ্যৱৰ্তী ৰাজ্যবোৰৰ ধ্বংসসাধন।

এনে পৰিৱেশত আন্তঃৰাজ্যিক বা ৰাষ্ট্ৰীয় কূটনৈতিক সম্বন্ধবোৰো সম্পূৰ্ণভাৱে সুসংগঠিত হোৱাৰ কথাই নুঠে। গতিকে সেই কালছোৱাত কোনো ৰাষ্ট্ৰত কোনো ৰাষ্ট্ৰৰে স্থায়ী ৰাষ্ট্ৰদূত ৰখা দেখা নেযায়। এজন ৰজাৰ লগত আন এজন ৰজাই কিবা কামত যোগাযোগ কৰিব লগা হ'লে দূত পঠোৱাৰহে নিয়ম আছিল আৰু দূতজনাই নিজৰ কৰ্তব্য কাম শেষ হোৱালৈকেহে পৰৰাজ্যৰ আতিথ্য গ্ৰহণ কৰিছিল। বিশ্বৰ সৰহভাগ সভ্যতাতে দূত সদায় অবধ্য। কোনো ৰজাই অন্য ৰজাই প্ৰেৰণ কৰা দূত বা কটকীক বধ কৰিলে পাত্ৰ-মন্ত্ৰী সমন্বিতে নৰকগামী হয় বুলি আটায়ে বিশ্বাস কৰিছিল।

মেগাস্থিনিছে লিখিছে—ওচৰতে ঘোৰ যুদ্ধ চলি থকা অৱস্থাতো কৃষকসকলে

নিজৰ খেতিৰ মাটিত শান্তিৰে হাল বাই থাকিব পাৰিছিল। কিন্তু এইটো কোনো ব্যতিক্ৰমী ঘটনাহে হ'ব পাৰে। সাধাৰণতে তেনে হোৱা কথা বিশ্বাস নহয়। শত্ৰুক নিশকতীয়া কৰি তুলিবলৈ খাদ্যশস্য বিনষ্ট কৰা বিধেয় বুলি শাস্ত্ৰতে কোৱা হৈছে। যুদ্ধত অংশ গ্ৰহণ নকৰা অসামৰিক প্ৰজা প্ৰাণনাশ বিধিবহিৰ্ভূত বুলি দৃঢ় বিশ্বাস সকলোৰে মনত আছিল যদিও সদায় সেই নীতি মানি চলা হোৱা নাছিল। কিবা প্ৰকাৰে সুৰক্ষা নেপালে যুদ্ধৰ সময়ত বা স্থানত আক্ৰমণকাৰী শত্ৰুৰ পৰা কৃষক শ্ৰেণী সম্পূৰ্ণ নিৰাপদে থকা কথা অসম্ভৱ আছিল। যদিও যুদ্ধ জয়ৰ পিছত বিজিত নগৰত মুকলি লুটপাট প্ৰাচীন ভাৰতত বিৰল ঘটনা আছিল, তথাপি বিজিত নগৰৰ নাগৰিকসকলে শত্ৰুৰ লুণ্ঠন আৰু শোষণৰ উপদ্ৰৱ সহ্য কৰিবলগীয়া হৈছিল। হিন্দু ভাৰতৰ ৰাজনৈতিক বাতাবৰণ আৰু অৱস্থা মধ্যযুগীয় ইউৰোপৰ দৰেই আছিল। মধ্যযুগৰ ইউৰোপতো সমগ্ৰ মহাদেশ জুৰি এক ব্যাপক আৰু স্বীকৃত সাংস্কৃতিক ঐক্য দেশ-দেশান্তৰৰ মাজত আছিল যদিও আন্তঃৰাজ্যিক সম্বন্ধ পৰ্যুদস্ত হৈছিল নিৰবচ্ছিন্ন যুদ্ধ-বিগ্ৰহৰ ফলত হোৱা অহৰহ ৰাষ্ট্ৰবিপ্লৱৰ দ্বাৰা। কিন্তু ইউৰোপত সুসংগঠিত আৰু কেন্দ্ৰীয়ভাৱে সঞ্চালিত শক্তিশালী ৰোমান কেথলিক চাৰ্চ আছিল ক্ষয়ংকৰী ৰাষ্ট্ৰবিপ্লৱৰ কালত শান্তি স্থাপনৰ বাবে চেষ্টা কৰিবলৈ। কিন্তু ভাৰতত হিন্দু ধৰ্মৰ তেনে কোনো সমগ্ৰ ভাৰতকে প্ৰভাবান্বিতে কৰিব পৰা সৰ্বভাৰতীয় সংগঠন নাছিল। তাৰ পৰিবৰ্তে ধৰ্মশাস্ত্ৰৰ বিধিগত বহুতো শাস্ত্ৰীয় ভাবাদৰ্শ যুদ্ধ-বিগ্ৰহৰ পৰম্পৰা বেছি আক্ৰমণাত্মক হৈ উঠি আন্তঃৰাজ্যিক শান্তিৰ পথ বিঘ্নিতহে কৰিছিল নানাভাৱে।

## সামৰিক সংগঠন আৰু প্ৰযুক্তি

প্ৰাচীন ভাৰতীয় সৈন্যবাহিনীত একাধিক শ্ৰেণীৰ সৈন্য আছিল। তাৰ ভিতৰত কেতিয়াবা ছয় প্ৰকাৰ সেনাৰ নাম পোৱা যায়। যেনে— পুৰুষানুক্ৰমিকভাৱে ৰজাৰ সৈন্যবাহিনীত থকা খাচ ৰাজকীয় সেনাদল—এই বিধ সৈন্যই আছিল বাহিনীৰ মেৰুদণ্ড স্বৰূপ। দ্বিতীয় বিধ হৈছে যুদ্ধ-ব্যৱসায়ী বেতনভোগী সৈন্য। তাৰ পিছৰ বিধ হ'ল বিভিন্ন 'গীল্ড' বা নিগমসমূহে যোগান ধৰা সৈন্য, যাৰ নাম আছিল 'শ্ৰেণী'। কৰতলীয়া মিত্ৰৰজাসকলে যোগান ধৰা সৈন্যৰে তাৰ পিছৰ বিধ। পঞ্চম বিধ গঠিত হৈছিল শত্ৰুৰ বাহিনী ত্যাগ কৰি অহা সৈন্যৰে। শেহৰ বিধত আছিল উপজাতীয় পাহাৰীয়া জাতিৰ সেনা। সেইবিলাক সৈন্য পৰ্বত আৰু অৰণ্য অঞ্চলত গৰিলা যুদ্ধৰ বাবে ব্যৱহৃত হৈছিল। ওপৰত উল্লেখ কৰা ছয় বিধ সৈন্যৰ তৃতীয় অৰ্থাৎ 'শ্ৰেণী' নামৰ বিধ কেনে সৈন্যৰ দ্বাৰা গঠিত হৈছিল সেইটো বুজা টান। সম্ভৱতঃ সদাগৰ শ্ৰেণীৰ 'গীল্ড'বিলাকে

নিজৰ বাণিজ্যিক 'কাৰাভান' আৰু কেন্দ্ৰবিলাকৰ নিৰাপত্তাৰক্ষী হিছাপে গঠন কৰা বেতনভোগী ৰণুৱা শ্ৰেণীৰ লোককে ৰজাৰ বাহিনীত সেৱা আগবঢ়াবলৈ দিয়া সৈন্য আছিল সেইবিলাক। মধ্যযুগীয় সিংহলত মালাবাৰৰ সদাগৰসকলৰ মণিগ্ৰাম নামে এক নিগমৰ নিজা এক সৈন্যবাহিনী আছিল। ওঠৰ শতিকাৰ ভাৰতত অনাৰেব্ল্‌জন কোম্পানীৰ সৈন্যবাহিনীৰ দৰে মণিগ্ৰামৰ সেই সদাগৰী 'গীল্ড'ৰ বেতনভোগী সৈন্যবাহিনীয়ে দ্বীপ ৰাষ্ট্ৰৰ ৰাজনীতিত অনেক চূড়ান্ত মীমাংসা সম্ভৱ কৰিছিল। মালাবাৰ অৰ্থাৎ কেৰালা আৰু কৰ্ণাটক অৰ্থাৎ মহীশূৰৰ ভীষণমূৰ্তি অস্ত্ৰ ব্যৱসায়ী যোদ্ধা সৈন্যবোৰে যি কোনো মধ্যযুগীয ভাৰতীয় আৰু সিংহলী ৰজাৰ সৈন্যবাহিনীত সহজেই চাকৰি পাইছিল।

ভাৰতীয় হিন্দু সমাজৰ বৰ্ণাশ্ৰমৰ চতুৰ্বৰ্ণৰ ক্ষত্ৰিয় বৰ্ণৰ লোকেই উৎকৃষ্ট যোদ্ধাৰ জাত বুলি খ্যাত আছিল বাবে যি কোনো ৰাজকীয় বাহিনীৰ খাচ পুৰুষানুক্ৰমিক ৰণুৱাবিলাকে নিজকে ক্ষত্ৰিয় বৰ্ণৰ লোক বুলি গণ্য কৰিছিল। কিন্তু যুদ্ধত সকলো বৰ্ণৰ লোকেই অংশগ্ৰহণ কৰিছিল। ব্ৰাহ্মণে উচ্চ সামৰিক পদ অলঙ্কৃত কৰাৰ উল্লেখ মহাকাব্য আৰু বহু মধ্যযুগীয়া লিপিত পোৱা যায় আৰু কিছুমান শাস্ত্ৰত ব্ৰাহ্মণৰ যুদ্ধত অংশ গ্ৰহণত স্পষ্টভাৱে অনুমোদনো দিয়া হৈছে। তলৰ বৰ্ণৰ মানুহেও সহায়কাৰী বা তলতীয়া সৈন্য হিছাপে যুদ্ধত ভাগ লৈছিল। কিন্তু পিছৰ ৰাজনীতি বিষয়ক শুক্ৰৰ দ্বাৰা প্ৰণীত এখন গ্ৰন্থত বিধান দিয়া হৈছে যে প্ৰয়োজনত প্ৰধান সৈন্যাধ্যক্ষৰ দৰে উচ্চতম সামৰিক পদতো শূদ্ৰ বা হীনবৰ্ণৰ মানুহক নিযুক্তি দিয়াত কোনো বাধা নাই।

আদি বৈদিক যুগত উপজাতীয় সমাজৰ ৰীতিমতে সকলো স্বাধীন নাগৰিকেই যুদ্ধত অংশ ল'ব পাৰিছিল। কিন্তু বৰ্ণ বিভাজনৰ শিপা সমাজত দৃঢ়কৈ বহাৰ পিছত যুদ্ধত সকলো শ্ৰেণীৰ লোকৰে অংশ গ্ৰহণৰ দস্তুৰ নোহোৱা হৈছিল ভাৰতৰ সৰহভাগ ঠাইতে। মৌৰ্যসকলৰ দিনৰ পৰা ভাৰতৰ কোনো প্ৰধান ৰাজ্যতে বাধ্যতামূলক সামৰিক সেৱাৰ আইন থকাৰ উল্লেখ পোৱা নেযায়। অৱশ্যে 'অৰ্থশাস্ত্ৰ'ত কিছুমান গাঁৱে খাজানাৰ পৰিৱৰ্তে ৰজাৰ সৈন্যবাহিনীলৈ ৰণুৱা যোগান ধৰাৰ কথা আছে। মধ্যযুগৰ অৰ্দ্ধ-সামন্ততান্ত্ৰিক সমাজ-ব্যৱস্থাত এনে কিছুমান গাঁও থকাৰ প্ৰমাণো পোৱা যায়। উত্তৰ-পশ্চিম ভাৰত, ৰাজস্থান আৰু দাক্ষিণাত্যৰ পশ্চিমাঞ্চলত বসবাস কৰি থকা অনেক উপজাতীয় লোকৰ উগ্ৰ সমৰপ্ৰিয় স্বভাৱ সেই আদি যুগৰ পৰা বৰ্তমান কাললৈকে প্ৰায় একেদৰেই আছে। ইতিমধ্যে হোৱা বহু বিদেশী শত্ৰুৰ বাৰম্বাৰ আক্ৰমণ আৰু ৰজা সলনি হোৱাৰ পিছতো তেওঁলোকৰ দুৰ্দ্ধৰ্ষ যুদ্ধপ্ৰিয় প্ৰকৃতি অপৰিৱৰ্তিত হৈয়ে আছে। এনে জাতিৰ সকলো শাৰীৰিকভাৱে সক্ষম মানুহেই যুদ্ধত অংশ গ্ৰহণ কৰিছিল।

পৰম্পৰাগতভাৱে ভাৰতীয় সৈন্যবাহিনী আছিল চতুৰঙ্গ অৰ্থাৎ চাৰি ভাগত বিভক্ত— গজাৰোহী, অশ্বাৰোহী, ৰথী আৰু পদাতিক। কিছুমান গ্ৰন্থত আৰু কেইটামান

ভাগ পোৱা যায়। যেনে— নৌবিভাগ, চোৰাংচোৱা বিভাগ, আগৰণুৱা বাহিনী আৰু সামৰিক যোগান বিভাগ। তেনেকৈ হ'লে ছয়টা বা আঠটা বিভাগ হয়গৈ। সমসাময়িক ৰণনীতিৰ তত্ত্বানুসৰি উপৰি উক্ত আটাইকেইটা বিভাগৰে প্ৰথমটোৰে সামৰিক গুৰুত্ব আছিল সৰ্বাধিক।

যুদ্ধৰ বাবে প্ৰশিক্ষণ দিয়া হস্তীযূথৰ কথাৰ প্ৰথম উল্লেখ পোৱা যায় বৌদ্ধ ধৰ্মশাস্ত্ৰত। তাত কোৱা হৈছে যে মগধৰ ৰজা বিম্বিসাৰৰ যব ডাঙৰ আৰু সুশিক্ষিত এক হস্তীবাহিনী আছিল। অতি মনোযোগেৰে আৰু সযতনে যুদ্ধৰ হস্তীবোৰক প্ৰশিক্ষণ দিয়া হৈছিল। সমৰ-অভিযানত গজাৰোহী সৈন্য সদায় সম্মুখ ভাগত যায়। আধুনিক যুদ্ধ অভিযানত টেংকবোৰে যি কাম কৰে, একেই ভূমিকাত তেতিয়া অৱতীৰ্ণ হৈছিল হস্তীবাহিনীয়ে। শত্ৰুপক্ষৰ সমৰ-সজ্জা ভেদ কৰি বাঁহ-কাঠ-লোহাৰ হেঙাৰ, তোৰণ আদি ভাঙি তচনচ কৰি শত্ৰুৰ প্ৰতিৰক্ষা বিপৰ্যস্ত কৰি তোলাত হস্তীবাহিনীৰ তুলনা নাছিল। তাৰ উপৰি তৰাং পানীৰ নদী বা জান-জুৰি অতিক্ৰম কৰিবলৈ হাতীৰ শৰীৰে জীৱন্ত সেতুৰ কাম কৰিছিল। সাধাৰণতে চামৰাৰ বৰ্মৰে যুদ্ধৰ হস্তীৰ দেহ আবৃত কৰি ৰখা হৈছিল। দাঁতৰ আগত লোহাৰ শেল লগাই দিয়া হৈছিল। ষষ্ঠ শতাব্দীত ভাৰতবৰ্ষ ভ্ৰমণ কৰা ছুং ইয়ুন নামৰ এজন পৰ্যটকে যুদ্ধৰত হাতীৰ শুঁৰত তৰোৱাল বান্ধি দিয়া আৰু সেই তৰোৱালেৰে হাতীয়ে ভয়ঙ্কৰ ৰক্তক্ষয় কৰা বুলি উল্লেখ কৰিছে। কিন্তু তেনে কৌশল অৱলম্বন কৰা বুলি অন্য কোনো গ্ৰন্থতে উল্লেখ পোৱা নেযায়। হাতীৰ পিঠিত মাউতৰ বাহিৰেও দুই-তিনিজন তীৰন্দাজ, শেল আৰু দীঘল বৰ্শাধাৰী সৈন্য থাকে আৰু লগত থাকে সৰু এদল পদাতিক সৈন্য হাতীৰ পশ্চাৎ আৰু পাৰ্শ্বভাগ ৰক্ষা কৰি যাবলৈ।

ভাৰতীয় সমৰবিদসকলে হাতীৰ ব্যৱহাৰৰ ওপৰত এইদৰে অত্যধিক নিৰ্ভৰ কৰাৰ পৰিণাম ব্যৱহাৰিক দিশৰ পৰা বিবেচনা কৰিলে কিন্তু অতিশয় দুৰ্ভাগ্যজনক বুলি প্ৰমাণিত হৈছিল। কাৰণ যুদ্ধৰত হস্তীবাহিনী আগতে নেদেখা কোনো আক্ৰমণকাৰী শত্ৰুবাহিনীয়ে প্ৰথমতে গজাৰোহী সেনা দেখিলে ভয়ত বিতত হয় যদিও হস্তীবাহিনী অপৰাজেয় কোনোকালে নাছিল। উদাহৰণ স্বৰূপে, পিৰাছ আৰু হানিবলৰ বিশাল হস্তীবাহিনীক পৰাস্ত কৰাৰ কৌশল উদ্ভাৱন কৰিছিল ৰোমান সৈন্যই। একে ধৰণে গ্ৰীক, তুৰ্কী আৰু অন্যান্য আক্ৰমণকাৰীবিলাকেও ভাৰতীয় সৈন্যবাহিনীৰ গজাৰোহী সেনালৈ ভয় নকৰা হৈছিল। অতি সুশিক্ষিত হাতীকো তুলনামূলকভাৱে সহজেই ভয় খুৱাব পৰা গৈছিল, বিশেষকৈ জুইৰ সহায়ত। যি কোনো হাতী এটাৰ মনতো ত্ৰাসৰ সঞ্চাৰ হৈ চক্ খালে সেই ত্ৰাস তাৰ লগৰ আন আন হাতীলৈও সংক্ৰমিত হয়। চাওঁতে চাওঁতে সমগ্ৰ হস্তীবাহিনী দিকবিদিক জ্ঞানশূন্য হৈ পিঠিৰ পৰা আৰোহী ওফৰাই পেলাই

উভতি নিজৰ সৈন্যবাহিনীকে মহতিয়াই পলাবলৈ ধৰে। ভাৰতীয় হিন্দু ৰজাবিলাকৰ হস্তীবাহিনীৰ ওপৰত থকা এনে অটল বিশ্বাসৰ করুণ পৰিণতিৰ কথা জানিও বিজয়ী মুছলিম শাসনকর্তাসকলেও কেইপুৰুষমান ভাৰতত বাস কৰাৰ পিছত নিজেও যুদ্ধৰত হস্তীবাহিনীৰ ওপৰত অতিমাত্রা নির্ভৰশীল হৈ পৰিছিল যেন উত্তৰাধিকাৰ সূত্রেই। তেওঁলোকেও পিছৰ যুগত হস্তীবাহিনী নথকা শত্রুবাহিনীৰ হাতত একে ধৰণে বিপর্যস্ত হ'ব লগাত পৰিছিল।

যুদ্ধত অশ্বাৰোহী সেনাৰ গুৰুত্ব কোনেও অস্বীকাৰ কৰিব নোৱাৰে। কিন্তু ভাৰতীয় হিন্দু ৰজাসকলৰ অশ্বাৰোহী সেনা যোগ্যতাৰ মাপকাঠিৰে চালে আদি কালৰ অন্য জাতিৰ অশ্বাৰোহী সেনাতকৈ নিম্নমানৰ আছিল বুলি ক'ব পাৰি। দৰাচলতে অশ্বাৰোহী সৈন্যৰ এই দুৰ্বলতা আছিল উত্তৰ-পশ্চিম দিশৰ পৰা ভাৰত আক্ৰমণ কৰা শত্ৰুসেনাৰ হাতত ভাৰতীয় হিন্দু বাহিনীৰ পৰাজয়ৰ এক প্ৰধান কাৰণ। খ্ৰীঃ পূঃ ৩২৬ বৰ্ষত আলেকজেণ্ডাৰৰ হাতত ৰজা পুৰুৰ চূড়ান্ত পৰাজয় আৰু ১১৯২ চনত মহম্মদ ঘোৰীৰ হাতত ৰজা পৃথ্বীৰাজৰ পৰাজয়ো হৈছিল শত্রুপক্ষৰ তুলনামূলকভাৱে শ্ৰেষ্ঠ আৰু অধিক গতিশীল অশ্বাৰোহী সেনাৰ বাবেই। শত্রুৰ অশ্বাৰোহী তীৰন্দাজ সেনাই ভাৰতীয় বাহিনীক বিশেষভাৱে বিপদগ্ৰস্ত কৰিব পাৰিছিল।

যুদ্ধত ব্যৱহৃত যান হিছাপে ৰথৰ প্ৰচলন বন্ধ হৈছিল খ্ৰীষ্টাব্দ গণনা আৰম্ভ হোৱাৰ সময়ৰ পৰাই। বৈদিক যুগত ৰথাৰোহী সৈন্যৰ গুৰুত্ব ৰণক্ষেত্ৰত বৰ বেছি আছিল। মহাকাব্যৰ যুদ্ধ-বৰ্ণনাতো ৰথী-মহাৰথীৰ প্ৰাধান্য পোৱা যায়। 'অৰ্থশাস্ত্ৰ' আৰু অন্যান্য গ্ৰন্থতো মৌৰ্যযুগৰ যুদ্ধক্ষেত্ৰত ৰথাৰোহী সৈন্যৰ ব্যাপক ব্যৱহাৰৰ উল্লেখ পোৱা যায়। তেতিয়াৰ যুগৰ কিছুমান ভাস্কৰ্যত যুদ্ধৰত কিছুসংখ্যক ৰথৰ খোদিত প্ৰতিকৃতি দেখা গৈছে। কিন্তু গুপ্তযুগত যুদ্ধত ৰথী-মহাৰথীৰ কোনো ভূমিকাই নাছিল, ৰথ ব্যৱহৃত হৈছিল যানবাহন হিছাপেহে। বৈদিক যুগৰ দুটা ঘোঁৰাই টনা এজন সাৰথি আৰু এজন যোদ্ধা কঢ়িওৱা লঘুভাৰ ৰথ পিছলৈ গধুৰ আৰু বৃহৎ আকৃতিৰ হৈ পৰিছিল। ধ্ৰুপদী গ্ৰন্থবোৰত একে শাৰীতে চাৰিটা ঘোঁৰাই টনা ৰথৰ উল্লেখ পোৱা যায়। সাঞ্চি আৰু অন্যান্য ঠাইত চাৰিজন আৰোহীৰে তেনে ধৰণৰ ৰথৰ প্ৰতিকৃতি থকা ভাস্কৰ্যও দেখা যায়।

সামৰিক প্ৰয়োজনত পোত বা জাহাজৰ ব্যৱহাৰৰো বহু ঠাইত উল্লেখ পোৱা যায়। কিন্তু প্ৰাচীন ভাৰতীয় ৰজাসকলৰ নৌ-শক্তি বা নৌ-যুদ্ধৰ বিষয়ে কিবা বাস্তৱ ধাৰণা আছিল তাৰ কোনো প্ৰমাণ নাই। জাহাজ ব্যৱহাৰ কৰা হৈছিল প্ৰধানকৈ ডাঙৰ ডাঙৰ ভাৰতীয় নদীবোৰেদি সৈন্য কঢ়িয়াবলৈ। কিন্তু চালুক্যৰাজ দ্বিতীয় পুলকেশীয়ে এক নৌ-বাহিনী ব্যৱহাৰ কৰিছিল বৰ্তমানৰ বোম্বাই (মুম্বাই) নগৰৰ পৰা নাতিদূৰত

অৱস্থিত পুৰী অৱৰোধ কৰিবলৈ আৰু চোলবংশীয় দুজন মহাপৰাক্ৰমী ৰজা প্ৰথম ৰাজৰাজ আৰু প্ৰথম ৰাজেন্দ্ৰই একোটা নিয়মীয়া নৌ-বাহিনী ৰাখি কামত লগোৱাৰ লগতে কাৰ্যক্ষম আৰু সফল নৌ-নীতিও গ্ৰহণ কৰিছিল। সিংহলৰ দিগ্‌বিজয়ী ৰজা প্ৰথম পৰাক্ৰমবাহুৱে সমুদ্ৰ-পথেদি ব্ৰহ্মদেশ আক্ৰমণ কৰিছিল বুলি কথিত আছে। যুদ্ধ জাহাজ ব্যৱহাৰ কৰা হৈছিল ভাৰত মহাসাগৰত উপদ্ৰৱ কৰা জলদস্যুবোৰক দমন কৰিবৰ বাবেও। মধ্যযুগৰ আৰব লেখকসকলৰ টোকাৰ পৰা জানিব পাৰি যে পশ্চিম উপকূলৰ সৰু সৰু ৰজাবিলাকে নিজেই নৌ-বাহিনী গঢ়ি তুলি জলদস্যুগিৰিৰ কামত লগাইছিল। কিন্তু একমাত্ৰ চোল ৰজাসকলৰ বাহিৰে অন্য কোনো ভাৰতীয় ৰজাই আধুনিক অৰ্থত নৌ-বাহিনী ৰাখিছিল বুলিলে সন্দেহৰ অৱকাশ থাকে।

প্ৰাপ্ত গ্ৰন্থবোৰত বেছি উল্লেখ নেথাকিলেও সকলো যুগতে ভাৰতীয় সৈন্যবাহিনীৰ প্ৰকৃত মেৰুদণ্ড আছিল পদাতিক সৈন্য। প্ৰাচীন প্ৰিটৰিয়াগ গাৰ্ডৰ দৰে প্ৰত্যেক ৰাজ্যতে সুশিক্ষিত এক পদাতিক বাহিনী সদায় আছিলেই। মধ্যযুগৰ দক্ষিণ ভাৰতত ৰজাৰ বাছকবনীয়া সৈন্যৰ এই মূল বাহিনী ৰজাৰ দেহৰক্ষী হিছাপে আমৃত্যু থাকিব বুলি প্ৰতিজ্ঞাবদ্ধ হৈছিল আৰু সেই আনুগত্য ৰাজহুৱাভাৱে দৃঢ়ীকৃত হৈছিল ৰজাৰ সিংহাসন আৰোহণৰ দিনা ৰজাৰে সৈতে একত্ৰে সকলোৱে ভোজন কৰাৰ সময়ত। ৰজাৰ সৈতে একেলগে বহি ভোজন কৰাৰ বাবে সেই সৈন্যসকলে এক সম্মানজনক আসন লাভ কৰিছিল। তেওঁলোকৰ কথা মাৰ্ক' প'লোৱে 'সম্মানীয় সহচৰ' বুলি উল্লেখ কৰিছে।

'অৰ্থশাস্ত্ৰ'ত আহত সৈন্যৰ শুশ্ৰূষাৰ বাবে বৈদ্য-চিকিৎসকৰ এটা দল অভিযানকাৰী সেনাবাহিনীৰ পশ্চাৎ ভাগৰ শিবিৰত সদায় সাজু থাকিব লাগে বুলি কোৱা হৈছে। সেই চিকিৎসক বাহিনীৰ হাতত প্ৰয়োজনীয় ঔষধ, বেণ্ডেজ আৰু চিকিৎসাৰ অন্য আহিলা-পাতি সকলো মজুত ৰখা নিয়ম। এনে এক চিকিৎসক বাহিনীৰ উপৰি ঘোঁৰা আৰু হাতীৰ বাবে পশুচিকিৎসক ৰখাৰ কথা 'অৰ্থশাস্ত্ৰ'ৰ উপৰি অন্যান্য গ্ৰন্থতো পোৱা যায়। 'অৰ্থশাস্ত্ৰ'তে সেনাবাহিনীৰ পশ্চাদ্‌ভাগত সেনাৰ বাবে খাদ্য-বস্তু ৰন্ধা-বঢ়া কৰিবলৈ তিৰোতা ৰান্ধনীৰ দলো ৰখা হৈছিল।

বেছিভাগ সমৰবিশেষজ্ঞৰ মতে ভাৰতীয় সেনাবাহিনীৰ ক্ষুদ্ৰতম মৌলিক গোটক বোলা হৈছিল পট্টি। পট্টি গঠিত হৈছিল এটা হাতী, এখন ৰথ, তিনিটা অশ্বাৰোহী আৰু পাঁচটা পদাতিকৰ সংযোজনেৰে। এনে তিনিটা পট্টিৰে গঠিত হৈছিল এটা সেনামুখ, তিনিটা সেনামুখ মিলি হৈছিল এটা গুল্ম। সেইদৰে ঢাপে ঢাপে বাঢ়ি গৈ সৰ্বমুঠ ২১, ৮৭০ টা পট্টিৰে গঠিত হৈছিল এটা অক্ষৌহিণী বা সম্পূৰ্ণ সেনাবাহিনী। দেখাত সঠিক আৰু সংক্ষিপ্ত হিছাপ যেন লাগিলেও এই অঙ্ক যে অতিৰঞ্জিত তাত কোনো সন্দেহ নাই। ব্যৱহাৰিকভাৱে অতি গুৰুত্বপূৰ্ণ এনে বিষয়বিলাকতো প্ৰাচীন ভাৰতীয় গ্ৰন্থবিলাকত

এনে বিস্তাৰিত বিৱৰণ থাকেই। গজাৰোহী, ৰথী, অশ্বাৰোহী, পদাতিক সকলো বিধৰ সেনাৰে মিশ্রিত এনে একোটা গোটেৰে সদায় একোটা বাহিনী গঠিত হৈছিল বুলি অন্য কোনো উৎসত সমৰ্থন বিচাৰি পোৱা নেযায়। কোনো কোনো গ্রন্থত দহজন সৈন্যৰে একোটা প্রাথমিক গোট হৈছিল বুলি পোৱা যায়। অৰ্থশাস্ত্ৰত কোৱা হৈছে যে ৪৫ খন ৰথ, ৪৫ টা হাতী, ২২৫ টা ঘোঁৰা আৰু ৬৭৫ টা পদাতিক সেনাৰে একোটা গোট হ'ব লাগে। এনে ধৰণৰ পাঁচটা গোট মিলি এটা পূর্ণ বাহিনী বা সমব্যূহ হয় যিটো একোটা ৰোমান 'লিজিয়ন'ৰ লগত তুলনীয়। অৰ্থশাস্ত্ৰত এনে সমব্যূহ গঠন কৰোঁতে প্ৰাপ্ত জনবল, অন্যান্য যোগান আৰু পৰিস্থিতিৰ প্ৰয়োজনমতে এনে হিচাপৰ কম-বেছি হ'বই পাৰিব বুলি কৈছে।

সাধাৰণতে ভাৰতীয় সৈন্যবাহিনীবোৰ আছিল বিশাল। প্ৰাচীন গ্ৰন্থবিলাকৰ পৰা প্ৰাপ্ত তথ্যমতে শেষজন নন্দবংশীয় ৰজাৰ বাহিনীত আছিল ২০,০০০ অশ্বাৰোহী, ২,০০০ ৰথী, ২০০,০০০ পদাতিক। লগতে হাতীও আছিল বিভিন্ন গ্ৰন্থৰ বিভিন্ন হিচাপমতে ৩,০০০, ৪,০০০ আৰু ৬,০০০ টা। প্লুটাৰ্কে লিখি গৈছে যে চন্দ্ৰগুপ্ত মৌৰ্যই ভাৰত জয় কৰিছিল ৬,০০,০০০ সৈন্যৰে। হিউয়েন ছাঙে লেখি গৈছে যে সম্রাট হৰ্ষৰ সৈন্যবাহিনীত তেওঁৰ ৰাজত্বৰ প্ৰাৰম্ভতে আছিল ৫,০০০ হাতী, ২০,০০০ অশ্বাৰোহী আৰু ৫০,০০০ পদাতিক। তেওঁৰ ৰাজত্বৰ পূর্ণ পয়োভৰৰ দিনত সেয়ে বাঢ়ি গৈ ৬০,০০০ হাতী আৰু ১,০০,০০০ অশ্বাৰোহী সৈন্য হৈছিলগৈ। নৱম শতাব্দীৰ আৰব পৰ্যটক অল্ মছুদিয়ে লিখিছে যে প্ৰতিহাৰ ৰজা মহেন্দ্ৰপালৰ চাৰিটা সৈন্যবাহিনী আছিল। প্ৰত্যেকটোতে সৈন্যৰ সংখ্যা আছিল ৮,০০,০০০ জনকৈ। চোল ৰজা প্ৰথম ৰাজেন্দ্ৰই ৯,০০,০০০ সৈন্যৰ এক বিশাল বাহিনীৰে চালুক্যৰাজ্য আক্ৰমণ কৰিছিল বুলিও তেওঁ কৈছে। এনে ধৰণৰ সাক্ষ্য-প্ৰমাণবোৰ বৰ নিৰ্ভৰযোগ্য নহয়। কিন্তু এটা কথা চকুত পৰে যে মধ্যযুগৰ সৈন্যবাহিনীবোৰৰ বিশালতা পূৰ্বকালৰ সৈন্যবাহিনীবোৰৰ আকৃতিতকৈ বহুত বেছি আছিল। সেইবাবে এইবোৰ হিচাপৰ এটা বাস্তব ভিত্তি থকাটো সম্ভৱ। সম্পূৰ্ণভাৱে নিয়োজিত অৱস্থাত সহায়কাৰী বিভিন্ন সৈন্য, সৈন্যবাহিনীৰ কামত নিযুক্ত বিভিন্ন লোক-লস্কৰ সকলোকে ধৰি বৃহদাকাৰ মধ্যযুগীয় ৰাজ্য এখনৰ যুদ্ধৰ বাবে সাজু সৈন্যবাহিনীত দহ লক্ষ বা ততোধিক সৈন্য থকাটো সম্ভৱ আছিল।

মেগাস্থিনিছৰ মতে মৌৰ্য সেনাবাহিনী সংগঠিত আৰু নিয়ন্ত্ৰিত হৈছিল ত্ৰিশজনীয়া সমৰবিশেষজ্ঞৰ এখন সমিতিৰ তলত। সেই সমিতিও পদাতিক সৈন্য, অশ্বাৰোহী বাহিনী, ৰথী, গজাৰোহী, নৌ-সেনা আৰু সমল-যোগনিয়াৰ আদি বিভিন্ন বিষয়ৰ তদাৰক কৰিবলৈ ছয়খন উপ-সমিতিত বিভক্ত কৰা হৈছিল। মেগাস্থিনিছে পাটলিপুত্ৰ মহানগৰ পৰিচালনা সমিতি ত্ৰিশজন সদস্যৰে গঠিত আৰু ছয়খন উপ-সমিতিত বিভক্ত

বুলি লিখিছে। এই সৈন্যবাহিনী পৰিচালনা সমিতিও একেই আৰ্হিৰ বুলি মেগাস্থিনিছৰ বৰ্ণনাৰ পৰা ধাৰণা হয়। কিন্তু অন্য কোনো গ্ৰন্থতে মেগাস্থিনিছৰ এই হিচাপৰ সমৰ্থনত একো পোৱা নেযায়। 'অৰ্থশাস্ত্ৰ'ত কোৱা হৈছে যে ৰজাৰ সৈন্যবাহিনী বহু সংখ্যক অধীক্ষকৰ তত্ত্বাৱধানত গঠিত হয়। সামৰিক বাহিনীৰ উচ্চতম পদবীধাৰী অধিনায়কক বোলা হৈছিল সেনাপতি। মধ্যযুগৰ সৈন্যবাহিনীবোৰত সাধাৰণতে বহুতো সেনাপতি আছিল। সকলোৰে ওপৰৰ সৰ্বাধিনায়কজনক বোলা হৈছিল মহাসেনাপতি। মহাসেনাপতি সদায় এজন অতি গুৰুত্বপূৰ্ণ দায়িত্বশীল বিষয়া আছিল। সাধাৰণতে ৰাজপৰিয়ালৰ লোকৰ পৰাই মহাসেনাপতি নিৰ্বাচিত হৈছিল। তেওঁ ৰজাৰ পৰাই পোনপটীয়াকৈ কৰ্তব্য নিৰ্দেশ গ্ৰহণ কৰিছিল। বৃদ্ধ অৱস্থাতো ডাঙৰ যুদ্ধ হ'লে ৰজাই নিজে যুদ্ধ কৰাই নিয়ম আছিল। ৰজাই সৈন্যবাহিনীৰ সন্মুখ ভাগত থাকিয়েই সাধাৰণতে যুদ্ধ কৰিছিল যদিও সদা-সতৰ্ক 'অৰ্থশাস্ত্ৰ'ত পৰামৰ্শ দিছে ৰজাক সেনাবাহিনীৰ পশ্চাদভাগত থাকি যুদ্ধ পৰিচালনা কৰিবলৈহে। সেনাপতিজনাৰ তলত নায়ক, দণ্ডনায়ক আদি অসংখ্য পালি সেনাপতি আছিল। মধ্যযুগৰ সামন্ততান্ত্ৰিক সমাজগাঁথনিত সেইবোৰ সামৰিক বিষয়ায়ো ডা-ডাঙৰীয়াৰ দৰে খিতাপ লাভ কৰিছিল। সৈন্যবাহিনীৰ 'ৰেজিমেণ্ট', 'ডিভিজন' আৰু 'স্কোৱাড্ৰন'বিলাকৰ পৰিচয়জ্ঞাপক নিচান বেলেগ বেলেগ আছিল। প্ৰত্যেক তেনে বিভাগৰ বিষয়া আৰু ৰণুৱাইঁতে ঘনিষ্ঠ আৰু সহযোগী সমাজ গঠন কৰি লৈছিল। মধ্যযুগত দক্ষিণ ভাৰতত এটা সৈন্যবাহিনীৰ এটা শাখা বা ৰেজিমেণ্টৰ সৈন্যসকলে নিজৰ বেতনৰ পৰা বৰঙণি তুলি যুদ্ধত নিহত নিজৰ সঙ্গী সৈন্যৰ পৰিয়ালৰ সাহায্যৰ বাবে এটা পুঁজি গঠন কৰা তথ্য পোৱা গৈছে। তেনেকৈ 'ৰেজিমেণ্ট'ৰ সৈন্যৰ বৰঙণিৰ পৰা ধৰ্মীয় কামত দান দিয়াৰ দৃষ্টান্তও দেখা যায়।

প্ৰাচীন ভাৰতত যুদ্ধত ব্যৱহৃত অস্ত্ৰ-শস্ত্ৰবোৰ সেই কালৰ বিশ্বৰ আন আন সভ্যতাত ব্যৱহৃত অস্ত্ৰ-শস্ত্ৰতকৈ বেছি বেলেগ ধৰণৰ নাছিল। বহুতো পণ্ডিতে দেখুৱাবলৈ যত্ন কৰিছে যে সেই সময়ত আগ্নেয়াস্ত্ৰৰ আনকি উৰাজাহাজ জাতীয় যন্ত্ৰ-পাতিৰ ব্যৱহাৰো আছিল। আৰু সেইসকল পণ্ডিতৰ আটায়েই ভাৰতীয়ও নহয়, বিদেশী পণ্ডিতো আছে। কিন্তু তেওঁলোকৰ বক্তব্য প্ৰমাণসিদ্ধ হোৱা নাই। আগ্নেয়াস্ত্ৰৰ ব্যৱহাৰ সম্বন্ধে স্পষ্ট উল্লেখ আছে শুক্ৰ-প্ৰণীত স্মৃতিত, কিন্তু সেই শাস্ত্ৰ মধ্যযুগৰ শেহৰ ফালে ৰচিত হোৱালৈ চাই আগ্নেয়াস্ত্ৰ সম্বন্ধীয় পাঠ মোগল যুগৰ সংযোজন বুলি ভাবিবলৈ থল আছে। মহাকাব্য দুখনত এবাৰতে শত শত লোকৰ মৃত্যু ঘটাব পৰা বা চৌদিশে অগ্নি-বৰ্ষণ কৰি সকলোকে বিনষ্ট কৰিব পৰা ৰহস্যময় আৰু অলৌকিক যিবোৰ অস্ত্ৰ-শস্ত্ৰৰ বৰ্ণনা পোৱা যায় সেইবোৰ দৰাচলতে কবিৰ কল্পনাহে আছিল। যদি ভাৰতত যুদ্ধত আগ্নেয়াস্ত্ৰৰ ব্যৱহাৰ থাকিলেহেঁতেন, তেন্তে নিশ্চয় ভাৰতলৈ অহা গ্ৰীক-চীনা-আৰব

ভ্ৰমণকাৰীসকলে তেনে বিস্ময়জনক অস্ত্ৰৰ বিষয়ে লিখিলেহেঁতেন। ৰামায়ণ মহাকাব্য, তামিল ভাষাৰ প্ৰাচীন গ্ৰন্থ আৰু অন্যান্য ঠাঁইত পুষ্পক ৰথ, বিমান আদি শূন্যত বিচৰণ কৰা যিবোৰ যান-বাহনাদিৰ বিষয়ে পোৱা যায়, প্ৰবলতৰ যুক্তিমতে সেইবোৰ সত্য নহয় বুলি ঠাৱৰ কৰিব পাৰি। কাৰণ, বিশ্বৰ কোনো প্ৰাচীন সভ্যতাৰ যুগতে তেনে বিস্ময়কৰ যান-বাহন নিৰ্মাণ কৰিবৰ জোখাৰে প্ৰযুক্তিজ্ঞান মানৱ জাতিৰ হোৱাই নাছিল।

আচলতে ভাৰতীয়সকলে প্ৰাচীন বিশ্বৰ অগ্নিবৰ্ষী অস্ত্ৰৰ ব্যৱহাৰ কৰিছিল। অগ্নিগোলাৰ ব্যৱহাৰ মৌৰ্যযুগৰ আগলৈকে নাছিল। তদুপৰি অৱৰুদ্ধ দুৰ্গৰ তোৰণ ভঙা খুন্দিওৱা যন্ত্ৰ—ইংৰাজীত যিটোক ‘বেটাৰিং ৰাম’ বুলি কোৱা হয়—আৰু অৱৰুদ্ধ দুৰ্গ দখলৰ নানা বিধ কলা-কৌশল ভাৰতীয় সৈন্যই কামত লগাইছিল। যুদ্ধত ব্যৱহাৰ কৰা বৰতোপ, হিলৈৰ গুলি, অগ্নিপিণ্ডৰ দৰে ক্ষেপণাস্ত্ৰ, জুই-বৰষা কাঁড় আদি দেখিয়েই কবিসকলে নানা অদ্ভুত অদ্ভুত আগ্নেয়াস্ত্ৰৰ কল্পনা কৰিছিল। ভাৰতীয় সেনাই যুদ্ধত সেইবোৰ প্ৰচুৰ পৰিমাণে ব্যৱহাৰ কৰিছিল যদিও স্মৃতিশাস্ত্ৰবিলাকত তেনে অস্ত্ৰৰ ব্যৱহাৰ অন্যায় বুলি কোৱা হৈছে। ‘অৰ্থশাস্ত্ৰ’ত কিন্তু তেনে আগ্নেয়াস্ত্ৰৰ ব্যৱহাৰত মুকলি অনুমোদন দিয়া হৈছে। লগতে শত্ৰুৰ ঘৰৰ চালত অগ্নিসংযোগ কৰিব পৰাকৈ চৰাই-বান্দৰ আদি ব্যৱহাৰ কৰিবলৈ পৰামৰ্শহে দিছে। অৰ্থশাস্ত্ৰত সহজে দাহ্য বিস্ফোৰক দ্ৰব্য কেনেদৰে প্ৰস্তুত কৰিব লাগে তাৰো ফৰ্মুলা সংক্ষিপ্তভাৱে দিয়া হৈছে। তাৰ পৰা জানিব পাৰি যে সেইবোৰ অন্ততঃ বন্দুকৰ বাৰুদ নাছিল।

মৌৰ্যযুগত ভাৰতীয় ৰণুৱাই যিবোৰ ধনু ব্যৱহাৰ কৰিছিল সেইবোৰ আছিল পাঁচ-ছয় ফুট ওখ। সাধাৰণতে বাঁহেৰে নিৰ্মাণ কৰা তেনে ধনুৰে দীঘল দীঘল বেতেৰে সজা কাঁড় নিক্ষেপ কৰা হয়। পুৰণি শাস্ত্ৰত বৰ্ণোৱা মতে এনে ধনু বৰ শক্তিশালী আছিল। ধনুখনৰ এটা মূৰ মাটিত থৈ এটা ভৰিৰে স্থিৰকৈ ধৰিহে দোঁৱাব লাগিছিল। কিন্তু কিছুমান প্ৰাচীন ভাস্কৰ্যত বহুতো তীৰন্দাজ সৈন্যই তেনে ধনুও মাটিৰ পৰা ওপৰলৈ দাঙি ব্যৱহাৰ কৰাও দেখুৱা হৈছে। বিহসনা কাঁড়ৰ ব্যৱহাৰো জানিছিল আৰু কৰিছিল। কিন্তু স্মৃতিগ্ৰন্থবিলাকত বিষযুক্ত তীৰৰ ব্যৱহাৰ নিন্দনীয় বুলি কোৱা হৈছে। ধনুখনৰ বিভিন্ন অংশ বেলেগ কৰি নিৰ্মাণ কৰি ব্যৱহাৰ কৰিবৰ সময়ত অংশবোৰ খাজে খাজে লগাই ধনু কৰি লোৱা শাৰঙ্গ ধনু নামে এবিধ পিছলৈ খুব জনপ্ৰিয় হৈছিল। তৰোৱালবোৰ আছিল বিভিন্ন ধৰণৰ। তাৰ ভিতৰত অতি ভয়ানক আছিল নিস্ত্ৰিংশ নামে একে দুমুঠীয়া ঘপিৰা তৰোৱাল। বৰ্শা আৰু শেল ভাৰতীয় সেনাই সততে ব্যৱহাৰ কৰা অস্ত্ৰ। গজাৰোহী সেনাই হাতীৰ পিঠিৰ পৰাই খোচ মাৰি ধৰিব পৰা তোমৰ নামৰ এবিধ শেলো আছিল সেইবোৰৰ ভিতৰতে। লোহাৰ গদা আৰু যুদ্ধত ব্যৱহাৰ কৰা পৰশু কুঠাৰতো আছিলেই। পোৰা মাটিৰ বাটলু গুটি সিন্ধু সভ্যতাৰ নগৰবোৰ খনন কৰোঁতে বিস্তৰ পোৱা গৈছে।

তেনে পোৱা মাটিৰ গুটি চিটিকা বা গুল্‌তিৰে নিক্ষেপ কৰা হৈছিল। পিছৰ যুগত কিন্তু সেইবোৰ বৰ গুৰুত্বপূৰ্ণ অস্ত্ৰ বুলি ধৰা হোৱা নাছিল।

অতি প্ৰাচীন কালৰ ভাস্কৰ্যত যিবোৰ ৰণুৱাৰ প্ৰতিকৃতি দেখা যায় তাৰ পৰা বৰ্মৰ ব্যৱহাৰ লঘু ধৰণৰ আছিল যেন লাগে। উত্তৰ-পশ্চিম দিশৰ পৰা জাকে জাকে অহা আক্ৰমণকাৰীৰ পৰাই ধাতু আৰু চামৰাৰে নিৰ্মিত বৰ্মৰ ব্যৱহাৰ ভাৰতীয় সৈন্যৰ মাজলৈ আহিল বুলি ধাৰণা হয়। মধ্যযুগত লোহাৰ জাখৰেৰে নিৰ্মিত বৰ্মৰ ব্যৱহাৰ সাধাৰণ কথা হৈ পৰিছিল। লগতে ঘোঁৰা আৰু হাতীৰ বাবেও ধাতুনিৰ্মিত বৰ্মৰ ব্যৱহাৰৰ নিয়ম চলিল। পকোৱা বেতেৰে নিৰ্মিত আৰু চামৰা বা ধাতুৰ পাতেৰে আচ্ছাদিত ঢাল ব্যৱহাৰ কৰিছিল। কোনো কোনো সময়ত ৰণুৱাৰ সৰ্বশৰীৰ ঢাকিব পৰাকৈ ডাঙৰকৈ তেনে ঢাল নিৰ্মাণ কৰা হৈছিল। শিৰস্ত্ৰাণৰ ব্যৱহাৰ আৰম্ভ হৈছিল মধ্যযুগৰ পৰাহে। তাৰ আগলৈকে যি দেখা যায় ভাৰতীয় সৈন্যই মূৰৰ ডাঠ পাগুৰিৰেই শিৰস্ত্ৰাণৰ কাম কৰিছিল।

দুৰ্গ নিৰ্মাণ সমৰবিজ্ঞানৰ এটা অতি প্ৰয়োজনীয় অঙ্গ। কিন্তু প্ৰাক-মুছলিম যুগৰ প্ৰায় সকলো প্ৰাচীন ভাৰতীয় দুৰ্গকে পিছৰ যুগবিলাকত নতুন আৰ্হিৰে নতুন পৰিস্থিতিৰ লগত খাপ খাব পৰাকৈ সলনি কৰি উন্নত কৰা হ'ল। ফলত প্ৰাচীন ভাৰতৰ হিন্দু ৰজাসকলৰ দিনত কেনে ধৰণৰ সামৰিক স্থাপত্যৰে দুৰ্গবোৰ নিৰ্মাণ কৰা হৈছিল তাৰ কোনো বিশ্বাসযোগ্য নিদৰ্শন আমি নোপোৱা হ'লোঁ। তাৰ ভিতৰত ব্যতিক্ৰম হৈছে মগধৰাজ বিম্বিসাৰৰ ৰাজধানী নগৰ ৰাজগৃহৰ খনন-স্থানত দৃষ্টিগোচৰ হোৱা চৌদিশৰ সুদীৰ্ঘ খহটাকৈ কটা শিলৰ দুৰ্গ প্ৰাকাৰ। সেইখন শৈল-প্ৰাচীৰ নিশ্চয় বুদ্ধৰ দিনৰে পুৰণি। আন এটা নিদৰ্শন দেখা যায়, উৰিষ্যাৰ শিশুপালগড় নগৰৰ খনন-স্থলীত কিছুদিনৰ আগতে আৱিষ্কৃত প্ৰাক-গুপ্ত যুগৰে নগৰ প্ৰাচীৰৰ ক্ষুদ্ৰ এক অংশ। সেইখন নগৰ প্ৰাচীৰ ৰাজমিস্ত্ৰিৰ দ্বাৰাই ইটাৰে নিৰ্মিত এটা মাটিৰ গড়ৰ ওপৰত অৱস্থিত আৰু খুব সম্ভৱ সেই প্ৰাচীৰৰ বাহিৰত গভীৰ গড়খাৱৈ বা খাল আছিল।

'অৰ্থশাস্ত্ৰ'ত বৰ্ণনা কৰা মতে এটা আদৰ্শ দুৰ্গ বা দুৰ্গ-নগৰীৰ চৌদিশে তিনিটা বহল বহল খাল থাকিব লাগিব। সদায় পানীৰে ভৰপূৰ হৈ থকা সেই তিনিটা গড়খাৱৈৰ ভিতৰফালে থাকিব লাগিব এটা বৰ ওখ মাটিৰ গড়। সেই গড় কাঁইটীয়া জোপোহা গছ-গছনিৰে ডাঠকৈ ঢাক খাই থাকিব। সেই গড়ৰ ওপৰত থাকিব ছয়ত্ৰিশ ফুট এখন প্ৰাচীৰ। প্ৰাচীৰৰ ওপৰত পকী অসংখ্য বৰ্গক্ষেত্ৰাকাৰ অত্যুচ্চ মণ্ডপ আৰু ওপৰত চাল থকা ওলোমা বাৰাণ্ডা যিবোৰৰ পৰা তীৰন্দাজ সেনাই যুদ্ধত শৰ-সন্ধান কৰিব পাৰে। 'অৰ্থশাস্ত্ৰ'ৰ এই আদৰ্শ দুৰ্গ নিৰ্মাণৰ হিছাপৰ লগত মেগাস্থিনিছে বৰ্ণনা কৰা পাটলিপুত্ৰ নগৰৰ প্ৰতিৰক্ষা ব্যৱস্থা তুলনা কৰিব পাৰি। পাটলিপুত্ৰ নগৰ চৌদিশে আবৃত আছিল

এখন দুৰ্জয় কাঠৰ বেৰাৰে। সেই কাঠৰ প্ৰাচীৰৰ ওপৰত আছিল ৫৭০ টা বৰ্গক্ষেত্ৰাকাৰ মণ্ডপ তীৰন্দাজ সেনাৰ অৱস্থানৰ বাবে আৰু প্ৰাচীৰৰ গাত আছিল ৬৪ খন তোৰণ। 'অৰ্থশাস্ত্ৰ'ত দুৰ্গ প্ৰাচীৰ নিৰ্মাণ কৰোঁতে কাঠ ব্যৱহাৰ কৰা বাৰণ কৰা হৈছে। কাৰণ কাঠত অগ্নিসংযোগ কৰিব পাৰি আৰু কাঠ পচিও যায়। কিন্তু স্থাপত্যবিদৰ অনুসন্ধানত মেগাস্থিনিছৰ বৰ্ণনা যথাৰ্থ বুলি প্ৰমাণিত হৈছে। কাৰণ আধুনিক পাটনা নগৰৰ কাষত মৌৰ্যযুগৰ পাটলিপুত্ৰ নগৰ প্ৰাচীৰত ব্যৱহৃত বিশালায়তন কিছুমান কাষ্ঠখণ্ডৰ অৱশিষ্ট খনন-কাৰ্যৰ ফলত মাটিৰ তলত আৱিষ্কৃত হৈছে। হাজাৰ হাজাৰ বছৰেও সেইবোৰ সম্পূৰ্ণভাৱে লয় নোপোৱাকৈ থকাটোৱেই বিস্ময়কৰ কথা। পাটলিপুত্ৰৰ তুলনাত শিশুপালগড়ৰ প্ৰতিৰক্ষা-ব্যৱস্থা নিশ্চয় সৰু আৰু বাহুল্যবৰ্জিত আছিল।

প্ৰাক-মুছলিম যুগৰ গুৰুত্বপূৰ্ণ দুৰ্গ-নগৰী আছিল দাক্ষিণাত্যৰ উত্তৰত অৱস্থিত যাদৱবংশীয় ৰজাসকলৰ ৰাজধানী দেৱগিৰি। সেই ঠাইৰ আধুনিক নাম হৈছে দৌলতাবাদ। ১৩১২ চনত আল্লাউদ্দিন খিলিজীৰ সৈন্যবাহিনীয়ে দেৱগিৰি অধিকাৰ কৰাৰ আগলৈকে প্ৰাচীন দেৱগিৰি এখন পুৰণি গৌৰৱেৰে জীয়া নগৰ আছিল। স্বাধীনতা সূৰ্য মাৰ যোৱাৰ পিছত সেই দুৰ্গনগৰীৰ বাহিৰৰ প্ৰাচীৰবোৰৰ পৰৱৰ্তী কালৰ মুছলমান শাসকসকলে নানা সালসলনি আৰু সংস্কাৰ কৰিলে। কিন্তু নগৰৰ অভ্যন্তৰৰ মূল দুৰ্গ অতীতৰে পৰাই অৱস্থিত আছিল এক শিলাময় গিৰিশীৰ্ষত, য'লৈ বগাই উঠা প্ৰায় অসম্ভৱ। আগৰ হিন্দু ৰজাসকলে সেই প্ৰকাণ্ড গোটা শিলৰ মাজেদি ছিৰিযুক্ত সুৰঙ্গ কাটি ওপৰৰ দুৰ্গশীৰ্ষলৈ উঠাৰ ব্যৱস্থা কৰিছিল। এতিয়াও সেই শৈল সুৰঙ্গবোৰেই দুৰ্গাভ্যন্তৰলৈ যাবৰ একমাত্ৰ পথ। মধ্যযুগীয় ভাৰতীয় কাৰিকৰী আভিযান্ত্ৰিক বিদ্যাৰ কুশলতাৰ এক অবিস্মৰণীয় নিদৰ্শন হিচাপে সি আজিও বিদ্যমান।

কোনো দুৰ্গ অৱৰোধ কৰোঁতে অৱৰোধকাৰীসকলে শত্ৰুসেনাৰে মুখামুখি যুদ্ধ কৰাত বেছি গুৰুত্ব আৰোপ কৰিছিল। লগতে শত্ৰুৰ ৰচদ-পাতি আৰু পানীৰ যোগান পথ ছিন্ন কৰি ক্ষুধা আৰু তৃষ্ণাত কাতৰ কৰি আত্ম-সমৰ্পণ কৰাবলৈ যত্নপৰ হৈছিল। কিন্তু বাহিৰৰ পৰা প্ৰচণ্ড আক্ৰমণ চলাই দুৰ্গ অধিকাৰ কৰাৰ দৃষ্টান্তও আছিল। লগতে প্ৰাচীৰৰ তলেৰে গাত খান্দি প্ৰাচীৰ ধ্বংস কৰি দুৰ্গত প্ৰৱেশৰ পথ কৰাৰ প্ৰয়াসো কৰিছিল। প্ৰাচীৰৰ তলেদি সিন্ধি খান্দি বা মাটিৰ বুকুত গুপ্ত পথ খান্দি কৰা পথক বোলা হৈছিল সুৰঙ্গ। সুৰঙ্গ শব্দটোৱেই গ্ৰীক ভাষাৰ পৰা ধাৰ কৰা। গতিকে ভাৰতীয়সকলে অৱৰোধ কৌশলৰ অনেক কথা গ্ৰীক-বেকট্ৰিয়ান প্ৰতিপক্ষৰ পৰা শিকিছিল বুলি যুক্তিসঙ্গতভাৱে ধাৰণা কৰিব পাৰি।

ভাৰতীয় সেনাবাহিনী সদায় বিশাল আকৃতিৰ আৰু অতি মন্থৰ গতিৰ সংগঠন। 'অৰ্থশাস্ত্ৰ'ত কৈছে যে এটা ভাল অৰ্থাৎ উপযুক্ত সেনাবাহিনীয়ে এদিনত দুই যোজন

অতিক্রম কৰিব পাৰে। কিন্তু বেয়া সেনাবাহিনীয়ে এদিনত এক যোজনতকৈ বেছি যাব নোৱাৰে। মধ্যযুগীয় ইংলিছ 'লীগ'ৰ দৰে যোজনো দূৰত্বৰ এক অনিশ্চিত জোখ। এক যোজনত চাৰি মাইলৰ পৰা দহ মাইললৈকে ধৰা হয়। কিন্তু অন্যান্য সাক্ষ্য-প্ৰমাণৰ পৰা জানিব পাৰি যে 'অৰ্থশাস্ত্ৰ'ৰ গ্ৰন্থকাৰে এক যোজনত পাঁচ মাইলকৈ ধৰিছিল। সেইপিনৰ পৰা চালে এদিনত এটা সুসংগঠিত আৰু উপযুক্ত সেনাবাহিনীয়ে দহ মাইল যাব পাৰে। অৱশ্যে তেতিয়াৰ দিনৰ সৈন্যবাহিনীৰ নানা ধৰণৰ শাখা-প্ৰশাখাৰে জটিল গাঁথনিৰ কথা ভাবিলে দিনটোত মাত্ৰ দহ মাইল অগ্ৰগতিত আচৰিত হ'বলগীয়া একো নাই।

সৈন্যবাহিনীৰ শিবিৰ বুলিলে একোখন অস্থায়ী নগৰৰ দৰেই আছিল। তাত ৰজাৰ বাসগৃহ থাকিব, অন্তঃপুৰবাসিনীসকলৰ বাবে থাকিব লাগিব হেৰেম। সেনা-ছাউনীৰ লগতে থাকিব লাগিব কৰ্মচাৰী, লগুৱা-লিকচৌৰ বাবে থকা ঘৰ। শিবিৰৰ লগে লগে ফুৰা বণিক আৰু দোকানদাৰবিলাকৰ বিপণী আৰু থকা ঠাই, গণিকালয় ইত্যাদি। ৰজা আৰু উচ্চপদস্থ ৰাজবিষয়াসকলে তেওঁলোকৰ পৰিয়ালৰ বহুতকে সমৰ-অভিযানত যাওঁতে লগত লৈ যায়। তদুপৰি নিজৰ পত্নী, উপপত্নীবোৰৰো বাছি বাছি কিছুমানক লগত নিছিল। হয়তো অধস্তন বিষয়াসকলেও তদ্ৰূপ ব্যৱস্থা নিজৰ কাৰণে কৰি লৈছিল। ৰাষ্ট্ৰকূট ৰজা প্ৰথম অমোঘবৰ্ষৰ (৮১৭-৮৭৭) আচলতে জন্মই হৈছিল এনে সমৰক্ষেত্ৰৰ সেনা-ছাউনীতে তেওঁৰ পিতৃ ৰজা তৃতীয় গোবিন্দই বিন্ধ্য পাৰ্বত্য অঞ্চলত যুদ্ধ-অভিযান চলাই থকাৰ কালত। এনেদৰে সৈন্যবাহিনীৰ লগে লগে ফুৰা বিপুল এক অসামৰিক জনতাই সেনাবাহিনীৰ কটকটীয়া শৃঙ্খলা সম্পূৰ্ণকৈ মানি চলিছিল বুলি আশা কৰিব নোৱাৰি। গতিকে অনিবাৰ্যভাৱে এনে সৰহ সংখ্যক অসামৰিক লোকৰ বোজা বৈ ফুৰিব লগা বাবে সৈন্যবাহিনীৰ অগ্ৰগতি বিঘ্নিত হোৱাৰ উপৰি কাৰ্যক্ষমতা আৰু যোগ্যতাও বহুলাংশে হেৰুৱাইছিল। কামণ্ডক নামে এজন শাস্ত্ৰকাৰে সৈন্যশিবিৰত স্ত্ৰীৰ উপস্থিতিৰ বিৰোধিতা কৰিছিল। কিন্তু তেওঁৰ উপদেশ কাচিৎহে মানি চলা হৈছিল।

'অৰ্থশাস্ত্ৰ'ত সৈন্যশিবিৰত কঠোৰ নিয়মানুবৰ্তিতা মানি চলিব লাগে বুলি দিহা দিয়া হৈছে। সৈন্যশিবিৰত সৰ্বক্ষণ সতৰ্ক পহৰাৰ ব্যৱস্থা কৰাৰ উপৰিও যি কোনো নিয়মভঙ্গৰ ঘটনা নিয়ন্ত্ৰণ কৰিবলৈ পুলিচী ব্যৱস্থাও কৰিব লাগে। ছাউনীৰ প্ৰৱেশ আৰু প্ৰস্থান দ্বাৰত কটকটীয়া তালাচীৰ নিয়ম কৰাৰ উপৰি সাংকেতিক শব্দৰ প্ৰচলন কৰিব লাগে। 'অৰ্থশাস্ত্ৰ'ত যিমান কটকটীয়া বিধি-ব্যৱস্থা দিয়া হৈছে, সমসাময়িক সামৰিক শিবিৰত তেনে কঠোৰ শৃঙ্খলা বোধ হয় নাছিল। বিশেষকৈ পিছৰ যুগবোৰত 'অৰ্থশাস্ত্ৰ'ত বিহিত আৰু মৌৰ্য সেনাশিবিৰবিলাকত পালিত উচ্চমানৰ শৃঙ্খলাবোধ আৰু নিয়মানুবৰ্তিতা নিশ্চয় বহুলাংশে হ্ৰাস পাইছিল। বাণভট্টই 'হৰ্ষচৰিত'ত মহাৰাজ হৰ্ষবৰ্দ্ধনৰ

সৈন্যবাহিনীয়ে শিবিৰ সামৰা দৃশ্যৰ যি দেখ দেখ বিৱৰণ দিছে, তাৰ পৰা শিবিৰ তত্ত্বাৱধায়ক বিভাগৰ (যিটোক এতিয়া 'কোৱাৰ্টাৰ মাষ্টাৰ্ছ' বিভাগ বুলি কয়) বেছি যোগ্যতা নুসূচায়।

'অৰ্থশাস্ত্ৰ'ত যুদ্ধৰ প্ৰস্তুতিৰ বিষয়ে বিস্তৰ দিহা-পৰামৰ্শ আছে যদিও আচল যুদ্ধনো কেনেকৈ পৰিচালিত হৈছিল সেই বিষয়ে দুৰ্ভাগ্যক্ৰমে বেছি একো কথা পাবলৈ নাই। আচল যুদ্ধক্ষেত্ৰত যুদ্ধ কেনেদৰে চলিছিল সেই বিষয়ে জানিবলৈ হ'লে আমি মহাকাব্য আৰু অন্যান্য গ্ৰন্থত থকা যুদ্ধৰ অতিৰঞ্জিত বৰ্ণনাবোৰৰ ওপৰতে নিৰ্ভৰ কৰিব লাগিব।

যুদ্ধ এক মহান ধৰ্মীয় কৰ্ম বুলি গণ্য হৈছিল সেই যুগত। যুদ্ধ আছিল যোদ্ধাৰ মহত্তম আত্মোৎসৰ্গৰ স্থল। গতিকে শাস্ত্ৰবিহিত যথাযোগ্য ক্ৰিয়া-কাণ্ড সমাপ্ত নকৰাকৈ যুদ্ধযাত্ৰা নহয়। যুদ্ধৰ দিন-ক্ষণ দৈৱজ্ঞৰ হতুৱাই অতি যত্ন সহকাৰে চোৱাই লোৱা হয় যদি সময় সুবিধা থাকে। লগতে প্ৰয়োজনীয় গ্ৰহশুদ্ধি আৰু অন্যান্য মাঙ্গলিক কৰ্মও কৰাই লোৱা হয় যুদ্ধ আৰম্ভৰ আগে আগে আশিস যুদ্ধৰ আগ মুহূৰ্তত প্ৰথমে ব্ৰাহ্মণসকলে সমবেত যোদ্ধাগণৰ প্ৰতি জ্ঞাপন কৰি মঙ্গলাচৰণ কৰিব। তাৰ পিছত স্বয়ং মহাৰাজে উদ্‌গণি ভাষণেৰে—শত্ৰুৰ পৰা লুণ্ঠিত সম্পদৰ আৰু ৰণজয়ৰ গৌৰৱৰ ভাগীদাৰ হোৱাৰ আশা দেখুওৱা যোদ্ধাগণক উৎসাহিত কৰিব আৰু যুদ্ধত মৃত্যু হ'লে বীৰগতি লাভ কৰি নিশ্চিতভাৱে স্বৰ্গলৈ গমন কৰিব সকলোৱে।

'অৰ্থশাস্ত্ৰ'ত যুদ্ধক্ষেত্ৰত সৈন্য-সজ্জাৰো অনেক নিৰ্দেশ সন্নিবিষ্ট হৈছে। যেনে সৈন্য-সজ্জা কৰোঁতে কেন্দ্ৰভাগত সম্পূৰ্ণ অস্ত্ৰ-শস্ত্ৰেৰে সুসজ্জিত পদাতিকবাহিনী স্থাপন কৰিব লাগে। পাৰ্শ্বভাগত স্থাপন কৰিব লাগে ৰথী, লঘু পদাতিক সেনা আৰু অশ্বাৰোহী সৈন্যদল। গজাৰোহী সৈন্য সাধাৰণতে কেন্দ্ৰীয়ভাৱেই ৰাখিব লাগে। কাঁড়ী সৈন্য বৰ্শাধাৰী সৈন্যদলৰ পশ্চাদ্‌ভাগত ৰাখিব লাগে। যুদ্ধৰ বৰ্ণনা কৰোঁতে সাধাৰণতে দম্ভালিপূৰ্ণ শব্দ-সম্ভাৰৰ প্ৰাচুৰ্য দেখা যায়। সেইবোৰ ওপৰতো উদ্ভট কল্পনা আৰু অলৌকিক ব্যাখ্যাৰ ৰহণ আছেই। সামগ্ৰিক যুদ্ধৰ বৰ্ণনাতকৈও বেছি গুৰুত্ব দিয়া হৈছিল সমকক্ষ বাছকবনীয়া দুজন যোদ্ধাৰ দ্বন্দ্বযুদ্ধৰ বৰ্ণনাৰ ওপৰত। যুদ্ধজয় সাধাৰণতে নিৰ্ভৰ কৰে সৈন্যবাহিনীৰ সকলো শ্ৰেণীৰ সমূহীয়া শক্তি সঞ্চালনৰ ওপৰত। কিন্তু যুদ্ধৰ বৰ্ণনা যিবোৰ সাহিত্য-গ্ৰন্থত আমি পাওঁ, সেইবোৰত সাধাৰণ সৈনিকৰ যুদ্ধশ্ৰমৰ কোনো বৰ্ণনা পোৱা নেযায়। পোৱা যায় কেৱল বীৰসকলৰ বীৰত্ব-বাৰ্তা। মহৎ আৰু শিক্ষিত যোদ্ধাসকলে শেষ নিশ্বাস পৰ্যন্ত অদমনীয় সাহসেৰে যুদ্ধ কৰি থাকিব বুলি ধৰি ল'ব পাৰি। কিন্তু সাধাৰণ ৰণুৱাৰ সাহস আৰু উদ্যম নিৰ্ভৰ কৰে সেনাপতিসকলৰ বিক্ৰমৰ ওপৰত। সেইবাবে কোনো যুদ্ধত ৰজা বা সেনাপতি যুদ্ধত পৰিলে বা আহত হ'লে নিৰুদ্যম আৰু ভীতিগ্ৰস্ত হৈ বাহিনীৰ সাধাৰণ ৰণুৱা বিভঙ্গে পলায়ন কৰাৰ বহুত দৃষ্টান্ত আছে।

'অর্থশাস্ত্র'ত যুদ্ধক্ষেত্রত কোনো শত্ৰুক নিহত কৰিলে, নিহত শত্ৰুৰ বিষয় আৰু পদবী অনুসৰি নগদ ধনেৰে পুৰস্কাৰ দিয়াৰ পৰামৰ্শ দিয়া হৈছে। সেইমতে সাধাৰণ শত্ৰু সৈনিকৰ এটা ছিন্ন মুণ্ড দেখুৱালে বিশ পণ নগদ ধন বঁটা পায়। যিমানে ওপৰৰ বিষয়াৰ কটা মূৰ হ'ব সিমানে ধনৰ পৰিমাণো বাঢ়ি যাব। এই ব্যৱস্থাৰ ফলত শত্ৰুৰ প্ৰতি অবাবত দয়াপৰবশ হোৱাৰ পথ বন্ধ হ'ব বুলি ভবা হৈছিল। কিন্তু যুদ্ধত বন্দী শত্ৰুসৈন্যৰ প্ৰাণনাশ স্মৃতিশাস্ত্ৰবোৰত কঠোৰ ভাষাত নিষিদ্ধ কৰা হৈছে। সাধাৰণতে যুদ্ধবন্দীবোৰক মুক্তিমূল্য দিলে এৰি দিয়া হৈছিল। কিন্তু কিছুমান দৰিদ্ৰ সাধাৰণ সৈনিকে মুক্তিমূল্য দিবলৈ অসমৰ্থ হৈছিল। তেনে দুৰ্ভগীয়া বন্দী সৈন্য দাসত পৰিণত হৈছিল। কিন্তু সেই দাসত্বও চিৰস্থায়ী ধৰণৰ নাছিল। যেতিয়াই সেইবিলাক বন্দী সৈনিকে নিজৰ গা-খাটনিৰ মজুৰিৰে মুক্তিমূল্যৰ দাবী পূৰণ কৰিব পাৰিছিল তেতিয়াই মুক্তিও লাভ কৰিছিল।

ওপৰত বৰ্ণনা কৰা তথ্যবোৰৰ পৰা এটা কথা প্ৰমাণিত হয় যে আন্তঃৰাজ্যিক সম্বন্ধ আৰু যুদ্ধ-বিগ্ৰহেই আছিল ভাৰতীয় ৰাজনীতিৰ দুৰ্বলতম দিশ। হিন্দু ভাৰতবৰ্ষই কোনো চিৰস্থায়ী সাম্ৰাজ্য নিৰ্মাণ কৰিব পৰা নাছিল এই উপমহাদেশত। নোৱাৰিছিল হিন্দু ৰাষ্ট্ৰবিলাকৰ পৰস্পৰৰ মাজত কোনো স্থায়ী ৰাজনৈতিক মিত্ৰতা স্থাপন কৰিব। তাৰ পৰিৱৰ্তে হিন্দু ৰজাবিলাকে সততে সঞ্চালন কৰিব নোৱৰা বিশাল আকৃতিৰ একোটা সৈন্যবাহিনী গঢ়ি লৈছিল, যিবোৰ আছিল পৰস্পৰৰ মাজত বিৰতিহীন সংঘৰ্ষত লিপ্ত। তাৰ ফলত মহা মহা বীৰগণৰ সৃষ্টি হৈছিল সঁচা, কিন্তু তেওঁলোকে তুৰ্কীবোৰৰ আক্ৰমণ প্ৰতিৰোধ কৰাত দুখলগাকৈ অক্ষম হৈছিল। তাৰ প্ৰধান এটা কাৰণ হ'ল এই যে তুৰ্কী জাতিৰ সমৰ-বিজ্ঞান ভাৰতীয় হিন্দুৰ সমৰ-বিজ্ঞানৰ দৰে অসংখ্য শাস্ত্ৰৰ পাণ্ডিত্যপূৰ্ণ তত্ত্বকথা আৰু প্ৰাচীন পৰম্পৰাৰে ভাৰাক্ৰান্ত নাছিল।

# পাঁচ

## সমাজ ঃ বৰ্ণ, পৰিয়াল আৰু ব্যক্তি

## বৰ্ণ-বিধি আৰু জীৱনৰ আশ্ৰমসমূহ

নানা প্ৰসঙ্গত আৰু সততেই আমি পঢ়িবলৈ পাওঁ বৰ্ণাশ্ৰম ধৰ্মৰ কথা। বৰ্ণভেদ আৰু জীৱনৰ বিভিন্ন আশ্ৰম সম্বন্ধীয় এই ধৰ্মীয় বিধি-বিধানবোৰ সুদূৰ অতীতৰ সোণালী যুগত স্পষ্ট আৰু অনতিক্ৰম্য হৈ আছিল। কিন্তু এতিয়া সেইবোৰৰ সীমাৰেখা হৈ পৰিছে অস্পষ্ট, সাৰাংশ হৈ পৰিছে মাজে মাজে দুৰ্বোধ্য আৰু আংশিকভাৱে বিস্মৃত। ব্ৰাহ্মণসকলে সেইবোৰৰ অৰ্থ ব্যাখ্যা কৰে। ৰজাসকলে সেই বিধি-বিধানবোৰ ৰক্ষা আৰু বলৱৎ কৰে। 'বৰ্ণাশ্ৰম-ধৰ্ম' উক্তিৰ পৰা বুজা যায় যে ধৰ্ম সকলোৰে বাবে একে অৰ্থযুক্ত নহয়। অৱশ্যে সকলোৰে পালনীয় এক উমৈহতীয়া ধৰ্মও আছে। সেইটো হৈছে সাধাৰণভাৱে সকলোৱে মানি চলিবলগীয়া কিছুমান আচাৰ-ব্যৱহাৰ। কিন্তু প্ৰত্যেক বৰ্ণৰ মানুহে বেলেগ বেলেগ ধৰণে আৰু একেজন ব্যক্তিয়েই জীৱনৰ বেলেগ বেলেগ আশ্ৰমত ভিন ভিন প্ৰকাৰে পালন কৰিবলগীয়া এটা ধৰ্মও আছে। উচ্চ বৰ্ণত জন্ম গ্ৰহণ কৰা সকলৰ ধৰ্ম ইতৰ শ্ৰেণীৰ লোকৰ ধৰ্মৰ দৰে নহয় আৰু ছাত্ৰাৱস্থাৰ ধৰ্ম একেজন ব্যক্তিৰে বৃদ্ধাৱস্থাৰ ধৰ্ম নহয়।

সকলো মানুহ যে একে নহয় আৰু মানুহৰ মাজত উচ্চ-নীচ বৰ্ণবিভাজন আছে, প্ৰত্যেক তেনে বৰ্ণৰ লোকৰ বাবে বেলেগে বেলেগে নিৰ্দিষ্ট কৰ্তব্য আছে, বেলেগ আচাৰ-ব্যৱহাৰ আছে, আনকি একেজন মানুহৰে জীৱন-কালৰ বিভিন্ন স্তৰ বা অৱস্থা বা আশ্ৰমত কৰণীয় কাম আৰু পালনীয় আচাৰৰ প্ৰকাৰো যে বেলেগ—সামগ্ৰিকভাৱে এই সকলো কথা সম্পূৰ্ণভাৱে বিধেয় বুলি স্বীকৃতি দিয়াটোৱেই হৈছে প্ৰাচীন ভাৰতীয় সমাজতত্ত্বৰ আটাইতকৈ চমকপ্ৰদ কথা। উচ্চ বৰ্ণৰ লোকসকলৰ জাত্যাভিমানৰ সমালোচনা শুনা যায় মাজে মাজে, বিভিন্ন বিদ্বান সংস্কাৰকমণ্ডলীৰ পৰা সৰ্বজনৰ প্ৰতি সমভাৱ প্ৰদৰ্শনৰ আদৰ্শৰ পক্ষেও নানা যুক্তি উত্থাপিত হয়, তথাপি জাতিভেদ আৰু আশ্ৰমানুযায়ী কৰ্তব্যৰ অনুধাৱনৰ এই পুৰাতন আদৰ্শই ঋকবেদৰ যুগৰ অন্তিম কালৰে পৰা আজিলৈকে ভাৰতীয় সমাজত প্ৰভাৱ বিস্তাৰ কৰি আছে।

# চাৰিটা প্ৰধান বৰ্ণ

আমি আগতেই পাই আহিছোঁ যে ঋকবৈদিক যুগৰ অন্তিমছোৱা সময়ত সমাজ চতুৰ্বৰ্ণত বিভাজিত হৈছিল আৰু সেই বিভাজন অনাদিকালৰে পৰা মৌলিক আৰু দৈৱনিৰ্দিষ্ট বুলি গণ্য হৈছিল। ভাৰতত এই চাতুৰ্বৰ্ণ্য সমাজ-বিভাজনৰ সূচনা হৈছিল আৰ্যসমাজত অতি প্ৰাচীন কালৰে পৰা চলি থকা সামাজিক শ্ৰেণী বিভাজনৰ ওপৰত ভিত্তি কৰিয়েই। কাৰণ, ইউৰোপৰ বহুতো ইন্দো-ইউৰোপীয় সমাজতো তেনে স্তৰীভূত শ্ৰেণী-বিভাজন আছিল। প্ৰাচীন ইৰাণত চাৰিটা পিষ্ট্ৰা বা শ্ৰেণী আছিল যিবোৰ ভাৰতীয় চাৰি বৰ্ণৰ লগত তুলনীয়। বৈদিক যুগত ভাৰতত এই বৰ্ণবিভাগ বেছি কঠোৰ হোৱাৰো কাৰণ আছিল। তাকে বুজিবলৈ হ'লে সাম্প্ৰতিক কালৰ দক্ষিণ আফ্ৰিকাত চলি থকা বৰ্ণবৈষম্যৰ প্ৰশ্নত জৰ্জৰিত সমাজখনলৈ চালেই হ'ব। দক্ষিণ আফ্ৰিকাত ক্ষমতা আছে সংখ্যালঘু শ্বেতাঙ্গসকলৰ হাতত। তেওঁলোকে সংখ্যাগৰিষ্ঠ কৃষ্ণাঙ্গ লোকৰ ওপৰত নিজৰ প্ৰভুত্ব আৰু নিজৰ ৰক্তৰ বিশুদ্ধতা ৰক্ষা কৰিবলৈ প্ৰয়োজনাতিৰিক্ত কঠোৰতা অৱলম্বন কৰিছে বৰ্ণবৈষম্যৰ প্ৰাচীৰ গঢ়ি তুলি। ভাৰতত বৈদিক যুগৰ আৰ্যৰো অনুৰূপ অৱস্থা হৈছিল কৃষ্ণাঙ্গ আদিম ভাৰতীয় সংখ্যাগৰিষ্ঠ সমাজৰ দ্বাৰা পৰিৱেষ্টিত হৈ। গতিকে জাতিভেদে লৌহ-কপাটৰ দৰে অলঙ্ঘনীয় ৰূপ পৰিগ্ৰহ কৰিছিল আৰ্যৰ শ্ৰেষ্ঠত্ব প্ৰতিপন্ন কৰিবলৈ। প্ৰত্যেক আৰ্য গোষ্ঠীৰ মাজতে বৰ্ণ-বিভাজন কঠোৰভাৱে কৰা হৈছিল। ভাৰতৰ আদিম অধিবাসী কৃষ্ণাঙ্গ মানুহে আৰ্য সামাজিক-গাঁথনিৰ একেবাৰে তলৰ খলপাতহে স্থান পাইছিল। সেই স্তৰত থকা লোকৰ সামাজিক মৰ্যাদা ভৃত্যৰ মৰ্যাদাতকৈ অধিক নাছিল। অধিকাৰ আছিল সামান্য, অনধিকাৰ আছিল সৰ্বক্ষেত্ৰত। চাওঁতে চাওঁতে বৰ্ণভেদ ভাৰতীয় মানসিকতাত ইমান গভীৰভাৱে প্ৰোথিত হ'লগৈ যে বৰ্ণভেদসূচক শব্দবোৰ পিছত মূল্যবান দ্ৰব্য, যেনে—হীৰা-মুকুতা আৰু কাঠ আদি নিত্য ব্যৱহাৰ্য দ্ৰব্যৰ গুণগতভাৱে কম-বেছি মূল্যৰ শ্ৰেণীত ভাগ কৰোঁতেও ব্যৱহৃত হ'বলৈ ধৰিলে। নীতিগতভাৱে প্ৰত্যেক আৰ্য লোকেই চাৰিটা বৰ্ণৰ কোনো এটাৰ অন্তৰ্ভুক্ত হ'বই লাগিছিল। বৰ্ণভেদৰ বাহিৰত আছিল মাথোন শিশুসকল, তপস্বী-সন্ন্যাসীসকল আৰু বিধবা নাৰীসকল। তেওঁলোক কোনো বৰ্ণত নপৰে।

দ্ৰাবিড় সভ্যতাৰ প্ৰভাৱত দক্ষিণ ভাৰতত বৰ্ণভেদ প্ৰথাৰ প্ৰৱেশ হৈছিল তুলনামূলকভাৱে বহুত পলমকৈহে। কাৰণ প্ৰাচীন তামিল সাহিত্য-প্ৰসূত সমাজ-বিভাজন দেখুওৱা হৈছে বেলেগ বেলেগ জনগোষ্ঠীয় বিভাজনৰ ভিত্তিতহে, আৰ্য ব্যাখ্যামতে চতুৰ্বৰ্ণৰ ভিত্তিত নহয়। এই জনগোষ্ঠীয় সমাজবোৰ বেলেগ বেলেগ আছিল যদিও কোনো কাৰোতকৈ উচ্চ বা নীচ বুলি বিবেচিত নহৈছিল। কিন্তু বহু শতিকা পাৰ

হৈ যোৱাৰ পিছত দেখা গ'ল যে দক্ষিণ ভাৰতীয় সমাজতো বৰ্ণভেদৰ অঙ্কুৰে বহুত গভীৰলৈকে শিপা বহুৱাই সমাজখন নানা বৰ্ণত কঠোৰভাৱে বিভাজিত কৰি পেলালে। পিছলৈ দেখা গ'ল যে দক্ষিণ ভাৰতীয় ব্ৰাহ্মণবিলাক ব্ৰাহ্মণ্য ক্ৰিয়া-কাণ্ড পালনত অধিক নৈষ্ঠিক আৰু ৰক্ষণশীলতাৰ ক্ষেত্ৰত উত্তৰ ভাৰতৰ ব্ৰাহ্মণতকৈও একাঠি চৰাহে হৈ পৰিল। অস্পৃশ্যতা মহাব্যাধিয়ে উত্তৰ ভাৰততকৈও দক্ষিণ ভাৰতত সমাজদেহ বেছিকৈহে বিকাৰগ্ৰস্ত কৰি তুলিলে।

বৰ্ণ-বিভাজন কৰোঁতে প্ৰথম তিনিটা উচ্চ বৰ্ণৰ পৰা চতুৰ্থ বৰ্ণৰ মানুহক অৰ্থাৎ শূদ্ৰবৰ্ণক বহুদূৰ নিলগাই পেলোৱাৰো এটা দিহা কৰা হৈছিল প্ৰথমেই। প্ৰথম তিনি বৰ্ণৰ মানুহক বোলা হৈছিল 'দ্বিজ' বা দুবাৰ জন্ম লোৱা। সেইসকল লোক প্ৰথমবাৰ ওপজে মাতৃগৰ্ভৰ পৰা, দ্বিতীয়বাৰ পুনৰ জন্ম লয় উপনয়নৰ সময়ত পবিত্ৰ উপবীত ধাৰণ কৰি প্ৰকৃতাৰ্থত আৰ্য সমাজভুক্ত হ'বৰ পৰত। শূদ্ৰবৰ্ণৰ লোকৰ কোনো উপনয়ন নহৈছিল আৰু অনেক সময়ত তেওঁলোক আৰ্য বুলি গণ্যই নহৈছিল। পিছৰ যুগৰ কিছুমান শাস্ত্ৰত 'দ্বিজ' খিতাপ কেৱল ব্ৰাহ্মণৰ বাবে আছুতীয়াকৈ ৰখা হৈছিল। তথাপি শাস্ত্ৰবিধি আক্ষৰিকভাৱে মানিলে ক্ষত্ৰিয় আৰু বৈশ্যসকলো দ্বিজই। আৰ্যসমাজৰ এই চতুৰ্বৰ্ণ বিভাজন মূলতে কৰ্ম আৰু শ্ৰমভিত্তিক আছিল। মনুৱে বিধান দিছে যে ব্ৰাহ্মণৰ কৰ্তব্য হৈছে অধ্যয়ন, শিক্ষাদান, যাগ-যজ্ঞাদি পালন, দান কৰা আৰু দান গ্ৰহণ কৰা। ক্ষত্ৰিয়ৰ কাম আছিল সৰ্বজনক ৰক্ষা কৰা, হোম-যজ্ঞাদি পালন আৰু অধ্যয়ন। বৈশ্যয়ো অধ্যয়ন আৰু হোম-যজ্ঞাদি অনুষ্ঠান কৰিব লাগিছিল কিন্তু বৈশ্যৰ প্ৰধান কাম আছিল পশু-পালন, ভূমি-কৰ্ষণ আৰু কৃষি-কৰ্ম, বিভিন্ন বাণিজ্য কৰ্ম আৰু ঋণ দিয়া মহাজনী কাম। শূদ্ৰবৰ্ণৰ লোকৰ কাম আছিল ওপৰৰ তিনি বৰ্ণৰ লোকৰ সেৱা কৰা। এই কৰ্ম-বিভাজন কৰি উঠি মনুস্মৃতিত (১০-৯৭) কৈছে যে প্ৰত্যেকে আনৰ কৰ্তব্য কাম বৰ ভালকৈ কৰাতকৈ নিজৰ বৰ্ণৰ কৰ্তব্য কাম বেয়াকৈ কৰাও ভাল। এই তীক্ষ্ণ ব্যঞ্জনাপূৰ্ণ উক্তিটোকে ভাগৱতগীতাত অতি সুন্দৰ ভাষাত পুনৰুক্ত হৈছে—'স্বধৰ্মে নিধনং শ্ৰেয়ঃ পৰধৰ্মো ভয়াবহ ঃ'—বুলি। দৰাচলতে সেইটোৱেই হৈছে ভাৰতীয় সমাজ-চিন্তাৰ দিশ-নিৰ্দেশক কথা। প্ৰত্যেক মানুহৰ বাবে সমাজত নিৰ্দিষ্ট স্থান আৰু কৰ্তব্য কৰ্ম আছে। সেই কৰ্তব্যৰ লগত আছে প্ৰত্যেকৰ বাবে নিৰ্ধাৰিত অধিকাৰ।

বৰ্ণ-বিভাজনৰ আদৰ্শ আছিল এইটোৱেই। মধ্যযুগত বোধকৰোঁ সেই আদৰ্শৰ বহুখিনি ওচৰ চপা হৈছিল। কিন্তু সম্পূৰ্ণভাৱে সেই আদৰ্শ কোনোকালে বাস্তৱত ৰূপায়িত হোৱা নাই। শাস্ত্ৰত চতুৰ্বৰ্ণৰ প্ৰত্যেকৰ বাবে যিবোৰ কৰণীয় কাম আৰু পালনীয় আচৰণ নিৰ্দিষ্ট কৰা হৈছে সেইবোৰ ব্যৱহাৰিক ক্ষেত্ৰত সম্পূৰ্ণভাৱে কাচিৎহে পালন কৰা হয়। বৰঞ্চ সেইবোৰ ঘনে ঘনে লঙ্ঘন কৰাৰ দৃষ্টান্তই বেছি। এই শাস্ত্ৰবোৰ

ৰচিত হৈছিল ব্ৰাহ্মণসকলৰ দ্বাৰাই সম্পূৰ্ণ ব্ৰাহ্মণ্য দৃষ্টিভঙ্গীৰে আৰু তাৰ বিধি-বিধানবোৰো প্ৰধানকৈ ব্ৰাহ্মণ বৰ্ণৰ সুবিধাৰ প্ৰতি লক্ষ্য ৰাখিহে ৰচিত হৈছে। সেইবাবে শাস্ত্ৰবোৰত ব্ৰাহ্মণ বৰ্ণভুক্ত মানুহৰ বাবে উচ্চতম সামাজিক মৰ্যাদা আৰু জোখতকৈ অতিৰিক্ত সা-সুবিধাৰ বিধান থকা কথাত আচৰিত হ'বলগীয়া একো নাই।

মনুস্মৃতিৰ ৯-৩১৭ শ্লোকত কৈছে যে ব্ৰাহ্মণ হৈছে মনুষ্যাকৃতি মহাদেৱতা। ব্ৰাহ্মণৰ এনেহে আধ্যাত্মিক ক্ষমতা যে তেওঁ তিলেকতে সসৈন্যে ৰজাকে ধ্বংস কৰিব পাৰে যদিহে ৰজাই তেওঁৰ যি কোনো অধিকাৰত হস্তক্ষেপ কৰে। দণ্ডবিধিত ব্ৰাহ্মণৰ বাবে বিশেষ সা-সুবিধা আৰু ৰেহাই স্বীকৃত থকাৰ উপৰি জীৱনৰ প্ৰত্যেক ক্ষেত্ৰতে সা-সুবিধা, সন্মান আৰু শুশ্ৰূষা লাভৰ বিষয়ত ব্ৰাহ্মণে নিজৰ বাবে অগ্ৰভাগ দাবী কৰিবই। বৌদ্ধধৰ্মীসকলে ব্ৰাহ্মণসকলৰ এনে মাত্ৰাধিক দাবীবোৰ স্বীকাৰ নকৰে। ব্ৰাহ্মণতকৈ ক্ষত্ৰিয়ৰ গুণ-গানহে বেছিকৈ কৰে। তথাপি বৌদ্ধগ্ৰন্থবোৰতো ধাৰ্মিক আৰু নিষ্ঠাৱন্ত ব্ৰাহ্মণৰ প্ৰতি শ্ৰদ্ধা প্ৰদৰ্শনেই কৰা হৈছে।

বৌদ্ধগ্ৰন্থবিলাকত দুই ধৰণৰ ব্ৰাহ্মণৰ কথা পোৱা যায়। প্ৰথমবিধ ব্ৰাহ্মণ বৰ বিদ্বান। তেওঁলোকে আৰ্যধৰ্মৰ সকলো ক্ৰিয়া-কাণ্ড নিষ্ঠাৰে সম্পন্ন কৰে আৰু সৰ্বদা সৰ্বথা সন্মানিত হয়। কিন্তু গাঁৱলীয়া ব্ৰাহ্মণসকলে জীৱিকা উপাৰ্জন কৰে দৈৱজ্ঞৰ কাম আৰু তন্ত্ৰ-মন্ত্ৰৰ কাম কৰি। গতিকে তেওঁলোকৰ সন্মানো কম। বৰ্ণভেদ প্ৰথা যিমানেই কঠোৰ নহওক, ব্ৰাহ্মণসকলৰ বৰ্ণগত বা শ্ৰেণীগত শুদ্ধতাও বেছিদিন অক্ষুণ্ণ হৈ থাকিবলৈ নেপালে। আৰ্যসংস্কৃতিৰ সম্প্ৰসাৰণৰ লগে লগে ভাৰতৰ অন্যান্য আদিম অধিবাসী সমাজবোৰৰ যাদুকৰ আৰু বেজালি কৰা মানুহবো অনেকেই সেই জাতিবোৰ আৰ্যসমাজভুক্ত হোৱাৰ পিছত নিজকে ব্ৰাহ্মণ শ্ৰেণীৰ বুলি প্ৰতিপন্ন কৰিবলৈ সক্ষম হৈছিল। ঠিক যেনেকৈ সেই আদিম জাতিবোৰৰ মুখিয়াল আৰু ৰজাবোৰে আৰ্যসমাজভুক্ত হোৱাৰ পিছত ক্ষত্ৰিয় বুলি স্বীকৃতি লাভ কৰিছিল। খুব সম্ভৱ সেইদৰেই হৰপ্পা সংস্কৃতিৰ দিনৰ জনগোষ্ঠীসমূহো হিন্দুধৰ্মৰ মূল ৰূপ আৰ্যধৰ্মৰ সৈতে একাত্ম হৈ পৰিছিল।

জীৱিকা হিচাপে পুৰোহিতালি কৰা লোকসকলো অনেক ধৰণৰ আৰু নানা শ্ৰেণীভুক্ত আছিল। একেবাৰে আদি যুগত আমি অৰ্ধেক মনুষ্য আৰু অৰ্ধেক কিম্বদন্তী যেন লগা সৰ্বদ্ৰষ্টা ঋষিসকলৰ বিষয়ে পঢ়িবলৈ পাওঁ। সেইসকলেই বেদৰ স্তোত্ৰসমূহ ৰচনা কৰিছিল। তাৰ বাহিৰে যাগ-যজ্ঞ-হোমাদি কৰ্মকাণ্ড সম্পন্ন কৰিবলৈ আছিল ঋত্বিজ নামৰ এশ্ৰেণী ব্ৰাহ্মণ পুৰোহিত। তেওঁলোকৰ মাজতো যাগ-যজ্ঞাদিৰ বেলেগ বেলেগ কামৰ বাবে আছিল বেলেগ বেলেগ, যেনে হোতৃ বা আবাহন কৰোঁতা, উদ্গাতৃ বা মন্ত্ৰধ্বনি কৰোঁতা। যাগ-যজ্ঞৰ হাতৰ কামবোৰ কৰিছিল অৰ্দ্ধেয়ু নামে

এশ্ৰেণী পুৰোহিতে। আদিতে ‘ব্ৰাহ্মণ’ শব্দই বুজাইছিল যাৰ গাত ব্ৰহ্মাই ভৰ কৰিছে অৰ্থাৎ যাৰ ব্ৰহ্মগুণ আছে বা যি ব্ৰহ্মাক জানে। ‘ব্ৰহ্মা’ হৈছে এক ৰহস্যময় যাদুকৰী শক্তিৰ ধাৰণা যিটোক আধুনিক যুগৰ নৃতত্ত্ববিদসকলৰ মাজত পলীনেছিয়ান ‘মন’ শব্দটোৰে বুজোৱা হয়। এই ‘ব্ৰাহ্মণ’ শব্দৰে আৰম্ভণিতে বুজোৱা হৈছিল—যিজন সুশিক্ষিত আৰু বিদ্বান প্ৰধান পুৰোহিতে যজ্ঞকৰ্মৰ তদাৰক সুনিপুণভাৱে কৰে আৰু অন্যান্য পুৰোহিতসকলৰ যজ্ঞকৰ্মত কিবা সাধাৰণ ভুলৰ পৰা যদি কিবা বৈগুণ্য হয় তেন্তে নিজৰ অমোঘ মন্ত্ৰশক্তিৰে সেইবোৰৰ কুপ্ৰভাৱ নোহোৱা কৰে—সেইজনকহে। কিন্তু ঋকবেদৰ যুগৰ অন্তিমভাগলৈ বাছ-বিচাৰ নোহোৱাকৈ পুৰোহিত শ্ৰেণীৰ সকলো সদস্যকে ব্ৰাহ্মণ বোলা হৈছিল।

ব্ৰাহ্মণ বৰ্ণৰ লোকৰ মাজত আৰু বিভাজন আছিল। বৈদিক যুগৰ শেহৰ ফালে ব্ৰাহ্মণসকল বেলেগ বেলেগ গোত্ৰত বিভাজিত হৈছিল। এওঁলোকে নিজৰ গোত্ৰৰ মাজত বিবাহ কৰিব নোৱাৰিছিল। এই সগোত্ৰৰ মাজত বিবাহ কৰিব নোৱৰা বহিৰ্বিবাহ প্ৰথা অন্যান্য বৰ্ণৰ মানুহেও মানি চলিছিল আৰু সেই নীতি এতিয়াও প্ৰচলিত হৈ আছে। পিছলৈ ব্ৰাহ্মণ বৰ্ণৰ লোকৰ মাজতে বহুত জাতৰ সৃষ্টি হ'ল। সেইবিলাক অন্তৰ্বিবাহ আৰু উমৈহতীয়া ৰীতি-নীতিৰ দ্বাৰাই সংযুক্ত আছিল। আৰু বিভাজন হৈছিল শাখা বা ঠাল-ঠেঙুলি হৈ ওলোৱা ব্ৰাহ্মণ জাত-উপজাতবোৰৰ যোগেদি। সেইবোৰ শাখাৰ উদ্ভৱ হৈছিল বেদগণৰ নতুন টীকা-টিপ্পনীৰে আৰু নতুন পাঠ সংযোজনেৰে ওলোৱা সংস্কৰণবিলাকৰ ওপৰত ভিত্তি কৰি। যিবোৰ পৰিয়ালে তেনে যি পাঠযুক্ত যিখন বেদৰ কৰ্তৃত্ব মানি লৈছিল তেওঁলোক সেই বেদৰ নামেৰে শ্ৰেণী হিছাপে খ্যাত আৰু স্বীকৃত হৈছিল। [যেনে ঋষি যাজ্ঞবল্ক্যকৃত শুক্ল যজুৰ্বেদৰ পাঠৰ অনুগামীসকলক বোলা হৈছিল বাজসনেয়ী ব্ৰাহ্মণ।]

ব্ৰাহ্মণৰ সাধাৰণতে কোনো নৃপতি বা গোষ্ঠীপতি পৃষ্ঠপোষক থাকে যাৰ পৰা ভৰণ-পোষণৰ বাবে তেওঁ ৰাজহ-মুক্ত ভূমি লাভ কৰিছিল। সেই ভূমিত কৃষকইঁতে খেতি-বাতি কৰি খাজানা দিছিল ৰজাৰ সলনি ব্ৰাহ্মণক। কিন্তু নিজৰে অনেক ভূ-সম্পত্তি থকা ভূ-স্বামী ব্ৰাহ্মণো আছিল। তেনে ব্ৰাহ্মণে নিজৰ মাটিত বনুৱা লগাই খেতি কৰাইছিল বা ৰায়ত বহুৱাই ফচলৰ ভাগ সংগ্ৰহ কৰিছিল। ধৰ্মকৰ্মত নিযুক্ত ব্ৰাহ্মণে কেতিয়াবা ৰাজসভাত ডাঙৰ বিষয়বাবো ভোগ কৰিছিল। ৰাজপুৰোহিতৰ গুৰুত্ব সম্বন্ধে আগৰ এক অধ্যায়ত বিশদভাৱে আলোচনা কৰা হৈছেই। এই পুৰোহিত শব্দৰে একোটা ফৈদ, বংশ অথবা পৰিয়ালৰ বা তেনে বহুতো পৰিয়ালৰ হৈ হিন্দুধৰ্মৰ পালনীয় সকলো ক্ৰিয়া-কৰ্ম সম্পন্ন কৰা ব্ৰাহ্মণজনক বুজোৱা হৈছিল আৰু সেই অৰ্থতে বৰ্তমানো পুৰোহিত শব্দ ব্যৱহাৰ কৰা হয়। এইবিলাক বৃত্তিৰ উপৰি বেদাদি

গ্ৰন্থৰ শিক্ষাদান কৰোঁতা গুৰু হিচাপে বা অন্যান্য বিদ্যাৰ শিক্ষক ৰূপে খ্যাত ব্ৰাহ্মণ আছিল অনেক।

সৰ্বযুগত প্ৰকৃত ধৰ্মপথত নৈষ্ঠিক জীৱন যাপন কৰা মহান ব্ৰাহ্মণ আছিল। কালিদাসৰ 'শকুন্তলা' নাটকত অৰণ্যৰ মাজত ধাৰ্মিক ব্ৰাহ্মণসকলৰ এখন আশ্ৰমৰ মনোৰম বৰ্ণনা পোৱা যায়। তেওঁলোকে অৰণ্যৰ মাজৰ শান্তিময় বাসস্থানত কুটীৰ ঘৰত বিলাসশূন্য সহজ-সৰল জীৱন যাপন কৰে। আশ্ৰমবাসী তপস্বীসকলৰ শান্ত স্বভাৱৰ বাবে তেওঁলোকৰ আশ্ৰমত মুকলি মনে বিচৰণ কৰে বনৰীয়া হৰিণাৰ জাক। চাৰিওফালৰ হাবিয়নি-কাঠনি তেওঁলোকৰ হোমযজ্ঞৰ পবিত্ৰ ধোঁৱাৰ গন্ধই সুবাসিত কৰি ৰাখে। ব্ৰাহ্মণ তপস্বীসকলৰ এনে উপনিৱেশবোৰ দেশৰ ৰজা, গোষ্ঠীপতি শাসনকৰ্তা আৰু ওচৰৰ গাঁওবিলাকৰ কৃষকসকলৰ সাহায্যত চলি থাকে। এনে ডাঙৰ বহুজনীয়া আশ্ৰমৰ বাহিৰেও নিঃসঙ্গভাৱে কঠোৰ তপস্যাত ব্ৰতী ব্ৰাহ্মণো আছিল। মধ্যযুগত বৌদ্ধ মঠ আৰু বিহাৰৰ অনুকৰণত ব্ৰাহ্মণসকলেও সমূহীয়া মঠ নিৰ্মাণ কৰি বাস কৰিছিল।

কিন্তু প্ৰাচীন ভাৰতৰ বিচিত্ৰ ধৰ্ম-কৰ্মৰ অনুষ্ঠান সম্পন্ন কৰি জীৱিকা নিৰ্বাহ কৰিব পাৰিছিল ব্ৰাহ্মণ সমাজৰ একাংশইহে। গতিকে স্মৃতিগ্ৰন্থবিলাকত দুঃস্থ ব্ৰাহ্মণৰ সহায়ৰ বাবে 'আপদ্ধৰ্ম্ম' বা 'বিপদকালৰ কৰ্তব্য' শীৰ্ষক বিশেষ শিতানত দিহা দিয়া হৈছে। তেনে দিহা-পৰামৰ্শমতে কোনো বৰ্ণৰ মানুহে নিজৰ বৰ্ণৰ বাবে নিৰ্দিষ্ট কৰ্ম কৰি যেতিয়া ভাত মোকলাব নোৱৰা অৱস্থাত পৰে তেতিয়া কেনে কাম কৰি জীৱন যাপন কৰিব পাৰিব সেইবোৰ বৃত্তি বা কামৰ সতৰ্ক বিৱৰণ দিয়া হৈছে। এই নতুন বিধানমতে আপদ কালত ব্ৰাহ্মণে যি কোনো বৃত্তি-ব্যৱসায় ল'ব পাৰিব। বহুত ব্ৰাহ্মণ ৰজাৰ অধীনত দায়িত্বপূৰ্ণ পদবীত নিযুক্ত হৈছিল। বহুত ৰাজবংশই আছিল ব্ৰাহ্মণ বৰ্ণভুক্ত। সাধাৰণতে স্মৃতিগ্ৰন্থবিলাকত ব্ৰাহ্মণে কৃষিকৰ্ম কৰাত অনুমোদন দিয়া হোৱা নাই। কাৰণ কৃষিকৰ্মত পশুক কষ্ট দিয়া হয়, কীট-পতঙ্গৰ প্ৰাণনাশ হয়। কিন্তু এই নিয়মবোৰ সদায় মানি চলা হোৱা নাছিল। স্মৃতিগ্ৰন্থৰ মতে ব্ৰাহ্মণৰ বাবে কিছুমান বেহা-বেপাৰ আৰু ব্যৱসায় নিষিদ্ধ। যেনে পশুধন আৰু যি কোনো জন্তু বেচা, দাস ব্যৱসায়, অস্ত্ৰ-শস্ত্ৰৰ বেপাৰ, সুৰা আদি মাদক দ্ৰব্যৰ বেপাৰ ইত্যাদিৰ লগতে সুতলৈ টকা ধাৰে দিয়া মহাজনী কাৰবাৰ কৰাও তেনে নিষিদ্ধ বৃত্তিৰ তালিকাত আছিল। অৱশ্যে তাৰ মাজতে মনুস্মৃতিত কম সুতত 'দুষ্ট লোকক' টকা ধাৰলৈ দিলে ব্ৰাহ্মণ মহাজনৰ দোষ নহয় বুলিও কৈছে। 'দুষ্ট লোক' মানে নিশ্চয় আৰ্যধৰ্মৰ বাহিৰৰ লোকৰ কথাকে কোৱা হৈছে। কিন্তু অতি নিষ্ঠাৰে এইবোৰ বাধা-নিষেধ পালন কৰাৰ পিছতো ব্ৰাহ্মণে জীৱিকা আৰ্জনৰ বাবে অনেক পথ বিচাৰি ল'ব পাৰিছিল।

ব্ৰাহ্মণ মানেই ধৰ্ম-কৰ্মৰ লগত সংযুক্ত লোক। কিন্তু যেতিয়া কোনো ব্ৰাহ্মণে সম্পূৰ্ণ ধৰ্মনিৰপেক্ষ বৃত্তি অৱলম্বন কৰি জীৱন নিৰ্বাহ কৰে তেতিয়া তেওঁ ধৰ্মীয় কৰ্মৰ লগতে সদায় যুক্ত হৈ থকা এজন ব্ৰাহ্মণৰ সমানে সন্মান পাবৰ যোগ্য হৈ থাকিবনে নাই—এই বিষয়ে কোনো স্পষ্ট বিধান নাই। আনকি সকলো স্মৃতিগ্ৰন্থৰ ভিতৰতে বেছি কৰ্তৃত্বশীল বুলি গণ্য মনুস্মৃতিও এই বিষয়ে অনিশ্চিত। মনুস্মৃতিৰ বিভিন্ন স্থানত সম্পূৰ্ণ বিপৰীত অৰ্থযুক্ত কথা কোৱা হৈছে এই বিষয়ে (মনুস্মৃতি ঃ ৪-১৯২ আৰু ৯-৩১৯)। স্মৃতিৰ বাহিৰে অন্য সাধাৰণ সাহিত্য-গ্ৰন্থৰ পৰাও পোৱা তথ্যৰ পৰা এনে ধাৰণা হয় যে যাগ-যজ্ঞাদি কৰ্ম আৰু অধ্যয়নব্ৰতী ব্ৰাহ্মণহে বেদবিহিত সন্মানৰ গৰাকী আছিল। 'মৃচ্ছকটিকম' নাটকৰ নায়ক চাৰুদত্ত আছিল এজন দৰিদ্ৰ ব্ৰাহ্মণ। খুব সম্ভৱ তেওঁ জন্মতহে ব্ৰাহ্মণ আছিল, বৃত্তিত ব্ৰাহ্মণ নাছিল। সেইবাবে বিচাৰালয়ত তেওঁক কঠোৰ দণ্ড বিহা হৈছিল।

কিন্তু ইমান মান-মৰ্যাদা, নাম-যশৰ গৰাকী হোৱা সত্ত্বেও ব্ৰাহ্মণসকল সদায় তীব্ৰ ব্যঙ্গ-বিদ্ৰূপৰ লক্ষ্যও আছিল। আনকি ঋকবেদৰ ৭-১০৩ শ্লোকত বৰ্ষাৰ আগমনত খালে-ডোঙে টোৰটোৰাবলৈ ধৰা ভেকুলীৰ মাতৰ লগত তুলনা কৰা হৈছে পুৰোহিতবৰ্গৰ একেসুৰীয়া বেদমন্ত্ৰ গান। অৱশ্যে ঠিক বিদ্ৰূপ কৰাৰ উদ্দেশ্যে তেনেকৈ নিলিখিবও পাৰে ঋকবেদৰ এই শ্লোকত। কিন্তু ছান্দোগ্য উপনিষদৰ প্ৰথম অংশতে (১-১২) এনে এটা চকুত পৰা বৰ্ণনা আছে যাৰ অৰ্থ ব্যঙ্গাত্মক নহৈ নোৱাৰে। ঋষি বক দাল্‌ভ্যৰ মুখৰ এক বৰ্ণনাত এজাক কুকুৰৰ কথা কোৱা হৈছে। প্ৰত্যেকটো কুকুৰে আগৰটো কুকুৰৰ নেজডাল কামুৰি ধৰে। তেনেকৈ গোটেই জাক কুকুৰে এটা বৃত্তৰ সৃষ্টি কৰি ঘূৰিবলৈ ধৰে। কুকুৰবোৰৰ সেই ঘূৰণৰ তুলনা দিছে এনেদৰে—"যেনেকৈ পুৰোহিতবৰ্গই প্ৰশস্তি গীত গাবৰ সময়ত বৃত্তাকাৰে ঘূৰি ঘূৰি গায় আৰু লগে লগে পবিত্ৰ ওঙ্কাৰ ধ্বনি উচ্চাৰণ কৰি কৰি যেনেকৈ ক'বলৈ ধৰে—"ওঁম্! আহা আমি ভোজন কৰোঁ। ওঁম! আহা আমি পান কৰোঁ। ওম! বৰুণ, প্ৰজাপতি আৰু সবিতৃ দেৱগণে যেন আমাক ভোজ্যবস্তু আনি দিয়েহি।" ব্ৰাহ্মণৰ খকুৱা স্বভাৱৰ বিষয়ে তেনে এটা আমোদজনক বৰ্ণনা পোৱা যায় ঐতৰেয় ব্ৰাহ্মণৰ প্ৰথম ভাগত (৭-২৯) য'ত ক্ষত্ৰিয় যোদ্ধাৰ দৃষ্টিৰে অন্য তিনি বৰ্ণৰ লোকৰ বৰ্ণনা কৰোঁতে ব্ৰাহ্মণৰ বিষয়ে কৈছে "দান গ্ৰহণ কৰোঁতা, সোমৰস পান কৰোঁতা, ভোজ্যবস্তু হেঁপাহ পলুৱাই গলাধঃকৰণ কৰোঁতা আৰু ইচ্ছামতে নিষ্পোড়িত কৰোঁতা।" সংস্কৃত নাটকৰ বিদুষক বোলা বহুবালি কৰা চৰিত্ৰও বিনয়ী আৰু খকুৱা কিন্তু সদায় এজন ব্ৰাহ্মণ।

কিন্তু ব্ৰাহ্মণসকলৰ এনে অপৰিমিত সা-সুবিধা আত্মগৌৰৱক মুখামুখি আক্ৰমণ কৰাৰ দৃষ্টান্ত বেছি নহয়। আনকি প্ৰায় ব্ৰাহ্মণ-বিৰোধী অৱস্থান গ্ৰহণ কৰা বৌদ্ধ

গ্ৰন্থবিলাকতো তেনে প্ৰত্যাহ্বান কম। একমাত্ৰ ব্যতিক্ৰম অশ্বঘোষৰ দ্বাৰাই ৰচিত বুলি খ্যাত 'বজ্ৰসূচী' অৰ্থাৎ 'হীৰাৰ বেজি' নামৰ প্ৰথম কি দ্বিতীয় শতাব্দীৰ চমু এখন বৌদ্ধ গ্ৰন্থ। সেই গ্ৰন্থত উল্লেখনীয় দ্বন্দ্বাত্মক যুক্তিবাদেৰে ব্ৰাহ্মণসকলৰ বিশেষ ধৰণৰ গুণ থকাৰ তত্ত্বগত ধাৰণা আনকি সমস্ত বৰ্ণভেদ ব্যৱস্থাকে আক্ৰমণ কৰা হৈছে। বাস্তৱিকতে ব্ৰাহ্মণসকলৰ বিশেষ গুণ আৰু অধিকাৰৰ দাবীদাৰ তথ্য সদায় মানি চলা হোৱা নাছিল। তেনে দাবী প্ৰত্যাহ্বানৰ সন্মুখীন নোহোৱাকৈও থকা নাছিল।

দ্বিতীয় বৰ্ণৰ লোকসকল আছিল প্ৰশাসক শ্ৰেণীৰ অন্তৰ্ভুক্ত। সেই বৰ্ণৰ মানুহ বৈদিক যুগত ৰাজন্য বুলি খ্যাত হৈছিল। পিছলৈ নাম পাইছিল ক্ষত্ৰিয়। আদৰ্শগতভাৱে ক্ষত্ৰিয়ৰ কৰ্তব্য আছিল 'ৰক্ষকৰ' দায়িত্ব পালন কৰা। তাৰ অৰ্থ হ'ল, ক্ষত্ৰিয়ই যুদ্ধৰ সময়ত যুদ্ধ কৰিব আৰু শান্তিৰ সময়ত শাসন কৰিব। আৰম্ভণিৰ যুগবোৰত ক্ষত্ৰিয়ৰ সামাজিক স্থান ব্ৰাহ্মণতকৈও গুৰুত্বপূৰ্ণ আছিল। প্ৰথম বৰ্ণ হিছাপে ক্ষত্ৰিয়ৰ এনে দাবী সাব্যস্ত হোৱা দেখা যায় ওপৰত আমি উদ্ধৃত কৰা ঐতৰেয় ব্ৰাহ্মণৰ পাঠৰ অংশত। এনে ধৰণৰ পাঠ এখন ব্ৰাহ্মণ্য শাস্ত্ৰত স্থান পাইছিল কেনেকৈ সেইটো বুজা টান। বৌদ্ধ-পৰম্পৰাগত বিশ্বাস মতে যেতিয়া ব্ৰাহ্মণসকল উচ্চতম বৰ্ণ হিছাপে গণ্য হৈছিল তেতিয়া বুদ্ধসকলে জন্ম গ্ৰহণ কৰিছিল ব্ৰাহ্মণ কুলত। যেতিয়া ক্ষত্ৰিয় বৰ্ণ সমাজত অধিক গুৰুত্বপূৰ্ণ বুলি গণ্য হৈছিল তেতিয়া বুদ্ধসকলে জন্ম লৈছিল ক্ষত্ৰিয় কুলত। ঐতিহাসিক গৌতম বুদ্ধ আছিল ক্ষত্ৰিয় গতিকে তেওঁৰ অনুগামীসকলৰ মনত ক্ষত্ৰিয় বৰ্ণৰ প্ৰাধান্য সম্বন্ধে কোনো সন্দেহেই নাছিল। পালি ভাষাৰ শাস্ত্ৰবিলাকত যেতিয়াই চতুৰ্বৰ্ণৰ নাম লোৱা হয় সদায় সবাতোকৈ আগতে ক্ষত্ৰিয়ৰ নাম লেখা হয়।

ব্ৰাহ্মণসকলে অতি দাম্ভিক স্বেচ্ছাচাৰী ৰজাক যেনেদৰে নিয়ন্ত্ৰণ কৰাৰ দৃষ্টান্ত পোৱা যায় তেনেকৈ পৰাক্ৰমী ৰজা একোজনেও ব্ৰাহ্মণৰ মাত্ৰাধিক দাবী আৰু দম্ভ সংযত কৰি ৰাখিছিল। পৌৰাণিক কাহিনীত ব্ৰাহ্মণবৈৰী অনেক ৰজাৰ দুখকৰ শেষ পৰিণতিৰ কথা আছে। আছে অধাৰ্মিক ক্ষত্ৰিয়কুল বিনাশ কৰা পৰশুৰামৰ কাহিনীও। এইবিলাকৰ পৰা প্ৰাক-বৌদ্ধযুগত ব্ৰাহ্মণ আৰু ক্ষত্ৰিয়ৰ মাজত হোৱা প্ৰবল সংঘাতৰ বিষয়ে অনুমান কৰিব পাৰি। মৌৰ্যযুগৰ পিছৰ পৰা সমগ্ৰ ভাৰততে ব্ৰাহ্মণৰ তত্ত্বগতভাৱে শ্ৰেষ্ঠত্বৰ স্থান সুনিশ্চিত হৈছিল যদিও প্ৰকৃতপক্ষে ক্ষত্ৰিয়ই আছিল ব্ৰাহ্মণৰ সমান আৰু সময়ে সময়ে শ্ৰেষ্ঠতৰ।

প্ৰাচীন ভাৰতৰ এই যোদ্ধাৰ শ্ৰেণী বা ক্ষত্ৰিয় বৰ্ণত মহা মহা সম্ৰাটৰ পৰা সাধাৰণ গোষ্ঠীপতিলৈকে সকলো অন্তৰ্ভুক্ত হৈছিল। সকলো জাতিৰ সকলো স্তৰৰ পৰাই সামৰিক গুণসম্পন্ন লোক ক্ষত্ৰিয় বৰ্ণৰ সদস্য হ'ব পাৰিছিল। আনকি মুছলমানসকল অহাৰ আগলৈকে ভাৰত আক্ৰমণ কৰিবলৈ অহা সকলো জাতিৰ

বিদেশী লোকে এই ক্ষত্রিয় সমাজভুক্ত হৈয়েই ভাৰতৰ নিগাজী বাসিন্দা হৈছিল। মনুস্মৃতিত কোৱা হৈছে যে এই যুদ্ধপ্রিয় জাতিবোৰ আৰ্যগোষ্ঠীৰ নিকটস্থানীয় জাতি। সেইবোৰৰ ভিতৰত গ্রীক (যৱন), ছাইথিয়ান (শক), পাৰ্থিয়ান (পহ্লৱ) আদি সকলো মনুৰ মতে আৰ্যসমাজভুক্ত ক্ষত্রিয়ই আছিল মূলতে। মাত্র আৰ্যধৰ্মৰ পবিত্র ৰীতি-নীতি আৰু অনুষ্ঠানবোৰ পালন নকৰা বাবে পতিত হৈছিল। এতিয়াও তেওঁলোকক পুনৰ আৰ্যসমাজত গ্ৰহণ কৰাত কোনো বাধা নাই যদিহে তেওঁলোকে পবিত্র ধৰ্ম-কৰ্মবোৰ মানি চলিবলৈ ধৰে আৰু প্ৰায়শ্চিত্তৰ বাবে হোম-যজ্ঞাদি সম্পন্ন কৰে। ভাৰত বিজয় কৰা সকলো আক্রমণকাৰী জাতিৰ প্ৰতি এই বিধিকে আগবঢ়াই প্ৰত্যেকবাৰ তেনে জাতিবোৰক আৰ্য ভাৰতীয় কৰা হৈছিল আৰু ক্ষত্রিয় বৰ্ণৰ কলেৱৰ বাঢ়িছিল। ক্ষত্রিয়সকলৰ মাজতে সৰ্বোৎকৃষ্ট বুলি পৰিগণিত ৰাজপুতসকলো এনে বিদেশী আক্রমণকাৰীৰ পৰাই সৰ্বশেষত আৰ্যসমাজভুক্ত হোৱা লোক।

ক্ষত্রিয়সকলেও নিজৰ বাবে কিছুমান বিশেষ বিবেচনা আৰু সা-সুবিধা বিচাৰিছিল আৰু পাইছিলো। ধৰ্মৰ নিৰ্দিষ্ট নীতি-নিয়মৰ ভিতৰত নপৰিলেও ক্ষত্রিয়সকলে কিছুমান নিজস্ব আচাৰ-বিচাৰ দয়-দস্তুৰ মানি চলিছিল। ব্রাহ্মণসকলে সেইবোৰতে শাস্ত্রবিধিত অনুমোদন দিবলৈ বাধ্য হৈছিল। যেনে ক্ষত্রিয়ই কন্যা হৰণ কৰি আনি বিবাহ কৰা প্ৰথা, গোপন বিবাহ আৰু স্বয়ম্বৰ সভাত কন্যাই নিজৰ পছন্দ মতে সমৱেত প্ৰাৰ্থীগণৰ মাজৰ পৰা মনোমত দৰা নিৰ্বাচন কৰা প্ৰথা আদিত ব্রাহ্মণসকলে শাস্ত্রীয় সম্মতি দিব লগা হৈছিল। ব্রাহ্মণসকলৰ দৰেই ক্ষত্রিয়য়ো সদায় নিজৰ শাস্ত্রবিহিত জীৱন-যাত্রা নকৰি জীৱিকাৰ্জনৰ অন্য পন্থা লৈছিল। পূৰ্বোক্ত 'আপদ্ধৰ্ম'ৰ সূত্ৰ তেওঁলোকৰ ক্ষেত্ৰতো প্রযোজ্য আছিল। গতিকে ক্ষাত্র-কুলভুক্ত অনেকেই সদাগৰী আৰু কাৰিকৰী বৃত্তি অৱলম্বন কৰিছিল।

বৈদিক যুগত বৈশ্য বা বণিক শ্ৰেণীৰ লোকসকল ব্ৰাহ্মণ্য ক্রিয়া-কাণ্ডৰ অংশীদাৰ আৰু উপনয়ন পালন কৰি উপবীত ধাৰণ কৰা উচ্চ বৰ্ণৰ আছিল যদিও দৰাচলতে তৃতীয় বৰ্ণ হিচাপে ব্রাহ্মণ আৰু ক্ষত্রিয়ৰ তুলনাত তেওঁলোক আছিল নিতান্তই নিমাখিত। ঐতৰেয় ব্রাহ্মণৰ আগতে উল্লেখ কৰা ৭-২৯ অধ্যায়ত বৈশ্য জাতিৰ বিষয়ে কোৱা হৈছে এইদৰে—"পৰক কৰভাৰ সোধাওঁতা ; পৰৰ দ্বাৰা শোষিত ; পৰৰ দ্বাৰা যথাইচ্ছা নিপীড়িত।" আদিকালৰ কিছুমান ব্ৰাহ্মণ্য গ্ৰন্থতো বৈশ্যক দেখুওৱা হৈছে দুৰ্দশাগ্ৰস্ত পদ-দলিত কৃষক বা ক্ষুদ্ৰ বণিক হিচাপে। ব্রাহ্মণ আৰু ক্ষত্রিয় বৰ্ণৰ লোকৰ বাবে বৈশ্য কেৱল ধনলাভৰ উৎস স্বৰূপ আছিল।

মনুৰ মতে বৈশ্যৰ প্ৰধান কৰ্তব্য আছিল পশুপালন। সৃষ্টি পাতনিৰ দিনতে বোলে পোহনীয়া জন্তুৰ সমগ্ৰ দায়িত্ব বৈশ্য জাতিৰ লোকক অৰ্পণ কৰা হৈছিল।

স্পষ্টকৈ বুজা যায় যে বৈশ্য জাতিৰ আদি মূল আছিল ঋকবৈদিক আৰ্য জনগোষ্ঠীৰ সাধাৰণ কৃষক শ্ৰেণীৰ মানুহবোৰ। কিন্তু সেয়ে হ'লেও মনুৱে ৰচনা কৰা বুলি খ্যাত স্মৃতিগ্ৰন্থ ৰচিত হোৱাৰ বহু যুগ আগৰ পৰাই সেইবিলাক মানুহৰ নানা কাম নানা বৃত্তি আছিল। চাৰিটা বৰ্ণৰ ভিতৰত আটাইতকৈ হীন শূদ্ৰ জাতিৰ লোকে শেহ পৰ্যন্ত কৃষিকেই বৃত্তি হিছাপে গ্ৰহণ কৰিলে। মনুস্মৃতিত পশুপালন আৰু কৃষিকৰ্মৰ উপৰিও অন্যান্য বহুত বৃত্তি বৈশ্যসকলৰ বাবে বিধেয় বুলি ঘোষণা কৰিলে। বৈশ্যবৰ্ণৰ ভাল মানুহ বুলিলে মানুহজনৰ মণি-মুক্তা, হৰেক ৰকমৰ ধাতু, বস্ত্ৰ, মা-মছলা, সুগন্ধি দ্ৰব্য আৰু সৰ্বপ্ৰকাৰ পণ্যবস্তুৰ গুণাগুণ সম্বন্ধে প্ৰচুৰ জ্ঞান থাকিব লাগে বুলি আটায়ে ভাবিছিল। সেইটোৰ পৰা বুজা যায় যে বৈশ্য লোকেই আছিল প্ৰাচীন ভাৰতীয় সদাগৰ বা শ্ৰেষ্ঠীসকল।

ব্ৰাহ্মণ্য গ্ৰন্থবোৰত বৈশ্য লোকক সামান্য অধিকাৰসহ সমাজত তুলনামূলকভাৱে অৱনমিত স্থান দিয়া হৈছে যদিও বৌদ্ধ আৰু জৈন শাস্ত্ৰবিলাকৰ সেই বিষয়ত বক্তব্য বেলেগ ধৰণৰ। সেইবিলাক বৌদ্ধ আৰু জৈন গ্ৰন্থ কেইশতাব্দীমান পিছৰ ৰচনা আৰু সেইবোৰত সন্নিবিষ্ট তথ্যবোৰো ভাৰতৰে পূবফালৰ দেশবিলাকৰ পৰা সংগৃহীত। কিন্তু সেইবোৰত দেখুওৱা হৈছে যে বৈশ্য বৰ্ণৰ মানুহ সদায় নিগৃহীত হৈ থকা নাছিল। সেইবোৰ বৰ্ণনাত অতি ঐশ্বৰ্যশালী আৰু অতি বিলাসবহুল জীৱন যাপন কৰা ডাঙৰ ডাঙৰ বৈশ্য বণিকসকলে প্ৰতাপী বণিকগোষ্ঠী বা 'গীল্ড' পাতি বাস কৰা কথা পোৱা যায়। এই বৰ্ণনাত আদৰ্শ বৈশ্য বুলিলে নিয়মীয়াকৈ ৰাজহ দিয়া সামান্য পশুপালকজনক নুবুজায়, বুজায় অশীতিকোটিবিভৱঃ অৰ্থাৎ আঠ কোটি পণৰ গৰাকী এজনক। এনে বৈভৱশালী বৈশ্যই ৰজাৰ পৰাও সন্মান আৰু বিভিন্ন অনুগ্ৰহ লাভ কৰি বিশ্বাসৰ পাত্ৰ হৈছিল। ক্ষত্ৰিয় বৰ্ণৰ লোকতকৈও এনে যোত্ৰবান বৈশ্য বৰ্ণৰ লোকসকলেহে উদাৰ ভাবৰ বৌদ্ধ আৰু জৈন ধৰ্মৰ উত্থানত সহায় কৰিছিল। তেতিয়া মানে অন্ততঃ কোশল আৰু মগধত বৈশ্যসকলৰ দ্বাৰাই সংখ্যাত কম হ'লেও সমাজত গুৰুত্বপূৰ্ণ ভূমিকা লোৱা বণিক মধ্যবিত্ত শ্ৰেণী গঠিত হৈছিল। শুঙ্গ ৰাজবংশৰ দিনৰে পৰা অসংখ্য লিপিত উচ্চবিত্ত বৈশ্য সদাগৰ আৰু প্ৰতিষ্ঠিত কাৰিকৰসকলে বিভিন্ন ধৰ্মীয় অনুষ্ঠান-প্ৰতিষ্ঠানলৈ দিয়া মহৎ দানৰ উল্লেখ পোৱা যায়। বেছিভাগ তেনে দানেই আছিল বৌদ্ধ ধৰ্মীয় প্ৰতিষ্ঠানৰ উদ্দেশ্যে দিয়া দান। সেইবোৰৰ পৰা বুজা যায় যে তেওঁলোক যথেষ্ট সমৃদ্ধ আৰু প্ৰভাৱশালী আছিল।

ঐতৰেয় ব্ৰাহ্মণত কোৱাৰ দৰে বৈশ্য বৰ্ণৰ লোক যদি আনৰ যথেষ্ট অত্যাচাৰৰ বলি আছিল তেন্তে শূদ্ৰ বৰ্ণৰ লোকৰ অৱস্থা আছিল তাতকৈও দুৰ্ভাগ্যজনক। সেই গ্ৰন্থৰ ভাষ্যমতেই শূদ্ৰলোক আছিল "আন লোকৰ চাকৰ, মালিকে ইচ্ছা কৰিলেই

খেদিব পাৰে, বা বধ কৰিব পাৰে।" শেহৰ 'বধ কৰিব পাৰে' খণ্ডবাক্যটোৰ অৰ্থ নিশ্চয় 'মাৰ-কিল কৰিব পাৰে' হ'ব লাগিছিল। কিন্তু গোটেই উক্তিটোৱেই ব্যঙ্গাত্মক।

শূদ্ৰবোৰ 'দ্বিজ' নহয়। শূদ্ৰৰ কোনো উপনয়ন নহয়। তেনে কোনো শাস্ত্ৰীয় কৰ্ম কৰি শূদ্ৰক সম্পূৰ্ণ আৰ্যত্ব প্ৰদান কৰা নহয়। তেওঁলোকক বিধিগতভাৱে আৰ্য বুলি বিবেচনা কৰাই নহয়। যদিও অৰ্থশাস্ত্ৰৰ তৃতীয় অধিকৰণৰ ত্ৰয়োদশ অধ্যায়ত দাসত্বৰ বিষয়ে আলোচনা কৰোঁতে আৰ্য বুলি স্বীকাৰ কৰিছে, তথাপি শূদ্ৰবোৰ আছিল দৰাচলতে দ্বিতীয় শ্ৰেণীৰ নাগৰিকহে আৰু শূদ্ৰৰ অৱস্থান আছিল আৰ্যসমাজৰ সীমামূৰিয়লিত। 'শূদ্ৰ' শব্দৰ ভাষাতাত্ত্বিক মূল সম্বন্ধেও সন্দেহৰ থল আছে। ঋকবেদত শূদ্ৰ শব্দৰ ব্যৱহাৰ হৈছে মাত্ৰ এবাৰ। বোধ হয় মূলতে ই কোনো অনাৰ্য উপজাতিৰ নামবাচক শব্দ আছিল। সেই জাতি আৰ্যৰ পদানত হৈছিল। সেই জাতিৰ শূদ্ৰ নামেৰেই আৰ্যসমাজৰ চতুৰ্থ বৰ্ণৰ নামকৰণ হৈছিল বুলি অনুমান কৰিব পাৰি। যদিও তাৰ লগতে শূদ্ৰত্বৰ অন্য কৰ্তব্য যোগ হৈছিল। ব্ৰাহ্মণ্য ধৰ্মৰ ৰীতি-নীতি ক্ৰিয়া-কাণ্ডবোৰ ক্ৰমাৎ বেছি কঠোৰ হৈ অহাৰ লগে লগে যিবিলাক জনগোষ্ঠীৰ বা সমাজৰ লোকে গোড়া আৰ্য ধৰ্মীয় ৰীতি-নীতি আৰু কৰ্মকাণ্ড মানি চলিবলৈ অসম্মত বা অপাৰগ হ'ল আৰু তাৰ সলনি নিজৰ সমাজৰ পুৰণা ৰীতি-নীতি আৰু বিশ্বাসকে খামুচি ধৰি থাকিল সেইবোৰ লোক সম্মানহীন শূদ্ৰ শ্ৰেণীৰ বুলি পৰিগণিত হ'ল। এতিয়াও এনে কিছুমান জাতৰ মানুহ আছে, যিবিলাকে নিজকে ক্ষত্ৰিয় বুলি দাবী কৰে কিন্তু ব্ৰাহ্মণসকলে তেওঁলোকক শূদ্ৰ শ্ৰেণীৰ বুলিহে ধৰে। কাৰণ তেওঁলোকে আচৰণ কৰা ৰীতি-নীতিবোৰ বেদবিহিত নহয়। যেনে আমিষভোজন আৰু বিধবা-বিবাহৰ দৰে প্ৰথা ব্ৰাহ্মণসকলে হীনাচাৰ বুলি গণ্য কৰিছিল তেতিয়া। অতি উচ্চ জাতৰ বিশুদ্ধ তেজৰ হ'লেও বিবাহ-বন্ধনৰ বাহিৰত জন্ম হোৱা জাৰজ সন্তানকো শূদ্ৰবৰ্ণৰ বুলিহে ধৰা হৈছিল (মনু ১০-৪১)।

শূদ্ৰ আছিল দুই প্ৰকাৰ, বিশুদ্ধ বা অনিৰৱসিত আৰু বিযুক্ত বা নিৰৱসিত। পিছৰ বিধ হিন্দুসমাজৰ পৰা সম্পূৰ্ণৰূপে বহিৰ্ভূত আৰু প্ৰকৃতাৰ্থত পিছলৈ অস্পৃশ্য নামে অভিহিত বিশাল জনগণৰ অন্তৰ্গত। দুই প্ৰকাৰ শূদ্ৰৰ মাজত এই ভিন্নতা নিৰ্ণয় কৰা হৈছিল একোটা শূদ্ৰ জাতৰ দ্বাৰা আচাৰিত ৰীতি-নীতি আৰু সেই জাতৰ মানুহৰ বৃত্তিৰ প্ৰকৃতিৰ ওপৰত নিৰ্ভৰ কৰি। ব্ৰাহ্মণ্য শাস্ত্ৰবিধি অনুসৰি বিশুদ্ধ শূদ্ৰৰ প্ৰধান কৰ্তব্য কাম হৈছে অন্য তিনি উচ্চবৰ্ণৰ সেৱা কৰা। এজন শূদ্ৰই তাৰ গৰাকীৰ পাতৰ উচ্ছিষ্ট আহাৰহে খাব লাগিব। পিন্ধিব লাগিব গৰাকীৰ পুৰণি কাপোৰ আৰু ব্যৱহাৰ কৰিব লাগিব গৰাকীৰ পেলনীয়া আচবাব। আনকি কোনো শূদ্ৰই যথেষ্ট উপাৰ্জন কৰি ধনবান হ'বলৈ সুযোগ পালেও সেইটো কৰা উচিত নহয় কাৰণ তেনে কৰিলে ব্ৰাহ্মণৰ বাবে

মৰ্যাদা হানিকৰ হ'ব পাৰে (মনু ঃ ১০-১২৯) ; শূদ্ৰৰ অধিকাৰ আছিল সামান্য আৰু আইনৰ চকুত শূদ্ৰৰ জীৱনৰ মূল্য প্ৰায় নাছিলেই। কোনো ব্ৰাহ্মণে যদি শূদ্ৰ এজনক বধ কৰে তেন্তে এটা মেকুৰী বা কুকুৰ মাৰিলে যিমান প্ৰায়শ্চিত্ত কৰিব লাগে সিমানখিনি কৰিলেই হয়। শূদ্ৰৰ বেদমন্ত্ৰ শ্ৰৱণৰ বা উচ্চাৰণৰ অধিকাৰ নাছিল। বিশ্বাস কৰা হৈছিল যে যি দেশত শূদ্ৰ সংখ্যাগৰিষ্ঠ হয় সেই দেশৰ দুখ-কষ্টৰ সীমা নেথাকে।

এই ধৰণে শাস্ত্ৰবিলাকত শূদ্ৰ জাতিৰ বাবে হতাশাৰে ভৰা জীৱনৰ ছবি অঙ্কন কৰা হৈছে মাথোন। যি জীৱনত কোনো প্ৰকাৰৰ সুখৰ আশা সুদূৰ পৰাহত। য'ত সমগ্ৰ জীৱন জুৰি দুৰ্কপলীয়া শূদ্ৰৰ মাত্ৰ উচ্চ জাতৰ মানুহৰ বাবে সকলো ধৰণৰ অপ্ৰিয় কাম কৰি দাসত্ব কৰাৰ বাহিৰে গত্যন্তৰ নাই। ইহকালত কোনো সুখৰ ৰেঙণি শূদ্ৰৰ বাবে নাই। মৃত্যুৰ পিছত পুনৰ্জন্ম যদি কোনো উচ্চ জাতত হয়, তেহে সুখৰ মুখ দেখিব। এনে নিদাৰুণ জীৱন যাপন কৰাৰ বাধ্যবাধকতাৰ মাজতো কিন্তু সকলো শূদ্ৰই ইমান অৱমাননা সহিব লগা নহৈছিল বুলি অনেক সাক্ষ্য পোৱা গৈছে। পবিত্ৰ ধৰ্মবিধিত যিয়েই নেথাকক, অনেক শূদ্ৰই শিল্প-উদ্যোগ আৰু বাণিজ্যৰ ক্ষেত্ৰত বিশেষ কৃতকাৰ্যতা অৰ্জন কৰিছিল। মৌৰ্যসকলৰ ৰাজত্বকালত অনেক শূদ্ৰই আপোন চেষ্টাৰে স্বাধীন কৃষক বুলি স্বীকৃত হৈছিল বুলি অৰ্থশাস্ত্ৰত উল্লেখ কৰিছে 'শূদ্ৰকৰ্ষক প্ৰায়ং' (অৰ্থশাস্ত্ৰ ২-১)। হিন্দু ধৰ্মৰ সমাজভুক্ত শূদ্ৰৰ নিৰ্দিষ্ট স্থান আছিল আৰু শূদ্ৰক উচ্চবৰ্ণৰ ৰীতি-নীতি অনুসৰণ কৰিবলৈ উদগনি দিয়া হৈছিল। বেদমন্ত্ৰ শ্ৰৱণৰ অধিকাৰ নেথাকিলেও মহাকাব্য আৰু পুৰাণবিলাকৰ শ্ৰৱণ অধ্যয়নত কোনো বাধা নাছিল শূদ্ৰৰ বাবে। ভাৰতত ভক্তিবাদী ধৰ্মমত প্ৰবলৰ পৰা প্ৰবলতৰ হৈ উঠাৰ সুদীৰ্ঘ কালছোৱাত শূদ্ৰসকলে সক্ৰিয় ভূমিকা গ্ৰহণ কৰিছিল। মৌৰ্যযুগৰ পৰাই সেই ভক্তিবাদী ধৰ্মমতে বিপুল জনপ্ৰিয়তা অৰ্জন কৰি পুৰণা ধৰ্মমতবোৰ নিষ্প্ৰভ কৰি পেলাইছিল। ভাগৱতগীতাত ভগৱান কৃষ্ণই স্বমুখে আশ্বাস দিছে যে তেওঁত শৰণাপন্ন হোৱা সকলো শূদ্ৰকে তেওঁ মুক্তি প্ৰদান কৰিবই। মধ্যযুগৰ ধৰ্মীয় সম্প্ৰদায়বোৰৰ দৃষ্টিভঙ্গীত বৰ্ণ আৰু জাতিভেদ বাছ-বিচাৰ একমাত্ৰ মানৱ দেহৰ ক্ষেত্ৰতহে বিবেচ্য হ'ব পাৰে। আত্মা সেইবোৰ সংকীৰ্ণতাৰ পৰা মুক্ত। দ্ৰাবিড় ভক্তিমূলক সাহিত্য আৰু পৰৱৰ্তী কালৰ আঞ্চলিক ভাষাবোৰৰ ধৰ্মগ্ৰন্থবিলাকতো সকলো মানুহৰ সমতাৰ জয়গান গোৱা হৈছে দ্ব্যৰ্থহীন ছন্দত। তত্ত্বগতভাৱে বৌদ্ধধৰ্ম আৰু জৈনধৰ্মতো ধৰ্মীয় আচাৰত কোনো জাতিভেদৰ বিবেচনা নাই। বহুতো শূদ্ৰ ৰজাৰ বিষয়ে আমি জানো। আৰু শাস্ত্ৰত নানা বাধা-নিষেধ থকা সত্ত্বেও অনেক শূদ্ৰই যে বৰ সম্পদশালী হৈ উঠিছিল সেই বিষয়েও কোনো সন্দেহ নাই।

# অস্পৃশ্যসকল

শূদ্ৰবিলাকতকৈও তলত আছিল বিশাল অস্পৃশ্য জনগণ। পৰৱৰ্তী কালত যিবোৰ মানুহক অস্পৃশ্য, জাতিচ্যুত, দলিত শ্ৰেণী আৰু তপশীলভুক্ত সম্প্ৰদায় বুলি বৰ্ণনা কৰা হৈছিল, প্ৰাচীন ভাৰতত সেইবিলাক লোকৰে প্ৰতিনিধিত্ব কৰিছিল সেই অস্পৃশ্য জনগণে। বৌদ্ধ সাহিত্য আৰু পুৰণিধৰ্মসূত্ৰবিলাকত পোৱা যায় যে খ্ৰীষ্ট জন্মৰ বহু শতাব্দী পূৰ্বৰে পৰা বিভিন্ন জাতিৰ মানুহে কিছুমান লেতেৰা কাম-কাজ কৰি দি আৰ্য জাতিৰ মানুহৰ সেৱা কৰিছিল। সেইবিলাক মানুহক আৰ্যসকলে তেওঁলোকৰ সমাজৰ বাহিৰৰ বুলিহে গণ্য কৰিছিল। কেতিয়াবা তেনে মানুহবোৰক 'পঞ্চম' শ্ৰেণী অৰ্থাৎ চতুৰ্বৰ্ণৰ বাহিৰৰ এশ্ৰেণী লোক বুলি কোৱা হৈছিল যদিও বেছিভাগ পণ্ডিতে 'পঞ্চম' শব্দটো নাকচ কৰি কৈছে যে দৰাচলতে সেই মানুহবোৰক কস্মিনকালেও আৰ্যসমাজৰ ভিতৰৰ লোক বুলি ধৰা হোৱাই নাছিল।

এনেকুৱা অসংখ্য জনগোষ্ঠীৰ নামৰ উল্লেখ পোৱা গৈছে। সেইবিলাকৰ নামবোৰলৈ চালে মূলতে অনাৰ্য জাতিৰ লোক বুলি ধৰিব পাৰি। বোধ হয়, সেইবোৰ আৰ্যজাতিৰ আগমনৰ আগৰে পৰা থকা ভাৰতীয় আদিম অধিবাসী উপজাতি। পিছত আৰ্যজাতিৰ দ্বাৰা বিজিত হৈ হীন স্থানলৈ পতিত হৈছিল। সেইবিলাকৰে প্ৰধান আছিল চণ্ডালবোৰ। চণ্ডাল শব্দৰে বহু ধৰণৰ অস্পৃশ্য লোকক বুজোৱা হৈছিল। চণ্ডালবিলাকক আৰ্য গাঁও বা নগৰৰ ভিতৰত বসবাস কৰিবলৈ দিয়া নহৈছিল। আৰ্য বসতিৰ সীমাৰ বাহিৰত বিশেষ স্থানতহে বাস কৰিবলৈ পাইছিল। কিছুমান চণ্ডালৰ অন্যান্য বৃত্তি আছিল যদিও বেছিভাগৰে নিৰ্ধাৰিত বৃত্তি আছিল মৰা-শ কঢ়িওৱা আৰু দাহ কৰা। চণ্ডালে মৃত্যুদণ্ডেৰে দণ্ডিত অপৰাধীৰ ঘাতকৰ কামো কৰিছিল।

স্মৃতিগ্ৰন্থবোৰৰ বিধানমতে চণ্ডালে দাহ কৰিবলৈ নিয়া মৰা-শবিলাকৰ গাৰ কাপোৰহে পিন্ধিব পাৰিব। আহাৰ খাব লাগিব ভগা থালৰ পৰা আৰু লোহাৰ অলঙ্কাৰৰ বাহিৰে অন্য ধাতুৰ অলঙ্কাৰ পিন্ধিব নোৱাৰিব। উচ্চ বৰ্ণৰ কোনো লোকেই এজন চণ্ডালৰ পৰা সৰ্বপ্ৰকাৰে সযতনে দূৰত্ব বজাই ৰাখি চলিব লাগিব—কোনো ধৰণৰ স্পৰ্শাস্পিৰ্শ দোষে চুব পৰা সম্পৰ্ক ৰাখিব নেলাগিব, নহ'লে নিজেও শুদ্ধতা হেৰুৱাই চণ্ডালৰ শাৰীলৈ সামাজিকভাৱে পতিত হোৱাৰ সম্ভাৱনা থাকিব। গুপ্তযুগত চণ্ডালবোৰৰ সামাজিক অৱস্থান ইমান হীন হৈছিল যে মধ্যযুগৰ ইউৰোপৰ কুষ্ঠৰোগীবোৰৰ দৰে সিহঁতকো গাঁও বা নগৰত প্ৰৱেশ কৰাৰ আগতে দুচটা কাঠেৰে নিৰ্মিত টকাৰ শব্দ কৰি আৰ্য বাসিন্দাবোৰক সিহঁতৰ আগমন হৈছে বুলি জাননী দিয়া নিয়ম আছিল। যাতে সিহঁতৰ কলুষিত ছাঁটোও নগৰকাকৈ থাকিবলৈ আগতীয়া সাৱধানতা সকলোৱে ল'ব পাৰে।

আৰ্য সমাজত অহিংসা ধৰ্মৰ প্ৰতি হোৱা বৰ্ধিষ্ণুত অনুৰাগৰ ফলতো কিছুমান বৃত্তিৰ মানুহৰ দুৰ্ভাগ্যজনক জাতিচ্যুতি বা অস্পৃশ্যতাপ্ৰাপ্তি ঘটিছিল। উদাহৰণ স্বৰূপে চিকাৰ কৰি ভাত মোকলোৱা নিষাদ, মাছমৰীয়া কৈৱৰ্ত, চামৰাৰ কাম কৰা কাৰাৰৰ ইত্যাদি। বৌদ্ধ সাহিত্যত 'পুক্কুশ' নামে এজাতি মানুহৰ কথা পোৱা যায়। সিহঁতৰ বৃত্তি আছিল জাৰুৱালাৰ কাম কৰা। পুক্কুশ পালি ভাষাৰ শব্দ। সংস্কৃতত বোলে 'পৌল্কষ'। এই জাতিৰ মানুহো অস্পৃশ্য বুলি গণ্য হৈছিল কাৰণ সিহঁতে মদ তৈয়াৰী কৰি বেচিছিল। কিন্তু পাচি-খৰাহি বনোৱা 'ভেন' নামে জনাজাত মানুহবোৰ আৰু ৰথকাৰ বা ৰথ-নিৰ্মাতা মানুহবোৰকনো হীন জাতিৰ মানুহ বুলি কিয় ধৰা হৈছিল সেই কথা বুজা টান। বৈদিক যুগৰ প্ৰথম ভাগলৈকে ৰথকাৰৰ বৃত্তি কিন্তু বৰ সন্মানজনক আছিল।

খ্ৰীষ্টাব্দ আৰম্ভ হোৱাৰ সময়লৈ জাতিচ্যুত সমাজবোৰে উচ্চবৰ্ণৰ আৰ্য সমাজৰ পৰা আছুতীয়াকৈ বেলেগে অৱস্থান কৰি নিজাববীয়াকৈ নিজৰ মানুহবোৰৰ মাজতে পুনৰ জাতিভেদৰ পিৰামিড্ গঢ়ি লৈছিল। সেইটো কৰোঁতে জাতিচ্যুতৰ মাজতে পুনৰায় জাতিচ্যুত কিছুমান জাতি হ'ল। উদাহৰণ স্বৰূপে, মনুস্মৃতিত উক্ত 'অন্ত্যাবসায়িন্'বোৰৰ কথা ক'ব পাৰি। চণ্ডাল আৰু নিষাদকুলৰ পিতৃ-মাতৃৰ পৰা জন্ম লোৱা এই নামেৰে জনাজাত মানুহবোৰক আনকি চণ্ডালবোৰেও ঘৃণাৰ চকুৰে চাইছিল। পিছৰ যুগৰ ভাৰতত প্ৰত্যেকখন অস্পৃশ্য লোকৰ সমাজে নিজতকৈও হীন কোনো জাতিৰ কথা মনত পেলাই সান্ত্বনা লভিছিল। এই ধৰণে বিভিন্ন স্তৰত সমাজখন ভাগ ভাগ হ'বলৈ ধৰিছিল বহু আগৰ পৰাই।

এনে অৱমাননাকৰ জীৱন যাপন কৰা অস্পৃশ্য জাতিৰ বাবেও আশাৰ ৰেঙণি কঢ়িয়াই আনিছিল পৰিৱৰ্তিত সময়ে। যদিও অস্পৃশ্যই মন্দিৰত প্ৰৱেশ কৰাৰ অধিকাৰ পোৱা নাছিল আৰু ৰক্ষণশীল হিন্দু ধৰ্মত আশ্ৰয় পোৱা নাছিল, বৌদ্ধ ভিক্ষুসকলে আগ্ৰহেৰে অস্পৃশ্যৰ মাজত ধৰ্ম প্ৰচাৰ কৰিছিল। মহাজ্ঞানী পৰিব্ৰাজক তপস্বী-সন্ন্যাসীসকলে অস্পৃশ্যকো সমানভাৱে শিক্ষা দান কৰিছিল। কোনো ব্ৰাহ্মণ, গো, নাৰী আৰু শিশুৰ প্ৰাণ ৰক্ষাৰ বাবে মৃত্যুৰ মুখত পৰা অস্পৃশ্যয়ো স্বৰ্গলাভ কৰিছিল। গোড়া মতবাদৰ ধৰ্ম-শাস্ত্ৰবিলাকত শূদ্ৰ আৰু অস্পৃশ্য জাতিচ্যুত লোকৰ সমাজত প্ৰভাৱ বেছি হ'লে হ'ব পৰা কুপৰিণতিৰ বিষয়ে ঘন ঘনকৈ সাৱধানবাণী পোৱা যায়। তাৰ পৰা অনুমান কৰিব পাৰি যে কোনো কোনো সময়ত চণ্ডালো প্ৰতাপী হৈ উঠিছিল।

আন এবিধ অস্পৃশ্যক বুজোৱা হৈছিল ম্লেচ্ছ শব্দৰে। বিদেশৰ পৰা অহা যি কোনো জাতি বা বৰণৰ বৰ্বৰ লোকবোৰক ম্লেচ্ছ বোলা হৈছিল। বিদেশী আক্ৰমণকাৰী হিছাপে তেনে লোক ঘৃণাৰ পাত্ৰ আছিল। কিন্তু যেতিয়া ভাৰতীয় লোকৰ সংস্পৰ্শলৈ আহি কিছুকালৰ মূৰত আচহুৱা অপৰিচিত ভাবটো গুচে, তেতিয়া তেনে লোকো

গ্ৰহণযোগ্য হ'বলৈ ধৰে। আচলতে কোনো এখন সমাজ অস্পৃশ্য বুলি পৰিগণিত হৈছিল ৰক্তৰ শুদ্ধতা-বিশুদ্ধতাৰ বিবেচনাৰ বাবে নহয়, আচাৰ-ব্যৱহাৰ, ৰীতি-নীতিৰ বিচাৰতহে। সাধাৰণতে কোনো এজন অস্পৃশ্য ব্যক্তি সমাজৰ ওপৰ শ্ৰেণীলৈ উত্থানৰ কোনো পথেই নাছিল। কিন্তু একোখন অস্পৃশ্য সমাজে কেবাপুৰুষো স্মৃতিশাস্ত্ৰবোৰৰ বিধি-বিধান মানি চলি ৰক্ষণশীল ধৰ্মীয় অনুষ্ঠানবোৰ নিষ্ঠাৰে পালন কৰি থাকি সামাজিক মৰ্যাদাৰ সোপানত ওপৰলৈ উঠিব পাৰিছিল। ভাৰতীয় বৰ্ণভেদ-প্ৰথাত সদায় এনে ধৰণৰ কিছু শিথিলতা আছিলেই।

## বৰ্ণসংকৰ জাতিবোৰ

পৌৰাণিক আখ্যানত আমি ক্ষত্ৰিয় ৰজা বিশ্বামিত্ৰই নানা ব্ৰত আৰু তপস্যাৰ অন্তত ব্ৰাহ্মণত্ব আৰু ঋষিত্ব লাভ কৰা কাহিনী পাওঁ। কিন্তু ক্ৰমান্বয়ে তেনেদৰে কোনো ব্যক্তিয়ে নিজৰ সামাজিক অৱস্থান বৰ্ণমৰ্যাদাৰ সোপানত উন্নত কৰাৰ সম্ভাৱনা বিৰল হৈ হৈ আহি এসময়ত সম্পূৰ্ণ অসম্ভৱ বুলি প্ৰতিপন্ন হ'ল। তাৰ মাজতে সময়ে সময়ে নীহকুলীয়া ৰজা বা গোষ্ঠীপতি শাসনকৰ্তাক পৌৰাণিক কালৰ কোনো ক্ষত্ৰিয় প্ৰবাদপুৰুষৰ বংশধৰ বুলি কাহিনী নিৰ্মাণ কৰি সমাজত উচ্চশ্ৰেণীত স্থাপন কৰিবলৈ কৰা প্ৰয়াস দেখা যায়। কিন্তু বাস্তৱ ক্ষেত্ৰত ব্যক্তিয়ে বৰ্ণভেদৰ জখলাত ওপৰলৈ উঠাটো দুৰূহ হৈ আহিলেও সেই জখলাৰ পৰা পতনৰ অৰ্থাৎ নিজৰ জাতৰ পৰা পতিত হোৱাৰ পথ ক্ৰমাৎ বেছি প্ৰশস্ত হৈ আহিছিল। নিজৰ বৰ্ণৰ নানা বিধ নিয়ম-নীতি আৰু অনুষ্ঠান পালনত সামান্য ত্ৰুটি-বিচ্যুতি হ'লেও কিছুকালৰ বাবে বা চিৰকালৰ বাবে চুৱা হোৱা বা জাত যোৱা লোক হিছাপে সমাজৰ দ্বাৰাই দণ্ডিত হৈছিল। এনেদৰে দণ্ডিত লোকৰ বাবে বিধি-গ্ৰন্থবোৰত দোষমোচন আৰু প্ৰায়শ্চিত্তৰ বিশদ ব্যৱস্থা দিয়া হৈছে। সেইবিলাক ব্যৱস্থাৰ কিছুমান নিতান্ত সাধাৰণ আৰু লঘু ধৰণৰ যেনে স্নান, গঙ্গাজল স্পৰ্শ ইত্যাদি কিন্তু কিছুমান ইমান কঠোৰ আৰু ক্লেশকৰ যে সেইবিলাক প্ৰায়শ্চিত্ত কৰোঁতে দোষীজনৰ পাপ প্ৰক্ষালনৰ লগতে প্ৰাণেই যায়গৈ। ধৰ্মনিৰপেক্ষ সাধাৰণ সাহিত্য-গ্ৰন্থবোৰত উচ্চবৰ্ণৰ লোকে তেনে বহু শুদ্ধাচাৰ লঙ্ঘন কৰিও কোনো প্ৰায়শ্চিত্ত নকৰাকৈ সাৰি যোৱাৰ বহুত কাহিনী পোৱা যায়। সেইবোৰৰ পৰা নিঃসন্দেহে ধৰি ল'ব পাৰি যে নগৰীয়া ছল-কৌশল জনা চতুৰ মানুহে তেনে শুদ্ধাচাৰ লঙ্ঘন কৰাটো কথা বুলিয়েই নেভাবিছিল।

পুৰণা গ্ৰন্থবোৰত দেশত যাতে অসবৰ্ণ বা অজাতি লোকৰ মাজত বিবাহৰ ফলত বৰ্ণসংকৰ লোকৰ সৃষ্টি নহয় তাৰ বাবে ৰজাক ব্যৱস্থা ল'বলৈ বাৰম্বাৰ স্মৰণ কৰাই

থকা কথা পোৱা যায়। তাৰ পৰা অনুমান কৰিব পাৰি যে গোড়া ব্ৰাহ্মণ সমাজপতিসকলৰ মনত তেনে বৰ্ণসংকৰ লোকৰ সৃষ্টি আছিল এটা অতি বাস্তৱ আৰু উদ্বেগজনক সমস্যা। বৰ্ণভেদ ব্যৱস্থা বাস্তৱিকতে এটা অতি ঠুনুকা ধৰণৰ ব্যৱস্থা আছিল। সত্যযুগত বৰ্ণভেদ এক স্থিৰ মূল্যযুক্ত কটকটীয়া সমাজ-ব্যৱস্থা আছিল। কিন্তু পৌৰাণিক আখ্যানৰ ৰজা বেণৰ নানা অপকৰ্মৰ এটা আছিল বিভিন্ন সম্প্ৰদায়-বৰ্ণ-জাতিৰ মাজত মিশ্ৰিত বিবাহত উৎসাহ যোগোৱা। তেতিয়াৰ পৰাই বৰ্ণসংকৰ জাতি বাঢ়িবলৈ ধৰিলে। কালক্ৰমত সি ঘোৰ কলিযুগৰ অঙ্গস্বৰূপ হৈ পৰিলগৈ। কালচক্ৰৰ কলিনামৰ শেষ আৰু অন্ধকাৰ যুগৰ সমাপতিৰ কালো দ্ৰুতভাৱে সেইবাবেই ওচৰ চাপি আহিছিল বুলি আটায়ে বিশ্বাস কৰিছিল। এজন উত্তম ৰজাই সেইদেখি বৰ্ণাশ্ৰম ব্যৱস্থাৰ শুদ্ধতা ৰক্ষা কৰিবলৈ চেষ্টাৰ ত্ৰুটি নকৰিছিল। বহুতো ৰাজবংশৰ নৃপতিসকলে নিজে এই ক্ষেত্ৰত কৰা কামৰ বাবে বিশেষভাৱে গৌৰৱ কৰিছিল।

মধ্যযুগীয় সমাজত বৰ্ণভেদ ব্যৱস্থা কঠোৰ হোৱাৰ আগৰ কালছোৱাত তুলনামূলকভাৱে বৰ্ণসংকৰৰ ঘটনা সঘনাই ঘটিছিল। কিছুমান বিশেষ ধৰণৰ অসবৰ্ণ বিবাহত সমাজে সম্মতিও প্ৰকাশ্যেই দিছিল। এনে অসবৰ্ণ বিবাহ নৃতত্ত্ববিদসকলৰ মতে দুবিধ। প্ৰথম বিধক বোলা হয় হাইপাৰগেমাছ—য'ত স্বামী উচ্চবৰ্ণৰ আৰু পত্নী নিম্নবৰ্ণৰ হয়। আনবিধক নৃতত্ত্বৰ ভাষাত বোলা হয় হাইপ'গেমাছ য'ত স্বামী হীনবৰ্ণৰ আৰু ভাৰ্যা উচ্চবৰ্ণৰ হয়। হিন্দু ধৰ্মশাস্ত্ৰত তাৰে প্ৰথম বিধৰ নাম হৈছে অনুলোম বিবাহ অৰ্থাৎ 'গাৰ নোমৰ অনুকূলে হোৱা বিবাহ।' তেনে বিবাহত শাস্ত্ৰৰ বিধিত বা লোকাচাৰত কোনো আপত্তি নাই। আনবিধ অসবৰ্ণ বিবাহৰ শাস্ত্ৰীয় নাম হ'ল প্ৰতিলোম বিবাহ অৰ্থাৎ 'গাৰ নোমৰ প্ৰতিকূলে হোৱা বিবাহ।' অনুলোম বিবাহ সিদ্ধ হ'লেও প্ৰতিলোম বিবাহৰ ক্ষেত্ৰত সদায় প্ৰতিৰোধ আছিল। এনে বিভেদপূৰ্ণ বিচাৰ বিশ্বৰ অন্য সমাজবোৰতো দেখা যায়। যেনে ভিক্টোৰিয়ান যুগৰ ইংলেণ্ডত কোনো এজন লৰ্ড বা বেৰণে সাধাৰণ অভিনেত্ৰী এগৰাকীক বিবাহ কৰিলে, বেৰণ বা লৰ্ডৰ পৰিয়ালৰ এগৰাকী লেডীয়ে নিজৰ ঘোঁৰা চহিচজনক বিবাহ কৰিলে যেনেদৰে ঘৃণা আৰু অৱমাননা সহ্য কৰিব লাগে তেনে লটিঘটি সহ্য কৰিব নেলাগিছিল।

প্ৰাচীন দণ্ডনীতিত অনুলোম বিবাহত সম্মতি দিয়া হৈছিল এটা চৰ্তত। সেইটো হৈছে এইয়ে স্বামীৰ প্ৰথমা পত্নী সবৰ্ণা হ'ব লাগিব। সাধাৰণতে ব্ৰাহ্মণে শূদ্ৰ বৰ্ণৰ পত্নী গ্ৰহণ কৰা নিষিদ্ধ আছিল। কিন্তু পৰাশৰ স্মৃতি নামৰ বিধিগ্ৰন্থত আনকি সেইটোতো অনুমোদন দিছে। সপ্তম শতাব্দীৰ কবি বাণ নিজে ব্ৰাহ্মণ আছিল কিন্তু তেওঁৰ শূদ্ৰা বিমাতাৰ পৰা জন্ম লোৱা এজন ভায়েক আছিল। এনে ধৰণে বহুত বিচিত্ৰ ধৰণৰ মিশ্ৰিত জাতিৰ সৃষ্টি হৈছিল। সেইবিলাকৰে অনেকৰ পৰা পৰৱৰ্তী কালৰ নানা জাত-

বিজাতৰ আৰম্ভণি হৈছিল। এনে অসবর্ণ বিবাহৰ ফলত হোৱা সন্তানক অশুচি বুলি গণ্য কৰা হোৱা নাছিল আৰু পিতৃ-মাতৃ উভয়ৰে বর্ণৰ মধ্যবর্তী স্থানত সেইবোৰ সন্তানৰ বর্ণ নির্ণিত হৈছিল। এনে ধৰণৰ সন্তানবোৰৰ ভিতৰত একমাত্র ব্রাহ্মণ পিতৃ আৰু শূদ্রা মাতৃৰ পৰা হোৱা সন্তানকহে 'নিষাদ' জাতত স্থাপন কৰি অস্পৃশ্য বুলি গণ্য কৰা হৈছিল।

প্রতিলোম বিবাহৰ ফলস্বৰূপে জন্ম হোৱা সন্তানৰ জাত কিন্তু পিতৃ-মাতৃ উভয়ৰে জাততকৈ তলতহে নির্ণয় কৰা হৈছিল। এই ধৰণৰ সন্তানৰ ভিতৰত ব্রাহ্মণ মাতৃ আৰু শূদ্র পিতৃৰ সন্তানবোৰক চণ্ডাল নাম দি অস্পৃশ্য জাতিভুক্ত কৰা হৈছিল। একমাত্র ব্যতিক্রম আছিল সূত নামে জনাজাত ৰথৰ সাৰথিৰ শ্রেণী; ক্ষত্রিয় পিতৃ আৰু ব্রাহ্মণ মাতৃ-সম্ভূত এই সূতসকল আৰু মগধৰ বৈশ্য পিতৃ আৰু ক্ষত্রিয় মাতৃ-সম্ভূত চাৰণ বা গায়কসকল। এইসকল সমাজত সম্মানিত হৈছিল। সমাজৰ তলৰ স্তৰত দেখা পোৱা জটিল জাত-উপজাতবোৰ—যিবোৰৰ পৰা ভাৰতৰ জাতিভেদ ব্যৱস্থাৰ উৎপত্তি হৈছে—সেই আটাইবোৰ জাত-উপজাত এনে বর্ণসংকৰ লোকৰ পৰাই হৈছে বুলি বিশ্বাস কৰা হৈছিল। আৰু আগৰ দিনৰ ভাৰততত্ত্ববিদ পণ্ডিতসকলেও সেই মতকে গ্রহণ কৰিছিল। কিন্তু সেই বিশ্বাসৰ যে কোনো ভিত্তি নাই সেই কথা আমি পিছত জানিম।

## জাত

পিছৰ যুগৰ হিন্দু সমাজত জাত বা বর্ণৰ অৱস্থান আছিল কিছুমান সুনির্দিষ্ট নীতি-নিয়ম পালনৰ দ্বাৰাই নির্ণিত। যেনে নিজৰ জাত বা বর্ণৰ মাজতহে বিবাহ হ'ব পাৰিব ; ভোজন ব্যৱহাৰত সগোত্রীয় লোকৰ পৰা সমগোত্রীয় বা উচ্চবর্ণৰ লোকৰ সমাজত বহিহে অন্ন গ্রহণ কৰিব লাগিব ; আৰু প্রত্যেক ব্যক্তিয়ে নিজৰ বর্ণৰ বাবে নির্ধাৰিত বৃত্তি অৱলম্বন কৰিহে জীৱিকা উপার্জন কৰিব লাগিব। আন বর্ণৰ বাবে নির্দিষ্ট বৃত্তিৰে নহয়। মেগাস্থিনিছে এনে সগোত্রীয় বিবাহ-প্রথা মানি চলা আৰু নিজৰ বাবে নির্ধাৰিত বৃত্তিৰ ওপৰত নির্ভৰ কৰি জীৱিকা নির্বাহ কৰা সাত শ্রেণীৰ লোকৰ নাম লিখি গৈছে। সেইবিলাক হ'ল—দার্শনিক, কৃষক, পশুপালক, কাৰিকৰ আৰু বেপাৰী, সৈন্য, চৰকাৰী কর্মচাৰী আৰু পাত্র-মন্ত্রীসকল। মেগাস্থিনিছৰ তালিকাত থকা সাতটা ভাগৰ বিভাজন নিশ্চিতভাৱে ভুল। কিন্তু তেওঁৰ টোকাৰ পৰা এটা কথাৰ প্রমাণ পোৱা যায় যে মৌর্যযুগতে বর্ণ বা শ্রেণী-বিভাজন কটকটীয়া হ'বলৈ আৰম্ভ কৰিছিল। আনকি গুপ্তযুগতো যেনেকৈয়ে নহওক বর্ণ-বিভাজন সম্বন্ধীয় নিয়ম-নীতিবোৰ বৰ কঠোৰ

নাছিল। অসবৰ্ণ অনুলোম বিবাহক স্বীকৃতি দিয়া হৈছিল। নিজৰ বৃত্তিৰ বাহিৰে পৰ জাতৰ বৃত্তি লোৱা মানুহৰো দায় নধৰা হৈছিল বা আপদ্ধৰ্ম সূত্ৰ প্ৰয়োগ কৰি নিয়মত পেলাই লোৱা হৈছিল। প্ৰাচীন স্মৃতিগ্ৰন্থবিলাকত ব্ৰাহ্মণে যি কোনো আৰ্য জাতিৰ মানুহৰ পৰাই অন্ন গ্ৰহণ কৰিব পাৰিব বুলি বিধান আছিল। মধ্যযুগৰ বহুত পিছৰ কালতহে নিজৰ গোত্ৰৰ বাহিৰত বিবাহ কৰোৱা আৰু আন জাতৰ মানুহৰ অন্ন ভোজন কৰা সম্ভ্ৰান্ত উচ্চবৰ্ণৰ লোকৰ বাবে নিষিদ্ধ হ'ল। এনে ধৰণৰ আগতে চলিত প্ৰথাবোৰ লগতে বিধবা পুনৰ্বিবাহ আদি প্ৰথাও ৰহিত কৰা হ'ল 'কলিৰ্বজ্য' বুলি। অৰ্থাৎ পুৰণি যুগত এইবোৰ প্ৰথা মানি চলা হৈছিল যদিও ঘোৰ কলি যুগত মানুহে আগৰ দৰে ন্যায়নীতিপৰায়ণ হৈ থাকিব নোৱাৰেই যেতিয়া এনেবোৰ প্ৰথা বৰ্জন কৰাই ভাল। সেইবাবেই 'কলিৰ্বজ্য' বা কলিকালত বৰ্জনীয়।

হিন্দু সমাজ-ব্যৱস্থাৰ জাতিভেদ প্ৰথা বুজোৱা যিটো শব্দ সকলোৰে চিৰপৰিচিত সেই ইংৰাজী 'কাষ্ট' শব্দটো আমি এতিয়ালৈকে আলোচনাত বেছি ব্যৱহাৰ কৰাই নাই। যোল্ল শতিকাত পৰ্তুগীজবিলাক যেতিয়া ভাৰতলৈ আহিছিল তেতিয়া তেওঁলোকৰ চকুত পৰিছিল যে হিন্দু সমাজখন বহু ভাগত বিভক্ত। তেওঁলোকে তাকে বুলিছিল 'কাষ্টাছ্' যাৰ অৰ্থ হ'ল উপজাতি, ফৈদ, বংশ ইত্যাদি। পৰ্তুগীজ সেই শব্দটোৱেই এঠা লগাদি লাগি ৰ'ল আৰু হিন্দু সামাজিক ভাগবোৰ বুজাবলৈ সেই শব্দটোৱেই ব্যৱহৃত হ'বলৈ ধৰিলে। ওঠৰ আৰু ঊনৈশ শতিকাত ভাৰতত জাত-উপজাতৰ সংখ্যা যেতিয়া চকুত পৰাকৈ বৃদ্ধি পাইছিল ভাৰতৰ তদানীন্তন চৰকাৰে বহুকথিত সেই পৰম্পৰাগত ধাৰণাকে সত্য বুলি ধৰি ল'লে। সেই জনপ্ৰিয় ধাৰণামতে মূলতে বৰ্ণ বা শ্ৰেণী আছিল যদিও চাৰিটাহে শ শ বছৰ ধৰি হোৱা অসংখ্য অসবৰ্ণ বিবাহৰ ফলত আৰু নানা শাখা-উপশাখাত বিভক্ত হৈ আধুনিক ভাৰতৰ তিনি হাজাৰতকৈও অধিক 'কাষ্ট্' অৰ্থাৎ জাতিৰ সৃষ্টি হৈছিল। এই 'কাষ্ট' শব্দটো বাছ-বিচাৰ নকৰাকৈ বৰ্ণ, শ্ৰেণী, জাতি বা আচল জাত—এই সকলোকে বুজাবলৈ ব্যৱহাৰ কৰিছিল। কিন্তু, এই ধৰণৰ শব্দৰ ব্যৱহাৰ আচলতে ভুল। সামাজিক মৰ্যাদাৰ জোখত কাষ্ট্ অৰ্থাৎ জাতৰ উত্থান-পতন হয়। পুৰণা কিছুমান জাত লুপ্ত হয়। নতুন জাতৰ সৃষ্টিও হয়। কিন্তু হিন্দু সমাজৰ চাৰিটা প্ৰধান শ্ৰেণী বা বৰ্ণৰ বিভাজন স্থায়ী। সেই মূল বৰ্ণকেইটাৰ সংখ্যা সদায় চাৰিটা আৰু যোৱা দুহাজাৰ বছৰৰো ওপৰ কাল সেই চাৰি বৰ্ণৰ শ্ৰেষ্ঠানুক্ৰম একেই আছে—ব্ৰাহ্মণ, ক্ষত্ৰিয়, বৈশ্য আৰু শূদ্ৰ। সকলো ভাৰতীয় গ্ৰন্থয়ো 'বৰ্ণ' আৰু 'জাতি'ৰ মাজত বিৰাট পাৰ্থক্য স্বীকাৰ কৰিছে। 'বৰ্ণ' শব্দটোৰ উল্লেখ কৰা হৈছে বহুত বেছি। 'জাতি' শব্দৰ ব্যৱহাৰ বিৰল। সাহিত্য-গ্ৰন্থবোৰত জাতি শব্দৰ ব্যৱহাৰ হ'লেও তাৰ দ্বাৰাই পিছৰ যুগবিলাক তুলনামূলকভাৱে কঠোৰ আৰু অন্য বৰ্ণৰ লোকৰ লগত সংশ্ৰৱ নৰখা

বৰ্ণভেদ ব্যৱস্থাৰ কথা সদায় বুজোৱা নাছিল। যদি 'কাষ্ট' অৰ্থাৎ বৰ্ণ বা জাত মানে একে শ্ৰেণীৰ লোকৰ মাজতে থকা একোখন সাধাৰণতে সগোত্ৰৰ মাজতে বিবাহ আৰু ভোজন কৰা আৰু কদাপিও পৰধৰ্ম অৰ্থাৎ অন্য জাতৰ লোকৰ বৃত্তি গ্ৰহণ নকৰা সমাজ বা সম্প্ৰদায়ক বুজায় তেন্তে আমি ক'ব লাগিব যে প্ৰাচীন যুগত তেনে সমাজ বা সম্প্ৰদায় থকাৰ কোনো সাক্ষ্য-প্ৰমাণ পাবলৈ নাই। তেনে সমাজ-সম্প্ৰদায় তুলনামূলকভাৱে আধুনিক কালৰহে সৃষ্টি।

'কাষ্ট্' বা জাতৰ উৎপত্তি হৈছিল হাজাৰ হাজাৰ বছৰ ধৰি এটা সাংস্কৃতিক পদ্ধতি আৰু পৰিমণ্ডলৰ মাজত নানা বিভিন্ন জাতিমূলৰ আৰু জনগোষ্ঠীৰ সহাৱস্থানৰ ফলস্বৰূপে। এটা 'জাত'ৰ মূল কি আছিল সেইটো সন্ধান কৰি উলিওৱা অসম্ভৱ কথা। আমি খুব বেছি এটা জাতৰ গঠন কেনেদৰে হৈছিল তাৰ অস্পষ্ট প্ৰক্ৰিয়াৰ শুংসূত্ৰ কিছু দূৰলৈকে বিচাৰিব পাৰোঁ। কাৰণ প্ৰাচীন গ্ৰন্থবিলাকত এই বিষয়টোত কোনো গুৰুত্ব দিয়া হোৱা নাছিল বাবে এই সম্বন্ধীয় কোনো সংবাদ সেইবোৰৰ পৰা পাবলৈ নাই। কিন্তু, সকলো অনুসন্ধানৰ পিছত এটা কথা বাস্তৱ সত্য বুলি সুনিশ্চিত হ'ব পাৰি। সেইটো হ'ল এই যে মূল চাৰি বৰ্ণৰ পৰা 'জাত'ৰ সৃষ্টি হোৱা নাছিল। এইটো কথা ঠিক যে 'জাত' সৃষ্টি হৈছিল চতুৰ্বৰ্ণৰ পিছত। কিন্তু, তাৰ দ্বাৰা একো প্ৰমাণিত নহয়। চতুৰ্বৰ্ণত বহু প্ৰাচীন যুগৰে পৰাই অনেক শাখা-প্ৰশাখা, ভাগ-বিভাগ আছিল। বৈদিক যুগৰে পৰা থকা ব্ৰাহ্মণ গোত্ৰবিলাক 'জাত' নাছিল। কাৰণ 'গোত্ৰ' বিলাকৰ সগোত্ৰ বিবাহ সিদ্ধ নহৈছিল। অন্য গোত্ৰৰ লগতহে বৈবাহিক সম্বন্ধ হ'ব পাৰিছিল। কিন্তু বহু 'কাষ্ট্' বা জাতৰ মাজত একে গোত্ৰৰ মানুহ সিঁচৰতি হৈ থকা পোৱা যায়।

জাতৰ মূল কি আছিল সেই অনুসন্ধান কৰোঁতে কিছুমান তথ্যই মনোযোগ আকৰ্ষণ কৰে। যেনে সাৱধানেৰে পৰৱৰ্তী কালৰ বৈদিক সাহিত্যত পোৱা নানা ব্যৱসায় আৰু বৃত্তিবোৰৰ তালিকা প্ৰস্তুত কৰিলে এনে ধাৰণা হয় যেন একোটা ব্যৱসায় আৰু বৃত্তিত নিযুক্ত মানুহবোৰ যেন আনবোৰ ব্যৱসায় আৰু বৃত্তিৰ লোকতকৈ পৃথকে অৱস্থান কৰিছে। পৰস্পৰৰ মাজত থকা ব্যৱধান সহজেই পৰিলক্ষিত হয়। পালি ভাষাৰ শাস্ত্ৰবিলাকতো বিভিন্ন বৃত্তি-ব্যৱসায়ৰ মানুহৰ পৃথক অৱস্থানৰ কথা সুস্পষ্ট। যেনে আমি ব্ৰাহ্মণৰ বাবে বেলেগ গাঁও থকা কথা পাওঁ। তেনেকৈ কুমাৰ, ব্যাধ, দস্যু আদি প্ৰত্যেকৰ বাবেই বেলেগ গাঁও আছিল। আনকি নগৰৰ ভিতৰতো প্ৰত্যেক বৃত্তি-ব্যৱসায়ৰ লোকৰ বসবাসৰ বাবে একোটা বেলেগ অঞ্চল আছুতীয়াকৈ ৰখা হৈছিল। বহুতো বৃত্তিৰ বৃত্তিয়াল লোকসকলে 'গীল্ড' বা গোষ্ঠী গঠন কৰি লৈছিল। কিছুমান পণ্ডিতে সেই গীল্ডবিলাকতো বৃত্তিয়াল জাতৰ মূল থাকিব পাৰে বুলি মত প্ৰকাশ কৰিছে। কিন্তু বৃত্তিয়াল গোষ্ঠীবোৰকে পূৰ্ণাঙ্গ জাত বুলি কেতিয়াও ধৰি ল'ব নোৱাৰি।

মান্দাছোৰত প্ৰাপ্ত পঞ্চম শতাব্দীৰে এখন লিপিত পোৱা যায় পাটৰ কাপোৰ বোৱা তাঁতীৰ এটা 'গীল্ড' বা গোষ্ঠী নৰ্মদা নদীৰ ভাটি ফালৰ লাট নামে ঠাইৰ পৰা প্ৰব্ৰজন কৰি আহি মান্দাছোৰ পালেহি। কিন্তু মান্দাছোৰলৈ আহি আগৰ তন্তুবায় অৰ্থ তাঁতবোৱা বৃত্তিৰ উপৰিও সৈনিক, দৈবজ্ঞ আদি আন আন বৃত্তিতো লিপ্ত হ'ল তেওঁলোকৰ অনেকেই। তথাপি পূৰ্বৰ 'গীল্ড'ৰ প্ৰতি আনুগত্য বা গোষ্ঠীচেতনা নেহেৰুৱালে। এই গোষ্ঠীৰ মানুহবোৰে সগোত্ৰীয় বিবাহ আৰু ভোজনৰ ৰীতি মানিছিল নে নাই আমি নেজানো। কিন্তু নিজৰ নিৰ্দিষ্ট বৃত্তিৰ বাহিৰে আনৰ বৃত্তি ল'ব নোৱৰা বিধিযে নেমানিছিল তাৰ প্ৰমাণ পাইছোঁ। —এই দল মানুহৰ প্ৰবল সমাজচেতনা আৰু সহযোগী মনোবৃত্তি দেখি ধাৰণা কৰিব পাৰি যে এটা জাতৰ গঠন আৰম্ভ হৈছিল। সপ্তম শতিকাত হিউয়েন ছাঙেও চতুৰ্বৰ্ণ আৰু বহুত মিশ্ৰিত বৰ্ণৰ লোকৰ বিষয়ে লিখিছে। তেৰোঁ নিশ্চয় মূল চাৰি বৰ্ণৰ লোকৰ মাজত হোৱা অসবৰ্ণ বিবাহৰ ফল স্বৰূপেই সিমানবোৰ মিশ্ৰিত জাতিৰ সৃষ্টি হ'ল বুলি থকা পুৰণা প্ৰচলিত মতকে সত্য বুলি ধৰি লৈ সেইদৰে লিখিছিল। কিন্তু আধুনিক অৰ্থত জাত বুলিলে আমি যি বুজোঁ—সেই অৰ্থত কোনো জাত আছিল নে নাই তেওঁৰ লিখাৰ পৰা সেই কথা স্পষ্টভাৱে বুজা নেযায়।

আনকি বৰ্তমান যুগতো নীহকুলীয়া মানুহবোৰৰ জীৱনত বৰ্ণভেদতকৈ জাত-ভেদৰ প্ৰতিক্ৰিয়া বেছি অনুভূত হয়। এজন মানুহ বৈশ্য নে শূদ্ৰ বৰ্ণৰ সেইটো বৰ গুৰুত্বপূৰ্ণ নহয়। মানুহজন অহিৰ নে কায়স্থ নে সোণাৰ সম্প্ৰদায়ভুক্ত সেইটোহে ডাঙৰ কথা। বসবাস কৰা অঞ্চল জাতি-বৃত্তি-ধৰ্ম নিৰ্বিশেষে সকলোৰে বাবে এই জাতৰ অন্তৰ্ভুক্ত হোৱা আৰু সেই জাতৰ সকলোৰে সদস্যৰ প্ৰতি সহযোগী মনোভাৱ থকাৰ গুৰুত্ব বেছি। মান্দাছোৰৰ ৰেচমী বস্ত্ৰশিল্পীবোৰৰ মাজতো আছিল ঠিক তেনে এটা সহযোগী মনোবৃত্তি। একে বৃত্তিৰ মানুহৰ সমাজত তেনে ধৰণৰ সামাজিক সহযোগৰ ভাব আনকি প্ৰাচীন যুগতো থকাৰ প্ৰমাণ নানা উৎসৰ পৰা আমি পাওঁ। বিভিন্ন জাত আৰু সম্প্ৰদায়েৰে ভাৰাক্ৰান্ত, ভাৰতীয় সমাজ-ব্যৱস্থা অতি জটিল ধৰণৰ হোৱাৰ ঐতিহাসিক কাৰণ বিচাৰিলে দেখা যাব যে বিভিন্ন যুগত জনজাতীয় ৰীতি-নীতি আৰু বৃত্তিয়াল সমাজবোৰৰ ৰীতি-নীতিৰ সংমিশ্ৰণত একোখন সমাজ গঢ়ি উঠি এটা নতুন জাত বা সম্প্ৰদায়ৰ সৃষ্টি কৰে। কিন্তু কোনো যুগতে এটা চূড়ান্ত আৰু চিৰস্থায়ী ৰূপ সেই জাত বা সম্প্ৰদায়ে আয়ত্ত কৰিব নোৱাৰে। কাৰণ, পিছৰ যুগবোৰত নতুন কোনো জাতিগোষ্ঠীৰ মানুহ আহি সেই জাত বা সম্প্ৰদায়ৰ লগত মিলিত হয়। সেইবিলাক নতুন জাতি-গোষ্ঠীৰ ৰীতি-নীতিৰ নতুন অৱদান মিলিত হৈ আৰু যুগৰ প্ৰয়োজন অনুসৰি জীৱিকা আৰ্জনৰ বাবে নতুন বৃত্তি-শিল্প-উদ্যোগ অৱলম্বনেও জাত বা

সম্প্ৰদায়ক কালক্ৰমত নতুন ৰূপ আৰু চৰিত্ৰ প্ৰদান কৰে। মধ্যযুগত যুগ যুগ ধৰি সেই প্ৰক্ৰিয়াৰে গঢ় লৈ উঠা তেনে সমাজ-জাত-সম্প্ৰদায়বোৰ কম-বেছি পৰিমাণে নিজ নিজ ৰীতি-নীতিৰেই টান-বন্ধীয়া হৈ স্থায়ী ৰূপ ল'লে। আৰু আধুনিক অৰ্থত জাত বুলিলে আমি যি বুজোঁ সেই জাতৰ সৃষ্টি হৈছিল সেইদৰেই। প্ৰফেছৰ জে. এইচ্-হাটনৰ মতে, জাতিভেদ প্ৰথা মানুহৰ অতি আদিম সামাজিক সম্বন্ধৰে এটা ৰূপ। কোনো সৰু এটা উপজাতি বা জনগোষ্ঠীৰ এটা খেলে ঘন জনবসতিপূৰ্ণ অঞ্চলৰ পৰা নিলগত অকলশৰীয়াকৈ গাঁও পাতি যেতিয়া থাকে, তেতিয়া চুবুৰীয়া অন্য জাতিৰ লোকৰ পৰা নিজৰ মানুহখিনি আঁতৰাই ৰাখিবলৈ নানা 'টাবু' অৰ্থাৎ বিভিন্ন বাধা-নিষেধসূচক ৰীতি-নীতিৰ জেওৰা বৈ লয়। প্ৰফেছৰ হাটনে বৰ্তমান ভাৰতৰ কিছুমান অৰ্ধসভ্য জনজাতিৰ সামাজিক গঠনত জাতিভেদ প্ৰথাৰ ভ্ৰূণাৱস্থা লক্ষ্য কৰিছিল। তেওঁৰ মতে জাতিভেদ প্ৰথা যি কোনো আদিম আৰু কম সংখ্যক মানুহেৰে গঠিত উপজাতীয় সমাজে চুবুৰীয়া কোনো জটিল সামাজিক আৰু অৰ্থনৈতিক ব্যৱস্থাৰ সংস্পৰ্শলৈ আহিলে প্ৰদৰ্শন কৰা স্বাভাৱিক প্ৰতিক্ৰিয়া হ'ব পাৰে। তেনে ধৰণৰ বহুতো ক্ষুদ্ৰ ক্ষুদ্ৰ আদিম জনজাতীয় সমাজৰ অনুৰূপ আচৰণে জাতৰ সৃষ্টি কৰাটো সম্ভৱ। গতিকে আৰ্য চতুৰ্বৰ্ণৰ পৰা জাতিভেদ উদ্ভৱ হৈছে বুলি কোৱাতকৈ এইদৰে জাতিভেদ প্ৰথাৰ সূচনা হৈছিল বুলি কোৱাহে বেছি যুক্তিসঙ্গত হ'ব বুলি প্ৰফেছৰ হাটনৰ ধাৰণা। কাৰণ আৰ্যসকল চতুৰ্বৰ্ণ আৰু আদিম ভাৰতীয় জনগোষ্ঠীবোৰৰ জীৱন-ধাৰা কোনো যুগতে একেটা সোঁতত‌ে বোৱা নাছিল।

এই গ্ৰন্থত আমাৰ আলোচ্য যি যুগ—ভাৰত ইতিহাসৰ সেই যুগৰ অন্তিম পৰ্যায়ত ইতিমধ্যেই বৰ্তমানে আমি দেখা জাতিভেদ প্ৰথাই দৃঢ়ভাৱে স্থিতি লৈছিল। আনকি ব্ৰাহ্মণ বৰ্ণটোৱেই সগোত্ৰীয় বিবাহ-আচাৰ আৰু ভোজন-ব্যৱহাৰ সম্বলিত হৈ নানা শাখা-প্ৰশাখা, জাত-উপজাতত বিভক্ত হৈছিল। সেইবোৰ বিভাজন হৈছিল জাতিমূলৰ পাৰ্থক্য আৰু বাসকৰা বিভিন্ন অঞ্চলৰ বৈশিষ্ট্য আৰু বিভিন্ন ৰীতি-নীতিৰ ওপৰত ভিত্তি কৰি। তেনেকৈ ৰাজপুত জাতি বিভক্ত হৈছিল বিভিন্ন ফৈদত বিবাহাচাৰ আৰু ভোজন বিষয়ত ঠিক সগোত্ৰীয় নহ'লেও সেই ফৈদবোৰেই হৈ পৰিছিল একোটা জাত। তেনেকৈ বৈশ্য, শূদ্ৰ আৰু অস্পৃশ্য শ্ৰেণীবোৰৰ মাজৰ পৰাও অলেখ জাত-উপজাতৰ সৃষ্টি হ'ল। সেইবিলাক জাত-উপজাত নিয়ন্ত্ৰিত হৈছিল স্থানীয় মুখিয়াল লোকেৰে গঠিত কমিটি বা পঞ্চায়তবোৰৰ সিদ্ধান্তৰ দ্বাৰা। সেইবোৰ গ্ৰামসভাই কোনো গাঁৱৰ বা জাতৰ সদস্যক বহিষ্কাৰ কৰিব পাৰিছিল। সংশ্লিষ্ট জাত-উপজাতৰ ৰীতি-নীতি প্ৰয়োগ আৰু নিয়ন্ত্ৰণাদি সকলোতে সেই সভাবোৰে লোৱা সিদ্ধান্ত 'অৰ্থশাস্ত্ৰ'ৰ দিনৰে পৰা ৰজাৰ আইনৰ দৰেই বলবৎ হৈছিল।

বৃহৎ যুক্ত পৰিয়ালৰ দৰেই জাতৰ ঐক্যবন্ধনেও দিছিল সামাজিক নিৰাপত্তা। জাতভুক্ত দুস্থ সদস্যক সহায় কৰা, বিধবা আৰু মাউৰা ল'ৰা-ছোৱালীৰ ভৰণ-পোষণৰ ব্যৱস্থা ইত্যাদি সকলো কাম একে জাতৰ লোকৰ সহযোগী মনোভাৱৰ বাবেই সম্ভৱ হৈছিল। জাতৰ পৰা বহিষ্কৃত হোৱা ব্যক্তি নিজৰ পৰিয়ালৰ পৰাও আপোনা-আপুনি বহিষ্কৃত হৈছিল। নহ'লে গোটেই পৰিয়ালটোৱেই বহিষ্কৃত হ'ব লাগিছিল। জাতৰ পৰা বহিষ্কৃত লোক প্ৰকৃতপক্ষে দেশৰ সমাজৰ পৰাই বহিষ্কৃত আছিল। সমাজৰ সবাতোঁকৈ নীহকুলীয়া লোকৰ বাহিৰে আনৰ লগত কোনো সম্পৰ্ক বহিষ্কৃত লোকৰ নেথাকিছিল। পূৰ্বৰ সা-সম্পত্তিৰ কিছু অংশ ৰাখিব পাৰিলেও শিপাৰে সৈতে উভালি পৰা গছৰ দৰে আছিল তেনে লোকৰ জীৱন। জাতৰ পৰা স্থায়ীভাৱে বহিষ্কৃত লোকৰ দশা আছিল মৃত্যুৰ সমতুল্য—সংক্ৰামক ব্যাধিগ্ৰস্ত লোকৰ দৰে আনৰ সংশ্ৰৱৰ পৰা দূৰে দূৰে থাকি যন্ত্ৰণাময় জীৱন যাপন কৰা তেনে লোকৰ জীৱন হৈ পৰিছিল অসহনীয় দুখেৰে ভৰা।

প্ৰাচীন তামিল সাহিত্যত কোনো ধৰণৰ জাত বা জাতিভেদ থকাৰ কথা পোৱা নেযায়। কিন্তু দক্ষিণ দেশবোৰত আৰ্য প্ৰভাৱ বাঢ়ি অহাৰ লগে লগে আৰু অধিক জটিল ৰাজনৈতিক আৰু অৰ্থনৈতিক আন্তঃ-গাঁথনিৰ ফলস্বৰূপে সেইবোৰ অঞ্চলৰ সমাজ-ব্যৱস্থাতো উত্তৰ ভাৰততকৈও কঠোৰ বিধি-বিধান কোনো কোনো ক্ষেত্ৰত প্ৰচলিত হ'বলৈ ধৰিলে। চোল ৰাজত্বৰ দিনত দক্ষিণ ভাৰতীয় জাতিভেদ-ব্যৱস্থাত লক্ষণীয় হোৱা কিছু বৈশিষ্ট্য এতিয়াও দেখা যায়। দ্ৰাবিড় দেশত নিজকে ক্ষত্ৰিয় বুলি পৰিচয় দিয়া পৰিয়ালৰ সংখ্যা আছিল কম। তেওঁলোকৰ সংখ্যা প্ৰধানকৈ ৰাজত্ব কৰা ৰাজবংশবিলাকতে সীমাবদ্ধ আছিল। তেনেকৈ বৈশ্য বৰ্ণৰ লোকৰ সংখ্যাও আছিল নগণ্য। সাধাৰণ জনগণৰ প্ৰায় সকলোৱেই আছিল ব্ৰাহ্মণ, শূদ্ৰ আৰু অস্পৃশ্য জাতিৰ মানুহ। সেইবিলাকৰো বৃহদাংশই আছিল শূদ্ৰ। সেই বিশাল শূদ্ৰ জনতা সোঁপন্থী আৰু বামপন্থী নামে দুভাগত বিভক্ত আছিল। দুই পন্থাৰ লোকৰ মাজত এতিয়াও থকা প্ৰবল শত্ৰুতা আৰু প্ৰতিদ্বন্দ্বিতাৰ ভাব অন্ততঃ হাজাৰ বছৰৰ পুৰণি। সোঁ-পন্থত আছে বেহা-বেপাৰ কৰা বণিক জাত, কিছুমান তন্তুবায় বা তাঁতীৰ জাত, গায়নৰ জাত, কুমাৰ, ধোবা, নাপিত, খেতিয়ক আৰু বনুৱা শ্ৰেণীৰ লোকৰ বেছিভাগ জাত। আনহাতে, বামপন্থী জাতবোৰৰ ভিতৰত আছিল কাৰিকৰী শিল্প-উদ্যোগত লিপ্ত বহুত জাত যেনে—তাঁতী, মুচি, গুৱাল আৰু কিছুমান খেতিয়ক জাত। দক্ষিণ দেশৰ সমাজখননো এনে আচৰিত ধৰণে দ্বিখণ্ডিত কেনেকৈ হৈছিল সেই বিষয়ে জানিবৰ কোনো উপায় আমাৰ নাই।

অনুলোম বিবাহ কোনো যুগতে নোহোৱাকৈ থকা নাছিল। মালাবাৰত

পাৰিবাৰিক সম্পত্তিৰ মাতৃতান্ত্ৰিক উত্তৰাধিকাৰৰ নিয়ম প্ৰায় আধুনিক যুগলৈকে প্ৰচলিত আছিল। তাতো উচ্চ বৰ্ণৰ নাম্বুদিৰি ব্ৰাহ্মণে সদাচাৰী নায়াৰ জাতৰ কন্যা নিয়মীয়াকৈ বিবাহ কৰিছিল। বঙ্গত ৰাঢ়ী জাতিৰ ব্ৰাহ্মণ আৰু সম্ভ্ৰান্ত কায়স্থ নামৰ লেখাৰুৰ জাত আৰু বৈদ্য কুলৰ মানুহ নানা উপজাতত বিভক্ত আছিল। সেইবোৰ সকলো আছিল অনুলোম বিবাহপন্থী। গোটেই পন্থাটোকে বোলা হৈছিল কুলীন প্ৰথা। ব্ৰাহ্মণসকলৰ শ্ৰেষ্ঠ উপজাতক বোলা হৈছিল কুলীন ব্ৰাহ্মণ। এই প্ৰথাৰ প্ৰৱৰ্তক দ্বাদশ শতাব্দীৰ বঙ্গৰ ৰজা বল্লাল সেন বুলি কথিত আছে যদিও সেই প্ৰথা যে বহু প্ৰাচীন যুগৰে তেনে প্ৰথাৰহে উত্তৰসূৰী সেই বিষয়ে কোনো সন্দেহ নাই।

হিন্দু জাতিভেদ-প্ৰথাত একোটা জাতৰ গঠনৰ বাবে ৰাষ্ট্ৰযন্ত্ৰৰ কোনো সহায় নেলাগে। সামগ্ৰিকভাৱে হিন্দু সমাজে যে নতুন জাত একোটা বৰ্জন বা এঘৰীয়া বুলি গণ্য কৰে সেই পৃথকীকৰণেই জাতি এটাৰ ৰহস্যজনকভাৱে জীৱনীশক্তি স্বৰূপ হৈ পৰে। ভালদৰে চালে বুজা যায় যে জাতিভেদ প্ৰথাই হিন্দুৰ হিন্দুত্ব ৰক্ষাৰ প্ৰধান কাৰণ। বিদেশী শাসকৰ তলত ওপৰৰ পৰা জাপি দিয়া ৰাজনৈতিক স্বাধীনতাহীনতাৰ দুঃসময়ৰ মাজতো হিন্দুয়ে নিজৰ সাংস্কৃতিক বৈশিষ্ট্য ৰক্ষা কৰিব পাৰিছিল ঘাইকৈ নিজৰ বৰ্ণব্যৱস্থাঁৰ মাজেদিয়েই। কাৰণ স্বজাতি, সবৰ্ণ—একে জাত বুলিলে প্ৰত্যেক ব্যক্তিৰ মনত যি আনুগত্যবোধ সি ৰজা, নিজৰ দেশ বা নিজৰ নগৰৰ প্ৰতি থকা আনুগত্যতকৈ কোনো গুণে কম নাছিল। জাতৰ বান্ধোন ইমান মজবুত আছিল যে সৌ সিদিনালৈকে জাতিভেদ-প্ৰথা বিলোপ কৰিবলৈ কৰা সকলো চেষ্টা বিফলে গৈছিল। মধ্যযুগৰ বাসৱ, ৰামানন্দ আৰু কবিৰৰ দৰে সকলোৰে প্ৰতি সমদৰ্শী ধৰ্মসংস্কাৰকসকলে নিজৰ অনুগামীসকলৰ মাজৰ পৰা জাতিভেদ প্ৰথা উঠাই দিবলৈ যত্ন কৰিছিল। কিন্তু তেওঁলোকে জাতমুক্ত কৰা শিষ্যসকলেই এটা জাতৰ সকলো চাৰিত্ৰিক বৈশিষ্ট্য আহৰণ কৰি নিজেই একোটা নতুন জাতত পৰিণত হৈছিল আৰু কোনো ক্ষেত্ৰত নিজেই বিভাজিত হৈ নানান উপজাত সৃষ্টি কৰিছিল। শিখ গুৰুসকলে সদায় জাতিভেদ-প্ৰথাৰ বিৰুদ্ধে নিজৰ অভিমত স্পষ্ট ভাষাত ব্যক্ত কৰিছিল। আৰু সকলোৱে একেটা চৰুৰ পৰা একেলগে সমাজ পাতি বহি ভোজন কৰাৰ দৰে বিধিৰ প্ৰৱৰ্তন কৰিছিল জাতিভেদ-প্ৰথা লোপ কৰিবলৈকে। কিন্তু সেই কামত কৃতকাৰ্য হোৱা নাছিল। আনকি মূল ধৰ্মীয় বিশ্বাস মতে সকলো স্বধৰ্মী লোকৰ প্ৰতি সমভাবাপন্ন মুছলমান সকলো জাতত বিভক্ত হৈছিল। মালাবাৰৰ ছিৰিয়ান খ্ৰীষ্টানসকল পুৰণি কালতে বিভাজিত হৈ প্ৰতি ভাগে একোটা 'কাষ্ট্' অৰ্থাৎ জাতৰ চৰিত্ৰ আহৰণ কৰিছিল। আৰু যোল্ল শতিকাত যেতিয়া ৰোমান কেথলিক মিছনেৰীসকলে দক্ষিণ ভাৰতত ধৰ্ম প্ৰচাৰ কৰি স্থানীয় অধিবাসীবোৰক খ্ৰীষ্টান ধৰ্মত দীক্ষিত কৰাবলৈ

ধৰিছিল তেতিয়া সেই ধৰ্মান্তৰিত মানুহবোৰেও নিজৰ জাতৰ ভেম এৰিব পৰা নাছিল আৰু আন আন তল জাতৰ যিবোৰ মানুহ খ্ৰীষ্টান হৈছিল সেইবোৰৰ পৰা উচ্চ জাতৰ পৰা খ্ৰীষ্টান হোৱাবোৰ আঁতৰি থাকিছিল।

আচলতে যোৱা পাঁচটা দশকতহে ভাৰতৰ জাতিভেদ সমাজ-ব্যৱস্থাত আচল ভাঙন আৰম্ভ হোৱা চকুত পৰিছে। তাৰ বাবে ধন্যবাদ দিব লাগিব পাশ্চাত্য জগত আৰু জীৱনধাৰাৰ পৰা অহা কিছুমান নতুন আৱিষ্কাৰ আৰু ধ্যান-ধাৰণা—যিবোৰৰ সন্মুখত পানী নসৰকাকৈ নানা কোষ্ঠ-প্ৰকোষ্ঠত বিভাজিত সমাজ একে ধৰণৰ হৈ কেতিয়াও থাকিব নোৱাৰে। সেইবোৰ হ'ল পাশ্চাত্য শিক্ষাৰ প্ৰচলন আৰু বিস্তাৰ, জাতীয়তাবোধৰ উন্মেষ আৰু জাতিভেদৰ বিৰুদ্ধে সুপণ্ডিত নেতাসকলৰ তীব্ৰ প্ৰচাৰ-অভিযান। জাতিভেদ-প্ৰথা উৎখাত কৰা প্ৰক্ৰিয়া এতিয়াও শেষ হোৱা নাই—সেই প্ৰথা ভাৰতৰ পৰা সমূলঞ্চে বিদায় দিবলৈ আৰু বহুত বছৰ লাগিব। কিন্তু যেতিয়া মহাত্মা গান্ধীয়ে তেওঁৰ অনুগামীসকলক নিজৰ ঘৰ-চোতাল নিজে সাৰি-পুচি আৰু নিজৰ শৌচাগাৰ নিজে চাফা কৰি ল'বলৈ শিকালে তেতিয়া ভাৰতৰ এই সুপ্ৰাচীন জাতিভেদ-প্ৰথাৰ মৃত্যু-ঘণ্টা বাজিবলৈ ধৰিলে বুলি ক'ব পাৰি। কিন্তু তাৰ অনেক ঋণাত্মক দিশ থাকিলেও সেই প্ৰথাৰ জৰিয়তেই শ শ বছৰ ধৰি বিদেশী শক্তিৰ পদানত হৈ থকা কালতো ভাৰতীয় সমাজৰ নিজস্ব পৰিচয় অক্ষুণ্ণ হৈ আছিল।

## দাসত্ব

মেগাস্থিনিছে মুক্তকণ্ঠে ঘোষণা কৰিছিল যে ভাৰতত কোনো দাস-প্ৰথা নাছিল। তেওঁৰ নিশ্চয় ভুল হৈছিল। কিন্তু ভাৰতীয় দাস-প্ৰথা মেগাস্থিনিছে সদায় দেখি অহা অন্য দেশৰ দাস-প্ৰথাৰ দৰে কঠোৰ নাছিল আৰু পাশ্চাত্য সভ্য দেশবোৰতকৈ ভাৰতত দাসৰ সংখ্যাও বহুত কম আছিল। সেই কাৰণেই হয়তো 'দাস' বুলি ভাৰতীয় সমাজত বৰ্ণনা কৰা মানুহজনক এজন গোলাম বা ক্ৰীতদাস বুলি তেওঁ চিনিব পৰা নাছিল। দাসবিলাকৰ বেলেগে কোনো জাত নাছিল। যদিও 'অৰ্থশাস্ত্ৰ'ত কৈছে যে আৰ্য লোকৰ মনোবৃত্তিৰ দাসত্ব বুলি কোনো কথাই নাই, আমি কিন্তু ভালদৰে জানো যে সেই আৰ্য লোকৰ মাজত বিনীত শূদ্ৰ বৰ্ণৰ লোকক ধৰাই হোৱা নাছিল। যি কোনো বৰ্ণৰে ব্যক্তি বিশেষ কিছুমান পৰিস্থিতিত দাসত পৰিণত হ'ব পাৰে যদিও সৰহ ভাগ দাসেই আছিল তল জাতৰ মানুহ।

প্ৰথমতে আক্ৰমণকাৰী হিচাপে ভাৰতত প্ৰৱেশ কৰি আৰ্যবিলাকে যিবোৰ ভাৰতীয় অধিবাসী লোকক জয় কৰিছিল সেইবোৰকে মূলতে দাস শব্দৰে বৰ্ণনা

বুজোৱা হৈছিল। পিছত 'দাস' শব্দৰ লগত যি অৰ্থ সংযুক্ত হ'ল, সেইটো নিশ্চয় সেই যুদ্ধবন্দীবিলাকৰ দাসৰ কামত নিযুক্ত কৰাৰ দস্তুৰ প্ৰচলিত হোৱাৰ পৰা। ভাৰতীয় দাস-প্ৰথাৰো আৰম্ভণি হৈছিল খুব সম্ভৱ সেইদৰেই। মহাভাৰতৰ ৩।২৫৬-১১ স্থানত কোৱা হৈছে যে যুদ্ধত পৰাজিতজন বিজেতাৰ দাস হোৱাই যুদ্ধৰ নিয়ম। যুদ্ধবন্দীয়ে তেওঁৰ মুক্তিপণ নিদিয়ালৈকে বিজেতাৰ দাসত্ব কৰিবই লাগিব। কিন্তু পিছৰ যুগত আন আন বহুত শ্ৰেণীৰ দাস হৈছিল। দাস-দাসীৰ সন্তানবোৰো গৰাকীৰ দাসত পৰিণত হৈছিল। দাসবোৰক দান, বিক্ৰী কৰিব আৰু বন্ধকত ৰাখিব পাৰিছিল। দাৰুণ বিপদত পৰিলে স্বাধীন লোকেও নিজকে বা পৰিয়ালৰ সদস্যক দাস বুলি বিক্ৰী কৰাৰো নিয়ম আছিল। কিবা অপৰাধৰ শাস্তি হিছাপে বা ঋণগ্ৰস্ত হৈ ঋণ পৰিশোধ কৰিবলৈও কোনো লোক দাসত পৰিণত হ'ব পাৰে। কিন্তু এনে ধৰণৰ দাসত্ব সাধাৰণতে অস্থায়ী ধৰণৰ আছিল। এনে বহুত বিধৰ দাসত্বৰ অনুমোদন স্মৃতিশাস্ত্ৰ আৰু অন্যান্য গ্ৰন্থত পোৱা যায়।

দাস-প্ৰথা মানি চলা অনেক সভ্য-সমাজৰ দস্তুৰ মতে এজন দাস গুৰুত্বপূৰ্ণ পদত দায়িত্বশীল ব্যক্তি হৈ থাকিব পাৰিছিল। অনেক কাহিনীত বহুতো তেনে ধৰণৰ দাসে ৰজাৰ পাৰিষদ বা মন্ত্ৰণাদাতা হৈ থকা কথাৰো উল্লেখ আছে। দাসবোৰে অৰ্থনৈতিকভাৱে গুৰুত্বপূৰ্ণ কৃষিৰ কাম বা খনিত কাম কৰাৰ দৃষ্টান্ত আছে যদিও সাধাৰণতে দাসবোৰক গৃহভৃত্য বা ব্যক্তিগত অনুচৰ হিছাপেহে ৰখা হৈছিল। সাধাৰণতে একোজন দাসে তাৰ গৰাকীৰ ঘৰৰ এজন তলতীয়া সদস্যৰ দৰে ব্যৱহাৰ পাইছিল। দাসৰ সম্পূৰ্ণ ভৰণ-পোষণৰ দায়িত্ব আছিল গৃহস্বামীৰ আৰু যদি অপুত্ৰক অৱস্থাত দাসৰ মৃত্যু ঘটে তেন্তে দাসৰ অন্ত্যেষ্টিক্ৰিয়া আৰু শ্ৰাদ্ধাদি যথাবিধি পালন কৰি তাৰ আত্মাৰ মঙ্গল কামনা কৰাও গৃহস্বামীৰ অৱশ্যপালনীয় কৰ্তব্য। সৰহভাগ স্মৃতিশাস্ত্ৰৰ বিধান মতে দাসৰ সকলো সম্পত্তিৰ আচল মালিক গৃহস্বামী নিজে। গৃহস্বামীয়ে এজন দাসক ক্ৰয়-বিক্ৰয়-দান কৰাৰ উপৰি আনক ঋণত দিব পাৰে। কিন্তু কোনো মালিকৰ দাসৰ প্ৰাণ লোৱাৰ অধিকাৰ নেথাকে। আৰু পৃথিৱীৰ অন্য বহুত সভ্যতাত কৰাৰ দৰে কোনো দাসক গৰাকীয়ে বৃদ্ধ অথৰ্ব হ'লে পৰিত্যাগ কৰি খেদি পঠাব নোৱাৰে। 'আপস্তম্ব'ত কোৱা হৈছে—"কোনো লোকে নিজে অভাৱত থাকিব পাৰে বা নিজৰ পত্নী বা পুত্ৰ-কন্যাৰ ক্ষেত্ৰতো কটকিনালি কৰিব পাৰে কিন্তু নিজৰ দাসক কেতিয়াও অভাৱত ৰাখিব নেপায়। কাৰণ দাসেহে তেওঁৰ ঘৰৰ সকলো হীন কাম-কাজ কৰি তেওঁক সহায় কৰে। কিছুমান বিধিগ্ৰন্থত আনকি গৰাকীয়ে দাসক কি পৰিমাণৰ শাৰীৰিক শাস্তি দিব পাৰিব তাৰো সীমা বান্ধি দিয়া আছে। যেনে 'মনুস্মৃতি'ত আছে—"কিবা দোষ কৰিলে নিজৰ পত্নী, পুত্ৰ, দাস, ভৃত্য বা এজন কনিষ্ঠ ভ্ৰাতৃক কোবাব পাৰিব। কিন্তু কোবাব লাগিব এডাল ৰচি বা বেতেৰে। তাকো পিঠিতহে। মূৰত নহয়। যদি কোনো লোকে তাৰ বাহিৰে অন্য

ধৰণে শাৰীৰিক শাস্তি দিয়ে তেন্তে তেওঁ চোৰক যেনে দণ্ড দিয়া হয় সেই দণ্ড পাবৰ যোগ্য হয়।" কোনো দাসক দাসত্ব-বন্ধনৰ পৰা মুক্ত কৰি দিয়াটো পুণ্য কাম বুলি শাস্ত্ৰত কোৱা হৈছে। এনেয়েও ঋণ পৰিশোধ কৰিব নোৱাৰি দাসত্ব কৰিব লগা হোৱা মানুহে নিজৰ শ্ৰমৰ মজুৰিৰ পৰিমাণ ঋণৰ ধনৰ সমান হ'লেই মুক্তি পাইছিল।

ধৰ্মীয় বিধি-গ্ৰন্থবোৰতকৈ বহু ক্ষেত্ৰত উদাৰ ভাবযুক্ত 'অৰ্থশাস্ত্ৰ'ত দাসত্ব সম্বন্ধে আমি ওপৰত বৰ্ণনা কৰা বিধি-বিধানবোৰতকৈও মৃদু নীতি-নিয়ম দিয়া আছে। খুব নিদাৰুণ সংকটত নপৰিলে নিজৰ সন্তানক দাস হিছাপে বিক্ৰী কৰা কঠোৰভাৱে নিষিদ্ধ কৰা হৈছে। দাসবিলাকক সম্পত্তিৰ গৰাকী আৰু উত্তৰাধিকাৰী হ'বলৈ অধিকাৰ দিয়া হৈছে আৰু আজৰি সময়ত নিজাকৈ ধন ঘটিবলৈও অধিকাৰ স্বীকাৰ কৰা হৈছে। উচ্চ বৰ্ণৰ দাসক হীন কাম কৰিবলৈ বাধ্য কৰিব নোৱাৰিব বুলিও লিখিছে। 'অৰ্থশাস্ত্ৰ'ৰ মতে, কন্যা দাসীৰ সতীত্ব ৰক্ষা হ'বই লাগিব বুলি কোৱা হৈছে। যদি কোনো মালিকে দাসীক বলাৎকাৰ কৰে তেন্তে তাইক উপযুক্ত ক্ষতিপূৰণ দি দাসত্বৰ পৰা মুক্ত কৰি দিব লাগিব। যদি তেনে দাসীৰ গৰ্ভত—তাইৰ সন্মতি সাপেক্ষে হ'লেও—কোনো সন্তান জন্ম হয় তেন্তে মাতৃ আৰু শিশু উভয়েই দাসত্বৰ পৰা মুক্তি পাব লাগিব। তদুপৰি কোনো ধৰণৰ সাংঘাতিক বিপদত পৰি যদি কোনো লোকে নিজকে বা পৰিয়ালক দাস হিছাপে বিক্ৰী কৰিব বুলি কথা দিয়েও, সেই কথা ৰাখিবই লাগিব বুলি কোনো বাধ্য-বাধকতা নেথাকিব।

দাসত্ব সম্বন্ধে 'অৰ্থশাস্ত্ৰ'ত থকা এই ধৰণৰ মানৱীয় বিবেচনাপূৰ্ণ নীতি-নিয়ম পৃথিবীৰ কোনো প্ৰাচীন সভ্যতাতে পাবলৈ নাই। সেই বিষয়ত ই একক আৰু অনন্য। বোধ হয় এইবোৰ নীতি-নিয়ম মৌৰ্যযুগৰ দণ্ডনীতিৰে স্মাৰক। সেইবাবেই হয়তো মেগাস্থিনিছে ভাৰতত কোনো দাস নাছিলেই বুলি লিখাত কোনো আচৰিত হ'বলগীয়া কথা নাই। বিশ্বৰ আন আন প্ৰাচীন সভ্য দেশৰ দৰে ভাৰত কোনো যুগতে অৰ্থনৈতিক বিষয়ত দাসৰ ওপৰত নিৰ্ভৰশীল দেশ নাছিল। শ্ৰমিকেই হওক, কৃষকেই হওক বা কোনো শিল্প-উদ্যোগৰ কাৰিকৰেই হওক, সকলোৱেই সাধাৰণতে স্বাধীন নাগৰিক আছিল এই দেশত। প্ৰাচীন ইটালিত ৰোমান্ ডাঙৰীয়াই বহুত মাটিৰ ডাঙৰ কৃষিক্ষেত্ৰ ৰাখি ক্ৰীতদাসৰ দ্বাৰাই খেতি কৰোৱা আৰু নিজে দূৰৈত বাস কৰা 'লেটিফুণ্ডিয়া' প্ৰথা ভাৰতত কোনোকালে নাছিল। প্ৰাচীন গ্ৰন্থবিলাকৰ ক'তো দাস কিনা-বেচাৰ বজাৰ থকা কথাৰ উল্লেখ নাই। যদিও দাসৰ ক্ৰয়-বিক্ৰয়ত কোনো বিধিগত বাধা নাছিল, দাসক পণ্যদ্ৰব্য হিছাপে ক্ৰয়-বিক্ৰয় কৰাৰ দৃষ্টান্ত প্ৰাচীন কালত পাবলৈ নাই। যদিও খ্ৰীষ্টাব্দ গণনা আৰম্ভ হোৱাৰ পিছৰ প্ৰথমৰ শতিকাবোৰত ভাৰত আৰু ৰোমান সাম্ৰাজ্যৰ মাজত দুয়ো দিশৰ পৰা দাসীকন্যা ক্ৰয়-বিক্ৰয় চলিছিল আৰু যোল্ল শতিকাত বিজয়-নগৰ সাম্ৰাজ্যত দাস কিনা-বেচা বজাৰ আছিল।

সাহিত্য-গ্রন্থবিলাকত দাস-দাসীবোৰক মালিক পক্ষই দুৰ্ব্যৱহাৰ কৰাৰ অনেক বৃত্তান্ত পোৱা যায়। দাসৰ অৱস্থা সদায় যে সুখকৰ আছিল সেই আশা কৰিব নোৱাৰি। কিন্তু প্ৰাচীন বিশ্বৰ বেছি ভাগ দেশতকৈ ভাৰতৰ দাস তুলনামূলকভাৱে সুখতে আছিল বুলি যুক্তিসঙ্গতভাৱে ধাৰণা কৰিব পাৰি। অনেক প্ৰসঙ্গত দাস মানে ভাৰতত 'বন্ধুৱা' বা বহতীয়া কাম কৰা মানুহকহে বুজায়, গৃহস্থৰ অস্থাৱৰ সম্পত্তিৰ দৰে ব্যৱহৃত চাকৰ নুবুজায়।

## গোত্ৰ আৰু প্ৰবৰ

'ভাৰতীয় সমাজ ব্যৱস্থা' অন্যান্য কিছুমান আঙ্গিক যোগ হোৱাৰ ফলত জটিলতৰ হৈ পৰিছিল। সেইবোৰৰ আচলতে কোনো বৰ্ণ বা জাতৰ লগত মৌলিক সম্বন্ধ নাই, কিন্তু সাধাৰণভাৱে সেইবোৰৰ সমাৰ্থক হৈ পৰিছিল। তেনে প্ৰধান দুটা আঙ্গিক হ'ল— গোত্ৰ আৰু প্ৰবৰ। দুইটাই বৈদিক যুগৰ পিছৰ কালত, হয়তো তাৰো আগৰ পৰাই ভাৰতীয় আৰ্য সমাজত প্ৰচলিত আছিল আৰু এতিয়াও গোড়া ব্ৰাহ্মণ সমাজৰ বাবে দুইটাই অতি গুৰুত্বপূৰ্ণ।

'গোত্ৰ' শব্দৰ মূল অৰ্থ আছিল 'গোহালি' বা 'এজাক গৰু।' অথৰ্ববেদৰ পঞ্চম মণ্ডলৰ ২১-৩ স্থানতহে 'গোত্ৰ' শব্দ 'ফৈদ' অৰ্থত প্ৰথমবাৰৰ বাবে ব্যৱহাৰ কৰা দেখা যায়। এই 'ফৈদ' বা 'খেল' অৰ্থ সূচোৱা 'গোত্ৰ' শব্দৰ বিশেষ ভাবাৰ্থ আছে। কিছুমান প্ৰাচীন ইণ্ডো-ইউৰোপীয় জাতিৰ—যেনে ৰোমান জাতিৰ মানুহৰ এনে বহিঃগোত্ৰৰ লগতহে বিবাহ-প্ৰথা চলোৱা ফৈদ বা গোত্ৰ আছিল যদিও জাতিটোৰ সাধাৰণ আচাৰ আছিল নিজৰ জাতিৰ মাজতে আন্তৰ্বিবাহ। গতিকে এনে হোৱাটোও সম্ভৱ যে ভাৰতীয় গোত্ৰ ব্যৱস্থা সুদূৰ অতীতৰ ইণ্ডো-ইউৰোপীয় জাতিমূলৰ আচাৰগত স্মাৰক হ'ব পাৰে। কালক্ৰমত সিয়েই ভাৰতীয় আৱৰণ পিন্ধি গোত্ৰৰ ৰূপ ল'লেগৈ।

ঐতিহাসিক কালত গোত্ৰ-ব্যৱস্থা প্ৰথমতে এটা সম্পূৰ্ণ ব্ৰাহ্মণ্য অনুষ্ঠানহে আছিল। আন দ্বিজ শ্ৰেণীৰ লোকে অৰ্থাৎ ক্ষত্ৰিয় আৰু বৈশ্য শ্ৰেণীৰ লোকে বৰ দ্বিধাগ্ৰস্তভাৱেহে সেই অনুষ্ঠান মানি চলিছিল। তলৰ জাতিৰ মানুহক গোত্ৰৰ বিবেচনাই চুবই পৰা নাছিল বুলিব লাগে। সকলোৰে মনৰ বিশ্বাস এনে যে সকলো ব্ৰাহ্মণেই কোনোবা এজন নহয় এজন প্ৰাচীন প্ৰবাদপুৰুষ ঋষিৰ বংশসম্ভূত। গতিকে তেনে একোজন ঋষিৰ নামেৰেই একোটা গোত্ৰৰ নামকৰণ কৰা হয়। ধৰ্মগ্ৰন্থবোৰত সাত-আঠটামান পুৰাতন গোত্ৰৰ নাম পোৱা যায় যেনে—কাশ্যপ, বশিষ্ঠ, ভৃগু, গৌতম, ভৰদ্বাজ, অত্ৰি আৰু বিশ্বামিত্ৰ ঋষিসকলৰ নামেৰে থকা গোত্ৰবিলাক। অষ্টম গোত্ৰৰ

নামকৰণ কৰা হৈছিল মহামুনি অগস্ত্যৰ নামেৰে। অগস্ত্য ঋষিয়েই হেনো বেদৰ বাণী বিন্ধ্য পৰ্বতমালা অতিক্ৰম কৰি দক্ষিণ ভাৰতলৈ লৈ গৈছিল আৰু দক্ষিণত বৈদিক আৰ্য ধৰ্ম সুপ্ৰতিষ্ঠিত কৰিছিল। সেইবাবে অগস্ত্যক দ্ৰাবিড় দেশৰ ৰক্ষাকৰ্তা বা পৃষ্ঠপোষক ঋষি বুলি গণ্য কৰা হয়। দক্ষিণ ভাৰতত ক্ৰমাৎ আৰ্য সংস্কৃতি বিস্তাৰ হোৱাৰ লগে লগে তেওঁৰ নামো বাকী সাতজনৰ সমানে দক্ষিণ দেশত গোত্ৰপতি হিছাপে উচ্চাৰিত হ'বলৈ ধৰিলে। পিছৰ যুগবোৰত সেই আঠজন আদি ঋষিৰ লগতে অসংখ্য প্ৰাচীন গোত্ৰপতি ঋষিৰ নাম যুক্ত হ'ল।

খুব সম্ভৱ গোত্ৰৰ আৰম্ভণি হৈছিল আৰ্য জাতিৰ ভিতৰৰে স্থানীয় বা আঞ্চলিক কোনো জনগোষ্ঠীক কেন্দ্ৰ কৰি। কিন্তু ঐতিহাসিক কালক্ৰমত গোত্ৰই তাৰ উপজাতীয় চৰিত্ৰ সম্পূৰ্ণ হেৰুৱাই পেলালে। ভাৰতৰ দূৰ-দূৰণিৰ বিভিন্ন অংশৰ বিভিন্ন জাতৰ ব্ৰাহ্মণে একেটা গোত্ৰৰ বুলি পৰিচয় দিয়ে। গোত্ৰ পৰিচয়ৰ প্ৰয়োজন আছিল ঘাইকৈ বিবাহৰ ক্ষেত্ৰতহে। কাৰণ, একে গোত্ৰৰ মাজত বিবাহ নহয়।

বিষয়টো জটিলতৰ কৰি তুলিছিল 'প্ৰবৰ'ৰ প্ৰসঙ্গই। ব্ৰাহ্মণে দৈনিক পূজা কৰোঁতে তেওঁ নিজৰ গোত্ৰৰ প্ৰতিষ্ঠাপক ঋষিজনাৰ নামতো ল'ব লাগেই, লগতে অন্যান্য যিসকল মহৎ পৌৰাণিক কালৰ ঋষি তেওঁৰ সগোত্ৰ আছিল উপৰিপুৰুষ বুলি তেওঁলোকৰ নামো স্মৰণ কৰিব লাগে। এনেকৈ অন্ততঃ আৰু তিনিজন বা পাঁচজন ঋষিৰ নাম ল'ব লগাতো হয়েই। ফলত বিবাহৰ বন্দবস্ত কৰাৰ ক্ষেত্ৰত আৰু বাধা আহি পৰে। কাৰণ সেইসকল ঋষিৰ নাম অন্য গোত্ৰৰ প্ৰবৰৰ অন্তৰ্ভুক্তও হ'ব পাৰে। কিছুমান গোত্ৰৰ নিয়ম মতে, যেতিয়া অন্য কোনো গোত্ৰৰ প্ৰবৰৰ তালিকাত নিজৰ প্ৰবৰসকলৰ এজনৰ নামো থাকে তেতিয়া সেই দুই গোত্ৰৰ মাজত বৈবাহিক সম্বন্ধ হ'ব নোৱাৰে। আনহাতে কিছুমান গোত্ৰই কিন্তু আন গোত্ৰৰ প্ৰবৰৰ তালিকাত নিজৰ প্ৰবৰৰ তালিকাৰ দুজনৰ নাম একে হ'লেহে বিবাহ নিষিদ্ধ বুলি গণ্য কৰিছিল। সেইবাবে বৈবাহিক সম্বন্ধ স্থিৰ কৰোঁতে পাত্ৰ-পাত্ৰী নিৰ্বাচনৰ ক্ষেত্ৰ অতি সংকুচিত হৈ আহিছিল। বিশেষকৈ, মধ্যযুগত যেতিয়া সৱৰ্ণ বিবাহ প্ৰথা জাতবোৰৰ মাজত দৃঢ়ভাৱে প্ৰতিষ্ঠিত হৈ পৰিল, তেতিয়া এই প্ৰবৰৰ বিবেচনাই বহুত অসুবিধাৰ সৃষ্টি কৰিছিল।

কোনো গোত্ৰভুক্ত হোৱাৰ বাবে ব্ৰাহ্মণসকলে যি সামাজিক সন্মান লাভ কৰিছিল তাকে দেখি আন সম্ভ্ৰান্ত শ্ৰেণীৰ লোকো গোত্ৰভুক্ত হ'বলৈ ধৰিলে। তেনে গোত্ৰ-পৰিচয় আহৰণ কৰোঁতে ক্ষত্ৰিয় আৰু বৈশ্যসকলে ব্ৰাহ্মণৰ গোত্ৰকে লৈছিল। কিন্তু তেওঁলোকৰ গোত্ৰৰ মূলত কোনো প্ৰাচীন ঋষিৰ নাম নেথাকে। তেওঁলোকে যিজন পুৰোহিত ব্ৰাহ্মণে সদায় তেওঁলোকৰ ঘৰুৱা শাস্ত্ৰীয় ক্ৰিয়া-কৰ্মবোৰ কৰে সেই ব্ৰাহ্মণৰ গোত্ৰৰে লোক বুলি পৰিচয় দিছিল। গতিকে অব্ৰাহ্মণ পৰিয়ালবিলাকৰ ওপৰত এই

ধৰণে জাপি দিয়া গোত্ৰ-পৰিচয় সম্পূৰ্ণ কৃত্ৰিম আছিল। অব্ৰাহ্মণ পৰিয়ালবিলাকে নিজৰ নিজৰ পুৰোহিত ব্ৰাহ্মণৰ গোত্ৰ-পৰিচয় গ্ৰহণ কৰাৰ লগতে প্ৰবৰ-পৰিচয়ো লব লগা এটা বিধি হৈছিল। কিন্তু এই বিধি প্ৰচলিত নহ'ল। ক্ষত্ৰিয় আৰু বৈশ্য শ্ৰেণীৰ মানুহৰ প্ৰকৃত গোত্ৰ আছিল লৌকিক ধৰ্মনিৰপেক্ষ ধৰণৰহে। তেওঁলোকৰ গোত্ৰৰ নামকৰণ হৈছিল প্ৰাচীন প্ৰকৃত বা প্ৰবাদ-প্ৰসিদ্ধ কোনো মহৎ লোকৰ নামেৰে। এনে ধৰণৰ 'লৌকিক' গোত্ৰবোৰক বিধিশাস্ত্ৰত বৰ বেছি গুৰুত্ব দিয়া হোৱা নাই। কিন্তু ঐতিহাসিক লিপিবোৰত এনে গোত্ৰবোৰৰ যি ধৰণে অসংখ্যবাৰ উল্লিখিত হৈছে, তাৰ পৰা স্পষ্টভাৱে বুজা যায় যে এনেবোৰ গোত্ৰই 'খেল' বা 'ফৈদ'হে বুজাইছিল। তদুপৰি বহুতো অ-ব্ৰাহ্মণ গোত্ৰ আছিল যিবোৰ কোনো স্মৃতিশাস্ত্ৰই দিয়া তালিকাত অন্তৰ্ভুক্ত হোৱাই নাছিল।

আদিকালৰ স্মৃতিকাৰসকলে গোত্ৰৰ নিয়ম লংঘন কৰা বিষয়ত বহুখিনি শিথিলতা দেখুৱাইছিল। কোনো লোকে একে গোত্ৰৰে কন্যা পত্নীৰূপে গ্ৰহণ কৰিলে তাৰো শুদ্ধিকৰণৰ বিধান দিয়া হৈছে কোনো কোনো বিধিগ্ৰন্থত। যেনে—বৌধায়ন শ্ৰৌত সূত্ৰৰ চৌৱন্ন প্ৰবৰাধ্যায় খণ্ডত তেনে বিবাহৰ ক্ষেত্ৰত কৰণীয় হিচাপে চান্দ্ৰায়ন ব্ৰতৰ বিধান দিয়া হৈছে, লগতে এমাহলৈ কঠোৰ উপবাসৰ বিধান। আৰু তাৰ পিছত নিজৰ পত্নীক নিজৰ ভগ্নীহেন জ্ঞান কৰিব লাগিব তেতিয়া তেনে বিবাহৰ ফলত জন্ম হোৱা সন্তানৰ গাত কোনো কালিমা নেথাকিব। পিছৰ যুগৰ স্মৃতিকাৰসকলে কঠোৰ যুক্তিসহকাৰে সেই বিধান পৰ্যালোচনা কৰি ঘোষণা কৰিছিল যে সেইটো কৰিব পাৰিব কোনো লোকে অজ্ঞতাবশতঃ একে গোত্ৰৰ পত্নী গ্ৰহণ কৰিলেহে সেই বিধান প্ৰযোজ্য হ'ব। জানি-শুনি সগোত্ৰৰ কন্যা বিবাহ কৰিলে সি হ'ব ব্যভিচাৰ পাপৰ সমান।

## পৰিয়াল

ভাৰতীয় পৰিয়াল প্ৰাচীন কালত আৰু সাধাৰণতে এতিয়াৰ যুগতো ঘাইকৈ যুক্ত পৰিয়াল। যুক্ত পৰিয়াল মানে ককাই-ভাই-দদাই, ভতিজা আদি সকলোৰে মাজত ঘনিষ্ঠ সম্বন্ধ ৰক্ষা কৰি সাধাৰণতে একে ঘৰতে বা একেলগে থকা কিছুমান ঘৰত বাস কৰা পৰিয়াল। পৰিয়ালৰ স্থাৱৰ সম্পত্তিবোৰৰ তেওঁলোক সকলো উমৈহতীয়া অংশীদাৰ। ইউৰোপীয় আৰু চেমিটিক পৰিয়ালবোৰৰ দৰে ভাৰতীয় পৰিয়ালবোৰো আছিল পিতৃতান্ত্ৰিক আৰু পিতৃসূত্ৰে প্ৰসাৰিত। পৰিয়ালত পিতৃয়েই হৈছে মুৰব্বী আৰু সকলো যুটীয়া সম্পত্তিৰ গৰাকী আৰু নিয়ন্ত্ৰক। একমাত্ৰ মালাবাৰ অঞ্চলৰ বাহিৰে আন সকলো ঠাইতে পিতৃসূত্ৰেই উত্তৰাধিকাৰিত্ব স্বীকৃত হয়।

প্ৰাচীন ভাৰতীয় পৰিয়ালত পিতৃৰ ফালৰ পিতামহ-পিতামহী, পুত্ৰ-কন্যা, নাতি-পুতি, খুৰা আৰু তেওঁলোকৰ বংশধৰসকল আৰু পিতৃপক্ষীয় অন্যান্য সম্বন্ধী লোকসকলো অন্তৰ্ভুক্ত থাকিব পাৰে। তদুপৰি থাকিব পাৰে পৰিয়ালৰ দ্বাৰাই তুলি লোৱা তোলনীয়া ল'ৰা-ছোৱালী। যদি ধনী মানুহৰ ঘৰ হয় তেন্তে কম-বেছি সংখ্যক চাকৰ-বাকৰ, হালোৱা-বন্ধুৱা আৰু অন্যান্য সেই পৰিয়ালৰ ওপৰত নিৰ্ভৰশীল মানুহ থাকিব পাৰে। যদি ব্ৰাহ্মণৰ পৰিয়াল হয়, তেন্তে পণ্ডিত ব্ৰাহ্মণজনৰ ওচৰত শিক্ষা লাভৰ কাৰণে দীৰ্ঘ কালৰ বাবে অহা ছাত্ৰ-শিষ্য অনেক থাকিব পাৰে। সকলোৱেই এজন মুৰব্বীৰ তলত পৰিয়ালৰ একোজন হৈ বাস কৰে। এইদৰে বিশেষকৈ বহুপত্নী প্ৰথা থকা সমাজত য'ত কন্যাক খুব কম বয়সতে বিবাহ দিয়া হয়; একোটা ভাৰতীয় পৰিয়ালত স্বভাৱতে বহুত সদস্য থাকে।

ভাৰতীয় সমাজত ব্যক্তিৰ সলনি এনে পৰিয়ালবোৰকহে সমাজ-ব্যৱস্থাৰ একোটা গোট বুলি ধৰা হয়। সেইদৰে কোনো এক নিৰ্দিষ্ট অঞ্চলৰ জনসংখ্যাৰ লেখ লওঁতেও মানুহমূৰি লেখ লোৱাৰ সলনি অঞ্চলত বসবাস কৰা পৰিয়ালৰ সংখ্যাহে ধৰা হয়। পৰিয়ালৰ সদস্যসকলৰ মাজৰ সম্বন্ধ এনে ঘনিষ্ঠ যে কোনো সময়ত প্ৰকৃত সম্বন্ধ মনৰ অন্তৰাললৈ গুচি যায়। উদাহৰণ স্বৰূপে—পৰিয়ালৰ পুত্ৰজনে তেওঁৰ পিতৃৰ সকলো পত্নীকে মাতৃ বুলিয়েই উল্লেখ কৰিব পাৰে বা তেওঁৰ নিজৰ সহোদৰ ভাই আৰু খুৰাক বা বৰদেউতাকৰ পুতেক ভাইবোৰৰ মাজৰ পাৰ্থক্যৰ কথা তেওঁৰ মনলৈকে নাহিব পাৰে। এতিয়াও দুই বিধ ভাই-ককাইৰ বাবে একেই ভ্ৰাতৃ শব্দই ব্যৱহাৰ কৰা হয়।

এই বিশাল পাৰিবাৰিক যুটিৰ মাজত সম্বন্ধ স্থায়ী হয় শ্ৰাদ্ধ কৰ্মত পিতৃগণৰ উদ্দেশ্যে তৰ্পণ কৰা বিধিৰে। শ্ৰাদ্ধত মৃত পিতৃগণৰ বাবে চাউলৰ পিণ্ড উছৰ্গা কৰা হয়। সেই পিণ্ডদান মৃতকৰ পুত্ৰ, নাতি আৰু নাতিৰ পুত্ৰ আটায়ে তিনি-পুৰুষৰ বংশধৰসকলে একেলগে শ্ৰাদ্ধত সমবেত হৈ কৰে। আৰু আটায়ে বিশ্বাস কৰে যে অধস্তত জীৱিত সেই তিনি-পুৰুষৰ মাঙ্গলিক কাৰ্যত উৰ্ধ্বতন মৃত তিনি-পুৰুষৰ আত্মাসকলো আহি অংশ গ্ৰহণ কৰে। পৰিয়ালৰ মৃত আৰু জীৱিত সদস্যৰ মাজত শ্ৰাদ্ধ নামৰ এই অনুষ্ঠানৰ জৰিয়তে সম্বন্ধ স্থাপন কৰা হয়। চীন দেশৰ উপৰিপুৰুষ পূজাৰ দৰে এই ক্ৰিয়া-কৰ্মৰ মাজেদি পৰিয়ালবৰ্গৰ মাজত সম্পৰ্ক গাঢ় হয়। শ্ৰাদ্ধৰ দ্বাৰা পৰিয়ালৰ সদস্য নিৰ্দিষ্ট হয়। যিসকলে একেলগ হৈ এই শ্ৰাদ্ধ-অনুষ্ঠান পালন কৰে সেইসকলক 'সপিণ্ড' অৰ্থাৎ একে পিণ্ড দান কৰ্মৰ সহযোগী পৰিয়াল বুলি কোৱা হয়। এতিয়াও গভীৰ নিষ্ঠাৰে পালন কৰা এই শ্ৰাদ্ধ-কৰ্ম বেদৰ দিনৰে পুৰণি।

একে পৰিয়ালৰ সদস্যবৃন্দৰ মাজত এনে একতাবোধৰ ফলত স্বভাৱতে

স্বজনপ্ৰীতি আৰু আন আন অবাঞ্ছিত কামো বৃদ্ধি হয় ; আৰু বৰ্তমান যুগত উঠি অহা চাম লোকৰ ওপৰত যুক্ত পৰিয়ালৰ দায়িত্ব বোজা স্বৰূপ হৈ পৰিছে। কিন্তু যুক্ত পৰিয়ালে ইয়াৰ সদস্যসকলক বহুত পৰিমাণে সৰ্বপ্ৰকাৰ সামাজিক নিৰাপত্তা প্ৰদান কৰে। বিপদ-আপদ হ'লে তেনে পৰিয়ালৰ নিজৰ নিজৰ সপিণ্ডীসকলৰ ওপৰত নিৰ্ভৰ কৰিব পাৰে। পৰিয়ালৰ কোনো অকামিলা ভতিজা বা কোনো কামৰ বাবে লায়ক নোহোৱা খুৰা একোজনে পৰিয়ালৰ শ্ৰীবৃদ্ধিত চুলিডালমানো সহায় নকৰাকৈয়ে এচুকত বহি বহি মহাসুখে দিন কটাই দিয়াটো এতিয়াৰ দৰেই প্ৰাচীন ভাৰততো সচৰাচৰ দেখি থকা কথা আছিল যেন লাগে।

পৰিয়াল একোটাৰ মুৰব্বীজন বৰ ক্ষমতাশালী আৰু ভীতিকৰ চৰিত্ৰৰ আছিল যেন লাগিলেও তেওঁ কিন্তু সাধাৰণতে মইমতীয়া মহা অত্যাচাৰী লোক নাছিল। তেওঁৰ ক্ষমতাও ৰজাৰ ক্ষমতাৰ দৰে শাস্ত্ৰীয় বিধি-নিষেধ আৰু প্ৰচলিত সামাজিক ৰীতি-নীতিৰ দ্বাৰাই নিয়ন্ত্ৰিত আছিল। দণ্ডনীতি-প্ৰণেতাসকলে গৃহস্বামীজনৰ পৰিয়ালৰ সম্পত্তিৰ ওপৰত থকা অধিকাৰ সম্বন্ধে ভিন্ন ভিন্ন মত প্ৰকাশ কৰিছে। আধুনিক যুগত পাৰিবাৰিক আইন বিষয়ক দুটা বেলেগ পৰম্পৰা আছে। প্ৰত্যেকৰে নাম দণ্ডনীতি সম্বন্ধীয় যি দুখন শাস্ত্ৰৰ যিখনৰ ওপৰত নিৰ্ভৰশীল সেইখনৰ নাম অনুযায়ী হৈছে। শাস্ত্ৰ দুখন হৈছে— মিতাক্ষৰা আৰু দায়ভাগ। অসম আৰু বঙ্গৰ বেছিভাগ পৰিয়ালেই দায়ভাগ বিধি-বিধান মতে চলে আৰু ভাৰতৰ আন সকলো অঞ্চল সাধাৰণতে চলে মিতাক্ষৰা শাস্ত্ৰৰ পৰম্পৰা অনুযায়ী। পিছৰখনৰ, অৰ্থাৎ মিতাক্ষৰা পৰম্পৰা অনুসৰি পৰিয়ালৰ পিতৃ বা মুৰব্বীজনৰ জীৱিতাৱস্থাতো পুত্ৰ-পৌত্ৰগণৰ পৰিয়ালৰ সম্পত্তিৰ নিজৰ প্ৰাপ্য অংশ পাবলৈ হক আছে। কাৰণ পৰিয়ালৰ মুৰব্বী পিতৃজনাই পাৰিবাৰিক সকলো সম্পত্তিৰ প্ৰবন্ধক আৰু ন্যাসৰক্ষীৰ ভূমিকাহে পালন কৰে। তেওঁ পৰিয়ালৰ সেই সম্পত্তি দান-বিক্ৰী কৰি উৰাই দি বাকী সদস্যসকলক বিপদগ্ৰস্ত কৰিব নোৱাৰে। দায়ভাগ পৰম্পৰাৰ মতে কিন্তু পুত্ৰগণহে পৈতৃক সম্পত্তিৰ উত্তৰাধিকাৰী হ'ব পাৰে তেওঁৰ মৃত্যুৰ পিছত। কিন্তু দায়ভাগৰ মতেও পিতৃযে সম্পত্তিৰ স্বেচ্ছাচাৰী গৰাকী নহয় তেওঁৰ ভৱিষ্যত বংশধৰসকলৰ সম্পত্তিৰ পৰিচালকহে। মধ্যযুগতো এই দুই আইনৰ শাস্ত্ৰ সক্ৰিয় আছিল আৰু নিশ্চয় দুইখনতে বহু প্ৰাচীন কালৰে পৰা চলি অহা ৰীতি-নীতি সম্বলিত আৰু বিধিবদ্ধ হৈছিল।

অতি প্ৰাচীন কালত পৰিয়ালৰ পিতৃজনাৰ স্বীয় সন্তানবৰ্গৰ ওপৰত যথা ইচ্ছা কৰিবলৈ অধিকাৰ আছিল। কাৰণ প্ৰাচীন কালৰে পৰা চলি অহা জনপ্ৰিয় কিছুমান আখ্যান-উপাখ্যানত আমি পুৰণা হিব্ৰু আব্ৰাহাম আৰু আইজাক আৰু জেফথাহৰ জীয়েকৰ কাহিনীৰ সাদৃশ্য দেখা পাওঁ। তাৰ ভিতৰতে প্ৰসিদ্ধ হৈছে নিম্নোক্ত শুনঃছেপৰ কাহিনী—

অযোধ্যাৰ ৰজা হৰিশ্চন্দ্ৰ নিঃসন্তান আছিল। গতিকে তেওঁ প্ৰতিজ্ঞা কৰিলে যে যদি তেওঁৰ পুত্ৰ জন্ম হয় তেন্তে সেই পুত্ৰক বৰুণ দেৱতাৰ উদ্দেশ্যে বলি দিব। কিছুকাল পিছতে তেওঁৰ পুত্ৰ সন্তান লাভ হ'ল। নাম থ'লে ৰোহিত। কিন্তু হৰিশ্চন্দ্ৰই এতিয়া পূৰ্ব্বৰ প্ৰতিশ্ৰুতি পালন নকৰেহে নকৰে। গতিকে ক্ৰোধান্বিত বৰুণে ৰজাক শোথৰোগত শয্যাশায়ী কৰিলে। কেইবছৰমানৰ মূৰত ৰজাই ৰোহিতক বলিদান দিবলৈ স্থিৰ কৰিলে। কিন্তু ৰোহিত তেতিয়া ডেকা হৈছিল। পিতৃৰ স্বাস্থ্য পুনৰ লাভৰ বাবে নিজৰ জীৱন উছৰ্গা কৰিবলৈ অমান্তি হৈ ৰোহিত বনলৈ গুচি গৈ ছয় বছৰ বনবাসী হৈ থাকিল।

এদিন ৰোহিতে অজীগৰ্ত নামে এজন ব্ৰাহ্মণক লগ পাই এশজনী গাইৰ বিনিময়ত ব্ৰাহ্মণৰ দ্বিতীয় পুত্ৰক কিনিলে তেওঁৰ সলনি বৰুণৰ উদ্দেশ্যে বলি দিবৰ নিমিত্তে। সেই ব্ৰাহ্মণ-পুত্ৰৰ নাম শূনঃছেপ। বৰুণ দেৱতায়ো ৰোহিতৰ সলনি শূনঃছেপৰ বলি গ্ৰহণ কৰিবলৈ সন্মত হ'ল। শূনঃছেপক ৰজাৰ ঘৰলৈ পঠাই দিয়া হ'ল বলিৰ বাবে প্ৰস্তুত কৰিবলৈ। অজীগৰ্তই আৰু দুশ গাইৰ বিনিময়ত শূনঃছেপক নিজে যূপকাঠত জোঁটজৰি লগাই বান্ধি স্বহস্তে বলি দিবলৈ ওলাল। সকলো আয়োজন সম্পূৰ্ণ হোৱাত শূনঃছেপক যূপকাঠলৈ নিয়া হ'ল। বলিদানৰ সময় আহিল। ঠিক সেই সময়তে শূনঃছেপে পৰম ভক্তিভাবে সুললিত কণ্ঠেৰে দেৱতাসকলৰ স্তুতিগীত গাবলৈ আৰম্ভ কৰিলে। তেওঁৰ ভক্তিত স্বয়ং বৰুণ বৰ সন্তুষ্ট হৈ দয়াপৰবশ হ'ল। হৰিশ্চন্দ্ৰ ৰজাৰ ব্যাধি দূৰ হ'ল। শূনঃছেপ জীয়াই থাকি পিছত মহান আৰু প্ৰসিদ্ধ ঋষি হ'লগৈ।।

একে ধৰণৰ আন এটা উদাহৰণ হ'ল কথোপনিষদৰ কথোপকথনত ভাগ লোৱা নচিকেতাৰ কাহিনী।

বাজশ্ৰৱাস নামে এক ব্ৰাহ্মণে তেওঁৰ সমস্ত স্থাৱৰ-অস্থাৱৰ সম্পত্তি তেওঁৰ ঘৰত যজ্ঞ সম্পাদন কৰা পুৰোহিত ব্ৰাহ্মণসকলক দান দিবলৈ ধৰিছিল। তেওঁ অঙ্গীকাৰ কৰিছিল যে তেওঁ সকলো সম্পত্তি দান কৰিব। সেইদৰে দি থাকোঁতে তেওঁৰ পুত্ৰ নচিকেতা ওচৰতে বৈ শুনি আছিল। নচিকেতাই শিশুসুলভ কৌতূহলেৰে বাপেকক সুধিলে, "হে পিতৃ ময়োতো আছোঁ। তুমি মোক কাক দিবা?" বাপেকে কথাষাৰৰ কোনো উত্তৰ নিদিলে। কিন্তু যেতিয়া নচিকেতাই তৃতীয়বাৰৰ বাবে সুধিলে যে তেওঁক কাক দিব তেতিয়া বাপেকে খঙতে ক'লে, "তোক যমক দিম মই।"

নচিকেতাই পিতৃৰ বাক্যকে শিৰোধাৰ্য কৰি যমৰ ৰাজপ্ৰাসাদত উপস্থিত হ'লগৈ। কিন্তু যম ৰজা তেতিয়া ঘৰত নাছিল। নচিকেতাই তিনি দিন তিনি ৰাতি যমৰ বাহিৰ-দুৱাৰত অপেক্ষা কৰি থাকিল তেওঁ ঘূৰি অহালৈ বাট চাই। মৃত্যুৰ দেৱতা যম ঘূৰি আহি নচিকেতাক দেখা পাই তিনি দিনকৈ অতিথিক তেওঁক লগ পাবলৈ বাট চাই থাকিব লগা

হোৱা কথা জানি বৰ দুখ কৰিলে আৰু নচিকেতাক তিনিটা বৰ দিবলৈ ওলাল। প্ৰথম বৰেৰে নচিকেতাই নিজৰ জীৱন ঘূৰাই পালে আৰু তেওঁৰ পিতৃৰো মনৰ শান্তি হ'ল। দ্বিতীয় বৰেৰে তেওঁ অগ্নিহোত্ৰ যজ্ঞৰ তত্ত্বকথা সম্পূৰ্ণভাৱে জ্ঞাত হ'ল। তৃতীয় বৰেৰে তেওঁৰ মৃত্যুৰ পিছত পৰলোকত জীৱনৰ ৰহস্য সম্পূৰ্ণভাৱে বুজি ল'লে। গোটেই কাব্য-কাহিনীৰ সাৰমৰ্ম সেইটোৱেই।

কিছুমান প্ৰাচীন নীতিশাস্ত্ৰত—যেনে বশিষ্ঠ, গৌতম আদি স্মৃতিশাস্ত্ৰত পিতৃৰ নিজৰ সন্তানক দান, বিক্ৰী বা পৰিত্যাগ কৰিবলৈ অধিকাৰ দিছে। আৰু ওপৰত যি দুটা কাহিনী আমি উদ্ধৃত কৰিছোঁ তাৰ দ্বাৰা সেই কথা সপ্ৰমাণিত হয়। ইয়াৰ লগত পিছৰ সপ্তম অধ্যায় বৌদ্ধধৰ্ম শীৰ্ষক আলোচনাত উল্লিখিত ৰাজকুমাৰ বিশ্বান্তৰৰ (পালি ভাষাত ৱেছান্তৰৰ) কাহিনী তুলনীয়। কিন্তু 'আপস্তম্ব' আদি গ্ৰন্থত কঠোৰ ভাষাত পিতৃৰ এনে অধিকাৰৰ দাবী বাতিল কৰিছে। পিতৃৰ নিজৰ সন্তানৰ জীৱন-মৃত্যুৰ ওপৰত অধিকাৰ থকাৰ কথা কোনো শাস্ত্ৰতে খোলাখুলিকৈ স্বীকাৰ কৰা নাই। তাৰ বিপৰীতে 'অৰ্থশাস্ত্ৰ'ত পুত্ৰহত্যা জঘন্যতম পাপ বুলি কোৱাৰ লগতে আত্মৰক্ষাৰ প্ৰয়োজনত পিতৃ বা নিকটাত্মীয়ৰ হত্যা সঙ্গত বুলিও কোৱা হৈছে।

অবাৰিতভাৱে বাঢ়িবলৈ দিলে যুক্ত পৰিয়াল এনেদৰে বাঢ়ি বাঢ়ি গৈ থাকিব যে এটা সময়ত সি নিয়ন্ত্ৰণৰ বাহিৰলৈ যাবগৈ। গতিকে শাস্ত্ৰত পৰিয়াল-বিভাজনৰ দিহাও দিয়া হৈছে। বৃহৎ যুক্ত পৰিয়ালবোৰ ভাগ ভাগ কৰিবলৈ স্মৃতিকাৰসকলে ভালেই পাইছিল। কাৰণ তেনে কৰিলে এঘৰৰ ঠাইত কেবাঘৰো হয়। প্ৰত্যেক ঘৰতে বেলেগে বেলেগে হোম-যজ্ঞাদি নিত্য পূজা হ'ব। দেৱতাসকলে বেছি পূজা পাব আৰু সন্তুষ্ট চিত্তে দেশৰ ওপৰত আশীৰ্বাদ-অনুগ্ৰহ বৰ্ষণ কৰিব। সাধাৰণতে পৰিয়ালৰ মূল গৰাকী পিতৃপুৰুষজনাৰ মৃত্যু হ'লে তেওঁৰ পুত্ৰগণৰ মাজত সম্পত্তি ভাগ হয়। প্ৰাচীন ভাৰতত সম্পত্তিৰ গৰাকীয়ে উত্তৰাধিকাৰ নিৰ্বাচন কৰি 'উইল' কৰি যোৱাৰ নিয়ম নাছিল আৰু প্ৰতি অংশৰ এক-বিংশতি অংশ ওপৰঞ্চি হিছাপে কেতিয়াবা কেতিয়াবা পোৱাৰ বাহিৰে জ্যেষ্ঠপুত্ৰই সম্পত্তিৰ বেছি অংশ ভাগত পোৱাৰ কোনো দস্তুৰো নাছিল। আকৌ পৰিয়ালৰ সম্পত্তি বিভাজনৰ বাবে পিতৃৰ মৃত্যু হ'বলৈ বাট চাবৰো দৰকাৰ নাছিল। যদি বৃদ্ধ পিতৃ সংসাৰ ত্যাগ কৰি বানপ্ৰস্থী হয় তেন্তে বিভাজনৰ কথা আপোনা-আপুনি উঠিবই। আৰু মিতাক্ষৰা পৰম্পৰামতে পিতৃ যদি বাৰ্দ্ধক্যৰ বাবে বুদ্ধিভ্ৰষ্ট বা ব্যাধিগ্ৰস্ত বা কুপথগামী হয় বা অন্য কাৰণতো পাৰিবাৰিক কামবোৰ নিয়াৰিকৈ পালন কৰিব নোৱৰা হয় তেন্তে পিতৃয়ে সন্মতি নিদিলেও পুত্ৰসকলে নিজে সৰ্বসন্মতিক্ৰমে সমিল-মিলৰ মাজেদি সম্পত্তি বাটোৱাৰা কৰি ল'ব পাৰে। কিন্তু বাইবেলৰ প্ৰডিগেল্ ছন্ অৰ্থাৎ ধোঁৱাখুলীয়া পুত্ৰৰ কাহিনীৰ দৰে কোনো পুত্ৰই

অকলশৰীয়াকৈ সম্পত্তিৰ অংশ দাবী কৰি পৰিয়ালৰ পৰা পৃথক হৈও যাব পাৰে। কিন্তু তেনে কামত সম্পূৰ্ণভাৱে অনুমোদন দিয়া শাস্ত্ৰত হোৱা নাই। আৰু দায়ভাগ পৰম্পৰামতে নিষিদ্ধও।

সম্পত্তি বাটোৱাৰাৰ সময়ত সূক্ষ্মাতিসূক্ষ্ম নিয়ম-নীতিবোৰো মানি চলা হয়। সেইবোৰ নিয়মৰ প্ৰয়োজন হয় যদি পুত্ৰসন্তান নেথাকে তেন্তে আন আন সম্বন্ধীয় লোকৰ মাজত কি নিৰিখত কেনে বিধৰ সম্পত্তিৰ অংশ ধাৰ্য হ'ব তাৰো বিতং নিৰ্দেশ দিয়া হৈছে স্মৃতিশাস্ত্ৰবোৰত। কিন্তু সেইবোৰ নীতি-নিৰ্দেশনা ভিন্ ভিন্ শাস্ত্ৰত ভিন্ ভিন্ ধৰণে আছে। সৰহভাগ শাস্ত্ৰতে সম্পত্তিৰ অংশত তিৰোতাৰ অধিকাৰ মানি লোৱা হোৱা নাই। কিন্তু স্মৃতিকাৰ যাজ্ঞবল্ক্যই এখন বিশদ তালিকা দি কোনে কি নিৰিখত সম্পত্তিৰ ভাগ পাব সেইটো নিৰ্দিষ্ট কৰি বিধান দিছে। পৈতৃক সম্পত্তিৰ অংশ পুত্ৰসকলে পোৱাৰ পিছতে পাব বিধবা পত্নীয়ে আৰু তাৰ পিছতে একাদিক্ৰমে কন্যাসকলে। যদি কোনো জীৱিত পুত্ৰসন্তান নেথাকে, তেন্তে পত্নীয়েই সম্পত্তিৰ উত্তৰাধিকাৰিণী বুলি গণ্য হ'ব বুলি মিতাক্ষৰা পৰম্পৰাত থকা বিধানো যাজ্ঞবল্ক্য স্মৃতিৰ ওপৰতে ঘাইকৈ আধাৰিত।

যুক্ত পৰিয়ালৰ সম্পত্তি বোলোতে পৰিয়ালৰ সদস্যসকলৰ ব্যক্তিগত সম্পত্তিবোৰ হিচাপত ধৰা নহয়। অন্ততঃ মধ্যযুগৰ পৰা পৰিয়ালৰ কোনো লোকৰ স্বোপাৰ্জিত বস্তু, উপহাৰ পোৱা বস্তু ইত্যাদি সদস্যজনৰ নিতান্ত ব্যক্তিগত বুলি ধৰা হয়। কিন্তু এইটো নিশ্চয় পিছৰ কোনো যুগৰ ৰীতি হ'ব। কাৰণ মনুৱে বিধান দিছিল যে পুত্ৰ-পুত্ৰী-দাস সকলোৰে সম্পত্তিৰ গৰাকী ঘৰৰ মুৰব্বীজনহে। সেই মতকে সমৰ্থন কৰিছিল অন্যান্য কিছুমান প্ৰাচীন স্মৃতিকাৰেও। গতিকে যি দেখা যায় সময়ৰ লগে লগে 'পেটাৰ্‌ফেমিলিয়াছ্' অৰ্থাৎ পৰিয়ালৰ মুৰব্বী পিতৃজনৰো সম্পত্তিৰ ওপৰত অধিকাৰ হ্ৰাস পাই আহিছিল।

## জীৱনৰ চাৰি আশ্ৰম

এতিয়ালৈকে আমি দেখিছোঁ যে সমাজতাত্ত্বিকসকলে সমাজ আৰু ব্যক্তিৰ ক্ষেত্ৰত দুটা বেলেগ বেলেগ ভাব পোষণ কৰিছিল। এটা হ'ল শ্ৰেণী বা বৰ্ণ আৰু আনটো হ'ল ব্যক্তিৰ জীৱনৰ চাৰিটা অৱস্থা, স্তৰ বা আশ্ৰম। এই আশ্ৰমৰ ধাৰণা বৰ্ণ বা শ্ৰেণীৰ ভাৱনাতকৈ পিছৰ যুগৰ আৰু দেখদেখকৈ কৃত্ৰিম ব্যৱস্থা। মানে স্বভাৱতে হোৱা ব্যৱস্থা নহয়। আৰ্য সমাজ যেনেদৰে চাৰিটা বৰ্ণত বিভক্ত হৈছিল, তেনেদৰে এজন আৰ্যৰ জীৱনো চাৰিটা স্তৰ বা অৱস্থাত ভগোৱা হৈছিল। প্ৰত্যেক ভাগকে বোলা হৈছিল

আশ্রম। শৈশৱ পাৰ কৰি উপনয়ন কৰ্মকাণ্ডৰ পিছত উপবীত ধাৰণ কৰিলে এজন আৰ্য ব্ৰহ্মচাৰী হয়। সেই অৱস্থাত কঠোৰ সংযম আৰু ব্ৰহ্মচৰ্য ৰাখি গুৰু-গৃহত থাকি বিদ্যা আৰ্জন কৰিব। গুৰু-গৃহত বেদ-বেদাঙ্গৰ অধ্যযন সমাপ্ত কৰি শাস্ত্ৰত পাৰদৰ্শী হৈ পিতৃগৃহলৈ প্ৰত্যাবৰ্তন কৰি ব্ৰহ্মচাৰী আৰ্য বিবাহ কৰাই গৃহস্থী হয়। অৰ্থাৎ ব্ৰহ্মচৰ্যাশ্ৰমৰ পৰা গাৰ্হস্থ্যাশ্ৰমত প্ৰৱেশ কৰে। গাৰ্হস্থ্যাশ্ৰমত জীৱন-চৰ্চা কৰি, সংসাৰত দৃঢ়ভাৱে ধনে-জনে প্ৰতিষ্ঠিত হৈ পুত্ৰ-পৌত্ৰাদিৰে সংসাৰ কৰি পৰিণত বয়সত তেওঁ সংসাৰ ত্যাগ কৰি বনবাসলৈ যায়গৈ আৰু বানপ্ৰস্থী তপস্বী হৈ বানপ্ৰস্থাশ্ৰম গ্ৰহণ কৰে। বহুকাল তপস্যা আৰু ব্ৰত পালন কৰি সংসাৰৰ সকলো মায়া-মোহ ত্যাগ কৰি অতি বৃদ্ধ বয়সত তেওঁ বনবাসৰ বানপ্ৰস্থাশ্ৰমো ত্যাগ কৰি গৃহহীন সন্ন্যাসী হৈ পৰিব্ৰাজক হৈ ওলাই যায় পাৰ্থিব সকলো বন্ধন ছিন্ন কৰি। সন্ন্যাসেই হ'ল শেষ আশ্ৰম।

ব্যক্তিৰ জীৱনৰ বাবে এই আঁচনি আছিল বাস্তৱিকতকৈও বেছি আদৰ্শগতহে। যি ধৰণে বিধান দিয়া হৈছে সেই ধৰণে বহুত আৰ্য কিশোৰ বা যুৱকেই ব্ৰহ্মচৰ্যাশ্ৰম পালন নকৰে। আৰু দ্বিতীয় স্তৰ অৰ্থাৎ গাৰ্হস্থ্যাশ্ৰম অতিক্ৰম কৰি আৰু আগ নেবাঢ়েই সৰহভাগে। প্ৰাচীন ভাৰতৰ বেছিভাগ আশ্ৰমবাসী তপস্বীয়ে বৃদ্ধ মানুহ নাছিল। সেইসকলে নিশ্চয় গাৰ্হস্থ্যাশ্ৰমৰ দিনবোৰ চমু কৰিছিল বা গৃহস্থী জীৱন যাপন নকৰাকৈয়ে বনবাসী তপস্বী হৈছিল। গতিকে মানুহৰ জীৱন চাৰিটা আশ্ৰমত বিভক্ত কৰাৰ এই আদৰ্শ দাঙি ধৰা হৈছিল জীৱনৰ বিবিধ কৰ্তব্যৰ প্ৰয়োজনত। সচেতন প্ৰয়াসৰ দ্বাৰা মানুহৰ স্বাভাৱিক জীৱনকালতে অধ্যয়ন-স্পৃহা, সাংসাৰিক জীৱন আৰু তপঃ ধ্যানৰ বাবে সময় উলিওৱাই আছিল চাৰি আশ্ৰমৰ লক্ষ্য। আনপিনে চাবলৈ গ'লে এই চাৰি আশ্ৰমৰ ব্যৱস্থা আংশিকভাৱে হ'লেও নৱোদিত অৰক্ষণশীল বৌদ্ধ আৰু জৈন ধৰ্মৰ প্ৰতিৰোধৰ উদ্দেশ্যেৰেও আৰ্য সমাজত প্ৰচলন কৰা হ'ব পাৰে। কাৰণ উক্ত দুই ধৰ্মমতত যুৱকসকলক গাৰ্হস্থ্যাশ্ৰম বাদ দি পোনেই সন্ন্যাস ল'বলৈ উৎসাহ যোগোৱা হৈছিল। গোড়া ব্ৰাহ্মণ্যধৰ্মত তেনে সন্ন্যাস প্ৰৱণতাৰ কোনো অনুমোদন নাছিল যদিও পৰৱৰ্তীকালত তাৰ বাবেও বিধান দিয়া হৈছিল। এই চাৰি আশ্ৰম বিভাজনৰ ব্যৱস্থা নিতান্তই মানুহে ভাবি-চিন্তি ওপৰৰ পৰা জাপি দিয়া কৃত্ৰিম আদৰ্শগত ব্যৱস্থা হ'লেও প্ৰাচীন ভাৰতৰ বহুতো লোকে সেই ব্যৱস্থামতে জীৱন নিৰ্বাহ কৰিছিল আৰু কৰিবলৈ চেষ্টা কৰিছিল। গতিকে এই চাৰি আশ্ৰমৰ ব্যৱস্থা কেনে আছিল আমি ভালদৰে বিবেচনা কৰা যুগুত। তদুপৰি এই চাৰি আশ্ৰমৰ গাঁথনিৰ মাজতে ব্যক্তিৰ জীৱন ৰূপায়িত হৈছিল বাবেও সেই বিষয়ে বিশদ বিবেচনা কৰাৰ প্ৰয়োজন আছে।

এই চাৰি আশ্ৰমৰ আঁচনিৰ পৰা দেখা যায় যে মানুহৰ জীৱন শাৰীৰিক জন্ম গ্ৰহণৰ পৰা আৰম্ভ নহয়। আৰম্ভ হয় 'দ্বিজ' হোৱাৰ অৰ্থাৎ উপনয়ন সংস্কাৰ কৰি পবিত্ৰ

উপবীত বা লগুণ লোৱাৰ পিছত দ্বিতীয়বাৰ জন্ম লোৱাৰ পিছৰ পৰাহে। সেইবাবে আৰ্য সমাজত শিশুক পূৰ্ণ সদস্য বুলি ধৰা নহয়। কিন্তু তাৰ জন্মৰো আগৰে পৰা এটি শিশুৰ জীৱন অৱশ্য পালনীয় শাস্ত্ৰীয় বিধিগত কৰ্মকাণ্ডৰে আগুৰি থাকে। হিন্দু ধৰ্মৰ বাহিৰে অন্য কোনো ধৰ্মতে এজন ব্যক্তিৰ জীৱনত কৰিবলগীয়া ইমানবোৰ শাস্ত্ৰীয় ক্ৰিয়া-কৰ্মৰ অনুষ্ঠান নাই। এজন হিন্দু লোক মাতৃগৰ্ভত স্থিতি লোৱাৰ পৰা মৃত্যুৰ পিছলৈকে নৈষ্ঠিক হিন্দুৰ হিছাপ মতে প্ৰায় চল্লিশটা তেনে সংস্কাৰ কৰ্ম পালন কৰিব লাগে। তাৰে কিছুমানৰ গুৰুত্ব বৰ বেছি বাবে আৰ্য জাতিৰ সকলো সম্ভ্ৰান্ত মানুহেই নিষ্ঠাৰে পালন কৰিছিল।

## শিশু

ধাৰ্মিক হিন্দু হ'লে অৱশ্যপালনীয় সংস্কাৰ বা নিজৰ বাবে কৰ্তব্য মঙ্গলানুষ্ঠানবোৰ প্ৰথম তিনিটা শিশু ভূমিষ্ঠ হোৱাৰ আগতেই পালন কৰা হৈছিল। সেইকেইটা হ'ল 'গৰ্ভাধান'—যাতে সন্তানে সুকলমে মাতৃগৰ্ভত স্থিতি ল'ব পাৰে। তাৰ পিছতে পুত্ৰ সন্তান কামনা কৰি 'পুংসৱন' কৰা হয়। তাৰ পিছত গৰ্ভস্থ সন্তানৰ মঙ্গল কামনা কৰি 'সীমন্তোনয়ন' কৰা হয়। জন্মৰ সময়ত নাভিৰজ্জু ছিন্ন কৰাৰ আগতে 'জাতকৰ্ম' কৰা হয়। তাৰ পিছত নৱজাত সন্তানৰ কাণত 'মন্ত্ৰ' ফুচফুচাই গোৱা হয়। তাৰ পিছত ঘৃত আৰু মধুৰ মিশ্ৰণ নৱজাতকৰ ওঁঠত লগোৱা হয়। তাৰ পিছতে পিতৃ-মাতৃয়ে এটা নাম দি উপনয়নৰ সময়লৈকে সেই নাম গুপ্ত কৰি ৰাখে। জন্মৰ সময়ৰ পৰা দহ দিনলৈকে নৱজাত শিশু আৰু পিতৃ-মাতৃক বিধিমতে অশুচি বুলি ধৰা হৈছিল। সেইখিনি সময়ত নিত্যপূজা আদি ধৰ্মানুষ্ঠান তেওঁলোকে কৰিব নোৱাৰে। দহ দিনৰ মূৰত সেই অশুচি সময়ছোৱাৰ অন্ত পৰে আৰু সন্তানটিৰো প্ৰকাশ্য নামকৰণ কৰা হয়। কেঁচুৱা অৱস্থাত কৰিবলগীয়া অন্যান্য সৰু-সুৰা অনুষ্ঠানবোৰৰ ভিতৰত এটা হ'ল কাণ ফুটোৱা বা কৰ্ণবেধ অনুষ্ঠান আৰু কেঁচুৱা সন্তানক প্ৰথমবাৰ বেলি দেখুৱাবলৈ বাহিৰলৈ উলিওৱা নিষ্ক্ৰমণ অনুষ্ঠান।

খুব গুৰুত্বপূৰ্ণ অনুষ্ঠান হৈছে অন্নপ্ৰাসন বা প্ৰথমবাৰ অন্ন মুখত দিয়া। শিশুৰ ছমাহ বয়স হওঁতে বেদমন্ত্ৰ উচ্চাৰণ কৰি কৰি হোমাগ্নিত ঘিউৰ আহুতি দি থাকোঁতে এগৰাহ মাংস, মাছ বা ভাত শিশুৰ মুখত দি অন্নপ্ৰাসন কৰা হয়। পিছলৈ অকল দধি-ঘৃত-মধু মিশ্ৰিত ভাতহে দিয়া হৈছিল। পুত্ৰ সন্তান হ'লে তিনি বছৰ বয়সত চূড়াকৰণ উৎসৱ পালন কৰে। সেইটো অনুষ্ঠানত নানা বৈদিক ক্ৰিয়াৰ মাজেদি ল'ৰাৰ মূৰ খুৰায়;

মাজত শিখাবন্ধন বা টিকনি বান্ধিবৰ জোখাৰে একোছা চুলিহে ৰখা হয়। যদি ব্ৰাহ্মণ সন্তান হয় তেন্তে সেই টিকনি গাঁঠিৰ বাবে ৰখা চুলিকোছা চিৰজীৱন ৰাখিব লাগে এবাৰো মুণ্ডন নকৰাকৈ। তাৰ পিছত শিশুৱে প্ৰথম বৰ্ণমালা শিকিবলৈ আৰম্ভ কৰোঁতে আৰু এটা অনুষ্ঠান কৰিব লাগে যদিও তাৰ গুৰুত্ব বৰ বেছি নহয়।

এনে সংস্কাৰ অনুষ্ঠানবোৰৰ বহুভাগ আজিকালি সম্পূৰ্ণকৈ কাচিৎহে পালন কৰা হয়। আনকি প্ৰাচীন যুগতো উচ্চ বৰ্ণৰ হ'লেও প্ৰত্যেক ভাৰতীয় পৰিয়ালত সেইবোৰ সদায় যথাযথভাৱে পালন কৰা হৈছিল বুলি ধাৰণা নহয়—বিশেষকৈ কন্যা সন্তানৰ ক্ষেত্ৰত সেইবোৰ সম্পূৰ্ণ ৰূপত পালন কৰিছিল নে নাই সন্দেহ। কিন্তু শিশুৰ ক্ষেত্ৰত পালনীয় ইমানবোৰ সংস্কাৰৰ সংখ্যাৰ পৰাই জনা যায় পিতৃ-মাতৃৰ জীৱনত সন্তানৰ গুৰুত্ব কিমান বেছি আছিল। ঋকবেদৰ আৰম্ভণিৰ স্তৱবিলাকৰ পৰাই পুত্ৰ সন্তান দেৱতাসকলৰ পৰম আশীৰ্বাদ স্বৰূপ বুলি বৰ্ণিত হোৱা দেখা যায়। অন্ত্যেষ্টিক্ৰিয়া আৰু শ্ৰাদ্ধবিধি সম্পন্ন কৰি প্ৰয়াত পিতৃৰ পৰলোক-যাত্ৰা সুগম কৰিবৰ বাবে অন্ততঃ এটি হ'লেও পুত্ৰসন্তান লাগিছিলেই। নিজৰ পুত্ৰ নহ'লে তোলনীয়া পোৱে যথাযথভাৱে শ্ৰাদ্ধকৰ্ম সম্পন্ন হ'ব নে নহয় সেইটো সদায় সন্দেহৰ কথা আছিল। সেয়ে সন্তানৰ জন্ম দিয়াৰ ধৰ্মীয় প্ৰয়োজন আছিল অনস্বীকাৰ্য। হিন্দু ভাৰতৰ তীব্ৰ বংশানুগত্যই পুত্ৰ সন্তানৰ প্ৰতি আগ্ৰহ শতগুণে বৃদ্ধি কৰিছিল কাৰণ পুত্ৰ নহ'লে বংশ ৰক্ষা নহয়।

আনহাতে কন্যা সন্তানে পিতৃ-মাতৃৰ শ্ৰাদ্ধকৰ্মাদি কৰি পৰলোকগমনৰ সুব্যবস্থাও কৰি দিব নোৱাৰে আৰু বংশ ৰক্ষাও কৰিব নোৱাৰে। কাৰণ গোড়া হিন্দু সমাজৰ নিয়মমতে বিবাহৰ পিছত কন্যা স্বামীৰ পৰিয়ালৰ সদস্যা হৈ যায়। তদুপৰি কন্যা সন্তানৰ বিবাহৰ সময়ত দিব লগা যৌতুকৰ খৰচ বৰ বেছি। সেইবাবেও সাধাৰণ লোকে কন্যা সন্তান জন্ম নোহোৱাটোকে কামনা কৰে। ব্যৱহাৰিক ক্ষেত্ৰত এনে বহুত বিৰুদ্ধ যুক্তিৰ বাবেই কন্যা সন্তান অবাঞ্ছিত বুলি গণ্য হৈছিল। যিটো সভ্যতাত পুৰুষৰ ইমান প্ৰাধান্য আৰু প্ৰতি ক্ষেত্ৰতে পুত্ৰ সন্তানৰ প্ৰতি ইমান পক্ষপাতিতা, আচৰিত যেন লাগিলেও, সেই সভ্যতাতো কিন্তু কন্যা সন্তানৰ প্ৰতি অনাদৰ প্ৰদৰ্শন বা কন্যা শিশু হত্যা কৰা ধৰণৰ কলুষিত প্ৰথা প্ৰচলিত থকাৰ কোনো প্ৰমাণ পোৱা নেযায়। পিছৰ যুগত ৰাজপুত পৰিয়ালবিলাকত কন্যা সন্তান বিনষ্ট কৰি পেলোৱাৰ দৃষ্টান্ত নিশ্চিতভাৱে আছিল আৰু অতি দৰিদ্ৰ লোকে সকলো যুগতে তেনে অমানুষিক কামত লিপ্ত হৈছিল। কিন্তু স্মৃতিশাস্ত্ৰবিলাকত সেই বিষয়ে বিধান দিব লগাকৈ কোনো বিশেষ তেনে ঘটনাৰ উল্লেখ পোৱা নেযায়। তাৰ মানে তেনে ধৰণৰ বিক্ষিপ্ত ঘটনাই সমাজক আলোড়িত কৰিব পৰা গুৰুতৰ ৰূপ ধাৰণ কৰাগৈ'নাছিল। উচ্চ আৰু সম্ভ্ৰান্ত ভাৰতীয়

পৰিয়ালবোৰত কন্যা সন্তান জন্ম হ'লে অলপ আক্ষেপ কৰিলেও পুত্ৰ সন্তানৰ দৰে সমান মৰমেৰে প্ৰতিপাল কৰিছিল।

পুৰণি ভাৰতীয় সাহিত্য অধ্যয়নৰ পৰা ধাৰণা হয় যে প্ৰাচীন ভাৰতত শিশুৰ জীৱন সুখৰ আছিল। ইংৰাজী ভাষাত থকা 'স্পেয়াৰ দা ৰড এণ্ড্ স্পইল্ দা চাইল্ড' অৰ্থাৎ 'এচাৰিৰ কোব নেপালে ল'ৰা-ছোৱালী নষ্ট পাবই' ধৰণৰ ফকৰা-যোজনা ভাৰতত নায়েই বা অতি বিৰল। প্ৰাচীন ভাৰতৰ কণ কণ শিশু আলসুৱা আদৰুৱা আৰু মুকলিমূৰীয়াকৈ নাচি-বাগি ফুৰিবলৈ পোৱাভাৱেই ডাঙৰ হ'বলৈ পাইছিল। ইউৰোপত শিশুৰ প্ৰতি তেনে ভাব প্ৰদৰ্শন কৰিবলৈ ধৰা হৈছিল একেবাৰে আধুনিক যুগ আহিলতহে। কবিতাত শিশু সম্বন্ধে যেনে স্নেহভৰা বৰ্ণনা পোৱা যায় তাৰ পৰাই অনুমান কৰিব পাৰি শিশু পিতৃ-মাতৃগণৰ বাবে কেনে আতোলতোল আৰু আপুৰুগীয়া আছিল। যেনে কালিদাসৰ 'শকুন্তলা' নাটকৰ ৭-১৭ শ্লোকত আছে—

অকাৰণ হাঁহিত জিলিকি উঠা শিশুৰ দাঁতৰ শোভা
লগত সিহঁতৰ মুখৰ থুনুক্-থানাক্ মৌ-সনা মাত—।
গাত ধূলি-মাটি ভৰা তেনে শিশুও কোলাত বগালে কিন্তু
ধন্য হয় পিতৃৰ জীৱন।

কালিদাসৰ নাটকৰ এই শ্লোক দিয়া হৈছে এজন মহান ৰজাৰ মুখত। তাৰ পৰা আমি জানিব পাৰোঁ যে ৰজাৰ শিশুও নাঙঠ-পিঙঠ হৈ ধূলি-মাটিত উমলিয়েই ডাঙৰ হৈছিল আৰু ডাঙৰে তেনেকৈ মৰম কৰিয়েই আনন্দ পাইছিল।

কিন্তু কণ কণ শিশুহঁতৰ মুকলিমূৰীয়া জীৱনৰ সমাপ্তি ঘটিছিল সোনকালেই। দৰিদ্ৰ শ্ৰেণীৰ শিশুৱে খোজ কাঢ়িবলৈ ধৰাৰ পৰাই কাম কৰিব লগা হয় কঠোৰ জীৱন-সংগ্ৰামৰ অংশীদাৰ হিছাপে আৰু ধনী মানুহৰ শিশুৰ বাবে আৰম্ভ হয় পঢ়া-শুনাৰ কাম। সাধাৰণতে চাৰি বছৰ বা পাঁচ বছৰ বয়সৰ পৰাই ল'ৰাই বৰ্ণমালা শিকিবলৈ আৰম্ভ কৰে। বৰ ধনী মানুহৰ ঘৰত ল'ৰা-ছোৱালীৰ বাবে গৃহশিক্ষক নিযুক্ত কৰা হয়। কিন্তু মধ্যযুগত গাঁৱৰ মন্দিৰৰ লগত সংলগ্ন পঢ়াশালিত শিক্ষা দিয়া হৈছিল। তিৰোতাই পঢ়া-শুনা কৰাটোত গুৰুত্ব আৰোপ কৰাই নহৈছিল যদিও সেই বিষয়ত কন্যা সন্তানকো অৱহেলা কৰা নহৈছিল আৰু সম্ভ্ৰান্ত ঘৰৰ মহিলাসকলে লিখা-পঢ়া জানিছিল।

প্ৰাথমিক পৰ্যায়ত শিশুৰ পাঠ্যক্ৰমত পাঠ পঢ়া আৰু সহজ অংকবোৰ শিকা বিষয় অন্তৰ্ভুক্ত আছিল। কিন্তু সেই বয়সত শিশু আৰ্যসমাজৰ পূৰ্ণবয়স্ক সদস্য বুলি স্বীকৃতেই নহৈছিল। বিধি মতে বিদ্যাৰম্ভ কৰা হৈছিল শিশুৰ উপনয়ন হোৱাৰ পিছত উপবীত ধাৰণ কৰিলেহে। তেতিয়া বেদাধ্যয়ন আৰু অন্যান্য বিদ্যাৰ বিশদ পাঠ্যক্ৰম শেষ কৰি পূৰ্বপুৰুষৰ বৃত্তি গ্ৰহণৰ বাবে নিজকে গঢ়ি ল'ব পাৰে।

# উপনয়ন

আৰ্যৰ জীৱনত উপনয়ন এক মহৎ অনুষ্ঠান। উপনয়নৰ জৰিয়তে আৰ্যই দ্বিজত্ব লাভ কৰে অৰ্থাৎ দ্বিতীয়বাৰৰ বাবে জন্ম লয়। তাৰ পিছৰ পৰাহে এজন আৰ্য সন্তান নিজৰ বৰ্ণ আৰু সমাজৰ পূৰ্ণ পৰ্যায়ৰ সদস্য বুলি গণ্য হয়। এই উপনয়ন অনুষ্ঠান পালনীয় আছিল একমাত্ৰ ব্ৰাহ্মণ, ক্ষত্ৰিয় আৰু বৈশ্য বৰ্ণৰ আৰ্যৰ বাবেহে। শূদ্ৰ আৰু আন আন হীন জাতিৰ বাবে উপনয়নতো দূৰৰে কথা পৰম পবিত্ৰ শাস্ত্ৰৰ মন্ত্ৰ শুনা আৰু শিকাও নিষিদ্ধ আছিল। উপনয়ন অনুষ্ঠানৰ বাবে উপযুক্ত বয়স বৰ্ণ অনুসৰি বেলেগ আছিল। যেনে—বালক অষ্টম বৰ্ষীয় হ'লে ব্ৰাহ্মণৰ, একাদশ বৰ্ষীয় হ'লে ক্ষত্ৰিয়ৰ আৰু দ্বাদশ বৰ্ষীয় হ'লে বৈশ্য বৰ্ণৰ আৰ্যৰ উপনয়ন হয়।

এই উপনয়ন কৰ্মকাণ্ড আৰ্য জাতিৰ অতি প্ৰাচীন কালৰে পৰা চলি অহা শাস্ত্ৰীয় অনুষ্ঠান। সুদূৰ অতীতত আৰ্যজাতি ভাৰতীয় আৰু ইৰাণী দুটা শাখাত বিভক্ত হোৱাৰো আগৰে পৰা উপনয়ন অনুষ্ঠান পালিত হৈছিল। কাৰণ জৰথুষ্ট্ৰবাদীসকলেও উপনয়ন সদৃশ এক কৰ্মকাণ্ড পালন কৰিছিল আৰু এতিয়াও পাৰ্ছী সম্প্ৰদায়ৰ মানুহে উপনয়নৰ দৰেই এটা অনুষ্ঠান পালন কৰে। এই অনুষ্ঠানৰ মূল উদ্দেশ্য হৈছে সন্ন্যাসীৰ গেৰুৱা বসন পৰিহিত হাতত দণ্ড ধাৰণ কৰা বালকক যজ্ঞোপবীত পিন্ধোৱা। সেই উপবীত ল'বাজনৰ বাওঁহাতৰ কাষলতিৰ তলেদি আনি সোঁ-কান্ধত পেলাই থোৱা থাকে। সেই দিনাৰ পৰা বালকে দণ্ডী সন্ন্যাসীৰ দৰে সেই ধৰণেই উপবীত ধাৰণ কৰি ফুৰিব বুলি আশা কৰা হয়। উপবীত মানে ন ডালকৈ সূতা পকাই এগুণ কৰা তিনিগুণ সূতাৰ কপাহী, শণ অথবা উলেৰে নিৰ্মিত ৰচি। তাৰে তিনিগুণ পিন্ধে ব্ৰাহ্মণে, দুগুণ পিন্ধে ক্ষত্ৰিয়ই আৰু বৈশ্যই পিন্ধে এগুণীয়া উপবীত। এই উপবীতৰ গভীৰ ধৰ্মীয় মাহাত্ম্য আছে বুলি এতিয়াও গোড়া হিন্দুসকলে বিশ্বাস কৰে। এই লগুণ বা উপবীত শৰীৰৰ পৰা নিলগ কৰা বা তাক অপবিত্ৰ কৰা চূড়ান্তভাৱে অপমানজনক আৰু অশুচিকাৰক। বহুত কঠোৰ ব্ৰত আৰু প্ৰায়শ্চিত্ত কৰিলেহে তাৰ পৰা মুক্তি পায়।

উপনয়ন অনুষ্ঠানত দীক্ষা লোৱাজনৰ কাণত পুৰোহিত ব্ৰাহ্মণে ফুচ্‌ফুচাই গায়ত্ৰী মন্ত্ৰ উচ্চাৰণ কৰি শুনাব লাগে। এইটো মন্ত্ৰ লোৱা হৈছিল ঋকবেদৰ তৃতীয় মণ্ডলৰ ৬২-১০ স্থানৰ পৰা। এই মন্ত্ৰ প্ৰাচীন সৌৰ দেৱতা সবিতৃক সম্বোধন কৰি গোৱা হয়। পবিত্ৰতম ধৰ্মশাস্ত্ৰ ঋকবেদৰ ভিতৰতো সবাতোকৈ পবিত্ৰ বুলি এতিয়াও গণ্য কৰা হয় এই মন্ত্ৰকে। সকলো শাস্ত্ৰীয় ক্ৰিয়া আৰু ধৰ্মীয় অনুষ্ঠানত এই গায়ত্ৰী মন্ত্ৰ উচ্চাৰণ কৰা হয়। খ্ৰীষ্টান ধৰ্মত 'লৰ্ডছ প্ৰেয়াৰ'ৰ যেনে গুৰুত্ব হিন্দু ধৰ্মত গায়ত্ৰী মন্ত্ৰৰো তেনে গুৰুত্ব। কিন্তু এই গায়ত্ৰী মন্ত্ৰও উচ্চাৰণ কৰিব পাৰিছিল একমাত্ৰ তিনি উচ্চ বৰ্ণৰ

মানুহেহে—“তত্ সবিতুৰ্ বৰেণ্যম্ ভৰ্গো দেৱস্য ধীমহি ধিয়ো য়ো নঃ প্ৰচোদয়াৎ।” অৰ্থাৎ “আমি সৱিতৃ দেৱতাৰ অপৰূপ জ্বলমলনিৰ কথা ধ্যান কৰোঁ আহা, যাতে তেওঁ আমাৰ মনলৈ প্ৰেৰণাৰ ঢল বোৱাব পাৰে।”

সম্ভৱতঃ খ্ৰীষ্টাব্দ আৰম্ভ হোৱাৰ আগতেই বহুতো ক্ষত্ৰিয় আৰু বৈশ্যই উপনয়ন অনুষ্ঠান পালন কৰিবলৈ এৰি দিছিল, অন্ততঃ পূৰাকৈ কৰাটো বাদ দিছিল। কাৰণ, ‘দ্বিজ’ বা ‘দুবাৰ জন্ম গ্ৰহণ কৰোঁতা’ বিশেষণটো উপনয়ন অনুষ্ঠান পালন কৰা সকলোৰে ক্ষেত্ৰত প্ৰযোজ্য হ’লেও ক্ৰমাৎ সি ব্ৰাহ্মণ শব্দৰহে সমাৰ্থক হৈ পৰিছিল। ক্ষত্ৰিয় আৰু বৈশ্য শ্ৰেণীক দ্বিজ নোবোলা হৈছিল। এতিয়াও অৱশ্যে ভাৰতত কোনো কোনো অব্ৰাহ্মণ জাতৰ মানুহে এই অনুষ্ঠান নৈষ্ঠিক ব্ৰাহ্মণৰ পৰিয়ালত কৰাৰ দৰে পালন কৰে। সচৰাচৰ পুত্ৰ সন্তানৰহে উপনয়ন কৰা হৈছিল। কিন্তু বেদৰ যুগত মাজে সময়ে কন্যা সন্তানৰো উপনয়ন কৰাৰ দৃষ্টান্ত আছে।

এই উপনয়ন অনুষ্ঠানত কোনো যৌন প্ৰতীকবাদ প্ৰত্যক্ষ কৰা নেযায় আৰু কোনো কোনো আদিম জাতিৰ মাজত থকাৰ দৰে ‘চাৰ্কাম্‌চিজন’ অৰ্থাৎ চুন্নৎকৰণ কৰি যৌন জীৱনৰ বাবে প্ৰস্তুত কৰা ধৰণৰ অৰ্থাৎ উপনয়ন অনুষ্ঠানৰ লগত যুক্ত কোনোকালে নাছিল। উপনয়ন কৰাজন তেতিয়াও নিতান্তই বালক। মাত্ৰ সেই অনুষ্ঠানৰ জৰিয়তে তেওঁ আৰ্যত্ব লাভ কৰিলে। এতিয়াৰ পৰা নিজৰ উদ্যমেৰে তেওঁ আৰ্য ধৰ্মতত্ত্ব আৰু আচাৰ সম্পূৰ্ণভাৱে শিকি ভৱিষ্যতে গৃহস্থীৰ ভূমিকা যথাযথভাৱে পালন কৰিবলৈ নিজকে যোগ্য কৰিব লাগিব। তেনে ধৰণৰ শিক্ষাৰ্থী বা ব্ৰহ্মচাৰী হৈ থাকোঁতে আৰু বহু বছৰলৈ তেওঁ ব্ৰহ্মচৰ্য ব্ৰতকে পালন কৰি থাকিব লাগিব কঠোৰ সংযমেৰে।

## শিক্ষা

পবিত্ৰ শাস্ত্ৰবিধি অনুসৰি ব্ৰহ্মচাৰী শিক্ষাৰ্থীৰ প্ৰশিক্ষণ আৰম্ভ হৈছিল গুৰু-গৃহত। প্ৰাচীন কোনো কোনো গ্ৰন্থত গুৰুক দৰিদ্ৰ তপস্বী ব্ৰাহ্মণ হিছাপে দেখুওৱা হৈছে। দৰিদ্ৰ গুৰু আৰু নিজৰ ভৰণ-পোষণৰ বাবে ছাত্ৰ-শিষ্যই অন্ন ভিক্ষা কৰি ফুৰা নিয়ম আছিল। কিন্তু যি দেখা যায়—এই নিয়ম সদায় মানি চলা নহৈছিল। শিষ্যই সদায় গুৰুৰ প্ৰতি পৰমা ভক্তি প্ৰদৰ্শন কৰিব লাগিছিল। সকলো প্ৰকাৰে গুৰুৰ সেৱা-শুশ্ৰূষা কৰিব লাগিছিল আৰু বিনা বাক্যব্যয়ে তেওঁৰ সকলো আজ্ঞা পালন কৰিব লাগিছিল।

গুৰু-গৃহত প্ৰথম পাঠ হিছাপে শিষ্যই শিকিব লাগিছিল প্ৰাতঃ, মধ্যাহ্ন আৰু সায়াহ্ন কালত গায়ত্ৰী মন্ত্ৰ উচ্চাৰণ কৰি কৰি সন্ধ্যা কৰিবলৈ ; জল শোষণ আৰু সেচন

কৰিবলৈ ; সূৰ্যৰ উদ্দেশ্যে জলাঞ্জলিৰে তৰ্পণ কৰিবলৈ কাৰণ সূৰ্যদেৱতাকে পূজা অৰ্চনা কৰাজনে বিষ্ণুয়েই হওক বা শিৱই হওক নিজৰ আৰাধ্য দেৱতাজনৰে প্ৰতীক বুলি গণ্য কৰে। সকলো দ্বিজ বৰ্ণৰ মানুহৰ বাবেই এইবোৰ আচাৰ পালন বাধ্যতামূলক আছিল আৰু এতিয়াও বিভিন্ন ধৰণে সেইবোৰ পালন কৰা হয়।

অধ্যয়নৰ প্ৰধান বিষয় আছিল বেদ। বেদগণত পাৰ্গত হ'বলৈ দৈনিক বহুত সময় অনুশীলন কৰিছিল ছাত্ৰসকলে। গুৰুৱে তেওঁৰ আসনৰ চৌদিশে ভূমিত উপবিষ্ট শিষ্যগণক বেদমন্ত্ৰ আওৰাবলৈ দিছিল দিনটোৰ বহু ঘণ্টা ধৰি। দিনৰ পিছত দিন সেইদৰে অভ্যাস কৰোঁতে কৰোঁতে শিষ্য একোজনে একোখন বা একাধিক বেদ সম্পূৰ্ণৰূপে মুখস্থ কৰি পেলায়গৈ। কেতিয়াবা বেদাভ্যাসৰ শুদ্ধতা সুনিশ্চিত কৰিবৰ বাবে একাধিক প্ৰকাৰে বেদ-পাঠ শিকোৱা হয়। কেতিয়াবা শব্দবোৰ সন্ধি সহকাৰে কেতিয়াবা সন্ধি বৰ্জিত পৃথক পৃথক শব্দেৰে (পদপাঠ), কেতিয়াবা শব্দবোৰ কখ-খগ-গঘ আদিৰ দৰে বিন্যস্ত কৰি শিকোৱা হৈছিল যিটোক বোলা হৈছিল 'ক্ৰমপাঠ'। এইবোৰৰ বাহিৰেও অন্য জটিলতৰ ধৰণেও শিক্ষণ দিয়া হৈছিল। এই ধৰণৰ স্মৃতিশক্তিবৰ্দ্ধক বিচিত্ৰ উপায়েৰে পৰম ধৈৰ্যশীল, পৰম শ্ৰুতিধৰ গুৰু আৰু ছাত্ৰসকলৰ পাৰদৰ্শিতাৰ বাবেই খ্ৰীষ্টৰ জন্মৰ প্ৰায় হাজাৰ বছৰৰ পূৰ্বেই ৰচিত বেদগণ অবিকৃত অৱস্থাত প্ৰায় একে ৰূপতে পুৰুষে পুৰুষে মুখে মুখে শ্ৰুতি হৈ থাকি গ'ল ভৱিষ্যতৰ ভাৰতীয়সকলৰ বাবে।

গুৰুৰ গৃহত যুৱ-ছাত্ৰসকলে অকল বেদ-পাঠ আয়ত্ত কৰা কামতে আবদ্ধ থকা নাছিল। তেওঁলোকৰ আন আন অধ্যয়নৰ ক্ষেত্ৰত অন্তৰ্ভুক্ত হৈছিল বেদাঙ্গসমূহৰ অধ্যয়ন। সেইবোৰ বিষয়ত নিপুণতা লাভ কৰিলেহে বেদসমূহ সম্পূৰ্ণভাৱে বোধগম্য হৈছিল কাৰণ সেইবোৰ আছিল বেদৰে শাখা-বিজ্ঞান। বেদাঙ্গ আছিল ছয়খন। যেনে—'কল্প'—এই বেদাঙ্গত আছিল যজ্ঞবিধি সম্বন্ধীয় জ্ঞান ; 'শিক্ষা'—এই বেদাঙ্গৰ বিষয় হৈছে শুদ্ধ উচ্চাৰণ আৰু শব্দ-ধ্বনিতত্ত্ব ; 'ছন্দঃ'—ছন্দ-ধ্বনিতত্ত্ব ; 'নিৰুক্ত' বেদাঙ্গত আছিল শব্দৰ মূল আৰু ব্যুৎপত্তি সম্বন্ধীয় জ্ঞান। বেদৰ বিভিন্ন শব্দৰ মূল আৰু অৰ্থ উদ্‌ঘাটন ; তাৰ পঞ্চম বেদাঙ্গৰ নাম আছিল ব্যাকৰণ ; আৰু ষষ্ঠ বেদাঙ্গ আছিল জ্যোতিষ—দৈব-গণনা, পঞ্জিকা-গণনা আৰু জ্যোতিৰ্বিদ্যা আছিল শেষখন বেদাঙ্গৰে বিষয়। তাৰ উপৰি বেদৰ পিছৰ যুগৰ গুৰুসকলে নিজৰ শিষ্যক ভাৰতীয় দৰ্শনৰ ছয়টা ধাৰা আটাইকেইটা বা শিষ্যই নিজে নিৰ্বাচন কৰা বিশেষ ধাৰাবোৰত অধ্যয়ন কৰাইছিল। যিসকল গুৰু পবিত্ৰ বেদজ্ঞানত মহাবিদ্বান আছিল, তেওঁলোকে নিজৰ শিষ্যবৰ্গৰ আগত বেদব্যাখ্যা কৰিছিল। কোনো কোনো গুৰুৱে জ্যোতিৰ্বিদ্যা, গণিত বা সাহিত্য আদি ধৰ্মৰ লগত সম্বন্ধ নথকা বিষয়ো শিকাইছিল।

স্মৃতিকাৰসকলে উচ্চ বৰ্ণৰ সকলো যুৱকেই গুৰু-গৃহত এই শিক্ষা লাভ কৰিব লাগিছিল বুলি কৈছে যদিও আচলতে সেইটো হোৱা নাছিল। বাস্তৱত সামান্য কিছু সংখ্যক যুৱকৰ বাহিৰে বাকীসকল যুৱকে তেনে বিশুদ্ধ বৈদিক জ্ঞানৰ শিক্ষাৰ প্ৰতি আগ্ৰহ দেখুৱাইছিল বুলি ধাৰণা নহয়। ৰাজপুত্ৰ, গোষ্ঠীপতি শাসক শ্ৰেণীৰ সন্তান আৰু ডা-ডাঙৰীয়াসকলৰ সন্তানহঁতেও অস্ত্ৰশিক্ষা আৰু প্ৰশাসনৰ কাৰ্যত লগা অন্য বিষয়বিলাকৰহে শিক্ষা লৈছিল। আনহাতে, তলৰ জাতবোৰৰ ল'ৰাহঁতে নিজৰ পিতৃসকলৰ পৰা নিজৰ শ্ৰেণী-বৰ্ণ-জাতৰ নিৰ্দিষ্ট বৃত্তিৰ শিক্ষা আহৰণ কৰিছিল। বৌদ্ধ শাস্ত্ৰবিলাকত প্ৰশিক্ষাৰ্থী হিছাপে থকা আৰু ৰখাৰ প্ৰথাৰ বিষয়ে উল্লেখ কৰা হৈছে আৰু স্মৃতিশাস্ত্ৰয়ো এনে প্ৰশিক্ষণ আৰু প্ৰশিক্ষাৰ্থীৰ বিষয়ে কিছুমান বিধি ৰচনা কৰিছিল।

প্ৰাচীন ভাৰতৰ কিছুমান নগৰ, সেইবোৰত বাস কৰা প্ৰসিদ্ধ পণ্ডিত আচাৰ্যসকলৰ নাম-যশৰ গুণে বিখ্যাত হৈ পৰিছিল মধ্যযুগৰ ইউৰোপৰ বিশ্ববিদ্যালয়-নগৰবোৰৰ দৰেই। সেইবিলাকৰ ভিতৰত প্ৰধান আছিল বাৰানসী আৰু তক্ষশীলা নগৰ। বুদ্ধৰ দিনতে সেই দুইখন নগৰ বিখ্যাত হৈ পৰিছিল। পিছৰ যুগত খ্ৰীষ্টাব্দ আৰম্ভণিৰ কালত দক্ষিণ ভাৰতৰ কাঞ্চী নগৰে তেনে খ্যাতি অৰ্জন কৰিছিল। বেনাৰস বা বাৰানসীৰ তেতিয়া কাশী নামটোহে বেছি জনাজাত আছিল। কাশী আছিল ধৰ্মশিক্ষাৰ কেন্দ্ৰ হিছাপে প্ৰসিদ্ধ। কিন্তু সুদূৰ উত্তৰ-পশ্চিম ভাৰতৰ তক্ষশীলা নগৰ আছিল ধৰ্মনিৰপেক্ষ বিবিধ বিদ্যা-চৰ্চা আৰু অধ্যয়নৰ বাবেহে প্ৰসিদ্ধ। বৌদ্ধ জাতকৰ সাধুবোৰৰ পৰা জনা যায় কেনেকৈ ভাৰতৰ সকলো সুসভ্য প্ৰদেশ আৰু ৰাজ্যৰ পৰাই বিদ্যাৰ্থী যুৱকসকলে গৈ তক্ষশীলা নগৰত থূপ খাইছিলগৈ শিক্ষা লাভৰ উদ্দেশ্যে। সেই নগৰীৰ শিক্ষণ-পদ্ধতিৰ মাজেৰেই প্ৰাচীন ইৰাণী আৰু মেচোপটেমিয়ান সভ্যতাৰ জ্ঞানভাণ্ডাৰৰ ক্ষীণ প্ৰভাবো ভাৰতত প্ৰৱেশ কৰিছিল। তক্ষশীলাৰ প্ৰসিদ্ধ পণ্ডিত গুৰুসকলৰ মাজত আছিল খ্ৰীঃ পূঃ ৪ৰ্থ শতাব্দীৰ বিখ্যাত বৈয়াকৰণিক পাণিনি, চন্দ্ৰগুপ্ত মৌৰ্যৰ প্ৰসিদ্ধ ব্ৰাহ্মণ মন্ত্ৰী আৰু ভাৰতীয় ৰাষ্ট্ৰনীতিৰ শ্ৰেষ্ঠতম পণ্ডিত 'অৰ্থশাস্ত্ৰ'ৰ প্ৰণেতা কৌটিল্য আৰু ভাৰতীয় চিকিৎসা বিজ্ঞানৰ দুজন সৰ্বশ্ৰেষ্ঠ বিজ্ঞানীৰ এজন—চৰক।

স্মৃতিশাস্ত্ৰবোৰৰ মতে একোজন গুৰুৰ অধীনত কম সংখ্যক ছাত্ৰৰ দল এটাই শিক্ষালাভ কৰাটোৱেই আদৰ্শনীয় যদিও এই 'বিশ্ববিদ্যালয়-নগৰ'বোৰত আচলতে কলেজেই আছিল বহুত। কাশী নগৰত থকা তেনে এক প্ৰতিষ্ঠান বা কলেজত কিছু সংখ্যক অধ্যাপকৰ তলত ৫০০ ছাত্ৰই অধ্যয়ন কৰি থকাৰ কথা আমি পাওঁ। এনে ধৰণৰ কলেজবোৰ চলিছিল দানশীল লোক বা প্ৰতিষ্ঠানৰ সাহায্যৰে। আদৰ্শগতভাৱে গুৰুৱে কোনো মাচুল লোৱাৰ দস্তুৰ নাছিল। শিষ্যসকলে তেওঁৰ পৰা বিদ্যা অৰ্জন

কৰাৰ বিনিময়ত নিজৰ শ্ৰদ্ধাপূৰ্ণ কাম-কাজেৰে গুৰুৰ সেৱা কৰিছিল আৰু বিদ্যাশিক্ষা শেষ হোৱাৰ পিছতহে পৰম্পৰা অনুসৰি এজনী দুগ্ধৱতী গাভী গুৰু-দক্ষিণা দিছিল। মনুস্মৃতিত কিন্তু স্পষ্টভাৱে উল্লেখ কৰিছে যে বহুতো শিক্ষকে ব্যৱসায়িক ভিত্তিত ধনৰ বিনিময়ত বিদ্যা শিক্ষা দিছিল। এটা জাতকৰ সাধুত তক্ষশীলা নগৰৰ এজন তেনে গুৰুৰ কথা পোৱা যায়। সেই গুৰুৱে বোলে তেওঁৰ সাধাৰণ শিষ্যবোৰক দিনৰ দিনটো বন কৰায় কিন্তু যিবোৰ শিষ্যই তেওঁক ধন দিয়ে সেইবোৰক নিজৰ পুত্ৰৰ দৰে দেখে। তক্ষশীলাত আৰু এটা বিষয়ত স্মৃতিশাস্ত্ৰৰ বিধান অলপ শিথিল হোৱা দেখা গৈছিল। কাৰণ আমি বিবাহিত শিষ্যৰ কথা পঢ়িবলৈ পাওঁ। তেনে বিবাহিত শিষ্যই গুৰু-গৃহত বাস নকৰি নিজে বেলেগে ঘৰ কৰি বাস কৰিছিল আৰু গুৰু-গৃহলৈ সময়মতে গৈছিল পাঠ গ্ৰহণৰ বাবেহে।

বৌদ্ধ আৰু জৈন ধৰ্মৰ ৰীতিমতে শিক্ষাৰ কেন্দ্ৰ গুৰু-গৃহ হৈ নেথাকিল। শিক্ষাৰ কেন্দ্ৰ হ'লগৈ বৌদ্ধবিহাৰ আৰু জৈন মঠবিলাক। প্ৰত্যেক তেনে মঠেই বিদ্যাৰ্থীক প্ৰশিক্ষণ দিব পাৰিছিল। কিন্তু এই দুইটা ধৰ্মৰে প্ৰাৰম্ভিক কালত কিছুমান প্ৰতিষ্ঠান বিদ্যাশিক্ষাৰ আৰু জ্ঞান-বিজ্ঞানৰ কেন্দ্ৰ হিছাপে বিখ্যাত হৈ পৰিছিল। মধ্যযুগত কিছুমান তেনে কেন্দ্ৰ প্ৰকৃত বিশ্ববিদ্যালয়ত পৰিণত হৈছিলগৈ। এইবিলাকৰ ভিতৰত বিহাৰৰ নালন্দাত থকা বৌদ্ধবিহাৰ সকলোতকৈ প্ৰখ্যাত আছিল। এই বিশ্ববিদ্যালয় গুপ্ত যুগত প্ৰতিষ্ঠিত হৈছিল আৰু মধ্যযুগীয় বৌদ্ধ শিক্ষাৰ প্ৰধান কেন্দ্ৰ হৈ বহুযুগ থকাৰ পিছত মুছলমান আক্ৰমণকাৰীবোৰৰ হাতত ধ্বংসপ্ৰাপ্ত হয়। নালন্দাৰ দৈনন্দিন জীৱনৰ বিষয়ে আমাৰ জ্ঞান প্ৰধানকৈ হিউয়েন ছাঙৰ টোকাৰ ওপৰত নিৰ্ভৰশীল। তেওঁৰ লেখাৰ পৰা জানিব পাৰি যে এই সপ্তম শতাব্দীৰ বৌদ্ধবিহাৰ অতি উচ্চ মানৰ আৰু প্ৰখৰ বৌদ্ধিক চিন্তা-চৰ্চাৰ কেন্দ্ৰ আছিল। নালন্দাৰ অধ্যক্ষ আছিল বৃদ্ধ ঋষিতুল্য পণ্ডিত শীলভদ্ৰ। তেওঁৰ পৰিচালনাত নালন্দাত যে অকল নতুন শিক্ষাৰ্থীসকলক বৌদ্ধ ধৰ্ম আৰু দৰ্শনৰ প্ৰশিক্ষণহে দিয়া হৈছিল সেইটো নহয়। লগতে বেদ-বেদাঙ্গ, হিন্দু দৰ্শন, ন্যায়শাস্ত্ৰ, ব্যাকৰণ আৰু চিকিৎসা বিজ্ঞানৰো শিক্ষা দিয়া হৈছিল। দেখা যায় যে নালন্দাৰ ছাত্ৰ সমাজ অকল বৌদ্ধ ধৰ্মাৱলম্বী ছাত্ৰ-শিষ্যৰেই গঠিত নাছিল, এটা মৌখিকভাৱে লোৱা প্ৰৱেশ পৰীক্ষাত উত্তীৰ্ণ হ'লে অন্য ধৰ্মমতৰ ছাত্ৰকো নাম ভৰ্তি কৰিবলৈ দিয়া হৈছিল।

হিউয়েন ছাঙৰ টোকাৰ মতে, নালন্দা বিশ্ববিদ্যালয়ৰ যাৱতীয় খৰচ চলিছিল এশখন গাঁৱৰ বৃহৎ এক ভূখণ্ডৰ পৰা পোৱা ৰাজহৰ ধনেৰে। তাৰ লগতে বহুতো দাতাৰ দানৰ ধন যোগ হৈছিল। যোগ হৈছিল সম্ৰাট হৰ্ষৰ উদাৰ হস্তৰ দানৰ ধনো। হিউয়েন ছাঙৰ মতে কমেও ১০,০০০ ছাত্ৰই নালন্দাত থাকি বিদ্যা শিক্ষা কৰিছিল। সেইসকলৰ কাম-কাজ কৰি দিবলৈ বৃহৎ সংখ্যক ভৃত্যও আছিল। কিন্তু নালন্দাৰ

ধ্বংসাৱশেষ আৱিষ্কাৰ হোৱাৰ পিছত হিউয়েন ছাঙৰ বৃত্তান্ত সত্য নহয় বুলি জানিব পৰা গৈছে। নালন্দা বিহাৰত বহুত ঘৰ-দুৱাৰ আছিল সঁচা, কিন্তু সেই সকলোবোৰতে চীনা পৰিব্ৰাজকজনে বৰ্ণনা কৰা সা-সুবিধাসহ একে সময়তে অতি বেছি এহেজাৰমান ভিক্ষুহে বাস কৰিব পৰাকৈ ঠাই ওলাব।

তেনেকৈ সমগ্ৰ দেশতে বহুত বৌদ্ধবিহাৰ আৰু দক্ষিণ ভাৰতৰ অনেক জৈন মঠেই মধ্যযুগৰ ইউৰোপৰ খ্ৰীষ্টান মঠবোৰৰ দৰে বিদ্যাশিক্ষাৰ কেন্দ্ৰ হৈ উঠিছিল। মধ্য যুগত হিন্দু ধৰ্মৰো মঠ প্ৰতিষ্ঠিত হ'বলৈ ধৰিছিল আৰু সেইবোৰো শিক্ষাৰ কেন্দ্ৰ হৈ উঠিছিল।

## বিবাহ

স্বীকৃত আদৰ্শমতে ব্যক্তিৰ জীৱনত ছাত্ৰাৱস্থা বাৰ বছৰীয়া আছিল যদিও যদি ছাত্ৰজনে এখন বেদো সম্পূৰ্ণভাৱে আয়ত্ত কৰিব পাৰে তেন্তে তেওঁ ইচ্ছা কৰিলে ছাত্ৰাৱস্থাৰ সামৰণি পেলাব পাৰে। অৱশ্যে অল্পসংখ্যক অতি আগ্ৰহশীল ছাত্ৰই আজীৱন ব্ৰহ্মচৰ্যৰ প্ৰতিজ্ঞা কৰি সমগ্ৰ জীৱন আধ্যাত্মিক চৰ্চাৰ মাজতে কটাই দিবলৈ সিদ্ধান্ত কৰে। সাধাৰণতে কিন্তু কুৰি বছৰ বয়স অতিক্ৰম কৰাৰ পিছতে এজন ছাত্ৰই স্বগৃহলৈ প্ৰত্যাৱৰ্তন কৰে নিজৰ বৰ্ণৰ বাবে নিৰ্দিষ্ট কৰ্মত ব্ৰতী হ'বলৈ। তেওঁ শাস্ত্ৰবিধি অনুযায়ী অনুষ্ঠান পালন কৰি স্নান সমাপন কৰিব, নিজৰ পৰিয়ালৰ যোত্ৰ অনুসৰি গুৰুক দক্ষিণা দিব। তাৰ পিছতে তেওঁ 'স্নাতক' (অৰ্থাৎ 'যিজনে স্নান সমাপ্ত কৰিলে') নামে অভিহিত হয়। তাৰ পিছৰ পৰা সংসাৰৰ ভোগ-সুখ বিলাসী জীৱন যাপন কৰাত কোনো বাধা নেথাকে। তেওঁ তেওঁৰ বৰ্ণৰ মানুহে খোৱা সকলো খাদ্য খাব পাৰে। সুন্দৰকৈ বস্ত্ৰালংকাৰ পৰিধান কৰিব পাৰে আৰু তেনেদৰে সুন্দৰ বেশ-ভূষা পৰিধান কৰি সমাবৰ্তন অৰ্থাৎ গৃহাগমন উছৱ পালন কৰিব পাৰে।

সাধাৰণতে এজন স্নাতকে যথাসম্ভৱ সোনকালে বিবাহপাশত আবদ্ধ হোৱা উচিত বুলি ভবা হৈছিল। কাৰণ যদিহে স্নাতকজনে আজীৱন ব্ৰহ্মচৰ্যৰ সংকল্প লৈ শাস্ত্ৰাধ্যয়নকে জীৱনৰ লক্ষ্য বুলি সিদ্ধান্ত কৰা নাই, তেন্তে সময় নষ্ট নকৰি বিবাহ সম্পন্ন কৰি সন্তান উৎপাদন কৰাই অৱশ্য পালনীয় কৰ্তব্য বুলি ধৰা হৈছিল। বিবাহৰ উদ্দেশ্য আছিল প্ৰধানকৈ তিনিটা। গাৰ্হস্থ্যাশ্ৰম আৰম্ভ কৰি দৈনিক হোম-যজ্ঞৰে ঘৰত ধৰ্মীয় পূজা-অৰ্চনা কৰা। সন্তান উৎপাদনৰ দ্বাৰাই পিতৃ হিছাপে নিজৰ আৰু উপৰি পুৰুষসকলৰ পৰলোকবাস সুখকৰ কৰি তোলা। আৰু তৃতীয় হৈছে ৰতি বা যৌন-জীৱনৰ আনন্দ লাভ কৰা।

স্বাভাৱিকভাৱে সম্পন্ন হ'বলগীয়া বিবাহত পাত্র-পাত্রী নির্বাচন কৰি বিবাহৰ জোৰা পাতে দুই পক্ষৰ পিতৃ-মাতৃয়ে। জোৰা নির্বাচন কৰোঁতে নানা সলা-পৰামর্শ কৰা হয়, পুথি-পাঁজি চোৱা হয়, কোষ্ঠী গণনা, গ্রহ-নক্ষত্রৰ অৱস্থানৰ শুভাশুভ গুণ গণনা আৰু দৰা-কইনা উভয়ৰে শাৰীৰিক লক্ষণবিলাকৰ পৰীক্ষা তুলনা আৰু সেইবোৰ পৰস্পৰৰ বাবে যোগ্য হ'ব নে নহয় চোৱা—ইত্যাদি সকলো বিবেচনা ইতিবাচক হ'ব লাগিব। দৰা-কইনা উভয়ে একে বর্ণ একে জাতৰ হোৱাই নিয়ম। কিন্তু উচ্চ বর্ণৰ হ'লে গোত্র আৰু প্রবৰ বেলেগ হ'ব লাগিব। তদুপৰি দৰা-কইনা কোনো নিষিদ্ধ পূর্বৰে পৰা থকা সম্বন্ধৰ মাজত নির্বাচিত হ'ব নোৱাৰিব। বিশেষকৈ উত্তৰ ভাৰতত এই নিয়ম কটকটীয়াকৈ মানি চলা হৈছিল। উত্তৰ ভাৰতত আনকি গোত্র ভেদ নথকাটোও সজ কৰা হয় কিন্তু দৰা আৰু কইনাৰ উর্ধ্বতন সাত পুৰুষৰ ভিতৰত কোনো উমৈহতীয়া পিতৃ-পিতামহ-প্রপিতামহ থাকিব নেলাগিব আৰু মাতৃৰ পক্ষত পাঁচ পুৰুষৰ ভিতৰত কোনো মাতামহী-প্রমাতামহী একে হ'ব নোৱাৰিব—এই নিয়মৰ লৰচৰ নহয়। দাক্ষিণাত্যত এই নিয়ম কঠোৰভাৱে মানি চলা নহয়। তাত পূর্বৰ সম্বন্ধীয় লোকৰ মাজতো বিবাহ সিদ্ধ হোৱা ৰাজপৰিয়ালবোৰতো দেখা যায়।

প্রাচীন কালত যদিও পূর্ণযৌৱনা যোড়শী কন্যাৰহে বিবাহ হৈছিল, পিছৰ যুগৰ স্মৃতিশাস্ত্রবিলাকত বিধান দিয়া হৈছিল যে স্বামীৰ বয়স কমেও কুৰি বছৰ হ'ব লাগে আৰু কন্যাকাল প্রাপ্ত হোৱাৰ ঠিক আগে আগে ছোৱালীৰ বিবাহ হ'ব লাগে। গোড়া হিন্দু সমাজৰ সন্তানৰ প্রতি হেঁপাহ ইমান বাঢ়িছিল যে বৌধায়ন নামৰ স্মৃতিশাস্ত্রত আনকি এইদৰেও ঘোষণা কৰা হৈছিল যে যি পিতৃয়ে নিজৰ কন্যাক প্রথমবাৰ ৰজস্বলা হোৱাৰ আগতেই বিবাহ দিব নোৱাৰে তেওঁ ভ্রূণহত্যা পাপৰ ভাগী হয়। বিবাহ নোহোৱা পর্যন্ত যিমানবাৰ তেওঁৰ কন্যা ৰজস্বলা হ'ব সিমানটা ভ্রূণহত্যা পাপ তেওঁৰ সিদ্ধ হ'ব। ভ্রূণহত্যা বৰ সাংঘাতিক পাপ—বহুত হত্যা পাপতকৈও গুৰুতৰ। মনুস্মৃতিৰ ১০-৯৪ দফামতে আদর্শ বিবাহত কন্যাৰ বয়স দৰাৰ বয়সৰ এক তৃতীয়াংশ হ'ব লাগে—সেইমতে চৌবিছ বছৰীয়া দৰাই আঠ বছৰীয়া কন্যা বিবাহ কৰা উচিত।

ল'ৰাৰ বিবাহৰ বয়স প্রাপ্তবয়স্ক হোৱাৰ আগতে হ'ব লাগে নে পিছত হ'ব লাগে সেই বিষয়ে ক'তো একো লিখা নাই। কিন্তু ল'ৰাৰ ক্ষেত্রত বিবাহৰ পূর্বে কঠোৰ ব্রহ্মচর্য ব্রতৰ মাজত ছাত্রাবস্থাৰ সুদীর্ঘ কালৰ কথা সদায় কোৱা হৈছে। পিছৰ যুগত দৰা-কইনা উভয় পক্ষৰে বাল্য-বিবাহৰ প্রথা অৱস্থাপন্ন পৰিয়ালবোৰত বৰকৈ চলিছিল যদিও সেই প্রথাৰ কোনো ভিত্তি পবিত্র ধর্মশাস্ত্রবোৰৰ কোনো ঠাইতে পাবলৈ নাই আৰু মধ্যযুগৰো বহুত পিছলৈকে ছোৱালীবো বাল্য-বিবাহৰ নিয়ম প্রচলিত হোৱা নাছিল বুলি যুক্তিসঙ্গত বুলি ধাৰণা কৰিব পাৰি। কাব্য আৰু কাহিনীবোৰৰ নায়িকাবোৰ সকলোকে প্রাপ্তবয়স্কা

ৰূপতে দেখা যায় বিবাহ কৰোঁতে। আৰু সমসাময়িক কালৰ সামাজিক ৰীতিবোৰৰ ওপৰত যথেষ্ট আলোকপাত কৰা অসংখ্য প্ৰাচীন লিপিবোৰৰো ক'তো বাল্য-বিবাহৰ প্ৰচলন থকাৰ কোনো ইঙ্গিত নাই। প্ৰাচীন ভাৰতীয় চিকিৎসাবিজ্ঞানৰ গ্ৰন্থবিলাকত, যেনে সুশ্ৰুত সংহিতাত (৩।১০-৫৪) কোৱা হৈছে যে উত্তম সন্তান জন্মৰ বাবে মাতৃৰ বয়স ষোল্ল বছৰতকৈ বেছি হ'ব লাগে আৰু লগতে অ'ত-ত'ত মাজে সময়ে বাল্য-বিবাহ হৈছে বুলি স্বীকাৰ কৰিছে যদিও বাল্য-বিবাহ অনুচিত বুলিহে মত প্ৰকাশ কৰিছে।

বাল্য-বিবাহ প্ৰথা প্ৰচলনৰ কাৰণবোৰ কি হ'ব পাৰে সেই বিষয়ে নিশ্চিতভাৱে একো ক'ব নোৱাৰি। কোনো কোনোৱে ক'বলৈ বিচাৰে যে দেশৰ সৰ্বত্ৰ লুণ্ঠন অত্যাচাৰ চলাই ফুৰা মুছলিম আক্ৰমণকাৰীৰ ভয়তে ছোৱালীবোৰ সকতে বিবাহ দি নিজৰ পত্নীসকলক ঘৰত লুকাই ৰাখি নিশ্চিন্ত হ'বলৈ বিচাৰিছিল গৃহস্থসকলে। তাৰ ফলতে বাল্য-বিবাহৰ প্ৰথা প্ৰচলিত হ'ল। কিন্তু ছোৱালীৰ বাল্য-বিবাহ আৰু ঘৰৰ মহিলাকুলক পৰ্দাৰ আঁৰত ৰখাৰ ৰীতি মুছলমানৰ আক্ৰমণৰ আগতেও আছিল। গতিকে সেইটোৱেই একমাত্ৰ কাৰণ হ'ব নোৱাৰে। সতি-সন্ততিৰ সংখ্যা বৃদ্ধিৰ ওপৰত ধৰ্মীয় গুৰুত্ব বেছি হোৱাটোও আংশিকভাৱে এটা কাৰণ হ'ব পাৰে। কিন্তু তেনে গুৰুত্বতো সকলো সময়তে আছিলেই। ভাৰতীয় চৰিত্ৰৰ অধিকতৰ যৌনতাও কিছু পৰিমাণে দায়ী হ'ব পাৰে বাল্য-বিবাহ প্ৰচলনৰ ক্ষেত্ৰত। নাৰীক সাধাৰণতে স্বভাৱতে বেছি কামপৰায়ণা বুলি ধাৰণা কৰা হয়। অবিবাহিতা কন্যা ঘৰতে পুষ্পিতা হ'লে গোপনে প্ৰেমিক বিচাৰিব যিমানেই সতৰ্কতাৰে তাইৰ পিতৃ-মাতৃয়ে পহৰা নিদিয়ক। এবাৰ যদি তাইৰ সতীত্ব নষ্ট হয় তাই বিবাহৰ বাবে সম্পূৰ্ণ অযোগ্যা হ'ব। তেতিয়া পিতৃ-মাতৃৰ লাজ-অপমানৰ শেষ নেথাকিব। তাৰ উপৰি অবিবাহিত কন্যা এজনীৰ ভৰণ-পোষণ দি থাকিব লাগিব অনিৰ্দিষ্টকাললৈ। তাতোকৈও মৃত্যুতুল্য অপমানৰ মুখামুখি হ'ব লাগিব যদি তাইক ভিক্ষাৰিণী বা গণিকা হ'বলৈ ঘৰৰ পৰা উলিয়াই দিব লগা হয়। মাতা-পিতাৰ ফালৰ পৰা চালে কন্যা এজনী থকা মানে পৰ্বতপ্ৰমাণ খৰচৰ বোজা বহন কৰা। এনেবোৰ বিবেচনাৰ ফলতো বাল্য-বিবাহ প্ৰথাই খোপনি পুতিব পাৰে।

ধৰ্মীয় নিয়মমতে সম্পন্ন কৰিব লগা বিবাহ-পদ্ধতি বৰ জটিল আৰু ব্যয়বহুল। ব্যয়ৰ সিংহভাগ বহন কৰিব লাগে কন্যাপক্ষই। তাৰ লগতে যৌতুকৰ খৰচৰ বোজা যোগ হৈ কন্যাৰ পিতৃ আৰু পৰিয়ালৰ ওপৰত বৰ বেছি হেঁচা পৰে। বৰ্তমান কালতো হিন্দু পিতৃ-মাতৃ কন্যাৰ বিবাহ দিওঁতে ঋণগ্ৰস্ত হৈ অৰ্থনৈতিকভাৱে পঙ্গু হৈ পৰা দেখা যায়। বিভিন্ন শাস্ত্ৰৰ বিবাহ-বিধিবোৰ বেলেগ বেলেগ ধৰণৰ হ'লেও বিবাহ শাস্ত্ৰীয় কৰ্মকাণ্ড-মন্ত্ৰ-অনুষ্ঠান আদি ঋকবেদৰ দিনৰ পৰা বৰ্তমানলৈকে প্ৰায় একেই আছে।

দৰাই ৰমক-জমক বস্ত্ৰালঙ্কাৰেৰে সুসজ্জিত আৰু বহুতো বন্ধু-বান্ধৱ আত্মীয়-স্বজনেৰে বেষ্টিত হৈ বৰযাত্ৰা কৰি কন্যাগৃহত উপস্থিত হ'লে কন্যাৰ পিতৃয়ে শুভ লক্ষণযুক্ত দধি আৰু মধুৰ মধুপৰ্ক নামে মিশ্ৰণ খুৱাই আদৰিব লাগে। সাধাৰণতে বিবাহ উছৱ পালন কৰা হয় কন্যাৰ ঘৰৰ আগচোতালত অস্থায়ীভাৱে নিৰ্মিত জাক-জমক ৰভাৰ তলত। সেই মণ্ডপলৈ দৰা আৰু কন্যাক বেলেগে বেলেগে প্ৰৱেশ কৰাই এখন সৰু পৰ্দাৰ দুফালে দুয়োকে বহুওৱা হয়। পুৰোহিতৰ পবিত্ৰ মন্ত্ৰ উচ্চাৰণ চলি থকাৰ মাজতে এবাৰ সেই পৰ্দা আঁতৰাই দিয়া হয়। তেতিয়াহে সাধাৰণতে পোন প্ৰথমবাৰৰ বাবে—বৰ-কন্যাৰ সাক্ষাৎ হয়। তাৰ পিছত কন্যাৰ পিতৃয়ে আনুষ্ঠানিক ক্ৰিয়াকাণ্ড অনুসৰি কন্যাক দৰাৰ হাতত সমৰ্পণ কৰে। দৰায়ো তেতিয়া শাস্ত্ৰীয় অনুষ্ঠানৰ মাজতে প্ৰতিজ্ঞা কৰে যে তেওঁ কন্যাৰ বিশ্বাস অটুট ৰাখিব আৰু ধৰ্ম-অৰ্থ-কাম জীৱনৰ পৰাম্পৰাগত এই তিনি উদ্দেশ্য সম্পাদনৰ কামত নিজৰ ভাৰ্যাৰ বিশ্বস্ত সঙ্গী হৈ আজীৱন থাকিব। তাৰ পিছতে ঘৃত-খদিকৰ আহুতি দিয়া হয় হোমৰ অগ্নিত। দৰাই কন্যাৰ হাতত ধৰি আনুষ্ঠানিকভাৱে পাণি-গ্ৰহণ কৰে আৰু কন্যাই নিজেও হোমাগ্নিত আখৈ দিয়াৰ পাছত দৰাই কন্যাক হোমৰ চৌদিশে প্ৰদক্ষিণ কৰায়। সেই সময়ত তেওঁলোকৰ গাৰ কাপোৰৰ আঁচলত গাঁঠি দিয়া থাকে। প্ৰদক্ষিণৰ অন্তত কন্যাই এচটা শিলত নিজৰ পদস্থাপন কৰে। তাৰ পিছতে বৰ-কন্যা উভয়ে একেলগে সাত খোজ খোজ কাঢ়ে। প্ৰত্যেক খোজতে কন্যাৰ ভৰি পৰে সৰু একোমুঠি চাউলৰ ওপৰত। তাৰ পিছতে দুয়োৰে গাত পুৰোহিতে মন্ত্ৰপূত শান্তিজল ছটিয়ায়। তেতিয়াই বিবাহ অনুষ্ঠানৰ প্ৰধান ভাগ শেষ হয়।

ওপৰৰ বৰ্ণনাৰ পৰা হিন্দু বিবাহ এখনৰ পদ্ধতি বৰ সৰল যেন লাগিলেও নানা ধৰণৰ মন্ত্ৰোচ্চাৰণৰ বাবে সি জটিল হৈ পৰে। বিবাহ-অনুষ্ঠানত বেদ আৰু অন্যান্য শাস্ত্ৰৰ পৰা অনেক অলৌকিক আৰু যাদুকৰী গুণযুক্ত মন্ত্ৰ উচ্চাৰণ কৰা হয়। ইমানখিনি কৰাৰ পিছতো বিয়াৰ কাম শেষ নহয়। নৱবিবাহিত দম্পতী স্বামীগৃহলৈ যোৱাৰ পিছত আৰু এটা ঘৰুৱা হোম-যজ্ঞ কৰা হয়। সন্ধ্যা হ'লে বৰ-কন্যা দুয়ো ধ্ৰুৱ নক্ষত্ৰ দৰ্শন কৰাটো বাধ্যতামূলক। কাৰণ ধ্ৰুৱ নক্ষত্ৰ হৈছে বিশ্বস্ততা আৰু স্থিৰতাৰ প্ৰতীক। তাৰ পিছত তিনি ৰাতিলৈকে উভয়ে সংযম ৰক্ষা কৰি চলিব লাগে। কিছুমান শাস্ত্ৰৰ মতে দুয়োয়ে মাজত এডাল দণ্ড ৰাখি একত্ৰে শয়ন কৰিব পাৰে। কিন্তু বাকীবোৰ শাস্ত্ৰত দুয়োকে মাটিত বেলেগে বেলেগে শুবলৈহে নিৰ্দেশ দিছে। বিবাহৰ পৰা চতুৰ্থ ৰাতি গৰ্ভাধান কামনা কৰি স্বামীয়ে এক শাস্ত্ৰীয় ক্ৰিয়া সমাপন কৰাৰ পিছত দুয়ো মিলিত হ'ব পাৰিব। ধৰ্মশাস্ত্ৰৰ ভিতৰত নপৰা 'কামসূত্ৰ'ত বৰ-কন্যাই বিবাহৰ পিছত দহ দিনলৈকে সংযম ৰক্ষা কৰাৰ পৰামৰ্শ দিছে।

বিবাহানুষ্ঠানৰ বাবে লগা সুদীৰ্ঘ সময় আৰু তাৰ গাম্ভীৰ্যৰ পৰাই বুজিব পাৰি

প্ৰাচীন ভাৰতৰ স্মৃতিকাৰসকলে বিবাহক কিমান গুৰুত্বপূৰ্ণ আৰু পবিত্ৰ অনুষ্ঠান বুলি গণ্য কৰিছিল। কিন্তু আমি ওপৰত যি বিবাহৰ বৰ্ণনা দিছোঁ সেই ধৰণৰ বিবাহেই বৰ্তমানৰ সম্ৰান্ত হিন্দু পৰিয়ালবোৰৰ মাজত প্ৰচলিত যদিও প্ৰাচীন ভাৰতত অকল সেই ধৰণৰ বিবাহেই যে চলিছিল তেনে কথা নহয়। অনেক সময়ত কোনো ধৰণৰ ধৰ্মীয় ক্ৰিয়া-কৰ্ম সম্পন্ন নকৰাকৈয়ে বিবাহ সিদ্ধ হোৱা বুলি বিবেচিত হয়। শাস্ত্ৰত বিভিন্ন দেৱতা আৰু অতি-প্ৰাকৃতিক শক্তিবোৰৰ নামেৰে নামকৰণ হোৱা অষ্ট প্ৰকাৰ বিবাহৰ নাম পোৱা যায়।

(১) ব্ৰাহ্ম ঃ এই বিবাহ ওপৰত বৰ্ণনা কৰা ধৰণে উপযুক্ত যৌতুক সহ কন্যাক সবৰ্ণ পাত্ৰৰ হাতত সম্প্ৰদান কৰা হয়।

(২) দৈৱ ঃ কোনো গৃহস্থই পুৰোহিতালি কৰা ব্ৰাহ্মণক যজ্ঞকৰ্মৰ দক্ষিণা হিচাপে যেতিয়া নিজৰ কন্যা বিবাহ দিয়ে তেতিয়া দৈৱ বিবাহ হয়।

(৩) আৰ্য ঃ এই বিবাহত কন্যাৰ লগত দিব লগা যৌতুকৰ ঠাইত কন্যামূল্যৰ প্ৰতীক স্বৰূপে এজনী গাই আৰু ষাঁড দান দিয়া হয়।

(৪) প্ৰজাপত্য ঃ এই বিবাহত কন্যাৰ লগত কোনো যৌতুক দিয়া নহয় আৰু কন্যামূল্যও লোৱা নহয়।

(৫) গান্ধৰ্ব ঃ বৰ-কন্যা উভয়ৰে সম্মতিক্ৰমে পৰস্পৰে বিশ্বস্ততাৰ অঙ্গীকাৰবদ্ধ হৈ এই বিবাহ সম্পন্ন কৰে। এই বিবাহ সাধাৰণতে গোপনে হয়।

(৬) অসুৰ ঃ এই বিবাহত কন্যাক কিনি লোৱা হয়।

(৭) ৰাক্ষস ঃ এই ধৰণৰ বিবাহত কন্যাক অপহৰণ বা লুট কৰি নি বিবাহ কৰা হয়।

(৮) পৈশাচ ঃ এইবিধ বিবাহক আচলতে বিবাহ বুলিবই নোৱাৰি। শুই থকা অৱস্থাত বা মানসিক বিকাৰগ্ৰস্ত অৱস্থাত বা মাতাল অৱস্থাত কন্যাক ধৰ্ষণ কৰি পিছত বিবাহ কৰোৱাকে পৈশাচ বিবাহ বোলে।

এই আঠ বিধ বিবাহৰ প্ৰথম চাৰি বিধ শাস্ত্ৰৰ দ্বাৰাই ধৰ্মীয় আৰু অলঙ্ঘনীয় বুলি অনুমোদিত আৰু ব্ৰাহ্মণৰ বাবে অনুশাসিত। বাকী আন চাৰিপ্ৰকাৰ বিবাহত ধৰ্মপৰায়ণ লোকে কম-বেছি পৰিমাণে আপত্তি দৰ্শায়। কিন্তু গান্ধৰ্ব বিবাহ যদিও দৰাচলতে সাধাৰণ এটা মৌখিকভাৱে স্থিৰ কৰা সম্বন্ধ কিন্তু তাক আচৰিত ধৰণে সমাজে সন্মানৰ চকুৰে চাইছিল। ব্ৰাহ্মণৰ ক্ষেত্ৰত গান্ধৰ্ব বিবাহ প্ৰথা প্ৰযোজ্য হয় নে নহয় সেই বিষয়ে সন্দেহ আছিল। কিন্তু ক্ষত্ৰিয় বৰ্ণৰ লোকৰ বাবে গান্ধৰ্ব বিবাহ নিশ্চিতভাৱে অনুমোদিত আছিল আৰু তলৰ জাতৰ মানুহৰ মাজতো তাৰ প্ৰচলন আছিল। গান্ধৰ্ব বিবাহৰ কথা বহুতো ৰোমাণ্টিক কাহিনীত পোৱা যায়। কাব্যৰীতিৰ এক অতি পৰিচিত চৰিত্ৰ

'অভিসাৰিকা'ৰ সৃষ্টিও হৈছিল এইদৰেই। অভিসাৰিকা হ'ল ৰাতি ঘৰৰ পৰা ওলাই গৈ 'পূৰ্বনিৰ্দিষ্ট' কোনো গোপন স্থানত নিজৰ প্ৰেমিকৰ লগত সাক্ষাৎ কৰিবলৈ যোৱা ছোৱালী।

অসুৰ বিবাহত পিতৃৰ পৰা মূল্যদি কন্যা ক্ৰয় কৰি আনি বিবাহ কৰায়। সকলো ধৰ্মশাস্ত্ৰতে অসুৰ বিবাহ-প্ৰথাৰ বিৰুদ্ধে সমালোচনা কৰা হৈছে যদিও 'অৰ্থশাস্ত্ৰ'ই কোনো সমালোচনা নকৰাকৈ সেই বিবাহত অনুমোদন দিছে। কন্যা পিতৃৰ পৰা ক্ৰয় কৰি আনি বিবাহ কৰোৱা প্ৰথা যৌতুকসহ নৈষ্ঠিক হিন্দু বিবাহৰ দৰেই বৈদিক যুগতো প্ৰচলিত আছিল বুলি প্ৰমাণ পোৱা গৈছে যদিও অসুৰ বিবাহ প্ৰকৃত আৰ্য ৰীতি নাছিল। মানুহৰ অসৎ মনোবৃত্তি পূৰণৰ বাবেহে এনে প্ৰথাৰ অৱতাৰণা হৈছিল। ৰাক্ষস বিবাহ বা অপহৰণ কৰি নি কন্যা বিয়া কৰোৱাও আছিল ঘাইকৈ যোদ্ধা শ্ৰেণীৰ মানুহৰ দস্তুৰ। এই বিবাহৰ সুবিখ্যাত উদাহৰণ হ'ল উত্তৰ ভাৰতৰ শেষ জন ডাঙৰ হিন্দু ৰজা দিল্লীৰ পৃথ্বীৰাজে চাহমানৰ (চৌহান) কান্যকুব্জ বা কনৌজৰ ৰজা জয়শ্চন্দ্ৰৰ কন্যাৰ লগত বিবাহ। পৃথ্বীৰাজ উক্ত ৰাজকন্যাক হৰণ কৰি নি বিবাহ কৰাইছিলগৈ। অৱশ্যে কন্যাৰো সেই কামত সম্মতি আছিল। প্ৰাচীন লিপি আৰু পৰম্পৰাগত কাহিনীত তেনে অনেক ঘটনাৰ উদাহৰণ আছে। পৈশাচ বিবাহ সকলোৰে দ্বাৰাই সৰ্বত্ৰ নিন্দিত হৈছিল। আঠ প্ৰকাৰ বিবাহৰ শেষৰ তিনি প্ৰকাৰ বিবাহৰ নাম হৈছে অসুৰ-ৰাক্ষস-পিশাচ আদি অপশক্তিৰ নামেৰে। তাৰ ভিতৰতে পিশাচেই হৈছে আটাইতকৈ ঘৃণনীয় আৰু হীন। পৈশাচ বিবাহ স্মৃতিশাস্ত্ৰৰ মতে উচ্চ বংশৰ বা বৰ্ণৰ মানুহৰ যোগ্যই নহয়। ই অতি হীন তৰপৰ মানুহৰ মাজতে চলিব পাৰে।

কিছুমান পণ্ডিতে এই তলখাপৰ বিবাহৰ প্ৰথাবোৰৰ ব্যাখ্যা দিছে এইবুলি যে সেই ধৰণৰ বিয়া আচলতে হোৱাই নাছিল আৰু হৈছিল যদিও কদাচিৎহে। কিন্তু যিবোৰ বিবাহত স্মৃতিকাৰসকলৰ কোনো অনুমোদন নাছিলেই বুলি সহজে ধৰিব পাৰি সেইবোৰ প্ৰকাৰৰ বিবাহ যে তেওঁলোকে সিদ্ধ বুলি স্বীকাৰ কৰি ল'ব লগা হৈছিল অনিচ্ছাসত্ত্বেও—তাৰ পৰাই বুজা যায় যে সমাজত তেনে ঘটনা সচৰাচৰ ঘটিছিল। স্মৃতিকাৰসকল আচৰিত ধৰণে বাস্তৱ বিবেচনাযুক্ত লোক আছিল। তেওঁলোকে সাধাৰণ মানুহৰ বিচিত্ৰ স্বভাৱৰ ফলত হোৱা সকলো বিধ সম্বন্ধৰ প্ৰকৃতিৰ প্ৰতি সচেতন দৃষ্টি ৰাখিছিল। সেইবাবেই কোনো অসৎ প্ৰেমিকৰ ছলাহী কথাত ভোল গৈ ভুল কৰি পেলোৱা বা কোনো অপহৃতা লুণ্ঠিতা নাৰী যাতে আশ্ৰয়হীনা নহৈ আইনমতে পত্নীৰ মৰ্যাদা পাব পাৰে আৰু তেনে নাৰীৰ সন্তানে যাতে জাৰজ নাম লৈ কলঙ্ক বহন কৰিব নেলাগে তাৰ বাবেই এই ধৰণৰ বিবাহবোৰ সিদ্ধ বুলি ঘোষণা কৰিছিল। উচ্চ বৰ্ণৰ মানুহৰ মাজত যে প্ৰথম বিধ বিবাহেই চলিছিল সেই বিষয়ে সন্দেহ নাই। আন

আন প্ৰকাৰৰ বিবাহবোৰো পিছত শাস্ত্ৰ মতে অনুষ্ঠান কৰি দোহাৰি পাতিলে সেইবোৰ বিবাহবো মৰ্যাদা বৃদ্ধি হয়।

আৰু এক প্ৰকাৰ বিশেষ ধৰণৰ গান্ধৰ্ব বিবাহৰ নাম আছিল স্বয়ম্বৰ বা কন্যাই স্বয়ং পাত্ৰ নিৰ্বাচন কৰি লোৱা বিবাহ। স্মৃতিশাস্ত্ৰবোৰৰ বিধান মতে, যদি কোনো ছোৱালীক পুষ্পিতা হোৱাৰ পিছতো পিতৃ-মাতৃয়ে বিবাহ নিদিয়ে তেন্তে সেই ছোৱালীয়ে নিজে নিজৰ মনোমত বৰ বিচাৰি ল'ব পাৰে। তাৰ পৰাই স্বয়ম্বৰ বা স্বয়ং বৰণ কৰা প্ৰথাৰ উৎপত্তি হ'ল। মহাকাব্যত একাধিক প্ৰকাৰ স্বয়ম্বৰ বিবাহৰ উল্লেখ আছে। ৰাজকুমাৰী সাবিত্ৰীয়ে নিজৰ ৰথত উঠি গোটেই ৰাজ্যতে যোগ্য পাত্ৰ বিচাৰি ফুৰোঁতে খৰিকটীয়াৰ পুত্ৰ সত্যবানক লগ পাইছিল। দময়ন্তীয়ে এক জাক-জমক উৎসবৰ থলীত তেওঁৰ শাৰী শাৰী পাণি-প্ৰাৰ্থীৰ মাজেদি পাৰ হৈ চাই চাই যাওঁতে তেওঁৰ মন পছন্দ স্বামী নলক বিচাৰি পালে। আন এবিধ স্বয়ম্বৰ বিবাহ আছিল সীতাৰ স্বয়ম্বৰ য'ত ৰামে এক ধনুৰ্বিদ্যা প্ৰতিযোগিতাত জিকি সীতাক লাভ কৰিছিল। আমি একাদশ শতাব্দীলৈকে স্বয়ম্বৰ বিবাহৰ প্ৰথা প্ৰচলিত হৈ আছিল বুলি জানিব পাৰিছোঁ। কাৰণ চালুক্যবংশৰ মহাপৰাক্ৰমী ৰজা ষষ্ঠ বিক্ৰমাদিত্যই স্বয়ম্বৰ প্ৰথাৰ জৰিয়তে পত্নী লাভ কৰিছিল। স্বয়ম্বৰ প্ৰথাত বিবাহৰ পাত্ৰ নিৰ্দিষ্ট হৈ কিন্তু বিবাহ সম্পন্ন হ'ব পিছত শাস্ত্ৰীয় বিধি অনুযায়ী বিবাহনুষ্ঠান পাতিলেহে। পিছলৈ স্মৃতিকাৰসকলে বিধান দিছিল যে সংক্ষিপ্ত ৰূপত হ'লেও ধৰ্মশাস্ত্ৰৰ নিয়ম অনুযায়ী বিবাহ অনুষ্ঠান পাতিলেহে যি কোনো প্ৰকাৰ বিবাহ সিদ্ধ হ'ব। নহ'লে নহ'ব।

বিবাহৰ এনে সুদীৰ্ঘ প্ৰক্ৰিয়াৰ অন্তত গৃহস্থই এতিয়া জীৱনৰ মূল তিনিটা লক্ষ্য আগত ৰাখি কাম কৰি যাব পাৰে। এই তিনিটা শ্ৰেণীৰ কৰ্মৰ উল্লেখ ধৰ্মগ্ৰন্থ আৰু সাধাৰণ সাহিত্য দুই ঠাইতে পোৱা যায়। সেই তিনিটাৰ প্ৰথমটো হ'ল ধৰ্ম, যাৰ অৰ্থ হ'ল পবিত্ৰ ধৰ্মশাস্ত্ৰৰ বিধি-বিধান মানি চলি ধৰ্মীয় আচাৰ-অনুষ্ঠান আৰু জীৱন ধাৰণৰ জৰিয়তে পুণ্য অৰ্জন কৰা। দ্বিতীয়টো হ'ল অৰ্থ, মানে সৎ উপায়েৰে ধন-সম্পদ উপাৰ্জন কৰা। তৃতীয়টো হ'ল 'কাম'—তাৰ মানে সৰ্বপ্ৰকাৰ সাংসাৰিক সুখভোগ কৰা। তিনিওটাৰে ক্ৰম নিৰ্ণিত হৈছে গুৰুত্বৰ পৰিমাণ অনুযায়ী। যদিহে জীৱনত এই তিনিটা উদ্দেশ্যে কাম কৰোঁতে এটাৰ দ্বাৰা আনটো বিঘ্নিত হোৱাৰ দৰে পৰিস্থিতি হয় তেন্তে সদায় উচ্চতৰ লক্ষ্যটোক প্ৰাধান্য দি কাম কৰিব লাগে। পিছৰ দুটা লক্ষ্যৰ বাবে কৰণীয় কি সেইটো আটায়ে জানে। কিন্তু উচ্চ বৰ্ণৰ ভাৰতীয়ৰ বাবে প্ৰথমটোৰ অৰ্থ হ'ল অসংখ্য ধৰ্মীয় অনুষ্ঠান পালন কৰা, জন্ম-সম্বন্ধীয়, বিবাহ-সম্বন্ধীয় আৰু অন্ত্যেষ্টিক্ৰিয়া সম্বন্ধীয় সকলো শাস্ত্ৰীয় কাম সবিভাৱে আন্তৰিকতাৰে কৰা আৰু সদায় পঞ্চমহাযজ্ঞ বা গাৰ্হস্থ্যাশ্ৰমী মানুহৰ অবশ্য পালনীয় ধৰ্মৰ অনুশীলন কৰা।

এই পঞ্চ মহাযজ্ঞৰ মহত্ত্ব ব্যয়বাহুল্যপূর্ণ জটিল ধৰণৰ আনুষ্ঠানিকতাত নেথাকে। থাকে সেইবোৰৰ ওপৰত কৰোঁতাই আৰোপ কৰা গুৰুত্ব আৰু আন্তৰিকতাত। এই পঞ্চমহাযজ্ঞ দৈনিক পালন কৰিব লাগে। সেইকেইটা হৈছে—

(১) ব্রহ্মযজ্ঞ : বিশ্ব ব্রহ্মাণ্ডৰ চালিকা শক্তি ব্রহ্মাৰ বেদমন্ত্রসহকাৰে নিত্য পূজা।

(২) পিতৃযজ্ঞ : জলাঞ্জলি আৰু সময়ে সময়ে শ্রাদ্ধাদি পালন কৰি প্ৰয়াত পিতৃগণৰ পূজা-অর্চনা।

(৩) দেৱযজ্ঞ : গৃহস্থৰ ঘৰৰ হোমাগ্নিত ঘৃতাহুতিসহ দেৱতাসকলৰ পূজা।

(৪) ভূতযজ্ঞ : সকলো জীৱৰে সেৱা। তাৰ বাবে চোতালত শস্যাদি ছটিয়াই খাদ্য দ্ৰব্যাদি ৰাখি চৰাই, জীৱ-জন্তু আৰু ভূতগণৰ তুষ্টি সাধন কৰা।

(৫) পুৰুষযজ্ঞ : গৃহাগত অতিথি-অভ্যাগতৰ সৎকাৰ কৰি কৰা মনুষ্য সেৱা।

নিয়মমতে এই পঞ্চযজ্ঞ দিনটোত তিনি সন্ধ্যা কৰিবৰ সময়ত তিনিবাৰ কৰিব লাগে, মানে সূৰ্যোদয়ৰ সময়ত, মধ্যাহ্নত আৰু সূৰ্যাস্তৰ পৰত।

## যৌন-সম্পর্ক

স্মৃতিশাস্ত্র প্রণেতা বিদ্বান ব্রাহ্মণসকলে ভাৰতীয় সাধাৰণ লোকৰ বাবে ৰচনা কৰা সৰহভাগ বিধি-বিধান, পৰামৰ্শ, নিৰ্দেশ, কৰ্মসূচীয়েই আছিল কঠোৰ সংযমী ধৰণৰ; সেইবিলাকত কিন্তু শাৰীৰিক ভোগসুখক হেয় বা ত্যাজ্য কৰি দেখুওৱা নাছিল। আগতে উল্লেখ কৰা মানৱ জীৱনৰ প্ৰধান তিনিটা উদ্দেশ্য বা লক্ষ্য—ধৰ্ম, অৰ্থ আৰু কামৰ ভিতৰত তৃতীয়টোৰে গুৰুত্ব আছিল কম যদিও তাকো মানৱীয় কৰ্মৰ ভিতৰুৱা এক উচিত কৰ্ম বুলি জ্ঞান কৰা হৈছিল বাবে তেনে ভোগ আৰু ইন্দ্ৰিয়সুখৰ বাবেও জীৱন সম্পূৰ্ণ কৰিবলৈ কৰা সামগ্ৰিক আঁচনিত স্থান সংৰক্ষিত কৰা হৈছিল আৰু সেই সম্বন্ধীয় বিধিও ৰচনা কৰিছিল স্মৃতিকাৰসকলে। বহল অৰ্থত 'কাম' শব্দই মানুহৰ সকলো ধৰণৰ কামনা-বাসনা আৰু সেইবোৰৰ পৰিপূৰণকে বুজালেও ইংৰাজী ভাষাৰ 'ডিজায়াৰ্' আৰু 'পেশ্যন' শব্দ দুটাৰ দৰে 'কাম' শব্দৰ এটা যৌন তাৎপৰ্য জড়িত থাকে। সকলো বৈধ শাৰীৰিক সুখৰ ভিতৰত যৌন-সুখেই উত্তম বুলি তেতিয়া ধাৰণা কৰা হৈছিল।

হিন্দু ভাৰতৰ সাহিত্য-গ্ৰন্থবোৰ—সেইবোৰ ধৰ্মমূলক সাহিত্যই হওক বা সম্পূৰ্ণ ধৰ্মভাৱৰ লগত সম্বন্ধ নথকা বিষয়ৰ সাহিত্যই হওক—যৌনতা সম্বন্ধীয় নানা উল্লেখ আৰু বৰ্ণনা, যৌন প্ৰতীকবাদী প্ৰকাশভঙ্গীৰে ভৰা। কিছুমান অংশততো মুকলিকৈ কামোদ্দীপক বৰ্ণনাকে পোৱা যায়। মধ্যযুগৰ সাহিত্যত এনে প্ৰখৰ যৌনতা বহুগুণে

বৃদ্ধি পোৱা দেখা যায়। সেই সময়তে বিশ্বব্ৰহ্মাণ্ডৰ সৃষ্টিকৰ্ম মূলতঃ দেৱতা আৰু দেৱীৰ ঐশ্বৰিক মিলনসম্ভূত বুলি ধাৰণাৰ জন্ম হৈছিল আৰু মন্দিৰ-গাত্ৰত অতি ঘনিষ্ঠভাৱে আলিঙ্গনাবদ্ধ নৰ-নাৰীৰ মৈথুনৰত মূৰ্তি কটা হৈছিল। বহুতো ধৰ্মীয় সম্প্ৰদায়ে নিজৰ ধৰ্মানুষ্ঠানৰ অঙ্গ কৰি লৈছিল অনুগামীসকলৰ যৌন-সঙ্গম কাৰ্য—মোক্ষলাভৰ বাবে তেনে যৌন-ক্ৰীড়া বোলে শক্তিশালী সহায়ক আছিল। কিন্তু মধ্যযুগৰ শেহৰ ফালে যেনে মাত্ৰাতিৰিক্ত যৌনতা ধৰ্মাচাৰৰ মাজত সোমাই পৰিছিল সি ভাৰতীয় সমাজ জীৱনত সকলো যুগতে থকা তীব্ৰ যৌন সচেতনতা আৰু লিপ্সাৰে বহিঃপ্ৰকাশ আছিল মাথোন। যৌন-ক্ৰীড়াৰ যোগাত্মক দিশৰ ওপৰত ইমান গুৰুত্ব আৰোপ কৰা হৈছিল যে সি গৈ ধৰ্মীয় আচাৰৰ অন্তৰ্ভুক্ত হৈছিলগৈ। যেনে এজন স্বামীয়ে তেওঁৰ পত্নী প্ৰতিবাৰ ঋতুমতী বা ৰজস্বলা হোৱাৰ পাছৰ আঠ দিনৰ ভিতৰত এবাৰ সঙ্গমত লিপ্ত হোৱাটো আছিল ধৰ্মাচাৰৰ অন্তৰ্গত।

ভাৰতীয় চিন্তাবিদৰ স্বভাৱ হ'ল যি কোনো বস্তু, জীৱৰ লগতে যি কোনো ভাব, চিন্তা, দৰ্শন আৰু কৰ্মৰে শ্ৰেণী-বিভাজন কৰা। যদিও তেনেদৰে কৰা শ্ৰেণী-বিভাজনৰ পৰা কোনো পৰীক্ষামূলক বা বিশ্লেষণাত্মক বৈজ্ঞানিক চিন্তাৰ উদ্ভৱ হোৱা দেখা নগৈছিল, তথাপি তেনে শ্ৰেণী-বিভাজনৰ স্পৃহাৰ ফলতে বহুতো মানুহৰ বহুতো কৰ্ম আৰু ধ্যান-ধাৰণাৰ বিষয়ে গ্ৰন্থাদি ৰচিত হৈছিল। তেনে পণ্ডিতমন্যতাই অন্য বহু বিষয়ৰ লগতে যৌন-ক্ৰিয়াৰ বিষয়টোও সামৰি লৈছিল। এই যৌন বিষয়ক বহুতো গ্ৰন্থ পোৱা গৈছে। সেইবোৰৰ ভিতৰত আটাইতকৈ পুৰণি আৰু গুৰুত্বপূৰ্ণ গ্ৰন্থ হৈছে ঋষি বাৎস্যায়ন প্ৰণীত 'কামসূত্ৰ'। এই গ্ৰন্থ ৰচিত হৈছিল খ্ৰীষ্টাব্দ আৰম্ভ হোৱাৰ ঠিক পিছৰে কোনো শতিকাত সম্ভৱতঃ গুপ্ত যুগত। এই উল্লেখনীয় গ্ৰন্থত আশা কৰাভাৱেই পোৱা যায় কামকলাৰ বিভিন্ন কৌশলৰ বিশদ বৰ্ণনা, কামশক্তিবৰ্দ্ধক দৰব-জাতিৰ 'ফৰ্মুলা' আৰু বিবিধ কামোত্তেজক তন্ত্ৰ-মন্ত্ৰ, আদিদি আৰু প্ৰাচীন ভাৰতীয় লোকৰ জীৱন-ৰীতি সম্বন্ধে প্ৰচুৰ সংবাদ। এনে গ্ৰন্থৰ পাঠভাগৰ পৰা আৰু উচ্চ শ্ৰেণীৰ লোকৰ দ্বাৰা সমাদৃত সাহিত্য-গ্ৰন্থৰ অনেক খণ্ডৰ পাঠৰ পৰা আমি তেতিয়াৰ যুগৰ উচ্চ বৰ্গৰ মানুহৰ যৌন-জীৱন সম্বন্ধে অনেক কথা জানিব পাৰোঁ।

প্ৰাচীন ভাৰতত যৌনতাক অকল পুৰুষৰ জৈবিক প্ৰবৃত্তিৰ বহিঃপ্ৰকাশ বুলি গণ্য কৰা নহৈছিল। যৌন-ক্ৰিয়াই স্ত্ৰী-পুৰুষ উভয়ৰে পৰিতৃপ্তিৰ বাবে পৰস্পৰৰ মাজত মাৰ্জিত সম্বন্ধ স্থাপনহে বুজাইছিল। নানা কৃত্ৰিম চিন্তা-চৰ্চা আৰু আচাৰ-ব্যৱহাৰৰ মাজত বিলাসস্ফীত যিসকল নাগৰিকৰ উদ্দেশ্যে লিখা হৈছিল, সেইসকলকো উপদেশ দিছে যে সঙ্গমত কেৱল নিজৰ সুখ-আনন্দৰ কথাকে চিন্তা নকৰি নিজৰ সঙ্গিনীৰ যৌন-তৃপ্তিৰ কথাটো সমানে সতৰ্ক হ'ব লাগে। কাৰণ ভাৰ্যা বা সঙ্গিনীও সমানেই কামশীলা।

আচলতে কামিনীৰ কামতৃপ্তি পুৰুষতকৈ বহুত বেছি বুলিও অনেক যৌনতাত্ত্বিকে কৈছে। বিভিন্ন প্ৰকাৰৰ যৌন-ক্ৰীড়াৰ শ্ৰেণীবিভাগ কৰা হৈছে 'কামসূত্ৰ' গ্ৰন্থত। যেনে— অকল চুম্বনৰে বৰ্ণনা দিছে যোল্ল প্ৰকাৰৰ। যৌন-সঙ্গম পূৰ্ব-ক্ৰীড়া অতিশয় কোমলতাৰে মধুৰ হ'ব লাগে বুলি কামসূত্ৰত কোৱা হৈছে যদিও সঙ্গমৰ চূড়ান্ত মুহূৰ্তত দুয়ো ভয়ানক উত্তেজিত হৈ কামাক্ৰোশ সহকাৰে আলিঙ্গনাবদ্ধ হয়। ভাৰতীয় কাব্যত বিবাহিতেই হওক বা অবিবাহিতেই হওক প্ৰেমিক-প্ৰেমিকাই অতি ঘনিষ্ঠ বন্ধু-বান্ধৱীৰ আগত নিজৰ কাম-ক্ৰীড়াত হোৱা শৰীৰৰ নখাঘাত-দন্তাঘাত প্ৰদৰ্শন কৰাৰ অনেক বৰ্ণনা পোৱা যায়।

প্ৰাচীন ভাৰতৰ কামকলাৰ এনে বিস্তাৰিত চৰ্চাৰ সাক্ষ্য বহন কৰিছে ভাৰতীয় কলা আৰু সাহিত্যই। প্ৰাচীন ভাৰতৰ নাৰীৰ সৌন্দৰ্যৰ আদৰ্শ আছিল বেলেগ। গ্ৰীকসকলৰ নাৰী সৌন্দৰ্যৰ চানেকিত থকা বয়সস্থা মাতৃসুলভ সৌন্দৰ্যতকৈ সি বেলেগ। বেলেগ আছিল বৰ্তমান কালত ইউৰোপীয়-আমেৰিকান ৰুচিৰ বালকসুলভ দেহলতাৰে তন্বী তৰুণীৰ সৌন্দৰ্যতকৈও। নাৰীৰ সৌন্দৰ্যৰ ভাৰতীয় ধাৰণা আৰু মান এনে আছিল যে সুন্দৰী নাৰী হ'ব লাগিব ৰম্ভোৰু, নিতম্বিনী কিন্তু অতি মধ্যক্ষীণা আৰু গুৰুভাৰ স্তনবক্ষী—দেখাতেই অনঙ্গ-ৰঙ্গৰ বাবে উপযুক্ত কৰি কল্পিত ৰমণী মূৰ্তি। কবিকুলেও সদায় নিজৰ নায়িকাগণৰ দৈহিক সৌন্দৰ্য ভাববিলাসী ছন্দত নিৰাবৰণ ভাষাত বৰ্ণনা কৰি ভাল পায়। কিন্তু তেনেদৰে বৰ্ণনা কৰোঁতেও কিছুমান ৰীতিগত সংযম অৱলম্বন কৰিছিল তেওঁলোকে। যৌন-ক্ৰিয়াৰ আগৰ প্ৰাথমিক কামকেলিৰ বিশদ বৰ্ণনা কৰিয়ে স্মৃতিঘন শান্ত মুহূৰ্তত কৰিবলৈ ভাল পায়। কিন্তু সঙ্গমৰ চূড়ান্ত পৰ্যায়ৰ বৰ্ণনা দিয়াৰ পৰা বিৰত থাকে। তেনে সম্পূৰ্ণ বৰ্ণনা দিয়া দেখা গৈছিল বহু পিছৰ কালতহে আৰু প্ৰধানকৈ ভাৰতীয় আঞ্চলিক ভাষাবোৰৰ সাহিত্যত। ভাৰতৰ প্ৰাচীন সাহিত্যৰ মহান কবিসকলে অন্ততঃ কিছুমান কথা নোকোৱাকৈ এৰি দিছিল।

ভাৰতীয় যৌন-জীৱনৰ উত্তম দিশবোৰৰ অন্যতম হিছাপে কামসূত্ৰৰ পৰা তলৰ কথাখিনি উদ্ধৃত কৰিছোঁ—

"বিবাহৰ পিছত প্ৰথম তিনি ৰাতি স্বামী আৰু পত্নীয়ে মজিয়াত শয়ন কৰিব আৰু সঙ্গম কৰাৰ পৰা বিৰত থাকিব। .......তাৰ পিছৰ সাত দিন তেওঁলোকে সঙ্গীতমধুৰ পৰিবেশত স্নান কৰি সুন্দৰকৈ বেশ-ভূষা কৰিব, একেলগে ভোজন কৰিব, মান্যজনক শ্ৰদ্ধা জনাব আৰু যিসকলে তেওঁলোকৰ বিবাহোৎসৱত যোগ দিছিল সেইসকল লোকক শ্ৰদ্ধা-প্ৰীতি জ্ঞাপন কৰি কটাব। ..........দশম দিনা গধূলি স্বামীয়ে মধুৰ স্বৰেৰে পত্নীক সম্বোধন কৰিব......... যাতে তেওঁৰ মনত আত্মবিশ্বাস জাগে....... বাৎস্যায়নে কৈছে, পুৰুষজনে প্ৰথমতে যৌন-সংযোগ কৰাৰ পৰা বিৰত থকাই ভাল অন্ততঃ

যেতিয়ালৈকে তেওঁৰ কন্যাক সম্পূৰ্ণভাৱে নিজৰ প্ৰতি আকৰ্ষিত কৰি নৱবিবাহিতা পত্নীৰ মনৰ সংকোচ দূৰ কৰিব নোৱাৰে তেতিয়ালৈকে। কাৰণ স্বভাৱতে শান্তা নাৰীসকলে মৃদু আকৰ্ষণহে ভাল পায়। তাৰ পৰিবৰ্তে কোমলাঙ্গী কন্যাক তেওঁ স্বামীৰ লগত ভালদৰে পৰিচিত হোৱাৰ আগতেই যদি জোৰ কৰি সঙ্গমত লিপ্ত কৰোৱা হয় তেন্তে তেওঁৰ মনত যৌন-ক্ৰিয়াৰ প্ৰতি বিতৃষ্ণা জাগিব আৰু হয়তো সমস্ত পুৰুষ জাতিৰ প্ৰতিয়েই ঘৃণা উপজিব........নহ'লে তেওঁ হয়তো নিজৰ স্বামীকে বিশেষভাৱে ঘৃণা কৰিবলৈ ধৰি অন্য পুৰুষৰ প্ৰতি আকৰ্ষিতা হ'ব।"

বাৎস্যায়নে তাৰ পিছতে নৱবিবাহিতা পত্নীক কেনে ধৰণৰ কামকেলিৰ জৰিয়তে স্বামীয়ে নিজৰ প্ৰতি আকৰ্ষিত কৰিব লাগে তাৰ বিশদ বিৱৰণি দিছে, যি বিৱৰণিত অতি আধুনিক মনস্তত্ত্ববিদসকলেও নিশ্চয় অনুমোদন জনাব।

প্ৰাচীন ভাৰতৰ যৌন-জীৱন আছিল সাধাৰণতে বিপৰীতকামী। কিন্তু স্ত্ৰী-পুৰুষ উভয়ৰে সমকামিতাৰ কথাও সামান্যভাৱে পোৱা যায়। স্মৃতিশাস্ত্ৰবিলাকত সেইবোৰ নিন্দা কৰা হৈছে খুব কম কথাৰে। কামসূত্ৰত ওপৰে ওপৰে দুষাৰমান কৈছে সেই বিষয়ে। কোনো আগ্ৰহ দেখুৱা নাই। সাহিত্যত সেই বিষয় অৱজ্ঞা কৰা হৈছে। এই বিষয়ত প্ৰাচীন ভাৰতৰ দৃষ্টিভঙ্গী বিশ্বৰ বেছিভাগ প্ৰাচীন সভ্যতাত দেখা দৃষ্টিভঙ্গীতকৈ বেছি সুস্থ যেন লাগে। প্ৰাচীন সংস্কৃতিবোৰৰ আন এটা অপ্ৰিয় দিশ আছিল নপুংসকৰ ব্যৱহাৰ। ভাৰতত নপুংসক নথকা নহয়, কিন্তু ব্যৱহাৰ আছিল বিৰল। মানুহকে হওক বা জন্তুকে হওক খাহী কৰা প্ৰথাত অনুমোদন দিয়া হোৱা নাছিল প্ৰাচীন ভাৰতত। ৰজাৰ ৰাজঅন্তেষপুৰ বা হেৰেম পহৰা দিবলৈ নিযুক্ত কৰা হৈছিল বয়সস্থ পুৰুষ বা সশস্ত্ৰ নাৰীসৈন্য।

## বিবাহ-বিচ্ছেদ

পবিত্ৰ শাস্ত্ৰবিধি অনুযায়ী বৰ-কন্যাই সাত খোজ একেলগে কাঢ়ি সম্পন্ন কৰা বিবাহ-বন্ধন অচ্ছেদ্য। বিবাহ অনুষ্ঠান হৈ যোৱাৰ পিছত স্বামী-স্ত্ৰীৰ মাজত এবাৰো দৈহিক সম্পৰ্ক স্থাপিত নোহোৱাকৈ থাকিলেও শাস্ত্ৰৰ মতে বিবাহ বিবাহেই। তেনে পৰিস্থিতিতো বাতিল বুলি গণ্য নহয়। বিবাহ বিচ্ছেদ সম্পূৰ্ণ অসম্ভৱ কথা আছিল। ভ্ৰষ্টা পত্নীয়ে সৰহভাগ অধিকাৰকে হেৰুৱায়। তথাপি স্বামীজনে পত্নীক ভৰণ-পোষণৰ খৰচ বিচাৰিলে দিবই লাগিছিল। তেনে পত্নীক পুনৰ্বিবাহৰ অনুমতি দিয়া নহৈছিল। ব্যভিচাৰিণী পত্নীৰ ক্ষেত্ৰত স্মৃতিশাস্ত্ৰবোৰে বেলেগ বেলেগ বিধান দিছে। যদিহে কোনো পত্নীয়ে নিজতকৈ তলৰ কোনো মানুহৰে ব্যভিচাৰত লিপ্ত হয় তেনে তাইৰ

ভাগ্য অতি বেয়া হয়। মনুস্মৃতি আৰু আন আন কিছুমান শাস্ত্ৰত তেনে তিৰোতাক কুকুৰৰ হতুৱাই খুৱাবলৈ দিছে। কিন্তু যদি ব্যভিচাৰিণী স্ত্ৰীয়ে নিজতকৈ উচ্চ বৰ্ণৰ কোনো মানুহৰ লগত গুচি যায় তেন্তে তাইৰ ভাগ্য অলপ ভাল হয়। শাস্তি হিচাপে তেনে তিৰোতাই লেতেৰা কাপোৰ পিন্ধি মাটিত শুব লাগিব—খাবলৈও পাব কোনোমতে নমৰি জীয়াই থাকিব পৰাকৈহে। পিছৰবাৰ ঋতুমতী নোহোৱালৈকে তাই তেনেদৰেই থাকিব লাগিব। যদি হয় তেন্তে তাই নিজৰ স্বামীৰ শয্যাত আৰু সংসাৰত পূৰ্বৰ আসন পাব পাৰে।

যদিও ধৰ্মশাস্ত্ৰত বিবাহ-বিচ্ছেদৰ বাবে কোনো বিধান নাই 'অৰ্থশাস্ত্ৰ'ত কোৱা হৈছে যে প্ৰাচীন কালত তেনে হোৱা সম্ভৱ আছিল, বিশেষকৈ ধৰ্মীয় অনুষ্ঠান কৰি নপতা বিবাহবোৰৰ ক্ষেত্ৰত। এনে ক্ষেত্ৰত পৰস্পৰ বুজাবুজিৰে একেলগে সংসাৰ কৰাত দুয়োৰে ৰাহি নাহে বুলি বিবাহ-বিচ্ছেদ কৰিব পাৰে। কেতিয়াবা যদি এক পক্ষই আন পক্ষৰপৰা শাৰীৰিক বিপদ হ'ব বুলি আশংকা কৰে তেতিয়াও বিবাহ-বিচ্ছেদ ল'ব পাৰে। তেনে ক্ষেত্ৰত আন পক্ষৰ সম্মতি ব্যতিৰেকেও পাৰে। 'অৰ্থশাস্ত্ৰ'ই আনকি শাস্ত্ৰীয় মতে সম্পন্ন বিবাহতো বিবাহ-বিচ্ছেদ হ'ব পাৰে বুলি বিধান দিছে যদিহে স্বামীয়ে গৃহত্যাগ কৰি এবছৰৰ পৰা বাৰ বছৰ পৰ্যন্ত পত্নীক অকলশৰীয়া কৰি গুচি যায়। বৰ্ণভেদে আৰু পৰিস্থিতিভেদে কিমান দিন স্বামীৰ পৰা বিচ্ছিন্ন হৈ থাকিলে বিবাহ-বিচ্ছেদ হ'ব পাৰে সেইটো নিৰ্ণয় কৰা হয়। এই বিধানবোৰ কিন্তু পিছৰ যুগৰ স্মৃতিশাস্ত্ৰবোৰত নাই আৰু গুপ্তযুগত বোধ হয় এনেবোৰ বিধানৰ কথা মানুহে পাহৰিয়েই পেলাইছিল। কাৰণ সেই সময়ত উচ্চ বৰ্ণৰ মানুহৰ মাজত বিবাহ-বিচ্ছেদ নোহোৱা-নোপজা কথাৰ দৰে হৈ পৰিছিল। তলৰ বহুতো জাতৰ মানুহৰ মাজত বিবাহ-বিচ্ছেদৰ ৰীতি এতিয়াও প্ৰচলিত যেতিয়া প্ৰাচীন ভাৰততো বিবাহ-বিচ্ছেদ প্ৰথা নিশ্চয় তেনেদৰে প্ৰচলিত আছিল।

## বহু-বিবাহ প্ৰথা

বিশ্বৰ সকলো দেশৰে সাধাৰণ মানুহৰ দৰেই ভাৰতৰ সৰ্বসাধাৰণ মানুহো সাধাৰণতে আছিল একপত্নীক। কিন্তু 'ঋকবেদ'ৰ দিনতো বহু পত্নী বিবাহ নতুন কথা নাছিল। ৰজা আৰু গোষ্ঠীপতি শাসনকৰ্তাসকল প্ৰায় সকলোৱেই বহু পত্নী গ্ৰহণ কৰিছিল। তেনেকৈ ব্ৰাহ্মণসকলেও কৰিছিল আৰু তলৰ জাতৰ ধনী ধনী মানুহবোৰেও কৰিছিল।

প্ৰাচীন নীতিশাস্ত্ৰবিলাকত কিন্তু বহু পত্নী বিবাহত মুঠেই উদ্‌গনি দিয়া হোৱা

নাছিল। 'আপস্তম্ব' নামে এক ধৰ্মসূত্ৰৰ ২-৫-১১ স্থানত দৃঢ়তাৰে কোৱা হৈছে যে কোনো মানুহেই যদি তেওঁৰ পত্নী সজ্জ চৰিত্ৰৱতী আৰু তেওঁৰ পুত্ৰৰ মাতৃ হয় তেন্তে দ্বিতীয় পত্নী গ্ৰহণ কৰিব নোৱাৰে। তেনেকৈ পিছৰ যুগৰ 'নাৰদ স্মৃতি'ৰ ১-১৯০ স্থানতো কোৱা হৈছে যে বহু পত্নী গ্ৰহণকাৰী লোক আনকি বিচাৰালয়ত সাক্ষী দিয়াৰো লায়ক নহয়। 'অৰ্থশাস্ত্ৰ'ৰ ৩-২ স্থানতো অবাধ বহু পত্নী গ্ৰহণৰ বিৰুদ্ধে বহুত নিয়ম বান্ধি দিয়া আছে তাৰ ভিতৰত প্ৰথমা স্ত্ৰীক যথোচিত ক্ষতিপূৰণ দিয়া নিয়মো আছে; হিন্দু বিবাহৰ আদৰ্শ হৈছে—ৰামায়ণৰ নায়ক ৰাম আৰু তেওঁৰ সতীসাধ্বী পত্নী সীতা। কোনো সতিনী পত্নী আহি তেওঁলোক পৰস্পৰৰ মাজৰ প্ৰেম কাহানিও বিঘ্নিত কৰিব পৰা নাছিল। তথাপি বহু পত্নী বিবাহৰ বিষয়ে ইমান বেছি উল্লেখ পোৱা যায় যে সেইবোৰৰ পৰা ধাৰণা হয় সকলো জাতি-বৰ্ণ-সম্প্ৰদায়ৰ মানুহৰ মাজত যেয়ে খৰচ বহন কৰিব পাৰিছিল সেয়েই বহু পত্নী গ্ৰহণ কৰিছিল। সেইবাবে বহু পত্নী বিবাহ তুলনামূলকভাৱে সাধাৰণ ঘটনাৰ দৰেই আছিল।

এজন স্বামীয়ে তেওঁৰ সকলো পত্নীকে সমান ব্যৱহাৰ কৰিব লাগে বুলি কোৱা হৈছে। কিন্তু এই বিধি আইনৰ দ্বাৰাই বলবৎ কৰিব পৰা বিধৰ নহয়। আৰু সাধাৰণতে মনস্তাত্ত্বিক দিশৰ পৰাও অসম্ভৱ কাম। নিজৰ ঘৰ-সংসাৰৰ লগত এবাৰ নোৰৰাকৈ বান্ধ খাই থাকি প্ৰথমা পত্নীয়ে সতিনীৰ সুখ দেখি কপাল চপৰিয়াই থকাৰ বাহিৰে তেওঁৰ গত্যন্তৰ নাছিল। 'মহাভাৰত' মহাকাব্যতে আছে —

সৰ্বস্ব হেৰাল যাৰ আৰু যিজন পুত্ৰহাৰা হ'ল,
স্বামীহাৰা পত্নী আৰু ৰাজাদেশত বন্দী হোৱাজন,
নিঃসন্তান নাৰী আৰু পৃষ্ঠদেশত বাঘৰ নিশ্বাসৰ উষ্ণ বায়ু
অনুভৱ কৰিছে যিজনে। যি পত্নীৰ স্বামীয়ে অন্য স্ত্ৰীক
বিবাহ কৰিলে আৰু যিজনক মিছা সাক্ষী দি বিচাৰালয়ত
দণ্ডিত কৰা হ'ল—এই সকলোৰে দুখৰ পৰিমাণ একে।

ৰাজপ্ৰাসাদৰ পটভূমিত ৰচিত বহুতো নাটকত ৰজাৰ শেহতীয়া নৱপৰিণীতা প্ৰেয়সী পত্নীৰ অনুৰাগ দেখি ক্ষোভে-দুখে জৰ্জৰিতা ঈৰ্ষাপৰায়ণা জ্যেষ্ঠা ৰাণীৰ বিদ্বেষৰ কাহিনী পোৱা যায়। কিন্তু আটাইবোৰৰে মিলনাত্মক পৰিণতিহে হোৱাগৈ দেখা যায় যেতিয়া বৰৰাণীয়ে সৰুৰাণীক চেনেহৰ চকুৰে চাবলৈ ধৰে। বহু পত্নীক পৰিয়াল আটাইবোৰেই যে অসুখী আছিল তেনে কথা নহয়। বিশেষকৈ যদিহে প্ৰথমা পত্নীৰ নিজৰ পুত্ৰ সন্তান থাকে। কাৰণ তেওঁ জানে যে প্ৰথমা পত্নী হিচাপে প্ৰধান পত্নী অৰ্থাৎ মহাৰাণী তেওঁহে। পাৰিবাৰিক সকলো শাস্ত্ৰীয় যাগ-যজ্ঞ ক্ৰিয়া-কাণ্ডত স্বামীৰ কাষত বহিবলৈ অধিকাৰ আছে একমাত্ৰ তেওঁৰ।

যদিও বহু পত্নীবিবাহ হোৱাটোহে সাধাৰণ কথা আছিল সেই প্ৰথাৰ একেবাৰে বিপৰীত মেৰুত অৱস্থিত বহু পতিবিবাহো প্ৰাচীন ভাৰতত নাভূত-নাশ্ৰুত কথা নাছিল। তথাপি ভাৰতৰ সৰহভাগ প্ৰান্ততে সম্ভ্ৰান্ত শ্ৰেণীৰ সাধাৰণ লোকৰ বাবে তেনে বিবাহ অসম্ভৱ আছিল। বৃহস্পতি স্মৃতিত কৈছে—"ভ্ৰাতৃয়ে নিজৰ ভ্ৰাতৃৰ পত্নীক গ্ৰহণ কৰা মহাপাপ। অৱশ্যে কোনো কোনো দেশত এজনী ছোৱালী পৰিয়ালৰ আটাইবোৰ ল'ৰাৰ বাবেই বিয়া কৰাই অনাৰ কথা জনা যায়।" ভাৰতত বহু পতিবিবাহৰ দৃষ্টান্ত হিচাপে ধ্ৰুপদী কাহিনী আছে একমাত্ৰ মহাভাৰতত। তাত পাণ্ডৱৰ পাঁচ ভায়ে উমৈহতীয়া পত্নী হিচাপে দ্ৰৌপদীক বিবাহ কৰোৱাৰ কথা পোৱা যায়। এনে স্বভাৱ-বহির্ভূত বৈবাহিক সম্বন্ধৰ ন্যায্যতা প্ৰতিপন্ন কৰিবলৈ গৈ মহাভাৰতৰ ন্যায়নীতিবিদসকল হাবাথুৰি খাব লগা হৈছিল যদিও পাৰ্বত্য অঞ্চলত বাস কৰা মঙ্গোলীয় জনগোষ্ঠীবিলাকৰ মাজত আৰু দাক্ষিণাত্যৰ কিছুমান তল জাতৰ মানুহৰ মাজত এই প্ৰথা এতিয়াও আছে। ভাৰতীয় সাহিত্যৰ আন আন ঠাইতো বহু পতি বিবাহৰ উল্লেখ দুই-এটা পোৱা যায়।

তুলনামূলকভাৱে একেবাৰে আধুনিক কাললৈকে মালাবাৰ উপকূলৰ নায়াৰ লোকসকলৰ মাজত এটা প্ৰথা প্ৰচলিত আছিল। সেই প্ৰথা যে দূৰ অতীতৰ তেনে ধৰণৰ কোনো প্ৰথাৰে চিহ্নবাহী সেই বিষয়ে কোনো সন্দেহ নাই। কিন্তু সেই প্ৰথা হিমালয়ৰ পাৰ্বত্য ভূমিত বাস কৰা জনগোষ্ঠীবিলাকৰ মাজত প্ৰচলিত দলবদ্ধ বিবাহ প্ৰথাৰ লগত নিমিলে। স্থানীয় মাতৃতান্ত্ৰিক সমাজৰ মাতৃৰ সূত্ৰে নিয়ন্ত্ৰিত পৰিয়াল প্ৰথাৰ লগতহে তাৰ সম্বন্ধ আছে। সেই প্ৰথা মতে এজন মানুহক পইছা-পাতি দি দৰা পতা হয়। এজনী ছোৱালীক আৰ্য শাস্ত্ৰীয় বিধি মতে সেই দৰালৈ বিবাহ দিয়া হয়। সেই বিবাহত দৰাৰ লগত কোনো কন্যাৰ কোনো দৈহিক মিলন নহয়। সাধাৰণতে বিয়াৰ পিছত কোনোকালে বিবাহ কৰোৱাজনৰ লগত তাইৰ দেখা-সাক্ষাতেই লগ নহয়। কন্যা নিজৰ পৰিয়ালৰ ঘৰতে থাকি যায়। কিন্তু তাইৰ যে বিবাহ হ'ল সেই কথা প্ৰচাৰ কৰা হয়। সেই কথা জনাজনি হ'লে ওচৰ-পাজৰৰ যোগ্য প্ৰাৰ্থীয়ে সেই কন্যাৰ লগত সম্বন্ধ স্থাপনৰ চেষ্টা কৰে। সেইবোৰৰ মাজৰ পৰাহে তাই নিজৰ প্ৰকৃত স্বামী নিৰ্বাচন কৰে। সাধাৰণতে তেনেদৰে নিৰ্বাচিত জন হয় এজন নাম্বুদিৰি ব্ৰাহ্মণ। তেনেদৰে স্বামী নিৰ্বাচন কৰোঁতে কোনো উৎসৱাদি পালন কৰা নহয়। সেই মিলনৰ ফলত জন্ম হোৱা সন্তান-সন্ততিৰ মাকৰ নামেৰেহে নাম হয় আৰু সম্পত্তিৰ উত্তৰাধিকাৰো মাকৰ সূত্ৰেৰেহে হয় যদিও পৰিয়ালৰ সবাতোকৈ বয়সস্থ পুৰুষ সদস্যজনেই মুৰব্বীৰ ভূমিকাত থাকে। স্বামীজনৰ পত্নীৰ পৰিয়ালৰ ওপৰত কোনো অধিকাৰেই নেথাকে। নিজৰ ল'ৰা-ছোৱালীৰ বিষয়তো তেওঁ বেছি আগ্ৰহ নেদেখুৱাব পাৰে। সিহঁতৰ বেছি যত্ন লয় মোমায়েকেহে। আনকি মাতৃগৰাকীয়ে নিজৰ স্বামীক ত্যাগ কৰি তেওঁৰ ঠাইত অন্য

প্ৰাৰ্থীও গ্ৰহণ কৰিব পাৰে। কিন্তু তেনে কৰিলেও তেনে নতুন স্বামীৰ লগত হুলি-গলি কৰিলে সমাজে ভাল চকুৰে নেচায়। মালাবাৰত প্ৰচলিত মৰুমক্কটায়ম পদ্ধতিত মাতৃতান্ত্ৰিক সমাজৰ যিবোৰ বিচিত্ৰ সম্বন্ধ দেখা যায় সেইবোৰ সকলো নীতিশাস্ত্ৰৰ দ্বাৰা অনুমোদিত নহয়।

পুত্ৰ লাভৰ আকাঙ্ক্ষাত এজন মানুহে নিজৰ চৰিত্ৰ অটুট ৰাখিও দ্বিতীয়া পত্নীৰ পাণি-গ্ৰহণ কৰিব পাৰে যদিহে তেওঁৰ প্ৰথমা পত্নী বন্ধ্যা হয়। সন্তান লাভৰ তাগিদাত সেই পুনঃ পুনঃ বিবাহৰ প্ৰক্ৰিয়া অনিৰ্দিষ্ট কাললৈ চলি থাকে। এনে পৰিস্থিতিত বহু পত্নী গ্ৰহণ ধৰ্মীয় কৰ্তব্য হৈ পৰেগৈ। আনহাতে যদিহে স্বামী নিজেই সন্তানহীনতাৰ কাৰণ বুলি প্ৰমাণিত হয় তেন্তে তেওঁ অন্য উপায়ৰ সন্ধান কৰিব লগাত পৰে। সকলো ব্যৱস্থা নিষ্ফল হ'লে শেহান্তৰত নিজৰে এজন অতি নিকট সম্বন্ধীয় লোকক— পৰাপক্ষত নিজৰ ভ্ৰাতৃ, তেওঁৰ হৈ স্বীয় পত্নীৰ গৰ্ভত সন্তান উৎপাদনৰ বাবে নিযুক্ত কৰে। মহাকাব্য আৰু অন্যান্য গ্ৰন্থত এনে ধৰণৰ বহুত কাহিনী পোৱা যায়। সেইবোৰৰ পৰা জানিব পাৰি যে যশস্বী, ধৰ্মপৰায়ণ তপস্বী, ব্ৰাহ্মণাদি লোককহে এনে কাৰ্যৰ বাবে সাধাৰণতে আহ্বান কৰা হৈছিল। বৰ্তমান যুগতো এনে পন্থা মাজে সময়ে অৱলম্বন কৰা হয় বুলিও শুনা যায়।

একে ধৰণে যদি স্বামীৰ অপুত্ৰক অৱস্থাতে মৃত্যু ঘটে তেন্তে মৃতকৰ ভ্ৰাতৃয়ে তেওঁৰ হৈ সন্তান উৎপাদন কৰিব পাৰে। ইয়াকে নিয়োগ প্ৰথা বুলি কোৱা হয়। এই নিয়োগ বা লেভিৰেট্ প্ৰথা প্ৰাচীন বহুতো সমাজতে জনাজাত আছিল। প্ৰাচীন ভাৰতীয় বিধিশাস্ত্ৰতো এই প্ৰথাৰ সঘন উল্লেখ পোৱা যায়। খ্ৰীষ্টাব্দ আৰম্ভ হোৱাৰ আগতেই কিন্তু এই প্ৰথাৰ সামৰণি পৰিবলৈ ধৰিছিল আৰু মধ্যযুগৰ স্মৃতিকাৰবিলাকে এই প্ৰথা কলিবৰ্জ্য বুলি ঘোষণা কৰি তাক নিষিদ্ধ কৰিছিল।

## বাৰ্দ্ধক্য আৰু মৃত্যু

শাস্ত্ৰৰ পবিত্ৰ বিধিৰ আক্ষৰিক অৰ্থ মতে যেতিয়া কোনো গৃহস্থৰ চুলি পকে আৰু তেওঁ নাতি-পুতিৰ মুখ দেখে তেতিয়াই তেওঁ বানপ্ৰস্থী হৈ বনলৈ গমন কৰি আশ্ৰমবাসী হ'বগৈ লাগে। যাওঁতে তেওঁৰ পত্নীক পুত্ৰ-কন্যাইতৰ দায়িত্বত এৰিও যাব পাৰে বা লগতে বনলৈও লৈ যাব পাৰে। বনত কুটীৰ এটা সাজি বাস কৰিব লাগে। ওচৰৰ গাঁৱত ভিক্ষা কৰি বা বনৰ পৰাই সংগৃহীত ফল-মূল খাই জীৱন ধাৰণ কৰিব লাগে। সেই কালছোৱাত তেওঁ নিয়মিতভাৱে নিজৰ ঘৰৰ হোমৰ জুইত আৰ্যজনোচিত নিত্যপূজা কৰি আহুতি দিব লাগে আৰু সাংসাৰিক মায়া-মোহৰ পৰা নিজৰ মনক মুক্ত

কৰিবলৈ উপনিষদ অধ্যয়ন কৰিব লাগে। তাৰ বাহিৰেও ইচ্ছা কৰিলে তেওঁ আৰু অনেক প্ৰকাৰ কৃচ্ছ্ৰসাধন ব্ৰত গ্ৰহণ কৰিব পাৰে। যেনে, 'মনুস্মৃতি'ত দিহা দিয়াৰ দৰে (৬-২৩)— "গ্ৰীষ্মকালত তেওঁ পাঁচকুৰা জুই জ্বলাই বহিবলৈ অভ্যাস কৰিব লাগে। বৰ্ষা ঋতুত মুকলি আকাশৰ তলত থাকিব লাগে আৰু শীতকালত তিতা কাপোৰ পিন্ধিব লাগে। সেইদৰে তেওঁ কৃচ্ছ্ৰসাধন ব্ৰত পালন কৰিব লাগে।" বনবাসী তপস্বীৰ বানপ্ৰস্থাশ্ৰম তেনে ধৰণৰ জীৱন।

মৃত্যুৰ আগতে আৰু এটা মানসিক স্তৰ অতিক্ৰম কৰিবলগীয়া থাকে। যেতিয়া জীৱন আৰু জগতৰ প্ৰতি সকলো মায়া-মোহৰ অন্ত হয়, তেতিয়া বানপ্ৰস্থী তপস্বীয়ে বনৰ মাজৰ সেই কুটীৰো ত্যাগ কৰিব লাগে। তেতিয়া তেওঁ পূজা-অৰ্চনা হোম-যজ্ঞ আৰু একো কৰিব নেলাগে। হাতত এডাল দণ্ড, এটা ভিক্ষাৰ পাত্ৰ আৰু ফটা-ছিটা কাপোৰ পিন্ধি তেওঁ সন্ন্যাসী হৈ গৃহহীন ভ্ৰমক হৈ বাহিৰ হৈ গুচি যাব। 'মনুস্মৃতি'ৰ ৬-৪৫ স্থানত সেই অৱস্থাৰ বৰ্ণনা দিছে এইদৰে—

"তেওঁ মৰিবলৈও নিবিচাৰে, জীয়াই থাকিবলৈও আশা নকৰে।
মাত্ৰ ভৃত্যই মজুৰি পাবলৈ ৰোৱাৰ দৰে নিৰ্দিষ্ট সময়লৈ বাট চায়।
তেওঁ ক্ৰোধীজনৰ প্ৰতিও ক্ৰোধ প্ৰকাশ নকৰে।
তেওঁক অভিশাপ দিয়াজনকো আশীৰ্বাদেই দিব।
কোনো ধৰণৰ অসত্য ভাষণ ক'তো নিদিব।
তেওঁ ধীৰ-শান্তভাৱে সংসাৰ তিয়াগী হৈ
সকলো ঐহিক সুখৰ বাঞ্ছা ত্যাগ কৰিব।
তেওঁ ভোগ কৰিব মাথোন আধ্যাত্মিক আনন্দ
তেওঁৰ বন্ধু আৰু সহায় কৰোঁতাও একমাত্ৰ তেৱেঁই
অনন্ত আনন্দপ্ৰয়াসী হৈ যিমান দিন প্ৰয়োজন হয়
সিমান দিনলৈ মাত্ৰ জীয়াই থাকিব।"

অৱশ্যে আমি বুজিব লাগিব যে অতি কম সংখ্যক বৃদ্ধ মানুহেহে মোক্ষলাভৰ এনে কঠোৰ পথ বাছি লৈছিল। সৰ্বসাধাৰণ মানুহে গাৰ্হস্থ্যাশ্ৰমতে সন্তুষ্ট থাকিছিল। চিৰজীৱন এজন নিষ্ঠাবান আৰ্যৰ বাবে বিহিত শাস্ত্ৰীয় কৰ্ম যথাযথভাৱে পালন কৰি আৰু আৰ্য সমাজৰ ৰীতিমতে চলি এজন গৃহস্থই আশা কৰিছিল যে পুত্ৰ-পৰিজন পৰিবেষ্টিত হৈ সংসাৰ কৰাৰ পিছত তেওঁৰ মৃত্যু হ'লে তেওঁ স্বৰ্গবাসী হ'বই। নিজৰ পুণ্যফল শেষ নোহোৱালৈকে স্বৰ্গবাস কৰি পুনৰ পৃথিৱীলৈ আহি সৎকুলত জন্ম গ্ৰহণ কৰিব। সাধাৰণ আৰ্যৰ এনে মনোভাৱ হ'লেও সংসাৰ ত্যাগ কৰি বানপ্ৰস্থী হোৱা বৃদ্ধৰ সংখ্যাও বহুত আছিল। তাৰ উপৰি পৰিয়ালৰ প্ৰাপ্তবয়স্ক আৰু বিবাহিত পুত্ৰগণৰ

পাৰিবাৰিক সম্পত্তিৰ ওপৰত অধিকাৰ লাভৰ স্পৃহায়ো বৃদ্ধ পিতৃজনাৰ বানপ্ৰস্থী হোৱাত উৎসাহ যোগাইছিল। আনকি বৰ্তমান কালতো এজন বৃদ্ধই প্ৰাচীন ঋষি-মুনিসকলে নিৰ্ধাৰিত কৰি দিয়া সংসাৰ ত্যাগৰ এই পথ গ্ৰহণ কৰা দৃশ্য একো নতুন কথা নহয়। মাত্ৰ এতিয়াৰ সেই বানপ্ৰস্থী তপস্বী থাকে নিজৰ বাৰীৰ চুকৰে এটা সৰু ঘৰত বা নিজৰ পুৰণি ঘৰৰ এটা অকলশৰীয়া কোঠাত।

পৰম্পৰাগতভাৱেই জন্মত যেনেকৈ অশৌচ পালন কৰিব লাগে তেনেকৈ মৃত্যু হ'লেও অশৌচ পালন কৰে। জন্মতো মানুহ অশুচি হয়। মৃত্যুতো অশুচি। বিশ্বৰ প্ৰায় সকলো প্ৰাচীন জাতিৰ লোকেই মৃতদেহ চুবলৈ ভয় কৰিছিল। ভাৰতো তাৰ ব্যতিক্ৰম নহয়। মৃতাশৌচ অৰ্থাৎ মৃতলোক অশুচি সংস্কাৰৰ মূল আছিল নিঃসন্দেহে আদিযুগৰ ভূত-পিশাচৰ ওপৰত থকা বিশ্বাসৰ লগত যুক্ত। কিন্তু সেই সংস্কাৰ পিছৰ যুগৰ উন্নত ভাৰতীয় ধ্ৰুপদী সভ্যতাতো বৈ গ'ল—কোনো দিনে সেই সংস্কাৰৰ মূল বিশ্লেষণ কৰা নহ'ল। শাস্ত্ৰৰ বিধান মতে, মৃতকৰ শোকসন্তপ্ত পৰিয়ালৰ সদস্যসকলে বাহিৰা মানুহক চুব নোৱাৰিব। খোৱা-বোৱাতো বহুত বাধা-নিষেধ মানি নিৰ্দিষ্ট কিছুমান খাদ্যহে খাব পাৰিব। শুব লাগিব মাটিত। সেই কেইদিনত ডাঢ়ি-চুলি খুৰোৱা, পূজা-পাতল কৰা নিষিদ্ধ। চণ্ডালবিলাকৰ কাম আছিল মৃতদেহ কাপোৰেৰে ঢাকি চাঙীত তুলি দাহ কৰিবলৈ শ্মশানলৈ লৈ যোৱা। সেইবাবেই চণ্ডালবোৰ আটাইতকৈ অশুচি, অকল্যাণকৰ আৰু নীচতকৈও নীচ জাতৰ লোক বুলি গণ্য হৈছিল।

মানুহৰ জীৱনত শাস্ত্ৰবিধিমতে পালনীয় সকলো সংস্কাৰ কৰ্মৰ সৰ্বশেষটো হৈছে অন্ত্যেষ্টি-ক্ৰিয়া। মৃতদেহ সংস্কাৰৰ পুৰণি জনপ্ৰিয় আৰ্যপ্ৰথা অনুসৰি মৃত্যুৰ পিছত যিমান পাৰি সোনকালে শ্মশানলৈ মৃতদেহ কঢ়িয়াই লৈ যাব লাগে। মৃতদেহৰ পিছত যাব সকলো পৰিয়াল-পৰিজন আৰু শোকসন্তপ্ত লোক। সেইসকলৰ সকলোৰে আগত যাব পৰিয়ালৰ আটাইতকৈ বয়সস্থজন। পবিত্ৰ মন্ত্ৰোচ্চাৰণৰ পিছত মৃতদেহ চিতাত দাহ কৰোঁতে সকলোৱে চিতা প্ৰদক্ষিণ কৰে। কিন্তু প্ৰদক্ষিণ কৰোতে কল্যাণসূচকভাৱে সোঁপাকে নুঘূৰে। ঘূৰে বাওঁপাকে। ঘড়ীৰ কাঁটা ঘূৰাৰ বিপৰীত দিশে। তাৰ পিছত কাষৰীয়া কোনো নদী, হ্ৰদ, পুষ্কৰিণীত স্নান কৰি ঘৰলৈ ঘূৰি আহে। ঘূৰি আহোঁতে সকলোতকৈ আগত পৰিয়ালৰ কনিষ্ঠতম সদস্য অহাৰ নিয়ম। দাহ কৰাৰ তৃতীয় দিনা মৃতকৰ আধা পোৰা অস্থিবোৰ সংগ্ৰহ কৰি নদীত—পৰাপক্ষত গঙ্গা নদীত—নিক্ষেপ কৰে। মৃতদেহ সংস্কাৰৰ পিছৰ দহ দিন মৃতকৰ উদ্দেশ্যে দুগ্ধপাত্ৰ-পিণ্ডসহ জলাঞ্জলি প্ৰত্যেক দিনেই দিয়া হয়। সাধাৰণ বিশ্বাস মতে, মৃত্যুৰ পিছতে মানুহৰ আত্মাৰ দুঃখময় প্ৰেতাৱস্থা প্ৰাপ্তি হয়। প্ৰেত হৈ থাকোঁতে সেই আত্মাই পিতৃলোকলৈও যাব নোৱাৰে, নতুনকৈ জনম ল'বগেও নোৱাৰে। সেই সময়ত জীয়াই থকা আত্মীয়-স্বজনৰ অনিষ্ট

কৰিবহে পাৰে। দহ দিনৰ অন্তত শেষৰ বাৰৰ বাবে পিণ্ডদান কৰি তৰ্পণ কৰিলে অন্ত্যেষ্টি-ক্রিয়াৰ সমাপ্তি ঘটে। লগে লগে সমাপ্তি ঘটে মৃতকৰ প্ৰেতাৱস্থাৰো। তেতিয়া প্ৰেতে সূক্ষ্ম শৰীৰ ধাৰণ কৰি পৰলোকলৈ যাত্ৰা কৰে। এই জগতত নির্দিষ্ট সময়ৰ মূৰে মূৰে শ্ৰাদ্ধ-পিণ্ডাদিৰে পৰলোকগত সেই আত্মাৰ পুষ্টিসাধন কৰি থকা হয়। দহ দিনৰ অন্তত শোকসন্তপ্ত পৰিয়ালবৰ্গও শুচি হৈ পুনৰ স্বাভাৱিক জীৱনযাত্রা আৰম্ভ কৰিব পৰা হয়।

অন্ত্যেষ্টি-ক্রিয়াৰ এই পদ্ধতি আছিল প্ৰাচীন ভাৰতৰ উচ্চবৰ্ণৰ মানুহৰ মাজত। বৰ্তমানৰ হিন্দু ধৰ্মীয় অন্ত্যেষ্টি-ক্রিয়াৰ লগত তাৰ বেছি পাৰ্থক্য নাই। প্ৰাচীন ভাৰতত আৰু আন আন ধৰণৰ অন্ত্যেষ্টি-ক্রিয়াৰ পদ্ধতিৰো প্ৰচলন আছিল। হৰপ্পাৰ মানুহে মৃতকক সমাধি দিছিল। আদিকালৰ আৰ্যসকলে খৰি দিয়াৰ পিছত মৃতকৰ অৰ্ধদগ্ধ অস্থিৰ অৱশিষ্ট সংগ্ৰহ কৰি নদীত নিক্ষেপ কৰাৰ সলনি মাটিত প্ৰোথিত কৰাৰ নিয়মহে আছিল। যদি সেই অস্থি কোনো মান্যৱন্ত লোকৰ হয় তেন্তে তাৰ ওপৰত মাটিৰ ডাঙৰ টিপ এটা কৰিছিল চিন হিচাপে। সৰু সৰু ল'ৰা-ছোৱালীৰ মৃতদেহৰ কোনো অশৌচ নেথাকে। শিশু-বালক-বালিকাক আৰ্যসমাজৰ পূৰ্ণ পৰ্যায়ৰ সদস্য বুলি ধৰাই নহয়, সেইবাবে সেইবোৰ মৃতদেহ তেতিয়াৰ দিনতো আৰু বৰ্তমানো সমাধি দিয়াই নিয়ম। ঋষি-মুনি, সন্ন্যাসী আদিৰ দেহো সমাধিস্থহে কৰা হয়। দাক্ষিণাত্যত কিছুমান তল জাতৰ মানুহো মৰিলে সমাধি দিয়াৰহে নিয়ম। এই ধৰণৰ নিয়মবোৰ নিশ্চয় প্ৰাচীন কালৰে পৰাই চলি আহিছে। সৰহভাগ সাহিত্য-গ্ৰন্থতে শ্মশানৰ বৰ্ণনা কৰোঁতে মৃতদেহ অগ্নিসংস্কাৰ কৰা স্থানৰ সলনি গেলা-পচা মৰা-শৰে ভৰা কুকুৰে-শগুণে টনাটনি কৰা কদৰ্য স্থান হিচাপেহে দেখুৱা হৈছে। বেছিভাগ প্ৰাচীন গ্ৰন্থতে শ্মশানৰ তেনে বৰ্ণনা থকাৰ পৰা ধাৰণা হয় যে প্ৰাচীন ভাৰতত বহুত মানুহেই মৃতদেহ দাহ কৰাৰ সলনি পাৰ্চী জৰথুষ্ট্ৰৰ ধৰ্মৰ লোকৰ দৰে বনৰীয়া জীৱ-জন্তুৰ ভোজৰ বাবে মৃতদেহ মাথোন এৰি থৈ গুচিহে গৈছিল। নিঃসন্দেহে অৰ্থনৈতিক কাৰণতো তেনে কৰিবলৈ বাধ্য হৈছিল সাধাৰণ মানুহ। বিশেষকৈ দেশৰ যিবোৰ অঞ্চলত কাঠ-খৰিৰ বিশেষ অভাৱ তেনে ঠাইত আন উপায় নাছিল। বৰ্তমান কালতো বহুত দৰিদ্ৰ ভাৰতীয়ই সৰু নামমাত্ৰ এখন চিতাত সম্পূৰ্ণকৈ দগ্ধ নোহোৱা মৃতদেহেৰেই দাহকাৰ্য কৰি সন্তুষ্ট থাকিব লগা হয়।

## নাৰীসকল

সৰহভাগ স্মৃতিকাৰৰ মতেই নাৰী সদায় নাবালিকা। বাল্যাৱস্থাত নাৰী সদায় পিতৃ-মাতৃৰ অভিভাৱকত্বত থাকিব, প্ৰাপ্তবয়স্কা হ'লে নিজৰ স্বামীৰ অধীনত আৰু

বিধৱা হ'লে নিজৰ পুত্ৰসকলৰ তদাৰকত। আনকি পৰম উদাৰ বৌদ্ধধৰ্মতে এগৰাকী প্ৰবীণা বয়সস্থা ভিক্ষুণীও সদায় কনিষ্ঠতম নবীন ভিক্ষু এজনতকৈ মৰ্যাদাত হীন স্থানৰ। প্ৰত্যেক স্মৃতিশাস্ত্ৰত এগৰাকী নাৰীৰ সামাজিক আৰু বিধিগত অৱস্থান তেওঁ যি বৰ্ণৰে নহওক কিয়— শূদ্ৰৰহে সমান বুলি ধৰা হয়।

সৰহভাগ স্মৃতিকাৰেই নাৰীক কিছুমান ব্যক্তিগত সম্পত্তিৰ ওপৰত অধিকাৰ দিছে। সেইবোৰৰ ভিতৰত অন্তৰ্ভুক্ত হৈছে আ-অলংকাৰ আৰু বস্ত্ৰ—যিবোৰক 'স্ত্ৰীধন' বোলা হয়। 'অৰ্থশাস্ত্ৰ'ত (৩-২) পত্নীয়ে ২০০০ পণলৈকে ধন নিজৰ বুলি ৰাখিব পাৰে বুলি কৈছে। সেই অঙ্কৰ ওপৰত ধন থাকিলে পত্নীৰ হৈ তাৰ গৰাকী হ'ব স্বামীহে। স্ত্ৰীধনৰ ওপৰত স্বামীৰো কিছুমান অধিকাৰ আছে। অতিশয় অৰ্থসংকটত পৰিলে স্বামীয়ে সেইবোৰ বেচিবও পাৰে। পত্নীয়ে যাকে তাকে দি দিব খুজিলে বাধাও দিব পাৰে। কিন্তু সেইবোৰৰ আচল মালিক আছিল পত্নীয়েই আৰু তেওঁৰ মৃত্যুৰ পিছত সেইবোৰৰ গৰাকী তেওঁৰ স্বামীও নহয়, পুত্ৰসকলো নহয়—সেইবোৰৰ উত্তৰাধিকাৰিণী হ'ব পাৰে তেওঁৰ দুহিতাসকলহে। সেইফালৰ পৰা চাবলৈ গ'লে যদিও ভাৰতীয় নাৰীৰ সম্পত্তিৰ ওপৰত অধিকাৰ সীমিত আছিল তথাপি আন বহু সভ্যতাত স্বীকৃত নাৰীৰ সম্পত্তিৰ ওপৰত অধিকাৰতকৈ সি বহুত বেছি আছিল। দৰাচলতে কোনো কোনো সময়ত নাৰীয়ে নিয়ম মতে 'স্ত্ৰীধন' বুলিলে যিমানখিনি বুজায় তাতকৈ বহু বেছি সম্পত্তিৰ অধিকাৰ ভোগ কৰিছিল। জৈন এক বৃত্তান্তত এনে এক কুমাৰণীৰ কথা পঢ়িবলৈ পোৱা যায় যাৰ শ্ৰাৱস্তী নগৰত এশখন কুমাৰৰ চাক থকা বিশাল এক মৃৎশিল্পৰ উদ্যোগ আছিল। তেওঁৰ সামাজিক মৰ্যাদা কি আছিল সেই বিষয়ে কোনো উল্লেখ পোৱা নেযায়। খুব সম্ভৱ, সেই নাৰী বিধৱা আছিল। কাৰণ কিছুমান স্মৃতিৰ মতে পুত্ৰহীনা বিধৱা স্বামীৰ সম্পত্তিৰ উত্তৰাধিকাৰিণী হ'ব পাৰে বুলি কিছুমান স্মৃতিকাৰে স্বীকাৰ কৰিছিল। যি কোনো সময়তে নাৰীয়ে ধৰ্ম-কৰ্মত নিযুক্তা হৈ থাকিব পাৰিছিল। অৱশ্যে নাৰীক পুৰোহিতৰ কাম কৰিবলৈ অধিকাৰ দিয়া নহৈছিল। কেইটামান বৈদিক স্তোত্ৰত মহিলা-ঋষিৰ কথা উল্লেখ কৰা হৈছে। বৌদ্ধ ধৰ্মৰ অসংখ্য শাস্ত্ৰৰ মাজত বৌদ্ধ ভিক্ষুণীসকলে ৰচনা কৰা গীতৰ বিশাল এক সংকলনেই আছে, যিবোৰ 'থেৰীগাথা' নামে জনাজাত আৰু কাব্যিক গুণতো অনুপম। বৃহদাৰণ্যক উপনিষদত বিদুষী মহিলা গাৰ্গী বাচকনবীৰ কথা পঢ়িবলৈ পোৱা যায়। ঋষি যাজ্ঞবল্ক্যৰ লগত আলোচনাত প্ৰবৃত্ত হওঁতে গাৰ্গীয়ে এনে পাণ্ডিত্যপূৰ্ণ প্ৰশ্ন কৰিছিল যে ঋষি বিমোৰত পৰি এবাৰ ধেমালি কৰি ক'বলগীয়া হৈছিল, "গাৰ্গী, ইমান প্ৰশ্ন নকৰিবা নহ'লে তোমাৰ মূৰেই সৰি পৰিবগৈ।" কোনো কোনো ঠাইত মহিলা শিষ্যাই গুৰুৰ কাষত বহি বিদ্যা অৰ্জন কৰি—বেদৰ অংশবিশেষৰ ওপৰত বিশেষ ব্যুৎপত্তি লাভ কৰা

কথাৰ উল্লেখ পোৱা যায়। পিছৰ যুগত স্মৃতিশাস্ত্ৰবোৰ ৰচিত হ'লত খ্ৰীষ্টাব্দ আৰম্ভ হোৱাৰ সময়ত বেদজ্ঞান মহিলাৰ বাবে নিষিদ্ধ কৰা হ'ল। তথাপি বিভিন্ন সম্প্ৰদায়ত মহিলাৰ বেদাধ্যয়ন চলি আছিল। মধ্যযুগৰ তান্ত্ৰিক পন্থাবোৰে দেৱীপূজা কৰিছিল। তেওঁলোকৰ ধৰ্মপন্থাত মহিলাই বিশিষ্ট স্থান পাইছিল আৰু নাৰী সন্ন্যাসিনী-তপস্বিনী আদিৰ সৃষ্টি হৈছিল।

সাধাৰণতে নাৰীক কিন্তু ধৰ্মীয় জীৱন বা সন্ন্যাস ব্ৰত ল'বলৈ উৎসাহ যোগোৱা নহৈছিল। নাৰীৰ জীৱনৰ প্ৰধান লক্ষ্য আছিল বিবাহ কৰি— স্বামী-পুত্ৰ-কন্যাৰ যত্ন লোৱা। কিন্তু উচ্চ শ্ৰেণীৰ নাৰীসকল শিক্ষিতা আছিল যেন দেখা যায়। সংস্কৃত নাটক আৰু কবিতাৰ অনেক ৰচনা মহিলাৰ দ্বাৰা ৰচিত বুলি উল্লিখিত হৈছে আৰু তেনে ৰচনাৰ কিছুমান অংশ পোৱাও গৈছে। তামিল ভাষাত প্ৰাচীন যুগৰ মহিলা কবি অভ্যয়াৰ বিৰচিত কাব্যবোৰ অতি উচ্চমানৰ। পুৰণি কালৰ চোলবংশীয় ৰজা কৰিকালনৰ ভেন্নিৰ যুদ্ধত জয়লাভৰ বৃত্তান্ত এক সামৰিক প্ৰশস্তিৰ কবিতাৰে বৰ্ণনা কৰিছিল এজন কুমাৰৰ পত্নীয়ে। সংস্কৃত গ্ৰন্থত বৰ্ণিত মহিলা চৰিত্ৰ পঢ়িব, লিখিব আৰু সঙ্গীত ৰচনা কৰিবতো জানিছিলেই, সমসাময়িক সকলো কলাবিদ্যাতো নিপুণতা অৰ্জন কৰিছিল বুলি উল্লেখ কৰিছে। মধ্যযুগৰ পৰা বৰ্তমান কাললৈকে সঙ্গীত আৰু নৃত্যশিক্ষা সম্ভ্ৰান্ত মানুহৰ ঘৰৰ ছোৱালীৰ বাবে নিষিদ্ধ কৰা হ'ল। একমাত্ৰ তলৰ জাতৰ তিৰোতা আৰু গণিকাসকলেহে সেইবোৰ বিষয়ৰ শিক্ষা লৈছিল। কিন্তু প্ৰাচীন ভাৰতত অতি সম্ভ্ৰান্ত পৰিয়ালৰ অৱস্থাপন্ন ঘৰৰ মহিলাই সঙ্গীত, নৃত্য, চিত্ৰাঙ্কন, ফুলৰ মালা গোঁথা আদি বিদ্যা বিনা বাধাই শিকিছিল।

মুছলমান শাসনৰ যুগত উত্তৰ ভাৰতৰ হিন্দুসকলে পৰ্দা-প্ৰথা গ্ৰহণ কৰিছিল। ফলস্বৰূপে কন্যা পুষ্পিতা হোৱাৰে পৰা বৃদ্ধা হোৱালৈকে নাৰীকুলক পৰপুৰুষৰ চকুৰ আঁতৰত পৰ্দাৰ আঁৰত ৰখা হৈছিল। একমাত্ৰ স্বামী আৰু নিকটাত্মীয়ৰ বাহিৰে অন্যই নেদেখিছিল। প্ৰাচীন ভাৰতত এনে পৰ্দা প্ৰথাৰ প্ৰচলন নাছিল। সেইবুলি প্ৰাচীন ভাৰতত নাৰীসকল যিমান স্বাধীন আৰু মুকলিমূৰীয়া বুলি কোৱা হয় আচলতে সিমান নাছিল। সেইটো বহুত অতিৰঞ্জিতকৈ দেখুৱাইছে পিছৰ যুগৰ স্মৃতিকাৰসকলেও। যাতে তেওঁলোকৰ যুগৰ হিন্দু সমাজত দেখা পোৱা অনেক আপত্তিকৰ ৰীতি-নীতি প্ৰাচীন হিন্দু সমাজত নাছিলেই বুলি তাৰ দ্বাৰা প্ৰমাণ কৰিব পৰা যায়। সেই উদ্দেশ্যেই তেনে অতিৰঞ্জিত কৰি পূৰ্বকালৰ স্বৰ্ণময় ছবি আঁকিছিল। এই কথা ঠিক যে ঋকবেদত ডেকা ল'ৰা আৰু অনূঢ়া কন্যা সকলোৱে মুকলিমূৰীয়াকৈ একেলগে ফুৰা-চকা কৰিছিল বুলি উল্লেখ আছে আৰু বিবাহিতা নাৰীকো পৰ্দাৰ আঁৰতহে ৰখা হৈছিল বুলিও বেদত ক'তো একো লিখা নাই। কিন্তু পাহৰিলে নহ'ব যে হিন্দু সভ্যতা-সংস্কৃতিৰ গৌৰৱময় বৈদিক

যুগৰ ইতিমধ্যে অন্ত পৰিছিল বহুত আগতেই। ৰজাসকলে নিজৰ পৰিয়ালৰ মহিলাসকলক অন্তেবপুৰত লোকচক্ষুৰ আঁৰত ৰাখিছিল। অৰ্থশাস্ত্ৰত ৰাজঅন্তেবপুৰ বা ৰজাৰ হেৰেম সতৰ্ক প্ৰহৰীৰ বেষ্টনীৰ মাজত ৰখা সম্পৰ্কে আৰু অন্তেবপুৰ-বাসিনীসকলে মন গ'লেই বাহিৰ হ'ব নোৱাৰাকৈ নিয়ম কৰি অনেক নিৰ্দেশ দিয়া আছে। এইটোও ঠিক যে পিছৰ মুছলিম ৰাজত্বৰ কালত মুছলমান সম্প্ৰদায়ৰ মাজত যেনে কটকটীয়া পৰ্দা-প্ৰথা আছিল হিন্দু যুগত তেনে কঠোৰ নাছিল। আৰব পৰ্যটকসকলৰ টোকাৰ পৰা জনা যায় যে হিন্দু ৰাণীসকলক ওৰণি ব্যৱহাৰ নকৰাকৈয়ে ৰাজসভাত দেখা পোৱা গৈছিল। আন আন কিছুমান স্থানত উল্লিখিত তথ্যৰ পৰাও জনা যায় যে যদিও ৰাজঅন্তেবপুৰ সতৰ্কতাৰে প্ৰহৰীৰ পহৰাৰ মাজত লোকচক্ষুৰ পৰা আঁতৰত ৰখা হৈছিল তথাপি ৰাজৰাণীসকলক লগ পাবই নোৱৰা নিয়ম নাছিল। মুছলিম শাসনত সেইটো অসম্ভৱ আছিল।

উচ্চবৰ্ণৰ মহিলাসকলক পুৰুষৰ সংসৰ্গৰ পৰা সন্তৰ্পণে নিলগত ৰখাৰ ব্যৱস্থা কৰা হৈছিল। স্মৃতিশাস্ত্ৰবিলাকতকৈ তুলনামূলকভাৱে অনেক ক্ষেত্ৰত উদাৰ দৃষ্টিভঙ্গীৰ 'অৰ্থশাস্ত্ৰ'ও (৩-৩) চঞ্চল অসংযত আচৰণ কৰা ভাৰ্যাৰ ক্ষেত্ৰত কঠোৰ আছিল। যেনে, যি নাৰীয়ে স্বামীৰ ইচ্ছাৰ বিৰুদ্ধে ক্ৰীড়াত লিপ্ত হয় বা ৰাগিয়াল পানীয় সেৱন কৰে তাই তিনি পণ জৰিমনা ভৰিব লাগিছিল। যদি স্বামীৰ অনুমতি নোলোৱাকৈ অন্য কোনো সঙ্গিনীক দিনত সাক্ষাৎ কৰিবলৈ ঘৰৰ বাহিৰলৈ যায় তেন্তে দণ্ড ভৰিব লাগিছিল ছয় পণ। যদি দিনত সেইদৰে কোনো পুৰুষক লগ ধৰিবলৈ যায় তেন্তে বাৰ পণ জৰিমনা হয়। তাকে যদি ৰাতি তেনেদৰে কোনো পুৰুষক লগ ধৰিবলৈ যায় তেন্তে জৰিমনা হ'ব তাৰ দুগুণ। যদি তাইৰ স্বামী শুই থাকোঁতে বা নিচাগ্ৰস্ত হৈ থাকোঁতে তাই ঘৰ এৰি বাহিৰলৈ যায় তেন্তে বাৰ পণ দণ্ড হ'ব। যদি কোনো নাৰীয়ে কোনো পুৰুষৰ লগত যৌনতাসূচক অঙ্গিভঙ্গি বিনিময় কৰে বা গোপনে তেনে অৰ্থযুক্ত কথা-বতৰা পাতে তেন্তে তাই চৌবিছ পণ আৰু অপৰাধী পুৰুষটিয়ে দণ্ড ভৰিব লাগিব তাৰ দুগুণ। যদি তেনে ধৰণৰ কথা-বতৰা কোনো নিৰ্জন ঠাইত সংগোপনে পাতে তেন্তে পণ দণ্ডৰ সলনি চাবুকৰ কোব খাব লাগিব। গাঁৱৰ মাজৰ মুকলি ঠাইত চণ্ডালে তেনে দুষ্ট নাৰীক শৰীৰৰ দুই কাষে পাঁচ কোবকৈ বেতেৰে কোবাব। এইদৰেই ভাৰ্যাৰ চলন-ফুৰণ, গতি-বিধিৰ ওপৰত স্বামীজনাৰ অসীম ক্ষমতা স্বীকৃত হৈছিল।

'অৰ্থশাস্ত্ৰ'ৰে অন্যস্থানত উক্ত কিছুমান তথ্যৰ পৰা প্ৰমাণিত হয় যে মৌৰ্যযুগতে মহিলাসকলৰ ব্যক্তিস্বাধীনতা সমাজৰ ৰীতি মতেই বহুখিনি সংকুচিত হৈছিল। অৰ্থশাস্ত্ৰত ৰজাৰ বয়ন বিভাগৰ অধীক্ষকজনৰ উদ্দেশ্যে বিবোৰ নিৰ্দেশ দিয়া হৈছে তাত কোৱা হৈছে যে ৰজাৰ সূতা কটা আৰু বয়ন প্ৰতিষ্ঠানবোৰত কাম কৰিবলৈ বিবোৰ

তিৰোতা মকৰল কৰা হ'ব সেইবোৰ দৰিদ্ৰ আৰু মিশ্ৰিত শ্ৰেণীৰ হ'ব লাগে যেনে বিধৱা, শাৰীৰিকভাৱে পঙ্গু, অনাথ, ভিক্ষাৰিণী, যিবোৰ তিৰোতাই বিচাৰত জৰিমনা ভৰিবলগীয়া হৈ জৰিমনাৰ ধন দিব নোৱাৰি কাম কৰি সেই দণ্ডৰ ধন পৰিশোধ কৰিব লগাত পৰিছে তেনে তিৰোতা আৰু বয়সীয়া হৈ গ্ৰাহক নোপোৱা হোৱা বেশ্যা বৃত্তিৰ তিৰোতা। এই সকলো তল জাতৰ তিৰোতা আৰু সিইঁতে কাম কৰিব পুৰুষ কৰ্মচাৰীৰ তত্ত্বাৱধানত।

কেতিয়াবা এনে হ'বও পাৰে যে এগৰাকী ওপৰ শ্ৰেণীৰ মহিলাৰে দিন বেয়া হ'ল আৰু এনে ধৰণৰ কাম কৰিয়েই জীৱিকা অৰ্জন কৰিবলৈ বাধ্য হ'ল। তেনে পৰিস্থিতিত মহিলা গৰাকীক বেলেগ ধৰণে সহায় কৰাৰ ব্যৱস্থা কৰা হৈছিল। যদি তেওঁ এজনী পৰিচাৰিকা যোগাৰ কৰিব পাৰে তেন্তে সেই পৰিচাৰিকাই তেওঁৰ হৈ বয়ন কেন্দ্ৰলৈ গৈ সূতাখিনি লৈ আনিবগৈ। তেওঁ সেই সূতাৰে ঘৰতে কাপোৰখন বৈ দিলে সেই পৰিচাৰিকায়েই গৈ কেন্দ্ৰত দি আহিবগৈ। কিন্তু যদি তেওঁ পৰিচাৰিকা যোগাৰ কৰিব নোৱাৰি নিজেই গৈ সূতাও আনিব আৰু কাপোৰো জমা দিবগৈ লগা হয় তেন্তে তেওঁৰ মৰ্যাদা যাতে কোনো ধৰণেই হানি নহয় তাৰ বাবে কঠোৰ সাৱধানতা লোৱাৰ নিয়ম আছিল। তেওঁ সূঁতা আনিবলৈ আৰু বোৱা শেষ হ'লে কাপোৰ জমা দিবলৈ যাব ৰাতিপুৱা পোহৰ ভালদৰে নৌ হওঁতেই যাতে সেই সময়ত তেওঁক ভালকৈ কোনেও দেখাই নেযায়। যিজন কৰ্মচাৰীয়ে তেওঁক সূতা দিব বা তেওঁৰ পৰা কাপোৰ ল'ব তেওঁ অকল চাকিৰ পোহৰত কাপোৰৰ গুণাগুণ পৰীক্ষাহে কৰিব। যদি সেই কৰ্মচাৰীয়ে মহিলা গৰাকীৰ মুখলৈ চাই বা একমাত্ৰ কামৰ কথাৰ বাহিৰে অন্য কথা পাতে তেন্তে তেওঁ যিটোক ইংৰাজীত 'দা ফাৰ্ষ্ট এমাৰ্চ্মেণ্ট' অৰ্থাৎ প্ৰথম ক্ষতিপূৰণ হিছাপে আঠচল্লিছ পণৰ পৰা নৱৈ পণলৈকে জৰিমনা ভৰিব লাগিব। এই কথাৰ পৰা বুজা যায় যে উচ্চবৰ্ণৰ তিৰোতাসকলে মুখ ঢাকি ফুৰিব নেলাগিছিল যদিও সাধাৰণতে ৰাজহুৱা স্থানত লগত পুৰুষ স্বজন নেথাকিলে নুফুৰিছিল।৮

বিশাল এই দেশত সামাজিক ৰীতি-নীতিবোৰৰ মাজতো বিৰাট পাৰ্থক্য দেখা গৈছিল। উচ্চ জাতৰ বিবাহযোগ্যা ছোৱালীয়েও লগত কোনো অভিভাৱক বা ৰক্ষী নোহোৱাকৈ মন্দিৰলৈ বা কোনো উৎসৱত যোগ দিবলৈ যাব পাৰিছিল বুলি পুৰণা কাহিনীত পঢ়িবলৈ পোৱা যায়। প্ৰাচীন তামিল সাহিত্য উত্তৰ ভাৰতৰ আৰ্যভূমিৰ সাহিত্যতকৈ বহুত বেছি জনপ্ৰিয় আছিল। সেই তামিল সাহিত্যতো যুৱক-যুৱতীয়ে একেলগে বিচৰণ কৰাৰ নানা উল্লেখ পোৱা যায়। প্ৰাচীন ভাস্কৰ্যয়ো একেই ধাৰণা দিয়ে। ৰাজহুৱা আৰু সাঞ্চীৰ ভাস্কৰ্য মূৰ্তিত ধনৱান পৰিয়ালৰ বৰ্কালনৈকে উদং দেহৰ মহিলাই ওপৰৰ ওলোমা বাৰাণ্ডাৰ পৰা হাউলি বাটেদি যোৱা শোভাযাত্ৰা চাই থকা দৃশ্য

আৰু স্বল্পবসনা মহিলাই অনেক পুৰুষৰ লগত একেলগে বুদ্ধ সাধনাত সিদ্ধি লাভ কৰা বোধিবৃক্ষৰ তলত পূজা কৰা দৃশ্য দেখা যায়। এইবোৰৰ পৰা আমি সিদ্ধান্তলৈ আহিব পাৰোঁ যে যদিও তিৰোতাৰ স্বাধীনতা সাধাৰণভাৱে বহুখিনি সীমিত কৰা হৈছিল তথাপি তাক সম্পূৰ্ণভাৱে কেতিয়াও নোহোৱা কৰা হোৱা নাছিল।

পত্নীৰ কাম সদায় বৈচিত্ৰ্যহীন আৰু একে ধৰণৰ আছিল। নিজে উদ্যোগ কৰি কিবা এটা কৰিবলৈ সুযোগ নেপাইছিল। তেওঁৰ প্ৰথম কাম হ'ল স্বামীৰ পৰিচৰ্যা কৰা, ফাই-ফৰ্মাচ্ খটা, স্বামী ভাগৰি-জুগৰি আহিলে ভৰি পিটিকি দিয়া, স্বামীতকৈ আগতেই শয্যাত্যাগ কৰা আৰু স্বামীৰ পিছতহে শয়ন কৰা। 'মনুস্মৃতি'ৰ ৫।১৪৭ স্থানত পত্নীৰ কৰ্তব্য নিৰ্দিষ্ট কৰিছে এনেদৰে—

"নিজৰ ঘৰতো তেওঁ নিজৰ ইচ্ছামতে একো কৰা উচিত নহয়।
কাৰণ বাল্যকালত তেওঁ আছিল পিতৃৰ তলতীয়া
যৌৱনত অধীনা পতিদেৱতাৰ। পতিৰ মৃত্যুত
অধীন হ'ব নিজ পুত্ৰগণৰ। নাৰী কাহানিও স্বাধীনা নহয়।

পত্নীয়ে সদায় প্ৰফুল্ল মনেৰে থাকিব। গৃহকৰ্মত
হ'ব সুনিপুণা। ঘৰৰ বাচন-বৰ্তনবোৰ চিকচিকীয়া কৰি
ধোৱাৰ লগতে ধনৰ মোনাৰ জৰিও কিন্তু
টানকৈ বান্ধিব।"

"তেওঁক পবিত্ৰ হোম-যজ্ঞ সম্পন্ন কৰি বিবাহ
কৰাই অনা স্বামীয়ে ইহকাল-পৰকাল উভয়তে
যেতিয়াই-তেতিয়াই সকলো ক্ষণতে
অপাৰ সুখ আনন্দতে ৰাখে।

"স্বামী যদি অশিষ্ট ইন্দ্ৰিয়াসক্তও হয়
যদি তেওঁৰ চৰিত্ৰত উত্তম দিশ একো নেথাকেও
তথাপি সাধ্বী পত্নীয়ে নিজৰ পতিক
দেৱতা জ্ঞান কৰি পূজা কৰিব লাগে।"

ভাৰতীয় ধৰ্মমূলক আৰু আধা-ধৰ্মমূলক সাহিত্যত এনে ধৰণৰ কথা সততেই পোৱা যায়। আৰু আছে বাধ্য আৰু বিশ্বস্ত ভাৰ্যাৰ অসংখ্য কাহিনী। ভাৰতীয় নাৰীৰ মহান আদৰ্শ হ'ল ৰামৰ পিছে পিছে বনবাসলৈ যোৱা সীতা, যি স্বামীৰ কাৰণে নিৰ্বাসন, নিৰ্যাতন আৰু অশেষ প্ৰলোভন সহ্য কৰিছিল আৰু গ্ৰীক কাহিনীৰ আন্‌্ৰোমিডাৰ দৰে

স্বামী সত্যবানৰ পিছে পিছে গৈ মৃত্যুৰ অধিপতি দেৱতা যমক নিজৰ সতীত্ব গুণেৰে মুগ্ধ কৰি মৃত স্বামীৰ জীৱন ঘূৰাই পাইছিল। বিদ্যাসাগৰৰ দ্বাৰা অনূদিত ভোজপ্ৰবন্ধ নামৰ গ্ৰন্থত পত্নীৰ সতীত্ব-মহিমাৰ তাতকৈও চমকপ্ৰদ এটা মধ্যযুগীয় কাহিনী পোৱা যায়—

এজনী তিৰোতাই লেপেটা কাঢ়ি বহি থাকোঁতে তাইৰ স্বামীয়ে তাইৰ কোলাতে মূৰ থৈ দুৰ্যোৰ টোপনিত পৰিল। তেতিয়া আছিল জাৰকালি। তাই স্বামী-পুত্ৰৰে সৈতে দপদপীয়া জুই একুৰাৰ ওচৰত উম লৈ বহি আছিল। সেইদৰে থাকোঁতেই হঠাৎ তাই দেখিলে যে তাইৰ কেঁচুৱাটো মাটিত বগাই জুইৰ ফাললৈ গৈছে। মানুহজনীয়ে কিন্তু তেতিয়াও কেঁচুৱাটো বচাবলৈ লৰচৰ নকৰিলে কিজানি তাইৰ স্বামীৰ নিদ্ৰা ভঙ্গ হয় সেই ভয়ত। ইপিনে কেঁচুৱাই বগাই গৈ জুইত সোমালগৈ। তাই তথাপি লৰচৰ নকৰি মনে মনে অগ্নিদেৱতাক প্ৰাৰ্থনা কৰিলে যেন কেঁচুৱাটোৰ কোনো ক্ষতি নহয়। অগ্নিদেৱতাই তাইৰ পতিভক্তি আৰু বিশ্বাস দেখি বৰ সন্তুষ্ট হৈ তাইৰ প্ৰাৰ্থনা ৰক্ষা কৰিলে। মানুহটো সাৰ নোপোৱালৈকে কেঁচুৱাটো জুইৰ মাজতে হাঁহি হাঁহি বহি থাকিল। তাৰ একো অপকাৰ নহ'ল।

প্ৰাচীন ভাৰতীয় মানসিকতাত অতিৰঞ্জনপ্ৰীতি আছিল এক বৈশিষ্ট্য। সেইবাবে নাৰীৰ পতিভক্তিৰ প্ৰয়োজনীয়তাৰ বিষয়টোত অত্যধিক গুৰুত্ব দিছে যদিও, পত্নীৰ ভাবমূৰ্তিও যথেষ্ট মৰ্যাদাসহকাৰে অঙ্কন কৰা হৈছে। যেনে মহাভাৰতত কৈছে—

"পত্নী হৈছে পুৰুষৰ অৰ্ধাঙ্গিনী আৰু শ্ৰেষ্ঠতম সখী
জীৱনৰ তিনিটা লক্ষ্যৰ কাৰণ স্বৰূপ পৰকালৰো পৰম সঙ্গী।

"পত্নী হ'ল মহৎ কৰ্মৰ প্ৰেৰণা—সাহসৰ উৎস
পত্নী হ'ল পৰম আশ্ৰয়।"

"নিদাঘৰ প্ৰচণ্ড তাপত তৃষ্ণাতুৰজনৰ বাবে পানী
যেনে সুখকৰ, তেনেদৰে মনত বিষাদগ্ৰস্ত
আৰু ৰোগক্লিষ্ট মানুহৰ বাবে পত্নী তেনে সুখকৰ।"

"ক্ৰোধত উন্মত্ত হ'লেও কোনো লোকে যেন
পত্নীৰ প্ৰতি কঠোৰ নহয়। স্মৰণ কৰে যেন
প্ৰেম আৰু সুখ আৰু ধৰ্মৰ পত্নীয়েই আধাৰ,

"কাৰণ পত্নীয়েই ক্ষেত্ৰ চিৰন্তন একমাত্ৰ য'ত—
আত্মজৰ জনম সম্ভৱ।" [ম. ভা.—১।৭৪-৪০]

পত্নীৰ পৰাধীনা আজ্ঞাবাহী অৱস্থা বৰ্ণনা কৰা কথা প্ৰাচীন সাহিত্যত যিমান আছে—তাৰ বিপৰীতে পত্নীৰ মৰ্যাদাসূচক সামাজিক স্থান আৰু পত্নীৰ প্ৰতি শ্ৰদ্ধা প্ৰদৰ্শন কৰা এনে ধৰণৰ কথাও সমানভাৱে অসংখ্য পোৱা যায় প্ৰাচীন গ্ৰন্থত। সকলোতে পুনঃ পুনঃ কোৱা হৈছে যে নাৰীক সদায় সমাদৰেৰে পালন কৰিব লাগে। ভালদৰে খুৱাব লাগে আৰু যত্ন ল'ব লাগে। স্বামীৰ শক্তি অনুযায়ী বস্ত্ৰালংকাৰেৰে নাৰীক সদায় সন্তুষ্ট কৰি ৰাখিব লাগে। স্বামীয়ে কেতিয়াও পত্নীক কঠোৰভাৱে গালি-গালাজ পাৰিব নেলাগে। আৰু পত্নীক মাৰ-কিল কৰা মানুহৰ পূজাও গ্ৰহণ নকৰে দেৱতাসকলে। নাৰী-জাতিৰ প্ৰতি প্ৰাচীন কালৰ ভাৰতীয়ৰ মনোভঙ্গী আছিল দুই বিপৰীতমুখী। একে সময়তে নাৰী আছিল দেৱী আৰু দাসী; সাধ্বী আৰু বেশ্যা।

নাৰীৰ চৰিত্ৰক এই পিছৰ বৈশিষ্ট্য বা বৈগুণ্যৰ ওপৰত প্ৰায়ে দৃকপাত কৰা দেখা যায় অৰ্থ-ধৰ্মমূলক গ্ৰন্থ আৰু নীতিশাস্ত্ৰবিলাকত। কোৱা হৈছে যে নাৰীৰ কামনাৰ সীমা নাই— আৰু কৈছে মহাভাৰতত [৫।৩০-৬]—

> "জুয়ে যেনেকৈ কাষ্ঠখণ্ড পুৰি শেষ কৰিব নোৱাৰে
> সাগৰে গ্ৰহণ কৰা নদীৰ যেনেদৰে সীমা সংখ্যা নাই—
> মৃত্যুৰ কবলত পৰা জীৱৰ যেনেদৰে লেখ নাই—
> মধুৰনয়না নাৰীয়ে কামনা কৰা পুৰুষৰো লেখ নাই।"

কামাতুৰা নাৰীৰ কামনাৰ পৰিতৃপ্তি কোনেও কৰিব নোৱাৰে। যদি সতৰ্কতাৰে সৰ্বক্ষণ পহৰা দি ৰখা নহয় তেনে নাৰী যি কোনো আচহুৱা লোকৰ সৈতে মিলিত হ'ব পাৰে। দণ্ডিৰ 'দশকুমাৰ চৰিত'ত এটা কুঁজা, বাওনা আৰু বিকলাঙ্গ মানুহৰ লগতো মিলিত হোৱাৰ কথা বৰ্ণনা কৰা হৈছে। একেবাৰে নোৱৰাত নিজৰ নাৰীসঙ্গিনীৰ লগত সমকামিতাত লিপ্ত হ'বও পাৰে। প্ৰৱঞ্চনা-চাতুৰিতো কামুকী নাৰী সমানেই অদ্বিতীয়া। তদুপৰি নাৰী অতিশয় চঞ্চলা।

নাৰী সাধাৰণতে কলহপ্ৰিয়া আৰু ক্ৰুদ্ধা স্বভাৱৰ। সিহঁতে সকলোৰে লগতেই দন কৰে। নিজৰ পিতৃ-মাতৃ, নিজৰ স্বামী কোনো সাৰি নেযায়। প্ৰাচীন ভাৰতত তিৰোতাসেৱকৰা স্বামী আছিল সমাজত পৰিচিত চৰিত্ৰ। এই গ্ৰন্থতে পিছলৈ স্বামীৰ বিষয়ে সবিশেষ কোৱা হৈছে। মধ্যযুগৰ অনেক কাব্য-সংকলনত 'মান' বুলি এটা শব্দ পোৱা যায়। সেই শব্দই ক্ৰোধ, আহত গৰ্ববোধ আৰু ঈৰ্ষা এই তিনিও ভাবৰ মিশ্ৰিত মানসিক অৱস্থা বুজায়। সেই শব্দ ইংৰাজীলৈ অনুবাদ কৰিব নোৱাৰি। প্ৰাচীন তামিল সাহিত্যত পুৰা এশ্ৰেণী কবিতাই আছিল য'ত স্বামীয়ে প্ৰতিদ্বন্দ্বী অন্য কোনো নাৰীলৈ সাধাৰণতে গণিকা ধৰণৰ তিৰোতালৈ চকু দিয়াৰ বাবে গৰ্ব-অভিমানত জৰ্জৰিতা পত্নীৰ মানভঞ্জন কৰিবলৈ স্বামীয়ে কৰা অশেষ চেষ্টাৰ বৰ্ণনা আছে। ৰামায়ণৰ নায়িকা সীতা

যদিও শান্ত-শিষ্টা আৰু নিজৰ পতিৰ ওচৰত সহজেই সেও মনা স্বভাৱৰ আছিল, মহাভাৰতৰ দ্ৰৌপদী আছিল তাৰ বিপৰীত। তেওঁ নিজৰ পঞ্চ স্বামীক গোটাই লৈ হেঁপাহ পলুৱাই কদৰ্থনা কৰিব পাৰিছিল। মৌৰ্য ৰজাসকলৰ দেহৰক্ষী বাহিনীত তৰোৱাল আৰু ধনুৰ্বান চলোৱাত সুশিক্ষিত নাৰী-সৈন্যহে আছিল। পঞ্জাবৰ কিছুমান উপজাতিৰ তিৰোতাই নিজৰ মতামানুহবোৰক যুদ্ধত যেনে ভীষণ মূৰ্তি ধৰি সহায় কৰিছিল আলেকজেণ্ডাৰৰ বিৰুদ্ধে যুদ্ধত যে আক্ৰমণকাৰী গ্ৰীক সৈন্যই তবধ মানিছিল। পৰৱৰ্তীকালত নাৰীসকলে মাজে সময়ে যুদ্ধত অংশ গ্ৰহণ কৰিছিল। সেই পৰম্পৰা ৰাজপুতসকলৰ মাজত সৌ সিদিনালৈকে চলি আছিল। মহাগৰৱিনী যুদ্ধপটু বিধবাই অকুতোভয়ে স্বামীৰ শত্ৰুৰ বিৰুদ্ধে যুদ্ধ চলোৱাৰ অসংখ্য উদাহৰণ আছে— সেইবোৰৰে শেহতীয়া উদাহৰণ হৈছে বিখ্যাত ঝান্সিৰ ৰাণী। ভাৰতীয় বিদ্ৰোহত গৌৰৱময় ভূমিকাৰ বাবে আধুনিক ভাৰতত যাক জাতীয় বীৰাঙ্গনা বুলি ধৰা হয়।

## গণিকা বৃত্তি

প্ৰাচীন ভাৰতত এনে এক শ্ৰেণী নাৰী আছিল যাক উচ্চ শ্ৰেণীৰ অভিজাত মহিলাক শৃঙ্খলিত কৰি ৰখা সামাজিক নীতি-নিয়মে কোনো দিনে বলে পৰাগৈ নাছিল। সেইবিলাক নাৰী আছিল বেশ্যা বা গণিকা শ্ৰেণীভুক্ত। সেইবিলাকৰ ভিতৰত নিশ্চয় কিছুমান সস্তীয়া দুখীয়া বেশ্যা তিৰোতাও আছিল যাৰ শেষ পৰিণতি আছিল ভিক্ষাবৃত্তি বা লোকৰ ঘৰত চাকৰণী বা মজদুৰি কৰি ভাত মোকলোৱা। কিন্তু সাহিত্যত যিবোৰ গণিকাৰ কথা আমি পাওঁ, সেইবোৰ আছিল সুন্দৰী, শিক্ষিতা, কলাবিদ্যাত নিপুণা আৰু ধনৱতী। সমাজত সেইবিলাক গণিকাৰ সন্মান আছিল, নাম-যশ আছিল। প্ৰাচীন গ্ৰীচৰ আস্পাছিয়া আৰু ফ্ৰিনেজবিলাকৰ লগতহে গণিকাবোৰ তুলনীয়া।

প্ৰাচীন গ্ৰীচৰ অভিজাত শ্ৰেণীৰ এজনী হেটীৰাৰ দৰে প্ৰাচীন ভাৰতৰ গণিকাও একোজনী শিক্ষিতা নাৰী আছিল। কাম-কলাবিশাৰদসকলৰ মতে এজনী গণিকাই নিজৰ বৃত্তিৰ বাবে প্ৰথমে প্ৰয়োজনীয় কাম-কলাৰ বিষয়ে জনাৰ উপৰিও চৌষষ্টি-কলাৰ সকলো জানিব লাগিব। চৌষষ্টি-কলাৰ ভিতৰত পৰা বিদ্যাবোৰৰ ভিতৰত আছিল— সঙ্গীত, নৃত্য, গান গোৱা, লগতে অভিনয় কলা। আকস্মিক কবিতা ৰচনা বা এনেয়েও কবিতা ৰচনা কৰাৰ ক্ষমতা ; পুষ্প-সজ্জা আৰু পুষ্পমাল্য গোঁথা ; বিভিন্ন সুগন্ধি আতৰ আৰু প্ৰসাধন দ্ৰব্য প্ৰস্তুতকৰণ ; ৰন্ধন-প্ৰকৰণ ; সাজ-পোছাক চিলাই আৰু ফুলতোলা ; যাদুবিদ্যা ; হাতৰ কিটিপৰ খেল আৰু বাজীকৰৰ বিদ্যা ; সাঁথৰ ক'ব পৰা ; শব্দ আৰু উচ্চাৰণৰ খেলা ; অসিচালনা ; লাঠি খেল ; ধনুৰ্বিদ্যা ; শৰীৰ-চৰ্চা ; কাঠমিস্ত্ৰিৰ কাম ;

স্থাপত্যবিদ্যা ; তৰ্কশাস্ত্ৰ ; ৰসায়ণ ; খনিজ পদাৰ্থৰ ভগন ; উদ্যান নিৰ্মাণ ; কুকুৰা-কনুৰা-ছাগলীৰ যুঁজ ; ভাটো আৰু মইনাক কথা ক'বলৈ শিকোৱা ; গোপন সাংকেতিক লিপিত লিখা বিদ্যা ; কৃত্ৰিম ফুল নিৰ্মাণ আৰু মৃৎশিল্প-বিদ্যা।

এই সকলো বিদ্যা যে কোনোবা গণিকাই শিকিব পাৰিছিল সেই কথা বিশ্বাস নহয়। কিন্তু তাৰ দ্বাৰা গণিকাৰ পৰা কি আশা কৰা হৈছিল সেই বিষয়ে ধাৰণা কৰিব পাৰি। যি গণিকাই এইবিলাকৰ পৰা নিজৰ বৃত্তিৰ বাবে প্ৰয়োজনীয় কলাবোৰ ভালদৰে শিকি লৈছিল তাইৰ ভৱিষ্যত উজ্জ্বল আৰু সুনিশ্চিত হৈছিল। 'কামসূত্ৰ'ত লিখিছে, "যি গণিকা দেখাত সুন্দৰী আৰু কমনীয় আৰু আন সকলো ধৰণে আকৰ্ষণীয়া, তেনে নাৰী যদি কলাৱতী হয়..... তেন্তে তেওঁ সুধীজনৰ সমাজত সম্মানীয় আসনত বহিবলৈ অধিকাৰ লাভ কৰে। তেওঁক ৰজায়ো সম্মান দেখুৱায় আৰু বিদ্বানসকলেও প্ৰশংসা কৰে। সকলোৱে তেওঁৰ লগত সম্পৰ্ক ৰাখিবলৈ বিচাৰিব আৰু সহৃদয়তাৰে ব্যৱহাৰ কৰিব।" মধ্যযুগৰ সাহিত্যৰ পাতৰ পৰা জনা যায় যে 'কামসূত্ৰ'ৰ এই মন্তব্যবোৰ যথাযথ বুলি প্ৰমাণিত হৈছিল ভাৰতীয় সমাজজীৱনত। এনে গুণৱতী আৰু সুশিক্ষিতা গণিকাবোৰৰ অন্যতম দৃষ্টান্ত হ'ল অম্বপালি—বৌদ্ধ জাতকৰ প্ৰসিদ্ধা বৈশালী নগৰৰ অভিজাত গণিকা। এই মহিলাৰ বিষয়ে কথিত বেছিভাগ কথাই নিশ্চয় সাধুকথাহে। তথাপি সেইবোৰ কথাৰ পৰা প্ৰাচীন ভাৰতত উচ্চ খাপৰ গণিকাৰ সামাজিক মৰ্যাদা কেনে আছিল সেই বিষয়ে এটা সঠিক ধাৰণা কৰিব পৰা যায়। অম্বপালি আছিল বিপুল ঐশ্বৰ্যশালিনী, অতি বুদ্ধিমতী আৰু সভ্য ভাৰতৰ সৰ্বত্ৰতে আছিল তেওঁৰ বৈ-বৈ যোৱা খ্যাতি। বৈশালী নগৰৰ অমূল্য ৰতন স্বৰূপা সেই গুণৱতী নাৰীয়ে ৰজা-ৰাজন্যসকলৰ সমাজতহে বিচৰণ কৰিছিল। সৰ্বশেষবাৰৰ বাবে বুদ্ধই যেতিয়া পাৰ্বত্যদেশলৈ যাত্ৰা কৰিছিল—যাত্ৰা পথত বৈশালীৰ মাজেদি যাওঁতে তেওঁ অম্বপালিৰ সাদৰ আমন্ত্ৰণ গ্ৰহণ কৰিছিল এসাঁজ খাবৰ বাবে। বুদ্ধই বৈশালীৰ প্ৰধান নাগৰিকসকলৰ ৰাজন্বৰা সম্বৰ্দ্ধনাৰ বাবে কৰা আমন্ত্ৰণ উপেক্ষা কৰিও অম্বপালিৰ প্ৰাৰ্থনা ৰক্ষা কৰিছিল। তেতিয়াই অম্বপালিয়ে বৌদ্ধ ভিক্ষুণী হিছাপে দীক্ষা গ্ৰহণ কৰিলে বুলি কথিত আছে। আৰু পালি ভাষাত ৰচিত অতি সুন্দৰ থেৰীগাথাবোৰৰ প্ৰথমটোৱেই অম্বপালিৰ দ্বাৰা ৰচিত বুলি কোৱা হয়।

গণিকাক ৰাষ্ট্ৰৰ অধীক্ষকতাত ৰাখি সুৰক্ষা দিয়া হৈছিল। 'অৰ্থশাস্ত্ৰ'ত উচ্চখাপৰ গণিকাবোৰৰ যত্ন লোৱা, নগৰৰ বেশ্যালয়বোৰৰ পৰিদৰ্শন আৰু প্ৰত্যেক বেশ্যাৰ পৰা মাহত দুদিনৰ উপাৰ্জন ৰজাৰ কৰ হিছাপে সংগ্ৰহ কৰা আদি কামৰ বাবে এজন অধীক্ষক নিযুক্তি দিবলৈ পৰামৰ্শ দিছে। বেশ্যাবিলাকৰ শিক্ষক-প্ৰশিক্ষকসকলক উৎসাহ যোগোৱা হৈছিল ৰাষ্ট্ৰৰ ফালৰ পৰাই। সকলো সমাজতে থকাৰ দৰে বেশ্যালয়ৰ চাৰিওফালে এক

শ্ৰেণীৰ সন্দেহজনক চৰিত্ৰৰ মানুহ গোট খায়েই— যেনে চোৰ, গুণ্ডা, কুৰকুৰী বাজী দেখুৱা মানুহ আৰু সকলো ধৰণৰ ঠগ-প্ৰৱঞ্চক। 'অৰ্থশাস্ত্ৰ'ত সেইদেখি বেশ্যালয়ৰ ওপৰত সতৰ্ক দৃষ্টি ৰাখিবলৈ আৰু বেশ্যাক গুপ্তচৰ বৃত্তিত নিযুক্ত কৰিবলৈ দিহা দিছে। এই কথা মেগাস্থানিছৰো চকুত পৰিছিল বাবেই তেওঁ লিখিছিল যে চোৰাংচোৱাবিলাকে বহুত কাম বেশ্যাবোৰৰ সহায়ত কৰি লৈছিল। 'মৃচ্ছকটিকম্' নাটকৰ দৃষ্টান্তৰ পৰা এনে ধাৰণা হয় যে কেতিয়াবা একোজনী বেশ্যাও বিবাহ কৰাই সৎ মহিলা বুলি স্বীকৃত হ'ব পাৰিছিল। কাৰণ সেই নাটকৰ উচ্চমনা নায়িকা বসন্তসেনা এজনী বেশ্যা হৈও নাটৰ ব্ৰাহ্মণ নায়ক চাৰুদত্তৰ দ্বিতীয়া পত্নী হ'ব পৰিছিল।

গণিকাৰ স্থান আছিল উপপত্নীৰ সমতুল্য। দৰাচলতে গণিকা উপপত্নীতে পৰিণত হৈছিলগৈ। ৰজা আৰু চৰ্দাৰবিলাকে অসংখ্য গণিকা তেওঁলোকৰ প্ৰাসাদত ৰাখিছিল বেতনভোগী দাসী হিছাপে। ৰজাৰ বন কৰা লিগিৰী হিছাপে কেতিয়াবা সিহঁতে কাম কৰিব লগা হৈছিল। এই ধৰণৰ দাসীবোৰৰ আচল স্থান কেনে আছিল সেইটো পৰিষ্কাৰকৈ বুজা নেযায়। কিন্তু অকল ৰজাৰ সেৱাতে যে সিহঁতক নিযুক্ত কৰা হৈছিল সেইটোও নহয়। কেতিয়াবা ৰজাৰ বিশেষ অনুগ্ৰহপ্ৰাপ্ত সভাসদ-বিষয়াৰ সেৱাতো নিযুক্ত কৰা হৈছিল সিহঁতক। সেইবাবে এই তিৰোতাবোৰ ৰজাৰ অন্তেষপুৰৰ অন্যান্য মহিলাবোৰৰ দৰে নাছিল। এনে গণিকাবোৰক ৰজাই ভ্ৰমণত গ'লে লগত লৈ ফুৰিছিল। আনকি যুদ্ধক্ষেত্ৰতো শিবিৰৰ পশ্চাৎভাগত ৰজাৰ শিবিৰত ৰজাৰ সেৱা সিহঁতে কৰিব লাগিছিল।

আৰু এবিধ গণিকা আছিল প্ৰাচীন ভাৰতত দেখাত পুণ্যকৰ্মত নিযুক্তা হৈ। মধ্যযুগত কোনো মন্দিৰৰ উপাস্য দেৱতাজনক পাৰ্থিৱ ৰজা এজনৰ দৰে জ্ঞান কৰা হৈছিল। ৰজাৰ দৰেই মন্দিৰৰ দেৱতাৰো আছিল পত্নীগণ, মন্ত্ৰীবৰ্গ আৰু অন্যান্য পৰিচাৰক। অৰ্থাৎ ৰজাৰ যিমান বিষয়া-সভাসদ-কৰ্মচাৰী থাকে সকলো অকণো খতি-খুন নোহোৱাকৈ। গতিকে সঁচা-সঁচি ৰজাৰ দৰেই গণিকাৰ জাকো আছিল মন্দিৰৰ দেৱতাৰূপী ৰজাৰো। এইবোৰ গণিকা কোনো গণিকা মাতৃৰে কন্যা আছিল সাধাৰণতে। মন্দিৰৰ কাষৰে-পাজৰেই জন্মলাভ কৰি মন্দিৰ-চৌহদৰ কাষতেই ডাঙল-দীঘল হৈছিল। সেইবোৰ কোনো সাধাৰণ নাগৰিকৰ জীয়াৰীও হ'ব পাৰে—সৰুতে দেৱতালৈ উছৰ্গা কৰা ছোৱালী। সিহঁতে দেৱতাৰ বন কৰিছিল। পূজা আৰতিৰ সময়ত গাইছিল, নাচিছিল আৰু পৃথিৱীৰ ৰজাৰ দৰেই ৰজাৰ অনুগ্ৰহপ্ৰাপ্ত সভাসদৰ দৰে দেৱতাৰ অনুগ্ৰহ প্ৰাপ্তসকলৰ সেৱাতো নিযুক্ত হৈছিল। দেৱতাৰ পৰিষদ মানে মন্দিৰলৈ আহি দান-দক্ষিণা কৰা ভক্তসকল।

অতি প্ৰাচীন কালত ভাৰতৰ মন্দিৰত বেশ্যাবৃত্তি চলাৰ কোনো ঐতিহাসিক প্ৰমাণ

আমাৰ হাতত নাই। কিন্তু পৃথিৱীৰ আন আন পুৰণি সভ্যতাত মন্দিৰত বেশ্যাবৃত্তি নিশ্চয়কৈ আছিল। কোনো কোনোৱে ক'বলৈ বিচাৰে যে প্ৰাগৈতিহাসিক যুগৰ সিন্ধু সভ্যতাৰ নগৰবোৰত তেনে মন্দিৰত বেশ্যাবৃত্তি চলিছিল। কিন্তু আমাৰ মতে সেই কথা সাব্যস্ত কৰিব পৰাকৈ কোনো প্ৰমাণ আমাৰ হাতত নাই। ভাৰতত মন্দিৰত বেশ্যাবৃত্তি চলাৰ প্ৰথম তথ্য পোৱা গৈছে বেনাৰসৰ পৰা ১৬০ মাইল দক্ষিণলৈ বিন্ধ্য পৰ্বতৰ ৰামগড় নামে এখন ঠাইৰ এটা গুহাত। সেই গুহাত প্ৰাকৃত ভাষাৰ দুখন লিপি লোৱা গৈছে যাৰ আখৰবোৰৰ পৰা বুজিব পাৰি, সেই দুইখন লিপি সম্ৰাট অশোকৰ ৰাজত্বৰ কিছুকাল পিছৰে। তাৰে প্ৰথমখন লিপি আছিল ছন্দত

প্ৰেমিককুলৰ নেতা হ'ল কবিকুলে উদ্ভাসিত
কৰি তোলে কামনাত ব্যাকুল হৃদয়।
সদায় নাগৰদোলা দুলি পাত্ৰীহঁতে নিন্দা-বিদ্ৰূপৰ
তাইৰনো কিদৰে হ'ল গভীৰ প্ৰণয়।

তাৰ পিছতে আছে গদ্যত—

"সুন্দৰ যুৱা পুৰুষ চিত্ৰকৰ দেৱান্দীনে ভাল পাইছিল দেৱদাসী সুতনুকাক।" প্ৰেমত বিধুৰা সুতনুকাক পিছত পুনঃ পুনঃ দেৱদাসী বুলি উল্লেখ কৰা হৈছে। দেৱদাসী মানেই মন্দিৰৰ গণিকা। গতিকে সুতনুকা নিশ্চয় সেই শ্ৰেণীৰে আছিল। প্ৰাচীন কালত দেৱদাসী প্ৰথা থকাৰ আন কোনো সাক্ষ্য পাবলৈ নাই। কিন্তু আমি ধৰি ল'ব পাৰোঁ যে মন্দিৰত দেৱদাসী প্ৰথা মধ্যযুগ নহালৈকে বিৰলভাৱেহে প্ৰচলিত আছিল। মন্দিৰত দেৱদাসী প্ৰথা বা বেশ্যাবৃত্তিৰ বহুল প্ৰচলন আছিল দক্ষিণ ভাৰতত—সৌ সিদিনালৈকে সি পূৰ্ণগতিত চলি আছিল। প্ৰাচীন তামিল সংস্কৃতি বন্য উৰ্বৰতা কামনা কৰি কৰা পূজাত মতলীয়া হৈ কৰা নৃত্যানুষ্ঠানযুক্ত আছিল আৰু আদিকালৰ তামিল সাহিত্যৰ পৰা তেওঁলোকৰ সমাজত বেশ্যাবৃত্তিৰ প্ৰবলতাৰ কথা জানিব পাৰি। সেই কাৰণে ধৰ্মীয় কৰ্মকাণ্ডৰ অঙ্গ হিচাপে দ্ৰাবিড় গোষ্ঠীৰ মানুহৰ মাজলৈ গণিকাবৃত্তিৰ স্বাভাৱিক অনুপ্ৰৱেশ হৈছিল। মধ্যযুগৰ দাক্ষিণাত্যৰ বহুতো পুৰণি শিলালিপি, ফলক আৰু চনদত মন্দিৰলৈ দিয়া দানৰ পঞ্জীয়ন কৰোঁতে দেৱদাসীবোৰৰ কথা বিশেষভাৱে উল্লিখিত হৈছিল। উদাহৰণস্বৰূপে চালুক্য ৰজা ষষ্ঠ বিক্ৰমাদিত্যৰ মহাদেৱ নামৰ এজন সেনাপতিয়ে তেওঁৰ মাতৃৰ স্মৃতি যুগমীয়া কৰিবলৈ এটি মন্দিৰ প্ৰতিষ্ঠা কৰিছিল আৰু মন্দিৰ চৌহদত দেশৰ ভিতৰতে সুন্দৰী মন্দিৰৰ—বেশ্যা বা দেৱদাসীসকল থাকিবলৈ বেলেগে বাসগৃহ সাজি দিছিল। তেওঁৰ আৰু তেওঁৰ সমসাময়িক কোনো লোকে এনে ধৰণে স্মৃতিচিহ্ন ৰখা কথাত আপত্তিকৰ একো কাৰণ নেদেখিছিল।

নানা ক্ষেত্ৰত আৰু প্ৰাসঙ্গিকতাত গণিকা বৃত্তিয়ে মান-সন্মান পালেও

স্মৃতিশাস্ত্ৰকাৰসকলে সেই বিষয়ত প্ৰবল আপত্তি দৰ্শাইছিল। স্মৃতিশাস্ত্ৰত গণিকা বৃত্তিৰ কুপৰিণাম সম্বন্ধে যিবোৰ কথা লিপিবদ্ধ হৈছে সেইবোৰ পঢ়িলে 'অ'ল্ড টেষ্টামেণ্ট'ৰ 'ইহুদী বুক্ অব্ প্ৰভাৰ্বছ'লৈ মনত পৰি যায়। স্মৃতিকাৰসকলৰ আপত্তি প্ৰকাশ হৈছিল নানাভাৱে। যেনে মনু আৰু কোনো কোনো স্মৃতিত বেশ্যা আৰু জুৱাৰীক চোৰ আৰু অন্যায়কৈ ভয় দেখুৱাই ধন আদায় কৰা লোক বা 'ব্লেক্‌মেইলাৰ'ৰে একে শাৰীৰ বুলি লিখিছে। লগতে সতৰ্ক কৰি দিছে যে কোনো ব্ৰাহ্মণে যাতে বেশ্যাৰ লগত সংসৰ্গ নকৰে। কৰিলে কঠোৰ ব্ৰত-প্ৰায়শ্চিত্তৰ সন্মুখীন হ'ব। 'গৌতমস্মৃতি'ৰ ২২।২৭ স্থানত এনেকৈও লিখিছে যে কোনো বেশ্যাক বধ কৰিলে হত্যাকাৰীৰ কোনো পাপ নহয়— আইনৰ বিচাৰতো দণ্ডনীয় নহয়। কিন্তু অনেক ঘটনাৰ পৰা আমি বুজিব পাৰোঁ যে গণিকা-বৃত্তি সম্বন্ধে এই ধৰণৰ ধৰ্মীয় মততকৈ ধৰ্মনিৰপেক্ষ মতবাদ সেই সময়ত সম্পূৰ্ণ বেলেগ আছিল আৰু এই এটা বিষয়ত ধৰ্মনিৰপেক্ষ মতৰহে গুৰুত্ব বেছি আছিল। মধ্যযুগ অহাৰ লগে লগে যিসকল ব্ৰাহ্মণে স্মৃতিশাস্ত্ৰবোৰ ৰচনা কৰিছিল তেওঁলোকৰ দৰে ব্ৰাহ্মণেই হয়তো কোনো মন্দিৰৰ লগত যুক্ত হৈ শ শ গণিকাক মন্দিৰৰ দেৱদাসীৰূপে নিযুক্তি দিবলৈ ধৰিছিল।

## বিধৱাসকল

সাধাৰণতে বিধৱাৰ পুনৰ বিবাহ নহৈছিল। মধ্যযুগত এই ৰীতি উচ্চ বৰ্ণৰ মানুহৰ মাজত ইমান কঠোৰভাৱে প্ৰৱৰ্তিত হৈছিল যে ফুলকুমলীয়া বয়সতে বিবাহ হোৱা ছোৱালীবোৰ বালিকা হৈ থাকোঁতেই আৰু কোনো দিনে স্বামীৰ লগত দৈহিক সম্পৰ্ক স্থাপন নোহোৱাকৈ থাকিলেও স্বামীৰ মৃত্যু হ'লে বিধৱা হয়। আগতে নিয়োগ প্ৰথা প্ৰচলিত হৈ থাকোঁতে এজনী বিধৱাই অন্ততঃ মৃত স্বামীৰ ভায়েকৰ পৰা এটা সন্তান লাভ কৰিব পাৰিছিল। কিন্তু সেই প্ৰথাও খ্ৰীষ্টাব্দ আৰম্ভণিৰ প্ৰথমৰ শতাব্দীবোৰতে অপ্ৰচলিত হৈ পৰিছিল।

কিন্তু প্ৰাচীন ভাৰতত যে বিধৱাৰ পুনৰ বিবাহ হৈছিল সেই বিষয়ে অনেক ঐতিহাসিক প্ৰমাণ পোৱা যায়। 'অৰ্থশাস্ত্ৰ'ই সেইটো সম্ভৱ বুলি স্বীকাৰ কৰিছে। বিখ্যাত নল-দময়ন্তী আখ্যানত নায়ক নল ৰজাই বহুকাল তেওঁৰ পত্নী দময়ন্তীৰ পৰা পৃথক হৈ থকাৰ পিছত পুনৰ নিজৰ পত্নীৰ লগত মিলিত হৈছিল এটা কৌশলেৰে। দময়ন্তীয়ে প্ৰচাৰ কৰি দিলে যে তেওঁৰ স্বামীৰ মৃত্যু হ'ল। গতিকে তেওঁ দ্বিতীয়বাৰ স্বয়ম্বৰা হ'ব। তেওঁৰ এই দ্বিতীয়বাৰ স্বয়ম্বৰত আচল নলৰ লগত পুনৰ মিলিত হ'ল। কিন্তু দ্বিতীয়বাৰ স্বয়ম্বৰা হ'ব পৰা প্ৰথা যে আছিল সেইটোৱেই বিধৱাৰ পুনৰ বিবাহ প্ৰথা থকাৰ এটা

প্রমাণ। 'নাৰদস্মৃতি'ৰ ১২।৯৭ স্থানত 'পৰাশৰস্মৃতি'ৰ ৪।৩০ স্থানত আৰু অগ্নিপুৰাণত কৈছে যে "যদি স্বামী নিৰুদ্দেশ হয়, বা মৰে অথবা সন্ন্যাস গ্ৰহণ কৰি গৃহত্যাগ কৰে; যদি পুৰুষত্বশক্তি হেৰুৱায় বা জাতিচ্যুত হয় তেন্তে তিৰোতাৰ পুনৰ বিবাহ হ'ব পাৰে।" কিন্তু পিছৰ যুগৰ স্মৃতিকাৰবিলাকে এইবিলাক কথাত কোনো গুৰুত্ব নিদি 'কলিবৰ্জ্য' মানে কলিকাল বৰ্জনীয় বুলি সামৰি থৈ দি মনুৰ কথাতে হয়ভৰ দিলে। 'মনুস্মৃতি'ৰ ৫।১৬২ স্থানত লিখিছে যে "সম্ভ্ৰান্ত মহিলাৰ দ্বিতীয় বিবাহৰ কোনো বিধান নাই।" এইদৰেই বিধবা বিবাহ প্ৰথা, তাৰ লগতে পুৰণা কালৰ অনেক সুস্থ আৰু কল্যাণকৰ সামাজিক প্ৰথাও লাহে লাহে উচ্চ বৰ্ণৰ লোকৰ সমাজত লাহে লাহে লোপ পালে।

যিবিলাক পৰিয়ালত বিধবা সম্বন্ধে বিধানবোৰ আখৰে আখৰে মানি চলা হৈছিল, সেইবোৰত বিধবা নাৰীৰ জীৱন আছিল অতি কষ্টকৰ। আচলতে বিধবাই যাপন কৰা জীৱন আৰু সংসাৰত্যাগী সন্ন্যাসিনীৰ জীৱনৰ মাজত কোনো পাৰ্থক্যই দেখা নগৈছিল। বিধবাই শুব লাগিছিল মাটিত, এসাঁজ মাথোন সাধাৰণ আহাৰ খাব পাৰিছিল দিনটোত; মৌ, মাংস, মদ আৰু নিমখ খাব নোৱাৰিছিল। অলঙ্কাৰ পিন্ধা, ৰঙীন কাপোৰ পিন্ধা আৰু কোনো ধৰণৰ সুগন্ধি প্ৰসাধন ব্যৱহাৰ কৰা বিধবাৰ বাবে নিষিদ্ধ আছিল। মধ্যযুগততো বিধবাই মূৰৰ চুলি খুৰাই পেলোৱাটোও উত্তম কথা বুলি গণ্য হৈছিল। এনে কঠোৰ বিধি-বিধান এগৰাকী বিধবাই মৃত্যুৰ দিনলৈকে পালন কৰি থাকিব লাগিছিল। আশা মুঠেই এটা যে মৃত্যুৰ পিছত পৰজনমত পুনৰ নিজৰ স্বামীৰ লগত পুনৰ বিবাহত আবদ্ধ হ'ব পাৰিব। মৃত স্বামীৰ মঙ্গলৰ বাবেই বিধবাই সমস্ত প্ৰাৰ্থনা আৰু ধৰ্ম-কৰ্ম পালন কৰে। কাৰণ নিজৰ কঠোৰ বৈধব্যব্ৰত কিবা কাৰণত যদি ভঙ্গ হয় তেন্তে নিজৰ পুনৰ জন্মও অশান্তিকৰতো হ'বই, প্ৰয়াত স্বামীৰ আত্মাৰো অকল্যাণ হ'ব সিপুৰীত। কাৰণ নিজৰ অৰ্ধাঙ্গিনীয়ে ইহলোকত কৰা দোষৰ ফল তেওঁৰ আত্মায়ো ভোগ কৰিব লগাত পৰে।

তদুপৰি বিধবা একমাত্ৰ নিজৰ পুত্ৰ-কন্যাইঁতৰ বাহিৰে অন্য সকলোৰে বাবে কুলক্ষণীয়া বুলি আটায়ে ভাবে। বিধবা য'লৈকে যায় তাতে অশুভ প্ৰভাৱ পৰে বুলি সাধাৰণতে ধাৰণা কৰা হৈছিল। ঘৰত কোনো উৎসৱ হ'লে বিধবাগৰাকীক উপস্থিত থাকিবলৈ দিয়া নহয়। আটায়ে ভাবে যে তেওঁ থাকিলে সকলোৰে অমঙ্গলহে হ'ব। হিন্দু সামাজিক জীৱনৰ ডাঙৰ অঙ্গ স্বৰূপ উছৱ-আনন্দবোৰতো এগৰাকী বিধবা সদায় অবাঞ্ছিত ব্যক্তি। আনহাতে বিধবা সদায় স্বামীৰ পৰিয়ালৰহে সদস্য হৈ থাকিব লাগে। নিজৰ পিতৃ-মাতৃৰ ঘৰলৈ গুচি আহিব নোৱাৰে। মৃত স্বামীৰ পিতৃ-মাতৃ আৰু আন আন সম্বন্ধীয় লোকে সৰ্বদা সতৰ্ক দৃষ্টি ৰাখে বিধবা গৰাকীয়ে বৈধব্য ব্ৰত বিধিমতে পালন কৰিছে নে নাই। নকৰিলে মৃতকৰ আত্মাৰ অকল্যাণ হ'ব বুলি সকলোৱে আশঙ্কা

আছেই। আনকি ঘৰৰ চাকৰ-নাকৰবোৰেও বিধবাক এৰাই চলে কুলক্ষণী বুলি—এই সকলো মিলি বিধৱাৰ দুখ-কষ্ট কুলাই পাচিয়ে নধৰা হয়গৈ।

অনিআৰ্যভাৱে এনে দুৰবস্থাত পৰাতকৈ বহুতো বিধৱাই স্বামীৰ চিতাতে আত্মজাহ দি সহমৰণত যোৱাটোকে বাছি লোৱাত কোনো আচৰিত হ'বলগীয়া নাই। সেইদৰে 'সতী' যোৱা প্ৰথাক ইউৰোপীয়ান পৰ্যটকসকলে কঠোৰভাৱে সদায় সমালোচনা কৰিছিল আৰু যোৱা শতাব্দীতহে সেই প্ৰথা বন্ধ কৰা হৈছে। 'সতী' (পুৰণি ইংৰাজ লেখকবোৰে বুলিছিল 'ছাট্টী') শব্দৰ অৰ্থ হ'ল 'এজনী ধাৰ্মিক তিৰোতা।' পুৰণি দিনৰ ইংৰাজ বিষয়া আৰু মিছনেৰীবিলাকে ভুল কৰি বিধৱাই সহমৰণত আত্মজাহ দিয়া কাৰ্যকে 'সতী' বুলিছিল।

এইদৰে সতী যোৱা বা সমৰণত মৰা প্ৰথাৰ আঁতি-গুৰি বিচাৰিলে আমি মানৱ সভ্যতাৰ একেবাৰে আদিম যুগৰ বিশ্বৰ বিভিন্ন সংস্কৃতিৰ ৰীতি-নীতিবোৰৰ কথাও বিবেচনা কৰিব লাগিব। বিশ্বৰ বহুতো প্ৰাচীন সভ্যতাত কোনো মানুহৰ মৃত্যু হ'লে মৃতকৰ শৱ সমাধিস্থ কৰোঁতে বা দাহ কৰোঁতে লগত তেওঁৰ বিধৱা হোৱা পত্নীবিলাক, প্ৰিয় ঘোঁৰাবোৰ্ আৰু অন্যান্য তেওঁৰ প্ৰিয় দ্ৰব্য সকলো সমাধিস্থ কৰে বা চিতাৰ জুইত জাপি দিয়ে। যাতে মৰাৰ পিছত সিপুৰীতো তেওঁৰ প্ৰিয় পত্নী আৰু অন্যান্য বস্তুবোৰ তেওঁ পাব পাৰে। আমি জানো যে এনে ৰীতি প্ৰাচীন চুমেৰিযান সভ্যতাৰ উৰ নগৰৰ ৰজাসকলৰ ক্ষেত্ৰত চলিছিল আৰু প্ৰাচীন চীনাসকলৰ মাজত আৰু কোনো কোনো ইণ্ডো-ইউৰোপীয়ান জাতিৰ মাজতো এনে প্ৰথা আছিল। ঋকবেদৰ দশম মণ্ডলৰ ১৮-৮ স্তোত্ৰবোৰত বৰ্ণনা কৰা হৈছে যে তেতিযাৰ অন্ত্যেষ্টি-ক্ৰিয়াৰ নিয়ম মতে বিধৱা পত্নীয়ে মৃতদেহৰ লগত শয়ন কৰিব লাগে, মৃতকৰ ধনুখন শৱৰ হাতত ধৰাই দিব লাগে। তাৰ পিছত ধনুখন আঁতৰাই দিয়া হয় আৰু বিধৱা পত্নীয়ে স্বামীক পুনৰ জীৱন্ত হ'বলৈ আহ্বান কৰে। এই ৰীতি পালনৰ গুৰিকথা বিচাৰি 'ঋকবেদ'ৰ সেই স্তোত্ৰ ৰচনা কৰাৰো বহু যুগৰ আগৰ দিনলৈ গ'লে মৃতক স্বামীৰ লগতে বিধৱাকো জীৱন্তে দাহ কৰা দিনলৈ ঘূৰি যাব লাগিব।

সতীদাহ প্ৰথামতে আত্মজাহৰ প্ৰথম তাৰিখসহ উল্লেখ পোৱা যায় আলেকজেণ্ডাৰৰ ভাৰত আক্ৰমণৰ গ্ৰীক লেখকসকলে কৰা বৰ্ণনাত। সতীযোৱাৰ দুটা-এটা ঘটনা মহাকাব্য দুখনতো পোৱা যায়—কিন্তু বিৰলভাৱে—মাত্ৰ এবাৰ বা দুবাৰ। যাৰ পৰা সিদ্ধান্ত কৰিব পাৰি যে মহাকাব্য ৰচনাৰ সময়ত সেই প্ৰথাৰ প্ৰচলন নাছিল। প্ৰাচীন স্মৃতিশাস্ত্ৰবিলাকত এই প্ৰথাত অনুমোদন দিছিল কিন্তু পালন কৰাত জোৰ নিদিছিল। সতী যোৱা প্ৰথাৰ প্ৰথম স্মৃতিচিহ্ন পোৱা গৈছে মধ্যপ্ৰদেশৰ সৌগৰৰ কাষৰ

এৰাণ নামে ঠাইৰ এটা স্তম্ভৰ গাত খোদিত এখন শিলালিপিত ৫১০ খ্রীষ্টাব্দত এজন বীৰ সেনাপতি আৰু তেওঁৰ পত্নীৰ কৰুণ মৃত্যুৰ কথা পদ্যত বৰ্ণনা কৰা হৈছে। সেই পদ্যৰ সংক্ষিপ্ততা আৰু সৰল প্ৰকাশভঙ্গী ভাৰতীয় যেন নেলাগেই—সি গ্ৰীক পদ্যসাহিত্যৰ এপিটাফ অৰ্থাৎ স্মৃতিফলকবোৰলৈহে মনত পেলায়—

ইয়ালৈ আহি বিশ্বৰ সবাতোকৈ সাহসী ভানুগুপ্ত
অৰ্জুনৰ সমকক্ষ সেই বীৰ আছিল মহান ৰজা
আৰু তেওঁৰ লগত আহিছিল গোপৰাজ
যেন বন্ধুৰ সহচৰ হৈছিল বন্ধু।
ইয়াতে এখন বিখ্যাত দুৰ্জয় যুদ্ধত অৱতীৰ্ণ হৈ—
দেৱতুল্য সেই সেনাপতিয়ে লভিছিল বীৰৰ মৃত্যু।
আৰু তেওঁৰ পৰমাসুন্দৰী প্ৰেয়সী পত্নীয়ে
তেওঁৰ লগতেই জ্বলন্ত অগ্নিত কৰিলে প্ৰৱেশ।

আমি জানো যে মধ্য এছিয়াৰ অঘৰী জাতিবোৰৰ মাজতো এই প্ৰথাৰ প্ৰচলন আছিল। সেই অঘৰী জাতিবোৰে ভাৰত আক্ৰমণ কৰোঁতে সিহঁতৰে হোৱা সম্পৰ্কৰ ফলতো ভাৰতত এই প্ৰথাৰ প্ৰচলন হয়তো বেছি হৈছিল। যেনেকৈয়ে নহওক, তেতিয়াৰ পৰা সতীদাহৰ ঘটনা সাধাৰণ ঘটনা হ'বলৈ ধৰিছিল। এতিয়া সমগ্ৰ ভাৰতত অসংখ্য সতীদাহৰ শিলৰ স্মাৰকচিহ্ন আছে তেওঁলোকৰ নিহত স্বামীসকলৰ প্ৰতি পৰমানুগতা সতী পত্নীগণে সহমৰণ বৰণ কৰা অসংখ্য ঘটনাৰ স্মৃতি বহন কৰি।

এই প্ৰথাৰ বিৰূপ সমালোচনাও হৈছিল বিস্তৰ। সপ্তম শতিকাৰ মানৱতাবাদী কবি বাণে গৰিহণা দিছিল এই প্ৰথাক। তান্ত্ৰিক সম্প্ৰদায়বোৰৰ শাস্ত্ৰত আনকি এনেকৈও ঘোষণা কৰিছিল যে স্বামীৰ চিতাত আত্মজাহ দিয়া নাৰী পোনপটীয়াকৈ নৰকগামী হয়। কিন্তু তাৰ বিপৰীতে কিছুমান মধ্যযুগীয় লেখকে সগৌৰৱে ঘোষণা কৰিছিল যে স্বামীৰ চিতাত সহমৰণত যোৱা নাৰীয়ে নিজৰ আৰু মৃত স্বামী উভয়ৰে সৰ্বপাপ খণ্ডন কৰি চাৰে তিনি কোটি বছৰৰ বাবে দুয়ো একেলগে অখণ্ড স্বৰ্গবাসৰ অময়া সুখ ভোগ কৰে।

আদৰ্শগতভাৱে সতীৰ সহমৰণ সদায় মহিলাগৰাকীৰ ইচ্ছাধীন কাম। কিন্তু পিছৰ যুগৰ অনেক ঘটনা আৰু বৰ্ণনাৰ পৰা সহজে সিদ্ধান্ত কৰিব পাৰি যে উচ্চ বৰ্ণৰ—বিশেষকৈ ক্ষত্ৰিয় কুলৰ মহিলাসকলৰ ওপৰত সামাজিক আৰু পাৰিবাৰিক হেঁচা বৃদ্ধিৰ ফলত মহিলাসকলৰ বাবে সহমৰণত যোৱাটো বাধ্যতামূলক হৈ পৰিছিল। পঞ্চদশ শতাব্দীৰ পৰ্তুগীজ ভ্ৰমণকাৰী নিক'ল'ডেই কণ্টিয়ে উল্লেখ কৰিছে যে বিজয়নগৰৰ ৰজাৰ মৃত্যু হ'লত তেওঁৰ তিনি হেজাৰ পত্নী আৰু উপপত্নীক সহমৰণত যাবলৈ দিয়া হৈছিল। এইখিনিতে উল্লেখ কৰিব পাৰি যে দক্ষিণ ভাৰতৰ ৰজাসকলৰ মৃত্যু হ'লে

অকলে যে তেওঁলোকৰ পত্নীসকলেই সহমৰণত গৈছিল তেনে নহয়। লগতে ৰজাৰ মন্ত্রীসকল আৰু ৰাজকাৰেঙৰ ভৃত্যবোৰেও জুইত আত্মজাহ দিছিল। ৰজা আৰু ৰাজ্যৰ মঙ্গল কামনা কৰি অনেক ৰাজবিষয়াই দেৱতাৰ ওচৰত নিজৰ প্রাণ উছর্গা কৰাৰ অসংখ্য লিখিত বৃত্তান্ত পোৱা গৈছে।

আগতেই কোৱা হৈছে যে বিধৱা এগৰাকীক তেওঁৰ মৃত পতিৰ পৰিয়ালৰ এটা কুলক্ষণীয়া সম্বন্ধ বুলি গণ্য কৰা হৈছিল আৰু বৈধব্যব্রত পালন কৰোঁতে সেই বিধৱা নাৰীয়ে কিবা নীতি ভঙ্গ কৰিলে বা ত্রুটি কৰিলে মৃত পতিৰ আত্মাৰ প্রভূত ক্ষতিসাধনো হ'ব পাৰে। বহুবিবাহ প্রথাৰ ফলত জনবহুল হৈ পৰা পৰিয়াল একোটাত বিধৱাগৰাকীৰ সমস্যা আৰু বহুগুণে বহুভাৱে বৃদ্ধি পাব পাৰে। সেইবাবে নিজৰ কোনো সন্তান-সন্ততি যদি নেথাকে, মৰাৰ পিছত মৃত স্বামীৰ লগত পুনর্মিলিত হোৱাৰ আশাত এগৰাকী বিধৱাই স্বইচ্ছাই সহমৰণৰ পথ ল'ব পাৰে। ক্ষুধা, হতাশা, সকলোৰে পৰা পোৱা অৱজ্ঞা আৰু প্রকৃতার্থত দাসীৰ জীৱন সুদীর্ঘ কাল ধৰি যাপন কৰাতকৈ মৰি যোৱাও ভাল বুলি এগৰাকী বিধৱাই ভাবিব পাৰে। মধ্যযুগৰ হিন্দু সমাজত সতীযোৱা প্রথাৰ এনে ব্যাপক প্রচলন হোৱাৰ বাবে দৰাচলতে আচৰিত হ'বলগীয়া কথা একো নাই।

# ছয়

# দৈনন্দিন জীৱন ঃ নগৰ আৰু গাঁৱত

## গাঁও

প্ৰাচীন ভাৰতৰ জনসংখ্যা কিমান আছিল নিশ্চিতভাৱে জানিবলৈ আমাৰ কোনো উপায় নাই। কাৰণ বহুতো ৰাজ্যত প্ৰজাৰ সংখ্যাৰ বিশদ পঞ্জীয়ন ৰখা কাগজ-পত্ৰবোৰ ইতিমধ্যে কালৰ সোঁতত বিলুপ্ত হৈছে। ১৯২৯ চনত লণ্ডনৰ পৰা প্ৰকাশিত প্ৰাণনাথ বিৰচিত গ্ৰন্থ— 'এ ষ্টাডি ইন দা ইকনমিক কণ্ডিছন অব এনচিয়েণ্ট ইণ্ডিয়া' নামৰ গ্ৰন্থত কোৱা হৈছে যে মধ্যযুগত ভাৰতবৰ্ষ উপমহাদেশৰ মুঠ জনসংখ্যা ১০০ ৰ পৰা ১৪০ মিলিয়ন অৰ্থাৎ ১০ কোটিৰ পৰা ১৪ কোটিৰ ভিতৰত হ'ব। দেখাত অত্যন্ত যুক্তিসঙ্গত যেন লাগিলেও সেই হিচাপ সঠিক বুলি ধৰি ল'বলৈ প্ৰামাণিক তথ্য নিতান্তই স্বল্প পৰিমাণৰ। কিন্তু মধ্যযুগ আৰু প্ৰাচীন যুগত ভাৰতৰ জনসংখ্যা যিমানেই নহওক তাৰ সৰহভাগেই আছিল গাঁৱৰ মানুহ। এতিয়া কোৱা হয় যে ভাৰতৰ মুঠ জনসংখ্যাৰ ৮৫ শতাংশ লোক থাকে গ্ৰামাঞ্চলত। আমি নিশ্চিতভাৱে ধৰি ল'ব পাৰোঁ যে অতীত ভাৰতৰো সেইটোৱেই গাঁও আৰু নগৰবাসী মানুহৰ আনুপাতিক হিচাপ আছিল। তেতিয়া বৰঞ্চ গাঁৱত আৰু অলপ বেছি মানুহ আছিল। প্ৰাচীন ভাৰতত সাধাৰণতে একোজন মানুহ আছিল গ্ৰামবাসী।

দিল্লীৰ পৰা কলকাতালৈ ৰেলেৰে যাত্ৰা কৰা যি কোনো লোকৰে মনত বিশাল গঙ্গা উপত্যকাৰ মাজেৰে যাওঁতে চকুত পৰা দুয়ো কাষৰ একে ধৰণৰ দৃশ্যাৱলীয়ে দাগ নকটাকৈ নেথাকিব। সৰু সৰু অসংখ্য গাঁও—বেছিভাগ ক্ষেত্ৰতে ইখনে সিখনে গাতে গা লগা ধৰণৰ সিঁচৰতি হৈ আছে। মাজে মাজে সেই গাঁওবোৰৰ লেথেৰি নিছিগা শাৰী খণ্ডিত কৰিছে একোখন নদী বা জলসিঞ্চন বিভাগৰ খাল একোটাইহে। সেই গাঁৱবোৰৰ বাহিৰত আছে কিছুমান গছ-গছনি বা কেতিয়াবা একোটা গছৰ থোপা। সেইবোৰেই এখন গাঁৱৰ পৰা আন এখন গাঁৱক পৃথক কৰি দেখুৱায়। সেই গছ-গছনিবোৰ নেথাকিলে গাঁওবিলাকৰ মাজত মানুহৰ পদপথ আৰু কেতিয়াবা একোটা ওখোৱা-মোখোৱা আলিবাটেহে গাঁওবোৰ এখনৰ পৰা আন এখন বেলেগ কৰি দেখুৱায়। কিন্তু প্ৰাচীন যুগৰ ভাৰতবৰ্ষত তেনে নাছিল।

আনকি প্ৰথমতে ইংৰাজ মানুহবোৰ যেতিয়া মাদ্ৰাজ, বোম্বাই আৰু কলিকতালৈ আহি বেহা-বেপাৰৰ কেন্দ্ৰ পাতি বহিছিলহি, তেতিয়াও গ্ৰামাঞ্চলত বহুত গছ-গছনি আছিল। আৰু পুৰণি কালৰ ভাৰতত বনভূমিৰ পৰিমাণ নিশ্চয় আৰু বেছি আছিল। হিউয়েন ছাঙৰ বৰ্ণনাৰ পৰা জানিব পৰা যায় যে সপ্তম শতাব্দীত গঙ্গাৰ দুয়ো পাৰে মাইলৰ পিছত মাইলজোৰা অটব্য অৰণ্য আছিল। গ্ৰামাঞ্চল আছিল এতিয়াতকৈ অনেক বেছি বন্য। এতিয়া দুই-এক জিলাতহে দেখিবলৈ পোৱা বাঘ তেতিয়াৰ কালত দেশৰ সৰ্বত্ৰ পোৱা গৈছিল। পশ্চিম ভাৰতত এতিয়া লুপ্তপ্ৰায় সিংহ তেতিয়া য'তে-ত'তে আছিল। বনৰীয়া হাতীৰ জাকবোৰ তেতিয়া ৰজাসকলে সুৰক্ষিত কৰি ৰাখিছিল। এতিয়া যিবোৰ অঞ্চলত হাতী দেখিবলৈকে নাই তেনে অঞ্চলবোৰতো জাকে জাকে হাতীয়ে বিচৰণ কৰিছিল। বিন্ধ্য পৰ্বতশ্ৰেণীৰ পাদদেশ আৰু পূব আৰু পশ্চিমঘাট অঞ্চলবোৰত এতিয়া ডাঙৰ গছ-গছনি নায়েই। শ শ বছৰ ধৰি কাঠকটীয়া খৰিকটীয়াহঁতে সেইবোৰ অঞ্চল বৃক্ষশূন্য কৰি পেলালে। আৰু জাক জাক বনৰীয়া ছাগলীয়ে তাত নতুন গছপুলি উঠিবলৈও নিদিয়ে। কিন্তু সেই অঞ্চলবোৰ এসময়ত গভীৰ অৰণ্যৰে আবৃত আছিল। ভাৰতীয় কৃষকৰ আওপুৰণি কৃষি-পদ্ধতিৰ ফলত ভাৰতৰ মাটি শেৰ্ষ হোৱা নাই— বনাঞ্চলো এতিয়াও বিধ্বস্ত হোৱা নাই। অৱশ্যে মগধ (দক্ষিণ বিহাৰ) আৰু তামিল দেশৰ কোনো কোনো অংশত কৃষি-কৰ্মৰ জৰিয়তেই বনভূমি সম্পূৰ্ণ অন্তৰ্হিত হৈছিল।

তেতিয়াৰ ভাৰতীয় গাঁও এতিয়াৰ ভাৰতীয় গাঁৱতকৈ বেছি বেলেগ নাছিল। বৰ্তমান উত্তৰ ভাৰতৰ বেছিভাগ গাঁৱেই অৰক্ষিত অৱস্থাত—মুকলিকৈ ৰাখে। প্ৰাচীন কালত কিন্তু উত্তৰ ভাৰতৰ গাঁওবোৰৰ চাৰিওফালে বেৰা দিয়া হৈছিল বা কাঠৰ খুঁটা পুতি বেৰৰ নিচিনা কৰি সুৰক্ষিত কৰা হৈছিল। এতিয়াও দক্ষিণ ভাৰতৰ নানা অঞ্চলত গাঁওবিলাক তেনেদৰে সুৰক্ষিত কৰি ৰখাৰ নিয়ম আছে। সাধাৰণতে গাঁও বুলিলে ডাঙৰ-সৰু কিছুমান পঁজাঘৰৰ সমষ্টি। মাজতে এটা পুখুৰী বা ডাঙৰ কুঁৱা। তাৰ ওচৰতে কেইজোপামান গছ-গছনিৰে এডোখৰ মুকলি ঠাই। আগৰ কালত গাঁৱত এটা ৰাজহুৱা ঘৰ আছিল। সেই ঘৰতে কোনোবা বাটৰুৱা আহিলে জিৰণি লয় বা ৰাতি থাকে আৰু গাঁৱৰ সামাজিক জীৱনৰো সেই ঘৰটোৱেই কেন্দ্ৰৰ দৰে হয়। পিছলৈ এই ঘৰৰ স্থান ল'লে গাঁৱৰ মন্দিৰবোৰে।গাঁৱৰ মানুহৰ সমাজ সচেতনতা প্ৰবল আছিল আৰু সামাজিক জীৱনো প্ৰাণশক্তিৰে ভৰপূৰ আছিল। আমি এটা জাতকৰ সাধুৰ পৰা তলৰ কথাখিনি উদ্ধৃত কৰিলেই সেই কথা বুজিব পাৰিম—

"এদিন তেওঁলোকে গাঁৱৰ মধ্যস্থলত সকলোটি একেলগ হ'ল গাঁৱৰ সমজুৱা কথা আলোচনা কৰিবলৈ। .....আটায়ে সিদ্ধান্ত কৰিলে যে কিছুমান ৰাজহুৱা স্বাৰ্থৰ ভাল

কাম কৰিব। তাৰ পিছৰ পৰা তেওঁলোকে সময়মতে উঠি দা-কুঠাৰ আৰু চিপ্রাং লৈ কামলৈ ওলায়। গাঁৱৰ কাষৰ আলিবাটবোৰৰ ওলাই থকা ডাঙৰ ডাঙৰ শিলবোৰ চিপ্রাঙেৰে তুলি আঁতৰাই পেলালে। তেওঁলোকে গৰুৰ গাড়ী লৈ গ'লে যিবোৰ গছত খুন্দা লাগি ধৰি গাড়ী নচলা হয় সেই গছবোৰ কাটি পেলালে। বাটবোৰ সমান কৰি সুবিধা কৰি ল'লে। নদীৰ পাৰত মথাউৰি বান্ধিলে। পুখুৰী খান্দিলে। গাঁৱৰ ৰাজহুৱা ঘৰটোও সাজিলে। সকলোৱে নিষ্ঠাৰে অতিথি সৎকাৰ, দান-পুণ্যাদি কৰি বৌদ্ধ ধৰ্মৰ নীতি সততাৰে পালন কৰিবলৈ ধৰিলে।"

এনে ধৰণৰ বলিষ্ঠ আৰু কৰ্মশীল সমাজ জীৱন গাঁওবোৰত চলি থাকিল মধ্যযুগলৈকে। তামিল লিপিবিলাকৰ পৰা জানিব পাৰি যে গ্ৰাম পৰিষদবিলাকে সমাজ-কল্যাণমূলক কামত সক্ৰিয় ভূমিকা পালন কৰিছিল। পুখুৰী খান্দি খোৱা পানীৰ সুব্যৱস্থা কৰিছিল। জলসিঞ্চনৰ বাবে খাল খানিছিল। বাট-পথৰ উন্নয়ন কৰিছিল আৰু গাঁৱৰ দেৱালয়বিলাকৰ কাম-কাজ চলাইছিল। মানুহৰ মাজত সদায় সক্ৰিয় হৈ থকা এই ধৰণৰ প্ৰবল সমাজ-চেতনাৰ বাবেই হিন্দু সংস্কৃতি যুগমীয়া হৈ থাকিল।

গ্ৰামবাসী সৰহভাগ লোকেই আছিল স্বাধীন কৃষক। তেওঁলোকৰ মাটিৰ গৰাকীও আছিল সৰ্বাংশে নিজেই যদিও দেশৰ সমগ্ৰ ভূসম্পত্তিৰ মালিক ৰজাহে বুলি ধৰা হৈছিল। খেতিয়কৰ জীৱন কঠোৰ আছিল যদিও পিছৰ কালত দৰিদ্ৰতাই যেনেদৰে পীড়িছিল তেতিয়া সি সিমান বেছি নাছিল আৰু তেতিয়া কৃষকৰ কৃষি-সম্বন্ধীয় ঋণৰ পৰিমাণো আছিল কম। সৰহভাগ কৃষকৰে খেতিৰ মাটি আছিল কম। গতিকে নিজৰ মাটিত পৰিয়ালৰ সদস্যসকলৰ সহযোগত কৃষকজনে নিজেই খেতি কৰিছিল। কিন্তু কিছুমান সৰহীয়া মাটিৰ গৰাকী খেতিয়কো আছিল। তেওঁলোকে হাজিৰা দিয়া কৃষক শ্ৰমিক লগাই খেতিৰ কাম কৰিছিল। ৰজাৰ নিজৰো নিজৰ খাচ খেতিৰ মাটি আছিল বহুত পৰিমাণৰ। সেইবোৰতো বন্ধুৱা-বনুৱা লগাই খেতি কৰাইছিল। 'অৰ্থশাস্ত্ৰ'ৰ পৰা জনা যায় যে মৌৰ্যযুগত তেনে এজন কৃষি-বনুৱাই ভৰণ-পোষণসহ মাহে ১.২৫ পণ বানচ পাইছিল। এইদৰে খেতি কৰা মাটিৰ উপৰিও মাটি থকা ভূমিপতিসকলে বছৰি অৰ্ধভাগ ফচলৰ বিনিময়ত মাটি আধিলৈ দিছিল।

এনে ধৰণৰ ভূমিহীন কৃষক ভাৰতীয় গাঁওবোৰত মৌৰ্যযুগৰ পৰাতো আছিলেই— খুব সম্ভৱ তাৰো বহুত আগৰ কালৰ পৰাই আছিল। সিহঁতৰ জীৱন আছিল অতি দুখৰ আৰু সকলোৰে দ্বাৰাই অৱহেলিত। বেমাৰ, অভাৱ, আলস্য আৰু নানান অন্যান্য কাৰণত এজন কৃষকে নিজৰ মাটি বেচি দিবলৈ বাধ্য হয় বা ৰাজহ আৰু অন্যান্য কৰ-কাটল দিব নোৱাৰি নিজৰ মাটিৰ পৰা উচ্ছেদ হ'ব লগাত পৰে। তাৰ ফলত কৃষকজনৰ মৰ্মান্তিক অপমানতো হয়েই, লগতে মাটিৰ গৰাকী গুচি লোকৰ বনুৱা হ'ব

লগাত পৰে। অৰ্থকষ্ট অভাৱবো শেষ নেথাকে। কিন্তু এইদৰে মাটিৰ মালিকানা গৈ কেইজনমান ভূস্বামীৰ হাতত পৰা প্ৰক্ৰিয়াত প্ৰবল বাধা আহিছিল ভাৰতীয় সংযুক্ত পৰিয়ালৰ গাঁথনিৰ পৰা। কাৰণ পৰম্পৰাগত বিধি মতে তেনে পৰিয়ালৰ মুৰব্বীজনৰ মৃত্যুৰ লগে লগে পৰিয়ালৰ ভূ-সম্পত্তি ওৱাৰিচসকলৰ মাজত ভাগ হয়। সেইদৰে এক পুৰুষত গঢ়ি উঠা বিৰাট ভূসম্পত্তি পিছৰ পুৰুষতে ভাগি থান-বান হয়। সেই দেখি প্ৰকৃতাৰ্থত জমিদাৰৰ শ্ৰেণী এটা ভাৰতত ওলোৱাই নাছিল।

গুৰুভাৰ কৰ-কাটল, বাধ্যতামূলক শ্ৰমদান, ৰজা আৰু ৰাজবিষয়াসকলৰ আগমন কালত ব'বলগীয়া ৰচদ-পাতি যোগাৰৰ বোজা—এইবোৰৰ লগতে মাজে মাজে দেশ উচ্ছন্ন কৰা আকাল-অনাটনে কৃষকৰ দুখ-দাৰিদ্ৰ্য বৃদ্ধি কৰিছিল। যদিও মেগাস্থিনিছে লিখিছে যে আকাল কি ভাৰতৰ মানুহে নেজানিছিলেই। তথাপি আমি বুজিব লাগিব যে তেওঁ এই বিশেষ কথাটো ভালদৰে নজনাকৈয়ে লিখিছিল। ভাৰতীয় সাহিত্যত দুৰ্ভিক্ষ আৰু তাৰ আনুষ্ঠানিক ভয়াবহতাৰ বিশদ বিৱৰণ আৰু সঘন উল্লেখ পাবলৈ আছে। যেনে দণ্ডি বিৰচিত 'দশকুমাৰচৰিত' গ্ৰন্থত। আনকি মেগাস্থিনিছে ভাৰত এৰি যোৱাৰ কিছুকালৰ পিছতে চন্দ্ৰগুপ্ত মৌৰ্যৰ ৰাজত্বৰ শেহৰ ফালে ভাৰতত এটা ডাঙৰ দুৰ্ভিক্ষ হৈছিল। খুব উদ্যোগী আৰু বিবেকবান ৰজাসকলে দুৰ্ভিক্ষত সহায় দিবলৈ চেষ্টাৰ ত্ৰুটি নকৰিছিল। 'অৰ্থশাস্ত্ৰ'ই আনকি বিধান দিছে যে ৰজাই প্ৰয়োজন হ'লে কোনো প্ৰজাই খাদ্যসামগ্ৰী ভঁৰালত সাঁচি ৰখা দেখিলে দুৰ্ভিক্ষ পীড়িত লোকে যাতে খাবলৈ খাদ্য পায় সেই উদ্দেশ্যে তেনে খাদ্যৰ ভঁৰাল বাজেয়াপ্ত কৰিব পাৰে। ৰাজকীয় শস্যৰ ভাণ্ডাৰবোৰ জৰুৰী প্ৰয়োজনত খুলি দিয়া হৈছিল। ব্যক্তিগত মানুহৰ দান আৰু ধৰ্মীয় প্ৰতিষ্ঠানবিলাকৰ সাহায্য গ্ৰহণ কৰা হৈছিল। কিন্তু দুৰ্ভিক্ষৰ সাহায্য বিতৰণৰ বাবে যেনে দ্ৰুত সংবাদ সৰবৰাহ আৰু যাতায়াতৰ সুবিধা লাগে সেই সুবিধা তেতিয়াৰ দিনত নাছিল বাবে দুৰ্ভিক্ষ আজিকালিৰ দিনতকৈ বহুত বেছি ভয়াৱহ আছিল। আমি যুক্তিসঙ্গতভাৱেই বিশ্বাস কৰিব পাৰোঁ যে বৰ্তমানতকৈ তেতিয়াৰ দিনত বৃষ্টিপাত বেছিকৈ হৈছিল আৰু উৎপাদিত খাদ্য বস্তুৰ অনুপাতে জনসংখ্যাৰ বোজাও অনুভূত হৈছিল এতিয়াতকৈ কমকৈ। সেইবাবে অভাৱ আৰু দুৰ্ভিক্ষ আজিকালিৰ দিনৰ দৰে প্ৰাচীন কালত সঘনে হোৱা নাছিল। কিন্তু যেতিয়া হৈছিল সি এতিয়াৰ দিনতকৈ বেছি ভয়াৱহ আৰু জীৱন বিনষ্টকাৰী ৰূপ লৈছিল।

ভাৰতৰ ইতিহাসৰ আমাৰ এই গ্ৰন্থত আলোচনা কৰিবলৈ লোৱা কালছোৱাত ক্ৰমাৎ কৃষিকৰ্মৰ ক্ষেত্ৰৰ বিস্তাৰ হৈছিল কাৰণ কৃষিভূমিৰ চাহিদা বাঢ়িছিল জনসংখ্যা বৃদ্ধিৰ লগে লগে। 'অৰ্থশাস্ত্ৰ'ৰ প্ৰথম অংশতে কৃষি-ক্ষেত্ৰৰ বিস্তাৰৰ বাবে নতুনকৈ পাম খোলা, ছন পৰা মাটি কৃষিৰ উপযুক্ত কৰি তোলা আৰু নতুনকৈ গাঁও পতা আদি পৰামৰ্শ দিছে। জাতকৰ সাধুবোৰত কৰ্মঠ গাঁওবাসীয়ে হাবি কাটি নতুন বসতিস্থান

মুকলি কৰাৰ কথা পোৱা যায়। আনকি জাতকৰ সাধুত কেতিয়াবা একোখন গাঁৱৰ আটাইবোৰ মানুহ একেলগে হাবিৰ মাজলৈ উঠি গৈ বেলেগ বাসস্থান গঢ়াৰ কথাও পোৱা যায়। গাঁৱলীয়া মানুহে তেনে কৰিছিল অত্যাচাৰী আৰু লোভী কৰ-সংগ্ৰাহক ৰাজ-বিষয়াৰ হাতৰ পৰা ৰক্ষা পাবলৈ।

সমতল ভূমিত কৃষিক্ষেত্ৰ দেশৰ মাজেদি প্ৰবাহিতা ডাঙৰ ডাঙৰ নদীবোৰৰ পৰা জলসিঞ্চনৰ বাবে পানী লৈ যাবলৈ খন্দা অসংখ্য খালেৰে ভাগ ভাগ কৰা। মাজে মাজে একেই উদ্দেশ্যেৰে নিৰ্মাণ কৰা কৃত্ৰিম জলাশয়বোৰ (যিবোৰক ইঙ্গ-ভাৰতীয় দোৱানত 'টেংক' বুলি কোৱা হয়)—সেইবোৰ জলাশয় সাধাৰণতে সৰু সৰু নদী-জান-জুৰিবোৰ ভেটা বা বান্ধ দি অথবা আগৰে পৰা থকা হ্ৰদবিলাকৰ পানী ওলাই যোৱা পথবোৰ বন্ধ কৰি ডাঙৰ কৰি নিৰ্মাণ কৰা হয়। কৃত্ৰিমভাবে নিৰ্মাণ কৰাই হওক বা আগৰে পৰা থকাই হওক, এনে জলাশয় বা জলাধাৰবিলাকৰ পৰা নাগৰদোলাৰ দৰে জল-উত্তোলন কৌশলেৰে পানী তুলি সৰু সৰু নলাবোৰত ঢালি দিলে সি বৈ গৈ কৃষিক্ষেত্ৰ প্লাবিত কৰে। এটা বলদে ঘূৰোৱা 'পাৰ্ছীয়ান হুইল' ব্যৱহাৰ কৰা হৈছিল বুলি পুৰণি কোনো গ্ৰন্থত উল্লেখ পোৱা নেযায়—কিন্তু ব্যৱহাৰ হয়তো হৈছিল।

কৃষিক্ষেত্ৰত জলসিঞ্চনৰ বৰ বৃহৎ একোখন আঁচনি প্ৰজাৰঞ্জক ৰজাসকলে ধৰ্মীয় আৰু সমাজ-কল্যাণকৰ কাম হিছাপে লৈছিল। তেনেকৈ নিৰ্মাণ কৰা বান্ধৰ ভিতৰত বিখ্যাত আছিল গিৰণাৰ নামে ঠাইৰ বিশাল জলাধাৰ। তাৰ ইতিবৃত্ত ওচৰত থকা দুখন শিলালিপিৰ পৰা জনা গৈছে আৰু এই গ্ৰন্থত আগতেই কোৱা হৈছে। সেই বিশাল বান্ধৰ দেৱাল একেবাৰে তলত এশ ফুট ডাঠকৈ নিৰ্মাণ কৰা হৈছিল। কেতিয়ানো সেই বান্ধ ধ্বংসপ্ৰাপ্ত হ'ল সেই বিষয়ে একো জনা নেযায়। ভাৰতীয় জলসিঞ্চন প্ৰকল্পৰ বৃহত্তম সফলতা আজি কিছুদিনৰ আগলৈকে আছিল ভূপালৰ ওচৰৰ 'ভোজপুৰ হ্ৰদ'। একাদশ শতাব্দীৰ মাজভাগত ধাৰাৰ ৰজা ভোজ পৰমাৰে সেই বিশাল বান্ধ নিৰ্মাণ কৰিছিল। অৱশ্যে সেইটোও এতিয়া নাই। পঞ্চদশ শতাব্দীত মুছলমানবিলাকে সেই বান্ধ ধ্বংস কৰিলে। পিছত আৰু পুনৰ নিৰ্মাণ কৰা নহ'ল। কিন্তু সেই বান্ধৰ যি ভগ্নাৱশেষ দেখা গৈছে তাৰ পৰা জানিব পাৰি যে সেই কৃত্ৰিম জলাধাৰৰ পৰা ২৫০ বৰ্গমাইলৰ বিৰাট এটা অঞ্চলৰ কৃষিক্ষেত্ৰত জলসিঞ্চনৰ ব্যৱস্থা কৰা হৈছিল। ভাৰতৰ একেবাৰে উত্তৰত, নৱম শতাব্দীৰ কাশ্মীৰৰ ৰজা অৱন্তিবৰ্মনৰ অধীনত কাম কৰা প্ৰসিদ্ধ ইঞ্জিনীয়াৰ সুয়াৰ বিষয়ে আমি পঢ়িবলৈ পাওঁ। সেইজন অভিযন্তাই বোলে— "সিন্ধু আৰু বিতস্তা নদীৰ পানী নিজৰ খুচীমতে—সাপ-নচুৱা মানুহে নিজৰ খুচীমতে সাপ এৰি দিয়াদি—যেনি-তেনি বোৱাব পাৰিছিল।" আমাৰ আলোচ্য ঐতিহাসিক কালছোৱাৰ ভিতৰতে দক্ষিণ ভাৰতত পৰ্তুগীজ ভ্ৰমণকাৰী ডমিনগো পায়েজে বৰ্ণনা কৰামতে বিজয়নগৰৰ সুবিশাল জলাধাৰৰ কথা আমি পাওঁ। সেই জলাধাৰৰ পাৰবোৰ বোলে কাৰ্ফাই ধনুৰে কাঁড়

এডাল মাৰি পঠালে যিমান দূৰত পৰিবগৈ সিমান বহল আছিল বুলি পায়েজে লিখিছে। সেই বান্ধ নিৰ্মাণ কৰোঁতে প্ৰথমৰ প্ৰচেষ্টাবোৰ অথলে যোৱা দেখি ৰজা কৃষ্ণদেৱ ৰায়ে দেৱতাসকলৰ তুষ্টিৰ বাবে বহুত বন্দীক নৰ-বলি হিছাপে উছৰ্গা কৰিছিল আৰু ২০,০০০ বনুৱা লগাই বান্ধৰ কাম সম্পূৰ্ণ কৰিছিল।

ভাৰতৰ হিন্দু যুগৰ ৰজাসকলৰ দ্বাৰাই নিৰ্মিত ডাঙৰ ডাঙৰ বান্ধবোৰ এতিয়া সৰহভাগেই ধ্বংসপ্ৰাপ্ত হৈছে। কিন্তু সিংহলত বিশাল আকৃতিৰ প্ৰাচীন যুগতে নিৰ্মাণ কৰা জলাধাৰবোৰ এতিয়াও আছে। কিন্তু সেইবোৰৰ পানী যিবোৰ খালেৰে কৃষিক্ষেত্ৰলৈ বোৱাই নিয়া হৈছিল, সেইবোৰহে ভাগি-ছিগি গৈছে আৰু এতিয়া সেইবোৰৰ মেৰামতি আৰু পুনৰ নিৰ্মাণ চলি আছে। বহু শতাব্দী ধৰি অৱহেলা কৰি থকাৰ পিছত আজিকালিৰ ভাৰতীয় আৰু সিংহলী চৰকাৰবোৰে জলসিঞ্চন ব্যৱস্থাৰ উন্নয়নৰ কাৰণে পুনৰ যত্নপৰ হোৱা দেখা গৈছে। জলসিঞ্চনৰ সুব্যৱস্থা বিহনে গ্ৰীষ্মপ্ৰধান দেশত খেতিৰ কামত পূৰ্ণ সফলতা লাভ কৰিব নোৱাৰি। সেইবাবেই প্ৰাচীন যুগৰ ৰজাসকলে সেই কামত অতি গুৰুত্ব দিছিল।

## কৃষি আৰু পশুপালন

প্ৰাচীন ভাৰতৰ প্ৰধান কৃষিজাত উৎপন্ন শস্য আছিল এতিয়াৰ নিচিনাকৈয়ে উত্তৰ শীতপ্ৰধান অঞ্চলত হোৱা ঘেঁহু আৰু য ধান বা যৱ। আন আন ঠাইত সেই দুটাৰ খেতি হৈছিল শীতকালত। সমতল উপত্যকাবোৰত য'ত জলসিঞ্চনৰ সুবিধা আছিল তাত হৈছিল ধান আৰু শুকান অঞ্চলবোৰত— যেনে দাক্ষিণাত্য মালভূমিৰ কোনো কোনো অংশত য'ত ধানখেতি সম্ভৱ নহয় তাত কৰা হৈছিল মিলেট্ অৰ্থাৎ কণীধানৰ খেতি। অন্যান্য শস্যৰ ভিতৰত প্ৰচুৰ পৰিমাণে কুঁহিয়াৰ খেতি কৰা হৈছিল। চেনি ৰপ্তানি কৰা হৈছিল ইউৰোপলৈ। শাক-পাচলি আৰু বিভিন্ন প্ৰকাৰৰ লাওৰ খেতি কৰা হৈছিল সকলো ঠাইতে। সেইদৰে কৰা হৈছিল তিলৰ খেতি ব্যাপক পৰিমাণে কাৰণ খাবলৈ তেল পোৱা গৈছিল তিলৰ পৰাই। অসংখ্য বিধৰ মটৰ আন আন মাহৰ আৰু মচুৰৰ খেতি কৰা হৈছিল। দক্ষিণ ভাৰতত, বিশেষকৈ কেৰালা (মালাবাৰ)ত নানা বিধৰ মছলাৰ খেতি হৈছিল। যেনে জালুক, ইলাচি, আদা, দালচেনি ইত্যাদি। সেইবোৰৰ চাহিদা গোটেই ভাৰতবৰ্ষতে আছিল আৰু ইউৰোপলৈও ৰপ্তানি কৰা হৈছিল। হিমালয়ৰ পাদভূমি অঞ্চলত উৎপন্ন কৰা হৈছিল মূল্যবান কুঙ্কুম বা জাফ্ৰাং। বস্ত্ৰৰ বাবে কপাহৰ খেতি আছিল সৰ্বকালৰ প্ৰধান উৎপন্ন দ্ৰব্য।

ফলমূলৰ ভিতৰত আটাইতকৈ সমাদৃত আছিল আম—আমৰ বাগানত উৎপন্ন কৰা আমৰ সদায়েই চাহিদা আছিল। দেশৰ আৰ্দ্ৰতা প্ৰধান অঞ্চলবোৰত ক্ষুদ্ৰাকৃতি ভাৰতীয় কলৰ খেতি প্ৰচুৰ পৰিমাণে হয়। তাৰ তুলনাত অলপ পলমকৈ দক্ষিণ-পূব এছিয়াৰ পৰা আনি নাৰিকলৰ খেতি আৰম্ভ কৰা হৈছিল। কাৰণ মধ্যযুগীয় সাহিত্যত পোৱা গ'লেও প্ৰাচীন সাহিত্যত নাৰিকলৰ উল্লেখ পোৱা নেযায়। উপকূলীয় অঞ্চলত প্ৰচুৰ পৰিমাণে নানা ধৰণৰ তালগছৰ খেতি হৈছিল। সেইবিলাকৰ পাত ব্যৱহাৰ হৈছিল প্ৰধান লেখন সামগ্ৰী কাগজ হিছাপে-তাড়ী আৰু আৰক নামেৰে দুবিধ মদ প্ৰস্তুত কৰা হয় তাৰ ৰসৰ পৰা। আৰু এবিধ মূল্যবান পাম প্ৰজাতিৰ গছ হৈছে এৰেকা নাট্। যিটোক তামোল গছ বোলা হয়। ডাঠ টান বাকলিৰ মাজৰ বাদামৰ দৰে শাহটোৰ অলপ নিচাকাৰক গুণ আছে। সেইটো কাটি চুণ আৰু আন আন অনুপানৰ লগত পাণ লতাৰ পাতত মেৰাই চোবালে 'তাম্বুল' বা তামোল হয়। ভাৰতৰ মানুহৰ মাজত বৰ জনপ্ৰিয় একপ্ৰকাৰ 'চয়িং কুইড'। খ্ৰীষ্টাব্দ আৰম্ভ হোৱাৰ পৰাই দক্ষিণ ভাৰতৰ পৰা উত্তৰ ভাৰতৰ মানুহে তামোল খাবলৈ শিকিলে। তেতিয়াৰ পৰা ভাৰতীয় লোকৰ বাবে মধ্যাহ্ন ভোজনৰ পিছৰ মুখশুদ্ধি হিছাপে তামোলতকৈ আৰামৰ বস্তু একো নাই। খেজুৰ গছ হয় পশ্চিমৰ শুকান প্ৰদেশবোৰত। কিন্তু সাহিত্যত খেজুৰৰ কথা বেছি পোৱা নেযায়। টেঙা তেঁতেলি ফলৰ কিন্তু ৰান্ধোতে আঞ্জাত খুব ব্যৱহাৰ হৈছিল। পাৰস্যৰ পৰা অহা আঙুৰ, বাদাম আৰু আখৰোটৰ খেতি হৈছিল হিমালয়ৰ পশ্চিমাংশৰ অঞ্চলবোৰত। চন্দন আৰু তেনেকুৱা অনেক সুগন্ধি মূল্যবান কাঠ ঘাইকৈ দক্ষিণ ভাৰতত উৎপন্ন হৈছিল।

গ্ৰীক ভ্ৰমণকাৰীসকলে ভাৰতৰ মাটিৰ উৰ্বৰতা আৰু এই দেশৰ কৃষকসকলৰ উদ্যম আৰু পাৰদৰ্শিতা দেখি বৰ শলাগিছিল। আধুনিক কালৰ ভ্ৰমণকাৰীসকলৰ ভাৰতৰ কৃষি আৰু কৃষক সম্বন্ধে মত তাৰ সম্পূৰ্ণ বিপৰীত। এনেকুৱা হ'ব পাৰে যে গ্ৰীক পৰ্যটকসকলে যি মাপকাঠিৰে ভাৰতৰ কৃষিকৰ্ম বিচাৰ কৰিছিল, সেই মাপকাঠিৰ মান আছিল ভাৰতীয় কৃষিৰ মানতকৈ কম। সেইবাবে আমাৰ কৃষি বৰ ভাল দেখিছিল। আনহাতে তেতিয়া ভাৰতৰ কৃষিক্ষেত্ৰৰ মাটি এতিয়াতকৈ বেছি সাৰুৱা আছিল বাবে খেতি বৰ ভাল হৈছিল। হাজাৰ হাজাৰ বছৰ খেতি কৰাৰ পিছত মাটিৰ উৰ্বৰতাকে ধৰি অন্যান্য সকলো গুণ হ্ৰাস স্বাভাৱিকতে পাবই গতিকে খেতিও সেই অনুপাতে বেয়া হ'বই। গ্ৰীকবিলাকৰ বাবে পৰম বিস্ময়ৰ কাৰণ আছিল—ভাৰতত একে বছৰতে দুটা খেতি হোৱা কথাটো। দেশৰ জলাতক অঞ্চলবিলাকত কোনো জলসিঞ্চনৰ ব্যৱস্থা নোহোৱাকৈয়ে দুটা খেতি হয়। সমতল ভূমিত বাৰিষা এবাৰ ধানখেতিতো হৈছিলেই, খৰালি আৰু এটা ধান-খেতি জলসিঞ্চনেৰে পানী যোগান ধৰি কৰা হয়।

প্ৰাচীন ভাৰতত খেতিত সাৰৰ ব্যৱহাৰৰ কথা ভালদৰে জানিছিল। 'অৰ্থশাস্ত্ৰ'ত ৰজাৰ খাচ খেতিৰ মাটিত কেনেকৈ খেতি কৰিব লাগিব তাৰ যিবোৰ বিধান আৰু নিৰ্দেশ দিয়া আছে সেইবোৰৰ পৰা জানিব পাৰি যে প্ৰাচীন ভাৰতত অতি উন্নত কৌশলৰ কৃষি-পদ্ধতি আছিল। বৰ্তমান যুগৰ ভাৰতীয় কৃষক নিজৰ কৃষিৰ সঁজুলি আৰু পদ্ধতিৰ বিষয়ত ইমান বেছি ৰক্ষণশীল যে প্ৰাচীন কালৰ ভাৰতীয় কৃষকৰ কৃষি-পদ্ধতি আৰু কৌশলবোৰৰ বিশেষ একো সালসলনি হ'বলৈ পোৱা নাই। গতিকে আমি ধৰি ল'ব পাৰোঁ যে প্ৰাচীন ভাৰতৰ সাধাৰণ গাঁৱলীয়া মানুহবোৰেও এতিয়াৰ ভাৰতীয় খেতিয়কে কৰাৰ দৰেই খেতি কৰিছিল। কাঠৰ নাঙলেৰে মাটিৰ বৰ বেছি দলৈ নাঙলৰ ফাল নোসোমোৱাকৈ হাল বাইছিল। গৰুৱে নাঙল টানিছিল। কাচিৰে ধান দাইছিল বা অন্যান্য শস্য চপাইছিল। বলদ গৰুৰে মৰণা মাৰিছিল আৰু বতাহত ধান বা দি কুলাতে জাৰিছিল। নাঙলত লোহাৰ ফাল লগোৱা কিটিপ নিশ্চয় জানিছিল সেই সময়ৰ কৃষকে। কাৰণ সেই বিষয়ে তেতিয়াৰ কিতাপত পোৱা যায়।

কৃষকৰ মূল পশুধন আছিল গৰু-ম'হ-ছাগলী আদি পোহনীয়া জন্তু। সেইবিলাক পোহনীয়া জন্তু দৰকাৰ হৈছিল হাল বোৱা, গাড়ী টনা কামৰ উপৰি খাদ্যৰ কাৰণে। গাঁৱৰ মানুহে উমৈহতীয়া গৰখীয়া ৰাখিছিল। প্ৰত্যেক গৃহস্থই নিজৰ নিজৰ গৰুৰ গাত একোটা চিন দি সেই গৰখীয়াক গতাই দিছিল ৰাতিপুৱা। গৰখীয়াই গাঁৱৰ গৰুৰ জাক খেদি লৈ যায় কৃষিক্ষেত্ৰৰ পৰা আঁতৰৰ মুকলি ঘাঁহনি পথাৰলৈ। দিনটো তাতে চৰাই গধূলি ঘূৰি আহে। আমাৰ হাতত এতিয়াৰ দিনৰ হাড়ে-ছালে লগা গৰুবোৰৰ পৰা হোৱা উৎপন্ন বস্তুৰ পৰিমাণৰ লগত তুলনা কৰিবলৈ প্ৰাচীন যুগৰ গৰুবোৰৰ পৰা উৎপাদননো কেনে আছিল জানিবলৈ একো সমল নাই। কিন্তু এতিয়াৰ দিনতকৈ তেতিয়াৰ দিনত বেছি ঘাঁহ-বন আৰু আহল-বহল চৰণীয়া পথাৰ আছিল বাবে সেইবোৰ গাই-গৰুৱে বেছিয়েই উৎপাদন কৰিছিল যেন লাগে। দুগ্ধ আৰু দধি বৰ প্ৰয়োজনীয় খাদ্য দ্ৰব্য আছিল। লগতে ঘিউৰ খুব ব্যৱহাৰ হৈছিল। মাখন পগাই তাৰ পৰা চৰ্বি অংশ পৃথক কৰি আচল মাখন-তেলখিনি সংগ্ৰহ কৰিলে ঘিউ হয়। এই ঘৃত বা ঘিউ গৰম জলবায়ুতো অনেক দিনলৈ ভালে থাকে।

গো-হত্যা নিষেধ কৰা প্ৰথাই সমাজত স্থিতি লাভ কৰিছিল লাহে লাহে। যদিও বৈদিক যুগতো গাই বধ কৰা কাৰ্যৰ বিৰুদ্ধে কিছু অনুভূতি সমাজমনত আছিল, মৌৰ্য অশোকে গো-হত্যা বন্ধ কৰা নাছিল। খাবৰ কাৰণে ষাঁড়বধ অশোকৰ দিনৰ বহু পিছলৈকে হৈ আছিল। কিন্তু 'অৰ্থশাস্ত্ৰ'ৰ ২।২৯ স্থানত বুঢ়া, বেমাৰী আৰু বাঁজী গাই জাকে জাকে ঘূৰি ফুৰাৰ কথা লিখিছে। তাৰ পৰা অনুমান কৰিব পাৰি যে পোহনীয়া গাই-গৰুবোৰক স্বাভাৱিকভাৱে মৰিবলৈ এৰি দিয়া হৈছিল। খ্ৰীষ্টাব্দ আৰম্ভ হোৱাৰ

আগতেই অন্ততঃ দেশৰ কিছুমান অঞ্চলত অন্ততঃ গো-হত্যা নিষিদ্ধ হৈছিল। 'অৰ্থশাস্ত্ৰ'তে সেই আলোচনাতে এনে কথাও লিখা আছে যে চুৰ কৰি গো-হত্যা কৰা অপৰাধীক মৃত্যুদণ্ড দিব লাগে। কিন্তু প্ৰসঙ্গ সঙ্গতি ক্ৰমে বিচাৰ কৰি চালে সেইদৰে ৰজাৰ গৰুৰ জাকৰ পৰা চুৰি কৰি নি বধ কৰা চোৰকহে তেনে চূড়ান্ত দণ্ড দিয়াৰ বিধান দিয়া হৈছে।

কৃষকসকলৰ পোহনীয়া গৰু-ম'হ-ছাগলীৰ জাক যেনেদৰে আছিল তাতোকৈ বেছি সংখ্যক পশুধন আছিল বৃত্তি হিচাপে গো-মহিষ পালন কৰি জীৱন যাপন কৰা পশুপালক গোষ্ঠীৰ মানুহৰ হাতত থকা জাকবিলাকত। সেইবিলাক আজন্ম গো-পালক আছিল আধা-অঘৰী লোকৰ সম্প্ৰদায়। সিহঁতে নিত্য নতুন ঘাঁহনিৰ সন্ধানত দেশৰ অৰণ্যময় অংশবোৰত গৰু-ম'হৰ জাক লৈ বিচৰণ কৰিছিল। সেই পশুপালক জনগোষ্ঠীবিলাকৰ ভিতৰত গুৰুত্ব অৰ্জন কৰি নামজ্বলা হৈছিল আভীৰ নামৰ জাতিয়ে। আভীৰ মানেই গুৱাল, গৰখীয়া, গোপাল। খ্ৰীষ্টিয়ান চন গণনা আৰম্ভ হোৱাৰ আগৰে পৰাই আভীৰসকলে দক্ষিণ ৰাজস্থান, মালৱ আৰু সিন্ধু অঞ্চল সিঁচৰতি হৈ বাস কৰিছিল। বোধ হয় এই আভীৰসকলৰ পৰাই গৰখীয়া 'কৃষ্ণ-সংস্কৃতি'ৰ উদ্ভৱ হৈ পূৰ্ণৰূপ পাইছিল। আভীৰ গোষ্ঠীপতিবিলাকে উত্তৰ-পশ্চিম দাক্ষিণাত্যত সাতবাহন সাম্ৰাজ্যৰ ধ্বংসস্তুপৰ ওপৰত এখন ৰাজ্য পাতিছিল যদিও সেই ৰাজ্য বেছিকাল স্থায়ী নহ'ল। অন্যান্য পোহনীয়া জন্তুৰ ভিতৰত আছিল ম'হ। বোজাবাহী জন্তুৰ ভিতৰত বলদৰ পিছতে ম'হৰ স্থান। তদুপৰি মধ্যযুগত দেৱীপূজা অতি জনপ্ৰিয় হৈ পৰিলত দেৱী দুৰ্গাৰ আগত বলি দিবলৈও ম'হেই আছিল অতি প্ৰশস্ত। ছাগলীৰ প্ৰজননো ব্যাপকভাৱে হৈছিল। শীতপ্ৰধান অঞ্চলবোৰত তেনেকৈ জাক জাক ভেড়া পুহিছিল মানুহে। কাশ্মীৰৰ ছাগলীৰ পৰা উণ সূতাৰে তৈয়াৰী কাপোৰৰ চাহিদা আৰু ব্যৱহাৰ উত্তৰ ভাৰতত বৰ বেছি আছিল। ভেড়াৰ উণ আৰু য়াক্ অৰ্থাৎ চুৱৰী-পছুৰ নোমেৰে প্ৰস্তুত ডাঠ কম্বল কিছু পৰিমাণে পাৰ্বত্য অঞ্চলৰ পৰা উত্তৰ ভাৰতৰ সমভূমিৰ ঠাইবোৰলৈ চালান হৈছিল। উত্তৰ ভাৰতৰ শীতকালৰ ৰাতি যেতিয়া বৰ জাৰ পৰে তেতিয়া সেই কম্বলবোৰ খুব কামত আহে। গাহৰিও পুহিছিল মানুহে। কিন্তু গাঁৱৰ অৰ্থনীতিত গাহৰিৰ ভূমিকাৰ বৰ গুৰুত্ব নাছিল।

ঘোঁৰা পোহা হৈছিল প্ৰধানকৈ সিন্ধু আৰু উত্তৰ-পশ্চিম ভাৰতত। দক্ষিণ ভাৰতত উত্তম জাতৰ ঘোঁৰা পোহা নাছিল। কিন্তু জাহাজেৰে দাক্ষিণাত্যৰ পশ্চিম উপকূললৈ সিন্ধু, পাৰস্য আৰু আৰবৰ পৰা ভাল জাতৰ ঘোঁৰা নিয়মীয়াকৈ আমদানি কৰা হৈছিল। ঘোঁৰা আছিল সদায় বিলাসৰ কাৰণে প্ৰয়োজনীয় জন্তু। প্ৰধানকৈ ব্যৱহাৰ কৰিছিল যোদ্ধা শ্ৰেণীয়ে। সাধাৰণ মানুহৰ বাবে যাতায়াতৰ প্ৰধান উপায় আছিল গো-যান।

কিছুমান প্ৰজাতিৰ বলদে বেগাই গাড়ী টানিব পাৰিছিল। বিজয়নগৰৰ ৰজাসকলে এটা গৰু আৰু এটা ঘোঁৰাই টনা পাতল গাড়ীৰ দৌৰ প্ৰতিযোগিতা চাই আনন্দ লভিছিল।

পোহনীয়া জন্তু হিছাপে হাতীৰ ব্যৱহাৰ ভাৰতত আগৰ পৰাই আছিল। বুদ্ধৰ যুগত সেই বিদ্যাত ভাৰত আগবঢ়া আছিল। হাতীৰ প্ৰজনন ঘৰত নহয়। গতিকে হাতী বনৰীয়া অৱস্থাতে চিকাৰ কৰি হাবিৰ পৰা বন্দী কৰি আনি ঘৰচীয়া কৰিব লাগিছিল। দেশৰ নিৰ্দিষ্ট কিছুমান বনাঞ্চল হাতীৰ বাবে সংৰক্ষিত কৰি ৰাখিছিল ৰজাসকলে। তাত হাতী চিকাৰী, ফান্দী আৰু মাউতবোৰে বাস কৰি ৰজাৰ কাৰ্য কৰিছিল। তেনেকৈ ধৰি আনি প্ৰশিক্ষণ দিয়া হাতীৰ মালিক আছিল ৰজা আৰু চৰ্দাৰসকল। কিন্তু এনেদৰে হাতীৰ বাবে সংৰক্ষিত বনাঞ্চলৰ গাতে লাগি থকা গাঁওবোৰৰ খেতিয়কবিলাকে হাবিৰ পৰা জাকে জাকে আহি খেতি-পথাৰ নষ্ট কৰি উপদ্ৰৱ কৰা বনৰীয়া হাতীক শাও-শপনি দিয়েই মনৰ দুখ সামৰিব লগাত পৰিছিল।

উটৰ উল্লেখ বৰকৈ পোৱা নেযায়। কিন্তু দেশৰ শুকান জলবায়ুৰ অঞ্চলবোৰত বোজাবাহী জন্তু হিছাপে উটৰ ব্যৱহাৰ আটায়ে কৰিছিল। মধ্যযুগত দক্ষিণ ভাৰততো ব্যাপকভাৱে উটৰ ব্যৱহাৰ হৈছিল। মধ্যযুগৰ কিছুমান ৰাজবংশৰ ৰজাই উটক যুদ্ধতো কামত লগাইছিল। আন আন বোজাবাহী জন্তুৰ ভিতৰত খচ্চৰ আৰু গাধৰ ব্যৱহাৰ মানুহে কৰিছিল।

এতিয়াৰ দৰেই গৰাকী নোহোৱা আধা-বনৰীয়া কুকুৰৰ জাক প্ৰাচীন যুগতো বাটে-পথে ঘূৰি ফুৰিছিল। পাৰ্বত্য অঞ্চলবিলাকত দেখিবলৈ আধুনিক তিব্বতীয় মেষ্টিফৰ দৰে ডাঙৰ এবিধ বিশেষ প্ৰজাতিৰ কুকুৰ ভাৰতৰ বাহিৰতে বিখ্যাত হৈ পৰিছিল। পাৰস্যৰ সম্ৰাট প্ৰথম আৰ্টাজাৰেক্সেছে (খ্ৰী. পূ. ৪৬৫-৪২৪) ঐতিহাসিক হেৰ'ডটাছে লিখা মতে চাৰিখন গাঁৱৰ মানুহক সকলো কৰ-কাটলৰ পৰাই ৰেহাই দি এইবিধ ভাৰতীয় কুকুৰৰ প্ৰজনন আৰু প্ৰশিক্ষণৰ কাম কৰিবলৈকে দিছিল। কাৰণ চিকাৰ আৰু যুদ্ধৰ কামত এই বিধ কুকুৰৰ কদৰ বৰ বেছি আছিল। এই প্ৰজাতিৰ ভাৰতীয় কুকুৰৰ সুনাম ইজিপ্ত দেশ পৰ্যন্ত বিয়পিছিল টলেমি ৰাজবংশই সেই দেশত ৰাজত্ব কৰি থকা কালত। ভাৰতীয় সাহিত্যত চেনেহ আৰু শ্ৰদ্ধাৰে কুকুৰৰ কথা মাত্ৰ এবাৰ উল্লিখিত হৈছে। কিন্তু কুকুৰ কোনোবাই পুহিছিল বুলি কৰা উল্লেখ বিৰল। এই একমাত্ৰ উল্লেখটো পোৱা যায় মহাভাৰতত যেতিয়া পঞ্চপাণ্ডৱে ভাৰ্যা দ্ৰৌপদীৰ সৈতে শেষবাৰ তীৰ্থযাত্ৰা কৰি স্বৰ্গৰ  ফালে যাত্ৰা কৰিছিল তেতিয়া লগত গৈ থকা বিশ্বাসী কুকুৰটোক স্বৰ্গত সোমাবলৈ নিদিয়াত যুধিষ্ঠিৰেও তাক এৰি স্বৰ্গত প্ৰৱেশ কৰিবলৈ অমান্তি হ'ল। যুধিষ্ঠিৰ আছিল পঞ্চপাণ্ডৱৰ জ্যেষ্ঠ। কোনো কোনো পণ্ডিতে সেইটো

ভাৰতীয় চিন্তাত ইৰাণী প্ৰভাৱ বুলিও ক'বলৈ বিচাৰে। কাৰণ জৰথুষ্ট্ৰবাদীসকলে কুকুৰক পবিত্ৰ জন্তু বুলি জ্ঞান কৰিছিল। পোহনীয়া মেকুৰীৰ উল্লেখ সাধাৰণতে পোৱা নেযায়।

চিত্ৰক বা চিকাৰী নাহৰ ফুটুকী বাঘ বা চিতাবাঘক অকল বনৰীয়া জন্তু বুলিহে উল্লেখ কৰা হৈছিল মধ্যযুগ পৰ্যন্ত। তেনেকৈ শেন চৰাইক প্ৰাচীন ভাৰতত চিকাৰৰ কামত ব্যৱহাৰ কৰা নহৈছিল। শেন চৰাই আৰু প্ৰশিক্ষিত চিতাবাঘেৰে চিকাৰ কৰা দস্তুৰ ভাৰতীয় শাসনকৰ্তাবিলাকৰ মাজত এঘাৰ শতিকালৈকে জনপ্ৰিয় হোৱা নাছিল। সেইটো খেল মুছলিমসকলৰ পৰা ভাৰতলৈ অহাটোৱেই সম্ভৱ।

কুকুৰা মানুহে পুহিছিল। কিন্তু প্ৰাচীন ভাৰতত কুকুৰাৰ কণীৰ খাদ্য দ্ৰব্য হিচাপে ভাৰতীয় খাদ্যৰ তালিকাত বেছি দৰকাৰী নাছিল। মৌৰা চৰাই প্ৰাচীন যুগত ভোজ্য আছিল যে সেই কথা নিশ্চিত। সম্ৰাট অশোকে নিৰামিষাহাৰী হোৱাৰ আগলৈকে ময়ুৰৰ মাংস খাই ভাল পাইছিল। একোখন গাঁৱৰ বৃত্তিয়েই আছিল জাকে জাকে মৌৰা চৰাই পুহি ৰজা আৰু ধনী ধনী লোকৰ ঘৰত যোগান দিয়া—প্ৰথমতে বেছিভাগ খাবৰ কাৰণে—কিন্তু পিছলৈ ঘাইকৈ ধুনীয়া বুলি পুহিবৰ কাৰণে। তেনে ধৰণৰ অনেক ৰং-বিৰঙৰ ধুনীয়া চৰাই যেনে ৰঙা চাকৈ-চকোৱা আৰু ব্ৰাহ্মণী হাঁহ, যিটোক সংস্কৃতত 'চক্ৰবাক' বুলি কয়, ধনী মানুহবোৰে নিজৰ উদ্যানত ৰাখিছিল। ভাটৌ আৰু মইনা সম্ভ্ৰান্ত ঘৰৰ মহিলাকুলৰ মাজত বৰ জনপ্ৰিয় আছিল। তেওঁলোকে দিনটোৰ বহুত বহুত সময় সেই চৰাইবোৰক কথা ক'বলৈ শিকায়েই কটায়।

পাট পলু জগোৱা আৰু পোহা হৈছিল প্ৰধানকৈ বঙ্গ আৰু অসমত। কোনো কোনো পণ্ডিতৰ মতে পাট কাপোৰৰ ব্যৱহাৰ আনকি বৈদিক যুগতো আছিল। পাট সূতা দিয়া পলুৰো উৎপত্তিস্থান ভাৰতেই বুলিও তেওঁলোকে কয়। কিন্তু সম্ভৱ পাট পলু আৰু কাপোৰ ভাৰতত প্ৰৱেশ কৰিছিল চীনদেশৰ ব্ৰহ্মদেশৰ মাজেৰে খ্ৰীঃ পূঃ সহস্ৰাব্দৰ প্ৰথম দ্বিতীয়াৰ্ধত। কাৰণ পাট কাপোৰৰ উল্লেখ নিশ্চিতভাৱে প্ৰথমবাৰৰ কাৰণে পোৱা গৈছিল বৌদ্ধ শাস্ত্ৰবিলাকত আৰু 'অৰ্থশাস্ত্ৰ'ত। য'ত পাট কাপোৰক 'চীনাপট্ট' অৰ্থাৎ 'চীনদেশীয় বস্ত্ৰ' বোলা হৈছিল। খ্ৰীঃ পূঃ দ্বিতীয় শতাব্দীত চীনা পৰ্যটক চাং কিয়েনে লক্ষ্য কৰিছিল যে চীনা পাট কাপোৰ ভাৰতৰ মাজেদি বেক্ট্ৰিয়ালৈ ৰপ্তানি হৈছিল। তাৰ পৰা এইটোও প্ৰমাণিত হয় যে আনকি তেতিয়াও ভাৰতীয়সকলে পাট সূতা কটা আৰু মসৃণ পাট কাপোৰ বোৱাৰ কৌশল আয়ত্ত কৰিব পৰা নাছিল—যিটো অৱশ্যে পিছৰ যুগত কৰিবলৈ সক্ষম হৈছিল। পাট পলুৰ বাহিৰেও অন্য এটা বাণিজ্যিক দিশৰ পৰা গুৰুত্বপূৰ্ণ আৰু মূল্যবান পোক আছিল লা-পোক। ভাৰতত এই লা-পোকৰ জৰিয়তে চপৰা লা নামে এবিধ ধুনা জাতীয় দ্ৰব্য পোৱা গৈছিল যিটোৰ পৰা তেজী-ৰঙা বৰণৰ লা-ৰঙ প্ৰস্তুত কৰা হৈছিল।

# অসভ্য উপজাতিবিলাক

হিমালয়ৰ পাদদেশৰ পাৰ্বত্য অঞ্চলত, বিন্ধ্য পৰ্বতৰ উচ্চতাত ভিতৰুৱা ঠাইবোৰত আৰু দাক্ষিণাত্যৰ কোনো কোনো ঠাইত অসভ্য উপজাতীয় লোক এতিয়াও আছে। সেইবিলাকৰ সৰহ ভাগেই এতিয়া আংশিকভাৱে সভ্যতাৰ পোহৰ পাইছে আৰু হিন্দু ধৰ্ম গ্ৰহণ কৰিছে। কিন্তু তাৰ ভিতৰতে কিছুমানে নিজৰ জনগোষ্ঠীয় ৰীতি-নীতিৰ বেষ্টনীত দৃঢ়ভাৱে ঐক্যবদ্ধ, আত্মনিৰ্ভৰশীল আৰু স্বয়সম্পূৰ্ণভাৱে একোখন সুখী জনগোষ্ঠীয় সমাজ গঢ়ি লৈ পুৰণা কালৰ বৰ্বৰ আৰু ভয়াবহ উপজাতীয় সংস্কৃতিৰ কিছুমান খামুচি ধৰি আছে। যেনে দাক্ষিণাত্যৰ পুব ফালৰ গণ্ড উপজাতিৰ মানুহে সিহঁতৰ উৰ্বৰতা পূজাত নৰবলি দিছিল বিগত শতাব্দীৰ কেবাটাও দশকলৈকে। সিহঁতে বলি দিয়া মানুহবোৰ আছিল ওচৰৰ কোনো সভ্যলোকৰ বাসভূমিৰ পৰা চুৰি কৰি নিয়া দুৰ্ভগীয়া গাঁৱলীয়া মানুহ। আনহাতে অসমৰ নগা জাতিৰ মাজত মানুহৰ কটা মূৰ সংগ্ৰহ কৰা প্ৰথাৰ অৱসান এতিয়াও সম্পূৰ্ণকৈ হোৱাই নাই।

অতীতত এটা সময়ত আচলতে সমগ্ৰ ভাৰততে এনে ধৰণৰ জাতিবোৰেই বাস কৰিছিল। প্ৰাচীন কালত মধ্যযুগত তেনে অসভ্য জাতিৰ লোকৰ সংখ্যা এতিয়াতকৈ বহুত বেছি আছিল আৰু বেছি অঞ্চল সিহঁত বিয়পি আছিল। ভাৰতৰ বিৰুদ্ধে হোৱা আৰ্য-আক্ৰমণত প্ৰথমৰ পৰাই সেই জাতিবোৰে প্ৰতিৰোধ কৰিব নোৱাৰি পিছ হুঁহকি হুঁহকি আহি আছিল। আৰ্য সভ্যতা-সংস্কৃতিৰ আগত তিষ্ঠিব নোৱাৰিলেও সিহঁতে যি কোনো আৰ্য বসতি বা দেশৰ সীমাত মূৰ্তিমান ত্ৰাসৰ দৰে থাকি সভ্য সমাজৰ ওপৰত উপদ্ৰৱ কৰিবলৈ নেৰিছিল। আগতে আমি কৈ অহা মতে সম্ৰাট অশোকে এই ধৰণৰ উপজাতীয় লোকৰ ক্ষেত্ৰত কেনে নীতি গ্ৰহণ কৰিছিল সেইটোলৈ লক্ষ্য কৰিলেই প্ৰাচীন কালৰ আৰ্য ৰজাসকলে এনে অসভ্য বা বৰ্বৰ উপজাতিবোৰৰ প্ৰতি কেনে নিষ্ঠুৰ ব্যৱস্থা লৈছিল সেইটো বুজা যায়। তেনে ধৰণৰ বহুতো আদিম জাতি সম্পূৰ্ণ বিলুপ্ত কৰি পেলোৱা হৈছিল। আৰু বহুত তেনে জাতিয়ে হিন্দু ধৰ্মৰ সম্প্ৰসাৰণৰ সময়ত নিজৰ পৃথক পৰিচয় পাহৰি সম্পূৰ্ণৰূপে হিন্দু সমাজত মিলি গ'ল। তাৰ ভিতৰৰে কিছুমানে কিন্তু সুসভ্য আৰ্য ৰজাবোৰৰ বশ্যতা স্বীকাৰ কৰি পূৰ্বপুৰুষৰ দিনৰ মাটিতে বসবাস কৰি থাকিল। 'অৰ্থশাস্ত্ৰ'ত এনে জাতিৰ মানুহবোৰ যুদ্ধৰ সময়ত খুব কামত লাগে বুলি কৈছে। এনে জাতিবোৰৰ বহু লোকেই ক্ৰমাৎ আৰ্য জীৱন ৰীতিৰ দ্বাৰা প্ৰভাৱিত হৈছিল। লগতে কিছুমান পৰিব্ৰাজক ব্ৰাহ্মণৰ দ্বাৰাই সিহঁতৰ উপজাতীয় ৰীতি-নীতি আৰু বিশ্বাসবোৰো এৰা-ধৰাৰ মাজেদি আৰ্য ৰীতি-নীতিৰ লগত সমন্বিত হ'লত আৰ্য সমাজভুক্ত হোৱা প্ৰক্ৰিয়া ত্বৰান্বিত হৈছিল। এনে উপজাতীয় মানুহবোৰেই

নিঃসন্দেহে পৰৱৰ্তী কালৰ বহুত তলজাতৰ হিন্দুৰ পূৰ্বপুৰুষ আছিল। কিছুমান তেনে ধৰণৰ আদিম উপজাতীয় লোকে আৰ্যসকলৰ পৰাই শিকি-বুজি খুব শক্তিশালী হৈ উঠিছিল। গতিকে বহুতো ঐতিহাসিকে মত প্ৰকাশ কৰাৰ দৰে মধ্যযুগৰ বহুতো গুৰুত্বপূৰ্ণ ৰাজবংশও প্ৰতিষ্ঠিত হৈছিল এনে লোকৰ দ্বাৰাই বুলি যুক্তিসঙ্গতভাৱে ধৰি ল'ব পাৰি।

সকলো যুগতে কিন্তু এনে অসভ্য উপজাতিবোৰে আৰ্যবসতিৰ সীমান্তৱৰ্তী অঞ্চলত বসবাস কৰিছিল। আৰু কৰিছিল দৰাচলতে স্বাধীনভাৱেই। হয়তো মাজে মাজে তেওঁলোকৰ ওপৰৰ আৰ্য ৰজাজনৰ প্ৰতিনিধিক বয়-বস্তু-শস্যাদিৰে কৰ সোধাবলগীয়া হৈছিল মাত্ৰ। হিন্দু ভাৰতৰ শেষৰজন মহান ৰজা বিজয়নগৰ ৰাজ্যৰ কৃষ্ণদেৱ ৰায়ে ৰাষ্ট্ৰশাসন ব্যৱস্থাৰ বিষয়ে তেলেগু ভাষাত লিখা 'আমুক্তমাল্যডু' নামে এখন সংক্ষিপ্ত পুথিত এনে উপজাতীয় মানুহবোৰৰ বিষয়ে আলোচনা কৰিছে— যেতিয়া এনে অৰণ্যবাসী জনগোষ্ঠীয় মানুহবোৰৰ ৰাজ্যত সংখ্যা বৃদ্ধি হয়, তেতিয়া সিহঁতে কম অশান্তিৰ সৃষ্টি নকৰে। কিন্তু সম্ৰাট অশোকৰ দৰে ৰজা কৃষ্ণদেৱ ৰায়ো সেই মানুহবিলাকৰ প্ৰতি ন্যায় আৰু সাধু ব্যৱহাৰ কৰাৰহে পক্ষপাতী আছিল। তেওঁ লিখিছে— "ৰজাই সেই মানুহবোৰৰ প্ৰতি ক্ৰোধান্বিত হ'লেও তেওঁ সিহঁতৰ আটাইবোৰকে ধ্বংস কৰি পেলাব নোৱাৰে। তাৰ সলনি সদয় ব্যৱহাৰ আৰু দানশীলতাৰে সিহঁতৰ মৰম পাবলৈ সমৰ্থ হয়, তেন্তে সিহঁতে শত্ৰুৰ ৰাজ্য আক্ৰমণ কৰি আৰু শত্ৰুৰ দুৰ্গ জয় আৰু লুণ্ঠন কৰি ৰজাক মৰমৰ প্ৰতিদান দিব।"

সকলো যুগতে এনে অসভ্য জনজাতিবিলাক একোখন দেশৰ সীমামূৰিয়লিত থকা গাঁৱবোৰৰ বাবে যি কোনো মুহূৰ্ততে সম্ভাব্য বিপদৰ কাৰণ হ'ব পাৰে। মধ্যযুগৰ সাহিত্যত সংস্কৃত ভাষাৰে হওক, দ্ৰাবিড় ভাষাবোৰতে লেখাই হওক এনে বৰ্বৰ জাতিবোৰে কৃষিৰ ক্ষেত্ৰ, গৰু-ম'হ-ছাগলী, গৃহস্থ মানুহৰ ঘৰ লুটপাট কৰা আৰু নৰবলি দিবৰ বাবে মানুহ ধৰি নিয়া ইত্যাদি দৌৰাত্ম্যত লিপ্ত হোৱা কথাৰ বৰ্ণনা পোৱা যায়। ক্ৰমাৎ সিহঁতৰ উপদ্ৰৱ ৰাষ্ট্ৰবিলাকে সতৰ্কতাৰে প্ৰতিৰোধ কৰাৰ বাবে হ্ৰাস পাই আহিছিল আৰু যিমানে হিন্দু ধৰ্মৰ সংসৰ্গলৈ সিহঁত আহিল সিমানে ক্ৰমান্বয়ে সিহঁতৰ পৰা হ'ব পৰা বিপদৰ ভয়ো কমি আহিল। কিন্তু আমাৰ এই গ্ৰন্থত আলোচ্য ইতিহাসৰ কালছোৱাত আৰম্ভণিৰ পৰা শেহলৈকে এই জাতিবোৰ ভাৰতৰ বহু অংশত স্থায়ীভাৱে ভয়ৰ কাৰণ হৈয়ে আছিল—মাকহঁতে দুষ্ট ল'ৰা-ছোৱালীক ভয় খুৱাই শান্ত কৰিবলৈ নাম লোৱা সেই ৰূপকথাৰ দৈত্য-দানৱবোৰৰ দৰে। হিন্দু পুৰাণকল্পত বহুবৰ্ণিত নাগ, যক্ষ, ৰাক্ষস আদি বহুতো দৈত্য-দানৱ আৰু অপদেৱতাৰ চৰিত্ৰাঙ্কন হৈছিল নিশ্চয় এনে অসভ্য জাতিৰ মানুহৰ আচৰণৰ পৰাই।

# নগৰ

বৌদ্ধযুগত উত্তৰ ভাৰতৰ সৰ্বত্ৰ সৰু সৰু নগৰ আছিল অসংখ্য। তাৰ ভিতৰৰে কাশী আৰু কৌশম্বীৰ দৰে কিছুমান নগৰ আছিল বহু শতাব্দীৰ পুৰণি। কিন্তু সেই সময়তো বৃহদায়তন নগৰ-মহানগৰৰ সংখ্যা আছিল নগণ্য। এটা প্ৰাচীন বৌদ্ধ কিম্বদন্তী মতে বুদ্ধৰ মহানিৰ্বাণৰ পাছত তেওঁৰ শিষ্য আনন্দই তেওঁৰ গুৰু মহান বুদ্ধৰ মহানিৰ্বাণ যে কুশীনগৰৰ দৰে সৰু এখন নগৰত হ'ল সেই কথা লৈ খেদ কৰিছিল। তেওঁ শ্ৰাৱস্তী, চম্পা, ৰাজগৃহ, ছাকেত্ (যি নগৰ পিছৰ যুগত অযোধ্যা নামেৰে খ্যাত হৈছিল), কৌশম্বী আৰু কাশী—এই ছখন নগৰৰ নাম লৈছিল। তেওঁ কৈছিল যে মহান বুদ্ধৰ দেহাৱসান এইবোৰ মহানগৰৰ কোনো এখনত হোৱা হ'লে কিমান ভাল হ'লহেঁতেন। নিঃসন্দেহে এই ছয়খন নগৰেই আছিল খ্ৰীঃ পূঃ পঞ্চম শতাব্দীৰ বৃহত্তম ভাৰতীয় নগৰ। কিন্তু সেই নগৰবোৰৰ খনন-কাৰ্য এতিয়াও সম্পূৰ্ণ হোৱা নাই। ফলত সেইবোৰ নগৰৰ আয়তন কিমান ডাঙৰ আছিল সেইটো প্ৰমাণ সহকাৰে জানিব পৰা হোৱা নাই। খনন-কাৰ্য সম্পূৰ্ণ হৈছে বুলি ক'ব পাৰি একমাত্ৰ ৰাজগৃহ নগৰৰ। সেই নগৰৰ চৌদিশৰ প্ৰাচীৰবোৰ এতিয়াও আছে। একুৰি পাঁচ মাইল দীঘল সেই প্ৰাচীৰে আগুৰা সুৰক্ষিত ৰাজগৃহ নগৰৰ সকলো ঠাইতে গৃহাদি নিৰ্মিত হোৱা নাছিল। কাৰণ ৰাজগৃহ আছিল পৰিকল্পিত উদ্যান নগৰী। এডোখৰ কেন্দ্ৰভূমিৰ চাৰিওফালে বিশাল উদ্যানেৰে ঘেৰা প্ৰাসাদসমূহৰ চিহ্ন অদ্যাপি বৰ্তমান।

মৌৰ্যযুগৰ পাটলিপুত্ৰ—মেগাস্থিনিছৰ বিৱৰণীৰ পৰা জানিব পৰা মতে—আছিল গঙ্গাৰ পাৰে পাৰে ঠেক কিন্তু ন মাইল দীঘল এক নগৰ। বহলে কোনো ঠাইতে ডেৰ মাইলতকৈ বেছি নহয়। ৰাজগৃহৰ দৰে এই নগৰ কিন্তু মুকলি ঠাইৰে পৰিপূৰ্ণ পাতলীয়া জনবসতিৰ নগৰ নাছিল। ইয়াত অনেক ঘনকৈ গৃহ-প্ৰাসাদাদি নিৰ্মাণ কৰা হৈছিল আৰু লোকসংখ্যাও আছিল বহুত বেছি। আমাৰ এই গ্ৰন্থত আলোচ্য সময়ছোৱাৰ শেহৰ ফালে পায়েজৰ বৰ্ণনাৰ পৰা জানিব পাৰোঁ যে বিজয়নগৰ আছিল ৰোম নগৰতকৈ বেছি ডাঙৰ আৰু বেছি জনসংখ্যাৰ নগৰ আৰু তাত বাসগৃহেই আছিল এক লাখ। পায়েজৰ সেই বৰ্ণনাৰ পৰা আমি অনুমান কৰি ল'ব পাৰোঁ যে বিজয়নগৰৰ জনসংখ্যা কমেও পাঁচ লাখ আছিল—হয়তো তাতকৈ বেছিয়েই আছিল।

এই গ্ৰন্থ ৰচিত হৈ থকা কালত বহুতো প্ৰাচীন ভাৰতীয় নগৰৰ স্থানত সৰু-বৰ খনন-কাৰ্য চলি আছিল। তাৰ ভিতৰতে মাত্ৰ এখনৰ খনন-কাৰ্য নগৰখনৰ পৰিকল্পনানো কেনে আছিল সেই বিষয়ে এটা ধাৰণা দিব পৰাকৈ সম্পূৰ্ণ হৈছিল। সেই নগৰ কিন্তু প্ৰাচীন ভাৰতৰ নগৰবোৰৰ প্ৰতিনিধিত্ব কৰিব পৰা কোনো গুৰুত্বপূৰ্ণ নগৰ নহয়।

নগৰখনৰ নাম হ'ল তক্ষশীলা। খনন-ক্ষেত্ৰত তক্ষশীলাৰ স্থানত দুখন নগৰৰ অৱশেষ আৱিষ্কৃত হৈছে। এখন পাৰস্যৰ আকিমিনিড ৰাজবংশৰ দিনৰে পুৰণি আৰু আনখন গ্ৰীক্-বেক্‌ট্ৰিয়ান যুগৰ। দুইখন নগৰেই একোটা বহল আলিবাটৰ দুয়োকাষে নিৰ্মিত। দুইখন নগৰৰে ডাঙৰ ডাঙৰ অট্টালিকাবোৰ হৰপ্পান সভ্যতাৰ দিনৰে পৰা চলি অহা গতানুগতিক ভাৰতীয় পৰম্পৰাগত প্ৰথামতে একোখন বহল চোতালৰ চৌদিশে নিৰ্মাণ কৰা। এইখিনিলৈকে একে ধৰণৰ যেন লাগিলেও আন সকলো বিষয়তে দুইখন নগৰ সম্পূৰ্ণ বেলেগ। প্ৰথমখন নগৰক পুৰাতাত্ত্বিক স্থাপত্যবিদসকলে বোলে ভিৰ মাউণ্ড বা টিপ। সেই ঠাইত খনন কৰোঁতে আৱিষ্কৃত নগৰখনযে কোনো ধৰণৰ পৰিকল্পনা নোহোৱাকৈয়ে নিৰ্মাণ কৰা হৈছিল সেই কথা স্পষ্ট হৈ ওলাই পৰিছিল। এটা একা-বেঁকা ডাঙৰ আলিবাটৰ পৰা অসংখ্য অলি-গলি অকাই-পকাই গৃহ-নিৰ্মাণকাৰীবিলাকৰ খেয়াল-খুচীমতে যেনি-তেনি গুচি গৈছে। দ্বিতীয় নগৰখনৰ নাম স্থাপত্যবিদসকলে দিছে ছিৰকপ। সেই নগৰৰ মাজেদি গৈছে কুৰি ফুট বহল সুন্দৰ এগছি ঘাই ৰাজপথ উত্তৰৰ পৰা দক্ষিণলৈ। সেই বাটৰ লগত সমকোণ কৰি সমান আৰু নিৰ্দিষ্ট ব্যৱধানত ওলাই গৈছে একোটা উপপথ। তাৰ পৰা নিশ্চিত হ'ব পাৰি যে সেই নগৰ নিকপ্‌কপীয়া পূৰ্বনিৰ্দিষ্ট পৰিকল্পনা মতেহে পত্তন কৰা হৈছিল।

তথাপি ছিৰকপ নগৰৰ সেই শৃঙ্খলাবদ্ধ পৰিকল্পিত নগৰ নিৰ্মাণ স্বভাৱতে শৃঙ্খলাবদ্ধ গ্ৰীকসকলৰে সম্পূৰ্ণ অৱদান বুলি ক'লে ভুল হ'ব। গ্ৰীকসকলে ভাৰতভূমিত প্ৰৱেশ কৰা দুহাজাৰ বছৰৰ আগতেই নিৰ্মিত ভাৰতীয় মহানগৰ মহেঞ্জোদাৰো আৰু হৰপ্পাও নিৰ্মিত হৈছিল একেই পৰিকল্পিতভাৱে। গতিকে ভাৰতীয় অন্যান্য নগৰ-মহানগৰবোৰো যে সযতনে পৰিকল্পনা কৰিহে পত্তন কৰা হৈছিল সেই বিষয়ে কোনো সন্দেহৰ থল নাই। একোজন প্ৰতাপী ৰজাই নতুন ঠাইত নিজৰ নতুন ৰাজধানী নগৰ নিৰ্মাণ কৰিবলৈ লোৱাটো একো নতুন কথা নহয়। যেতিয়া তেনেদৰে সম্পূৰ্ণ নতুন এক ৰাজধানী নগৰকে নিৰ্মাণ কৰিবলৈ লোৱা হয় তেতিয়া নগৰ পৰিকল্পনা কৰোঁতে বিশেষজ্ঞজনৰ বৰ সুবিধা হয়। 'অৰ্থশাস্ত্ৰ'ত এনে নগৰ পৰিকল্পনা সম্বন্ধে বিস্তাৰিতভাৱে নিৰ্দেশ দিয়া হৈছে। 'অৰ্থশাস্ত্ৰ'ৰ মতে এখন বৰ্গক্ষেত্ৰাকাৰ সমান্তৰালভাৱে সমান দূৰত্বত থকা কিছুমান পথৰেখাৰে বিভক্ত এখন পথাৰ। সেই পথাৰত পুবা-পশ্চিমাকৈ তিনিটা আৰু উত্তৰা-দক্ষিণাকৈ তিনিটা পথেৰে নগৰখন বহুতো ভাগত বিভক্ত কৰি ৰাখে। এনেদৰে হোৱা প্ৰত্যেক চুবুৰি বা মহলা ব্যৱহৃত হৈছিল বেলেগ বেলেগ কামত। প্ৰধান মন্দিৰ বা দেৱালয়সমূহ নিৰ্মাণ কৰা হৈছিল একেবাৰে কেন্দ্ৰস্থলৰ মহলাত। শ্ৰেণী বা বৰ্ণ অনুযায়ী নগৰৰ বাসিন্দাসকলক একো একোটা নিৰ্দিষ্ট চুবুৰিতহে বাস কৰিবলৈ দি বেলেগে বেলেগে থকাৰ ব্যৱস্থা নিশ্চিত কৰা হৈছিল। চৌদিশে প্ৰাচীৰেৰে ঘেৰা শিশুপাল গড়

নগৰৰ চাৰিওকাষৰ চাৰিটা গড় প্ৰত্যেকটোৱেই এমাইলকৈ দীঘল অৰ্থাৎ নগৰখন 'অৰ্থশাস্ত্ৰ'ৰ নিৰ্দেশ আখৰে আখৰে মানি চলি নিৰ্মাণ কৰা হৈছিল এক বৰ্গমাইল ক্ষেত্ৰৰ ভিতৰত। কিন্তু নগৰখনৰ খনন-কাৰ্য সম্পূৰ্ণ নোহোৱাৰ বাবে ভিতৰৰ বাট-পথবোৰো 'অৰ্থশাস্ত্ৰ'ৰ নিৰ্দেশমতেই নিৰ্মাণ কৰা হৈছিল নে নাই সেই বিষয়ে নিশ্চিত হ'ব পৰা নগ'ল। তাতকৈ উত্তৰ প্ৰদেশৰ উত্তৰ দিশৰ প্ৰাচীন অতিচ্ছত্ৰ নগৰখনৰ পৰিকল্পনাত 'অৰ্থশাস্ত্ৰ'ত দিয়া নগৰ-নিৰ্মাণ-ৰীতি প্ৰায় গোটেইখিনিয়েই মানি চলা যেন লাগে। কিন্তু সেই নগৰবো খনন-কাৰ্য সম্পূৰ্ণ নোহোৱাত নিশ্চিতকৈ একো ক'ব পৰা নেযায়।

নগৰ একোখনৰ প্ৰধান কেন্দ্ৰ দুটা—ৰাজপ্ৰাসাদ আৰু মন্দিৰ। প্ৰাচীন ভাৰতীয় ৰাজপ্ৰাসাদবিলাকৰ স্থাপত্যৰ বিষয়ে আমি খুব কম কথাহে জানো। পাটলিপুত্ৰ নগৰৰ ৰাজপ্ৰাসাদৰ অতি মসৃণ স্তম্ভবোৰৰ ধ্বংসাৱশেষৰ কিছু কিছু অংশ আৰু প্ৰাচীন তক্ষশীলা নগৰৰ ৰাজপ্ৰাসাদ বুলি ধাৰণা কৰা এটা ডাঙৰ ঘৰৰ ভগ্নাৱশেষৰ কিছু অংশৰ বাহিৰে সেই যুগৰ ৰাজপ্ৰাসাদৰ স্থাপত্যৰ কোনো চিন-মোকাম আমাৰ হাতত পৰা নাই। যিবোৰ ৰাজপ্ৰাসাদৰ সমল আমাৰ হাতত পৰিছেহি সেইবোৰ বহুত পিছৰ যুগৰ। কিন্তু এতিয়ালৈকে পোৱা নানা ধৰণৰ সাক্ষ্য-প্ৰমাণৰ পৰা দেখা যায় যে ৰাজধানীৰ ৰাজপ্ৰাসাদ নগৰখনৰ কেন্দ্ৰস্থলত বা তাৰ ঠিক কাষতে নিৰ্মাণ কৰা হৈছিল আৰু সিও সাধাৰণতে আছিল এক সুদৃঢ় দুৰ্গ-সদৃশ আৱেষ্টনীৰ মাজত।

ৰাজপ্ৰাসাদতকৈ মন্দিৰবিলাক বেছি দীৰ্ঘস্থায়ী আছিল। যদিও গুপ্তযুগৰ আগৰ কোনো হিন্দু মন্দিৰ পাবলৈ এতিয়া নাই। মন্দিৰবিলাক আছিল সৰ্বসাধাৰণ মানুহৰ ধৰ্মীয় ধ্যান-ধাৰণা অনুভূতিৰ কেন্দ্ৰ। একোটা তেনে মন্দিৰৰ পৰা বিপুল জাক-জমকেৰে পূৰ্ণ বিশাল একোটা ধৰ্মীয় শোভাযাত্ৰা আৰম্ভ হয় তেতিয়া সাধাৰণ হিন্দুলোকৰ মনত জাগি উঠিছিল প্ৰায় অতি মানৱীয় উল্লাস আৰু উচ্ছ্বাস। মধ্যযুগৰ ভাৰতত মন্দিৰ বুলিলেই—বিশেষকৈ সি যদি কোনো তীৰ্থনগৰীত থকা বিখ্যাত মন্দিৰ হয়—একোখন ক্ষুদ্ৰাকৃতি নগৰীয়েই বুলি ধৰিব পাৰি। এনে ধৰণৰ মন্দিৰবোৰ আছিল অতিপাত ধনী আৰু সেই মন্দিৰলৈ অহা তীৰ্থযাত্ৰীবোৰৰ পৰা নগৰখনবো বহুত লাভ হয়। এনেকুৱা এক মন্দিৰ বুলিলে বুজাইছিল বিশাল এক প্ৰতিষ্ঠান। মন্দিৰৰ নিজৰ বিশাল ভূ-সম্পত্তি আছিল পুৰোহিত, গায়ক, পৰিচাৰক, পূজা-আৰতিৰ বাবে প্ৰয়োজনীয় নৰ্তকী, কেৰাণী, গাণনিক, কাৰিকৰ, বনুৱা আদি অসংখ্য কৰ্মচাৰী আছিল। ওপৰত উল্লেখ কৰা তীৰ্থনগৰীবিলাকৰ ভিতৰত পৰম্পৰাগতভাৱে প্ৰধান আছিল সাতখন—অযোধ্যা, মথুৰা, উত্তৰ প্ৰদেশৰ উত্তৰে পৰ্বতৰ পৰা গঙ্গা নদীয়ে সমভূমিলৈ অৱতৰণ কৰা স্থানত মায়া বা হৰিদ্বাৰ নগৰ, কাঞ্চী, উজ্জয়িনী, দ্বাৰাৱতী বা দ্বাৰকা আৰু কাশী বা বাৰানসী। এই সাতখন তীৰ্থনগৰীৰ লগতে আৰু তেনে সমানেই পবিত্ৰ নগৰীও আছিল যেনে প্ৰয়াগ,

মাদুৰাই আৰু পুৰী ইত্যাদি। এনে ঠাইৰ মন্দিৰ বুলিলে বৃহৎ এক প্ৰতিষ্ঠান বুলিবই লাগিব। বহুতো তেনে মন্দিৰে নিজে বিদ্যালয় চলাইছিল, ৰোগীৰ কাৰণে আশ্ৰয়স্থল গঢ়ি তুলিছিল আনকি গৰাকীহীন জন্তুৰ প্ৰতিপালনৰ বাবেও পশুশালা নিৰ্মাণ কৰিছিল। ভিক্ষাৰীক অন্ন-বস্ত্ৰ দান কৰা আৰু দাৰুণ অভাৱ-অনাটন আৰু বিপদৰ দিনত দুখীয়া লোকক সহায় কৰাও আছিল মন্দিৰৰ সেৱাকাৰ্যৰ অন্তৰ্গত কাৰ্যসূচী। মধ্যযুগীয় ইউৰোপৰ মনাষ্টেৰী অৰ্থাৎ ধৰ্মীয় মঠবিলাকৰ দৰে এই মন্দিৰবিলাকেও নিজৰ সেৱকসকলক ৰজাই দান দিয়াৰ দৰে ভূমিদান আৰু অন্যান্য সা-সুবিধা বিতৰণ কৰিব পাৰিছিল। ডাঙৰ ডাঙৰ মন্দিৰবোৰে, বিশেষকৈ দাক্ষিণাত্যত সাধাৰণ মানুহৰ মাজত ইমান প্ৰভাৱ বিস্তাৰ কৰিছিল যে তাৰ আগত স্থানীয় অসামৰিক প্ৰশাসনৰ প্ৰভাৱো ম্লান হৈ পৰিছিল। মানুহৰ ব্যক্তিগত আৰু সামাজিক জীৱনত মন্দিৰবে নিয়ন্ত্ৰণ আছিল বেছি। ডাঙৰ ডাঙৰ বৌদ্ধ বিহাৰ আৰু জৈন মঠবিলাকো স্ব স্ব অঞ্চলত একে ধৰণেই প্ৰভাৱশালী আছিল যদিও সেইবিলাক সাধাৰণতে নগৰ-প্ৰাচীৰৰ বাহিৰতহে অৱস্থিত আছিল।

বিভিন্ন সাহিত্য-গ্ৰন্থৰ পৰা পোৱা তথ্য, চিত্ৰাঙ্কন আৰু ভাস্কৰ্যৰ সাক্ষ্য-প্ৰমাণাদিৰ পৰা আমি সেই কালৰ ধনী শ্ৰেণীৰ নাগৰিকসকলৰ অট্টালিকাবোৰনো কেনে আছিল সেই বিষয়ে এটা ধাৰণা কৰিব পাৰোঁ। খুব সম্ভৱ, সেই অট্টালিকাবোৰো একমাত্ৰ ৰজাৰ হাউলিতকৈ আকাৰত সৰু হোৱাৰ বাহিৰে ৰাজপ্ৰাসাদৰ দৰে একে ধৰণে নিৰ্মিত হৈছিল। নগৰৰ নাগৰিকৰ ডাঙৰ অট্টালিকাবিলাক বহুমহলীয়া আছিল। (তিনিতলা ঘৰ থকা একেবাৰে সাধাৰণ কথা আছিল। সাহিত্য-গ্ৰন্থবোৰত সাতমহলীয়া।) আনকি এঘাৰ মহলীয়া ঘৰৰ কথাও পোৱা যায়। যদিও একাদশ তলাযুক্ত ঘৰ থকা কথাটো অবিশ্বাস্য যেন লাগে। গুপ্তযুগলৈকে ৰাজপ্ৰাসাদেই হওক বা সাধাৰণ গৃহস্থী ঘৰেই হওক সকলো ঘৰৰে চাল আছিল নাৱৰ ছৈৰ দৰে মাজ ওখ, দুইফালে অৰ্ধগোলাকাৰ হেলনীয়া। চালবোৰ চাইছিল খেৰেৰে বা খাপৰিৰে। চালৰ দুইটা টুপ সুন্দৰকৈ বন্ধোৱা আৰু নানা ফুলজালী কটা। পিছৰ যুগত অৱশ্যে তেনে ছৈ-বন্ধীয়া চুঙা যেন লগা চালৰ ঠাইত আওলা থকা অলপ চেপেটা চাল দিয়াৰ প্ৰথা চলিল। পিছৰ যুগৰ ডাঙৰ ডাঙৰ অট্টালিকাবোৰত অৱশ্যে কেবাখলপীয়া চেপেটা চাল দিয়াৰ নিয়ম হ'ল। তেনে চালৰ বা ছাদৰ ওপৰত গৰম কালি ঘৰৰ মানুহবোৰে দৰকাৰ হ'লে ৰাতি সুখেৰে নিদ্ৰা যাব পাৰে। ঐতিহাসিক কালৰ ঘৰবোৰ সিন্ধু উপত্যকাৰ পাৰৰ সভ্যতাৰ ঘৰবোৰৰ দৰে। খিৰিকি নোহোৱা এন্ধাৰ ঘৰ নাছিল। সেইবোৰ দ্বাৰ-গবাক্ষ-অলিন্দ সজ্জিত আছিল। ঘৰৰ ভিতৰৰ পৰাই বাহিৰৰ ৰাজপথৰ দৃশ্য চাব পাৰিছিল আটায়ে। মধ্যযুগত কিন্তু তেনে ওপৰৰ মহলাৰ তেনে বেল্‌কনি, বাৰাণ্ডা, খিৰিকি আদিত ফুলজালী লগোৱা হৈছিল। যাতে গৃহললনাসকলে আনৰ চকুৰ পৰা আঁৰত থাকি বাহিৰৰ দৃশ্যাৱলী চাব

পাৰে। কিন্তু বাৰহুট আৰু সাঁচীৰ দালান ঘৰবিলাকৰ বেল্‌কনি অৰ্থাৎ ওলোমা বাৰাণ্ডাবোৰত এনে জালীকটা পৰ্দা থকা দেখা নেযায়। ঘৰবোৰৰ বেৰত এতিয়াৰ দৰে চুণ সনা বা বগা ৰং দিয়া হৈছিল আৰু সেইবোৰত নানা চিত্ৰ আঁকি দেখিবলৈ শুৱনি কৰাৰ উপৰি মিহি প্লাষ্টাৰেৰে বেৰৰ লগত প্ৰায় মিলি থকাকৈ নানা প্ৰতিকৃতি গঢ়ি অলঙ্কৃত কৰা হৈছিল। সচৰাচৰ ডাঙৰ ঘৰবোৰ এখন বৰ্গক্ষেত্ৰাকৃতি চোতালৰ চাৰিওফালে এখন বাৰাণ্ডাৰ পিছফালে শাৰী পাতি থকা কোঠা-কুঠৰিবোৰ সজা হৈছিল। সাহিত্য-গ্ৰন্থবোৰত চলন্ত জলধাৰাৰে সজ্জিত স্নানাগাৰৰো উল্লেখ পোৱা যায়। হয়তো কোনো কাষৰীয়া নদী-জুৰি আদিৰ পৰা এসোঁতা পানী কাটি আনি ঘৰুৱা কামত তেনেদৰে ব্যৱহাৰ কৰা হৈছিল।

পুৰণি কালৰ ভাৰতীয় লোকে ফুল আৰু তৰুলতা বৰ ভাল পাইছিল। মেগাস্থিনিছে চন্দ্ৰগুপ্ত মৌৰ্যৰ ৰাজপ্ৰাসাদ আবৃত কৰি থকা বিশাল উদ্যানৰ সৌন্দৰ্য দেখি বিস্ময়াবিভূত হোৱাৰ কথা লিখিছে। পুৰণা সংস্কৃত সাহিত্যৰ অনেক ঠাইত যোত্ৰবান নাগৰিকসকলে নিজৰ বাসভৱনৰ লগত সংযুক্ত কৰি ৰমক-জমক পুষ্পোদ্যান গঢ়ি তোলাৰ কথা পোৱা যায়। তেওঁলোকে আনকি ৰাজহুৱা স্থানত আহল-বহলকৈ উদ্যান পাতি, মণ্ডপ সাজি, আজৰি সময় কটোৱাৰ ব্যৱস্থাও কৰি লৈছিল। সংস্কৃত কাব্যত উদ্যানৰ মধ্যস্থিত ক্ৰীড়াশৈল অৰ্থাৎ কৃত্ৰিম পৰ্বত নিৰ্মাণ কৰাৰ কথাও পোৱা যায়। তাৰ পৰা অনুমান কৰিব পাৰি যে প্ৰাচীন ভাৰতীয়সকলে জাপানী আৰ্হিৰ লেণ্ড্‌স্কেপ্ গাৰ্ডেন আঁচনি সহকাৰে নিৰ্মাণ কৰিছিল সময়ে সময়ে। গ্ৰীষ্মপ্ৰধান দেশৰ প্ৰমোদ উদ্যানত বহুলভাৱে পানীৰ ব্যৱহাৰ অপৰিহাৰ্য। গতিকে ধনী লোকসকলৰ বাগানত কৃত্ৰিম হ্ৰদ জলাশয় আদিতো থাকিবই। সেইবোৰত ফোঁৱাৰাও আছিল সাধাৰণতে। তেনে জলাশয়লৈ নামি গৈ স্নান কৰিব পৰাকৈ পকী খটখটীও আছিল। আনকি গৰমৰ দিনত গৰম বতাহ ঠাণ্ডা কৰি ৰাখিবলৈ চৌদিশে ঘূৰি ঘূৰি সমানকৈ জলবিন্দু সিঞ্চিত কৰিবলৈ ব্যৱহাৰ কৰা হৈছিল 'বাৰিযন্ত্ৰ' নামে একপ্ৰকাৰ জলসিঞ্চনৰ কল। মহাকবি কালিদাসৰ 'মালবিকাগ্নিমিত্ৰ'-ত পোৱা তেনে বাৰিযন্ত্ৰৰ বৰ্ণনাৰ পৰা অনুমান কৰিব পাৰি যে সেই যন্ত্ৰবোৰ বৰ্তমানৰ বাগানবিলাকত পানী দিওঁতে ব্যৱহাৰ কৰা 'ৰিভল্‌ভিং স্প্ৰে' অৰ্থাৎ ঘূৰি ঘূৰি পানী সিঁচা যন্ত্ৰৰ দৰেই আছিল। বাগানৰ জলাশয়বিলাকত ধনী লোকসকলে গৰমৰ দিনত নামি স্নান কৰি শৰীৰ শাঁত কৰিছিল। সাহিত্য-গ্ৰন্থত ৰজা-মহাৰজা আৰু বীৰপুৰুষসকলে পত্নী-উপপত্নীগণেৰে একেলগে জলকেলি কৰাৰ কথা পোৱা যায়। ৰঘুবংশ কাব্যৰ ঊনবিংশ অধ্যায়ত আনকি ভূ-গৰ্ভস্থ শীতল-কক্ষৰ বৰ্ণনাও পোৱা যায়। বাগানৰ জলাশয়ৰ এমূৰে থকা এনে ভূ-গৰ্ভস্থ কক্ষৰ বেৰৰ চাৰিওফালে পানীয়ে আবৃত কৰি ৰাখে স্নানৰ পিছৰ স্নানাৰ্থীসকলে তাতে বহি, শুই ভাগৰ পলুৱায়। এনে

প্ৰমোদোদ্যানৰ আন এটা প্ৰায় অপৰিহাৰ্য অঙ্গ আছিল দোলনা। দোলনাত দুলি স্ত্ৰী-পুৰুষ সকলোৱে আনন্দ পাইছিল। উদ্যানৰ মধ্যস্থিত প্ৰধান জলাশয়টোৰ পৰাই সৰু সৰু খাল কাটি কেউফালে পানী বোৱাই বাগানৰ গছ-গছনি আৰু ফুলৰ গুৰিত পানী দিয়া হৈছিল।

সকলোৰে প্ৰিয় আছিল সৰ্বপ্ৰকাৰ ফুলৰ গছ। কাব্যগ্ৰন্থবিলাকত সততেই উল্লিখিত তেনে এবিধ অতি প্ৰিয় ফুল হৈছে অশোক (চৰচ ইণ্ডিকা)। নাতিবৃহৎ এই পুষ্পবৃক্ষ অসংখ্য ক্ষুদ্ৰ ক্ষুদ্ৰ তেজীৰঙা বা কমলা ৰঙৰ ফুলেৰে যেতিয়া ঢাক খাই যায়, তেতিয়া সি অপূৰ্ব সুন্দৰ হৈ উঠে। মানুহে কয় যে সুন্দৰী ৰমণীৰ নূপুৰ পিন্ধা ভৰিৰ মৃদু আঘাত নেপালে অশোক নুফুলে। আন আন সৰ্বজনপ্ৰিয় ফুলৰ ভিতৰত ওখ ডালত থোপাথোপে লগা শেঁতা বৰণীয়া শিৰীষ (আলবিজিয়া এছ্‌পিপি) সুগন্ধি কমলা ৰঙৰ কদম্ব ফুল, ৰঙা কিংশুক ফুল ইত্যাদি। তদুপৰি আছিল চিৰপৰিচিত কদলী অৰ্থাৎ কলগছ। কলগছ অকল ফলৰ বাবেই নহয়, বাগানৰ শোভা বৰ্দ্ধনৰ বাবেও ৰোৱা হৈছিল। বিভিন্ন ফুলৰ জোপা আৰু লতাও খুব প্ৰিয় আছিল আটাইৰে। তাৰ ভিতৰত বহু বিধৰ বহু ৰঙৰ যূতি ফুল, বগা বৰণৰ অতিমুক্তা নামৰ ফুল, অতি সুগন্ধি হালধীয়া ফুলেৰে চম্পক আৰু জবা ফুল যিটোক হিবিছ্‌কাছ বা চাইনা ৰ'জ বুলি কয়। সকলো ফুলৰ ভিতৰতে আটাইতকৈ জনপ্ৰিয় আছিল সকলো ধৰণৰ পূজা-পাতলত ব্যৱহাৰ হোৱা বহু বিধৰ বহু ৰঙৰ পদুম ফুল। এই সুন্দৰ পদুমফুলৰ কথা কৈ কবিসকলে যেন শেষ কৰিব নোৱাৰিব নিজৰ কবিতাত—কত নাম যে পদুমফুলৰ আৰু কিমানযে তাৰ বিশেষণ! কিন্তু এতিয়াও সমগ্ৰ উত্তৰ ভাৰতত য'তে-ত'তে দেখা পোৱা গোলাপ ফুল কিন্তু তেতিয়াৰ দিনত নাছিল। সম্ভৱ সেই ফুল পৰৱৰ্তী যুগত মুছলমানসকলেহে ভাৰতলৈ আনিছিল।

আগতেই কোৱা হৈছে যে ব্যক্তিগত বাগানবোৰৰ বাহিৰেও ৰাজহুৱা পাৰ্ক বা উদ্যান আৰু ফুলৰ বাগিচাও আছিল। সৰহভাগ নগৰৰ কাষতে এনে পাৰ্ক বা কুঞ্জবন পাতিছিল নাগৰিকসকলৰ অৱসৰ-বিনোদনৰ কাৰণে। মহাৰাজ অশোকে সগৌৰৱে কৈছিল যে এনে ধৰণৰ কুঞ্জবীথিকা নিৰ্মাণ কৰিছিল তেওঁ সকলো মানুহ আৰু প্ৰাণীৰ জিৰণিৰ বাবে। তেওঁৰ এনে দৃষ্টান্ত অনুকৰণ কৰিছিল অন্যান্য ৰজাসকলেও।

নগৰৰ দৰিদ্ৰ শ্ৰেণীৰ লোকৰ ঘৰ আৰু জীৱন-যাত্ৰাৰ ধৰণ-কৰণৰ বিষয়ে আমি অতি কম কথাহে সাহিত্য-গ্ৰন্থবিলাকৰ পৰা পাব পাৰোঁ। কিন্তু পুৰণি ভাস্কৰ্যত মাজে সময়ে কুটীৰ ঘৰবোৰৰ আলেখ্য পোৱা যায়। সেইবোৰো ডাঙৰ অট্টালিকাবোৰৰ দৰেই হৈ-বন্ধীয়া চালৰ এখোটলীয়া ঘৰ। গতিকে আমি ধৰি ল'ব লাগিব যে সেইকালৰ নগৰৰ দৰিদ্ৰ মানুহবোৰেও আজিকালিৰ দুখীয়া মানুহবোৰৰ দৰেই কাঠ, ইকৰা-বাঁহ বা বোকাৰে সজা, ইটাৰে বেৰ দিয়া, খেৰৰ ছাউনিৰে চোৱা ঘৰতে বাস কৰিছিল। বহুতৰে

নিশ্চয় থাকিবলৈ কোনো ঘৰেই নাছিল। নিজৰ লাম-লাকটু কেইডোখৰ লৈ নগৰৰ অলিয়ে-গলিয়ে চুকে-কোণে থকা-শোৱা ঠাই বিচাৰি লৈছিল।

কিছুমান প্ৰতিষ্ঠানে এইবিলাক দুৰ্দশাগ্ৰস্ত দৰিদ্ৰ লোকৰ সহায়ৰ বাবে কিছুমান ব্যৱস্থা লৈছিল। 'অৰ্থশাস্ত্ৰ'ত কৈছে যে প্ৰত্যেক দহঘৰ মানুহৰ বাবে এটাকৈ ৰাজহুৱা নাদ থাকিব লাগে পানীৰ যোগানৰ বাবে। একেই 'অৰ্থশাস্ত্ৰ'তে বাটত জাবৰ পেলোৱাৰ বাবে জৰিমনা কৰা আৰু অগ্নিকাণ্ড নিবাৰণৰ বাবে কঠোৰতম সতৰ্কতা ৰক্ষা কৰাৰ দিহাও দিছে। প্ৰত্যেক গৃহস্থীতে অগ্নিকাণ্ড হ'লে অগ্নি-নিৰ্বাপনৰ বাবে প্ৰয়োজনীয় সকলো সামগ্ৰী সদায় সাজু কৰি ৰখা আৰু যদি অগ্নিকাণ্ড সংঘটিত হয় তেন্তে চুবুৰিৰ প্ৰত্যেক সবলদেহী নগৰবাসীয়ে জুই নুমুৱাত সহায় কৰা বাধ্যতামূলক আছিল। নগৰ-প্ৰশাসনে নগৰৰ উদ্বৃত্ত পানী নিবাৰণৰ বাবে নলা-নৰ্দমা খনাব লাগিছিল আৰু কোনোবাই নৰ্দমা ভেটা দিলে জৰিমনা কৰিব পাৰিছিল। 'অৰ্থশাস্ত্ৰ'ৰ এই নিৰ্দেশবোৰ বাস্তৱত কিমান দূৰ মানি চলা হৈছিল সেই বিষয়ে জানিবলৈ আমাৰ উপায় নাই কিন্তু সেইবোৰ ব্যৱস্থাৰ কথা কোৱা হৈছে যেতিয়া তাৰ বাস্তৱ ভিত্তিও নিশ্চয় আছিল বুলি যুক্তিসঙ্গতভাৱে ধাৰণা কৰিব পাৰি।

প্ৰাচীন ভাৰতীয় নগৰ এখনৰ সম্পূৰ্ণ আৰু যথাযথ বৰ্ণনা পোৱা যায় 'মাদুৰাইৰ মালা' নামে এটা তামিল ভাষাৰ পুৰণি কবিতাত। সেই কবিতাটো বোলে দ্বিতীয় শতিকাৰ পাণ্ড্য ৰজা নেডুনজেলিয়ানৰ সন্মানাৰ্থে ৰচিত হৈছিল খুব সম্ভৱ তেওঁতকৈ এক বা দুই শতাব্দীৰ পিছত। সেই কবিতাত কবিয়ে এটা সুদীৰ্ঘ ৰাজ-প্ৰশস্তিৰ পিছত ৰজাৰ সমগ্ৰ ৰাজ্যৰ বিভিন্ন অঞ্চলবোৰৰ বৰ্ণনা দি সৰ্বশেষত মাদুৰাই নগৰীৰ এক বৰ্ণনা দিছে। বৰ দীঘল হোৱা বাবে গোটেই কবিতাটো ইয়াত উদ্ধৃত কৰা সম্ভৱ নহ'ব। কিন্তু সেই সুন্দৰ কবিতাটিৰ মাদুৰাই নগৰীৰ বৰ্ণনা থকা অংশৰ সংক্ষিপ্ত ৰূপ ইয়াত তুলি দিয়া হৈছে। উত্তৰ ভাৰতীয় সাহিত্যত এই কবিতাত থকাৰ দৰে বাস্তৱানুগ বৰ্ণনা ৰবকৈ পাবলৈ নাই।

"কবিয়ে নগৰত প্ৰৱেশ কৰিলে তাৰ বিশাল আৰু প্ৰধান তোৰণেদি। সেই তোৰণৰ স্তম্ভবোৰত খোদিত আছিল লক্ষ্মীদেৱীৰ মূৰ্তি। নগৰীৰ ৰক্ষাকৰ্ত্ৰী অধিষ্ঠাত্ৰী দেৱী লক্ষ্মীৰ মূৰ্তিবিলাক নগৰৰ নিৰাপত্তা আৰু সমৃদ্ধিৰ কামনা কৰি ভক্তগণে দৈনিক অৰ্পণ কৰা ঘৃতাহুতিৰে সদায় পিচ্ছিল হৈয়ে থাকে। আজি হ'ল নগৰীৰ উৎসৱৰ দিন। গোটেই নগৰৰ সৰ্বত্ৰ ধ্বজা আৰু পতাকাৰে সচল আৰু উজ্জ্বল। সেইবোৰ ধ্বজাৰ কিছুমান ৰজাই নিজেই উত্তোলন কৰিছিল বিখ্যাত সেনাধ্যক্ষসকলৰ গৃহশীৰ্ষত তেওঁলোকৰ বীৰত্বপূৰ্ণ কাৰ্যাৱলীৰ স্মাৰক হিছাপে। আন নিচানবোৰ উৰাইছিল তপত আৰু সুমিষ্ট সুৰাৰ বিপণীবিলাকৰ ওপৰত। ৰাজপথবিলাকত ভৰা নদীৰ পানীৰ দৰে অগণন লোকৰ

ভিৰ। মানুহেই মানুহ। সকলো শ্ৰেণীৰ সকলো বৃত্তিৰ মানুহ আহিছে-গৈছে। বজাৰত বস্তু বেচিছে-কিনিছে আৰু নানা বাদ্য বজাই গান গাই গাই ঘূৰি ফুৰা বজ্ৰাবাবিলাকৰ গীতৰ তালে তালে নিজেও গাইছে।"

"এনেতে শুনা গ'ল ডবাৰ মাত। এটা ৰাজকীয় শোভাযাত্ৰা পাৰ হৈ গ'ল ৰাজপথেদি। সন্মুখত ঘন ঘন শঙ্খধ্বনিৰ তালে তালে খোজ পেলাই আগবঢ়া সুসজ্জিত হস্তীযূথ। একোটা তেনে হাতীয়ে মাউতৰ শাসন নেমানি শিকলি ছিঁডি বাহিৰ হৈ আহে মাজে মাজে শাৰীৰ পৰা। খন্তেকৰ বাবে উচ্ছল জলধিত পথালি হৈ পৰা জাহাজৰ দৰে বিশৃংখলাৰ সৃষ্টি কৰে। কিন্তু পুনৰ তাক যূথবদ্ধ হ'বলৈ বাধ্য কৰা হয়। হস্তীযূথৰ পাছতে যায় খৰতাল অশ্বই টনা ৰথবোৰ আৰু ভীষণদৰ্শন পদাতিক সৈন্যবোৰ।"

"দোকানদাৰবিলাকে সকলো সময়তে নিজৰ বেহানি বেচিয়েই থাকে। হৰেক ৰকমৰ বস্তু, বিভিন্ন মিঠাই, পুষ্পমাল্য, সুগন্ধি চূৰ্ণ, সুন্দৰকৈ সজোৱা থুৰিৱা তামোল। বৃদ্ধা পোহাৰীবিলাকে ঘৰে ঘৰে গৈ কাণফুলি-নাকফুলি বেচি ফুৰিছিলগৈ জীয়ৰী-বোৱাৰীহঁতক। ডা-ডাঙৰীয়াসকলে ৰথত উঠি নগৰ চফৰত ওলাইছে। তেওঁলোকৰ গাত উজ্জ্বল বহুৰঙী আবৰণ আৰু ডিঙিত ফুলৰ মালা। সোণৰ বনকৰা তৰোৱালৰ খাপৰ চিক্‌মিকনি উঠে ৰ'দত। বাটৰ ওপৰত অট্টালিকাবিলাকৰ ওলোমা বাৰাণ্ডাত ৰকম-জমক সাজ পিন্ধি উৎসৱমুখৰ নগৰীৰ দৃশ্য চাই থকা মহিলাসকলৰ গাৰ সুগন্ধি আঁতৰৰ সুবাস বিয়পি পৰিছে চৌদিশে আৰু তেওঁলোকৰ অলঙ্কাৰৰ মুকুতাত ৰ'দৰ পোহৰ পৰি জিলিকি উঠিছে বাৰম্বাৰ।"

"নগৰীৰ জনতাই মন্দিৰবিলাকত ভিৰ কৰিছিলগৈ। মন্দিৰৰ পূজা-আৰতিৰ দেৱবাদ্যৰ তালে তালে সকলোৱে সেৱা কৰি গন্ধ-পুষ্পেৰে পূজা দিছিল বিগ্ৰহৰ আগত। সভক্তিৰে প্ৰণাম কৰিছিল মন্দিৰত সমবেত পুণ্যশ্লোক ঋষিসকলক। নগৰৰ কাৰিকৰী দোকানবোৰত বিৰতিহীন ব্যস্ততা। নিপুণ কাৰিকৰসকলে ক্ষিপ্ৰহস্তে নিৰ্মাণ কৰিছিল সামুদ্ৰিক শঙ্খৰ খাৰু; নানা প্ৰকাৰ অলঙ্কাৰ গঢ়িছিল স্বৰ্ণকাৰ আৰু তাম্ৰশিল্পীসকলে। বিবিধ বস্ত্ৰৰ পোহাৰ মেলিছিল কাপোৰৰ ব্যৱসায়ীসকলে। ফুলৰ দোকানী, চন্দনৰ বেপাৰী, চিত্ৰকৰ আৰু তন্তুবায়সকলৰ বাবে আছিল দিনটো অতি ব্যস্ততাৰ দিন। বাটৰ কাষৰ বিবিধ অন্ন-মিষ্টান্নৰ দোকানবোৰতো গ্ৰাহকৰ ভিৰ—কেঁচাই খাব পৰা ফলমূল, কঁঠাল, আম, নানা বিধ মিষ্টান্ন, ভাত, সুন্দৰকৈ ৰন্ধা আমিষান্ন।"

"ৰাতি হোৱাৰ লগে লগে নগৰীৰ গণিকাবোৰে য়ালি বা বাঁহীৰ সুৰে সুৰে গান গাই নাচি নাচি সিহঁতৰ গ্ৰাহকৰ মনোৰঞ্জনত ব্যস্ত হৈ পৰে। ৰাজপথ সঙ্গীতৰ ধ্বনিৰে মুখৰিত হৈ পৰে। গ্ৰামবাসী লোকো উৎসৱ উপভোগ কৰিবলৈ নগৰলৈ আহি এটুপি সুৰা সেৱন কৰি নিচা লগাই ঠেলা-হেঁচা কৰি ফুৰে বাটৰ কাষে কাষে। ভাল মানুহৰ

ঘৰৰ মহিলাসকলে গধূলি নিজৰ ল'ৰা-ছোৱালী আৰু বান্ধৱীসকলেৰে লগ হৈ আহে মন্দিৰত পূজা দিবলৈ। তেওঁলোকৰ হাতত জ্বলন্ত দীপশিখাসহ নৈবেদ্যৰ থালি। মন্দিৰ চত্বৰত মন্দিৰৰ ডবা-কাঁহ-শংখধ্বনিৰ তালে তালে ভক্তি সঙ্গীত গাই গাই নাচি নাচি পূজা দিয়ে সেই পুণ্যদেহী পুৰনাৰীসকলে। তেওঁৰ গীত আৰু উচ্ছ্বাসিত কণ্ঠধ্বনিৰে সৰৱ হৈ উঠে মন্দিৰ প্ৰাঙ্গণ।"

"ৰাতি এসময়ত উছৱ-আনন্দত শ্ৰান্ত নগৰখন নিদ্ৰাত মগ্ন হৈ পৰে। বাহিৰত থাকে মাথোন নিশাচৰ ভূত-প্ৰেত আৰু অঘাইতং সিন্ধিখন্দা চোৰ। হাতত সিহঁতৰ জৰিৰ জখলা, তৰোৱাল আৰু চিপ্ৰাং-বটালি। বোকাৰে নিৰ্মিত ঘৰৰ বেৰ ভাঙি ভিতৰ সোমাবলৈ ছান্দি ফুৰে সিহঁতে সৰ্বত্ৰ। কিন্তু নগৰৰ ৰাতিৰ প্ৰহৰীহঁতো সতৰ্ক আৰু সজাগ। গতিকে শান্তিৰেই পাৰ হয় নগৰীৰ ৰাত্ৰি।"

"ৰাতিৰ শেষত পুনৰ প্ৰভাতী সুৰুযে জগত টৌৱাই দিয়ে ধৱলী পোহৰেৰে। আৰম্ভ হয় ব্ৰাহ্মণসকলৰ কণ্ঠত পবিত্ৰ বেদ-মন্ত্ৰৰ ধ্বনি। নিজৰ নিজৰ বিপণীবোৰৰ দুৱাৰ খুলিবলৈ ধৰে বণিকসকলে। সুমিষ্ঠ পানীয় বিক্ৰী কৰা লোকে ঘূৰি ফুৰে পুৱাৰ ভ্ৰমণকাৰীসকলক তৃষ্ণা নিবাৰণ কৰি কৰি। আগদিনাৰ মাতালহঁতৰ ৰাগী তেতিয়াও যোৱা নাই। পুৱা উঠিয়েই থৰক্-বৰক্ কৰি থিয় হৈ পুনৰ চিএৰ-বাখৰ আৰম্ভ কৰি দিলে সিহঁতে। গোটেই নগৰজুৰি কেৱল দুৱাৰ খোলাৰ শব্দ। তিৰোতাবিলাকে আগদিনাৰ উছৱৰ লেৰেলা ফুলবোৰ সাৰিছে নিজৰ নিজৰ ঘৰৰ আগচোতালৰ পৰা। আৰম্ভ হ'ল নগৰীৰ আৰু এটা ব্যস্ত দিন।"— এইটো হ'ল 'পট্টুপাট্টু মাদুৰাইকাঞ্জী' নামে তামিল কবিতাত পোৱা প্ৰাচীন ভাৰতৰ এখন নগৰৰ দৈনন্দিন জীৱনৰ এক বাস্তৱ বৰ্ণনা।

প্ৰাচীন ভাৰতত প্ৰত্যেক নগৰৰ বাসিন্দাসকলে নিজৰ নগৰখনক লৈ গৌৰৱ কৰিছিল। এনে গৌৰৱবোধৰ এক স্মৰণীয় নিদৰ্শন পোৱা যায় মান্দাছোৰত প্ৰাপ্ত এক শিলালিপিত। সেই শিলালিপি খোদিত কৰিছিল মান্দাছোৰৰ পট্টবস্ত্ৰ তন্তুবায় সমাজৰ যূথে। ইংৰাজীত যিটোক ব্যৱসায়িক 'গীল্ড' বুলি কোৱা হয়। তন্তুবায়সকলৰ সেই 'গীল্ড'ৰ উদ্যোগতে অতুলনীয় সুন্দৰ এক সূৰ্য মন্দিৰৰ নিৰ্মাণ আৰু পিছৰ মেৰামতিৰ কামবোৰ চলিছিল। সেই উল্লেখনীয় কৰ্মৰ পঞ্জীয়ন কৰা হৈছিল এটা কবিতাৰে। সেই কবিতা বিপুল যত্নসহকাৰে ৰচনা কৰিছিল বৎসভট্টি নামৰ এজন কবিয়ে। স্থানীয় কোনো নিম্নমানৰ কবিয়েই হ'ব হয়তো। কিন্তু উপলক্ষ্যৰ লগত সঙ্গতি ৰাখি এটা কবিতা ৰচনাৰ দায়িত্ব পৰিছিল বাবে বৎসভট্টিয়ে লিখা সেই কবিতাত নিশ্চয় তেওঁৰ পৃষ্ঠপোষকসকলেৰে মনোভাব ব্যক্ত হৈছে। উচ্ছ্বাসিত আৱেগপূৰ্ণ ভাষাত নিজৰ নগৰৰ সৌন্দৰ্য বৰ্ণনা কৰিছে কবিয়ে এইদৰে—

"য'ত হ্ৰদৰ অজস্ৰ টৌৱে সততে কঁপাই ৰাখে অগণিত শতদল ৰাশি
বৰষাৰ দৰে পৰা পদুমৰ পৰাগত বুৰ যায় কলহংসজাক

ৰ'দত জিলিকি উঠা সহস্ৰ সহস্ৰ পত্ৰ সোণালী বৰণ
মৃণালে নোৱাৰে ব'ব তাৰ সৌন্দৰ্যৰ ভাৰ।"
"ফুলৰ ভৰত নম্ৰ বৃক্ষশাখাবোৰে ৰচিছে নিকুঞ্জ ছায়াঘন
মধুমত্ত মধুকৰ গুঞ্জন আৰু সঙ্গীতমুখৰ নাৰীকণ্ঠ
ধ্বজা সুশোভিত প্ৰাসাদে প্ৰাসাদে সুন্দৰী নাৰী। প্ৰাসাদশীৰ্ষৰ
ধৱলী নিচানে আকাশৰ বিজুলীৰে মাৰে আৰি।
কদলী শোভিত উদ্যানৰ মাজে মাজে কৈলাসশিখৰৰ দৰে
আছে নানা অট্টালিকা। শাৰী শাৰী চিত্ৰ তাত।
অহৰহ সংগীতৰ ধ্বনি।"

এনে উচ্ছ্বাসিত কল্পনাৰে নিজৰ নগৰৰ সৌন্দৰ্য বৰ্ণনা কৰি লগতে নিজৰ ৰজাৰ গুণানুকীৰ্তন কৰি 'গীল্ড'ৰ মহানুভৱতাৰ শলাগ লোৱাৰ লগতে 'গীল্ডে' নিৰ্মাণ কৰা নতুন মন্দিৰৰো সৌন্দৰ্যৰ বিৱৰণ দি কবিয়ে সামৰিছে এইবুলি—

"নীল আকাশত পূৰ্ণ চন্দ্ৰৰ দৰে
বিষ্ণুৰ বক্ষত শোভা কৰা কৌস্তুভ মণিৰ দৰে
আমাৰ এই মহতী নগৰীৰো শোভা
বৰ্দ্ধন কৰিছে এই অনুপম সুন্দৰ মন্দিৰে।"

## নগৰীয়া মানুহ

' আমি প্ৰাচীন যুগৰ গ্ৰীক আৰু ৰোমান মধ্যবিত্ত শ্ৰেণীৰ জীৱন সম্বন্ধে অনেক কথাই পুৰণি গ্ৰীক-লাটিন সাহিত্য আৰু স্থাপত্যৰ অৱশেষবোৰৰ পৰা জানিব পাৰোঁ। কিন্তু তাৰ লগত তুলনা কৰিব পৰা ভাৰতীয় সাহিত্যত তেনে বাস্তৱ বৰ্ণনা নাই আৰু ভাৰতত পম্পিয়াই নগৰীৰ সমতুল্য পুৰণা জীৱনৰ জীৱন্ত সাক্ষীবহনকাৰী কোনো ঐতিহাসিক সময়ৰ চিহ্ন নাই। তথাপি প্ৰাচীন ভাৰতৰ এজন যোত্ৰৱান ডেকা ভাৰতীয়ৰ দৈনন্দিন জীৱন যাপনৰ ৰীতি আৰু প্ৰকাৰ কেনে ধৰণৰ আছিল সেই বিষয়ে নানা তথ্য পোৱা যায় আৰু তেনে এক জীৱনৰ বিশ্বাসযোগ্য প্ৰতিচ্ছবি অংকন কৰাও সম্ভৱ। এই বিষয়ত আমাৰ বাবে এখন উল্লেখনীয় সমল গ্ৰন্থ হৈছে যৌন-বিষয়ক তত্ত্ব-গ্ৰন্থ 'কামসূত্ৰ'। এইখন ৰচিত হৈছিলেই প্ৰাচীন যুগৰ তৰুণ বয়সৰ ভাৰতীয় এজনক তেওঁৰ মুখ্যতম আমোদ-আহ্লাদবোৰ কেনেকৈ লাভ কৰিব পাৰিব সেই বিষয়ে দিহা-পৰামৰ্শ দিবলৈকে।

'কামসূত্ৰ'-ত কোৱা হৈছে যে নবীন নাগৰিকৰ কোঠাত এখন মনোৰম আৰু কোমল শয্যা থাকিব লাগে। তাৰ ওপৰৰ বিছনা চাদৰখন শুধ বগা হ'ব লাগে। গাৰু

থাকিব লাগে দুটা—এটা মূৰৰ শিতানত, এটা ভৰি-পথানত। কোঠাটোত এখন ডিভানো থাকিব লাগে। তাৰো মূৰৰ ফালে এখন সৰু মেজত সুগন্ধি প্ৰলেপ আদি প্ৰসাধন দ্ৰব্য, ফুল আৰু কাজলৰ টেমা আদি থাকিব লাগে। কাষতে মজিয়াত এটা তামোলৰ পিক্ পেলাবলৈ এটা পিকদানী থাকিব লাগে। থাকিব লাগে বস্ত্ৰ-অলঙ্কাৰৰ বাকচ। বেৰৰ পৰা ওলোমাই থ'ব লাগে এখন বীণা। কোঠাত এখন চিত্ৰাঙ্কন কৰা টেবুল থাকিব লাগে। তাল পাতত লিখা গ্ৰন্থও কেইখনমান। এখন ঘূৰণীয়া আসন আৰু পাশা-খেলৰ ঢাল। ঘৰৰ লগতে থাকিব লাগে এটা বিভিন্ন ধৰণৰ চৰাই পুহিবৰ কাৰণে পক্ষীশালা অৰ্থাৎ চৰাইৰ বাহ। দোল্‌না থকা এখন ফুলনি বাগান, ফুলাম লতা বগাবলৈ এটা নিকুঞ্জ আৰু নিজৰ অতিথিবৃন্দৰে সৈতে উদ্যানত আৰাম কৰি বহিবলৈ এটুকুৰা কোমল ঘাঁহনি।

পুৱা শয্যা ত্যাগ কৰি নাগৰিকে দাঁত ঘঁহি মুখ ধুব। তাৰ পিছত স্নানাদি সমাপন কৰি সুগন্ধি প্ৰসাধন কৰি দেহ সুৰভিত কৰিব। চকুত কাজল লগাব। ওঁঠত লগাব ৰঙা লা-ৰং। দাপোণত মুখ চাব। পিছত তাম্বুল চৰ্বণ কৰিব। তেওঁ প্ৰতিদিনেই স্নান কৰে। শৰীৰত তেল মাৰ্জন কৰে এদিন এৰি এদিন। চাৰিদিনৰ মূৰে মূৰে এবাৰ ডাঢ়ি খুৰায়। পাঁচ বা দহ দিনৰ মূৰে মূৰে সৰ্বশৰীৰত প্ৰয়োজনীয় ক্ষৌৰকৰ্ম কৰে। তেওঁ দৈনিক তিনিবাৰ আহাৰ কৰে। দিনটোৰ সৰহভাগ সময় নাগৰিকৰ মধুৰ কমনীয় আলস্যৰ মাজেদি অতিবাহিত হয়। নিজৰ পোহনীয়া ভাটৌ আৰু মইনাবোৰক মাত ল'বলৈ শিকাই তেওঁ বৰ আনন্দ পায়। বৰ উপভোগ কৰে কুকুৰা-যুঁজ, বটা চৰাই আৰু মতা ছাগলীৰ যুঁজো। তেওঁক সকলো সময়তে বেঢ়ি থকা ৰঘুমলা জাতীয় এজাক মানুহ থাকেই। সেইবোৰৰ লগতো কথা পাতি সময় কটায়। গৰম দিন হ'লে আবেলি অলপ সময় শোৱে।

তেওঁ বৌদ্ধিক চিন্তা-চৰ্চা কৰিও আনন্দ পাইছিল। তেওঁ বিভিন্ন সুকুমাৰ কলাৰ যে পৃষ্ঠপোষকতা কৰিছিল আৰু অকল সেইবোৰৰ চমজদাৰহে আছিল তেনে কথা নহয়— সমাজে তেওঁ নিজেও সৃষ্টিশীল হোৱাটোহে বিচাৰিছিল। তেওঁ চৌষষ্ঠি কলাবিদ্যাৰো কিছুমান শিকিব লাগিছিল। তেওঁ নিজেই হয়তো এজন কবিও আছিল। কাৰণ এতিয়া হাতত পৰা বহুতো সংস্কৃত কবিতা অকল জনাজাত কবিসকলে লেখা কবিতাই নহয়। ৰজা বা ঐশ্বৰ্যশালী মানুহৰ পৃষ্ঠপোষকতাত অকল কবিতা আবৃত্তিৰ কাৰণেই কবিসভা অনুষ্ঠিত কৰা হৈছিল খুব ডাঙৰকৈ। তেনেকৈ সৰু সৰু কবিতা-আবৃত্তিৰ সভাও পতা হৈছিল দলটোৰ কোনোবা এজনৰ ঘৰত বা কোনো গণিকাৰ ঘৰত। এনে ধৰণৰ সাহিত্যানুষ্ঠানবিলাক শিক্ষিত শ্ৰেণীৰ মানুহৰ বাবে বৰ আনন্দদায়ক আছিল বুলি 'কামসূত্ৰ'-ই কৈছে। এনে সাহিত্যানুৰাগী সমাজৰ সদস্যবৃন্দই কেতিয়াবা একোটা স্থায়ী সংঘকে সংগঠিত কৰি লয়। 'কামসূত্ৰ'ই কৈছে "এনে সংঘৰ সদস্যবৃন্দই

আপদে-সম্পদে মাৰ বান্ধি থাকিব লাগে আৰু সংঘলৈ কোনো নতুন নৱাগত আহিলে আতিথ্যপূৰ্ণ সম্ভাষণ জনাব লাগে।" প্ৰাচীন ভাৰতীয় নাগৰিক তেওঁৰ এতিয়াৰ যুগৰ বংশধৰৰ দৰেই বহিঃমুখী, সঙ্গপ্ৰিয় আৰু বন্ধু হিছাপে উষ্ণ হৃদয়ৱান আছিল। ধৰ্মশাস্ত্ৰবিলাকত অতিথি-সৎকাৰৰ ওপৰত অতি গুৰুত্ব দিয়া হৈছিল বাবে সমাজ মানসিকতাতো অতিথিপৰায়ণতা ধৰ্ম বুলিয়েই গণ্য হৈছিল।

কেতিয়াবা তেনে সাহিত্যানুষ্ঠানবোৰ মুকলি আকাশৰ তলতে পতা হয় নগৰৰ কোনো প্ৰমোদ উদ্যান বা কুঞ্জ-নিকুঞ্জত। বিনোদনৰ বাবে কুকুৰা-যুঁজ আৰু স্নানাদিৰো কাৰ্যসূচী ৰখা হয়। শিক্ষিত নাগৰিকজন কেতিয়াবা চিত্ৰকৰ হোৱাও দেখা যায়। তেনে নাগৰিকৰ ভিতৰুৱা কোঠাত ছবি আঁকা মেজ অথবা এডাল ইজেল থাকেই। 'কামসূত্ৰ'ৰ মতে তেনে শিল্পীৰ মূৰ্তিকটা, কাঠৰ শিল্পবস্তু তৈয়াৰী কৰা আৰু মৃৎশিল্পৰ কাম কৰিবলৈও বেলেগ কোঠা এটা থাকিব লাগে।

## আমোদ-প্ৰমোদ

প্ৰাচীন ভাৰতৰ নাগৰিকসকলে উপভোগ কৰা সকলো আমোদ-প্ৰমোদেই কিন্তু সদায় বৰ সৃজনীমূলক অথবা বুদ্ধিদীপ্ত নাছিল। হিন্দু মতে গণনা কৰা গোটেই বছৰটোতে ধনী-দুখীয়া সকলো লোকে একেলগে বহুসংখ্যক উৎসৱ পালন কৰিছিল আৰু উলহ-মালহেৰে শোভাযাত্ৰা উলিয়াইছিল। প্ৰাচীন কালত অতি জনপ্ৰিয় উৎসৱ আছিল— প্ৰেমৰ দেৱতা কামদেৱৰ নামত উছৰ্গিত বসন্ত উৎসৱ। ধৰ্মশাস্ত্ৰকাৰসকলৰ চিন্তাত কামদেৱৰ গুৰুত্ব বেছি নহয়। কিন্তু কাম বৰ জনপ্ৰিয় দেৱতা আছিল। এই উছৱৰ সময়ত আনকি সকলোৱে গা ঢালি আনন্দ কৰে। আনকি সম্ভ্ৰান্ত লোকসকলেও নিজৰ জাত-বৰ্ণ আদিৰ বিধি-নিষেধ পাহৰি বাটে বাটে ঘূৰি ফুৰি চুবুৰীয়া সকলোৰে গাত ৰঙা ফাকু ছটিয়াই, ৰঙীন পানীৰ আবিৰৰ ফিচকাৰি মাৰি আৰু নানা ধৰণে ৰং-ধেমালি কৰে। সেই উৎসৱ এতিয়াও পালন কৰা হয়। হোলি নামেৰে জনাজাত বৰ্তমান কালৰ সেই উৎসৱত কিন্তু প্ৰেমৰ দেৱতা কামদেৱৰ কোনো ভূমিকা নাই। এই ফাকুৱা বা হোলি উছৱ নিশ্চয় কোনো পাহৰি যোৱা আদিম যুগৰ ৰক্তাক্ত উৰ্বৰতা উৎসৱৰে উত্তৰসূৰী। কিন্তু প্ৰাচীন কালতো ফাকুৰ ৰঙা ৰঙৰ সৈতে আদিম মানৱৰ ৰক্তাক্ত উৎসৱৰ কোনো সম্পৰ্কৰ কথা মনলৈ অনা নাছিল মানুহে— সেইবোৰ কালৰ সোঁতত সম্পূৰ্ণ বিস্মৃত হৈছিল। এই উৎসৱ আছিল প্ৰাচীন ৰোমান ছেটাৰ্নেলিয়া উৎসৱৰ দৰে সকলো বাধা-নিষেধ সাময়িকভাৱে কাষলৈ ঠেলি বাধাহীন উৎসৱ-আনন্দত মতলীয়া হোৱা এক প্ৰকাৰ হিন্দু ছেটাৰ্নেলিয়া।

স্মৃতিশাস্ত্ৰবোৰ ব্ৰাহ্মণ স্মৃতিকাৰসকলে যিমানেই কঠোৰ ভাষাৰে গৰিহণা নিদিয়ক দ্যূতক্ৰীড়া বা জুৱা-খেলা সকলো যুগতে আৰু একমাত্ৰ গোড়া ধৰ্মনিষ্ঠ মানুহৰ বাহিৰে সকলো শ্ৰেণীৰ লোকৰ মাজতে বৰ জনপ্ৰিয় আছিল। সিন্ধু সভ্যতাৰ দিনৰ নগৰবোৰতো ষড়তল পাশতি পোৱা গৈছে। আৰু ঋকবেদৰ দ্যূতক্ৰীড়া কৰা আৰ্যৰ বিলৈৰ বৰ্ণনা পঢ়িলে বুজিব পাৰি যে আৰ্যসকলৰ মাজতো জুৱা-খেল বৰ জনপ্ৰিয় আছিল।

জুৱা-খেলাৰ প্ৰসঙ্গত অক্ষক্ৰীড়া বোলোঁতে 'অক্ষ' শব্দেৰে পাশতি মোটামুটিভাৱে বুজায় যদিও একেবাৰে আদি কালৰ পাশা-খেলত বা অক্ষক্ৰীড়াত অক্ষ মানে 'ৱিভীষক'ক 'ৱিভীড়ক' নামে এবিধ গছৰ গুটিকহে বুজাইছিল। খেলুৱৈহঁতে এটা বাটিৰ পৰা একোমুঠি গুটি তুলি লয়। যদি গুটিৰ সংখ্যা চাৰিৰে বিভাজ্য হয় তেন্তে নম্বৰ পায়। পিছলৈ অৱশ্যে আয়তক্ষেত্ৰাকাৰ চাৰিফলীয়া পাশতি ব্যৱহাৰ কৰিবলৈ ধৰিছিল। ইউৰোপৰ জুৱাৰীহঁতৰ দৰে ভাৰতীয় জুৱাৰীহঁতেও পাশাৰ ঢালত পাশতি মাৰোঁতে বিশেষ কিছুমান শব্দ ব্যৱহাৰ কৰিছিল যেন কৃত (চাৰি), ত্ৰেট (তিনি), দ্বাপৰ (দুই) আৰু কলি (এক)। ৰজাৰ অভিষেক উৎসৱত দ্যূতক্ৰীড়াৰো সংক্ষিপ্ত হ'লেও এক তাৎপৰ্যপূৰ্ণ ভূমিকা আছিল। বৈদিক যুগৰ শেহৰ ফালে ৰজাৰ কাৰেঙৰ সংলগ্ন কৰি একোটা দ্যূতক্ৰীড়াৰ বাবে নিৰ্দিষ্ট চ'ৰাঘৰ ৰখাৰ দস্তুৰ আছিল। সেই দস্তুৰৰ কিবা ধৰ্মীয় বা যাদুসম্বন্ধীয় কাৰণ আছিল বুলি অনুমান কৰা হয়—কিন্তু তাৰ গুঢ়াৰ্থ কি আছিল সম্পূৰ্ণকৈ জানিব পৰা নেযায়। ৰজাৰ অভিষেক উৎসৱত ৰাজ্যৰ যিসকল প্ৰধান প্ৰধান ব্যক্তিৰ আনুগত্য এটা বিশেষ শাস্ত্ৰীয় অনুষ্ঠানৰ জৰিয়তে দৃঢ়ীকৃত কৰা হয় সেইসকলৰ মাজত 'অক্ষৱাপ' নামৰ বিষয়াজনো আছিল। 'অক্ষৱাপ' মানে পাশা-খেলত আগতে উল্লেখ কৰা পাশাৰ পাশতি দলিওৱাজন অৰ্থাৎ নিশ্চয় ৰাজকীয় দ্যূতক্ৰীড়াৰ সংগঠক বিষয়াজনকে বুজাইছে। মহাভাৰত মহাকাব্যৰ গোটেই কাহিনীটোৱে সূচনা হৈছিল পাশা-খেলক কেন্দ্ৰ কৰিয়েই। কুৰু ৰাজসভাত আয়োজিত পাশাখেলত বৰদেউতাকৰ পুত্ৰ দুষ্ট দুৰ্যোধনৰ লগত হাৰি ৰাজভ্ৰষ্ট হোৱা যুধিষ্ঠিৰৰ কাহিনীৰ লগত সেই মহাভাৰতৰে অন্য এটা একে ধৰণৰ কাহিনী পোৱা যায়—নল ৰজাৰ আখ্যানত। 'অৰ্থশাস্ত্ৰ'ই পাশা-খেলৰ বা জুৱা-খেলৰ ওপৰত কঠোৰ নিয়ন্ত্ৰণৰ দিহা দিছে। পাশাখেল হ'ব লাগিব একমাত্ৰ ৰজাৰ দ্বাৰা পৰিচালিত পাশা-খেলৰ ঘৰত। সেই ক্ৰীড়াগাৰৰ যাৱতীয় খৰচ চলাবলৈ প্ৰত্যেক ঢাল পাশাৰ পণৰ পঞ্চ শতাংশ ৰজাৰ কৰ হিচাপে সংগ্ৰহ কৰিব লাগিব। পাশাৰ ঢাল আৰু পাশতিও নিজৰ হ'ব নোৱাৰিব, ৰজাৰ বস্তু—ভাড়ালৈ ল'ব লাগিব। খেলত ঠগ-জুৱাচুৰি কৰিলে গুৰুভাৰ অৰ্থদণ্ড কৰাৰ বিধান দিছিল।

পাশা-খেলৰ লগতে অন্য ধৰণৰ ছক পাতি বেলেগ বেলেগ খেল খেলিছিল মানুহে। খেলোঁতে ভাগ্য আৰু নিপুণতা দুয়োটা লগা বৰ্তমান কালৰ ল'ৰা-ছোৱালীয়ে

খেলা লুডু-খেলৰ দৰে। খ্ৰীষ্টীয় প্ৰথমৰ শতিকাবোৰৰে কোনো সময়ত এইবিলাক ছক পাতি খেলা খেলৰে এবিধ খেলিবলৈ চৌষষ্ঠিটা বৰ্গক্ষেত্ৰাকাৰ ঘৰ থকা এখন ঢাল ব্যৱহাৰ কৰিছিল— নাম আছিল 'অষ্টপাদ'। সেই খেল পিছলৈ অলপ জটিল ধৰণৰ খেলাত পৰিণত হৈছিল। এটা ৰজা-গুটি থাকে। বাকীবোৰ গুটিও চাৰি বিধৰ। সেই চাৰি বিধৰো নামবোৰ হ'ল হাতী, ঘোঁৰা, জাহাজ বা দুৰ্গ আৰু পদাতিক। প্ৰথমতে এই খেল খেলিবলৈ চাৰিজন একেলগে বহিছিল। তেওঁলোকে পাশা-খেলৰ পাশতি মাৰি সেই মতেই গুটি চলাইছিল। যিহেতু এই খেলৰ গুটিবোৰৰ প্ৰাচীন ভাৰতীয় সৈন্যবাহিনীৰ গজাৰোহী, অশ্বাৰোহী, ৰথাৰোহী আৰু পদাতিক চাৰি অঙ্গকে বুজোৱা নামবোৰেই আছিল আৰু খেলৰ প্ৰকৃতিও দুটা সৈন্যবাহিনীয়ে যুদ্ধ-অভিযান কৰাৰ দৰেই আছিল সেইবাবে এই খেলৰ নাম আছিল 'চতুৰঙ্গ' বা 'চাৰি বাহিনী'। ষষ্ঠ শতাব্দীত এই খেল পাৰস্যত জনপ্ৰিয় হৈ উঠে। তাৰ পিছত যেতিয়া পাৰস্য আৰববিলাকৰ দ্বাৰা বিজিত হ'ল তেতিয়া আৰবসকলৰ জৰিয়তে সি সমগ্ৰ মধ্যপ্ৰাচ্যত বিয়পি পৰে। পাৰস্যতে 'চতুৰঙ্গ' নাম অপভ্ৰংশ ৰূপত সেইখলৰ নাম হৈছিল 'শতৰঞ্জ'। সেই 'শতৰঞ্জ' নামেৰেই সি বিখ্যাত হয়। পিছলৈ চাৰিজনৰ সলনি দুজনে এই খেল খেলা নিয়ম হ'ল। প্ৰত্যেকেই দুটাকৈ বাহিনী পৰিচালনা কৰে। এটা বাহিনীৰ ৰজা আনটো বাহিনীৰ 'সেনাপতি' বা 'মন্ত্ৰী' হয়। পিছলৈ পাশতি মাৰি গুটি চলোৱা নিযমো উঠি গ'ল। এইবোৰ সংস্কাৰ ভাৰততে সাধিত হৈছিল নে পাৰস্যত সেইটো নিশ্চয়কৈ ক'ব পৰা নেযায় কিন্তু পাৰস্যতে হোৱাৰহে সম্ভাৱনা অধিক।

বাহিৰত খেলা সংগঠিত কোনো খেলৰ উল্লেখ বৰকৈ পাবলৈ নাই। মাত্ৰ ল'ৰা-ছোৱালী আৰু ডেকেৰীহঁতে ওডিছী মহাকাব্যৰ নৌছিকাৰ দৰে ধোপ-খেলাৰ কথা পোৱা যায়। মধ্য-এছিয়াৰ পৰা ভাৰতত প্ৰৱেশ কৰা এক ধৰণৰ প'লো-খেল মধ্যযুগৰ যোদ্ধা শ্ৰেণীৰ মাজত বৰ জনপ্ৰিয় হৈছিল। অৱশ্যে কোনো কিতাপতে তাৰ উল্লেখ নাই। এক ধৰণৰ হকী-খেলো চলিছিল। কিন্তু সাধাৰণভাৱে চালে প্ৰাচীন ভাৰত খেলা-ধূলা আৰু ক্ৰীড়া-নৈপুণ্যৰ ওপৰত ভূমধ্যসাগৰীয় দেশবোৰত দিয়াৰ সমান গুৰুত্ব দিয়া হোৱা নাছিল বুলিয়েই ক'ব লাগিব। ঋকবেদত ৰথ-দৌৰ প্ৰতিযোগিতা তেতিয়াৰ যুগতে হৈছিল বুলি উল্লেখ পোৱা যায়। মধ্যযুগত গৰু-গাড়ীৰ দৌৰ প্ৰতিযোগিতা হৈছিল। মুষ্টিযুদ্ধ আৰু মল্লযুদ্ধৰ উল্লেখ আছে কিন্তু সেই দুবিধ খেলত উচ্চ বংশীয় সম্ভ্ৰান্ত যুৱকসকলে অংশ সাধাৰণতে নলৈছিল। তলৰ জাতৰ মুষ্টিযোদ্ধা আৰু পালোৱানসকলৰ বাবেহে বৃত্তিস্বৰূপ ক্ৰীড়া আছিল। তেওঁলোকে দৰ্শকৰ আগত সেইবোৰ খেল খেলি দেখুৱাইছিল। কিন্তু ধনুকাঁড় মৰা প্ৰতিযোগিতা ৰণুৱাশ্ৰেণীৰ মাজত অতীব জনপ্ৰিয় আছিল। মহাকাব্য দুখনত এনে তীৰ-প্ৰতিযোগিতাৰ হুবহু বৰ্ণনা বহুত আছে।

পুৰণি গ্ৰন্থত চন্দ্ৰগুপ্ত মৌৰ্যৰ ৰাজসভাত প্ৰাচীন ৰোমত 'গ্লেডিয়েটৰ'ৰ দ্বন্দ্বযুদ্ধৰ দৰে যোদ্ধাই যোদ্ধাই প্ৰতিযোগিতা কৰি যুদ্ধখেল দেখুৱাইছিল বুলি উল্লেখ কৰা পোৱা যায়। মধ্যযুগৰ দাক্ষিণাত্যত দ্বন্দ্বযুদ্ধ সঘনাই হৈছিল। নুনিজ নামে এজন পৰ্তুগীজ পৰ্যটকৰ টোকাত পোৱা যায় যে বিজয়নগৰ ৰাজ্যৰে দুজন ডাঙৰীয়াৰ মাজত বিবাদ হ'লে মুকলি ৰাজসভাত ৰজাৰ সন্মুখতে দুয়োজনে এজনৰ মৃত্যু নোহোৱালৈকে যুদ্ধ কৰি তাৰ নিষ্পত্তি কৰে। আমাৰ সেই গ্ৰন্থত আলোচ্য ইতিহাসৰ কালছোৱাৰ ভিতৰত অহিংসা ধৰ্মমত শক্তিশালী আৰু ব্যাপক হৈ উঠিছিল যদিও জন্তুৰ যুঁজ পাতি আনন্দ লাভ কৰা আমোদ-প্ৰমোদ সদায়েই বৰ জনপ্ৰিয় আছিল। এনেকৈ যুঁজ কৰিবলৈ জোৰ পাতি এৰি দিয়া হৈছিল সেই অতি উগ্ৰ ক্ষুদ্ৰাকৃতি ভাৰতীয় 'লাবক' নামৰ চৰাই মতা কুকুৰা আৰু মতা ছাগলী। এইবোৰৰ উপৰি ষাঁড় বা বলদ, মতাম'হ, আৰু হাতীৰ যুঁজৰ বিষয়েও আমি পঢ়িবলৈ পাওঁ।

'কলিঙ্টোগাই' নামে তামিল ভাষাত ৰচিত পুৰণা এটা কবিতাত এবিধ বিশেষ ধৰণৰ বৃষভযুদ্ধৰ জীৱন্ত বৰ্ণনা পোৱা যায়। সেইবিধ খেল একমাত্ৰ দক্ষিণ প্ৰান্তৰ দ্ৰাবিড় দেশতে সীমাবদ্ধ আছিল। এই ধৰণৰ বলদৰ সৈতে যুঁজৰ প্ৰকৃতি (কিন্তু স্পেনিছ বুল্‌ফাইট বা ষাঁড়ৰ যুঁজৰ লগত নিমিলে। কাৰণ স্পেনিছ ষাঁড়ৰে) যুঁজত ষাঁড়ৰ পক্ষে সুবিধা বহুত কম, ষাঁড়ৰ বিপক্ষে মানুহ যোদ্ধা বা মেটাডোৰৰ সুবিধাহে বেছি। কিন্তু প্ৰাচীন ভাৰতৰ এনে বৃষভ-যুদ্ধত বৃষভকহে মুকলিকৈ যুদ্ধ কৰিবলৈ সুবিধা দিয়া হৈছিল। এই খেল বৰ জনপ্ৰিয় আছিল গোপালকবিলাকৰ মাজত। কোনো অস্ত্ৰ-শস্ত্ৰ নোলোৱাকৈ খালি হাতেৰে সিহঁতে ক্ৰীড়াঙ্গনত সোমাই হৃষ্ট-পুষ্ট বলদৰ লগত শক্তি-পৰীক্ষাত লিপ্ত হয়। আমেৰিকান ৰোডিওবোৰত গৰুৰ গাত তপত লোহাৰ দাগ দিওঁতে গৰুক গবা মাৰি ধৰি লৰচৰ কৰিব নোৱাৰাকৈ ৰখা 'কাউপাঞ্চাৰ্' বোৰৰ দৰে সিহঁত আহি বলদটোক গবা মাৰি ধৰি কেৱল গাৰ বলেৰে বশ কৰিবলৈ যত্ন কৰে। বলদটোক বধ কৰিবলৈ যত্ন নকৰে আৰু আগৰে পৰা তাক খং তোলাই ৰখাও নহয়। কিন্তু দাঁতে উঠা ভতৰা গৰু বা ষাঁড়ৰ লগত যুদ্ধ কৰা অতি বিপদজনক খেল। সেই তামিল কবিতাটোতে এখন তেনে যুদ্ধৰ হুবহু বৰ্ণনা আছে। একো সময়ত বলদৰ জয়লাভ হ'লে কেনেকৈ তাৰ শিঙৰ পৰা পৰাজিত মানুহ-প্ৰতিদ্বন্দ্বীৰ নাৰী-ভুঁৰু ওলোমাই বলদ থিয় হৈ থাকে তাৰ তেজেৰে ৰঙা-ৰাঙলী ছবিও আঁকিছে। এনে বলদৰ লগত যুদ্ধ অনুষ্ঠিত কৰা হৈছিল গাঁৱৰ ডেকাহঁতৰ পুৰুষালি কিমান তাৰে পৰীক্ষা ল'বলৈ। কাৰণ কথিত আছে যে গাঁৱৰ ছোৱালীহঁতে সেই বৃষভ-যুদ্ধত জিকা ডেকাবোৰৰ মাজৰ পৰাই ভৱিষ্যতৰ স্বামী নিৰ্বাচন কৰে। সি এক ধৰণৰ তামিল স্বয়ম্বৰেই আছিল। যদিও তামিল গ্ৰন্থবোৰত এই কথাৰ সমৰ্থনত একো পোৱা নেযায় এই ধৰণৰ বলদৰ সৈতে

যুঁজৰ কিবা পূজা-পাতলৰ লগত সম্পৰ্ক থকা আৰু উৰ্বৰতা পূজাবিধিৰ লগত যুক্ত থকাৰ দৰে তাৎপৰ্য থাকিবই লাগিব। একে ধৰণে বৃষভৰ লগত যুঁজ কৰা এক খেল প্ৰাচীন ক্ৰীতদেশৰ মানুহবোৰেও কৰিছিল কোনো এক ধৰ্মীয় উৎসৱৰ অংশ হিচাপে। অন্যান্য বহুতো প্ৰাচীন জাতিৰ দৰে তামিলসকলো এই বিষয়ত প্ৰাচীন ভূমধ্যসাগৰীয় সভ্যতাৰ সৈতে যুক্ত। দমৰা গৰুৰে যুঁজ পাতি ধেমালি কৰা এতিয়াও বহুত ভাৰতীয় গৰখীয়া জাতিৰে প্ৰিয় খেলা।

প্ৰাচীন ভাৰতৰ বহুতো আমোদ-প্ৰমোদৰ যোগান ধৰিছিল বৃত্তিগতভাৱে শিল্প-কলা চৰ্চা কৰা লোকসকলে। উচ্চাঙ্গ নাটক, সঙ্গীত, নৃত্য আদিৰ শ্ৰেষ্ঠ কলাকাৰসকলৰ বাহিৰেও আন আন শিল্পী আছিল যিবিলাকে গাঁৱে-ভূঞে ঘূৰি ফুৰি উচ্চাঙ্গ কলা-শিল্পৰ পৰা পৃথকৈ আনন্দ আহৰণ কৰিব নোৱৰা সাধাৰণ মানুহ আপ্যায়িত কৰিছিল নিজৰ জনপ্ৰিয় কলাবিদ্যাৰে। সেইসকল জনতাৰ শিল্পী—যেনে বিবিধ বাদ্যকাৰ, গায়ক, ব'ৰাগী বা বঞ্জাৰা, কুৰকুৰী বাজী দেখুৱা আৰু যাদু-খেল দেখুৱা মানুহ, সাপ-নচুৱা মানুহ ইত্যাদি এতিয়াৰ দৰেই তেতিয়াও জনপ্ৰিয় আছিল। ৰাজসভাত বা বৰ বৰ মানুহৰ ঘৰত অভিনীত নাটকৰ লগতে সাধাৰণ মানুহৰ মাজত চলিছিল লোকনাট্য। সেইবোৰ লোকনাট্যত পৌৰাণিক কাহিনীৰ নাট্য-ৰূপ নাচ-গান মূকাভিনয়েৰে সমৃদ্ধ কৰি প্ৰদৰ্শন কৰা হৈছিল। সেইবোৰ লোকনাট্যৰ উল্লেখ সাহিত্যত পোৱা যায় আৰু তেনে লোকনাট্যৰ ভিত্তিতে গঢ় লৈ উঠিছিল সংস্কৃত নাটক।

## বস্ত্ৰাভৰণ আৰু আ-অলঙ্কাৰ

বৈদিক যুগত ভাৰতীয় মানুহে যি ধৰণে সাজ-পোছাক পিন্ধিছিল তাৰ লগত আধুনিক কালৰ ভাৰতীয় মানুহে পিন্ধা সাজ-পোছাকৰ মৌলিক পাৰ্থক্য নাই। প্ৰায় সকলো গ্ৰীষ্মপ্ৰধান দেশত বাস কৰা প্ৰাচীন কালৰ মানুহৰ দৰেই ভাৰতীয়সকলেও দীঘলীয়া এখন কাপোৰ কান্ধৰ ওপৰেদি নি গাত মেৰাই লৈছিল আৰু ফিটাৰে বান্ধি বা এটা পিন মাৰি যথাস্থানত ৰাখি লৈছিল। কঁকালৰ তলৰ পোছাক অৰ্থাৎ পৰিধান কৰা বসন আছিল একে ধৰণৰে দীঘল এচিটা কাপোৰ। তাকে কঁকালত 'মেখলা' বা 'ৰচনা'ৰ দৰে মেৰাই পিন্ধি পেটী বা জৰিৰে বান্ধি লৈছিল। শৰীৰৰ ওপৰ ভাগত পিন্ধা বস্ত্ৰক বুলিছিল উত্তৰীয়। সেইখনো একে ধৰণেৰে এখন দীঘলীয়া চাদৰ, কান্ধৰ ওপৰেদি চাটি মাৰি পেলাই লয়। ওপৰত পিন্ধা উত্তৰীয় ভাগ গৰমৰ দিনত বা ঘৰত নিপিন্ধেই। বিশেষকৈ তলৰ শ্ৰেণীৰ মানুহে খালি গাৰেই থাকে। জাৰৰ দিনত ক্লোক্ বা মেণ্টোল্ পিন্ধাৰ দৰে তৃতীয় এডোখৰ কাপোৰো পিন্ধিছিল। সেইখনক বুলিছিল 'প্ৰাৱাৰ'।

স্ত্রী-পুৰুষ উভয়ৰে বাবে এতিয়াৰ দৰেই এইখিনি কাপোৰকে প্রাচীন ভাৰততো পিন্ধিছিল। এতিয়াৰ লগত তাৰ পাৰ্থক্য অকল কাপোৰকেইখনৰ আকাৰ-আকৃতি আৰু পিন্ধাৰ ধৰণতহে। কঁকালৰ তলত পিন্ধা বসন কেতিয়াবা বৰ চুটিকৈ পিন্ধে। কৌপিন হিছাপেও পিন্ধে। কিন্তু ধনী মানুহৰ অধোভাগৰ বসনে ভৰিৰ পতালৈকে চুই থাকে। প্রাচীন ভাস্কর্য মূর্তিবোৰত কঁকালত পিন্ধা বসনখনৰ সম্মুখভাগ নানা ধৰণে বহুত কোঁচ দিয়া তাকে এডাল কমৰবন্ধেৰে বন্ধা আৰু কমৰবন্ধৰ আগটো সমুখৰ ফালে দুই ভৰিৰ মাজত ওলমি থকা দেখা যায়। কেতিয়াবা সেই কমৰবন্ধডাল বেলেগ কাপোৰ নহৈ পিন্ধা কাপোৰখনৰে এমূৰ যেন দেখা যায়। সেই আঁচলটো কান্ধৰ ওপৰেদি আজিকালিৰ শাৰী পিন্ধাদি পেলাই লয়। কেতিয়াবা আকৌ সেই কঁকালত পিন্ধা কাপোৰৰ মূৰটো ভৰি তলেৰে নি পিছফালে কঁকালত আজিকালি ধুতি পিন্ধাৰ দৰে পোন্ধ মাৰি লৈছিল।

উপৰি উক্ত কাপোৰবোৰত চিলাই নাছিল। সেইবুলি চিলাই কৰিব যে মানুহে নেজানিছিল তেনে কথা নহয়। মহিলাসকলে জেকেট্ বা বডিচ্ পিন্ধা ভাস্কর্যত বা চিত্রত দেখা যায়। সেইবোৰক চোলক, কঞ্চুক আদি বুলিছিল। শক আৰু কুশানবিলাকৰ আক্রমণৰ পিছৰ পৰা ট্রাউজাৰ বা ঠেঙা পিন্ধা প্রচলন হ'ল। শাসকশ্রেণীৰ মাজত সেইদৰে ঠেঙা বা পটলুং পিন্ধা দস্তুৰযে গুপ্ত যুগলৈকে অন্ততঃ চলিছিল তাৰ প্রমাণ গুপ্তযুগৰ মুদ্রাবোৰত গুপ্তৰজাসকলৰ পটলুং পিন্ধা প্রতিকৃতি দেখিলেই পোৱা যায়। কুশানযুগৰ মুদ্রাবোৰত কুশান ৰজাসকলৰ যিবোৰ প্রতিকৃতি দেখা যায়, সেইবোৰত আৰু কনিষ্কৰ বিখ্যাত মুণ্ডবিহীন প্রতিমূর্তিত যি দেখা যায়—তেওঁলোকে কপাহ ভৰোৱা লেপৰ কোট আৰু লেপৰ ট্রাউজাৰ লগতে মধ্য এছিয়াত ব্যৱহৃত গধুৰ বুট জোতা পৰিধান কৰিছিল। সেইবোৰ পোছাক এই দেশৰ ১০০ ডিগ্রী ফাৰেণহাইটৰ ওপৰ গৰমত নিশ্চয় বৰ অশান্তিকৰ আছিল। ভাৰতলৈ প্রথমতে অহা ইষ্ট ইণ্ডিয়া কোম্পানিৰ কর্মচাৰীবোৰো সেই ধৰণৰ ডাঠ ইউৰোপীয় কাপোৰ পিন্ধি ভাৰতলৈ আহি গৰমত আধাসিজা হৈছিল। মধ্যযুগৰ কাশ্মীৰ আৰু উত্তৰ-পশ্চিম ভাৰতত কামিজ চোলা আৰু পটলুং পিন্ধাটো সাধাৰণ কথা আছিল। মধ্যযুগৰ দক্ষিণ ভাৰতত দেৱীসকল আৰু ৰাণীসকলক সাধাৰণতে ঢিলা পায়জামা পিন্ধাৰ দৰে মূর্তি আৰু ছবিত দেখুৱা হৈছিল। এনে ধৰণৰ সাজ-পোছাকবোৰৰ বাবে ব্যৱহাৰ কৰা কাপোৰ আছিল বিবিধ ধৰণৰ ; যেনে, উত্তৰৰ শীতপ্রধান ঠাইবোৰত ব্যৱহাৰ কৰা হৈছিল উনৰ কাপোৰ বা ঠাইবিশেষে প্রয়োজন মতে জিলজিলীয়া পাট বা মছলিন্ কাপোৰ—যিবোৰ পিন্ধিলে পিন্ধোতাৰ অঙ্গ-প্রত্যঙ্গ জিলিকি থাকে। অজন্তা আৰু বাগৰ ৰঙীন চিত্রবোৰ চাই বুজিব পাৰি যে কাপোৰবোৰত ৰং দি লোৱা হৈছিল বা আঁক-বাঁক আৰু ঘৰ ঘৰ কৰি ৰঙেৰেই ফুল বাছি লোৱা হৈছিল।

ভাৰতৰ বেছিভাগ অংশতে ভৰিত পাদুকা পিন্ধা হৈছিল ভাৰতৰ প্ৰখৰ গ্ৰীষ্মকালৰ ডেই-পুৰি যোৱা মাটিৰ সংস্পৰ্শৰ পৰা ভৰিহাল বচাবলৈ। আনহাতে হিমালয় অঞ্চলত মধ্য এছিয়াৰ জোতাৰ দৰে জোতা পিন্ধিছিল মানুহে।

শিৰৰ ভূষণ হিচাপে মানুহে সাধাৰণতে পাগুৰি মাৰিছিল। পাগুৰি মেৰিৱা কায়দাও আছিল বিচিত্ৰ ধৰণৰ। একেবাৰে প্ৰাচীন যুগত অন্ততঃ উছৱ-আনন্দৰ দিনত নাৰীসকলে ডাঙৰকৈ আৰু জটিল ধৰণৰ কেশ-সজ্জা কৰিছিল; সেইবোৰ ডিজাইন আজিকালি দেখা নেযায়। কিন্তু গুপ্তযুগত নাৰীসকলৰ প্ৰতিকৃতিত সাধাৰণতে খালি মূৰ বা ওৰণি বা প্ৰাচীন পাৰস্যদেশীয় টায়েৰা ডিজাইনৰ টুপি পিন্ধা ধৰণহে দেখা যায়। গোড়া ব্ৰাহ্মণসকলে মূৰৰ চুলি এডাল শিখা বা টিকনি বান্ধিবৰ জোখাৰে ৰাখি বাকীবোৰ খুৰাই পেলাইছিল। আন বৰ্ণবোৰৰ মানুহে কিন্তু স্ত্ৰী-পুৰুষ উভয়ে চুলি দীঘলকৈ ৰাখিছিল। মহিলাসকলৰ মাজত বৰ জনপ্ৰিয় কেশ-সজ্জা আছিল বৰ ডাঙৰকৈ এটা খোপা বান্ধি গলধনৰ ওপৰত পেলাই থোৱা। কেতিয়াবা তাতে মণি-মুকুতাৰ মালা এধাৰ মেৰিৱা থাকে। কেতিয়াবা ফিটা এডালেৰে বন্ধা থাকে। আজিকালিৰ দৰে চুলিৰ বেণী গোঁঠা ধৰণ হৰপ্পা সংস্কৃতিতো আছিল। পুৰণি সাহিত্যতো তাৰ উল্লেখ আছে। কিন্তু একেবাৰে মধ্যযুগ নহালৈকে ভাস্কৰ্যত তেনে বেণি গোঁঠা নাৰী মূৰ্তি দেখা নেযায়।

প্ৰাচীন ভাৰতৰ নাৰীৰ বেশ-ভূষা সম্বন্ধে কিছু মতভেদ আছে। আমাৰ এই গ্ৰন্থত আলোচ্য ইতিহাসৰ সময়ছোৱাত প্ৰাচীন চিত্ৰ আৰু ভাস্কৰ্যত নাৰী মূৰ্তিবিলাক কঁকাললৈকে উদং ৰূপত দেখা যায়। আনহাতে আধুনিক যুগৰ হিন্দু নাৰীৰ তীব্ৰ শালীনতাবোধৰ কথাও সৰ্বজনবিদিত। প্ৰাচীন ভাৰতীয় ভাস্কৰ্যৰ প্ৰথম সন্ধানী অধ্যয়নকাৰী জেম্ছ্ ফাৰ্গুছনে তেওঁৰ 'ট্ৰী এণ্ড ছাৰ্পেট ওৱৰ্শ্বিপ্' নামৰ গ্ৰন্থত দ্বিধাহীনভাৱে কৈছে যে মুছলিমবিলাকৰ দ্বাৰা বিজিত নোহোৱালৈকে হিন্দু নাৰীয়ে কোনো লজ্জাবোধ নকৰাকৈ বক্ষযুগল উন্মুক্ত কৰি ৰাখিছিল। কিন্তু ঐতিহাসিক আলটেকাৰে তেওঁৰ 'দ্য পজিছন অব্ উইমেন ইন্ হিন্দু চিভিলাইজেছন' গ্ৰন্থত সেই কথা সত্য নহয় বুলি কৈছে।

কোৱা হৈছে যে গ্ৰীক আৰু ৰোমানসকলৰ দৰে ভাৰতীয় চিত্ৰকৰ আৰু ভাস্কৰসকলেও নাৰীদেহ অৰ্ধ উলঙ্গ কৰি দেখুৱা এটা শিল্পৰ এটা পুৰণা পৰম্পৰা মানি চলিছিল মাত্ৰ। যদিও বাস্তৱ জীৱনত তেনে দেখা নেযায়। এই আপত্তি দেখুৱা হৈছে যদিও সি যথাৰ্থ বুলি ধাৰণা নহয়। বাস্তৱত কোনো নাৰীৰ ছবি আঁকোতে বা মূৰ্তি গঢ়োঁতে ধ্ৰুপদী যুগৰ শিল্পীয়ে সাধাৰণতে আবৰণ দিয়েই। পৌৰাণিক নাৰী-মূৰ্তি বা এনেয়ে নাৰীদেহ চিত্ৰকলা বা ভাস্কৰ্যৰ মাধ্যমত প্ৰকাশ কৰোঁতে সেইটো নকৰিবও পাৰে। ৱাৰহুত আৰু সাঁচীৰ প্ৰাচীন ভাস্কৰ্যত কিন্তু বক্ষস্থল আবৃত নাৰী মূৰ্তি নায়েই। আনকি ভাৰতীয় (নগৰীয়া জীৱনৰ একোটা অতিবাস্তৱ জনসমাগমৰ দৃশ্যৰ মাজতো

নাৰী মূৰ্তিবিলাক কঁকাললৈকে) অনাবৃত কৰিয়েই দেখুৱা হৈছে। নাৰীৰ গাৰ বডিচ্ বা 'অঙ্গচোলা'ৰ উল্লেখ সাহিত্যত পোৱা যায় অলেখ ঠাইত। চিত্ৰকলা আৰু ভাস্কৰ্যতো বক্ষাবৰণ পিন্ধা নাৰী মূৰ্তি দেখা যায়। কিন্তু উত্তৰ ভাৰতৰ সমভূমি অঞ্চল আৰু দাক্ষিণাত্যৰ পাৰ্বত্য অঞ্চলত বছৰৰ বহুমাহ জুৰি শীতকাল চলি থাকে। গতিকে চোলকৰ ব্যৱহাৰ শালীনতাবোধতকৈও শীত নিবাৰণৰ বাবেও হ'ব পাৰে। মালাবাৰত বহুত প্ৰাচীন সামাজিক প্ৰথা বহুদিনলৈকে চলি আছিল। সেই দেশত তুলনামূলকভাৱে প্ৰায় আধুনিক কাল পৰ্যন্ত নায়াৰ জাতৰ নাৰীয়ে ৰাজহুৱা স্থানতো অনাবৃত বক্ষে স্বচ্ছন্দে ঘূৰি ফুৰিছিল। খ্ৰীষ্টাব্দ আৰম্ভণিৰ সময়তে হিন্দু সংস্কৃতিক আকোঁৱালি লোৱা বালি দ্বীপতো একেই কথা স্বাভাৱিক প্ৰথা হিচাপেই চলিছিল। কোনো কোনো সাহিত্য-গ্ৰন্থত মহিলাই ওৰণি লোৱাৰ কথা আছে। কিন্তু সেই ওৰণি অকল শিৰোবস্ত্ৰ হিচাপেই পিন্ধা হৈছিল। তাৰ দ্বাৰাই নাৰীসকলে শৰীৰৰ উৰ্ধ্বভাগো আবৃত কৰিছিল বুলি ক'তো উল্লেখ কৰা নাই। মধ্যযুগৰো ভালেখিনি কাল পাৰ হোৱাৰ পিছতহে নাৰীৰ সাজ-পোছাকত মানসিক শালীনতাবোধৰ লগতে দৈহিক শালীনতাৰ বিষয়তো স্পষ্টভাৱে গুৰুত্ব আৰোপিত হ'বলৈ ধৰিলে। প্ৰাচীন ভাৰতত নাৰী সমাজৰ চলন-ফুৰণ বৰ-কঠোৰভাৱেই নিয়ন্ত্ৰিত আছিল। তেওঁলোককে অনেক বাধা-নিষেধ মানিব লগাত পৰিছিল। বিশেষকৈ উচ্চবৰ্ণৰ মহিলাসকলৰ পৰা বৰ উচ্চমানৰ লজ্জা-শালীনতাবোধ আশা কৰা হৈছিল। কিন্তু এই কথাত নিঃসন্দেহ হ'ব পাৰি যে সেই যুগৰ সাজ-পোছাকত শালীনতাবোধৰ ধাৰণা সেইসকল ভাৰতীয় নাৰীৰে উত্তৰকালৰ বধু-কন্যাইঁতৰ শালীনতাবোধৰ ধাৰণাতকৈ বহুত বেলেগ আছিল।

সেইযুগৰ সাজ-সজ্জাত বস্ত্ৰৰ ব্যৱহাৰ স্বল্প হ'লেও আভৰণ বাহুল্য আছিল। সোণ, ৰূপ আৰু সকলো ধৰণৰ মণি-মুক্তাৰ সাংঘাতিক চাহিদা আছিল দেহৰ আভূষণৰ বাবে হৰেক ৰকমৰ জটিল ধৰণৰ আ-অলঙ্কাৰ গঢ়িবলৈ। তিৰোতাসকলে ৰত্নখচিত অলঙ্কাৰ পিন্ধিছিল কপালত আৰু মূৰৰ চুলিৰ মাজৰ সেওঁতাত। কাণত অলঙ্কাৰ নাৰী-পুৰুষ উভয়ে পিন্ধিছিল। কাণৰ ফুটা গধুৰ আৰু ডাঙৰ অলঙ্কাৰ পিন্ধোতে পিন্ধোতে বৰ বহল হৈ গৈছিল। ডিঙিত নানা কাৰুকাৰ্য খটুৱা বিবিধ হাৰ, সাতসৰী আদি পিন্ধিছিল। এতিয়াও তামিল দেশৰ গ্ৰামাঞ্চলৰ তিৰোতাই তেনেদৰে পিন্ধে। তাৰ উপৰি কঁকালত পিন্ধিছিল মণি-মুকুতাৰ দোলক লগোৱা আহল-বহলকৈ নিৰ্মাণ কৰা সোণৰ কৰ্ধনি। হাতৰ শাখা আৰু বাজুবন্ধ হৰপ্পান সভ্যতাৰ দিনৰ পৰাই জনপ্ৰিয় আছিল। লগতে ভৰিত পিন্ধিছিল জুনুকা লগোৱা নূপুৰ। কেতিয়াবা জুনুকাৰ সলনি নূপুৰৰ ফোপোলা অংশত শিল বা ধাতুৰ টুকুৰা ভৰাই দিছিল বাজিবৰ বাবে। এতিয়াৰ দৰেই তেতিয়াও নূপুৰ মহিলাৰ প্ৰিয় অলঙ্কাৰ আছিল। নাকত নাকফুলি নিপিন্ধিলে বয়সিয়াল ভাৰতীয় মহিলাই একো নিপিন্ধা যেনেই পাইছিল যদিও কোনো ধৰণৰ নাকত বিন্ধা অলঙ্কাৰেৰে

ভূষিত নাৰী মূৰ্তি বা চিত্ৰ দেখা নেযায় আৰু কোনো পুথিতো তাৰ উল্লেখ নাই। সেই পদ অলঙ্কাৰৰ ব্যৱহাৰ আৰম্ভ হৈছিল নিশ্চয় মুছলমানৰ ভাৰত বিজয়ৰ পাছৰ পৰাহে। প্ৰাচীন ভাৰতৰ আ-অলঙ্কাৰবোৰৰ যি কেইপদ এতিয়া দেখিবলৈ পোৱা গৈছে আৰু ভাস্কৰ্যত যিবোৰ অলঙ্কাৰৰ আৰ্হি দেখিবলৈ পোৱা যায়, সেইবোৰৰ কাৰুকাৰ্য দেখিলেই বুজিব পাৰি যে ভাৰতীয় স্বৰ্ণকাৰসকলে কেনে উচ্চমানৰ কাৰিকৰী কুশলতা অৰ্জন কৰিছিল। এনেহে দেখা যায় যে আধুনিক যুগৰ ভাৰতীয় মানুহে যেনেকৈ পত্নীৰ বাবে আৰু নিজৰ বাবে গহনা-গাঁথৰি কিনিয়েই যেনেকৈ ধন সঞ্চয় কৰে প্ৰাচীন যুগৰ ভাৰতীয়য়ো তেনেদৰে অলঙ্কাৰ কিনাতে ধন খটুৱাই সঞ্চয় কৰিবলৈ ভাল পাইছিল। আনকি দৰিদ্ৰ শ্ৰেণীৰ মানুহেও সোণৰ অলঙ্কাৰ বা মণি-মুক্তা কিনিব নোৱাৰিলেও ৰূপৰ বা পিতলৰ বা আইনাৰ বা ৰঙীন মাটিৰে তৈয়াৰী বিধে বিধে অলঙ্কাৰ সংগ্ৰহ কৰিছিল আৰু ডিঙি-কাণ-চুলিত পিন্ধিছিল বিবিধ শুৱনি ফুল। কাৰণ ভাৰতততো ফুলৰ অভাৱ নাই।

প্ৰসাধন দ্ৰব্য পুৰুষ-নাৰী উভয়েই ব্যৱহাৰ কৰিছিল। সেইবিলাকৰ ভিতৰত প্ৰধান আছিল খুব মিহিকৈ বটা চন্দন পঙ্ক। সেই চন্দন প্ৰলেপ সমস্ত শৰীৰতে সানি লোৱা হয়। কেতিয়াবা চন্দন-চৰ্চা কৰি নানা নক্সাও আঁকা হয় শৰীৰত। কেতিয়াবা চন্দন প্ৰলেপৰ লগত লা ৰং বা আন ৰং মিহলাই চিত্ৰ-বিচিত্ৰও কৰা হয় সেইবোৰ নক্সা। চকুৰ পতাত সনা অঞ্জন বা কাজলৰ (ক'লা কাজল-ধাতু চূৰ্ণ) ব্যৱহাৰো জনপ্ৰিয় প্ৰসাধন আছিল। কাজল ব্যৱহাৰ কৰিলে চকুৰ সৌন্দৰ্য বৃদ্ধি হোৱাৰ লগতে চকু উঠা-চকু নমা আদি বেমাৰৰো হাত সৰা হয় বুলি মানুহে ভাবিছিল। সেন্দুৰ, লাৰ পৰা তৈয়াৰী লাক্ষা আৰু গোৰোচনাৰ পৰা তৈয়াৰী হালধীয়া ৰং ব্যৱহাৰ কৰা হৈছিল কপালত তিলক অৰ্থাৎ ফোঁট ল'বলৈ। এতিয়াও ভাৰতীয় মহিলাৰ মাজত ফোঁট লোৱা বহুলভাৱে প্ৰচলিত। ওঁঠ, আঙুলিৰ মূৰ আৰু ভৰিৰ পতা আদিত লাৰে প্ৰস্তুত আল্‌তা সানিছিল। শৰীৰৰ উদং হৈ থকা অংশবোৰত কিবাকিবি নক্সা মাজে সময়ে অঙ্কন কৰিছিল যদিও টাট্টু কৰাৰ কোনো প্ৰমাণ পোৱা নেযায়। এতিয়া অৱশ্যে ভাৰতৰ কোনো কোনো ঠাইত টাট্টু জনপ্ৰিয় হোৱা দেখা গৈছে।

## ভোজ্য আৰু পেয় দ্ৰব্য

পঞ্চম শতাব্দীৰ আদি ভাগত ফা-হিয়েন যেতিয়া ভাৰতলৈ আহিছিল তেতিয়া তেওঁ লিখিছিল যে ভাৰতত কোনো সম্ভ্ৰান্ত মানুহে মাছ-মাংস নেখাইছিল, সেইবোৰ খাদ্য খাইছিল তল জাতৰ মানুহেহে। তেওঁৰ বৰ্ণনা সম্ভৱতঃ অতিৰঞ্জিতেই আছিল কিন্তু

এইটোও ঠিক যে তেতিয়া মানলৈ বহুত উচ্চবৰ্ণৰ হিন্দুয়ে মাছ-মাংস এৰি নিৰামিষাহাৰী হৈছিল। নিৰামিষ ভোজনৰ অভ্যাসৰ বিস্তাৰৰ লগত অহিংসা ধৰ্মমতৰ প্ৰসাৰ জড়িত আছিল। ফাহিয়েন ভাৰতলৈ অহাৰ আগতেই 'অহিংসা পৰম ধৰ্ম'ৰ আদৰ্শই ভাৰতীয় জনমানসত দৃঢ়ভাৱে স্থিতি লৈছিল। অহিংসা তত্ত্বৰ কথা উপনিষদৰ যুগৰে পুৰণি। বৌদ্ধ আৰু জৈন ধৰ্মৰ দ্বাৰাই সেই তত্ত্বৰে পূৰ্ণ ব্যাখ্যাৰ লগতে প্ৰয়োগো কৰা হ'ল। তাৰ ফলতে লাহে লাহে বৈদিক যুগৰ অসংখ্য পশুবলি সম্বলিত যজ্ঞানুষ্ঠানবোৰ বিলুপ্ত হ'বলৈ ধৰিলে। লগে লগে বলি দিয়া জন্তুৰ মাংস ভক্ষণো বন্ধ হ'ল। অশোকৰ ৰাজত্বকালতে নিৰামিষ ভোজন ব্যাপকভাৱে প্ৰচাৰিত হ'ল। অশোক নিজেই নিৰামিষাহাৰী হৈ নিজৰ উদাহৰণেৰে তাত উদ্গনি জনাইছিল আৰু বহুত জন্তু বধ কৰা নিষিদ্ধ কৰিছিল। কিন্তু 'অৰ্থশাস্ত্ৰ'ৰ ২।২৬ স্থানত আমিষ ভোজন স্বাভাৱিক কথা বুলিহে কৈছে আৰু কচাইখানাবোৰৰ পৰিচালনাৰ বাবে বহুত নিয়ম বান্ধি দিছে যাতে সেইবোৰৰ পৰা যোগান দিয়া মাংসৰ গুণ অটুট থাকে। পিছৰ যুগত মহাযান 'বৌদ্ধধৰ্মমত' আৰু নৱৰূপত হিন্দুধৰ্মৰ প্ৰসাৰ হ'লতহে নিৰামিষ ভোজন সমগ্ৰ ভাৰততে ব্যাপক ৰূপত সামাজিক ব্যৱহাৰ ৰূপে প্ৰতিষ্ঠিত হ'ল। তেতিয়াও কিন্তু মৃগয়া কৰা আৰু মাংস ভোজন ক্ষত্ৰিয় বা যোদ্ধা শ্ৰেণীৰ মাজত চলি আছিল আৰু মধ্যযুগৰ তান্ত্ৰিক বামাচাৰী পন্থৰ মানুহে পুৰণা যাগ-যজ্ঞ আৰু মাংস ভক্ষণ এটা বেলেগ ৰূপত নতুনকৈ আৰম্ভ কৰিছিল। তাৰো বহুত যুগ পিছৰ ভাৰতীয় চিকিৎসাশাস্ত্ৰত জোখমতে মদ-মাংস খালে একো অপকাৰ নহয় বুলি কোৱাৰ লগতে গো-মাংস ভোজনতো কোনো বাধা আৰোপ কৰা নাছিল। গতিকে ভাৰতৰ কোনো অংশতে কোনো কালে সকলো মানুহ সম্পূৰ্ণভাৱে নিৰামিষাহাৰী হৈছিল বুলি ধাৰণা নহয়। অৱশ্যে দেশৰ বহুত অঞ্চলত আগৰ কালতো আৰু এতিয়াও উচ্চ শ্ৰেণীৰ হিন্দুলোকৰ মাজত নিৰামিষাহাৰেই চলি আছিল আৰু আছে। মাংসভোজন নিষিদ্ধ কৰাৰ লগতে কোনো কোনো ধৰ্মশাস্ত্ৰত নহৰু আৰু পনৰু বা পিঁয়াজ খোৱাও নিষিদ্ধ কৰিছিল। কিন্তু তাৰ বিৰুদ্ধে আপত্তিও উঠিছিল দেখ্ দেখ্ কাৰণতে কাৰণ উদ্ভিদৰ আকৌ কি আমিষ-নিৰামিষ আছে। ধৰ্মীয় কোনো কাৰণ দেখুৱাবও পৰা নাছিল সেই দুবিধ দ্ৰব্য নিষেধ কৰাৰ—ফলত সেই বাধা-নিষেধ একমাত্ৰ নৈষ্ঠিক ব্ৰাহ্মণ পৰিয়ালৰ বাহিৰে আন লোকে মানি চলা দেখা নগৈছিল।

ৰন্ধন-প্ৰকৰণ বা 'সূপশাস্ত্ৰ'ৰ বহুত উল্লেখ পোৱা যায়। আনকি ৰজা-মহাৰজাসকলেও ৰন্ধন-প্ৰকৰণৰ ওপৰত গুৰুত্ব দিছিল। কিন্তু সেই বিষয়ৰ কোনো গ্ৰন্থ আছিল যদিও এতিয়ালৈকে পোৱা হোৱা নাই। কিন্তু বিভিন্ন সাহিত্য-গ্ৰন্থৰ পৰা যিখিনি জনা গৈছে তাৰ পৰা বুজিব পাৰি যে প্ৰাচীন ভাৰতৰ ৰন্ধন-প্ৰণালী বৰ্তমান যুগৰ ভাৰতীয় ৰন্ধনতকৈ বেছি বেলেগ নাছিল। মাংস আৰু শাক-পাচলিৰে আঞ্জা-তৰকাৰি

ৰান্ধি ভাতৰ লগত খাইছিল। তৰকাৰি কৰোঁতে কেতিয়াবা সিদ্ধ কৰিছিল কেতিয়াবা ভাজিছিল। ভাত আঞ্জাৰ লগতে আটাৰ ৰুটি আৰু চাপাটি খাইছিল। পানী, গাখীৰ আৰু দৈ আছিল প্ৰধান পানীয়। সকলোৰে প্ৰিয় ৰন্ধাৰ মাধ্যম আছিল ঘিউ। ঘিউতে খাদ্য ভজা হৈছিল। খাওঁতে থালতো বাকি লৈছিল গৰম ঘিউ। দুখীয়া শ্ৰেণীৰ মানুহে ঘিউৰ সলনি তিলৰ বা সৰিয়হৰ তেল ব্যৱহাৰ কৰিছিল। নানা তৰহৰ ফল-মূল আৰু মিঠাই এতিয়াৰ দৰেই তেতিয়াও আটাইৰে প্ৰিয় আছিল। আৰু আজিকালি বহুত ধৰণৰ জনপ্ৰিয় মিঠাই যেনে—জেলেপি আছিল মুছলিমসকলৰ আমদানি।

আধুনিক হিন্দুধৰ্মত সুৰাপান বা সুৰাজাতীয় পানীয়ৰ ওপৰত কঠোৰ বাধা-নিষেধ আছে। যিবিলাকে সুৰাপান কৰে সেইবোৰ হয় অতিপাত ইউৰোপীয় ধৰণ-কৰণ মানি চলা বিধৰ মানুহ, নহয় একেবাৰে তল জাতৰ মানুহ। সুৰাপানৰ বিৰুদ্ধে যি নৈতিক আপত্তি দৰ্শোৱা হয়, সি প্ৰাচীন কালৰে পৰা আছিলেই যদিও সুৰাপান সম্পূৰ্ণভাৱে নিষিদ্ধ হ'বলৈ বহুকাল লাগিছিল। অৱশ্যে ব্ৰাহ্মণ শ্ৰেণীৰ মাজত সি আগতে নিষিদ্ধ হৈছিল। অশোকে আমিষ ভোজনৰ বিৰোধিতা কৰি নিৰামিষাহাৰী হ'বলৈহে উদ্গনি দিছিল ঠিকেই কিন্তু তেওঁৰ শিলালিপিবিলাকৰ ক'তো সুৰাপান সম্বন্ধে একো উল্লেখ কৰা নাই। সেইবাবে বুজা যায় যে সুৰাপান কৰাৰ বিষয়ত তেওঁৰ নিজৰ কোনো গুৰুতৰ নৈতিক বিৰোধ নাছিল। কিন্তু বৌদ্ধধৰ্মত সুৰাপান পাঁচটা মহাপাপৰ এটা বুলি কোৱা হৈছে। অশোকৰ দিনত বৌদ্ধধৰ্মও নিশ্চয় সুৰাপানৰ বিষয়ত পিছৰ যুগত যিমান কঠোৰ আছিল সিমান কঠোৰ হোৱাগৈ নাছিল। স্মৃতিশাস্ত্ৰবিলাকত সুৰাপানক গৰিহণা দিয়া হৈছে। ফাহিয়েনেও লিখিছে যে সম্ভ্ৰান্ত ভাৰতীয়সকলে সুৰাপান নকৰিছিল বুলি। কিন্তু সাহিত্য-গ্ৰন্থবোৰত বিশেষকৈ তামিল সাহিত্যত মদ খোৱা আৰু মদ খাই মাতলামি কৰাৰ কথা ইমান বেছিকৈ পোৱা যায় যে সেই বিষয়ত ধৰ্মৰ নিৰ্দেশ সদায় মানি চলা হোৱা নাছিল। একমাত্ৰ বাৰ শতিকাৰ গুজৰাটৰ জৈন ধৰ্মী ৰজা কুমাৰপালে নিজৰ সমগ্ৰ ৰাজ্যৰ ভিতৰত মদ তৈয়াৰী আৰু বিক্ৰী কৰা নিষিদ্ধ কৰিছিল।

'অৰ্থশাস্ত্ৰ'ত মদ প্ৰস্তুত কৰাৰ পৰামৰ্শ দিছে চৰকাৰী ভাটিখানা আৰু পৰিভ্ৰাজন কেন্দ্ৰবোৰতহে কৰিবলৈ। লগতে ২-২৫ স্থানত বহুবিধ সুৰা প্ৰকৰণৰ সংক্ষিপ্ত বিধিও দি দিছে। সেইবোৰৰ ভিতৰত কিছুমান এতিয়া আৰু জনপ্ৰিয় হৈ থকা নাই। যেনে 'মেদক' নামে চাউলৰ পৰা কৰা এবিধ মদ, ময়দাৰ পৰা কৰা মছলাযুক্ত 'প্ৰসন্না' নামে এবিধ, কথ-বেলৰ পৰা প্ৰস্তুত কৰা 'আসৱ', লালি মেষশৃঙ্গী গছৰ বাকলি আৰু পিপলিৰে তৈয়াৰী 'মৈৰেয়' আৰু আমৰ পৰা তৈয়াৰী 'সহকাৰসুৰা' ইত্যাদি। উত্তৰ-পশ্চিম ভাৰতত আঙুৰৰ পৰা মদ প্ৰস্তুত কৰা হৈছিল আৰু কম পৰিমাণে ভাৰতৰ অন্যান্য ঠাইলৈ চালানো হৈছিল সেই মদ। দক্ষিণ ভাৰতত তাল গছৰ ৰসৰ পৰা প্ৰস্তুত

'তাড়ী' আৰু নাৰিকলৰ পৰা প্ৰস্তুত মদৰ কথা তামিল সাহিত্যত সঘনাই উল্লেখ কৰা পোৱা যায়।

মৌৰ্যযুগৰ সামাজিক অৱস্থালৈ লক্ষ্য ৰাখিয়েই বোধ হয় 'অৰ্থশাস্ত্ৰ'ত সুৰাৰ বিক্ৰী আৰু সেৱনৰ ওপৰত চকু ৰাখিবলৈ আৰু লগতে সুৰা প্ৰস্তুতকৰণ সংগঠিত কৰিবলৈ সুৰাধ্যক্ষ নামে এজন বিষয়া নিযুক্ত কৰিবলৈ পৰামৰ্শ দিছে। 'অৰ্থশাস্ত্ৰ'ত ভাটিখানা আৰু মদৰ দোকানবোৰৰ ওপৰত কঠোৰ প্ৰশাসনীয় নিয়ন্ত্ৰণ আৰোপ কৰিবলৈ পৰামৰ্শ দিছে। মদৰ দোকানীবোৰক কাঢ়া নিৰ্দেশ দিয়া উচিত যাতে দোকানবোৰত আচবাব-পত্ৰ যথেষ্ট পৰিমাণে থাকে আৰু ব্যৱস্থাবোৰ আৰামদায়ক হয়। দোকানীহঁতে কোনো গ্ৰাহকে যাতে বেছিকৈ মদ খাই গোলমাল নকৰে তালৈও চকু ৰাখিব লাগে। 'অৰ্থশাস্ত্ৰ'ত এনে বিধানো দিয়া হৈছে যে যদি নিচাগ্ৰস্ত হৈ অপ্ৰকৃতিস্থ অৱস্থাত থাকোঁতে গ্ৰাহকৰ কিবা লোকচান হয় বা বস্তু হেৰায় তেন্তে দোকানৰ মালিকে ক্ষতিপূৰণতো দিব লাগিবই লগতে জৰিমনাও ভৰিব লাগিব। প্ৰাচ্যদেশৰ আন আন যি কোনো বেপাৰীৰ দৰে মদৰ দোকান দিওঁতাবোৰক একেলগে থুপ পাতি দোকানবোৰ খুলিবলৈ দিব নেলাগে বুলি 'অৰ্থশাস্ত্ৰ'ত কৈছে। একে ঠাইতে শাৰী পাতি মদৰ দোকানবোৰ থাকিলে প্ৰত্যেক দোকানতে মদৰ জুতি লৈ ফুৰি দুৰ্ঘোৰ মদাহী হ'বলৈ মানুহে সুবিধা পায় বাবেই সেই ব্যৱস্থা দিয়া হৈছে। দোকানৰ বাহিৰে আন ঠাইত অৰ্থাৎ ৰাজহুৱা ঠাইত মদ খোৱাও সম্পূৰ্ণ নিষিদ্ধ কৰাৰ প্ৰয়োজন বুলিও 'অৰ্থশাস্ত্ৰ'ত কৈছে। মদৰ বিপণীবোৰ সাধাৰণতে অপৰাধ জগতৰ মানুহৰ বিচৰণথলী হয়েই। গতিকে ৰজাৰ চোৰাংচোৱাই সেইবোৰ মানুহৰ ওপৰত সতৰ্ক দৃষ্টি ৰখা উচিত বুলিও 'অৰ্থশাস্ত্ৰ'ই সকীয়াই দিছে। 'অৰ্থশাস্ত্ৰ'ই সুৰাপান নিতান্তই গৰ্হিত কাম বুলি স্বীকাৰ কৰিছে কিন্তু সুৰাপান সম্পূৰ্ণ নিষিদ্ধ কৰিব নোৱাৰি বুলি জানি তাৰ ওপৰত কঠোৰ নিয়ন্ত্ৰণ আৰোপ কৰাতহে গুৰুত্ব দিছিল।

## অৰ্থনৈতিক জীৱন

প্ৰাচীন ভাৰতীয় সমাজৰ লোক অৰ্থোপাৰ্জনৰ বিষয়ত কম আগ্ৰহী আছিল বুলি এটা ধাৰণা অনেকৰ মনতে আছে। এইটো সঁচা যে সেই সমাজত নৈতিক আৰু আধ্যাত্মিক ক্ষেত্ৰত নেতৃত্ব দিয়া ব্ৰাহ্মণসকলে নিৰ্লোভী মৰ্যাদাপূৰ্ণ কঠোৰ জীৱন যাপনৰ আদৰ্শকে গ্ৰহণ কৰিছিল। কিন্তু বাস্তৱৰ কৰ্মক্ষেত্ৰত সদায় এই আদৰ্শ মানি চলা হোৱা নাছিল। কোনো এজন ব্ৰাহ্মণে অতি যোগ্যতাৰে যজ্ঞকৰ্ম আৰু গৃহস্থী মানুহৰ ঘৰতো শাস্ত্ৰবিহিত হোম-যজ্ঞাদি পালন কৰি স্থানীয়ভাৱে নাম-যশৰ অধিকাৰী হ'ব পাৰে। কিন্তু

সেইদৰে নিজৰ ব্ৰাহ্মণ্য কৰ্তব্য পালন কৰিও তেওঁ যথেষ্ট ধন-সম্পত্তি আৰ্জন কৰিব পাৰে আৰু কেনেবাকৈ কোনো ৰজাৰ পৃষ্ঠপোষকতা লাভ কৰিবলৈ তেওঁ সমৰ্থ হয় তেন্তে তেওঁ প্ৰকৃতততে অতি ঐশ্বৰ্যশালী লোক হ'বই পাৰে। এনে ৰাজানুগ্ৰহপ্ৰাপ্ত ব্ৰাহ্মণসকলৰ একোটা খেলে ৰজাৰ পৰা পোৱা বিপুল পৰিমাণৰ ভূ-সম্পত্তিত কৃষিকৰ্ম কৰাই তাৰ পৰা পোৱা আয়েৰে জীৱিকা নিৰ্বাহ কৰে। তেনে অনেক দুৰ্জয় ধনী ব্ৰাহ্মণৰ উল্লেখ পোৱা যায়। তেনেকৈ বৈদিক শিক্ষা দিবৰ জোখাৰে বা যাগ-যজ্ঞ চলাৰ জোখাৰে প্ৰয়োজনীয় পৰিমাণৰ শাস্ত্ৰজ্ঞান নথকা অনেক ব্ৰাহ্মণে ৰজাৰ তলত চাকৰি কৰি বা অন্যান্য বৃত্তি অৱলম্বন কৰিয়েই বৰ বিত্তশালী হৈছিল। আমি আগতেই পাই আহিছোঁ যে জীৱনৰ লক্ষ্য হিছাপে হিন্দু দৰ্শনত যি তিনিটা মহৎ কৰ্ম কৰ্তব্যৰূপে গণ্য হৈছিল তাৰ ভিতৰত অৰ্থোপাৰ্জন আছিল অন্যতম।

অতি প্ৰাচীন ভাৰতীয় সাহিত্যত ধনৱন্ত মানুহৰ চকুৰেই জীৱন আৰু জগত নিৰীক্ষণ কৰা হৈছিল। একাধিক বাৰ কোৱা হৈছে যে দৰিদ্ৰতা মৃত্যুতুল্য দুখ। নিজৰ জীৱিকাৰ বাবে পৰৰ অধীনে কাম কৰা মানে কুকুৰৰ জীৱন কটোৱা—কোনো আৰ্য লোকৰ যোগ্য বৃত্তিয়েই নহয় সেইটো। ঋকবেদৰ সময়ৰে পৰা সাধাৰণ মানুহৰ নৈতিক বাঞ্ছা হৈছে ধন-ঐশ্বৰ্য লাভৰ বাবে। ঋকবেদতে সম্পদ কামনা কৰা অসংখ্য স্তোত্ৰ আছে। ধন-সম্পদৰ বাস্তৱিকতে খুবেই প্ৰয়োজন এক সম্পূৰ্ণ আৰু সুসভ্য জীৱন যাপনৰ বাবে। বৌদ্ধই হওক বা জৈনেই হওক কোনো তপস্বীয়ে যেতিয়া স্বেচ্ছাই নিজৰ সম্পদৰাজি ত্যাগ কৰে তেতিয়া তেওঁৰ সেই কৰ্মৰ মহত্ত্ব ইমান বেছিকৈ সাধাৰণ মানুহে অনুভৱ কৰে যে তেওঁ সকলোৰে অশেষ শ্ৰদ্ধাৰ পাত্ৰ হয়। সেই ত্যাগৰ জৰিয়তে তেওঁৰ মুক্তি বা মোক্ষলাভৰ পথ প্ৰশস্ত হয়, আধ্যাত্মিকভাৱে বহুত ওপৰৰ স্তৰলৈ উন্নীত হয়, কিন্তু তেওঁৰ জীৱন সাধাৰণ মানুহৰ জীৱন-ৰীতিতকৈ সম্পূৰ্ণ বেলেগ বুলি আটায়ে ধৰি লয়। জীৱনৰ তাত্ত্বিকভাৱে কৰা চাৰি আশ্ৰমৰ দ্বিতীয় আশ্ৰম অৰ্থাৎ গাৰ্হস্থ্যাশ্ৰমতে সাধাৰণ লোকে সুযোগ পায় নিজৰ পৰিয়ালৰ বাবে ধন-সম্পদ আহৰণ কৰিবলৈ আৰু তাৰে কিয়দংশ নিজৰ বৈষয়িক সুখৰ বাবে ব্যয় কৰিবলৈ। এইদৰে প্ৰাচীন ভাৰতৰ মানুহৰ জীৱনাদৰ্শত পাশ্চাত্য সমাজৰ একান্ত আৰ্জনশীলতা নেথাকিলেও ধন অৰ্জনৰ প্ৰতি আওকাণ কৰাৰ মনোভাৱ দেখা নেযায়। ভাৰতত অকল এক শ্ৰেণী বিনোদনকামী আমোদ-প্ৰমোদপ্ৰিয় বিলাসস্ফীত অলস মানুহেই নাছিল, আছিল দেশ-দেশান্তৰত বাণিজ্য কৰি অপাৰ ধন-সম্পদ আহৰণ কৰা সদাগৰসকলো আৰু সমৃদ্ধিশালী শিল্পী-কাৰিকৰ-উদ্যোগপতিসকলো। তেওঁলোক হয়তো ব্ৰাহ্মণ আৰু ক্ষত্ৰিয় শ্ৰেণীৰ সমান নাছিল, কিন্তু সমাজত সন্মানিত লোক আছিল।

প্ৰাচীন ভাৰতত যি কোনো শিল্প উদ্যোগ প্ৰতিষ্ঠিত হৈছিল ঘাইকৈ কোনো শিল্পী

কাৰিকৰৰ নিজৰ কাৰ্যক্ষমতা আৰু উদ্যোগৰ ওপৰতে ভিত্তি কৰি। তেওঁক সহায় কৰিছিল তেওঁৰ পৰিয়ালৰ সদস্যসকলে। কিন্তু সেইবুলি মজুৰি দি লগোৱা শ্ৰমিকৰ সহায়ত বৃহৎ উৎপাদন কেন্দ্ৰ যে প্ৰতিষ্ঠা কৰা হোৱা নাছিল তেনে কথা নহয়। মৌৰ্যযুগত ৰাষ্ট্ৰৰ উদ্যোগতে সূতা কটা আৰু বয়ন শিল্পৰ ডাঙৰ ডাঙৰ কাৰখানাবোৰহে চলোৱা হৈছিল তেনে কথা নহয়। দৰমহা দিয়া মিস্ত্ৰি-কাৰিকৰ লগাই অস্ত্ৰ-শস্ত্ৰ নিৰ্মাণ আৰু সামৰিক যোগানৰ বস্তুবোৰো প্ৰস্তুত কৰা হৈছিল বিভিন্ন ৰাষ্ট্ৰায়ত্ত উদ্যোগবোৰতে। ডাঙৰ ডাঙৰ খনিবোৰৰো ৰাষ্ট্ৰই গৰাকী আছিল আৰু ৰাষ্ট্ৰৰ দ্বাৰাই তাৰ কাম-কাজ পৰিচালিত হৈছিল। তথাপি মৌৰ্যযুগৰ অৰ্থনৈতিক ব্যৱস্থাত এনে ধৰণে এক প্ৰকাৰ ৰাষ্ট্ৰীয় সমাজবাদ চলি আছিল যেন লাগিলেও সেই ব্যৱস্থাতে ব্যক্তিগত উদ্যোগত উৎপাদন আৰু পৰিৱেশনৰ সুযোগো আছিল। অ'ত ত'ত আমি এনে উদ্যোগী ব্যক্তিৰ কথা পঢ়িবলৈ পাওঁ যিজনে সাধাৰণ ঘৰুৱা শিল্পী-কাৰিকৰৰ পৰা উন্নতি কৰি নিজৰ উদ্যোগতে বিশাল উৎপাদন কেন্দ্ৰ গঢ়ি তুলি বজাৰ বহল কৰিব পাৰিছিল। 'উৱাসগ দছাও' নামৰ এখন প্ৰাচীন জৈন গ্ৰন্থত আমি এজন ছদ্দালপুত্ত নামে বৰ ধনী কুমাৰৰ নাম পাওঁ; তেওঁৰ মৃৎশিল্পৰ কাৰখানাত ৫০০ কুমাৰৰ চাক আছিল আৰু তেওঁৰ অসংখ্য বেপাৰী নাৱেৰে সেইবোৰ মাটিৰ পাত্ৰ সমগ্ৰ গঙ্গা-উপত্যকাতে বিক্ৰী কৰিছিল। এনেকুৱা আৰু কিছুমান দৃষ্টান্তৰ পৰা আমি জানিছোঁ যে বৃহৎ উদ্যোগ ভাৰতত আছিল ব্যক্তিগত খণ্ডতো। কিন্তু ছদ্দালপুত্তৰ দৰে বৃহৎ উদ্যোগপতি নিশ্চয় তুলনামূলকভাৱে কম আছিল।

কোনো শিল্পী-কাৰিকৰৰ ব্যক্তিগত ব্যৱসায় বা উদ্যোগৰ উপৰি আৰু একপ্ৰকাৰ বৃহৎ ঔদ্যোগিক সংগঠন আছিল তেতিয়াৰ দিনত যিবোৰক শিল্পী-কাৰিকৰ সমবায় ভিত্তিক সংগঠন বুলিব পাৰি—সেইবোৰ প্ৰাক্-বিপ্লৱ যুগৰ ৰুছিয়াৰ 'আৰ্টেল'বোৰৰ নিচিনা যেন লাগে। এনে ধৰণৰ শ্ৰমিক-শিল্পী সংগঠনবোৰৰ বিষয়ে পালি ভাষাৰ জাতকৰ সাধুবোৰত আৰু অন্যান্য পুথিতো'পোৱা যায়। এনে সংগঠনবোৰে সমবায়ভিত্তিক কৰ্মবিভাজন কৰি ডাঙৰ ডাঙৰ ঘৰ, মন্দিৰ আদি নিৰ্মাণৰ কাম কৰিছিল। কৰ্ম-বিভাজনো কৰি লৈছিল উদ্দেশ্যধৰ্মী ৰূপত, যেনে—এজনে এডাল কাঁড়ৰ শলিডাল চাঁচিব, এজনে পাখি লগাব আৰু এজনে কাঁড়ৰ আগৰ লো বা ধাতুৰ জোংটো তৈয়াৰী কৰি লগাব। দণ্ডবিধিৰ গ্ৰন্থত এনে সমবায় শিল্পী-শ্ৰমিক সংগঠনবোৰে চুক্তিভঙ্গ কৰিলে বা সংগঠনৰ সদস্যবিলাকেও চুক্তিমতে কাম নকৰিলে শাস্তিৰ বিধান আছিল।

প্ৰত্যেক শিল্পী-কাৰিকৰে নিজে নিৰ্মাণ কৰা বা প্ৰস্তুত কৰা দ্ৰব্য নিজৰ ঘৰৰ বা কাৰখানাতে গ্ৰাহকক বেচিছিল। সাধাৰণতে প্ৰত্যেক বৃত্তিৰ কাৰিকৰ বা বেপাৰী একোটা বাট বা একেখন বজাৰতে থূপ খাই থাকে। প্ৰত্যেকৰে কাৰখানা-দোকান-থকাঘৰ

একেলগে। মৌৰ্যযুগত যি কোনো বস্তুৰ দাম নিৰ্ধাৰণ কৰি দিছিল প্ৰস্তুত বা সৰবৰাহ কৰাজনে নহয়, বজাৰ-বিষয়াইহে। সেই কথা মেগাস্থিনিছৰ টোকাতো পোৱা যায় আৰু পিছত 'অৰ্থশাস্ত্ৰ'তো একে কথাই লিখিছে। 'অৰ্থশাস্ত্ৰ'ৰ ২।১৬ স্থানত আৰু লিখিছে যে ৰাজ-কৰ্মচাৰীসকলে খোলা বজাৰত যি কোনো উৎপন্ন বস্তু বেছি পৰিমাণে ওলাওঁতেই আৰু দাম সস্তা হৈ থাকোঁতেই কিনি জমা কৰি থ'ব লাগে। যেতিয়া সেইবোৰ প্ৰয়োজনীয় বস্তু বজাৰত কমকৈ ওলাব আৰু দামো চৰা হ'ব তেতিয়া ৰজাৰ গুদামৰ পৰা আগতে কিনি থোৱা শস্য ন্যায্য দামত বিক্ৰী কৰিব লাগে। তাৰ দ্বাৰা বজাৰত বস্তুৰ দামো নিয়ন্ত্ৰিত হ'ব, ৰজাৰো লাভ হ'ব। 'অৰ্থশাস্ত্ৰ'ৰ এই পৰামৰ্শ কেতিয়াবা বাস্তৱত কামত লগোৱা হৈছিল বুলি কোনো সাক্ষী-প্ৰমাণ আমাৰ হাতত নাই। কিন্তু ভাবিলে আচৰিত হ'ব লাগে যে ২০০০ বছৰৰ আগতেই প্ৰাচীন ভাৰতীয় ৰাজনীতি শাস্ত্ৰকাৰে দেশত নিত্য প্ৰয়োজনীয় শস্যাদিৰ মূল্য নিয়ন্ত্ৰিত কৰি ৰাখিবলৈ ৰাষ্ট্ৰই ল'বলগীয়া ভূমিকাৰ এনে সুসংহত আঁচনি আগবঢ়াব পাৰিছিল। সেই ধৰণৰ পৰিকল্পনা 'ইউনাইটেড্ নেছন্‌ছৰ ফুড এণ্ড এগ্ৰিকালচাৰ্ অৰ্‌গেনাইজেছন্' অৰ্থাৎ খাদ্য আৰু কৃষি-সংগঠনে বিশ্বৰ সৰ্বত্ৰ খাদ্য শস্যৰ দাম স্থিৰীকৃত কৰি ৰাখিবলৈ এতিয়াহে হাতত লৈছে।

## গীল্ডছ্

ৰাষ্ট্ৰৰ লগতে আৰু এটা ব্যৱস্থাই বস্তুৰ মূল্যমান আৰু গুণগতমান নিয়ন্ত্ৰণ কৰি ৰখাত সক্ৰিয় ভূমিকা লৈছিল। সেইটো আছিল শ্ৰেণী বা গীল্ডৰ ব্যৱস্থা। এই শ্ৰেণী বা গীল্ড আছিল দুই প্ৰকাৰৰ— ঔদ্যোগিক আৰু সদাগৰী। এনে শ্ৰেণীভুক্ত ঔদ্যোগিক গোষ্ঠী বা বাণিজ্যিক গোষ্ঠীবিলাকে প্ৰাচীন বা মধ্যযুগৰ বিশ্বৰ অন্যান্য প্ৰান্তৰ দেশবোৰৰ অৰ্থনীতিত কৰাৰ দৰেই প্ৰাচীন ভাৰতৰ অৰ্থনীতিতো সক্ৰিয় অংশ গ্ৰহণ কৰিছিল। আনকি বৈদিক সাহিত্যতো তেতিয়াই এনে শ্ৰেণী বা গীল্ডৰ অস্তিত্ব থকাৰ ইঙ্গিত অস্পষ্ট আৰু অনিশ্চিতভাৱে হ'লেও আছে। কিন্তু বৌদ্ধ ধৰ্মশাস্ত্ৰবোৰ ৰচনা হৈ থকা যুগত ভাৰতৰ সকলো ডাঙৰ নগৰত ওপৰত বৰ্ণনা কৰা ধৰণৰ অসংখ্য গীল্ড সক্ৰিয় হৈ আছিল সকলো ধৰণৰ বাণিজ্য আৰু শিল্প-উদ্যোগতে। আমি আনকি চোৰৰ গীল্ড এটাৰ বিষয়েও পঢ়িবলৈ পাওঁ।

গীল্ডবিলাকত শিল্পী-কাৰিকৰবিলাকৰ সমবায় আৰু যি কোনো বৃত্তিৰে গাইগুটীয়া শ্ৰমিক উভয়ে একোটা সহযোগী প্ৰতিষ্ঠানত একত্ৰিত হৈছিল। গীল্ডবিলাক ধৰাবন্ধা নিয়মাৱলীমতে পৰিচালিত হৈছিল। কৰ্মচাৰী আৰু সদস্যৰ কামৰ বণ্টন আৰু বানচ-বেতন আদিৰ নিৰিখ নিৰ্ধাৰণ, গীল্ডে প্ৰস্তুত কৰা দ্ৰব্যবোৰৰ আৰু বিপণন কৰা দ্ৰব্যৰ

মূল্য নিৰ্ধাৰণ সকলো গীল্ডে নিজে কৰিছিল। গীল্ডৰ দ্বাৰা প্ৰচলিত এই নিয়মবোৰ দেশৰ আইনে সমৰ্থন কৰিছিল। ৰজা আৰু ৰাষ্ট্ৰই সেইবোৰ বলবৎ কৰিছিল। নিজৰ সদস্যবিলাকৰ ওপৰত গীল্ডৰ ন্যায়িক অধিকাৰ খাটিছিল আৰু সেই অধিকাৰ ৰাষ্ট্ৰয়ো স্বীকাৰ কৰিছিল। গীল্ডৰ বিচাৰত এটা জাতৰ সমাজৰ মুখিয়ালসকলৰ আদালত-সভাৰ বিচাৰৰ দৰে, কোনো নিয়মভঙ্গকাৰী সভ্যক যদি বহিষ্কাৰ কৰা হয়— তেন্তে তেনে সভাই নিজৰ পূৰ্বপুৰুষৰ বৃত্তিত লাগি থাকিবলৈও অধিকাৰ হেৰুৱাই ভিক্ষাৰীত পৰিণত হয়। আমি বৌদ্ধ-সাহিত্যত গীল্ডৰ আদালতে নিজৰ সদস্যবোৰৰ ঘৰুৱা বিবাদো যেনে— স্বামী-স্ত্ৰীৰ মাজৰ বিবাদ—নিষ্পত্তি কৰিছিল। বৌদ্ধ ধৰ্মৰ বিধান অনুযায়ী এগৰাকী বিবাহিতা মহিলাই তেওঁৰ স্বামীৰ আৰু গীল্ডৰ অনুমতি নোলোৱাকৈ বৌদ্ধ ধৰ্মৰ ভিক্ষুণী হ'ব নোৱাৰিছিল। এইদৰে গীল্ডবোৰে সদস্যসকলৰ কেৱল অৰ্থনৈতিক জীৱনতে নহয়, সামাজিক জীৱনৰ ওপৰতো হস্তক্ষেপ কৰিব পাৰিছিল। আনহাতে গীল্ডবোৰে নিজৰ সদস্যসকলৰ বিধৱা আৰু মাউৰা সন্তানৰ দায়িত্ব লৈছিল। ৰোগ-ব্যাধি হ'লে জীৱন-বীমা কৰাৰ দৰেই নিৰাপত্তা প্ৰদান কৰিছিল। গীল্ডে এইবোৰ বিষয়ত পালন কৰা দায়িত্ব আৰু প্ৰয়োগ কৰা ক্ষমতা তুলনামূলকভাৱে আধুনিক কালৰ জাত বা বৰ্ণৰ সমিতিৰ ক্ষমতা আৰু দায়িত্বৰ সৈতে মিলে। কোনো কোনো পণ্ডিতে আমাৰ লগত একমত হ'ব নুখুজিব যদিও আমি সিদ্ধান্ত কৰিব পাৰোঁ যে ভাৰতৰ বহুতো বৃত্তিগত জাতৰ সৃষ্টি হৈছিল এনে গীল্ডবোৰৰ জৰিয়তেই। গীল্ডৰ প্ৰধানজনক সাধাৰণতে 'জ্যেষ্ঠক' (পালিভাষাত 'জেখক') বোলা হৈছিল। তেওঁক গীল্ড পৰিচালনাত জ্যেষ্ঠ সদস্যসকলেৰে গঠিত সৰু সমিতি বা পৰিষদ এখনে সলা-পৰামৰ্শ দি সাহায্য কৰিছিল। জ্যেষ্ঠক পদৰ দায়িত্ব সদস্যসকলৰ মাজত সকলোতকৈ ধনৱন্ত এজনে বহন কৰে আৰু সাধাৰণতে সেই পদ উত্তৰাধিকাৰসূত্ৰে চলি থাকে। পালি ভাষাৰ শাস্ত্ৰবিলাকত শ্ৰেণীৰ জ্যেষ্ঠকজনক সদায় অতি ঐশ্বৰ্যশালী আৰু ৰাজপ্ৰাসাদতো যথেষ্ট প্ৰভাৱ থকা আৰু ৰজাৰো পৰামৰ্শদাতা হিছাপেই উল্লেখ কৰিছে। গীল্ড বা শ্ৰেণীৰ সদস্যসকলৰ অতি সহযোগী একতাবদ্ধ সামাজিক জীৱন।প্ৰতীক হিছাপে গীল্ডৰ নিজৰ পতাকা আছিল। আছিল মৰ্যাদাসূচক চামৰ বা চুৱৰী পছুৰ নেজৰ ব্যৱহাৰ। এই ধৰণৰ গীল্ডৰ মৰ্যাদাসূচক ধ্বজা প্ৰতীক আদিক ৰাজ-চনদেৰে স্বীকৃতি দিয়াও হৈছিল মাজে মাজে আৰু স্থানীয় ধৰ্মীয় শোভাযাত্ৰাত গীল্ডৰ মানুহে সেইবোৰ উৰাব পাৰিছিল। মধ্যযুগীয় ইউৰোপৰ সমগোত্ৰীয় গীল্ডবোৰৰ দৰেই কিছুমান তেনে 'শ্ৰেণী'ৰ নিজৰ সামৰিক বাহিনী আছিল আৰু ৰজাৰ প্ৰয়োজনত ৰাজকীয় বাহিনীৰ সহকাৰী বাহিনীৰ দৰে সহায় কৰিছিল।

গোটেই ভাৰততে এই গীল্ডবিলাকে বিভিন্ন ধৰ্মীয় কামত দান দিয়াৰ বৰ্ণনা থকা অনেক লিপি আৰু ফলক পোৱা গৈছে। তাৰ ভিতৰতে সু-প্ৰসিদ্ধ হ'ল মান্দাছোৰৰ পাট-কাপোৰ বোৱা তাঁতীবিলাকৰ গীল্ডে দিয়া দান। সেই বিষয়ে আমি আগতে উল্লেখ

কৰিছোঁ। গীল্ডবিলাকে ইমান বিপুল পৰিমাণৰ অৰ্থ দান কৰাতে খৰচ কৰিছিল তাৰ পৰাই বুজিব পাৰি যে গীল্ডবোৰৰ বহুত ধন আছিল। গীল্ডৰ ধনৰ ভাণ্ডাৰ সদস্যসকলৰ বৰঙণি আৰু গীল্ডৰ আইন ভঙ্গকাৰী সদস্যৰ অৰ্থদণ্ডৰ ধনেৰে পুষ্ট হৈছিল। কেতিয়াবা কেতিয়াবা একোখন গীল্ডে বেংক আৰু ন্যাসৰক্ষীৰ কামো কৰিছিল। দণ্ডনীতি সম্বন্ধীয় গ্ৰন্থত বহুতো গীল্ডে পৰৰ টকা বেংকৰ দৰে গচ্ছিত ৰাখিবলৈ গ্ৰহণ কৰা আৰু সদাগৰসকলক বা অন্যান্য লোকক সুদত ধাৰলৈ দিয়াৰ কথা উল্লেখ আছে। কেতিয়াবা গীল্ডবোৰে ধৰ্মীয় উদ্দেশ্যে আনে আগবঢ়োৱা চৰ্তসাপেক্ষ দানৰো ট্ৰাষ্টিৰ দায়িত্ব গ্ৰহণ কৰিছিল। যেনে কোনো লোকে গীল্ডক কিছু টকা জমা দিলে এটা চৰ্তত যে কোনো এক মন্দিৰত এগছ অক্ষয় বন্তি সৰ্বক্ষণ গীল্ডে জ্বলাই ৰাখিব লাগিব বা কোনো এক বৌদ্ধ বিহাৰৰ সন্ন্যাসীসকলক বছৰত এবাৰ নতুন সাজ দিব লাগিব। এনে ধৰণৰ দান দিয়াৰ সংবাদ পঞ্জীয়ন কৰা অনেক লিপি আছে। নিঃসন্দেহে আৰোপিত চৰ্তমতে নিজৰ দায়িত্ব পালন কৰা বাবদ গীল্ডে সেইবোৰ দানৰ পৰা বহুত লাভ কৰিছিল।

গীল্ডৰ এই সহযোগী ঐক্যবদ্ধ জীৱনৰ ফলত শিল্পী-কাৰিকৰসকলৰো নিপুণতা বাঢ়িছিল আৰু গীল্ডভুক্ত সদাগৰ সকলৰো আত্ম-সন্মানবোধ বৃদ্ধি পাইছিল। গীল্ডৰ বাহিৰত অকলে থাকিলে সেই সন্মান বণিকজনে নেপালেহেঁতেন। গীল্ডবিলাকৰ পৰস্পৰৰ সদস্যসকলৰ মাজত বা বেলেগ বেলেগ সদাগৰী শ্ৰেণীবোৰৰ মাজত সংঘৰ্ষ আৰু মৰামৰিৰ অনেক ঘটনা ঘটিছিল। বিশেষকৈ মধ্যযুগৰ দাক্ষিণাত্যত হৈছিল বেছি। কাৰণ দাক্ষিণাত্যত গীল্ড আৰু জাত সমাৰ্থক হৈ পৰিছিল আৰু আমি আগতে উল্লেখ কৰা দাক্ষিণাত্যৰ সোঁ-পন্থী আৰু বাঁও-পন্থী সমাজ বিভাজনৰ ফলত এনে সংঘৰ্ষৰ সূত্ৰপাত বেছিকৈ হৈছিল। একে বৃত্তি বা শিল্পৰে একাধিক গীল্ড কোনো এখন ঠাইত থকাৰ দৃষ্টান্তও দেখা যায় আৰু তাৰ পৰা অনুমান কৰিব পাৰি যে কেতিয়াবা একোখন গীল্ডৰ বিভাজনো হৈছিল কিবা কাৰণত।

## প্ৰযুক্তিবিদ্যাত অগ্ৰগতি

সকলো যুগৰে পৰা ভাৰতীয় শিল্পী-কাৰিকৰে আওপুৰণি ধৰণৰ যন্ত্ৰপাতি আৰু সা-সঁজুলিৰেই অতি মসৃণ আৰু কলা-কৌশলপূৰ্ণ হাতৰ কাম দেখুৱাই প্ৰশংসা অৰ্জন কৰি আহিছে। কিন্তু প্ৰাচীন ভাৰতৰ প্ৰযুক্তিগত সাৰ্থকতাও উলাই কৰিব পৰা বিধৰ নহয়। ভাৰতীয় সূতা কটা আৰু বয়ন শিল্পীৰ উৎকৃষ্ট কামৰ নিদৰ্শন দেখা যায় অতি সূক্ষ্ম আৰু পাতল প্ৰায় স্বচ্ছ ৰেচমী আৰু মছলিন কাপোৰত। পুৰণা ভাস্কৰ্যত তেনে

কাপোৰৰ ব্যৱহাৰ দেখা যায়। তেনে ভাৰতীয় কাপোৰৰ ৰোমান সাম্রাজ্যত বৰ চাহিদা আছিল। প্রাচীন গ্রীচ আৰু মধ্যযুগৰ চীন দেশৰ দৰে ভাৰতত প্রকৃত চেৰামিক শিল্প গঢ়ি উঠা নাছিল যদিও সৌন্দর্যতত্ত্বৰ ফালৰ পৰা বিচাৰ কৰিলে ঐতিহাসিক কালৰ কোনো মৃৎশিল্পই সৰল আৰ্হিৰ কিন্তু অতি আকর্ষণীয়ভাৱে নির্মিত উত্তৰ-পশ্চিমৰ প্রাগৈতিহাসিক যুগৰ মাটিৰ পাত্রৰ লগত ফেৰ মাৰিব নোৱাৰিব। উত্তৰ ভাৰতৰ ক'লা ৰঙৰ টান মাটিৰ পাত্রৰ নির্মাণ-কৌশল অতি চকুত লগা বিধৰ। শিলৰ কামত ভাৰতৰ কাৰিকৰী কামৰ সার্থকতা দেখা যায় মৌর্যযুগৰ অসংখ্য গোটাশিলত কটা কাৰুকার্যখচিত শৈলস্তম্ভবোৰত। এইবিলাক স্তম্ভৰ অনেকতে সম্রাট অশোকৰ শিলালিপি খোদিত আছে। কিন্তু সকলো স্তম্ভই যে তেওঁৱেই নির্মাণ কৰাইছিল সেইটো নহ'বও পাৰে। অনেক স্তম্ভ তেওঁৰ আগৰে পৰাই আছিল হয়তো। তেনে সকলো স্তম্ভ কটা হৈছিল বর্তমান বাৰানসীৰ প্রায় পাঁচিছ মাইল দক্ষিণ-পশ্চিমে অৱস্থিত চুনাৰ শিলৰ খাদৰ পৰা নিয়া বালিশিলত। উত্তৰ ভাৰতৰ সাঁচীৰ পৰা নেপালৰ তেৰাই অঞ্চললৈকে বহু ঠাইত প্রায় ত্রিছটা তেনে শৈলস্তম্ভ পোৱা গৈছে। সেই স্তম্ভবোৰত খোদিত লিপিসমূহৰ কলাসুলভ কাৰুকার্য অতুলনীয় কিন্তু ভাৰতীয় প্রযুক্তিবিদ্যাৰ উৎকৃষ্ট নিদর্শন হিছাপে স্তম্ভবোৰহে বেছি চমকপ্রদ সৃষ্টি। একোটা তেনে স্তম্ভৰ ওজন কমেও ৫০ টন হ'ব। দীঘলে হ'ব ৪০ ফুট। প্রত্যেকটো তেনে স্তম্ভ এটা গোটা শিলৰ পৰা কাটি উলিওৱা। স্তম্ভবোৰৰ কঠিন গাত্র ইমান বেছি মসৃণ যে তাৰ পৰা জ্বলমলনি উঠে। একোটা স্তম্ভ প্রায়ে শ-শ মাইল দূৰৰ বর্তমান য'ত য'ত আছে সেইবোৰ ঠাইলৈ লৈ যোৱাও হৈছিল। সেইবোৰ স্তম্ভৰ নির্মাণ-প্রণালী, পালিছ কৰাৰ প্রণালী আৰু ইমান দূৰ পথলৈ কি কৌশলেৰেনো লৈ গৈছিল—সেই আটাইবোৰ প্রযুক্তি বর্তমানে অজ্ঞাত। মৌর্যযুগৰ পিছতে চুনাৰ শিলৰ খাদত বালিশিলত কাম কৰা শিল্পী-কাৰিকৰবিলাকো নোহোৱা হৈছিল। পিছৰ যুগত শিলৰ কাৰুকার্যখচিত অনেক শিল্পবস্তু আমাৰ চকুত পৰিছে। শিল্প-কলাৰ নিদর্শন হিছাপে সেইবোৰৰ কিছুমান মৌর্যযুগৰ শিলৰ কামতকৈও হয়তো বেছি উন্নত সৃষ্টি। কিন্তু প্রকাণ্ড গোটা শিলত যি অভূতপূর্ব অতুলনীয় দক্ষতা ভাৰতীয় শিলাকুটীয়ে মৌর্যযুগত দেখুৱাইছিল—সেই একে ধৰণৰ দক্ষতা পিছৰ যুগবোৰত প্রদর্শিত হৈছিল বুলি ক'ব নোৱাৰি।

দিল্লীৰ মেহৰোলিত থকা লৌহ-স্তম্ভ বেছি চকুত লগা যদিও ইয়াৰ শৈল্পিক মূল্য সামান্য আৰু মৌর্যযুগৰ স্তম্ভবোৰৰ দৰে চালেই মন চুই যোৱা ধৰণৰ নহয়। এই লৌহ-স্তম্ভ চন্দ্র নামেৰে এজন ভাৰতীয় ৰজাৰ স্মৃতি ৰক্ষার্থে উছর্গিত। খুব সম্ভৱ সেই ৰজাজন দ্বিতীয় চন্দ্রগুপ্তই (আনুমানিক ৩৭৬-৪১৫ খ্রীঃ) হ'ব। মুছলিম ভাৰতৰ এক বিখ্যাত স্মৃতি-স্তম্ভ কুতুবমিনাৰৰ পৰা নাতিদূৰত অৱস্থিত এই লৌহ-স্তম্ভ ২৩ ফুটতকৈও

ওথ। গোটেই স্তম্ভটো এডাল গোটা লোহাৰে নিৰ্মাণ কৰা। সিমান ডাঙৰ আকৃতিৰ আৰু ওজনৰ এডাল লোহা নিৰ্মাণ কৰিব আজিৰ পৰা এশ বছৰমানৰ আগলৈকেও কোনো ইউৰোপীয় লো-বিশেষজ্ঞ কাৰিকৰৰ সাধ্যৰ বাহিৰ আছিল। এই লোহাৰ স্তম্ভ প্ৰথমতে থিয় কৰোৱা হৈছিল আম্বালাৰ ওচৰৰ এটা পাহাৰৰ ওপৰতহে। মৌৰ্যযুগৰ শৈল-স্তম্ভবোৰৰ নিৰ্মাণ-কৌশলৰ বিষয়ে আমি যেনেকৈ একো নেজানো তেনেকৈ এই লৌহ-স্তম্ভনো কেনেকৈ কি প্ৰণালীৰে নিৰ্মাণ কৰা হৈছিল সেই বিষয়েও একো নেজানো। কিন্তু কি বিপুল পৰিমাণৰ যত্ন আৰু পৰিশ্ৰমৰ প্ৰয়োজন হৈছিল সেইডাল নিৰ্মাণ কৰোঁতে আৰু কিমান উৎকৃষ্ট আৰু জটিল ধৰণৰ প্ৰযুক্তি-বিদ্যাৰ প্ৰয়োগ কৰিবলগীয়া হৈছিল সেইবোৰ লোহা পগাই সাঁচত ঢালোতে সেই বিষয়ে মাত্ৰ অনুমান কৰিব পাৰি। প্ৰাচীন ভাৰতৰ ধাতুবিদ্যা সম্বন্ধে জ্ঞান আৰু প্ৰায়োগিক সফলতাৰ আন এটা দিশৰ কথা ভাবিবলগীয়া হয় এই লৌহ-স্তম্ভ দেখিলে। সেইটো হৈছে এই যে এতিয়ালৈকে পোন্ধৰশ বছৰৰ পোন্ধৰশটা বাৰিষাৰ বৰষুণেও এই বিশুদ্ধ লোহাৰে নিৰ্মিত স্তম্ভৰ গাত অকণো মামৰ ধৰাব পৰা নাই। ইয়াৰ কাৰণ এইটো নহয় যে প্ৰাচীন ভাৰতীয় কাৰিকৰসকলে কিবা মামৰে ধৰিব নোৱৰা তীখাৰ 'এলয়' অৰ্থাৎ 'খাদ্' আবিষ্কাৰ কৰি ব্যৱহাৰ কৰিছিল। কাৰণ স্তম্ভটোৰ লোহাৰ সম্পূৰ্ণ বিশুদ্ধতা প্ৰায় ৰাসায়নিকভাৱে সিদ্ধ তথ্য। কি পদ্ধতিৰে সেই মহৎ লৌহ-স্তম্ভ নিৰ্মাণ কৰিছিল তাৰ ৰাসায়নিক প্ৰক্ৰিয়া কেটেলিষ্ট অৰ্থাৎ ৰসায়নবিদ বিশেষজ্ঞৰহে বোধগম্য। আমি মাত্ৰ জানো যে সেই স্তম্ভত ব্যৱহৃত লোহাৰ এশ শতাংশই প্ৰকৃতাৰ্থত বিশুদ্ধ বাবেই ই ইমান দীৰ্ঘকাল জুৰি একেই আছে। সেইবাবে এই লৌহ-স্তম্ভ প্ৰাচীন ভাৰতৰ ধাতু-সম্বন্ধীয় প্ৰযুক্তিগত কৌশলৰ সাৰ্থকতা আৰু গৌৰৱৰ নিদৰ্শন হৈ আজিও থিয় হৈ আছে।

## বাণিজ্য আৰু বিত্ত

ভাৰতত ধন বা মুদ্ৰাভিত্তিক অৰ্থনীতি বুদ্ধৰ দিনৰ আগতে নাছিল। আৰু মুদ্ৰাৰ প্ৰচলনৰ প্ৰৱেশ যে পশ্চিমৰ কোনো দেশৰ পৰাহে হৈছিল সেই কথাও নিশ্চিতভাৱে ক'ব নোৱাৰি। কিন্তু মুদ্ৰাৰ বিষয়ে পোনপটীয়াকৈ আৰু স্পষ্টভাৱে উল্লেখ যিবোৰ প্ৰাচীন গ্ৰন্থত পোৱা যায় সেইবোৰৰ প্ৰাচীনতম উল্লেখবোৰে ইতিহাসৰ যিটো যুগলৈ আঙুলি-নিৰ্দেশ কৰে সেই যুগতে পাৰস্যত আকিমিনিড় সাম্ৰাজ্য স্থাপিত হৈছিল আৰু কিছুদিনৰ বাবে পঞ্জাব সেই সাম্ৰাজ্যৰ ভিতৰুৱা আছিল। আৰু আকিমিনিড় সাম্ৰাজ্যই হৈছে ইতিহাসত ৰাজকীয় মুদ্ৰা প্ৰচলন কৰা প্ৰথম বৃহৎ সাম্ৰাজ্য। তাৰ আগতে বেবিলনীয়ান আৰু এছিৰিয়ান সভ্যতাত মুদ্ৰা আছিল—কিন্তু আছিল একোডোখৰ

সমান জোখৰ ৰূপৰ পাত যাক 'শেকেল্' বোলা হৈছিল। তাৰ ওপৰত কোনো মুদ্ৰণ নাছিল। গতিকে প্ৰকৃতাৰ্থত মুদ্ৰা বোলা নেযায়। লিডিয়া আৰু এছিয়া মাইনৰৰ গ্ৰীক নগৰবিলাকত মুদ্ৰাৰ প্ৰচলন আছিল সেই সময়বো এশ-দুশ বছৰৰ আগৰ পৰাই। আকিমিনিড্ সম্ৰাটসকলে সেইবোৰ দেশৰ দৰে চৰকাৰী চিহ্ন মুদ্ৰিত নিয়মীয়া মুদ্ৰাৰ প্ৰক্ৰিয়া আয়ত্ত কৰি সাম্ৰাজ্যত প্ৰচলন কৰিলে। যদি ভাৰতে পাৰস্যৰ আকিমিনিড্সকলৰ পৰা মুদ্ৰা প্ৰকৰণৰ পদ্ধতি শিকা নাছিল তেন্তে ভাৰততো মুদ্ৰা আবিষ্কাৰ হৈছিল বুলি ধৰিব লাগিব। কিন্তু দুইটা ঘটনাৰ সমাপতন ইমান বেছি যে পিছৰটো সম্ভৱ যেন নেলাগেই।

একেবাৰে প্ৰাচীন ভাৰতীয় মুদ্ৰাবোৰ আছিল ৰূপৰ বা তামৰ। আকৃতিত বৰ মিল নাছিল। কিন্তু ওজনত সঠিক আৰু আটাইবোৰ সমান। সেইবোৰৰ মুদ্ৰণত কোনো আখৰৰ লিপি নাছিল, আছিল—কিছুমান ফুটাৰ চিন। সেই ফুটা চিনবোৰৰ তাৎপৰ্য এতিয়াও পূৰাকৈ বোধগম্য হোৱা নাই। খুব সম্ভৱ সেই চিনবোৰে যিসকল ৰজাই সেইবোৰ মুদ্ৰা উলিয়াইছিল তেওঁলোকৰে কিবা ছাব-মোহৰ সূচাইছিল অথবা স্থানীয় ৰাজবিষয়াসকলৰ নহ'লে সদাগৰসকলৰে কিবা নিয়ন্ত্ৰণ বা গণনাসূচক চিহ্নও হ'ব পাৰে। পৃষ্ঠভাগত কোঁনো লিপিৰ মুদ্ৰণ থকা মোহৰ নিয়মীয়াকৈ মুদ্ৰণ কৰা প্ৰথা ভাৰতত খ্ৰীঃ পূঃ দ্বিতীয় শতাব্দীৰ পৰাহে চলিবলৈ ধৰে। সাহিত্য-গ্ৰন্থত যদিও তাৰো আগতেই সোণৰ মোহৰ থকাৰ উল্লেখ পোৱা যায় তেনে সোণৰ মোহৰ যিবোৰ আমাৰ হাতত পৰিছেহি— ক'ৰবাত এটা-দুটা ব্যতিক্ৰমৰ বাহিৰে—সেইবোৰ প্ৰাচীন সোণৰ মোহৰৰ প্ৰায় আটাইবোৰেই খ্ৰীষ্টীয় প্ৰথম শতিকাৰ ৰজা ভীম কেডফাইছিছৰ মুদ্ৰাহে। সোণ-ৰূপ-তাম এইকেইটা ধাতুৰেই মুদ্ৰা সাধাৰণতে আছিল যদিও কিছুমান গ্ৰীক-বেক্ট্ৰিয়ান ৰজাই নিকেলৰ মোহৰো মৰাইছিল। দাক্ষিণাত্যৰ সাতবাহন ৰজাসকলে সীহ আৰু অন্যান্য মিশ্ৰিত ধাতুৰ মোহৰ মৰাইছিল। সৰু-সুৰা কিনা-বেচাৰ কাৰণে কড়ি বা বৰাটক ব্যৱহাৰ কৰিছিল। প্ৰায় আধুনিক কাললৈকে কড়িৰেই কিনা-বেচা কৰিছিল ভাৰতৰ বিভিন্ন অঞ্চলৰ দৰিদ্ৰ শ্ৰেণীৰ লোকসকলে।

আধুনিক কালৰ অৰ্থনীতিত এখন দেশৰ মুদ্ৰাক যি অৰ্থত 'লিগেল টেণ্ডাৰ' বা 'আইনী কৰ্তৃত্বৰে বিনিময়ৰ মাধ্যম' বোলা হয় সেই ধাৰণা প্ৰাচীন ভাৰতত কোনো কালে নাছিলেই। সেইবাবে এখন ৰাজ্যৰ মুদ্ৰা সেই ৰাজ্যৰ সীমান্ত পাৰ হৈ দেশ-দেশান্তৰত চলিছিল। কিছুমান বিখ্যাত ৰাজবংশৰ ৰজাসকলেও—যেনে বঙ্গদেশৰ পালবংশীয় ৰজাসকলে সদায় নিজৰ মুদ্ৰা নেমাৰিছিল। তেওঁলোকে অন্য ৰাজ্যৰ টাকশালত মৰা মুদ্ৰাকে নিজৰ ৰাজ্যতো চলাইছিল। আজিকালিৰ যুগতকৈ তেতিয়াৰ দিনত মুদ্ৰাৰ চলতিও হৈছিল বহুত কমকৈ আৰু শ-শ বছৰ ধৰি একেবোৰ মুদ্ৰাই

চলিছিলো। ‘পেৰিপ্লাছ অৱ্ দি এৰিথ্ৰিয়ান ছী’ নামে খ্ৰীষ্টীয় প্ৰথম শতাব্দীৰ এখন গ্ৰন্থত উল্লেখ আছে যে দুশ বছৰ আগতে পঞ্জাব শাসন কৰা মিনেন্দাৰ নামাংকিত মোহৰবোৰ দুশ বছৰৰ পিছতে নৰ্মদা নদীৰ মোহনাত অৱস্থিত বেৰিগাজা বন্দৰত (অৰ্থাৎ আধুনিক কালত ‘ব্ৰছ’ নামে জনাজাত এই বন্দৰ-নগৰৰ প্ৰাচীন নাম আছিল ভৃগুকচ্ছ। বেৰিগাজা গ্ৰীকসকলে দিয়া নাম।) চলি আছিল। অথচ সেই ঠাই মিনেন্দাৰৰ ৰাজ্যৰ সীমাৰ পৰা পাঁচশ মাইল দূৰতহে অৱস্থিত। বিদেশী মুদ্ৰা দেশত অবাধ গতিত চলিছিল। ভাৰতৰ উত্তৰ-পশ্চিম অঞ্চলত আলেকজেণ্ডাৰে ভাৰত আক্ৰমণ কৰাৰ আগতেই এথেনিয়ান ড্ৰেক্‌মে মুদ্ৰা চলি আছিল। লগতে সেই মুদ্ৰাৰ অনুকৰণত স্থানীয় ৰজাসকলে মৰা মোহৰবোৰো চলিছিল। সেইবোৰৰ উপৰি প্ৰাচীন ভাৰতৰ বিভিন্ন যুগত আকিমিনিড্, চেলুচিদ্, পাৰ্থিয়ান, ৰোমান, চাছানিয়ান আৰু ইছলামিক মুদ্ৰাও চলিছিল। দক্ষিণ ভাৰততে ৰোমান সম্ৰাটৰ নামাংকিত অসংখ্য মুদ্ৰাৰ সংগ্ৰহ আৱিষ্কৃত হৈছে।

প্ৰাচীন ভাৰতৰ বিত্তীয় লেন-দেনত এতিয়াৰ নিচিনা সুসংগঠিত চেক্, ড্ৰাফ্‌ট্ বা লেটাৰ্ অৱ্ ক্ৰেডিট আদি ব্যৱস্থা বা তেনে কোনো ধৰণৰ ব্যৱস্থাৰ প্ৰচলন থকাৰ একো প্ৰমাণ পোৱা নেযায়। কিন্তু সুদ লৈ টকা ধাৰলৈ দিয়া মহাজনী কাৰবাৰ পুৰামাত্ৰাই আছিল। ব্ৰাহ্মণসকলেহে সেই ব্যৱসায়ত লিপ্ত নোহোৱাকৈ থাকিছিল। কিন্তু প্ৰাচীন ভাৰতৰ নীতিবাগীশ পণ্ডিতসকলে মধ্যযুগীয় খ্ৰীষ্টান আৰু মুছলিম ধৰ্মত কৰাৰ দৰে সুদখোৰ মহাজনৰ ব্যৱসায়ৰ বিৰোধিতা কৰা নাছিল। ‘ঋকবেদ’তে আমি ঋণগ্ৰস্ততাৰ কথা পঢ়িবলৈ পাওঁ। আৰু প্ৰাচীনতম ধৰ্ম সূত্ৰবোৰত ঋণত টকা দিওঁতে সুদৰ নিৰিখ, ঋণত ধন ধাৰলৈ দিয়া বা সম্পত্তি বন্ধকত লৈ ঋণ দিয়াৰ নিয়ম-নিৰ্দেশনা সকলো দিয়া আছে। ঋণ ল’লে সুদৰ ন্যায়সঙ্গত নিৰিখ শতকৰা মাহে ১.২৫ অৰ্থাৎ বছৰি ১৫ শতাংশ হ’ব লাগে বুলি সাধাৰণতে ধৰা হৈছিল। পিছৰ যুগৰ স্মৃতিকাৰসকলে এই নিৰিখ অকল বন্ধকী আদি লৈ দিয়া সুৰক্ষিত ঋণৰ ক্ষেত্ৰতহে প্ৰযোজ্য বুলি কৈছিল। ব্যৱহাৰিক ক্ষেত্ৰত আনসকলে ঋণৰ বেলিকা সুদৰ বহুত উচ্চ নিৰিখ ধাৰ্য কৰিছিল। মনুস্মৃতিত আৰু আন আন কোনো স্মৃতিশাস্ত্ৰত মুকলি ঋণ অৰ্থাৎ বন্ধক নোহোৱাকৈ লোৱা ঋণৰ ক্ষেত্ৰত ঋণ লওঁতাজনৰ শ্ৰেণী অনুযায়ী প্ৰত্যেক শ্ৰেণীৰ বাবে সুদৰ ভিন ভিন নিৰিখ ধাৰ্য কৰিছে যেনে—ব্ৰাহ্মণে ২৪ শতাংশ, ক্ষত্ৰিয়ই ৩৬ শতাংশ, বৈশ্যই ৪৮ শতাংশ আৰু শূদ্ৰই শতকৰা ৬০ ভাগ সুদ হিছাপে দিব লাগিব। ‘অৰ্থশাস্ত্ৰ’তো ওপৰত উল্লেখ কৰা ‘ন্যায়সঙ্গত সুদৰ নিৰিখ’ৰ বাহিৰেও আৰু তিনিটা নিৰিখ দিছে। সেই তিনিটা নিৰিখৰ কোনো সঠিক সংজ্ঞা দিয়া নাই কিন্তু দেখাতেই সেইকেইটা সুদৰ নিৰিখ ধাৰ্য কৰা হৈছিল কমদিনৰ বাবে বাণিজ্যিক প্ৰয়োজনত লোৱা ঋণৰ বাবে। সেই তিনিটা সুদৰ নিৰিখ আছিল এনে ধৰণৰ—সৰ্বসাধাৰণ বজাৰৰ বাণিজ্যিক প্ৰয়োজনত লোৱা

ঋণৰ সুদ মাহিলী শতকৰা ৫ ভাগ ; যিবিলাক সদাগৰে অৰণ্যপথেদি বেপাৰৰ 'কাৰাভান' চলাই বাণিজ্য কৰে তেওঁলোকে ঋণ ল'লে সুদ হ'ব মাহিলী শতকৰা ১০ ভাগ আৰু যদি সমুদ্ৰ পথেদি বাণিজ্য কৰা সদাগৰে ঋণ লয় তেওঁলোকে ভৰিব লাগিব শতকৰা ২০ ভাগ প্ৰতি মাহে। এই যে বছৰি ৬০, ১২০ আৰু ২৪০ শতাংশৰ নিচিনা অতি উচ্চ হাৰত সুদ ভৰিও বণিকবিলাকে সুদ লৈছিল তাৰ পৰাই প্ৰাচীন ভাৰতীয় বাণিজ্যৰ লাভ আৰু তৎসংলগ্ন বিপদ দুয়োটাৰে বিপুলতাৰ বিষয়ে অনুমান কৰিব পাৰি।

ঋণগ্ৰস্ত লোকৰ প্ৰতি সহানুভূতিশীল নিয়ম-নীতিও সংযুক্ত হৈছে 'অৰ্থশাস্ত্ৰ' আৰু কিছুমান দণ্ডবিধিৰ কিতাপত। যেনে কোনো ধৰুৱাই ধাৰ কৰা টকাৰ ওপৰত সুদ দিওঁতে দিওঁতে যেতিয়া ধাৰৰ টকাৰে সমান হয়গৈ তেতিয়া আৰু সুদ দিব নেলাগে। যেনে, যদি কোনো ধাৰ দিয়া মহাজনে ধৰুৱাৰ পৰা এনে বস্তু বন্ধকত লৈ ঋণ দিয়ে যিবোৰ তেওঁ নিজৰ লাভৰ বাবে ব্যৱহাৰ কৰি থাকিব পাৰে, তেন্তে তেওঁ ধাৰ দিয়া টকাৰ ওপৰত সুদ ল'ব নোৱাৰে। উদাহৰণ স্বৰূপে, যদি মহাজনে বন্ধক হিছাপে বোজাবাহী জন্তু ৰাখি নিজে তেনে জন্তু বোজা টনাই লাভ কৰি থাকে, তেন্তে সুদ ল'ব নোৱাৰিব। স্বামীসকলে নিজৰ ভাৰ্যাৰ ধাৰ থাকিলে দায়িত্ব লব লাগিছিল। কিন্তু পত্নীসকলে স্বামীৰ ধাৰ মাৰিব নেলাগিছিল। কিন্তু পিছৰ কালৰ স্মৃতিকাৰসকলে এনে দণ্ডবিধিৰ হাত সাৰিব পৰা কিছুমান আইনগত সুৰুঙা উদ্ভাৱন কৰি এনেদৰে সংযুক্ত কৰিলে যে এনে ধৰণৰ মানৱীয় বিবেচনাৰে পূৰ্ণ বিধিবোৰ প্ৰায় কামত নহা ধৰণৰ হৈ পৰিলগৈ। ঋণগ্ৰস্তজনক বন্দীশালত নিক্ষেপ কৰিব পৰা নিয়ম হৈছিল। বা নিজে দৈহিক শ্ৰম কৰি কৰি অকল গা-খাটনিৰে ধাৰ মাৰি অন্ত নকৰালৈকে গোলাম হৈ থাকিব লাগিছিল। আমি এনে ঘটনাৰ কথাও পঢ়িবলৈ পাইছোঁ যে পাওনাদাৰ মহাজনে চিকাৰী কুকুৰৰ দৰেই ঋণগ্ৰস্তজনৰ পিছ লয়। তেওঁলোকে ইমান বেছি হাৰাশাস্তি কৰেগৈ যে বহুতো ধৰুৱাই শেহত আত্মহত্যাৰ পথ বাছি লয়গৈ। প্ৰত্যেক পৰিয়ালে পালন কৰিবলগীয়া অসংখ্য হিন্দু ধৰ্মীয় পাৰিবাৰিক ব্যয়বহুল উৎসৱবোৰ, মাজে মাজে হোৱা আকাল, কন্যাৰ বিবাহত দিবলগা যৌতুকৰ খৰচ বহন আৰু আন আন কাৰণত কম বিত্তশালী মানুহবোৰ এতিয়াৰ দিনৰ দৰেই ধাৰত পোত খাইছিল আৰু এতিয়াৰ দিনৰ দৰেই তেতিয়াৰ যুগৰ ভাৰতীয় পাওনাদাৰবোৰ বৰ কঠিন লোক আছিল।

ওপৰত আমি পাই আহিছোঁ যে অনেক বাণিজ্যিক 'গীল্ড'ৰ অন্যান্য কামৰ ভিতৰত টকা জমা ৰখা আৰু ঋণলৈ টকা দিয়াও অন্তৰ্ভুক্ত আছিল। তেনে ধৰণৰ 'গীল্ড'বোৰে বেংকৰ কাম কৰিছিল। ৰজাই নিজে বা স্থানীয় ৰাজবিষয়াসকলেও অভাৱ-অনাটনৰ সময়ত কৃষকক সকাহ দিবলৈ ঋণ দিছিল। কেতিয়াবা নতুন মাটি ভাঙি খেতি-পথাৰ বহলাবলৈ বা জলসিঞ্চনৰ ব্যৱস্থা কৰি ল'বলৈও ধন ধাৰলৈ দিছিল।

ডাঙৰ ডাঙৰ মন্দিৰবোৰেও কেতিয়াবা বেংকৰ সেৱা আগবঢ়াইছিল। দক্ষিণ ভাৰতত গ্ৰামসভাবিলাকেও সময়ে সময়ে খেতিয়কক ধন ধাৰলৈ দিছিল। এইবিলাকৰ উপৰি বহুতো ব্যৱসায়ভিত্তিত কাম কৰা বেংকাৰ আৰু ধন ধাৰে দিয়া মহাজন আছিল। সেইবোৰক 'শ্ৰেষ্ঠিন্' বোলা হৈছিল। পালিভাষাত বুলিছিল 'শেৎঠী'। আক্ষৰিক অৰ্থত শ্ৰেষ্ঠিন মানে প্ৰধান বা মুখিয়াল। এই শব্দ এতিয়াও 'শেঠ' বুলি উত্তৰ ভাৰতত আৰু দক্ষিণ-ভাৰতত 'চেট্টি' বা শেট্টি' শব্দৰ ৰূপত চলি আছে।

এই 'শ্ৰেষ্ঠিন্'জন কেৱল ধন ধাৰে দিয়া মহাজন বা বেংকাৰহে আছিল এনে নহয়। সাধাৰণতে তেওঁ নিজেও এজন সদাগৰ আছিল। ইউৰোপীয়সকলৰ আগমনৰ আগলৈকে সকলো যুগতে ভাৰতত বেংকিং চলিছিল বেহা-বেপাৰৰ উপৰুৱা বৃত্তি হিছাপেহে। সৰহভাগ শ্ৰেষ্ঠিনৰে সুদলৈ ধন ধাৰে দিয়া ব্যৱসায়ৰ বাহিৰেও ধনাগমৰ অন্যান্য উপায় আছিল। তেওঁলোক 'গীল্ড'বিলাকৰ বিশিষ্ট সদস্য আছিল আৰু সাধাৰণতে অতিপাত ধনী আছিল। শিল্পী-কাৰিকৰসকলে নিজৰ উৎপাদিত দ্ৰব্য পোনপটীয়াকৈ গ্ৰাহকক বেচিছিল যদিও দেশৰ অগণন কৃষকৰ উৎপাদিত শস্যৰ বিক্ৰীৰ বাবে ৰখা অংশ কৃষকে পোনপটীয়াকৈ উপভোক্তাক বিক্ৰী কৰিব নোৱাৰিছিল। সেইবোৰ এশ্ৰেণী মধ্যৱৰ্তী দালাল আৰু ডাঙৰ ডাঙৰ সদাগৰকহে বেচিব লগাত পৰিছিল। সৰু সৰু বেপাৰী আৰু ফেৰিৱালাবোৰ আছিল সেইবোৰতকৈ বেলেগ। এই ধৰণৰ বেহা-বেপাৰৰ ব্যৱস্থাৰ চল্‌তি আছিল অন্ততঃ বুদ্ধৰ সময়ৰ পৰাই। জাতকৰ সাধুবোৰত আমি শ্ৰেষ্ঠিনসকলে শস্যৰ গুদাম কৰাৰ কথা আৰু কাৰিকৰ-শিল্পী আদিয়ে প্ৰস্তুত কৰা দ্ৰব্য বস্তু নিজেই নিৰ্ধাৰণ কৰা দাম কিনি ৰখাৰ কথা পঢ়িবলৈ পাওঁ। কাৰণ এই শিল্পী-কাৰিকৰবোৰ শ্ৰেষ্ঠিন্ কৰ্মচাৰীৰ দৰেই আছিল। কেতিয়াবা কেতিয়াবা শ্ৰেষ্ঠিন্ শব্দটো মান্যাৰ্থত ব্যৱহাৰ কৰাও পোৱা যায়। খুব প্ৰভাৱশালী আৰু বিত্তশালী সদাগৰ হ'লেহে শ্ৰেষ্ঠিন্ নাম পায়। বৌদ্ধ শাস্ত্ৰবোৰত আমি প্ৰধান প্ৰধান শ্ৰেষ্ঠিন্‌সকলক ৰজায়ো সন্মান কৰা আৰু ৰাজসভাত স্থান দিয়া কথা পঢ়িবলৈ পাওঁ। গুপ্তসকলৰ দিনত প্ৰধান শ্ৰেষ্ঠিন্‌জনক স্থানীয় উপদেষ্টা পৰিষদৰ সদস্য কৰি জিলা শাসনকৰ্তা বিষয়াক স্থানীয় শাসনত সহায় কৰিবলৈ দিয়া হৈছিল।

যদিও পুৰণি গ্ৰন্থ আৰু লিপিবিলাকত শ্ৰেণী বা 'গীল্ড'বিলাকক উৎপাদনকাৰীসকলৰ সংগঠন বুলিহে দেখুৱা হৈছে, সদাগৰসকলৰ 'গীল্ড' বা কোম্পানিও আছিল। সদাগৰসকলৰ এনে নিগমবোৰৰ গুৰুত্ব মধ্যযুগীয় দাক্ষিণাত্যত বৰ বেছি আছিল আৰু সেইবোৰৰ শাখা মূল মূল নগৰবিলাকৰ সকলোলৈকে বিস্তৃত হৈছিল। এনে এটা বৃহৎ ব্যৱসায়িক প্ৰতিষ্ঠানৰ নাম আছিল 'বীৰবলাঁজি গড়'। মুকলি অনুবাদ কৰিলে সেই শব্দই 'ভদ্ৰলোক সদাগৰসকলৰ কোম্পানি বুজাব। এই প্ৰতিষ্ঠানৰ সদস্য সদাগৰসকল দাক্ষিণাত্যৰ সকলো প্ৰধান নগৰতে আছিল। দক্ষিণ হায়দৰাবাদৰ আইহোলে নামে স্থানৰ

পৰা এখন কেন্দ্ৰীয় পৰিষদে প্ৰতিষ্ঠানৰ সকলো কাম-কাজ নিয়ন্ত্ৰণ কৰিছিল। আৰু এটা তেনে কোম্পানিৰ নাম আছিল মণিগ্ৰাম। সেই প্ৰতিষ্ঠানে অকল দক্ষিণ-ভাৰততে নিজৰ কাম-কাজ সীমাবদ্ধ ৰখা নাছিল। সিংহল দ্বীপতো ব্যৱসায়-বাণিজ্য কৰিছিল আৰু সিংহলৰ ৰজাসকলৰ পৰাই নিজৰ বেতনভোগী সশস্ত্ৰ কৰ্মচাৰীবোৰ সংগ্ৰহ কৰিছিল।

উৎপাদন আৰু উৎপাদিত সামগ্ৰীৰ বিপণন দুয়োটা ক্ষেত্ৰতে সমবায় ভিত্তিক সংগঠনবোৰে হিন্দু যুগৰ ভাৰতত কাম কৰিছিল সণ্ঢালনিভাবে প্ৰথমৰ পৰাই। কিন্তু সেইবোৰ আছিল সাধাৰণতে কাৰিকৰ আৰু সদাগৰসকলৰ অস্থায়ী সমবায় সংগঠন। এই ধৰণৰ সদাগৰ কোম্পানিবিলাক কোনো ধৰণে আধুনিক জইণ্ট্-ষ্টক্ কোম্পানিবোৰৰ লগত তুলনীয় নহয়। এনে ধৰণৰ সদাগৰী সমবায়বিলাকে সময়ে সময়ে সমবায় ভিত্তিত কিবা ব্যৱসায় কৰিব পাৰে। কিন্তু সাধাৰণতে সেইবিলাকৰ কাম আছিল নিজে ব্যবসায় কৰাতকৈও সদস্যসকলৰ ব্যৱসায় সুৰক্ষিত, উন্নত আৰু নিয়ন্ত্ৰিত কৰাহে। স্থলপথৰ 'কাৰাভান'বিলাকত সাধাৰণতে তাত সংযুক্ত সদস্য সদাগৰসকলৰ নিজৰ নিজৰ বোজাবাহী জন্তু আৰু বোজাই গাড়ীয়েই থাকে কিন্তু সেইবোৰ সংগঠিত কৰি সুনিয়ন্ত্ৰিত কৰি চলোৱাৰ কাম কৰিব কোম্পানিৰ কৰ্মচাৰীসকলেহে আৰু সুৰক্ষাও দিব কোম্পানিৰ সশস্ত্ৰ ৰক্ষীয়ে। সামুদ্ৰিক বাণিজ্যৰ ক্ষেত্ৰতো একেই কাম কৰিছিল এই কোম্পানিবিলাকে আৰু বোধ হয় বিভিন্ন ঠাইত পণ্যাগাৰ বা ৱেৰ হাউছ, আৰু কাৰখানা খুলিছিল যিবোৰত সদস্য সদাগৰসকলে নিজৰ পণ্যদ্ৰব্য নিৰাপদে জমা কৰি ৰাখিব পাৰিছিল। যিসকল সদাগৰে ব্যৱসায়ৰ কামত অচিনাকি নগৰলৈ যাবলগীয়া হয় তাতো তেনে সদাগৰ সমবায়বিলাকৰ নিৰ্দেশতে সেই নগৰৰ স্থানীয় সদস্য সদাগৰসকলে তেনে সদাগৰক সাহায্য কৰিছিল। কাৰিকৰী 'গীল্ড'বোৰৰ দৰে সদাগৰৰ কোম্পানি বা সমবায়বিলাকেও নিশ্চয় হঠাতে অভাৱ-অনাটনত পৰা সদস্য সদাগৰক নানা সহায় কৰি সংকটৰ পৰা ত্ৰাণ কৰিছিল। বস্তু ভেজাল কৰা, জোখত কম দিয়া আদি দুৰ্নীতিৰ বিৰুদ্ধে ব্যৱস্থা লৈছিল আৰু ৰজাৰ আদালতত গোচৰ হ'লে নিজৰ সদস্যসকলৰ হৈ কাম কৰিছিল।

## কাৰাভান আৰু বাণিজ্য-পথবোৰ

বুদ্ধৰ দিনতে চিহ্নিত আৰু স্বীকৃত বাণিজ্য-পথবোৰে সমগ্ৰ উত্তৰ ভাৰত সামৰি লৈছিল। একে ধৰণৰ বাণিজ্য-পথবোৰে মকৰা-জালৰ দৰে বিস্তৃত হৈছিল মৌৰ্যযুগত দক্ষিণ-ভাৰততো। এইবিলাক বাণিজ্য-পথৰে প্ৰধান এটা আছিল বৰ্তমান কলকাতাৰ পৰা নাতিদূৰত গঙ্গা নদীৰ মোহনাত অৱস্থিত তাম্ৰলিপ্তি বন্দৰ নগৰৰ নদীৰে উজাই

প্ৰাচীন নগৰ চম্পা হৈ প্ৰাচীন বাৰানসীৰ মাজেৰে কৌশাম্বীলৈকে বিস্তৃত। তাতে শেষ নহৈ কৌশাম্বীৰ পৰা তাৰে এটা শাখা পথ বিদিশা আৰু উজ্জয়িনী নগৰ স্পৰ্শ কৰি নৰ্মদা নদীৰ মোহনাত অৱস্থিত ভৃগুকচ্ছ নগৰ পাইছেগৈ। কৌশাম্বীৰ পৰা মূল ৰাজপথ যমুনা নদীৰ দক্ষিণ পাৰে পাৰে মথুৰা নগৰ পাইছিলগৈ। মথুৰাৰ পৰাই আন এটা শাখাপথ বৰ্তমান কালৰ ৰাজস্থান আৰু থৰ মৰুভূমি পাৰ হৈ সিন্ধু নদৰ মোহনাৰ ওচৰত পটল বন্দৰ পাইছিলগৈ। মূল বাণিজ্য-পথ কিন্তু আধুনিক দিল্লী নগৰীৰ কাষেদি পঞ্জাবৰ পঞ্চ নদী অতিক্ৰম কৰি শাকল (? শিয়ালকোট) নগৰৰ কাষেদি উত্তৰ-পশ্চিমৰ তক্ষশীলা নগৰ পাইছিলগৈ। কিন্তু তাতো নৰৈ সেই বাণিজ্য-পথে ভাৰতৰ সীমা অতিক্ৰম কৰি কাবুল উপত্যকাৰ মাজেদি মধ্য এছিয়াত সোমাইছিল ; গঙ্গা আৰু যমুনা নদীৰ উত্তৰ দিশত অৱস্থিত প্ৰধান প্ৰধান নগৰীবোৰ সৰ্বজনবিদিত শাখা পথবোৰেৰে এই ৰাষ্ট্ৰীয়-আন্তঃৰাষ্ট্ৰীয় প্ৰসিদ্ধ ৰাজপথৰ লগত সংযুক্ত আছিল। বহু শতিকাৰ সময়ৰ সোঁতত এই পথৰ দিশ সলনি হৈছে বহু ঠাইত বহুভাৱে। তথাপি এই পথেই এতিয়াও উত্তৰ ভাৰতৰ মহা ধমনীৰ দৰেই হৈ আছে। মৌৰ্য সম্ৰাটসকলে এই পথৰ যত্ন লৈছিল। দূৰত্বনিৰ্ণায়ক শিলৰ খুঁটি পোতাইছিল পথৰ কাষত। পথিকৰ তৃষ্ণা নিবাৰণৰ বাবে কুঁৱা খন্দাইছিল আৰু নিৰ্দিষ্ট দূৰত্বৰ মূৰে মূৰে জিৰণি-ঘৰ সজাই দিছিল।

দক্ষিণ ভাৰতলৈ যোৱা প্ৰধান বাণিজ্য-পথ মুকলি হৈছিল খ্ৰীষ্টাব্দ আৰম্ভৰ সময়ৰ পৰা। সেই পথ উজ্জয়িনী নগৰৰ পৰা আৰম্ভ হৈ দাক্ষিণাত্যৰ উত্তৰ-পশ্চিমে অৱস্থিত সাতবাহন সাম্ৰাজ্যৰ ৰাজধানী নগৰ প্ৰতিষ্ঠান পাইছিলগৈ। তাৰ পৰা দাক্ষিণাত্য মালভূমিৰ মাজেৰে কৃষ্ণা নদীৰ নামনিৰ দেশখণ্ডেৰে আৰু আগবাঢ়ি কাঞ্চী বা কাঞ্জীভৰাম আৰু মাদুৰাইৰ দৰে দক্ষিণৰ ডাঙৰ ডাঙৰ নগৰবোৰ পাইছেগৈ। খ্ৰীষ্টাব্দ আৰম্ভ হোৱাৰ সময়তে মকৰা-জালৰ দৰে অনেক নতুন নতুন পথ হৈ দাক্ষিণাত্যৰ ঘাই ঘাই নগৰবোৰ এই প্ৰধান পথৰ লগত সংযুক্ত হৈছিল। উত্তৰ-ভাৰত আৰু দাক্ষিণাত্যৰ মাজত পূবদিশৰ পৰা পথৰ সংযোগ প্ৰথমতে নাছিলেই যেন লাগে, হ'লেও খুব পাতলীয়াকৈ মাজে মাজেহে সেইবোৰ পথেৰে উত্তৰ ভাৰতৰ দক্ষিণৰ লগত যাতায়াত হৈছিল। কিন্তু মৌৰ্যযুগৰ আগৰে পৰাই পাটলিপুত্ৰৰ পৰা উৰিষ্যালৈ নিশ্চয় বাট-পথ আছিল। মৌৰ্যযুগৰ পিছৰ তুলনামূলকভাৱে অস্থিৰ সময়ছোৱাত মধ্যভাৰতৰ অসভ্য বন্য জাতিৰ বাসভূমি অৰণ্যময় অঞ্চলৰ মাজেৰে যাতায়াত নিৰাপদ নাছিল বাবে উত্তৰ আৰু দক্ষিণ-ভাৰতৰ মাজৰ সকলো যাতায়াত অন্ততঃ গুপ্তযুগলৈকে দাক্ষিণাত্যৰ উত্তৰ-পশ্চিম কোণৰ পৰাহে চলিছিল।

এই সুদীৰ্ঘ পথবোৰত বহুতো ডাঙৰ ডাঙৰ নদী অতিক্ৰম কৰিব লগা হয়েই। কিন্তু কোনো নদীতে প্ৰাচীন ভাৰতত দলং নাছিল। প্ৰাচীন ভাৰতীয় অভিযান্ত্ৰিক বিদ্যাৰ আন বহুতো ক্ষেত্ৰত চমকপ্ৰদ প্ৰয়োগ আৰু সাৰ্থকতা দেখা গ'লেও ভাৰতীয় অভিযন্তাই

ডাণ্ডৰ নদীৰ ওপৰত সেতু নিৰ্মাণ কৰাৰ কৌশল কোনো দিনে আয়ত্ত কৰিব পৰা নাছিল। কিন্তু নিয়মীয়া মাৰনাও বা ফেৰীৰে ঘাটবোৰত পাৰ কৰি দিয়াৰ ব্যৱস্থা আছিল। মৌৰ্যযুগত সেইবোৰ সেৱা পৰিচালিত কৰা হৈছিল গুৰুত্বপূৰ্ণ পাৰঘাটবিলাকত।

সোতৰ শতিকাত ভাৰত পৰ্যটন কৰিবলৈ অহা সকলোৱেই ভাৰতৰ বাট-পথবোৰৰ দুৰৱস্থা দেখি বিচুৰ্তি খাইছিল। সেই সময়ৰ ইউৰোপৰ দেশবিলাকৰো বাট-পথৰ অৱস্থা অতি শোচনীয় আছিল। তেওঁলোকেই যেতিয়া ভাৰতৰ বাট-পথৰ অৱস্থা দেখি এনেদৰে চক্ খাই উঠিছিল, তাৰ পৰাই বুজিব পাৰি এই দেশৰ পথবোৰ কেনে আছিল। পথ নিৰ্মাণ কৰা জাতি হিছাপে ভাৰতীয়সকল কোনোকালে ৰোমানসকলৰ সমকক্ষ নাছিল। কিন্তু অশোকৰ শিলালিপি, 'অৰ্থশাস্ত্ৰ' আৰু কোনো কোনো গ্ৰন্থত দেশৰ যিবোৰ ৰাজ্যত শক্তিশালী আৰু যোগ্য শাসন চলিছিল, সেইবোৰ ৰাজ্যত ৰাজপথবোৰৰ খুব তদাৰক কৰা হৈছিল বুলি উল্লেখ কৰিছে। গতিকে মোগল যুগৰ বাট-পথৰ দুখলগা অৱস্থা প্ৰাচীন ভাৰতৰ বাট-পথৰ অৱস্থাৰে প্ৰতিচ্ছবি নহ'বও পাৰে। শুক্ৰ প্ৰণীত ৰাষ্ট্ৰনীতিৰ গ্ৰন্থত কৈছে যে প্ৰধান ৰাজপথবোৰ পঞ্চল্লিশ ফুট বহল হ'ব লাগে, বাটৰ মাজভাগ ওখ আৰু দুইপিনে হেলনীয়া হ'ব লাগে, বাটৰ দুয়োকাষে নলা থাকিব লাগে আৰু নিয়মীয়াকৈ শিলগুটি পেলাই মেৰামত কৰি থাকিব লাগে—এনে ধৰণৰ নিৰ্দেশ দিয়া হৈছে।

ভাৰতত বৰ্ষা ঋতু হয় মোটামুটি ইউৰোপত গ্ৰীষ্মঋতু চলি থকা সময়ত। অতিপাত বৰষুণৰ ফলত বাট-পথবোৰ আচলতে দুৰ্গম হৈ পৰে। ফেনে-ফোটোকাৰে দুই পাৰ ওপচাই ব'বলৈ ধৰা নদীবোৰত ফেৰীসেৱা বন্ধ হৈ যায়। গতিকে সকলো ধৰণৰ ভ্ৰমণ বন্ধ হৈ যায়। আনকি ভাৰতৰ ইমূৰৰ পৰা সিমূৰলৈ পদব্ৰজে অনবৰত ভ্ৰমণ কৰি ফুৰা হাজাৰ হাজাৰ সন্ন্যাসী, ভিক্ষু, ধৰ্মীয় পৰিব্ৰাজক সেইসকলেও কোনো মন্দিৰৰ প্ৰাঙ্গণত বা কোনো ভক্ত শিষ্যৰ বাহিৰৰ ঘৰত নহ'লে কোনো গাঁৱৰ কাষৰ পৰ্বতৰ গুহাত বৰষুণৰ কেইমাহৰ বাবে আশ্ৰয় লয়। কিন্তু বছৰৰ আন আন সময়ত, বিশেষকৈ জাৰকালিৰ ৰ'দালি দিনত ভাৰতত যেতিয়া ইংলেণ্ডৰ মে' মাহৰ শেহৰ ভাগৰ দৰে ফৰকাল বতৰ হৈ থাকে, তেতিয়া সুদীৰ্ঘ 'কাৰাভান'বোৰ বাহিৰ হয়। ইখনৰ পিছৰ সিখনকৈ লেথাৰি নিছিগাকৈ বলদে টনা গাড়ী আৰু অজস্ৰ বোজাবাহী ষাঁড়, গাধ, খচ্চৰ আৰু উটৰ লানি লাগে ধূলিময় বাণিজ্য-পথবোৰত। বেপাৰৰ বেহানি কঢ়িয়াই লৈ যায় দেশ-দেশান্তৰলৈ।

এই সদাগৰী 'কাৰাভান'বোৰৰ বাণিজ্য-যাত্ৰা সততেই বিপদসঙ্কুল আছিল। কাৰণ সুসভ্য নগৰবোৰ বা দেশখণ্ড সংযুক্ত কৰা বাণিজ্য-পথবোৰে অসভ্য বৰ্বৰ জাতিৰ আবাসস্থল অনেক অৰণ্য আৰু পাৰ্বত্যভূমি অতিক্ৰম কৰিব লগা হৈছিল। বৃত্তিগতভাৱে

ডকাইতি কৰিয়েই জীৱন নিৰ্বাহ কৰা পুৰা একোখন গাঁৱেই আছিল অসংখ্য। সকলো সময়তে সিহঁতৰ চেষ্টা কেৱল 'কাৰাভান'ৰ সদাগৰবিলাকক আক্ৰমণ কৰি লুণ্ঠন কৰা। বনৰীয়া জন্তুৰ ভিতৰত বাঘ, হাতী বিশেষকৈ সাপৰ ভয় আছিলেই সকলো সময়তে। দেশৰ জনবসতিহীন দুৰ্গম কাঁইটীয়া ঠাইবোৰ মহা অনিষ্টকাৰী দৈত্য-দানৱ, ভূত-প্ৰেতেৰে সদায় ভৰি আছিলেই। এনে বিপদেৰে পূৰ্ণ যাত্ৰাপথত সদাগৰবিলাকে লগ লাগি যাব বান্ধি গৈছিল। সেইবাবে একো একোটা 'কাৰাভান'ত আমি পাঁচশলৈকে মানুহ যোৱাৰ কথা পঢ়িবলৈ পাওঁ। পালি সাহিত্যত এই পথাচাৰী 'কাৰাভান'বোৰক নিৰ্দিষ্ট একোটা পথত সুৰক্ষা দিয়া বৃত্তিগতভাৱে সশস্ত্ৰ ৰক্ষীৰ কথা পোৱা যায়। যিবোৰ পথত বা যিবোৰ অঞ্চলত স্থানীয় কোনো সদাগৰৰ 'গীল্ড' বা নিগমে নিজৰ বেতনভোগী ৰক্ষী যোগান ধৰিব নোৱাৰিছিল, সেইবোৰ ঠাইত এই ধৰণৰ বৃত্তিগতভাৱে কাম কৰা সশস্ত্ৰ ৰক্ষীবোৰেই 'কাৰাভান'বোৰক বাট দেখুৱাই নিয়াৰ লগতে সুৰক্ষাও দিছিল। আগতে আমি 'অৰ্থশাস্ত্ৰ'ত উল্লিখিত অন্তপাল নামৰ ৰাজবিষয়াজনৰ কথা লিখিছোঁৱেই। যদি 'অৰ্থশাস্ত্ৰ'ত কোৱা মতেই অন্তপালজনে কৰ্তব্য পালন কৰিছিল তেন্তে ধৰি ল'ব লাগিব যে মৌৰ্য সম্ৰাটসকলে বেপাৰী 'কাৰাভান'বিলাকৰ যাত্ৰাকালত নিৰাপত্তা প্ৰদানৰ বাবে সকলো প্ৰকাৰ ব্যৱস্থা লৈছিল। আৰু দেশৰ অন্যান্য অঞ্চলতো প্ৰতাপী ৰাজবংশবিলাকে অনুৰূপ ব্যৱস্থা নিজৰ নিজৰ ৰাজ্যত বাহাল কৰিছিল। তথাপি ডকাইতৰ দলৰ দ্বাৰা আক্ৰান্ত হোৱা কাৰাভানৰ অনেক কাহিনী আমি পাওঁ যিবোৰৰ পৰা প্ৰমাণিত হয় যে বাণিজ্য-পথ সেন্দুৰীয়া আলি নাছিল। তদুপৰি সুদীৰ্ঘ পথৰ বাবে বাহিৰ হোৱা 'কাৰাভান'বোৰক বিত্তীয় সাহায্য দিওঁতে যিমান উচ্চ হাৰত 'অৰ্থশাস্ত্ৰ'ত সুদ নিৰ্ধাৰণ কৰা হৈছিল তাৰে পৰাই অনুমান কৰিব পাৰি 'কাৰাভান' ব্যৱসায়ৰ বিবিধ সংকটৰ বিষয়ে।

বণিক সমাজত সাৰ্থবাহ নামে জনাজাত কাৰাভানৰ নেতাজন বৰ প্ৰতিপত্তিশালী লোক আছিল আৰু উত্তৰ বঙ্গত পোৱা গুপ্তযুগৰ তামৰ ফলিবোৰৰ পৰা জানিব পৰা গৈছে যে প্ৰধান সাৰ্থবাহজন সেই ঠাইৰ স্থানীয় জিলা পৰিষদৰ বৰ গুৰুত্বপূৰ্ণ পদাধিকাৰী হ'ব পাৰিছিল। 'কাৰাভান' বাণিজ্যৰ লগত যুক্ত আন এজন পালি সাহিত্যত সঘনে উল্লিখিত বিষয়াজনক পালি ভাষাত বোলা হৈছিল থল নিয়ামক বা স্থলভাগৰ পথ-প্ৰদৰ্শক। তেৱেঁই তৃণ-অৰণ্য-পাহাৰ-মৰুভূমি আদিৰ মাজেৰে অজান পথেৰে বাট দেখুৱাই লৈ গৈছিল 'কাৰাভান'বোৰক—কেতিয়াবা তৰা চায়ো পথ বিচাৰি লৈছিল।

স্থলপথৰ দৰে ডাঙৰ ডাঙৰ নদীবোৰেদিও মালবস্তু আৰু যাত্ৰীবাহী সৰু-ডাঙৰ নৌকাৰ চলাচল আছিল। এইবিলাক নদীৰ ভিতৰত উত্তৰ-ভাৰতৰ সুবিশাল সমভূমিৰ মাজেদি মহাসিৰাৰ দৰে বৈ যোৱা গঙ্গানদীয়েই আছিল প্ৰধান। লগতে সিন্ধুনদ আৰু দাক্ষিণাত্যৰ নদীবোৰো আছিল বাণিজ্যৰ সুচল জলপথ। কিন্তু স্থলপথৰ দৰেই জলপথো

আছিল নানাৰূপ বিপদেৰে ভৰা। নদীদস্যুৰ দল আছিল জাকে জাকে। বালিৰ চটত লাগি ধৰিছিল নৌকা। জলমগ্ন অদৃশ্য শিলৰ খুন্দাত তলি ফুটি সলিল সমাধি হোৱাৰ ভয় আছিল আটাইৰে—ইত্যাদি।

এনে ধৰণৰ দূৰণিবটীয়া 'কাৰাভান'-বাণিজ্যৰ প্ৰধান পণ্যবস্তুবোৰ আছিল সাধাৰণতে বিলাসৰ সামগ্ৰীবোৰ। যেনে বিভিন্ন মছলা, চন্দন কাঠ, দক্ষিণ দেশৰ সোণ আৰু মুকুতা, বঙ্গ আৰু বেনাৰসৰ পাট আৰু মছলিন্ কাপোৰ, পাৰ্বত্য অঞ্চলৰ পৰা অহা কস্তুৰী, খয়েৰ, চুৰৰী পহুৰ পৰা পোৱা চামৰ—ইত্যাদি। সেইবুলি অকল এনেবোৰ বস্তুকেই যে 'কাৰাভান'বোৰে লৈ ফুৰিছিল সেইটোও নহয়। বহুতো অঞ্চললৈ বিভিন্ন ধৰণৰ ধাতু নিবৰ প্ৰয়োজন আছিল। ভাৰতত লোহাৰ খনি আছিল ঘাইকৈ দক্ষিণ বিহাৰত। আধুনিক ৰাঁচী নগৰৰ নিকটৱৰ্তী লোহা উৎপাদনকাৰী অঞ্চলৰ যিবোৰ বাণিজ্যপথ দেশৰ চাৰিওপিনে গুচি গৈছিল সেইবোৰৰ ওপৰত নিয়ন্ত্ৰণ চলাবলৈ সুযোগ পোৱাটোও মগধৰ ৰাজশক্তিৰ আশু উত্থানৰ অন্যতম কাৰণ আছিল। তামৰ খনি আছিল দাক্ষিণাত্যৰ বিভিন্ন ঠাইত, ৰাজস্থানত আৰু পশ্চিম হিমালয়ৰ অঞ্চলত। তাতে তাম তুলি গলোৱাও হৈছিল। ভাৰতৰ উষ্ণ জলবায়ুত নিমখৰ প্ৰয়োজন এৰাব নোৱৰা ধৰণৰ। দেশৰ সৰহভাগ নিমখেই আহিছিল সাগৰৰ উপকূল অঞ্চলৰ পৰা। সৈন্ধৱ লৱণ পোৱা গৈছিল পঞ্জাৱত। কিছুমান খাদ্যদ্ৰব্যও দূৰণিবটীয়া বাণিজ্যৰ সামগ্ৰী আছিল। যেনে দেশৰ শীতপ্ৰধান শুকান অঞ্চলবোৰলৈ নিয়া হৈছিল চেনি। কাৰণ সেইবোৰ ঠাইত কুঁহিয়াৰ খেতি কৰিব নোৱাৰি। আকৌ উত্তৰ-পশ্চিম ভাৰতলৈ নিয়া হৈছিল চাউল— কাৰণ ভাত সেইবোৰ অঞ্চলত এক বিলাসী খাদ্যদ্ৰব্য।

## সমুদ্ৰ পথ আৰু সাগৰৰ সিপাৰেৰে যোগাযোগ

'ঋকবেদ'ৰ যুগৰ আৰ্যসকলৰ সমুদ্ৰৰ লগত পৰিচয় আছিল নে নাই সেইটো আমি নেজানো। কিন্তু বুদ্ধৰ যুগত উদ্যোগী ভাৰতীয় নাৱিকহঁতে খুব সম্ভৱ সমগ্ৰ উপমহাদেশখন প্ৰদক্ষিণ কৰি শেষ কৰিছিল। অকল সেয়ে নহয় ব্ৰহ্মদেশ, মালয় আৰু ইন্দোনেছিয়াৰ দ্বীপবোৰৰ সৈতে সম্পৰ্ক স্থাপন কৰিছিল। খ্ৰীষ্টীয় প্ৰথমৰ শতাব্দীবোৰত নৌ-বাণিজ্যৰ প্ৰভূত উন্নতি হৈছিল। বিশেষকৈ পাশ্চাত্য দেশবোৰত বিস্তীৰ্ণ ৰোমান সাম্ৰাজ্যত প্ৰাচ্যদেশৰ পৰা ৰপ্তানি হোৱা বিলাসৰ দ্ৰব্যবোৰৰ চাহিদা বৰ বেছি হৈছিল। ৰোমান সাম্ৰাজ্যৰ পতন হোৱাৰ পিছত পাশ্চাত্য দেশবোৰৰ সৈতে চলি থকা বাণিজ্য কিছু হ্ৰাস পাইছিল যদিও আৰববিলাকে ঠিকেই চলাই আছিল। পিছৰ মধ্যযুগীয় ইউৰোপৰ দেশবোৰত জীৱন ধাৰণৰ মান উন্নত হ'বলৈ ধৰাৰ লগে লগে পুনৰ সামুদ্ৰিক পথেৰে

বাণিজ্য বৃদ্ধি পাবলৈ ধৰিছিল। গুপ্তযুগৰ আগতেই চীন দেশৰ লগত দক্ষিণ-ভাৰতৰ সমুদ্রপথেৰে যোগাযোগ স্থাপিত হৈছিল। পাশ্চাত্য দেশবোৰৰ সৈতে সমুদ্রপথেৰে বাণিজ্য যিমানে কমিছিল, চীন দেশৰ লগত সেই পৰিমাণে বৃদ্ধি হৈছিল। চীন দেশত ভাৰতৰ মছলা, মণি-মুকুতা, সুগন্ধি দ্রব্য আৰু আন আন বিলাসৰ সামগ্রীৰ তেতিয়াৰ যুগতো এতিয়াৰ দৰেই খুব চাহিদা আছিল।

কোনো কোনো অত্যুৎসাহী ভাৰতীয় পণ্ডিতৰ প্রাচীন ভাৰতীয় নাৱিকসকলৰ এনেবোৰ কৃতকাৰ্যতাকে বহুগুণে অতিৰঞ্জিত কৰি দেখুৱাৰ এক প্রৱণতা দেখা যায়। কিন্তু প্রাচীন ভাৰতীয় নাৱিকৰ সমুদ্র বিচৰণ ভাইকিংবিলাকৰ বা তেতিয়াৰ দিনৰ বিশ্বৰ অন্যান্য সমুদ্র বিচৰণকাৰী জাতিবিলাকৰ কৃতকাৰ্যতাৰ সমতুল্য নাছিল। ভাৰতৰ পৰা ৰপ্তানি হোৱা বেছিভাগ বাণিজ্য দ্রব্যই চালান হৈছিল বিদেশী জাহাজতহে। যদিও ভাৰতীয় গ্রন্থত ১০০০ যাত্রীবাহী জাহাজৰ কথা উল্লেখ কৰা হৈছে, সেয়া যে দেখাদেখিকৈ অতিৰঞ্জিত হিছাপ সেই বিষয়ে সন্দেহ নাই। প্লিনিয়ে তেওঁৰ সময়ৰ ভাৰত মহাসাগৰৰ নৌ-বাণিজ্যৰ বিষয়ে কিছুমান সঠিক তথ্য সংগ্রহ কৰিছিল। তেওঁ লিখিছে যে তেতিয়াৰ বৃহত্তম ভাৰতীয় জাহাজখন আছিল ৩০০০ এম্ফৰী বা ৭৫ টনৰ মাত্র। পঞ্চম শতিকাত ফাহিয়েনে সিংহলৰ পৰা জাভালৈ ২০০ যাত্রীবাহী এখন জাহাজত ভ্রমণ কৰিছিল। নাৱিক আৰু যাত্রী মিলি দুশ মানুহ নিয়া সেই জাহাজখনেই প্রাচীন ভাৰতৰ বৃহত্তম জাহাজবোৰৰ জোখ বুলি ধৰিব পাৰি। কাৰণ ফাহিয়েনৰ অন্ততঃ এই বিষয়ত অসত্য ভাষণ কৰাৰ কোনো কাৰণ নাই। তেতিয়াৰ যুগৰ ভাৰতীয় জাহাজৰ যিবোৰ চিত্র দেখা যায় সেইবোৰৰ পৰাও সেই সময়ৰ ভাৰতীয় জাহাজৰ আকৃতি আৰু আয়তন সম্বন্ধে বৃহৎ বুলি ধাৰণা নহয়। যদিও অজন্তাৰ গুহাত এখন তিনি মাস্তুলযুক্ত জাহাজৰ ছবি আছে, জাভাৰ প্রসিদ্ধ বোৰোবুডুৰ বৌদ্ধ মন্দিৰৰ স্থিৰচিত্রবোৰত যিবোৰ নৌ-যানৰ ছবি দেখা যায় সেইবোৰকো সবাতোকৈ ডাঙৰখনতহে পোন্ধৰজন মানুহ উঠিব পাৰিছিল। জাহাজ স্থিৰ কৰি ৰাখিবলৈ আজিকালিৰ দক্ষিণ ভাৰত আৰু শ্রীলঙ্কাৰ মাছমৰীয়া নৌ-যানবোৰৰ দৰে কাপোৰ তৰা আছিল সেইবোৰ নৌ-যানত, ডাঙৰ ডাঙৰ ব'ঠাৰে চলোৱা হৈছিল কিন্তু আজিকালিৰ দৰে ডাঙৰ গুৰি ব'ঠা বা হাল বা 'ৰাডাৰ্' নাছিল আমাৰ আলোচ্য কালছোৱাৰ ভাৰতীয় নৌ-যানত।

সাধাৰণতে প্রাচীন ভাৰতৰ জাহাজবোৰত ব্যৱহাৰ কৰা কাঠবোৰত গজাল মৰা নহৈছিল। তাৰ সলনি সেইবোৰ ভালদৰে জৰিৰে বন্ধা হৈছিল। এনে কৰা হৈছিল সমুদ্রগৰ্ভৰ কোনো কাল্পনিক চুম্বক-শিলৰ পৰা হ'ব পৰা বিপদৰ হাত সাৰিবলৈ। নহ'লে মধ্যযুগত জাহাজৰ কাঠত গজাল মৰা কৌশল ভাৰতত নজনাৰ কোনো কথা নাই। আচলতে চিলাই কৰি দিয়া বা ভালদৰে জৰপূৰ্বকৈ বান্ধি দিয়া কাঠৰ জাহাজ বা নৌকাহে বেছি নিৰ্ভৰযোগ্য আছিল। ভৰ বাৰিষাৰ ভাৰত মহাসাগৰৰ ভয়ানক ধুমুহাৰ

উত্তাল তৰঙ্গ আৰু সমুদ্ৰগৰ্ভৰ অসংখ্য প্ৰবাল দ্বীপৰ শিলৰ প্ৰাচীৰৰ মাজত তিষ্ঠি থাকিবলৈ। তিনিশ উণচল্লিশ নং জাতকত উল্লেখ আছে যে বহুত জাহাজ ভৃগুকচ্ছ পোতাশ্ৰয়ৰ পৰা বেভেৰু নামে এখন ঠাইলৈ গৈছিল। সম্ভৱতঃ এই বেভেৰুৱেই প্ৰাচীন বেবিলন নগৰ। তেনেকৈ পালি ভাষাৰ 'মিলিন্দ পঞ্‌ঞ' নামৰ বোধহয় খ্ৰীষ্টীয় প্ৰথম শতিকাৰে এখন গ্ৰন্থত এজন সদাগৰে আলেকজেণ্ড্ৰিয়া, বাৰ্মা, মালয় অথবা চীন দেশলৈ বাণিজ্যৰ উদ্দেশ্যে সমুদ্ৰযাত্ৰা কৰিছিল বুলি উল্লেখ কৰিছে। 'দশকুমাৰচৰিত' নামৰ খ্ৰীষ্টীয় ষষ্ঠ কি সপ্তম শতাব্দীৰ এখন বিখ্যাত গ্ৰন্থত এজন সদাগৰৰ পুত্ৰই কৃষ্ণকায় যৱনৰ বাসভূমি এক দ্বীপলৈ যোৱাৰ কথা লিখিছে। খুব সম্ভৱ সেয়া হ'ব মাদ্ৰাগাস্কাৰ বা জাঞ্জিবাৰ দ্বীপ। এইবোৰ তথ্যই ভাৰতীয় সমুদ্ৰযাত্ৰাৰ তেতিয়াৰ যুগৰ সীমা নিৰ্দিষ্ট কৰি দেখুৱাইছে।

প্ৰাচীন ভাৰতৰ প্ৰধান বন্দৰবোৰ আছিল পশ্চিম উপকূল ৰেখাত। সেইবোৰৰ ভিতৰত ভৃগুকচ্ছৰ কথা আগতেই কোৱা হৈছে। তাৰ পিছতে আধুনিক মুম্বাই নগৰৰ পৰা অলপ দূৰতে আছিল সুপাৰ আৰু সিন্ধুনদৰ মোহনাত আছিল পতল নামে বন্দৰ। এইবোৰ বন্দৰৰ পৰাই উপকূল ৰেখাৰ কাষেৰে জাহাজবোৰে দক্ষিণ ভাৰত আৰু শ্ৰীলঙ্কালৈ পাৰি দিছিল আৰু পশ্চিমমুৱা হৈ পাৰস্যোপসাগৰ আৰু লোহিত সাগৰ পাইছিলগৈ। প্ৰথম শতিকাত পশ্চিমৰ দেশবোৰৰ নাৱিকবিলাকে বাৰিষাৰ মৌচুমী বতাহৰ সোঁতৰ অভিমুখে পাল মেলি দি ভাৰত মহাসাগৰ পোনে পোনেই অতিক্ৰম কৰি দক্ষিণ ভাৰতৰ বন্দৰবোৰত উপস্থিত হৈছিলহি। পূবফালে গঙ্গা অৱবাহিকা অঞ্চললৈ নৌ-বাণিজ্যৰ সেৱা আগ বঢাইছিল চম্পা নদীৰ বন্দৰে। তাৰ পৰা জাহাজবোৰ গঙ্গাৰে ভটিয়াই আহি পূব উপকূলৰ কাষে কাষে দক্ষিণ ভাৰত আৰু শ্ৰীলঙ্কা পাইছিলগৈ। মৌৰ্যযুগত আৰ্য সংস্কৃতিৰ পূবদিশলৈ প্ৰসাৰণ হওঁতে গঙ্গাৰ প্ৰধান নদী-বন্দৰ হ'ল তাম্ৰলিপ্তি। তেতিয়াহে চম্পাৰ নদী-বন্দৰৰ গুৰুত্ব কমি আহিল। তাম্ৰলিপ্তিৰ পৰা জাহাজবোৰে অকল সিংহল দ্বীপলৈকে যে পাৰি দিছিল তেনে নহয়। খ্ৰীষ্টাব্দ আৰম্ভ হোৱাৰ আগৰে পৰা দক্ষিণ-পূব এছিয়া আৰু ইন্দোনেছিয়ালৈও সমুদ্ৰ যাত্ৰা কৰিছিল।

ৰোমৰ শাসনাধীন ইজিপ্তৰ সদাগৰ আৰু নাৱিকবোৰে ভাৰতৰ বিষয়ে ভালকৈ জানিছিল। তেতিয়াৰ যুগৰ এখন অতি গুৰুত্বপূৰ্ণ নাৱিকৰ গাইড্ বুক্ অৰ্থাৎ পথ-নিৰ্দেশক গ্ৰন্থ এতিয়া পোৱা গৈছে। সেই গ্ৰন্থৰ ভাষা গ্ৰীক। লেখক বা সংকলকৰ নাম অজ্ঞাত। ৰচনা কাল প্ৰথম শতিকাৰ শেহৰ ফালে হ'ব। ইংৰাজীত কিতাপখনৰ নাম হ'ল 'দ্য পেৰিপ্লাছ অব-দি এৰিথ্ৰিয়ান ছী'। এই পেৰিপ্লাছ, দ্বিতীয় শতিকাত ৰচিত টলেমিৰ ভূগোল আৰু প্ৰাচীন তামিল কাব্যবোৰত ইতিহাসৰ এইকালছোৱাৰ অনেক তথ্য পাবলৈ আছে আৰু সেইবোৰৰ পৰা তামিল দেশৰ বেপাৰ-বাণিজ্যৰ বিষয়ে বহু কথা জানিব পৰা যায়। সেইবোৰ দেশৰ কিছুমান বৰ ব্যস্ত আৰু উন্নত বন্দৰৰ বিষয়েও

উল্লেখ পোৱা যায়। সেইবোৰৰ ভিতৰত প্ৰধান আছিল চেৰ ৰাজ্যৰ মালাবাৰ উপকূলত অৱস্থিত মুশিৰী গ্ৰীকবিলাকে বুলিছিল মিউছিৰিচ্, বৰ্তমানৰ টুটিকোৰিণ নগৰৰ পৰা নাতিদূৰত আছিল পাণ্ড্য ৰাজ্যৰ কৰ্কাই বন্দৰ আৰু চোল ৰাজ্যত কাৱেৰী নদীৰ মোহনাত আছিল কাবিৰীপ্পাট্টিনম্ নগৰ।

তামিল ৰজাসকলে নিজৰ ৰাজ্যৰ পোতাশ্ৰয়বিলাকৰ উন্নতি সাধি সামুদ্ৰিক বাণিজ্যক সৰ্বতোপ্ৰকাৰে উৎসাহ যোগাইছিল। তেওঁলোকে আলোকস্তম্ভ অৰ্থাৎ জাহাজবোৰক পথ নিৰ্দেশ দিয়া পোহৰ-ঘৰ আৰু বিদেশী মালবাহী জাহাজে বস্তু নমোৱা-উঠোৱা পকী ঘাট নিৰ্মাণ কৰাৰ কথা আমি পঢ়িবলৈ পাওঁ। সেই পকীঘাটবিলাকেৰে আমদানি হোৱা বিদেশী জাহাজৰ বয়বস্তু কাষ্টমছ্ বা শুল্ক বিষয়াসকলে পৰীক্ষা কৰি ৰজাৰ মোহৰ মাৰি ডাঙৰ ডাঙৰ গুদাম ঘৰত ৰাখিছিল। কাবিৰীপট্টিনম এতিয়া সাধাৰণ এখন মাছমৰীয়া গাঁও। নদীৰ পলস পৰি পোত খোৱা। এসময়ত তাতে আছিল মানুহে নিৰ্মাণ কৰা এক পোতাশ্ৰয়। সেই কৃত্ৰিম পোতাশ্ৰয় নিৰ্মাণ কৰোৱা হৈছিল মহাপ্ৰতাপী ৰজা কৰিকালনে সিংহল আক্ৰমণ কৰি বন্দী কৰি অনা অসংখ্য যুদ্ধ বন্দী সিংহলী সেনাৰ দৈহিক শ্ৰমেৰে।

সেই সময়ত চকোত্ৰাত এখন ডাঙৰ ভাৰতীয় লোকৰ উপনিবেশ আছিল। আনকি সেই দ্বীপটোৰ নামটোও মূলতে ভাৰতীয় নাম আছিল যেনেই লাগে। ভাৰত মহাসাগৰ অতিক্ৰম কৰি ভাৰতীয় বিদেশগামী জাহাজবোৰে প্ৰথম সেই দ্বীপৰ মাটিকে চোবেগৈ। সেইবাবে দ্বীপটোৰ নাম দিছিল 'সুখতৰা দ্বীপ' অৰ্থাৎ 'অতি ৰমণীয় দ্বীপ'। আলেকজেন্দ্ৰিয়াত ভাৰতীয় বণিকসকলক ভায়ন ক্ৰীছষ্টমে লগ পাইছিল। এনেকুৱা এজন ভাৰতীয় নাগৰিকে লোহিত সাগৰৰ পৰা সৰুপথেৰে নীল নদীৰ পাৰলৈ গৈ তাৰ পৰা আলেকজেন্দ্ৰিয়ালৈ যাওঁতে বাটত ৰেডেছিয়েৰ এটা মন্দিৰত এটা সংক্ষিপ্ত লিপি এৰি গৈছিল যাৰ পাঠভাগত আছে—"মই ছফন নামে এজন ভাৰতীয়ই মোৰ যাত্ৰা নিৰ্বিঘ্ন হ'বলৈ পান দেৱতাৰ প্ৰতি পূজা আগবঢ়ালোঁ।" ছফন্ নামটোও মূলতে হয়তো শুভানু বা তেনে কোনো ভাৰতীয় নামেই আছিল আৰু 'পান' নামৰ গ্ৰীক দেৱতাৰ কথা কওঁতে ভাৰতীয় সদাগৰৰ মনলৈ নিশ্চয় পোহনীয়া জন্তুৰ জাক লৈ গাঁৱলীয়া বাঁহী বজাই ঘূৰি ফুৰা ভাৰতীয় 'কৃষ্ণ' দেৱতাৰ কথাই আহিছিল। কিন্তু সেই লিপিৰ পৰাই ধাৰণা কৰিব পাৰি যে ভাৰতীয় সদাগৰজন হেলেনিক সংস্কৃতিৰ দ্বাৰাই ভালকৈয়ে প্ৰভাৱিত হোৱা লোক আছিল।

ভাৰতীয় বণিকেই নহয় আমি ৰোমত ভাৰতীয় ভাগ্যগণনাকাৰী, যাদুকৰ আৰু দেহোপজীৱীনী থকাৰ কথাও পঢ়িবলৈ পাওঁ। আৰু হাতীৰ লগত ভাৰতীয় মাউতবোৰতো পাশ্চাত্য দেশবোৰলৈ গৈছিলেই। ৰোমান চীজাৰসকলৰ ৰাজসভালৈ বহুতো ভাৰতীয় ৰজাই ৰাজদূত পঠোৱাৰ কথাও উল্লেখ আছে। এনে ধৰণৰ ভাৰতীয় ৰজাৰ দ্বাৰা

প্ৰেৰিত প্ৰথমজন ৰাজদূতৰ উল্লেখ ষ্ট্ৰাবোৰ লেখাত পোৱা যায়। সেইজন ৰাজদূত পাণ্ড্য ৰজাই পঠাইছিল আৰু অগষ্টাছে খ্ৰীঃ পূঃ ২০ চনত এথেন্সত তেওঁক সাক্ষাৎ কৰিছিল। সেইজন ৰাষ্ট্ৰদূতৰ লগতে এজন ভাৰতীয় ঋষিও গৈছিল। তেওঁক ৰোমানবিলাকে নাম দিছিল জাৰ্মানোছেগোছ। সংস্কৃত ভাষাৰ শ্ৰমণাচাৰ্য নামৰে সেইটো ৰোমান ৰূপ। এই ঋষিজনে জীৱনৰ বোজা বৈ বৈ ক্লান্ত হৈ পৰি এথেন্সত জ্বলন্ত চিতাত আত্মজাহ দি স্বেচ্ছাই মৃত্যু গ্ৰহণ কৰিছিল। ছেন্ট পলে যে লিখিছিল— "যদিও মই মোৰ শৰীৰ চিতাত অৰ্পণ কৰিলোঁ তাৰ পৰা কোনো পুণ্যফল মোৰ লাভ নহ'ল।" এই কথাষাৰো বোলে ভাৰতীয় মুনিজনাৰ সেই আত্মজাহৰ কাহিনীৰ কথা মনলৈ অহা বাবেই লিখিছিল। ছেন্ট পলে তেওঁ লিখিবলৈ লোৱাৰ ষাঠি-সত্তৰ বছৰমানৰ আগতে ঘটা ঘটনাৰ বিষয়ে তেওঁৰ এথেনিয়ান সতীৰ্থসকলৰ পৰাই নিশ্চয় জানিব পাৰিছিল। এই তথ্য অৱশ্যে কল্পনাপ্ৰসূত বুলিয়েই ক'ব লাগিব—কিন্তু সম্পূৰ্ণ অসম্ভৱো নহয়। পিছৰ কালতে সিংহলৰ ৰজাই সম্ৰাট ক্লদিয়াছৰ ৰাজসভালৈ ৰাজদূত প্ৰেৰণ কৰিছিল। ভাৰতৰ বিভিন্ন ৰজাৰ ৰাজদূত প্ৰেৰিত হৈছিল ট্ৰজান, এণ্টনিনাছ পায়াছ, জুলিয়ানদা এপষ্টেট্, আৰু জাষ্টিনিয়ান আদি সম্ৰাটসকলৰ দিনতো। পিছৰ যুগৰ সম্ৰাট কন্সটেণ্টাইনৰ এজন ভাৰতীয় ৰান্ধনি আছিল।

পাশ্চাত্য দেশবিলাকত চাহিদা থকা প্ৰধান প্ৰধান বস্তুবোৰ আছিল ভাৰতৰ মছলা, সুগন্ধি আতৰ, মণি-মুকুতা, মসৃণ কাপোৰ। তাৰ পিছতে চেনি, চাউল আৰু ঘিউ ৰপ্তানি হৈছিল ভাৰতৰ পৰা বিলাসী খাদ্য হিছাপে আৰু কাৰুকাৰ্য কৰা হাতীদাঁত আৰু কেঁচা-হাতীদাঁতো কিছু পৰিমাণে। অতি সুন্দৰকৈ কটা এগৰাকী দেৱী বা যক্ষীৰ মূৰ্তি সম্বলিত এটুকুৰা হাতীদাঁত পোৱা গৈছে হাৰ্কিউলিনিয়াম নগৰৰ ধ্বংসাৱশেষৰ মাজত। ভাৰতৰ লো-ধাতু তাৰ বিশুদ্ধতা আৰু কঠিনতা গুণৰ বাবে সকলোৱে বিচাৰিছিল। বিভিন্ন ৰং প্ৰস্তুত কৰিবৰ বাবে ভাৰতৰ লা আৰু নীলৰ চাহিদাও আছিল খুব বেছি। ভাৰতৰ আৰু এবিধ বস্তুৰ খুব প্ৰয়োজন আছিল ৰোমান সাম্ৰাজ্যত। সেইটো হ'ল জীৱন্ত জানোৱাৰ আৰু পক্ষী। হাতী, সিংহ, বাঘ আৰু ম'হ জাকে জাকে ৰপ্তানি হৈছিল ভাৰতৰ পৰা। ৰোমান সম্ৰাটসকল আৰু সাম্ৰাজ্যৰ প্ৰাদেশিক শাসনকৰ্তাবিলাকে আয়োজন কৰা বনৰীয়া জন্তুৰ প্ৰদৰ্শনীত সেই জীৱ-জন্তুবোৰ দেখুৱাবৰ বাবেই দৰকাৰ হৈছিল। ডাঙৰ ডাঙৰ জন্তুবোৰ মৰুভূমিৰ মাজৰ পামিৰা নামৰ নগৰৰ মাজেদি স্থলপথেৰেই নিয়া হৈছিল তদুপৰি সৰু সৰু জন্তু আৰু চৰাই যেনে বান্দৰ, ভাটৌ, ময়ূৰ আদি বিস্তৰ পৰিমাণে নিয়া হৈছিল। ধনী আৰু চৌখিন ৰোমান মহিলাসকলৰ চখৰ পোহনীয়া হিছাপে সম্ৰাট ক্লডিয়াছে আনকি ভাৰতৰ পৰা ৰূপকথাৰ ফিনিক্স এটাও বোলে সংগ্ৰহ কৰিছিল। খুব সম্ভৱ, সেই ফিনিক্স আচলতে ভাৰতীয় সোণালী বৰণৰ ডঁৰিক চৰায়েই হ'ব—ভাৰতৰ পখীবিলাকৰ ভিতৰতে এটা অতি সুন্দৰ প্ৰজাতি।

ইমানবোৰ বস্তু ৰপ্তানি কৰাৰ বিনিময়ত ভাৰতে দ্ৰব্যবস্তু বেছি বিচৰা নাছিল। বিচাৰিছিল সোণৰ মুদ্ৰা অৰ্থাৎ সোণ। পাশ্চাত্য দেশসমূহৰ উৎকৃষ্ট মৃৎশিল্পৰ নিদৰ্শন মাটিৰ পাত্ৰ আদি, স্ফটিকেৰে নিৰ্মিত নানা ধৰণৰ বস্তু, পাত্ৰ ইত্যাদি, ভাৰতলৈ আমদানি হৈছিল। পণ্ডিচেৰীৰ কাষৰ আৰ্কিমেদু নামে এটা প্ৰাচীন কালৰে বাণিজ্য কেন্দ্ৰৰ ধ্বংসাৱশেষত সেইবোৰ বস্তুৰ নিদৰ্শন পোৱা গৈছে। পাশ্চাত্য দেশৰ পৰা অহা মদৰো কিছু চাহিদা আছিল। পশ্চিমৰ দেশৰ বণিকবোৰে টিন বা বগীতাম, সীহ, প্ৰবাল আৰু ক্ৰীতদাসীও আনিছিল ভাৰতলৈ। কিন্তু পাশ্চাত্য দেশবোৰৰ লগত প্ৰাচীন ভাৰতৰ যি বাণিজ্য চলিছিল তাৰ পৰিণতি কিন্তু দুয়োপক্ষৰ বাবে সমান সমান হোৱা নাছিল। ভাৰতৰ পৰা ৰপ্তানি হোৱা বিবিধ দ্ৰব্য-বস্তুৰ বিনিময়ত ভাৰতে লৈছিল কেৱল স্বৰ্ণমুদ্ৰা। ফলত ৰোমান সাম্ৰাজ্যৰ পৰা বিপুল পৰিমাণৰ সোণ বাহিৰ হৈ গৈছিল ভাৰতলৈ। তাৰ পৰিণামত হোৱা ক্ষতিৰ বিষয়ে সজাগ হৈ প্লিনিয়ে হিছাপ কৰি লিখিছিল যে তেওঁৰ সমসাময়িক পাশ্চাত্য সমাজৰ অতিমাত্ৰ বিলাসবহুল আৰু অনৈতিক জীৱন যাত্ৰাৰ ফলস্বৰূপে এবছৰতে ১০০ মিলিয়ন চেষ্টাৰচেজ (এবিধ ৰোমান ৰূপৰ মুদ্ৰা) পৰিমাণৰ ধন-সোণ ৰোমান সাম্ৰাজ্যৰ পৰা প্ৰাচ্যদেশবোৰলৈ ওলাই গৈছিল। প্লিনিয়ে লিখিছিল— "তাৰ পৰাই বুজিব পাৰি কি বিপুল পৰিমাণৰ অৰ্থ আমি প্ৰতি বছৰে ব্যয় কৰোঁ আমাৰ লাহ-বিলাহ আৰু তিৰোতাসকলৰ কাৰণে।" (প্লিনি ঃ ১২।১৮) এইদৰে বিপুল পৰিমাণৰ ধন-সোণ ৰোমান সাম্ৰাজ্যৰ পৰা নিষ্কাসিত হৈ যোৱাটোও সম্ৰাট নিৰোৰ ৰাজত্বকালৰ পৰা প্ৰবলভাৱে অনুভূত হোৱা ৰোমৰ নিদাৰুণ অৰ্থাভাৱৰ অন্যতম কাৰণ আছিল। অকল সোণৰে নহয়, যি কোনো ধাতুৰে নিৰ্মিত ৰোমান মুদ্ৰাই চালান হৈছিল ভাৰতলৈ। দাক্ষিণাত্য উপদ্বীপ আৰু সিংহলত ইমান প্ৰচুৰ পৰিমাণে ৰোমান মুদ্ৰা পোৱা গৈছে যে তাৰ পৰাই অনুমান কৰিব পাৰি যে ৰোমান মুদ্ৰা ভাৰতত টকাৰ দৰে ব্যৱহাৰ কৰাই হৈছিল।

একেবাৰে খাটি ৰোমান নহ'লেও ৰোমান সাম্ৰাজ্যৰ বহুতো প্ৰজায়ে ভাৰতত স্থায়ীভাৱে বাস কৰিবলৈ লৈছিল তাৰ নিৰ্ভৰযোগ্য প্ৰমাণ পোৱা গৈছে। মিউজ্ৰীত সম্ৰাট অগষ্টাছৰ এটা মন্দিৰ আছিল বুলি উল্লেখ আছে। প্ৰাচীন তামিল সাহিত্যতো যৱনবিলাকৰ বিষয়ে নানা উল্লেখ পোৱা যায়। এই 'যৱন'বিলাকক তেতিয়াৰ তামিল ৰজাসকলে দেহৰক্ষী হিছাপে অথবা কাৰিকৰী বিশেষজ্ঞ বা ইঞ্জিনীয়াৰ হিছাপে কামত লগাইছিল। সেইবিলাক মানুহৰ যুদ্ধৰ বিভিন্ন কলা-কৌশল বিশেষকৈ শত্ৰুৰ দুৰ্গ অৱৰোধ কৰোঁতে প্ৰয়োজন হোৱা নানা যন্ত্ৰ-পাতি নিৰ্মাণ কৰাত বিশেষ দক্ষতা আছিল বাবে তামিল ৰজাসকলৰ কামত আহিছিল। 'যৱন' শব্দটোৰে মূলতে এজন গ্ৰীক লোকক বুজাইছিল যদিও পিছৰ কালত তাৰ প্ৰয়োগ শিথিল হৈ তাৰে সাধাৰণভাৱে যি কোনো পাশ্চাত্য দেশৰ লোককে বুজাবলৈ ধৰা হৈছিল। গতিকে দক্ষিণ ভাৰতৰ 'যৱন'ৰ মাজত ৰোমান সৈন্যবাহিনীৰ ভগনীয়া সৈন্যদলবোৰো অন্তৰ্ভুক্ত হোৱাটো খুবেই সম্ভৱ।

ভাৰত আৰু পাশ্চাত্য জগতৰ মাজত হোৱা সম্বন্ধৰ আৰু প্ৰমাণ পোৱা যায় ভাষাত। আনকি কিছুমান হিব্ৰু শব্দও ভাৰতীয় মূলৰ বুলি ধৰা হয়। যেনে—হিব্ৰু ভাষাত 'বান্দৰ' বুজাবলৈ 'কোফ্' শব্দ সংস্কৃত 'কপি' শব্দ আৰু 'ময়ূৰ' বুজোৱা 'টুকি' শব্দ তামিল 'টোগাই' শব্দৰ পৰা উৎপত্তি হৈছে বুলি কোৱা হয়। 'অ'ল্ড্ টেষ্টামেণ্ট'ৰ 'বুক্ অব্ কিঙছ্' ঐতিহাসিক অৰ্থত প্ৰামাণ্য গ্ৰন্থ নহ'ব পাৰে, কিন্তু বাইবেলৰ সেই অংশত থকা থাৰ্‌স্বিসৰ নৌবাহিনীয়ে ৰজা চ'লোমনলৈ সোণ-ৰূপ-হাতীদাঁত আৰু মৌৰা চৰাই অনাৰ বৃত্তান্তলৈ চালে জানিব পাৰি যে হিব্ৰুসকলে তেতিয়াৰ যুগতে ভাৰতৰ পৰা সেইবোৰ দ্ৰব্যবস্তু আমদানি কৰিছিল। 'বাইবেল'ৰ কিংছ অংশতে থকা (১০।১১) বৰ্ণনা মতে যিখন 'লেণ্ড অব অফিৰ'ৰ পৰা টায়াৰৰ ৰজা হিৰামে ৰজা চলোমনৰ বাবে সোণ, মূল্যবান ৰত্ন আৰু অল্‌মুগ্' গছ আনিছিল—সেইখন বৰ্তমানৰ মুম্বাই নগৰৰ নিকটৱৰ্তী প্ৰাচীন 'সুপাৰ' নামৰ এখন বন্দৰ-নগৰ আছিল বুলি ঐতিহাসিকসকলে মত প্ৰকাশ কৰিছে। গ্ৰীক ভাষাৰ বাইবেলৰ নাম 'চেপ্তুৱাগিণ্ট'তো সুপাৰক বুজোৱা গ্ৰীক শব্দৰ ধ্বন্যাত্মক সাদৃশ্য আছে। 'অল্‌মুগ্' গছ মানে চন্দন কাঠকে বুজাইছে যেন লাগে। কাৰণ চন্দন বুজোৱা আন এটা সংস্কৃত নাম হৈছে 'ৱল্‌গুক'। সেই শব্দৰ হিব্ৰুৰূপ অল্‌মুগ্' হ'বই পাৰে। ভাৰতীয় মূলৰ গ্ৰীক আৰু লেটিন ভাষাত থকা প্ৰায় সকলো শব্দই পণ্যদ্ৰব্যৰ নাম। যেনে মহামূল্যৱান মণি-মুক্তাৰ ভিতৰত সংস্কৃত 'মৰকত্' গ্ৰীক ভাষাত 'স্মৰকদোছ' বা 'মেৰকডোছ' 'লেটিন ভাষাত' 'স্মৰগডাম', সংস্কৃত 'বৈদূৰ্য' লেটিন ভাষাত 'বেৰিলাচ্' গ্ৰীক ভাষাত 'বেৰুলছ্'। মছলা বুজোৱা শব্দৰ ভিতৰত সংস্কৃত 'শৃঙ্গৱেৰ' বা আদাক গ্ৰীক ভাষাত বুলিছিল 'জিঙ্গিবেৰ' আৰু 'জিঙ্গিবেৰিচ্' লেটিন ভাষাত বুলিছিল 'জিঞ্জিবেৰ' ; সংস্কৃত 'পিপ্পলী' শব্দটো লেটিনত হৈছিল 'পাইপাৰ্' গ্ৰীকভাষাত 'পেপ্লেৰি'। খাদ্যদ্ৰব্য বুজোৱা শব্দৰ ভিতৰত সংস্কৃত 'শৰ্কৰা' (অৰ্থাৎ চেনি) শব্দৰ গ্ৰীক আৰু লাটিন প্ৰতিশব্দ দুটাতো ধ্বনিগত সাদৃশ্য আছিল। তেনেকৈ চাউল বুজোৱা লেটিন 'ওৰিজা' আৰু গ্ৰীক 'ওৰুজা' শব্দ দুটাৰো তামিল ভাষাৰ 'অৰিছি' শব্দৰ মিল আছে। তেনেদৰে কপাহৰ সংস্কৃত শব্দ 'কাৰ্পাস্' গ্ৰীক ভাষাত হৈছিল 'কাৰ্পাউছ্। সংস্কৃত হাতী বুজোৱা এটা শব্দ হৈছে ইভঃ' গ্ৰীক ভাষাত সি হৈ পৰিছিল 'এলিফাচ্' ছেমিটিক ভাষাবোৰত ব্যৱহৃত 'ইল্', 'এল' আদি প্ৰত্যয় সংযুক্ত হৈ ইভঃ শব্দৰ ৰূপান্তৰ ঘটিছিল। ওপৰত উল্লিখিত 'মৰকত' আৰু বৈদুৰ্য শব্দ দুটা সম্ভৱতঃ মধ্য প্ৰাচ্যৰ কোনো ভাষাৰ জৰিয়তে গ্ৰীক আৰু লেটিন ভাষাত প্ৰৱেশ কৰিছিল।

তেনেকৈ গ্ৰীক ভাষাৰ পৰা সংস্কৃতলৈ অহা শব্দবোৰ আছিল প্ৰধানকৈ গণিত আৰু জ্যোতিৰ্বিদ্যা সম্বন্ধীয়। তাৰ ভিতৰৰে কিছুমান মুখে মুখে ব্যাপকভাৱে ব্যৱহৃত। তেনে কিছুমান শব্দ ভাৰতীয় অন্যান্য ভাষাবোৰলৈও সোমাই গৈছে। উদাহৰণস্বৰূপে,

গ্ৰীক 'হোৰা'ৰ সংস্কৃত ৰূপো হোৰা মানে সময়ৰ জোখ, গ্ৰীক 'কেণ্ট্ৰন্' শব্দৰ সংস্কৃত ৰূপ 'কেন্দ্ৰ', গ্ৰীক 'এংকোণ' শব্দৰ সংস্কৃত ৰূপ 'কোণ'। দুটা মুদ্ৰা 'ড্ৰাক্মা' আৰু 'দীনাৰ' (মূল গ্ৰীক্ আহিছে লেটিন 'দিনাৰিয়াছ' শব্দৰ পৰা), যুদ্ধত ব্যৱহৃত 'সুৰঙ্গ' আৰু কাশ্মীৰী ভাষাৰ 'কম্পন' বা 'সৈন্যশিবিৰ' শব্দ দুটাও গ্ৰীক মূলৰ ঃ লেখন বিদ্যা সম্বন্ধীয় 'মেল', 'কলম' আদি শব্দবোৰো নিশ্চিতভাৱে আন ভাষাৰ পৰা অহা। কিন্তু সেই দুটা শব্দৰ খাঁটি ভাৰতীয় মূলৰ সমাৰ্থক শব্দও আছে। আনহাতে সংস্কৃত 'পুস্তক' শব্দও গ্ৰীক মূলৰ বুলি কোৱা কথা এতিয়াৰ ভাষাবিদসকলে নাকচ্ কৰিছে।

মধ্যযুগত চীন দেশেও পাশ্চাত্য দেশবোৰৰ দৰেই ভাৰতৰ পৰা অনেক বস্তু আমদানি কৰিছিল। কিন্তু চীনে তাৰ বিনিময়ত অনেক উৎপন্ন দ্ৰব্য নিজেও দিব পাৰিছিল। যেনে ভাৰতীয় ৰেচমী, পাট আৰু মছ্লিন কাপোৰ অতি উন্নত মানৰ আছিল। চীনা পাটৰ কাপোৰ আৰু চীনা পৰ্চেলিন আৰু মৃৎশিল্পৰ বস্তুবোৰৰ দক্ষিণ-ভাৰতত আৰু সিংহলত খুব চাহিদা আছিল। পিছৰ যুগত মুছলিম দেশবোৰৰ মৃৎশিল্পৰ উৎপাদিত সামগ্ৰীবোৰো প্ৰচুৰভাৱে ভাৰতত চলাৰ বহুত প্ৰমাণ পোৱা গৈছে।

সমুদ্ৰপথেৰে বাণিজ্য সদায়েই চলি আছিল যদিও সামুদ্ৰিক বাণিজ্য ক্ৰমাৎ বিদেশী বণিকগোষ্ঠীবোৰৰ হস্তগত হ'বলৈ ধৰিছিল। ভাৰতীয়সকলে সাগৰ কোনো দিনে ত্যাগ কৰা নাছিল। কিন্তু মুছলমান আক্ৰমণ আৰম্ভ হোৱাৰ সময়ত সমুদ্ৰযাত্ৰা কৰি বিদেশ ভ্ৰমণ কৰিলে জাত যায় বুলি এটা বিশ্বাসে ভাৰতীয় উচ্চ জাতৰ মানুহৰ মাজত খোপনি ল'লে। হেমাদ্ৰিকৃত 'চতুৰঙ্গ-চিন্তামণি'ৰ দৰে গ্ৰন্থৰ মতে সমুদ্ৰযাত্ৰা কৰি জাত হেৰুৱা মানুহৰ উদ্ধাৰ কৰিবলৈ কোনো প্ৰায়শ্চিত্তই নাছিল। সমুদ্ৰযাত্ৰাৰ ক্ষেত্ৰত এনে ধৰ্মীয় বাধা আৰোপৰ পটভূমিত চিৰদিনীয়া সমুদ্ৰ-ভীতি আৰু সমুদ্ৰৰ প্ৰতি আগ্ৰহহীনতাই নিশ্চয় কাম কৰিছিল। ভাৰতীয় লোকৰ মানসিকতাত সেইটো সকলো যুগতে আছিল। যদিও ভাৰতীয় নাৱিক বা সমুদ্ৰাচাৰীসকলৰ নিপুণতা আৰু সাহ-বুদ্ধি আনৰ সমানেই আছিল, তথাপি সমুদ্ৰযাত্ৰা বৰ্জনীয় আৰু নিশ্চিতভাৱে বিপদজনক বুলিয়েই সদায় কোৱা হৈছিল ভাৰতীয় গ্ৰন্থবোৰত। মধ্যযুগত আৰব আৰু চীনাসকলে জাহাজ নিৰ্মাণ বিদ্যাত ভাৰতীয় জাহাজনিৰ্মাতাক চেৰ পেলাই আগুৱাই গ'ল। পিছলৈ ভাৰতীয় সদাগৰে নিজৰ বাণিজ্য-দ্ৰব্য নিজেই জাহাজত তুলি দেশে-বিদেশে বেহাবলৈ নিয়াতকৈ বিদেশী মধ্যভোগী বণিকৰ হাতত তুলি দিবলৈহে ভাল পোৱা হ'ল। মুছলিম আক্ৰমণৰ লগে লগে ক্ৰমাৎ বিদেশৰ প্ৰতি অনাগ্ৰহৰ ভাব বৃদ্ধি পাবলৈ ধৰিলে ভাৰতীয় মানুহৰ মনত। ফলস্বৰূপে যি ভাৰতীয় জাতিয়ে চকোত্ৰাৰ পৰা বোৰ্ণিওলৈকে অনেক ঠাইত উপনিৰেশ স্থাপন কৰিছিল প্ৰাচীন যুগত সেই উদ্যমী জাতিৰ লোক এইবাৰ ধৰ্মৰ অনুমোদন ক্ৰমে দেশৰ মাটি কামুৰি থকা স্থলবাসী জাতি হিছাপে পৰিগণিত হ'ল।

# সাত

## ধৰ্ম ঃ বিভিন্ন পন্থা, ধৰ্মমত আৰু দৰ্শন

## (১) চতুৰ্বেদ-বিহিত ধৰ্ম ঃ ঋকবেদোক্ত দেৱতাসকল।

ভাৰতৰ প্ৰাচীনতম সভ্য অধিবাসীসকলে পূজা কৰিছিল এগৰাকী দেৱী-মাতা আৰু মূৰত শিং থকা প্ৰজনন শক্তিৰ প্ৰতীকস্বৰূপ এজন দেৱতাক। তেওঁলোকে কিছুমান বৃক্ষ আৰু জন্তুক পবিত্ৰ জ্ঞান কৰিছিল আৰু ধৰ্মীয় বিধিমতে মন্ত্ৰসহকাৰে স্নান সমাপন তেওঁলোকৰ ধৰ্মাচাৰণৰ এক প্ৰধান অঙ্গ আছিল। এইখিনিৰ উপৰি হৰপ্পা সভ্যতাৰ সেইসকল লোকৰ ধৰ্মৰ বিষয়ে আৰু বহুত কথা কোৱা আৰু লিখা হৈছে যদিও কোনো ধৰণৰ বোধগম্য লিপি বা সাক্ষ্যৰ অভাৱত সেইবোৰৰ সৰহভাগেই অনুমানভিত্তিক উক্তিয়েই হৈ থাকিব। হৰপ্পাৰ ধৰ্মৰ প্ৰধান প্ৰধান ধৰ্মাচাৰবিলাকৰ বহুত পিছৰ যুগবোৰত পুনৰ প্ৰচলন হোৱাৈলে চাই আমি এনে সিদ্ধান্তও কৰিব পাৰোঁ যে হৰপ্পাৰ সেই ধৰ্মবিশ্বাস কোনো যুগতে সম্পূৰ্ণভাৱে বিলুপ্ত হোৱা নাছিল। সেই ধৰ্মমত আৰু আচাৰ-ব্যৱহাৰ নীৰৱেই অনুশীলিত হৈ আহিছিল ভাৰতীয় সাধাৰণ মানুহৰ সমাজত যুগ যুগ ধৰি। যুগে যুগে অন্যান্য জাতিৰ ধৰ্মবিশ্বাস আৰু ধৰ্মাচাৰৰ সংস্পৰ্শলৈ আহি প্ৰাচীন সেই ভাৰতীয় ধৰ্মই পুষ্টি-শক্তি লাভ কৰি ক্ৰমাৎ শক্তিশালী আৰু প্ৰভাৱশালী ৰূপত আত্মপ্ৰকাশ কৰি পৰৱৰ্তী যুগত আৰ্যসকলৰ প্ৰাচীন ধৰ্মবিশ্বাসো প্ৰভাৱিত কৰিবলৈ সক্ষম হৈছিল।

প্ৰাচীন আৰ্যসকলৰ ধৰ্ম সম্বন্ধে আমাৰ বিস্তৃত জ্ঞান 'ঋকবেদ'ৰ ১০২৮ টা স্তোত্ৰৰ ওপৰত প্ৰতিষ্ঠিত। 'ঋকবেদ' হৈছে এতিয়াই অতি পবিত্ৰ বুলি গণ্য বিশ্বৰ প্ৰাচীনতম ধৰ্মশাস্ত্ৰ। ইয়াৰ ৰচনাকাল সম্ভৱতঃ খ্ৰীঃ পূঃ ১৫০০ ৰ পৰা খ্ৰীঃ পূঃ ৯০০ ৰ ভিতৰতে হ'ব। 'ঋকবেদ' উচ্চবৰ্ণৰ আৰ্যসকলৰ যজ্ঞ-হোম আদিত ব্যৱহাৰ কৰা স্তোত্ৰসমূহৰ এক বৃহৎ সংকলন। পিছৰ তিনিখন বেদ— 'সাম', 'যজুৰ' আৰু 'অথৰ্ববেদ'ৰ প্ৰকাৰ অলপ বেলেগ ধৰণৰ। 'সামবেদ'খন ঐতিহাসিকৰ কাৰণে প্ৰায় কামত নহা বিধৰ। ইয়াত বিভিন্ন যাগ-যজ্ঞ হোমাদিৰ বাবে প্ৰয়োজনীয় 'ঋকবেদ'ৰে কিছুমান স্তোত্ৰ-মন্ত্ৰ বাছি বাছি একেলগে সংকলিত কৰি ৰখা হৈছে মাথোন। 'যজুৰ্বেদ' ৰচিত হৈছিল 'ঋকবেদ'তকৈ এক বা দুই শতাব্দী পিছত। ইয়াত আছে যজ্ঞকৰ্মত লগা গদ্য আৰু পদ্যত

ৰচিত কিছুমান সূত্ৰ আৰু মন্ত্ৰ। সেইবোৰ যজ্ঞকালত দৈহিক শ্ৰমেৰে যজ্ঞৰ যোগাৰ আৰু কৰ্মভাগ সম্পন্ন কৰা পুৰোহিতজনে উচ্চাৰণ কৰি গাই যায়। সেইজন পুৰোহিতক বোলা হৈছিল অৰ্ধ্বয়ু। 'যজুৰ্বেদ সংহিতা' নামেৰে জনাজাত বিভিন্ন পাঠৰ সমষ্টি। সেই সংহিতাবোৰৰো দুটা ভাগ। এভাগক বোলে 'কৃষ্ণ-যজুৰ্বেদ'। সেই ভাগত যজ্ঞবিধিৰ নিৰ্দেশাৱলী ভাগে ভাগে বেলেগ বেলেগ শিতানত লিখা আছে। 'শুক্ল-যজুৰ্বেদ' নামৰ সংহিতাত সেইবোৰ নিৰ্দেশকে আৰু বিতংভাৱে বৰ্ণিত হৈছে। সেই সংহিতা 'ব্ৰাহ্মণ' নামেৰে প্ৰসিদ্ধ হয়। 'অথৰ্ববেদ'ত ঘাইকৈ যাদু-মন্ত্ৰ-তন্ত্ৰাদি সংকলিত হৈছে। এই বেদ নিশ্চয় 'ঋক' আৰু 'যজুৰ্বেদ'তকৈ পিছৰ যুগৰ ৰচনা। এই বেদত দেখা পোৱা যায় এক সৰল দেও-পূজা আৰু মন্ত্ৰ আদি আৰু সেইবোৰৰ প্ৰয়োগৰ নানা বিধি-বিধান। 'অথৰ্ববেদ'ৰ পৰিৱেশ যে 'ঋকবেদ'ৰ উচ্চাঙ্গ পৰিৱেশতকৈ নিম্নমানৰ সেইটো স্পষ্টকৈ বুজা যায়। অথৰ্ববেদত সন্নিবিষ্ট হৈছে আৰ্য জাতিৰ সাধাৰণ আৰ্য জনগণৰ দ্বাৰা আচৰিত ধৰ্ম আৰু লোকাচাৰ। সেইবোৰৰ লগত বহুতো অনাৰ্য চিন্তা আৰু আচাৰ-ব্যৱহাৰো নিশ্চয় সোমাই গৈছে। বৃহদাকাৰ ব্ৰাহ্মণবিলাকক সাধাৰণতে বেদগণৰ ওপৰঞ্চি সংযোজন বুলি ধৰা হয়। আনহাতে ৰহস্যতত্ত্বৰে পূৰ্ণ আৰণ্যক আৰু উপনিষদবিলাকক ধৰা হয় ব্ৰাহ্মণবিলাকৰ ওপৰঞ্চি সংযোজন বুলি। এই গোটেইবিলাক গ্ৰন্থকে একেলগে বৈদিক সাহিত্য বুলি জনা যায়। ব্ৰাহ্মণবিলাকত উক্ত তথ্যলৈ চালে সেইবোৰৰ ৰচনাকাল প্ৰধানকৈ আনুমানিক খ্ৰীঃ পূঃ অষ্টম শতিকাৰ পৰা ষষ্ঠ শতিকাৰ ভিতৰত হ'ব। সবাতোকৈ পুৰণি উপনিষদ-কেইখনৰো ৰচনা কাল প্ৰায় একে সময়তে। কিন্তু কিছুমান 'উপনিষদ' নিশ্চিতভাৱে বহুত পিছৰ যুগৰ। ভাৰতৰ যিসকল লোকে এই গ্ৰন্থবোৰ ৰচনা কৰিছিল সেইসকলৰ ধৰ্ম এতিয়াৰ যুগৰ ভাৰতীয় হিন্দু ধৰ্মৰে একে নাছিল। বহুতো পণ্ডিতে তেওঁলোকৰ ধৰ্মক ব্ৰাহ্মণ্য ধৰ্ম বা বৈদিক ধৰ্মহে বোলে। সেই ধৰ্মৰ লগত এতিয়াৰ হিন্দু ধৰ্মৰ ভিন্নতাৰ লগত মন্দিৰত বলি-বিধানেৰে পালন কৰা প্ৰাচীন জুদাইজম্ আৰু বৰ্তমানৰ ছিনাগগত পালন কৰা জুদাইজম্‌ৰ মাজৰ ভিন্নতাৰ সাদৃশ্য আছে।

'ঋকবেদ'ৰ বহু অংশ সম্পূৰ্ণৰূপে বোধগম্য নহয়। যস্কৰ নিৰুক্ত নামৰ ভাষাতাত্ত্বিক ব্যাখ্যাৰ গ্ৰন্থৰ ৰচনা কাল খ্ৰীঃ পূঃ ৫০০ মানৰ হ'ব। সেই গ্ৰন্থৰ পৰাই জনা যায় যে তাতকৈও প্ৰাচীন কালতে ব্ৰাহ্মণসকলে তেতিয়াই অপ্ৰচলিত হোৱা অথচ 'ঋকবেদ'ত ব্যৱহৃত বহুতো শব্দৰ অৰ্থ পাহৰি পেলাইছিল। কিন্তু বহল অৰ্থত 'ঋকবেদ'ৰ প্ৰপাদ্য ধৰ্মমত পৰিষ্কাৰকৈ প্ৰকাশ পাইছে। পূজা কৰা হৈছিল প্ৰধানকৈ দেৱগণৰ। এই 'দেৱ' শব্দ লেটিন 'দিউছ' শব্দৰে একে মূলৰ। আনহাতে দুইটাৰে মূল শব্দ 'ডিভ্'-ৰ অৰ্থ হ'ল 'উজ্জ্বলতা আৰু জ্যোতিৰ্ময়তা'। দেৱগণকো দিব্য অথবা জ্যোতিৰ্ময় বুলিয়েই বৰ্ণনা কৰা হয়। আৰ্যসকলৰ পুৰণি দেৱতাসকলৰ প্ৰাচীন গ্ৰীক দেৱতাসকলৰ দৰেই সম্পৰ্ক

আছিল যাইকে আকাশৰ সৈতে আৰু তেওঁলোক প্ৰায় সকলোৱেই আছিল পুৰুষ। 'ঋকবেদ'ত কেইগৰাকীমান দেৱীৰো উল্লেখ আছে। যেনে, পৃথিৱীক দেৱীৰ ৰূপত অস্পষ্টভাৱে কল্পনা কৰি 'পৃথ্বী' নাম দিয়া এগৰাকী দেৱীৰ উল্লেখ পোৱা যায় কদাচিৎ। পোৱা যায় তেনেদৰে দেৱতাসকলৰ মাতৃ ৰহস্যময়ী তন্বীদেৱী অদিতিৰ নামে ঠায়ে ঠায়ে। পুৱাৰ দেৱী উষাৰ নাম পোৱা যায়। তেওঁৰ উদ্দেশ্যে ৰচিত কিছু সংখ্যক অতি সুমধুৰ স্তোত্ৰও আছে 'ঋকবেদ'ত। ৰাতিৰ দেৱী ৰাত্ৰিৰ উদ্দেশ্যে বিৰচিত মধুৰ স্তুতিগীতো আছে এটা। আৰু পোৱা যায় অৰণ্যানি নামে এক প্ৰকৃতি দেৱী বা বনদেৱীক নাম ঋকবেদৰ শেহৰ ফালে, এটা স্তুতিগীতো পোৱা যায় তেওঁৰ উদ্দেশ্যে ৰচিত। কিন্তু বৈদিক ধৰ্মপন্থাত এই দেৱীসকলৰ কাৰো বিশেষ প্ৰভাৱশালী ভূমিকা নাছিল।

বেদৰ যুগতকৈও বহু অতীতৰ কোনো যুগত ভাৰতীয় আৰ্য, ইৰাণী, গ্ৰীক, ৰোমান, জাৰ্মান, শ্লাভ আৰু কে'ল—এই সকলো জাতিৰে অঙ্গাঙ্গীভাৱে একে নহ'লেও, ধৰ্মবোৰ একে ধৰণৰে আছিল। কিন্তু আৰ্য জাতি আহি ভাৰতত প্ৰৱেশ কৰাৰ সময়ত তেওঁলোকৰ ধৰ্মমত প্ৰাচীন ইন্দো-ইউৰোপীয় ধৰ্মতকৈ বহুত বেলেগ হৈছিল। ইন্দো-ইউৰোপীয় জাতিসমূহৰ মহান দেৱতা পিতৃজনা—যাক গ্ৰীকসকলে জ্যুছ বুলিছিল আৰু যিজন লেটিন ভাষাত জু-পিটাৰ, (পিটাৰ-পিতৃ) নামে জনাজাত আৰ্যসকলে তেওঁক বুলিছিল দ্যেঠ ঃ অৰ্থাৎ নভোমণ্ডল বা আকাশৰ ব্যক্তিৰূপ। কিন্তু সেই মহান দেৱতাৰ আয়ুবেলি মাৰ যাবলৈ ধৰিছিল। সেই দেৱতাজনক পিছলৈ আন আন দেৱতাসকলৰ পিতৃৰূপে উল্লেখ কৰা হৈছিল যদিও তেওঁৰ উদ্দেশ্যে ৰচিত স্তোত্ৰৰ সংখ্যা অতি কম। তেওঁৰ সন্তানগণৰ জ্যোতিৰ আঁৰত তেওঁ লাহে লাহে বিলুপ্ত হৈছিল।

আৰ্য যোদ্ধাৰ দৃষ্টিত শ্ৰেষ্ঠতম দেৱতা আছিল ইন্দ্ৰ। ইন্দ্ৰ যুদ্ধৰো দেৱতা আছিল আৰু বতৰৰ অৰ্থাৎ মেঘৰো দেৱতা আছিল। নাম বেলেগ হ'লেও গ্ৰীক দেৱতা জ্যুছ আৰু জাৰ্মান দেৱতা থৰৰ বহুত চাৰিত্ৰিক বৈশিষ্ট্য ইন্দ্ৰৰ চৰিত্ৰত আছিল। টৌনাৰৰ দৰে ইন্দ্ৰয়ো সমৰক্ষেত্ৰত আৰ্য সেনাবাহিনীৰ সমুখভাগত অৱস্থান কৰিছিল আৰু দাসবিলাকৰ দুৰ্গবোৰ ধ্বংস কৰিছিল। প্লুভিউছৰ দৰে ইন্দ্ৰয়ো দুষ্ট অসুৰ বৃত্ৰক বধ আৰু বৰ্ষাক মুক্ত কৰি বৰষুণৰ ঢলেৰে শুকান পৃথিৱী সিক্ত কৰিছিল। জ্যুছ আৰু থৰৰ দৰেই ইন্দ্ৰও আছিল শত্ৰুবিনাশকাৰী বজ্ৰধাৰী দেৱতা। ইন্দ্ৰ আছিল নীতিজ্ঞান বৰ্জিত স্থূলস্থূলীয়া দেৱতা। সুৰাপানত, ভোজ-উৎসৱ আদিত মগ্ন হৈ থাকি বৰ আনন্দ পায়। 'ঋকবেদ'ৰ দশম মণ্ডলৰ ১১৯, ২-৯ ৰ নিম্নোক্ত শ্লোকবোৰত সুৰাপানত মতলীয়া ইন্দ্ৰৰ অসংযত কথা-বতৰাৰ এটা নমুনা পোৱা যায়। অৱশ্যে পূজাত বহি হেঁপাহ পলুৱাই পবিত্ৰ সোমৰস পান কৰি অপ্ৰকৃতিস্থ হৈ পৰা কোনো ইন্দ্ৰভক্তৰ বচনো হ'ব পাৰে সেয়া।

প্ৰচণ্ড ধুমুহাৰ দৰে প্ৰতি ঢোক
সুৰাপানে জগাই তুলিলে মোক। মই জানো সোমৰস পান কৰা নাই?
উন্মত্ত অশ্বই ৰথ টানি লৈ যোৱা দৰে
মোকো টানি লৈ যায় প্ৰতি ঢোক ৰসে। মই জানো সোমৰস..........?
বৎসৰ অভিমুখে যেনেদৰে লৰি আহে গাভী
তেনেদৰে মোৰে অন্‌মন ঢাকি ধৰি আহি আছে ৰাগী! মই জানো সোমৰস..........?
বাঢ়েয়ে যেনেদৰে ৰথৰ আসন কৰে ধৰি
ময়ো তেনেদৰে সুৰাপান কৰো প্ৰাণ ভৰি! মই জানো সোমৰস...........?
মোৰ চকুৰ এক পলকৰ ভিতৰতে
তছ্‌নছ্ কৰি পেলাব পাৰোঁ মই পাঁচ জাতিৰ লোক! মই জানো সোমৰস...........?
ওপৰৰ মহাকাশ বিশাল হ'লে কি হ'ব
মোৰ অৰ্ধেকো নোজোৰে তাৰ গাত! মই জানো সোমৰস...........?
মহা গৌৰবেৰে মই বিচৰণ কৰোঁ
ভূলোক-দ্যুলোক জিনি মোৰ গতি। মই জানো সোমৰস............?
আঙুলিৰ মূৰত তুলি ল'মই বিশাল পৃথিৱী
থ'ম মই ইয়াতেই বা তাতেই—য'তে মন যায়। মই জানো সোমৰস......... .?

আকাশ মাৰ্গেৰে ইন্দ্ৰ ধাৱমান হওঁতে পিছে পিছে যায় ৰথাৰোহী তীব্ৰবেগী জ্যোতিষ্মান মৰুৎসকল যুদ্ধ গীতি গাই গাই সমৰদেৱতাক যুদ্ধত সহায় কৰিবলৈ। আকাশ তোলপাৰ কৰি বজ্ৰ-বিজুলীৰে ভৰা কৃষ্ণবৰ্ণ মেঘদল সমন্বিতে গৰ্জন কৰি আগবঢ়া ইন্দ্ৰৰ ধুমুহাবাহিনীৰ মৰুৎসকল হ'ল সহচৰ। সেনাপতিৰ পিছে পিছে উদ্দাম গতিৰে অকুতোভয়ে যুদ্ধযাত্ৰা কৰা সাধাৰণ আৰ্য সৈনিকবাহিনীৰ লগত তাৰ সাদৃশ্য। আৰ্য সমাজত নিশ্চয় ইন্দ্ৰক মুখ্য চৰিত্ৰ কৰি অনেক কাহিনী প্ৰচলিত আছিল। কিন্তু বেদৰ স্তোত্ৰবিলাকৰ ওপৰত নিৰ্ভৰ কৰি সেইবোৰ কাহিনীৰ পুনৰ নিৰ্মাণ কৰিবলৈ চেষ্টা কৰা বৃথা। কাৰণ স্তোত্ৰবিলাকৰ আধাডুখৰীয়া গোপন অৰ্থযুক্ত ব্যাখ্যা সংহত কৰি কোনো সবিশেষ বৰ্ণনাসহ কাহিনী উদ্ধাৰ কৰা সম্ভৱ নহয়। ইন্দ্ৰৰ চাৰিত্ৰিক বৈশিষ্ট্যবোৰৰ দুটাই তেওঁক ইন্দো-ইউৰোপীয় পুৰাণকল্পৰ সৈতে যুক্ত কৰে—কাৰণ ইন্দ্ৰৰ চৰিত্ৰৰ সেই দুটা গুণ প্ৰাচীন ইউৰোপৰ সকলো দেশৰে পৌৰাণিক দেৱতা আৰু বীৰৰ চৰিত্ৰত যুক্ত থকা দেখা যায়। এটা হ'ল ইন্দ্ৰৰ অসুৰ-নিধনকাৰী বা দৈত্যদমনকাৰী ৰূপ আৰু বজ্ৰ-বিদ্যুৎপূৰ্ণ ধুমুহাৰ পিঠিত আৰোহণ কৰা মেঘবাহন ৰূপ। তাৰে প্ৰথমটো সুপ্ৰাচীন যুগত মেছোপটেমিয়ান সভ্যতাৰ লোকবিশ্বাসৰ পৰা আহৰণ কৰাও হ'ব পাৰে।

তেনেকৈ বেলিৰ লগত সম্বন্ধ থকা অনেক দেৱতা আছিল। যেনে বেলিক

বুজাবলৈ ব্যৱহাৰ কৰা সকলোৰে জনা নাম হ'ল সূৰ্য—সূৰ্যদেৱতাই অগ্নিময় জ্যোতির্ময় এখন ৰথত আৰোহণ কৰি প্ৰতিদিনে আকাশ মাৰ্গেৰে গ্ৰীক দেৱতা হেলিয়ছৰ দৰে অগ্রসৰ হয়। তেনেদৰে সৱিতৃ হৈছে অন্য এক সৌৰদেৱতা। সৱিতৃ মানে প্ৰেৰণা সঞ্চাৰকাৰী। এই সৱিতৃক উদ্দেশ্য কৰিয়েই বেদৰ সকলো স্তোত্ৰৰ ভিতৰতে আটাইতকৈ সুন্দৰ আৰু পবিত্ৰ শ্লোক ৰচিত হৈছে—তৎ সৱিতুৰ্ ৱৰেণ্যম্ ভৰ্গো দেৱস্য ধীমহি ধীয়ো য়ো নঃ প্ৰচোদয়াৎ। পুষাণ হৈছে তেনেদৰে কিছু পৰিমাণে সৌৰদেৱতা। আকাশ মাৰ্গেৰে দৈনিক ৰথ চলাই আগুৱান হয়। কিন্তু তেওঁৰ প্ৰধান কাম আছিল বেলেগ। তেওঁ আছিল বাট-পথ, গো-পালক, মেষপালক, পশুপালকবিলাক আৰু বাট হেৰুৱাই অনাই-বনাই ফুৰা পশুৰ তদাৰক কৰাৰ কাম। বিষ্ণু আছিল যজ্ঞ-হোমাদি অনুষ্ঠানৰ লগত সংযুক্ত দেৱতা। কিন্তু তেওঁৰো গগনবিহাৰী সূৰ্যৰ গুণ আছিল। তেওঁ তিনি খোজত ত্ৰিজগত অতিক্ৰম কৰিছিল। পৰৱৰ্তী যুগৰ হিন্দু ধৰ্মতো তেওঁৰ এই গগনাচাৰী ভূমিকা অটুট থাকিল। পিছৰ যুগৰ হিন্দু ধৰ্মত তেওঁৰ গুৰুত্ব বহুগুণে বৃদ্ধি পাইছিল। সূৰ্যদেৱতাক কেন্দ্ৰ কৰি হোৱা দেৱমণ্ডলীৰ সীমাৰেখাত অৱস্থান আছিল সূৰ্যদেৱতাৰ কন্যা সূৰ্যাৰ। সূৰ্যাৰ কোনো পূজা নাছিল। সূৰ্যাৰ কাম আছিল মাথোন তেওঁৰ দুই স্বামী অশ্বিন (অশ্বাৰোহী, তেওঁলোকক 'নাসত্যঃ' নামেও জনা যায়) দুজনক সূৰ্যৰে সৈতে সংযুক্ত কৰি ৰখা। তেওঁলোকে তিনিটা চক্ৰযুক্ত এখন ৰথত আকাশেদি যাত্ৰা কৰা বুলি বৰ্ণনা কৰা হৈছে যদিও কোনো স্তোত্ৰতে কোনো প্ৰাকৃতিক ঘটনাৰ সৈতে একাত্ম কৰি সূৰ্যদেৱতাক যেনেদৰে গগনাচাৰী সূৰ্যৰ লগত একাত্ম কৰা হৈছে তেনেদৰে দেখুৱা হোৱা নাই। তেওঁলোক দুয়ো যঁজা-যমজ ভ্ৰাতৃদ্বয়। সেই বিষয়ত তেওঁলোকৰ সৈতে গ্ৰীক ডায়স্কুৰি অথবা প্ৰাক-খ্ৰীষ্টীয় যুগৰ 'বাল্টিক পুৰাণ'ৰ যমজ দেৱতাৰ লগত সাদৃশ্য আছে। অশ্বিনীকুমাৰদ্বয়ৰ প্ৰধান কাম আছিল মানুহক সহায় কৰা। তেওঁলোকৰ প্ৰধান সৎ কৰ্মবিলাকৰ ভিতৰত আছিল জাহাজ ডুবা মানুহক ৰক্ষা কৰা, খোৰা বিকলাঙ্গ লোকক কৃত্ৰিম ভৰি লগাই খোজ কাঢ়িব পৰা কৰা আৰু দৰা নেপাই ঘৰতে থকা অনূঢ়া কন্যাৰ বাবে দৰা যোগাৰ কৰা ইত্যাদি।

সাধাৰণ অৰ্থত 'জুই'ৰ দেৱতাৰ নাম আছিল অগ্নি। এই অগ্নিৰ লগত লেটিন 'ইগ্নিছ্' শব্দৰ সম্বন্ধ স্পষ্ট। এই অগ্নিক লৈ আদিম যুগৰে পৰা নানা ৰহস্যবাদ আৰু ধ্যান-ধাৰণাৰ সৃষ্টি হৈছে। অগ্নিৰ ভূমিকা অনেক। অগ্নি হ'ল ঋষি পুৰোহিতৰ দেৱতা। অগ্নিহোত্ৰ যজ্ঞত পুৰোহিতে অগ্নি প্ৰজ্জ্বলিত কৰিয়েই অনুষ্ঠান সম্পন্ন কৰে। অগ্নি গৃহস্থৰো দেৱতা। কাৰণ, প্ৰতি গৃহস্থৰে জুহালত অগ্নি থাকেই। অগ্নি-মানুহ আৰু দেৱতাৰ মাজৰ যোগসূত্ৰ। কাৰণ, যজ্ঞহোমাদিত দেৱতাৰ বাবে উচ্ছৰ্গিত সকলো দ্ৰব্য অগ্নিত অৰ্পণ কৰা হয়। অগ্নিয়েহে সেই উচ্ছৰ্গিত দ্ৰব্য দেৱতাসকললৈ লৈ যায়। অগ্নি আকাশৰ

জলমুচ্ বা জলবিন্দুপূৰ্ণ ডাৱৰৰ মাজতো বিজুলীৰ ৰূপত অৱস্থান কৰে। পৃথিৱীতো থাকে নানা ৰূপত। অগ্নি লুক্কায়িত থাকে যজ্ঞ প্ৰজ্বলিত কৰা অৰণি বা অগ্নিশলাকাৰ মাজত। সমিধ কাষ্ঠেৰে নিৰ্মিত দুই অৰণিক অগ্নিৰ পিতৃ-মাতৃ বুলিও কোৱা হয়। অগ্নিৰ অৱস্থান সৰ্বত্ৰ। এই অগ্নি এজনেই আছিল নে বহুজন আছিল? অগ্নি কেনেকৈ এজন হৈও একে সময়তে বহুজন হ'ব পাৰে? এনে ধৰণৰ প্ৰশ্ন 'ঋকবেদ'ত উত্থাপিত হৈছে আৰু সেই কথোপকথনতে বিশ্বৰ ভিতৰতে প্ৰাচীনতম আৰু প্ৰথমবাৰ একেশ্বৰবাদৰ প্ৰসঙ্গ উত্থাপিত হোৱাৰ লক্ষণ দৃষ্ট হয়। সেই চিন্তাৰে ফল দেখা গৈছিল পিছৰ যুগৰ 'উপনিষদ'বোৰত।

সোম নামৰ দেৱতাৰ চৰিত্ৰও এক বিশেষ ধৰণৰ আছিল। সোম আছিল মূলতে এবিধ উদ্ভিদ। সেই উদ্ভিদ এতিয়াও সঠিকভাৱে চিনাক্ত হোৱা নাই। সেই গছৰ পৰাই এক শক্তিশালী ৰাগিয়াল পানীয় প্ৰস্তুত কৰা হৈছিল আৰু একমাত্ৰ যজ্ঞৰ সময়ত সেৱন কৰা হৈছিল। সেৱন কৰাৰ ফলত যে দেহ-মনত তীব্ৰ ৰাগীৰ সঞ্চাৰ হৈছিল সেই কথা উপৰি উক্ত স্তোত্ৰৰ পৰাই বুজিব পৰা যায়। পাৰস্যৰ জৰ'ষ্ট্ৰিয়ানসকলৰো একে ধৰণৰ এক পানীয় আছিল। তেওঁলোকে তাক বুলিছিল 'হাওম'—অৰ্থাৎ 'সোম' শব্দৰ ইৰাণী ৰূপ। এতিয়াৰ আধুনিক পাৰ্চীসকলে যিজোপা গছক 'হাওম' বুলি দেখুৱাই দিয়ে সেইজোপা, এজোপা তিক্ত ৰসযুক্ত গছহে আৰু তাৰ ৰসত কোনো নিচাকাৰক গুণো নাই। সেইজোপা গছ বেদৰ সোম গছ হ'বই নোৱাৰে। সোম গছৰ পৰা প্ৰস্তুত কৰা ৰসৰ কোনো ধৰণৰ নিচাকাৰক গুণ থকাৰ সম্ভাৱনাও আছিল বৰ কম। কাৰণ, যজ্ঞানুষ্ঠান চলি থাকোঁতে অনেক বিধি-বিধান মানি চলি তন্ত্ৰ-মন্ত্ৰ সহকাৰে সোমগছ শিলৰ পটাত খুন্দা হয়। তাৰ পিছত তাৰ লগত গাখীৰ মিহলাই চেকি উলিয়াই একেদিনাই খোৱা হয়। শৰ্কৰা আৰু মধু—যি দুটা মিহলালে ৰাগী প্ৰস্তুত হ'লহেঁতেন, সেই দুবিধ সাধাৰণতে মিহলোৱা নহৈছিল। তদুপৰি সোমৰস প্ৰস্তুত কৰা আৰু পান কৰাৰ মাজত সময়ৰ ব্যৱধান ইমান কম আছিল, সেইখিনি সময়ৰ ভিতৰত মিশ্ৰণটোত কোনো ৰাগিয়াল গুণ জমা নহয়েই গাত ধৰিব পৰাৰ জোখাৰে। আনহাতে সোমৰস পান কৰিলে যেনে ভয়ানক ৰাগীয়ে ধৰাৰ বৰ্ণনা পোৱা যায়, যেনেদৰে চকুৰে নানা ভ্ৰম দেখে, নিজকে পৰ্বতপ্ৰমাণ বিশাল বপুৰ গৰাকী যেন বুলি ভাবি বিশ্বব্ৰহ্মাণ্ড সাবটি ধৰিব পৰা যেন ধাৰণা হয়—সেইবোৰ নিচাৰ গুণ দেখিলে ডাঙৰ নিচা যেনহে লাগে। গতিকে সোমগছ প্ৰকৃততে গাজা বা ভাং গছো হ'ব পাৰে। সেই গছ ভাৰতৰ অনেক ঠাইত, মধ্য এছিয়াত আৰু দক্ষিণ ৰুছিয়াত বনৰীয়া উদ্ভিদ হিছাপে প্ৰচুৰ পৰিমাণে গজে আৰু এতিয়াৰ ভাৰতীয় লোকেও উক্ত উদ্ভিদৰ পৰাই নিচাকাৰক এক ঔষধি প্ৰস্তুত কৰে যাৰ নাম ভাং।

বিশ্বৰ বহু আন আন প্ৰাচীন জাতিৰ দৰে ভাৰতীয়সকলেও কলা কলাকৈ চন্দ্ৰৰ হ্ৰাস-বৃদ্ধিৰ লগত সোম গছৰ বৃদ্ধিও সংযুক্ত বুলি বিশ্বাস কৰিছিল। প্ৰাচীন কালৰ

'ঋকবেদ'ৰ সংকেলক-সম্পাদকসকলে সোম দেৱতাৰ ওপৰত ইমান গুৰুত্ব দিছিল যে তেওঁৰ সম্মানাৰ্থে বিৰচিত সকলো স্তোত্ৰ একেলগ কৰি তাবে বেলেগ এটা মণ্ডল বা পুস্তক কৰি 'ঋকবেদ'ৰ অন্তৰ্ভুক্ত কৰিছিল 'ঋকবেদ'ৰ নৱম মণ্ডলেই হৈছে সেই খণ্ড।

গুৰুত্বৰ ফালৰ পৰা ইন্দ্ৰৰ পিছতে আছিল বৰুণ দেৱতা। বৰুণ আছিল অন্য দেৱতাসকলতকৈ বেলেগ ধৰণৰ। তেওঁক অসুৰ বোলা হৈছিল। অসুৰ শব্দটোৰে অলপ নিম্নশ্ৰেণীৰ দেৱতাকো বুজোৱা হৈছিল। পৰৱৰ্তী যুগৰ হিন্দু ধৰ্মত অসুৰ শব্দৰে এশ্ৰেণী অপদেৱতাকো বুজোৱা হৈছিল। কিন্তু, পাৰস্যত ধৰ্মসংস্কাৰক জৰথুষ্টই পাৰস্যৰ স্থানীয় ৰূপত অসুৰ শব্দৰ ইৰাণী ৰূপ 'আহুৰ' শব্দ পোহৰৰ মহান দেৱতা 'আহুৰ মাজ্দা'ৰ উপাধি হিচাপে ব্যৱহাৰ কৰিছিল। পূৰ্বে বৰ্ণনা কৰা ইন্দো-ইউৰোপীয় জাতিবিলাক পৃথক হৈ যোৱাৰ আগতে সকলোৰে উমৈহতীয়া পিতৃদেৱতা আছিল যেনেকৈ অস্পষ্ট চৰিত্ৰৰ 'দ্যৌঃ' নামৰ দেৱতা, সেইদৰে বৰুণো বোধ হয় ইন্দো-ইৰাণী জাতিৰ উমৈহতীয়া প্ৰধান দেৱতা আছিল, দুয়োটা জাতি দুভাগ হৈ বেলেগে থাকিবলৈ লোৱাৰ আগলৈকে। ভাগ হোৱাৰ পিছতহে সেই জাতিৰ এভাগ থাকি গ'ল পাৰস্যৰ পাৰ্বত্য অঞ্চলত আৰু আনভাগ আহি বসতি স্থাপন কৰিলেহি উত্তৰ-পশ্চিম ভাৰতত। কোনো কোনো ঐতিহাসিকে বৰুণৰ লগত গ্ৰীক আকাশ-মাৰ্গী দেৱতা ইউৰেনাচৰ সম্বন্ধ থকাৰ কথাও কয়। বেদ ৰচনা হৈ থকা কালত ইন্দ্ৰৰ বৰ্দ্ধিষ্ণু প্ৰভাৱৰ ফলত বৰুণৰ নাম-যশ হ্ৰাস পাইছিল, তথাপি পিছৰ বহু শতাব্দীলৈকে বৰুণৰ গুৰুত্ব আছিলেই।

বৰুণ দেৱতা সৰ্বপ্ৰথমে আছিল ৰজা। কিন্তু বৰুণ ইন্দ্ৰৰ দৰে স্থূলস্থূলীয়া উদণ্ড কোনো উপজাতীয় ৰজা নাছিল। তেওঁ আছিল নভোমণ্ডলৰ নিজৰ বিশাল ৰাজপ্ৰাসাদত সহযোগী দেৱতামণ্ডলীৰে সদা পৰিবৃত হৈ থকা এজন মহাপ্ৰতাপী সম্ৰাট। সেইসকল সহযোগী দেৱতাৰ ভিতৰত প্ৰধান এজন আছিল মিত্ৰ। মিত্ৰৰ গাত কিছুমান সৌৰদেৱতাৰ চাৰিত্ৰিক গুণ দেখা গ'লেও তেওঁ আছিল প্ৰধানকৈ সংকল্প আৰু সন্ধি-চুক্তি বন্দৱস্তৰ তদাৰককাৰী দেৱতা। মিত্ৰৰ প্ৰতিৰূপ জৰথুষ্টবাদী দেৱতামণ্ডলীৰ মাজতো পোৱা যায়। তেওঁৰ গ্ৰীক-ইৰাণী নাম হৈছে 'মিথ্ৰাছ'। মিথ্ৰাছ দেৱতাৰ পূজা খ্ৰীষ্টাব্দ আৰম্ভণিৰ প্ৰথমৰ শতাব্দীবোৰত ৰোমান সাম্ৰাজ্যৰ সৰ্বত্ৰ ব্যাপকভাৱে চলিছিল। বৰুণৰ চৌপাশে 'স্পাছ্' নামেৰে জাক জাক চোৰাংচোৱা দেৱতা থাকেই। সিহঁতেই গোটেই পৃথিৱীতে উৰি ফুৰি কোন মানুহে ভাল-বেয়া কি কৰিছে, সকলো খবৰ আনি জনায়হি।

বৰুণ হৈছে 'ঋত'ৰ অধিষ্ঠাতা দেৱতা। ঋত হ'ল মহাজাগতিক ৰীতি। ঋতৰ বিষয়ে ধাৰণাই হৈছে 'ঋকবেদ'ৰ গূঢ়তম আৰু উচ্চতম দাৰ্শনিক চিন্তাৰ এক নিদৰ্শন। পৃথিৱী সদায় নিজৰ ধৰণে চলে, ৰাতিৰ পিছত দিন হয়, নিৰ্দিষ্ট নিয়ম অনুসৰি ঋতু পৰিবৰ্তন হয়—সকলো হয় ঋত্ মতে। পিছৰ যুগত ঋত-বহিৰ্ভূত যি কোনো কথাক

'অনৃত' (ন + ঋত) বুলি কোৱা হৈছিল যাৰ অৰ্থ আছিল অসত্য আৰু পাপযুক্ত। ঋতৰ ৰক্ষক আছিল বৰুণ—অকল ৰক্ষকেই নহয়, সময়ে সময়ে ঋতৰ সৃষ্টি কৰোঁতা বুলিও কোৱা হৈছিল বৰুণক। গতিকে বৰুণ এক প্ৰকাৰে স্ৰষ্টা-দেৱতাও আছিল।

সকলো আৰ্য দেৱতাৰ মাজত বৰুণেই নৈতিকতা গুণত শ্ৰেষ্ঠ আছিল। তেওঁ সদায় মানুহৰ সকলো ধৰণৰ কামৰ খবৰ ৰাখিছিল আৰু আস্তিকতাত বিশ্বাসী দ্বৈতবাদী অৰ্থত সৰ্বত্ৰ বিৰাজ কৰিছিল। অৱশ্যে বৰুণৰ সৰ্বব্যাপী অৱস্থান অদ্বৈতবাদী ব্ৰহ্মময় অৰ্থত নহয়। 'অথৰ্ববেদ'ৰ ৪-১৬-২ স্থানত উল্লেখ আছে যে দুজন মানুহে একান্ত গোপন স্থানত বা পৃথিবীৰ এমূৰতো মিলিত হৈ কোনো কথা গোপনে পাতিব নোৱাৰে কাৰণ তাতো তৃতীয় এজন-স্বয়ং বৰুণ-থাকিবই। কোনো ভক্তই বৰুণক পূজা কৰোঁতে সদায় অন্য যি কোনো দেৱতাৰ পূজা কৰাতকৈ বেলেগ ধৰণে সাজু হৈ ল'ব লাগিছিল। কাৰণ আন আন দেৱতাসকল সদায় প্ৰফুল্লচিত্ত আৰু সহৃদয়। তেওঁলোকক নিয়মীয়াকৈ পূজা-অৰ্চনা কৰি থাকিলেই তেওঁলোক সন্তুষ্ট হৈ থাকে। কিন্তু বৰুণৰ কথা সুকীয়া। বৰুণ ইমান বেছি শুদ্ধ আৰু পবিত্ৰ যে তেওঁক সাধাৰণভাৱে পূজা-পাতল কৰি বলি আদি উছৰ্গা কৰিলেই তেওঁৰ কৃপাৰ পাত্ৰ হ'ব নোৱাৰি। তেওঁৰ পূজাত চুলিডালমানো আসোঁৱাহ থাকিব নেলাগিব। যি কোনো পাপযুক্ত বা অনৃতৰ প্ৰতি তেওঁৰ বিতৃষ্ণা সৰ্বজনবিদিত। বৰুণৰ বিচাৰত সকলো প্ৰকাৰৰ পূজা-যাগ-যজ্ঞৰ বিধিভঙ্গ কৰা দোষ, নিষিদ্ধাচৰণৰ দোষ, বৰুণ আৰু মিত্ৰ দুয়োজন দেৱতাই বিশেষভাগে ঘৃণা কৰা মিথ্যাচাৰ মিথ্যাভাষণৰ দোষ, ক্ৰোধ বা ৰাগিয়াল বস্তু বা দ্যুতক্ৰীড়া বা দুৰ্জনলোকৰ দ্বাৰা প্ৰভাৱিত হৈ কৰা কুকৰ্মৰ দোষ—এই সকলোৰে কাৰণে মানুহ পাপযুক্ত হ'ব পাৰে। গতিকে বৰুণৰ উদ্দেশ্যে স্তুতিগীত গাওঁতে বৈদিক পুৰোহিত কবিয়ে স্বাভাৱিক আনন্দ ত্যাগ কৰি গাত জৰাজীৰ্ণ কাপোৰ আঁৰি ছাই-ভস্ম সানি লয়। শংকাকুল চিত্তেৰে ভয়ত কঁপি কঁপি। কাৰণ বৰুণদেৱতা যি কোনো পাপৰ শাস্তি দিয়াত অতি কঠোৰ। পাপীক শাস্তি নিদিয়াকৈ নেৰে। বৰুণে অকল কোনো লোকে নিজে কৰা পাপৰহে শাস্তি দিছিল তেনে নহয়। 'অ'ল্ড টেষ্টামেণ্টৰ 'য়াহোৱা'ৰ দৰে সেই ব্যক্তিৰ পূৰ্বপুৰুষে কৰা পাপৰো শাস্তি দিছিল। বৰুণ সৰ্বক্ষণ সৰ্বব্যাপী হোৱাৰ বাবে কাৰো কোনো পাপ তেওঁৰ অজ্ঞাতে থাকিব নোৱাৰিছিল বাবে পাপীৰ ৰক্ষা নহৈছিল। তেওঁ পাপীবোৰক বৰুণপাশেৰে বান্ধি বেমাৰত পেলায়—সাধাৰণতে জলসাৰ বা ড্ৰপচি বেমাৰী কৰে। তেনেকৈয়ে পাপী যেতিয়া মৰেগৈ তেতিয়া পাতাল অৰ্থাৎ ভূ-গৰ্ভৰ বোকাৰে পৰিপূৰ্ণ পঙ্ককুণ্ডত নিক্ষেপ কৰেগৈ। সেই পঙ্ককুণ্ড বাইবেল-বৰ্ণিত 'শ্বিওল' নামে নৰকৰ সমতুল্য। অন্ধকাৰেৰে পৰিপূৰ্ণ ভূ-মধ্যৰ সেই নৰককুণ্ড আৰ্যসকলৰ কল্পনাৰ ৰঙে-ৰসে ভৰা পিতৃলোক বা স্বৰ্গৰ সম্পূৰ্ণ বিপৰীত।

গতিকে বৰুণৰ উদ্দেশ্যে স্তোত্ৰ পাঠ কৰোঁতে যজ্ঞ কৰ্তাজন সদায় নিজৰ দোষ ক্ৰটিৰ বিষয়ে ইমান তীব্ৰভাৱে সচেতন হৈ থাকে—ইমান বেছি নম্ৰ আৰু বিনয়ী হয় যে সেইবোৰ প্ৰাৰ্থনা-স্তোত্ৰ পঢ়িলে 'অ'ল্ড টেষ্টামেণ্ট'ৰ 'পেনিটেন্ষিয়েল ছামছ্' অৰ্থাৎ অনুশোচনা প্ৰকাশক স্তুতি-গীতবোৰলৈ মনত পৰি যায়। সেইবাবে কোনো কোনোৱে কয় যে বৰুণ দেৱতাৰ চৰিত্ৰত অনেক ছেমিটিক বৈশিষ্ট্য দেখা যায়। 'ছেমিটিক' বোলোঁতে নিশ্চয় ইহুদীসকলৰ কথা কোৱা হোৱা নাই। কাৰণ বাইবেলৰ উপৰি উক্ত পেনিটেন্ষিয়েল স্তুতিগীতবোৰ বৰুণৰ উদ্দেশ্যে ৰচিত বৈদিক স্তোত্ৰবোৰৰ বহু যুগৰ পিছতহে ৰচিত হৈছিল। আৰু আমি জানো যে প্ৰাচীন হিব্ৰুসকল কোনোকালে আৰ্য জাতিৰ সংস্পৰ্শলৈ অহাই নাছিল। হয়তো আৰ্যসকলৰ মাজলৈ তেনে ভাবৰ সংক্ৰমণ হৈছিল প্ৰাচীন বেবিলনীয়ানসকলৰ যোগেদি। কাৰণ, প্ৰাচীন বেবিলনীয়ানসকলেও একে ধৰণৰ অনুশোচনা প্ৰকাশক মনোবৃত্তিৰে সাধাৰণতে নিজৰ দেৱতাসকলক উপাসনা কৰিছিল। তলত বৰুণৰ উদ্দেশ্যে গোৱা এটি স্তুতিগীত উদ্ধৃত কৰা হ'ল। কোনো জলসাৰ ৰোগত ভুগি থকা দুৰ্ভগীয়াই গোৱা প্ৰাৰ্থনা-গীতিয়েই যে এইটো, সেইটো স্পষ্টভাৱে বুজি পোৱা যায়। 'ঋকবেদ'ৰ সপ্তম মণ্ডলৰ ৮৯ স্থানত থকা এই গীতত আছে—

মোক যেন পঙ্ককুণ্ড নৰকত নিক্ষেপ নকৰা, হে বৰুণ!
ক্ষমা কৰা, হে পৰম দয়ালু দেৱতা, ক্ষমা কৰা!
স্ফীতবক্ষ জলাধাৰৰ দৰে মই থৰক্-বৰক্কৈ খোজ কাঢ়িছোঁ।
ক্ষমা কৰা, হে দয়াশীল প্ৰভু, ক্ষমা কৰা!
হে পৰম শুদ্ধ বৰুণ, মোৰ অজ্ঞতাৰ বাবে তোমাৰ ওচৰত মোৰ দোষ হ'ল—
ক্ষমা কৰা, হে পৰম দয়ালু প্ৰভু, ক্ষমা কৰা!
জলৰাশিৰে পৰিপূৰ্ণ হৈও তোমাৰ এই ভক্তৰ তৃষ্ণাত বুকু ফাটি যায়
ক্ষমা কৰা, হে পৰম দয়ালু প্ৰভু, ক্ষমা কৰা!
দেৱগণৰ ওচৰত আমি, মৰণশীল মানুহে যিখিনি অপৰাধ কৰোঁ
যিবোৰ কথাত তোমাৰ আদেশ লঙ্ঘন কৰোঁ
সকলোৰে গুৰিত মাথোন আমাৰ মূৰ্খতা, গতিকে হে প্ৰভু,
তোমাৰ ক্ৰোধত আমাক যেন বিনাশ নকৰা!

যম নামৰ দেৱতা খ্ৰীষ্টান আদমৰ সদৃশ। মৃত্যু বৰণ কৰা প্ৰথম মানৱ। মৰাৰ পিছত তেৱেঁ পিতৃলোকৰ অধিপতি দেৱতা হ'ল য'ত জীৱনজুৰি আৰ্য ৰীতি-নীতি নিষ্ঠাৰে পালন কৰি সৎকৰ্ম কৰি যোৱা সকলে মৃত্যুৰ পিছত অনন্তকাল আনন্দৰ মাজত জীৱন কটাব পাৰে।

'ৰুদ্ৰ' শব্দৰ অৰ্থ বোধহয় গৰ্জন বা আৰাও কৰোঁতা। বৰুণৰ দৰে ৰুদ্ৰ দেৱতাৰ চৰিত্ৰতো এক বিপদজনক ভীতিকৰ দিশ আছে যদিও বৰুণৰ দৰে নৈতিক গুণত অচল-

অটল নহয়। তেওঁ হৈছে শৰ-সন্ধানী দেৱতা। তেওঁ কাঁড় নিক্ষেপ কৰি মানুহক ৰোগাক্ৰান্ত কৰিব পাৰে। এই বিষয়ত ৰুদ্ৰ দেৱতা গ্ৰীক এপলো দেৱতাৰ তুল্য। ইন্দ্ৰৰ দৰে ৰুদ্ৰও ধুমুহাৰ দেৱতা। কিন্তু ইন্দ্ৰৰ দৰে লোকৰঞ্জক আৰু উদাৰ চৰিত্ৰৰ নহয়। ৰুদ্ৰ দূৰদূৰণিৰ পৰ্বতৰ মাজত অকলে বাস কৰা দেৱতা। সাধাৰণতেই সকলোৰে ভয়ৰ পাত্ৰ। তেওঁক পূজা কৰা হয় তেওঁৰ মহামাৰী আৰু ৰোগ সংক্ৰমণকাৰী কাণ্ডবোৰ সম্বৰণ কৰিবলৈ প্ৰাৰ্থনা কৰি। তথাপি ৰুদ্ৰৰো লোকহিতকৰ দিশ আছিল এটা। কাৰণ তেওঁ আছিল ৰোগ নিৰাময়কাৰী ঔষধি লতা-বৃক্ষবোৰৰ অধিপতি দেৱতাও। কাৰোবাৰ প্ৰতি কেনেবাকৈ তুষ্ট হ'লে তেওঁ সুস্বাস্থ্য প্ৰদান কৰে।

অন্যান্য দেৱতাও বহুত আছিল। যেনে ত্বষ্টৃ। ত্বষ্টৃ বৈদিক দেৱতাসকলৰ ভিতৰত বিশ্বকৰ্মা আৰু গ্ৰীক পুৰাণৰ ভালকানৰ সমতুল্য। অৰ্যমা নামৰ দেৱতা আছিল মিত্ৰতা-চুক্তি আৰু বিবাহৰ তদাৰককাৰী দেৱতা আৰু আছিল প্ৰবহমান বতাহৰ দেৱতা বায়ু। এইজন গুৰুত্বপূৰ্ণ দেৱতা হ'লেও ইয়াত বৰ্ণনা কৰা সম্ভৱ নহয়। এইসকলৰ উপৰিও অৰ্ধ-দেৱতাও আছিল অনেক। যেনে বিশ্বেদেৱাঃ নামে এশ্ৰেণী অস্পষ্টভাৱে বৰ্ণিত মধ্যম দেৱতা। ধুমুহাৰ দেৱতা মৰুৎসকলৰ কথা আগতেই উল্লেখ কৰা হৈছে। ধাতুৰ কাম কৰা ঋভূ নামে এশ্ৰেণী অৰ্ধদেৱতাৰ নাম আছে। আৰু আছিল স্বৰ্গৰ সঙ্গীতকাৰ গন্ধৰ্বসকল। মূলতে গন্ধৰ্ব দেৱতা এজনহে আছিল কিন্তু পিছলৈ গন্ধৰ্ব বুলিলে এটা শ্ৰেণী বুজোৱা হ'ল। তাৰ বাহিৰেও আছিল সুন্দৰী অপ্সৰাসকল যাক গ্ৰীক পুৰাণৰ 'নিউম্‌ফি'ৰ লগত তুলনা কৰিব পাৰি। অপ্সৰা, দেৱতা বা মানুহ যাকে ইচ্ছা তাৰে প্ৰেমিকা হ'ব পাৰে।

হোমাৰ বা হীছিয়াদ কোনেও এই দেৱতাসকলৰ বংশলতা দিবলৈ যত্ন কৰা নাই। সেইবাবে এই দেৱতাসকলৰ পৰস্পৰৰ মাজত সম্বন্ধৰ বিষয়ে কোনো ধাৰণা কৰিব নোৱাৰি আৰু তেওঁলোকৰ মাজত জ্যেষ্ঠতা বা প্ৰাধান্যৰ ভিত্তিত এক অনুক্ৰম বিচাৰি উলিওৱাও সম্ভৱ নহয়। প্ৰত্যেকজন দেৱতাৰে নিজৰ বিশেষ ধৰণৰ ভক্ত আৰু পুৰোহিত আছিল। আৰু 'ঋকবেদ' দৰাচলতে বহুতে উপজাতীয় জনগোষ্ঠীয় বিশ্বাস আৰু ধৰ্মমতৰ এক অসম্পূৰ্ণ সমাহাৰৰ প্ৰচেষ্টাৰ ফলস্বৰূপ। ইতিমধ্যেই 'ঋকবেদ'ৰ শেহৰ ফালে স্তোত্ৰবোৰৰ দেৱতাসকলক সমান সমান কৰি দেখুৱা হৈছে আৰু জোৰা পাতি পাতিও দেখুৱা হৈছে। গতিকে নিশ্চিতভাৱে ক'ব পৰা নেযায়, কোনজন দেৱতানো সকলোৰে ভিতৰত শ্ৰেষ্ঠ। 'ঋকবেদ'ৰ দশম মণ্ডলৰ ১২১ নং স্তোত্ৰত গাইছে— "কস্মৈ দেৱায় হৱিষা বিধেম॥" পিছৰ যুগৰ ধৰ্মতত্ত্ববিদসকল এই শ্লোকক লৈ বিভ্ৰান্তিত পৰি পিছত এনে এক সিদ্ধান্তলৈ আহিল যে 'কঃ' অৰ্থাৎ 'কোন?' নামে এজন দেৱতাই আছিল যাৰ উদ্দেশ্যে এই স্তুতিগীত গোৱা হৈছিল।

## যজ্ঞ

আৰ্য ধৰ্মমতৰ কেন্দ্ৰবিন্দু আছিল যজ্ঞানুষ্ঠান। প্ৰত্যেক গৃহস্থৰ ঘৰতে জুইশাল বা গাৰ্হপত্য অগ্নি থকাৰ নিয়ম প্ৰাচীন ইন্দো-ইউৰোপীয় জাতিবোৰৰ সমাজত সদায় আছিলেই। আৰু গাৰ্হপত্য অগ্নিত সাধাৰণভাৱে ক্ষুদ্ৰ উছৰ্গাসহ অগ্নিপূজা গৃহস্থজনে নিজে কৰাৰ দস্তুৰ 'ঋকবেদ'ৰ যুগতো আছিল আৰু পৰৱৰ্তী কালৰ হিন্দু ধৰ্মতো আছিল যদিও তাৰ প্ৰথম উল্লেখ পোৱা যায় বহু যুগৰ পিছত ৰচিত গৃহ্যসূত্ৰবোৰতহে। 'ঋকবেদ'ত বৰ ডাঙৰ ডাঙৰ যজ্ঞানুষ্ঠানৰ কথাহে পোৱা যায়। সেইবোৰৰ ৰাজকীয় ব্যয়ভাৰ বহন কৰিছিল দেশৰ শাসক আৰু ধনী ধনী গোষ্ঠীপতিসকলে। একো একোটা তেনে যজ্ঞ পালন কৰিবৰ বাবে বিস্তৰ আৰু বহুল প্ৰস্তুতি লাগিছিল। নানা ধৰণৰ জটিল ক্ৰিয়া-কাণ্ড, ৰীতি-নীতি মানিব লাগিছিল। অসংখ্য জীৱ-জন্তু বলি দিব লাগিছিল আৰু বহুত সু-প্ৰশিক্ষিত পুৰোহিতে যৌথভাৱে যজ্ঞ সম্পাদন কৰিব লগা হৈছিল।

যজ্ঞ পালনৰ প্ৰধান উদ্দেশ্য আছিল দেৱতাসকলক সন্তুষ্ট কৰি তেওঁলোকৰ পৰা বৰ লাভ কৰা। দেৱতাসকল আবিৰ্ভূত হৈ সশৰীৰে আহি যজ্ঞমণ্ডপত যুগুতাই থোৱা নিৰ্দিষ্ট পবিত্ৰ কুশাসন বা বৰ্হিসত্ত উপবিষ্ট হৈ পূজাৰীসকলৰ সৈতে একেলগে পান-ভোজন কৰে আৰু যজ্ঞৰ উদ্দেশ্য আৰু সাফল্যৰ জোখমতে যুদ্ধত জয় লাভ, সন্তান লাভ, পশুধনৰ সংখ্যাবৃদ্ধি, দীৰ্ঘায়ু আদি পুৰস্কাৰ প্ৰদান কৰে। গুৰুগম্ভীৰ কঠোৰ বৰুণ আৰু কঠুৱা ক্ষণে ৰুষ্ট ক্ষণে তুষ্ট ধৰণৰ ৰুদ্ৰ বৈদিক দেৱতাসকলৰ মাজত ব্যতিক্ৰমী চৰিত্ৰৰ। সৰহভাগ বৈদিক দেৱতাই আছিল মধুৰ স্বভাৱৰ। প্ৰাচীন হিব্ৰুসকলে দেৱতাৰ প্ৰতি উছৰ্গা কৰা প্ৰায়শ্চিত্তসূচক বা ধন্যবাদসূচক বলিবিধান বেদৰ বিধি-বিধানত নাভূত-নাশ্ৰুত কথা আছিল।

তথাপি যজ্ঞানুষ্ঠান বুলিলে তাৰ বাহুল্যপূৰ্ণ ক্ৰিয়া-কাণ্ডৰ মাজেৰে কিছু শংকা আৰু বিস্ময় বিকীৰিত হোৱা স্বাভাৱিক। সোমৰ্ৰসৰ ৰাগীত মত্ত যজমানসকলে দেৱতাসকলৰ দিব্যৰূপ প্ৰত্যক্ষ কৰিছিল। তেওঁলোকে নিজৰ দেহ আৰু সত্বাত বিচিত্ৰ শক্তি সঞ্চাৰিত হোৱা যেন অনুভৱ কৰিছিল যেন তেওঁলোকে হাত মেলিয়েই আকাশ চুব পাৰে, তেওঁলোক যেন অমৰ আৰু নিজেই দেৱতাত পৰিণত হৈছিল এনে ধৰণৰ ধাৰণা যজ্ঞানুষ্ঠানত প্ৰত্যেকৰে হৈছিল। একমাত্ৰ পুৰোহিতসকলে জানিছিল কি ৰহস্যময় মহামন্ত্ৰেৰে তেওঁলোকে দেৱতাসকলক যজ্ঞস্থলীলৈ অৱতৰণ কৰাব পাৰিছিল। এনে ধৰণৰ ভাব 'ঋকবেদ'ৰ সংশ্লিষ্ট শ্লোকবিলাকত ভালদৰে প্ৰকাশ পাইছে। কিছুমান মন্ত্ৰৰ ভাব কিন্তু তুলনামূলকভাৱে অস্পষ্ট। 'ঋকবেদ'ত সঘনে আমি এক ৰহস্যময় অস্তিত্বৰ সম্ভেদ পাওঁ যাক বোলা হৈছিল ব্ৰহ্মণ বা ব্ৰহ্মা। কোনো প্ৰসঙ্গত ব্ৰহ্মা মানে মন্ত্ৰৰ

অলৌকিক শক্তিক বুজোৱা যেন লাগে। কেতিয়াবা আকৌ ব্ৰহ্ম শব্দৰ অৰ্থ ব্যাপকতৰ হয় যাৰ দ্বাৰা অতিপ্ৰাকৃতিক বিদ্যুৎ শক্তিৰ দৰে কোনো অজ্ঞাত শক্তিৰ উৎসলৈ আঙুলিয়াই দেখুৱা হয়। আদিম যুগৰ ধৰ্মবোৰৰ বিষয়ে অধ্যয়নকাৰী ছাত্ৰসকলে যিটো 'মনঃ' বুলি কয়। এই মনঃ তথা ব্ৰহ্মশক্তিৰ অধিকাৰীজনকে সংস্কৃত ভাষাত গৌণ অৰ্থজ্ঞাপক শব্দগাঁথনি প্ৰক্ৰিয়াৰ জৰিয়তে ব্ৰাহ্মণ নামে অভিহিত কৰা হয়। এই ব্ৰাহ্মণ কিন্তু আগতে উল্লেখ কৰা ব্ৰাহ্মণ নামৰ পবিত্ৰ ধৰ্মশাস্ত্ৰবোৰৰে সমাৰ্থক বা একে শব্দ নহয়। এইজন ব্ৰাহ্মণ এজন ব্যক্তি। কোনো উপজাতিৰ পুৰোহিত আৰু যাদুশক্তিসম্পন্ন লোক। পিছৰ বৈদিক যুগত ব্ৰাহ্মণ আৰু মন্ত্ৰৰ মাজৰ সম্পৰ্ক বেছি গাঢ় হৈ আহিল আৰু ব্ৰাহ্মণৰ অলৌকিক শক্তি তেওঁ উচ্চাৰণ কৰা মন্ত্ৰবোৰতে নিহিত থাকে বুলি সকলোৱে বিশ্বাস কৰিছিল। বেদত ব্যৱহৃত শব্দ আৰু শব্দাংশবোৰ যথাযথভাৱে বিশ্লেষণ কৰা হৈছিল। যদিও বেদৰ পাঠ্যভাগে তেতিয়াও লিখিতৰূপ পোৱাই নাছিল, বৰ্ণমালাৰ অক্ষৰবোৰ চিনাক্ত কৰি প্ৰত্যেকটোৱেই দৈৱশক্তিসম্পন্ন বুলি বিশ্বাস কৰা হৈছিল। বেদমন্ত্ৰবোৰ যিকেইটা ছন্দত ৰচিত হৈছিল সেই ছন্দবোৰো দেৱতা বুলি গণ্য কৰা হৈছিল। পিছলৈ কিছুমান বিশেষ বিশেষ শব্দাংশ বিশেষভাৱে পবিত্ৰ বুলি ধৰা হৈছিল। তাৰ ভিতৰতে প্ৰণৱবাচক 'ওঁ' অক্ষৰ উল্লেখনীয়। এই 'ওঁ' অক্ষৰতে বেদৰ সাৰমৰ্ম নিহিত আছে বুলি আৰু সি সীমাহীন শক্তি আৰু ৰহস্যময়তাৰে পৰিপূৰ্ণ বুলি বিশ্বাস কৰা হয়।

দ্বিতীয় এক ধাৰণা হ'ল দেৱতা, দেৱতাৰ উদ্দেশ্যে উছৰ্গিত বলি আৰু বলি আগবঢ়াওঁতা এই তিনিওৰে মাজত এক ৰহস্যময় একাত্মীয়তাৰ সম্পৰ্কৰ স্থাপন। এই ধৰণৰ ধাৰণাৰ বিষয়ে ইঙ্গিত 'ঋকবেদ'ৰ স্তোত্ৰবিলাকৰ অনেকতে প্ৰথমৰ পৰাই আছিল যদিও 'ঋকবেদ'ৰ শেহৰ ফালে সেই ধাৰণা অধিক স্পষ্টৰূপত প্ৰকট হ'বলৈ ধৰিছিল। আদিম যুগৰ ধৰ্মবিশ্বাসত অৱশ্যে সেই ধাৰণা আগৰে পৰাই আছিলেই। এনে ধৰণৰ ধাৰণা যিমানে দৃঢ়ভাৱে মানুহৰ মনত প্ৰোথিত হ'ল সিমানে যজ্ঞানুষ্ঠানৰ গুৰুত্ব 'ঋকবেদ'ৰ শেষৰ যুগৰ ফালে বৃদ্ধি পালে। বৈদিক যুগৰ শেহৰ ফালে লোকসমাজত বহুলভাৱে প্ৰচাৰিত আৰু গৃহীত এটা ধাৰণা আছিল এনে যে স্মৰণৰো অতীত কালত প্ৰথমতে এক বিৰাট যজ্ঞৰ বলি-বিধানৰ ফলতেহে বিশ্বব্ৰহ্মাণ্ডৰো সৃষ্টি হৈছিল।

বৰুণক মাজে সময়ে সৃষ্টিকৰ্তা দেৱতা বুলি কোৱা হয় যদিও ইন্দ্ৰয়ো তেনেদৰে সৃষ্টিকৰ্তা দেৱতাৰ ভূমিকাত অৱতীৰ্ণ হোৱাৰ কথাৰ ইঙ্গিত বেদত পোৱা যায়। কিন্তু বেদৰ মূল পাঠভাগত কোনো সৃষ্টিকৰ্তা দেৱতাৰ কথা নিৰ্দিষ্টকৈ কোৱা হোৱা নাই। 'ঋকবেদ'ৰ যুগৰ শেহৰ ফালে অৱশ্যে তেনে এক সৃষ্টিকৰ্তা দেৱতাৰ ৰূপ আৰ্যমানসত বিকশিত হৈছিল। সেয়ে যাগ-যজ্ঞকাৰী ব্ৰাহ্মণসকলৰ কল্পনা চিন্তাপ্ৰসূতই আছিল নে

অন্য কোনো অনার্য জাতি অথবা সংস্কৃতিৰ প্ৰভাৱতে হৈছিল সেই কথাহে নিশ্চিতকৈ কোৱা টান। এই নতুন দেৱতাৰ নাম আছিল প্ৰজাপতি—'সকলো জীৱৰে অধিপতি দেৱতা'—পিছলৈ তেওঁৰে নামকৰণ হৈছিলগৈ ব্ৰহ্মা বুলি। আগতে থকা 'ব্ৰহ্মণ' শব্দ আছিল ক্লীবলিঙ্গ—ব্ৰহ্মা হ'ল পুংলিঙ্গ ৰূপ। প্ৰজাপতি দেৱতাক কল্পনা কৰা হৈছিল এক আদিম পুৰুষৰ (পুৰুষঃ) ৰূপত। সেই পুৰুষ বিশ্বব্ৰহ্মাণ্ড সৃষ্টি হোৱাৰ আগতো আছিল। এই আদিপুৰুষৰে সন্তানবৰ্গ আছিল দেৱতাসকল। এই দেৱগণেই প্ৰজাপতিক প্ৰজাপতিৰ উদ্দেশ্যেই বলি দিছিল এক বিৰাট সৃষ্টিযজ্ঞত। আৰু বলি হিছাপে নিজৰ প্ৰতি নিজেই উছৰ্গিত দেহৰ পৰাই সৃষ্টি হৈছিল বিশ্ব। ইয়াৰ লগত স্কাণ্ডিনেভিয়ান 'এড্ডা পুৰাণ'ৰ দেৱতা ওৱদনে অলৌকিক শক্তি লাভৰ উদ্দেশ্যে নিজৰ প্ৰতিয়েই নিজকে বলি দিয়া কাহিনীৰ মিল আছে। 'ঋকবেদ'ৰ ১০। ৯০ ত থকা সেই বিখ্যাত মহাজাগতিক যজ্ঞৰ বৰ্ণনাত নানা অস্পষ্টতা থাকিলেও তাৰ অৰ্থ স্পষ্ট—

যত্ পুৰুষেণ হবিষা দেৱা যজ্ঞম্ অতন্বত্।
বসন্তো অস্যাসীদ্ আজ্যং গ্ৰীষ্ম ইধ্মঃ শৰদ্ধবিঃ॥

যেতিয়া দেৱতাসকলে যজ্ঞপুৰুষক বলি দিছিল
তেতিয়া বসন্ত হৈছিল দ্ৰবীভূত ঘৃতৰ দৰে, গ্ৰীষ্মঋতু আছিল ইন্ধন
আৰু শৰৎ ঋতু আছিল উছৰ্গিত নৈবেদ্য।

সেই সৰ্বব্যাপ্ত মহাযজ্ঞৰ পৰাই তেওঁ
সংগ্ৰহ কৰিলে ঘনীভূত ঘৃত। সেই ঘৃতৰ
পৰাই তেওঁ সৃষ্টি কৰিলে আকাশ আৰু অৰণ্যচাৰী
আৰু গ্ৰামবাসী জীৱকুল।

সেই সৰ্বব্যাপ্ত যজ্ঞৰ পৰাই উৎপত্তি হৈছিল
স্তোত্ৰ আৰু বেদগানবোৰ
সেই যজ্ঞৰ পৰা প্ৰথম ধ্বনিত হৈছিল ছন্দ
আৰু যজ্ঞক্ৰিয়াত ব্যৱহৃত মন্ত্ৰ।

সেই যজ্ঞৰ পৰাই উৎপন্ন হৈছিল অশ্ব
আৰু দুই পাৰি দাঁত থকা সকলো জীৱ।
উৎপন্ন হৈছিল সেই মহাযজ্ঞৰ পৰাই
সকলো পশু আৰু মেষ আৰু ছাগ।

এই মহান পুৰুষক খণ্ড খণ্ড কৰোঁতে
কিমান অংশত খণ্ডিত কৰিলে বাৰু দেৱগণে?
তেওঁৰ মুখ—তেওঁৰ বাহুদ্বয়—তেওঁৰ উৰু
আৰু পদদ্বয়ৰ নতুন নাম কি হ'ল?

ব্ৰাহ্মণো অস্য মুখমাসীদ্ বাহু ৰাজন্যঃ কৃতঃ।
উৰু তদ্ অস্য যদ্ বৈশ্যঃ পদভ্যাং শূদ্ৰো অজায়ত॥

সেই বিৰাট পুৰুষৰ মনৰ পৰা উদ্ভৱ হ'ল চন্দ্ৰ
অক্ষিযুগলৰ পৰা হ'ল সূৰ্য।
তেওঁৰ মুখৰ পৰা জন্ম ল'লে ইন্দ্ৰ আৰু অগ্নিয়ে
শ্বাস-প্ৰশ্বাসৰ পৰা উদ্ভূত হ'ল পৱন।

তেওঁৰ নাভিদেশৰ পৰা বায়ুৰ উৎপত্তি হ'ল
মস্তক দেশৰ পৰা আকাশ
পদযুগলৰ পৰা পৃথিৱী, দুই কৰ্ণৰ পৰা চতুৰ্দিশ
সেইদৰেই দেৱগণে ৰূপ দিলে বিশ্ব চৰাচৰ।

সেই যজ্ঞতে দেৱগণে যজ্ঞকে যজ্ঞ উছৰ্গা কৰি
বেদৰ প্ৰথম যজ্ঞবিধি কৰিলে ৰচনা
সেই শক্তিমন্ত জীৱগণে আকাশো স্পৰ্শ কৰিলেগৈ
য'ত বাস কৰে চিৰজীৱী দেৱতাসকলে।

উপৰি উক্ত স্তোত্ৰত পুৰুষ বুলি যাৰ কথা পুনঃ পুনঃ উক্ত হৈছে, সেইজন পুৰুষ নিশ্চয় প্ৰজাপতিয়েই হ'ব। প্ৰজাপতিয়েই নিজৰ উদ্দেশ্যে নিজে বলি হিছাপে উছৰ্গিত খণ্ড-বিখণ্ড হৈও পূৰ্বৰ ৰূপ ঘূৰাই পোৱাকে বুজাইছে যেন লাগে। আনহাতে স্তোত্ৰৰ একেবাৰে শেহৰ পংক্তিত উল্লিখিত 'শক্তিশালী জীৱগণে' বুলি কাক বুজাইছে সেই কথা পৰিষ্কাৰকৈ বুজা নেযায়। তেওঁলোক যে দেৱতাসকল নাছিল—অন্য কোনোবাহে আছিল, সেইটো বুজাইছে অৱশ্যে। খুব সম্ভৱ, এই বাক্য স্তোত্ৰটোত পৰৱৰ্তী কোনো যুগত প্ৰক্ষিপ্ত হৈছিল।

এই কালছোৱাতে যজ্ঞৰ প্ৰতি এক নতুন দৃষ্টিভঙ্গী গঢ় লৈ উঠিছিল। যজ্ঞ হৈ পৰিছিল এক অতিপ্ৰাকৃতিক গুণবিশিষ্ট ৰহস্যতত্ত্ব। এই ৰহস্যময় আদিম যজ্ঞানুষ্ঠানৰ পুনৰাবৃত্তি কৰি জগতক পুনৰ জীৱন দিব পাৰি বুলি পুৰোহিত শ্ৰেণীয়ে দাবী কৰিছিল। তেওঁলোকে প্ৰচাৰ কৰিছিল যে নিয়মীয়াকৈ যাগ-যজ্ঞাদি অনুষ্ঠান পালন কৰি নেথাকিলে

মহাজাগতিক সৃষ্টি প্ৰক্ৰিয়াত যতি পৰিব আৰু সৃষ্টি নাশ হ'ব। তাৰ দ্বাৰা এই কথা প্ৰমাণসিদ্ধ হ'ল যে প্ৰাকৃতিক ক্ৰিয়াবোৰ প্ৰকৃতি বা দেৱতাসকলৰ নিয়ন্ত্ৰণত নচলে। চূড়ান্ত বিশ্লেষণত দেখুৱাই দিয়া হ'ল যে মহাজাগতিক কৰ্মধাৰা বা সংঘটনবোৰ দেৱতাসকলৰ ওপৰতো নিৰ্ভৰশীল নহয়। সেইবোৰৰ ওপৰত সম্পূৰ্ণ নিয়ন্ত্ৰণ চলে মন্ত্ৰৰ গৰাকী ব্ৰাহ্মণসকলৰহে। তেওঁলোকে যজ্ঞাদি পালন কৰি মন্ত্ৰৰ প্ৰভাৱত প্ৰাকৃতিক ঘটনাবোৰৰ সংঘটন কৰায়। সেইবাবে ব্ৰাহ্মণসকল জগতৰ যি কোনো ৰজাতকৈ বেছি শক্তিশালী। বেছি শক্তিশালী যি কোনো দেৱতাতকৈও। সঠিকভাৱে বিধিমতে যজ্ঞ সুসম্পাদিত কৰি তেওঁলোকেহে জাগতিক প্ৰক্ৰিয়াবোৰ অব্যাহত আৰু নিৰ্বিঘ্ন কৰি ৰাখে। গতিকে তেওঁলোকেই হৈছে শ্ৰেষ্ঠতম সমাজসেৱক। তেওঁলোকে যজ্ঞ পৰিচালনা কৰোঁতে মন্ত্ৰাদিৰ সামান্যতম পৰিৱৰ্তন কৰিয়েই প্ৰয়োজন হ'লে নিজৰ যজমান বা পৃষ্ঠপোষককে তৎক্ষণাৎ বিনাশ কৰিব পাৰে। গতিকে শত্ৰু হিছাপে ব্ৰাহ্মণ সদায় অতিশয় বিপদজনক।

'ব্ৰাহ্মণ' নামৰ শাস্ত্ৰবিলাকত প্ৰপাদ্য ধৰ্মতত্ত্বৰ এইখিনিয়েই হৈছে মূল কথা। খ্ৰীঃ পূঃ নৱম শতাব্দীৰ পৰা ঠিক এনে ধৰণৰ ব্ৰাহ্মণানুগ ধাৰণাৰ ওপৰতে চলিছিল উত্তৰ ভাৰতৰ আৰ্য সমাজবোৰ। পৰৱৰ্তী যুগৰ হিন্দু ধৰ্মতো ব্ৰাহ্মণৰ শ্ৰেষ্ঠ আসনৰ সিয়েই প্ৰধান কাৰণ। এইছোৱা কালতে 'ঋগবেদ'ৰ বহুতো পুৰণি প্ৰভাৱশালী দেৱতা নিজৰ উচ্চ আসনৰ পৰা অৱনমিত হ'ল। আগৰ তুলনাত তেওঁলোকৰ গুৰুত্ব হ্ৰাস পালে আৰু তেওঁলোকৰ ঠাইত নতুন কিছুমান দেৱতা—যেনে বিষ্ণু আৰু ৰুদ্ৰৰ প্ৰভাৱ আৰু জনপ্ৰিয়তা বৃদ্ধি পাবলৈ ধৰিলে। পিছৰজনা অৰ্থাৎ ৰুদ্ৰক ইতিমধ্যেই 'শিৱ' অৰ্থাৎ 'কৃপাময়' বিশেষণেৰে মাজে মাজে বিভূষিত কৰা হৈছিলেই। যদিও আৰম্ভণিতে সেই বিশেষণ গঞ্জনাৰ্থেহে ব্যৱহৃত হৈছিল।

## ধৰ্মমতৰ নতুন দিশ ঃ

গঙ্গাৰে নামনি অঞ্চললৈ আৰ্য সংস্কৃতি আৰু চিন্তাধাৰাৰ সম্প্ৰসাৰণ হৈ অহাৰ লগে লগে আৰ্যচিন্তাত অনুপ্ৰৱেশ ঘটিল পৰজন্মৰ তত্ত্বৰ বিভিন্ন ধাৰণাৰ। 'ঋকবেদ'ত মৃত লোকৰ আত্মাৰ চূড়ান্ত ভাগ্য নিৰ্ণীত হৈছিল মৃত্যুৰ পিছতহে। মৰাৰ পিছত কোনো কোনো লোকৰ আত্মা আনন্দময় পিতৃলোকলৈ গুচি যায় আৰু কিছুমান পাতাল বা ভূগৰ্ভস্থিত পঙ্ক-কুণ্ডত নিমজ্জিত হৈ অনিৰ্দিষ্ট কাল তাতে পৰি থাকে। কিন্তু 'ঋকবেদ'ৰে শেহৰ ফালে, ১০।১৬ স্থানৰ এটা স্তোত্ৰত অতি সংক্ষেপে ইঙ্গিত কৰা হৈছে যে পঙ্ক-কুণ্ডৰ পৰা আত্মাই পানীলৈ স্থানান্তৰিত হ'ব পাৰে বা কোনো উদ্ভিদৰ লগত যুক্ত হৈ

পৰিব পাৰে। এই বিশ্বাস বহুতো আদিম জাতিৰ মানুহৰ মনত আগৰে পৰা থকা এটা লোক-বিশ্বাসৰে প্ৰাথমিক ৰূপ হ'ব পাৰে—বহুতো জাতিয়েই বিশ্বাস কৰে যে মৃত্যুৰ পিছত মানুহৰ আত্মা কোনো জন্তু, উদ্ভিদ বা অন্য প্ৰাকৃতিক বস্তুৰ মাজত প্ৰৱেশ কৰি পুনৰ মনুষ্যৰূপে জনম ধৰিবলৈ অপেক্ষা কৰে। 'ব্ৰাহ্মণ' সাহিত্যত 'ঋকবেদ'ৰ বলিষ্ঠ আশাবাদ হেৰুৱাই পেলোৱা দেখা যায়, গতিকে ব্ৰাহ্মণ সাহিত্যত আনকি স্বৰ্গতো মৃত্যুৰ সম্ভাৱনা স্বীকাৰ কৰা হৈছে।

'বৃহদাৰণ্যক উপনিষদ'ৰ ৬।২-১৬ স্থানত জীৱৰ জন্মান্তৰ-তত্ত্বৰ প্ৰথম উল্লেখ পোৱা যায়। যিসকল মানুহে জীৱন কালত যাগ-যজ্ঞাদি পালন কৰে, দান-পুণ্য অৰ্জন কৰি তপঃ- ধ্যানাদি কঠোৰ সংযমৰ মাজেদি দিন অতিবাহিত কৰে, তেওঁলোকৰ আত্মাই অ'ত ত'ত কিছুকাল ভ্ৰমি ফুৰি যম-দেৱতাৰ স্বৰ্গ পিতৃলোকলৈ যায়গৈ। তাত মহানন্দে কিছুকাল বাস কৰাৰ পিছত চন্দ্ৰলোকলৈ যায়। চন্দ্ৰলোকৰ পৰা যায়গৈ মহাশূন্যলৈ। তাতে বতাহৰ লগত মিহলি হৈ বৰষুণৰ কণিকাৰ ৰূপত পুনৰ ধৰিত্ৰীলৈ অৱতৰণ কৰে। তাতে খাদ্যৰূপে পুনৰ পুৰুষৰ উদৰাগ্নিত উছৰ্গিত হয়। তাৰ পৰা নাৰীৰ জঠৰাগ্নিত নিক্ষিপ্ত হৈ পুনৰ মানুহ ৰূপে জন্ম লয়। আনহাতে যিবোৰ অধাৰ্মিক লোক সেইবোৰ কীট-পতঙ্গ বা চৰাই আদি হৈ জন্ম লয়। পিতৃ বা মাতৃয়ে খোৱা কোনো আহাৰৰ মাজেৰে জীৱাত্মাই গৰ্ভত স্থিতি লয় এই তত্ত্ব কোনো ফল-মূল শাক-পাচলিৰ মাজত সোমাই জন্ম গ্ৰহণত উৎসুক আত্মাই মাতৃগৰ্ভত স্থান লয় বুলি কোনো কোনো আদিম জাতিৰ মাজত থকা পুৰণা লোকবিশ্বাসৰ ওপৰত প্ৰতিষ্ঠিত। এইটোকে উত্থাপিত কৰিছিল যদিও 'উপনিষদ'ৰ ৰচনা কালতো এই কথা সকলোৱে মানি লোৱা নাছিল। আনকি বুদ্ধৰ যুগতো জন্মান্তৰবাদক তত্ত্ব সৰ্বজনগ্ৰাহ্য হোৱা নাছিল। কিন্তু এই তত্ত্বই সোনকালেই মানুহৰ মনত প্ৰভাৱ বিস্তাৰ কৰিবলৈ ধৰিলে খ্ৰীঃ পূঃ সপ্তম আৰু ষষ্ঠ শতাব্দীৰ কালছোৱাত। সেই তত্ত্বৰ দ্ৰুতভাৱে বৰ্দ্ধিষ্ণু জনপ্ৰিয়তাৰ মাজেদিয়েই বিকাশ লাভ কৰিছিল সম্পূৰ্ণভাৱে যুক্তিগ্ৰাহ্য দুই মহিমান্বিত ভাৰতীয় দৰ্শনৰ—এটা হ'ল জীৱাত্মাৰ সঞ্চাৰ বা পুনৰজনম আৰু আনটো হ'ল কৰ্ম—এক জনমৰ কৰ্মৰ পৰিমাণে পিছৰ জনমতো প্ৰতিক্ৰিয়া দেখুৱাব পাৰে বুলি থকা বিশ্বাসৰ তত্ত্ব। এই দুই দৰ্শনৰ বিনম্ৰ সূচনা হৈছিল প্ৰাচীন কালৰে পৰা থকা আদিম আত্মাসম্বন্ধীয় বিশ্বাসৰ জৰিয়তে। কিন্তু সেই সুপ্ৰাচীন যুগতো এই দুই দৰ্শনৰ এক নৈতিক চৰিত্ৰ আৰু আবেদন আছিল বাবে কিছু পৰিমাণে তেতিয়াই সেই বিষয়ে চিন্তা-চৰ্চা হৈছিল।

জন্মান্তৰবাদৰ তত্ত্ব যেনে ধৰণেই বা যি উপায়েৰেই সূচিত আৰু বিকশিত নহওক, ইয়াৰ মূলতে আছিল এই বিশ্বাস যে অমৰ আত্মাই এক জন্মৰ এটা দেহৰ পৰা পৰজন্মৰ অন্য এক দেহালৈ ভ্ৰমণ কৰি থাকে অনন্ত কাললৈ বা মানুহে লেখ-জোখ কৰি শেষ

কৰিব নোৱৰা কাললৈ জন্ম-জন্মান্তৰ ভেদি জীৱৰ সেই ভ্ৰমণ চলি থাকে। এই জন্মান্তৰবাদৰ তত্ত্বত সকলো জীৱন এক জন্মান্তৰ-চক্ৰত যুক্ত হৈ যায়। মৰণশীল মানুহৰ কথাতো বাদেই, আনকি অমৰ দেৱতাসকলৰো অমৰত্ব অনন্ত নহয়। তেওঁলোকো লুপ্ত হয় আৰু অন্য দেৱতাই তেওঁলোকৰ শূন্য স্থান পূৰণ কৰে। এজন ইন্দ্ৰ মৰিলে, অন্য এক ইন্দ্ৰৰ জন্ম হয়। যিসকল মৃত বা প্ৰয়াত হৈছে, তেওঁলোকে আনন্দময় পিতৃলোকত মহাসুখে বৰ্তমানে থাকিলেও তেওঁলোকেও সেই স্থান এৰি অন্য বাসস্থানলৈ বা লোকলৈ যাব লাগিব। মানুহৰ কথাতো বাদেই, জীৱ-জন্তু, পোক-পৰুৱা আনকি কোনো কোনো পন্থাৰ মানুহৰ মতে, উদ্ভিদৰ জীৱও একেই জন্মান্তৰ-চক্ৰৰ অধীন। বিস্ময়কৰ কাল্পনিক শক্তিসম্ভূত অন্তৰ্দৃষ্টিৰে আনকি কোনো কোনো দ্ৰষ্টা ঋষিয়ে এইটোও কৈছে যে পানী, ধূলি আৰু বায়ুমণ্ডলতো—জলে-স্থলে-অন্তৰীক্ষে—অগণন চকুৰে মনিব নোৱৰা জীৱাত্ম ঠাঁহ খাই আছে। সেই অণু-পৰমাণুসদৃশ জীৱাত্মবোৰৰো প্ৰত্যেকৰে মানুহৰ দৰে একে গুণসম্পন্ন আত্মা আছে। সেইবিলাকো এই একে অবিৰত জন্মচক্ৰ বা জন্মান্তৰবাদৰ অনন্তকালৰ বা ব্যাপ্ত দৈহিক পৰিৱৰ্তনৰ প্ৰক্ৰিয়াৰ লগত যুক্ত।

এনে ধৰণৰ জন্মান্তৰত জীৱৰ নতুন দেহ ধাৰণ বা পৰিৱৰ্তন কোনো ব্যক্তিৰ কৰ্ম অনুযায়ী নিৰ্ণীত হয় বুলি সৰ্বজনগ্ৰাহ্য নহ'লেও, সাধাৰণভাৱে মানুহে বিশ্বাস কৰিছিল। বৰ্তমান জন্মত কোনো লোকে যি ধৰণে জীৱন যাপন কৰে, যেনে কৰ্ম কৰে তাৰ গুণাগুণ অনুযায়ী পৰজনমত উচ্চ বা নীচ, সুখী বা অসুখী জীৱন লাভ হয় বুলি মানুহে বিশ্বাস কৰিবলৈ লৈছিল। এই কৰ্মফল-তত্ত্ব বেছিভাগ ভাৰতীয় অধ্যাত্মচিন্তাৰে মূল ভিত্তি হৈ পৰিল। মানুহৰ জীৱনৰ স্বাভাৱিক দুখ-বেদনাই সৰ্বকালৰ সৰ্বদেশৰ চিন্তাশীল লোকক ক্লিষ্ট কৰি আহিছে। এই কৰ্মফল-তত্ত্বই অন্ততঃ মনুষ্যজীৱনৰ দুখ-ক্লেশবোৰৰ এক বিশ্বাসযোগ্য কাৰণ ব্যাখ্যা আগবঢ়াব পাৰিছিল আৰু আৰ্য সমাজব্যৱস্থাৰ উচ্চ-নীচ ভেদাভেদবোৰৰো এক ধৰণৰ ব্যাখ্যা দিছিল।

সাধাৰণ মানুহৰ বাবে এনে তত্ত্বত বিৰোধ কৰিব লগা একো নাছিল। অতি কম সময়ৰ ভিতৰতে এই কৰ্মফল-তত্ত্ব যে সমগ্ৰ ভাৰতৰ আপামৰ জনসাধাৰণৰ মনত দৃঢ়ভাৱে আৰোপিত হ'ল তাৰ পৰাই প্ৰমাণিত হয় যে এই তত্ত্বই প্ৰাচীন ভাৰতৰ আধ্যাত্মিক জিজ্ঞাসাৰ বহু প্ৰশ্নৰ উত্তৰ দিবলৈ সক্ষম হৈছিল। বাস্তৱিকতে সঞ্চাৰ বা জন্মান্তৰবাদৰ যি দাৰ্শনিক ব্যাখ্যা সি যি কোনো সাধাৰণ লোকৰ বাবেই অনেক দিশৰ পৰাই আকৰ্ষণীয় তত্ত্ব আছিল। কাৰণ, এই দৰ্শনে মানৱাত্মাৰ জন্মান্তৰ ভ্ৰমণৰ পথ পৰিক্ৰমাত আত্মাৰ নৱ নৱ জন্মলাভ আৰু বিনাশহীনতাৰ কথা কয়। প্ৰত্যেক জনমত লভ্য নতুন অভিজ্ঞতা আৰু আচৰিত কৰ্মৰ যোগেদি দীনতম দীনজন আৰু আটাইতকৈ হীন নৰাধমজনেও এটা সৎ আৰু সুখকৰ পৰজন্ম লাভ কৰিবলৈ আশা কৰিব পাৰে।

আত্মাৰ উচ্চাকাঙ্ক্ষাৰ পথ অবাৰিত হৈ থাকে। এই অনন্ত আশা আৰু সম্ভাবনাৰ ইঙ্গিত বহন কৰে বাবেই জন্মান্তৰবাদৰ তত্ত্ব পাশ্চাত্য জগতৰ অপৰিবৰ্তনীয় স্বৰ্গবাস আৰু চিৰস্থায়ী নৰকবাসৰ বিশ্বাসতকৈ সাধাৰণ লোকৰ বাবে বেছি আকৰ্ষণীয় আছিল। কিন্তু সেয়া হ'ল সৰ্বসাধাৰণ লোকৰ মানসিকতা। যিসকল মহৎ আৰু গভীৰ চিন্তাৰ অধিকাৰী, তেনে লোকসকলৰ বাবে জন্মান্তৰবাদৰ প্ৰতি আকৰ্ষণ বেছি নাছিল। মৃত্যু সদায়েই ভয়ঙ্কৰ। যি দৰ্শনত অসংখ্যবাৰ মৃত্যুৰ যন্ত্ৰণা ভোগ কৰিব লাগে তাৰ প্ৰতি মহৎ চিন্তাযুক্ত লোকৰ কোনো মোহ নাছিল। আনহাতে ডাঙৰ দুখ-দুৰ্দশা ব্যতিৰেকেও জীৱন সদায় একেসুৰীয়া আৰু অকুলন। তাৰ মাজতে অজস্ৰবাৰ পুনৰ জনম লোৱাটোও অতিশয় বিৰক্তিকৰ আৰু দুখকৰ। সেইবাবে জন্মান্তৰবাদৰ ওপৰত বিশ্বাস ব্যাপক হৈ অহাৰ লগে লগে আশাৰ লগতে আৰম্ভ হৈছিল তীব্ৰ দুখবাদ আৰু নিৰাশাবাদৰো। আনকি স্বৰ্গবাস বা স্বৰ্গতো পুনৰ জনমৰ প্ৰতি লালায়িত হোৱাৰ কোনো সকাম নাই। কোনো উপায়েৰে এই জন্ম-মৃত্যুৰ অন্তহীন চক্ৰৰ হাত সাৰিবলৈ উপায় চিন্তা কৰিব লাগিব। সেই চিৰবাঞ্ছিত জীৱাত্মাৰ চূড়ান্তভাৱে মোক্ষ বা মুক্তিলাভৰ উপায় বিচাৰি পাইছিল তেতিয়াৰ যুগৰ মহৎ চিন্তাৰ গৰাকীসকলে বৈৰাগ্য আৰু গভীৰ ধ্যানৰ মাজেৰে।

## তপস্যা ঃ

'ঋকবেদ'ৰ শেহৰ ফালে ১০। ৯৩৬ স্থানত আমি এক শ্ৰেণী ধৰ্মপৰায়ণ মানুহৰ বিষয়ে পঢ়িবলৈ পাওঁ। তেওঁলোক কিন্তু ব্ৰাহ্মণতকৈ বেলেগ শ্ৰেণীৰ আছিল। তেওঁলোকক বোলা হৈছিল 'মুনি' অৰ্থাৎ মৌনী বা কথা-বতৰা নকৈ মৌনতা অৱলম্বন কৰা লোক। তেওঁলোকে বতাহৰ কঁকালী পিন্ধি নিজৰ মৌনতাত বুৰ গৈ থাকে আৰু বতাহতে ভৰ দি পক্ষীকুল আৰু দেৱতাসকলৰ দৰে আকাশমাৰ্গেৰে বিচৰণ কৰিব পাৰে। মুনিসকল আছিল অন্তৰ্যামী, সকলো মানুহৰে মনৰ ভাব আগতেই গম পায়। কাৰণ তেওঁলোকে ৰুদ্ৰ দেৱতাৰ পানপাত্ৰৰ পৰা পানীয় সেৱন কৰিছে। যি পানীয় সাধাৰণ লোকৰ বাবে হলাহল-বিষ স্বৰূপ। 'অথৰ্ববেদ'ৰ পঞ্চদশ অধ্যায়ত আৰু এশ্ৰেণী লোকৰ বিষয়ে পঢ়িবলৈ পোৱা যায়। সেই শ্ৰেণীক বোলে 'ব্ৰাত্য'। পিছৰ যুগত বহল অৰ্থত ব্ৰাত্য মানে বুজাইছিল যি কোনো বেদবিহিত ধৰ্মপথৰ পৰা পতিত আৰ্যলোকক। কিন্তু 'অথৰ্ববেদ'ৰ ব্ৰাত্য মানে অ-বৈদিক উৰ্বৰতা পূজক সম্প্ৰদায়ৰ পুৰোহিত একোজনক। এনে বেদবিৰোধী উৰ্বৰতা পূজাৰ ক্ৰিয়া-কাণ্ডবিলাকত নৃত্য আৰু নিজৰ গাত নিজেই বেতেৰে কোবাই আত্মনিগ্ৰহ কৰাৰ দৰে বিধিও থাকে। ব্ৰাত্যই সাধাৰণতে গাড়ী এখনত গ্ৰাম-গ্ৰামান্তৰ ভ্ৰমণ কৰি থাকে। লগত থাকে এজনী তিৰোতা আৰু এটা বাজনাদাৰ।

তিৰোতাজনীৰে সি বেশ্যালি কৰায় আৰু তাৰ পূজা-পাতলৰ সময়ত বাজনাদাৰটোৱে বাজনা বজায়। এই ব্ৰাত্যবোৰ কি আছিল সমাজত সিহঁতৰনো স্থান কি আছিল সেই বিষয়ে একো নিৰ্দিষ্টকৈ জনা নেযায়। কিন্তু এটা কথা ঠিক যে সিহঁতক গোড়া আৰ্য সমাজৰীতিৰ ভিতৰুৱা কৰি ল'বলৈ বহুত যত্ন কৰা হৈছিল। সিহঁতৰ ধৰ্মমতকো আৰ্য ধৰ্মৰীতিৰে কোনো এঠাইত স্থাপন কৰিবলৈও চেষ্টাৰ ত্ৰুটি কৰা নহৈছিল। আৰ্য ধৰ্মচিন্তাত অনুপ্ৰৱেশ কৰা অনেক নতুন ধৰণৰ ধৰ্মসম্বন্ধীয় ধ্যান-ধাৰণাৰো উৎস আছিল এই ব্ৰাত্যবিলাক।

'উপনিষদ'বোৰৰ যুগত এই তপস্যাব্ৰতী মুনিসকলৰ প্ৰভাৱ ব্যাপক হৈ পৰিছিল। 'উপনিষদ'ৰ নতুন দৰ্শনৰ উদ্ভৱ আৰু বিস্তাৰো হৈছিল এই তপঃ-ধ্যানত সদাব্ৰতী মুনি-ঋষিসকলৰ জৰিয়তেহে, অকল আনুষ্ঠানিকভাৱে যজ্ঞ সম্পাদন কৰা গোড়া ব্ৰাহ্মণ পুৰোহিতসকলৰ দ্বাৰা নহয়। কিছুমান তেনে ঋষি-মুনিয়ে মানসিক বিকাৰগ্ৰস্ত লোকৰ দৰে অকলশৰীয়াকৈ গভীৰ অৰণ্যত বাস কৰিছিল আৰু নানা ধৰণে আত্মনিগ্ৰহ কৰিছিল। যেনে স্বেচ্ছাই ক্ষুধা-তৃষ্ণাত ক্লিষ্ট কৰিছিল নিজকে। গ্ৰীষ্মকালৰ প্ৰখৰ ৰ'দ আৰু শীতকালৰ অসহনীয় জাৰ আৰু বৰষুণত মুকলিত বহি থাকিছিল। কিছুমান তেনে তপস্বীয়ে নগৰৰ উপকণ্ঠত প্ৰায়শ্চিত্ত-ক্ষেত্ৰ পাতি লৈছিল। পিছৰ কালৰ নিম্নখাপৰ কিছুমান তপস্বীয়ে কৰাৰ দৰে সেইসকল তপস্বীয়েও আত্মনিগ্ৰহৰ অভাৱনীয় পন্থা কিছুমান উদ্ভাৱন কৰি লৈছিল। প্ৰচণ্ড ৰ'দত দপদপীয়া জুইৰ কাষত বহি থকা, কাঁইটৰ অথবা গজালৰ বিছনাত শোৱা, গছৰ ডালৰ পৰা তলমূৰকৈ ঘণ্টাৰ পিছত ঘণ্টা জুৰি ওলমি থকা আৰু দিনে-ৰাতিয়ে হাত এখন ওপৰলৈ নিথৰ কৰি দাঙি ৰাখে। সেইদৰে ৰাখোঁতে হাতখন অসাৰ হৈ ওপৰতে ৰৈ থাকে। সেইটোও আছিল তেওঁলোকৰ সাধনাৰ ৰীতি।

চিন্তাৰ ক্ষেত্ৰত নতুন নতুন দৰ্শনৰ সৃষ্টি হৈছিল কিন্তু এনে ধৰণে উগ্ৰ কৃচ্ছ্ৰসাধন কৰা তপস্বী ঋষি-মুনিৰ দ্বাৰা নহয়। হৈছিল নীৰৱে অধ্যয়ন আৰু গভীৰ চিন্তা বা ধ্যানত মনোনিৱেশ কৰা তপস্বীসকলৰ দ্বাৰাহে। এইসকলৰ কিছুমানে নগৰ বা গাঁৱৰ সীমাৰ বাহিৰত অকলে বাস কৰিছিল। কিছুমানে একেলগে পঁজাঘৰ সাজি একোজন কুলপতি বা নেতাৰ অধীনত আশ্ৰম পাতি বাস কৰিছিল। অনেক আছিল আজীৱন যাযাবৰ বা পৰিব্ৰাজক সন্ন্যাসী। কেতিয়াবা দল বান্ধিও তেনেদৰে ভ্ৰমণ কৰে। ভিক্ষা কৰি জীৱন নিৰ্বাহ কৰে। নিজৰ জীৱন-দৰ্শন আৰু জ্ঞানৰ ভাণ্ডাৰ যি শুনিবলৈ বিচাৰে তেনে লোকৰ আগত মুকলি কৰি দিয়ে। যদি কোনো প্ৰতিদ্বন্দ্বী ওলায়, বাদানুবাদ কৰে। এওঁলোকৰ কিছুমান একেবাৰে উলঙ্গ হৈয়ে ফুৰিছিল। কিছুমানে সাধাৰণ পোছাক পিন্ধিছিল।

ভাৰতীয় তপস্যাব্ৰতৰ মূলতে লক্ষ্য আছিল অলৌকিক শক্তি লাভ কৰা। নিজৰ উচ্চবৰ্ণত জন্ম আৰু বংশানুক্ৰমিক পৰম্পৰাগত শিক্ষাৰ যোগেদি ব্ৰাহ্মণসকলে নিজকে

সদায় তেনে শক্তিৰ অধিকাৰী বুলি দাবী কৰিয়েই আহিছিল। কিন্তু তাৰ বাহিৰেও অন্য ধৰণৰ শক্তি লাভৰ কথাও আছিল আৰু সেইবোৰ শক্তি লাভৰ অন্য ধৰণৰ পন্থাও আছিল। 'উপনিষদ'বোৰ ৰচিত হৈ থকা কালত খুব সম্ভৱ আনহে নেলাগে ব্ৰাহ্মণসকলৰ মাজতো যাগ-যজ্ঞাদিৰ মহাজাগতিক ৰহস্য আৰু শক্তিৰ ওপৰত বিশ্বাসত ভাটা পৰিছিল। যাগ-যজ্ঞৰ প্ৰচলন যে লগে লগে বন্ধ হৈ গৈছিল তেনে কথা নহয়। কিন্তু যজ্ঞানুষ্ঠানৰ প্ৰধান উদ্দেশ্য যে যজ্ঞকৰ্তাৰ বৈষয়িক উন্নতি, আয়ু বৃদ্ধি, স্বৰ্গপ্ৰাপ্তি আদিহে, ব্ৰাহ্মণসকলে দাবী কৰাৰ দৰে বিশ্বব্ৰহ্মাণ্ডৰ মহাজাগতিক নিয়ন্ত্ৰণৰ গুৰি ধৰা নহয় সেই কথা প্ৰকট হৈ আহিবলৈ ধৰিলে। প্ৰকৃততে যি কোনো যজ্ঞৰ পৃষ্ঠপোষকতা কৰা ধনী ধনী যজমানসকলৰ সদায় প্ৰথমৰ কেইটাহে মুখ্য উদ্দেশ্য আছিল—নিজৰ সৰ্বপ্ৰকাৰ উন্নতি, দীৰ্ঘায়ু লাভ আৰু মৰিলে স্বৰ্গলাভ। মহাজাগতিক ক্ৰিয়া-কলাপত আগ্ৰহ তেওঁলোকৰ থকাৰ কথা নহয়। গঙ্গা উপত্যকাৰ নামনিৰ যিমানেই পূৱলৈ আহিল আৰ্য-সভ্যতা, সিমানে ব্ৰাহ্মণ্যবাদৰ প্ৰভাৱ কমি আহিবলৈ ধৰিলে। পশ্চিম-ভাৰতত ব্ৰাহ্মণ্যবাদৰ প্ৰভাৱ যেনেদৰে গভীৰভাৱে বৰ্তি থাকিল তাৰ বিপৰীতে পূব-ভাৰতত অনাৰ্য লোকবিশ্বাস আৰু ধৰ্মমতৰ প্ৰবল প্ৰবাহ সকলো সময়তে চলি থাকিল। পূৰ্বভাৰতত দৃঢ়ভিত্তিৰ ওপৰত প্ৰতিষ্ঠিত প্ৰবল প্ৰতাপী ৰাজ্যবোৰ আছিল আৰু তাত এক সমৃদ্ধিশালী সভ্যতা বিকশিত হৈছিল। গতিকে সেইবোৰ দেশত যাগ-যজ্ঞৰ প্ৰয়োজন বোধ কৰাই নাছিল মানুহে।

তপস্বী ঋষি-মুনিসকলে তেওঁলোকৰ কঠিন ধৰণৰ কৃচ্ছ্ৰসাধনৰ জৰিয়তে যজ্ঞকাৰী ব্ৰাহ্মণ পুৰোহিত শ্ৰেণীৰ বহুত ওপৰলৈ উঠিব পাৰিছিল। এবাৰ নিজৰ কঠিন আৰু ক্লেশকৰ ব্ৰতৰ দ্বাৰা শাৰীৰিক প্ৰবৃত্তিবোৰ সংযত কৰি লোৱাৰ পিছত তপস্বীৰ বাবে জীৱন বিশুদ্ধ আনন্দৰে পৰিপূৰ্ণ হৈ পৰে। নিম্ন বৰ্গৰ তপস্বীৰ কাম্য বস্তু অনেক, বৈষয়িক দিশতো কিবা-কিবি পাবলৈ বিচাৰে। তেওঁক সামাজিক মান-সন্মানো লাগে—যিবোৰ সাধাৰণ মানুহ হিচাপে তেওঁ পাবলৈ আশা কৰিব নোৱাৰে। কিন্তু তেওঁৰ প্ৰধান আৰু চূড়ান্তভাৱে কাম্য হৈছে সাংসাৰিক চিন্তা আৰু ভয়-সংশয়ৰ পৰা সম্পূৰ্ণ মুক্তি। নিজৰ সাংসাৰিক আৰু পাৰিবাৰিক দায়-দায়িত্ব ত্যাগ কৰি, সকলো বিষয়-সম্পত্তি স্বেচ্ছাই ত্যাগ কৰি এফলীয়া কৰি থৈ মূৰৰ পৰা পৰ্বতপ্ৰমাণ বোজা এটা নমাই থোৱাৰ মান সকাহ লাভ যি আনন্দ, সেই পৰম মুক্তিৰ অনাবিল আনন্দৰ কথা ভাৰতীয় ধৰ্মীয় সাহিত্যৰ পাঠত প্ৰায়ে বৰ্ণীত হোৱা দেখা যায়। কিন্তু অকল এনে আনন্দলাভৰ প্ৰেৰণাতে যে তপস্বীসকলে তপঃ-ধ্যানাদিত ব্যস্ত হৈছিল তেনে কথা নহয়। তেওঁলোকৰ তপস্যাৰ উদ্দেশ্য আৰু মহান আছিল। তপস্যাৰ কঠোৰ আত্ম-সংযমৰ পথত আগুৱাই গৈ থাকোঁতে তপস্বীজনাই সাধাৰণ মৰণশীল মানুহে কোনোকালে কল্পনাও কৰিব নোৱৰা

বিপুল আৰু অলৌকিক আত্মিক শক্তিৰ অধিকাৰী হয়। তেওঁ ত্ৰিকালজ্ঞ—অৰ্থাৎ অতীত, বৰ্তমান আৰু ভৱিষ্যতৰ সকলো কথা জ্ঞাত হয়। তেওঁ ইচ্ছা কৰিলেই স্বৰ্গাৰোহণ কৰিব পাৰে আৰু দেৱতাসকলৰ সভাত তেওঁক সসম্মানে অভ্যৰ্থনা জনোৱা হয়। গগনবিহাৰী দেৱতাসকলে নিজেই নামি আহি তেওঁৰ আশ্ৰমতে তেওঁক আহি সাক্ষাৎ কৰেহি। তপস্যাৰ দ্বাৰা লাভ কৰা তেওঁৰ অপৰিসীম অলৌকিক শক্তি সঞ্চালন কৰি তেওঁ অনেক অদ্ভুত অদ্ভুত কাম কৰিব পৰা হয়। তেওঁ পৰ্বতৰ চূড়া খহাই আনি সাগৰত নিক্ষেপ কৰিব পাৰে। যদি ক্ৰুদ্ধ হয় তেন্তে চকুৰ ক্ৰুদ্ধ দৃষ্টিৰে শত্ৰুক পুৰি ভস্মীভূত কৰিব পাৰে বা একোখন দেশৰ খেতি বিনষ্ট কৰিব পাৰে। যদি তুষ্ট হয়, তেন্তে তেওঁৰ অনুগ্ৰহত একোখন বিশাল নগৰ সুৰক্ষিত হ'ব পাৰে। সেই নগৰৰ ঐশ্বৰ্য-সম্পদ উত্তৰোত্তৰ বৃদ্ধি পোৱাৰ উপৰি দুৰ্ভিক্ষ, মহামাৰী আৰু বহিঃশত্ৰুৰ আক্ৰমণৰ পৰা নগৰখন সদায় ৰক্ষা পৰি থাকিব পাৰে। আচলতে পূৰ্বকালত ডাঙৰ ডাঙৰ যজ্ঞপালনৰ দ্বাৰা যিবোৰ অলৌকিক গুণ আৰু শক্তি আহৰণ আৰু সঞ্চালন কৰা হৈছিল সেই সকলো এতিয়া তপস্যাৰ ফলস্বৰূপেহে পোৱা যায় বুলি বিশ্বাস সাব্যস্ত হৈছিল লোকসমাজত। পিছৰ যুগবোৰত যজ্ঞৰ দ্বাৰাই বিশ্বব্ৰহ্মাণ্ড সৃষ্টি হৈছিল আৰু যজ্ঞৰ দ্বাৰাই বিশ্বব্ৰহ্মাণ্ড নিয়ন্ত্ৰিত হয় বুলি থকা প্ৰাচীন বিশ্বাস তল পৰি তাৰ ঠাইত সকলোৱে বিশ্বাস কৰিবলৈ লৈছিল যে বিশ্বজগতৰ সৃষ্টি-স্থিতি সকলো গিৰিৰাজ হিমালয়ৰ নিভৃত কোণত বহি অনন্তকাল গভীৰ ধ্যানত মগ্ন মহেশ্বৰ শিৱৰ তপস্যাৰ ওপৰতহে নিৰ্ভৰশীল আৰু যোগেশ্বৰ শিৱৰ শিষ্য মনুষ্য তপস্বীসকলেও ধৰাধামত থাকি তপস্যাৰে শিৱৰ কৰ্তব্য পালনতে সহযোগ কৰি থাকে।

যিসকল লোকৰ আধ্যাত্মিকতা গুণ বেছি নায়ো, সেইসকলো তপস্যাৰ প্ৰতি উপৰিউক্ত কাৰণবোৰৰ বাবেই আকৰ্ষিত হয়। কিন্তু সকলোৱেই তেনে সাধাৰণ লক্ষ্য আগত ৰাখি তপস্যাত ব্ৰতী হোৱা নাছিল। তাৰ মাজতে প্ৰকৃততে সৎ আৰু মহৎ ধৰ্মীয় উদ্দেশ্য আগত ৰাখি তপস্যাৰ কঠোৰ আৰু ক্লেশকৰ পথ বাছি লৈছিল। কঠোৰ তপঃ ব্ৰত অনুশীলন কৰি থাকোঁতে তেওঁৰ মনৰ শক্তিও সীমাহীনভাৱে বৃদ্ধি পাবলৈ ধৰে। তেওঁৰ অন্তৰ্দৃষ্টি ইমান বেছি হ'বলৈ ধৰে যে তাক ভাষাৰে বৰ্ণনা কৰিব নোৱাৰি। মনঃ শক্তিৰে তেওঁ লাহে লাহে মহাজাগতিক সৃষ্টিৰহস্য ভেদ কৰিবলৈ আৰম্ভ কৰে। সম্পূৰ্ণ জ্ঞানমাৰ্গী তেওঁৰ সেই ধ্যানৰ গতিত এই জগত সংসাৰতো বাদেই আনকি মহান দেৱতাসকলে জ্যোতিৰ্ময় জাক-জমকতাৰ মাজত বাস কৰা মহাপয়োভৰপূৰ্ণ কিন্তু সাৰশূন্য স্বৰ্গলোকো পিছ পৰি যায়। তপস্বীৰ জ্ঞানপিপাসু মনে সৃষ্টি ৰহস্যৰ মহাজ্ঞান আবৃত কৰি ৰখা তৰপে তৰপে অজ্ঞানতাৰ অন্ধকাৰ ভেদ কৰি আগুৱান হয়। সেইদৰে অজ্ঞানতা অন্ধকাৰৰ লৌহময় আবেষ্টনী ভেদ কৰি এসময়ত মুখামুখি হয়গৈ অনন্ত

জ্যোতিস্বৰূপ মহাসত্যস্বৰূপ সৃষ্টিতত্ত্বৰ। তপস্বীৰ মানসচক্ষুৰ আগত ওৰ পৰে সকলো ৰহস্যৰ। শেহবাৰৰ বাবে সম্পূৰ্ণ আৰু চূড়ান্তভাৱে তেওঁ উপলব্ধি কৰে বিশ্বব্ৰহ্মাণ্ডৰ প্ৰকৃতি কি আৰু তাৰ লগত নিজৰ ক্ষুদ্ৰ মনুষ্য সত্তাৰ সম্বন্ধই বা কি। তেওঁৰ সেই আত্মিক পূৰ্ণ উপলব্ধিৰ অৱস্থান হৈছে জন্ম আৰু মৃত্যু, আনন্দ আৰু বিষাদ, সৎ আৰু অসতৰ সীমনাৰ সিপাৰে য'ত আছে কেৱল সত্য আৰু অমিশ্ৰিত আনন্দ। এই অতীন্দ্ৰিয় উপলব্ধিৰ লগে লগে অন্য এক বোধ জাগৃত হয় তপস্বীৰ মনত—যে তেওঁ সম্পূৰ্ণভাৱে সম্যকভাৱে মুক্ত এতিয়া। তেওঁৰ আত্মা চূড়ান্তভাৱে ভৱবন্ধন মোচন কৰি জয় লাভ কৰিছে—তেওঁৰ মোক্ষপ্ৰাপ্তি হৈছে এই উপলব্ধিৰ পিছত তপস্বীৰ লক্ষ্য পূৰণ হ'ল—সকলো বিজয়ীৰ শীৰ্ষভাগত তেওঁৰ স্থান নিৰূপিত হ'ল। বিশ্বব্ৰহ্মাণ্ডত তেওঁতকৈ শ্ৰেষ্ঠ আৰু কোনো নাই।

তপস্বীৰ লাভ কৰা এই মহাজ্ঞানৰ আধ্যাত্মিক অৰ্থব্যাখ্যা বিভিন্ন ধৰ্ম আৰু ধৰ্মপন্থাত ভিন্ন ভিন্ন ধৰণে কৰা হয় যদিও এনে ক্ষেত্ৰত সকলো জ্ঞানৰ সাধকাৰে মৌলিক অভিজ্ঞতাবোৰ একে ধৰণৰ। গতিকে বহুজনে বহুভাৱে কোৱাৰ দৰেই এই ক্ষেত্ৰত পাশ্চাত্য জগতৰ সাধক, ঋষি, জ্ঞানমাৰ্গী তপস্বী গ্ৰীক, ইহুদী, খ্ৰীষ্টান, মুছলিম—যিয়েই নহওক সকলোৰে অভিজ্ঞতা একেই। কিন্তু তাতো ভাৰতীয় ৰহস্যবাদৰ এটা বিশেষত্ব আছে। ধ্যানমগ্ন তপস্বীৰ মনত ভাবৰ উচ্ছাস জগাই তুলিবলৈ প্ৰয়োগ কৰা বিভিন্ন কৌশলৰ ব্যাখ্যা আৰু সংজ্ঞা নিৰ্ণয় আৰু সাধনাৰ বিভিন্ন স্তৰত হোৱা অভিজ্ঞতাবোৰৰ পদ্ধতিগত আৰু বিজ্ঞানসম্মত দাৰ্শনিক ব্যাখ্যা ভাৰতীয় অতীন্দ্ৰিয়বাদী সাধনাৰ বৈশিষ্ট্য। অন্য ধৰ্মত ৰহস্যবাদী সাধনাৰ গুৰুত্ব কম-বেছি হৈ থকা দেখা যায়। কিন্তু ভাৰতীয় ধৰ্মমতত ৰহস্যবাদেই মূল কথা।

ভাৰতৰ ধৰ্মচিন্তাত তপস্যা আৰু ৰহস্যবাদৰ বিকাশ আৰু প্ৰভাৱ ইমান বেছি হ'লগৈ যে সদায় ঐহিক সুখ-সমৃদ্ধি বৃদ্ধিৰ বাবে যজ্ঞকাৰী ব্ৰাহ্মণসকলে তাঁলৈ আওকাণ কৰি থাকিব নোৱৰা হ'লগৈ। গতিকে আৰ্য সামাজিক গাঁথনিত আশ্ৰমবাসী আৰু পৰিব্ৰাজক তপস্বী-সন্ন্যাসীৰ বাবে বেলেগে স্থান নিৰ্ণয় কৰা হ'ল 'চতুৰাশ্ৰম'ৰ ব্যৱস্থা কৰি। সেই 'চতুৰাশ্ৰম'ৰ কথা প্ৰথমতে ধৰ্ম সূত্ৰত বৰ্ণিত হৈছিল। আদি কালৰ তপস্বী মুনি-ঋষি কিছুজনৰ আলোচনা আৰু দৰ্শন একেলগ কৰি ব্ৰাহ্মণবিলাকৰ লগতে যোগ দিয়া হ'ল 'আৰণ্যক' আৰু 'উপনিষদ' নাম দি। কিছুকালৰ পিছত সংক্ষিপ্ত আকাৰত ছন্দোবদ্ধ শ্লোকৰ ৰূপত সংক্ষিপ্ত একোখন ৰহস্যতাত্ত্বিক গ্ৰন্থ ৰচনা কৰি 'উপনিষদ' নাম দি ব্ৰাহ্মণবিলাকৰে ওপৰঞ্চি সংযোজন বুলি যুক্ত কৰি দিয়া হ'ল। পৰৱৰ্তী কালত আকৌ ৰহস্যবাদী সাধনাৰ সাধন-প্ৰণালী বিষয়ক যোগশাস্ত্ৰ নামক গ্ৰন্থ ৰচিত হ'ল, যিখন নৈষ্ঠিক হিন্দু ধৰ্মৰ অঙ্গ বুলি স্বীকৃত হ'ল। সেইদৰে ভাৰতীয় ধৰ্মদৰ্শনে এক নতুন দিশ বাছি ল'লে।

মাজে মাজে এনে এক মত প্ৰকাশ কৰা হৈছে যে ভাৰতবৰ্ষত তপস্যাব্ৰতী সাধনা আৰু ৰহস্যবাদী সাধনাৰ প্ৰভূত বিকাশ হোৱাৰ মূলত, বিশেষকৈ গোড়া হিন্দু ধৰ্মত হোৱাৰ উপৰি ভিন্নপন্থী বৌদ্ধ আৰু জৈন ধৰ্মতো এই দুই বিধ সাধনাৰ বিস্তীৰ্ণ উত্থানৰ মূলত অন্য এক শ্ৰেণীগত প্ৰেৰণাই কাম কৰিছিল। সেই প্ৰেৰণা আহিছিল ব্ৰাহ্মণসকলৰ শ্ৰেষ্ঠ বৰ্ণাভিমান আৰু প্ৰাধান্যৰ দাবীৰ বিৰুদ্ধে ক্ষত্ৰিয়বৰ্ণৰ মানুহৰ মনত হোৱা বহুদিনীয়া প্ৰতিক্ৰিয়া আৰু লগতে যাগ-যজ্ঞাদি ক্ৰিয়া-কাণ্ড নিতান্তই নিষ্ফল বুলি মানুহৰ মনত ঘনীভূত হ'বলৈ ধৰা ধাৰণাৰ পৰা। কিন্তু এইমত নিশ্চয় সম্পূৰ্ণভাৱে সঠিক বুলি ক'ব নোৱাৰি। বুদ্ধ আৰু জৈন ধৰ্মৰ প্ৰৱৰ্তক মহাবীৰ দুয়ো ক্ষত্ৰিয় আছিল ঠিকেই। তেওঁলোকে ব্ৰাহ্মণ্য যাগ-যজ্ঞ আদিৰ অসাৰতাৰ কথাও কৈছে। বৌদ্ধ ধৰ্মশাস্ত্ৰবোৰৰ বহুত ঠাইত থকা নানা উক্তিৰ ব্ৰাহ্মণবিৰোধী ব্যাখ্যাও আছে। কিন্তু এই দুইটা ধৰ্মৰ গুৰুসকলৰ মাজতো অনেকেই ব্ৰাহ্মণ আছিল। 'উপনিষদ'বিলাকত অতি গোড়া ৰক্ষণশীল ৰহস্যবাদী সাধক ঋষি-মুনিসকলৰ মতামত সন্নিবিষ্ট হৈছে। কিন্তু সেইবিলাকত ক'তো যজ্ঞবিৰোধী কথা নাই। মাত্ৰ কিছুমান চৰ্ত মানি চলি যজ্ঞানুষ্ঠান পাতিব লাগে বুলি কোৱা হৈছে। আনহাতে বৌদ্ধ ধৰ্মশাস্ত্ৰবোৰত ব্ৰাহ্মণসকলৰ নিন্দাসূচক মন্তব্য যিমান পোৱা যায় অতীব সন্মান সহকাৰে ব্ৰাহ্মণসকলৰ কথা উল্লেখ কৰা পাঠো সমানেই পোৱা যায়।

ব্ৰাহ্মণ শ্ৰেণীৰ আত্মম্ভৰিতাৰ বিৰুদ্ধে প্ৰতিক্ৰিয়া আৰু ক্ষোভ নিশ্চয় কিছু পৰিমাণে আছিল। তেনেকৈ যজ্ঞসংস্কৃতিৰ বিৰুদ্ধেও অনেক অসন্তোষ মানুহৰ মনত জমা বান্ধিছিল। কিন্তু এই প্ৰতিক্ৰিয়া আৰু অসন্তোষ, লগতে দুঃখবাদ, উদাসীন তপস্বীৰ মনোবৃত্তি আৰু ৰহস্যবাদ এই সকলোৰে পশ্চাৎপটত কাম কৰিছিল এক ধৰণৰ সমাজ মানসিক অশান্ত অৱস্থাই। যি সময়ৰ কথা এতিয়া আমি ক'বলৈ লৈছোঁ সেইটো হ'ল এক বিৰাট সামাজিক পৰিৱৰ্তনৰ সময়। সেই সময়ত পুৰণি উপজাতীয় সামাজিক গাঁথনি ভাগি যাবলৈ ধৰিছিল। ভাৰতীয় সমাজত যৈন্দ বা জনগোষ্ঠী বা উপজাতি অনুসৰি যি ঐক্য আদি কালৰে পৰা কাৰ্যকৰী হৈ আছিল সেই একতাবোধ অন্তৰ্হিত হৈছিল। প্ৰত্যেকেই সংসাৰ সমৰক্ষেত্ৰত অকলশৰীয়া হৈ একমাত্ৰ নিজৰ শক্তিৰ ওপৰত নিৰ্ভৰ কৰি প্ৰতিকূল অৱস্থাৰ সন্মুখীন হ'বলগাত পৰিছিল। স্বজাতি-স্বগোত্ৰৰ সদস্যবৰ্গৰ পৰা কোনো সহায়ৰ আশা কৰিবলৈ থল নোহোৱা হৈছিল। জনে জনে গোষ্ঠীপতি শাসনকৰ্তাবোৰ উৎখাত কৰি তেওঁলোকৰ ৰাজসভা ভঙ্গ কৰি তেওঁলোকৰ ৰাজ্য আৰু প্ৰজাবৰ্গক ডাঙৰ ডাঙৰ ৰাজ্যবোৰৰ লগত চামিল কৰা হৈছিল। গোষ্ঠীতান্ত্ৰিক শাসনৰ যুগৰ ইতি পৰিছিল। নতুন এক ৰাজনৈতিক-সামাজিক ব্যৱস্থাই গঢ় ল'বলৈ আৰম্ভ কৰিছিল। 'মৈত্ৰায়নী উপনিষদ'ৰ ১।১ স্থানতে এজন সেই যুগৰ ৰজাৰ মুখৰ উক্তি দিয়া হৈছে এই

ধৰণে— "মহা মহাবীৰগণ আৰু মহাপৰাক্ৰমী নৃপতিসকলৰ গৌৰব অস্তমিত হৈছে। আমি গন্ধৰ্ব অসুৰসকলৰ মৃত্যু প্ৰত্যক্ষ কৰিছোঁ। সাগৰ শুকাই গৈছে। পৰ্বতৰ চূড়া খহি পৰিছে। ধ্ৰুব নক্ষত্ৰৰো স্থিতি নোহোৱা হৈছে। পৃথিৱী কঁপিবলৈ ধৰিছে। আনকি দেৱতাসকলৰো বিনাশকাল উপস্থিত হৈছে। মোৰ নিজকে শুকান নাদত পৰি থকা মণ্ডুকৰ দৰে বোধ হৈছে।" সেই সময়ত দেশত মহাসম্পদশালী সভ্যতা বিস্তাৰ হৈছিল যদিও মানুহৰ মনত সমাগত এই সামাজিক-ৰাজনৈতিক পৰিবৰ্তনে ভয় আৰু অনিশ্চয়তাৰ সৃষ্টি কৰিছিল। যুগসন্ধিৰ এনে গভীৰ নিৰাপত্তাহীনতা আৰু অনিশ্চয়তাবোধৰ সময়ছোৱাৰ সমাজমানসিকতাৰ মাজতে খ্ৰীঃ পূঃ প্ৰথম সহস্ৰাব্দৰ মধ্যভাগৰ শতাব্দীবোৰত দুঃখবাদ আৰু উদাসীন অতীন্দ্ৰিয় তপঃ সাধনাৰ বিস্তাৰ আৰু প্ৰভাৱৰ কাৰণ আমি বিচাৰিব লাগিব।

## তত্ত্ব বিচাৰ আৰু জ্ঞানান্বেষণ ঃ

সেইবুলি ৰহস্যবাদ একমাত্ৰ সংসাৰৰ অসুখ-অশান্তি আৰু বিৰুদ্ধ পৰিস্থিতিৰ পৰা হাত সাৰিবলৈ এক পলায়নৰ পথ নহয়। ইয়াৰ এটা যোগাত্মক দিশ আছিল। ৰহস্যবাদৰ প্ৰেৰণা আহিছিল চাৰি বেদেও পূৰণ কৰিব নোৱৰা মানুহৰ অন্তহীন জ্ঞানান্বেষণৰ পৰা। সেইদৰে সমসাময়িক সামাজিক ব্যৱস্থাৰ বিৱৰ্তনৰ ফলত যি অস্থিৰতা আৰু নিৰাপত্তাহীনতাৰ বোধে জনমানস ক্লিষ্ট কৰিছিল তাৰ লগতে মানুহৰ সহজাত জ্ঞানপিপাসাও আছিল ৰহস্যবাদী বা অতীন্দ্ৰিয়বাদী সাধনাৰ বিস্তাৰৰ অন্যতম কাৰণ। গতিকে প্ৰাচীন ভাৰতৰ জ্ঞানৰাশিক জীৱনৰ প্ৰতি নেতিবাচক বুলি অভিহিত কৰিবলৈ গ'লে সম্পূৰ্ণ সত্য কথা কোৱা নহ'ব।

খ্ৰীঃ পূঃ প্ৰথম সহস্ৰাব্দৰ প্ৰায় গোটেইখিনি সময়তে ভাৰতীয় মেধাৱী চিন্তাশীল লোকসকলে মহাজাগতিক সৃষ্টি ৰহস্যৰ নিৰ্ভৰযোগ্য ব্যাখ্যা বিচাৰি চিন্তা-চৰ্চা অব্যাহত ৰাখিছিল। 'ঋকবেদ'ৰ একেবাৰে শেহৰ ফালে 'ঋকবেদ'ৰ ৰচয়িতা কবিসকলে সৃষ্টিতত্ত্ব সম্বন্ধে নিজৰ প্ৰবল ঔৎসুক্য প্ৰকাশ কৰিছিল। তেতিয়ালৈকে প্ৰচলিত কোনো পুৰাণত বা পুৰাণকল্পত তাৰ ব্যাখ্যা পাবলৈ নাছিল। আমি আগতে বৰ্ণনা কৰা মতে সৃষ্টিৰ আৰম্ভণি হৈছিল সুদূৰ অতীতৰ কোনোবা কালত অনুষ্ঠিত এক আদিকালৰ আদিযজ্ঞৰ পৰিণতি হিছাপে বুলি কোনো কোনোৱে বিশ্বাস কৰিছিল। 'ঋকবেদ'ৰ ১০।১২৯।৪-৫ স্থানত কোনো এক প্ৰকাৰ যৌন-সম্ভোগৰ ফলত সৃষ্টিৰ পাতনি হৈছিল বুলি উল্লেখ আছে। 'ঋকবেদ'ৰে আন এঠাইত ১০।১২১ স্থানত 'হিৰণ্যগৰ্ভ'ত পৃথিৱী সৃষ্টি হোৱা বুলি কৈছে। পৰৱৰ্তী কালৰ হিন্দু ধৰ্মত থকা 'মহাজাগতিক ড়িম্ব' জগত সৃষ্টি হোৱা বুলি এক ধাৰণা আছে। এই 'হিৰণ্যগৰ্ভ' সেই ডিম্ব ধাৰণাৰে পূৰ্বসূৰী। 'ঋকবেদ'ৰে আন

এঠাইত কবিয়ে প্রথমে কৈছে যে জগত সৃষ্টি হৈছিল তপৰ প্রভাৱত। এই তপ ঃ শব্দই পিছলৈ ব্রত, তপস্যা আদি বুজাইছিল। কিন্তু পিছ মুহূর্ততে নিজৰ ভুল স্বীকাৰ কৰি কৈছে আনকি পৰম দেৱতা প্রজাপতিয়েও সৃষ্টিৰ প্রকৃত মূল কি নেজানে।

'ঋকবেদ'ৰ 'সৃষ্টি-স্তোত্র' অতি বিস্ময়কৰ। বিশ্বৰ সৃষ্টিৰ মূল সম্বন্ধে দাৰ্শনিক ব্যাখ্যা কৰিবলৈ যাওঁতে চিন্তাৰ স্রোতত আহি পৰা সন্দেহ আৰু অনিশ্চয়তাৰ এনে ধৰণৰ পঞ্জীয়ন বিশ্বৰ অন্য কোনো প্রাচীন সাহিত্যতে পাবলৈ নাই। এই সৃষ্টি-স্তোত্র উচ্চতম আৰু সূক্ষ্মতম গুণবাচক চিন্তাৰ নিদৰ্শন আৰু এই স্তোত্রৰ ৰচয়িতাজনো আছিল এক অতি মহান কবি। সৃষ্টিৰ আগতে মহাশূন্যত চলি থকা অন্তহীন বিশৃঙ্খলা আৰু ছাঁ-পোহৰৰ খেলিমেলি অৱস্থাৰ ছবি তেওঁ যি ধৰণে অঙ্কন কৰিছে এই স্তোত্রত সি আমাক উইলিয়াম ব্লেকৰ 'মহাজাগতিক চিত্রকল্প'বোৰ মনত পেলাই দিয়ে। 'ঋকবেদ'ৰ সৃষ্টি-স্তোত্র আৰম্ভ হৈছে এইদৰে—

নাসদ্ আসীন্নো সদ্ আসীত্ তদানীং
নাসীদ্ ৰজো নো ব্যোমা পৰো যত্।
কিম্ আবৰীৱঃ কুহ কস্য শৰ্মন্নভঃ
কিম আসীদ্ গহনং গভীৰম্॥ ১॥
ন মৃত্যুৰ্ আসীদ্ অমৃতং ন তৰ্হি
ন ৰাত্যা অহ্ণ আসীত্ প্রকেতঃ।
আনীদ্ অবাতঃ স্বধয়া তদ্ একং॥
তস্মাদ্ধান্যন্ ন পৰঃ কিং চনাস॥২॥ ইত্যাদি

তেতিয়া একোৱে অস্তিত্বও নাছিল, অস্তিত্বহীনতাও নাছিল
তেতিয়া কোনো বতাহ নাছিল, বতাহৰ সিপাৰে কোনো আকাশো নাছিল।
কিহে ঢাকি ৰাখিছিল? ক'ত ঢাকি ৰাখিছিল? কাৰ আশ্রয়ত আছিল?
তাত আছিলনে মহাজাগতিক জলৰাশি? কোনো অতল কুণ্ডত?

তেতিয়া মৃত্যু নাছিল, নাছিল অমৰত্বও
নাছিল দিনৰ পোহৰ আৰু ৰাতিৰ অন্ধকাৰ—
তেতিয়া মাত্র এজনে উশাহ-নিশাহ লৈছিল কিন্তু বতাহ নাছিল
স্বয়ংক্রিয়ভাৱে শ্বাস-প্রশ্বাস লোৱা সেইজনৰ বাহিৰে আন কোনো নাছিল।

প্রথমতে তাত আছিল অন্ধকাৰেৰে আবৃৰা কেৱল অন্ধকাৰ।
সেই সকলো আছিল অন্ধকাৰ জলৰাশি পোহৰৰ কণা মাত্র নাই।

যিজনৰ উদ্ভৱ হ'ল তেওঁ আছিল অনাবৃত
তপৰ প্ৰভাৱত মাত্ৰ উদ্ভৱ হৈছিল তেওঁৰ।

আৰম্ভণিতে ইচ্ছাৰ উদ্ভৱ হৈছিল মনত
সেয়ে আছিল সৃষ্টিৰ প্ৰথম বীজ মানস-সম্ভূত।
সেই বীৰ্যই উৰ্বৰতা বৃদ্ধি কৰিলে মহা মহা শক্তিৰ
তলত শক্তিক্ষেত্ৰ ওপৰত কেৱল উচ্ছ্বাসিত বাঞ্ছা।

কিন্তু তথাপি কোনে ক'ব পাৰে?—জানে কোনে?
ক'ৰ পৰানো আহিল সেইবোৰ? সৃষ্টি হ'ল কেনেদৰে?
আনকি দেৱতাসকলো সৃষ্টিৰ পিছতহে সৃষ্ট—
তেন্তে কোনে ক'ব পাৰে এই সৃষ্টিৰ উদ্ভৱ ক'ৰ পৰা?

ক'ৰ পৰা কেনেদৰে এই সৃষ্টিৰ উৎপত্তি হৈছিল
সেইজনে—সেইজনেই গঢ় দিছিলনে? নে তেওঁ দিয়াই নাছিল?
ওপৰৰ আকাশৰ পৰা চাই থকা তেৱেঁই জানে মূল কথা।
তেৱেঁ জানে। কিন্তু কোনে জানে তেওঁ নেজানিব পাৰে।

'ঋকবেদ'ৰ ১০।১২৯ স্থানৰ এই বিখ্যাত সৃষ্টিস্তোত্ৰৰ ওপৰত কৰা অনুবাদ মই মুকলিভাৱে কৰিছোঁ অকল তাৰ অন্তৰ্নিহিত ভাবাৰ্থ ব্যক্ত কৰি। 'ঋকবেদ' ৰচনা হোৱাৰ পিছৰ শতাব্দীবোৰত কিন্তু সৃষ্টি সম্বন্ধে বেদোক্ত এনে উচ্চস্তৰৰ বিচাৰৰ সলনি তত্ত্ববিচাৰ কৰা হৈছিল যজ্ঞানুষ্ঠানৰ প্ৰতীকবাদৰ ওপৰত ভিত্তি কৰিহে। যেনে 'বৃহদাৰণ্যক উপনিষদ'ৰ ৩।১ স্থানতে আছে—

"যজ্ঞত উছৰ্গিত অশ্বৰ মুণ্ডই হৈছে উষা, তাৰ চকু হ'ল সূৰ্য, উশাহ-নিশাহ হ'ল বায়ু, মুখেই অগ্নি, ইয়াৰ শৰীৰেই হৈছে বৰ্ষ, ইয়াৰ পৃষ্ঠদেশ স্বৰ্গ, উদৰভাগ আকাশ, বক্ষদেশ পৃথিৱী....... ইয়াৰ পাৰ্শ্বদেশ হ'ল চতুৰ্দিশ। ইয়াৰ অঙ্গবোৰ হ'ল ঋতু, ইয়াৰ জোৰাবোৰ হ'ল মাহ আৰু পক্ষ, ইয়াৰ ভৰিবোৰ হ'ল দিন আৰু ৰাতি, ইয়াৰ অস্থিবোৰ হ'ল তৰা, মাংস হ'ল আকাশ, ইয়াৰ অৰ্ধজীৰ্ণ খাদ্য হ'ল বালি, নাৰী-ভুঁৰুবোৰ নদী। ইয়াৰ যকৃৎ আৰু হাওঁফাওঁ হ'ল পৰ্বতসমূহ, গাৰ নোমবোৰ হ'ল বৃক্ষ-উদ্ভিদাদি। এই অশ্বই গা জোঁকাৰিলে বিজুলীয়ায়, লথিয়ালে মেঘে গৰ্জন কৰে, ই প্ৰস্ৰাৱ কৰিলে বৰষুণ হয়। শব্দ হৈছে ইয়াৰ মাত।"

যজ্ঞৰ ঘোঁৰাটোৰ ক্ষেত্ৰতে ইমান। যজ্ঞানুষ্ঠানৰ প্ৰত্যেক কথাৰ প্ৰতীকবাদে সীমা চেৰাই যায়গৈ। যজ্ঞবিধিৰ পালনীয় প্ৰত্যেকটো শব্দ আৰু কৰ্মকে বিশ্বজগতৰ কিবা নহয় কিবা এটাৰ সদৃশ বা চিহ্নস্বৰূপ বুলি বৰ্ণনা কৰা হৈছে। এইদৰে প্ৰতীক নিৰূপণ

কৰাত নিশ্চয় যথেষ্ট বুদ্ধিমত্তা প্ৰয়োগ কৰিব লাগিছিল কিন্তু এনে প্ৰতীকবোৰ নিতান্তই অৰ্থশূন্য। কিন্তু 'ঋকবেদ'ৰ সৃষ্টি-স্তোত্ৰৰ সেই অনুসন্ধিৎসা বিলুপ্ত হোৱা নাছিল। ষষ্ঠ শতাব্দীত সেই জিজ্ঞাসাই ভাৰতৰ চিন্তাজগতত এনে প্ৰবল আলোড়নৰ সৃষ্টি কৰিছিল যে তাৰ ফলতে ভাৰতৰ ধৰ্মীয় ধ্যান-ধাৰণালৈ বিৰাট পৰিৱৰ্তন আহিল।

প্ৰথমৰ 'উপনিষদ'বোৰত আৰু বৌদ্ধ আৰু জৈন ধৰ্মশাস্ত্ৰবোৰত খ্ৰীঃ পূঃ সপ্তম আৰু ষষ্ঠ শতাব্দীৰ চিন্তা-চৰ্চাবোৰৰ বহুত সম্ভেদ পোৱা যায়। অৱশ্যে বৌদ্ধ-জৈন শাস্ত্ৰবোৰ চূড়ান্ত ৰূপত ৰচিত হৈছিল তাৰ বহুত পিছৰ যুগতহে। সি যি কি নহওক সেই গ্ৰন্থবোৰৰ পৰাই জানিব পাৰি যে সৃষ্টিৰ আৰম্ভণি কেনেদৰে হৈছিল, আত্মাৰ প্ৰকৃতি কেনে ধৰণৰ আদি আৰু তেনে ধৰণৰ প্ৰশ্নবোৰৰ বিষয়ে অনেক তত্ত্ববিচাৰ হৈছিল। অসংখ্য তত্ত্বকথাও প্ৰচাৰিত হৈছিল। তাৰে কিছুমান কোনো কোনো ব্ৰাহ্মণ্য বিদ্বৎসমাজৰ দ্বাৰা অনুমোদিত হৈ আনুষ্ঠানিক শাস্ত্ৰীয় বিশ্বাসৰ লগত সংযুক্ত হৈছিল। বাকী তেনে ধৰণৰ তত্ত্ববোৰৰ কিছুমান মূলৰ পৰা ফালৰি কাটি যোৱা ধৰ্মমতৰ বা পন্থাৰ উদ্ভৱক্ষেত্ৰ হিচাপে থাকি গৈছিল—তেনে দুটা ধৰ্মমত এতিয়াও আছেই। এই দুবিধৰ উপৰি আন আন অনেক তত্ত্ব এতিয়া বিস্মৃতিৰ গৰ্ভত লীন হৈছে। মাজে মাজে সেইবোৰক বাতিল বুলি প্ৰতিপন্ন কৰা প্ৰতিদ্বন্দ্বী গ্ৰন্থকাৰসকলৰ ৰচনাত উল্লেখ মাত্ৰ পোৱা যায় সেইবোৰ অধুনা বিলুপ্ত তত্ত্বৰ।

আনুষ্ঠানিক শাস্ত্ৰৰ অন্তৰ্ভুক্ত তথ্যবোৰৰ মাজত আমি পাওঁ সেই সৃষ্টিতত্ত্বৰ কথা, য'ত আত্মসচেতন, এক আদি মনুষ্যৰ বিষয়ে—যাক পুৰুষ ঃ অৰ্থাৎ প্ৰজাপতি বুলি কোৱা হয়—উল্লেখ আছে। এই প্ৰজাপতি বা আদিম পুৰুষজনৰ মনত শঙ্কা, নিঃসঙ্গতাবোধ আৰু সঙ্গী লাভৰ ইচ্ছা জাগৃত হোৱা সেই আদি পুৰুষজনাই নিজকে দুভাগত বিভক্ত কৰি এগৰাকী পত্নীৰ সৃষ্টি কৰিলে। 'বৃহদাৰণ্যক উপনিষদ'ৰ ১।৪ স্থানত কোৱা হৈছে যে এই দম্পতীয়েই বিভিন্ন সময়ত জন্তু আৰু মানুহৰ ৰূপ ধাৰণ কৰি সমস্ত জগত সৃষ্টি কৰিলে। বিশ্বচৰাচৰৰ সৃষ্টিৰ মূলতে এই দম্পতিৰ মহাজাগতিক যৌন-ক্ৰীড়া— এই ধাৰণায়েই পিছলৈ ব্যাপক ৰূপ লৈ পৰৱৰ্তী কালৰ হিন্দু ধৰ্মীয় চিন্তাক প্ৰভাৱিত কৰিছিল। এই তত্ত্বৰ সাৰাংশৰে ভিন ভিন ৰূপত পিছৰ যুগৰ বৈদিক সাহিত্যত পুনৰাবৃত্তি হোৱা দেখা যায়—তাৰে কিছুমানত তপঃ অৰ্থাৎ তপস্যা-ব্ৰত-লব্ধ শক্তিৰ পৰা সৃষ্টি হোৱা বুলি কৈছে। পূৰ্বোক্ত পুৰাতন কালৰ এক আদি যজ্ঞানুষ্ঠানৰ ফলত বিশ্বসংসাৰৰ সৃষ্টি হৈছিল বুলি থকা ভাৰতীয় ধৰ্মবিশ্বাসৰ বিপৰীতে তপস্যালব্ধ তপঃহে সৃষ্টিৰ কাৰণ বুলি হোৱা নতুন তত্ত্ব বিশেষ অৰ্থব্যঞ্জক।

বিভিন্ন বিৰুদ্ধ মতাৱলম্বী দাৰ্শনিকসকলে 'মহাজাগতি'ক সৃষ্টিতত্ত্বৰ বিভিন্ন ব্যাখ্যা আগবঢ়াইছিল। কিছুমানে দেখুৱাইছিল প্ৰাকৃতিক কাৰণ। কিছুমানে সম্পূৰ্ণ নাস্তিক ব্যাখ্যা। কিছুমানে কৈছিল যে সৃষ্টিৰ আদিতে আছিল কেৱল পানী। কিছুমানৰ মতে পানীৰ দৰে

অগ্নি বা বায়ু বা ইথাৰো (আকাশ) সৃষ্টিৰ মূল উপাদান হ'ব পাৰে। কিছুমানৰ মতে বিশ্বব্ৰহ্মাণ্ড সৃষ্টিৰ মূলত কোনো দেৱতা বা নৈৰ্ব্যক্তিক শক্তিও নাছিল। সৃষ্টিৰ মূলতে আছিল বহুত শক্তিৰ যুগপৎ আৰু আকস্মিক সঞ্চালন—সেই শক্তিকেইটা হৈছে ভাগ্য (নিয়তি) সময় (কালঃ), প্ৰকৃতি (স্বভাৱঃ) আৰু আকস্মিক সংঘটন (সংগতি)। কোৱা হৈছিল যে বিশ্ব সৃষ্টিৰ মূলত কোনো দেৱতা বা বহিঃ শক্তিৰ হস্তক্ষেপ নাছিল। বিশ্ব সৃষ্টি সংঘটিত হৈছিল বহু শক্তিৰ বহুদিনীয়া সক্ৰিয়তাৰ পৰিণাম হিচাপে। তাৰ ভিতৰতে বুদ্ধৰ দৰে কিছুমান গুৰুৱে কৈছিল যে সৃষ্টিৰ প্ৰথম কাৰণৰ তত্ত্ববিচাৰ কৰাটো নিতান্তই নিষ্ফল কালক্ষয় মাত্ৰ। তাৰ ভিতৰৰে কিছুমান আছিল খ্ৰীঃ পূঃ চতুৰ্থ-তৃতীয় শতাব্দীৰ এলিছৰ দাৰ্শনিক পাইৰোৰ দৰে সম্পূৰ্ণভাৱে সন্দেহবাদী—সৃষ্টিৰ মূল কাৰণ হিচাপে কোনো সঠিক সংবাদ পোৱা অসম্ভৱ বুলিয়েই ঘোষণা কৰিছিল। আছিল বস্তুবাদী তাত্ত্বিকসকল। তেওঁলোকৰ মতে আত্মা বা তদ্ৰূপ কোনো দেহহীন অবাস্তৱ অস্তিত্বৰ ধাৰণাই বাজে কথা। কিছুমানে কৈছিল বিশ্বসংসাৰ চিৰন্তন অক্ষয় হৈ থকা অণুৰে গঠিত। খ্ৰীঃ পূঃ সাত আৰু ছয় শতিকাৰ ভাৰতবৰ্ষৰ বৌদ্ধিক জগত আছিল অত্যন্ত উৰ্বৰ আৰু বৰষুণৰ পিছৰ বনভূমিৰ দৰে অতিশয় উৎপাদনশীল।

সম্পূৰ্ণ বস্তুবাদী আৰু সন্দেহবাদী অভিমতবোৰো ধৰি এইবোৰ সকলো তত্ত্ববিচাৰৰ প্ৰবক্তাসকল আছিল প্ৰায় আটাইবোৰেই মুনি-ঋষি শ্ৰেণীৰ। সমকালীন এনে নতুন চিন্তাৰ প্ৰতি আগ্ৰহ প্ৰকাশ কেবাজনো ৰজাৰ নাম পোৱা যায়। এনে দাৰ্শনিক ৰজাসকলৰ অন্যতম আছিল বিদেহৰাজ জনক আৰু বাৰানসীৰ ৰজা অজাতশত্ৰু। দুইজন ৰজাই সম্ভৱতঃ খ্ৰীঃ পূঃ সপ্তম শতাব্দীত ৰাজত্ব কৰিছিল। আশ্ৰমবাসী বানপ্ৰস্থী তপস্বীসকল ৰক্ষণশীল বৈদিক দৰ্শনৰ পৰা বেছি আঁতৰি যোৱা নাছিল তেওঁলোকৰ তত্ত্বানুসন্ধানত। গৈছিল চিৰকাল যাযাবৰ পৰিব্ৰাজক সন্ন্যাসীসকলেহে। তেওঁলোকেহে ৰাশি ৰাশি বিভ্ৰান্তিকৰ নতুন তত্ত্ব জনসমাজত বিয়পাই দিছিল। এই দুই শ্ৰেণীৰ ভিতৰত ঘাইকৈ প্ৰথম শ্ৰেণীৰ অৰ্থাৎ আশ্ৰমবাসী মুনিসকলৰ দ্বাৰাই 'উপনিষদ' সাহিত্য ৰচিত হৈছিল।

উপনিষদ শব্দৰ অৰ্থ হৈছে 'সভা'। আক্ষৰিক অৰ্থত 'উপনিষদ' মানে কোনো গুৰুৰ পদতলত বহি বাছকবনীয়া শিষ্যমণ্ডলীৰ দ্বাৰা গুৰুৰ মুখৰ পৰা ৰহস্যতত্ত্ব শ্ৰৱণ। মুঠতে এশ আঠখন 'উপনিষদ' আছে বুলি কোৱা হয়। কিন্তু সেইবিলাকৰে বহুতো কোনো বিশেষ একোটা পন্থাৰ বাবে লিখাহে। গতিকে তেনে 'উপনিষদ'ৰ গুৰুত্ব নাই। প্ৰাচীনতম 'উপনিষদ'বিলাকৰ ভিতৰত মহৎ 'বৃহদাৰণ্যক' আৰু 'চান্দোগ্য' নামৰ দুইখন উপনিষদ গদ্যত লিখা। দুইখনতে একোলানিকৈ নতুন তত্ত্ববিলাকৰ বিষয়ে প্ৰশ্ন আৰু উত্তৰ দিয়াৰ ধৰণৰ সংক্ষিপ্ত আলোচনা সন্নিবিষ্ট হৈছে। অলপ পিছৰ যুগৰ দুখন 'উপনিষদ' হ'ল কথ আৰু শ্বেতাশ্বতৰ উপনিষদ। দুইখন ছন্দত লিখা আৰু বিষয়-বস্তুও

সুসংহত। ‘উপনিষদ’বিলাকৰ তত্ত্ববিচাৰবোৰৰ মাজত যথেষ্ট পাৰ্থক্য থাকিলেও সাৰাংশ সকলোৰে একে। ‘ব্ৰহ্মণ্’ নামে এক অস্তিত্বৰ সন্ধেদ ‘ঋকবেদ’তে পোৱা গৈছিল যাৰ অৰ্থ পবিত্ৰ ওমকাৰ ধ্বনিত নিহিত হৈ থাকে—সেই ‘ব্ৰহ্মণ্’ সৰ্বব্যাপী আৰু চিৰস্থায়ী এক শক্তি। এই ‘ব্ৰহ্মণ’ হৈছে বিশ্বব্ৰহ্মাণ্ডৰ সকলো ৰূপ আৰু বস্তুৰ আধাৰস্বৰূপ আৰু এই ‘ব্ৰহ্মণ’ৰ পৰাই বিশ্বব্ৰহ্মাণ্ড, আনকি দেৱতাসকলৰো সৃষ্টি হৈছে।

শাস্ত্ৰ হিচাপে ‘উপনিষদ’সমূহ জ্যোতিৰ্ময় মহৎ জ্ঞানৰ ভাণ্ডাৰ বুলি কোৱা হয় এই কাৰণেই যে ‘উপনিষদ’ত ব্ৰহ্মাৰ অস্তিত্বক স্বীকৃতিহে দিয়া হৈছে কেৱল, তেনে কথা নহয়। ‘উপনিষদে’ সকলো সময়তে ব্ৰহ্মাৰ অস্তিত্ব সম্বন্ধে সচেতন হৈ থাকিবলৈও শিক্ষা দিয়ে। কাৰণ ব্ৰহ্মাৰ আৱাসস্থল হৈছে মানৱাত্মা। দৰাচলতে মানৱৰ আত্মাই হ’ল ব্ৰহ্মা। মানুহে যেতিয়া এই আমোঘ সত্য উপলব্ধি কৰিবলৈ সমৰ্থ হয় তেতিয়াই মানুহে আত্মাই বাৰম্বাৰ জন্ম গ্ৰহণ কৰাৰ শৃঙ্খলৰ পৰা মুক্তি লাভ কৰে। কাৰণ, তেতিয়া আত্মা ব্ৰহ্মাৰে মিলিত হৈ দুখ-সুখ, জীৱন-মৃত্যুৰ ঊৰ্ধ্বলৈ গুচি যায়। মানুহ যেতিয়া নিদ্ৰামগ্ন হৈ থাকে তেতিয়া আত্মা বন্ধনমুক্ত হৈ বিচৰণ কৰিব পাৰে, বিশ্বব্ৰহ্মাণ্ড ঘূৰি ফুৰিব পাৰে চৰাইৰ দৰে উৰি উৰি বা দেৱতাৰ দৰে গগনবিহাৰী হৈ। সেই মুক্ত অৱস্থাত আত্মা ৰজাও হ’ব পাৰে ব্ৰাহ্মণো হ’ব পাৰে। সপোনৰ সিপাৰে থাকে স্বপ্নহীন নিভাঁজ নিদ্ৰা। সেই অৱস্থাত আত্মাৰ অভিজ্ঞতা ভাষাৰে বৰ্ণাব নোৱাৰি। তাৰো সিপাৰে হ’ল ব্ৰহ্মাৰ উপলব্ধি। সেই উপলব্ধি হ’লে আত্মাৰ মুক্তি বা মোক্ষলাভ হয়।

এই অতি মহৎ আৰু অতি সূক্ষ্ম অৰ্থযুক্ত কথাবোৰ প্ৰকাশ কৰিবলৈ উপনিষদকাৰ ঋষিসকলে সকলো ধৰণৰ চিত্ৰকল্প ব্যৱহাৰ কৰিছিল। কেতিয়াবা আত্মাৰ বৰ্ণনা অলপ আদিম ধৰণৰ হয়। যেনে হৃদিস্থলত বাস কৰা আত্মাক অতি ক্ষুদ্ৰ মানুহ এটাৰ ৰূপত ; কেতিয়াবা আত্মাক শ্বাস-প্ৰশ্বাসৰ বতাহ বুলি, আকৌ কেতিয়াবা সিৰাৰ মাজেদি প্ৰবাহিত এসোঁতা জুলীয়া পদাৰ্থ বুলি বৰ্ণনা কৰা হয়। কেতিয়াবা আকৌ আত্মাক অদেহী আৰু অপৰিমেয় বুলিও বৰ্ণনা কৰা হয়। যেনে ‘চান্দোগ্য উপনিষদ’ৰ ৬।১৩ স্থানৰ তলৰ কথোপকথনত—

“এটা বৰগছৰ গুটি আনা।”
এইটো— আনিলো, প্ৰভু।”
“ভাঙা।”
“মই এইটো ভাঙিলো, হে গুৰুদেৱ।”
“তুমি কি দেখিছা?”
“অতি ক্ষুদ্ৰ ক্ষুদ্ৰ বীজ দেখিছোঁ প্ৰভু।”
“তাৰে এটা ভাঙা।”
“ভাঙিলো, হে গুৰুদেৱ।”

"এতিয়া কি দেখিছা কোৱা।"

"একো দেখা নাই, প্ৰভু।"

"হে পুত্ৰ।" পিতৃ ঋষিয়ে ক'লে, "তুমি যে একো দেখা নাই সেয়াই হ'ল সাৰাংশ। মূল বস্তু, য'ত নিহিত হৈ থাকে বিয়াগোম বৰগছজোপাৰ অস্তিত্ব। হে পুত্ৰ নিশ্চিতভাৱে জানিবা সেই সাৰাংশই হৈছে সকলো আত্মাৰে মূল বস্তু। সিয়েই হ'ল সত্য আৰু আত্মা। হে শ্বেতকেতু তুমি নিজেও সেই আত্মা।"

ইয়াত দেখা গৈছে যে আত্মা হৈছে জীৱৰ অভ্যন্তৰৰ নিগূঢ়তম 'আত্ম'—কোনো অৰ্থতে আত্মাক শৰীৰী বা বস্তু বুলি ধৰা হোৱা নাই। তথাপি আত্মা বুলিলে কিবা এক অতি সূক্ষ্ম বস্তুৰে গঢ়িত কিবা এটা বুলি এটা ধাৰণা আকোঁৰগোজ হৈ মানুহৰ মনত থাকিলেই, বিশেষকৈ জৈন ধৰ্মাৱলম্বী মানুহৰ মনত। 'আত্মন' শব্দটো আত্মা আৰু আত্মনঃ (নিজে) দুইটা অৰ্থতে বাছ-বিচাৰ নোহোৱাকৈ ব্যৱহাৰ হ'বলৈ ধৰিলত হিন্দু ধৰ্মগ্ৰন্থবোৰৰ অনেক স্থান দ্ব্যৰ্থবোধক হৈ পৰা দেখা যায়।

কোনো এক ব্যক্তিৰ আত্মা আৰু বিশ্বব্ৰহ্মাণ্ডৰ বিশ্বাত্মা দুইটাৰে মিলনৰ কথা উপনিষদীয় সাহিত্যৰ সৰ্বত্ৰ পোৱা যায়। মাত্ৰ আত্মা আৰু বিশ্বাত্মাৰ মাজৰ এই সম্মিলনৰ গুৰুত্ব প্ৰকাশ কৰোঁতে বেলেগ বেলেগ মাত্ৰা আৰু সেই আত্মা পৰমাত্মাৰ মিলনৰ প্ৰকৃতি কেনে ধৰণৰ হ'ব তাৰ বেলেগ বেলেগ ব্যাখ্যা আগবঢ়োৱা হয়। "তৎ ত্বম্ অসি"—অৰ্থাৎ "তুমিয়েই এজন ব্যক্তিহে যদিও) তেওঁ (বিশ্বাত্মা)!" বুলি ওপৰত আমি উদ্ধৃত কৰা পাঠভাগত পিতৃয়ে পুত্ৰক যি শিক্ষা দিছে সিযেই হৈছে 'উপনিষদ'বিলাকৰ মূল প্ৰপাদ্য বিষয়। ব্ৰহ্ম হৈছে এক অনন্ত অভিন্ন সাৰাংশ, যি সকলো সৎ আৰু অসতৰ উৰ্ধ্বত, যি সদায় সচেতন জীৱৰ সুসুপ্তি বা গাঢ়তম নিদ্ৰাৰ সিপাৰে যাৰ অৱস্থান সেই ব্ৰহ্ম সদায় জাগ্ৰত আৰু সক্ৰিয়। এই ব্ৰহ্মৰ অৱস্থান জল-স্থল, অন্তৰীক্ষ, শূন্য-মহাশূন্য সকলো ব্যাপি কিন্তু ৰহস্যময় দুৰ্বোধ্য যুক্তিৰেও ঢুকি নোপোৱা উপায়েৰে সি মানুহৰ অন্তৰৰো অন্তস্থলত বাস কৰে বুলি সন্দেহাতীতভাৱে অভিজ্ঞতাৰ দ্বাৰাই প্ৰমাণিত। সাধাৰণতে ই একে ধৰণৰ আৰু নৈৰ্ব্যক্তিক বুলি ধৰা হয়। ব্ৰহ্মণ শব্দটোও ক্লীৱলিঙ্গ। এই ধৰণে বিশ্বচৰাচৰৰ সকলো বৈচিত্ৰ্য আৰু বিসঙ্গতিৰ ব্যাখ্যা দি সুসংহত আৰু একীকৃত ব্ৰহ্মৰ সংজ্ঞা আগবঢ়োৱা হৈছে। 'চান্দোগ্য উপনিষদ'ৰ ৬।১৩ আৰু 'বৃহদাৰণ্যক' উপনিষদ'ৰ ২।৪-১২ স্থানবোৰত নিম্নোক্ত দৃষ্টান্ত আছে —

"এই লৱণভাগ পানীত তিয়াই থোৱাগৈ আৰু ৰাতিপুৱা মোৰ ওচৰলৈ আহিবা।"

পুত্ৰই তেওঁ যি ধৰণে ক'লে, সেই ধৰণে কৰিলে। তেতিয়া পিতৃয়ে ক'লে, "লৱণখিনি আনাচোন।" —পুত্ৰই তেতিয়া লৱণভাগ বিচাৰি চালে। কিন্তু নেপালে। কাৰণ লৱণ পানীত দ্ৰৱীভূত হ'ল।

"পানীখিনি ওপৰৰ পৰা জিভাত লগাই চোৱা।" পিতৃয়ে আদেশ দিলে। "কেনে লাগিছে জিভাত?"

"লুণীয়া লাগিছে।" পুত্ৰই উত্তৰ দিলে।

"এতিয়া পানীৰ মাজভাগৰ পৰা আনিও জিভাত লগোৱা।—এতিয়া কেনে লাগিছে?"

"লুণীয়া।" পুত্ৰই উত্তৰ দিলে।

"এতিয়া পানীৰ তলিভাগৰ পৰা আনি জিভাত লগোৱা।—এতিয়া কেনে লাগিছে?"

"লুণীয়া।" পুত্ৰই উত্তৰ দিলে।

তেতিয়া পিতৃয়ে ক'লে, "তেনেকৈ তুমিও তোমাৰ শৰীৰত থকা 'সত্' বা বাস্তৱ সত্যৰ উপস্থিতি অনুভৱ নকৰা। কিন্তু সেই সত্ তোমাৰ মাজত আছেই। এই জগতৰ যিমান বস্তু আছে সকলোতে 'সত্' বিৰাজমান। তাকে বিশ্বাত্মা বোলে তৎ ত্বম অসি—তুমিয়েই তেওঁ শ্বেতকেতু!"

এই বিশ্বাত্মাৰ সাৰাংশক কেতিয়াবা সম্পূৰ্ণ নঞাত্মক শব্দৰেও বুজোৱা হয়। যেনে 'বৃহদাৰণ্যক উপনিষদ'ৰ ৪।৪-২২ স্থানত কোৱা হৈছে—"বিশ্বাত্মাৰ বৰ্ণনা মাত্ৰ "নেতি! নেতি!" বুলিহে দিব পাৰি। ই অবোধগম্য........ অবিনাশী.... অসংযুক্ত .......... অশৃঙ্খলিত........ ইয়াৰ কোনো ক্ষয় নাই........... ইয়াৰ কোনো ব্যৰ্থতা নাই।" কিন্তু ইমানবোৰ নেতিবাচক শব্দেৰে ঋষি যাজ্ঞবল্ক্যই বিশ্বাত্মাৰ এনে বৰ্ণনা দিছে যদিও তেৱোঁ বিশ্বাত্মা বা ব্ৰহ্মত কিছু পৰিমাণে হ'লেও ব্যক্তিত্ব আৰোপ নকৰাকৈ থাকিব নোৱাৰিলে। বৃহদাৰণ্যকৰে এঠাইত প্ৰায় পৰমেশ্বৰৰ সমতুল্য কৰিয়েই দেখুৱাইছে ব্ৰহ্মক—

"সেই মহান অজ (কোনোকালে জন্ম গ্ৰহণ নকৰা) কেৱল জ্ঞানৰ সমষ্টি—মানুহৰ অন্তৰত ইথাৰ ৰূপে বিদ্যমান। সেই ৰূপত সেই ব্ৰহ্ম সবাৰো শাসনকৰ্তা আৰু প্ৰভু সকলোৰে ওপৰত ৰাজাধিৰাজ। সেই ব্ৰহ্ম কোনো সৎ কৰ্ম সম্পাদনৰ দ্বাৰা বৃহত্তৰ বা মহত্তৰ নহয়, কোনো অসৎকৰ্মৰ দ্বাৰাও ক্ষুদ্ৰ নহয়— কিন্তু তেওঁ সকলোৰে প্ৰভু—সকলোৰে ৰজা—সকলোৰে পালনকৰ্তা।"

গদ্য উপনিষদত এনে কথা। পদ্য উপনিষদত—বিশ্বাত্মাৰ বৰ্ণনা দিছে মহাজাগতিক মহাশক্তিৰ সলনি দেৱতা ৰূপতহে। যেনে 'ঈশোপনিষদ'ত কৈছে—

"তেৱেঁই সকলো জীৱজগত আবৃত কৰি ৰাখিছে
তেওঁ অদেহী আৰু জ্যোতিষ্মান অসৎ শক্তিৰ স্পৰ্শৰ পৰা সদায় দূৰত থাকে।
তেওঁ সৰ্বদ্ৰষ্টা, সৰ্বজ্ঞানী, সৰ্বব্যাপ্ত, স্বয়ংস্থিত
চিৰকাল সকলো জীৱৰে মঙ্গলকৰ্তা।

যিখন উপনিষদৰ পৰা ওপৰৰ শ্লোক উদ্ধৃত কৰা হৈছে সেই গ্ৰন্থত বিশ্বাত্মাক বোলা হৈছে 'ঈশ' অৰ্থাৎ ঈশ্বৰ বুলি। 'কথ উপনিষদ'ত সেই বিশ্বাত্মাকে বোলা হৈছে

'পুৰুষঃ'—যি কথাই পূৰ্বোক্ত আদিযজ্ঞত নিজৰ উদ্দেশ্যে নিজকে বলি দিয়া পুৰুষঃ নামৰ দৈব পুৰুষ কথা আৰু সেই যজ্ঞৰ ফলতে জগত সৃষ্টি হোৱাৰ কাহিনীলৈ মনত পেলায়। 'কথোপনিষদ'ৰ ২।৬-১৪ তসেই বিশ্বাত্মা বা ব্ৰহ্মাৰ কথা শ্লোকছন্দত গাওঁতে বৰুণ দেৱতাৰ আগত স্তুতিগীত গাওঁতে প্ৰকাশ পোৱা ধৰণৰ ভয় আৰু ত্ৰাস প্ৰকাশ পাইছে।

ব্ৰহ্মাৰ পৰা সম্ভূত সমস্ত জগতৰ সমগ্ৰ জীৱকূল
বিশ্বাত্মাৰ শ্বাস-প্ৰশ্বাসত ভীত-ত্ৰস্ত আৰু কম্পমান হয়।
উদ্যত বজ্ৰৰ দৰে কি যে ভয়ানক এই বিশ্বাত্মাৰ
বিপুল প্ৰতাপ। তাকে যেয়ে বুজে তাৰ হয় অমৰত্ব লাভ।।
বিশ্বাত্মাৰ (ব্ৰহ্মাৰ) ভয়তে অগ্নি প্ৰজ্জ্বলিত হয়
বিশ্বাত্মাৰ (ব্ৰহ্মাৰ) ভয়তে সূৰ্যই পোহৰ দিয়ে।
ব্ৰহ্মাৰ ভয়তে ইন্দ্ৰ, বায়ু আৰু মৃত্যু এওঁলোককে ধৰি
পাচোঁজনে পলাই যায় দূৰ দূৰণিলৈ।

উল্লিখিত আটাইকেইখন 'উপনিষদ'ৰ ভিতৰত শ্বেতাশ্বতৰ উপনিষদেই হৈছে শেহত ৰচনা কৰা। সেইখন উপনিষদত কিন্তু বিশ্বাত্মাক কোনো গুণবাচক নৈৰ্ব্যক্তিক ৰূপত বৰ্ণনা কৰা নাই। কৰিছে এজন সৃষ্টিকৰ্তা দেৱতাৰ ৰূপত আচলতে ৰুদ্ৰ বা শিৱৰ ৰূপত। আৰু সেই ৰুদ্ৰৰ ওচৰ চাপিবলৈ তপঃ আৰু ব্ৰতেই একমাত্ৰ পথ নহয়, ভক্তি আৰু পূজা-অৰ্চনাৰেও ওচৰ চাপিব পাৰি। শ্বেতাশ্বতৰ উপনিষদৰ ৩।২-১১ ত গাইছে—

সেই মহা পাশধাৰীয়ে শাসন কৰে নিজৰ পৰাক্ৰমেৰে
সমস্ত জগত তেওঁৰে অধীন
তেওঁ সদায় এজন আৰু একেজন—কোনোদিনে সলনি নহয়
অন্য সকলো জীৱৰে হয় উত্থান-পতন।
তেওঁ হ'ল ৰুদ্ৰ—একমাত্ৰ ৰুদ্ৰই
জগত শাসন কৰে নিজৰ শক্তিৰে
সকলো জীৱৰে প্ৰাণশক্তি তেওঁ—জগতৰে স্ৰষ্টা তেওঁ
পালনকৰ্তাও তেৱেঁই—কালান্তৰত সংহাৰকৰ্তাও।
সকলো জীৱৰ গাতে বিদ্যমান সেই শিৱ
প্ৰতি জীৱৰ মস্তকত, প্ৰতি জীৱৰে গ্ৰীবাদেশত
প্ৰতি জীৱৰে অন্তৰো অভ্যন্তৰত স্থিত হৈ আছে
সৰ্বভেদী, সৰ্বব্যাপী, সৰ্বদ্ৰষ্টা শিৱ।

এই উক্তিয়ে আমাৰ মনত 'ভাগৱত গীতা'ৰ ধৰ্মীয় ধাৰণাৰ পৰিৱেশ সৃষ্টি কৰে। 'ভাগৱত গীতা' ভাৰতৰ অতীৱ সুন্দৰ গৰীয়সী ধৰ্মীয় কবিতা। তাৰ পাঠত্ত পৰিষ্কাৰ

ভাষাত ব্যক্ত হৈছে অমোঘ ঈশ্বৰ বিশ্বাস। হিন্দু ধৰ্মৰ শেহতীয়া বিকশিত অৱস্থাৰ সৃষ্টি এই 'ভাগৱত গীতা।' প্ৰাচীন ব্ৰাহ্মণ্যবাদৰ প্ৰভাৱৰ পৰা মুক্ত এই শাস্ত্ৰবিহিত ধৰ্মমতত যাগ-যজ্ঞৰ সলনি ভক্তিৰ প্ৰাধান্যহে বেছি প্ৰকট।

# উপনিষদবোৰৰ নৈতিক শিক্ষা

সাধাৰণভাৱে 'উপনিষদ'বিলাকে বিশ্বাস আৰু যজ্ঞাদি কৰ্মকাণ্ড পালনৰ সলনি জ্ঞানান্বেষণ আৰু সত্যৰ উপলব্ধিৰেহে জীৱই মুক্তি পাব পাৰে বুলি মত প্ৰকাশ কৰে। 'উপনিষদ'ৰ নীতিবোধ মূলতঃ ব্যৱহাৰিক মূল্যযুক্ত। মানুহৰ কামত অহা বিধৰ। সৎ আৰু অসৎ, ভাল আৰু বেয়া দুই গুণ সৰ্বব্যাপ্ত ব্ৰহ্মৰ ধাৰণাতে সন্নিবিষ্ট—দুইটা গুণৰে গুৰুত্ব আপেক্ষিকহে। সত্যানুসন্ধানী তপস্বীৰ দৃষ্টিভঙ্গীৰে চালে তেওঁক ব্ৰহ্ম উপলব্ধিৰ পথত আগুৱাই যোৱাত পথ দেখুৱাই লৈ সহায়কাৰী শক্তিবোৰেই সৎ আৰু তাৰ বিপৰীতে কাম কৰাবোৰেই অসৎ। এই বিবেচনাৰে ব্ৰহ্ম অন্বেষী তপস্যাত নিৰুৎসাহ কৰোঁতা বা বিঘ্নকাৰক শক্তিবোৰেই শেষ পৰ্যন্ত অসৎ বুলি গণ্য হয়। এইবিলাক অসৎ শক্তিৰ ভিতৰত প্ৰধান হৈছে মানুহৰ সহজাত স্বাৰ্থচিন্তা কামনা-বাসনা। একাধিক প্ৰসঙ্গৰ আলোচনাত 'উপনিষদ'বিলাকত এনে মত প্ৰকাশিত হৈছে যে বিশ্বচৰাচৰৰ সৃষ্টি হৈছিল বিশ্বাত্মাৰ এক আদিম কামনা পূৰ্ণ কৰিবলৈ যাওঁতে। সেইবোৰ তপস্বীৰো আত্মিক আনন্দ লাভৰ আকাঙ্ক্ষা পূৰ্ণ হ'ব সৃষ্টি আগৰ অৱস্থালৈ নিজকে নিব পাৰিলেহে। যাগ-যজ্ঞাদি, পৰোপকাৰ আনকি তপস্যা আদি স্বাভাৱিক মূল্যযুক্ত সংসাৰৰ সকলো কথাও আত্মাৰ ঊৰ্ধ্বগতিত সহায়ক হোৱাৰ অনুপাতেহে সৎ শক্তি বুলি গণ্য হ'ব।

'চান্দোগ্য উপনিষদ'ৰ ২।২৩ ত কৈছে— 'ঋত' তিনিটা শাখাত বিভক্ত। যাগ-যজ্ঞ, অধ্যয়ন আৰু দান হ'ল প্ৰথম শাখাৰ অন্তৰ্ভুক্ত ; কঠোৰ আত্ম-সংযম হ'ল দ্বিতীয় আৰু নিজৰ গুৰুগৃহত ব্ৰহ্মচৰ্যাশ্ৰম পাৰ কৰা হৈছে তৃতীয় শাখা। এই সকলো বিধি যথাযথভাৱে পালন কৰিলে মানুহৰ স্বৰ্গলোক বা আনন্দলোক প্ৰাপ্তি হয়। কিন্তু যাৰ লক্ষ্য কেৱল ব্ৰহ্ম-উপলব্ধি, তেওঁহে অমৰত্ব লাভ কৰে।

'বৃহদাৰণ্যক উপনিষদ'ৰ ৪।৪-২৬ ত কৈছে— 'পুৰা কালৰ জ্ঞানী লোকসকলে সন্তান-সন্ততি কামনা কৰা নাছিল। তেওঁলোকে কৈছিল, "পুত্ৰ-কন্যা লৈ আমি কৰিম কি— য'ত আমাৰ চৌপাশে আছে এই বিশ্বচৰাচৰ আৰু ব্ৰহ্মাণ, "সেইদৰে তেওঁলোকে পুত্ৰ কামনা ত্যাগ কৰিছিল। ত্যাগ কৰিছিল ঐশ্বৰ্য-সম্পদ লাভৰ বাসনা আনকি স্বৰ্গলাভৰ বাঞ্ছাও ত্যাগ কৰিছিল। ভিক্ষা খুজি ঘূৰি ফুৰিছিল তেওঁলোকে.........। ব্ৰহ্মজ্ঞানীজন সদায় শান্ত, সৌম্য, সংযত, সন্তুষ্ট, ধৈৰ্যশীল আৰু আত্মবিশ্বাসী হয়। তেওঁ নিজৰ

মাজত পৰমাত্মাৰ উপস্থিতি অনুভৱ কৰে—ব্ৰহ্মবুদ্ধিৰে চৌদিশে অৱলোকন কৰে ............ কোনো অসৎ শক্তিয়ে তেওঁক পৰাস্ত কৰিব নোৱাৰে............ তেওঁহে অসৎ শক্তিক অতিক্ৰম কৰি যায়........ অসত্যৰ পৰা মুক্ত, বিনাশৰ পৰা মুক্ত, ঘৃণাৰ পৰা মুক্ত, তৃষ্ণা বা কামনাৰ পৰা মুক্ত সেই ব্ৰহ্মজ্ঞানীয়েই হয় প্ৰকৃত ব্ৰাহ্মণ।"

মাজে মাজে, বিশেষকৈ পিছৰ যুগৰ 'উপনিষদ'বিলাকত, এইবুলিও কোৱা হয় মহাজ্ঞান, ব্ৰহ্মজ্ঞান লাভৰ পথত সকলো ধৰণৰ কামনা-বাসনাই বিঘিনি স্বৰূপ। 'কথোপনিষদ'ৰ ২।৬-১৪ ত কৈছে—

"অন্তৰৰ পৰা সকলো কামনা-বাসনা দূৰীভূত হ'লে
মৰণশীল মানুহ অমৰ হয়—
আৰু এই জনমতে ব্ৰহ্মৰ সন্ধান পায়।
যেতিয়া মনৰ সকলো পাৰ্থিৱ মোহ পাশ ছিন্ন হয়
তেতিয়া মৰণশীল মানুহ অমৰ হয়।
—সকলো শিক্ষাৰে সেয়ে হ'ল শেষ পাঠ।"

ব্ৰহ্মৰ সন্ধান কৰোঁতে জীৱন-বিৰাগী হৈ তপস্বী হ'বই লাগিব এনে কোনো কথা নাই। ব্ৰহ্মৰ উপলব্ধি কৰি মোক্ষলাভ কৰা অনেক ৰাজত্ব কৰি থকা ৰজাও আছিল বুলি জনা যায়। কিন্তু চূড়ান্ত ব্ৰহ্মজ্ঞান আহৰণ অতি কঠিন কাম। সকলো সময়তে পাৰ্থিৱ চিন্তা-ভাৱনাৰ মাজতে থাকিব লগা লোকৰ কাৰণে সি হৈ পৰে দুগুণে কঠিন কাম। সকলো ইন্দ্ৰিয়ভোগ্য সুখেই ব্ৰহ্মজ্ঞান লাভৰ সাধনাত ব্ৰতীসকলৰ বাবেই শঙ্কাৰ স্থল। 'কথোপনিষদ'ৰ ১।২-১ স্থানত তাকে কৈছে—

জীৱনত মানুহৰ দুই অৱস্থান—এফালে সৎ আৰু আনফালে সুখ
দুইটাই ভিন্ন লক্ষ্যলৈ মানুহক অহৰহ কৰে আকৰ্ষণ।
কিন্তু সৎ উদ্দেশ্যৰ ফালে ভৰ দিয়া জনৰে কল্যাণ হয়—
ব্যৰ্থ মনোৰথ হয় সুখ-আনন্দৰ পথত ভৰি দিয়া জন।

'উপনিষদ'ৰ উক্তিবোৰ সাধাৰণতে নেতিবাচক যেন লাগিলেও 'উপনিষদ'ৰ নীতিবাদ কোনো দিনে অনৈতিক বা নীতি বিৰুদ্ধ নহয়। যেয়ে অনীতি আৰু অসৎ আচাৰত লিপ্ত হৈ থাকে তেওঁ কোনো দিনে ব্ৰহ্মক নেপাব। 'উপনিষদ'বোৰৰ ঠায়ে ঠায়ে ৰহস্যময় তত্ত্বকথা ব্যাখ্যা কৰোঁতে দিয়া উপমা আৰু ৰূপকবিলাকত উচ্চ নৈতিক মূল্যযুক্ত পাঠ পোৱা যায়। সাধুতা গুণৰ উচ্চ প্ৰশংসা কৰা হৈছে চান্দোগ্য উপনিষদৰ ৬।৪ স্থানত এইদৰে—

"জবলাৰ পুত্ৰ সত্যকামে মাকক সুধিলে, "আই, মই ছাত্ৰ হৈ গুৰুৰ ওচৰত শিক্ষা লাভ কৰিব খোজোঁ। মোৰ পিতৃ পৰিচয় কি?"

মাকে উত্তৰ দিলে, "মই নেজানো তোমাৰ পিতৃ কোন, মোৰ সোণাই। মোৰ যৌৱন কালত দাসী হিছাপে মই বহু ঠাইত ভ্ৰমি ফুৰিব লগা হৈছিল। তেতিয়াই তোমাক লাভ কৰিছিলোঁ। মই নেজানো তোমাৰ পিতৃ কোন। মোৰ নাম হৈছে জবালা। তোমাৰ নাম সত্যকাম। গতিকে তুমি মাথোন ক'বা যে তোমাৰ নাম সত্যকাম জবালা। (পিতৃদত্ত উপাধিৰ দৰে মাকে নিজৰ নামটোকে পিতৃৰ নামৰ দৰে সজাই দিছিল।)

সত্যকাম তেতিয়া ঋষি গৌতম হৰিদ্ৰুমতৰ ওচৰলৈ গৈ সুধিলে, "ভগৱান, মই আপোনাৰ শিষ্য হ'ব খুজিছোঁ। আপুনি দয়া কৰি মোক গ্ৰহণ কৰিবনে?"

"বাপু, তোমাৰ পিতৃ-পৰিচয় কি?" মুনিয়ে সুধিলে।

"হে প্ৰভু, মোৰ পিতৃ কোন মই নেজানো।" সত্যকামে উত্তৰ দিলে, "মই মোৰ মাতৃক সুধিছিলোঁ। তেওঁ মোক মাথোন ক'লে যে তেওঁৰ যৌৱনকালত দাসীৰূপে তেওঁ অনেক ঠাই ভ্ৰমি ফুৰোঁতে মোক লাভ কৰিছিল। ............ তেওঁ মাথোন ক'লে যে তেওঁৰ নাম জবালা আৰু মোৰ নাম সত্যকাম। গতিকে মোৰ পৰিচয় মই সত্যকাম জাবাল বুলিয়েই দিয়া উচিত।"

মুনিয়ে ক'লে, "একমাত্ৰ এজন প্ৰকৃত ব্ৰাহ্মণেহে এনে সত্য কথা ক'ব পাৰে। যোৱা তুমি সমিধ লৈ আহাগৈ। মই তোমাক দীক্ষা দিম কাৰণ তুমি সত্যৰ পৰা বিচলিত হোৱা নাই।"

আৰু এটা তেনে ধৰণৰে সূক্ষ্ম নীতিবোধৰ দৃষ্টান্ত পোৱা যায় 'বৃহদাৰণ্যক উপনিষদ'ৰ ৫।২ স্থানত বৰ্ণিত এটা পুৰণা কাহিনীত। এই কাহিনীৰ একাংশ আমি ইয়াত উদ্ধৃত কৰিব খুজিছোঁ এই বাবে যে টি. এছ. ইলিয়টৰ 'দা ৱেষ্ট লেণ্ড'ত থকা এই কাহিনীৰ উল্লেখে বহু পাঠকৰ মনত বিভ্ৰান্তি আনে।

"প্ৰজাপতিৰ বংশধৰসকলৰ মাজত আছিল দেৱতাসকল, মনুষ্যসকল আৰু অসুৰসকল। সকলোৱেই তেওঁলোকৰ পিতৃৰ চৰণ তলত বহি ছাত্ৰৰূপে শিক্ষা লাভ কৰিছিল। যেতিয়া তেওঁলোকৰ শিক্ষা সমাপ্ত হ'ল, দেৱতাসকলে ক'লে, "হে প্ৰভু, এতিয়া আমাৰ আত্মাৰ বাবে হিতকাৰী কিবা এষাৰ আমাক কওক।" তেতিয়া প্ৰজাপতিয়ে মাত্ৰ এটা শব্দাংশ উচ্চাৰণ কৰি ক'লে, 'দ'। তাৰ পিছত সুধিলে তেওঁলোকে তাৰ অৰ্থ বুজিলেনে।

দেৱতাসকলে উত্তৰ দিলে যে হয় তেওঁলোকে বুজিছে, "হে প্ৰভু, আপুনি আমাক কৈছিল 'দম্যত' বুলি। দম্যত মানে নিজক সংযত কৰি ৰাখিবা।" বিধাতা পুৰুষে ক'লে যে তেওঁলোকে ঠিকেই বুজিছে।

তেতিয়া মনুষ্যসকলেও অনুৰূপ এক উপদেশ তেওঁলোকক দিবলৈ প্ৰাৰ্থনা জনালে। পুনৰ প্ৰজাপতিয়ে একেটা শব্দাংশকে উচ্চাৰণ কৰিলে- 'দ'। তাৰ পিছত

সুধিলে তেওঁলোকে বুজিছেনে নাই। মনুষ্যসকলে উত্তৰ দিলে যে তেওঁলোকে বুজিছে। তেওঁলোকে ক'লে, "হে প্ৰভু, আপুনি আমাক কৈছিল 'দণ্ড' তাৰ মানে দান কৰিবা।" প্ৰজাপতিয়ে ক'লে, "হয়— তোমালোকে ঠিকেই বুজিছা।"

সেইবাৰ অসুৰসকলেও প্ৰজাপতিক প্ৰাৰ্থনা জনালে অনুৰূপ এক উপদেশ তেওঁলোককে দিবলৈ। পুনৰ একেটা শব্দাংশকে উচ্চাৰণ কৰিলে তেওঁ 'দ'! তাৰ পিছত সুধিলে তেওঁলোকে তাৰ অৰ্থ বুজিছেনে। অসুৰসকলে উত্তৰ দিলে হয় তেওঁলোকে বুজিলে। "হে প্ৰভু! আপুনি আমাক ক'লে, 'দয়ধ্বম' অৰ্থাৎ দয়াশীল হ'বা।" তেওঁ ক'লে, "হয়, তোমালোকে ঠিকেই বুজিছা।

সেইবাবে মেঘৰ গৰ্জনত একেই পবিত্ৰ ধ্বনিৰ পুনৰাবৃত্তি হয় 'দ-দ-দ'! (পৰম্পৰাগতভাৱেও মেঘৰ গৰ্জনৰ দমদমনিৰ অনুকাৰ শব্দও দ-দ-দ।) যাৰ অৰ্থ হৈছে দম্যত-দত্ত-দয়ধ্বম্। সেইবাবে আত্ম-সংযম, দানশীলতা আৰু দয়াশীলতাৰ শিক্ষা সদায়েই দিয়া উচিত।"

উপনিষদৰ নীতিশিক্ষাৰ উচ্চতম নিদৰ্শন পোৱা যায়— 'বৃহদাৰণ্যক উপনিষদ'ৰ ৪।৫-৫ আৰু ২।৪ স্থানত। পোৱা যায় মুনি যাজ্ঞবল্ক্যই তেওঁৰ তপস্যালৈ যোৱাৰ আগতে তেওঁৰ প্ৰিয়তমা পত্নীক দিয়া উপদেশত। 'আত্মন' শব্দটোৰ দুই অৰ্থ হয়, এটা অৰ্থ হ'ল—স্বয়ং বা নিজে, আনটো অৰ্থ হ'ল আত্মা। সেই মতে উদ্ধৃত কৰিব খোজা পাঠটোৰ দুই ধৰণে অৰ্থ ব্যাখ্যা হ'ব পাৰে। কিন্তু প্ৰসঙ্গ সঙ্গতি বিচাৰ কৰি চালে বুজিব পাৰি যে ইয়াত 'আত্মন' শব্দেৰে পৰমাত্মা বা বিশ্বাত্মাকহে বুজাইছে। পৰমাত্মা বা বিশ্বাত্মাৰ উপস্থিতি জড়-চেতন সকলোৰে মাজতে ৰহস্যসন্ধানী তপস্বীসকলে অনুভৱ কৰে আৰু বিশ্বাত্মায়ো ৰহস্যবাদী তাপসসকলক ভাল পায় আত্মাৰ একাত্মীকৰণত বিশ্বাত্মাৰ লগতে তেওঁলোকো সচেষ্ট আৰু সক্ৰিয়ভাৱে জড়িত হৈ থকাৰ কাৰণে। বৰ দীঘল হোৱা বাবে সম্পূৰ্ণ পাঠভাগ উদ্ধৃত কৰাত অসুবিধা কাৰণে তাৰ সংক্ষিপ্ত ৰূপ তলত দিয়া হ'ল—

"ঋষি যাজ্ঞবল্ক্যৰ দুগৰাকী পত্নী আছিল মৈত্ৰেয়ী আৰু কাত্যায়নী। মৈত্ৰেয়ী বিশ্বাত্মা অৰ্থাৎ ব্ৰহ্মণৰ বিষয়ে কিছু কিছু কথা বুজি পায়। কিন্তু কাত্যায়নীয়ে স্ত্ৰীসুলভ বুদ্ধিৰে সকলো তিৰোতাই জনা কথাবোৰহে জানে। যেতিয়া যাজ্ঞবল্ক্যই গাৰ্হস্থ্যাশ্ৰম ত্যাগ কৰি সন্ন্যাস গ্ৰহণ কৰি বেলেগ আশ্ৰমত প্ৰৱেশ কৰিবলৈ সাজু হৈছিল তেতিয়া তেওঁ ক'লে, "মৈত্ৰেয়ী, মই সংসাৰ ত্যাগ কৰিব খুজিছোঁ। তাৰ আগতে মই তোমাৰ আৰু কাত্যায়নীৰ জীৱন-নিৰ্বাহৰ সকলো বন্দবস্ত কৰিব খোজোঁ।"

মৈত্ৰেয়ীয়ে তেতিয়া ক'লে, "প্ৰভু, মই যদি সমস্তজগত আৰু ইয়াৰ ধন-সম্পদৰ গৰাকিনী হওঁ, মই তেতিয়া অমৰত্ব লাভ কৰিমনে?"

যাজ্ঞবল্ক্যই ক'লে, "ওহোঁ, নোহোৱা। তুমি অতি ধনৱতী হ'বা আৰু ধনশালী মানুহৰ দৰে জীয়াই থাকিবা মাথোন। য'ত ধনৰ সমাগম বেছি তাত অমৰত্ব লাভৰ সম্ভাৱনা নাই।"

মৈত্রেয়ীয়ে তেতিয়া ক'লে, "তেন্তে ধনেৰে মোৰ কি হ'ব যদি অমৰত্বই নেপাওঁ। তাতকৈ আপোনাৰ জ্ঞান দান কৰক মোক, হে স্বামী।" যাজ্ঞবল্ক্যই কৈ উঠিল, "হে গৰীয়সী, তুমি সদায়েই মোৰ প্ৰিয়তৰা। আজি প্ৰিয়তমা হ'লা মাথোন। যদি তোমাৰ সেয়ে মনৰ বাঞ্ছা, তেন্তে সাৱধানে শ্ৰৱণ কৰা।"

"স্বামীৰ প্ৰতি প্ৰেমভাব আছে বাবেই স্বামী প্ৰিয় নহয়—স্বামী প্ৰিয় হয় বিশ্বাত্মা বা ব্ৰহ্মাণৰ প্ৰতিভূ ৰূপেহে। একে ধৰণে পত্নী, পুত্ৰ, ঐশ্বৰ্য, পশুধন, পুৰোহিতসকল আৰু যোদ্ধাসকল, সসাগৰা ৰাজ্য, দেৱগণ, চাৰি বেদ—এই সকলোৰে কোনোৱেই নিজৰ গুণৰ বাবে কাম্য নহয়, সকলো প্ৰিয় হয় ব্ৰহ্মাৰ বিভিন্ন প্ৰকাশ বুলিহে।

"দৰাচলতে তুমিও বিশ্বাত্মাক প্ৰত্যক্ষ কৰিব পাৰা, শ্ৰৱণ কৰিব পাৰা তেওঁৰ বাণী, তেওঁৰ অস্তিত্ব অনুভৱ কৰিব পাৰা, জানিব পাৰা ব্ৰহ্মাক, হে মৈত্ৰেয়ী। আৰু যেতিয়া তুমি তেনেদৰে বিশ্বাত্মা বা ব্ৰহ্মাক দেখিবা, কাণেৰে শুনিবা, অনুভৱ কৰিবা আৰু জানিবা তেতিয়াহে তুমি সকলো জাগতিক জড়-চেতন সকলোৰে প্ৰকৃত স্বৰূপ আৰু গুণ বুজিব পাৰিবা।"

"যেতিয়ালৈকে নিজৰ আত্মা আৰু বিশ্বাত্মা বা ব্ৰহ্মাৰ মাজত দ্বিত্ববোধ অৰ্থাৎ দুইটা বেলেগ বেলেগ বুলি বোধ থাকিব তেতিয়ালৈকে মানুহ ইন্দ্ৰিয়নিৰ্ভৰ হৈ থাকি অন্য বস্তু দেখিব, গন্ধ পাব, স্বাদ গ্ৰহণ কৰিব, অনুভৱ কৰিব, শুনিব, স্পৰ্শ কৰিব আৰু চিনি পাব। কিন্তু যেতিয়া ব্ৰহ্মাৰ সন্ধান পাব তেতিয়া অদ্বৈতবোধৰ জন্ম হ'ব। সকলো ব্ৰহ্মময় দেখিব। আত্ম আৰু পৰৰ পাৰ্থক্য নোহোৱা হ'ব। কোনো জ্ঞানৰ বাবে ইন্দ্ৰিয়ানুভূতিৰ ওপৰত নিৰ্ভৰ কৰিব নেলাগিব। হে মৈত্ৰেয়ী—এই শিক্ষাই তোমাক মই দিলোঁ—নিশ্চয়কৈ জানিবা সেয়েই অমৰত্ব।"

"এইখিনিকে কৈ যাজ্ঞবল্ক্য গুচি গ'ল।

## (২) বৌদ্ধ ধৰ্ম

**বুদ্ধদেৱ ঃ**

'উপনিষদ'বোৰত ব্যক্ত ধৰ্মমতবিলাকক ব্ৰাহ্মণ্য ধৰ্মশাস্ত্ৰত ব্ৰাহ্মণ্য ধৰ্মচিন্তাৰ এক প্ৰণালী হিছাপে স্বীকৃতি দি অন্তৰ্ভুক্ত কৰা হ'ল। কিন্তু তাৰ বাহিৰেও কিছুমান নতুন ধৰ্মমত লোক-সমাজত প্ৰচাৰিত হৈছিল বেলেগ বেলেগ ধৰ্মগুৰু অথবা ধৰ্ম-প্ৰৱৰ্তকৰ দ্বাৰা বেলেগ বেলেগ ধৰ্মীয় সম্প্ৰদায়ৰ বাবে। সেইবিলাকক কোনো মতেই আনুষ্ঠানিক ব্ৰাহ্মণ্য ধৰ্মৰ অঙ্গীভূত কৰিব পৰা নগ'ল। এইসকল ধৰ্মগুৰুৰ ভিতৰত প্ৰধানজন এনে এজন পুৰুষ আছিল যিজনে খ্ৰীঃ পূঃ ষষ্ঠ শতাব্দীৰ শেষৰ ফালে আৰু পঞ্চম শতাব্দীৰ আৰম্ভণিৰ কালছোৱাত হালধীয়া বসন পৰিধান কৰা এক ধৰ্মীয় সম্প্ৰদায়ৰ ভিত্তি স্থাপন কৰিছিল যি সম্প্ৰদায়ৰ সদস্যসকলে তেওঁক বুলিছিল বুদ্ধ অৰ্থাৎ জ্ঞানৰ আলোকপ্ৰাপ্ত বা জাগ্ৰত। মৰণোত্তৰভাৱে হ'লেও সমগ্ৰ বিশ্বতে এইজনা পুৰুষৰ প্ৰভাৱ যেনেদৰে বিস্তৃত হ'ল তাৰে চালেও নিশ্চিতভাৱে জানিব লাগিব যে ভাৰতভূমিত জন্মগ্ৰহণ কৰা সৰ্বকালৰ সকলো লোকৰ ভিতৰতে বুদ্ধদেৱ আছিল শ্ৰেষ্ঠতম পুৰুষ।

পৰম্পৰাগত বিশ্বাস অনুযায়ী থকা বুদ্ধৰ জীৱন-কথা, প্ৰাচীন যুগৰ বেছিভাগ ঋষি-মুনি আৰু বীৰপুৰুষৰ জনবিশ্বাসত থকা জীৱন-কথাৰ দৰেই পণ্ডিতসকলৰ উচ্চস্তৰৰ সমালোচনাৰ দ্বাৰা ক্ষত-বিক্ষত হৈছে। বুদ্ধৰ জীৱনৰ কাহিনীৰ তেওঁৰ জন্ম আৰু বাল্যকাল সম্বন্ধে পোৱা যায় বৌদ্ধ ধৰ্মশাস্ত্ৰবোৰৰ পৰৱৰ্তী কালত ৰচিত হোৱা বিলাকতহে। আনকি বৌদ্ধ ধৰ্মশাস্ত্ৰবোৰৰ যিবোৰ অধ্যায় বুদ্ধৰ বাণীসমূহ স্বমুখে উক্ত বুলি কোৱা হৈছে সেইবোৰো ঐতিহাসিক সত্যতা বিচাৰত নিৰ্ভৰযোগ্য নহয়। বৌদ্ধ ধৰ্মসূত্ৰত থকা বিখ্যাত 'বিধি-চক্ৰৰ বিৱৰ্তন সম্বন্ধীয় ধৰ্মোপদেশ' বুদ্ধৰ বুদ্ধত্ব লাভৰ পিছতে দিয়া প্ৰথম ভাষণ আৰু সেই ভাষণ বৌদ্ধধৰ্মৰ মূল তত্ত্ববোৰৰ ওপৰত প্ৰতিষ্ঠিত। কিন্তু সেই বিখ্যাত ধৰ্মোপদেশমূলক ভাষণ দৰাচলতে বুদ্ধৰ মুখৰ নহয় বুলি সন্দেহ প্ৰকাশ কৰা হৈছে। যি ৰূপত সেই ভাষণ আমি পাইছো বৌদ্ধ ধৰ্মসূত্ৰৰ প্ৰথমৰ বোৰৰ মাজত সেই ৰূপত আমি নেপাওঁ। এতিয়া আনকি ঐতিহাসিক পুৰুষ মূল বুদ্ধৰ মুখনিসৃত ধৰ্মমত আৰু জনসমাজত প্ৰতিষ্ঠিত ৰূপত থকা বৌদ্ধ ধৰ্মৰ ধৰ্মমত একে নহয় বুলিও দুৰ্ঘোৰ সন্দেহ উত্থাপিত হৈছে। এগৰাকী বিখ্যাত ঐতিহাসিকৰ মতে বৌদ্ধ ধৰ্মৰ শিক্ষণীয় পাঠবোৰ আৰু 'উপনিষদ'বিলাকৰ ঋষিসকলৰ শিক্ষাৰ মাজত পাৰ্থক্য সামান্য।[১] আন এগৰাকী পণ্ডিতৰ মতে বুদ্ধই দৰাচলতে কোনো জন্মান্তৰবাদৰ তত্ত্ব

নেমানিছিলেই। মাত্র মানুহৰ এক পুৰুষত কৰা কামৰ ফলাফল পিছৰ পুৰুষৰ বংশধৰসকলে ভোগ কৰিব লগাত পৰে বুলি থকা সৰ্বজন গৃহীত বিশ্বাসৰ কথাহে দোহাৰিছিল।[২] আমি কিন্তু এই গ্ৰন্থত বুদ্ধৰ জীৱন-কথা আলোচনা কৰিব খোজা নাই। আমি বুদ্ধৰ পিছৰ যুগৰ অনুগামী বৌদ্ধধৰ্মীসকলে তেওঁৰ জীৱনৰ বিষয়ে কি বিশ্বাস কৰিছিল সেইটোহে আলোচনা কৰিম। আকৌ বুদ্ধই কি শিক্ষা দিছিল সেইটোৰ সলনি বৌদ্ধধৰ্মই কি শিকাইছিল সেইটোহে আমাৰ আলোচ্য বিষয় হ'ব।

বুদ্ধৰ জীৱন সম্বন্ধে কিছুমান তথ্য যুক্তিগ্ৰাহ্য সত্য বুলি ধৰি ল'ব পাৰি। তেওঁ আছিল হিমালয়ৰ পাদদেশৰ শাক্য নামে সৰু এটা জনগোষ্ঠীৰ এজন গোষ্ঠীপতি শাসনকৰ্তাৰ পুত্ৰ। তেওঁ সংসাৰ ত্যাগ কৰি তপস্বী হৈছিল আৰু এক নতুন ধৰ্মমত উদ্ভাৱন কৰিছিল যিটো অসংখ্য শিষ্যৰ দ্বাৰা সমৰ্থিত হ'ল। বহু বৰ্ষকাল জুৰি কোশল আৰু মগধ ৰাজ্যত আৰু গঙ্গাৰ উত্তৰ পাৰৰ বহুতো উপজাতিসকলৰ বাসভূমিত নিজৰ ধৰ্মমত প্ৰচাৰ কৰাৰ পিছত খ্ৰীঃ পূঃ ৪৮৬ আৰু ৪৭৩-ৰ মাজৰ কোনো এক সময়ত আশী বছৰ বয়সত তেওঁৰ মৃত্যু হৈছিল। খুব সম্ভৱ খ্ৰীঃ পূঃ ৪৮৬ ৰ ওচৰা-উচৰি কোনো সময়তে তেওঁৰ নিৰ্বাণ ঘটিছিল। তেওঁৰ অনুগামীসকলে যি ধৰণে তেওঁৰ জীৱন-চৰিত বৰ্ণনা কৰে সি ইয়াত আমি কৰা নিৰস টোকাতকৈ বহুত জীৱন্ত আৰু ৰং-ৰূপেৰে ভৰা। আৰু সেই জীৱন-চৰ্চাৰ গুৰুত্বও অসীম কাৰণ আফগানিস্থানৰ পৰা পূবলৈ এছিয়া মহাদেশৰ অসংখ্য কোটি মানুহৰ জীৱন প্ৰভাৱিত হৈছে সেই জীৱন-গাঁথাৰ গৰিমাৰে।

এই অধ্যায়ত বিশেষভাৱে আৰু সাধাৰণভাৱে এই গোটেই গ্ৰন্থতে আমি বৌদ্ধধৰ্ম সম্বন্ধীয় নামবোৰ আৰু শব্দবোৰৰ সংস্কৃত ভাষিক ৰূপহে ব্যৱহাৰ কৰিম যাতে অৰ্থৰ অস্পষ্টতাৰ হাত সাৰিব পাৰি। যিসকল পাঠকে বিস্তাৰিতভাৱে অধ্যয়ন কৰিব খোজে তেওঁলোকে সেইবোৰ শব্দৰ স্থবিৰবাদী বৌদ্ধসকলে ব্যৱহাৰ কৰা পালি ভাষাৰ ৰূপবোৰো বিচাৰি পাব।

এদিন ৰাতি শাক্যসকলৰ ৰজা শুদ্ধোধনৰ প্ৰধানা মহিষী মহামায়াই এক সপোন দেখিলে যে তেওঁক হিমালয়ৰ অনৱতপ্ত নামে এখন স্বৰ্গীয় সৰোবৰলৈ লৈ যোৱা হৈছে য'ত বিশ্বজগতৰ চতুৰ্দিশৰ অধিপতি দিকপাল দেৱতাসকলে তেওঁক স্নান কৰোৱা দেখিলে। তাৰ পিছত দেখিলে যে এটা বগা হাতীয়ে শুঁৰত এপাহ বগা পদুম ফুল লৈ তেওঁৰ ওচৰলৈ আহি তেওঁৰ গৰ্ভত প্ৰৱেশ কৰিলে। পিছদিনা বিদ্বানসকলে তেওঁৰ সপোনৰ ব্যাখ্যা দিলে। মহাৰাণীৰ গৰ্ভস্থ সন্তান হ'ব এজন ক্ষণজন্মা মহাপুৰুষ—হয় তেওঁ বিশ্বজোৰা সাম্ৰাজ্যৰ সম্ৰাট হ'ব নহ'লে হ'ব বিশ্বমানৱৰ মহান গুৰু। সন্তান জন্মৰ সময় আহিলত নিজৰ পিতৃগৃহলৈ গৈছিল মহাৰাণী। যাত্ৰাপথত শাক্য ৰজাৰ ৰাজধানী কপিলাবস্তুৰ পৰা কিছু দূৰৰ লুম্বিনী নামে এখন গাঁৱৰ এখন শাল বনত বুদ্ধৰ জন্ম

হয়। জন্মৰ পিছতে থিয় দি বোলে সাত খোজ কাঢ়ি কৈ উঠিছিল— "এইবাৰেই মোৰ শেষবাৰ জন্ম। ইয়াৰ পিছত মই আৰু জন্ম ল'ব নেলাগিব।"

সেই বালকৰ জন্মৰ তাৰিখৰ পৰা পঞ্চম দিনা মহোৎসৱ পাতি বালকৰ নামকৰণ কৰা হ'ল সিদ্ধাৰ্থ বুলি। গোত্ৰ নাম ৰখা হ'ল গৌতম (পালি ভাষাত 'গোতম')। বৌদ্ধ গ্ৰন্থবোৰত গৌতম নামেই তেওঁৰ কথা উল্লেখ কৰা হয়। জন্মৰ আগতে দৈৱজ্ঞসকলে ভৱিষ্যদ্বাণী কৰিছিল যে বালক বিশ্বজোৰা সাম্ৰাজ্যৰ সম্ৰাট হ'ব। মাত্ৰ এজন দৈৱজ্ঞই কৈছিল যে তেওঁ জগতৰ দুখ-শোকৰ চাৰিটা দৃশ্য দেখিব— যাৰ ফলত তেওঁ হ'বগৈ বিশ্বগুৰু। যাতে পিছৰ এই ভৱিষ্যদ্বাণী নফলিয়ায় তাৰ ব্যৱস্থা হিছাপে ৰজা শুদ্ধোধনে ৰাজকুমাৰক এনেদৰে ৰাখিবলৈ যত্ন কৰিলে যাতে তেওঁ সংসাৰৰ দুঃখ-শোকৰ বিষয়ে একো জানিবলৈকে নেপায়। তেওঁক অতি সুৰম্য ৰাজপ্ৰাসাদত ডাঙৰ হ'বলৈ দিয়া হ'ল—সেই প্ৰাসাদৰ অভ্যন্তৰতহে নেলাগে সংলগ্ন উদ্যানবোৰতো ৰোগ-মৃত্যু-দুখ একোৰে চিহ্নমাত্ৰও যেন কোনেও প্ৰত্যক্ষ কৰিবলৈ নেপায়। তেওঁ ৰাজকুমাৰৰ উপযুক্ত সকলো বিদ্যা শিক্ষা কৰিলে। ছাত্ৰ হিছাপে তেওঁ গুণে-বিদ্যাই সকলোকে অতিক্ৰম কৰি গৈছিল। তেওঁ ক্ষাত্ৰোচিত বীৰত্ব প্ৰতিযোগিতাত শক্তি আৰু কৌশলৰ চমকপ্ৰদ প্ৰদৰ্শন কৰি সকলো প্ৰাৰ্থীকে পৰাস্ত কৰি যশোধৰাক বিবাহ কৰিছিল। তেওঁৰ হাতত পৰাস্ত প্ৰতিদ্বন্দ্বীবোৰৰ ভিতৰত আছিল সদা-ঈৰ্ষাপৰায়ণ দেৱদত্ত নামে এজন বংশৰ ভ্ৰাতৃও।

ঐহিক দিশত তেওঁৰ যিমানেই কৃতকাৰ্যতা নহওক, সিদ্ধাৰ্থ কিন্তু ভিতৰি কোনোদিনে সুখী হোৱা নাছিল। তেওঁৰ পিতৃৰ সৰ্বপ্ৰকাৰ যত্ন আৰু সতৰ্কতাৰ মাজেদিও তেওঁ আমি আগতে কোৱা চাৰিটা দুখৰ দৃশ্য প্ৰত্যক্ষ কৰিলে যি কৰিলেই। দেৱতাসকলেহে জানিছিল তেওঁৰ ভাগ্যৰ চক্ৰই কোন দিশ ল'ব—তেওঁলোকেই সেই চাৰিটা দুখৰ দৃশ্য তেওঁৰ চকুৰ আগত স্থাপন কৰাইছিল। এদিন ৰজাৰ উদ্যানত তেওঁ নিজৰ ৰথত উঠি ঘূৰি ফুৰিছিল। ৰথৰ সাৰথি আছিল বিশ্বাসী সহচৰ চন্ন। এনেতে তেওঁ এজন অতিপাত বৃদ্ধ জীৰ্ণ-শীৰ্ণ লোক দেখিলে। বাৰ্দ্ধক্য আৰু শাৰীৰিক জীৰ্ণতাৰ শেষ বিন্দুত থিয় হোৱা সেই বৃদ্ধ আছিল দৰাচলতে এজন ছদ্মবেশী দেৱতা। সিদ্ধাৰ্থ বুদ্ধ হ'ব লাগিব বাবেই দেৱতাই সেই ৰূপ ধাৰণ কৰি তেওঁক দেখা দিছিল। সিদ্ধাৰ্থই চন্নক সুধিলে সেই জীৰ্ণদেহী ব্যক্তিনো কোন। যেতিয়া চন্নই ক'লে যে সকলো মানুহেই এদিন তেনেদৰে বৃদ্ধ আৰু শক্তিহীন হ'বই লাগিব, তেতিয়াই কুমাৰৰ মনত দুশ্চিন্তা জাগিল। সেয়া হ'ল প্ৰথম চিন—বাৰ্দ্ধক্য।

তাৰ কিছুদিনৰ পিছতে দেখিলে বৰ ৰুগীয়া মানুহ এটা। তাৰ সৰ্বশৰীৰত ডাঙৰ ডাঙৰ ফোঁহা আৰু জ্বৰত কঁপি থকা এটা মানুহ। সেইটো দ্বিতীয় চিহ্ন। তৃতীয় চিহ্ন হিছাপে যিটো দেখিলে সেইটো আৰু ভয়ঙ্কৰ। সেইবাৰ দেখিলে পিছে পিছে হিয়ালি-জিয়ালিকৈ কান্দি কান্দি এজাক মানুহে শ্মশানলৈ কঢ়িয়াই লৈ যোৱা এটা শৱদেহ।

চতুৰ্থ চিহ্নই আনিলে অকণমান মানসিক অৱকাশ আৰু আশা। সেইবাৰ দেখিলে এজন পৰিব্ৰাজক সন্ন্যাসী ভিক্ষাৰী। গাত এটা সাধাৰণ হালধীয়া পোছাক। শান্ত সৌম্য মুখমণ্ডলত অন্তৰৰ আনন্দ নিজৰি পৰিছে ভিক্ষুকৰ। সেই ভিক্ষুক দেখি সিদ্ধাৰ্থই বুজি পালে তেওঁৰ ভাগ্যৰ নিৰ্দেশ কি। তেওঁ সিদ্ধান্ত কৰিলে যে তেৰোঁ এজন পৰিব্ৰাজক সন্ন্যাসীয়েই হ'ব।

সেই সিদ্ধান্তৰ বিষয়ে অৱগত হৈ ৰজা শুদ্ধোধন উদ্বিগ্ন হৈ তেওঁৰ সতৰ্ক পহৰা দুগুণ কৰি তুলিলে। সিদ্ধাৰ্থক প্ৰকৃততে ৰাজকাৰেঙত বন্দীৰ দৰে ৰখা হ'ল যদিও চৌদিশে আমোদ-প্ৰমোদ আৰু বিলাস-ব্যসনৰ সম্ভাৰেৰে তেওঁক আবৃত কৰি ৰখা হ'ল। কিন্তু ৰাজকুমাৰৰ মনত কোনো শান্তি নাই। তেওঁ কোনোপধ্যেই সেই চাৰিটা চিহ্নৰ কথা পাহৰিব পৰা নাছিল। তেনেতে এদিন ৰাতিপুৱা তেওঁলৈ সংবাদ আহিল যে যশোধৰাই এটি পুত্ৰ সন্তানৰ জন্ম দিছে। সেই সংবাদেও তেওঁৰ মনত কোনো আনন্দ জগাব নোৱাৰিলে। সেই ৰাতি ৰাজপ্ৰাসাদত আনন্দ-উৎসৱত সকলো উত্ৰাৱল হৈছিল ৰজাৰ নাতি জন্ম হোৱাৰ বাবে। কিন্তু উৎসৱৰ শেষত যেতিয়া সকলো টোপনিত পৰিল তেতিয়া ৰাজকুমাৰ সিদ্ধাৰ্থই চন্নক জগালে। তেওঁৰ আদেশত চন্নই ৰাজকুমাৰৰ প্ৰিয় অশ্ব কন্থকৰ পিঠিত গাদী আঁটিলে। সিদ্ধাৰ্থই ঘোঁৰাত উঠি ৰাতিৰ অন্ধকাৰৰ মাজেদি সংসাৰ ত্যাগ কৰি ওলাই গ'ল। তেওঁৰ লগে লগে গ'ল উৎফুল্লচিত্ত দেৱতাসকল। তেওঁৰ ঘোঁৰাৰ টাবত মাটিত যাতে শব্দ নহয় তাৰ ব্যৱস্থা কৰিলে দেৱতাসকলে— যাতে সিদ্ধাৰ্থৰ যাত্ৰাৰ কথা কোনেও গম নেপায়।

নগৰৰ পৰা বহু দূৰ গৈ ৰাজপুত্ৰই খুলি পেলালে গাৰ ৰাজকীয় বসন-ভূষণ আৰু লগত যোৱা কোনো সহচৰ দেৱতাই দিয়া এজোৰ আশ্ৰমবাসী তপস্বীৰ বেশ পৰিধান কৰিলে। নিজৰ তৰোৱালেৰে কাটি পেলালে তেওঁৰ উন্মুক্ত কেশদাম আৰু নিজৰ পৰিত্যক্ত বসন-ভূষণৰ লগত একেলগে সেইখিনিও তেওঁৰ পিতৃক দিবলৈ চন্নৰ হাতত অৰ্পণ কৰিলে। তাৰ গৰাকীৰ পৰা বিচ্ছিন্ন হ'ল বুলি জনাৰ লগে লগে সিদ্ধাৰ্থৰ প্ৰিয় অশ্ব কন্থক মাটিত বাগৰি পৰি মৰি থাকিল। পিছত কন্থকৰ পুনৰ্জন্ম হ'ল এখন স্বৰ্গত। এইদৰে ৰাজপুত্ৰ সিদ্ধাৰ্থই বৌদ্ধ শাস্ত্ৰত যাক "মহাবিনিষ্ক্ৰমন' বুলি কয়, সেই সংসাৰৰ ত্যাগ-পৰ্ব সমাপ্ত কৰিলে। ৰাজপুত্ৰ সিদ্ধাৰ্থ হ'ল এজন পৰিব্ৰাজক সন্ন্যাসী, সম্পত্তিৰ ভিতৰত থাকিল মাত্ৰ এসাজ পিন্ধনৰ কাপোৰ।

প্ৰথমতে তেওঁ পৰিব্ৰাজক ভিক্ষুক হিছাপে ভিক্ষা কৰি পেট প্ৰৱৰ্তাইছিল। কিন্তু খুব কম দিনৰ ভিতৰতে ভিক্ষাবৃত্তি এৰি অৰণ্যবাসী তপস্বীৰ জীৱন বাছি ল'লে। আলাৰ কালাম নামৰ এজন ঋষিৰ পৰা তপস্যা কেনেদৰে কৰিব লাগে তাৰ নীতি-নিয়ম-কৌশল আদি সকলো শিকি ল'লে। লগতে অধ্যয়ন 'উপনিষদ'বিলাকত ব্ৰহ্মাণ সম্বন্ধে থকা ব্যাখ্যা আৰু দৰ্শন। কিন্তু মানুহৰ দুখৰ পৰা নিষ্কৃতি লাভ অকল সংযম

আৰু জ্ঞানৰ জৰিয়তেই হ'ব পাৰে বুলি তেওঁৰ বিশ্বাস নহ'ল। সেইবাবে তেওঁ পাঁচজন অতি কঠোৰ কৃচ্ছ্রসাধন ব্ৰতত ব্ৰতী তপস্বীৰ দলভুক্ত হৈ তেওঁলোকৰ লগতে কঠোৰ যোগাভ্যাস কৰিবলৈ ধৰিলে। তেওঁলোকৰ লক্ষ্য আছিল কঠোৰ আত্মনিগ্ৰহকাৰী তপস্যাৰ দ্বাৰা নিজৰ কৰ্মবন্ধনৰ পৰা মুক্ত হৈ মুক্তি লাভ কৰা।

সিদ্ধাৰ্থৰ তপস্যা দিনে দিনে ইমান তীব্ৰতৰ হ'বলৈ ধৰিলে যে পাচোঁজনে তেওঁকেই নেতা বুলি মানি ল'লে। সম্পূৰ্ণ ছয় বছৰ কাল ধৰি তেওঁ ইমান কঠোৰ ব্ৰত অবলম্বন কৰি নিজৰ শৰীৰৰ ওপৰত অত্যাচাৰ চলালে যে অৱশেষত তেওঁ খোজ কাঢ়ি ফুৰা জঁকা এটাৰ দৰে হ'লগৈ। এদিন উপবাস আৰু ক্ষুধাত ক্লিষ্ট গৌতম অচেতন হৈ ঢলি পৰিছিল। তেওঁৰ সহচৰসকলে তেওঁৰ মৃত্যু হোৱা বুলিয়েই ভাবিছিল। কিন্তু কিছু সময়ৰ পিছত তেওঁ চেতনা ঘূৰাই পালে। তেতিয়া তেওঁ উপলব্ধি কৰিলে যে তেওঁৰ ব্ৰত-উপবাস আদি সকলো বিফল হৈছে। তেওঁ পুনৰ ভিক্ষা কৰিবলৈ ল'লে। তেওঁৰ শৰীৰলৈও বল-শক্তি আহিল। তাকে দেখি তেওঁ ব্ৰত ত্যাগ কৰা বুলি ধৰি লৈ বিতৃষ্ণাত তেওঁৰ পাঁচজন সহচৰে তেওঁৰ সঙ্গ ত্যাগ কৰিলে।

এদিন সিদ্ধাৰ্থ গৌতমে ৰজা বিম্বিসাৰৰ ৰাজ্য মগধৰ গয়া নামে নগৰৰ উপকণ্ঠত এজোপা ডাঙৰ পিপল গছৰ তলত বহি আছিল। তেওঁৰ তেতিয়া একুৰি পোন্ধৰ বছৰ বয়স। তেনেতে ওচৰৰ গাঁৱৰ সুজাতা নামে এজনী খেতিয়কৰ ছোৱালীয়ে ডাঙৰ পাত্ৰ এটাত পায়স লৈ আহিল। তেওঁ তাৰে কিছু খালে। তাৰ পিছত স্নান কৰিলে আৰু গধূলি পুনৰ সেই পিপল গছৰ তলত বহিল। তেতিয়াই মনে মনে এটা প্ৰতিজ্ঞা কৰিলে যে এইবাৰ যদি তেওঁৰ দেহৰ হাড়বোৰ ক্ষয়ীভূতো হয় আৰু তেজবোৰ শুকায়ো যায় 'তথাপি মানুহৰ দুখ-বেদনাৰ পৰা চিৰস্থায়ী মুক্তি লাভৰ উপায় বিচাৰি নোপোৱালৈকে তেওঁ সেই আসন ত্যাগ কৰি উঠি নেযায়।

তাৰ পিছত উনপঞ্চাছ দিন ধৰি সেই একে আসনতে পিপল গছৰ তলত বহি থাকিল সিদ্ধাৰ্থ গৌতম। প্ৰথমতে তেওঁৰ চৌদিশ বেঢ়ি আছিল বন্ধু ভাৱাপন্ন দেৱতা আৰু বিদেহী শক্তিবিলাকে আকুল আগ্ৰহেৰে তেওঁৰ মহাজ্ঞান লাভৰ শুভ মুহূৰ্তলৈ বাট চাই। কিন্তু অলপ পাছতে তেওঁলোক সকলো আঁতৰি পলাল। কাৰণ বিশ্ব-জগতৰ অপশক্তিবোৰৰ ৰজা, পাৰ্থিব ভোগ আকাঙ্ক্ষা আৰু পাপাচাৰী লালসাৰে মানুহ পথভ্ৰান্ত কৰোঁতা, বৌদ্ধ ধৰ্মমতৰ চয়তান ভয়ঙ্কৰ মাৰ আহি গৌতমৰ কাষ চাপিলেহি তেওঁৰ ধ্যান ভঙ্গ কৰিবলৈ। দিনৰ পিছত দিন জুৰি গৌতমে মাৰৰ সকলো প্ৰলোভন ব্যৰ্থ কৰি থাকিল। এবাৰ মাৰ আহিল ৰজাৰ কটকী হৈ। ক'লেহি যে গৌতমৰ বংশৰ ভাই দুষ্ট দেৱদত্তই বিদ্ৰোহ কৰিছে আৰু গৌতমৰ পিতৃ ৰজা শুদ্ধোধনক বন্দীশালত নিক্ষেপ কৰি তেওঁৰ পত্নী যশোধৰাক লৈ গৈছে। কিন্তু গৌতমৰ সেই সংবাদ পায়ো কোনো মনোবিকাৰ নহ'ল। তাৰ পিছত মাৰে তাৰ অসুৰ অনুচৰবোৰক মাতি আনি গৌতমক

আক্ৰমণ কৰিবলৈ লগাই দিলে। অসুৰহঁতে প্ৰবল ঘূৰ্ণিবতাহৰ ৰূপ লৈ গৌতমক পিপল গছেৰে সৈতে উৰাই নিব খুজিলে। ভয়ঙ্কৰ ধুমুহাৰ ৰূপ ধৰি আক্ৰমণ কৰিলে। আহিল প্ৰলয়ঙ্কৰী বানপানী হৈ। শেষত ভূমিকম্প হৈ। পিপল গছৰ তলত পদ্মাসনত শান্ত-সৌম্যভাৱে নিবিড় ধ্যানত মগ্ন হৈ থকা গৌতম কিন্তু দৃঢ় হৈয়ে থাকিল। মাৰৰ সকলো আক্ৰমণ আহি নিস্তেজ হৈ পৰে গৌতমৰ আসনৰ কাষ চাপিলেই। তাৰ পিছত প্ৰলোভনকাৰী মাৰে গৌতমক ক'লে, "তুমিযে সত্ আৰু পৰহিতকাৰী তাৰ সাক্ষী-প্ৰমাণ কি আছে?" গৌতমে এহাতেৰে ভূমি স্পৰ্শ কৰিলে মাথোন। লগে লগে বজ্ৰৰ গৰ্জনৰ দৰে শব্দ কৰি স্বয়ং পৃথিৱীয়ে কৈ উঠিল, "তাৰ সাক্ষী মই!"

বল প্ৰয়োগ কৰাৰ সলনি গৌতমক বিভ্ৰান্ত কৰিবলৈ এইবাৰ মাৰে মৃদু ধৰণৰ কৌশল অৱলম্বন কৰিলে। এইবাৰ সি আহ্বান কৰিলে তাৰ অপৰূপ সুন্দৰী তিনিজনী জীয়াৰীক—কামনা, সানন্দা আৰু আসক্তি। তিনিওজনীয়ে গৌতমৰ আগত নাচি নাচি গান গাই তেওঁৰ ধ্যানভঙ্গ কৰিবলৈ যত্ন কৰিলে। কিন্তু সেই মায়াময়ীহঁতৰ কোনো মোহনীয়েই কামত নাহিল। সিহঁতে গৌতমক বিশ্বজোৰা সাম্ৰাজ্যৰ সম্ৰাট কৰিব বুলিও লোভ দেখুৱালে—কিন্তু একো লাভ নহ'ল।

তাৰ পিছতে মাৰ আৰু তাৰ সহযোগী অপশক্তিবোৰ ব্যৰ্থ মনোৰথ হৈ আঁতৰিল। বিঘিনিশূন্য হৈ গৌতম আৰু গভীৰ ধ্যানত বুৰ গ'ল। উনপঞ্চাছ দিনৰ ধলপুৱা তেওঁ পালে বিচৰা সত্যৰ সন্ধান। তেওঁ বুজি পালে মানুহৰ দুখৰ ৰহস্য—কি কাৰণেনো সমগ্ৰ জগত জুৰি জীৱকুলৰ ইমান দুখ-কষ্ট আৰু অশান্তি। তেওঁ জানিলে কি কৰিলেনো মানুহে সেই দুখৰ সমুদ্ৰ অতিক্ৰম কৰিব পাৰিব। এই জ্ঞানোদয় হোৱাৰ লগে লগে গৌতমৰ বুদ্ধত্ব প্ৰাপ্তি হ'ল। তাৰ পিছতো সাত সপ্তাহ তেওঁ সেই বোধিবৃক্ষৰ তলতে থাকিল গভীৰভাৱে নৱলব্ধ জ্ঞানৰ বিষয়ে চিন্তা-ভাৱনা কৰি। সিদ্ধাৰ্থ গৌতম হ'ল বুদ্ধ অৰ্থাৎ 'জ্ঞান স্বৰূপ জ্যোতিৰ দ্বাৰাই উদ্ভাসিত।'

প্ৰথমে তেওঁ সিদ্ধান্ত কৰিব নোৱাৰিছিল তেওঁৰ নৱলব্ধ জ্ঞানৰাশিৰে তেওঁ কি কৰিব। জগতত প্ৰচাৰ কৰিব নে নাই সেইটোও ঠিক কৰিব নোৱাৰিলে—ইমান নিগূঢ় সেই জ্ঞান আৰু ব্যাখ্যা কৰা ইমান কঠিন যে বুজিবনো কোনে সেইবোৰ কথা! এনেদৰে দ্বিধাগ্ৰস্ত হৈ থাকোঁতে ব্ৰহ্মা নিজেই নামি আহিল স্বৰ্গৰ পৰা। আহি বুদ্ধক বুজালে জগতত সেই জ্ঞান প্ৰচাৰ কৰিবৰ বাবে। বোধিবৃক্ষৰ আশ্ৰয় ত্যাগ কৰি খোজ ল'লে বুদ্ধই। যাত্ৰা কৰিলে বাৰানসীৰ ওচৰত মৃগবনলৈ (আধুনিক সাৰনাথ)। তাত আগতে তেওঁৰ সঙ্গ ত্যাগ কৰি অহা তেওঁৰ পাঁচজন শিষ্যই কঠোৰ তপস্যাত ব্ৰতী হৈ থকা পালেগৈ।

বুদ্ধই তেওঁৰ প্ৰথম ধৰ্মোপদেশ সেই পাঁচজন শিষ্যৰ আগতে দিলে যিটোক বৌদ্ধ শাস্ত্ৰৰ ভাষাত বুদ্ধই 'প্ৰথমবাৰ ধৰ্ম-চক্ৰক গতিশীল' কৰিলে। পাচোঁজনেই নতুন

এই ধৰ্মমতৰ দ্বাৰাই ইমান বেছি প্ৰভাৱিত হ'ল যে তেওঁলোকে কৃচ্ছ্ৰসাধন ত্যাগ কৰি পুনৰ বুদ্ধৰ শিষ্যত্ব গ্ৰহণ কৰিলে। অলপ দিনৰ পিছত ষাঠিজন ডেকা সন্ন্যাসী আহি বুদ্ধৰ শিষ্য হ'লহি। তেওঁ সেই সকলোকে যথাযথভাৱে প্ৰশিক্ষণ দি দিশে দিশে বৌদ্ধ ধৰ্ম প্ৰচাৰ কৰিবলৈ পঠাই দিলে। চাওঁতে চাওঁতে সমগ্ৰ গঙ্গা উপত্যকাতে বুদ্ধৰ খিয়াতি বৈ-বৈ যাবলৈ ধৰিলে। সেই সময়ৰ ডাঙৰ ডাঙৰ ৰজা-মহাৰজাসকলেও বুদ্ধ আৰু তেওঁৰ শিষ্যবৰ্গক সমাদৰ কৰিবলৈ ধৰিলে। বুদ্ধই তেওঁৰ অনুগামীসকলক সুসংগঠিত কৰি একশ্ৰেণী শৃঙ্খলাবদ্ধ সন্ন্যাসী গঢ়ি তুলিলে যাৰ নাম আছিল সংস্কৃতত ভিক্ষু, পালিভাষাত 'ভিক্খু' আক্ষৰিকভাৱে যাৰ অৰ্থ হ'ল ভিক্ষাৰী। সেই ভিক্ষুসকলে একে ধৰণৰ হালধীয়া পোছাক পিন্ধিছিল আৰু কিছুমান নিৰ্ধাৰিত আচৰণবিধি মানি চলিব লাগিছিল। পৰম্পৰাগত বিশ্বাসমতে সেই আচৰণবিধি বুদ্ধই নিজে ৰচনা কৰিছিল বুলি জনা যায়। বুদ্ধৰ ধৰ্মপ্ৰচাৰৰ অনেক কাহিনী প্ৰচলিত আছে। তেওঁ কপিলাবস্তুলৈ প্ৰত্যাবৰ্তন কৰি তেওঁৰ নিজৰ পিতৃ, পত্নী আৰু পুত্ৰ ৰাহুলৰ লগত ৰাজসভাৰ অনেককে বৌদ্ধ ধৰ্মত দীক্ষিত কৰিলে। লগতে দীক্ষিত কৰিলে তেওঁৰ সদা-ঈৰ্ষাকাতৰ সম্বন্ধীয় ভ্ৰাতৃ দেৱদত্তকো। তেওঁক তুলি-তালি ডাঙৰ-দীঘল কৰা মাতৃসমা মাহী কৃষা-গৌতমীৰ অনুৰোধ পেলাব নোৱাৰি বৰ দ্বিধাগ্ৰস্ত মনেৰে হ'লেও নাৰী-শিষ্যাসকলক লৈ এখন সন্ন্যাসিনী বা ভিক্ষুণী সমাজ গঠন কৰিবলৈও অনুমতি দিলে। দেৱদত্তৰ মনৰ ঈৰ্ষা ইমান প্ৰবল হ'লগৈ যে সেই দুৰাত্মাই এবাৰ বুদ্ধৰ প্ৰাণ নাশ কৰিবলৈকে পাগিছিল এটা বলিয়া হাতী বুদ্ধ খোজ কাঢ়ি গৈ থাকোঁতে বাটত এৰি দি। কিন্তু সেই উন্মত্ত গজহস্তীয়েও সৌম্য-শান্ত বুদ্ধৰ কাষ চাপি শান্ত হৈ পৰি তেওঁৰ পদতলত মস্তক নত কৰিলে মাথোন। বুদ্ধই শাক্যসকলৰ সৈতে চুবুৰীয়া জনগোষ্ঠী বালীয়সকলৰ এখন প্ৰায় অনিবাৰ্য ৰণ নিজে হস্তক্ষেপ কৰি বন্ধ কৰিছিল। দুই ফৈদৰ যোদ্ধাইঁতে যুদ্ধক্ষেত্ৰত মুখামুখি হৈ সংঘৰ্ষৰ বাবে উদ্যত হওঁতে দুই পক্ষৰে মাজত নিৰুদ্বিগ্ন শান্তভাৱে বুদ্ধ গৈ উপস্থিত হ'লগৈ। উদ্যত অসিফলক সম্বৰণ কৰি বিস্ময়েৰে চাই থকা যোদ্ধাবৃন্দক তেওঁ বুজালে লক্ষ্যহীন ৰক্তপাতৰ নিৰৰ্থকতাৰ কথা। যুদ্ধ বন্ধ হ'ল। অঙ্গুলিমাল নামে এটা মহা অত্যাচাৰী কুখ্যাত ডকাইতৰ আড্ডা পালেগৈ বুদ্ধ এদিন। তেওঁৰ কথা শুনি নিষ্ঠুৰ দস্যুৰো হৃদয় সলনি হ'ল। লগৰ সকলো ডকাইতৰে সৈতে সি বুদ্ধৰ শিষ্যত্ব গ্ৰহণ কৰিলে।

বুদ্ধৰ বিষয়ে প্ৰচলিত অনেক কিম্বদন্তীৰ মতে বুদ্ধই বহুতো অলৌকিক কাম কৰিছিল বুলি প্ৰচাৰিত হ'লেও বৌদ্ধ শাস্ত্ৰবোৰত বুদ্ধই নিজে তেনে কোনো অলৌকিক কাম কৰাৰ দৃষ্টান্ত পঞ্জীয়ন হোৱা নাই। এবাৰ বোলে শ্ৰাৱস্তী নগৰত তেওঁ প্ৰতিদ্বন্দ্বী ধৰ্মপ্ৰচাৰক কিছুমানৰ প্ৰত্যাহ্বান গ্ৰহণ কৰি লঘিমা গুণ অৱলম্বন কৰি শূন্যত আৰোহণ কৰি দেখুৱাইছিল আৰু অন্যান্য অলৌকিক ক্ৰিয়াও প্ৰদৰ্শন কৰিছিল। কিন্তু সদায় বুদ্ধই

নিজৰ অনুগামীসকলক যি কোনো ধৰণৰ অলৌকিক ক্ৰিয়া বা যাদুবিদ্যা প্ৰদৰ্শন কৰাৰ পৰা বিৰত থাকিবলৈহে কঠোৰ নিৰ্দেশ দিছিল। কোনো ৰোগীৰে ৰোগ তেওঁ অতি-প্ৰাকৃতিক শক্তিৰে নিৰাময় কৰাৰ দৃষ্টান্ত পোৱা নেযায়। এই সম্পৰ্কত বুদ্ধৰ বিষয়ে এটা অতি মৰ্মস্পৰ্শী কাহিনী আছে। বুদ্ধৰ এই কাহিনীৰ আৰু বাইবেলৰ শুভবাৰ্তাবোৰত পোৱা যীশুখ্ৰীষ্টৰ অলৌকিক কামবোৰৰ বৰ্ণনাৰ মাজত যি গুণগত পাৰ্থক্য দেখা যায় সিয়েই বুদ্ধৰ কাহিনীৰ চমৎকাৰিত্ব। এদিন এজনী তিৰোতাই তাইৰ একমাত্ৰ পুত্ৰৰ মৃত্যুত শোকত বাউলী হৈ ঘূৰি ফুৰিছিল। এনেতে বুদ্ধ আহি সেই ঠাইতে আছেহি বুলি শুনি তাই পুতেকৰ শৱটো আনি বুদ্ধৰ ভৰিত দীঘল দি পৰিলেহি। খাটনি ধৰিলে যেন তাইৰ পুতেকক জীয়াই দিয়ে। বুদ্ধই পুত্ৰশোকত উন্মাদিনী হৈ পৰা মাতৃক মাত্ৰ ক'লে যে হ'ব বাৰু কিন্তু তাৰ বাবে তাই এটা কাম কৰিব লাগিব। এমুঠি সৰিয়হ খুজি আনিব লাগিব ওচৰৰ গাঁওবোৰৰ এনে এঘৰ মানুহৰ পৰা যাৰ ঘৰত কোনো দিনে কাৰো মৃত্যু হোৱা নাই। তাই ঘৰে ঘৰে আকুল হৈ বিচাৰি ফুৰিলে—কিন্তু এনে এঘৰ মানুহ নেপালে যাৰ ঘৰত কাৰো কোনো দিনে মৃত্যু হোৱা নাই। দুৰ্ভগীয়া তিৰোতাজনীয়ে শেষত বুজি পালে যে মৃত্যু আৰু শোক মানুহৰ নিয়তি। তাৰ হাত সাৰিব কোনেও নোৱাৰে। তাই বুদ্ধৰ শিষ্যত্ব গ্ৰহণ কৰি ভিক্ষুণী হৈ গ'ল।

বছৰৰ আঠ মাহ কাল বুদ্ধ শিষ্যসকলৰ সৈতে ভ্ৰমণ কৰিয়েই কটায়। সকলো ঠাইৰে সমাজৰ সকলো শ্ৰেণীৰ মানুহৰ মাজত ধৰ্ম প্ৰচাৰ কৰি কটাই দিয়ে সেই কেইমাহ। বাৰিষা আৰম্ভ হোৱাৰ লগে লগে—ইংলেণ্ডৰ গ্ৰীষ্মকালৰে প্ৰায় একে সময়তে—বুদ্ধ সশিষ্যে চাৰি মাহৰ বাবে এঠাইত থিতাপি লয়। সাধাৰণতে বৌদ্ধ ধৰ্মী কোনো ধনী মানুহৰ বাৰী বা মাটিত বাঁহ-খেৰৰ সৰু সৰু জুপুৰি ঘৰ সাজি তেওঁলোকে সেই চতুৰ্মাস বাস কৰে। সেই ঘৰবোৰেই হৈছে পৰৱৰ্তী যুগৰ বিখ্যাত আৰু মহৎ বৌদ্ধ বিহাৰবোৰৰ আৰম্ভণিৰ পৰ্যায়। এইদৰে সকলোতে ঘূৰি ফুৰি চল্লিশ বছৰৰ ওপৰকাল জুৰি তেওঁ ধৰ্ম প্ৰচাৰ কৰিছিল। তেওঁৰ নাম-যশ সকলোতে বিয়পি পৰিছিল। তেওঁ গঠন কৰা সংঘৰ (যাৰ আক্ষৰিক অৰ্থ হ'ল সমাজ—বৌদ্ধ ধৰ্মীয় সমাজ) সদস্যৰ সংখ্যা আৰু প্ৰভাৱ বহুগুণে বৃদ্ধি পাইছিল। একমাত্ৰ দেৱদত্তৰ ষড়যন্ত্ৰৰ বাহিৰে আন কোনো ধৰণৰ নিপীড়ন তেওঁ সহ্য কৰিব লগা হোৱা নাছিল। অৱশ্যে তেওঁৰ অনুগামী শিষ্যসকলৰ কোনো কোনো অন্য ধৰ্মৰ বিৰোধী লোকৰ হাতত অপদস্থ হ'ব লগাত পৰিছিল। সুদীৰ্ঘ কাল ব্যাপী চলা তেওঁৰ ধৰ্মপ্ৰচাৰ আছিল এক নিৰ্বিৰোধী শান্ত আৰু শান্তিপূৰ্ণ কৰ্মসূচী। সেই বিষয়ত যীশুখ্ৰীষ্টতকৈ তেওঁৰ অভিজ্ঞতা আছিল বহুত বেলেগ।

বুদ্ধৰ জীৱন-নাটৰ যৱনিকা পৰিল তেওঁৰ আশী বছৰ বয়সত। তেওঁৰ জীৱনৰ শেষ বৰষা ঋতুৰ চতুৰ্মাস তেওঁ কটালে বৈশালী নগৰৰ ওচৰত। বৰষুণৰ দিনবোৰ পাৰ হোৱাৰ পিছত তেওঁ শিষ্যসকলৰ সৈতে উত্তৰ ফালে পাৰ্বত্য দেশখণ্ডৰ পিনে

যাত্ৰা কৰিলে। সেইবোৰ ঠাইতে তেওঁৰ বাল্যকাল, কৈশোৰ-যৌৱন অতিবাহিত হৈছিল। বাটত যাওঁতে বুদ্ধই নিজৰ শিষ্যবৰ্গক তেওঁৰ আসন্ন মৃত্যুৰ বাবে মানসিকভাৱে প্ৰস্তুত কৰি গ'ল। তেওঁ শিষ্যসকলৰ আগত কৈ গ'ল যে তেওঁৰ শৰীৰ পুৰণি জীৰ্ণ এক গৰুৰ গাড়ীৰ দৰে সোলোক-ঢোলোক হৈছে। তেওঁৰ শৰীৰৰ গাঁঠিবোৰ শিথিল হৈ পৰিছে। শিষ্যবৰ্গক তেওঁ কৈছিল যে তেওঁলোকক ধৰ্মশিক্ষা দিওঁতে একো গোপন আৰু সাৰ্বজনীন ধৰণৰ ব্যাখ্যাৰ বিভাজন তেওঁ কাহানিও কৰা নাছিল। তেওঁ সকলো শিষ্যকে সম্পূৰ্ণ ধৰ্মশিক্ষা দিছিল। এইখিনিতে আমি জানিব লাগিব যে বুদ্ধৰ মৃত্যুৰ সময়ৰ সকলো ঘটনাৰ সঠিক বৰ্ণনা আৰু তেওঁৰ বাণীৰ আক্ষৰিক সত্যতা সম্বন্ধে আমি নিঃসন্দেহ হ'ব নোৱাৰো। বুদ্ধই বোলে কৈছিল যে তেওঁৰ প্ৰয়াণৰ পিছত তেওঁলোকে কোনো নতুন নেতাৰ সন্ধান কৰিব নেলাগে—বুদ্ধই যি ধৰ্ম প্ৰকাশ আৰু প্ৰচাৰ কৰি গ'ল সেই ধৰ্মই তেওঁলোকক সদায় পথৰ সন্ধান দি থাকিব। তেওঁলোকে সেইদেখি নিজৰ ওপৰতে নিৰ্ভৰশীল হ'ব লাগিব—নিজৰ পথৰ সন্ধান নিজে কৰিব লাগিব। নিজৰ বাহিৰে অন্য কাৰো বুদ্ধি-বিবেচনাৰ আশ্ৰয় লোৱা প্ৰয়োজন নাই। এই গোটেইখিনি কথা বুদ্ধৰ মুখৰ বাণী বুলি পালি ভাষাৰ গ্ৰন্থ 'দীৰ্ঘ নিকায়'ৰ পাঠত উল্লেখ আছে যদিও সেইখিনি প্ৰক্ষিপ্ত যেনহে লাগে। ইয়াৰ উদ্দেশ্য হ'ল মহাযানপন্থী বৌদ্ধসকলক প্ৰতিৰোধ কৰা। কাৰণ মহাযানী বৌদ্ধসকলে বুদ্ধই তেওঁলোককহে ধৰ্মৰ গোপন তত্ত্ববোৰ শিকাইছিল বুলি দাবী কৰিছিল।

যাত্ৰাপথত পাৱা নামৰ এখন নগৰত বুদ্ধই চুন্দ নামে এজন শিষ্যৰ আতিথ্য গ্ৰহণ কৰিছিল। তাতে তেওঁ শূকৰৰ মাংসৰে আহাৰ খাইছিল। তাৰ পিছতে তেওঁৰ গ্ৰহণী ৰোগ আৰম্ভ হয়। কিন্তু তেওঁ সেই অৱস্থাতে ওচৰৰ কুশীনগৰ নামে নগৰলৈ (পালি ভাষাত 'কুছিনাৰা') গ'ল। কিন্তু সেই নগৰৰ উপকণ্ঠত এজোপা শাল গছৰ তলত তেওঁ জিৰণি ল'বলৈ বাধ্য হ'ল। তাতে সেই ৰাতিয়েই তেওঁৰ জীৱনাৱসান ঘটিল। বুদ্ধৰ মুখৰ শেষ কথাষাৰ আছিল—"সকলো সামাসিক দেহেই ক্ষয়িষ্ণু। কৰ্মত তৎপৰ হ'বা।" এইদৰেই বুদ্ধৰ পৰিনিৰ্বাণ হৈছিল। তেওঁৰ শোকাকুল শিষ্যবৰ্গই তেওঁৰ অন্ত্যেষ্টিক্ৰিয়া সম্পন্ন কৰিলে আৰু তেওঁৰ অস্থিভস্ম সমবেত জনগোষ্ঠীবিলাকৰ প্ৰতিনিধিবৰ্গৰ মাজত বিতৰণ কৰিলে। এভাগ দিলে মগধৰ ৰজা অজাতশত্ৰুক। বুদ্ধৰ মৃত্যুৰ বিষয়ে আধুনিক বৌদ্ধসকলৰ ধাৰণা হৈছে—বুদ্ধৰ শেহৰ খাদ্য শূকৰৰ মাংস নাছিল—আছিল এবিধ মাটিৰ তলত গজা গোলাকৃতি জ্বলা ভেঁকুৰ। অনেক ধৰণৰ ব্যঞ্জনত সেই ভেঁকুৰ ব্যৱহাৰ কৰা হৈছিল। গতিকে পালি ভাষাৰ 'শূকৰ মদ্দৱ' অৰ্থাৎ 'গাহৰিৰ মধুভাগ' নামৰ জতুৱা ঠাঁচ দ্ব্যৰ্থবাচক। কিন্তু পুৰণা টীকাকাৰসকলে তাৰ অৰ্থ গাহৰিৰ ভালৰো ভাল অংশ বাছি কটা মঙহৰ ভাগ বুলিয়েই কৰিছিল।

**বৌদ্ধ ধৰ্মৰ উত্থান ঃ**

পৰম্পৰাগত বিশ্বাসমতে কথিত আছে যে বুদ্ধৰ মৃত্যুৰ অলপ দিনৰ পিছতে মগধৰ ৰাজধানী ৰাজগৃহত বৌদ্ধ ভিক্ষুসকলৰ এখন ডাঙৰ সন্মিলন হৈছিল। সেই সন্মিলনত বুদ্ধৰ এজন প্ৰধান শিষ্যই বুদ্ধই স্বমুখে শিষ্যসকলৰ আগত ব্যক্ত কৰা মতে, 'বিনয় পিটক'ৰ অৰ্থাৎ বৌদ্ধ ধৰ্মৰ নিয়মাৱলীৰ পূৰ্ণ পাঠ পুনৰাবৃত্তি কৰি শুনাইছিল। আন এজন প্ৰধান শিষ্য আছিল আনন্দ। বৌদ্ধ ধৰ্মত আনন্দৰ স্থান খ্ৰীষ্টান ধৰ্মত ছে'ণ্টজনৰ স্থানৰ সমতুল্য। সেই আনন্দই সন্মিলনত 'সুত্ত পিটক' মুখস্থ মাতি শুনালে। 'সুত্ত পিটক' হৈছে বুদ্ধৰ নিজৰ ধৰ্মমত আৰু নীতিবোধ সম্বন্ধে দিয়া সকলো ভাষণ আৰু ব্যাখ্যাৰ সংগ্ৰহ। দৰাচলতে কোনো ধৰণৰ এখন সভা হয়তো বহিছিল বুদ্ধৰ মৃত্যুৰ পিছতে। কিন্তু যি ধৰণে সেই সভা আৰু তাৰ কাৰ্যসূচীৰ বিষয়ে কোৱা হৈছে, সেইটো হোৱা সম্ভৱেই নহয়। কাৰণ সকলোৱে জানে যে বৌদ্ধ ধৰ্মশাস্ত্ৰবিলাক বহুকাল জোৰা— বোধ হয় বহু শতিকা জোৰা ধ্যান-ধাৰণাৰ পূৰ্ণাঙ্গ ৰূপত ক্ৰমবিকাশৰ এক সুদীৰ্ঘ প্ৰক্ৰিয়াৰ মাজেদিহে ৰচিত হৈছিল।

আন এখন তেনে ধৰণৰ বৌদ্ধ ধৰ্মসভা বুদ্ধৰ মহাপৰিনিৰ্বাণৰ এশ বছৰৰ মূৰত আকৌ বৈশালী নগৰত বহিছিল বুলি কথিত আছে। এইখন সভাতে বৌদ্ধ ধৰ্মমতাৱলম্বীসকলৰ মাজত প্ৰথম বিভাজনে দেখা দিয়ে। বিভাজনৰ ভিত্তি হিছাপে দেখুৱা হৈছিল বৌদ্ধ মঠ আৰু বিহাৰবিলাকৰ আভ্যন্তৰীণ নিয়ম-শৃঙ্খলা সম্বন্ধীয় সৰু-সুৰা মতভেদ। কিন্তু সেইবোৰ মতানৈক্যৰ ভিত্তিতে বৌদ্ধ ধৰ্মাৱলম্বীসকল দুভাগত বিভক্ত হৈছিল। এভাগৰ নাম হ'ল 'স্থবিৰবাদিন্' (পালি ভাষাত 'থেৰবাদী')। তাৰ অৰ্থ তেওঁলোক ৰক্ষণশীল। পূৰ্বৰ জ্যেষ্ঠ ধৰ্মগুৰুসকলৰ পন্থাত বিশ্বাসী। আনহাতে আনটো ভাগৰ নাম হ'ল 'মহাসংঘিক' অৰ্থাৎ 'বৃহৎ সমাজৰ সদস্যবৃন্দ'। এইযে দ্বিতীয় বৌদ্ধ ধৰ্মসভা—এইখনৰ বিষয়ে যিবোৰ কথা বৌদ্ধ-পৰম্পৰাত কথিত হৈ আহিছে সেইবোৰৰ সত্যাসত্য কিমান সেইটোও নিশ্চিত নহয়। কিন্তু সেইবোৰৰ পৰা এটা বিষয়ে নিশ্চিত হ'ব পাৰি যে বৌদ্ধ ধৰ্মমতৰ বিভাজন বহুত প্ৰাচীন কালতে আৰম্ভ হৈছিল। প্ৰথমতে সৰু-সুৰা বিষয়ৰ মতানৈক্যৰ ওপৰতে ভৰ কৰি হোৱা বিভাজন পৰৱৰ্তী যুগত গুৰুত্বপূৰ্ণ তাত্ত্বিক বিষয়ৰ মতানৈক্যৰ দ্বাৰা সাব্যস্ত হৈছিল পুনঃ পুনঃ।

তৃতীয় বৌদ্ধ মহাসভা বহিছিল মগধৰ ৰজা অশোকৰ পৃষ্ঠপোষকতাত পাটলিপুত্ৰ নগৰত। সেই মহাসভাতো অসংখ্য সৰু-বৰ প্ৰশ্নত তৰ্কবাদ হৈছিল। ফলস্বৰূপে ধৰ্মদ্ৰোহী বুলি অনেককে বহিষ্কাৰ কৰা হ'ল। লগতে স্থবিৰবাদী সম্প্ৰদায়ক নৈষ্ঠিক বুলি ঘোষণা কৰা হ'ল। এই মহাসভাতে পালি ধৰ্মশাস্ত্ৰবোৰৰ লগত 'অভিধম্ম পিটক'ৰ 'কথাৱত্থু' শীৰ্ষক অধ্যায়বোৰ সংযুক্ত কৰা হ'ল। সেইবোৰ অধ্যায়ত মনস্তত্ত্ব আৰু দৰ্শনৰ বিষয়ে

আলোচনা আছে। দৰাচলতে সেইবোৰ অধ্যায়বো অনেকভাগেই ৰচনা কৰা হৈছিল পিছৰ যুগতহে। আৰু আগৰ দুখনৰ দৰে তৃতীয় বৌদ্ধ মহাসভাৰ কাৰ্যবিৱৰণীৰ সত্যতা সম্বন্ধেও নিশ্চিত হ'ব নোৱাৰি। কিন্তু সেইবোৰৰ পঞ্জীয়নৰ পৰা এটা বিষয়ে নিশ্চিত হ'ব পাৰি যে তেতিয়ামানে বৌদ্ধ ধৰ্মৰ মাজৰ মতভেদে বিশাল আৰু ব্যাপক ৰূপ লৈছিল।

ইতিমধ্যে বৌদ্ধ ধৰ্মৰ সংবিধান বা বিধি-বিধান আদিৰ ক্ষেত্ৰতো বহুত পৰিৱৰ্তন হৈছিল। আধুনিক কালৰ অনেক পণ্ডিতে এনে মত পোষণ কৰে যে বুদ্ধই আচলতে কোনো নতুন ধৰ্ম প্ৰতিষ্ঠা কৰিব খোজাই নাছিল। তেওঁ আনকি নিজৰ ধৰ্মমত যে সেই সময়ত প্ৰচলিত জনপ্ৰিয় ধৰ্মপন্থাতকৈ বেলেগ বুলিও ভবা নাছিল। তেওঁৰ দ্বাৰা প্ৰদৰ্শিত ধৰ্মপথে মাত্ৰ প্ৰচলিত ধৰ্মপন্থাক অতীন্দ্ৰিয় উপলব্ধিৰে অতিক্ৰম কৰি গৈছিল। তেওঁৰ ধৰ্মমত আছিল এক সূক্ষ্মতৰ আৰু বৌদ্ধিক দিশত উচ্চ স্তৰৰ ধৰ্মমত—যি মত অৱলম্বন কৰিলে তেওঁৰ অনুগামীসকলে প্ৰাচীন ব্ৰাহ্মণ্যবাদী বা উপনিষদীয় ৰহস্যবাদে দেখুৱা পথতকৈ বহুত সুনিশ্চিত পথেৰে মোক্ষ লাভৰ উদ্দেশ্যে অগ্ৰসৰ হ'ব পাৰিব। আমাৰ বিবেচনাত পণ্ডিতসকলৰ এনে মতত পতিয়ন যোৱা টান। বৌদ্ধ ধৰ্মৰ ইতিবৃত্তত বৌদ্ধধৰ্মী আৰু ব্ৰাহ্মণসকলৰ মাজত প্ৰত্যক্ষ বিৰোধিতা বা দ্বন্দ্বৰ দৃষ্টান্ত বৌদ্ধ ধৰ্মৰ আত্মপ্ৰকাশৰ সেই প্ৰথমৰ কালছোৱাত পাবলৈ নাই যদিও বৌদ্ধ ধৰ্মৰ লগত তেতিয়াৰ জৈন আৰু আজীৱিক আদি অন্যধৰ্মী সম্প্ৰদায়বোৰৰ প্ৰবল দ্বন্দ্ব আছিল। এইবোৰ ভিন্ন ধৰ্মাৱলম্বী মানুহে কেৱল ধৰ্ম সম্বন্ধীয় বাদানুবাদতে যে লিপ্ত হৈছিল এনে নহয়। তেওঁলোকে সাধাৰণ জনতাৰ মাজত নিজৰ ধৰ্মমতৰ সমৰ্থন বিচাৰি প্ৰচাৰ-কাৰ্য তুঙ্গত তুলিছিলগৈ। আমি যুক্তিসঙ্গতভাৱেই বিশ্বাস কৰিব পাৰোঁ যে বুদ্ধ জীয়াই থকা কালতো তেওঁৰ অনুগামীসকলে সচেতনভাৱেই জনসাধাৰণৰ মাজত বৌদ্ধ ধৰ্মমতৰ প্ৰতি সমৰ্থন গঢ়ি তুলিবলৈ ব্যাপক প্ৰচাৰ অভিযান চলাইছিল—সৰ্বসাধাৰণ মানুহক পতিয়ন নিয়াবলৈ যত্ন কৰিছিল যে বুদ্ধৰ প্ৰতি সৰ্বাধিক আনুগত্য প্ৰকাশ কৰিব লাগে তেওঁলোকে। বৌদ্ধ ধৰ্মৰ ইতিবৃত্তত সমসাময়িক আঢ্যৱন্ত লোকসকলে অপৰিমিত ঐশ্বৰ্য-বিভূতি দান কৰাৰ কথা পোৱা যায়। সেইবোৰ নিশ্চয় অতিৰঞ্জিত হিছাপ। কিন্তু সেইবোৰ সম্পূৰ্ণ সত্য নহ'লেও আংশিকভাৱে নিশ্চয় সত্য আছিল। অন্ততঃ নতুন সেই ধৰ্মৰ উদ্দেশ্যে উদাৰহস্তে দান আগবঢ়োৱা ধনশালী শ্ৰেষ্ঠী আৰু সদাগৰসকলৰ অনেকেই নিজকে বৌদ্ধ বুলিয়েই গণ্য কৰিছিল।

বুদ্ধৰ জীৱদ্দশাত বৌদ্ধ ধৰ্মৰ অৱস্থা বা সামাজিক অৱস্থান যেনে ধৰণৰে নহওক, বুদ্ধৰ পৰিনিৰ্বাণৰ ২০০ বছৰৰ পিছত বৌদ্ধ ধৰ্ম এক বেলেগ ধৰ্ম হৈ পৰিছিল। মহাৰাজ অশোকে তেওঁৰ সাম্ৰাজ্যত প্ৰচলিত সকলো ধৰ্মমতকে পাঁচটা শ্ৰেণীত

ভগাইছিল—সংঘ (বৌদ্ধধৰ্ম), ব্ৰাহ্মণসকল, আজীৱিকসকল, নিৰ্গ্ৰন্থ (জৈন ধৰ্ম) আৰু 'অন্যান্য ধৰ্মপন্থী'। লগতে তেওঁ ঘোষণা কৰিছিল যে যদিও তেওঁ ঘাইকৈ বৌদ্ধ ধৰ্মৰে পৃষ্ঠপোষকতা কৰিছিল, সন্মান আৰু মান্যতা সকলো ধৰ্মৰ প্ৰতিয়েই প্ৰদৰ্শন কৰিছিল। তেওঁৰ শিলালিপিত এইখিনি কৈ প্ৰজাসাধাৰণকো তেওঁৰ দৃষ্টান্ত অনুসৰণ কৰিবলৈ আহ্বান কৰিছিল।

অশোকৰ ৰাজত্ব কাললৈকে বৌদ্ধ ধৰ্মৰ দ্ৰুত প্ৰসাৰ ঘটি ইতিমধ্যেই সমগ্ৰ ভাৰতবৰ্ষ বৌদ্ধ বিহাৰ আৰু মঠেৰে ভৰি পৰিছিল। বুদ্ধৰ ধৰ্মমত এটা পূৰ্ণাঙ্গ ধৰ্মৰ ৰূপ লোৱাৰ প্ৰক্ৰিয়াত বৌদ্ধ ধৰ্মই প্ৰচলিত জনপ্ৰিয় ধৰ্মীয় আচাৰ-ব্যৱহাৰৰ পৰাই বহু ৰীতি-নীতি আহৰণ কৰিছিল। এইটো ঠিক যে বৌদ্ধ ধৰ্মত কোনো দিনে ব্ৰাহ্মণ্য ধৰ্মৰ যাগ-যজ্ঞৰ ক্ৰিয়া-কাণ্ডই প্ৰৱেশ কৰা নাছিল। কিন্তু বৌদ্ধ ধৰ্মৰ সৰল আচাৰ-ব্যৱহাৰত পৰোক্ষভাৱে হ'লেও প্ৰচলিত জনপ্ৰিয় ধৰ্মবিশ্বাসৰ প্ৰভাৱ কিছু পৰিমাণে হ'লেও পৰিছিল। যেনে বৌদ্ধ ধৰ্মত হিন্দুৰ দৰে মন্দিৰ নাছিল কিন্তু চৈত্য বা পবিত্ৰ স্থান আছিল। চৈত্য হৈছে কেতিয়াবা কেবাজোপাও গছৰ একোটা কুঞ্জ বা কেতিয়াবা গাঁৱৰ সীমাৰ বাহিৰৰ এজোপা অকলশৰীয়া গছো পবিত্ৰ স্থান বুলি চিহ্নিত হ'ব পাৰে স্থানীয় লোকৰ পৰম্পৰাগত বিশ্বাসমতে। কেতিয়াবা কোনো গোষ্ঠী-প্ৰধানৰ সমাধিৰ ওপৰত বন্ধা মাটিৰ হাফলু একোটাও চৈত্য বুলি গণ্য হ'ব পাৰে। কেতিয়াবা কোনো দেও বা থলসাই দেৱতা বা অন্যান্য কালিকা থকা ঠাই এডোখৰো চৈত্য বুলি গণ্য হ'ব পাৰে। গাঁৱৰ সাধাৰণ মানুহে বিৰাট আয়োজন কৰি অতি ব্যয়সাধ্য যজ্ঞ পাতি আৰ্যসকলৰ ডাঙৰ ডাঙৰ দেৱতাসকলৰ কৃপালাভ কৰা কথা সপোনতো নেভাবে। তেওঁলোকে এনে চৈত্যবোৰত বাস কৰা মানুহৰ সহায়কাৰী থলদেৱতা বা অন্যান্য দেও-কালিকা আদিকে সন্তুষ্ট কৰি টানে-আপদে সহায় বিচাৰে। জৈন শাস্ত্ৰবোৰতো পোৱা যায় যে অনেক উদাৰনীতিৰ ধাৰ্মিক মুনি-সন্ন্যাসীয়ে এনে চৈত্য একোটাৰ ওচৰতে বাস কৰিবলৈ লৈছিল। তাৰ প্ৰধান কাৰণ আছিল চৈত্যবোৰলৈ দিনৌ অহা দৰ্শনাৰ্থী যাত্ৰীৰ পৰা দান-ভিক্ষা পোৱাৰ সুবিধাও হৈছিল। কথিত আছে যে বুদ্ধই বোলে নিজেও তেনে স্থানীয়ভাৱে সমাদৃত পবিত্ৰ স্থানবোৰৰ প্ৰতি নিজেও সন্মান প্ৰদৰ্শন কৰিছিল আৰু নিজৰ শিষ্যবৰ্গকো তেনে কৰিবলৈ শিকাইছিল।

বুদ্ধৰ মৃত্যুৰ অব্যৱহিত পিছতে বৌদ্ধ ভিক্ষু-সমাজবোৰৰ অনেকেই আগৰ দৰে কেৱল বৰ্ষাৰ দিনবোৰৰ বছৰৰ অন্য মাহত অবিৰতভাৱে পৰিভ্ৰমণ কৰি ধৰ্মবাৰ্তা বিতৰণ কৰি ফুৰা অভ্যাস সম্পূৰ্ণ বাদ দি কোনো নগৰ বা গাঁৱৰ উপকণ্ঠত স্থানীয় কোনো চৈত্যৰ কাষত নিগাজী হৈ বসবাস কৰিবলৈ আৰম্ভ কৰিলে। কালক্ৰমত এনেকৈ স্থাপিত হোৱা বৌদ্ধ মঠ আৰু বিহাৰ কিছুমান বিশাল আকৃতি ধাৰণ কৰি গুৰুত্বপূৰ্ণ ধৰ্মীয় প্ৰতিষ্ঠান হিছাপে দেশত প্ৰভাৱ বিস্তাৰ কৰিবলৈ ধৰিছিল।

এই চৈত্য-সংস্কৃতি বৌদ্ধ ধৰ্মৰ ভিতৰত সোমাই পৰিছিল। বৌদ্ধ বিশ্বাস মতে স্তূপ বা সমাধিস্থানৰ ওপৰত নিৰ্মাণ কৰা মাটিৰ হাফলু প্ৰথমতে বুদ্ধৰ অস্থি-ভস্মৰ ওপৰতহে থিয় কৰোৱা হৈছিল। বুদ্ধৰ প্ৰয়াণৰ পিছত তেওঁৰ অস্থিভস্ম বহু ভাগত ভগাই দেশৰ বিভিন্ন স্থানত তেনেদৰে স্তূপ সাজি সমাধিস্থ কৰা হৈছিল। কিন্তু অকল বুদ্ধৰ অস্থিভস্মই নহয় পিছৰ শতিকাবোৰত অন্যান্য ভিক্ষু আৰু সিদ্ধপুৰুষসকলৰো কোনো কোনোজনৰ অস্থি-ভস্মৰ তেনেদৰে স্তূপ নিৰ্মাণ কৰি ৰখাৰ দস্তুৰ চলিবলৈ ধৰাত সমগ্ৰ ভাৰততে অনেক তেনে চৈত্যৰ অনুৰূপ বৌদ্ধ পবিত্ৰ স্থানৰ সৃষ্টি হ'ল। মহাৰাজ অশোকে আগৰ সমাধিবোৰ খনন কৰি বুদ্ধৰ অস্থি-ভস্ম বাহিৰ উলিয়াই পুনৰ সৰু সৰু ভাগ কৰি গোটেই ভাৰততে স্তূপ নিৰ্মাণ কৰাইছিল। বুদ্ধই এজোপা আঁহত গছৰ তলতে বুদ্ধত্ব লাভ কৰিছিল বাবে সেই গছ পৰম সন্মানিত হৈ প্ৰতীক স্বৰূপ হৈ পৰিছিল। গতিকে প্ৰত্যেক বৌদ্ধ স্তূপৰ কাষতে আঁহত গছৰ পুলি ৰোৱা নিয়মত পৰিণত হৈছিল। প্ৰসঙ্গক্ৰমে ক'ব লাগিব যে বৃক্ষ-কুঞ্জ বা কোনো পবিত্ৰ বৃক্ষৰ তলত বহি তপস্যা, ধ্যান অথবা জ্ঞানৰ চৰ্চা কৰা ভাৰতৰ পুৰণা কালৰে পৰা চলি অহা জনপ্ৰিয় ৰীতি। সেই ৰীতি এইদৰে বোধি-বৃক্ষৰ প্ৰতীক হিছাপে বৌদ্ধ ধৰ্মীয় পৰম্পৰাত সোমাই গৈছিল। মূল যিজোপা বোধি-বৃক্ষ, সেইজোপা আছিল গয়াত। তাৰ তলতে বহি বুদ্ধই পৰম জ্ঞান লাভ কৰিছিল বাবে গয়াৰ সেই বোধিবৃক্ষ হৈ পৰিছিল বৌদ্ধ ধৰ্মৰ তীৰ্থস্থান। সেই বৃক্ষৰ কলম শ্ৰীলঙ্কালৈও নিয়া হৈছিল। অধুনা লুপ্ত কিন্তু তেতিয়া প্ৰচলিত বৌদ্ধ ধৰ্ম পন্থাৰ আৰু এক অঙ্গ আছিল তেনে বৌদ্ধ ধৰ্মীয় স্তূপ, মঠ-বিহাৰৰ কাষতে থকা একোটা স্তম্ভৰ অৱস্থান। হয়তো সেইদৰে একোটা স্তম্ভ নিৰ্মাণ কৰাটো মূলতে প্ৰাচীন যুগৰ কোনো লিঙ্গপূজাৰ বাবে নিৰ্মিত বৃহৎ শৈললিঙ্গৰে স্মাৰক হ'ব পাৰে। প্ৰাচীন কালৰ বৌদ্ধবিহাৰবোৰৰ অনেকতে এনে স্তম্ভ আছিল। কিন্তু বৌদ্ধ ধৰ্মৰ লগত সেইবোৰৰ কি তত্ত্বগত সম্পৰ্ক সেইটোহে বুজা নেযায়। বৌদ্ধবিহাৰ বা মঠ প্ৰতিষ্ঠিত হৈছিল যদিও সেইবোৰত খ্ৰীষ্টাব্দ আৰম্ভ হোৱাৰ আগলৈকে কোনো মন্দিৰ গৃহ-নিৰ্মাণ কৰাৰ নিয়ম চলা নাছিল। খ্ৰীষ্টাব্দৰ আৰম্ভণিৰ সময়ৰ পৰাহে তেনে মন্দিৰ সাজি বুদ্ধৰ প্ৰতিমূৰ্তি স্থাপন কৰি পূজা-পাতল কৰা নিয়ম প্ৰৱৰ্তন হৈছিল।

বুদ্ধৰ সহজ-সৰল সাধাৰণ শিষ্যসকলে বুদ্ধৰ জীৱনকালতে তেওঁক প্ৰায় দেৱতা বুলি গণ্য কৰিছিল। বুদ্ধৰ মৃত্যুৰ পিছত বুদ্ধ-পূজা আৰম্ভ হৈছিল তেওঁৰ প্ৰতীকবিলাকৰ পূজাৰ যোগেদি। তেওঁৰ মহাপৰিনিৰ্বাণৰ লগত অনুষংগ যুক্ত স্তূপবোৰ আৰু তেওঁৰ বুদ্ধত্ব প্ৰাপ্তিৰ স্মৃতিজড়িত বোধি-বৃক্ষ, গভীৰ ভক্তি সহকাৰে পূজিত হ'বলৈ ধৰিলে। বৌদ্ধ মন্দিৰত পূজা বুলিলে প্ৰধানকৈ বুজায় মন্দিৰ প্ৰদক্ষিণ আৰু পুষ্পাঞ্জলিসহ সাষ্টাঙ্গে প্ৰণাম কৰা। পণ্ডিত ভিক্ষুসকলৰ মনত হয়তো বুদ্ধৰ বিষয়ে সঠিক ধাৰণা আছিল কিন্তু সাধাৰণ বৰ্গৰ বৌদ্ধ ধৰ্মীৰ বাবে বুদ্ধই আছিল সৰ্বশ্ৰেষ্ঠ দেৱতা। এইটো

অৱশ্যে কোনো আচৰিত হ'বলগীয়া কথা নহয়। কাৰণ বৰ্তমান যুগতো ধৰ্মগুৰুসকলৰ প্ৰতি ভাৰতত চূড়ান্ত সম্মান প্ৰদৰ্শন কৰা হয়। বৰঞ্চ এইটোহে আচৰিত যে বুদ্ধৰ প্ৰয়াণৰ ৫০০ বছৰৰ পিছতহে বুদ্ধকে ঈশ্বৰ বা সৰ্বশ্ৰেষ্ঠ দেৱতা বুলি ভাবিবলৈ ধৰা হৈছিল। ভাৰতীয় দস্তুৰ মতে ধৰ্মগুৰুক ঈশ্বৰ জ্ঞান কৰিবলৈ ইমান কাল নেলাগেই।

অশোকৰ পৃষ্ঠপোষকতাত বৌদ্ধ ধৰ্মৰ বিপুল সম্প্ৰসাৰণ ঘটিল। সমগ্ৰ ভাৰতৰ উপৰি শ্ৰীলঙ্কা পৰ্যন্ত বৌদ্ধ ধৰ্ম বিস্তৃত হ'ল। অৱশ্যে তেতিয়ালৈকে বৌদ্ধ ধৰ্মই পূৰ্ণৰূপ পাইছিলগৈ নে নাই সেই বিষয়ে সঠিকভাৱে একো ক'ব নোৱাৰি। কিন্তু প্ৰাথমিক পৰ্যায়ৰ হ'লেও শাস্ত্ৰ আৰু বিধি-বিধান আছিল। কিন্তু তেতিয়াও লিখিত ৰূপত নাছিল। বৌদ্ধসকলৰ মহান তীৰ্থস্থানসমূহ—যেনে কপিলাবস্তুৰ লুম্বিনীগ্ৰামৰ আম্ৰকুঞ্জ য'ত বুদ্ধৰ জন্ম হৈছিল, বুদ্ধগয়াৰ বোধিবৃক্ষ য'ত বুদ্ধই মহাজ্ঞান লাভ কৰিছিল, বাৰানসীৰ সাৰনাথৰ মৃগবন য'ত বুদ্ধই প্ৰথম ধৰ্মোপদেশ প্ৰদান কৰিছিল আৰু কুশীনগৰৰ এই বৃক্ষকুঞ্জ য'ত বুদ্ধৰ প্ৰয়াণ হৈছিল—এই সকলো ঠাইলৈকে স্বয়ং মহাৰাজ অশোককে ধৰি অসংখ্য তীৰ্থযাত্ৰী গৈছিল।

শুঙ্গবংশৰ সম্ৰাট পুষ্যমিত্ৰৰ দিনত বৌদ্ধধৰ্মী লোকৰ ওপৰত কঠোৰ নিপীড়ন চলাৰ কথা শুনা যায়। তথাপি বুদ্ধৰ ধৰ্মৰ বৰ্দ্ধিষ্ণু গতি অব্যাহত থাকিল। এই ধৰ্মই দ্ৰুতভাৱে নতুন নতুন ঠাইলৈ নিজৰ প্ৰভাৱ বিস্তাৰ কৰিবলৈ ধৰিলে। খ্ৰীঃ পূঃ ২০০ ৰ পৰা খ্ৰীঃ ২০০ ৰ ভিতৰৰ কালছোৱাত বিভিন্ন ধৰ্মৰ লগত জড়িত যিমানবোৰ স্মৃতি-সৌধ ভাৰতত নিৰ্মিত হৈছিল, অন্ততঃ সেইবিলাকৰ যিমান সংখ্যক এতিয়ালৈকে আবিষ্কৃত হৈছে, তাৰ ভিতৰত বৌদ্ধ ধৰ্মৰ লগত জড়িতবোৰৰ সংখ্যাই সৰ্বাধিক। প্ৰাচীন ব্ৰাহ্মণ্য ধৰ্ম, পিছৰ যুগৰ হিন্দু ধৰ্ম আৰু জৈন ধৰ্ম আটাইবোৰক একেলগ কৰিলেও বৌদ্ধধৰ্মীয় তেনে স্মৃতি-চিহ্নবোৰৰ সমান নহয়গৈ। বহুত তলতে থাকি যায়। সেই সময়ছোৱাতে পুৰণা স্তূপবিলাক ডাঙৰকৈ পুনৰ নিৰ্মাণ কৰা হৈছিল। সেইবোৰৰ চাৰিওফালে সুদৃশ্য নানা কাৰুকাৰ্যখচিত শিলৰ ৰেলিং, তোৰণ আৰু টেৰেচ্ নিৰ্মাণ কৰিছিল। সমাজৰ সকলোৱেই—ৰজা, ৰাজন্য, বণিক, শিল্পী, কাৰিকৰ সকলোৱেই বৌদ্ধ ধৰ্মসংঘলৈ দান দিছিল নানাভাৱে। অসংখ্য লিপিত সেইবোৰৰ পঞ্জীয়ন পোৱা যায়। বৌদ্ধ ভিক্ষুসকলে দীক্ষা গ্ৰহণ কৰোঁতেই জীৱন ধাৰণৰ বাবে নিতান্তই প্ৰয়োজনীয় অন্ন-বস্ত্ৰৰ বাহিৰে নিজাকৈ কোনো সম্পত্তি আহৰণ নকৰিবলৈ আৰু জীৱনকালত কেতিয়াও সোণ-ৰূপ স্পৰ্শ নকৰিবলৈ শপত খাব লাগিছিল। তেওঁলোকে নিবিচাৰিলেও অনুগামীসকলৰ বদান্যতাত বৌদ্ধবিহাৰবোৰ ধন-সোণেৰে উপচি পৰিছিল। বহুতো ৰজাই সম্পূৰ্ণ একোখন গাঁৱৰ ৰাজহকে কোনো তেনে বিহাৰলৈ দান দিছিল। সম্পদ ইমান প্ৰচুৰ পৰিমাণে আহিবলৈ ধৰিছিল যে বহুতো ভিক্ষুয়েও দীক্ষাৰ সময়ত গ্ৰহণ কৰা শপতৰ কথা লঘুভাৱে লৈ সম্পদশালী হৈছিল। প্ৰাচীন লিপিবোৰত তেনে ধনী

ভিক্ষুয়েও বিহাৰ বা মঠবোৰলৈ শকত পৰিমাণৰ ধন-সোণ দান দিয়া কথাৰ উল্লেখ পোৱা যায়।

সেই সময়ত বৌদ্ধ ধৰ্মৰ ভিতৰত কোনো সবল বিভাজনমুখী মনোভাৱ নাছিল যদিও বেলেগ বেলেগ বৌদ্ধ পন্থা ইতিমধ্যেই হৈছিল আৰু শাস্ত্ৰবোৰতো একাধিক মতবাদ দেখা গৈছিল। স্থবিৰবাদিন সম্প্ৰদায়ৰ পালি ভাষাত ৰচিত যিবোৰ শাস্ত্ৰ-গ্ৰন্থ আমাৰ হাতত পৰিছেহি সেইবোৰৰ সৰহভাগেই তেতিয়াৰ এটা বিশাল বৌদ্ধ বিহাৰতে বিৰচিত আৰু প্ৰকাশিত হোৱা। প্ৰাচীন সেই বৌদ্ধবিহাৰৰ ধ্বংসাৱশেষ বৰ্তমানৰ সাঁচী নামৰ গাঁৱৰ কাষৰ এটা পাহাৰৰ ওপৰত দেখা যায়। সেই ভগ্নাৱশেষৰ অংশবিশেষৰ কাৰুকাৰ্যৰ পৰাই বুজা যায় কেনে সুন্দৰ আৰু সমৃদ্ধ আছিল বৌদ্ধ ধৰ্মৰ আদি পৰ্বৰ সেই বৌদ্ধবিহাৰ।

বৌদ্ধ ধৰ্মৰ অন্য এটা শক্তিশালী আৰু গুৰুত্বপূৰ্ণ শাখা সম্প্ৰদায় আছিল সৰ্বাস্তিবাদী-পন্থী বৌদ্ধসকল। মথুৰা অঞ্চল আৰু কাশ্মীৰত এই পন্থাৰ বৌদ্ধসকলৰ প্ৰভাৱ আছিল বেছি। চীন দেশত প্ৰচলিত এক কিম্বদন্তী অনুসৰি এই কাশ্মীৰতে খ্ৰীষ্টীয় প্ৰথম আৰু দ্বিতীয় শতাব্দীত কুষাণ সম্ৰাট কনিষ্কৰ পৃষ্ঠপোষকতাত এখন চতুৰ্থ বৌদ্ধ মহামেল অনুষ্ঠিত হৈছিল। সেই মহাসভাতে সৰ্বাস্তিবাদী ধৰ্মমত সংক্ষিপ্তভাৱে লিপিবদ্ধ কৰি সেই গ্ৰন্থৰ নাম দিয়া হৈছিল 'মহাবিভাষা'। আগতেই বিভাজিত হোৱা মহাসংঘিকাৰ লগতে এই সৰ্বাস্তিবাদীসকলৰ মাজতো নতুন নতুন ধৰ্ম-ব্যাখ্যা আৰু দৰ্শনৰ উদ্ভৱ হৈছিল। ঘাইকৈ সেইবোৰ চিন্তাৰ ওপৰতে ভিত্তি কৰিয়েই পিছৰ যুগত বৌদ্ধ ধৰ্ম মহাযান আৰু হীনযান নামে দুটা সম্পূৰ্ণ বেলেগ পন্থত বিভক্ত হৈছিল। ব্ৰাহ্মণসকল আৰু তেওঁলোকৰ সাধাৰণ অনুগামীসকলে পশু-বলিৰে দেৱতা পূজা কৰাৰ প্ৰাচীন দস্তুৰ এৰি একমাত্ৰ ভক্তিভাৱে অন্যান্য দেৱতা পূজা কৰিবলৈ আৰম্ভ কৰিছিল। উত্তৰ-পশ্চিম ভাৰতত ক্ৰমে গ্ৰীক, শক আৰু কুষাণসকলে ৰাজত্ব কৰিছিল। সেইসকল বিদেশী শক্তিৰ ৰাজত্বকালতে পাশ্চাত্যৰ দিশে দুৱাৰ খোল খাই গৈছিল। পাৰস্য আৰু পাৰস্যকো অতিক্ৰমি বহু দূৰ পাশ্চাত্য দেশৰ ভাৱধাৰাই ভাৰতত প্ৰৱেশ কৰি প্ৰভাৱ বিস্তাৰ কৰিবলৈ ধৰিছিল নিৰ্বিৰোধে। মুক্ত চিন্তা-চৰ্চাৰ এনে অনুকূল পৰিৱেশত খ্ৰীষ্টাব্দৰ প্ৰথমৰ শতিকাবোৰত বৌদ্ধ ধৰ্মৰ প্ৰবক্তাসকলে সেই ধৰ্মক সম্পূৰ্ণ নতুন দৃষ্টিভঙ্গী প্ৰদান কৰিলে। তেওঁলোকে দাবী কৰিলে যে সংসাৰৰ অগণন ক্লিষ্ট-নিপিষ্ট লোকক মোক্ষ বা নিৰ্বাণপ্ৰাপ্তিৰ বাবে বহু সুপ্ৰশস্ত পথ তেওঁলোকে বিচাৰি পাইছে। তাৰ বিপৰীতে স্থবিৰবাদী বা তেনে কোনো কোনো সম্প্ৰদায়ৰ নিৰ্বাণপ্ৰাপ্তি পথ মুঠেই এটা। গতিকে মহাৰথ অৰ্থাৎ মহাযান পন্থৰ জনপ্ৰিয়তা অভাৱনীয়ভাৱে বৃদ্ধি পাবলৈ ধৰিলে। তাৰ কাৰণ আছিল এই যে মহাযান পন্থৰ বিধি-বিধান আৰু ব্যাখ্যা সাধাৰণ সৰল মানুহৰ মানসিক প্ৰবৃত্তিৰ অনুকূল আছিল। সৰ্বসাধাৰণৰ মহাযান পন্থৰ প্ৰতি এনে

বৰ্দ্ধিত আকৰ্ষণৰ বাবেই হীনযান পন্থৰ শ্ৰী নোহোৱা হ'বলৈ ধৰিলে। কিন্তু সিংহলত হ'লে হীনযান পন্থহে শেহলৈকে সমানে জনপ্ৰিয় হৈ থাকিল। নতুন পন্থবোৰৰ উপৰ্যুপৰি আক্ৰমণেও সিংহলী মানুহৰ মনত হীনযান পন্থৰ প্ৰতি আনুগত্য চুলিডালমানো কমাব নোৱাৰিলে। বৰঞ্চ সিংহলৰ পৰা হীনযান ধৰ্মচক্ৰ ব্ৰহ্মদেশ, শ্যাম আৰু দক্ষিণ-পূব এছিয়াৰ অন্যান্য দেশবোৰত বিয়পি পৰি সেইবোৰ দেশৰ জাতীয় ধৰ্ম হ'লগৈ।

মহাযান পন্থ সদায় এটা পন্থ হৈ নেথাকিল। সোনকালেই তাৰ মাজতো নানা পন্থৰ সৃষ্টি হ'ল। কেবা পুৰুষো ধৰি চামে চামে বৌদ্ধ সন্ন্যাসীসকলে মহাযান পন্থৰ বাণী চীন দেশলৈ কঢ়িয়াই লৈ গ'ল। চীনৰ পৰা নিলে জাপানলৈ। গুপ্তযুগত মহাযান পন্থ ভাৰতত সৰ্বত্ৰ প্ৰভাৱ বিস্তাৰ কৰি অগ্ৰগণী ধৰ্ম হৈ পৰিছিল। হিউয়েন ছাঙে সপ্তম শতাব্দীত ভাৰত ভ্ৰমণ কৰোঁতে যি দেখিছিল তাৰ বিষয়ে টোকা লিখোঁতে ভাৰতৰ প্ৰায় সকলো ঠাইতে হীনযান বৌদ্ধ ধৰ্ম প্ৰায় বিলুপ্তি ঘটাহে দেখিছিল। একমাত্ৰ পশ্চিম-ভাৰতৰ কোনো কোনো অঞ্চলতহে সেই পন্থ ভালকৈ চলি থকা দেখিছিল। তাৰ পৰা বুজা যায় যে বৰ্তমানে যিটোক আমি হিন্দু ধৰ্ম বোলো প্ৰাচীন ব্ৰাহ্মণ্য ধৰ্মই সেই হিন্দু ধৰ্মৰ ৰূপ ধাৰণ কৰি ভাৰতৰ জনমানসত প্ৰভাৱ বিস্তাৰ কৰিবলৈ লোৱা সেই যুগটোত বৌদ্ধ ধৰ্মৰ হীনযান পন্থৰ সাধাৰণ লোকৰ প্ৰতি কোনো প্ৰবল আৱেগিক আবেদন নাছিল। সামগ্ৰিকভাৱে বৌদ্ধ ধৰ্মৰে তেতিয়া অৱনতিৰ যুগ আৰম্ভ হৈছিল এই দেশত। অনেক ঠাইত আগৰ বিখ্যাত বৌদ্ধ মঠ আৰু বিহাৰবোৰ ধ্বংসস্তূপত পৰিণত হৈছিল। বহুতো বৌদ্ধ ধৰ্মৰ পূৰ্বৰ তীৰ্থস্থান পৰিত্যক্ত হৈছিল। কিন্তু ধৰ্ম হিছাপে বৌদ্ধ ধৰ্মৰ মূল্য আৰু গুৰুত্ব জনমানসত একেই আছিল। তেতিয়াও আছিল হাজাৰ হাজাৰ বৌদ্ধ ভিক্ষু আৰু বহুতো সমৃদ্ধিশালী বৌদ্ধ বিহাৰ। তাৰ ভিতৰতে প্ৰধান আছিল নালন্দা। পালবংশৰ ৰজাসকলৰ পৃষ্ঠপোষকতাত নালন্দা বৌদ্ধবিহাৰ মুছলিম আক্ৰমণৰ সময়লৈকে বৌদ্ধ ধৰ্মনিষ্ঠা আৰু জ্ঞান-চৰ্চাৰ কেন্দ্ৰ হৈ আছিল। এই নালন্দাৰ পৰাই বিখ্যাত বৌদ্ধ-সন্ন্যাসী পদ্মসম্ভৱে অষ্টম শতাব্দীত গৈ তিব্বত দেশ বৌদ্ধ মতাৱলম্বী কৰিছিল। সুদূৰ চীন দেশ আৰু দক্ষিণ-পূব এছিয়াৰ দেশ-দেশান্তৰৰ অসংখ্য জ্ঞানপিপাসু ধাৰ্মিক তীৰ্থযাত্ৰী নালন্দালৈ আহিছিল বিশুদ্ধ বৌদ্ধ-দৰ্শনৰ শিক্ষা আহৰণ কৰিবৰ বাবে।

সেই যুগত কিন্তু সমগ্ৰ উত্তৰ-ভাৰতত সাংস্কৃতিক ক্ষেত্ৰত মানদণ্ডই অধোমুখী গতি প্ৰদৰ্শিত কৰিছিল। গুপ্তযুগৰ সামৰণিৰ সময়ৰ পৰা ভাৰতীয় ধৰ্মাচাৰবোৰত পূৰ্বতে নোহোৱা আদিম যুগৰ তন্ত্ৰ-মন্ত্ৰ আৰু যাদুবিদ্যাৰ ওপৰত নিৰ্ভৰশীলতা আৰু তাৰ লগতে যৌনাচাৰ ভিত্তিক ৰহস্যবাদ বা তত্ত্ববিচাৰ বাঢ়িছিল। বৌদ্ধ ধৰ্মাচাৰতো তেনে দস্তুৰবোৰৰ অনুপ্ৰৱেশ ঘটি বহুত বিপত্তিৰ সৃষ্টি কৰিছিল। তৃতীয় এক ৰথ বা পথ বা বৌদ্ধ ধৰ্ম পন্থৰ উদ্ভৱ হ'ল পূব-ভাৰতত। সেই পন্থক বজ্ৰযান বোলা হৈছিল। আঠ শতিকাত সেই পন্থই বঙ্গ আৰু বিহাৰত অতি দ্ৰুতগতিত নিজৰ প্ৰতিপত্তি বিস্তাৰ কৰি

জনপ্ৰিয় হৈছিল। বুদ্ধৰ বৌদ্ধ ধৰ্মত সোমাই পৰিছিল অনেক স্থানীয় আদিম লোকাচাৰ আৰু ধৰ্মবিশ্বাস। সেইবোৰৰে মিশ্ৰিত হৈ বজ্ৰযান বৌদ্ধ ধৰ্ম বিহাৰৰ প্ৰসিদ্ধ বজ্ৰযান বৌদ্ধবিহাৰ বিক্ৰমশীলাৰ পৰা প্ৰেৰিত বৌদ্ধ মিছনেৰিসকলৰ দ্বাৰাই প্ৰচাৰিত হৈছিল চৌদিশে। চূড়ান্তভাৱে সেই ধৰ্মপন্থই খোপনি পুতি স্থায়ী হৈছিলগৈ তিব্বতত একাদশ শতাব্দীত।

সেইটো যুগত বৌদ্ধ ধৰ্মী লোকৰ ওপৰত নিপীড়নৰ উদাহৰণো কিছুমান পোৱা যায়। যেনে—ষষ্ঠ শতাব্দীৰ হুন ৰজা মিহিৰকুলে বৌদ্ধ মঠ-মন্দিৰ উৎখাত কৰি বহুতো ভিক্ষু হত্যা কৰিছিল। সপ্তম শতাব্দীৰ একেবাৰে আৰম্ভণিৰ সময়ত বঙ্গৰ এজন উগ্ৰ ধৰ্মান্ধ শৈৱ ৰজা শশাঙ্কই কান্যকুব্জ আক্ৰমণ কৰিবলৈ অভিযান চলাওঁতে গয়াৰ বোধি-বৃক্ষজোপা প্ৰায় কাটি শেষেই কৰিছিল। এইবিলাকৰ উপৰি অন্যান্য অত্যাচাৰ-উৎপীড়নৰ বৰ্ণনাও কিছুমান পোৱা যায় কিন্তু সেইবোৰ সিমান বিশ্বাসযোগ্য নহয়। কিন্তু এই কথা ঠিক যে ভাৰতৰ পৰা কালক্ৰমত বৌদ্ধ ধৰ্মীলোক প্ৰায় নোহোৱাৰ দৰে হ'ল তাৰ প্ৰধান কাৰণ এইবোৰ বৌদ্ধনিগ্ৰহ বা উৎপীড়ন নহয়। তাৰ প্ৰধান কাৰণ হ'ল হিন্দু ধৰ্মৰ পুনৰুত্থান। ইতিমধ্যে বিখ্যাত ধৰ্মগুৰুসকলৰ চেষ্টাত পুৰণি ব্ৰাহ্মণ্য ধৰ্মই বহু সংস্কাৰৰ পৰ্যায় পাৰ হৈ আহি প্ৰবল হিন্দু ধৰ্মৰ ৰূপত আত্মপ্ৰকাশ কৰিছিল। নৱম শতাব্দীত তামিল দেশৰ পৰা উত্তৰমুৱা হৈ এই নতুন ৰূপৰ হিন্দু ধৰ্মই সমগ্ৰ ভাৰততে বিয়পি পৰিছিল। হিন্দু ধৰ্মৰ এই বাণী কঢ়িয়াই লৈ গৈছিল হিন্দু ধৰ্মতত্ত্ববিদ শঙ্কৰে (শঙ্কৰাচাৰ্য)। তেওঁ পূবে-পশ্চিমে-উত্তৰে-দক্ষিণে সমগ্ৰ ভাৰত ঘূৰি ঘূৰি বৌদ্ধ ধৰ্মগুৰুসকলৰ লগত তৰ্কযুদ্ধত অৱতীৰ্ণ হৈছিল। শঙ্কৰে এক শ্ৰেণী হিন্দু সন্ন্যাসীৰ এক সংগঠন গঢ়ি তুলি প্ৰণালীৱদ্ধভাৱে তেওঁৰ ধৰ্মমত লোকসমাজত প্ৰচাৰ কৰিছিল। এই নতুন ধৰণৰ ভক্তিমূলক হিন্দু ধৰ্মই সাধাৰণ জনতাক প্ৰৱলভাৱে আকৰ্ষণ কৰিব পাৰিছিল। তদুপৰি হিন্দু ধৰ্মই বিৰুদ্ধ মতবাদ দেখিলে সদায় নিজৰ ধৰ্মমতৰ লগত চামিল কৰি আত্মীকৰণ কৰিবলৈ বিচাৰে। আক্ৰমণ আৰু প্ৰতিৰোধতকৈ হিন্দু ধৰ্ম চিন্তাৰ কোনো এটাৰ ভিতৰুৱা কৰি বিৰুদ্ধ মতক স্বীকৃতি দিলে বিৰুদ্ধ পক্ষ নিৰস্ত্ৰ হ'বই।

গুপ্তসকলৰ দিনতো বৌদ্ধ ভিক্ষুসকলে হিন্দু ধৰ্মীয় শোভাযাত্ৰাত অংশ গ্ৰহণ কৰা দৃশ্য দেখা গৈছিল। যি কোনো ঠাইৰে বৌদ্ধ ধৰ্মী এঘৰ মানুহে হয়তো নিজৰ নগৰত অৱস্থিত বৌদ্ধ মঠ বা বিহাৰৰ খৰচ বহন কৰি আছে। কিন্তু পৰিয়ালত জন্ম-মৃত্যু-বিবাহ হ'লে শাস্ত্ৰীয় কৰ্মৰ বাবে হিন্দু ব্ৰাহ্মণ-পুৰোহিত মাতি আনে। কোনো যুগত যদি বৌদ্ধ ধৰ্মই নিজকে ব্ৰাহ্মণ্যধৰ্মৰ পৰা সম্পূৰ্ণ বেলেগ আৰু স্বতন্ত্ৰ বেদ-বিৰোধী ধৰ্ম বুলি প্ৰতিপন্ন কৰিছিলেও, ভাৰতৰ আপামৰ জনসাধাৰণে হয়তো সেইদৰে চোৱাই নাছিল বৌদ্ধ ধৰ্মক। সাধাৰণ মানুহৰ বাবে বৌদ্ধ ধৰ্ম আছিল দেশৰ বহুতো ধৰ্ম-পন্থা আৰু বিশ্বাসৰ মাজৰে এটা মোক্ষ লাভৰ আৰু এটা পথ। সেইবোৰ পন্থ এটাৰ পৰা আন

এটাযে সম্পূৰ্ণ ভিন্ন প্ৰকৃতিৰ তেনে কথা কল্পনাও নকৰে সাধাৰণ লোকে। সকলো ধৰ্মমতৰ প্ৰতি একেই শ্ৰদ্ধা প্ৰাচীন ভাৰতীয়ৰ চৰিত্ৰগত বৈশিষ্ট্য। সেইবাবেই মধ্যযুগৰ উত্তৰ-ভাৰতত বুদ্ধক ভগৱান বিষ্ণুৰ দশাৱতাৰৰ নৱম অৱতাৰ ৰূপে সাব্যস্ত কৰা হ'ল। ক্ৰমাৎ বৌদ্ধ ধৰ্মই নিজৰ স্বকীয়তা হেৰুৱাই পেলালে। তাৰ ঠাইত বৌদ্ধ ধৰ্ম হিন্দু ধৰ্মৰে আৰু এটা বিশেষ আৰু উদাৰ ধৰ্মীয় পন্থ হিছাপে গণ্য হ'বলৈ ধৰিলে। হিন্দু ধৰ্মত তেনে শাখা-প্ৰশাখা মাজে মাজে ওলাই থাকেই। সেইবোৰৰ উদয় হয় যেনেকৈ তেনেকৈ অস্তও যায়। বৌদ্ধ ধৰ্মমতো একেদৰেই অস্তমিত হ'বলৈ ধৰিছিল। আনহাতে হিন্দু ধৰ্মৰ চালিকা শক্তি প্ৰধানকৈ নিহিত থাকে স্বাধীন মতাৱলম্বী ব্ৰাহ্মণ-পণ্ডিত আৰু যোগী-ঋষিসকলৰ জ্ঞান আৰু নিষ্ঠাত আৰু প্ৰতি ঘৰ হিন্দু গৃহস্থীত অৱশ্য পালনীয় বিবিধ ধৰ্মানুষ্ঠানবোৰৰ জৰিয়তে সেই শক্তি সদায় সক্ৰিয় হৈ থাকে। মুছলিম আক্ৰমণত সেইদেখি কিছু পৰিমাণে বিপদগ্ৰস্ত হৈছিল যদিও কোনো গুৰুতৰ ক্ষতি হিন্দু ধৰ্মৰ হোৱা নাছিল আৰু তাৰ শক্তিও কমা নাছিল। আনহাতে, তেতিয়া বৌদ্ধধৰ্ম প্ৰধানকৈ কেন্দ্ৰীভূত হৈছিলগৈ দেশৰ ডাঙৰ ডাঙৰ বৌদ্ধ বিহাৰবোৰত। জনগণৰ ওপৰত প্ৰভাৱ হ্ৰাস পাইছিল সেই ধৰ্মৰ। গতিকে মুছলমান আক্ৰমণৰ সময়ৰ প্ৰচণ্ড ৰাষ্ট্ৰবিপ্লৱ আৰু ৰাজনৈতিক, সামাজিক অৱস্থাৰ পৰিৱৰ্তনৰ ছাপ সহ্য কৰিব নোৱাৰিলে। মুছলিম আক্ৰমণ গঙ্গাৰ পাৰে পাৰে পূৱলৈ বিস্তৃত হ'বলৈ ধৰোঁতে প্ৰথমেই নালন্দা বিশ্ববিদ্যালয়কে ধৰি বিহাৰৰ বিশাল বৌদ্ধ বিহাৰবোৰ লুটপাত কৰিলে আক্ৰমণকাৰীবিলাকে। সেইবোৰৰ গ্ৰন্থাগাৰবোৰত জুই লগাই দিলে আৰু ভিক্ষুবিলাকক নিৰ্বিচাৰে বধ কৰিলে। তেওঁলোকৰ ভিতৰত যিসকল সাৰিল তেওঁলোক পলাই গৈ নেপাল আৰু তিব্বত পালেগৈ। ভাৰতৰ পৰা অন্তৰ্হিত হ'ল বৌদ্ধ ধৰ্ম।

**হীনযান পন্থ ঃ**

সিংহলী পৰম্পৰাত কথিত আছে যে স্থবিৰবাদী বৌদ্ধসকলৰ পালি ভাষাত লিখা শাস্ত্ৰখন লিখা হৈছিল সিংহলী ভিক্ষুসকলৰ এখন বিশাল মহাসভাত সেই শাস্ত্ৰৰ বিষয়-বস্তুবোৰৰ চূড়ান্ত ৰূপ দিয়াৰ পিছত। লিখা হৈছিল সিংহলৰ ৰজা ভট্টগামনিৰ ৰাজত্ব কালত (খ্ৰীঃ পূঃ ৮৯-৭৭)। আনহাতে যদি আমি তেনে কিম্বদন্তীবোৰৰ ওপৰত বিশ্বাস স্থাপন কৰিবই লাগে তেন্তে আমি এইটোও জানো যে সেই সময়ৰ বহু আগৰ যুগতে ৰাজগৃহ, বৈশালী আৰু পাটলিপুত্ৰত বহা তিনিখন বৌদ্ধ মহামেলত উক্ত শাস্ত্ৰৰ বিষয়বস্তুবোৰ ভালদৰে চালি-জাৰি চোৱা হৈছিল আৰু বিধিবদ্ধও কৰা হৈছিল। সেইবোৰ শাস্ত্ৰৰ বক্তব্য বিষয়বোৰ মুখে মুখে বৌদ্ধ ধৰ্মৰ গুৰুসকলৰ দ্বাৰাই লোকসমাজত চলি আহিছিল। কিন্তু বৈদিক যুগৰ বৈদিক মন্ত্ৰ বিধি-স্তোত্ৰ আখৰে আখৰে মনত ৰাখি উত্তৰ পুৰুষলৈ বহন কৰিব পৰা প্ৰণালীবদ্ধ স্মৃতি-শক্তিৰ সাধনা 'স্মৃতিপ্ৰত্যৱমৰ্ষঃ' সেইসকল বৌদ্ধ ধৰ্মগুৰুৰ নাছিল। পঞ্চম শতিকা পৰ্যন্ত লিখিত ৰূপত বৌদ্ধ ধৰ্মশাস্ত্ৰ পোৱাটো

এটা দুৰূঢ় কাম আছিল। পৰিব্ৰাজক ফা-হিয়েনে 'বিনয়ক পিটক'ৰ এটা প্ৰতিলিপি বিচাৰি হাবাথুৰি খাব লগা হৈছিল। বোধ হয় সিংহলৰ মহামেলত বৌদ্ধশাস্ত্ৰ বিধিবদ্ধ হোৱাৰ পিছতো সংযোজন আৰু প্ৰক্ষেপণ প্ৰক্ৰিয়া সমাপ্ত হোৱা নাছিল।

বৌদ্ধ ধৰ্মশাস্ত্ৰ লিখা হৈ থাকোঁতেই সিংহলী প্ৰাকৃত ভাষাতো শাস্ত্ৰৰ পুৰণা ব্যাখ্যাবোৰ লিখা হৈ আছিল। এইবোৰ পিছত পালি ভাষালৈ অনুবাদ কৰোঁতে প্ৰসিদ্ধ বৌদ্ধ আচাৰ্য বুদ্ধঘোষে নিজে তাত মুকলিভাৱে সালসলনি কৰি ব্যাখ্যা কৰোঁতে বহলাইছিলো। পঞ্চম শতিকাত বুদ্ধঘোষে সিংহলত কাম কৰিছিল। তেওঁ যে সিংহলত আগৰে পৰা প্ৰচলিত বহুতো প্ৰাচীন পৰম্পৰাৰ সংস্পৰ্শলৈ আহিছিল সেইটো নিশ্চিত। তেওঁৰ ৰচিত শাস্ত্ৰত সেইবোৰ পুৰাতন ধৰ্মকথাৰ মূলৰূপ অনেক ক্ষেত্ৰত নোহোৱা হৈছিল। আনকি তেনে কিবা ধৰ্মীয় মতবাদ বা পৰম্পৰা সাঁচাকৈয়ে আছিল নে নাই সেই বিষয়েও নিশ্চয়তা নোহোৱা হৈছে।

এতিয়া এনে অৱস্থা যে স্থবিৰবাদী পন্থৰ পালিভাষাত লিখা বৌদ্ধ ধৰ্মশাস্ত্ৰ, সেইবোৰৰ বিষয়ে লিখা টীকা-টিপ্পনী সম্বলিত গ্ৰন্থ, আৰু ঠিক শাস্ত্ৰ নহ'লেও উপ-শাস্ত্ৰীয় গ্ৰন্থবোৰৰ সংখ্যা ইমান বেছি যে বেছ ডাঙৰ কিতাপৰ আলমাৰি এটা ভৰি যাব। এইবোৰক তিনি ভাগত বিভক্ত কৰি 'ত্ৰিপিটক' অৰ্থাৎ তিনিটা পাচি বুলি কোৱা হয়। প্ৰথমতে তালপাতত লিখি পাতবোৰ একাদিক্ৰমে চিলাই কৰি পাচিত বিষয় অনুযায়ী বেলেগে থোৱা হৈছিল বাবে 'পিটক্' বা পাচি বুলি কোৱা হৈছিল। তাৰ প্ৰথমটো পাচিৰ নাম আছিল 'ৱিনয়' অৰ্থাৎ সদাচাৰ ; দ্বিতীয়টোৰ নাম আছিল 'সুত্ত' বা ধৰ্মোপদেশ আৰু তৃতীয়টোৰ নাম আছিল 'অভিধম্ম' অৰ্থাৎ দৰ্শন পিটক। 'সুত্ত' হৈছে সংস্কৃত সূত্ৰ শব্দৰ পালি ৰূপ। স্থবিৰবাদীসকলে সদায় পালি ভাষা ব্যৱহাৰ কৰিছিল। সেই কাৰণে নাম আৰু শব্দবোৰৰ পালি ৰূপহে 'সুত্ত পিটক'ত ব্যৱহাৰ কৰিছিল। অৱশ্যে যিবোৰ বহুল প্ৰচাৰিত সংস্কৃত শব্দ সিবোৰো প্ৰয়োজনমতে ব্যৱহাৰ কৰিছিল।

'ৱিনয় পিটক'ত বৌদ্ধ ধৰ্মৰ সংঘাদি বিভিন্ন প্ৰতিষ্ঠানবোৰত কি নিয়ম-নীতি, বিধি-বিধান, আচাৰ-ব্যৱহাৰ মানিব লাগিব সেই বিষয়ে বুদ্ধৰ স্বমুখে উক্ত বুলি প্ৰসিদ্ধ সকলো বাণী লিপিবদ্ধ কৰা হৈছে। অকল নিয়ম-বিধি নিৰ্দেশটোকেই যে দিয়া হৈছে তেনে নহয়, কি পৰিস্থিতিতনো বুদ্ধই তেনে একোটা বিধি প্ৰস্তুত কৰিছিল বা নিৰ্দেশ দিবলগীয়া হৈছিল সেইটো পশ্চাদ-ভূমিৰো বিতং বিৱৰণ দিয়া হৈছে। গতিকে 'ৱিনয় পিটক'ত বৌদ্ধ ধৰ্মৰ আদি পৰ্বৰ অনেক পুৰণি কাহিনী-প্ৰবাদ-বৃত্তান্ত আদি পোৱা যায়।

'ত্ৰিপিটক'ৰ ভিতৰত 'সুত্ত-পিটক' হৈছে আটাইতকৈ বৃহৎ আৰু গুৰুত্বপূৰ্ণ। এই পিটক পাঁচটা নিকায় বা সমষ্টিত ভাগ কৰা হৈছে।

(১) দীৰ্ঘ নিকায় ঃ বুদ্ধৰ ধৰ্মোপদেশবোৰৰ সুদীৰ্ঘবোৰ এই নিকায়ত আছে। স্বয়ং

বুদ্ধই উচ্চাৰণ কৰা বুলি এইবোৰ প্ৰসিদ্ধ লগতে কি বিশেষ পৰিস্থিতিত কি প্ৰসঙ্গতনো সেইবোৰ কৈছিল তাৰো বিৱৰণ আছে।

(২) মজ্জিম নিকায় ঃ মজ্জিম মানে মধ্যম। এই ভাগত তুলনামূলকভাৱে চুটি ধৰ্মোপদেশবোৰ সন্নিৱিষ্ট হৈছে।

(৩) সম্‌য়ুত্ত নিকায় ঃ বুদ্ধই কোনো কোনো বিষয়ে দিয়া সংক্ষিপ্ত বাণীবোৰ এই নিকায়ত পোৱা যায়।

(৪) অঙ্গুত্তৰ নিকায় ঃ অঙ্গুত্তৰ মানে ক্ৰম অনুযায়ী। এই নিকায়ত ২০০০ ৰো ওপৰ সংক্ষিপ্ত ধৰ্মোপদেশ এঘাৰটা অধ্যায়ত বিভক্ত কৰি দেখুৱা হৈছে। এই একাদশ সংখ্যক অধ্যায়ত বিভাজন প্ৰক্ৰিয়া বৰ যুক্তিসঙ্গত যেন নেলাগে। বিভাজন কৰা হৈছে বিষয় অনুযায়ী যেনে, দ্বিতীয় ভাগত মানুহে কৰিব নলগীয়া দুবিধ কামৰ উল্লেখ কৰা হৈছে। তৃতীয় ভাগত চিন্তা, বাক্ বা শব্দ আৰু কৰ্ম এই তিনিটা বিষয়ৰ আলোচনা।

(৫) খুদ্দক নিকায় ঃ খুদ্দক মানে ক্ষুদ্ৰ। এই নিকায়ত গদ্য আৰু পদ্যত ৰচিত অনেক কথা আছে। তাৰে কিছুমান অতি প্ৰাচীন। সেইবোৰ নিশ্চয় ওপৰৰ চাৰিটা নিকায় ৰচিত হোৱাৰ বহুকাল পিছত শাস্ত্ৰত সংযোজন কৰা তথ্য। এই 'খুদ্দক নিকায়'তে অন্তৰ্ভুক্ত হৈছে ধম্মপদ জ্যেষ্ঠ বৌদ্ধ ভিক্ষু আৰু ভিক্ষুণীসকলৰ দ্বাৰা ৰচিত যথাক্ৰমে 'থেৰগাথা' আৰু 'থেৰীগাথা'বিলাক—এইবিলাকৰ কিছুমান ভাৰতীয় ধৰ্মীয় কাব্যৰ শ্ৰেষ্ঠতম নিদৰ্শন। তদুপৰি আছে জাতকৰ সাধু সম্বলিত পাঁচশৰো অধিক কবিতা। একোটা কবিতাত সংক্ষিপ্তভাৱে সাধুকথা বা অন্যান্য কাহিনী একোটা থাকে। সাধু কোৱা মানুহে কোৱাৰ উদ্দেশ্যেই সেইবোৰ লিখা হৈছিল মূলতে। প্ৰত্যেক তেনে পদ্যত লিখা কাহিনীৰ লগতে গদ্যত মন্তব্যসহ সম্পূৰ্ণকৈ পুনৰকথন কৰা হৈছে। আচাৰ্য বুদ্ধঘোষে সেই কাম কৰিছিল বুলি উক্ত। সৰহভাগ তেনে কাহিনীয়েই ধৰ্মনিৰপেক্ষ চৰিত্ৰৰ। সেইবোৰে যে কিবা মহৎ আদৰ্শৰ কথা কয় সেইটোও নহয়। কিন্তু সেইবোৰ পবিত্ৰ বুলি জ্ঞান কৰা হয় এইবুলি যে বুদ্ধই নিজে সেইবোৰ কৈছিল। জাতকৰ সাধুবোৰত বুদ্ধই তেওঁৰ পূৰ্বৰ জন্মবিলাকত বোধিসত্ত্ব হৈ পৃথিৱীলৈ আহোঁতে কি কৰিছিল তাৰ বৰ্ণনাই আছে প্ৰধানকৈ। অনেকবাৰ বোধিসত্ত্ব হোৱাৰ পিছতহে বুদ্ধ হৈ জন্ম লৈছিল। এই সম্পূৰ্ণ জাতীয় চৰিত্ৰ সম্বলিত আৰু জীৱন্ত বৰ্ণনাযুক্ত কাহিনীবোৰৰ সাহিত্যিক মূল্য অপৰিসীম। পিছত সেই বিষয়ে পুনৰ আলোচনা কৰা হ'ব। এই সাধুবোৰ সামাজিক ইতিহাসৰ তথ্য সংগ্ৰহৰ সমল হিছাপেও অতি মূল্যৱান।

তৃতীয় পিটক হ'ল 'অভিধম্ম'। ইয়াত আছে নিৰস আৰু পাণ্ডিত্যপূৰ্ণ বৌদ্ধ ধৰ্মীয় মনস্তত্ত্ব আৰু দৰ্শন বিষয়ৰ আলোচনাবোৰ। একমাত্ৰ বিশেষজ্ঞ পণ্ডিতসকলৰ বাহিৰে আনে এই পিটক পঢ়ি একো ৰস নেপায়। এই পিটকৰ বিষয়বোৰো নিশ্চয় ওপৰৰ দুই পিটকৰ বহু পিছৰ কালৰ সংযোজন।

নানা টোকা-টীকা-টিপ্পনীসহ বৌদ্ধৰ এনে ধৰ্মশাস্ত্ৰবোৰৰ উপৰি আছে অনেক অৰ্ধ-শাস্ত্ৰীয় ৰচনা বা উপশাস্ত্ৰ। এইবিলাকৰে প্ৰধান হৈছে 'মিলিন্দ-পঞ্‌ঞ-ঞ' বা 'মিনান্দাৰৰ প্ৰশ্নাবলী'। ই আচলতে গ্ৰীক বেক্‌ট্ৰিয়ান ৰজা মিনান্দাৰ আৰু নাগসেনৰ মাজত অনুষ্ঠিত পাণ্ডিত্যপূৰ্ণ কথোপকথনৰ এটা বৰ্ণনা। সাহিত্যিক যুক্তি-তৰ্কৰ কলা-কৌশল আৰু সাহিত্যিক মূল্যৰ কথা বিবেচনা কৰিলে 'মিলিন্দ-পঞ্‌ঞ-ঞ' গ্ৰন্থ ইমান সাৰ্থক যে প্ৰত্যক্ষ কোনো প্ৰমাণ নাই যদিও অনেকেই নাগসেনে প্লেটোৰ ৰচনাৱলীৰ কিছু হ'লেও জানিছিল বুলি ক'বলৈ বিচাৰে। এই গ্ৰন্থতকৈ বেলেগ চৰিত্ৰৰ ৰচনাও এই বৌদ্ধ উপশাস্ত্ৰবিলাকত আছে। যেনে—সিংহল দ্বীপত বৌদ্ধ ধৰ্মৰ প্ৰৱেশ আৰু প্ৰসাৰৰ কাহিনী কীৰ্তন কৰা পদ্যৰচনাবোৰ। এইবিলাক আনহাতে ৰাজনৈতিক আৰু সামাজিক ইতিহাসৰো মূল্যৱান সমল। এইবিলাকৰ ভিতৰত উল্লেখনীয় হ'ল চতুৰ্থ শতাব্দীৰ পৰা ৰচিত 'দ্বীপবংশ'। এইখনৰ সাহিত্যিক মূল্য বেছি নহয়। কিন্তু তাৰ পিছৰ শতাব্দী অৰ্থাৎ পাঁচ শতিকাৰ 'মহাবংশ' কাব্যত অতিশয় সুন্দৰ আৰু সফল সাহিত্যৰ দৃষ্টান্ত দেখা পোৱা যায়। এই মহাবংশ পুৰুষে পুৰুষে, চামে চামে বৌদ্ধ ভিক্ষুসকলে চুলবংশ বা ক্ষুদ্ৰ কাহিনী নাম দি ৰচনা কৰি আহিছিল। ঊনৈশ শতিকাৰ আৰম্ভণিত ইংৰাজৰ হাতত কাণ্ডি ৰাজ্যৰ পতনৰ সময়লৈকে ঘটনাবোৰ তাত লিপিবদ্ধ হৈছে।

বিশাল এই বৌদ্ধসাহিত্যৰ প্ৰপাদ্য বিষয়বোৰ কিন্তু জ্ঞানমাৰ্গী নহয়, ঘাইকৈ মনস্তাত্ত্বিকহে। দুখ, যন্ত্ৰণা, অসন্তোষ আৰু সকলো ধৰণৰ অন্যান্য সাংসাৰিক অশান্তিক সামগ্ৰিকভাৱে দুঃখ শব্দটোৱে বুজোৱা হয়। সাধাৰণ মানুহৰ জীৱনত দুখৰ অভিজ্ঞতা অপৰিহাৰ্য : এইবোৰ দুখৰ উপশম ঘটে একমাত্ৰ 'তন্‌হা' অৰ্থাৎ কামনা বা বাসনাৰ নিবৃত্তিৰ দ্বাৰাই। এই কামনা বা বাসনা শব্দটোৰে সামগ্ৰিকভাৱে মানুহৰ ব্যক্তিগত উচ্চাকাঙ্ক্ষা, কামনা হেঁপাহ আৰু সৰ্বপ্ৰকাৰ স্বাৰ্থপৰতা বুজোৱা হয়। ৰক্ষণশীল ধাৰণামতে মানৱ মনৰ এনে কামনা-বাসনাবোৰৰ বাবে দায়ী হৈছে প্ৰতি ব্যক্তিৰ ব্যক্তিসত্তা। ধৰি লোৱা হয় যে প্ৰত্যেক জীৱৰে অন্তঃস্থলত এক স্থায়ী কেন্দ্ৰবিন্দু বা আত্ম-চেতনা বা আত্মা থাকে। এই ধাৰণা অতি প্ৰাচীন কালৰে পৰাই সকলো বৌদ্ধ পন্থই সত্য বুলি মানি লৈছিল। কিছুমান আধুনিক পণ্ডিতে কিন্তু ক'বলৈ বিচাৰে যে বুদ্ধই নিজে কিন্তু সেই কথা শিকোৱা নাছিলেই। তেওঁলোকে ক'ব খোজে যে বুদ্ধই সাংসাৰিক নিম্নমাত্ৰাৰ দৈনন্দিন জীৱন-যাত্ৰাত স্বাৰ্থচিন্তা আৰু ব্যক্তিসত্তাৰ প্ৰতি সচেতনতা বিসৰ্জন দিবলৈহে শিকাইছিল কিন্তু এক চিৰন্তন পৰমাত্মাৰ অস্তিত্বৰ কথা স্বীকাৰ কৰিছিল। পালিভাষাত লিখা ধৰ্মশাস্ত্ৰবোৰত কিছুমান সামঞ্জস্যহীন কথা পোৱা যায় ঠিকেই, তথাপি এই পণ্ডিত মণ্ডলীৰ এনে সিদ্ধান্তত বিশ্বাস স্থাপন কৰা সম্ভৱ নহয়। আমি যদি বুদ্ধৰ জীৱন-বৃত্তান্তৰ বিষয়ে যিখিনি জানিবলৈ পাইছোঁ সেইখিনি সঁচা বুলি মানো তেন্তে জানিব লাগিব যে বোধিবৃক্ষৰ তলত বুদ্ধই যি জ্ঞান লাভ কৰিছিল তাৰ মৌলিকতা বিস্ময়কৰভাৱে প্ৰশ্নাতীত।

সেই জ্ঞান কোনো প্ৰাচীন উপনিষদীয় জ্ঞানৰ পুনৰাবৃত্তি নহয় বা সেই উপনিষদীয় জ্ঞানসূত্ৰৰে কোনো অংশত অধিক গুৰুত্ব দি নতুন ৰূপত উত্থাপন কৰা কথাও নহয়।

বুদ্ধৰ মূল ধৰ্মমত যিয়েই নহওক, বৌদ্ধ ধৰ্মৰ মূল ধৰ্মশিক্ষাৰ মৌলিকতা গুণৰ বিষয়ে তিলমানো সন্দেহৰ অৱকাশ নাই। সেই ধৰ্মশিক্ষাৰ সাৰাংশ পোৱা যায় বাৰানসীত তেওঁৰ প্ৰথম শিষ্য-সমাৰোহত সৰ্বপ্ৰথম ধৰ্মোপদেশত যাক 'ধম্মচক্কপৱত্তন সুত্ত' বোলে। বুদ্ধৰ এই প্ৰথম বাণীতে আছে চাৰি মহৎ সত্য আৰু অষ্ট মহৎ মাৰ্গৰ উল্লেখ, যিথিনি বৌদ্ধধৰ্মৰ সকলো সম্প্ৰদায়েই মূলনীতি বুলি স্বীকাৰ কৰে। তলত সংক্ষিপ্ত ৰূপত তাকে দিয়া হ'ল ঃ

"শুনা যায়—এবাৰ প্ৰভু (বুদ্ধ) বাৰানসীৰ ইশিপতন নামে মৃগবনত আছিল। তাত পাঁচজন সন্ন্যাসীৰ আগত ভাষণ দিছিল এইদৰে—

"মানুহে দুটা পথ সদায় পৰিহাৰ কৰি চলিব লাগে। এটা হ'ল বাসনাৰ পথ। যি পথত খোজ কাঢ়িলে বাসনা চৰিতাৰ্থ কৰি আনন্দ লাভ কৰিব পাৰে। কিন্তু সেই সুখ অতি ইতৰ শ্ৰেণীৰহে উপযুক্ত, তাৰ পৰিণাম পুৰ্নজন্ম—সেই পথ মহত্ত্বশূন্য আৰু হানিকাৰক। আনটো বৰ্জনীয় পথ হৈছে যন্ত্ৰণা আৰু কঠোৰ পৰিশ্ৰমৰ পথ—যাৰ পৰিণামে সদায় দুখকৰ। তাতো লেশমাত্ৰও মহত্ত্ব নাই, নাই কোনো লাভ বা উপকাৰ। তথাগতৰ পন্থা হৈছে এই দুইটা পথৰে মধ্যম পন্থা। সেই পথ জ্ঞানৰ দীপ্তিৰে আলোকিত—ইয়াৰ লক্ষ্য স্পষ্ট। সেই পথত আছে পৰিপূৰ্ণ জ্ঞানৰ সন্ধান। তাৰ পৰিণতিত সদায় শুভফল নিশ্চিত। সেই পথেৰে গ'লে পোৱা যায় শান্তি, অন্তৰ্দৃষ্টি, পুনৰ্জ্ঞান আৰু নিৰ্বাণ। এই মধ্যম পন্থানো তেনেহ'লে কি?.......... সি হৈছে মহৎ অষ্টমাৰ্গ—সৎ দৃষ্টি, সৎ সংকল্প, সৎ বাক, সৎ কৰ্ম, সৎ জীৱিকা, সৎ উদ্যম, সৎ স্মৃতি আৰু সৎ ধ্যান। এয়ে হ'ল বুদ্ধৰ মধ্যম পন্থা—অষ্টমাৰ্গ।

"আৰু দুখ হৈছে মানৱ জীৱনৰ এক মহৎ সত্য। জন্ম দুখৰ, বাৰ্দ্ধক্য দুখৰ, ৰোগ-ব্যাধি দুখৰ, মৃত্যু দুখৰ, অপ্ৰিয় বস্তু, ব্যক্তি-পৰিস্থিতি দুখৰ প্ৰিয় বস্তু ব্যক্তি অৱস্থাৰ পৰা বিচ্ছিন্ন হোৱাটো দুখৰ, প্ৰতিটো অপূৰ্ণ কামনা-বাসনাও দুখৰ কাৰণ। আচলতে পঞ্চভূতৰ দেহধাৰী সকলো ব্যক্তিৰ পঞ্চভূতৰ সৰ্বত্ৰ দুখেই দুখ।"

"এই দুখবোৰৰ পৰা উদ্ভৱ হোৱা সত্যবোৰৰ বিষয়েও জানি লোৱা। জীৱনৰ এই দুখবোৰৰ পৰাই উদ্ভূত হয় তৃষ্ণা বা কামনাৰ। এই কামনাৰ ফলস্বৰূপে পুনঃ পুনঃ জন্ম ল'ব লাগে মানুহে। মানুহৰ নতুন নতুন আসক্তি হয়। আনন্দ লাভ হয়। কেৱল ইয়াত-তাত সৰ্বত্ৰতে সন্ধান কৰে আনন্দ-ভোগৰ আকাঙ্ক্ষাই, ইন্দ্ৰিয় পৰৱশ কৰি তোলে মানুহক, জাগৃত হয় দীৰ্ঘ জীৱন-ভোগৰ আৰু ক্ষমতা-লাভৰ বাসনা।"

"এই অবাৰিত ভোগাকাঙ্ক্ষাৰ পৰা হাত সৰাৰ এটাই মাত্ৰ মহৎ উপায় আছে। সেইটো হ'ল সেই সৰ্বনাশী কামনা বৰ্জন কৰা। মনৰ পৰা সৰ্বপ্ৰকাৰ অভিলাষ সম্পূৰ্ণৰূপে

নোহোৱা কৰা—যাতে কোনো আসক্তিয়ে বাহ বান্ধিব নোৱাৰে মনত। নিৰাসক্ত নিস্পৃহ হ'ব লাগিব সম্পূৰ্ণভাৱে। মুক্ত হ'ব লাগিব সম্পূৰ্ণভাৱে, বাসনাৰ মোহজালৰ পৰা—তিলমাত্ৰও স্থান নেথাকিব লাগিব চিত্তত কোনো ৰূপ কামনা-বাসনাৰ।"

"আৰু সেইদৰে দুখৰ পৰা নিষ্কৃতি লাভ কৰাৰে এটাই মাত্ৰ মহত্তম পথ। এই মহত্তম পথেই হ'ল অষ্টমাৰ্গ—সৎ দৃষ্টি, সৎ সংকল্প, সৎ বাক, সৎ কৰ্ম, সৎ জীৱিকা, সৎ উদ্যম, সৎ স্মৃতি আৰু সৎ ধ্যান।"

ওপৰৰ কথাখিনি উদ্ধৃত কৰা হৈছে সংক্ষিপ্ত ৰূপত 'সংযুক্ত নিকায়'ৰ পঞ্চম অধ্যায়ৰ পৰা।

এই চমকপ্ৰদভাৱে সংক্ষিপ্ত ধৰ্মোপদেশৰ সূক্ষ্ম বিশ্লেষণ কৰা বৰ জটিল কাম। কিন্তু এই বাণীৰ প্ৰপাদ্য বিষয়ৰ অৰ্থ সৰল। দুখ মানৱ জীৱনৰ সাধাৰণ আৰু সৰ্বক্ষণৰ অভিজ্ঞতা। মানৱ মনৰ কামনা-বাসনাই হৈছে দুখৰ উৎসভূমি। গতিকে দুখ নিবাৰণৰ একমাত্ৰ উপায় হৈছে কামনা-বাসনাৰ নিবৃত্তি। সেই নিবৃত্তি সম্ভৱ হ'ব পাৰে বুদ্ধ তথাগতৰ সোণালী মধ্যম পন্থাৰে বাট বুলিলে। এই পন্থাত কোনো উগ্ৰতা নাই। ই উগ্ৰ ভোগবাদীও নহয় আনহাতে কঠোৰ কৃচ্ছ্ৰসাধনৰ পথো নহয়। ই মাথোন নীতিপৰায়ণ সুসংযত সুনিয়ন্ত্ৰিত জীৱন যাপন। পালিভাষাৰ 'দুক্‌খ' অৰ্থাৎ দুখ শব্দটোৱে বহুত অৰ্থ আৰু ভাব সামৰে। ইংৰাজীলৈ অনুবাদ কৰোঁতেহে আমি একমাত্ৰ 'ছ'ৰ শব্দটো ব্যৱহাৰ কৰিব লগা হয়।

এইটো অতি সৰল-সহজ ধৰ্মমত। কিন্তু ইয়াকে পিছলৈ নানা ধৰণৰ পাণ্ডিত্যপূৰ্ণ টীকা-টিপ্পনী ব্যাখ্যা-সমীক্ষা আদিৰে জটিল কৰি পেলোৱা হ'ল। তাৰ ভিতৰতে প্ৰধান হ'ল—পালি ভাষাত লিখিত শাস্ত্ৰবিলাক অনেকবাৰ আলোচিত পুনৰালোচিত হোৱা 'পতিচ্চ সমুপ্পাদ' নামৰ দ্বাদশ শব্দশৃঙ্খলৰ এক সূত্ৰ। সেই বাৰটা শব্দৰ বিষয়ে প্ৰাচীন 'আৰু আধুনিক বহু পণ্ডিতে কিমান যে ব্যাখ্যা দিছে তাৰ সীমা-সংখ্যা নাই। কিন্তু সেইবোৰৰ অৰ্থ কোনেও সম্পূৰ্ণকৈ বুজিছে বুলি ধাৰণা নহয়। এই গভীৰ তত্ত্বকথাবোৰ উপস্থাপন কৰা হয় এনেদৰে—অজ্ঞানতাৰ পৰা উদ্ভৱ হয় কল্পনাৰ ; কল্পনাৰ পৰা আত্ম-সচেতনতা ; তাৰ পৰা নাম আৰু ৰূপ (অৰ্থাৎ দৈহিক অস্তিত্ব) ; তাৰ পৰাই ছয় ইন্দ্ৰিয় (পঞ্চ ইন্দ্ৰিয়ৰ লগত 'চিন্তা' যোগ দি ষষ্ঠ ইন্দ্ৰিয় কৰা হয়) ; তাৰ পৰা স্পৰ্শ ; স্পৰ্শৰ পৰা অনুভূতি বা আৱেগ ; তাৰ পৰা কামনা ; কামনাৰ পৰা উদ্ভৱ হয় আসক্তি ; তাৰ পৰা অস্তিত্ব ; তাৰ পৰা পুনৰ্জন্ম ; আৰু তাৰ পৰাই সমুৎপন্ন হোৱা দেহধাৰী মানৱৰ সমস্ত দুখ।

উপৰি উক্ত দ্বাদশ শব্দৰ শৃঙ্খলৰ যোগেদি ব্যক্ত ধৰ্মসূত্ৰৰ গুৰি ক'ত সেই কথা স্পষ্টকৈ জনা নেযায়। কিন্তু এটা কথা লক্ষ্য কৰিবলগীয়া—ইয়াত কোৱা হৈছে যে বুদ্ধৰ প্ৰথম ধৰ্মোপদেশ বা 'ধম্মপদচক্কপৱত্তম' উল্লিখিত মানৱৰ সৰ্বদুখৰ মূল যি কামনা-বাসনা—সেই কামনা-বাসনাও অজ্ঞানতাৰ পৰা উদ্ভৱ হয়। সেইবাবে মানৱৰ জ্বালা-যন্ত্ৰণাৰ গুৰিত আছে এই অজ্ঞানতা—এই অজ্ঞানতাৰে কোনো পাৰ্থিৱ গুণ বা

বস্তুৰ বিষয়ে অজ্ঞানতাৰ কথা বুজোৱা হোৱা নাই—এই অজ্ঞানতা হৈছে জাগতিক ক্রিয়া-প্রবাহৰ বিষয়ে অজ্ঞানতাহে যাৰ ফলত মানুহৰ নিজকে লৈ ভ্রান্তিৰ সৃষ্টি হয়। এই অজ্ঞানতা বিশ্ব-ব্রহ্মাণ্ডৰ ঘটনা-প্রবাহৰ প্রকৃতি সম্বন্ধে। বিশ্ব-ব্রহ্মাণ্ডৰ এই মহাজাগতিক প্রকৃতি মূলতঃ দুঃখকৰ, ('দুক্খ') অনিত্য ('অনিচ্চ') আৰু আত্মাশূন্য ('অনত্ত')।

বিশ্ব-ব্রহ্মাণ্ডৰ মূল প্রকৃতিয়েই হৈছে দুখ। বৌদ্ধসকলে অৱশ্যে এনে কথা নকয় যে এই বিশ্ব-সংসাৰত ক'তো সুখ নায়েই। কিন্তু সুখ থাকিলেও কিবা নহয় কিবা ৰূপত জীৱনৰ সকলো ক্ষেত্রতে দুখ থকাটো নিশ্চিত। 'বিনয় পিটক' ১-২৩৯ স্থানত বুদ্ধৰ মুখৰ বাণী হিচাপে উক্ত হৈছে এই বাক্যটো—"যেনেকৈ সাগৰৰ জলৰাশিৰ মুঠেই এটা স্বাদ—তাৰ লুণীয়া গুণ, ঠিক সেইদৰে মোৰ ধৰ্মমতৰো এটাই স্বাদ বা গুণ—সি হ'ল দুখৰ পৰা পৰিত্রাণ।" সাধাৰণ মানুহৰ জীৱনত দুখৰ পৰা বেছি হাত সাৰি থকা সম্ভৱ নহয়।

এই জগত অনিত্য। ইয়াত চিৰস্থায়ী অস্তিত্বযুক্ত একো নাই। এই বিষয়ত বৌদ্ধ ধৰ্মৰ অভিমত হেৰাক্লিটাছৰ তত্ত্বৰ লগত মিলে। প্রত্যেক জীৱ বা দ্রব্য আপদ দৃষ্টিত যিমানেই চিৰস্থায়ী আৰু মৌলিক যেন নেলাগক, দৰাচলতে কিন্তু অনিত্য আৰু যৌগিক। মানুহে নিজকে অমৰণ-অভগন আৰু স্বয়ংবোধ সম্পন্ন এক বেলেগ ব্যক্তি বুলি গ্রান কৰে— কিন্তু সেই মানুহো আচলতে দৈহিক-মানসিক-মিশ্রিত পাঁচটা গুণৰ সম্মিলিত ৰূপ মাত্র— যেনে শৰীৰ, অনুভূতি, উপলব্ধি, মানসিক অৱস্থা আৰু চেতনা। এইবিলাকৰ গুণৰ অনুপাত সমানুপাতৰ ঘন ঘন পৰিৱৰ্তন মুহূৰ্তে মুহূৰ্তে হৈয়ে থাকে। সেইবিলাকৰ তলত মানসিক কোনো দৃঢ় ভিত্তি মূল গাঁথনিও নাই। যেনে সত্তৰ বছৰ বয়সৰ বৃদ্ধ এজন লোক সত্তৰ বছৰৰ আগৰ তেওঁ কোলাৰ কেঁচুৱা হৈ থকা জনৰে একেজন নহয়। ঠিক তেনেদৰে এজন মানুহ কিছুসময়ৰ আগৰ মানুহজনতকৈ অলপ হ'লেও বেলেগ হ'বই। প্রত্যেক মুহূৰ্তই মুহূৰ্তই পুৰণি মানুহজন সলনি হয়। পুৰণিজনেই নতুন এক ব্যক্তিসত্তাৰ সৃষ্টি কৰি নিজে বিলীন হৈ যায়। বৌদ্ধ ধৰ্মতত্ত্বত সেইদেখি জীৱনৰ কোনো নিৰ্দিষ্ট ৰূপ বা অৱস্থা নাই, আছে ক্ষণ পৰিৱৰ্তনশীল অৱস্থান্তৰহে। ইংৰাজী ভাষাত তাকে কোৱা হয় এইবুলি যে কোনো 'বি-য়িং' নাই, আছে কেৱল 'বি-কামিং'। মুহূৰ্তে মুহূৰ্তে সলনি হৈ থকা জাগতিক ঘটনাৱলীয়ে মানুহক ক্ষণে ক্ষণে নতুন গুণ আৰু চেতনাৰ অধিকাৰী কৰি সলনি কৰি থাকে। তেনেদৰে ক্ষণ পৰিৱৰ্তনশীল ধৰ্ম্মঃ শব্দেৰে বুজোৱা হৈছে কিন্তু ধৰ্ম্মঃ শব্দেৰে নিশ্চয় গুণ বা স্বভাৱৰ পৰিৱৰ্তনৰ কথাকে বুজোৱা হৈছে এক বিশেষ অৰ্থত। বৌদ্ধ দৰ্শনৰ মতে বিশ্বজগতেই গুণগতভাৱে ক্ষণে ক্ষণে পৰিৱৰ্তনৰ সোঁতত অস্থিৰ। ইয়াত স্থায়িত্ব বিচাৰিবলৈ যোৱাটো অবান্তৰ কথা। সংসাৰ স্থায়িত্বৰ ধাৰণাৰ উদ্ভৱ হয় অজ্ঞানতাৰ পৰা আৰু সেই অজ্ঞানতাই হ'ল মানৱৰ সকলো দুখ-যন্ত্রণাৰ মূল কাৰণ।

সেইবাবে বৌদ্ধ ধৰ্মতত্ত্বত আত্মাৰ অমৰত্ব স্বীকাৰ কৰা নহয়। বিশ্বজগতৰো কোনো আত্মা নাই। জন্মান্তৰত এটা জীৱনৰ পৰা আন এটা জীৱনলৈ একো নেযায়। মাত্ৰ এটা নতুন জীৱন আৰম্ভ হয় পুৰণা জনমৰ জীৱনকো অৰ্ন্তভুক্ত কৰি লৈ গঠিত ঘটনা-প্ৰৱাহৰ অংশ হিচাপে। আনকি দেৱতাবিলাকৰো কোনো আত্মা নাই আৰু 'উপনিষদ'বোৰত উক্ত 'বিশ্বাত্মা' এটা ভ্ৰান্তি মাথোন। হীনযান বৌদ্ধ ধৰ্ম সেইবাবে চৰাচলতে এক আত্মাহীন দেৱতাহীন ধৰ্ম। অৱশ্যে কোনো বৌদ্ধ ধৰ্মগুৰুয়ে পোনে পোনেই দেৱতা নাই বুলি কোৱাৰ দৰে দুঃসাহসী কাম কৰা নাছিল। কিন্তু দেৱতাসকলক কোনো অতি-প্ৰাকৃতিক জীৱ বুলি কাহানিও গণ্য নকৰিছিল। মানুহতকৈ দেৱতা বেলেগ একমাত্ৰ অধিক সুখভোগ কৰিব পৰা আৰু অধিক ক্ষমতাৰ অধিকাৰী বুলিহে। নিৰ্বাণ লাভৰ সাধনাত মগ্ন প্ৰকৃত বৌদ্ধ ধৰ্মীৰ বাবে দেৱতা কোনো কামত নাহে। কাৰণ তেওঁৰ সাধন-মাৰ্গত দেৱতাসকল বেছি সহায়কো হ'ব নোৱাৰে, প্ৰতিবন্ধকো হ'ব নোৱাৰে। কিন্তু তেওঁ নিজে যদি ওপৰত আলোচিত মধ্যম পন্থাত চলে তেন্তে দেৱতাসকলেও যিমান পাৰে সহায়েই কৰিব।

বৌদ্ধ ধৰ্ম দৰ্শনৰ মূলতে আছে এনে ধৰণৰ সিদ্ধান্তবোৰ। আৰু পুনৰ্জন্ম বা জন্মান্তৰবাদৰ তত্ত্বও বৌদ্ধ ধৰ্মত প্ৰৱেশ কৰিছিল সমসাময়িক ভাৰতৰ সাধাৰণ লোক-বিশ্বাসৰ পৰাই। এই দুই বৈপৰীত্যৰ মাজত জন্মান্তৰবাদৰ তত্ত্ব থিয় কৰোৱা হৈছিল কি ৰূপে সেইটোও বুজা টান। যদি এক জন্মৰ পৰা আন জন্মলৈ একো নেযায়েই তেন্তে নতুনকৈ জন্ম গ্ৰহণ কৰাজনৰ সম্প্ৰতি মৃত আগৰ কোনো লোকৰ লগত কোনো সম্পৰ্ক থকাৰ কথা উঠিবই নোৱাৰে। আৰু নতুন জন্ম দোষ-গুণ সকলো সম্প্ৰতি মৃত আগৰ কোনোজনৰ কৰ্মৰ দ্বাৰাই নিৰ্মিত হৈছে বুলি কোৱাৰো কোনো যুক্তি নেথাকে। তথাপি কোৱা হয় যে নতুনকৈ জন্ম লোৱাজনে সুখ-দুখ ভোগ কৰে আগৰ জন্মৰ কৰ্মফল হিচাপে। বৌদ্ধ ধৰ্মৰ বিৰোধীসকলে সততেই এই যুক্তিৰে আপত্তি দৰ্শাইছিল। যিটোৰ উত্তৰ বৌদ্ধ ধৰ্মবিদসকলে দিবলৈ যত্ন কৰিছিল বন্তিৰ দীপশিখাৰ উদাহৰণ দি। এটা বন্তিৰ দীপশিখাৰে অন্য এটা বন্তিৰ শলিতা প্ৰজ্জ্বলিত কৰাৰ পিছত নুমাই পেলালে প্ৰজ্জ্বলিত বন্তিয়েই নতুন জীৱন হয়। দেখাতেই এই উপমা বৰ বিশ্বাসযোগ্য নহয়। কিন্তু তাৰ দ্বাৰা এটা কথালৈ আঙুলিয়াই দেখুৱা হৈছে যে কোনো এজন বৃদ্ধ মানুহ তেওঁৰ ডেকাকালৰ মানুহজন নহয়। বৃদ্ধাৱস্থাত তেওঁ নতুন জীৱন-যাপন কৰে, অৰ্থাৎ বৃদ্ধ বয়সত নকৈ জন্ম লোৱাৰ দৰে হয়। গতিকে ডেকা বয়সৰ ব্যক্তিজনে কৰা তেওঁৰ অমিতাচাৰবোৰৰ পৰিণাম ভোগ কৰিব লাগে বুঢ়া বয়সত। একেটা মনুষ্য জন্মতে মানুহ এজন ব্যক্তি হৈ নেথাকে। একেই মনুষ্য জীৱনৰ ঘটনা-প্ৰৱাহৰ সামগ্ৰিক ফলশ্ৰুতিত নতুন নতুন ৰূপত নতুন ব্যক্তিৰ সৃষ্টি হয়। 'ব্যক্তি', 'পুৰুষ' ইত্যাদি শব্দৰাজিৰে মনুষ্য জন্মৰ একো একোটা অৱস্থাক বুজোৱা হয় মাথোন। আৰু সেই প্ৰত্যেক অৱস্থাই

অবিৰত ঘটনা-প্ৰবাহৰ চলমান ছায়া-ছবিৰ দৰে অনিৰ্দিষ্ট আৰু ধাৰাবাহিক। কাঠ-লোহাৰ নানা অংশৰে নিৰ্মিত যান এখনক 'ৰথ' শব্দেৰে বুজাবলৈ চেষ্টা কৰাৰ দৰে 'পুৰুষ' 'জন্ম' ব্যক্তি আদি একোটা লেবেল মাথোন।

যি দেখা যায়, স্থবিৰবাদী বৌদ্ধদৰ্শনত একমাত্ৰ স্থায়ী মূল্যযুক্ত হৈছে নিৰ্বাণৰ ধাৰণা। নিৰ্বাণ হৈছে বুদ্ধসকল আৰু অৰহন্তসকলৰ দৰে সম্পূৰ্ণ মনুষ্যসকলৰ চৰম আনন্দময় অৱস্থাপ্ৰাপ্তি। যাৰ সেই উচ্চস্তৰৰ আত্মিক অভিজ্ঞতা হোৱা নাই তেনে লোকৰ বাবে নিৰ্বাণ শব্দৰ সম্পূৰ্ণ অৰ্থ হৃদয়ঙ্গম কৰা কঠিন। প্ৰথম অৱস্থাত কিছুমান পাশ্চাত্য পণ্ডিতে নিৰ্বাণ বুলিলে সম্পূৰ্ণ ধ্বংস হোৱা বা বিলুপ্তি বুলিহে বুজিছিল। 'মাঝিম নিকায়'ৰ ১।৪৩১ স্থানত বুদ্ধই কোৱা বুলি উক্ত— "মই কোৱা নাই যে মৃত্যুৰ পিছতো অৰহন্তসকল থাকে আৰু মই এইটোও কোৱা নাই যে তেওঁলোক নেথাকে। কোৱা নাই এইবাবেই যে সেই চিন্তাৰে চূড়ান্ত জ্ঞান লাভৰ পথত আগুৱাব নোৱাৰি।"— এই উক্তিৰ পৰা ধৰি ল'ব পাৰি যে নিৰ্বাণ মানে জীৱনো নুবুজায় আৰু বিলুপ্তিও নুবুজায়। এৰিষ্টটলৰ 'ল অৱ্ দা এক্সক্লুডেড্ মিড্ল্' বা 'মধ্যম অৱস্থান বৰ্জিত গতিৰ সূত্ৰ'ৰ দৰে চিন্তাই— ভাৰতীয় দৰ্শনত গভীৰভাৱে প্ৰযুক্ত হোৱা নছিল কাহানিও। কিন্তু এক তৃতীয় অৱস্থাৰ উপলব্ধি—এক জীৱনযুক্ত আৰু জীৱন ব্যতিৰেক অতীন্দ্ৰিয় অৱস্থাৰ ধাৰণা থকা অসম্ভৱ নহয়। বিশ্ব-জগত যদি অবিৰতভাৱে পৰিৱৰ্তনশীল আৰু নিৰ্বাণ যদি শেষ জিৰণিৰ এক অপৰিৱৰ্তনশীল অৱস্থাপ্ৰাপ্তি হয়—তেন্তে সিও দুৰ্বোধ্য সাঁথৰ হৈ নেথাকে। কাৰণ নিৰ্বাণে তেতিয়া জাগতিক প্ৰক্ৰিয়াৰ বহিৰ্ভূত এক অৱস্থাকে বুজাব। নিৰ্বাণ জাগতিক ক্ৰিয়াৰে অন্তৰ্নিহিত হৈ থাকে যদিও তাৰ অংশ নহয়।

এনে এটা ধাৰণা 'উপনিষদ'বিলাকত উক্ত 'বিশ্বাত্মা'ৰ ধাৰণাতকৈ বেছি নিলগ নহয়। সম্পূৰ্ণ বিলুপ্তি বা বিধ্বংসনৰ পৰিৱৰ্তে নিৰ্বাণপ্ৰাপ্তিৰ বৰ্ণনা দিয়া হৈছে 'মিলিন্দ পঞ্চ-এঞ'ৰ ৫।৬ স্থানত অতি মনোৰম বৰ্ণময় ভাষাত—"নিৰ্বাণ হৈছে এক গৌৰৱময় নগৰ, পবিত্ৰতম আৰু নিষ্কলঙ্ক, শ্বেতবৰ্ণ মহাশুদ্ধ, জৰাহীন, মৃত্যুহীন, বিপত্তিহীন— শান্তি আৰু সুখৰ আলয়।" নিৰ্বাণৰ কোনো নিৰ্দিষ্ট মহাজাগতিক অৱস্থান নাই। য'তে-ত'তে যেতিয়াই তেতিয়াই আনকি নশ্বৰ দেহ ধাৰণ কৰি থকা অৱস্থাতো নিৰ্বাণপ্ৰাপ্তি হ'ব পাৰে। কোনো লোকে এবাৰ নিৰ্বাণ লাভ কৰিলে কোনোদিনে হেৰুৱাব নেলাগে। তেওঁৰ মৃত্যু হ'লে নিৰ্বাণৰ ঠাইত মাত্ৰ পৰিনিৰ্বাণ অৰ্থাৎ পৰমনিৰ্বাণ লাভ কৰে যিটো চূড়ান্ত মুক্তিৰ অৱস্থা।

ওপৰত আমি বৌদ্ধ ধৰ্মমতৰ যিখিনি বৰ্ণনা দিলোঁ সেয়া হ'ল—হীনযান বৌদ্ধ পন্থৰ স্থবিৰবাদী সম্প্ৰদায়ৰ ধৰ্মতত্ত্ব। হীনযানী বৌদ্ধসকলৰ সেই এটা সম্প্ৰদায়েই এতিয়ালৈকে টিকি আছে। সিংহল, ব্ৰহ্মদেশ, শ্যাম, কাম্বোদিয়া আৰু লাওচ দেশবোৰত

এই স্থবিৰবাদী ধৰ্মমতৰ প্ৰভাৱ সকলোতকৈ বেছি। হীনযানী বৌদ্ধ ধৰ্মৰ অন্যান্য সম্প্ৰদায়বোৰ এতিয়া নোহোৱা হৈছে। অৱশ্যে ভাৰতত স্থবিৰবাদীসকলতকৈ বেছি কাল সেইবোৰ সম্প্ৰদায় টিকি আছিল। সেইবিলাকৰ ভিতৰত সৰ্বাস্তিবাদী সম্প্ৰদায়েই আছিল প্ৰধান। সৰ্বাস্তিবাদীসকলে সকলো বস্তুৰ অস্তিত্ব স্বীকাৰ কৰিছিল। স্থবিৰবাদীসকলৰ দৰে তেওঁলোকে যি কোনো অস্তিত্বযুক্ত জীৱ-বস্তু আদিৰ গঠনকাৰী অংশ বা অঙ্গবিলাক সম্পূৰ্ণ অনিত্য বুলি নেভাবে। সেইবোৰ ৰূপান্তৰিত হৈ চিৰকাল থাকে বুলিহে মত পোষণ কৰে। আৰু এটা সম্প্ৰদায় আছিল সৌত্ৰান্তিকঃ নামে। তেওঁলোকৰ মতে দৃশ্যমান বহিঃবিশ্বৰ বিষয়ে আমাৰ যি জ্ঞান, সি আমাৰ সীমিত বুদ্ধিগ্ৰাহ্য সিদ্ধান্তহে। তেওঁলোকৰ জ্ঞানান্বেষণৰ গতি দেখিলে কোনো মহাযানী বৌদ্ধ আদৰ্শ অনুসৰণ কৰা যেনহে লাগে। চতুৰ্থ এক সম্প্ৰদায়ৰ নাম আছিল সম্মিতীয়। তেওঁলোকে আৰু এঢাপ আগুৱাই গৈ বৌদ্ধ দৰ্শনৰ আত্মা নাই বুলি কোৱা তত্ত্বও নাকচ কৰি কৈছিল যে প্ৰতি পুদ্‌গল বা ব্যক্তিৰ মাজত আত্মা আছে যি জন্ম-জন্মান্তৰত ভ্ৰমি থাকে। বৌদ্ধ ধৰ্মৰ আদি পৰ্যায়ৰ এই ধৰ্মমতবিলাক প্ৰাচীন কালৰ ৰহস্যবাদী আলোচনা-বিলোচনাৰ ঠাইত এক নিৰ্দিষ্ট ভাৰতীয় দৰ্শনৰ ক্ৰমবিকাশত বহুখিনি উৎসাহ যোগাইছিল।

যদিও বুদ্ধই জগতক আদি আৰু অন্তৰ ৰহস্যক উদ্‌ঘাটন কৰাত মনোনিৱেশ কৰা নিৰৰ্থক বুলিহে কৈছিল, তথাপি হীনযানী বৌদ্ধসকলে এক মহাজাগতিক মানস-চিত্ৰ নিৰ্মাণ কৰি লৈছিল। সেইখনো প্ৰস্তুত কৰিছিল ভাৰতীয় প্ৰাচীন চিন্তাপ্ৰসূত তত্ত্ব আৰু তথ্যৰ ওপৰতে ভিত্তি কৰিয়েই। তেওঁলোকে তাৰ দ্বাৰা ক'বলৈ বিচাৰিছিল যে কোনো ঈশ্বৰ বা স্ৰষ্টাৰ হস্তক্ষেপ বিহনেই বিশ্বজগত সদায় আছিলেই।

ভাৰতীয় সকলো ধৰণৰ মহাজাগতিক তত্ত্বত বিশ্বব্ৰহ্মাণ্ড সদায় চক্ৰৱৎ পৰিৱৰ্তনশীল। লেখ-জোখ কৰিব নোৱাৰা অনন্ত সময় বা মহাকল্পৰ বুকুত বিশ্বব্ৰহ্মাণ্ডৰ সৃষ্টি-স্থিতি-লয়ৰ অনিবাৰ্য আৰু অন্তহীন আৱৰ্তন হৈ থাকে। লয়ৰ পাছত পুনৰ সৃষ্টি হয়। এই কালচক্ৰক চাৰি ভাগত ভগোৱা হৈছে। প্ৰত্যেক ভাগক অসংখ্যেয় বুলি কোৱা হয়। প্ৰথমটোত জগতৰ প্ৰলয় হয়। একমাত্ৰ স্বৰ্গৰ বাহিৰে সকলো ধ্বংসপ্ৰাপ্ত হয়। সুকৃতিৰ অধিকাৰী সৎ আত্মাবোৰ স্বৰ্গলৈ যায়গৈ। পাপীগণ ব্ৰহ্মাণ্ডৰ বুকুত অবিৰতভাৱে সৃষ্টি-স্থিতি-প্ৰলয় হৈ থকা প্ৰক্ৰিয়াৰ অন্তৰ্গত কোনো ক্ষীয়মান গ্ৰহ বা লোকলৈ পতিত হয়। দ্বিতীয় পৰ্যায় হৈছে—সুপ্তি বা নীৰৱতাৰ সময়। তৃতীয় অৱস্থাত পুনৰ সৃষ্টি কাৰ্য আৰম্ভ হয়। যিসকল সৎ লোক নিজৰ সৎ কৰ্মজনিত পুণ্যফলৰ বাবে স্বৰ্গলৈ গৈছিল তেওঁলোকৰো সদায় থাকি থাকি পুণ্যফল হ্ৰাসপ্ৰাপ্ত হৈ আহি নোহোৱাত পৰেহি। ফলত স্বৰ্গভূমি বা উৰ্ধ্বলোকত প্ৰলয় আৰম্ভ হয়। উৰ্ধ্বলোক ধ্বংস হ'বলৈ ধৰে। তলত দ্যুলোক বা দেৱলোক সৃষ্টি হয়। উচ্চতম স্বৰ্গৰ এজন প্ৰধান দেৱতাৰ পতন হৈ তলৰ দেৱলোকত ব্ৰহ্মা হৈ জন্ম লাভ কৰে। প্ৰথমে তেৱেঁই আহিল বাবে তেওঁ বহুকাল

অকলশৰীয়া হৈয়ে থাকিব লগা হৈছিল। তাৰ পিছতে অন্য জীৱগণো উচ্চতম স্বৰ্গৰ পৰা আহি তাত অৱতীৰ্ণ হ'লহি। ব্ৰহ্মাই যেহেতু দেৱলোকত প্ৰথম অৱতীৰ্ণ অধিবাসী আৰু অন্যান্যসকলৰ জন্ম হৈছিল তেওঁৰ ইচ্ছানুসৰি—গতিকে তেওঁ নিজকে অন্যান্য দেৱতা আৰু এই জগতৰো সৃষ্টিকৰ্তা বুলি কয়। —যদিও অন্যসকল আহিছিল মহাজাগতিক সৃষ্টি প্ৰক্ৰিয়াৰ জৰিয়তেহে। ইতিমধ্যে পৃথিৱীৰ সৃষ্টি হ'ল। সৃষ্টি হৈছিল অন্যান্য পৃথিৱীসমূহৰো। প্ৰথম মানৱবোৰ আছিল অলৌকিক শক্তিসম্পন্ন গন্ধৰ্ব-অপেছৰীৰ দৰে। কিন্তু লাহে লাহে সেইবিলাক মানৱৰ অৱক্ষয় আৰম্ভ হৈ কালক্ৰমত মাটিৰ মানুহ হৈ পৰিলগৈ। চতুৰ্থ সংখ্যেয় বা কল্প হৈছে স্থিতিৰ যুগ। এই কল্পত সৃষ্টিৰ ধাৰাবাহিকতা ৰক্ষা হয়। শৃঙ্খলাবদ্ধভাৱে উন্নতি-অৱনতিৰ চক্ৰৱৎ পৰিৱৰ্তন হৈ থাকে। মহাকাল-চক্ৰৰ মাজত সৰু সৰু অনেক ক্ষুদ্ৰ কৰ্ম আৰু পৰিণতিৰ চক্ৰ সৃষ্টি হয়। অসীম অনন্ত সময়ৰ বুকুত সৃষ্টি-স্থিতি-প্ৰলয়ৰ এই কল্প-কল্পান্তৰ জোৰা কালচক্ৰৰ পুনৰাবৃত্তি হৈয়ে থাকে। কিন্তু এই কালচক্ৰ আটাইবোৰ একে ধৰণৰ নহয়। কিছুমান 'বুদ্ধ-চক্ৰ' থাকে আৰু কিছুমান থাকে 'ৰিক্ত-চক্ৰ'। আমাৰ পৰম ভাগ্য যে আমি জীয়াই থকা এই চক্ৰটো হ'ল 'বুদ্ধ-চক্ৰ' যিটো চক্ৰত চাৰিজন বুদ্ধৰ জ্ঞানৰ জেউতি আৰু শিক্ষাৰে জগত আলোকিত হৈছে। সেই কেইজন বুদ্ধ হৈছে যথাক্ৰমে ক্ৰকুচান্দ, কনকমুনি, কাশ্যপ আৰু শাক্যমুনি (গৌতম-বুদ্ধ)। পঞ্চমজন হ'ল মৈত্ৰেয়। তেওঁ আহিবলৈ এতিয়াও বাকী।

**মহাযান পন্থাৰ ক্ৰমবিকাশ ঃ**

পালিভাষাত ৰচিত বৌদ্ধ ধৰ্মশাস্ত্ৰবিলাকৰ কোনো ঠাইতে বুদ্ধক অলৌকিক শক্তিসম্পন্ন বুলি কোৱা নাই। তেওঁৰ চূড়ান্ত জ্ঞানলাভ আৰু তৎপ্ৰসূত গভীৰ অন্তৰ্দৃষ্টিও তেওঁৰ বহু জনম জুৰি কৰা কঠোৰ সাধনাৰ পৰিণতিহে। অলৌকিক ঘটনা নহয়। কিন্তু তেওঁৰ জন্ম, বুদ্ধত্বপ্ৰাপ্তি আৰু মৃত্যু হৈছে চূড়ান্ত গুৰুত্বপূৰ্ণ মহাজাগতিক ক্ৰিয়া আৰু তেওঁৰ মহত্ত্ব আৰু গুৰুত্ব ইমান বেছি আছিল যে আনকি ব্ৰহ্মা আৰু শক্ৰৰ দৰে অতি শক্তিশালী দেৱতায়ো তেওঁক স্তুতি কৰিছিল। শক্ৰ হৈছে বৌদ্ধধৰ্মীসকলে ইন্দ্ৰক দিয়া নাম। এই দুজনাৰ বাহিৰে স্বৰ্গ-মৰ্ত্যত বিচৰণ কৰা অন্যান্য লাপি-লুপা দেৱতাসকলৰতো কথাই নাই। 'মাঝিম নিকায়'ৰ ১।১৪২ স্থানত বুদ্ধই কোৱা বুলি উক্ত যে যেয়ে বুদ্ধৰ প্ৰতি বিশ্বাস আৰু প্ৰেম অন্তৰত জাগ্ৰত ৰাখিব তেওঁৰ স্বৰ্গত পুনৰ জনমৰ বিষয়ে কোনো সন্দেহ নাই। অশোকৰ শিলালিপিতো এই কথা আছে। স্বাভাৱিকতে নিৰ্বাণৰ গুহ্যতত্ত্ব আৰু দুৰ্বোধ্যতাতকৈ এনে ধৰণৰ কথাই সৰ্বসাধাৰণ মানুহক বেছি আকৰ্ষিত কৰে।

বুদ্ধৰ মৃত্যুৰ পিছত বৌদ্ধ ধৰ্ম দৰ্শন অনুযায়ী, তেওঁৰ অস্তিত্ব নোহোৱা হ'ল। তেওঁৰ বুদ্ধত্বপ্ৰাপ্তিৰ মুহূৰ্ততে যি নিৰ্বাণ তেওঁ লাভ কৰিছিল এতিয়া সেই নিৰ্বাণৰে

চূড়ান্ত ৰূপপ্ৰাপ্ত হ'ল অৰ্থাৎ তেওঁৰ পৰিনিৰ্বাণ হ'ল আৰু তেওঁ ব্যক্তি হৈ নেথাকি মহাজাগতিক অস্তিত্বৰ মাজত বিলীন হৈ গ'ল। বেলেগে তেওঁৰ কোনো অস্তিত্ব নেথাকিল। তেওঁৰ মৃত্যুৰ অলপ দিনৰ আগতে শিষ্যসকলক তেওঁ কৈছিল তেওঁৰ দ্বাৰা প্ৰকাশিত ধৰ্মমতৰ নেতৃত্ব মানি চলিবলৈ অৰ্থাৎ তেওঁৰ ধৰ্মৰ অনুগামী হৈ চলিলেই তেওঁক মানি চলা হ'ব। কিন্তু তেওঁৰ মৃত্যুৰ ঠিক পিছতে তেওঁৰ শিষ্যসকলে 'তিনি ৰত্ন' সূত্ৰ এটা গঢ়ি তুলিলে। সেই তিনিটা সংকল্পই হৈছে বুদ্ধৰ ধৰ্মৰ ওপৰত অটল বিশ্বাসৰ ভিত্তি আৰু প্ৰতীক স্বৰূপ। এতিয়াও বৌদ্ধ ভিক্ষুয়েই হওক বা সাধাৰণ বৌদ্ধ ধৰ্মী লোকেই সকলোৱে তিনি মহামূল্যবান মণিস্বৰূপ সেই তিনি সংকল্প বাক্য আওৰায়— "বুদ্ধং শৰণং গচ্ছামি। ধম্মং শৰণং গচ্ছামি। সংঘং শৰণং গচ্ছামি॥" কোনো কোনো ধৰ্মবেত্তা পণ্ডিতে তাৰে প্ৰথমটো মণি বা সংকল্প বাক্যৰ ব্যাখ্যা দিবলৈ গৈ ক'ব পাৰে যে 'বুদ্ধং শৰণং গচ্ছামি' মানে গৰাকী বুদ্ধৰহে শৰণ বিচাৰিছে— গতিকে পৰিনিৰ্বাণ ঘটিলেও বুদ্ধৰ দ্বাৰা প্ৰকাশিত ধৰ্মৰ বাহিৰেও বুদ্ধ আছেই বুলি কৈ এতিয়াও বুদ্ধই শিষ্য-অনুগামীসকলক সহায় কৰে।

খুব সম্ভৱ বুদ্ধই নিজেই কৈছিল যে তেওঁ তেওঁৰ আগৰ বহু বুদ্ধৰ শেহৰজনহে। তেওঁৰ আগতেও বহুত বুদ্ধ পৃথিৱীলৈ আহিছিল। বৌদ্ধ পৰম্পৰাগত বিশ্বাসমতে ঐতিহাসিক বুদ্ধৰ জীৱনকালতো সেইসকল বুদ্ধ পূজিত হৈছিল। মৌৰ্যযুগত এনে বুদ্ধসকলৰ চৰ্চা বহুলভাৱে হৈছিল আৰু সম্ৰাট অশোকে তাৰ পৃষ্ঠপোষকতাও কৰিছিল। শেষ পৰ্যন্ত গোড়া স্থবিৰবাদীসকলে লেখ কৰি অন্যূন পঞ্চবিংশতি সংখ্যক তেনে বুদ্ধৰ সন্ধান পাইছিল। সেইসকলৰ উপৰিও আছিল এক বৃহৎ সংখ্যক 'প্ৰত্যেক-বুদ্ধ'। প্ৰত্যেক বুদ্ধসকলে কাৰো সহায় নোলোৱাকৈ নিজৰ চেষ্টাৰেই সত্য উদ্‌ঘাটন কৰিছিল, কিন্তু জগতত প্ৰচাৰ কৰা নাছিল।

বাৰহুট আৰু সাঁচীৰ স্তূপবিলাকত খোদিত বিস্তীৰ্ণ শিলামূৰ্তিবিলাকৰ সৃষ্টি হৈছিল খ্ৰীঃ পূঃ দ্বিতীয় আৰু প্ৰথম শতিকাতে। সেইবিলাকত দেখা যায়, বুদ্ধক নহয় বুদ্ধৰ প্ৰতীকসমূহৰ চাৰিওফালে জুম বান্ধি সমাদৰেৰে পূজা-অৰ্চনা কৰা অগণন নৰ-নাৰীৰ মূৰ্তি। তাৰ কিছুকাল পিছৰ পৰাই কিন্তু ভাস্কৰ্য-শিল্পীসকলে বুদ্ধৰ মূৰ্তিকে শিলত কাটিবলৈ ধৰিলে। কেইপুৰুষমানৰ ভিতৰতে সকলো বৌদ্ধ সম্প্ৰদায়েই বুদ্ধক মূৰ্তি পূজা কৰিবলৈ আৰম্ভ কৰিলে। সময়ৰ সোঁতত বৌদ্ধ ধৰ্মলৈও নানা পৰিৱৰ্তন আহিল। মধ্যযুগত হীনযানী বৌদ্ধ ধৰ্মৰ মন্দিৰবিলাকতো বুদ্ধৰ মূৰ্তি স্থাপন কৰি হিন্দু দেৱতা এজনৰ দৰে পূজা-সেৱা কৰা হৈছিল পত্ৰ-পুষ্প, ধূপ-ধুনা, চাকি-বন্তিৰে পৰম ভক্তি সহকাৰে।

'জ'ৰ'ষ্ট্ৰিয়ানিজম' অৰ্থাৎ জৰথুষ্ট্ৰৰ অনেক ধৰ্মমতৰ দ্বাৰা প্ৰাচ্য আৰু পাশ্চাত্যৰ বহুত ধৰ্মই গভীৰভাৱে প্ৰভাৱিত হৈছে, তাৰ ভিতৰত 'শাওশ্যান্ত' (=উদ্ধাৰকৰ্তা) তত্ত্বৰ

মতে জগতৰ অন্তকালত এনে এজন উদ্ধাৰকৰ্তাৰ আগমন হ'ব যিজনে দুস্কৃতি আৰু অন্ধকাৰৰ শক্তিবোৰৰ বিৰুদ্ধে সৎ আৰু জ্যোতিৰ্ময় শক্তিবোৰৰ নেতৃত্ব দি মানৱ জাতিক উদ্ধাৰ কৰিব। উঃ পশ্চিম ভাৰতত যিসকল বিদেশী আক্ৰমণকাৰীয়ে ৰাজ্য স্থাপন কৰি শাসন কৰিছিল সেইবোৰ ৰাজ্যত বৌদ্ধ ধৰ্ম আৰু জৰথুষ্ট্ৰৰ ধৰ্মৰ অনুগামীসকলৰ মাজত ভাব বিনিময়ৰ যোগেদি নিশ্চয় সেই তত্ত্ব ভাৰতীয় ধৰ্ম দৰ্শনত প্ৰৱেশ কৰিছিল। খুব সম্ভৱ সেইদৰে ভৱিষ্যতে আৰু এজন বুদ্ধৰ আৱিৰ্ভাৱ হ'ব বুলি এটা ধাৰণা গোড়া বৌদ্ধসকলৰ মনতো ৰোপিত হৈছিল। যদি গৌতমৰ আগতো অনেক বুদ্ধ আছিল তেন্তে তেওঁৰ পিছতো বুদ্ধৰ আগমন হ'বই পাৰে ধৰণৰ এটা ধাৰণা ক্ৰমাৎ দৃঢ় হ'ল। 'মিলিন্দ পঞ্ঞ-এঞ' ৰচিত হৈ থকাৰ সময়ত অৰ্থাৎ খ্ৰীষ্টাব্দ গণনা আৰম্ভ হোৱাৰ সময়ত ভৱিষ্যতে অৱতীৰ্ণ হ'ব লগা মৈত্ৰেয় নামৰ বুদ্ধৰ আগমন নিশ্চিত বুলি সকলো মতবাদৰ বৌদ্ধ ধৰ্মীলোকে বিশ্বাস কৰিছিল ব্যাপকভাৱে।

প্ৰাচীন ধাৰণাত বোধিসত্ত্ব ৰূপে বহুবাৰ পৃথিৱীত জন্ম লৈ সৎ জীৱন-যাপন কৰি নানা দয়া-ধৰ্মৰ কাম সমাধা কৰাৰ ফল স্বৰূপেহে একেবাৰে শেহৰ বাৰত চূড়ান্ত শুভফল হিছাপে শাক্যমুনি বুদ্ধৰ জন্ম হৈছিল। গতিকে মৈত্ৰেয় আৰু তেওঁৰ পিছতো অন্যান্য সদ্যহঁতে নামকৰণ নোহোৱা বুদ্ধসকলৰ আগমন যেতিয়া হ'বই গতিকে তাৰ প্ৰস্তুতি হিছাপে নিশ্চয় জগতৰ কোনো ঠাই অজ্ঞাতভাৱে বোধিসত্ত্বসকলে জনম লৈ সকলো জীৱৰ কল্যাণৰ হেতু সৎকৰ্ম কৰিয়েই আছে এতিয়াও। জাতকৰ সাধুবিলাক পঢ়িলে বুজা যায় যে বোধিসত্ত্বসকল মানুহৰ ৰূপতো ধৰাধামত অৱতীৰ্ণ হ'ব পাৰে বা অন্য জন্তুৰ ৰূপতো হ'ব পাৰে। কিন্তু যিসকল অতি শক্তিশালী বোধিসত্ত্ব— যিসকলৰ সৎ কৰ্ম সম্পাদন কৰা ক্ষমতা বৰ বেছি, তেওঁলোক দেৱলোকতো বাস কৰি কাম কৰি থাকে। এইসকল বোধিসত্ত্ব সৰ্বদৰ্শী নহ'ব পাৰে, সৰ্বশক্তিমানো নহয়— তথাপি এই স্বৰ্গীয় বোধিসত্ত্বসকলো পূজনীয়। তেওঁলোকক স্তুতি কৰি প্ৰাৰ্থনা কৰিলে সঁহাৰি দিয়াটোও তেওঁলোকৰ জীৱৰ কল্যাণকামী কাৰ্যসূচীৰ ভিতৰুৱা। এইদৰে বোধিসত্ত্ববাদৰ উদ্ভৱ হৈছিল পুৰণি বৌদ্ধ ধৰ্ম-তত্ত্বৰ ভেটিৰ ওপৰতে স্বাভাৱিকভাৱে বাঢ়িবলৈ ধৰা এক প্ৰশাখা হিছাপেই। কিন্তু তাৰ জৰিয়তে অসংখ্য সুকৃতিসম্পন্ন দেৱতাসদৃশ পৌৰাণিক চৰিত্ৰৰ সৃষ্টি হৈ বৌদ্ধ স্বৰ্গধাম জনপূৰ্ণ হৈ পৰিল। সেইদৰেই নতুন এক বৌদ্ধ পুৰাণৰ সৌধ নিৰ্মিত হ'ল আৰু সেই পুৰাণেই হ'ল মহাযান বৌদ্ধ পন্থৰ বৈশিষ্ট্য।

**মহাযান পন্থ ঃ**

প্ৰাচীন বোধিসত্ত্ব পৰম্পৰামতে, এজন বোধিসত্ত্বই জ্ঞানোদীপ্ত হৈ জগতৰ সকলো প্ৰাণীৰে প্ৰতি প্ৰেমৰ ভাবেৰে সৎ কৰ্ম কৰি যায় যাতে তেওঁ এসময়ত বুদ্ধ হ'বগৈ

পাৰে। সৰ্বসাধাৰণ বৌদ্ধধৰ্মী লোককো বোধিসত্ত্বৰ দৃষ্টান্তকে অনুসৰণ কৰিবলৈ উদ্‌গনি দিয়া হয় যাতে তাৰ জৰিয়তেই তেৰোঁ নিৰ্বাণ লাভ কৰিব পাৰে। কিন্তু বোধিসত্ত্ব বুলিলেই হৈছে দয়া-দাক্ষিণ্যৰ সাগৰস্বৰূপ। তেওঁৰ সৎ-কৰ্ম সাধনৰ বিপুল ক্ষমতা আৰু সামৰ্থ্যৰ পাৰাপাৰ নাই। গতিকে এই বিশ্বসংসাৰত যেতিয়ালৈ কৰ্মফলজনিত জন্ম-পুনৰ্জন্মৰ দুখচক্ৰত পৰি জীৱগণে কষ্ট পাই থাকিব, তেতিয়ালৈকে কোনো বোধিসত্ত্বই নিৰ্বাণ লাভ কৰি তেনে দুখী জীৱগণক এই জ্বালা-যন্ত্ৰণাৰে ভৰা সংসাৰত নিঠৰুৱা কৰি থৈ যাবলৈ নিবিচাৰে। কাৰণ নিৰ্বাণপ্ৰাপ্তিৰ লগে লগে বোধিসত্ত্বৰ বেলেগ অস্তিত্ব নেথাকিব— তেওঁ বিলীন আৰু নিষ্ক্ৰিয় হৈ যাব মহাজাগতিক অস্তিত্বৰ লগত। তেতিয়া তেওঁ জগতৰ দুৰ্গত দুঃস্থ জীৱগণক কোনো সহায় কৰিব নোৱাৰিব। সেই কাৰণে খুব যুক্তিসঙ্গতভাৱেই মহাযান পন্থৰ দৰ্শনত ঠাৱৰ কৰা হ'ল যে কোনো বোধিসত্ত্বই হাতেৰে ঢুকি পোৱাতে থাকিলেও নিৰ্বাণ লাভ কৰিবলৈ ইচ্ছা নকৰে। যেতিয়ালৈকে এই বিশ্বব্ৰহ্মাণ্ডত দুখী প্ৰাণী থাকিব—শেষ কীট-পতঙ্গটোও মুক্তিৰ পথত নিৰ্ভুলভাৱে স্থাপিত নোহোৱালৈকে কোনো বোধিসত্ত্বই বুদ্ধ হৈ নিৰ্বাণপ্ৰাপ্ত নহয়। পুৰণা বিশ্বাসমতে 'অৰহন্ত' বা নিৰ্বাণ লাভৰ বাবে যোগ্যতা অৰ্জন কৰোতা 'যোগ্য'জনে নিৰ্বাণ লাভ কৰি জন্ম-পুনৰ্জন্মৰ শৃঙ্খল মুক্ত হয় তেওঁ আৰু জন্ম ল'ব নেলাগে। মহাযান পন্থত তেনে কৰাটোও অলপ স্বাৰ্থপৰতা বুলি গণ্য কৰা হয়। গতিকে মহাযানী আদৰ্শ হৈছে— 'অৰহন্ত' বা 'যোগ্য' হোৱা নহয়— বোধিসত্ত্ব হোৱাহে। যাতে তেওঁৰ সিদ্ধি লাভ কৰা আধ্যাত্মিক জ্ঞান আৰু ক্ষমতাৰে জন্মচক্ৰ কৰ্মচক্ৰত ঘূৰি থকা অগণন দুখী জীৱক সম্পূৰ্ণতা লাভৰ পথত অগ্ৰসৰ কৰাব পাৰে।

বোধিসত্ত্বসকলৰ সৎকৰ্মৰ পুণ্যফল অন্য জীৱৰ গালৈও বিকিৰিত বা স্থানান্তৰিত হোৱা সম্ভৱ—এই শিক্ষাবিস্তাৰ মহাযানী পন্থৰ এক বৈশিষ্ট্য। হীনযান বৌদ্ধমতত সেই কথা মানি লোৱা নহয়। প্ৰত্যেক জীৱই নিজৰ বাবে নিজেই বন্তিস্বৰূপ হ'ব লাগিব। প্ৰত্যেকে নিজৰ মুক্তিৰ পথ নিজে গঢ়ি ল'ব লাগিব। এজনে আনজনক সহায় কৰিব পাৰে একমাত্ৰ উপদেশ আৰু দৃষ্টান্তৰে কিন্তু মহাযান পন্থৰ এই এজন লোকৰ অৰ্জিত কৰ্মলব্ধ আধ্যাত্মিক ক্ষমতা আৰু পুণ্য সিদ্ধিৰ ভাগ অন্য জীৱলৈও সঞ্চাৰিত কৰা বা হোৱা সম্ভৱ বুলি কৰা প্ৰচাৰ আৰু শিক্ষাই অভূতপূৰ্ব জনপ্ৰিয়তা লাভ কৰিলে সৰ্বত্ৰ। আনকি কিছুমান হীনযান পন্থৰ বৌদ্ধ সম্প্ৰদায়ো তাৰ প্ৰভাৱত পৰিল। কোনো বস্তু দান কৰি উছৰ্গা কৰা বৌদ্ধ শিলালিপি বা অন্যান্য লিপিবিলাকত প্ৰায়ে পোৱা যায়— "এই দানকৰ্মৰ শুভফলত দাতাৰ পিতৃ-মাতৃ আৰু সকলো জীৱৰে কল্যাণ হয় যেন!"

তদুপৰি বোধিসত্ত্বসকলক যে কেৱল দয়াশীল পুণ্যাত্মা বুলিহে ভবা হৈছিল সেইটো নহয়। জগতৰ সকলো জীৱৰে পাপৰ প্ৰায়শ্চিত্ত কৰাৰ বাবেও বোধিসত্ত্বসকল সততেই সাজু আছিল। একাধিক স্থানত বোধিসত্ত্বৰ এনে যীশুখ্ৰীষ্টৰ দৰে জগতৰ

পাপৰ ভাৰ নিজৰ কান্ধত লৈ তাৰ বাবে শাস্তি গ্ৰহণ কৰিবলৈ সংকল্প-বাক্য লোৱা উদাহৰণ পোৱা যায়। আচৰিত ধৰণে সেইবোৰ সংকল্প-বাক্যৰ শব্দবিন্যাসৰ প্ৰকৃতিও খ্ৰীষ্টান ধৰণৰ, যেনে—শান্তিদেৱৰ 'শিক্ষাসমুচ্চয়'ত উদ্ধৃত বজ্ৰধ্বজ সূত্ৰৰ তলৰ কথাখিনি ঃ

"মই স্বেচ্ছাই নিজৰ মূৰত তুলি লৈছোঁ............. সকলো জীৱৰ সকলো কৰ্মৰ পৰিণাম, আনকি যিবিলাকে নৰকত নিজৰ কৰ্মফল ভুগি আছে, অন্য লোকবোৰতো আছে........ কৃতকৰ্মৰ বাবে দণ্ড ভুগি আছে....... সকলোকে দুখ-যন্ত্ৰণাৰ বাবে মই দণ্ড ভোগ কৰিবলৈ সংকল্প ল'লো। এই সিদ্ধান্ত মই সজ্ঞানে লৈছোঁ। এই সংকল্পৰ পৰা মই কদাপিও পিছভৰি নহওঁ......... মোৰ হৃদকম্প নহয় তাৰ বাবে .......... মই ভীত নহওঁ তাৰ বাবে...... মই নিৰুৎসাহ নহওঁ তিলমানো........ মই সকলো জীৱৰে কৰ্মফল ভোগ কৰিবই লাগিব....... কাৰণ মই প্ৰতিশ্ৰুতিবদ্ধ সকলো জীৱকে উদ্ধাৰ কৰিবলৈ। সকলোকে নিৰাপদে জন্ম, জৰা, ব্যাধি, মৃত্যু আৰু পুনৰ্জন্মৰ অৰণ্যৰ পৰা উদ্ধাৰ কৰাই মোৰ জীৱনৰ ব্ৰত। মই মোৰ নিজৰ মুক্তি বা নিৰ্বাণৰ বিষয়ে অধীৰ হোৱা নাই—মোৰ একমাত্ৰ লক্ষ্য হৈছে, সকলো আৰ্ত জীৱকুলৰ ওপৰত মোৰ পুণ্য জ্ঞানৰ আশিস বিস্তাৰ কৰি সকলোৰে কল্যাণ সাধন কৰা। সেইবাবেই সকলোৰে সকলো কৃতকৰ্মৰ পৰিণতি ভোগ কৰিম মই স্বেচ্ছাই। সকলো দুখী আত্মাৰ দুখ মোৰ ওপৰত আৰোপিত হওক। প্ৰতিখন নৰকত প্ৰতিবিধ শাস্তি ভোগ কৰিবলৈ মই সংকল্প গ্ৰহণ কৰিলোঁ আজি। এই বিস্তীৰ্ণ জীৱকুলে শাস্তি ভোগ কৰাতকৈ মই অকলে সকলোৰে হৈ শাস্তি ভোগ কৰা শতগুণে শ্ৰেয়ঃ। সকলোৰে সকলো দণ্ডৰ বিনিময়ত নিজকে আগবঢ়ালোঁ মই। নৰকবাসৰ যন্ত্ৰণা, গৰ্ভবাসৰ যন্ত্ৰণা আৰু মৃত্যুৰ জগতৰ যন্ত্ৰণাৰ পৰা জগতক উদ্ধাৰ কৰিম মই। মই সকলো জীৱৰে সকলো পাপৰ পৰা মুক্তিমূল্য হিচাপে নিজকে উছৰ্গা কৰিলোঁ। মই তেওঁলোকক কেতিয়াও পৰিত্যাগ নকৰোঁ। কাৰণ মই সংকল্প কৰিছিলোঁ জীৱকুলৰ ৰক্ষাৰ বাবেই, জগতৰ উদ্ধাৰৰ বাবেই, মহাজ্ঞান অৰ্জন কৰিবলৈ।"

জগতৰ পাপৰ বোজা নিজৰ কান্ধত তুলি লৈ সমস্ত দণ্ড নিজে ভোগ কৰি ত্ৰাণকৰ্তাৰ ভূমিকাত অৱতীৰ্ণ হোৱা ঈশ্বৰৰ ধাৰণা হয়তো মধ্য-প্ৰাচ্যত খ্ৰীষ্টান ধৰ্মৰ আগৰে পৰাই প্ৰচলিত আছিল। কিন্তু এনে ধৰণৰ চিন্তাধাৰা বৌদ্ধ ধৰ্মমতৰ লগত যুক্ত হৈছিল খ্ৰীষ্টাব্দ আৰম্ভ হোৱাৰ পিছতহে। আনহাতে, সমগ্ৰ জীৱকুলৰ পাপ নিজৰ মূৰত তুলি তাৰবাবে শাস্তি ভোগ কৰিবলৈ সাজু বোধিসত্ত্ব আৰু খ্ৰীষ্টান ধৰ্মৰ সকলো জীৱৰ পাপৰ ভাগী হৈ স্বেচ্ছাই নিজৰ জীৱন উছৰ্গা কৰা ত্ৰাণকৰ্তা ঈশ্বৰৰ সাদৃশ্য ইমান বেছি যে এই মতবাদ তৃতীয় খ্ৰীষ্টীয় শতাব্দীৰ পৰা পাৰস্যত প্ৰভাৱশালী ধৰ্ম হৈ পৰা খ্ৰীষ্টান ধৰ্মৰ পৰা বৌদ্ধ ধৰ্মমতত প্ৰৱেশ কৰিছিল বুলি ক'লে তাৰ সম্ভাৱনা নুই কৰিব নোৱাৰি।

সেইদেখি মহাযানী বৌদ্ধমতৰ বিশ্বজগত অসংখ্য বোধিসত্ত্বৰে জনাকীৰ্ণ। তাৰ ভিতৰতে জাগতিক দৃষ্টিকোণৰ পৰা সৰ্বপ্ৰধানজন হ'ল অৱলোকিতেশ্বৰ অৰ্থাৎ যিজনে সকলো অৱলোকন কৰে। তেওঁৰে আন এটা নাম হ'ল পদ্মপাণি। তেওঁৰ বিশিষ্ট গুণ হৈছে—সৰ্বজীৱৰ প্ৰতি দয়া। তেওঁৰ সহায়ৰ হাতে আনকি বৌদ্ধ ধৰ্মবিশ্বাসমতে আটাইতকৈ ভয়াবহ নৰক অভীচিত পতিত জীৱবোৰকো স্পৰ্শ কৰেগৈ। আন এজন মুখ্য বোধিসত্ত্ব হৈছে মঞ্জুশ্ৰী। এইজনাৰ কাম হৈছে মানুহৰ মনত বোধশক্তি জাগৃত কৰি তোলা। তেওঁক চিত্ৰিত কৰি দেখুৱা হয় এহাতত এখন খোলা তৰোৱাল আৰু আনহাতত এখন কিতাপসহ। তৰোৱালেৰে তেওঁ বিনাশ কৰিব সকলো ভুল-ভ্ৰান্তি আৰু কৃত্ৰিমতা-প্ৰৱঞ্চনা। আৰু কিতাপখনত আছে বোধিসত্ত্বসকলৰ দ্বাৰা সমাদৃত দহটা পাৰমিতা বা আধ্যাত্মিক গুণাৱলী। সেই দহটা গুণ বা পাৰমিতা হৈছে— দান, শীল, ক্ষান্তি, বীৰ্য, ধ্যান, প্ৰজ্ঞা, উপায়কৌশল্য, প্ৰণিধান, বল আৰু জ্ঞান। কিছুমান তালিকাত অৱশ্যে প্ৰথম ছটা গুণৰহে উল্লেখ পোৱা যায়। বজ্ৰযান পন্থত থকা 'প্ৰজ্ঞা পাৰমিতা'ৰ ধাৰণা বহু ৰহস্যবাদেৰে আবৰা। এই দুজনাৰ উপৰি আছে বজ্ৰপাণি নামে বোধিসত্ত্ব। তেওঁ আছিল আৰু কঠোৰ। তেওঁ দেৱৰাজ ইন্দ্ৰৰ দৰে হাতত এডাল বজ্ৰ ধাৰণ কৰে। সকলো অসৎ আৰু পাপ শক্তিৰ তেওঁ বিনাশক। ভৱিষ্যতে বুদ্ধ হিছাপে অৱতীৰ্ণ হ'ব লগা মৈত্ৰেয় নামৰ বোধিসত্ত্বক পূজা কৰা হৈছিল। তেওঁ আছিল শান্ত-সৌম্য প্ৰকৃতিৰ। আৰু এজন বোধিসত্ত্বৰ নাম আছিল ক্ষিতিগৰ্ভ। তেওঁ আছিল ভূ-গৰ্ভস্থ নৰক-কুণ্ডবোৰৰ শাসনকৰ্তা। তেওঁক কিন্তু পাপী-তাপীগণক ভয়ানক শাস্তি প্ৰদান কৰোঁতাৰ ৰূপত কল্পনা কৰা হোৱা নাই। তাৰ পৰিৱৰ্তে তেওঁ আছিল বন্দীশালৰ প্ৰশাসক হিছাপে আদৰ্শনীয়। তেওঁ নৰকত শাস্তি ভুগি থকা জীৱবোৰৰ যন্ত্ৰণাৰ উপশম কৰিবলৈহে যত্ন কৰিছিল আৰু সেইবিলাকৰ দণ্ড ম্যাদ ৰেহাই হোৱাত সহায় কৰিহে দিছিল। মহাযান পন্থীসকলেও হীনযান পন্থীসকলৰ দৰেই এই সংসাৰ আৰু জীৱৰ দুখৰ সাগৰ বুলিয়েই ভাবে যদিও মহাযান পন্থ সদায় মূলতে আশাবাদী। তেওঁলোকে ভাবে যে সংসাৰৰ দুখৰ শেষ নাই সেই কথা ঠিক। কিন্তু ইয়াতে বেয়াৰ লগতো ভাল বা সৎ শক্তিবিলাকো আছে। বিচাৰিলে সহায় পোৱা যায়। মহাযান পন্থই বিশ্বাস কৰে যে এই জগতৰ সকলো জীৱন্ত প্ৰাণী—একেবাৰে তুচ্ছ পোক এটাৰ পৰা ওপৰলৈ যিমানেই উচ্চ স্তৰৰ জীৱ আছে প্ৰত্যেকটোৱেই এক এক বোধিসত্ত্ব—প্ৰত্যেকৰে অন্তৰ্নিহিত শক্তি আছে। প্ৰত্যেকেই এদিন নহয় এদিন নিৰ্বাণ লাভ কৰিব। একোজন বুদ্ধ হ'ব।

বোধিসত্ত্বসকলক এক মহৎ হৃদয় কল্যাণকামী দিব্য সমাজৰ সদস্য কৰিয়েই মহাযান পন্থ ক্ষান্ত হোৱা নাই। খুব সম্ভৱ পুৰণি মহাসাঙ্ঘিক সম্প্ৰদায়ৰ তেতিয়া প্ৰচলিত ধৰ্মীয় ধাৰণাৰ বিৰোধী এক বিশ্বাসৰ ওপৰত ভিত্তি কৰিয়েই মহাযানীসকলেও

ক'বলৈ ধৰিলে যে বুদ্ধ কেবল এজন মানৱহে আছিল তেনে কথা নহয়, বুদ্ধ দৰাচলতে আছিল এক পৰম শক্তিশালী দৈৱ পুৰুষৰ পাৰ্থিৱ ৰূপহে। সেই দৈৱ পুৰুষৰ আছিল তিনিটা কায় বা দেহঃ ধৰ্মকায় (সকলো ধৰ্মগুণবিশিষ্ট) ; সম্ভোগকায় (আনন্দ আহৰণাৰ্থে) আৰু নিৰ্মাণকায় (যি ধৰণে সৃষ্টি কৰা হ'ল)। এই তিনিটাৰ ভিতৰত অকল নিৰ্মাণকায়হে পৃথিৱীত দেখা পোৱা গৈছিল। ধৰ্মকায় হৈছে বুদ্ধৰ আচল দেহ। ধৰ্মৰ গুণেৰে এই দেহেৰে বুদ্ধ বিশ্বব্ৰহ্মাণ্ডৰ সৰ্বত্ৰ ব্যাপ্ত হৈ থাকে। বাকী দুটা দেহ আচলতে এই ধৰ্মকায়ৰ পৰাই উদ্ভূত। দুইটাই ছায়া আৰু প্ৰচ্ছায়া মাথোন, ঠিক বাস্তৱ নহয়। সম্ভোগকায়ৰ সদায় স্বৰ্গত নিবাস—সৃষ্টিৰ সকলো গুণ যেতিয়া ধৰ্মকায়ত বিলীন হ'ব তেতিয়াহে সম্ভোগকায়ৰো অস্তিত্ব নোহোৱা হ'ব। নিৰ্মাণকায় হৈছে সম্ভোগকায়ৰ প্ৰচ্ছায়াৰ দৰে। এই কথাই আমাক খ্ৰীষ্টান ধৰ্মৰ ডচেটিক হেৰেছিলৈ মনত পেলায়। খ্ৰীষ্টীয় ২য় শতাব্দীত যীশুখ্ৰীষ্টৰ মানৱ-দেহ আচলতে দেহ নহয়েই বুলি এক তথ্য প্ৰচাৰিত হৈছিল। মহাযান বৌদ্ধধৰ্মীসকলৰ বুদ্ধৰ তিনি দেহৰ তত্ত্ব আৰু খ্ৰীষ্টান ডচেটিক হেৰেছিৰ ধৰ্মীয় উৎস একেটাই বুলি অনেক পণ্ডিতে ক'ব খোজে।

বুদ্ধৰ উপৰি উক্ত সম্ভোগকায় মহাযান বৌদ্ধ পন্থৰ স্বৰ্গৰ অধিষ্ঠাতা দেৱতা। মহাযান বৌদ্ধসকলৰ স্বৰ্গৰ নাম সুখৱতী অৰ্থাৎ সুখৰ ঠাই। বুদ্ধ সেই স্বৰ্গত সিংহাসনত বহি থাকে। তেওঁৰ সন্মুখত এক বিশাল মনোৰম সৰোবৰ। সেই সৰোবৰৰ সীমা সংখ্যাহীন পদুম ফুলৰ কলিৰ মাজত জন্ম গ্ৰহণ কৰে পুণ্যাত্মাসকলে। এই স্বৰ্গীয় বুদ্ধৰ নাম হৈছে অমিতাভ বা অমিতায়ুঃ—সীমাহীন যাৰ জ্যোতি আৰু যি অনন্ত জীৱনৰ গৰাকী। সেই বুদ্ধৰ প্ৰাণতো বোধিসত্বসকলৰ দৰে সৰ্বময় দাক্ষিণ্য। কাৰণ যদিও তেওঁ অসীম অনন্ত আনন্দময়জীৱনৰ গৰাকী তথাপি তেওঁ নিজৰ পৃথিৱী আৰু বিশেষকৈ তেওঁৰ স্বৰ্গৰ বাসিন্দাসকলৰ কথা ভাবেই। তেওঁৰ হাতৰ পৰশত পদুম ফুলৰ কলি প্ৰস্ফুটিত হৈ পুণ্যাত্মাসকলৰ জন্ম হয়। সেইসকলে তেওঁৰ অমৃতময় বাণী শ্ৰৱণ কৰিয়েই সংবৰ্দ্ধিত আৰু পৰিপুষ্ট হয়। কিছুমান চীনা আৰু জাপানী বৌদ্ধ সম্প্ৰদায়ে এইবুলিও কয় যে যিজনে বুদ্ধৰ নাম লয় সেইজন যিমানেই পাপী নহওক, সুখৱতী স্বৰ্গত তেওঁৰ পুনৰ্জন্ম হ'বই। অমিতাভ আচলতে স্বৰ্গৰ এজন পিতৃ স্বৰূপ। ইতিহাসৰ গৌতম বুদ্ধ আৰু বোধিসত্ত্ব অৱলোকিতেশ্বৰৰ মাজত অতি ঘনিষ্ঠ সম্পৰ্ক। মহাযানী বৌদ্ধ ধৰ্মতত্ত্বত আন আন বুদ্ধ আৰু বোধিসত্বসকলতকৈ তেওঁলোকৰ ভূমিকা বেছি গুৰুত্বপূৰ্ণ। কাৰণ, মহাবিশ্বৰ যি অঞ্চলত আমাৰ পৃথিৱী অৱস্থিত আৰু মহাজাগতিক সময়ৰ যি কালছোৱাত আমি জীয়াই আছোঁ—এই অঞ্চল আৰু কালৰ লগতে তেওঁলোক দুজনাৰ সম্বন্ধ নিবিড়। বিশ্বব্ৰহ্মাণ্ডৰ অন্য স্বৰ্গ অন্য জগতৰ কাৰ্যক্ৰম পৰিচালনা কৰা আন আন বহু বুদ্ধ আছে—সেই সকলো ধৰ্মকায়ৰে প্ৰতিৰূপ মাথোন। সেই ধৰ্মকায়ো আন কোনো নহয় সেয়া (স্বয়ং ব্ৰহ্মণ, বিশ্বাত্মা উপনিষদ-বৰ্ণিত পৰমাত্মা—এওঁলোক সকলো) সেই

ব্ৰহ্মাণৰে বিভিন্ন ৰূপ মাথোন। এই ধৰ্মকায়ৰ কথা পৰৱৰ্তী কালৰ বৌদ্ধ শাস্ত্ৰসমূহত কেতিয়াবা আদি বুদ্ধ বুলি উল্লেখ কৰা হয়। কেতিয়াবা 'শূন্য' বুলি, বা 'তত্ত্ব' (= সত্য) বুলি বা বোধি (= জ্ঞান) বুলি অথবা 'তথাগতগৰ্ভ' (= লক্ষ্যত উপনীত হোৱা সকলৰ গৰ্ভগৃহ) বুলি উল্লেখ কৰা হৈছে। তদুপৰি সেয়েই হৈছে নিৰ্বাণো। সেই চূড়ান্ত পৰিণতিৰ উপলব্ধি ইমান কঠিন যে স্থবিৰবাদীসকলে সেই অৱস্থাৰ কথা বুজাবলৈ ভাষাই বিচাৰি নেপাইছিল। কিন্তু মহাযানী বৌদ্ধপন্থী বেছি ভাগেই নিৰ্বাণ মানে 'উপনিষদ'-বৰ্ণিত পৰমাত্মাৰ সৈতে বিলীন হৈ যোৱাটোকে বুজিছিল। ধৰ্মচক্ৰ পূৰ্ণৰূপে আৱৰ্তিত হ'ল এবাৰ—কিন্তু বৌদ্ধ ধৰ্মৰ আদিছোৱাত সেই ধৰ্মই প্ৰৱলভাৱে বিৰোধিতা কৰা ৰহস্যময় একাত্মতাত্ত্বিক ব্যাখ্যাই পৰৱৰ্তী কালৰ বৌদ্ধ ধৰ্মতো প্ৰৱেশ কৰিলে তাকে যেনিবা বেলেগ শব্দৰ ৰহণ গাত সানি।

হীনযান আৰু মহাযান দুই পন্থৰে সৰহভাগ বৌদ্ধ সম্প্ৰদায়ৰে 'ত্ৰিপিটক'ৰ নিজৰ নিজৰ ব্যাখ্যা সম্বলিত শাস্ত্ৰচয় আছিল যদিও একমাত্ৰ স্থবিৰবাদীসকলৰ পালি ভাষাত ৰচিত পিটকৰ বাহিৰে আনবোৰ শাস্ত্ৰ সম্পূৰ্ণ ৰূপত এতিয়া আৰু পাবলৈ নাই। মহাযান পন্থাৰ সৰহভাগ সম্প্ৰদায়ৰে তেনে গ্ৰন্থবিলাকৰ স্থান লৈছিল খ্ৰীষ্টাব্দ আৰম্ভৰ কালৰ শতাব্দীবোৰত ৰচিত সংস্কৃত ভাষাৰ বৌদ্ধ ধৰ্মগ্ৰন্থবিলাকে। উল্লেখনীয় যে ভাৰতত মহাযানী বৌদ্ধ পন্থাৰ স্বীকৃত ভাষা আছিল সংস্কৃত। যদিও এছিয়া মহাদেশৰ অন্যান্য দেশত মহাযানী বৌদ্ধ ধৰ্মৰ ভাষা হিচাপে স্থানীয় দেশীয় ভাষাবোৰেই স্বীকৃতি লাভ কৰিছিল। এনে সংস্কৃত গ্ৰন্থবিলাকত মূল 'সুত্তপিটক'ত থকাতকৈ বহুত বহলকৈ বুদ্ধৰ বাণীবোৰ লিপিবদ্ধ কৰা হৈছিল বাবে সেইবিলাকৰ নাম হৈছিল 'বৈপুল্য-সূত্ৰঃ' অৰ্থাৎ বিশদ ব্যাখ্যা-সম্বলিত সূত্ৰ।

মহাযান বৌদ্ধ পন্থৰ আদিতম ধৰ্মগ্ৰন্থবিলাকৰ ভিতৰত অন্যতম আছিল 'ললিতবিস্তাৰ'। সি হৈছে বুদ্ধৰ জীৱন-গাঁথা—তাকে পালি ভাষাত ৰচনা কৰা বুদ্ধৰ জীৱন-চৰিততকৈ অনেক বেছি বহলকৈ—বুদ্ধৰ জীৱনৰ বিষয়ে নানা অলৌকিক আৰু বিস্ময়কৰ বৃত্তান্তৰ বৰ্ণনাৰে কবিত্বপূৰ্ণ অলঙ্কাৰপূৰ্ণ দীঘলীয়া এক ৰচনা। এই দীঘলীয়া কবিতাটোকে ছাৰ এড্‌উইন আৰ্নল্ডে তেওঁৰ 'দ্যা লাইট অব্ এছিয়া' নামৰ প্ৰসিদ্ধ গ্ৰন্থৰ বাবে ব্যৱহাৰ কৰিছিল। যোৱা শতাব্দীৰ শেহভাগলৈকে এই গ্ৰন্থ বৰ জনপ্ৰিয় আছিল। অৱশ্যে তাৰ ৰচনাৰীতি অলপ পুৰণা হৈছে। তথাপি এতিয়াও মানুহে বুদ্ধৰ সেই জীৱন-গাঁথা সমাদৰেৰে পঢ়ে। আন উল্লেখযোগ্য ধৰ্মগ্ৰন্থবোৰ হ'ল— 'সদ্ধৰ্ম্মপুণ্ডৰীক' (= সৎ ধৰ্মৰ পদুম ফুল) কথোপকথনৰ জৰিয়তে সাহিত্যিক ৰসযুক্ত ধৰ্মবিচাৰৰ গ্ৰন্থ ; আন এখন হৈছে 'বজ্ৰচ্ছেদিক' (= হীৰা কাটিব পৰা সাঁজুলি), গুৰুত্বপূৰ্ণ ধৰ্মদৰ্শনৰ গ্ৰন্থ ; তেনে অন্য এখন গ্ৰন্থ হৈছে 'সুখাৱতী ব্যূহ', সেই গ্ৰন্থ অমিতাভ আৰু তেওঁৰ স্বৰ্গৰ গৌৰৱময় বৰ্ণনা আছে ; 'কৰণ্ডব্যূহ' নামে আন এখন গ্ৰন্থত অৱলোকিতেশ্বৰৰ মহিমা

বৰ্ণনা কৰা হৈছে; 'অষ্ট সহস্ৰিক প্ৰজ্ঞাপাৰমিতা' নামৰ আন এখন গ্ৰন্থত বোধিসত্ত্বসকলৰ আধ্যাত্মিক সম্পূৰ্ণতা আৰু বিভূতিৰাজিৰ বৰ্ণনা আছে। এই বোধিসত্ত্ববিষয়ক সাহিত্য বিস্তৰ পৰিমাণে পোৱা যায়। এইবোৰ পবিত্ৰ ধৰ্মগ্ৰন্থৰ উপৰিও মহাযান পন্থৰ ধৰ্মীয় কাব্যৰ পৰিমাণো অলপ নহয়। ধৰ্মীয় দৰ্শনৰ গ্ৰন্থও আছিল অনেক। সেইবিলাকৰ কিছুমান সাহিত্যৰ দৃষ্টিকোণৰ পৰা বিচাৰ কৰিলে অতি উচ্চস্তৰৰ বুলি বিনা দ্বিধাই ক'ব পাৰি।

স্থবিৰবাদী পণ্ডিতসকলৰ গ্ৰন্থ ৰচনাৰ ক্ষেত্ৰত এক বাধা আছিল। বুদ্ধই নিজৰ ধৰ্ম সম্বন্ধে অনাৱশ্যক আলোচনা-বিলোচনা, টীকা-টিপ্পনীক বৰ উৎসাহ দিয়া নাছিল। গতিকে স্থবিৰবাদী টীকাকাৰসকলে সুন্দৰ আৰু সাৰ্থক যুক্তি প্ৰদৰ্শন কৰি নিজৰ মত ৰজাব পাৰিছিল যদিও তেওঁলোকে প্ৰণালীবদ্ধভাৱে ধৰ্ম-দৰ্শনৰ গ্ৰন্থ কমেইহে ৰচনা কৰিছিল। আনহাতে, মহাযানীসকলে বহুত গ্ৰন্থ ৰচনা কৰিছিল। তেওঁলোকৰ ধৰ্মীয় তত্ত্ববিচাৰৰ দুটা ধাৰা—এটা হ'ল 'মাধ্যমিক', আনটো হ'ল 'যোগাচাৰ'।

'মাধ্যমিক' ধাৰাৰ সেই নাম হোৱাৰ কাৰণ আছিল এয়ে যে ই আলোচনাৰ ক্ষেত্ৰত সৰ্বাস্তিবাদীসকলৰ আপোচবিহীন বাস্তৱধৰ্মী যুক্তিবাদ আৰু যোগাচাৰৰ আদৰ্শানুগ চিন্তা দুইটাৰ মাজৰ মধ্যম পন্থা বাছি লৈছিল। ভাৰতৰ শ্ৰেষ্ঠতম দাৰ্শনিকসকলৰে এজন নাগাৰ্জুন-বিৰচিত 'মাধ্যমিক কাৰিকা' নামে গ্ৰন্থ আছিল এই মাধ্যমিক ধাৰাৰ ভিত্তি গ্ৰন্থ। বৌদ্ধ বৃত্তান্তমতে নাগাৰ্জুন আছিল কণিষ্কৰ সমসাময়িক লোক। বৌদ্ধ ধৰ্মৰ প্ৰায় সকলো পন্থতে বিশ্বব্ৰহ্মাণ্ডক এক ক্ষণস্থায়ী কিন্তু পৰস্পৰৰ ওপৰত নিৰ্ভৰশীল এক ঘটনা-প্ৰবাহ বুলি ধৰা হয়। এই ঘটনা-প্ৰবাহকে 'ধৰ্ম' শব্দেৰে বুজোৱা হয়। নাগাৰ্জুনে অতি সূক্ষ্ম যুক্তি-তৰ্কেৰে বুজাই দিছিল যে চূড়ান্ত বিচাৰত দেখা যায় যে সেই মহাজাগতিক ঘটনা-প্ৰবাহো বাস্তৱ নহয়। সেই ঘটনা-প্ৰবাহৰ বিষয়ে যি সচেতনতা বা বোধ সিও বাস্তৱ নহয়— কাৰণ সেই সচেতন হোৱাটোও একেই ঘটনা-প্ৰবাহৰে অন্তৰ্ভুক্ত এক ঘটনাই। সেইবাবে জন্ম-জন্মান্তৰৰ জুখিব নোৱৰা দৈৰ্ঘ্যৰ প্ৰক্ৰিয়াৰ মাজেৰে যি 'সংসাৰ'ৰ তত্ত্বৰ কথা কোৱা হৈছে সিও বাস্তৱ নহয়। তাৰো আচলতে কোনো অস্তিত্ব নাই। আৰু যদি এই চিৰপৰিবৰ্তনশীল জগতেই বাস্তৱ নহয় তেনে তাৰ অপৰ যুক্তি 'নিৰ্বাণো' বাস্তৱ নহয়। সেই দেখি দৰাচলতে 'সংসাৰ' আৰু 'নিৰ্বাণ'ৰ মাজত কোনো পাৰ্থক্য নাই। একেই ধৰণে অস্তিত্ববিহীন বাবেই দুইটাই আচলতে একেটা বস্তু। যদি প্ৰকৃততে সকলো দৃষ্ট-অদৃষ্ট বস্তুয়েই বাস্তৱ নহয় তেন্তে শেষ বিশ্লেষণত সকলো একেটাই বুলি প্ৰতিপন্ন হ'বই। নাগাৰ্জুনৰ মতে মাত্ৰ এটা বস্তুৰ বা গুণৰ আচল বাস্তৱমূল্য আছে—সেইবাবেই তাৰ কোনো ক্ৰিয়া নাই। সি হ'ল অলীকতা—নাগাৰ্জুনৰ ভাষাত 'শূন্যতা'।

কিন্তু এই দাৰ্শনিক 'নিহিলিজম্' বা বিধ্বংসনবাদী তত্ত্ববিচাৰে নাগাৰ্জুন আৰু তেওঁৰ অনুগামীসকলৰ সন্দেহবাদী বা ঈশ্বৰ সন্দেহী কৰা নাছিল। যদিও তেওঁলোকৰ

মতে এই সৰ্বব্যাপ্ত শূন্যতাৰ বাহিৰে বাস্তব বুলিবলৈ একোৱেই নাছিল তথাপি এই বিশ্বব্ৰহ্মাণ্ড আৰু তাত থকা সকলো বস্তু—ওপৰৰ অমিতাভৰ পৰা তলৰ ক্ষুদ্ৰাতিক্ষুদ্ৰ সকলোলৈকে—আটাইৰে এক প্ৰকাৰ গুণনিৰূপিত ব্যৱহাৰিক অস্তিত্ব আছিল আৰু সেইবোৰৰ অন্তৰ্নিহিত মহাশূন্যতাই হৈছে ধৰ্মকায় বা আদি বুদ্ধ বা নিৰ্বাণ। নিৰ্বাণৰ পিছত লব্ধ চূড়ান্ত আনন্দময় অৱস্থা এতিয়া এই জীৱনতে প্ৰাপ্ত হৈছে—যি সেই আনন্দ অনুভৱ কৰিব পাৰে তাৰ অন্তৰ এই জীৱনতে বাস্তৱিক সেই পৰমানন্দৰে পূৰ্ণ।—নিৰ্বাণৰ পিছত লাভ কৰিবলগীয়া সেই দূৰস্থ আৰু কষ্টকল্পিত নিৰুত্তাপ আনন্দ নহয়। "এই জগতৰ এই যে আমাৰ জীৱন, সিও নিৰ্বাণৰ সৈতে একে...... বাস্তৱতে এই জীৱন আৰু নিৰ্বাণৰ মাজত কোনো প্ৰভেদ নাই।"—এয়ে হ'ল মাধ্যমিকসকলৰ বক্তব্য।

যোগাচাৰ দাৰ্শনিক চিন্তাধাৰাকে বিজ্ঞানবাদী ধাৰা বুলিও কোৱা হয়। এই দৰ্শনত হীনযান পন্থৰ বাস্তৱবাদক একেবাৰে বাতিল বুলি ঘোষণা কৰা হয়। তাৰ সলনি প্ৰতিপন্ন কৰা হয় এক সুচিন্তিত আদৰ্শবাদ। এই দৰ্শনে আনকি মাধ্যমিকসকলৰ গুণ নিৰূপিত বাস্তৱবাদৰ ধাৰণাও মানি নলয়। এওঁলোকৰ মতে বিশ্বজগত নিৰ্মিত হৈছিল এক সৰ্বময় চেতনাৰ উন্মেষৰ দ্বাৰাই—ইয়াত বাস্তৱতা বিচৰা, সপোনৰ বাস্তৱতা বিচৰাৰ দৰেই নিৰৰ্থক। তাৰ একমাত্ৰ বাস্তৱতা হৈছে 'সাদৃশ্য' যাক তেওঁলোকে নাম দিছিল 'তথাতা'— অন্য নাম ধৰ্মধাতু (= 'জগত নিৰ্মাণৰ কেঁচা সামগ্ৰী' বুলি সাধাৰণতে মুক্ত অনুবাদ কৰা হয় এই শব্দৰ)। এই চিন্তা নাগাৰ্জুনৰ শূন্যতাৰ চিন্তাৰ সমতুল্য। যোগাচাৰ দৰ্শনৰ প্ৰভাৱ মাধ্যমিক দৰ্শনৰ সমান নাছিল। কিন্তু এই চিন্তাধাৰাই বহুতো নামী দাৰ্শনিক আৰু ন্যায়বাগীশৰ সৃষ্টি কৰিছিল। এইসকলৰ ভিতৰত প্ৰধান আছিল অসঙ্গ। তেওঁৰ জীৱন কাল আছিল খ্ৰীষ্টীয় চতুৰ্থ-পঞ্চম শতাব্দী। তেওঁ পেছোৱাৰৰ মানুহ আছিল। তেওঁৰ সূত্ৰালঙ্কাৰ নামৰ গ্ৰন্থই যোগাচাৰ দৰ্শনৰ প্ৰথম গ্ৰন্থ। তেওঁৰ লগতে উল্লেখযোগ্য আছিল তেওঁৰ ভায়েক বসুবন্ধু আৰু দুজন ন্যায়শাস্ত্ৰ বিশাৰদ দিগনাগ আৰু ধৰ্মকীৰ্তি। যোগাচাৰ দৰ্শনৰ গুৰুত্বপূৰ্ণ গ্ৰন্থবোৰৰ এখন হৈছে লঙ্কাৱতাৰ সূত্ৰ। ই এখন সুদীৰ্ঘ অতি সূক্ষ্মবিচাৰ পূৰ্ণ তত্ত্বগ্ৰন্থ।

**বজ্ৰযান পন্থা ঃ**

মহাযান পন্থাৰ ইতিহাসৰ প্ৰাৰম্ভতে বৌদ্ধ দেৱমণ্ডলত দেৱীসকলৰ অনুপ্ৰৱেশ ঘটিছিল। এনে এগৰাকী দেৱীৰ নাম আছিল প্ৰজ্ঞাপাৰমিতা। সেই নামৰ অৰ্থ হৈছে অন্তৰ্দৃষ্টিৰ সম্পূৰ্ণতা। বোধিসত্ত্বৰ গুণাৱলীৰ একত্ৰে কল্পিত এক দেৱীৰূপ। পৰৱৰ্তী যুগত বুদ্ধ আৰু বোধিসত্ত্বসকলক হিন্দু দেৱতাসকলৰ দৰে পুৰুষৰূপত কল্পনা কৰা

হৈছিল—তেওঁলোকৰ পত্নী দেৱীসকল আছিল। সেই দেৱীসকলক তেওঁলোকৰ স্ব স্ব স্বামীদেৱতাসকলৰ কৰ্মভাগ বা 'শক্তি' বুলি গণ্য কৰা হৈছিল। দেৱতাসকলক জাগতিক সকলো কথাৰ পৰা দূৰত অৱস্থান কৰা অতীন্দ্ৰিয় শক্তি বুলি ধৰা হৈছিল। কিন্তু দেৱীসকল সদায় জাগতিক কৰ্মকাণ্ডৰ লগত জড়িত আছিল। সেইবাবে দেৱতাসকলৰ ওচৰ চাপিবলৈ হ'লে দেৱীসকলৰ জৰিয়তে নগ'লে নহৈছিলেই। দেৱ-দেৱীসকলৰ মিলনৰ ফলতে উৎপাদনো হৈছিল—এই দেৱ-দেৱীৰ যৌন-মিলনৰ ধাৰণা 'ঋকবেদ'ৰ যুগৰে পুৰণি। এনে ধৰণৰ ধাৰণা লোকসমাজত গাঢ় হৈ অহাৰ লগে লগে যৌনতাৰ প্ৰতীক গ্ৰহণ আনকি ধৰ্মীয় ক্ৰিয়া-কাণ্ড হিছাপে যৌন-মিলনো হিন্দু আৰু বৌদ্ধ উভয় ধৰ্মৰে কিছুমান পন্থৰ ধৰ্মবুদ্ধিৰ অন্তৰ্গত হৈ পৰিছিল।

এই ধাৰণাবোৰৰ লগতে যুক্ত হৈ পৰিছিল এক নতুন ধৰণৰ যাদু-মন্ত্ৰৰ ৰহস্যতত্ত্ব। হীনযান পন্থত কোৱা হয় যে এই যাদুশক্তি বা মন্ত্ৰশক্তি লাভ কৰিব পাৰি আত্ম-সংযম আৰু তপস্যাৰ যোগেদি ক্ৰমাৎ নিজৰ ব্যক্তিসত্তা বিলোপ কৰি। মহাযান পন্থই কৈছিল যে তাৰ লগতে স্বৰ্গবাসী বুদ্ধ আৰু বোধিসত্বসকলৰ দয়া আৰু সাহায্যও লাগিব। এই নতুন পন্থৰ অনুগামীসকলৰ মতে এই সিদ্ধি লাভ কৰাৰ উপায় হৈছে মন্ত্ৰশক্তি বা যাদুকৰী শক্তি আহৰণ কৰা। সেই শক্তিকে তেওঁলোকে বজ্ৰ বা 'হীৰক' বুলি কয়। তাৰ পৰাই বৌদ্ধ ধৰ্মৰ এই নতুন পন্থৰ নাম হৈছিল বজ্ৰযান পন্থা।

আনকি স্থবিৰবাদীসকলেও বিশ্বাস কৰিছিল যে বহুকাল জুৰি সাধনা কৰাৰ পিছত উচ্চস্তৰৰ বৈৰাগ্য লাভ কৰা শ্ৰমনসকলে আপোনা-আপুনি কিছুমান অলৌকিক শক্তিৰ গৰাকী হয়। সকলো যুগতে কোনো নিৰ্দিষ্ট বৌদ্ধ মঠ বা বিহাৰৰ সদস্যভুক্ত নোহোৱা মুক্তভাৱে ধৰ্ম পালন কৰা বৌদ্ধ সন্ন্যাসী কিছুমানতো আছিলেই। তেওঁলোকৰ জীৱন-যাত্ৰাৰ ওপৰত কোনো মঠ বা বিহাৰৰ কঠোৰ অনুশাসনৰ নিয়ন্ত্ৰণ নাছিল। তেনে ধৰণৰ কিছুমান বৌদ্ধ সন্ন্যাসীয়েই যাদু-মন্ত্ৰ আৰু তন্ত্ৰ-মন্ত্ৰৰ খেলা দেখুৱাই ফুৰিছিল, যিবোৰ বুদ্ধই তেওঁৰ জীৱদ্দশাত নিন্দা কৰিছিল। খুব সম্ভৱ এনে মুক্তভাৱে বিচৰণ কৰা বৌদ্ধ সন্ন্যাসীবিলাকৰ মাজতে প্ৰথমে বজ্ৰযান পন্থাৰ ভিত্তি ৰচিত হৈছিল। তাকে পিছত বঙ্গ আৰু বিহাৰৰ পালবংশী ৰজাসকলৰ দিনত বিধিবদ্ধ কৰি ধৰ্মপন্থাৰ মৰ্যাদা দিয়া হৈছিল। সপ্তম শতাব্দীত হিউয়েন চাঙে ভাৰত ভ্ৰমণ কৰোঁতেও কিছুমান বৌদ্ধবিহাৰ তান্ত্ৰিকতা-প্ৰধান কেন্দ্ৰ হৈ পৰা তেওঁৰ চকুত পৰিছিল।

এই নতুন পন্থৰ উপাস্য দেৱ-দেৱীসকলৰ মুখ্য আছিল উদ্ধাৰকৰ্ত্ৰী দেৱীসকল, যিসকলক 'তাৰাঃ' বোলা হৈছিল। তেওঁলোক আছিল স্বৰ্গস্থিত বুদ্ধ আৰু বোধিসত্ত্বসকলৰ পত্নী। এইবিলাকৰ উপৰিও নিম্ন শ্ৰেণীৰ দেৱীও আছিল অনেক যিবোৰক নিম্ন অৰ্থসূচক নামেৰে উল্লেখ কৰা হৈছিল। যেনে 'কুলটা নাৰী' অৰ্থযুক্ত 'মাতঙ্গী' শব্দেৰে, পিশাচী, যোগিনী (= যাদুকৰী শক্তিযুক্ত নাৰী) আৰু ডাকিনী শব্দেৰে। বুদ্ধ আৰু বোধিসত্ত্বসকলকো

তেওঁলোকৰ নিজৰ নিজৰ তাৰাৰ লগত হিন্দু দেৱমণ্ডলীৰ নিম্নবৰ্গৰ দেৱ-দেৱীসকলৰ ৰূপতহে দেখুৱা হৈছিল—সাধাৰণতে অতি ভয় লগা বহু-হস্তবিশিষ্ট ৰূপত।

ব্ৰাহ্মণসকলৰ যুগৰ দৰেই এই দেৱ-দেৱীবিলাকক স্তুতি-প্ৰাৰ্থনাৰে সন্তুষ্ট কৰাৰ সলনি মন্ত্ৰৰে বাধ্য কৰিহে সেইবিলাকৰ পৰা অভীষ্ট বস্তু লাভ কৰিব লাগে বুলি সকলোৱে ধাৰণা কৰিছিল। তাৰ বাবে কৰিব লাগিছিল সাধনা। এই সাধনাৰ বিধি-বিধান লিপিবদ্ধ থকা শাস্ত্ৰবোৰকে তন্ত্ৰ বোলা হৈছিল আৰু তাৰ পৰাই তান্ত্ৰিক বুলি এটা শ্ৰেণীৰে উৎপত্তি হৈছিল। শুদ্ধকৈ মাটিত তান্ত্ৰিক প্ৰতীক-ক্ষেত্ৰ বা যন্ত্ৰ অংকন কৰি শুদ্ধকৈ আৱশ্যকীয় মন্ত্ৰ উচ্চাৰণ কৰিলে যাক উদ্দেশ্য কৰি সেই কৰ্মকাণ্ড অনুষ্ঠিত কৰা হয় সেই দেৱতাই সেৱকীক যি লাগে তাকে দিবলৈ বাধ্য হয়। তান্ত্ৰিক বৌদ্ধসকলৰ বহু মন্ত্ৰৰ ভিতৰত এটা বিশেষ আৰু বিখ্যাত যিটো ষড়াক্ষৰা মন্ত্ৰ বুলি কোৱা হয়। সেই মন্ত্ৰত ছটা শব্দাংশ আছে। মন্ত্ৰটো হৈছে— 'ওঁম মণি পদ্মে হুম্!' সেই মন্ত্ৰ এতিয়াও তিব্বতত দৈনিক শত-সহস্ৰবাৰ লিখা হয় আৰু গোৱা হয়। তাৰ অৰ্থ হৈছে 'ওঁম্ পদ্মৰ মাজত মণি!' ইয়াৰ অৰ্থ যৌনতা জ্ঞাপকো হ'ব পাৰে—হয়তো স্বৰ্গস্থিত বুদ্ধ অমিতাভ আৰু প্ৰজ্ঞাপাৰমিতাৰ মাজৰ অথবা অৱলোকিতেশ্বৰ আৰু তেওঁৰ তাৰাৰ মাজৰ ৰহস্যবাদী স্বৰ্গীয় যৌনতালৈও ইঙ্গিত কৰিব পাৰে।

তান্ত্ৰিক বৌদ্ধ ধৰ্মত ভাৰতৰ সকলো প্ৰধান আৰু প্ৰাচীন ধৰ্মতে আচৰিত আৰু সমাদৃত মনঃ সংযম-তপঃ ধ্যান আদিৰ দৰে মানসিক প্ৰশিক্ষণ কৌশল অৱলম্বন কৰা হৈছিল। কিন্তু সেইবোৰৰ নিৰ্দেশনাত অলপ ভিন্নতা আছিল। সেইবোৰ তপঃ-ধ্যানৰ প্ৰধান উদ্দেশ্য আছিল অলৌকিক শক্তি অৰ্জন। বজ্ৰযান পন্থৰ এনে সাধন-মাৰ্গত কোনো নীতিবোধৰ স্থানেই নাছিল। সেই মাৰ্গৰ সাধকে কায়-মনো-বাক্যে নিজকে একাগ্ৰপতীয়া ধ্যানেৰে কোনো তাৰাৰ গৰ্ভৰ পৰা পুনৰ্জন্ম লোৱা বুলি কল্পনা কৰে। সেইদৰে জন্ম লোৱাৰ উদ্দেশ্য হৈছে তাৰ নিজৰে পিতৃ বুদ্ধক বধ কৰি তেওঁৰ স্থান নিজে দখল কৰা। কোনো স্ত্ৰী-শিষ্যাৰ লগত যৌন-কাৰ্যত লিপ্ত হৈ থাকোঁতে সাধকে নিজকে কল্পনা কৰে বুদ্ধ বুলি আৰু স্ত্ৰীজনী হয় তাৰা। কেতিয়াবা সাধকে নিজকেও তাৰা বুলি ধৰি লয়। তান্ত্ৰিক বৌদ্ধবোৰৰ এনে দুৰাচাৰী যৌনকাৰ্যত সমাজৰ সকলো বাধা-নিষেধৰ বিলুপ্তি ঘটোৱা। আনকি ব্যভিচাৰো সমৰ্থন কৰে সিহঁতে। কাৰণ সিহঁতৰ মতে অজ্ঞানী লোকৰ বাবে যিটো ব্যভিচাৰ সাধকৰ বাবে সেয়ে ধৰ্মকাম। সুৰাপান, আমিষ ভোজন, পশুবধ আনকি সময়ে সময়ে নৰবধৰ দৰে মানুহৰ মনে কল্পনা কৰিব পৰা সকলো ধৰণৰ পাপ কামেই এনে বৌদ্ধ তান্ত্ৰিক সম্প্ৰদায়ৰ সদস্যবোৰৰ বাবে সম্ভৱ আছিল। এই সকলো কাম সমাধা কৰা হৈছিল কঠোৰ নীতি-নিয়ম আৰু বিধি-বিধান সহকাৰে নিৰ্দিষ্ট শাস্ত্ৰীয় অনুষ্ঠানৰ জৰিয়তে। পিছৰ যুগৰ বঙালী তান্ত্ৰিকবোৰৰ দৰেই বজ্ৰযানী সাধকেও সাধাৰণ জীৱনযাত্ৰাত স্বাভাৱিক মানুহৰ দৰেই আচৰণ কৰিছিল।

হয়তো তাৰ মনৰ কু-প্ৰবৃত্তিবোৰ এনেদৰে ধৰ্মীয় তন্ত্ৰসাধনৰ মাজেদি মাজে সময়ে পূৰণ কৰি লৈ মানসিক প্ৰবৃত্তিবোৰৰ ভাৱসাম্য ৰক্ষা কৰি সি যেনেদৰে বুজে তেনে ধৰণে মোটামুটি 'সৎ' জীৱন-যাপন কৰিছিল।

**বৌদ্ধ সঙ্ঘ ঃ**

বৌদ্ধ সঙ্ঘবোৰত যি কোনো বৰ্ণৰ মানুহকে ভৰ্তি কৰা হৈছিল। কিন্তু দাস, সৈনিক, ঋণগ্ৰস্ত লোক বা অন্য ব্যক্তি বা অনুষ্ঠানৰ প্ৰতি আগতেই আনুগত্য থকা লোকক তেওঁলোকৰ গৰাকী বা সংশ্লিষ্ট উৰ্ধ্বতন লোকৰ সন্মতি সাপেক্ষেহে সঙ্ঘত যোগদান কৰিবলৈ দিয়া হৈছিল। কোনো বালক অষ্টমবৰ্ষীয় হ'লেই সঙ্ঘত প্ৰৱেশ কৰিব পাৰিছিল। কিন্তু তেনে বালকে দীৰ্ঘকাল জুৰি অধ্যয়ন কৰি কমেও কুৰি বছৰ বয়সপ্ৰাপ্ত হ'লে পূৰ্ণ সদস্য হিছাপে গণ্য হৈছিল। সঙ্ঘত প্ৰৱেশ অনুষ্ঠান অতি সহজ আৰু অনাড়ম্বৰ আছিল। তিনি ডুখৰীয়া হালধীয়া বা কমলা ৰঙৰ সঙ্ঘৰ বস্ত্ৰ পিন্ধিব লাগিব। আনুষ্ঠানিকভাৱে মস্তক মুণ্ডন কৰিব লাগিব। মুখেৰে তিনি মুক্তাবাণী (বুদ্ধং শৰণং গচ্ছামি। ধম্মং শৰণং গচ্ছামি। সঙ্ঘং শৰণং গচ্ছামি॥) আৰু দহ প্ৰতিশ্ৰুতি বাক্য উচ্চাৰণ কৰিব লাগিব। এই দহ অঙ্গীকাৰ বাক্য বৌদ্ধ ধৰ্মাচাৰৰ ভিত্তিস্বৰূপ। যেনে—

১। মই সংকল্প কৰিলোঁ যে মই কোনো জীৱন্ত প্ৰাণীৰে অনিষ্ট নকৰোঁ।

২। মই সংকল্প কৰিলোঁ যে যি বস্তু মোক দিয়া হোৱা নাই সেই বস্তু মই নলওঁ।

৩। মই সংকল্প কৰিলোঁ যে ৰিপুৰ বশ হৈ কোনো অসৎ আচৰণ মই নকৰোঁ।

৪। মই সংকল্প কৰিলোঁ যে মই কেতিয়াও মিছা কথা নকওঁ।

৫। মই সংকল্প কৰিলোঁ যে মই কেতিয়াও সুৰা-মেৰয়-মজ্জাদি নিচাকাৰক দ্ৰব্য সেৱন কৰি অসংযত আচৰণ নকৰোঁ।

৬। মই সংকল্প কৰিলোঁ যে মই নিষিদ্ধ সময়ত (= দুপৰীয়াৰ পিছত) ভোজন নকৰো।

৭। মই সংকল্প কৰিলোঁ যে মই নৃত্য-গীত-সঙ্গীত-নাট্যাভিনয় আদিৰ পৰা দূৰত থাকিম।

৮। মই সংকল্প কৰিলোঁ যে মই কোনো মাল্য, সুগন্ধ, সুগন্ধি প্ৰলেপ আৰু ভূষণাদি পৰিধান নকৰোঁ।

৯। মই সংকল্প কৰিলোঁ যে মই কোনো উচ্চ আৰু প্ৰশস্ত শয্যাত শয়ন নকৰোঁ।

১০। মই সংকল্প কৰিলোঁ যে মই কোনো সুৱৰ্ণ-ৰজত দান গ্ৰহণ নকৰোঁ।

এই সংকল্প বাক্যবোৰ জীৱনভৰ মানি চলিবই লাগিব বুলি কোনো বাধ্য-বাধকতাও নাছিল। নিষ্ঠাৰে গ্ৰহণ কৰা সংকল্পহে আছিল। মাজে-সময়ে এই সংকল্প-বাক্যবোৰ

আওৰাই থাকি বৌদ্ধ সন্ন্যাসীয়ে নিজকে সজাগ কৰি ৰাখিছিল। যদি কোনো ভিক্ষুয়ে ভাবে যে তেওঁ সাধুতা সহকাৰে এই শপত বাক্যবোৰ মানি চলিব নোৱৰা হৈছে, তেন্তে তেওঁ সংঘ ত্যাগ কৰি গুচি যাব পাৰিছিল বিনা বাধাই। অৱশ্যে তেনেদৰে সঙ্ঘ ত্যাগ কৰি গুচি যোৱাজনৰ প্ৰতি সমাজ বৰ সদয় নাছিল। কেতিয়াবা এনে সংকল্প বাক্যবোৰ এটা নিৰ্দিষ্ট সময়লৈকেহে মানি চলিব বুলি উচ্চাৰণ কৰিছিল। যেনে ব্ৰহ্মদেশত এতিয়াও বিদ্যালয়ৰ শিক্ষা সমাপ্ত কৰি ল'ৰাবোৰে কেইমাহমান বৌদ্ধ মঠ বা বিহাৰত বাস কৰি আহেগৈ সঙ্ঘৰ সদস্য ৰূপে, ভৱিষ্যতৰ সফল প্ৰাপ্তবয়স্ক জীৱনৰ প্ৰস্তুতিৰ বাবে। এই বিষয়ত বৌদ্ধ সঙ্ঘ ব্যৱস্থা আৰু খ্ৰীষ্টান মঠবিলাকৰ ব্যৱস্থাৰ মাজত সুমেৰু-কুমেৰু প্ৰভেদ।

এই দহ সংকল্প-বাক্যৰ প্ৰথমটোৰ অৰ্থ সম্পূৰ্ণ নিৰামিষাহাৰী হোৱা নহয়। যদিও পিছৰ যুগত বহুতো বৌদ্ধ সম্প্ৰদায়ৰ মাজত ই বাধ্যতামূলক নিৰামিষাহাৰী হোৱা ৰীতিতে পৰিণত হৈছিলগৈ। আচলতে যদি যি জন্তুৰ মাংস ভোজনৰ বাবে পৰিৱেশন কৰা হৈছে সেই জন্তু যদি কেৱল সন্ন্যাসীৰ ভোজনৰ উদ্দেশ্যেই নিধন কৰা হোৱা নাছিল, তেন্তে তেনে আমিষ আহাৰ সন্ন্যাসীৰ গ্ৰহণযোগ্য হ'ব পাৰে। তৃতীয় সংকল্পমতে, সন্ন্যাসী সম্পূৰ্ণ ব্ৰহ্মচৰ্য ব্ৰতত ব্ৰতী হ'ব লাগিব। পঞ্চম সংকল্পই সৰ্বপ্ৰকাৰ মাদক দ্ৰব্য সেৱনৰ পৰা আঁতৰি থকা বুজায়। ষষ্ঠ সংকল্প অনুযায়ী মধ্যাহ্নৰ পিছত কোনো গোটা বস্তু সন্ন্যাসীয়ে ভোজন কৰিব নোৱাৰিব। গ্ৰীষ্মপ্ৰধান দেশত যদি কোনো লোক কঠোৰ শাৰীৰিক শ্ৰমযুক্ত কামত নিয়োজিত নহয় তেন্তে খাদ্য গ্ৰহণৰ এই নিয়ম মানি চলা বৰ কষ্ঠসাধ্য কথা নহয়। বিশেষকৈ সন্ন্যাসীয়ে যেহেতু যি কোনো সময়তে মিঠা চৰ্বত আদি খাই থাকিব পাৰেই। কিন্তু তিব্বত আদি শীতপ্ৰধান দেশত সন্ন্যাসীসকলে সান্ধ্যভোজন কৰিব লগা হয়। তেওঁলোকে তাকে ঔষধ বুলি গ্ৰহণ কৰে। সপ্তম সংকল্পত নৃত্য-গীত-সঙ্গীত আদি বৰ্জনীয় হ'লেও ধৰ্মীয় গীত বা প্ৰাৰ্থনাৰ সময়ত নৃত্য-গীত-সঙ্গীতাদিত সেই নিষেধাজ্ঞা নাই। দশম সংকল্পৰ ক্ষেত্ৰত বিভিন্ন মঠ আৰু বিহাৰত বিভিন্ন ব্যাখ্যা আছিল। নিৰ্দেশ পুৰামাত্ৰাই মানি চলিবলৈ গ'লে সঙ্ঘৰ ভিক্ষু সদস্য এজনে মাত্ৰ আঠ বিধ বস্তু হাতত ৰাখিব পাৰে—তিনি যোৰ পোছাক, এখন কঁকালত পিন্ধা কাপোৰ, এটা ভিক্ষাৰ পাত্ৰ, এখন খুৰ, এটা বেজি আৰু খোৱা পানীকণ ছেকি ল'বলৈ এটুকুৰা কাপোৰ। পানীত থকা যি কোনো ক্ষুদ্ৰ ক্ষুদ্ৰ প্ৰাণী সেই ছেকনীৰে ছেকি আঁতৰাই লোৱা হয় যাতে সিহঁতৰ প্ৰাণৰক্ষা পৰে। দৰাচলতে কিন্তু এজন সন্ন্যাসীয়ে এইকেইপদ বস্তুতে সন্তুষ্ট নেথাকি অন্যান্য বহুত বস্তুকে লগত ৰাখে— অজুহাত হিছাপে কয় যে সেই সকলো মঠৰ বা বিহাৰৰ সম্পত্তি তেওঁ ধাৰলৈ আনি ব্যৱহাৰ কৰিছে মাত্ৰ। এনে ধৰণে মঠৰ সম্পত্তি বুলি দেখুৱাই সম্পত্তি ব্যৱহাৰ কৰি থকাৰ দৃষ্টান্ত খ্ৰীষ্টান মঠবিলাকতো দেখা যায়।

এজন ভিক্ষুয়ে প্ৰত্যেক পুৱাবেলা দুৱাৰে দুৱাৰে ঘূৰি তেওঁৰ খাদ্য বস্তু ভিক্ষা কৰি সংগ্ৰহ কৰিব লাগে। তাকে মঠলৈ লৈ আনি তাৰেই দুপৰীয়াৰ ভোজন সমাপ্ত কৰে। মঠ বা বিহাৰবোৰ যেতিয়া সম্পদশালী হৈ উঠিল তেতিয়া সন্ন্যাসীসকলে ভিক্ষা কৰা এটা নামমাত্ৰ আনুষ্ঠানিক ৰীতিতহে পৰিণত হৈছিলগৈ। অনেক বিহাৰত ভিক্ষা কৰা নিয়মেই নোহোৱা হৈছিল।

ব্ৰহ্মচৰ্য পালন আৰু স্বেচ্ছাই দাৰিদ্ৰ্য বৰণ এই দুটা বিষয়ত সংকল্প গ্ৰহণৰ ক্ষেত্ৰত বৌদ্ধ ভিক্ষুসকলৰ খ্ৰীষ্টান সন্ন্যাসীসকলৰ সংকল্পৰ সৈতে সাদৃশ্য থাকিলেও ভিক্ষুসকলে খ্ৰীষ্টান সন্ন্যাসীসকলৰ দৰে মঠ বা বিহাৰৰ প্ৰতি কোনো আনুগত্য বা অধীনতাৰ সংকল্প ল'ব নেলাগিছিল। নৱাগত বা কনিষ্ঠ প্ৰত্যেকজন সদস্যৰে সঙ্ঘত নিজৰ গুৰু একোজন থাকিব পাৰে আৰু তেওঁৰ সেই গুৰুক গভীৰ ভক্তি আৰু সন্মান সহকাৰে মানি চলিব লাগিছিল কিন্তু সেইবুলি কোনো ভিক্ষু কাৰো অধীন নহয়। সঙ্ঘ স্বাধীন ব্যক্তিৰে গঠিত অনুষ্ঠান। প্ৰত্যেক সদস্যই স্বাধীন। দেশত অনেক মঠ আৰু বিহাৰ আছিল। সেইবিলাক একে আৰ্হিত একে নিয়ম-নীতিৰে পৰিচালনা কৰিবলৈ কোনো কেন্দ্ৰীয় কৰ্তৃপক্ষ নাছিল। প্ৰত্যেক মঠ বা বিহাৰৰ নিয়ম-কানুন বেলেগ হ'ব পাৰে। তেওঁলোকে বুদ্ধৰ বাণী যিদৰে বুজিছিল তাৰ ওপৰতে ভিত্তি কৰি নিজৰ বিধি-বিধান ৰচনা কৰি লৈছিল। মঠৰ সংবিধানৰ প্ৰকৃতিত গণতান্ত্ৰিক গুণ দেখা গৈছিল। মঠৰ প্ৰধান ভিক্ষু বা সন্ন্যাসীজনা ঊৰ্ধ্বতন কোনো কৰ্তৃপক্ষই নিযুক্ত কৰা বা বিদায়ী প্ৰধানজনে মনোনয়ন কৰামতে নিযুক্ত নহৈছিল। তেওঁৰ সেই মঠ বা বিহাৰৰ এলেকাভুক্ত সকলো ভিক্ষুয়ে ভোট দি নিৰ্বাচিত কৰিছিল। মঠৰ দৈনন্দিন কাম-কাজ জ্যেষ্ঠ ভিক্ষুসকলেৰে গঠিত এখন সমিতিয়ে পৰিচালনা কৰিছিল। কোনো নতুন সদস্যৰ ভৰ্তিকৰণ বা কোনো সদস্যৰ বহিষ্কৰণ আদি গুৰুত্বপূৰ্ণ সিদ্ধান্তবোৰ ভিক্ষু প্ৰধানে অকলে ল'ব নোৱাৰিছিল—সেই সমিতিয়েহে পাৰিছিল। সমূহীয়া স্বাৰ্থজড়িত গুৰুতৰ বিষয়বোৰত সমগ্ৰ বিহাৰৰ বা সঙ্ঘৰ সকলো সদস্যৰ সাধাৰণ সভাই আলোচনা কৰিহে সিদ্ধান্ত ল'ব পাৰিছিল।

প্ৰতি পষেকতে পূৰ্ণিমা আৰু অমাৱস্যাৰ দিনা গধূলি সকলো ভিক্ষু সমবেত হৈছিল 'উপৱচথ' (পালি ভাষাত 'উপচথ') পালনৰ বাবে। সেইদৰে একত্ৰিত হৈ প্ৰত্যেকে নিজৰ কৃত অকৰ্মবোৰৰ স্বীকাৰোক্তি সমজুৱাকৈ কৰিব লাগিছিল। সেই সভাত 'বিনয় পিটক'ৰ পৰা বিহাৰৰ ভিক্ষুৰ দ্বাৰা পালনীয় সুদীৰ্ঘ 'প্ৰতিমোক্ষ' (= পালি ভাষাত 'পতিমোক্‌খ') বা নিৰ্দেশাৱলীবোৰ পাঠ কৰি শুনোৱা হয়। সেইবোৰ শুনি প্ৰত্যেকজন ভিক্ষুয়ে পাৰ হৈ যোৱা পষেকটোত যদি কিবা নিয়ম ভঙ্গ কৰি জ্ঞাতে বা অজ্ঞাতে কোনো অকৰ্ম কৰিছিল সেই কথা স্বমুখে অকপটে স্বীকাৰ কৰে। যদি তেওঁৰ বিচ্যুতি গুৰুতৰ ধৰণৰ হয় তেন্তে জ্যেষ্ঠ ভিক্ষুসকলৰ এখন সভালৈ বিচাৰৰ বাবে দিয়া হয়। সেই সভাই বিচাৰ কৰি তেনে ভিক্ষুৰ প্ৰায়শ্চিত্তৰ ব্যৱস্থা কৰিব পাৰে বা প্ৰয়োজন

হ'লে সঙ্ঘৰ পৰা বহিষ্কাৰ কৰাৰ সিদ্ধান্তও ল'ব পাৰে। তেনে 'উপবচথ' অনুষ্ঠান শেষ কৰা হয় নানা ধৰ্ম উপদেশেৰে। সেই সভাত চুবুৰীয়া ঠাইবোৰৰ পৰা যি কোনো ধাৰ্মিক লোক উপস্থিত থাকি তেনে ধৰ্ম কথা শ্ৰৱণ কৰিব পাৰিছিল।

মঠ বা বিহাৰত সন্ন্যাসীসকলৰ প্ৰধান কাম আছিল অধ্যয়ন আৰু ধৰ্মানুশীলন। কিন্তু তেওঁ মঠৰ কাম-কাজ কৰোঁতেও শ্ৰমদান কৰাটো নিয়ম আছিল। নিজৰ কুঠৰিটো চাফা কৰি ৰখা, মঠৰ চোতাল আৰু ঘৰ-দুৱাৰ সাৰিপুচি চিকুণ কৰি ৰখা—সকলো কাম সন্ন্যাসীসকলেই কৰিব লাগিছিল। জ্যেষ্ঠ সন্ন্যাসীসকলে নৱাগত আৰু কনিষ্ঠ সদস্যসকলৰ শিক্ষাৰ দায়িত্ব লৈছিল। বিহাৰ বা মঠত থকা কালত আধ্যাত্মিক সাধনা বোলোঁতে প্ৰত্যেক ভিক্ষুয়ে চাৰিটা মহৎ ধাৰণাত মনঃসংযোগৰ অনুশীলন কৰিব লাগিছিল। সেইকেইটাক বুলিছিল 'ব্ৰহ্মবিহাৰ'। পদ্মাসনত উপবেশন কৰি ভিক্ষুজনে একাগ্ৰমনে বৌদ্ধধৰ্মৰ চাৰি মহৎ গুণ— মৈত্ৰী, দয়া, আনন্দ আৰু স্নিগ্ধতাপূৰ্ণ শান্তি— এই চাৰিটাৰে মন ভৰপূৰ কৰি আত্মস্থ হৈ জগতৰ সকলো জীৱন্ত প্ৰাণীকে সেই দৃষ্টি-ভঙ্গীৰে মানসিকভাৱে অৱলোকন কৰিবলৈ চেষ্টা কৰে। পঞ্চম তেনে সাধনাত জগতৰ সকলো অশুচিতা, কদৰ্যতা, নীচতা, পাপাচাৰ আৰু ভয়াৱহতা আৰু বাসনা-লালসাৰ মনঃচ্ছবি অঙ্কন কৰি সৎ-অসৎ দুই অৱস্থাৰ বিষয়ে অৱগত হ'বলৈ যত্ন কৰে। সাধন-মাৰ্গত যিসকল ভিক্ষু ইতিমধ্যে বহু আগুৱাই গৈছে তেওঁলোকক আৰু উচ্চস্তৰৰ ধ্যান অনুশীলন কৰিবলৈ দিয়া হয় যাৰ দ্বাৰা তেওঁলোক ক্ৰমাৎ নিৰ্বাণৰ উপলব্ধি কৰিব পৰা হয়গৈ।

একোজন সন্ন্যাসীৰ মানসিক সংযম অনুশীলনৰ এক উল্লেখনীয় দিশ হ'ল পূৰ্বোক্ত অষ্টাঙ্গ মাৰ্গৰ সপ্তম মাৰ্গত উক্ত 'সৎ-স্মৰণ'। তেওঁক শিকোৱা হয় সৰ্বক্ষণ নিজৰ বিষয়ে সজাগ আৰু সচেতন হৈ থাকিবলৈ। তেওঁ কি কৰ্মত লিপ্ত 'সেইবোৰ কৰ্মৰ পৰিণতি কি' কোন দিশে তেওঁ ধাৱমান—এই সকলো বিষয়ে আত্মজিজ্ঞাসাৰ জৰিয়তে তেওঁৰ নিৰ্ভুল ধাৰণা থাকিবই লাগিব। সেইবোৰ কামত সামান্য ত্ৰুটি, অসাৱধানতা বা অবিবেচনাও গুৰুতৰ দোষৰ কাৰণ হ'বগৈ পাৰে। যেনে—যেতিয়া ভিক্ষুয়ে আহাৰ গ্ৰহণ কৰে তেওঁ সেই ভোজন-কাৰ্য মনোযোগেৰে—সেই ভোজনৰ উদ্দেশ্য অস্থায়ী দেহৰ পৰিপুষ্টিৰ বাবেহে। সেইদৰে দিনটোৰ ভিতৰত যি কামেই নকৰক, প্ৰত্যেক কামৰ বিষয়ে সজাগ হৈ তাৰ উদ্দেশ্যৰ বিষয়ে সচেতন হৈহে কৰিব লাগে। গতানুগতিকতা বা যান্ত্ৰিকতাৰে কাম কৰিলে আধ্যাত্মিক দিশত একো লাভ নহয়। কোৱা বাহুল্য যে সাধন-মাৰ্গত অগ্ৰণী সন্ন্যাসীসকলেহে 'সৎ আৰু সঠিক স্মৰণ' সহকাৰে প্ৰত্যেক কৰ্ম সমাধা কৰাৰ সামৰ্থ্য অৰ্জন কৰে।

এসময়ত ভাৰতৰ অসংখ্য ভিক্ষুণী সঙ্ঘ আছিল। এতিয়া পিছে বৌদ্ধ মঠ আৰু বিহাৰ অকল পুৰুষৰ বাবেহে আছে। অৱশ্যে সেই বিষয়ত তিব্বত দেশ এক ব্যতিক্ৰম। ভিক্ষুণীসকলেও হালধীয়া বসন পিন্ধে। ভিক্ষুসকলৰ দৰেই মস্তক-মুণ্ডন কৰে আৰু

তেনে ভিক্ষুণী সঙ্ঘ বা বিহাৰবিলাকতো নিয়ম-শৃঙ্খলা ভিক্ষু সঙ্ঘবোৰৰ দৰেই কটকটীয়া। সঙ্ঘৰ পুৰুষ আৰু মহিলা উভয় শাখাৰে মৰ্যাদা অক্ষুণ্ণ ৰাখিবলৈ কঠোৰ নিয়ম-নীতি প্ৰৱৰ্তন কৰা হৈছিল যদিও সাধাৰণতে ওচৰা-উচৰিকৈ অৱস্থিত ভিক্ষু-ভিক্ষুণী সঙ্ঘবোৰৰ বিৰুদ্ধে তেওঁলোকৰ ধৰ্মৰ বিৰোধী পক্ষৰ লোকে সময়ে সময়ে নৈতিকতাহীনতাৰ অভিযোগ উত্থাপন কৰে। হয়তো তেনে অভিযোগবোৰ সদায়েই সম্পূৰ্ণভাৱে ভিত্তিহীনো নাছিল। তান্ত্ৰিক বৌদ্ধ ধৰ্মত বিহিত যৌন-ক্ৰিয়া কৰিলে পূৰ্ববৰ্ণিত সংকল্পৰ পৰা চ্যুত হোৱা নুবুজাইছিল— যদিহে সেই পন্থৰ ধৰ্মীয় আনুষ্ঠানিক ক্ৰিয়া-কৰ্ম যথাযথভাৱে পালন কৰি তেনে যৌন-ক্ৰিয়া কৰা হয়।

## বৌদ্ধ নীতিশাস্ত্ৰ আৰু নৈতিকতা ঃ

বৌদ্ধ ধৰ্মত অতি উচ্চস্তৰৰ নৈকিকতাৰ আদৰ্শৰ পোষকতা কৰা হয়। আগতে উল্লেখ কৰা অষ্টাঙ্গ মাৰ্গ— যিবোৰৰ যোগেদি এজন মানুহে নিৰ্বাণ লাভ কৰিব পাৰে বুলি ধৰা হয়—সেই মাৰ্গবোৰ অকল বিশ্বাস বা জ্ঞান নহয়— আছিল চৰিত্ৰ সৃষ্টিৰ পথ আৰু বৌদ্ধ ধৰ্মৰ চাৰি মহৎ গুণ যাক 'ব্ৰহ্মবিহাৰ' বোলা হয় সেইবোৰ উপনিষদোক্ত অহিংসা আৰু সংযমতকৈ বহু বেছি যোগাত্মক মূল্যযুক্ত।

এই চাৰি মহৎ গুণৰ প্ৰধান মৈত্ৰী (পালি ভাষাত 'মেত্তা' সংস্কৃত ভাষাত 'মৈত্ৰী') গুণত বৌদ্ধ ধৰ্মৰ প্ৰেমৰ ধাৰণাত খ্ৰীষ্টান ধৰ্মৰ প্ৰেম শব্দৰ লগত যিমান আৱেগ মিশ্ৰিত আছে সিমান আৱেগ-অনুভূতি নাই। মৈত্ৰী শব্দৰ উৎপত্তি 'মিত্ৰ' (= বন্ধু) শব্দৰ পৰা ইয়াক 'বন্ধুত্ব', 'সদিচ্ছা', 'মঙ্গলবাঞ্ছা' বুলিও ক'ব পাৰি। তথাপি বৌদ্ধ শাস্ত্ৰবোৰত এই 'মেত্তা' গুণৰে এনে আৱেগময়ী বৰ্ণনা পোৱা যায় যে সি ছে'ণ্টপলে দানশীলতাৰ বিষয়ে দিয়া বিখ্যাত ধৰ্মবাণীলৈ মনত পেলাই দিয়ে। যেনে 'সুত্ত-নিপাত'ত আছে—

"সকলো জীৱন্ত প্ৰাণী—সবলেই হওক বা দুৰ্বলেই হওক, ডাঙৰেই হওক বা সৰুয়েই হওক, দৃশ্যমানেই হওক বা অদৃশ্যই হওক, ওচৰৰে হওক বা দূৰৈৰে হওক, ইতিমধ্যে জন্ম লোৱাই হওক বা জন্ম হ'বলৈ থকাই হওক—সকলো তেনে প্ৰাণীৰ জীৱন আনন্দেৰে পৰিপূৰ্ণ হওক।"

"কোনেও যেন কাকো প্ৰৱঞ্চনা নকৰে, কাৰো বিষয়ে যেন বেয়াকৈ নেভাবে আৰু ক্ৰোধ অথবা বিৰূপ মনোভাৱেৰে কাৰো অহিত চিন্তা নকৰে।"

"এগৰাকী মাতৃয়ে নিজৰ জীৱনকালত সদায় যেনেকৈ নিজৰ সন্তানৰ মঙ্গলকে কামনা কৰে, তেনেদৰে এজন মানুহে সকলো জীৱন্ত প্ৰাণীৰ প্ৰতি মৈত্ৰী অনুভৱ কৰিব লাগে।"

"সকলো মানুহে এই বিশ্বৰ সকলো প্ৰাণীৰ প্ৰতি চকুৰ সন্মুখবৰ্তী উৰ্দ্ধত বিচৰণ কৰা বা অধঃ দিশে বাস কৰা সকলো জীৱৰ প্ৰতি সীমাহীন জোখ-মাখহীন নিৰ্বিৰোধ

মৈত্ৰীভাব পোষণ কৰিব লাগে। থিয় হৈ থাকোঁতে, খোজ কাঢ়োঁতে, বহি থাকোঁতে বা শয়ন কৰি থাকোঁতে সৰ্বক্ষণ সকলোৰে প্ৰতি মৈত্ৰীভাবেৰে মানুহৰ মন পৰিপূৰ্ণ হৈ থাকিব লাগে। তাকেই ব্ৰহ্মবিহাৰ বুলি কয়।"

এই প্ৰসঙ্গত নিম্নোক্ত উদ্ধৃতি লক্ষণীয়। 'ক্ষুদ্দক পাঠ'ৰ অষ্টম পৰিচ্ছেদৰ এইখিনি কথাই 'ছাৰ্মন্ অন দ্যা মাউণ্ট'ৰ এক বিখ্যাত কবিতাৰ পংক্তিলৈ মনত পেলায়—

"এজন মানুহে দকৈ গাঁত এটা খান্দি ধন-সোণ কিছুমান লুকুৱাই থ'লে। মনে মনে ভাবিলে— থাকক এইবোৰ ইয়াতে। মোৰ অভাৱৰ দিনত কামত আহিব। কেতিয়াবা যদি ৰাজৰোষত পৰোঁ বা দস্যুয়ে মোৰ সৰ্বস্ব হৰণ কৰি নিয়ে বা যদি ঋণগ্ৰস্ত হওঁ বা খাদ্যাভাৱত দুৰ্ভিক্ষগ্ৰস্ত হওঁ বা আন ধৰণে দুৰ্ভাগ্যৰ কবলত পৰোঁ—তেতিয়া এইবোৰ কামত আহিব।"

"কিন্তু সেই ধন-সোণৰ গৰাকীয়ে নেভাবিলে যে ইমানবোৰ ধন-সোণ তেওঁৰ কোনো কামত নাহিব পাৰে। তেওঁ পাহৰি যাব পাৰে কোন ঠাইত পুতি থৈছে সেইবোৰ— ধনগুলৈ নামৰ অপদেৱতাই চুৰি কৰি নিব পাৰে বা তেওঁৰ অলক্ষিতে তেওঁৰ শতৰুৱে বা কোনে জানে তেওঁৰ গিয়াতিৰ লোকেই লৈ যাব পাৰে।"

"তাতকৈ দানশীলতা, সততা, নিৰ্লোভ আৰু আত্ম-সংযমৰ দ্বাৰাই বিশাল ধনভাণ্ডাৰ সঞ্চয় কৰিব পাৰে সকলো নৰ-নাৰীয়ে। সেই ধনভাণ্ডাৰ কাকো দিবও নোৱাৰি— কোনো চোৰেই চুৰ কৰিব নোৱাৰে। গতিকে জ্ঞানীজনে সদায় সৎ কৰ্ম কৰিব লাগে— সেইটো ধনৰ ভাণ্ডাৰে কেতিয়াও তেওঁক এৰা নিদিয়ে।"

এই উদ্ধৃতিত উক্ত ধনৰ ভঁৰাল হৈছে স্থৱিৰবাদী পন্থৰ ধৰ্মমত। মহাযান বৌদ্ধ ধৰ্মমতত সৎকৰ্মৰ শুভফল আনলোককো দিব পাৰি বুলি কোৱা হয়।

উপৰি উক্ত উদ্ধৃতিসমূহৰ ৰচনা-কাল সঠিককৈ ক'ব নোৱাৰি যদিও সেইকেইটা যে প্ৰাক-খ্ৰীষ্টান যুগৰে সেই বিষয়ে কোনো সন্দেহ নাই। গতিকে সেইবোৰত খ্ৰীষ্টান প্ৰভাৱ থকাৰ কথা নুঠে।

ইয়াৰ আগতে বোধিসত্বৰ প্ৰতিজ্ঞা বুলি আমি যিখিনি উদ্ধৃতি দিছোঁ তাৰ পৰাই মহাযানী বৌদ্ধ ধৰ্মৰ নীতিবোধৰ পূৰ্ণ পৰিচয় পোৱা যায়। দৰাচলতে এনে আৱেগময় সৰ্বজন হিতবাদী সংকল্পবাক্য অনা-খ্ৰীষ্টান কোনো সাহিত্যতে পাবলৈ নাই।

যদিও ব্ৰহ্মবিহাৰত অনুশীলিত বৌদ্ধ 'মেত্তা' (= মৈত্ৰী) কোনো সৎকৰ্ম সাধন কৰাৰ বাবে হোৱাৰ পৰিবৰ্তে এক মানসিক অৱস্থাহে যেন লাগে তথাপি সময়ে সময়ে এনে মতো প্ৰকাশিত হোৱা দেখা যায় যে কৰ্মত প্ৰতিফলন নঘটালে অকল বিশ্বাসেৰে একো ফল লাভ নহয়। এদিন বুদ্ধই সঙ্ঘ পৰিদৰ্শন কৰিবলৈ গৈছিল অকলেই। তেওঁ প্ৰত্যেক কক্ষতে থকা প্ৰতিজন ভিক্ষুকে দেখা কৰি গৈ থাকোঁতে এজন ভিক্ষুক সংকটজনক অৱস্থাত গ্ৰহণী ৰোগত পৰি থকা দেখিলে। ৰুগ্ন ভিক্ষুজন অচেতন হৈ শয্যাৰ পৰা

তলত নিজৰ মলমূত্ৰৰ মাজতে পৰি আছিল। বুদ্ধদেৱে নিজ হাতে ভিক্ষুজনক মূৰৰ পৰা ভৰিলৈকে ধুই-পখালি চাফা কৰি পুনৰ পৰিষ্কাৰ বিছনাত শুৱাই দিলে। তাৰ পিছত নতুন এক নিয়ম সংযোজন কৰিলে সঙ্ঘৰ পৰিচালনাৰ ক্ষেত্ৰত—'বিনয় পিটক মহাভগ্ন' খণ্ড ৮।২৬ স্থানত সেই বিধি আছে এনেদৰে—

"হে ভ্ৰাতৃসকল, ইয়াততো তোমালোকৰ যত্ন ল'বলৈ তোমালোকৰ পিতৃ-মাতৃসকল নাই। তোমালোকে যদি পৰস্পৰৰ যত্ন নোলোৱা কোনেনো ল'বহি? সেইবাবে হে ভ্ৰাতৃসকল, এতিয়াৰ পৰা নিশ্চিতকৈ জানিবা— যি ৰুগ্নজনৰ প্ৰতিপাল কৰিব সেইজনহে মোৰ অনুগামী বুলি গণ্য হ'ব।"

বুদ্ধৰ এই বিধি মুখ্যতঃ সঙ্ঘৰ ক্ষেত্ৰতহে প্ৰযোজ্য আছিল যদিও এই বিষয়ে সন্দেহ নাই যে এই শিক্ষাৰ প্ৰভাৱ আৰু প্ৰেৰণাতে সম্ৰাট অশোকে দাতব্য চিকিৎসালয় স্থাপন কৰিছিল সাম্ৰাজ্যৰ সৰ্বত্ৰ আৰু একে প্ৰেৰণাতে বৌদ্ধ সন্ন্যাসীসকলে চিকিৎসা-শাস্ত্ৰ অধ্যয়ন আৰু চৰ্চাৰ জৰিয়তে সাধাৰণ জনগণ আৰু নিজৰ ৰুগ্ন সতীৰ্থসকলৰো সেৱা কৰিছিল যুগে যুগে।

বৌদ্ধ শাস্ত্ৰসমূহ ৰচিত হৈছিল ঘাইকৈ সঙ্ঘৰ ভিক্ষু আৰু ভিক্ষুণীসকলৰ উদ্দেশ্যে। কিন্তু তাৰে কিছুমান খণ্ডত সাধাৰণ লোকৰ প্ৰতিও নিৰ্দেশ আছে। যেনে আগতে উল্লেখ কৰা সঙ্ঘৰ সদস্যৰ বাবে বিহিত দহটা সংকল্পবাক্যৰ প্ৰথম পাঁচটা সাধাৰণ বৌদ্ধ-ধৰ্মী লোকৰ ক্ষেত্ৰতো বাধ্যতামূলক। ইয়াৰ প্ৰথম সংকল্প অনুসৰি কোনো বৌদ্ধ লোকে ব্যাধ বা কচাইৰ কাম কৰিব নোৱাৰিব। প্ৰাণীহত্যা নকৰাৰ বাবে লোৱা সংকল্পৰ ব্যাখ্যা কৰোঁতে আইনসঙ্গতভাৱে যুদ্ধ কৰা কাৰ্য আৰু আইনমতে অপৰাধীক মৃত্যুদণ্ড দিয়া কামত বাধা আৰোপ কৰা হোৱা নাছিল। যদি কোনো অ-বৌদ্ধ কচায়ে যোগান দিয়া মাংস হয়, সেই মাংস ভক্ষণ কৰাটোত বাধা দিয়া নহৈছিল। কিন্তু বৌদ্ধ ধৰ্মই বিচাৰ-ব্যৱস্থাত দণ্ড-বিধানৰ ক্ষেত্ৰত মৃদুতাৰ পক্ষপাতী আছিল। নিৰামিষ ভোজনেই উত্তম বুলি কৈছিল আৰু সৰ্বকালৰ ভাৰতবৰ্ষ উত্তাল কৰি ৰখা অন্তহীন যুদ্ধ-বিগ্ৰহক নিৰুৎসাহ কৰিছিল। দ্বিতীয় সংকল্পত যি বস্তু দিয়া হোৱা নাই সেই বস্তু গ্ৰহণ নকৰাৰ কথা কওঁতে অকল চুৰি কৰি পৰদ্ৰব্য আত্মসাৎ নকৰাৰ কথাকে কোৱা নাই— ব্যৱসায়-বাণিজ্যত ঠগ-প্ৰৱঞ্চনা কৰি অধিক লাভ বিচৰাৰো বিৰোধিতা কৰিছিল।

তৃতীয় সংকল্প আজীৱন ব্ৰহ্মচৰ্য সাধাৰণ লোকৰ বাবে পালনীয় নহয়। গতিকে আইনসঙ্গতভাৱে বিবাহ কৰা বিধেয় বুলি গণ্য হৈছিল। এই সংকল্পৰ আন এটা ব্যাখ্যা মতে ইয়াৰ দ্বাৰা বিকৃত আৰু বিবাহ-বহিৰ্ভূত যৌন-ক্ৰিয়াৰ পৰা বিৰত থকাটোহে বুজোৱা হৈছিল বুলি কোৱা হয়। বিবাহ আৰু বিবাহ-বিচ্ছেদ সম্বন্ধে বৌদ্ধ ধৰ্মত কোনো ধৰা-বন্ধা নীতি নিৰ্দেশ দিয়া হোৱা নাই। বৰ্তমান কালত বৌদ্ধধৰ্মী দেশবিলাকত সামৰিক আইন স্থানীয় দেশীয় ৰীতি-নীতি মতে ৰচনা কৰা হয়। চতুৰ্থ সংকল্পত অসত্য

ভাষণ পৰিত্যাজ্য বুলি কওঁতে মিছা কথা কোৱা, প্ৰৱঞ্চনা কৰা আৰু কুৎসা ৰটনা— সকলো বুজোৱা হৈছে। পঞ্চম সংকল্পত সকলো সুৰাজাতীয় দ্ৰব্য সেৱন নিষিদ্ধ কৰা হৈছে। আধুনিক বৌদ্ধসকলে এই বিধিৰ এক উদাৰ অৰ্থব্যাখ্যা কৰিবলৈ প্ৰয়াস কৰা দেখা যায়। হয়তো একে ধৰণে ব্যাখ্যা প্ৰাচীন কালতো কৰা হৈছিল। কাৰণ কোনো এটা ধৰ্মবাণীত বুদ্ধই কোৱা বুলি উল্লেখ আছে যে প্ৰথম চাৰিটা সংকল্পৰ উল্লংঘন হ'লে কৰ্মজনিত পাপ হয়। আনহাতে সুৰাপান ছয়টা অন্যান্য লঘু মাত্ৰাৰ পাপ কামৰ ভিতৰতহে পৰে, যিবোৰ পাপ কৰ্ম কৰিলে মাথোন অযথা ধন হানিৰ পথ মুকলি কৰা হয়। সেই ছটাৰ বাকী আনকেইটা পাপ হৈছে—অসময়ত বাটে বাটে ঘূৰি ফুৰা, উৎসৱ-ব্যসনাদিত যোগদান, জুৱাখেলা, অসৎ সঙ্গ আৰু আলস্যপূৰ্ণভাৱে সময় কটোৱা।

এই ধৰ্মবাণীৰ গুৰুত্ব এই বুলিয়েই যে বৌদ্ধ শাস্ত্ৰবোৰত 'ছিগালৰ প্ৰতি' নামে উক্ত সাধাৰণ বৌদ্ধ লোকৰ প্ৰতি এইটোৱেই প্ৰধান ধৰ্মবাণী। সেই ধৰ্মবাণীত বুদ্ধই এজন যুৱকক শিক্ষা দিছে কেনেদৰে তেওঁ অন্য মানুহৰ সৈতে সম্বন্ধ নিৰ্বাহ কৰিব লাগে। কৈছে পিতৃ-মাতৃ আৰু সন্তানৰ, শিক্ষক আৰু ছাত্ৰৰ, পতি-পত্নী আৰু বন্ধু-বান্ধৱৰ কৰ্তব্য কেনে হ'ব লাগে। এই বাণীত উচ্চস্তৰৰ সাধনাৰেহে প্ৰাপ্য আধ্যাত্মিক কথা কোৱা হোৱা নাই। তাৰ পৰিবৰ্তে ইয়াত জীৱনৰ প্ৰতি স্নেহপূৰ্ণ বন্ধুত্বসূচক ভাষাত দৈনন্দিন জীৱনত ব্যৱহাৰিক মূল্য থকা উপদেশাৱলীহে আছে। সম্পূৰ্ণ পাঠৰ উদ্ধৃতি দিয়া সম্ভৱ নহয় অতি দীৰ্ঘ কাৰণে। আমি তলত তাৰ সাৰাংশ হিছাপে কিছুমান উপদেশ উদ্ধৃত কৰিছোঁ।

"পতিসকলে নিজৰ পত্নীসকলক সম্মান কৰিব লাগে আৰু তেওঁলোকৰ কিবা প্ৰাৰ্থনা থাকিলে যথাসম্ভৱ পূৰণ কৰিব লাগে। তেওঁলোক কোনো প্ৰকাৰ ব্যভিচাৰত লিপ্ত হ'ব নেপায়। তেওঁলোকে নিজৰ পত্নীসকলৰ ওপৰত নিজৰ নিজৰ ঘৰৰ সম্পূৰ্ণ দায়িত্ব অৰ্পণ কৰিব লাগে। সাধ্যমতে উত্তম বস্ত্ৰাভৰণ আৰু অলঙ্কাৰাদি দি তুষ্ট কৰিব লাগে। ভাৰ্যাসকলেও নিজৰ কৰ্তব্য কাম নিয়াৰিকৈ কৰিব লাগে ; শান্ত প্ৰকৃতিৰ হ'ব লাগে আৰু ঘৰখনৰ আটাইৰে প্ৰতি স্নেহপূৰ্ণ ব্যৱহাৰ কৰিব লাগে। নিজে সতী হ'ব লাগে। গৃহকৰ্মত সাৱধান, সুনিপুণা আৰু আগ্ৰহশীলা হ'ব লাগে।

এজন লোক তেওঁৰ বন্ধুসকলৰ প্ৰতি উদাৰ মনোভাৱাপন্ন হ'ব লাগে, বন্ধুৰ বিষয়ে ভালকৈ ক'ব লাগে, তেওঁলোকৰ স্বাৰ্থ ৰক্ষাৰ বাবে সদায় যত্নপৰ হ'ব লাগে। বন্ধুসকলক নিজৰ সমান বুলি ভাবিব লাগে আৰু তেওঁলোকৰ আগত কথা দিলে কথা ৰক্ষা কৰিব লাগে। বন্ধুবৰ্গয়ো তেওঁৰ স্বাৰ্থ-সম্পদ আদি ৰক্ষা কৰিব লাগে। তেওঁৰ অসতৰ্ক মুহূৰ্তত (যেনে তেওঁ নিচাগ্ৰস্ত বা বিমুগ্ধ অৱস্থাত থাকোঁতে বা যি কোনো কাৰণত অপ্ৰকৃতিস্থ হৈ অবিধেয় বা উদ্ধত কৰ্মত লিপ্ত হ'ব খুজিলে—) তেওঁক সংযত কৰাৰ দায়িত্বও তেওঁৰ বন্ধুগণৰে।

"গৰাকীসকলে নিজৰ ভৃত্য আৰু কাম কৰা বনুৱাসকলক সাধু আৰু দয়াশীল ব্যৱহাৰ কৰিব লাগে। সিহঁতে বলে নোৱৰা কঠোৰ কাম দিব নেলাগে। শ্ৰমিক আৰু দাসসকলক পৰ্যাপ্ত পৰিমাণে খাদ্য আৰু বেতন দিব লাগে, তেওঁলোকৰ বেমাৰ-আজাৰ আৰু বৃদ্ধাৱস্থাত সাহায্য কৰিব লাগে, সম্পদৰ দিনত তেওঁলোকক নিয়ম মতে দুটি বন্ধৰ দিন আৰু লাভাংশ আদি দিব লাগে। তেনেকৈ শ্ৰমিকসকলেও সোনকালেই শয্যা ত্যাগ কৰি গৰাকীৰ কাম প্ৰয়োজন হ'লে ৰাতিলৈকে থাকিও কৰিব লাগে। ন্যায়মতে পাৰিশ্ৰমিক পালে সন্তুষ্ট হৈ থাকিব লাগে। কৰ্তব্য-কাম নিয়াৰিকৈ কৰি মালিকৰ সুনাম অক্ষুণ্ণ ৰাখিব লাগে।"

এনে ধৰণৰ কথাবোৰ আন আন ধৰ্মত পৰোক্ষভাৱে বুজোৱা হয়। কিন্তু পোনপটীয়া ধৰ্মোপদেশৰ ৰূপত এনে ধৰণৰ পৰিষ্কাৰ আৰু দ্ব্যৰ্থহীন ভাষাত এনে সাংসাৰিক ব্যৱহাৰিক মূল্যযুক্ত উপদেশ দিয়াৰ দৃষ্টান্ত আন কোনো ধৰ্মত পাবলৈ নাই। বিশেষভাৱে মন কৰিবলগীয়া হৈছে স্বামীসকলে পত্নীসকলৰ প্ৰতি কৰণীয় আৰু মালিক পক্ষই শ্ৰমিকসকলৰ প্ৰতি কৰণীয় কামৰ নিৰ্দেশবোৰ। সেইবোৰত যেন নাৰী আৰু শ্ৰমিকশ্ৰেণীৰ প্ৰতি বিংশ শতাব্দীৰ আধুনিক চিন্তাধাৰাৰ সূচনাহে কৰা হৈছে—এনে যেন লাগে।

বৌদ্ধ নৈতিকতা শিক্ষাৰ গুৰুত্বপূৰ্ণ বাহক হৈছে জাতকৰ সাধুবোৰ। এইবোৰৰ উৎপত্তি ধৰ্মনিৰপেক্ষ মূলৰ পৰা। তাৰ ভিতৰত কিছুমানত দৈনন্দিন জীৱনত চতুৰালি আৰু সতৰ্কতাৰ দৃষ্টান্তমূলক বৰ্ণনা আছে ঈছপৰ সাধুবোৰত থকাৰ দৰে। (পিছৰ ফালে সেই বিষয়ে এটি বহল আলোচনা দিয়া হ'ব।) কিছুমান জাতকত দানশীলতা আৰু আত্মোৎসৰ্গৰ প্ৰায় বিষণ্ণতাপূৰ্ণ অতিৰঞ্জন দৃষ্ট হয়। যেনে—এটা শেন চৰাইৰ কবলৰ পৰা এক শৰণাপন্ন কপৌ চৰাই ৰক্ষা কৰিবলৈ নিজৰ উৰুৰ পৰা মঙহ কাটি দিয়া শিৱি ৰজাৰ সাধু। শিৱি ৰজাৰ সাধু হিন্দু ধৰ্মতো আছে। আন এটা জনপ্ৰিয় জাতকত আছে ৰাজকুমাৰ বিশ্বান্তৰৰ (পালি ভাষাত 'বেছান্তৰ') কাহিনী। বহুতো ইউৰোপীয়ান পাঠকে এই সাধু পঢ়ি ভাল নেপাবই হয়তো। এই ৰাজকুমাৰে ইমান জধে-মধে পিতৃৰ ৰাজ-ভঁৰালৰ সম্পদ দান দি শেষ কৰিবলৈ ধৰিলে যে অৱশেষত তেওঁ দেশৰ পৰা নিৰ্বাসিত হ'ল। তেওঁক পত্নী আৰু সন্তানহঁতৰে সৈতে এখন চাৰিটা ঘোঁৰাই টনা ৰথত তুলি ৰাজ্যৰ বাহিৰ কৰি দিয়া হ'ল। পিছে বাটে বাটে গৈ থাকোঁতেই ৰাজকুমাৰে ৰথখনো আৰু ঘোঁৰাকেইটাও খোজোঁতেই দান দিলে। কোনোমতে পত্নী-পুত্ৰ-কন্যাৰে হাবিৰ মাজৰ কুটীৰ এটাত স্থান ল'লৈগে। তালৈও পৰিব্ৰাজক তপস্বী এজন গৈ তেওঁৰ হৈ ভিক্ষা কৰিবলৈ ৰাজকুমাৰ-সন্তানকেইটাক লাগে বুলি খুজিলত সিহঁতকো দি দিলে। তেনেকৈ এদিন নিজৰ পত্নীকো দান দিলে। ইমানবোৰৰ পিছতো কাহিনীটো কিন্তু মিলনান্তকেই হ'লগৈ। কাৰণ তেওঁৰ এই মহামূল্যবান দানবোৰ খুজি নিয়াসকলো আছিল ছদ্মবেশী দেৱগণ। তেওঁলোকে সেইদৰে ৰাজকুমাৰৰ দানশীলতাৰ পৰীক্ষাহে লৈছিল।

পিছত ৰাজকুমাৰে পত্নী-পুত্ৰ-কন্যা সকলোকে ঘুৰাই পালে। পুনৰ পিতৃৰ সম্পত্তিৰো অধিকাৰ ঘুৰাই পালে। কিন্তু এই বৌদ্ধ জাতকৰ সাধুবোৰ বহুতেই অতি উচ্চমানৰ নীতিবোৰৰ আদৰ্শকে প্ৰকাশ কৰে। যেনে—ৰজাৰ কাঁড়ী সৈন্যৰ হাতৰ পৰা সাৰি পলাবলৈ যত্ন কৰা বান্দৰ এজাকক গঙ্গা নদী পাৰ হওঁতে নিজৰ দেহাটোকে জীৱন্ত দলং কৰি দি ৰক্ষা কৰা সাহসী বান্দৰটোৰ সাধু। আকৌ নিজৰ লগৰ পক্ষীহঁতৰ জীৱন ভয়ঙ্কৰ বনজুইৰ পৰা ৰক্ষা কৰিবলৈ নিষ্ফল চেষ্টা কৰি লেলিহান জুইৰ শিখাৰ ওপৰত পাখি মেলি জলকণা বৰ্ষণ কৰি প্ৰাণ আহুতি দিয়া মহৎ হৃদয় শুক পক্ষীৰ সাধু ইত্যাদি।

## জৈন ধৰ্ম আৰু আন আন উদাৰনৈতিক সম্প্ৰদায়সমূহ ঃ

### জৈন ধৰ্ম ঃ

বুদ্ধৰ সমসাময়িক অনেক উদাৰপন্থী ধৰ্মগুৰুৰ ভিতৰত এজন আছিল বৰ্দ্ধমান। তেওঁৰ অনুগামীসকলৰ মাজত তেওঁ মহাবীৰ নামে প্ৰসিদ্ধ। তেওঁ প্ৰতিষ্ঠা কৰা ধৰ্মৰ নাম জৈন ধৰ্ম অৰ্থাৎ 'জিনঃ বা বিজেতাসকলৰ ধৰ্ম'। সেই ধৰ্মৰ ইতিহাস বৌদ্ধ ধৰ্মৰ ইতিহাসতকৈ সম্পূৰ্ণ ভিন্ন ধৰণৰ। এই ধৰ্ম সুপ্ৰতিষ্ঠিত হ'ল। কোনো কোনো অঞ্চল বিপুল প্ৰভাৱশালী হৈ উঠিল। কিন্তু এই ধৰ্ম কোনোকালে ভাৰতৰ বাহিৰলৈ সম্প্ৰসাৰিত নহ'ল। বৌদ্ধ ধৰ্মৰ দৰে জৈন ধৰ্মত কোনো মৌলিক পৰিৱৰ্তন বা কোনো বিষয়ত বিশেষ উন্নত ধৰণৰ ৰীতি প্ৰবৰ্তিত হোৱা দেখা নেযায়। কিন্তু যদিও জৈনধৰ্মৰ বুৰঞ্জী বৌদ্ধ ধৰ্মৰ বুৰঞ্জীৰ দৰে চমকপ্ৰদ নহয় বা ভাৰতৰ ধৰ্মীয় বৃত্তান্তত বৌদ্ধ ধৰ্মৰ দৰে ইয়াৰ গুৰুত্বপূৰ্ণ ভূমিকা নাই, তথাপি নিজৰ জন্মভূমি ভাৰতবৰ্ষত এই ধৰ্মই স্থায়িত্ব লাভ কৰিলে। এতিয়াও এই ধৰ্মৰ অনুগামী প্ৰায় দুই মিলিয়ন জৈনধৰ্মী লোক এই দেশত আছে। তেওঁলোকৰ বেছিভাগেই যোত্ৰবান বণিক শ্ৰেণীৰ লোক।

বৰ্দ্ধমান মহাবীৰৰ বিষয়ে প্ৰচলিত কিম্বদন্তী-লোককথাবিলাক বুদ্ধৰ সম্বন্ধে প্ৰচলিত আখ্যানবোৰৰ সমানে আকৰ্ষণীয় নহয়। তাৰে কিছুমান বেছি ধৰণে গতানুগতিক আৰু কম নিৰ্ভৰযোগ্যও। কিন্তু বৌদ্ধ ধৰ্মশাস্ত্ৰবিলাকত বৰ্দ্ধমান মহাবীৰক পুনঃ পুনঃ বৌদ্ধ ধৰ্মমতৰ প্ৰধান বিৰোধীসকলৰ অন্যতম বুলি উল্লেখ কৰা হৈছে। সেইবাবে বৰ্দ্ধমানৰ ঐতিহাসিক অস্তিত্বৰ বিষয়ে সন্দেহৰ কোনো অৱকাশ নাই। মহাবীৰৰ জন্ম হৈছিল খ্ৰীঃ পূঃ ৫৪০ মানত। তেওঁ আছিল জ্ঞাত্ৰিক ফৈদৰ অধিপতি সিদ্ধাৰ্থৰ পুত্ৰ আৰু বৈশালী ৰাজ্যৰ লিচ্ছৱি জনগোষ্ঠীৰ সম্বন্ধীয়। তেওঁৰ মাতৃ ত্ৰিষলা আছিল লিচ্ছৱিৰাজ চেতকৰ ভগ্নী। গতিকে বৰ্দ্ধমান আছিল বুদ্ধৰ দৰে সমসাময়িক ভাৰতৰ প্ৰভাৱ আৰু প্ৰতাপশালী ৰাজনৈতিক শক্তিৰ অধিকাৰী সামৰিক গোষ্ঠীপতি ৰাজবংশৰ পৰা উদ্ভূত। তেওঁ

ৰাজকুমাৰৰ দৰেই শিক্ষা লাভ কৰিছিল। বিবাহিত আছিল। এটি কন্যা সন্তানৰ পিতৃও হৈছিল। কিন্তু তেওঁৰ ৰাজ্যভোগতকৈ মোক্ষলাভৰ পথৰ সন্ধান কৰাৰ আকাঙ্ক্ষাহে তীব্রতৰ আছিল। তেওঁৰ ত্রিছ বছৰ বয়সত পিতৃ-মাতৃ উভয়ৰে দেহাৱসান হ'লত তেওঁ গৃহত্যাগ কৰি তপস্বীৰ জীৱন বাছি ল'লে। প্ৰথমে তেওঁ নিৰ্গ্ৰন্থ (= বন্ধনমুক্ত) নামে এক শ্রেণী তপস্বীৰ খেলত সোমাই সাধনা আৰম্ভ কৰিছিল। এই নিৰ্গ্ৰন্থ সম্প্ৰদায়ৰ প্ৰতিষ্ঠা কৰিছিল তেতিয়াতকৈ দুশ বছৰমানৰ আগতে কোনো এজন পাৰ্শ্বই। এই 'নিৰ্গ্ৰন্থ' নামটোকে পিছলৈ মহাবীৰে প্ৰতিষ্ঠা কৰা ধৰ্মৰ সদস্যসকলক বুজাবলৈ ব্যৱহাৰ কৰা হৈছিল আৰু পাৰ্শ্বক জৈন ধৰ্মৰ চৌবিছজন মহান গুৰু বা তীৰ্থঙ্কৰৰ (= তীৰ্থ সৃষ্টি কৰোঁতা) ত্ৰয়োবিংশজন বুলি চিহ্নিত কৰা হৈছিল।

বাৰ বছৰৰো ওপৰ কাল বৰ্দ্ধমানে বিভিন্ন স্থানত ঘূৰি ফুৰিলে। ভিক্ষা কৰি পেট প্ৰৱৰ্তায়, ধ্যানমগ্ন হৈ সত্যৰ সন্ধান কৰে, কোনো কোনো সময়ত যুক্তি-তৰ্কত লিপ্ত হয়। সকলো প্ৰকাৰ কৃচ্ছসাধনত তেওঁৰ শৰীৰ জৰ্জৰিত হ'ল। প্ৰথমে এটা মাত্ৰ সাজ তেওঁ পৰিধান কৰিছিল। কোনো দিনে সেই সাজ তেওঁ বদলোৱা নাছিল। তেৰ মাহ একেযোৰ কাপোৰকে পিন্ধি থকাৰ পিছত শৰীৰৰ সেই একমাত্ৰ 'বন্ধনো' তেওঁ পৰিহাৰ কৰিলে। পিছৰ সম্পূৰ্ণ জীৱনকাল সম্পূৰ্ণ নিৰাবৰণ হৈয়ে থাকিল। প্ৰথমৰ ছয় বছৰমান কাল গোশাল মস্কাৰীপুত্ৰ নামে এজনে তেওঁৰ কৃচ্ছসাধনৰ সঙ্গী হৈছিল। কিন্তু এবাৰ দুয়োৰে মতবিৰোধ হ'ল আৰু গোশালে বৰ্দ্ধমানৰ লগ এৰি আজীৱিক সম্প্ৰদায় প্ৰতিষ্ঠা কৰিলেগৈ।

তেওঁৰ তপস্যা আৰম্ভৰ পৰা ত্ৰয়োদশ বৰ্ষত বৰ্দ্ধমানে সিদ্ধিলাভ কৰি পূৰ্ণ জ্ঞানৰ গৰাকী হৈ নিৰ্বাণ লাভ কৰিলে। তেতিয়া তেওঁ 'অৰহন্ত' (= যোগ্য) আৰু 'জিন' (= বিজেতা) আৰু 'তীৰ্থঙ্কৰ' ৰূপে খ্যাত হ'ল। তেওঁৰ নাম-যশ চাৰিওদিশে ৰৈ-বৈ যাবলৈ ধৰিলে। তেওঁৰ অসংখ্য শিষ্য হ'ল। প্ৰায় ত্ৰিছ বছৰ কাল তেওঁ গঙ্গা উপত্যকাত ধৰ্ম প্ৰচাৰ কৰিছিল। যিসকল ৰজাই বুদ্ধৰ পৃষ্ঠপোষকতা কৰিছিল সেইসকল ৰজা তেওঁৰো পৃষ্ঠপোষক আছিল। তেওঁৰ প্ৰধান প্ৰতিদ্বন্দ্বী গোশালৰ মৃত্যুৰ পিছত আৰু খুব সম্ভৱ বুদ্ধৰ পৰিনিৰ্বাণৰো পিছত স্বেচ্ছাই অনশন কৰি তেওঁ মৃত্যুবৰণ কৰিছিল। মগধৰ ৰাজধানী ৰাজগৃহৰ ওচৰৰ পাৱা নামে এখন সৰু নগৰত বাসত্তৰ বছৰ বয়সত তেওঁৰ মহাপ্ৰয়াণ হয়। প্ৰয়াণৰ তাৰিখ সম্বন্ধে মতভেদ আছে যদিও খুব সম্ভৱ খ্ৰীঃ পূঃ ৪৬৮ বৰ্ষত তেওঁৰ দেহাৱসান ঘটিছিল।

প্ৰায় দুই শতিকা জুৰি জৈনসকল সৰু এখন সন্ন্যাসী সমাজ আৰু সীমিত সংখ্যক সাধাৰণ শিষ্যৰে প্ৰায় চকুত নপৰা ধৰণৰ এক ধৰ্মীয় সম্প্ৰদায় হৈ থাকিল। আনকি তেওঁলোকৰ প্ৰধান বিৰোধী আজীৱিক সম্প্ৰদায়ৰ সমানো তেওঁলোকৰ তেতিয়া প্ৰতিপত্তি নাছিল। এটা বহুজন-উক্ত জৈন কিম্বদন্তীৰ মতে চন্দ্ৰগুপ্ত মৌৰ্যই স্বেচ্ছাই সিংহাসন

ত্যাগ কৰাৰ পিছত জৈন ধৰ্ম গ্ৰহণ কৰিছিল সন্ন্যাসী ৰূপে। মৌৰ্য যুগতে কিন্তু জৈন ধৰ্মৰ প্ৰতিপত্তি বহুগুণে বৃদ্ধি পাইছিল সেই কথা ঐতিহাসিকভাৱে সত্য। চন্দ্ৰগুপ্তৰ ৰাজত্বৰ শেষৰ ফালে এক ভয়ানক দুৰ্ভিক্ষ হৈছিল। তেতিয়াই জৈন সন্ন্যাসীসকলে গঙ্গা উপত্যকা ত্যাগ কৰি দাক্ষিণাত্যৰ ফালে গুচি গৈছিল আৰু দক্ষিণ-ভাৰতত নিজৰ ধৰ্মৰ গুৰুত্বপূৰ্ণ কেন্দ্ৰসমূহ প্ৰতিষ্ঠা কৰিছিল।

এই উত্তৰৰ পৰা দক্ষিণদেশলৈ প্ৰব্ৰজনৰ সময়তে জৈন ধৰ্মাৱলম্বীসকল দুটা ভাগত বিভাজিত হৈছিল। ধৰ্মৰ তত্ত্বগত মতানৈক্যৰ বাবে নহয়। হৈছিল মঠৰ অনুশাসন সম্বন্ধীয় মতবিৰোধৰ ফলতহে। জৈন সম্প্ৰদায়ৰ সন্ন্যাসীসকলৰ দাক্ষিণাত্যলৈ প্ৰব্ৰজনৰ নেতৃত্ব দিছিল জ্যেষ্ঠ সন্ন্যাসী ভদ্ৰবাহুয়ে। তেওঁ কৈছিল যে মহাবীৰে প্ৰৱৰ্তন কৰা নিৰাবৰণ হৈ থকা ধৰণেই প্ৰব্ৰজন কৰিব লাগে। আনহাতে, উত্তৰ-ভাৰততে থাকি যোৱা জৈন সন্ন্যাসীসকলৰ নেতা স্থূলভদ্ৰই দুৰ্ভিক্ষপীড়িত দেশৰ কষ্ট আৰু বিপৰ্যয়ৰ মাজত উপযুক্ত হ'ব বুলি সকলোকে বগা কাপোৰ পিন্ধিবলৈ অনুমতি দিছিল। তাৰ পৰাই জৈনধৰ্মী লোকসকলৰ দুটা ভাগ হৈছিল। কাপোৰ নিপিন্ধাবিলাকক বুলিছিল দিগম্বৰ আৰু বগা কাপোৰ পৰিধান কৰোঁতাবিলাকক বুলিছিল শ্বেতাম্বৰ। এই বিভাজনে অৱশ্যে খ্ৰীষ্টীয় প্ৰথম শতাব্দীতহে চূড়ান্ত ৰূপ লৈছিল। ধৰ্মমতত কোনো মৌলিক পাৰ্থক্য নাছিল দুই ফৈদৰ মাজত। পিছলৈ দিগম্বৰ সন্ন্যাসীসকলৰো বেছিভাগেই ৰাজহুৱা স্থানত বসন পৰিধান কৰিবলৈও লৈছিল। কিন্তু সেই বিভাজন বৰ্তমান যুগতো আছেই।

জৈন-পৰম্পৰামতে মৌখিকভাৱেই জৈন ধৰ্মৰ শাস্ত্ৰ কথা চলি আহিছিল মহাবীৰৰ দিনৰ পৰা। কিন্তু ভদ্ৰবাহুৱেই আছিল সেই ধৰ্মকথা সম্পূৰ্ণকৈ জনা শেষজন মানুহ। তেওঁৰ মৃত্যুৰ পিছত স্থূলবাহুৱে পাটলিপুত্ৰত এখন বিশাল ধৰ্মসভা আহ্বান কৰিলে। তাতে জৈন ধৰ্মশাস্ত্ৰ যিমান পাৰি সিমান শুদ্ধকৈ আৰু সম্পূৰ্ণকৈ সংকলিত কৰা হ'ল। সেই শাস্ত্ৰত আগৰ চৈধ্যটা পৰ্বৰ সলনি বাৰটা অঙ্গত ভাগ কৰা হ'ল। এই শাস্ত্ৰ কিন্তু গ্ৰহণ কৰিলে শ্বেতাম্বৰপন্থীসকলেহে। দিগম্বৰপন্থীসকলে এই শাস্ত্ৰৰ মূল শাস্ত্ৰৰ লগত কোনো মিল নাই বুলি ৰায় দি গ্ৰহণ নকৰিলে আৰু নিজাকৈ শাস্ত্ৰ ৰচনা কৰিবলৈ প্ৰয়াস কৰিলে। কিন্তু তেওঁলোকে কৰা নতুন শাস্ত্ৰৰ বহুতো আজিলৈকে প্ৰকাশেই নহ'ল। আনহাতে শ্বেতাম্বৰ পন্থৰ শাস্ত্ৰবোৰে এটা চূড়ান্ত ৰূপ লোৱাৰ পিছত পঞ্চম শতাব্দীত কাথিৱাৰৰ বল্লভি নামে ঠাইত বহা এখন মহাসভাত তাক লিখিত ৰূপ দিয়া হয়। কিন্তু তেতিয়ামানে অনেক পাঠ ভুল-ভ্ৰান্তি সোমাই বিকৃত হৈছিল। এটা অঙ্গ সম্পূৰ্ণকৈ হেৰাইছিল। অনেক নতুন কথা সংযোজিত হৈছিল। আগৰ শাস্ত্ৰৰ লগত বাৰটা উপাঙ্গ বা ক্ষুদ্ৰ পৰিচ্ছেদ আৰু ভাগ লগতে আন আন লেখাও সংযুক্ত হৈছিল। মধ্যযুগত টীকা-ভাষ্য আদিৰ ৰূপত বহুত প্ৰাকৃত আৰু সংস্কৃত গ্ৰন্থ ৰচিত হৈছিল জৈন ধৰ্মশাস্ত্ৰৰ বিষয়ে। বহুতো পণ্ডিত-দাৰ্শনিক জৈন মুনিয়ে নিজৰ ধৰ্ম সম্বন্ধে নানা ব্যাখ্যা বিচক্ষণতাৰে

কৰিছিল। বহুতো জৈন মুনিয়ে ধৰ্মনিৰপেক্ষ অনেক বিষয়েও চৰ্চা আৰম্ভ কৰিছিল নিজৰ ধৰ্ম ব্যৱহাৰৰ প্ৰতি আনুগত্য অটুট ৰাখিও। তেওঁলোকে সাহিত্য আৰু অন্যান্য ক্ষেত্ৰতো বিস্তৰ অধ্যয়ন আৰু গ্ৰন্থ ৰচনা কৰিছিল। চতুৰ্দশ শতাব্দীৰ সংস্কৃত ভাষাৰ শেষ কবিসকলৰ এজন নয়চন্দ্ৰ আছিল এজন জৈন মুনি। কালিদাস কাব্যৰ ওপৰত সফল টীকা ৰচনা কৰা মল্লিনাথো জৈন মুনি আছিল। জৈন মুনিসকলৰ এই সাহিত্য-প্ৰীতিৰ ওচৰত আমি বহু প্ৰকাৰে ঋণী। জৈন মুনিসকলে যি কোনো গ্ৰন্থৰ হাতে লিখা প্ৰতিলিপি কৰাটো পুণ্যকাম বুলি গণ্য কৰিছিল—লাগিলে তেনে গ্ৰন্থ সম্পূৰ্ণ ধৰ্মনিৰপেক্ষ বিষয়ে লিখা গ্ৰন্থই হওক। সেইবাবে পশ্চিম-ভাৰতৰ প্ৰাচীন জৈন মঠবিলাকত বহুতো অতি দুৰ্লভ আৰু আগতে নাম নুশুনা মহামূল্যবান গ্ৰন্থৰ প্ৰতিলিপি সঞ্চিত হৈ থাকি গ'ল। সেইবোৰ অনেক গ্ৰন্থই আজিও অপ্ৰকাশিত হৈয়ে আছে আৰু সেইবোৰৰ বহুতেই জৈন-মূলৰ বা জৈন লেখকৰ ৰচনাই নহয়।

মৌৰ্যযুগ আৰু গুপ্তযুগৰ মধ্যৱৰ্তী কালছোৱাত জৈন ধৰ্ম পূবৰ উৰিষ্যাৰ পৰা পশ্চিমৰ মথুৰালৈকে বিস্তৃত থকাৰ প্ৰমাণ পোৱা যায়। কিন্তু তাৰ পৰৱৰ্তী কালত জৈন ধৰ্মৰ প্ৰভাৱ দেখা গৈছিল প্ৰধানকৈ দুটা অঞ্চলত—কাথিৱাৰ, গুজৰাট আৰু ৰাজস্থানৰ কোনো কোনো অংশত। শ্বেতাম্বৰ পন্থৰ জৈন ধৰ্মৰ প্ৰচাৰ হৈছিল বেছি আৰু দক্ষিণ ভাৰতৰ মধ্য অঞ্চলৰ কোনো কোনো অংশ, আধুনিক মহীশূৰ, দক্ষিণ হায়দৰাবাদ—এইবোৰ অঞ্চলত দিগম্বৰপন্থী জৈন ধৰ্ম চলিছিল। আনহাতে জৈন ধৰ্মৰ উৎপত্তিস্থল খাচ গঙ্গা উপত্যকাত জৈন ধৰ্মৰ প্ৰভাৱ আছিল প্ৰায় শূন্য।

শ্বেতাম্বৰপন্থী জৈন ধৰ্মই পশ্চিম ভাৰতত বহুত সহায় পাইছিল মানুহৰ পৰা আৰু চালুক্য ৰজা কুমাৰপালৰ ৰাজত্ব কালত দ্বাদশ শতিকাৰ গুজৰাট আৰু কাথিৱাৰত অগ্ৰণী ধৰ্ম হিচাপে প্ৰতিষ্ঠা লাভ কৰিছিল। বিখ্যাত জৈন পণ্ডিত হেমচন্দ্ৰৰ সহায়ত কুমাৰপালে জৈন ধৰ্মানুসৰি এক সংস্কাৰ আন্দোলনেই আৰম্ভ কৰিছিল। কিন্তু সেইজন ৰজাৰ মৃত্যুৰ পিছতে জৈন ধৰ্মৰ প্ৰভাৱ হ্ৰাস পাবলৈ ধৰিলে। যদিও জৈন ধৰ্ম সমান ধৰণে চলি আছিল, তথাপি কুমাৰপালৰ দিনৰ প্ৰাধান্য আৰু নেথাকিল। একে ধৰণে মধ্যযুগৰ প্ৰথমছোৱাত দাক্ষিণাত্যতো দিগম্বৰপন্থী জৈন ধৰ্ম বহুতো পৰাক্ৰমী ৰজাৰ পৃষ্ঠপোষকতা লাভ কৰি বৰ প্ৰভাৱশালী ধৰ্ম হৈ উঠিছিল। কিন্তু ভক্তিবাদী শৈৱ আৰু বৈষ্ণৱ ধৰ্মমতৰ জনপ্ৰিয়তা বাঢ়ি অহাৰ লগে লগে জৈন ধৰ্মৰ প্ৰভাৱ ক্ৰমাৎ কমি আহিবলৈ ধৰিলে। কোনো কোনোৱে তাৰ সত্যতা সম্বন্ধে সন্দেহ প্ৰকাশ কৰিলে। কিছুমান জনশ্ৰুতি মতে জৈনধৰ্মী লোকৰ ওপৰত কঠোৰ নিপীড়ন চলিছিল কোনো কোনো সময়ত। তেনে জনশ্ৰুতিৰ কিবা সত্য ভিত্তি থাকিবও পাৰে। কিন্তু জৈন ধৰ্মৰ প্ৰভাৱ হ্ৰাস পালে যদিও সি কোনোকালে নোহোৱা হৈ যোৱা নাছিল।

জৈন ধৰ্মৰ শাস্ত্ৰসমূহে চূড়ান্ত আৰু পূৰ্ণাঙ্গ লিখিত ৰূপ পাওঁতে বহু যুগ লাগিছিল। কিন্তু শ্বেতাম্বৰ আৰু দিগম্বৰ দুইটা পন্থৰে ধৰ্মশাস্ত্ৰবিলাকত মৌলিক ধৰ্মতত্ত্বত কোনো পাৰ্থক্য বা ভিন্নতা চকুত নপৰালৈ চাই নিশ্চিত হ'ব পাৰি যে সেইবোৰ তত্ত্বৰ ভিত্তি অতি প্ৰাচীন আৰু নিঃসন্দেহে মহাবীৰৰ নিজা ধৰ্মমত। বৌদ্ধ ধৰ্মৰ দৰেই জৈন ধৰ্মও মূলতঃ নাস্তিক। জৈন ধৰ্মতো দেৱতাবিলাকৰ অস্তিত্ব স্বীকাৰ কৰিলেও বিশ্বজগতৰ কাৰ্যক্ৰমণিকাত সেই দেৱ-দেৱীবোৰৰ কোনো বিশেষ ভূমিকা নাই বুলি ভবা হয়। জৈন ধৰ্মদৰ্শনত এই জগতৰ স্ৰষ্টা, পালন-কৰ্তা বা সংহাৰ-কৰ্তা কোনো ব্যক্তিগত দেৱতা আছে বুলি মানি নলয়। তাৰ সলনি কোনো মহাজাগতিক নিয়মত জাগতিক সকলো কাৰ্য নিৰ্বাহ হৈ থাকে বুলিহে ভবা হয়।

এই মহাজাগতিক ব্যৱস্থা অনাদি অনন্ত। এই অনন্তৰ অন্তহীন সময়ক্ৰম অসংখ্য কালচক্ৰৰে বিভাজিত। একোটা কালচক্ৰত উত্থানৰ যুগ থাকে, থাকে পতন বা অৱনতিৰ যুগো। প্ৰত্যেক চক্ৰৰ উন্নতিৰ যুগক বোলে উৎসৰ্পিনী আৰু পতনৰ যুগক বোলে অৱসৰ্পিনী। প্ৰত্যেক কালচক্ৰৰে উদ্দেশ্য আৰু কাৰ্যসূচী তাৰ আগৰ বিলীয়মান কালচক্ৰটোৰ দৰেই। প্ৰত্যেক তেনে কালবৃত্তত চতুৰ্বিংশৰ্তি সংখ্যক তীৰ্থঙ্কৰ থাকিব। থাকিব দ্বাদশ সংখ্যক জগত-সম্ৰাট বা চক্ৰৱৰ্তী ৰজা। আৰু থাকিব তেষষ্ঠিজন মহৎ লোক (শালাকা-পুৰুষ)। নিৰ্দিষ্ট সময়ৰ ব্যৱধানত এইসকলে কালবৃত্তত স্বয়ং আত্মপ্ৰকাশ কৰিব। কালবৃত্তৰ চূড়ান্ত পৰ্যায়ত মনুষ্যসকল হ'ব বিশাল দেহধাৰী আৰু সুদীৰ্ঘ কাল জুৰি আয়ুস ভোগ কৰিব। তেওঁলোকক সম্পত্তিও নেলাগে আইনো নেলাগে। কাৰণ কল্পবৃক্ষ অৰ্থাৎ কল্পতৰু নামৰ গছবোৰ থাকিব যিবোৰে যি বস্তু বিচাৰে তাকে দিয়েই। য'ত বিচাৰিলেই হাততে সকলো পোৱা যায় তেনে ঠাইত সম্পদ সংৰক্ষণৰ প্ৰশ্ন নাই গতিকে আইনৰো দৰকাৰ নাই। বৰ্তমান কিন্তু পতনৰ যুগ অৰ্থাৎ চলিত কালচক্ৰত অৱসৰ্পিনী পৰ্ব চলি আছে। এই কালচক্ৰৰ শেষজন তীৰ্থঙ্কৰেও নিৰ্বাণ লাভ কৰিছে। গতিকে প্ৰকৃত ধৰ্ম জগতৰ পৰা অন্তৰ্হিত হ'ব ক্ৰমে ক্ৰমে। সৰ্বকালজ্ঞ দ্ৰষ্টা মহাবীৰে তেওঁৰ শিষ্যবৰ্গৰ আগত এই কালচক্ৰৰ শেষৰ জন তীৰ্থঙ্কৰৰ নাম-ঠিকনাও প্ৰকাশ কৰিছিল। এই অৱসৰ্পিনীৰ অৰ্থাৎ অৱনতিৰ পৰ্যায় অহা ৪০,০০০ বছৰলৈকে চলি থাকিব। মানুহৰ দৈহিক আকৃতি বাওনাবোৰৰ সমান হ'বগৈ। আয়ুসকাল কুৰি বছৰৰ ওপৰ নহ'ব। থাকিবলৈ ল'ব পৰ্বতৰ গুহাত। সকলো সভ্যতা-সংস্কৃতি মানুহে পাহৰি যাব। আনকি জুইৰ ব্যৱহাৰো বিস্মৃত হ'ব। তাৰ পিছতে কিন্তু কালচক্ৰই বাগৰ সলাব। নতুন কালচক্ৰ আৰম্ভ হ'ব। পুনৰ উৎসৰ্পিনী যুগৰ আহ্বানত মানুহৰ উন্নতি হ'ব। এইদৰে উৎসৰ্পিনী-অৱসৰ্পিনীৰ অন্তহীন পুনৰাবৃত্তিৰে জগত বৰ্তি থাকিব অনন্তৰ বুকুত। এয়েই বিধান। বৌদ্ধ আৰু হিন্দু ধৰ্ম-তত্ত্বত থকাৰ দৰে কোনো প্ৰলয় পয়োধিজল বা প্ৰলয়ঙ্কৰী বানপানী জৈন বিশ্বাসমতে সৃষ্টি ধ্বংস কৰিবলৈ নাহে।

জগতৰ সকলো কার্য পৰিচালিত হয় জীৱকূল আৰু নির্জীব পাঁচ বিধ অস্তিত্ববিশিষ্ট শক্তি বা ক্ষেত্রৰ পাৰস্পৰিক ক্রিয়া প্রতিক্রিয়াৰ জৰিয়তে। সেই পাঁচ বিধ অস্তিত্ব হ'ল আকাশ (= ইথাৰ), ধর্ম বা জীৱৰ সঞ্চলনৰ ক্ষেত্র, 'অধর্ম' বা জীৱন জিৰণিৰ ক্ষেত্র, 'কাল' অর্থাৎ সময় আৰু 'পুদগল' বা বস্তু। এইখিনিতে উল্লেখনীয় যে বৌদ্ধ ধর্ম-তত্ত্বত থকাৰ দৰে জৈন ধর্ম-তত্ত্বতো এই পৰিচিত শব্দবোৰ বিশেষ অর্থতহে ব্যৱহাৰ কৰা হৈছিল। সেইবোৰ সম্পূর্ণভাৱে ব্যাখ্যা কৰিবলৈ গ'লে এই গ্রন্থৰ আলোচ্য বিষয়ৰ পৰা ফালৰি কাটি যোৱা হ'ব। থাওকতে ক'বলৈ গ'লে ধর্ম শব্দই ইয়াত জীৱৰ চলাফুৰা কৰাৰ বাবে প্রয়োজনীয় ক্ষেত্র বুজাইছে—যেনেদৰে পানী মাছৰ সঞ্চৰণৰ ক্ষেত্র। অধর্ম শব্দই তৃতীয় কোনো সীমাবদ্ধ ক্ষেত্র বুজাইছে—যিটো জিৰণিৰ বাবে নির্দিষ্ট। জৈন ধর্মৰ মতে আত্মা কেৱল জীব-জন্তু আৰু উদ্ভিদৰহে থাকে তেনে নহয়। শিল, স্রোতস্বিনী জলৰাশি, বিশাল প্রস্তৰখণ্ড আৰু আন আন বহুতো প্রাকৃতিক বস্তুৰো আত্মা আছে বুলি ধৰে। যিবোৰ বস্তু সম্পূর্ণ প্রাণহীন বুলিহে আন আন সকলো ধর্মতে বিশ্বাস কৰে।

আত্মা স্বাভাৱিকতে জ্যোতির্ময়, সর্বজ্ঞ আৰু আনন্দপূর্ণ। এই বিশ্বজগতত অনন্ত সংখ্যক আত্মা আছে। গুণগতভাৱে মূলতে সকলো আত্মাই সমান। ভিন্নতা দেখা যায় ওপৰত লিপিট খাই লাগি থকা পদার্থৰ অণুপৰিমাণ বিন্দুবোৰৰ বাবেহে। মানুহৰ চকুৰে দেখা নোপোৱা এই সূক্ষ্মাতিসূক্ষ্ম অণুপৰিমাণ পদার্থৰ চূর্ণবোৰৰ একোটাক বোলা হয় কর্ম। এনে কর্মাণুৰ আৱৰণে আত্মাৰ স্বাভাৱিক জ্যোতি ব্যাহত কৰি নিষ্প্রভ কৰি পেলায়। আন আন ধর্মত কর্মফলৰ গুণগত ব্যাখ্যা জৈন ধর্মত এইদৰে বস্তুবাদী ব্যাখ্যাৰ ৰূপত পোৱা যায়। এইদৰে কর্মাণুৰে গঠিত আত্মাৰ আৱৰণেই দেহ বা শৰীৰৰ ৰূপ লয়। যি কোনো চকচকীয়া উজ্জ্বল বস্তুৰ তৈলাক্ত উপৰিভাগত যদি অহৰহ ধূলিকণা পৰি থাকে তেনেহ'লে তাৰ উজ্জ্বলতা ঢাক খাই পৰেগৈ। ধূলিৰ ৰঙেই তাৰ ৰং হয়। ঠিক তেনেদৰে আত্মাৰ ওপৰতো সর্বক্ষণ এনে কর্মাণু জমা হৈ হৈ তাৰ অৱলুপ্তি ঘটে আৰু সেই কর্মাণুৰ আৱৰণেই দেহ বা শৰীৰ হয়। কর্মত লিপ্ত আত্মাৰ কর্মাণুৰে সংসর্গ অনিবার্য। সৎ-অসৎ যি কোনো কাম কৰিলেই কর্মাণু গঠিত হৈ সি আত্মাৰ গাত পৰিবই। নিষ্ঠুৰ আৰু স্বার্থপৰ কামে ভয়ানক ধৰণৰ কর্মাণুৰ সৃষ্টি কৰে আৰু কর্মৰ পৰা নতুন নতুন কর্মৰ জন্ম হয়। কর্মফলৰ শৃঙ্খলৰ পৰা আত্মাৰ উদ্ধাৰ দুৰূহ হৈ পৰে। ফলত দেহে ৰূপান্তৰ বা জন্মান্তৰ গ্রহণ কৰিব লগা হয়।

এনে পৰিস্থিতিত জন্মান্তৰ ৰোধ কৰা একমাত্র উপায় হৈছে যিবোৰ কর্মাণু আগতেই আত্মাৰ ওপৰত জমা হৈছে সেইবোৰ আঁতৰাই পেলোৱা আৰু নতুন কোনো কর্মাণু আত্মাৰ ওপৰত পৰিবলৈ নিদিয়া। এইটো অতি কষ্টসাধ্য আৰু মন্থৰ এক প্রক্রিয়া বা সাধনা। এনেকৈও ভবা হয় যে বহুতো আত্মাই কোনো কালে তেনে বজ্রসম কর্মবন্ধনৰ পৰা উদ্ধাৰ নেপাব আৰু অনন্ত কাললৈ জন্মান্তৰ চক্রতে বিচৰণ কৰি

থাকিব লাগিব। ব্ৰত আৰু সাধনাৰ যোগেদি কৰ্মবন্ধনৰ পৰা মুক্ত হ'ব পাৰি যিটোক নিৰ্জৰা বোলা হয়। অতি সতৰ্কভাৱে প্ৰত্যেকে নিজৰ কৰ্মকাণ্ড নিয়ন্ত্ৰিত কৰিব পাৰিলে নতুন কৰ্মাণু আহি আত্মাৰ ওপৰত পৰাটো—যিটোক 'আশ্ৰৱ' বোলা হয়—আৰু সেইদৰে পৰি আত্মাৰ ওপৰত কৰাল লগাদি সংযুক্ত হোৱাটো—যিটোক 'বন্ধ' বোলা হয়—এই দুটা প্ৰক্ৰিয়াত বাধা দিব পাৰি। এই বাধা দিয়াটোক 'সম্বৰ' বোলা হয়। মানুহে নিজৰ কাম-কাজ সুসংযত কৰি ৰাখিব পাৰিলে বিপদজনকভাৱে দুষ্ট কৰ্মাণু আহি আত্মাৰ ওপৰত স্থিতি ল'ব নোৱাৰে আৰু যি যৎসামান্য আহি পৰেহিও তাক অপ্ৰয়াসে অপসাৰিত কৰিব পাৰে। যেতিয়া এনে কৰ্মবন্ধনৰ পৰা আত্মা বিমুক্ত হয়গৈ সেই চূড়ান্ত সিদ্ধিৰ মুহূৰ্তত আত্মাই নিজৰ মৌলিক উজ্জ্বলতা আৰু জ্যোতিৰে উদ্ভাসিত হয়—এই জগত আনকি উচ্চতম স্বৰ্গলোকৰো উৰ্ধ্বলৈ গৈ কৰ্মহীন সৰ্বদৰ্শী আনন্দময় অস্তিত্বত অনন্তকাললৈ স্থিৰীকৃত হয়। জৈন ধৰ্মত নিৰ্বাণ বুলি সেই অৱস্থাকে বুজায়। এই কথাবোৰ আলোচনা কৰোঁতে আমি জীৱ, অজীৱ, মোক্ষ, তত্ত্ব আদি সংস্কৃত শব্দবোৰকে ব্যৱহাৰ কৰিছোঁ।

পৰৱৰ্তী যুগবোৰত জৈন দাৰ্শনিকসকলে তেওঁলোকৰ ধৰ্মমতৰ অনেক উন্নতি সাধন কৰিছিল। অতি সূক্ষ্ম জ্ঞানপূৰ্ণ তত্ত্বসমূহো নিৰ্মাণ কৰিলে তথাপি জৈন ধৰ্মৰ এই মৌলিক ভিত্তিস্বৰূপ শিক্ষাবোৰ একেই থাকিল। তাত কোনো পৰিৱৰ্তন নহ'ল। মহাবীৰ আৰু তেইছজন আন আন তীৰ্থঙ্কৰ বুদ্ধ আৰু আন আন হিন্দু দেৱ-দেৱীৰ দৰেই সমাদৃত হৈ থাকিল কিন্তু মৌলিক নাস্তিকতাবাদৰ ক্ষেত্ৰত জৈন ধৰ্মই কোনো দিনে আপোচ নকৰিলে। এই ধৰ্মত বৌদ্ধ ধৰ্মৰ মহাযান পন্থৰ দৰে কোনো ধৰ্মপন্থা বা সম্প্ৰদায়ৰ উদ্ভৱ কোনোকালে নহ'ল। যোৱা দুহাজাৰ বছৰ কাল কঠোৰ মতবাদৰ ভিত্তিতে জৈন ধৰ্ম জীয়াই আছে।

সাধাৰণ কৰ্মাসক্ত মানুহৰ বাবে সম্পূৰ্ণ মোক্ষলাভ সম্ভৱ নহয়। এই বিষয়ত জৈন ধৰ্মৰ ৰায় চূড়ান্ত আৰু নিৰ্মোহ। হিন্দু আৰু বৌদ্ধ ধৰ্মৰ লগত তাৰ মিল নাই। কাৰণ, সেই দুই ধৰ্মত কোনো কোনো ক্ষেত্ৰত মোক্ষলাভ সকলোৰে বাবেই সম্ভৱপৰ বুলি কয়। জৈন ধৰ্মই নকয়। জৈন ধৰ্মই কয় যে মোক্ষলাভ কৰিবলৈ হ'লে মানুহে সকলো মায়াবন্ধন বা গ্ৰন্থ ত্যাগ কৰিব লাগিব—আনকি গাৰ বস্ত্ৰাভৰণো। সুদীৰ্ঘ কালজোৰা অনশন ব্ৰত, কৃচ্ছ্ৰসাধন, অধ্যয়ন আৰু ধ্যানৰ দ্বাৰাইহে মানুহে কৰ্মবন্ধনৰ পৰা ৰক্ষা পাব পাৰে আৰু অতি কঠোৰ আত্ম-সংযমৰ জৰিয়তেহে নতুন কৰ্মাণু বা কৰ্মৰ প্ৰভাৱ আহি নিজৰ আত্মাৰ ওপৰত নপৰাকৈ ৰাখিব পাৰে। সেইবাবে নিজৰ গৃহত নহয়—মঠ—সন্ন্যাসীৰ জীৱন যাপন কৰিবই লাগিব মোক্ষলাভৰ সাধনাৰ অপৰিহাৰ্য পূৰ্বচৰ্ত হিচাপে। জৈন ধৰ্মৰ প্ৰাৰম্ভৰ কালতে বহুতো জৈন সন্ন্যাসী বা মুনিয়ে উলঙ্গ হৈ থকা নিয়ম মানিবলৈ এৰিছিল। এতিয়াৰ দিনতো উলঙ্গ হৈ থকা মুনি প্ৰায় নায়েই। যদিও জৈন

ধৰ্মৰ দুয়োটা ভাগৰ সকলোৱেই স্বীকাৰ কৰে যে মোক্ষলাভৰ বাবে উলঙ্গ হৈ থকা নিয়মো অৱশ্য পালনীয়। এতিয়া চলি আছে কালচক্ৰৰ অৱসৰ্পিনীৰ যুগ। জগতৰ অৱনতি দ্ৰুততৰ হৈছে দিনে দিনে। এই যুগত কোনো জীৱই অদূৰ ভৱিষ্যতত মোক্ষলাভ নকৰে বা কৰাৰ আশাও নাই। এনে নিষ্ফল যুগত মানুহৰ অন্তৰ্নিহিত নানা দুৰ্বলতাৰে এটা বুলি কাপোৰ পিন্ধাটো ইমান দোষণীয় বুলি ধৰা হোৱা নাই।

জৈন মুনিসকলৰ নীতি-নিয়মবোৰো অতি কঠোৰ। দীক্ষা গ্ৰহণ কৰোঁতে জৈন সন্ন্যাসীৰ মস্তক মুণ্ডন কৰা নহয়। চুলিবোৰ এডাল এডালকৈ উঘালি পেলোৱা হয়। কৃচ্ছসাধনৰ নিয়মবোৰো অতিশয় কষ্টকৰ। ভাৰতৰ প্ৰচণ্ড গ্ৰীষ্মকালত ৰ'দত বহি ধ্যান কৰিব লাগে সুদীৰ্ঘ সময়। অদ্ভুত একোটা দেহভঙ্গীত বহুত সময় ধৰি স্থিৰ হৈ থাকিব লাগে। হিন্দু ধৰ্মৰ তপস্বীসকলৰ দৰে মানুহক দেখুৱাবলৈ কৰা কঠোৰ শৰীৰ-নিগ্ৰহৰ বহু বিধি-বিধান অৱশ্যে জৈন ধৰ্মত নাই। জৈন মুনিজনৰ যৎসামান্য ভোজন গ্ৰহণো বন্ধ হয় অসংখ্য ব্ৰত-উপবাসৰ বিধান মানোতে। বহুতো জৈন মুনিয়ে মহাবীৰৰ নিজৰে দৃষ্টান্ত অনুকৰণ কৰি অনশন কৰি কৰিয়েই মৃত্যু-বৰণ কৰে।

জৈন মুনিৰ জীৱনজুৰি মানি চলিবলগীয়া পাঁচটা সংকল্প—কাৰো প্ৰাণ নাশ কৰিব নোৱাৰিব, চুৰি কৰিব নোৱাৰিব, মিছা কথা ক'ব নোৱাৰিব, যৌনতাৰ পৰা আঁতৰত থাকিব আৰু কোনো সম্পত্তি ৰাখিব নোৱাৰিব। এই সংকল্প পালন কৰিব লাগিব অত্যন্ত কঠোৰতাৰে— তাত কোনো আপোচ বা ৰেহাই নাই। কোনো জীৱৰ প্ৰতি হিংসা বা জীৱহত্যা—জ্ঞাতেই হওক বা অজ্ঞাতেই হওক—অতি বিপদজনক দুষ্কৰ্ম বুলি গণ্য হয় তাৰ কৰ্মাণুৰ বোজা আত্মাৰ ওপৰত অতি প্ৰচণ্ডভাৱে পৰে। গতিকে তেনে কাৰ্যৰ পৰা সহস্ৰ হস্ত দূৰত থাকিব লাগে। আমিষ ভোজন জৈন মুনি আৰু সাধাৰণ জৈনধৰ্মীলোক সকলোৰে বাবে নিষিদ্ধ আছিল। আনকি কীট-পতঙ্গবোৰবো যাতে জীৱন নাশ নহয় তালৈও চকু দিব লাগিছিল। বৌদ্ধ ভিক্ষুৰ দৰে জৈন মুনিসকলেও খোৱা পানী কাপোৰ এখনেৰে ছেকিহে খাব লাগিছিল যাতে পানীত কিবা পোক থাকিলে সেইবোৰ ৰক্ষা পৰে। জৈন মুনিসকলে হাতত এডাল আগত পাখি বা উলৰ সূতা বন্ধা ব্ৰাছ লৈ ফুৰে। বাটত কিবা পোক-পৰুৱা দেখিলে লাহেকৈ একাষৰীয়া কৰি থৈ যাব পৰাকৈ। যাতে গচকত সেইবোৰ মৰা নপৰে। তেওঁলোকে মুখতো কাপোৰ এখন বান্ধি ফুৰে যাতে বতাহত ওপঙি ফুৰা অদৃশ্য জীৱাণুবোৰ উশাহৰ লগত ভিতৰ সোমাই বিনষ্ট নহয়। কোনো সাধাৰণ জৈনধৰ্মী লোকে কৃষিকাৰ্য কৰাও নিষেধ। কাৰণ কৃষিকৰ্ম কৰোঁতে অকল উদ্ভিদ জীৱনৰ নাশ কৰাই নহয় মাটিত থকা অনেক জীৱৰো প্ৰাণ নাশ হয়। সেই ধৰণে অহিংসা ধৰ্ম পালন কৰাৰ ওপৰত এনে অত্যধিক গুৰুত্ব দিয়া বিষয়ত জৈন ধৰ্মই ভাৰতীয় সকলো আন আন ধৰ্মক অতিক্ৰম কৰি গৈছিল।

বৌদ্ধ ধৰ্ম ভাৰতত নিটিকিল। কিন্তু জৈন ধৰ্মই স্থায়িত্ব লাভ কৰিলে। ইয়াৰ প্ৰধান কাৰণ হিছাপে কোৱা হয় যে জৈন ধৰ্মই সৰ্বসাধাৰণ জৈন ধৰ্মী লোকৰ যিমান যত্ন লৈছিল বৌদ্ধ ধৰ্মই সাধাৰণ শিষ্যবৰ্গৰ বাবে সিমান মনোযোগ দিয়া নাছিল। জৈন মুনিসকলে সাধাৰণ জৈনধৰ্মী লোকৰ লগত সততেই নিবিড় সম্পৰ্ক ৰাখিছিল। বৌদ্ধ ভিক্ষুসকলে তেনেকৈ সাধাৰণ লোকৰ স্বাৰ্থৰ বাবে যত্নপৰ নহৈছিল। জৈন ধৰ্মত সাধাৰণ জৈন লোককো নিঃসন্দেহে জৈন ধৰ্মৰ আদৰ্শৰ দ্বাৰাই প্ৰভাৱিত কৰি ৰখাই নিয়ম। মাজে মাজে সাধাৰণ গৃহস্থী জৈন লোককো নিৰ্দিষ্ট সময়ৰ বাবে জৈন মুনিসকলৰ দৰে ব্ৰতাচাৰী হৈ থাকিবলৈ উদগনি জনোৱা হয়। আচাৰ-ব্যৱহাৰতো যিমান দূৰ সম্ভৱ মুনিসকলৰ পদাঙ্ক অনুসৰণ কৰি চলিবলৈ শিকোৱা হয়। বৌদ্ধ ধৰ্মৰ দৰেই জৈন ধৰ্ময়ো সততা আৰু সঞ্চয়শীলতাৰ শিক্ষা দিছিল। সেইবাবেই জৈন ধৰ্মৰ আদিছোৱাতে সাধাৰণ জৈনধৰ্মী লোক প্ৰধানকৈ বাণিজ্যজীৱী হৈ পৰিছিল। মাউণ্ট আবু আৰু শ্ৰৱণ বেলগোলাৰ চমৎকাৰ জৈন মঠ আৰু মন্দিৰবোৰ মধ্যযুগীয় সাধাৰণ জৈনধৰ্মী লোকৰ অপৰিমিত ঐশ্বৰ্য-সম্পদ আৰু ধৰ্মপৰায়ণতাৰ নিদৰ্শন।

জৈন ধৰ্মত কোনো বিশেষ ধৰণৰ সামাজিক নীতি-নিয়ম নাই। সাধাৰণ জৈন লোকৰ জন্ম-মৃত্যু-বিবাহ আদি অনুষ্ঠানবোৰ হিন্দু ক্ৰিয়া-কাণ্ডৰ ৰীতিমতেই চলে। এসময়ত জৈনসকলেও বৌদ্ধসকলৰ দৰে স্তূপ-সংস্কৃতি এটা গঢ়ি তুলিছিল। কিন্তু সি বেছিদিন স্থায়ী নহ'ল। আকৌ খ্ৰীষ্টাব্দ আৰম্ভণিৰ সময়তে তীৰ্থঙ্কৰসকলৰ মূৰ্তি মন্দিৰত ৰাখি সমাদৰ কৰা হৈছিল। মধ্যযুগত সেয়ে হিন্দুসকলে দেৱ-দেৱী পূজা কৰাৰ দৰে চাকি-বন্তি, পত্ৰ-পুষ্প, ধূপ-ধূনাৰে পূজা কৰা ৰীতিত পৰিণত হৈছিলগৈ। বৌদ্ধ ধৰ্মৰ দৰে হিন্দু ধৰ্মৰ প্ৰধান প্ৰধান দেৱতাসকলৰ অনুপ্ৰৱেশ ঘটিছিল জৈন মন্দিৰৰ অভ্যন্তৰলৈও। অৱশ্যে সেয়া নিম্নবৰ্গ দেৱতা হিছাপেহে। আস্তিকতাবাদৰ লগত কোনো আপোচ হোৱা নাছিল যদিও জৈন ধৰ্মই হিন্দু ৰীতি-নীতিৰ লগত সহজেই খাপ খাই পৰিছিল। কিন্তু জৈনসকল বেলেগ ধৰ্মীয় সম্প্ৰদায় হিছাপেই গণ্য হৈছিল।

জৈন ধৰ্মসাহিত্য সাধাৰণতে নিৰুত্তাপ, সততেই পণ্ডিতালিপূৰ্ণ। ইয়াত প্ৰতিফলিত নীতিবাক্যবোৰত সাধুতা, দয়া আদি মহৎ গুণৰ পোষকতা কৰা হয় যদিও অলপ নেতিবাচক আৰু মূলতঃ স্বাৰ্থচিন্তাপূৰ্ণ যেন লাগে। যেনে জৈন ধৰ্মৰ অহিংসাত কোনো প্ৰকাৰ ভূত দয়া বা জীৱৰ প্ৰতি দয়া ভাব মিশ্ৰিত নহয়। জৈন অহিংসা মানে যান্ত্ৰিকভাৱে নিৰামিষ ভোজন আৰু আকস্মিকভাৱেও যাতে কোনো জীৱ হত্যা নহয় তাৰ বাবে সৰ্বক্ষণ সজাগতা। তাৰ মাজতে অৱশ্যে জৈন শাস্ত্ৰবোৰৰ কোনো ঠাইত মানৱীয় সহানুভূতিৰে উমাল কিছু কিছু অংশ পোৱা যায়। যেনে অহিংসা ধৰ্মৰ বিষয়ে আলোচনা কৰিবলৈ গৈ আচৰঙ্গ সূত্ৰৰ প্ৰথমাংশতে আছে—

"এজন জ্ঞানীলোক আনন্দিতও হ'ব নেপায়, ক্ৰোধান্বিতও হ'ব নেপায় আৰু তেওঁ সকলো প্ৰাণীৰে সুখ-আনন্দৰ কথাও বিবেচনালৈ আনিব লাগে........ যিসকল

লোকৰ খেতি-পথাৰ আছে, ঘৰ-দুৱাৰ আছে, যাৰ ৰঙ-বিৰঙৰ বস্ত্ৰ-আভৰণ মণি-মুকুতাদি অলঙ্কাৰ আছে তেওঁলোকৰ বাবে জীৱনৰ মূল্য বহুত আৰু সেই জীৱনৰ প্ৰতি তেওঁলোকৰ আসক্তিও বেছি।......... কিন্তু যিসকলৰ কঠোৰ আত্ম-সংযম আছে, যাৰ জীৱন স্বনিয়ন্ত্ৰিত, সেইসকলেহে এইবোৰ ঐহিক বস্তুলৈ লোভ নকৰে.... সেইবাবে জীৱন-মৃত্যুৰ ৰহস্য সম্বন্ধে অৱগত হৈ দৃঢ় পদক্ষেপেৰে জীৱন-পথত আগবাঢ়ে।"

" কাৰণ মৃত্যুয়ে ঢুকি নোপোৱা কোনো নাই। তথাপি সকলো জীৱই নিজক ভাল পায়। তেওঁলোকে সুখ-আনন্দলৈ হেঁপাহ কৰে। দুখৰ পৰা দূৰত থাকিবলৈ বিচাৰে। মৃত্যুৰ পথ পৰিহাৰ কৰি জীৱনকে আঁকোৱালি ধৰি থাকে। জীয়াই থাকিবলৈ বিচাৰে। সকলো জীৱৰ বাবেই জীৱন মহামূল্যৱান।"

জৈন নীতিশিক্ষাৰ প্ৰকৃতি সম্বন্ধে তলত দিয়া পদ্যাংশবোৰ 'উত্তৰাধ্যয়ন সূত্ৰ'ৰ-১০ স্থানৰ পৰা উদ্ধৃত কৰা হ'ল। এইখিনি কথা মহাবীৰে নিজে তেওঁৰ গৌতম নামৰ এজন শিষ্যক কোৱা বুলি উদ্ধৃত (অৱশ্যে এইজন গৌতম বেলেগ। গৌতম বুদ্ধ নহয়।)

"পকা পাত এটা তাৰ জীৱনকাল উকলি গ'লে
যেনেদৰে মাটিত সৰি পৰে, মানুহৰ জীৱনো
ঠিক তেনেকুৱাই। সেইবাবে সদায় সতৰ্ক হ'বা, হে গৌতম!
বনপাতত নিয়ৰৰ টোপাল যেনেদৰে ক্ষণস্থায়ী
মানুহৰ জীৱনো ঠিক তেনেদৰে নিতান্তই ক্ষণজীৱী।
সেইবাবে সদায় সজাগ থাকিবা, হে গৌতম!
নিজৰ অসতৰ্কতাৰ বাবেই আত্মাই সৎ-অসৎ
কৰ্মচক্ৰৰ মাজেদি বিশ্বব্ৰহ্মাণ্ড ঘূৰি ফুৰিব লগাত পৰে
সেইবাবে সদায় সজাগ হৈ থাকিবা, হে গৌতম!
এই শৰীৰ এদিন জৰাগ্ৰস্ত হ'ব, ধৱল বৰণ হ'ব মূৰৰ চুলিৰ
শৰীৰ বল শক্তি কালে হৰি নিব—ব্যাধি আৰু হতাশাত লয় পাব দেহ
তাৰ বাবে সজাগ থাকিবা—হে গৌতম!
সেইবাবে ছিন্ন কৰি সৰ্ব মোহপাশ—হোৱা শুদ্ধ পদুমৰ দৰে
দূৰ কৰি ধূলি-বালিৰ ক্লেদমুক্ত শৰতৰ নদীৰ সম হোৱা নিৰ্মল
সদায় সজাগ হ'বা—হে গৌতম।

দিগম্বৰ পন্থৰ একে ধৰণৰ উপদেশৰ আৰ্হি হিছাপে চতুৰ্থ শতাব্দীৰ জৈন মুনি পূজ্যপাদৰ কেইফাকিমান পদ্য উদ্ধৃত কৰা হ'ল তলত। এইখিনি কথা ইষ্টোপদেশ নামে গ্ৰন্থৰ যথাক্ৰমে ৮, ৯, ২৯, ৩০ আৰু ৫০ নং পদ্যাংশবোৰৰ ভাঙনি। পদ্যাংশবোৰৰ প্ৰকাশভঙ্গীত সংক্ষিপ্ততা লক্ষণীয়—

"নিজৰ দেহ, গৃহ, ঐশ্বৰ্য আৰু ভাৰ্যা
পুত্ৰ, বন্ধু আৰু শত্ৰু—এই সকলো আত্মাৰ পৰা ভিন্ন।
নিৰ্বোধজনেহে সেইবোৰক আপোন বুলি ভাবে।"

"সকলো দিশৰ পৰা পখীগণ উৰি আহি
ৰাতিটোৰ বাবে জিৰণি লয় একেজোপা গছৰ ডালত।
কিন্তু পুৱা হ'লেই প্ৰত্যেকেই উৰি যায় দিশে দিশে আপোন পথেৰে।"

"মোৰতো কোনো মৃত্যু নাই—মোৰ তেন্তে কিহলৈ ভয়?
মোৰ কোনো ৰোগ নহয় হতাশ হ'বলৈ। মই নহওঁ শিশু,
নহওঁ তৰুণ, নহওঁ কদাপি বৃদ্ধ। সেইবোৰ মোৰ দেহৰ অৱস্থা মাথোন।"

"মোৰ মূৰ্খামিৰ বাবে বহু দেহ ধাৰণ কৰিলোঁ মই
বহুবাৰ ভোগ কৰি বহুবাৰ তিয়াগিলো দেহভাৰ। জ্ঞান-চক্ষু
লভিলোঁ যেতিয়া কিয় বাঞ্ছা কৰিম সেইবোৰ জাবৰ-জোঁথৰ!"

"আত্মাৰ স্বতন্ত্ৰ অস্তিত্ব—পঞ্চভূতৰ পৰা সম্পূৰ্ণ বেলেগ
সকলো সত্যৰ সেয়ে মৰ্মকথা। ওপৰঞ্চি সৰ্বব্যাখ্যা
মাথোঁ বাহুল্যপূৰ্ণ বচনসম্ভাৰ অযথা।"

## আজীৱিক সম্প্ৰদায় ঃ

বৌদ্ধ আৰু জৈন ধৰ্মমত দুইটাৰ সম্প্ৰচাৰ হৈ থাকোঁতেই একে সময়তে তৃতীয় এটা পৰম্পৰাবহিৰ্ভূত ধৰ্মমতৰ উদ্ভৱ হৈছিল। তাৰ নাম আছিল আজীৱিক সম্প্ৰদায়। এই সম্প্ৰদায় গঠিত হৈছিল কঠোৰ কৃচ্ছ্ৰব্ৰতী এদল সন্ন্যাসী সাধকেৰে। তেওঁলোকে অন্যান্য কঠোৰ সাধনৰ লগতে নিৰাৱৰণ হৈ থাকিছিল। এই পন্থৰ প্ৰতিষ্ঠাপক গোশাল মস্কাৰীপুত্ৰৰ ধৰ্মদৰ্শনৰ লগত তেওঁ সমসাময়িক পুৰুষ আৰু তেওঁৰে আগৰ বন্ধু বৰ্দ্ধমান মহাবীৰৰ ধৰ্মচিন্তাৰ প্ৰকৃতি আৰু মূল একেটাই। মহাবীৰৰ দৰেই তেখোঁ পূৰ্বৰ গুৰুসকলৰ আৰু আন আন তপস্বী-সন্ন্যাসীসকলৰ ধৰ্মমতকে পৰিশ্ৰুত কৰি নিজা ব্যাখ্যা যোগ দি নিজৰ ধৰ্মমত গঠন কৰিছিল। বৌদ্ধ আৰু জৈন উভয় ধৰ্মতে তেওঁৰ বিষয়ে থকা কিম্বদন্তীমতে তেওঁৰ জন্ম সাধাৰণ মানুহৰ ঘৰত হৈছিল। বুদ্ধৰ মৃত্যুৰ এবছৰ কি দুবছৰৰ আগতে তেওঁৰ মৃত্যু হৈছিল প্ৰায় ৪৮৪ খ্ৰীঃ পূৰ্বত। তাৰ আগে আগে মহাবীৰৰ লগত শ্ৰাৱস্তী নগৰত তেওঁৰ এখন প্ৰবল তৰ্কযুদ্ধ হৈছিল। তেওঁৰ অনুগামীসকলে পুৰাণ কাশ্যপ নামৰ পৰম্পৰবিৰোধী আন এজন ধৰ্মগুৰু আৰু পৰমাণুবাদী দাৰ্শনিক পাকুড় কাত্যায়নৰ অনুগামীসকলৰ লগ লাগি আজীৱিক সম্প্ৰদায়

প্ৰতিষ্ঠা কৰে। মৌৰ্যযুগত এই সম্প্ৰদায়ৰ কিছুকাল জুৰি প্ৰসাৰ আৰু প্ৰচাৰ হৈছিল। মহাৰাজ অশোক আৰু তেওঁৰ পিছৰ সম্ৰাটসকলে আজীৱিকসকলক তপস্যা কৰিবলৈ গুহাও নিৰ্দিষ্ট কৰি দিছিল। তাৰ পিছতে কিন্তু আজীৱিক ধৰ্মমতৰ প্ৰভাৱ হ্ৰাস পাবলৈ ধৰিলে অতি দ্ৰুতগতিত। শেহলৈ মহীশূৰৰ পূবদিশে আৰু মাদ্ৰাজৰ নিকটৱৰ্তী অঞ্চলবোৰত আজীৱিক সম্প্ৰদায়ৰ স্থানীয়ভাৱে কিছু গুৰুত্ব আছিল। চৈধ্য শতিকালৈকে সেইদৰেই টিমিক-টামাককৈ থকাৰ পিছত আজীৱিক সম্প্ৰদায় বিলুপ্ত হ'ল।

আজীৱিক ধৰ্মমতৰ কোনো লিখিত শাস্ত্ৰ পাবলৈ নাই। তেওঁলোকৰ বিষয়ে আমি যিখিনি জানো সেইখিনিও বৌদ্ধ ধৰ্ম আৰু জৈন ধৰ্মৰ তত্ত্বগ্ৰন্থবোৰত থকা বিতৰ্কমূলক আলোচনাত আজীৱিক সম্প্ৰদায়ৰ বিষয়ে উল্লেখ কৰা কথাবোৰৰ পৰা যুগুতাই লোৱা তথ্যহে। আজীৱিক সম্প্ৰদায় সম্পূৰ্ণ আৰু নিশ্চিতভাৱে নাস্তিকতাবাদত বিশ্বাসী। কঠোৰ যুক্তিবাদ আছিল এই সম্প্ৰদায়ৰ ধৰ্মমতৰ মূল ভিত্তি। গতানুগতিক কৰ্মফল তত্ত্বই শিকায় যে মানৱৰ বৰ্তমান অৱস্থা নিৰ্ণীত হৈছিল তেওঁৰ অতীতৰ কৰ্মৰ ফলৰ দ্বাৰা। গতিকে তেওঁ যদি সৎ কৰ্ম কৰি সদাচাৰী হয়, তেন্তে তেওঁৰ বৰ্তমানৰ কৰ্মৰ শুভফলৰ যোগেদি ইহ জনমতো আৰু পৰজন্মতো নিজৰ ভাগ্য ভাল কৰিব পাৰে। আজীৱিকসকলে এই কথা মানি নলয়। তেওঁলোকৰ মতে এই বিশ্বব্ৰহ্মাণ্ডৰ বৃহত্তম বৃহৎ আৰু ক্ষুদ্ৰাতিক্ষুদ্ৰ সকলো কৰ্ম নিয়তি বা অদৃষ্ট নামক এক নৈৰ্ব্যক্তিক মহাজাগতিক নীতি অনুসৰি নিকপকপীয়াকৈ পূৰ্বনিৰ্দিষ্ট হৈ আছে অলংঘনীয়ভাৱে। গতিকে জন্মান্তৰৰ গতি ৰোধ কৰাৰ বা সেই গতিক কোনোৰূপে প্ৰভাৱান্বিত কৰা মানুহৰ সাধ্যাতীত। 'দীঘা নিকায়' নামৰ পালি ভাষাত ৰচিত শাস্ত্ৰৰ ১।৫৩-৫৪ স্থানত আছে—

"যিবিলাকে উশাহ-নিশাহ লয়, যাৰ জন্ম হৈছে, যাৰ জীৱন আছে—সেই সকলোৱে নিজৰ কোনো ক্ষমতা, কোনো শক্তি, কোনো গুণ নাই। সেই সকলো অদৃষ্ট, আকস্মিকতা আৰু প্ৰকৃতিৰ দ্বাৰা সৃষ্ট। সেইবিলাকে জীৱনৰ ছয় বিধ আনন্দ আৰু দুখৰ অভিজ্ঞতা লাভ কৰে মাত্ৰ। মুঠতে ৮,৪০০,০০০ মহাকল্প আছে মহাকালৰ বুকুত। মহাজ্ঞানীয়েই হওক বা মহামূৰ্খই হওক, সকলোৱেই সেই সংখ্যক মহাকল্পৰ মাজেদি জন্ম-জন্মান্তৰ ভ্ৰমণ কৰিব লাগিবই। তেতিয়াহে দুখৰ নিবৃত্তি হ'ব। সেই প্ৰক্ৰিয়াত কোনো অপৰিপক্ক কৰ্ম পৰিপক্ক বা ফলপ্ৰসূ কৰাৰ প্ৰশ্ন নাই। অথবা সৎ কৰ্ম, সদাচাৰ, সংকল্প, ব্ৰতপালন আৰু শুদ্ধ জীৱনযাত্ৰাৰ জৰিয়তে কৰ্মবন্ধনৰ পৰা মুক্ত হোৱাৰ কথাও অবাস্তৱ। কাৰণ সেইবোৰ কৰা অসম্ভৱ। মানৱৰ সংসাৰত ভাগ্যৰ জোখ হয় দোণেৰে। তাত সুখো থাকে—দুখো, কিন্তু মুঠ পৰিমাণ একেই থাকে। তাক বঢ়াবও নোৱাৰি কমাবও নোৱাৰি। তাত কমো নেথাকে বেছিও নেথাকে। সূতাৰ গুলি এটা দলিয়াই দিলে তাৰ দীঘ মুকলি হৈ হৈ মূৰ নোপোৱালৈকে যেনেদৰে বাগৰি থাকিবই—ঠিক তেনেদৰে জ্ঞানী-মূৰ্খ সকলোৱে এই সময়চক্ৰৰ শেহলৈকে ভ্ৰমণ কৰিব লাগিবই।"

যদিও কোৱা হৈছে যে মানুহে যিহকেই নকৰক তাৰ দ্বাৰা তাৰ ভৱিতব্যৰ লৰচৰ অকণো নহয়—তথাপি আজীৱিক সন্ন্যাসীসকলেও কঠোৰ তপস্যা কৰিছিল কাৰণ অদৃষ্টই সেই কষ্টকৰ তপস্যাত নিমজ্জিত হ'বলৈ পূৰ্বেই নিৰ্দিষ্ট কৰি থৈছেই। আজীৱিক সম্প্ৰদায়ৰ বিৰোধীসকলে কিন্তু তেওঁলোকৰ মাজৰ বহুত ভ্ৰষ্টাচাৰ আৰু নৈতিকতাহীনতাৰ কথা কৈছিল।

দ্ৰাবিড় দেশৰ আজীৱিকসকলে মহাযানী বৌদ্ধ ধৰ্মৰ দৰে বেলেগ এক পন্থ গঢ়ি তুলিছিল। গোশালক এক সংজ্ঞাতীত অপ্ৰকাশ্য দেৱতা হিছাপে প্ৰতিষ্ঠিত কৰা হৈছিল— বুদ্ধক মহাযানী বৌদ্ধ পন্থত কৰাৰ দৰেই। আৰু উপৰি উক্ত অলংঘনীয় অদৃষ্টৰ তত্ত্বত গ্ৰীক দাৰ্শনিক পাৰ্মেনিদেছে কৰাৰ দৰে অন্য অৰ্থ আৰোপ কৰা হ'ল এইবুলি যে সকলো পৰিৱৰ্তন আৰু সঞ্চলন হৈছে মায়া মাথোন। প্ৰকৃততে বিশ্বজগত অচঞ্চল আৰু অসীম অনন্তৰ বুকুত অলৰ-অচৰ আৰু স্থিৰ হৈ থাকে। এই মতবাদৰ লগত নাগাৰ্জুনৰ 'শূন্যতা' তত্ত্বৰ কিবা এটা সাদৃশ্য আছে।

**সন্দেহবাদ আৰু বস্তুবাদ ঃ**

বুদ্ধ, মহাবীৰ, গোশাল আৰু তেওঁলোকৰ যুগৰ অন্যান্য বহুতো অল্পখ্যাত ধৰ্মগুৰুৱে দেৱ-দেৱীসকলৰ প্ৰতি অৱজ্ঞা প্ৰকাশ কৰিছিল যদিও তেওঁলোক কোনোৱেই সম্পূৰ্ণভাৱে নাস্তিকতাবাদী বা বস্তুবাদী নাছিল। সকলোৱেই, সীমিতভাৱে হ'লেও, ক্ষমতাশালী অতি-প্ৰাকৃতিক জীৱ আছিল বুলি বিশ্বাস কৰিছিল আৰু প্ৰত্যেকেই জীৱৰ জন্মান্তৰ ভ্ৰমণৰ মৌলিক তত্ত্বও মানি লৈছিল। মাত্ৰ জন্মান্তৰৰ নীতি-প্ৰণালী আদিৰ ব্যাখ্যা আছিল প্ৰত্যেকৰে ব্যক্তিগত। তাৰ ভিতৰতে কিছুমান দাৰ্শনিকে সকলো অবাস্তৱ যুক্তিবাদ দৃঢ়কণ্ঠে নাকচ কৰিছিল আৰু খুবসম্ভৱ সেইসকল দাৰ্শনিকৰ লোকসমাজৰ ওপৰত প্ৰভাৱো যথেষ্ট ব্যাপক আছিল। অন্ততঃ ধৰ্মগ্ৰন্থবিলাকত তেওঁলোকৰ এনে বিৰুদ্ধ মতবাদবিলাকত গুৰুত্ব নিদিয়াকৈ সাধাৰণভাৱে বৰ্ণনা কৰাটোৱেই স্বাভাৱিক। সেইবিলাক উল্লেখৰ পৰা তেওঁলোকৰ তেনে অগতানুগতিক মতবাদৰ প্ৰভাৱ কিমান আছিল সেই বিষয়ে সঠিকভাৱে জানিব নোৱাৰি। যেনে, যথাৰ্থতে অতি প্ৰাচীন কালতে ৰচিত 'কথোপনিষদ'ত প্ৰশ্নকৰ্তা নচিকেতাই মৃত্যুৰ দেৱতা যমক সুধিছে— "মৃত্যুৰ পিছত মানুহৰ অৱস্থা কি হয় সেই বিষয়ে সন্দেহ আছে। কোনো কোনোৱে কয় মানুহৰ অস্তিত্ব থাকে, কোনো কোনোৱে কয়— নেথাকে।" যমে তাৰ উত্তৰত কৈছে, "সেই বিষয়ে আগতে দেৱতাসকলৰো মনত সন্দেহ আছিল। এই কথা বুজা বৰ সহজ নহয়।" ইয়াৰ পৰাই বুজা যায় যে 'কথোপনিষ'দ ৰচনাৰ কালত এই সন্দেহ ব্যাপক ধৰণৰ আছিল।

অজিত কেশকম্বলিন (= 'নোমৰ কম্বল লোৱা অজিত।'— এই নাম নিশ্চয় তেওঁৰ সম্প্ৰদায়ৰ নিৰ্দিষ্ট পোছাকৰ পৰাই হৈছিল।) আছিল বুদ্ধৰ সমসাময়িক যুগৰ

লোক। তেৱেঁই আমি জনাত অবিমিশ্ৰ বস্তুবাদৰ প্ৰথম প্ৰবক্তা আছিল। 'দীৰ্ঘ নিকায়' গ্ৰন্থৰ ১-৫৫ স্থানত আছে তেওঁৰ উক্তি—

"মানুহ চাৰিটা ভূত বা পদাৰ্থৰে নিৰ্মিত। যেতিয়া কোনো এজন মানুহ মৰে তেতিয়া তাৰ দেহৰ মাটিভাগ মাটিলৈ, পানীভাগ পানীলৈ, অগ্নি অৰ্থাৎ তাপভাগ তাপলৈ আৰু বায়ুভাগ বায়ুমণ্ডললৈ গুচি যায়। তাৰ যি চেতনা বা বোধ সিও মহাশূন্যত বিলীন হৈ যায়। যি চাৰিটা মানুহে সাঙীভাৰ কৰি তাৰ মৰাশ কঢ়িয়াই লৈ যায়, সিহঁতে শ্মশান পোৱালৈকেহে মৃতকৰ বিষয়ে কথা পাতে। শ্মশানৰ চিতাত জ্বলি পুৰি তাৰ হাড়বোৰে কপৌ চৰাইৰ পাখিৰ বৰণ লয় আৰু তাৰ ত্যাগ-ধৰ্ম সকলো ভস্মীভূত হয়। গতিকে দান-দক্ষিণা কৰিবলৈ উপদেশ দিয়াটো মাথোন মূৰ্খামি। যিসকলে এনে বাস্তৱ মূল্যহীন জীৱন যাপনৰ পোষকতা কৰে তেওঁলোক নিৰৰ্থক আৰু নিৰ্বোধ মিথ্যাভাষণত লিপ্ত হয় মাথোন। যেতিয়া মানুহৰ শৰীৰৰ মৃত্যু হয় তেতিয়াই মূৰ্খ আৰু জ্ঞানী সকলোৰে জীৱনসূত্ৰ খণ্ডিত হয় আৰু সকলোৱেই বিনষ্ট হয়। মৃত্যুৰ পিছত কাৰো একো অস্তিত্ব নেথাকে।"

বৌদ্ধ ধৰ্মশাস্ত্ৰৰ কথাত নিৰ্ভৰ কৰিব পাৰিলে আমি জানিব লাগিব যে অজিতে এক সম্প্ৰদায় নিজে প্ৰতিষ্ঠা কৰিছিল। বুদ্ধই সিহঁতৰ সাধনাৰ উদ্দেশ্য সৎ নাছিল বুলি নিন্দা কৰিছিল। কিন্তু কেনেকুৱা ধৰণৰ সাধনানো আছিল সেই সম্বন্ধে ক'তো একো পাবলৈ নাই। খুব সম্ভৱ অজিতৰ দ্বাৰা প্ৰতিষ্ঠিত সম্প্ৰদায় আচলতে কোনো বিধিসম্মত তপস্বীৰ সম্প্ৰদায় নাছিলেই। আচলতে গ্ৰীচৰ এপিকিউৰিয়ানবিলাকৰ দৰে একে মনোবৃত্তিৰ মানুহৰ এখন সমাজ মাথোন আছিল, যাৰ উদ্দেশ্য জীৱনৰ সৰল আনন্দবোৰ একেলগে ভোগ কৰা। সেইবোৰ যিয়েই নহওক এটা বিষয়ত নিশ্চিত হোৱা যায় যে এই সময়ৰ পৰাই ভাৰতীয় দৰ্শনত এক বস্তুবাদী চিন্তাধাৰা চলিবলৈ আৰম্ভ কৰিছিল। হিন্দু, বৌদ্ধ বা জৈন সকলো ধৰ্মৰে ধৰ্মীয় বা দাৰ্শনিক গ্ৰন্থবিলাকত এনে বস্তুবাদী দৰ্শনৰ মতবাদক সমালোচনা কৰিবলৈ যথেষ্ট প্ৰয়াস কৰা দেখা যায়—এনে বস্তুবাদী চিন্তা-চৰ্চাক তেতিয়াৰ দিনত দুৰাচাৰী চাৰ্বাকপন্থী অথবা 'লোকায়ত' বোলা হৈছিল। আমাৰ এই গ্ৰন্থত আলোচ্য ইতিহাসৰ কালছোৱাৰ ভিতৰত এনে ধৰণে ধৰ্মবিৰোধী ঈশ্বৰ-বিৰোধী বিশ্বাসশূন্য লোকসকলৰ কথা উল্লেখ কৰোঁতে সকলো শাস্ত্ৰকাৰ-গ্ৰন্থকাৰৰ ঘৃণা আৰু নিন্দা উথলি উঠা দেখা যায। সময়ে সময়ে সেই নিন্দাবচনবোৰত এক ভীতিগ্ৰস্ততাও অনুভৱ কৰিব পাৰি। যেন ধাৰ্মিক গ্ৰন্থকাৰসকলৰ মনতে মাজে মাজে সংশয় উপস্থিত হৈছিল যে এই বস্তুবাদী পাষণ্ডগণে এনেদৰে প্ৰচাৰ কৰি কৰি প্ৰতিষ্ঠিত সমাজ-ব্যৱস্থাৰ গাঁথনিকে লৰাবগৈনেকি! বস্তুবাদী আৰু অধাৰ্মিক চিন্তা এক অন্তঃস্ৰোত 'অৰ্থশাস্ত্ৰ' আৰু 'কামসূত্ৰ'ৰ দৰে কিছুমান ধৰ্মনিৰপেক্ষ বিষয়ৰ গ্ৰন্থতো আছে বুলি ধৰিব পাৰি।

বস্তুবাদী নিৰীশ্বৰবাদীসকলৰ মতে সকলো ধৰণৰ ধৰ্মীয় আচাৰ পালন আৰু নৈতিকতা সম্পূৰ্ণ নিৰৰ্থক। অন্ততঃ বস্তুবাদৰ প্ৰবক্তাসকলৰ বিৰোধী-শিবিৰৰ ধাৰণা সেইটোৱেই। বস্তুবাদীসকলৰ মতে মানুহে জীৱনকালতে জীৱনৰ পৰা পাব পৰা সকলো আনন্দ আহৰণ কৰিব লাগে। বৌদ্ধ আৰু জৈন ধৰ্মৰ সৰল সঞ্চয়শীলতাও বস্তুবাদী দৰ্শনত বাতিল হৈ যায়—যেনে পুনাৰ পৰা প্ৰকাশিত 'সৰ্বদৰ্শনসংগ্ৰহ' গ্ৰন্থৰ (১৯২৪) পৃষ্ঠা চৈধ্যত আছে—

যাৱৎ জীৱেৎ সুখং জীৱেৎ। ঋণং কৃত্বা ঘৃতং পিৱেৎ।
ভস্মীভূতস্য দেহস্য পুনৰাগমনং কুতঃ॥

একেখন কিতাপৰে ৪ পৃষ্ঠাত আছে— "সন্মুখত আনন্দৰ সমল দেখিও যি মানুহে ভয়ত বা কুণ্ঠাত পিছ হুঁহকি পলায়, সি আচলতে পশু-সদৃশ মূৰ্খ।" বস্তুবাদীসকলৰ পৰিষ্কাৰ কথা—পিছত দুখত পৰিব লাগিব বুলি ভয় কৰি আনন্দৰ উপকৰণৰ প্ৰতি বিমুখ হ'ব নেপায়। সুখৰ পিছত মাজে মাজে দুখ আহে। সেই দুখ মানুহে আনন্দেৰে গ্ৰহণ কৰিব লাগে। কাৰণ জগতৰ সকলো সুখত অলপ দুঃখ মিশ্ৰিত থাকেই। যেনেকৈ মাছৰ লগত কাঁইট থাকে—ধানৰ লগত থাকে বাকলি।

বস্তুবাদী শিবিৰৰ বিৰোধীসকলে তেওঁলোকৰ মাজত কেৱল ভ্ৰষ্টাচাৰ আৰু নীচাশয় আদৰ্শ দেখা পায়। বস্তুবাদীসকলৰ কিবা নীতিবোধযুক্ত মতবাদ আছিল নে নাই তাৰ কোনো প্ৰমাণ পাবলৈ নাই। কিন্তু একেই 'সৰ্বদৰ্শনসংগ্ৰহ' গ্ৰন্থৰে আন এটা শ্লোকৰ ভাবাৰ্থৰ পৰা বুজিব পাৰি যে বস্তুবাদীসকলো পৰিয়াল আৰু বন্ধুত্বৰ স্নেহবন্ধনৰ প্ৰতি সজাগ আছিল।

যদি মানুহৰ শৰীৰ বিনষ্ট হয়
আৰু পৰলোকলৈ সঁচাকৈ গতি কৰে
তেন্তে ইষ্ট-মিত্ৰ-কুটুম্বৰ চেনেহৰ জৰিৰ
টানত তেওঁ জানো পুনৰায় ঘূৰি নাহিব?

বস্তুবাদীসকলৰ বিষয়ে নানা উদ্ধৃতি ধৰ্মবিষয়ক আৰু দৰ্শনৰ গ্ৰন্থবিলাকত বিস্তৰ পৰিমাণে পোৱা যায়। তাৰ উপৰি এখন সম্পূৰ্ণ বস্তুবাদী দৰ্শনৰ গ্ৰন্থ পোৱা গৈছে। সেই গ্ৰন্থৰ নাম 'তত্ত্বোপপ্লৱসিংহ' (= যাৰ মুক্ত অনুবাদ হ'ব— 'সকলো ধৰ্মীয় সত্য বিনাশকাৰী সিংহ'।) খ্ৰীঃ অষ্টম শতাব্দীৰ জয়ৰাশি নামে এজন গ্ৰন্থকাৰে সেইখন লিখিছিল। গ্ৰন্থকাৰ সম্পূৰ্ণ সন্দেহবাদী—এলিছ নগৰৰ সন্দেহবাদী দাৰ্শনিক পিৰোৰ অনুগামীসকলৰ দৰেই তেৱোঁ কোনো জ্ঞানেই নিশ্চয়তা দাবী কৰিব নোৱাৰে বুলি প্ৰবল যুক্তিবাদেৰে—তেওঁৰ নিজৰ দৃষ্টিকোণৰ পৰা—তেতিয়াৰ দিনৰ সকলো প্ৰধান ধৰ্মমতেৰে একেবাৰে ভিত্তিমূলত আঘাত হানিছিল।

# হিন্দু ধৰ্ম

## উত্থান আৰু সাহিত্য ঃ

প্ৰাচীন ব্ৰাহ্মণসকলৰ অভিজাত ধৰ্মশাস্ত্ৰতো উল্লেখ পোৱা যায়, বৌদ্ধ আৰু জৈন ধৰ্মশাস্ত্ৰবোৰতো সততেই পোৱা যায়—জনপ্ৰিয় কিছুমান ধৰ্মবিশ্বাসৰ কথা। লোকসমাজৰ সেইবোৰ বিশ্বাসত যক্ষ (স্থূল দেৱতা) সৰ্পকুলৰ নাগ দেৱতা আৰু অন্যান্য নিম্নবৰ্গৰ বহুত দেৱতা পবিত্ৰ স্থান বা 'চৈত্যবোৰ'ৰ লগত সংযুক্ত। আদিকালৰ পৰাই ভাৰতত বিশেষকৈ পশ্চিম-ভাৰতত বাসুদেৱ নামে এজন দেৱতাৰ পূজা ব্যাপকভাৱে চলিছিল। এইজন দেৱতাৰ উদ্দেশ্যেই আগতে আমি একাধিকবাৰ উল্লেখ কৰা বেছনগৰ স্তম্ভ নিৰ্মাণ কৰা হৈছিল। সেই স্তম্ভৰ গাত খোদিত লিপিৰ পৰা জানিব পাৰি যে খ্ৰীঃ পূঃ দ্বিতীয় শতাব্দীৰ শেহৰ ফালে বাসুদেৱ পূজাই শাসক শ্ৰেণীৰ পৃষ্ঠপোষকতা লাভ কৰিছিল। আনকি পশ্চিম দিশৰ পৰা ভাৰত আক্ৰমণ কৰিবলৈ অহা আক্ৰমণকাৰী জাতিবোৰেও বাসুদেৱ পূজা সমৰ্থন কৰিছিল। তাৰ অলপ দিনৰ পাছতে বাসুদেৱক বৈদিক দেৱতা বিষ্ণু বুলি গণ্য কৰা হ'ল। চিনাক্তকৰণ আগতেই হোৱা নাছিল যদিও ইতিমধ্যে অন্যান্য দেৱতাসকলৰেও বাসুদেৱৰ একীকৰণ প্ৰক্ৰিয়া আৰম্ভ হৈছিল। যেনে 'ব্ৰাহ্মণ' গ্ৰন্থবিলাকত উল্লিখিত নাৰায়ণ নামৰ এজন অস্পষ্ট মূলৰ দেৱতাকো বিষ্ণুৰে সৈতে একেজনাই বুলি সাব্যস্ত কৰা হ'ল। তেতিয়ামানে বিষ্ণু কৃষ্ণৰ চৰিত্ৰৰে একে হৈ পৰিছিল। সামৰিক পৰম্পৰাত তেতিয়াৰ দিনৰ শ্ৰেষ্ঠতম বীৰ কৃষ্ণৰ চৰিত্ৰৰ পশ্চাদ্‌ভূমি আছিল 'মহাভাৰত' মহাকাব্য।

বিষ্ণুৰ চৰিত্ৰৰ লগতে তেওঁৰ নামৰ লগত যুক্ত অন্যান্য দেৱগণৰ চৰিত্ৰৰো বিকাশ ঘটিছিল বহু শতাব্দীৰ মাজেদি। আন আন বহু জনপ্ৰিয় দেৱতাৰ চৰিত্ৰও বিষ্ণুৰ চৰিত্ৰৰ লগত চামিল হৈছিল। সমসাময়িক ভাৰতৰ বিভিন্ন অঞ্চলত কিছুমান নিম্নশ্ৰেণীৰ ধৰ্মবিশ্বাসত জন্তু পূজাও চলিছিল। মাঁলোৱাৰ পূব অঞ্চলত বৰাহ-গাহৰিৰ আকৃতিৰ এজন দেৱতাৰ পূজা চলিছিল। গুপ্তযুগত সেই বৰাহ পূজা বিষ্ণু পূজাৰ লগত চামিল হ'ল। তেতিয়াৰ যুগৰ গৰখীয়া অৰ্থাৎ গোপালক শ্ৰেণীৰ মাজত জনপ্ৰিয় এজন পশুপালকসকলৰ বাঁহী বজাই ফুৰা দেৱতা আছিল। সেই দেৱতাজনৰ উৎপত্তিনো ক'ত সেই বিষয়ে নিশ্চিতভাৱে একো ক'ব নোৱাৰি। কালক্ৰমত কিন্তু তেওঁক কৃষ্ণৰে সৈতে একেজনাই বুলি ধৰি লোৱা হ'ল। ইতিমধ্যে কৃষ্ণ বিষ্ণুৰে অৱতাৰ বুলিও এক বিশ্বাস সুপ্ৰতিষ্ঠিত হ'ল। ব্ৰাহ্মণ্যবাদৰ বীৰপুৰুষ পৰশুৰামো বিষ্ণুৰে অৱতাৰ বুলি গণ্য হ'ল। তাৰ পিছত মধ্যযুগত আনখন ভাৰতীয় মহাকাব্য 'ৰামায়ণ'ৰ নায়ক ৰাম আহি বৈষ্ণৱ দেৱকুলৰ সদস্যভুক্ত হ'লহি।

একে সময়তে এক উৰ্বৰতাৰ দেৱতাৰ প্ৰাধান্য বাঢ়িবলৈ ধৰিছিল। আচলতে এই উৰ্বৰতাৰ দেৱতাৰ পূজা-অৰ্চনা হৰপ্পান যুগৰ পৰাই অনা-ব্ৰাহ্মণ পৰিমণ্ডলত প্ৰচলিত হৈ আছিল। এই দেৱতাজন হ'ল শিৱ। তেওঁক বেদৰ 'ৰুদ্ৰ' নামৰ দেৱতাৰে একেজনেই বুলি সাব্যস্ত কৰা হ'ল। সাধাৰণতে তেওঁৰ প্ৰতীক হিচাপে তেওঁৰ লিঙ্গৰ মূৰ্তিহে পূজা কৰা হয়। পিছৰ যুগত শিৱৰ সঙ্গী বুলি স্কন্দ, হাতীমূৰীয়া গণেশ আদি আন জনপ্ৰিয় দেৱতাসকলেৰে শিৱৰ পৰিয়ালৰ সদস্য সংখ্যা বাঢ়িল। গুপ্তযুগৰ শেষৰ ফালে দেৱীসকলৰ উদ্ভৱ হ'ল। দেৱীসকলৰ প্ৰাধান্য বাঢ়ি অহাৰ লগে লগে তান্ত্ৰিক আচাৰবোৰ বৃদ্ধি পালে, বৃদ্ধি পালে ধৰ্মীয় যৌনতাও। লগতে এক বেলেগ ৰূপত পশুবলি দিয়া প্ৰথা পূজা-পাতলত বাঢ়িবলৈ ধৰিলে মধ্যযুগৰ প্ৰাৰম্ভৰ কালছোৱাত।

হিন্দু ধৰ্মৰ ওপৰত দক্ষিণ ভাৰতৰ দ্ৰাবিড় প্ৰভাৱ প্ৰবলভাৱে পৰিছিল। দ্ৰাবিড দেশত স্থানীয় নানা ধৰ্মবিশ্বাসৰ ওপৰত আৰ্য প্ৰভাৱ পৰি সেইবোৰ ঈশ্বৰবাদী ধৰ্মমতত পৰিণত হৈছিল। উচ্ছ্বাসিত ধৰ্মপৰায়ণতা আৰু নিষ্ঠা আছিল সেইবোৰ দ্ৰাবিড় দেশীয় ধৰ্মমতৰ বিশেষত্ব। এই ভক্তিবাদী ভাৱধাৰাৰ সমগ্ৰ ভাৰতত বিস্তাৰ ঘটিছিল পৰিব্ৰাজক ধৰ্মগুৰু আৰু গায়ক ভক্তসকলৰ জৰিয়তে। হিন্দু ধৰ্মই বৰ্তমানে যি ৰূপ পৰিগ্ৰহ কৰিছে তাৰ প্ৰক্ৰিয়াত দক্ষিণ ভাৰতৰ অৱদান যথেষ্ট।

এই যুগটোতে অসংখ্য পবিত্ৰ হিন্দু ধৰ্মগ্ৰন্থ ৰচিত হৈছিল। এইটো ঠিক যে চাৰি 'বেদ', 'ব্ৰাহ্মণ' আৰু 'উপনিষদ'সমূহকে এতিয়াও ভাৰতৰ পবিত্ৰতম ধৰ্মগ্ৰন্থ বুলি ধৰা হয়। কিন্তু সেইবোৰ পঢ়িছিল উপনয়ন লৈ দ্বিজ হোৱা লোকসকলেহে। সেই কাৰণে সেই গ্ৰন্থবোৰ কেৱল ব্ৰাহ্মণৰ সম্পত্তি হৈয়ে থাকিল। ব্ৰাহ্মণসকলেও সেইবোৰৰ অৰ্থ ব্যাখ্যা কৰিছিল তিৰ্যকভাৱে উপমা-পটন্তৰৰ যোগেদি নৱপ্ৰচলিত ধৰ্মমতৰ পৰিপ্ৰেক্ষিতত। গতিকে ব্ৰাহ্মণ্য ধৰ্মৰ পৰা সম্পূৰ্ণ ভিন্ন হিন্দু ধৰ্মৰ প্ৰকৃত ধৰ্মশাস্ত্ৰবোৰো ভিন্ন হ'ল। এই হিন্দু ধৰ্মৰ গ্ৰন্থবোৰ ব্ৰাহ্মণ-অব্ৰাহ্মণ সকলো ধৰণৰ লোকৰে হাতেৰে ঢুকি পোৱা গ্ৰন্থ হ'ল। আনকি তথাকথিত নীচ জাতৰ লোক আৰু তিৰোতাৰো সেইবোৰৰ ওপৰত অধিকাৰ স্বীকৃত হ'ল। সেইবোৰ গ্ৰন্থ হ'ল মহাকাব্য, পুৰাণবিলাক, ইয়াৰ আগতে আমি আলোচনা কৰা স্মৃতিশাস্ত্ৰবিলাক, অসংখ্য স্তুতিগীত আৰু ধৰ্মীয় কাব্য। বিদ্বান লোকৰ বাবে ৰচিত হৈছিল টীকা-টিপ্পনী-ভাষ্য আদিৰ বিশাল বিশাল গ্ৰন্থবোৰ, ধৰ্মতত্ত্ব আৰু দৰ্শনৰ বিভিন্ন বিষয়ৰ আলোচনা-পৰ্যালোচনাৰ বহুতো গ্ৰন্থ।

ভাৰতৰ দুইখন মহাকাব্য মূলতে ধৰ্মনিৰপেক্ষ কাব্যগ্ৰন্থই আছিল। সেই দুখনৰ সাহিত্যিক দিশৰ বিষয়ে আমি এই গ্ৰন্থৰ পিছৰ ফালে আলোচনা কৰিম। বহু প্ৰাচীন কালতে, সম্ভৱতঃ খ্ৰীষ্টাব্দ আৰম্ভ হোৱাৰ আগতেই 'মহাভাৰত' মহাকাব্যত ধৰ্মীয় বৃত্তান্ত আৰু ব্যাখ্যা প্ৰক্ষিপ্ত হ'বলৈ ধৰিছিল বিস্তৰ পৰিমাণে যাৰ ফলত সোনকালেই সি ধৰ্মগ্ৰন্থ বুলি গণ্য হ'বলৈ ধৰিছিল। মহাভাৰতত এনেদৰে প্ৰক্ষিপ্ত হোৱা অংশবোৰৰ ভিতৰত

প্ৰধান আৰু প্ৰসিদ্ধ খণ্ড হৈছে ‘ভাগৱত গীতা’। ‘ভাগৱত গীতা’ত সন্নিৱিষ্ট সকলো সমল বিভিন্ন উৎস আৰু আকৰৰ পৰা সংগ্ৰহ কৰা। সেইবোৰ উৎসৰ বিষয়ে এই অধ্যায়তে আলোচনা-প্ৰসঙ্গত আমি উল্লেখ কৰি যাম পিছৰ ফালে। কিন্তু দেখা যায় যে স্মৃতি-শাস্ত্ৰবিলাকৰ বহুত কথা আৰু বহু প্ৰকাৰৰ ধৰ্মীয় উপকথা কাহিনী বৃত্তান্ত ‘মহাভাৰত’ মহাকাব্যত সোমাই গৈছে। সেইবাবে বৰ্তমান ‘মহাভাৰত’ মহাকাব্যক আদিকালৰ হিন্দু ধৰ্মৰ বিশ্বকোষ যেন লাগি যায়। ‘মহাভাৰত’ত এক গুৰুত্বপূৰ্ণ সংযোজন হৈছে হৰিবংশ খণ্ড। হৰিবংশ কৃষ্ণ দেৱতা সম্বন্ধীয় লোককথাৰ এক উন্নত আৰু সংস্কৃত ৰূপ। আনখন মহাকাব্য ৰামায়ণো আদিতে সম্পূৰ্ণ ধৰ্মনিৰপেক্ষ মহাকাব্যই আছিল। ‘মহাভাৰত’তকৈ তুলনামূলকভাৱে বহু পিছৰ কালত, বোধ হয় গুপ্ত যুগৰো পিছত, সেই গ্ৰন্থত প্ৰথমে আদি কাণ্ড আৰু শেষৰফালে উত্তৰা কাণ্ড নামে দুটা কাণ্ড নতুনকৈ যোগ দি— লগতে আন আন ঠাইতো অনেক নতুন কথা প্ৰক্ষিপ্ত কৰি ‘ৰামায়ণ’ মহাকাব্যৰ পাঠত এনে ৰূপান্তৰ ঘটোৱা হ’ল যে সি পবিত্ৰ ধৰ্মশাস্ত্ৰৰ স্তৰলৈ উন্নীত হ’ল।

‘পুৰাণ’বিলাক পুৰণি বৃত্তান্ত আৰু ধৰ্মীয় উপদেশৰ সমষ্টি। মুঠতে ওঠৰখন ঘাই ‘পুৰাণ’ আছে। তাৰ ভিতৰত বোধ হয় বায়ু, বিষ্ণু, অগ্নি, ভৱিষ্য আৰু ভাগৱতপুৰাণেই প্ৰধান। বৰ্তমান যি ৰূপত ‘পুৰাণ’বোৰ পোৱা যায় সেই ৰূপ বেছি দিনৰ পুৰণা নহয়। গুপ্তযুগৰ পূৰ্বৰো নহয়। বহুত পুৰাণেই নানা প্ৰক্ষিপ্ত কথা আৰু কাহিনীৰে ভৰা। কিন্তু সেইবোৰৰ কাহিনীভাগৰ অনেক কথা বাস্তৱিকতে বহু প্ৰাচীন কালৰ।

তাৰ বহু কাল পিছৰ ধৰ্মীয় কবিতাবোৰৰ সাহিত্যিক মূল্য বৰ কম। চাৰ্চ অব ইংলেণ্ডৰ ‘হিম্‌ছ্ এঞ্চিয়েণ্ট্ এণ্ড ম’ডাৰ্ণ’তকৈ বেছি ধৰ্মীয় গুৰুত্বও সেইবোৰৰ নাই। তাৰ ভিতৰৰে কিছুমান কবিতা আধুনিক কিছুমান ধৰ্মীয় সম্প্ৰদায়ে পৰম পবিত্ৰ বুলি গণ্য কৰে। যেনে—দ্বাদশ শতাব্দীৰ বঙ্গীয় কবি জয়দেৱ ৰচিত ‘গীতগোৱিন্দ’। সেই গ্ৰন্থ পৰস্পৰৰ সৈতে সংযুক্ত কিছুমান ধৰ্মমূলক গীতৰ সমষ্টি। কিছুমান মধ্যযুগীয় স্তোত্ৰ বা স্তুতিগীত—বিশেষকৈ ধৰ্মগুৰু শঙ্কৰাচাৰ্যই ৰচনা কৰা তেনে স্তোত্ৰগীতবিলাকৰ প্ৰতিও মানুহৰ শ্ৰদ্ধা অসীম।

দাক্ষিণাত্য উপদ্বীপতো আমাৰ এই গ্ৰন্থত আলোচ্য ইতিহাসৰ সময়ছোৱাৰ ভিতৰত দেশীয় ভাষাবোৰত বহুতো ধৰ্মীয় কাব্য ৰচনা হৈছিল। সেইবোৰৰ কিছুমানৰ সাহিত্যিক মূল্য বৰ বেছি আছিল আৰু সেইবোৰ অতি পবিত্ৰ বুলি গণ্য হৈছিল। নীতিবাচক জ্ঞানোক্তিৰে ভৰা তেনে এক সুন্দৰ গ্ৰন্থ হৈছে ‘তিৰুক্কুৰল্’ (= পবিত্ৰ ছন্দ)। ৰচয়িতা কবিজনাৰ নাম তিৰুবল্লুৱৰ বুলি কোৱা হয়। খ্ৰীঃ চতুৰ্থ কি পঞ্চম শতিকাৰে ৰচনা বুলি ধৰা হয় যদিও কোনো কোনো পণ্ডিতে তাৰো আগৰ বুলি ক’ব খোজে। পৰৱৰ্তী কালত সপ্তমৰ পৰা দশম শতিকাৰ ভিতৰৰ কালছোৱাত তামিল শৈৱ সম্প্ৰদায়ৰ

এঘাৰখন 'তিৰুমুৰাই' গ্ৰন্থ ৰচিত হৈছিল। ত্ৰেষষ্ঠিজন 'নায়নাৰ' বা গুৰুৱে সেই স্তুতিগীতবোৰ ৰচনা কৰিছিল। সেইবোৰৰে এঘাৰটা সংকলনক বোলা হৈছিল 'তিৰুমুৰাই'। এই এঘাৰখনৰ ভিতৰতো প্ৰধান আছিল দুখন। এখনৰ নাম আছিল 'তেৱাৰাম'। সেইখনত তিনিজন কবিৰ দ্বাৰা ৰচিত গীতবোৰ সংকলিত হৈছিল। কবি তিনিজনৰ নাম হৈছে—অপ্পৰ, নানসম্বন্দৰ আৰু সুন্দৰমূৰ্তি। আনখন বিখ্যাত তিৰুমাৰাই আছিল মাণিক্ক বা সাগৰ বিৰচিত 'তিৰুৱাসগম' নামৰ গ্ৰন্থ। একেই সময়তে তামিল বৈষ্ণৱ কবিসকলে ৰচনা কৰিছিল 'নালায়িৰম' (= চতুঃ সহস্ৰ) নামৰ বৃহৎ কবিতাৰ ছন্দ-গুচ্ছ। সেইখন বৈষ্ণৱ সম্প্ৰদায়ৰ বাৰজন 'আলৱাৰ' বা সন্তই ৰচনা কৰা বুলি কোৱা হয়। এতিয়াও অতি পবিত্ৰ ধৰ্মগ্ৰন্থ বুলি স্থানীয়ভাৱে গণ্য তেনে ধৰণৰ ভক্তিমূলক কাব্য ৰচিত হৈছিল আমাৰ এই গ্ৰন্থত আলোচ্য ঐতিহাসিক কালক্ৰমৰ শেহৰ ফালে কন্নড় আৰু তেলেগু ভাষাত। পৰৱৰ্তী কোনো কালত আৰ্য মূলৰ দেশীয় ভাষাবোৰতো ভক্তিমূলক সাহিত্য ৰচনা হৈছিল। কিন্তু মুছলিম আক্ৰমণৰ আগৰ যুগৰ তেনে কোনো গ্ৰন্থ সময়ৰ বুকুত টিকি নেথাকিল। তাৰ ভিতৰত বোধ হয় ব্যতিক্ৰম হিছাপে কিছু কিছু ৰচনা বৈ গ'ল মাৰাঠী বৈষ্ণৱ কবিসকলৰ স্তুতিগীতবিলাকত। সেইসকল কবিৰ ভিতৰত জ্ঞানেশ্বৰ, নামদেৱ আৰু কোনো কোনোজনৰ নাম পোৱা যায়। কিম্বদন্তীমতে তেওঁলোক ত্ৰয়োদশ শতিকাৰ শেহৰ ফালৰ মানুহ আছিল।

আমি ইয়াত হিন্দু ধৰ্মৰ পৰ্বতপ্ৰমাণ ধৰ্মমূলক আৰু দৰ্শনসম্বন্ধীয় সাহিত্যৰাজিৰ তালিকা দি শেষ কৰিবলৈ আশা কৰিব নোৱাৰোঁ। পিছৰ পৃষ্ঠাবিলাকত সেইবিলাকৰ কিছুমান আমি উল্লেখ কৰিম।

## বিষ্ণু ঃ

বৈষ্ণৱ অৰ্থাৎ বিষ্ণুভক্তসকলৰ বাবে বিষ্ণুৱেই হৈছে পৰমেশ্বৰ—সৃষ্টি-স্থিতি-লয়ৰ কাৰণ সকলো জীৱৰে স্ৰষ্টা আৰু নিয়ন্তা। হিন্দু ধৰ্মৰ অনাদি পাতনৰ বিখ্যাত পুৰাণকল্প বা মিথৰ মতে এই বিষ্ণু দেৱতা অনন্ত সমুদ্ৰৰ ওপৰত সহস্ৰফণা শেষনাগৰ কুণ্ডলীত শুই আছিল। সেইদৰে শুই থাকোঁতেই তেওঁৰ নাভিৰ পৰা এডাল পদুম গছ গজি এপাহ পদুম ফুল ফুলিল। সেই পদুম ফুলৰ মাজতে জন্ম হ'ল সৃষ্টিকৰ্তা ব্ৰহ্মাৰ। এই ব্ৰহ্মাই জগত স্ৰজন কৰিলে। উল্লেখনীয় যে এই ব্ৰহ্মা আগতে এই গ্ৰন্থত উল্লেখ কৰা 'উপনিষদ'ৰ নৈৰ্ব্যক্তিক ব্ৰহ্মাণ বা ব্ৰহ্ম নহয়। জগত সৃষ্টি হোৱাৰ পিছত বিষ্ণুৱে সাৰ পাই উচ্চতম স্বৰ্গ বৈকুণ্ঠধামত ৰাজত্ব কৰিবলৈ গ'লগৈ। বিষ্ণুৰ ৰূপ বৰ্ণনা সাধাৰণতে কৰা হয় ঘন শ্যাম বৰ্ণৰ চতুৰ্ভুজ এজন পুৰুষ হিছাপে—মূৰত মুকুট পিন্ধি সিংহাসনত উপবিষ্ট। তেওঁৰ চাৰি হাতত তেওঁৰ চাৰিটা প্ৰতীক—এটা শঙ্খ, চক্ৰ, গদা আৰু এপাহ পদ্ম। কণ্ঠত শোভা পায় পবিত্ৰ কৌস্তুভ মণি। বুকুৰ ওপৰত শ্ৰীৱৎস নামে

কেঁকোৰা চুলি। তেওঁৰ বাহন আছিল গৰুড় নামে এটা প্ৰকাণ্ড ঈগল চৰাই। সাধাৰণতে সেই চৰাইৰ মুখখনো প্ৰায় মানুহৰ মুখাকৃতিৰ। সেইবাবে খুবসম্ভৱ, গৰুড়ৰো উদ্ভৱ হৈছিল কোনো প্ৰাচীন জীৱ-জন্তু পূজা কৰা ধৰ্মবিশ্বাসৰ পন্থৰ পৰাই। বিষ্ণুৰ নামেৰে প্ৰসিদ্ধ হোৱাৰ আগতে এইজন দেৱতা বাসুদেৱ নামে পূজিত হৈছিল। সেই বাসুদেৱ নামেৰে জনাজাত হৈ থকা অৱস্থাতো গৰুড় বাসুদেৱৰ সঙ্গী আছিল। যেতিয়া হেলিয়ডৰাছে বেছনগৰত বাসুদেৱৰ উদ্দেশ্যে স্তম্ভ নিৰ্মাণ কৰিছিল তেতিয়াই বাসুদেৱ-গৰুড় সম্বন্ধ প্ৰতিষ্ঠিত আছিল। বিষ্ণুৰ পত্নী লক্ষ্মীদেৱী নিজৰ গুণেৰেই প্ৰথমৰ পৰাই গুৰুত্বপূৰ্ণ দেৱী-চৰিত্ৰ।

সৃষ্টি-স্থিতি-প্ৰলয়ৰ গৰাকী হিছাপে বিষ্ণু আছিল বিশ্বব্ৰহ্মাণ্ডৰ মূল দেৱতা বা পৰমেশ্বৰ। অন্য সকলো দেৱতা তেওঁৰ পৰা উদ্ভূত বা তেওঁৰেই অংশ বা অঙ্গ বা প্ৰতিৰূপ। এই কথাকে 'ভাগৱত গীতা'ত কোৱা হৈছে এইদৰে স্বয়ং বিষ্ণুৱে কোৱা বুলি—

অহমাত্মা গুড়াকেশ সৰ্বভূতাশয়স্থিতঃ।
অহমাদিশ্চ মধ্যঞ্চ ভূতানামন্ত এব চ।।২০।।
আদিত্যানামহং বিষ্ণুৰ্জ্যোতিষাং ৰবিৰংশুমান।
মৰীচিৰ্মৰুতামস্মি নক্ষত্ৰানামহং শশীঃ।।২১।।
বেদানাং সামবেদোহস্মি দেৱানামস্মি বাসৱঃ।
ইন্দ্ৰিয়ানাং মনশ্চাস্মি ভূতানামস্মি চেতনা।।২২।।
ৰুদ্ৰানাং শঙ্কৰাশ্চাস্মি বিত্তেশো যক্ষৰক্ষসাম্।
বসূনাং পাৱকশ্চাস্মি মেৰু শিখৰিসামহম্।।২৩।।
পুৰোধসাঞ্চ মুখ্যং মাং ৱিদ্ধি পাৰ্থ বৃহস্পতিম্।
সেনানীনামহং স্কন্দঃ সৰসামস্মি সাগৰঃ।।২৪।।
মহৰ্ষীনাং ভৃগুৰহং গিৰামস্ম্যেকসক্ষৰম্।
যজ্ঞানাং জপযজ্ঞোহস্মি স্থাৱৰানাং হিমালয়ঃ।।২৫।।
অশ্বত্থং সৰ্ববৃক্ষাণাং দেৱৰ্ষীণাঞ্চ নাৰদঃ।
গন্ধৰ্বানাং চিত্ৰৰথঃ সিদ্ধানাং কপিলো মুনিঃ।।২৬।।
উচ্চৈঃশ্ৰৱসমশ্বানাং ৱিদ্ধি মামমৃতোদ্ভৱম্।
ঐৰাৱতং গজেন্দ্ৰানাং নৰানাঞ্চ নৰাধিপম্।।২৭।।
আয়ুধানামহং বজ্ৰং ধেনুনামস্মি কামধুক্।
প্ৰজনশ্চাস্মি কন্দৰ্পঃ সৰ্পানামস্মি বাসুকিঃ।।২৮।।
অনন্তশ্চাস্মি নাগানাং বৰুণো যাদসামহম্।
পিতৃনামৰ্যমা চাস্মি যমঃ সংযমতামহম্।।২৯।।

প্ৰহ্লাদাস্মি দৈত্যানাং কালঃ কলয়তামম্।
মৃগানাঞ্চ মৃগেন্দ্ৰোহহং বৈনতেয়শ্চ পক্ষিণাম্।। ৩০ ।।
পৱনঃ পৱতামস্মি ৰামঃ শস্ত্ৰভৃতামহম্।
ঝষাণাং মকৰশ্চাস্মি স্ৰোতসামস্মি জাহ্নৱী।। ৩১ ।।
সৰ্গানামাদিৰন্তশ্চ মধ্যঞ্চৈ বাহমৰ্জুন।
অধ্যাত্মবিদ্যা বিদ্যানাং বাদঃ প্ৰৱদতামহম্।। ৩২ ।।
অক্ষৰানামকাৰোহস্মি দ্বন্দ্ব সামাসিকস্য চ।
অহমেবাক্ষয়ঃ কালো ধাতাহং বিশ্বতোমুখঃ।। ৩৩ ।।
মৃত্যুঃ সৰ্ব্বহৰশ্চাহমুদ্ভৱশ্চ ভৱিষ্যতাম্।
কীতিঃ শ্ৰীৰ্বাক চ নাৰীণাং স্মৃতিৰ্মেধা ধৃতিঃ ক্ষমা।। ৩৪।।
বৃহৎসাম তথা সাম্নাং গায়ত্ৰী ছন্দসামহম্।
মাসানাং মাৰ্গশীৰ্ষোহমৃতুনাং কুসুমাকৰঃ।। ৩৫ ।।
দ্যূতং ছলয়তামস্মি তেজস্তেজস্বিনামহম্।
জয়োহস্মি ব্যৱসায়োহস্মি সত্ত্বং সত্ত্বৱতামহম্।। ৩৬ ।।
বৃষ্ণীণাং ৱাসুদেৱোহস্মি পাণ্ডৱানাং ধনঞ্জয়ঃ।
মুনীনামপ্যহং ব্যাসং কবীনামুশনাঃ কবিঃ।। ৩৭ ।।
দণ্ডো দময়তামস্মি নীতিৰস্মি জিগীষতাম্।
মৌনং চৈবাস্মি গুহ্যানাং জ্ঞানং জ্ঞানৱতামহম্।। ৩৮ ।।
যচ্চাপি সৰ্ব্বভূতানাং বীজঃ তদহমৰ্জুন।
ন তদস্তি বিনা যৎ স্যান্ময়া ভূতং চৰাচৰম্।। ৩৯ ।।
নান্তোহস্তি মম দিব্যানাং বিভূতীনাং পৰন্তপ।
এষ তূদ্দেশতঃ প্ৰোক্তো বিভূতেৰ্বিস্তৰো ময়া।। ৪০ ।।

অৰ্থাৎ "হে অৰ্জুন, সৰ্বভূতৰ অন্তৰস্থিত আত্মা ময়েই। ময়েই সৰ্বভূতৰ উৎপত্তি, স্থিতি আৰু প্ৰলয়স্বৰূপ।"

"দ্বাদশ আদিত্যৰ মাজত মই বিষ্ণু নামৰ আদিত্য। জ্যোতিষ্কমণ্ডলীৰ মাজত মই অংশুমান সূৰ্য। মৰুৎসকলৰ মাজত মই মৰীচি আৰু নক্ষত্ৰগণৰ মাজত মই চন্দ্ৰ।

"বেদগণৰ মাজত মই সামবেদ, দেৱগণৰ মাজত মই ইন্দ্ৰ, ইন্দ্ৰিয়বিলাকৰ মাজত মই মন আৰু ভূতগণৰ মাজত মই চেতনা বা জ্ঞানশক্তি।"

"একাদশ ৰুদ্ৰৰ মাজত মই শঙ্কৰ, যক্ষ-ৰক্ষবোৰৰ মাজত মই কুবেৰ, অষ্ট বসুৰ মাজত মই অগ্নি আৰু পৰ্বতবোৰৰ মাজত মই সুমেৰু।"

"পুৰোহিতসকলৰ মাজত মোক বৃহস্পতি বুলি জানিবা। সেনাপতিবিলাকৰ মাজত মই দেৱসেনাপতি কাৰ্তিকেয় আৰু জলাশয়বিলাকৰ মাজত মই সাগৰ।"

"মহৰ্ষিসকলৰ মাজত মই ভৃগু, শব্দবোৰৰ মাজত মই একাক্ষৰ ওকাৰ, যজ্ঞবোৰৰ মাজত মই জপযজ্ঞ আৰু স্থাৱৰ পদাৰ্থৰ মাজত মই হিমালয়।"

"মই বৃক্ষবোৰৰ মাজত অশ্বত্থ, দেৱৰ্ষিসকলৰ মাজত নাৰদ, গন্ধৰ্বগণৰ মাজত চিত্ৰৰথ আৰু সিদ্ধপুৰুষসকলৰ মাজত কপিল মুনি।

"অস্ত্ৰবোৰৰ মাজত মই বজ্ৰ, ধেনুৰ মাজত কামধেনু, প্ৰাণীসকলৰ উৎপত্তিৰ কাৰণ কন্দৰ্পও ময়েই, সৰ্পগণৰ মাজত মই বাসুকি।"

"নাগগণৰ মাজত মই অনন্ত, জলচৰবোৰৰ মাজত মই জলদেৱতা বৰুণ, পিতৃসকলৰ মাজত মই অৰ্যমা আৰু ধৰ্মাধৰ্ম অনুসৰি ফলদানৰ অধিকাৰীসকলৰ মাজত মই যম।

"দৈত্যসকলৰ মাজত মই প্ৰহ্লাদ, গ্ৰাসকাৰীসকলৰ মাজত মই কাল, পশুগণৰ মাজত মই সিংহ, পক্ষীৰ মাজত মই গৰুড়।"

"বেগবানসকলৰ মাজত মই বায়ু, শস্ত্ৰপাণিসকলৰ মাজত মই দাশৰথি ৰাম, মৎস্যৰ মাজত মই মগৰ, নদীৰ মাজত মই গঙ্গা।"

"হে অৰ্জুন, সৃষ্ট পদাৰ্থমাত্ৰৰে আদি-মধ্য-অন্ত অৰ্থাৎ উৎপত্তি, স্থিতি আৰু বিনাশকাৰী ময়েই। বিদ্যাৰ মাজত মই আধ্যাত্মবিদ্যা, বাদ, জল্প আৰু বিতণ্ডা নামৰ তৰ্কসমূহৰ মাজত মই হৈছো বাদ, যাৰ উদ্দেশ্য তত্ত্ব নিৰ্ণয় কৰা।"

"আখৰসমূহৰ মাজত মই অকাৰ, সমাসৰ মাজত দ্বন্দ্ব, ময়েই অক্ষয় কাল, ময়েই সকলো কৰ্মফলৰ বিধানকৰ্তা।"

"সংহাৰকৰ্তাবোৰৰ মাজত মই সৰ্বসংহাৰক মৃত্যু, ভৱিষ্য প্ৰাণীসকলৰ মাজত মই উদ্ভৱ, নাৰীৰ মাজত ময়েই কীৰ্তি, শ্ৰী, বাক্ স্মৃতি, মেধা, ধৃতি, ক্ষমা—এইবোৰ মোৰেই বিভূতি।"

"সামবেদৰ মন্ত্ৰসমূহৰ মাজত মই বৃহৎ সাম, ছন্দবদ্ধ মন্ত্ৰৰ মাজত মই গায়ত্ৰী। দ্বাদশ মাহবোৰৰ মাজত মই আঘোণ, ছয় ঋতুৰ মাজত বসন্ত।"

"বঞ্চনাকাৰীৰ মাজত মই দ্যূতক্ৰীড়া। মই তেজস্বীসকলৰ তেজ। বিজয়ী পুৰুষৰ জয়। উদ্যোগী পুৰুষৰ উদ্যম আৰু সাত্বিক পুৰুষৰ সত্বগুণ।"

"মই বৃষ্ণিবংশীয়সকলৰ মাজত শ্ৰীকৃষ্ণ, পাণ্ডৱসকলৰ মাজত ধনঞ্জয়। মুনিসকলৰ মাজত ব্যাস। কবিসকলৰ মাজত শুক্ৰাচাৰ্য।"

"মই শাসনকৰ্তাসকলৰ দণ্ড, জয়কামী ব্যক্তিসকলৰ সাম আদি নীতি, গুহ্যবিষয়ৰ ভিতৰত মৌন আৰু জ্ঞানীসকলৰ জ্ঞান।"

"সৰ্বভূতাৰ সকলো বীজ ময়েই। মোক বাদ দি উৎপত্তি হ'ব পৰা কোনো পদাৰ্থ নাই।"

"হে পৰন্তপ মোৰ দিব্য-বিভূতিবোৰ অন্তহীন। এতিয়া তোমাৰ আগত মই মোৰ বিভূতিৰ যিখিনি প্ৰকাশ কৰিলো—সি কিয়দংশ আৰু নমুনা স্বৰূপহে।"

এইখিনি কথা 'ভাগৱত-গীতা'ৰ দশম অধ্যায়ৰ ২০-৪০ শ্লোকবোৰত উক্ত হৈছে। বিষ্ণুৰ সমগোত্ৰীয় শিৱৰ চৰিত্ৰত অতি উগ্ৰ আৰু ভয়ঙ্কৰ এটা দিশ আছে। বিষ্ণুক কিন্তু সাধাৰণতে পালনকৰ্তা আৰু মঙ্গলকৰ্তা ৰূপেই কল্পনা কৰা হয়। এইজন দেৱতাই অহৰহ জগতৰ কল্যাণৰ বাবেই কাম কৰি থাকে। সেই উদ্দেশ্যেই তেওঁ সময়ে সময়ে অৱতাৰ গ্ৰহণ কৰে। কেতিয়াবা আংশিকভাৱে। কেতিয়াবা পূৰ্ণৰূপে। এই অৱতাৰবাদৰ প্ৰথম ব্যাখ্যাও পোৱা যায় 'ভাগৱত-গীতা'তে য'ত কৃষ্ণই তেওঁৰ চিৰসচেতন ঈশ্বৰ সত্তাৰ অৱতাৰ বৰ্ণনা কৰিছে— 'ভাগৱত-গীতাৰ' চতুৰ্থ অধ্যায়ৰ ৬-৮ শ্লোকত আছে—

অজোহপি সন্নব্যয়াত্মা ভূতানামীশ্বৰোহপি সন্।
প্ৰকৃতিং স্বামধিষ্ঠায় সম্ভৱাম্যাত্মমায়য়া।।৬।।
যদা যদাহি ধৰ্মস্য গ্লানিৰ্ভৱতি ভাৰত।
অভ্যুত্থানমধৰ্মস্য তদাত্মানং সৃজাম্যহম্।।৭।।
পৰিত্ৰানায় সাধূনাং বিনাশায় চ দুষ্কৃতাম্।
ধৰ্মসংস্থাপনাৰ্থায় সম্ভৱামি যুগে যুগে।।৮।।

অৰ্থাৎ— "মই জন্মৰহিত, অবিনশ্বৰ আৰু সৰ্বভূতৰ ঈশ্বৰ হৈও নিজৰ প্ৰকৃতিতে অধিষ্ঠান কৰি আত্মমায়াত আবিৰ্ভূত হওঁ।"

"যেতিয়াই যেতিয়াই ধৰ্মৰ গ্লানি আৰু অধৰ্মৰ অভ্যুত্থান হয়, মই তেতিয়াই নিজকে সৃষ্টি কৰি দেহ ধাৰণ কৰি অৱতাৰ গ্ৰহণ কৰোঁ।

"সাধুসকলৰ পৰিত্ৰাণ, দুষ্কৃতিকাৰীৰ বিনাশ আৰু ধৰ্ম সংস্থাপনৰ বাবে মই যুগে যুগে অৱতাৰ হওঁ।"

বিষ্ণুৰ এনে অৱতাৰৰ সংখ্যা সৰ্বজনৰ মাজত দহটা বুলি স্বীকৃত। যিসকল দেৱতা বা বীৰৰ চৰিত্ৰ এই দশাৱতাৰত অন্তৰ্ভুক্ত, তেওঁলোকক বিভিন্ন যুগত বেলেগে বেলেগে অৱতাৰ বুলি চিহ্নিত কৰি কৰি একাদশ শতিকাত অৱতাৰৰ মুঠ সংখ্যা দহ বুলি নিশ্চিত হোৱা হ'লগৈ। বৈষ্ণৱসকলৰ অৱতাৰবাদৰ গুৰিত বৌদ্ধ আৰু জৈন ধৰ্মৰ বুদ্ধসকল আৰু তীৰ্থঙ্কৰসকলৰ তত্ত্বকথাৰ প্ৰেৰণা থকাটোও সম্ভৱ। বৌদ্ধ আৰু জৈন দৰ্শনৰ বুদ্ধ-বোধিসত্ত্ব-তীৰ্থঙ্কৰ তত্ত্ব হিন্দু অৱতাৰবাদতকৈ বহুত পুৰণি। ঈশ্বৰৰ এনে অৱতাৰবিলাক অংশ অৱতাৰ বা পূৰ্ণ অৱতাৰ হ'ব পাৰে। কাৰণ বিষ্ণুৱে নিজেই কৈছে— "শক্তিশালী বা সৌভাগ্যবান অথবা বলৱন্ত প্ৰত্যেকেই মোৰেই অনন্ত ক্ষমতাৰ আংশিক প্ৰতিফলন মাত্ৰ।" এই অৰ্থত সকলো মহৎ আৰু উত্তম লোকক আংশিকভাৱে বিষ্ণুৰ গুণযুক্ত বুলি ধৰা হৈছিল। তাৰ ভিতৰতে দশ অৱতাৰ বুলি যিকেইটা ধৰা যায় সেইবোৰ বিশেষ ধৰণৰ। দশাৱতাৰৰ দশ ৰূপত ঈশ্বৰে দেহ ধাৰণ কৰিছিল সম্পূৰ্ণ ধ্বংসৰ পৰা অবিলম্বে জগতক ৰক্ষা কৰিবলৈ। সেই অৱতাৰবোৰৰ তলত বৰ্ণনা দিয়া হ'ল—

১। **মৎস্য ঃ** সমগ্ৰ পৃথিৱী যেতিয়া প্ৰলয় পয়োধিজলে আবৰি ধৰিছিল তেতিয়া বিষ্ণুয়ে এটা মাছৰ ৰূপত অৱতাৰ হৈছিল। প্ৰথমে তেওঁ মনুক (হিন্দু প্ৰথম মানৱ আদম) আগতীয়াকৈ আগন্তুক প্ৰলয়ঙ্কৰী বানৰ বিষয়ে সাৱধান কৰি দিছিল। তাৰ পিছত এখন জাহাজত মনু আৰু তেওঁৰ পৰিয়ালবৰ্গ আৰু সাতজন মহান ঋষিক তুলি মাছৰ মূৰৰ শিঙত জৰিৰে জাহাজখন বান্ধি পাৰাপাৰহীন বন্যাত টানি লৈ ফুৰিছিল। লগতে ৰক্ষা কৰিছিল চাৰি 'বেদ'। এই মৎস্য উপাখ্যানৰ প্ৰথম উল্লেখ পোৱা যায় 'ব্ৰাহ্মণ'ত। নোৱাহৰ আৰ্ক বা নৌকাৰ আখ্যানৰ লগত সাদৃশ্য দেখিলে ছেমিটিক প্ৰভাৱৰ কথা মনলৈ আহে। অৱতাৰৰ এই মৎস্যৰূপ কোনো কালে ব্যাপকভাৱে পূজিত হোৱা নাছিল।

২। **কূৰ্ম ঃ** উপৰি উক্ত মহাপ্ৰলয়ৰ বানত বহুতো স্বৰ্গীয় সম্পদ হেৰাল। সেই হেৰোৱা সম্পদবোৰৰ ভিতৰতে দেৱতাসকলে যি বস্তু খাই চিৰতৰুণ হৈ থাকে সেই অমৃতো হেৰাল। বিষ্ণুৱে সেই দেখি এক বিশাল কাছৰ ৰূপ লৈ মহাজাগতিক সমুদ্ৰৰ তলি পালেগৈ। সেই বিশাল কূৰ্মৰ পৃষ্ঠভাগত মন্দাৰ নামে পৰ্বত স্থাপন কৰিলে দেৱতাসকলে। সেই মন্দাৰ পৰ্বতকে মথনী মাৰি আৰু বাসুকি নাগক মথনী জৰি কৰি সমুদ্ৰ মন্থন কৰিবলৈ ল'লে দেৱতাসকলে। তেনে কৰাৰ ফলতে সাগৰৰ বুকুৰ পৰা বাহিৰ হৈ আহিল অমৃতৰ ভাণ্ড আৰু অন্যান্য বহুমূল্য সম্পদবোৰ। লগতে উঠি আহিল লক্ষ্মীদেৱী। এই আখ্যান নিশ্চয় আদি কালৰ কোনো লোককথাৰ পৰা আহৰণ কৰা। কিন্তু কূৰ্মৰূপে বিষ্ণুৰ অৱতাৰৰ ধাৰণা নিশ্চয় তুলনামূলকভাৱে বহু পিছৰ যুগৰ সংযোজন। সাহিত্যত সততেই উল্লিখিত যদিও কূৰ্ম অৱতাৰৰ গুৰুত্ব কম।

৩। **বৰাহ ঃ** হিৰণ্যাক্ষ নামে এক দৈত্যই সমগ্ৰ পৃথিৱী তুলি লৈ পুনৰ মহাজাগতিক সমুদ্ৰৰ বুকুত নিক্ষেপ কৰিলে। বিষ্ণুৱে প্ৰকাণ্ড এটা বৰাহৰ ৰূপ লৈ দৈত্যক বধ কৰিলে আৰু দাঁতৰ আগত তুলি লৈ সমুদ্ৰৰ গৰ্ভৰ পৰা পৃথিৱী উদ্ধাৰ কৰিলে। এই আখ্যানো ব্ৰাহ্মণত পোৱা যায় কিন্তু বৰাহৰ এই কাহিনী খুব সম্ভৱ আদিম কালৰ কোনো অনাৰ্য জাতিৰ এটা পবিত্ৰ গাহৰি পূজা কৰা ধৰ্মমতৰ পৰা আহৰণ কৰা। গুপ্ত যুগত বৰাহ অৱতাৰে ভাৰতৰ কোনো কোনো অংশত বৰ গুৰুত্ব লাভ কৰিছিল।

৪। **নৰসিংহ ঃ** অন্য এক দৈত্য হিৰণ্যকশিপুয়ে ব্ৰহ্মাৰ পৰা এক বৰ লাভ কৰিলে। সেই বৰ অনুযায়ী তেওঁ দিন বা ৰাতি, দেৱতা বা নৰ বা পশু কাৰো হাতত মৃত্যু হ'ব নোৱাৰিব। এইদৰে নিৰাপদ হৈ হিৰণ্যকশিপুয়ে দেৱতা, মনুষ্য আনকি নিজৰে ধাৰ্মিক পুত্ৰ প্ৰহ্লাদৰ ওপৰতো ভয়ানক অত্যাচাৰ আৰম্ভ কৰি দিলে। যেতিয়া প্ৰহ্লাদে সহায় বিচাৰি বিষ্ণুক স্তুতি কৰিলে তেতিয়া বিষ্ণুৱে সন্ধিয়া সময়ত—যেতিয়া দিনো নহয়, ৰাতিও নহয় তেনে কালত—এটা স্তম্ভৰ মাজৰ পৰা ওলাই আহিল আধা মানুহ আধা সিংহৰ দৰে নৰসিংহৰ ৰূপ লৈ। সেই নৰসিংহ ৰূপতে হিৰণ্যকশিপুক বধ

কৰিলে। এটা সৰু ধৰ্মীয় সম্প্ৰদায়ে ইষ্টদেৱতা ৰূপে নৰসিংহৰ পূজা কৰে। নৰসিংহ ৰূপত বিষ্ণুক সততেই ভাস্কৰ্য শিল্পত দেখা পোৱা যায়।

**৫। বামন ঃ** বলি নামে এক দৈত্য জগতৰ অধিপতি হ'ল। তেওঁ ৰজা হৈয়েই কঠোৰ তপস্যা আৰম্ভ কৰিলে আৰু তাৰ দ্বাৰাই বিপুল অলৌকিক শক্তিৰ গৰাকী হ'ল। তেওঁৰ শক্তি ইমান বৃদ্ধি হ'ল যে স্বৰ্গৰ দেৱতাসকলৰো মহা বিপৰ্যয় উপস্থিত হ'ল। তেতিয়া বিষ্ণুৱে এক বামন বা বাওনাৰ ৰূপত অৱতাৰ হৈ বলিৰ ওচৰলৈ গৈ তিনি পদ ভূমি দান খুজিলে। বলিয়ে 'তথাস্তু' বুলি কোৱাৰ লগে লগে বামনৰূপী বিষ্ণু বিৰাট এক দৈত্যৰ কলেৱৰ ধাৰণ কৰি তিনি ভৰি তিনি খোজত স্বৰ্গ-মৰ্ত্য আৰু মধ্যলোক ছানি ধৰিলে। বলিৰ বাবে বাকী থাকিল মাথোন পাতাল। বিষ্ণুৰ এই তিনি খোজৰ উল্লেখ 'ঋকবেদ'তো পোৱা যায়। কিন্তু আখ্যানটোৰ অন্যান্য অংশ লোককথাৰ পৰা আহৰণ কৰা হৈছে।

**৬। পৰশুৰাম ঃ** পৰশুৰাম মানে পৰশু বা যুদ্ধৰ কুঠাৰ হাতত লৈ ফুৰা ৰাম। বিষ্ণুৱে মানৱ ৰূপত অৱতাৰ ল'লে ঋষি জমদগ্নিৰ পুত্ৰ হিছাপে। যেতিয়া তেওঁৰ পিতৃক দুষ্ট ৰজা কাৰ্তবীৰ্যই ডকাইতি কৰিলে তেতিয়া পৰশুৰামে কাৰ্তবীৰ্যক বধ কৰিলে। সেই ঘটনাৰ পিছত ঋষি জমদগ্নিক কাৰ্তবীৰ্যৰ পুত্ৰইঁতে বধ কৰিলে। ক্ৰোধান্বিত পৰশুৰামে এইবাৰ একৈশবাৰ পৃথিৱী পৰ্যটন কৰি ক্ষত্ৰিয় বংশোদ্ভৱ সকলো পুৰুষকে বধ কৰিলে। যদিও পৰশুৰামৰ কথা সাহিত্যত সঘনে উল্লিখিত হোৱা দেখা যায়, পৰশুৰামৰ পূজা-অৰ্চনা কিন্তু নিতান্তই সীমিত।

**৭। ৰাম ঃ** অযোধ্যাৰ ৰাজকুমাৰ আৰু 'ৰামায়ণ'ৰ নায়ক। বিষ্ণুৱে ৰাম অৱতাৰ ধৰিছিল ৰাক্ষস ৰাৱণৰ অত্যাচাৰৰ পৰা পৃথিৱীক মুক্ত কৰিবলৈ। ইউৰোপীয়ান মানুহৰ মনত ৰামৰ আখ্যানে ধৰ্ম ভাবতকৈ সাহিত্যৰ বিষয় যেনহে বোধ হ'ব। সেই সম্বন্ধে পিছৰ এটা অধ্যায়ত আলোচনা কৰা হ'ব। ৰাম খ্ৰীঃ পূঃ অষ্টম কি সপ্তম শতিকাৰ এজন ৰজা আছিল যেন লাগে। ৰামৰ কাহিনীৰ প্ৰাচীনতম ৰূপত তেওঁৰ চৰিত্ৰত কোনো দৈৱগুণ বা অলৌকিকতা মিশ্ৰিত হোৱা নাছিল। তেওঁক কৃষ্ণতকৈ আগৰ অৱতাৰ বুলি ধৰা হয় যদিও ৰামৰ সমাদৰ বেছি হৈছিল কৃষ্ণতকৈ পিছতহে। আৰু আমাৰ এই গ্ৰন্থত আলোচ্য কালছোৱাৰ পৰৱৰ্তী যুগতে ৰাম অৱতাৰে গুৰুত্ব পাইছিল। ৰামক সাধাৰণতে চিত্ৰিত কৰা হয় ধনুৰ্ধাৰী শ্যামবৰ্ণ ৰূপত। তেওঁৰ সঙ্গত থাকে সদায় তেওঁৰ প্ৰিয়তমা পত্নী সতীত্বগুণৰ প্ৰতিমূৰ্তি সীতা, তেওঁৰ তিনিজন পৰম অনুগত ভ্ৰাতৃ লক্ষ্মণ, ভৰত আৰু শত্ৰুঘ্ন। আৰু তেওঁৰ বন্ধু আৰু সহায়কাৰী বান্দৰ-দেৱতা হনুমন্ত। তেওঁৰ ভক্তগণৰ মনৰ চকুত ৰামৰ ভাবমূৰ্তি হৈছে এজন শান্ত পৰম নিৰ্ভৰযোগ্য স্বামী, দুখ-কষ্টই টলাব নোৱৰা এজন নেতা আৰু এজন অতি ন্যায়বান প্ৰজাৰঞ্জক ৰজা। তেওঁৰ প্ৰতি ভক্তি-সমাদৰ মুছলিম আক্ৰমণৰ পাছতহে যে প্ৰকৃততে জনসমাজত বৃদ্ধি পালে সেইটোও তাৎপৰ্যপূৰ্ণ কথা।

৮। **কৃষ্ণ ঃ** কৃষ্ণ হৈছে বিষ্ণুৰ আটাইবোৰ অৱতাৰৰ মাজত সৰ্বাধিক গুৰুত্বপূৰ্ণ। কৃষ্ণৰ কাহিনী পূৰ্ণভাৱে বৰ্ণনা কৰিবলৈ হ'লে বৰ দীঘল হ'ব বাবে সংক্ষিপ্ত ৰূপতহে ইয়াত দিব পৰা হ'ল।

কৃষ্ণৰ জন্ম হৈছিল মথুৰাত যাদৱ বংশত। তেওঁৰ পিতৃৰ নাম আছিল বসুদেৱ আৰু মাতৃ আছিল তেতিয়া মথুৰাত ৰাজত্ব কৰি থকা ৰজা কংসৰ পেহীয়েক। ভৱিষ্যদ্বাণী হ'ল যে কংসৰ মৃত্যু হ'ব দেৱকীৰ অষ্টম পুত্ৰৰ হাতত। গতিকে কংসই দেৱকীৰ সকলো সন্তানৰ প্ৰাণ নাশ কৰিবলৈ ধৰিলে। কিন্তু কৃষ্ণ আৰু তেওঁৰ জ্যেষ্ঠ ভ্ৰাতা বলৰামৰ জীৱন ৰক্ষা পৰিল আৰু তেওঁলোকক গৰখীয়াসকলৰ ৰজা নন্দ আৰু তেওঁৰ পত্নী যশোদাই নিজ পুত্ৰ জ্ঞানে ডাঙৰ-দীঘল কৰিবলৈ ধৰিলে। কংসই যেতিয়া শুনিলে যে দুইটি শিশু তেওঁৰ হাতৰ পৰা সাৰি গ'ল তেতিয়া তেওঁ ৰাজ্যৰ সকলো বালক শিশুৰে প্ৰাণ নাশ কৰিবলৈ আদেশ দিলে। কিন্তু নন্দই দুইটি বালকক পলুৱাই পঠালে প্ৰথমতে ব্ৰজলৈ পিছত বৃন্দাবনলৈ। এই দুইখন জিলাই মথুৰাৰ পৰা বেছি দূৰত নহয় আৰু দুইখনেই কৃষ্ণৰ লীলাভূমি হিছাপে পবিত্ৰ।

তেওঁৰ শিশু কালত অৱতাৰী কৃষ্ণ দেৱতাই বহুতো অলৌকিক ঘটনা সংঘটিত কৰিছিল। বহুত অসুৰৰ প্ৰাণ নাশ কৰিছিল। গোপালসকলক এবাৰ এটা প্ৰবল ধুমুহাৰ পৰা ৰক্ষা কৰিছিল নিজৰ আঙুলিৰ মূৰত গোবৰ্দ্ধন নামে পৰ্বত তুলি আটাইৰে ওপৰত ছাতিৰ নিচিনাকৈ ধৰি। যশোদাৰ মাখন চুৰি কৰাকে ধৰি অনেক প্ৰকাৰ শিশুসুলভ দুষ্টালি কৰাৰ বৃত্তান্তও পোৱা যায়। তেওঁৰ কৈশোৰ কালত গোপসকলৰ পত্নী-কন্যা গোপীগণৰ লগত অনেক প্ৰেমলীলাও কৰিছিল তেওঁৰ বাঁহীৰ সুৰত তেওঁলোকক নচুৱাই। তেওঁৰ বৰ প্ৰিয়পাত্ৰী আছিল সুন্দৰী ৰাধা।

কিন্তু তেওঁৰ কৈশোৰ-যৌৱন পৰ্বৰ অন্ত পৰিল। কংসই কৃষ্ণক চিনি পাই বিচাৰি উলিয়ালে আৰু বাৰম্বাৰ তেওঁৰ প্ৰাণনাশ কৰিবলৈ চেষ্টা চলালে। কৃষ্ণই পথাৰে-সমাৰে ঘূৰি ফুৰি থকা তেওঁৰ মুকলিমূৰীয়া জীৱন সামৰি দুষ্ট মাতুল-পুত্ৰ কংসৰ সৈতে মোকাবিলা কৰিব লগাত পৰিল। তেওঁ কংসক বধ কৰি মথুৰা ৰাজ্য অধিকাৰ কৰিলে। কিন্তু এপিনে কংসৰ শহুৰেক মগধৰাজ জৰাসন্ধ আৰু আনপিনে উত্তৰ-পশ্চিম ভাৰতৰ কোনো এজন নাম নজনা যৱন ৰজাৰ চেপাত পৰি সেই ৰাজ্য ত্যাগ কৰিবলৈ বাধ্য হ'ল আৰু তেওঁৰ প্ৰজাগণৰ সৈতে কাথিৱাৰৰ দ্বাৰকাত নতুন ৰাজধানী পাতিলে। ইয়াতে তেওঁ বিদৰ্ভৰ (আধুনিক বেৰাৰ) ৰজাৰ কন্যা ৰুক্মিণীক বিবাহ কৰাই প্ৰধান মহিষী পাতিলে আৰু তাৰ পিছতে ১৬,০০০ তকৈও অধিক পত্নী সংগ্ৰহ কৰিলে। তেওঁৰ পুত্ৰৰ সংখ্যা হ'লগৈ ১৮০,০০০। তেওঁৰ জীৱনৰ এইছোৱা সময় অতিবাহিত হৈছিল সমগ্ৰ ভাৰতৰ দুষ্ট ৰজা আৰু অসুৰবোৰ ধ্বংস কৰোতে। মহাভাৰত মহাকাব্যৰ সমস্ত কাহিনীৰ আদিৰ পৰা অন্তলৈকে তেওঁক পঞ্চপাণ্ডৱৰ একান্ত বন্ধু আৰু পৰামৰ্শদাতা

হিছাপে দেখা যায়। 'মহাভাৰত'ৰ যুদ্ধৰ প্ৰাৰম্ভতে অৰ্জুনৰ আগত তেওঁ 'ভাগৱত-গীতা'ৰ ধৰ্ম কথা ব্যক্ত কৰিছিল। সেই যুদ্ধই আছিল 'মহাভাৰত'ৰ কাহিনী-বৃত্তৰ কেন্দ্ৰস্বৰূপ।

কুৰুৰাজ্যত পাণ্ডৱপক্ষক সুপ্ৰতিষ্ঠিত কৰি কৃষ্ণ দ্বাৰকালৈ ঘূৰি গৈছিল। যাদৱ বংশৰ ৰাজন্যবৰ্গৰ মাজত প্ৰবল অৰিয়া-অৰি চলিবলৈ ধৰিছিল। বিনাশৰ দিন আসন্ন বুলি ভৱিষ্যদ্বাণী হৈছিল। সকলো অশুভ লক্ষণ দেখা গৈছিল। কৃষ্ণই সকলো উগ্ৰ নিচাকাৰক সুৰাপান নিষিদ্ধ কৰিলে যাতে অমঙ্গলীয়া দিনটো নাহে। কিন্তু এটা উৎসৱৰ দিনত তেওঁ সেই নিষেধাজ্ঞা শিথিল কৰি দিলে। যাদৱসকলৰ মুখিয়ালসকলে নিজৰ মাজতে কন্দল আৰম্ভ কৰিলে। চাওঁতে চাওঁতে বিবাদ-সংঘৰ্ষ গোটেই নগৰখনলৈ বিয়পি পৰিল। সেই নিৰ্বিচাৰ উন্মত্ততা আৰু হত্যালীলাত তেওঁৰ চকুৰ আগতে তেওঁৰ পুত্ৰ প্ৰদ্যুম্নৰ মৃত্যু হোৱা দেখিলে। তেওঁৰ পৰম স্নেহশীল জ্যেষ্ঠ ভ্ৰাতৃ বলৰাম ভয়ঙ্কৰভাৱে আহত হৈ মৃত্যুমুখত পৰা দেখিলে। যাদৱ বংশৰ প্ৰায় সকলো ৰাজন্যৰ মৃত্যু ঘটিল। তেওঁৰ সকলো ঐশ্বৰিক গুণ আৰু ক্ষমতাৰেও কৃষ্ণই এই ধ্বংসলীলা বন্ধ কৰিব নোৱাৰিলে। হতাশ কৃষ্ণই বিষণ্ণ মতে ওচৰৰ এখন হাবিৰ মাজলৈ গৈ এঠাইত বহি সদ্য ধ্বংসপ্ৰাপ্ত বংশ-পৰিয়ালৰ কথাকে ভাবি-চিন্তি আছিল। এটা ব্যাধে দূৰৰ পৰা জুমি চাই তলৰ সৰু-সুৰা জোপোহা-জুপুহি হাবিৰ মাজেদি তেওঁক পহু বুলি ভ্ৰম কৰি তীৰ নিক্ষেপ কৰিলে। সেই কাঁড় গৈ সোমালগৈ কৃষ্ণৰ গোৰোহাত। একিলিজৰ গোৰোহাৰ দৰে কৃষ্ণৰো গোৰোহাতে আছিল দুৰ্বলতা। সেই আঘাততে কৃষ্ণৰ মৃত্যু হ'ল। দ্বাৰকা নগৰ সাগৰৰ পানীয়ে বুৰাই পেলালে।

এই কাহিনীটোৰ অনেক উপাদানৰ ভিতৰত কৃষ্ণক নায়ক হিছাপে উপস্থাপন কৰা হৈছিল অতি প্ৰাচীন কালতে। 'চান্দোগ্য উপনিষদ'ৰ ৩।১৭।৬ স্থানতে দেৱকীৰ কৃষ্ণ নামে এজন পুত্ৰই নৱোদ্ভাসিত আত্মাৰ ধৰ্মৰ বিষয়ে অধ্যয়নত প্ৰবৃত্ত হোৱাৰ কথা উল্লেখ আছে। এই নায়ক-ঈশ্বৰৰ আখ্যানৰ ঐতিহাসিক কিবা ভিত্তি যে আছিল সেইটোও নিশ্চিত নহয়। কিন্তু এতিয়া কৃষ্ণ সম্বন্ধীয় পুৰাণকল্পত ভাৰতৰ বিভিন্ন অঞ্চলৰ আৰু বিভিন্ন সময়ৰ অনেক বীৰৰ কাহিনীৰ সমাহাৰ ঘটিছে বুলি সহজেই বুজিব পাৰি। যেনে মথুৰাৰ পৰা শত্ৰুৰ ভয়ত তেওঁ ৰাজ্য ত্যাগ কৰি পলাই যোৱাৰ দৰে অগৌৰৱৰ কাম তেওঁৰ দৰে দ্বিগ্বিজয়ী বীৰৰ চৰিত্ৰৰ লগত ৰজিতা খাই নপৰে। এই আখ্যানৰ আন আন কিছুমান অংশত—যেনে যদুবংশ ধ্বংস আৰু কৃষ্ণৰ মৃত্যুৰ দৰে ট্ৰেজিক ধৰণৰ ঘটনাও ভাৰতীয় চৰিত্ৰবিশিষ্ট নহয়। মদৰ ৰাগীত নিজৰ মাজতে দ্বন্দ্বযুদ্ধত লিপ্ত হৈ সকলো নিধন হোৱা, মহানায়কৰ গোৰোহাত এডাল কাঁড় লাগি মৃত্যু হোৱা—গোৰোহাই তেওঁৰ শৰীৰৰ একমাত্ৰ অস্ত্ৰভেদ্য স্থান হোৱা—আৰু এখন বিশাল নগৰী সমুদ্ৰগৰ্ভত অদৃশ্য হোৱা—আদিৰ দৰে ঘটনাবোৰ ইউৰোপীয় মহাকাব্যিক সাহিত্যত সততেই পোৱা

যায়। কিন্তু ভাৰতীয় সাহিত্যত তাৰ কোনো উদাহৰণ অন্যত্র পাবলৈ নাই। আৰু 'বেদ'কেইখনতো তেনে ধৰণৰ কোনো ইঙ্গিত নাই। এজন দেৱতা ক্ৰমে মৃত্যুপথৰ যাত্ৰী হোৱাৰ দৰে এক চিন্তা নিকট প্ৰাচ্যদেশত খুব ব্যাপক। কিন্তু ভাৰতীয় পুৰাণকল্পৰ ক'তো পোৱা নেযায়। কৃষ্ণৰ মাতুল পুত্ৰ কংসৰ গাত হেৰডৰ বা গ্ৰীক বীৰ পাৰ্ছিউছৰ নিষ্ঠুৰ পিতামহ এক্ৰিছিউছৰ চৰিত্ৰৰ প্ৰতিফলন দেখা যায়। গতিকে এই কৃষ্ণ-কাহিনীৰ কোনো কোনো অংশ সুদূৰ প্ৰাচীন কালৰে কোনো লোককাহিনীৰ পৰা অহা যেন ধাৰণা হয়— হয়তো ভাৰতত প্ৰৱেশ কৰাৰ আগৰে পৰা আৰ্য যোদ্ধাসকলে তেনে ধৰণৰ কাহিনী জানিছিল, তাকে পুৰুষে পুৰুষে মুখ বাগৰি চলি আহিছিল। কিছুমান উপাদান নিশ্চয় সম্পূৰ্ণ ভাৰতৰ দেশীয় মূলৰ। তাৰ বাহিৰেও কোনো কোনো অংশ পাশ্চাত্যৰ দেশবোৰৰ পৰা অহা কোনো কাহিনীৰে নিজৰ কাহিনীৰ লগত খাপ খোৱাকৈ দি লোৱা ৰূপ হ'ব পাৰে।

পশুপালকৰ ভূমিকাত আৰু তেওঁৰ অসংখ্য প্ৰেমলীলা আৰু অভিসাৰ আদিৰ ক্ষেত্ৰত কৃষ্ণৰ চৰিত্ৰৰ উৎস আৰু দ্বিগ্বিজয়ী বীৰ কৃষ্ণ চৰিত্ৰৰ উৎস একে নহয়। কৃষ্ণ নামটোৱে ক'ল্য বৰণ বুজায়। কৃষ্ণ দেৱতাক সদায় ক'লা ৰঙেৰে চিত্ৰিত কৰা হয়। গোপালক কৃষ্ণৰ প্ৰাচীনতম উল্লেখ পোৱা যায় পুৰণি তামিল কাব্যমালাত। তাত এজন কৃষ্ণবৰ্ণ দেৱতাই (= 'মায়োঁ') বাঁহী বজাই বজাই গুৱালনীবোৰৰ সৈতে খেলা কৰি থাকে বুলি উল্লেখ আছে। তেওঁ হয়তো দাক্ষিণাত্য উপদ্বীপৰ কোনো উৰ্বৰতাৰ প্ৰতীক দেৱতাই আছিল। আৰু তেওঁৰে কথা-কাহিনী আৰু তেওঁৰ পূজাৰ ৰীতি-নীতি অঘৰী জনজাতীয় পুশুপালকবোৰে দাক্ষিণাত্যৰ পৰা উত্তৰ ভাৰতলৈ লৈ গৈছিল। খ্ৰীষ্টাব্দ আৰম্ভৰ সময়তে মালোৱা আৰু দাক্ষিণাত্যৰ পশ্চিম অঞ্চলত আভিৰ নামে এক জাতিগোষ্ঠীয়ে বিচৰণ কৰিছিল। সিহঁত আছিল প্ৰধানকৈ পশুপালক জাতি। কোৱা হয় যে সেই জাতিৰ লোকেই কৃষ্ণ-গোবিন্দৰ পূজা মানুহৰ মাজত জনপ্ৰিয় কৰি তুলিছিল। কৃষ্ণ 'গোবিন্দ' নামৰ অৰ্থ হ'ল গোপালসকলৰ অধিপতি। এই গোবিন্দ নাম সকলোৰে মাজত জনাজাত। 'গোবিন্দ' শব্দটো মূলতে প্ৰাকৃত ভাষাৰ শব্দ হ'ব পাৰে। হয়তো মূল প্ৰাকৃত ভাষাৰ ৰূপতে সি সংস্কৃতত স্থান পাইছিল। ইয়াৰ শুদ্ধ সংস্কৃত সমাৰ্থক শব্দ হ'ব 'গোপেন্দ্ৰ'। যদি কোনোৱে এই শব্দটো বিশুদ্ধ সংস্কৃত ভাষামূলৰে বুলি দাবী কৰে তেন্তে তাৰ অৰ্থ হ'ব 'গৰু বিচাৰি পোৱা'।

কিশোৰ কৃষ্ণৰ প্ৰণয়-লীলাৰ কাহিনীবোৰত ৰমন্যাসিক সাহিত্যৰ অনেক সমল আছে। ওপৰে ওপৰে চালে সেইবোৰ কাহিনীৰ ধৰ্মীয় আৱেদন যৎসামান্য। যি কি নহওক, অনিবাৰ্যভাৱেই কৃষ্ণ দেৱতাৰ গোপসকলৰ পত্নীগণৰ প্ৰতি প্ৰকাশিত প্ৰেম পৰমাত্মাৰ মানৱাত্মাৰ প্ৰতি প্ৰেমৰ প্ৰতীকহে বুলি অৰ্থ ব্যাখ্যা কৰা হৈছিল। কৃষ্ণৰ বাঁহীৰ সুৰত গোপীসকলৰ প্ৰতি তেওঁলোকৰ স্বামীসকলৰ শয্যা এৰি জোনাকত

তেওঁৰ লগত নাচিবলৈ আহিবলৈ কৰা আহ্বান দৰাচলতে ঈশ্বৰে ঐহিক সুখ ত্যাগ কৰি স্বৰ্গীয় প্ৰেমৰ প্ৰতি মানৱাত্মাসমূহক ধাবিত হ'বলৈ কৰা আহ্বানহে বুলি কোৱা হয়। ইহুদী আৰু খ্ৰীষ্টানসকলেও উভয়ে 'ছং অব্ ছংছ'ৰ অনুৰূপ ব্যাখ্যা কৰিছে। বহুতো ধৰ্মৰ ৰহস্যবাদী কবিসকলে তেওঁলোকৰ আধ্যাত্মিক অভিজ্ঞতাৰ অনুৰূপ বৰ্ণনা দিছে। এই স্বৰ্গীয় গোপালক দেৱতাৰ প্ৰেম-প্ৰণয়ৰ কাহিনীবোৰত প্ৰচুৰ আদিৰসাত্মক সামগ্ৰী আছে যদিও সেইবিলাক কাহিনীৰ প্ৰেৰণাতে মহৎ ধৰ্মমূলক কবিতাৰাশিৰ সৃষ্টি হৈছে আৰু বহুতো মহৎ ধৰ্মাত্মা পুৰুষৰ অন্তৰ তেনে প্ৰেৰণাৰে উদ্বুদ্ধ হৈছে।

কৃষ্ণকথাৰ তৃতীয় উপাদান হৈছে তেওঁৰ শিশুলীলা। বালক কৃষ্ণৰ এই লীলামালা নিশ্চয় কৃষ্ণ চৰিতত শেহৰ সংযোজন আৰু সেই লীলা কাহিনীবোৰৰ উৎসও অনিশ্চিত। এইবোৰ কাহিনী কিবা নহয় কিবা ৰূপত খ্ৰীষ্টিয়ান বণিকসকলে বা নেষ্টোৰিয়ান মিছনেৰীসকলে ভাৰতৰ পশ্চিমৰ উপকূলেদি আমদানি কৰিছিল নেকি মধ্যযুগৰ প্ৰাৰম্ভৰ কালছোৱাত? সেইটো এটা চিন্তা কৰিবলগীয়া বিষয়। সৰহভাগ ঐতিহাসিক পণ্ডিতেই তেনে কোনো সম্ভাৱনা থকাৰ কথা নুই কৰিব ঠিকেই। কিন্তু ওপৰে ওপৰে চায়েই তাক আমি অলীক কল্পনা বুলি উৰাই দিব নোৱাৰো। যি কি নহওক, পিছৰ যুগৰ ভাস্কৰ্যশিল্পত লোদোৰ-পোদোৰ মাটিত বগাই ফুৰা নোদোকা কেঁচুৱা ৰূপত দেখুৱা শিশুকৃষ্ণৰ মূৰ্তিবোৰে কৃষ্ণ দেৱতাৰ চৰিত্ৰক এক বিৰল পূৰ্ণতা প্ৰদান কৰিছে। কৃষ্ণ কাহিনীৰ নায়ক হিছাপে তেওঁ ভক্তগণৰ মনোকামনা পূৰ্ণ কৰিছিল স্বৰ্গীয় পিতৃ আৰু জ্যেষ্ঠ ভ্ৰাতাৰ সঙ্গত দেখা দি, তৰুণ গৰখীয়াৰ ভূমিকা সম্পূৰ্ণ কৰিছিল স্বৰ্গীয় প্ৰেমিকৰ ৰূপ ধৰি আৰু শিশু হিছাপে পুত্ৰৰ ৰূপত। শিশু কৃষ্ণৰ পূজা-অৰ্চনাই ভাৰতীয় নাৰীৰ মাতৃত্ব-মহিমাবোধ চিৰকাল এনেদৰে জাগৃত কৰি আহিছে যে আজিও সহজ-সৰল ভাৰতীয় নাৰীয়ে শিশুকৃষ্ণ দেৱতাৰ পূজা কৰোতে নিজে সৰ্বশক্তিমান হৈও দুষ্টালিৰে ভৰা আনন্দময় শিশুকৃষ্ণৰ প্ৰতি এনে আবেগিক ঘনিষ্ঠতা অনুভৱ কৰে যে নিজকে 'ঈশ্বৰৰ মাতৃকুল বুলিয়েই বৰ্ণনা কৰে।

খ্ৰীষ্টপূৰ্ব শেহতীয়া শতাব্দীবোৰত বাসুদেৱ আছিল পশ্চিম-ভাৰতৰ এজন জনপ্ৰিয় দেৱতা। এই বাসুদেৱ দেৱতাই 'কৃষ্ণ' বুলি কৃষ্ণৰে সৈতে একেজনেই বুলি সাব্যস্ত হৈছিল প্ৰথমতে। তাৰ পিছতে এনে হোৱাটোও সম্ভৱ যে বাসুদেৱ নামটো পিতৃ পৰিচয়ব্যঞ্জক বুলি ধৰি লৈ কৃষ্ণৰ পিতৃৰ নাম বসুদেৱ কৰা হ'ল (প্ৰথম শব্দাংশত 'আ' আখৰটো 'অ' কৰি)। আগতে স্বতন্ত্ৰভাৱে অৱস্থান কৰা অন্যান্য দেৱতাসকলো কৃষ্ণৰ সৈতে জড়িত হৈ পৰিল। সেই সকলৰ ভিতৰত প্ৰধান আছিল তেওঁৰ জ্যেষ্ঠ ভ্ৰাতৃ বলৰাম। তেওঁৰ এটা নাম হলায়ুধ (= 'নাঙলেই যাৰ অস্ত্ৰ') আৰু আন এটা নাম সংকৰ্ষণ। কান্ধত কাঠৰ নাঙল এটা লৈ ফুৰা বলৰাম মূলতে আছিল এজন কৃষিৰ দেৱতা। প্ৰবাদমতে তেওঁ অতিপাত সুৰাসক্ত আছিল আৰু ছাইলেনাছৰ লগত বলৰামৰ চৰিত্ৰগত সাদৃশ্য থকা দেখা যায়। এসময়ত বলৰামৰ উদ্দেশ্যে প্ৰতিষ্ঠিত মন্দিৰো

আছিল। কিন্তু মধ্যযুগত কৃষ্ণৰ প্ৰভাৱ আৰু মহিমা বৃদ্ধি পোৱাৰ লগে লগে বলৰামৰ প্ৰভাৱ-প্ৰতিপত্তি ক্ষীণ হৈ আহিবলৈ ধৰিলে। কম পৰিমাণে হ'লেও কৃষ্ণৰ পুত্ৰ প্ৰদ্যুম্ন, তেওঁৰ পৌত্ৰ অনিৰুদ্ধ আৰু তেওঁৰ সখা পাণ্ডৱবীৰ অৰ্জুনৰো সেৱক সম্প্ৰদায় আছিল। কৃষ্ণৰ প্ৰধান সঙ্গিনী আছিল ৰাধা। ৰাধা আছিল তেওঁৰ যৌৱন কালৰ প্ৰেমিকা। মধ্যযুগৰ শেহলৈকে কৃষ্ণৰ লগতে ৰাধাৰো পূজা হৈছিল। কৃষ্ণৰ প্ৰধানা মহিষী ৰুক্মিণীয়েও কিছু শ্ৰদ্ধা-ভক্তি পাইছিল।

৯। **বুদ্ধ ঃ** বুদ্ধ হ'ল বিষ্ণুৰ শেষ ঐতিহাসিক অৱতাৰ। সৰহভাগ ধৰ্মবেত্তা পণ্ডিতৰ মতে বিষ্ণুৱে বুদ্ধৰূপত অৱতাৰ গ্ৰহণ কৰিছিল দুৰ্জন লোকক বিপথে পৰিচালিত কৰি বেদবিৰোধী কৰ্মত লিপ্ত কৰাবলৈ যাতে সিহঁতৰ বিনাশ নিশ্চিত হয়। কিন্তু কবি জয়দেৱৰ 'গীত-গোবিন্দ' কাব্যই বেলেগ কথা কয়। গীত-গোবিন্দতে হিন্দু অৱতাৰবিলাকৰ এখন অতি প্ৰাচীন তালিকা দিয়া আছে। তাত কোৱা হৈছে যে বিষ্ণুৱে বুদ্ধ ৰূপে অৱতীৰ্ণ হৈছিল পশুগণৰ প্ৰতি দয়া পৰৱশ হৈ। 'গীত-গোবিন্দ'ৰ ১।১।১৩ স্থানত আছে "নিন্দসি যজ্ঞবিধেৰহহ শ্ৰুতিজাতম। সদয়হৃদয়-দৰ্শিত পশুঘাতম॥ কেশৱধৃত বুদ্ধশৰীৰ জয় জগদীশ হৰে।।" এই কথাইহে খুব সম্ভৱ বুদ্ধ অৱতাৰৰ প্ৰকৃত পশ্চাদ্‌পটলৈ অঙ্গুলি নিৰ্দেশ কৰে। বুদ্ধক অৱতাৰসকলৰ মাজত অন্তৰ্ভুক্ত কৰা হৈছিল—অন্যান্য দেৱতাসকলক অৱতাৰ বুলি গণ্য কৰাৰ ধৰণে—বিৰোধী ধৰ্মমতবোৰ বৈষ্ণৱ মতাদৰ্শত সমন্বিত কৰাৰ উদ্দেশ্য আগত ৰাখিয়েই। অলপ দিনৰ আগলৈকে গয়াত থকা বুদ্ধৰ মন্দিৰৰ পৰিচালনাৰ ভাৰ আছিল হিন্দু লোকৰ হাতত। তাত সেই মহান ধৰ্মগুৰু বুদ্ধ হিন্দুসকলে এজন হিন্দু দেৱতাক পূজা কৰাৰ দৰে পূজা কৰিছিল। কিন্তু সাধাৰণতে বুদ্ধ অৱতাৰ বুলিলে ধৰ্মীয় ক্ষেত্ৰত খুব বেছি মনোযোগ দিয়া নহয়।

১০। **কল্কি ঃ** কল্কি অৱতাৰ হ'বলৈ এতিয়াও বাকী আছে। বৰ্তমানে ঘোৰ কলি কাল অৰ্থাৎ অন্ধকাৰৰ যুগ চলি আছে। এই যুগৰ শেষ পৰ্যায়ত এটা বগা ঘোঁৰাত উঠি এজন মানুহৰ ৰূপত স্বয়ং বিষ্ণু ধৰাধামত অৱতীৰ্ণ হ'ব বুলি বিশ্বাস কৰা হয়। তেওঁৰ হাতত থাকিব এখন জ্বলন্ত খোলা তৰোৱাল। তেওঁ দুষ্ট মানুহবোৰক বিচাৰ কৰি দণ্ড দিব। সাধুসকলক উপযুক্ত বঁটা-বাহন দিব আৰু পৃথিৱীত পুনৰ স্বৰ্ণযুগ প্ৰৱৰ্তন কৰিব। বৈষ্ণৱ 'পুৰাগাথা'ত কল্কিৰ কাহিনী বহু বিলম্বিত সংযোজন। এই কল্কিৰ কাহিনীৰ বিশেষ ব্যৱহাৰ হোৱা সাহিত্য বা ভাস্কৰ্য বা চিত্ৰকলাত বেছিকৈ দেখা নেযায়। তথাপি বহুত সৰলচিতীয়া হিন্দু ধৰ্মীলোকে কল্কিৰ আখ্যানৰ ওপৰত বহুত গুৰুত্ব দিয়ে আৰু আশা কৰে যে এদিন কল্কি অৱতাৰ হ'বই। ঠিক যেনেকৈ পুৰণিকলীয়া খ্ৰীষ্টান মানুহে যীশুখ্ৰীষ্টৰ দ্বিতীয়বাৰৰ বাবে আগমন হ'ব বুলি বিশ্বাস কৰি আগ্ৰহেৰে অহাটোকে কামনা কৰে। এই কল্কি অৱতাৰৰ সমান্তৰাল খ্ৰীষ্টান কাহিনীও পোৱা গৈছে। বিশেষকৈ 'দা নিউ টেষ্টামেণ্ট'ৰ 'দা ৰিভিলেছন' অধ্যায় ১৯।১১-১৩ স্থানত 'শ্বেত অশ্ব আৰোহণকাৰী খ্ৰীষ্ট'ৰ বৰ্ণনা কল্কিৰ বৰ্ণনাৰে একেই। তথাপি কল্কি আখ্যান আৰু অৱতাৰৰ প্ৰেৰণা

বৌদ্ধ ধৰ্মৰ পৰাহে আহিছিল বুলি ধাৰণা হয়। বৌদ্ধ ধৰ্মত মৈত্ৰেয় বুদ্ধ আহিব বুলি বৈষ্ণৱসকলে কল্কি অৱতাৰৰ কথা কল্পনা কৰাৰ বহু যুগ আগতেই কোৱা হৈছিল। জৰথুষ্ট্ৰবাদী চিন্তাধাৰাও হয়তো কল্কি অৱতাৰৰ পুৰাণকল্প নিৰ্মাণ কৰাত সহায়ক হৈছিল।

## শিৱ ঃ

অসংখ্য ৰূপত আত্মপ্ৰকাশ কৰা বিষ্ণুৰ দৰেই শিৱও অতি জনপ্ৰিয় দেৱতা। শিৱৰ উদ্ভৱ হৈছিল ভীষণ মূৰ্তি বৈদিক দেৱতা ৰুদ্ৰৰ পৰা। তাৰ লগতে অনাৰ্য কোনো উৰ্বৰতা দেৱতাৰ গুণ আৰু চৰিত্ৰ যোগ হৈ শিৱৰ ভাবমূৰ্তি গঠিত হৈছিল। এইদৰে বিভিন্ন মূলৰ গুণ আৰু চৰিত্ৰ সম্বলিত যদিও শৈৱ সম্প্ৰদায়ৰ লোকে তেওঁলোকৰ উপাস্য দেৱতা শিৱক সম্পূৰ্ণ নীতিবোধৰ প্ৰতীক আৰু পৰমপিতাৰূপে স্বৰ্গত প্ৰতিষ্ঠা কৰিছিল। শিৱৰ চৰিত্ৰও আছিল বিষ্ণুতকৈ আৰু এটা দিশত ভিন্ন। তেওঁৰ আছিল সৰ্বস্থান-সৰ্বগুণ-সৰ্বভূতৰ প্ৰতি সমভাব। তেওঁ ভয়ঙ্কৰ স্থানবোৰত বিচৰণ কৰে— যেনে যুদ্ধক্ষেত্ৰ, শ্মশান, আলিবাটৰ সংযোগস্থল ইত্যাদি। ইউৰোপৰ দৰেই ভাৰততো সেইবোৰ ঠাই অমঙ্গলীয়া বুলি আটায়ে ভাবে। তেওঁ মানুহৰ লাওখোলাৰ মালা এডাল পিন্ধি ফুৰে। য'লৈ যায় লগত জাক জাক ভূত-প্ৰেত-দানৱ-পিশাচ লৈ যায়।

আনহাতে তেওঁ আছিল যোগেশ্বৰ বা যোগীসকলৰ মাজত শ্ৰেষ্ঠ। সকলো তপস্বী-যোগীৰে পৃষ্ঠপোষক দেৱতা। হিমালয় পৰ্বতৰ অতি ওখ হেলনীয়া ঠাইত কৈলাশ শিখৰত মহাযোগী শিৱই এখন বাঘৰ ছালত বহি ধ্যানমগ্ন হৈ থাকে। তেওঁৰ ধ্যানৰ শক্তিৰেই বিশ্বব্ৰহ্মাণ্ড পৰিচালিত হৈ থাকে। তেওঁৰ ৰূপ কল্পনা কৰা হয় মূৰৰ দীঘল জঁটলগা কেশভাৰ শীৰ্ষভাগত জঁটা কৰি বন্ধা। তাৰ ওপৰত শোভা পায় কাঁচিজোন। সেই জঁটাৰ কুণ্ডলীৰ মাজৰ পৰা বৈ আহিছে পবিত্ৰ গঙ্গা নদী। তেওঁৰ কপালৰ মাজভাগত আছে তৃতীয় এক নয়ন। সেই তৃতীয় নয়ন হৈছে তেওঁৰ শ্ৰেষ্ঠ জ্ঞান আৰু অন্তৰ্দৃষ্টিৰ প্ৰতীক। তেওঁৰ কণ্ঠদেশ কৃষ্ণবৰ্ণ। কাৰণ, সমুদ্ৰমন্থনৰ সময়ত সমুদ্ৰগৰ্ভৰ পৰা নিষ্কাশিত হোৱা শেষপদ সমল আছিল হলাহল বিষ। অন্য দেৱতাসকলৰ প্ৰাণৰ সংকট উপস্থিত হৈছিল সেই বিষৰ প্ৰকোপত। গতিকে সেই বিষ শিৱই নিজে পান কৰি নিজৰ কণ্ঠদেশত স্থাপন কৰিলে বাবে তেওঁৰ কণ্ঠদেশ ক'লা হৈ গ'ল। তেওঁ সৰ্পকুলৰ গৰাকী। সেইবাবে তেওঁৰ ডিঙি আৰু হাতত সাপে মেৰাই ধৰি থাকে। সৰ্বশৰীৰত তপস্বীসকলৰ দৰে ছাই-ভস্ম সানি লয়। তেওঁৰ কাষতে থাকে তেওঁৰ অস্ত্ৰ ত্ৰিশূল, তেওঁৰ চিৰ অনুগতা পত্নী পাৰ্বতী আৰু বাহন নন্দী নামে এক বৃষভ।

এই ৰূপত শিৱই যদিও সদায় ধ্যানমগ্ন হৈয়ে থাকে, তাৰ মাজতে তেওঁৰ দিব্য শক্তিৰে তেওঁ বিভিন্ন ৰূপ ধৰিব পাৰে। একমাত্ৰ তপস্যামগ্ন ৰহস্যসন্ধানী মৌনী

যোগীৰাজেই নহয়, তেওঁ নৃত্যৰ দেৱতা নটৰাজ ৰূপেও সৰ্বত্ৰ পৰিচিত। এই নটৰাজ ৰূপত তেওঁ সৰ্বাধিক জনপ্ৰিয় তামিল দেশবোৰত। প্ৰাচীন কালৰ পৰাই তামিল দেশবোৰত ধৰ্মমূলক উপাসনাৰ প্ৰধান অঙ্গ হিচাপে নৃত্য এক সৰ্বজন সমাদৃত পৰম্পৰা। কৈলাশ শিখৰত তেওঁৰ নিজৰ বাসগৃহত বা দক্ষিণদেশত তেওঁৰ বাসগৃহ বুলি খ্যাত চিদাম্বৰমৰ মন্দিৰত অথবা পণ্ডিচেৰীৰ পৰা পঞ্চাশ মাইল দক্ষিণলৈ সাগৰৰ উপকূলৰ কাষৰ তিল্লাইত শিৱই নৃত্য কৰে। তেওঁৰ নৃত্যৰ অষ্টাধিক এশ আঠটা ভঙ্গীৰ কিছুমান অতি শান্ত আৰু ধীৰ। কিছুমান কিন্তু প্ৰমত্ত ভয়ানক আৰু ভীতিসঞ্চাৰী। এই পিছৰবোৰৰ বিখ্যাত নৃত্যৰ নাম হৈছে তাণ্ডৱ। সেইটো হৈছে মহাপ্ৰলয় কালৰ নৃত্য। মহাজাগতিক এক কল্প সময়ৰ অন্তত শিৱই সেই প্ৰলয় নাচোন আৰম্ভ কৰে—লগত তেওঁৰ সুৰাসক্ত গণবোৰে নাচে। সেই ভয়ানক নৃত্যৰ ৰুদ্ৰ তালে তালে ছেৱে ছেৱে সৃষ্টি ধ্বংস হৈ যায়। আৰু এটা বিশেষ ৰূপত শিৱৰ পূজা হয়। এই ভঙ্গীত শিৱই দক্ষিণমুৱা হৈ বহে, সাধাৰণ ঘৰুৱাভাৱে কথা কৈ থকা ভঙ্গীত এখন হাত তুলি ধৰি থাকে কিবা কথা বুজাই থকা ধৰণে। এটা ভৰি মাটিত আনটো ভৰি কোঁচাই বহি থকা আসনৰ ওপৰত। যেন এজন গুৰুৰ ৰূপত কিবা কথা বুজাই আছে ভক্তগণক। এই ৰূপত শিৱৰ কল্পনাৰ মূলত বৌদ্ধ প্ৰেৰণাও থাকিব পাৰে।

কিন্তু শিৱদেৱতাৰ পূজা প্ৰধানকৈ কৰা হয় শিৱলিঙ্গ ৰূপত। লিঙ্গ বুলি এক চুটি শীৰ্ষভাগ বৰ্তুলাকৃতি ঘূৰণীয়া শিলাস্তম্ভ। এই লিঙ্গ ভাৰতীয় সভ্যতাতকৈও প্ৰাচীন এক ধৰ্মমতৰ স্মাৰক। এই লিঙ্গৰ সন্ধান পোৱা গৈছিল হৰপ্পাৰ খনন-কাৰ্যৰ সময়তো। প্ৰাচীন তামিল সাহিত্যত পূজাৰ স্থলীত এনে গোলকৈ কটা শিলৰ খুঁটা পোতাৰ কথাৰ উল্লেখ পোৱা যায় ধৰ্মীয় কৰ্মকাণ্ডৰ অংশ হিচাপে। সেইবোৰ লিঙ্গ পূজাৰ অঙ্গ হোৱাটো খুবেই সম্ভৱ। এই লিঙ্গ পূজাৰ ধৰ্মীয় পদ্ধতি সদায়েই অনাৰ্য অনেক জাতিৰ মাজত আছিল। খ্ৰীষ্টাব্দ আৰম্ভৰ কালতে সি হিন্দু ধৰ্মতো প্ৰৱেশ কৰিছিল যদিও প্ৰথমে ইমান গুৰুত্ব পোৱা নাছিল। সুপ্ৰাচীন ‘ঋকবেদ’ৰ দেৱতাসকলৰ মাজতো পৰ্বতৰ দেৱতা ৰুদ্ৰৰ উদ্ভিদ আৰু জীৱজগতৰ লগত সম্বন্ধ থকা বুলি দেখুৱা হৈছে। মহেঞ্জোদাৰোত প্ৰাপ্ত উত্তুঙ্গ লিঙ্গাকৃতি শৃঙ্গযুক্ত চৌদিশে জন্তুৱে আগুৰি থকা দেৱতাজনো শিৱৰে আদিম ৰূপ হ'ব পাৰে। সেই দেৱতা মানুহ, জীৱ-জন্তু আৰু উদ্ভিদৰ প্ৰজনন প্ৰক্ৰিয়াৰ পৃষ্ঠপোষক দেৱতা আছিল। এই ৰূপত তেওঁক পশুপতি (= অৰ্থাৎ জন্তুবোৰৰ অধিপতি) নামে জনা যায়। দক্ষিণ ভাৰতত সাধাৰণতে পশুপতিৰ মূৰ্তি দেখা যায় চতুৰ্ভুজ এক পুৰুষৰ ৰূপত। চাৰি হাতৰ এহাত আশীৰ্বাদৰ ভঙ্গীত তোলা। এহাত খোলা যেন কিবা বৰ দিছে। আন এখন হাতত এখন পৰশু আৰু চতুৰ্থখন হাতৰ আঙুলিৰ মাজত সৰু এটা পহু যেন জঁপিয়াই ওলাই গৈছে।

শৈৱ সম্প্ৰদায়ৰ অনেকে দাবী কৰে যে শিৱও নানাৰূপে ধৰা-ধামত অৱতাৰ গ্ৰহণ কৰিছিল। কিন্তু এনে শিৱৰ অৱতাৰৰ বৃত্তান্তবোৰ বিষ্ণুৰ অৱতাৰৰ এনে দেখ্ দেখ্

অনুকৰণ যে শৈৱ সম্প্ৰদায়ৰ চিন্তাধাৰাতে সি কোনো দিনে গুৰুত্ব নেপালে। শিৱ দেৱতাই কিন্তু তাৰ মাজতে বিভিন্ন ৰূপত মানুহক দেখা দিয়ে বা কোনো অসুৰ আদি নাশ কৰিবলৈ অস্থায়ীভাৱে প্ৰয়োজনীয় ৰূপ ধাৰণ কৰে। কেতিয়াবা বীৰপুৰুষ বা ঋষিসকলৰ পৰীক্ষা ল'বলৈও বিভিন্ন ৰূপ ধৰে। তেওঁৰ বিষয়ে অনেক কাহিনী প্ৰচাৰিত হৈছে। তাৰে কিছুমানত তেওঁৰ প্ৰতি বৰ সদয় ভাব প্ৰকাশিত হোৱা নাই। এনে ধৰণৰ আখ্যানবোৰৰ ভিতৰত সকলোতকৈ বিখ্যাত হৈছে পাৰ্বতীৰে সৈতে তেওঁৰ বিবাহৰ কাহিনী। পাৰ্বতী আছিল হিমালয়ৰ জীয়াৰী। হিমালয় পৰ্বতকে ইয়াত ব্যক্তিত্ব আৰোপ কৰি গিৰিৰাজ হিমালয় বোলা হৈছে।

"দেৱতাসকলৰ মহাবিপদ উপস্থিত হৈছিল তাৰক নামে এক অসুৰৰ নানা অত্যাচাৰৰ পৰা। এনেতে ভৱিষ্যদ্বাণী হ'ল যে তাৰকাসুৰক বধ কৰিব পাৰিব একমাত্ৰ শিৱ আৰু পৰ্বতজীয়াৰী পাৰ্বতীৰ বিবাহৰ ফলত হোৱা সন্তানেহে। কিন্তু যোগীৰাজ শিৱ সৰ্বদা সৰ্বক্ষণ ধ্যানত মগ্ন হৈয়ে থাকে। তেওঁ যে কেতিয়াবা বিবাহ কৰি সন্তান উৎপাদন কৰিব তাৰ সম্ভাৱনা অতিশয় ক্ষীণ বুলিয়েই দেৱতাসকলৰ ধাৰণা হৈছিল। তথাপি তেওঁলোকে হিমালয়ৰ অপৰূপা সুন্দৰী কন্যা পাৰ্বতীক শিৱৰ প্ৰতি অনুৰক্ত কৰাই তেওঁৰ ওচৰলৈ পঠালে। পাৰ্বতীয়ে অনেক প্ৰকাৰে ধ্যানমগ্ন শিৱৰ মনোযোগ আকৰ্ষণ কৰিবলৈ যত্ন কৰিলে কিন্তু বিফল হ'ল। প্ৰেমৰ দেৱতা কামদেৱেও নানা কৌশলেৰে পাৰ্বতীক সহায় কৰিছিল। তেনে কৰোঁতে এবাৰ ধ্যানভঙ্গ হৈ ৰুষ্ট শিৱ কপালৰ তৃতীয় নয়ন মেলি কামদেৱৰ ফালে দৃষ্টি নিক্ষেপ কৰাৰ লগে লগে কামদেৱ জ্বলি পুৰি ছাইত পৰিণত হ'ল। অৱশেষত দৃঢ়মনা পাৰ্বতীয়েও শিৱৰ দৰেই নিজেই ঘোৰ তপ্যাসত বহিল শিৱক পাবৰ বাবেই। গাৰ সকলো অলঙ্কাৰ খুলি ওচৰৰে আন এখন হাবিত তপস্বিনী হৈ ধ্যানমগ্না হৈ থাকোঁতে শিৱই পাৰ্বতীক দেখি তেওঁৰ প্ৰতি আকৃষ্ট হ'ল। অৱশেষত দুয়োৰে মহা পয়োভৰেৰে বিবাহ হ'ল। সেই বিবাহ উছৱত দেৱতাসকলেও যোগ দিছিল। সেই বিবাহৰ ফলস্বৰূপে শিৱপুত্ৰ স্কন্দৰ জন্ম হ'ল। স্কন্দ হ'ল যুদ্ধৰ দেৱতা। যুবাবস্থাপ্ৰাপ্ত হোৱাৰ পিছত স্কন্দই যুদ্ধ কৰি তাৰকাসুৰক বধ কৰিলে।"

দক্ষিণ ভাৰতত প্ৰায় একে ধৰণৰ এটা কাহিনী প্ৰচলিত আছে শিৱ আৰু মাদুৰাইৰ পাণ্ড্য ৰজাৰ জীয়াৰী মীনাক্ষীৰ বিবাহ সম্বন্ধে। শিৱ মীনাক্ষীৰ বিবাহৰ ঘটনাকে যুগমীয়া কৰিবলৈ দক্ষিণ ভাৰতৰ আটাইবোৰ মন্দিৰৰ ভিতৰতে এক প্ৰসিদ্ধ আৰু চমকপ্ৰদ মীনাক্ষী দেৱীৰ মন্দিৰ নিৰ্মাণ কৰা হৈছিল।

### বিষ্ণু আৰু শিৱৰ মাজৰ সম্বন্ধ ঃ

তাৰ আগৰ পৰা নহ'লেও খ্ৰীষ্টীয় চন অনুক্ৰম আৰম্ভ হোৱাৰ কালৰ পৰাই শিক্ষিত হিন্দুলোক—হয় বৈষ্ণৱ নহয় শৈৱ—তাৰমানে তেওঁলোকে হয় বিষ্ণু নহয়

শিৱকে, পৰমেশ্বৰ বা যথাৰ্থতে একমাত্ৰ ঈশ্বৰ বুলি মানি আহিছে। বাকী অন্যান্য দেৱ-দেৱীসকলক আচলতে সেই সৰ্বশক্তিমান একমাত্ৰ ঈশ্বৰৰে নানা ৰূপত হোৱা একোটা প্ৰকাশ বুলিহে গণ্য কৰা হয়। ৰোমান কেথলিকসকলে ছে'ইন্ট আৰু দেৱদূতসকলক ঈশ্বৰ নহয় কিন্তু ঐশ্বৰিক শক্তিৰ আংশিক প্ৰতিফলন বুলি যেনেকৈ গণ্য কৰে ঠিক তেনেকুৱাই আছিল বিষ্ণু-শিৱ ব্যতিৰেকে অন্যান্য দেৱ-দেৱীসকলৰ আসন। একে ধৰণে বৈষ্ণৱসকলে শিৱ নাই বুলি নকয়। কিন্তু শিৱ দেৱতাও অন্যান্য দেৱতাৰ দৰে এজন দেৱতা বিষ্ণুৰেই বা সৃষ্টিকৰ্তা ব্ৰহ্মাৰে এটা ৰূপ বুলিহে কয়। একে ধৰণে শৈৱসকলেও বিষ্ণুক শিৱৰহে এক ৰূপ বুলি ধাৰণা কৰে। মাজে সময়ে এই বিৰুদ্ধ দুই মতাৱলম্বীৰ মাজত সংঘাত আৰু কিছু পৰিমাণে সংঘৰ্ষ-উৎপীড়নৰ ঘটনাও নঘটা নহয়। তথাপি হিন্দু ধৰ্মত এই দুই বিভাজন থাকিলেও দুয়োটাৰে বন্ধুত্বপূৰ্ণ সহাৱস্থান নিৰ্ণীত হৈছিল প্ৰথমৰ পৰাই। কাৰণ, চূড়ান্ত বিশ্লেষণত দুয়োটা পন্থৰে অনুগামীসকলে বুজি পাইছিল যে দুইটা মতেই শুদ্ধ। তেওঁলোকে স্বীকাৰ কৰি লৈছিল যে বিষ্ণু আৰু শিৱ এক পৰমেশ্বৰৰে দুটা ৰূপ। হিন্দু ধৰ্মৰ প্ৰধান চাৰিত্ৰিক বৈশিষ্ট্য হৈছে ইয়াৰ সৰ্বব্যাপ্ত সহিষ্ণুতা। যি কোনো ভিন্ন মতকে বৰ্জন কৰাৰ সলনি আত্মীকৰণ কৰি লোৱাত আগ্ৰহ দেখুৱায় বেছি। ঈশ্বৰ হৈছে বহু আলোকপৃষ্ঠৰ হীৰকখণ্ড। তাৰে বৃহত্তম দুটা আলোকপৃষ্ঠৰ পৰা বিচ্ছুৰিত দুই জ্যোতিৰূপে হৈছে বিষ্ণুৰ আৰু শিৱৰ। তেনেকৈ আৰু সহস্ৰ দেৱ-দেৱীৰ ৰূপ আছে, যিবোৰক বিভিন্নভাৱে পূজা কৰা হয়। কিছুমান তেনে আলোকপৃষ্ঠ আনবোৰতকৈ ডাঙৰ, বেছি মসৃণ আৰু উজ্জ্বলতৰ হ'লেও সেইবোৰ যি কোনো এক আলোকক্ষেত্ৰত উদ্ভাসিত দেৱমূৰ্তিক পূজা কৰোঁতে আচলতে ভক্তই সমগ্ৰ হীৰকখণ্ডকে অৰ্থাৎ পূৰ্ণৰূপ পৰমেশ্বৰকে পূজা কৰে। গতিকে যি পন্থৰে হিন্দু হওক—নিৰক্ষৰ আৰু অশিক্ষিত হ'লেও—যদি নিষ্ঠাৱন্ত হিন্দু হয়, তেন্তে তেওঁ মূলতঃ একেশ্বৰবাদী। তাকে ভাগৱত গীতাৰ ৭-২১।২২ শ্লোকত কৃষ্ণই কৈছে এইদৰে—

"যিসকল ভক্তই শ্ৰদ্ধাযুক্ত হৈ যি যি দেৱমূৰ্তিক সকাম ভক্তি অৰ্পণ কৰি পূজা-সেৱা কৰে, মই সেইসকল ভক্তৰ মনত স্বীয় উপাস্য দেৱতাৰ প্ৰতি অচলা শ্ৰদ্ধাৰ সৃষ্টি কৰোঁ। যাতে তেওঁৰ অভীষ্ঠ সিদ্ধি হয় আৰু তেওঁৰ উপাস্য দেৱতাৰ পৰা নিজৰ কাম্য বস্তু লাভ কৰিব পাৰে। কাৰণ সেই সকলো দেৱতা মোৰেই অঙ্গস্বৰূপ।"

সহিষ্ণুতাৰ এনে উচ্চ আদৰ্শৰ প্ৰভাৱ আছিল বাবেই শৈৱ আৰু বৈষ্ণৱ দুয়োটা পন্থাৰ মাজত সমন্বয় স্থাপন কৰাৰ চেষ্টা চলাত আচৰিত হ'বলগীয়া কথা একো নাই। গুপ্তযুগতেই হিন্দু ধৰ্মত ত্ৰিমূৰ্তি বা প্ৰধান তিনিজন ঈশ্বৰৰ ধাৰণা সৃষ্টি হৈছিল—সৃষ্টিকৰ্তা ব্ৰহ্মা, পালনকৰ্তা বিষ্ণু আৰু সংহাৰকৰ্তা শিৱ। এই ত্ৰিমূৰ্তিৰ ধাৰণাই সময়ে সময়ে ধৰ্মতত্ত্বত বৰ প্ৰাধান্য পাইছিল। কালিদাসৰ 'কুমাৰসম্ভৱ'ৰ ২-৪ স্থানৰ সুন্দৰ এক স্তুতিগীতত প্ৰতিফলিত হৈছে সেই ত্ৰিমূৰ্তিৰ কল্পনা। সেই স্তুতিগীতৰ প্ৰেৰণাতে এমাৰছনে ৰচনা কৰিছিল তেওঁৰ এসময়ৰ প্ৰসিদ্ধ এক কবিতা—

হে ত্ৰিমূৰ্তি—জয় হওক তোমাৰ
সৃষ্টিৰ আগতে আছিলা মাথোন এজন
সৃষ্টিৰ পিছত নিজৰ ত্ৰিগুণাযায়ী
হ'লা তিনিজন।
তুমিয়েই মৃত্যু, জীৱন আৰু জন্ম
কাৰণ। তোমাৰ ত্ৰিমূৰ্তি তোমাৰ
ত্ৰিগুণৰ প্ৰতিফলন
তোমাৰ দিন আৰু ৰাতি হ'ল
জীৱৰ জীৱন আৰু জীৱনৰ অৱসান।
জাগ্ৰত তুমি মানে জীৱন্ত আমি
নিদ্ৰিত তুমি মানে মৃত্যুত ঢলি পৰা আমি।
তুমিয়ে কোমল প্ৰভু তুমিয়ে কঠোৰ
বৃহৎ আৰু ক্ষুদ্ৰ ; গুৰুভাৰ-লঘুভাৰ
সকলো তুমিয়ে। তুমি বস্তু—তুমি ৰূপ প্ৰভু
অনন্ত শক্তিৰ আধাৰো তুমিয়ে।
তুমি জ্ঞানী—তুমি জ্ঞান। তুমি ভোজ্য
—তুমি ভোক্তা। পুৰোহিতো তুমি
তুমি পূৰ্ণাহুতি। তুমিয়ে মহামন্ত্ৰ প্ৰভু তুমিয়ে পূজাৰী।

আগৰ দিনৰ পাশ্চাত্য দেশৰ কোনো ছাত্ৰই হিন্দু ধৰ্মৰ বিষয়ে অধ্যয়ন কৰোঁতে এই ত্ৰিমূৰ্তিৰ ধাৰণাই তেওঁলোকক খ্ৰীষ্টান ধৰ্মৰ 'ত্ৰিনিটি' বা ত্ৰিমূৰ্তিৰ ধাৰণালৈ মনত পেলাইছিল। কিন্তু সাদৃশ্য আছে যেন লাগিলেও হিন্দু ত্ৰিমূৰ্তি আৰু খ্ৰীষ্টান ত্ৰিনিটিৰ ধাৰণাৰ মাজত সেই সাদৃশ্য বেছি গাঢ় আৰু দীৰ্ঘস্থায়ী নহয়। কাৰণ সকলো হিন্দু ত্ৰিমূৰ্তি-তত্ত্বতে তিনিওজনৰ এজনক বেছি গুৰুত্ব দিয়া দেখা যায়। যেনে—প্ৰসঙ্গ বিচাৰ কৰিলেই জনা যায় যে কালিদাসৰ উপৰি উক্ত স্তুতিত পৰমেশ্বৰ হিছাপে সম্বোধন কৰা হৈছে ব্ৰহ্মাক। এই ত্ৰিমূৰ্তি-তত্ত্ব উদ্ভৱ শাখাৰ পৰাহে হৈছে। মূলৰ পৰা নহয়। গতিকে বাস্তৱত এই ত্ৰিমূৰ্তি তত্ত্বৰ প্ৰভাৱ আছিল সীমিতহে।

এনে ধৰণৰ আন এটা দৈৱচৰিত্ৰৰ একাত্মীকৰণৰ দৃষ্টান্ত হৈছে হৰিহৰ দেৱতা। 'হৰি' হৈছে বিষ্ণুৰ এটা নাম আৰু 'হৰ' শিৱৰ নাম। দুইজন দেৱতাৰে চৰিত্ৰ একত্ৰ কৰি হৰিহৰ নামে এই দেৱতাৰ মূৰ্তি স্থাপন কৰা হৈছিল আৰু মধ্যযুগত দাক্ষিণাত্যৰ কিছুমান ঠাইত হৰিহৰ পূজাৰ প্ৰচলন হৈছিল। বিজয়নগৰৰ ৰজাসকলৰ পৃষ্ঠপোষকতাত হৰিহৰ মন্দিৰবোৰ চলিছিল আৰু সেই পূজা এতিয়াও চলি আছে।

**দেৱীমাতা ঃ**

মাতৃৰূপত দেৱীসকলৰ পূজা ভাৰতবৰ্ষত সদায় আছিলেই। কিন্তু হৰপ্পা যুগৰ পৰা গুপ্ত যুগলৈকে কালছোৱাত দেৱী পূজাই বিদ্বান আৰু প্ৰভাৱশালী শ্ৰেণীৰ লোকৰ মন আকৰ্ষণ কৰিব পৰা নাছিল। প্ৰায় অস্পষ্ট আৰম্ভণিৰ পৰা গুৰুত্বপূৰ্ণ সামাজিক ধৰ্মীয় অনুষ্ঠানৰ ৰূপ ল'লে মধ্যযুগতহে। সেই যুগত দেৱীসকলে উচ্চ শ্ৰেণীৰ লোকৰ দ্বাৰাই পূজা-পাতল পাবলৈ ধৰিছিল। তত্ত্বগতভাৱে দেৱীমাতাসকল বিভিন্ন দেৱতাৰ পত্নীৰূপে কল্পিতা হৈছিল।

দেৱীক কল্পনা কৰা হয় তেওঁৰ দেৱতা সঙ্গীজনাৰ শক্তি বা পুৰুষালিৰ প্ৰতীক হিছাপে। যি কোনো পুৰুষ দেৱতাকে সাধাৰণতে নিষ্ক্ৰিয় আৰু অতীন্দ্ৰিয় বুলি কল্পনা কৰা হয়। কিন্তু তেওঁৰ মাজৰ অন্তৰ্নিহিত নাৰীশক্তি সদায় সক্ৰিয় আৰু সৃষ্টিশীল। এই দেৱতা-পত্নী দেৱীসকলৰ অস্তিত্ব ভাৰতীয় ধৰ্মতত্ত্বত সদায় স্বীকাৰ কৰা হৈছিল যদিও গুপ্তযুগতহে দেৱীসকলে তেওঁলোকৰ বাবে বিশেষভাৱে নিৰ্মাণ কৰা মন্দিৰ দেৱালয়বোৰত ষোড়শোপচাৰেৰে পূজিতা হ'বলৈ ধৰিছিল। পঞ্চম শতাব্দীৰ আদি ভাগৰ এখন পশ্চিম ভাৰতীয় শিলালিপিত কোনো এক ময়ূৰাক্ষকৰ কথা পঢ়িবলৈ পোৱা যায়—যিজনে—

> "অভীষ্ট সিদ্ধিৰ বাবে ৰাজমন্ত্ৰীয়ে এই ভয়ানক মন্দিৰ
> স্থাপন কৰিলে। এই মন্দিৰত কেৱল প্ৰেতিনী-যোগিনী-দানৱীৰ বাস.........
> এই মন্দিৰ দেৱীমাতাসকলৰ বাবে উৎসৰ্গিত—সেইসকল দেৱীমাতাই
> গহীন এন্ধাৰ ৰাতি ভয়ঙ্কৰ মন্ত্ৰ মাতি ধুমুহাৰ সৃষ্টি কৰি
> পদ্মসৰোবৰৰ জলৰাশি খলক লগাই থাকে।"

সেইখিনি সময়ৰ পৰাই দেৱীমাতাসকলৰ পূজা-অৰ্চনাই বিপুল প্ৰসাৰ লাভ কৰে। সমগ্ৰ ভাৰততে তেনে পূজাৰ গুৰুত্বও বাঢ়িবলৈ ধৰিছিল। মুছলিম শাসনৰ প্ৰাৰম্ভতে সমগ্ৰ ভাৰত জুৰি ভক্তিমাৰ্গী বৈষ্ণৱ ধৰ্মৰ প্ৰবল বিস্তাৰ হ'লতহে দেৱীপূজাৰ প্ৰভাৱ বহু পৰিমাণে কমিবলৈ ধৰিছিল। কিন্তু অসম আৰু বঙ্গদেশত তাৰ প্ৰভাৱ আজিও আছে আৰু ভাৰতৰ আন আন অংশতো এতিয়াও দেৱীপূজা হয়।

এই দেৱী মাতাৰ পূজা হয় দেৱীৰ নানা কল্পিত ৰূপত। সেইবোৰৰ ভিতৰত প্ৰধান হৈছে শিৱৰ পত্নী দেৱী মঙ্গলময়ী পাৰ্বতীৰ ৰূপ ; মহাদেৱী আৰু সতী দেৱীৰ ৰূপ, গৌৰবৰ্ণা গৌৰীৰ ৰূপ, অন্নপূৰ্ণাৰ ৰূপ, কেতিয়াবা অকল মাতৃ বা মাতাৰ (তামিল ভাষাত 'অম্মাই') ৰূপ। সেই দেৱীয়েই তেওঁৰ ভীমা ভয়ঙ্কৰী ৰূপতো পূজিতা হয়। যেনে ওচৰ চাপিব নোৱৰা দুৰ্গা, কৃষ্ণবৰ্ণা কালী আৰু ভয়ঙ্কৰী চণ্ডীৰ ৰূপত। তামিলসকলৰ ভীমদৰ্শনা যুদ্ধৰ দেৱী কোৰাৱাইৰ ৰূপ আছিল মূলতে স্বতন্ত্ৰ প্ৰকৃতিৰ। সেই দেৱীয়ে যুদ্ধক্ষেত্ৰত নিহতবিলাকৰ মাজত ভয়ঙ্কৰ নাচোন নাচি নাচি মৰাশবিলাকৰ মাংস খাইছিল। পিছলৈ সেই দেৱীও চণ্ডীৰ সৈতে একাকাৰ হৈ পৰিছিল।

এই ভয়ঙ্কৰী ৰূপত দেৱীমাতাৰ ৰূপ কল্পনা কৰা হয় এগৰাকী ভয়লগা চেহেৰাৰ বৃদ্ধা নাৰীৰ ৰূপত। সেই মূৰ্তিৰ বহুত হাত থাকে। প্ৰত্যেক হাতত বিভিন্ন ধৰণৰ অস্ত্ৰ। তেজেৰে ৰাঙলী কৰাল দাঁতবোৰৰ মেলা মুখত জিলিকি থাকে—লহ লহ ৰঙা জিভা ওলমি থাকে মুখৰ পৰা দীঘলকৈ। ডিঙিত নৰমুণ্ডৰ মালা। কেতিয়াবা দেখা যায়, দেৱীক অতি কঠোৰ মুখৰ ধুনীয়া এগৰাকী সিংহবাহিনী নাৰীৰ ৰূপত। ছেন্ট জৰ্জে ড্ৰেগনক বধ কৰাৰ দৰে মহিষ-মুণ্ডযুক্ত এক অসুৰক বধ কৰাত ব্যস্ত হৈ থাকোঁতে সেই ৰূপতেই পূজা কৰা হয় দেৱীক। শান্ত ৰূপত দেৱীক দেখা যায় তেওঁৰ পতি শিৱৰ লগত একেলগে। এগৰাকী সুন্দৰী যুৱতীৰ ৰূপত। দেৱীৰ বিভিন্ন মূৰ্তিৰ ভিতৰত কৌতূহল উদ্দীপক এটা ৰূপ দেখা যায় ভাস্কৰ্যত অৰ্ধনাৰীশ্বৰ ৰূপত। অৰ্দ্ধনাৰীশ্বৰ ৰূপত আধাভাগ শিৱ আৰু আধাভাগ পাৰ্বতীৰ মূৰ্তি একেলগে খোদিত হৈ থাকে। য'ত পুৰুষৰূপী শিৱ শক্তিৰূপী দেৱীৰ সৈতে অভিন্ন বুলি দেখুৱা হয়। উৰ্বৰতাৰ প্ৰতীক দেৱতা ৰূপে শিৱক লিঙ্গৰ ৰূপত যেনেদৰে পূজা কৰা হৈছিল, তেনেকৈ দুৰ্গাও পূজিতা হৈছিল যোনিৰ ৰূপত। পৌৰাণিক আখ্যান মতে পাৰ্বতী পূৰ্বতে সতীৰূপে অৱতীৰ্ণা হৈছিল প্ৰজাপতি দক্ষৰ জীয়াৰী হিছাপে। সতীৰূপেও তেওঁৰ পৰমেশ্বৰ শিৱৰে পত্নী হৈছিল। ঘটনাক্ৰমে তেওঁৰ পিতৃ দক্ষ প্ৰজাপতিৰ শিৱৰ লগত বিৰোধ হ'লত তেওঁ নিজেই পিতৃৰ যজ্ঞকুণ্ডৰ অগ্নিত জাঁপ মাৰি আত্মাহুতি দিলে। তেওঁৰ যোনিৰ ছাই-ভস্ম ভাৰতৰ বিভিন্ন স্থানত সিঁচৰতি হৈ পৰিল। য'তে য'তে পৰিল, সেই সেই স্থান পীঠস্থান বা দেৱীপূজাৰ পবিত্ৰ তীৰ্থস্থান বুলি গণ্য হ'ল।

### নিম্নবৰ্গৰ দেৱতাসকল ঃ

বিষ্ণু, শিৱ আৰু দুৰ্গাৰ দৰে আন আন বহুতো দেৱতাৰ পূজা হৈছিল। বৈদিক দেৱতাসকলৰ দৰে হিন্দু ধৰ্মৰ এই নতুন দেৱ-দেৱীসকল প্ৰাকৃতিক শক্তি বা ক্ৰিয়াবোৰৰ প্ৰতিভূ অথবা ওচৰ-সম্বন্ধীয় নাছিল। এইসকল দেৱ-দেৱীক মানৱৰ দৰেই দেহাৱয়ৱযুক্ত আৰু মানৱীয় গুণাৱলীৰেই বিভূষিত কৰি কল্পনা কৰা হৈছিল।

ব্ৰহ্মা বৈদিক যুগৰ শেহৰ ফালে প্ৰজাপতি নামে জনাজাত হৈছিল। ব্ৰহ্মাৰ বৃত্তান্ত অনুধাৱন কৰিলে ক্ৰমাৎ তেওঁৰ দেৱত্বৰ প্ৰভাৱ আৰু প্ৰতাপ হ্ৰাস পাই অহা চকুত পৰে। বৌদ্ধ ধৰ্মৰ আদি গ্ৰন্থবিলাকত ব্ৰহ্মা আৰু ইন্দ্ৰই আছিল সৰ্বশ্ৰেষ্ঠ দেৱতা। 'মহাভাৰত' মহাকাব্যৰ যুগতো তেওঁ খুব গুৰুত্বপূৰ্ণ আছিল। কিন্তু মধ্যযুগীয় ভাস্কৰ্যত তেওঁৰ চতুৰানন মূৰ্তিবোৰ খোদিত হোৱা দেখা যায় যদিও গুপ্ত যুগৰ পিছৰ পৰা তেওঁৰ পূজা-পাতল নোহোৱাই হৈছিল। আধুনিক আজমীৰ নগৰৰ কাষৰ পবিত্ৰ তীৰ্থ পুষ্কৰ হ্ৰদৰ তীৰত অৱস্থিত ব্ৰহ্মাৰ মন্দিৰটোৱেই এই দেৱতাৰ নামত উৎসৰ্গিত একমাত্ৰ মন্দিৰ।

বেদত অনেক নামৰ সৌৰ-দেৱতা—সূৰ্যৰ লগত সম্বন্ধ থকা দেৱতাৰ উল্লেখ আছে। হিন্দু ধৰ্মত সেই সকলো সৌৰ-দেৱতা এক সূৰ্য দেৱতাৰ ৰূপত একীকৃত হ'ল। গুপ্তযুগত আৰু পৰৱৰ্তী মধ্যযুগত ভাৰতত, বিশেষকৈ পশ্চিম ভাৰতত, অসংখ্য সূৰ্য মন্দিৰ আছিল। সেইবোৰ মন্দিৰত জৰথুষ্ট্ৰৰ ধৰ্মাৱলম্বীসকলেও পূজা-অৰ্চনা কৰিব পাৰিছিল। সূৰ্যৰ অনেক ভক্তই তেওঁকেই সৰ্বশ্ৰেষ্ঠ দেৱতা বুলিছিল। পঞ্চম শতাব্দীৰ এখন শিলালিপিত আছে—

"সৰ্বস্থানৰ সৰ্ব দেৱগণে যাক পূজা কৰে, যাক পূজা কৰা পুন্যাত্মাসকলে নিজৰ মঙ্গলৰ বাবে, সদা তপস্যাব্ৰতী জিতেন্দ্ৰিয় মুনিসকলে যাক পূজা কৰে মুক্তি কামনা কৰি— জগতৰ সৃষ্টি আৰু প্ৰলয়ৰ গৰাকী সেই মহাজ্যোতিৰ্ময় দেৱতাই (সূৰ্যই) তোমাক ৰক্ষা কৰক।"

"দিব্যজ্ঞান সম্পন্ন সৰ্বদ্ৰষ্টা ঋষিসকলেও, বহু যত্ন কৰিও যাৰ সম্পূৰ্ণ ৰূপ জ্ঞাত হ'ব পৰা নাই, যাৰ জ্যোতিৰাশিয়ে ত্ৰিলোক পৰিপুষ্ট কৰে, যাৰ উদয়কালত সকলো দেৱতা-গন্ধৰ্ব-মনুষ্যই স্তুতিগীত গায়—যিজনাই নিজৰ ভক্তগণৰ সকলো মনৰ বাঞ্ছা পূৰণ কৰে—সেই মহান সূৰ্যক আমি নমস্কাৰ কৰোঁ।"

সূৰ্যৰ তুলনাত পুৰুষ দেৱতা হ'লেও চন্দ্ৰ বা সোম ধৰ্মীয় কৰ্ম-কাণ্ডত গুৰুত্ব কম আছিল। চন্দ্ৰৰ নাম উল্লিখিত হয় প্ৰধানকৈ শিৱৰ ভূষণ হিছাপেহে। চন্দ্ৰৰ বেলেগে পূজা নহৈছিল। পূজিত হৈছিল নৱগ্ৰহৰ এটা গ্ৰহ হিছাপেহে। মধ্যযুগত জ্যোতিষ-চৰ্চাৰ বহুল প্ৰসাৰ হৈছিল। তাৰ লগে লগে গ্ৰহবিলাকৰ পূজাৰ প্ৰচলনো বৃদ্ধি পাইছিল। সেইবাবে নানা প্ৰসঙ্গত নৱগ্ৰহৰ উল্লেখ পোৱা যায়।

বৈদিক যুগৰ যুদ্ধৰ দেৱতা ইন্দ্ৰৰ পূৰ্বৰ যশস্যা বহুত হ্ৰাস পাইছিল যদিও তেওঁৰ ওপৰত নতুন গুণাৱলী আৰোপিত হৈছিল। তেওঁ ঐৰাৱত হাতীৰ ওপৰত আৰোহণ কৰি তেওঁ আকাশৰ পূৰ্বভাগ শাসন কৰিছিল আৰু অমৰাৱতী নামে নিম্ন স্বৰ্গ এখনৰ অধিপতি আছিল। 'শক্ৰ' নামে আন এটা নামেৰে তেওঁ বৌদ্ধ ধৰ্মৰ প্ৰথমছোৱাৰ প্ৰধান দেৱতাকেইজনৰ এজন বুলিও গণ্য হৈছিল। খুব সম্ভৱ 'শক্ৰ' মূলতে অন্য কোনো দেৱতাৰ নাম আছিল। কিন্তু বৌদ্ধ ধৰ্মত 'শক্ৰ' নামে অভিহিত ইন্দ্ৰৰ স্থান আছিল ব্ৰহ্মাৰ পিছতে। ক্ৰমাৎ সীমিত হৈ হৈ আহি মধ্যযুগত ইন্দ্ৰ দেৱতাৰ মন্দিৰ আৰু ভক্তৰ সংখ্যা নিচেই কম হৈ পৰিছিল।

বৰুণ বৈদিক যুগৰ সৰ্বদ্ৰষ্টা মহাশক্তিমান দেৱতা আছিল যদিও মধ্যযুগত তেওঁৰো গুণ-গৰিমা বহুত হ্ৰাস পাইছিল। স্বৰ্গৰ পৰা অৱতৰণ কৰি তেওঁ জলাধিপতি বৰুণ দেৱতাত পৰিণত হৈছিল—গগনমণ্ডলৰ পশ্চিমাংশৰ শাসনকৰ্তা আছিল বৰুণ। তেওঁৰ পূজা-পাতল বহু আগতেই বন্ধ হৈছিল যদিও তামিল মাছমৰীয়া মানুহে বৰুণন্ নামে এক সামুদ্ৰিক দেৱতাৰ পূজা কৰিছিল। সেই দেৱতাৰ প্ৰতীক আছিল সাগৰীয়া শ্বাৰ্ক

মাছৰ অৰ্থাৎ মগৰৰ শিং বা খৰ্গ। আচলতে তামিলসকলৰ এই বৰুণন্ দেৱতা স্থানীয় কোনো দেৱতাৰ আৰ্য নামকৰণহে।

যম আছিল নভোমণ্ডলৰ দক্ষিণাংশৰ শাসনকৰ্তা। বেদত মৃত্যুৰ দেৱতা বুলি পৰিচিত যম মানুহৰ স্মৃতিত চিৰস্থায়ী আছিল যদিও তেওঁৰ পূজা-সেৱা বিশেষভাৱে কোনো কালে কৰা হোৱা নাছিল। তেওঁৰ চৰিত্ৰৰো অনেক সলনি হৈছিল। পূৰ্বৰ দৰে স্বৰ্গলোকৰ ৰখিয়াল যম দেৱতাৰ পৰিবৰ্তে যমক পাওঁ আমি মৃতকসকলৰ পাপ-পুণ্যৰ কঠোৰ বিচাৰকৰ ৰূপত। প্ৰেতলোকত তেওঁ মৃতকসকলৰ দোষৰ শাস্তি দিয়ে পুনৰ জনম লৈ পৃথিৱীলৈ ঘূৰি নহালৈকে। দৰাচলতে ভাৰতীয় কৰ্ম-কৰ্মফল দৰ্শনৰ মতে এনে এজন স্বৰ্গীয় ধৰ্মাধিকাৰ বা বিচাৰকৰ প্ৰয়োজনেই নাই। তত্ত্বগতভাৱে কৰ্মৰ দৰ্শনত বিচাৰক এজনৰ দৰকাৰ নাই। গতিকে পাপীসকলৰ বিচাৰকৰ ভূমিকাত যম নিয়োগ সম্পূৰ্ণ পাশ্চাত্য মূলৰ চিন্তা হ'বও পাৰে। কাৰণ পাশ্চাত্যজগতৰ অনেক ধৰ্মতে এনে স্বৰ্গীয় বিচাৰৰ বিশ্বাস আছিল। কেতিয়া যমে তেওঁৰ কেৰাণী চিত্ৰগুপ্তৰ সহায় লৈ পাপীসকলৰ পাপ-পুণ্য তুলাচনীত জোখাৰ কথাও পোৱা যায়। তাৰ লগত সাদৃশ্য আছিল ইজিপ্তৰ থথৰ লগত।

নভোমণ্ডলৰ উত্তৰ মণ্ডলৰ অধিপতি আছিল দেৱতা কুবেৰ। কুবেৰ আছিল ধনপতি। সকলো মূল্যৱান ধাতু, খনিজ পদাৰ্থ, মণি-মুকুতা আৰু ঐশ্বৰ্যৰ সৰ্বময় গৰাকী। এইজন দেৱতাৰ আন এটা নাম বৈশ্ৰৱণ। পিছৰ যুগৰ বৈদিক সাহিত্যত চমুকৈ আৰু ছঁয়াময়াকৈ তেওঁৰ এই নাম পোৱা যায়। কিন্তু বৌদ্ধ আৰু জৈন সাহিত্যত বৈশ্ৰৱণৰ নাম সঘনে উল্লিখিত হৈছে। তেওঁ কৈলাশ পৰ্বতৰ নিকটস্থ ৰমক্জমক্ মুক্তাখচিত অলকা নগৰীত বাস কৰে। তেওঁ সৈন্য-সামন্তবোৰ গুহ্যক আৰু যক্ষ নামে জনাজাত অৰ্ধদেৱতা-অপদেৱতাৰে গঠিত। সাধাৰণতে কান্ধত প্ৰকাণ্ড এটা কুঁজেৰে সৈতে বাওনা আকৃতিৰ দেৱতাৰ ৰূপত কুবেৰৰ বৰ্ণনা পোৱা যায়। তেওঁৰো পূজা-পাতল হৈছিল যদিও খুব গুৰুত্বপূৰ্ণ নাছিল সেইবোৰ পূজা।

যম, ইন্দ্ৰ, বৰুণ, কুবেৰ—এই চাৰিজন দেৱতাক নভোমণ্ডলৰ চতুৰ্দিশৰ অধিপতি দেৱতা হিচাপে 'লোকপাল' দেৱতা বুলি কোৱা হয়। পিছৰ যুগৰ গ্ৰন্থবিলাকত সেই চাৰি দিশৰ মধ্যৱৰ্তী দিশবোৰৰ অধিপতি হিচাপে আৰু চাৰিজন দেৱতাৰ নাম পোৱা যায়। যেনে—উত্তৰ-পূব কোণত সোম ; উত্তৰ-পশ্চিম কোণত বায়ু ; দক্ষিণ-পূব দিশে অগ্নি আৰু দক্ষিণ-পশ্চিম কোণে সূৰ্য। এইকেইজন দেৱতাৰ ভিতৰত অগ্নিৰ মহাকাব্যিক যুগত যথেষ্ট প্ৰভাৱ আছিল যদিও পিছৰ যুগবোৰত তেওঁৰ যশ-মান বহুত হ্ৰাস পাইছিল মানুহৰ কল্পনাত। বায়ু দেৱতা প্ৰাচীন দেৱতা হ'লেও সহায়েই অদৃশ্য কৃশকায়—ত্ৰয়োদশ শতাব্দীৰ ধৰ্মগুৰু মধ্বাচাৰ্যৰ ধৰ্মমতত হে বায়ুয়ে বহুত প্ৰাধান্য লাভ কৰিছিল। পিছলৈ এই কথা আলোচনা কৰা হ'ব।

যুদ্ধৰ দেৱতা স্কন্দ বা কুমাৰ (ৰাজকুমাৰ) বা কার্তিকেয় দাক্ষিণাত্যত জনাজাত আছিল সুব্রহ্মণ্য নামেৰে। বোধহয়, মূলতে এইজনা দেৱতাও অনাৰ্য দেৱতাই আছিল। তেওঁ শিৱ আৰু পাৰ্বতীৰ পুত্ৰ আছিল। পৌৰাণিক পৰম্পৰামতে তেওঁৰ একমাত্ৰ কাম আছিল তাৰকাসুৰক নিধন কৰা। কিন্তু সেই নিধনকাৰ্যৰ বাবেই তেওঁ ইমান জনপ্ৰিয় হোৱা নাছিল। খ্ৰীষ্টাব্দ আৰম্ভ হোৱাৰ সময়ৰ পৰা উত্তৰ ভাৰতত স্কন্দ দেৱতাৰ পূজাৰ বহুল প্ৰচলন হৈছিল। মধ্যযুগত তেওঁৰ জনপ্ৰিয়তা কিছু পৰিমাণে কমিবলৈ ধৰিছিল। দাক্ষিণাত্যত স্কন্দ পূজাৰ গুৰুত্ব আৰু বেছি হৈছিল। কাৰণ তামিল দেশৰ প্ৰাচীন প্ৰধান দেৱতা মুৰুগানৰ চৰিত্ৰ আৰু গুণাৱলীৰ লগত স্কন্দৰ চৰিত্ৰ আৰু গুণাৱলী চিনিব নোৱৰাকৈ মিলি গৈছিল। এতিয়াও তামিল দেশত স্কন্দ দেৱতাক কোনো কোনো সময়ত মুৰুগান বুলিয়েই উল্লেখ কৰা হয়। মূলতে মুৰুগান আছিল এক পৰ্বতীয়া দেৱতা। সুৰাপায়ী মানুহে মদৰ ৰাগীত মতলীয়া হৈ মুৰুগান দেৱতাৰ পূজা কৰিছিল। সেই পূজাত এজন তন্ত্ৰ-মন্ত্ৰসিদ্ধ বেজ শেল এডাল লৈ নাচি নাচি মুৰুগান দেৱতাৰ ভাও লৈছিল। সেই ভাৱৰীয়া বেজৰে জঁক উঠিলে আটায়ে মুৰুগানে লম্ভা বুলি ধৰি লৈছিল। মুৰুগ্‌ান দেৱতাৰ এনে সুৰা-উৎসৱত সাধাৰণতে নাৰী-ভক্তাসকলৰ যৌন উন্মাদনা বৃদ্ধি পাইছিল গুণে সেইবোৰ মুক্ত যৌনাচাৰৰ কেন্দ্ৰ হৈ পৰিছিল। তামিল মুৰুগান দেৱতাৰো শেল এপাটেই প্ৰধান অস্ত্ৰ আছিল আৰু তেওঁ তেওঁৰ মাক কোৰ্ৰাবাইৰ সৈতে ৰণক্ষেত্ৰত সোমাই ৰণত মৰা মানুহৰ শৰৰে ভোজ খাইছিল। গতিকে আৰ্যদেৱতা স্কন্দৰ সৈতে কোনো এক পৰ্যায়ত মুৰুগান একীকৃত হৈ পৰিছিল। অৱশ্যে উৰ্বৰতাৰ দেৱতা হিছাপে মুৰুগানৰ ভূমিকা এতিয়াও চকুত পৰে। স্কন্দক সাধাৰণতে ময়ূৰবাহন ষড়ানন ৰূপৱান এক তৰুণ হিছাপে অঙ্কিত কৰা হয়।

গণেশ বা গণপতি হ'ল শিৱ আৰু পাৰ্বতীৰ দ্বিতীয় পুত্ৰ। এওঁ হ'ল শিৱৰ গণ নামে অৰ্ধদেৱতা বাহিনীৰ অধীশ্বৰ। পাশ্চাত্য জগতত ভাৰতীয় দেৱতাসকলৰ ভিতৰত সকলোতকৈ প্ৰখ্যাত হৈছে এই গণেশ বা গণপতি। তেওঁ হস্তীমুণ্ড। তাৰে এটা দাঁত ভঙা। অতি স্ফীতোদৰ। তেওঁৰ বাহন হ'ল এটা এন্দুৰ। হিন্দু ধৰ্মৰ দেৱতামণ্ডলীৰ মাজত তেওঁ শেহতীয়া সংযোজন। কাৰণ পঞ্চম শতাব্দীৰ আগলৈকে তেওঁৰ নাম পোৱা নেযায় আৰু মধ্যযুগলৈকে তেওঁৰ বেছি গুৰুত্বও নাছিল। দেখাতেই তেওঁ আদিম কোনো অনাৰ্য জাতিৰ উপাস্য হস্তী-দেৱতাৰ ৰূপান্তৰ মাথোন। তাকে হিন্দু ধৰ্মৰ দেৱতামণ্ডলীৰ মাজত তেওঁ এজন শান্ত স্বভাৱৰ সংস্কৃতিৱান দেৱ চৰিত্ৰ হিছাপে প্ৰতিষ্ঠিত। তেওঁকে 'বিঘ্নেশ্বৰ' বা বিঘ্নবিনাশক দেৱতা বুলিও সকলো কৰ্ম আৰু উদ্যোগৰ প্ৰাৰম্ভতে বাধা-বিঘিনি দূৰ কৰি কামটো সুকলমে হোৱাৰৰ বাবে এইজনা দেৱতাৰ পূজা কৰা হয়। তেওঁৰ সাহিত্য আৰু শিক্ষামূলক কৰ্মৰ প্ৰতি বিশেষ আগ্ৰহ। বৈয়াকৰণিকসকলৰ পৃষ্ঠপোষক দেৱতা হোৱা বাবে কিতাপৰ পাণ্ডুলিপি বা ছপা কিতাপো

সাধাৰণতে 'শ্ৰীগণেশায় নমঃ' যন্ত্ৰেৰে আৰম্ভ কৰা হয়। এই সদাপ্ৰফুল্ল পৰোপকাৰী হস্তীদেৱতা বৈষ্ণৱেই হওক বা শৈৱই হওক, হিন্দুমাত্ৰৰে এতিয়াও পৰম ভক্তিৰ পাত্ৰ। বৈদ্যসকলৰ এটা শাখাই গণেশক তেওঁলোকৰ চিকিৎসাবিদ্যাৰ প্ৰধান অধিষ্ঠাতা দেৱতা বুলি মানে। যদিও গণেশ দেৱতাৰ গুৰুত্ব সদায়েই আছে তথাপি মান-মৰ্যাদাৰ সোপানত তেওঁৰ স্থান বৰ ওখত নহয়।

হনুমন্ত হৈছে বানৰ দেৱতা। তেওঁ বায়ু দেৱতাৰ পুত্ৰ। ৰামৰ বন্ধু আৰু অনুচৰ। হনুমন্ত নিশ্চয় হিন্দু দেৱমণ্ডলৰ সদস্য হোৱাৰ আগৰে পৰাই বৰ জনপ্ৰিয় দেৱতা আছিল। তেওঁ এতিয়া গ্ৰামে-গ্ৰামান্তৰে অতি গুৰুত্ব সহকাৰে পূজিত দেৱতা। প্ৰায় মানুহৰ শৰীৰযুক্ত এই বানৰ দেৱতাৰ অসংখ্য মন্দিৰ আছে। তেওঁ সকলোৰে মান্য জনহিতকাৰী বন্ধু দেৱতা বুলি গণ্য। সেইবাবেই তেওঁৰ প্ৰতি সন্মান প্ৰদৰ্শন কৰিয়েই বান্দৰবিলাকক সদয় দৃষ্টিৰে পবিত্ৰ বুলি গণ্য কৰা হয়।

'কাম' হৈছে যৌৱনসুলভ কামনা-বাসনাৰ দেৱতা। তেওঁৰ অনেক নাম আৰু বিশেষণ আছে। তেৱেঁই হৈছে ভাৰতীয় প্ৰেমৰ দেৱতা। ইউৰোপীয় প্ৰেমৰ দেৱতাৰ দৰেই তেওঁকো সুন্দৰ চেহেৰাৰ এক তৰুণ হিচাপে কল্পনা কৰা হয়। ইউৰোপীয় কাম দেৱতাৰ দৰে ভাৰতীয় কামদেৱৰো হাতত ধনু-কাঁড় থাকে। ভাৰতীয় কামদেৱৰ ধনুখন কুঁহিয়াৰেৰে সজা। তাত জাক পাতি মৌমাখি পৰি থাকে শাৰী শাৰীকৈ। হাতৰ কাঁড়বোৰ পুষ্পবাণ। ফুলেৰে নিৰ্মিত। তেওঁৰ লগত সদায় ঢেৰ অপেশ্বৰী থাকে। সেইবোৰ অপ্সৰাৰে এজনীয়ে তেওঁৰ পতাকাখন লৈ ফুৰে। পতাকাত সামুদ্ৰিক মগৰৰ ছবি। কামৰ কথা সৃষ্টি-স্তোত্ৰত উল্লিখিত হৈছে। বেদৰ কোনো কোনো স্থানত সৃষ্টি পাতনিৰ মহাশূন্যৰ পৰা প্ৰথম উদ্ভূত শক্তিবিলাকৰ ভিতৰতে এই কামদেৱতাও আছিল বুলি পোৱা যায়। কিন্তু সেই কামশক্তি নিশ্চয় পিছৰ যুগৰ হিন্দু প্ৰেমৰ দেৱতা কামদেৱ নাছিল। সি আছিল অন্যান্য শক্তিৰ লগতে বিশৃঙ্খল মহাশূন্য বা 'কছমিক্ কেঅছ'ৰ পৰা উদ্ভূত সৃজনেচ্ছু কামনাৰ এক সংজ্ঞাহীন ইচ্ছাশক্তি আছিল মাথোন। কিন্তু বেদৰ এই প্ৰাসঙ্গিক উল্লেখবোৰৰ ওপৰত ভিত্তি কৰিয়েই পাছৰ যুগৰ ধৰ্মবিদ তাত্ত্বিকসকলে হিন্দু ধৰ্মৰ এই কাম বা মদনদেৱতা কোনো পিতৃ-মাতৃৰ পৰা জন্ম লাভ কৰা বুলি নকৈ সময়ৰ আৰম্ভণিতে স্বয়ম্ভু বা নিজে নিজে সৃষ্ট হোৱা বুলি সাব্যস্ত কৰিছিল। কামদেৱতাৰ কাম আছিল ব্ৰহ্মাণ্ডজোৰা চিৰন্তন সৃষ্টিকৰ্মত যোগাত্মক ক্ৰিয়া সম্পাদন কৰা। তেওঁৰ পুষ্পবাণৰ আঘাতত দেৱতা-মনুষ্য সকলো ব্যাকুল হৈ মতলীয়া হৈ উঠে। মাত্ৰ এবাৰহে কামদেৱতাৰ শৰে ব্যৰ্থতাৰ লগতে বিপদো সংঘটিত কৰিছিল। তেওঁ সদাশিৱৰ মনত কাম ভাব জগাই তুলিবলৈ পুষ্পবাণ নিক্ষেপ কৰাত ক্ৰুদ্ধ ৰুদ্ৰ অনলদৃষ্টিত পুৰি ভস্মীভূত হৈছিল কামদেৱ। পিছত কামদেৱৰ পত্নী ৰতি দেৱীৰ বহুত কাকুতি-মিনতিতহে শিৱৰ কৃপাত কামদেৱতাই পুনঃ জীৱন আৰু পূৰ্বৰ ৰূপ লাভ কৰিছিল। কামদেৱৰ সঘন

উল্লেখ কাব্য-সাহিত্য গ্ৰন্থবোৰত পোৱা যায়। তেওঁ নাৰী-পুৰুষ দুয়ো জাতিৰ তৰুণ-তৰুণীচামৰ মাজত সদায় অতিশয় জনপ্ৰিয়। বছৰি বসন্তোৎসৱৰ দিনা তেওঁৰ পূজা হয় বুলি আগতে উল্লেখ কৰা হৈছে। বৌদ্ধ পৌৰাণিক আখ্যানত মাজে-সময়ে হিন্দু 'কাম' দেৱতাক বৌদ্ধ বিশ্বাসৰ মাৰ নামৰ দৈৱশক্তিৰ লগত একে বুলি দেখুৱা হয়। কিন্তু মাৰ সদায় অপশক্তি, পাপশক্তি, দুষ্কৃতিকাৰী, চয়তানি আদিৰ প্ৰতীক। কাম বা মদন দেৱতাৰ চৰিত্ৰৰ লগত কিন্তু কোনো চয়তানি জড়িত নহয়। বুদ্ধক নানা ধৰণে প্ৰলোভিত কৰি পথচ্যুত কৰিবলৈ যত্ন কৰিছিল মাৰে। মাৰৰ সেইবোৰ কাহিনীয়ে 'বৌদ্ধ পুৰাণ'ত বহুত ঠাই জুৰি বৰ্ণিত হৈছে।

সকলো দেৱতাৰে পত্নী-দেৱীসকলৰ উল্লেখ পোৱা যায়। কিন্তু এনে ধৰণৰ দেৱপত্নী দেৱীসকল নিজৰ নিজৰ স্বামী-দেৱতাৰ অনুজ্জ্বল প্ৰতিফলন স্বৰূপহে। তেওঁলোকৰ নামবোৰো দেৱতা-স্বামীৰ নামৰ স্ত্ৰীলিঙ্গ ৰূপহে। যেনে—ইন্দ্ৰানী, ব্ৰহ্মাণী ইত্যাদি। এনে পত্নী-দেৱীসকলৰ প্ৰত্যেকৰে বেলেগে বেলেগে পূজা নহৈছিল। তেওঁলোকৰ পূজা হৈছিল কে'বাগৰাকীৰো একেলগে থূপ পাতিহে। তেনেকুৱা একোটা থূলত থাকে সাধাৰণতে সাত গৰাকী। সেই সাত গৰাকীৰ লগত সময়ে সময়ে কাৰ্তিক আৰু গণেশ দেৱতাও যোগ হয়। সেই ধৰণতে মধ্যযুগীয় ভাস্কৰ্যত মাতৃকা, অম্বিকা আদি দেৱীসকলৰ বহুত মূৰ্তি দেখা যায়। অম্বিকা, মাতৃকা আদিয়ে 'ক্ষুদ্ৰাকৃতি মাতৃ' অৰ্থ বুজায়। দুৰ্গাদেৱীৰ হিন্দু ধৰ্মৰ ব্ৰহ্মা-বিষ্ণু-শিৱ আদি তিনিজন মূল দেৱতাৰ সমানে সমানেই স্থান আছিল। তেনেকৈ এইসকল দেৱী-মাতাৰো যথেষ্ট গুৰুত্ব আছিল।

তেনে আন এগৰাকী দেৱী হ'ল সৌভাগ্যৰ দেৱী লক্ষ্মী। বিষ্ণুৰ পত্নী 'শ্ৰী' নামেও জনাজাত এই দেৱী, সৌভাগ্য আৰু সমৃদ্ধিৰ দেৱী হিছাপে সৰ্বদা সমাদৃতা আছিল। কিছুমান পৌৰাণিক উপাখ্যানত তেওঁক সদায় বিষ্ণুৰ লগত একেলগে দেখা যায় যদিও কোনো কোনো পৌৰাণিক আখ্যানত তেওঁক গ্ৰীক দেৱী এফ্ৰডাইটৰ দৰে পৰমাসুন্দৰী দেৱকন্যা ৰূপে সমুদ্ৰমন্থনত সাগৰৰ পৰা আবিৰ্ভূতা হোৱা বুলি বৰ্ণনা কৰা হৈছে। সাধাৰণতে লক্ষ্মীদেৱীক পূৰ্ণবয়স্কা এক সুন্দৰী নাৰীৰ ৰূপত এপাহ পদ্মফুলৰ ওপৰত বহি থকা আৰু প্ৰায়ে এপাহ পদুমফুল হাতত লৈ থকা অৱস্থাত দেখুৱা হয়। তেওঁৰ দুইফালে দুটা হাতীয়ে শুঁৰেৰে অনবৰত তেওঁৰ মূৰৰ ওপৰত জলসিঞ্চন কৰি থাকে। লক্ষ্মীপূজাৰ কোনো বেলেগ ধৰ্মপন্থা নাই। কিন্তু এইগৰাকী দেৱীৰ অসংখ্য মূৰ্তি আৰু এগৰাকী প্ৰধানা সহকাৰী দেৱী হিছাপে সৰ্বত্ৰ বহুলভাৱে পূজিতা। প্ৰত্যেকবাৰ বিষ্ণুৱে অৱতাৰ হওঁতে তেৱোঁ লগতে ধৰা-ধামত অৱতীৰ্ণা হয় বুলি মানুহে বিশ্বাস কৰে। সেই কাৰণে ৰাম অৱতাৰত সীতাৰ ৰূপত, কৃষ্ণ অৱতাৰত তেওঁ প্ৰধানা মহিষী ৰুক্মিণী অথবা তেওঁৰ যৌৱনৰ প্ৰেমিকা ৰাধাৰ ৰূপত লক্ষ্মীদেৱী বুলিয়েই মানুহে পূজা কৰে।

সৰস্বতী ব্ৰহ্মাৰ পত্নী। এওঁৰ ভূমিকা শিল্প-কলা, সঙ্গীত আৰু বিদ্যা-চৰ্চাৰ বিভাগবোৰৰ ওপৰত পূৰ্ণ স্বায়ত্বশাসনৰ অধিকাৰ থকা অধিষ্ঠাত্ৰী দেৱী হিচাপে। 'ঋকবেদ'ত সৰস্বতী নামেৰে এখন নদীহে বুজাইছিল প্ৰথমতে। পিছলৈ অৱশ্যে 'ৱাচঃ' (বাক্ = বাগে্দৱী) নামে ঋগবেদীয় দেৱীমণ্ডলীৰ এগৰাকী দেৱীৰে সৈতে একে গৰাকী বুলি গণ্য কৰা হৈছিল সৰস্বতীক। কিছুকাল সেই বাগে্দৱীৰ অস্তিত্ব আছিল যদিও পিছলৈ বাক্শক্তিৰো দেৱী বুলি সৰস্বতী দেৱীৰ গুণাৱলীৰ এটা বুলিহে সাব্যস্ত হ'ল। দেৱী সৰস্বতীক সাধাৰণতে এগৰাকী সুন্দৰী তৰুণীৰ ৰূপত চিত্ৰণ কৰা হয়। এহাতত এখন বীণা থাকে, আনখন হাতত এখন কিতাপ। লগত থাকে এটা হংস। হংস মানে হাঁহ। কিন্তু হাঁহ হ'লেও ৰাজহংসহে, গতিকে ইংৰাজীত 'শ্বোৱান' শব্দেৰে বুজোৱা হয়। পৰম্পৰাগত বিশ্বাসমতে সংস্কৃত ভাষা আৰু দেৱনাগৰী লিপি হ'ল দেৱী সৰস্বতীৰে সৃষ্টি। গতিকে ছাত্ৰ-লেখক সঙ্গীতকাৰসকলৰ দ্বাৰা সকলো কালতে কৰাৰ দৰে বৰ্তমান কালতো সৰস্বতী দেৱীৰ পূজা-অৰ্চনা কৰা হয়।

**উপদেৱতা আৰু অপদেৱতা ঃ**

এইসকল ডাঙৰ ডাঙৰ দেৱতাৰ দৰে অসংখ্য নিম্ন বৰ্গৰ দেৱ-দেৱীও আছিল। প্ৰায় প্ৰত্যেক গাঁৱৰে স্থানীয় দেৱতা বা দেৱী থাকেই, যিবোৰক বোলা হয় গ্ৰামদেৱতা। সাধাৰণতে কোনো এক কেঁচা হাতৰ মূৰ্তি বা প্ৰতীক একোজোপা পবিত্ৰ গছৰ তলত স্থাপিত—সেয়ে গ্ৰামদেৱতা বা গ্ৰামদেৱী। এনে কিছুমান উৰ্বৰতা গ্ৰাম্য-দেৱী অন্যান্য প্ৰধান প্ৰধান উৰ্বৰতা দেৱ-দেৱীৰ লগত আত্মীকৰণৰ যোগেদি খুব জনপ্ৰিয় হৈ উঠিছিল। কিছুমান এনে স্থানীয় দেৱীক দুৰ্গাৰ লগত একে বুলি ধৰিলেও সেইবোৰ কোনোকালে 'পুৰাণ' বৰ্ণিত দেৱ-দেৱীমণ্ডলীৰ মাজত অন্তৰ্ভুক্ত হোৱা নাছিল। সদায় হিন্দু শাস্ত্ৰী দেৱ-দেৱীমণ্ডলীৰ ধাৰে-কাযে নিজৰ স্বতন্ত্ৰ পৰিচয় বজাই ৰাখি অৱস্থান কৰিছিল। এনে দেৱীসকলৰ প্ৰধান এগৰাকী হৈছে শীতলা দেৱী। তামিল দেশত শীতলা দেৱীৰ নাম হ'ল মাৰি অম্মাই (= মৃত্যু-মাতা)। এই গৰাকী হ'ল বসন্ত ৰোগৰ দেৱী। শিশুৰ গাত বসন্ত নহ'বলৈ আৰু হ'লে আৰোগ্য লাভ কৰিবলৈ মাকসকলে শীতলা দেৱীৰ পূজা কৰে। তেনেকৈ সৰ্পকুলৰ অধিষ্ঠাত্ৰী দেৱী মনসাৰ পূজা কৰা হয় সৰ্পদংশনৰ পৰা ৰক্ষা পাই থাকিবলৈ। প্ৰাচীন কালৰে পৰা তামিল দেশত জনাজাত তেনে একে ধৰণৰ এজন পুৰুষ দেৱতা হ'ল অয়নাৰ। এওঁক এজন মঙ্গলকাৰী দেৱতা বুলি গণ্য কৰা হয়। বিশেষকৈ, কৃষক শ্ৰেণীৰ লোকৰ মাজত অতি জনপ্ৰিয়। তেওঁক শিৱৰ এজন পুত্ৰ বুলি ভবা হয়। পৌৰাণিক কালৰ নগৰবোৰৰ দৰে প্ৰাচীন ভাৰতৰ নগৰবোৰতো নিজৰ নিজৰ নগৰ ৰক্ষাকাৰী দেৱ-দেৱীসকল আছিল। সেইসকলৰ মাজত কিছুমান হিন্দু পুৰাণকল্পৰ ঘাই ঘাই দেৱ-দেৱীসকলৰ একোজনাও হ'ব পাৰে। কিন্তু সাধাৰণতে

স্থানীয় দেৱতাই আছিল বেছি। এইসকল স্থানীয় দেৱ-দেৱীৰ বাহিৰেও বিশ্বসংসাৰ অসংখ্য উপদেৱতা, ভাল-বেয়া আত্মা-প্ৰেতাত্মাৰে ভৰপূৰ আছিল।

যেনে-তেনে এবিধ উপদেৱতা আছিল নাগ দেৱতা। মূৰটো মানুহৰ কিন্তু শৰীৰৰ বাকীছোৱা সাপ। অতি প্ৰাচীন কালৰে পৰাই এই নাগ দেৱতাৰ পূজাৰ কথা পোৱা যায়। এই নাগবোৰে মাটিৰ তলৰ ভোগৱতী নামে এখন সুন্দৰ নগৰত বাস কৰে। সেই নগৰ বিধে বিধে মহামূল্যবান মণি-মুকুতা আৰু লেখ-জোখ নোহোৱা ধন-সোণেৰে পৰিপূৰ্ণ। নাগবোৰে সেই সম্পত্তি ৰক্ষা কৰি থাকে। মাজে মাজে নিজৰ কোনো ভক্ত নৰ-মনিছক সেই ধনৰে অলপ-অচৰপ দিয়েও। এই নাগবোৰে ইচ্ছা কৰিলে সম্পূৰ্ণকৈ মনুষ্য-ৰূপো ধাৰণ কৰিব পাৰে। ভাৰতৰ একাধিক ৰাজবংশ তেনেকৈ কোনো মনুষ্য বীৰপুৰুষ আৰু নাৰীৰূপী নাগিনীৰ মাজত হোৱা বিবাহৰ ফলত হোৱা বুলি কোৱা হয়। খুব সম্ভৱ এই নাগসকলৰ পূৰ্বপুৰুষ ভাৰতৰ কোনো কোনো কৃষ্ণবৰ্ণ আদিম জাতি-উপজাতিয়েই আছিল যিসকলক আৰ্য সম্প্ৰসাৰণৰ দিনত আৰ্যসকলে লগ পাই নাগ নামেৰে বৰ্ণনা কৰিছিল। অসম ৰাজ্যত নাগ বুলি এটা আদিম জাতি এতিয়াও আছেই। কিন্তু সৰ্প পূজাৰ ৰীতি ভাৰতত ইমান বহুলভাৱে প্ৰচলিত যে তাৰ লগত নাগবিলাকৰ সম্পৰ্ক থকা কথা কোনো সময়তে উলাই কৰিব নোৱাৰি।

যক্ষবিলাক কুবেৰ দেৱতাৰ অনুচৰ। ই পুৰুষ-স্ত্ৰী দুয়ো বিধৰ উপদেৱতা। যক্ষ আৰু যক্ষী। গাঁৱলীয়া মানুহে যখ-যখিনী বুলি মানি চলে। খ্ৰীষ্টান বছৰ গণনা আৰম্ভ হোৱাৰ আগলৈকে যক্ষ-যক্ষী পূজা খুব চলিছিল। কিন্তু হিন্দু ধৰ্মৰ ডাঙৰ ডাঙৰ দেৱতাসকলৰ প্ৰভাৱ বাঢ়ি অহাৰ লগে লগে যক্ষ-যক্ষীৰ প্ৰভাৱ কমি আহিল। সাধাৰণতে যক্ষবোৰক মানুহৰ প্ৰতি বন্ধুভাৱাপন্ন বুলি ধৰা হয়। কিন্তু যক্ষী বা যখিনীবিলাকে মাজে মাজে সৰু সৰু ল'ৰা-ছোৱালী খাই গোলমাল লগায়।

গন্ধৰ্ব নামৰ উপদেৱতাসকলৰ উল্লেখ বেদতো পোৱা যায়। এওঁলোক আছিল ইন্দ্ৰৰ অনুচৰ। বৃত্তিত স্বৰ্গৰ সঙ্গীতকাৰ আৰু বাদ্যকৰ। তেওঁলোকৰ লগতে মাজে-সময়ে তেওঁলোকৰে এটা প্ৰশাখা বুলি অভিহিত আৰু এজাতি উপদেৱতাৰ উল্লেখ পোৱা যায়। সেই বিধ দেৱতাৰ নাম হৈছে কিন্নৰ—মূৰটো মানুহৰ কিন্তু শৰীৰৰ বাকীছোৱা ঘোঁৰাৰ। গ্ৰীক পুৰাণৰ ছেন্টউৰবিলাকৰ শৰীৰৰ গঠনো আছিল তেনেকুৱাই। ভাৰতীয় কিন্নৰ আৰু গ্ৰীক ছেন্টউৰৰ মাজত কিবা সম্পৰ্ক থাকিবও পাৰে।

গন্ধৰ্ববিলাক সকলো পুৰুষ। কোনো গান্ধৰ্বী নাই। তাৰ ঠাইত গন্ধৰ্বৰ স্ত্ৰীকুল বুলি ধৰা হৈছিল অপ্সৰাবিলাকক। বেদৰ যুগত অপ্সৰাক জলদেৱী বুলি ধৰা হৈছিল যদিও পিছৰ যুগত তেওঁলোকক স্বৰ্গৰ বাসিন্দা বুলি ধৰা হ'ল। দেখাত অতি ৰূপৱতী অপ্সৰাবোৰ আছিল অতি কামুক স্বভাৱৰ। ঋষি-মুনি-তপস্বীসকল ধ্যানমগ্ন অৱস্থাত থাকোঁতে নানা ৰূপে প্ৰলোভিত কৰি তপোভঙ্গ কৰাটোৱেই আছিল অপ্সৰাৰ প্ৰধান

আনন্দ। উদাহৰণস্বৰূপে, মহাপৰাক্ৰমী ঋষি বিশ্বামিত্ৰৰ তপোভঙ্গ কৰি অপ্সৰা মেনকাই শকুন্তলা নামে কন্যাৰ মাতৃ হৈছিল। সেই শকুন্তলাই আকৌ হৈছিল মহাকবি কালিদাসৰ বিখ্যাত নাটকৰ নায়িকা। আৰু এক কাহিনীপ্ৰসিদ্ধা অপ্সৰা আছিল কালিদাসৰ আন এখন নাটকৰ নায়িকা উৰ্বশী। নায়িকা উৰ্বশীৰ মৰ্ত্যৰ ৰজা পুৰুৰবাৰ প্ৰতি থকা অমৰ প্ৰেমৰ উল্লেখ 'ঋকবেদ'ৰ দিনৰে পুৰণি। 'স্কাণ্ডিনেভিয়ান পুৰাণ'ত উল্লেখিত ভল্কিৰীবোৰে যেনেকৈ যুদ্ধক্ষেত্ৰত মৃত্যু বৰণ কৰা নিজৰ পছন্দৰ বীৰপুৰুষক পুনৰ জীৱন দি স্কাণ্ডিনেভিয়ান স্বৰ্গ ভীলহীলালৈ লৈ গৈছিল তেনেদৰে ভাৰতীয় অপ্সৰায়ো যুদ্ধত নিহত বীৰক নিজৰ প্ৰেমিক কৰি স্বৰ্গলৈ লৈ যোৱাৰ কাহিনী আছে।

আৰু এবিধ উপদেৱতাৰ নাম হৈছে বিদ্যাধৰ। এওঁলোক হৈছে স্বৰ্গৰ যাদুকৰ। হিমালয় পৰ্বতৰ অতি উচ্চ স্থানত অৱস্থিত ৰহস্যময় যাদুনগৰীত এই ৰহস্যময় মায়াবী বিদ্যাধৰবিলাক বাস কৰে। বৈদিক যুগৰ মুনি-ঋষিসকলৰ দৰে বিদ্যাধৰবিলাকেও আকাশ-মাৰ্গেৰে ভ্ৰমণ কৰিব পাৰে। মন গ'লেই যাৰে ইচ্ছা তাৰে ৰূপ ল'ব পাৰে। অৱশ্যে সাধাৰণতে বিদ্যাধৰবিলাক মানুহৰ বন্ধুহে হয়। অপকাৰ নকৰে।

এইসকলৰ পিছতে আহে ঋষিসকলৰ কথা। ঋষি মানে সিদ্ধ পুৰুষ—আক্ষৰিক অৰ্থত 'দ্ৰষ্টা' বা সকলোৰে ৰহস্য বুজি পাওঁতা। তেওঁলোকেই বেদৰ স্তোত্ৰবোৰ ৰচনা কৰিছিল। প্ৰাচীন কালৰ কিম্বদন্তীস্বৰূপ জ্ঞানীলোকসকল আছিল এই ঋষি নামেৰেই জনাজাত। প্ৰথমতে পৃথিৱীৰে জ্ঞানৰ প্ৰতিমূৰ্তি ঋষি আছিল যদিও পিছত তেওঁলোক স্বৰ্গতে স্থাপিত হ'ল। তাত দেৱতাসকলৰ সমতুল্য স্থানত অধিষ্ঠিত হৈ বসবাস কৰিছিল। তেওঁলোকৰ ভিতৰত সপ্তৰ্ষি প্ৰধান। আকাশৰ সপ্তৰ্ষিমণ্ডলৰ—ইংৰাজীত যিটো তৰা থূলক গ্ৰে'ট্‌বীয়েৰ বুলি জনা যায়—সাতটা তৰাকে সাতজন ঋষি বুলি ভাৰতত ধৰা হয়—তেওঁলোক হ'ল মৰীচি, অত্ৰি, অঙ্গিৰাঃ, পুলস্ত্য, পুলহ, ক্ৰতু আৰু বশিষ্ঠ। আন আন তেনে বিভূতিশালী ঋষিৰ ভিতৰত উল্লেখনীয় হৈছে কাশ্যপ আৰু দক্ষ। কিছুমান পৌৰাণিক আখ্যানত তেওঁলোকক দেৱতা-মনুষ্য আটাইৰে জন্মদাতা বুলি বৰ্ণনা কৰা হৈছে। নাৰদ মুনিয়ে বীণা আবিষ্কাৰ কৰিছিল। তেওঁকে সঙ্গীতৰ পৃষ্ঠপোষক দেৱতা বুলি কোৱা হয়। আন এজনা মহামুনি হ'ল বিশ্বামিত্ৰ। জন্মতে ক্ষত্ৰিয় আছিল যদিও নিজৰ কঠোৰ তপস্যা আৰু ধৰ্মাচাৰৰ প্ৰভাৱত ব্ৰাহ্মণত্ব লাভ কৰি ঋষি হৈছিল। এওঁৰ বিষয়ে নানা কাহিনী আছে। আন এজন ঋষি হ'ল দেৱাসুৰ, সকলোৰে গুৰু বৃহস্পতি। বৈদিক যুগত বৃহস্পতি আছিল এজন দেৱতা। পিছৰ কোনো যুগত বৃহস্পতি ঋষিৰ শ্ৰেণীলৈ অৱনমিত হ'ল। তেওঁকে বৃহস্পতি বা জুপিটাৰ নামে গ্ৰহ বুলিও কোৱা হয়। এই বৃহস্পতিকে বস্তুবাদী দৰ্শনশাস্ত্ৰৰ ধাৰা আৰু ৰাজনীতিবিজ্ঞানৰ প্ৰৱৰ্তক বুলি কোৱা হয়। আন এজন মান্যৱন্ত ঋষি অগস্ত্যই দাক্ষিণাত্যৰ জনসাধাৰণৰ মাজত আৰ্য ধৰ্ম আৰু সংস্কৃতি বিস্তাৰ কৰিছিল। ঋষিসকলতকৈ অলপ নিম্নস্থানত অৱস্থান কৰিছিল

সিদ্ধসকলে। সিদ্ধসকল হৈছে পুণ্যবান লোক, যিসকলে নিজৰ সাধনা আৰু পুণ্যব্ৰতৰ মাজেদি স্বৰ্গত নিজৰ বাবে স্থান কৰি ল'বলৈ সমৰ্থ হৈছিল। তেওঁলোকৰ সংখ্যাও বহুত আছিল।

অপশক্তিৰ প্ৰতিভূ আছিল অসুৰ বা দানৱবিলাক। বৈদিক যুগত অসুৰ বুলিলে এক শ্ৰেণী দেৱতাকে বুজাইছিল। কিন্তু পৰৱৰ্তী যুগৰ হিন্দু ধৰ্মত অসুৰ বুলিলে স্বৰ্গীয় এক শক্তিমান জাতিক বুজাইছিল। সেই জাতিৰ অসুৰবিলাকে প্ৰায় সকলো সময়তে দেৱতাসকলৰ লগত যুদ্ধত লিপ্ত হৈ থাকে। মাজে মাজে দেৱতাক পৰাজিত কৰি বহুত লটিঘটি কৰে। কিন্তু সম্পূৰ্ণকৈ আৰু স্থায়ীভাৱে কেতিয়াও দেৱতাসকলক জয় কৰিব নোৱাৰে। মানুহক সততেই অত্যাচাৰ কৰা এবিধ মায়াবী অপদেৱতা হৈছে ৰাক্ষসবোৰ। ৰাক্ষসবোৰৰ ভিতৰত অতি বিখ্যাত আছিল লঙ্কাৰ অধিপতি দহমূৰীয়া ৰাৱণ। ৰামে তেওঁক যুদ্ধত হৰুৱাই বধ কৰিছিল। ৰাৱণৰ সমানে শক্তিশালী ৰাক্ষস কমেইহে আছিল। কিন্তু যিবিলাক আছিল, সকলোৱেই ভয়ানক আৰু বিপদজনক। সিহঁতে ভয়ানক মূৰ্তি ধৰি এন্ধাৰ ৰাতি ঘূৰি ফুৰে। মানুহ পালে ধৰি খায় বা অন্য ধৰণে অত্যাচাৰ কৰে। ৰাক্ষসতকৈ অলপ কম ভয়ানক পিশাচ নামে এক শ্ৰেণীও আছিল। খুব সম্ভৱ, পূৰ্বে উল্লিখিত নাগবিলাকৰ দৰে পিশাচবোৰৰ দ্বাৰাও কোনো আদিম অসভ্য মানুহ এজাতিকে হয়তো বুজোৱা হৈছিল। কাৰণ প্ৰাকৃত ভাষাত অতি নিম্নমানৰ এটা দোৱান পিশাচবিলাকৰ মুখৰ ভাষা বুলি দেখুৱা হৈছিল। ৰাক্ষস, পিশাচ এই দুয়ো বিধ অপদেৱতাই যুদ্ধক্ষেত্ৰ, শ্মশান আৰৌ কোনো দুৰ্ঘটনা বা আকস্মিক আক্ৰমণত মানুহ মৰা ঠাই—এইবোৰ ঠাইত বিচৰণ কৰে। এই দুবিধৰ লগতে বেতাল বুলি এবিধ অপদেৱতাও আছিল। সেইবোৰ ইউৰোপৰ মানুহৰ তেজ শোহা ভেম্পায়াৰবোৰৰ নিচিনা। মানুহৰ মৰা-শৱত বাহ লয়। এইবিলাকৰ উপৰি ৰাতি হ'লে জাক জাক ভূত-প্ৰেত আদি দুষ্ট আত্মা বা অশৰীৰীবোৰে বিচৰণ কৰি ফুৰে। সাধাৰণতে দুৰ্ঘটনা বা হত্যাকাণ্ডত মৃত্যুমুখত পৰা যিবোৰ মানুহৰ শ্ৰাদ্ধ-বিধি সম্পন্ন কৰা নহয়, সেইবিলাকৰ প্ৰেতাত্মাবোৰেই ভূত-প্ৰেত হৈ ঘূৰে। সেইবোৰে চল পালেই মানুহৰ—বিশেষকৈ জীৱন কালৰ আত্মীয়-স্বজনবোৰৰ বৰ অনিষ্ট কৰে।

হিন্দু ধৰ্মত অকল যে দেৱতা-উপদেৱতাসকলৰহে পূজা-পাতল কৰা হয় সেইটো নহয়। হিন্দুৰ দৃষ্টিত সমগ্ৰ বিশ্বব্ৰহ্মাণ্ডই কিবা নহয় কিবা অৰ্থত দৈৱগুণসম্পন্ন। গতিকে অৱশ্যমান্য। মহান ধৰ্মীয় সন্তসকলক জীৱন কালততো ভক্তি কৰা হয়েই, তেওঁলোকৰ মৃত্যুৰ পিছতো বহু কাললৈকে তেওঁলোকক ঈশ্বৰ জ্ঞানে পূজা কৰি থকা হয়। উদাহৰণ স্বৰূপে তামিল শৈৱ ধৰ্মৰ তিনিকুৰি তিনিগৰাকী 'নায়না'ৰ আৰু তামিল বৈষ্ণৱবাদৰ বাৰ গৰাকী 'আলোৱাৰে' অদ্যাপি উপদেৱতাৰ স্থানত আসীন হৈ পূজা-অৰ্চনা পাই আছে। তেনেদৰে অন্যান্য ধৰ্মীয় সম্প্ৰদায়বোৰৰ অনুগামীসকলেও নিজৰ নিজৰ ধৰ্মগুৰুক সদায় তিথি-পাৰ্বণ পালন কৰি পূজা-অৰ্চনা কৰি থাকে।

অকল মানুহেই নহয়, অনেক জীৱ-জন্তু বৃক্ষাদিও হিন্দু ধৰ্মত পূজাৰ পাত্ৰ হোৱাটো লক্ষণীয়। বিশেষকৈ গাইগৰু। এক পৌৰাণিক আখ্যান—সকলো গৰুৰে মাতৃ প্ৰথমজনী গাই আছিল সুৰভি। সেই সুৰভিক অনাদিপাতনৰ কালত মহাসমুদ্ৰ মন্থন কৰোঁতেই বোলে পোৱা গৈছিল। হিন্দু বিশ্বাসমতে গাই গৰুৰ পৰা পোৱা পাঁচ বিধ পৰম পবিত্ৰ বস্তু দুগ্ধ-দধি-মাখন-মূত আৰু গোবৰৰ মিশ্ৰণক পঞ্চগব্য বুলি কোৱা হয়। এই পঞ্চগব্যৰে সকলো বস্তু পবিত্ৰ কৰা হয়। গাইগৰুক পৰম পবিত্ৰ বুলি ধৰিলেও হিন্দু ধৰ্মৰ দেৱমণ্ডলীত গো-দেৱী নাই। সুৰভি গায়েই হওক বা বিভিন্ন উপাখ্যানত বৰ্ণিত সুৰভিৰ দৰে গাখীৰ খীৰালেই কল্পতৰু বৃক্ষৰ দৰে যিহকে বিচাৰে তাকে দিব পৰা আন গায়েই হওক—কোনো গো-দেৱীৰ মন্দিৰ কিন্তু ক'তো নাছিল। জীৱন্ত গাইজনীয়েই মান-সৎকাৰ পাইছিল—কোনো দেৱী হিছাপে নহয়—নিজৰ অধিকাৰতে। বৃষভ বা ষাঁড় গৰুৱে মান-সন্মান পাইছিল শিৱৰ বাহন হিছাপেহে। সৰহভাগ শিৱ মন্দিৰতে শিৱৰ বাহন নন্দী নামে বৃষভৰ মূৰ্তি থাকেই। সেইবোৰে সময়ে সময়ে পূজাৰ নৈবেদ্যও পায়।

গৰুৰ পিছতে প্ৰাচীন ভাৰতত আটাইতকৈ বেছি পূজিত জীৱ আছিল সৰ্প। পৌৰাণিক আখ্যান-উপাখ্যানৰ বহু বৰ্ণীত আৰু বন্দিত শেষ নাগ আৰু বাসুকি নাগৰ নামৰ লগত জড়িত বাবে এনেয়ে সৰ্পকুলৰ নাম-যশ অলপ বেছিয়েই। কিন্তু সৰ্প পূজাৰ প্ৰচলন মানৱ সভ্যতাৰ আদিম যুগৰে পুৰণি। কাৰণ গোটেই পৃথিৱী জুৰি সকলো দেশৰ অসভ্য জাতিৰ মানুহেই একে সময়তে মৃত্যু আৰু উৰ্বৰতাৰ প্ৰতীক হিছাপে সাপক মানি চলিছিল আৰু তুষ্ট কৰি ৰাখিবলৈ যত্ন কৰিছিল। প্ৰতি বছৰ বৰ্ষা ঋতুৰ আৰম্ভণিতে সৰ্পকুলৰ প্ৰতি পূজা এভাগ আগবঢ়োৱা হিন্দু ধৰ্মী গৃহস্থী লোকৰ ৰীতিয়েই আছিল। উঁই পৰুৱাৰ হাফলু দেখিলেই সাপৰ বাসস্থান বুলি আটায়ে সমীহ কৰে। অন্যান্য জীৱ-জন্তুৰ ভিতৰতো অনেকৰে নামেই নানা দেৱ-দেৱীৰ লগত সংযুক্ত যদিও হিন্দু ধৰ্মীয় ক্ৰিয়া-কাণ্ডৰ লগত সেইবোৰৰ কাৰো কোনো সম্পৰ্ক নাই। এতিয়াও বান্দৰক গোটেই ভাৰতৰে খেতিয়ক আৰু সৰলচিতীয়া মানুহে বৰ ভক্তি কৰে, কিন্তু কোনো হিন্দু শাস্ত্ৰতে বান্দৰক বিশেষভাৱে পবিত্ৰ জন্তু বুলি কোৱা নাই।

বৃক্ষ পূজাৰ প্ৰচলন আছিল প্ৰাচীন জগতৰ সকলো দেশতে। তেনেকৈ ভাৰততো বৃক্ষপূজাৰ প্ৰচলন আছিল ব্যাপক। প্ৰায় প্ৰত্যেকখন গাঁৱতে নিজৰ পবিত্ৰ বৃক্ষ বা বৃক্ষকুঞ্জ থাকেই। বিশেষভাৱে পবিত্ৰ বুলি ধৰা হৈছিল পিপল বা আঁহত গছ (সংস্কৃতত অশ্বত্থ = ফিকাছ ৰিলিজিয়ছা) এই গছজোপাৰ পবিত্ৰতা বৌদ্ধ ধৰ্মতো গ্ৰাহ্য হৈছিল। তদুপৰি আছিল পবিত্ৰ বৰগছ (সংস্কৃতত বটবৃক্ষ = ফিকাছ ইণ্ডিকা)। এই বৰগছৰ পৰোক্ষ শিপাবোৰ গছৰ ডালৰ পৰা ওলাই মাটিত সোমাই গৈ দৃঢ়ভাৱে গছজোপাক ধৰি ৰাখে। সেইটোও এটা ধৰ্মীয় প্ৰতীক বুলি ধৰা হয়। কম-বেছি পৰিমাণে অন্যান্য বহুত গছকে পবিত্ৰ বুলি গণ্য কৰা হয়। তাৰ ভিতৰতে উল্লেখযোগ্য হ'ল অশোক গছ।

অশোক গছৰ ওচৰত তিৰোতা মানুহে সন্তান কামনা কৰি পূজা কৰে। অতি পবিত্ৰ বুলি গণ্য হৈছে তুলসী নামে এক ক্ষুদ্ৰাকৃতি ঔষধি গছ। বিষ্ণুৰ উদ্দেশ্যে পবিত্ৰ বুলি জনাজাত, এই তুলসী গছ অনেক হিন্দু গৃহস্থীৰ চোতালত ৰোৱা আৰু সযতনে পালন কৰা এতিয়াও দেখা যায়। কুশ আৰু দৰ্ব (দুৰ্বা) নামে দুবিধ তৃণো বৈদিক যুগৰ পৰাই অতি পবিত্ৰ বুলি গণ্য হৈ আহিছে। কিন্তু বৈদিক যুগৰ সোম গছ আজিকালি কোনেও চিনি নেপায়।

প্ৰত্যেক পাহাৰ বা পৰ্বতেই অলপ নহয় অলপ পবিত্ৰ গুণযুক্ত স্থান বুলি জনা যায়। তাৰ ভিতৰতে বিশেষ পবিত্ৰ স্থান বুলি গণ্য হৈছে হিমালয় পৰ্বতমালা। পৃথিৱীৰ সোঁ-মাজত মেৰু পৰ্বত আছে বুলি ধৰা হয়। হিমালয় গিৰিদেশক সেই মেৰুপৰ্বতৰে পাদদেশ বা পাৰ্শ্ববৰ্তী পৰ্বতমালা বুলি ভবা হয়। ভগৱান বিষ্ণুৰ বাসস্থান বৈকুণ্ঠ ক'ত অৱস্থিত সেই বিষয়ে ভালদৰে জানিব পৰা হোৱা নাই। কিন্তু শিৱৰ বাসস্থান কৈলাশৰ অৱস্থান হিমালয় পৰ্বতমালাৰ মধ্যভাগৰ কোনো এক শৃঙ্গত বুলি স্বীকৃত। তালৈ অসংখ্য তীৰ্থযাত্ৰীও যায়। ভাৰতৰ অন্যান্য বহুত অঞ্চলৰ অসংখ্য পাহাৰ-পৰ্বত পুন্য স্থান বুলি চিহ্নিত আছিল। আনকি অনেক শিলাখণ্ডৰো ধৰ্মীয় গুৰুত্ব আছে। যদি সি লম্বাকৃতি হয় তেন্তে শিৱলিঙ্গ বুলিও গণ্য হ'ব পাৰে। ভাৰতৰ কোনো কোনো নদীত পোৱা সামুদ্ৰিক শ্বেলফিছৰ এমোনাইট্ বা শিলীভূত ফছিলবোৰকো বিষ্ণুৰ প্ৰতীক হিছাপে শালগ্ৰাম নাম দি পূজা কৰা হয়।

পবিত্ৰ বুলি ধৰা হয় নদীবোৰকো। তাৰ ভিতৰতো বিশিষ্ট স্থান হৈছে গঙ্গানদীৰ। গঙ্গাৰ উৎপত্তি হৈছিল বিষ্ণুৰ পদজল পৰা গগনমণ্ডলত হাতীপটীৰ (ইংৰাজীত 'মিল্কি-ৱে') নিচিনা হৈ মন্দাকিনী নাম লৈ ঘূৰি আছিল। ঘটনাক্ৰমে এবাৰ আহি সোমাল ভগৱান শিৱৰ শিৰৰ জঁটাৰ মাজত। তাৰ পৰা আহি মাটিত পৰি গঙ্গা নামে নদী হৈ বৈ গ'ল। গঙ্গানদী নিজেই দেৱী। তেনেকৈ গঙ্গাৰ উপনৈ যমুনা নদীও এগৰাকী দেৱী। বিশেষভাৱে পবিত্ৰ নদী বুলি ধৰা হৈছিল সৰস্বতী নদীকো। এতিয়া সেই নদী বোলে ফল্গু হৈ মাটিৰ তলে তলে বৈ আহি প্ৰয়াগত (বৰ্তমানৰ এলাহাবাদ)—য'ত গঙ্গা আৰু যমুনা মিলিত হৈছে—তাতে আহি সেই দুই নদীৰ জলধাৰাৰে সম্মিলিতা হৈ ত্ৰিবেণী সঙ্গমৰ সৃষ্টি কৰিছে। এই তিনি নদীৰ উপৰি নৰ্মদা, গোদাৱৰী, কৃষ্ণা আৰু কাবেৰী নদী পুণ্যৱতী বুলি খ্যাত। সেইদৰে কোনো কোনো হ্ৰদ পবিত্ৰ বুলি প্ৰসিদ্ধ। যেনে হিমালয়ৰ উচ্চ ভাগত অৱস্থিত কৈলাশ পৰ্বতৰ কাষত অৱস্থিত মানস সৰোবৰ, আজমীৰৰ পুষ্কৰ হ্ৰদ ইত্যাদি। সেইদৰে অনেক নগৰকো পৰম পবিত্ৰ দেৱস্থান বুলি গণ্য কৰা হয়।

**ব্ৰহ্মাণ্ড-তত্ত্ব ঃ**

হিন্দু ব্ৰহ্মাণ্ড-তত্ত্বই পূৰ্ণৰূপ পাওঁতে বহুত যুগ লাগিছিল। হিন্দু মতে চূড়ান্ত ৰূপত ব্ৰহ্মাণ্ডৰ ধাৰণা হোৱাৰ বহু আগতে বৌদ্ধ আৰু জৈন ব্ৰহ্মাণ্ড-তত্ত্বই পূৰ্ণতা লাভ

কৰিছিল। হিন্দু ব্ৰহ্মাণ্ড-তত্ত্বৰ মতে, অসীম অনন্ত সময় অসংখ্য কাল-চক্ৰৰে গঠিত। তেনে একোটা কাল-চক্ৰক বোলে 'কল্প', তাৰ মানে ব্ৰহ্মাৰ এদিন। এক কল্পত আমাৰ মানুহৰ বছৰৰ জোখেৰে ৪৩২ কোটি বছৰ হয়। ব্ৰহ্মাৰ ৰাতিবোৰো সমান জোখৰ। এনেকুৱা ৩৬০ দিন আৰু ৰাতিৰে ব্ৰহ্মাৰ এবছৰ হয়। গতিকে মুঠ ৩১১, ০৪০, ০০০ মিলিয়ন বছৰ অৰ্থাৎ ১৫৫৫২০০০ কোটি বছৰ সম্পূৰ্ণ হ'লে ব্ৰহ্মাৰ এশ বছৰ সম্পূৰ্ণ হয়। তাৰ পিছতে ব্ৰহ্মাৰ জীৱন কাল সম্পূৰ্ণ হৈ বিশ্বব্ৰহ্মাণ্ড প্ৰলয়ৰ মুখত পৰে। পুনৰ এজন ব্ৰহ্মাই নতুনকৈ সৃষ্টি ৰচনাৰ কাম হাতত নোলোৱালৈকে সমস্ত ব্ৰহ্মাণ্ড কালৰ গহ্বৰত বিলীন হৈ থাকে। বৰ্তমানলৈকে আমাৰ ব্ৰহ্মাজনৰ একাৱন্ন বছৰ বয়সহে হৈছে বোলে। যদিও ব্ৰহ্মাৰ এদিন বা ব্ৰহ্মাৰ এৰাতি বুলি কোৱা হয়, বৈষ্ণৱসকলে ভগৱান বিষ্ণুৰহে এদিন এৰাতি বুলি ভাবে। আকৌ শৈৱসকলে শিৱৰহে এদিন এৰাতি বুলি ভাবে। ব্ৰহ্মাক সৃষ্টিকৰ্তা বুলিহে ধৰা হয়।

এনেকৈ অনন্ত কালৰ এক দিন পূৰা হ'লে সৃষ্টি আৰু প্ৰলয়ৰ এক কাণ্ড পূৰা হয়। মহাকালৰ এক ৰাতি চলি থাকোঁতে ব্ৰহ্মাও শুই থাকে। সমস্ত ব্ৰহ্মাণ্ড তেওঁৰ দেহত স্থিত হৈ থাকে। এক পূৰ্ণকল্প আকৌ চৈধ্যটা দ্বিতীয় পৰ্যায়ৰ চক্ৰত বিভক্ত। এনে একোটা দ্বিতীয় পৰ্যায়ৰ কালচক্ৰৰ নাম হৈছে মন্বন্তৰ। একোটা এনে মন্বন্তৰত ৩০৬,৭২০,০০০ বছৰ থাকে। প্ৰত্যেক মন্বন্তৰৰ পিছৰটো আৰম্ভ হ'বলৈ মাজত বহু যুগ পাৰ হ'ব লাগে। এটা মন্বন্তৰৰ পিছত নতুন মনু এজনৰ আৱিৰ্ভাৱ হয়, তেওঁ মানৱ জাতিক নতুনকৈ স্ৰজন কৰে। এতিয়া আমি ব্ৰহ্মাৰ চলিত কল্পৰ সপ্তম মন্বন্তৰত আছোঁ। আমাৰ মন্বন্তৰৰ অধিপতি মনুজনাৰ নাম হৈছে মনু বৈৱস্বত।

প্ৰত্যেক এনে মন্বন্তৰৰ এসত্তৰটাকৈ মহাযুগ থাকে। তেনে এহাজাৰ মহাযুগেৰে এক কল্প হয়। প্ৰত্যেক মহাযুগ চাৰিটা যুগৰ সমষ্টি। সেই চাৰিটা যুগৰ নাম হৈছে সত্য, ত্ৰেতা, দ্বাপৰ আৰু কলি। সেই যুগ চাৰিটাৰ দৈৰ্ঘ্য যথাক্ৰমে ৪৮০০, ৩৬০০, ২৪০০ আৰু ১২০০ দেৱ-বৰ্ষ। দেৱ-বৰ্ষ মানে দেৱতাসকলৰ এবছৰ। মানুহৰ ৩৬০ বছৰেহে দেৱতাৰ এবছৰ হয়। প্ৰত্যেক যুগতে মানৱৰ ক্ৰমাৎ ধৰ্ম-কৰ্ম, নৈতিকতা, শক্তি, শৰীৰৰ আকৃতি, আয়ুস কাল আৰু সুখ-আনন্দ ক্ৰমাৎ হ্ৰাস পাবলৈ ধৰে। আমি বৰ্তমানে আছোঁ কলি যুগত। পৰম্পৰাগত বিশ্বাস মতে, এই যুগ আৰম্ভ হৈছিল খ্ৰীঃ পূঃ ৩১০২ চনত। এই চনতে মহাভাৰতৰ যুদ্ধ হৈছিল বুলি কোৱা হয়।

কলিৰ শেষত সমাজত অনেক বিশৃঙ্খলাৰ সৃষ্টি হ'ব বুলি নানা মহা মহা শাস্ত্ৰত লিখা আছে। মানৱ সমাজত জাতি-বৰ্ণৰ বাছ-বিচাৰ নোহোৱা হ'ব। প্ৰতিষ্ঠিত সকলো সামাজিক ৰীতি-নীতি, আচাৰ-অনুষ্ঠান লোপ পাব। ধৰ্মীয় ক্ৰিয়া-কৰ্ম সকলো মানুহে এৰি পেলাব। নিষ্ঠুৰ আৰু বিদেশী ৰজাবোৰৰ অত্যাচাৰত মানুহৰ বৰ দুখ হ'ব। এইবোৰ অনাচাৰ-ব্যভিচাৰ চলিবলৈ ধৰাৰ ঠিক পিছতেই প্ৰলয়ঙ্কৰী বান আৰু অগ্নিকাণ্ডৰ

ফলত পৃথিৱী ধ্বংস হ'ব। এই ধৰণৰ ভৱিষ্যদ্বাণীবোৰ খ্ৰীষ্টাব্দ আৰম্ভণিৰ সময়তে ৰচিত গ্ৰন্থবিলাকত দৃঢ়তাৰে বাৰম্বাৰ উল্লিখিত হোৱা পোৱা যায়। সেইখিনি সময়তে অৱশ্যে প্ৰাচীন ধৰ্মীয় পৰম্পৰাবোৰত ভূমিকম্পৰ সৃষ্টি হৈছিল বৌদ্ধ আৰু জৈন ধৰ্মৰ দৰে নতুন ধৰ্মমতবোৰ প্ৰচাৰৰ ফলত। প্ৰাচীন এক পৰম্পৰাগত বিশ্বাস অনুযায়ী মহাভাৰতৰ যুদ্ধ লাগিছিল আনুমানিক খ্ৰীঃ পূঃ ৯০০ মানত। সেইমতে কলি যুগৰ পূৰ্ব-নিৰ্ধাৰিত ১২০০ বছৰ (মনুষ্য-বৰ্ষ) শেষ হওঁ হওঁ হৈছিল তেতিয়াই। তাৰ পৰাই বুজা যায় কিছু সংখ্যক ধাৰ্মিক হিন্দুয়ে ধৰিয়েই লৈছিল যে মহাপ্ৰলয় আসন্ন। কিন্তু পৰৱৰ্তী কালত যেতিয়া দেখা গ'ল যে সকলোকে আতংকিত কৰি ৰখা সেই মহাপ্ৰলয় নহ'ল, তেতিয়া এই দেৱতা-বৰ্ষৰ তত্ত্ব উদ্ভাৱন কৰি সৃষ্টি-ধ্বংসকাৰী সেই মহাপ্ৰলয়ৰ দিন দূৰলৈ ঠেলি দি নিৰুদ্বিগ্ন হোৱা গ'ল। বেছিভাগ মধ্যযুগীয় শাস্ত্ৰগ্ৰন্থতে বিশ্বব্ৰহ্মাণ্ডৰ অন্তক হিছাপে মহাপ্ৰলয় এক কল্প দেৱবৰ্ষৰ শেষ চক্ৰ বা মন্বন্তৰ হ'লেহে হ'ব বুলি কোৱা হৈছে। আৰু এক কল্প শেষ হৈ নতুন কল্প আৰম্ভ হ'বলৈও বেছি দিন নেলাগে আৰু সেই কল্পান্তৰৰ প্ৰক্ৰিয়াও ধীৰ-স্থিৰভাৱেই সম্পন্ন হয়। কল্কি অৱতাৰ হওঁতে পৃথিৱী ধ্বংস হোৱাৰ কথা নাই। মাত্ৰ পৃথিৱীক পুনৰ জীৱনহে দিয়া হ'ব বুলি কোৱা হৈছে। কাৰণ তাঁকে নকৰিলে কল্কিক যুগ-বিভাজনৰ আঁচনিৰ লগত খাপ খুৱাই ল'ব নোৱাৰি। শেহত দেখা যায় যে চূড়ান্ত ৰূপত হিন্দু মহাজাগতিক বছৰ বা যুগ-গণনা বা সময় চক্ৰ বহুতো বিভিন্ন মূলৰ মহাজাগতিক সময়-তত্ত্বৰ অসম্পূৰ্ণ সমন্বয়হে। যেনে যি মহাযুগৰ বিভাজনৰ তত্ত্ব আগবঢ়োৱা হৈছে তাৰ লগত মহাজাগতিক মন্বন্তৰ বিভাজনৰ আঁচনি খাপ খাই নপৰে। গতিকে এনে এক ধাৰণা মনলৈ সম্পূৰ্ণ যুক্তিগ্ৰাহ্যভাৱেই আহিব পাৰে যে মন্বন্তৰ-তত্ত্ব ভাৰতীয় মহাযুগ-তত্ত্বতকৈ বেলেগ কোনো উৎসৰ পৰা আহৰণ কৰা তত্ত্বহে আছিল।

এই চাৰি যুগৰ তত্ত্বই প্ৰাচীন গ্ৰীচৰ চাৰি যুগৰ কথালৈ মনত পেলায়। ভাৰততো স্বৰ্ণ, ৰৌপ্য, তাম্ৰ আৰু লৌহ যুগৰ নাম উল্লেখ সময়ে সময়ে কৰা চকুত পৰে। একে ধৰণৰ চাৰি যুগৰ এটা তত্ত্ব প্ৰাচীন ইৰাণতো প্ৰচলিত আছিল। হয়তো তিনিও দেশৰে এই তিনিটা মহাজাগতিক কাল-চক্ৰ বিভাজনৰ উৎস একেটাই আছিল।

সৃষ্টি পাতনি অৰ্থাৎ সৃষ্টি কেনেকৈ হৈছিল, সেই বিষয়ে একাধিক ব্যাখ্যা পোৱা যায়। সাংখ্য আৰু তাতকৈ নিম্নবৰ্গৰ কোনো কোনো দৰ্শনৰ বিচাৰত এক মূল শক্তি হিছাপে প্ৰকৃতিক স্বীকাৰ কৰি লোৱা হৈছে। সেই প্ৰকৃতিকে ব্যৱহাৰ কৰি সৃষ্টিকৰ্তাই সৃষ্টি ৰচনা কৰিছিল বুলি তেওঁলোকে মত প্ৰকাশ কৰে। বেদান্ত দৰ্শনৰ প্ৰভাৱেই মধ্যযুগত আছিল সবাতোকৈ বেছি। সেই বেদান্ত দৰ্শনৰ মতে, আত্মাই হওক বা পদাৰ্থই হওক, চেতন-অচেতন এই বিশ্বব্ৰহ্মাণ্ডৰ সকলোৰে সৃষ্টিৰ মূল উৎস হৈছে ঈশ্বৰৰ মহিমাই। বেদান্ত দৰ্শনৰ মতে ঈশ্বৰৰ এই সৃষ্টি-কৰ্মৰ উদ্দেশ্য আছিল 'ক্ৰীড়া'—যাক

'লীলা' বুলি কোৱা হয়। আৰু মহাজগতৰ ৰচনা কৰিছিল ঈশ্বৰে, চিত্ৰকৰে চিত্ৰাঙ্কন কৰাৰ দৰেই।

## আত্মা, কৰ্ম আৰু সংসাৰ ঃ

কৰ্মফলবাদৰ তত্ত্ব 'উপনিষদ'ৰ দিনৰে। সেই কৰ্মফল-তত্ত্বকে বৌদ্ধ আৰু জৈন দুই ধৰ্মমতে গ্ৰহণ কৰিছিল। এই কৰ্মবন্ধন হ'ল হিন্দু ধৰ্মৰো অবিচ্ছেদ্য অঙ্গ। হিন্দু ধৰ্মৰ সংজ্ঞামতে কৰ্মৰ আক্ষৰিক অৰ্থ হৈছে কাম। এই তত্ত্বৰ প্ৰপাদ্য হ'ল এই যে কোনো কামেই স্বতন্ত্ৰ নহয়। মানুহৰ প্ৰতিটো কামেই অতীতৰ কৰ্মবোৰৰ অদৃশ্য পৰিণতি মাথোন। জৈন ধৰ্মত এই কৰ্মবন্ধৰ গুৰুত্ব যিমান ব্যাপক আৰু অধিক, হিন্দু ধৰ্মত সিমান অৱশ্যে নহয়। কিন্তু কৰ্মৰ পৰিণাম কৰ্মৰ প্ৰকৃতিৰ দ্বাৰাই যে নিৰ্ধাৰিত, বৃদ্ধি আৰু হ্ৰাস হয় সেই কথা হিন্দু ধৰ্মতো মানি চলা হয়। কৃতকৰ্মৰ ফল হিছাপেই পিছৰ জনমত জীৱই কি দেহ ধাৰণ কৰিব সেইটো নিৰূপিত হয়। কৰ্মৰ ফল অনুযায়ী স্বৰ্গীয় দেৱ শৰীৰ, মনুষ্য শৰীৰ, জন্তুৰ শৰীৰ বা তাতকৈও নিকৃষ্ট দেহযুক্ত হ'ব পাৰে। তেনেকৈ পূৰ্বজন্মৰ কৰ্মৰ দ্বাৰাই এজন মানুহৰ চৰিত্ৰ, ভাগ্য, সামাজিক স্থান আৰু সুখ-দুখ নিৰ্ণীত হয়। সোনকালেই হওক বা পলমকৈয়ে হওক সৎকৰ্মৰ সুফল ৰূপে সুখভোগ আৰু অসৎ কৰ্মৰ কুফল হিছাপে দুখভোগ অনিবাৰ্য। কিছুমান হিন্দু দৰ্শনমতে অন্ততঃ তত্ত্বগতভাৱে হ'লেও, মানুহৰ কৰ্মৰাজিৰ তালিকা কৰি তাৰ পৰিণাম বা কৰ্মফলবোৰৰ হিছাপ-নিকাচ কৰি উলিওৱা সম্ভৱ।

কৰ্মফলৰ ওপৰত বিশ্বাস মানেই অদৃষ্টবাদী হোৱা নুবুজায়। হিন্দু চিন্তাধাৰাত অদৃষ্টবাদৰ বা দৈৱৰ কথা মাজে মাজে উত্থাপিত হয়, কিন্তু সৰহভাগ গুৰুৱেই তেনে দৃষ্টিভঙ্গী অমূলক বুলিহে কয়। আমি জীৱনত যি অৱস্থাত পৰোঁ বা থাকিব লগা হয়, সেইটো অনিবাৰ্য। কাৰণ সেই অৱস্থা হৈছে আমাৰ পূৰ্বকৃত বা পূৰ্বজন্মকৃত কৰ্মৰাজিৰ পৰিণামৰূপে। কৰ্মফলৰ এই ৰীতি হাতৰ পৰা ৰেহাই নাই। মানুহে যেনেকৈ মাধ্যাকৰ্ষণ শক্তিৰ টানৰ পৰা ৰেহাই নেপায় বা প্ৰবহমান কালৰ গতি যেনেকৈ মানুহে বন্ধ কৰিব নোৱাৰে, তেনেকৈ কৰ্মফলৰ পৰাও ৰেহাই নেপায়। আমি মাত্ৰ সুবিবেচনা আৰু দূৰদৰ্শিতাৰে আমাৰ কৰ্মৰ প্ৰকৃতি নিৰ্ধাৰণ কৰি ভৱিষ্যত কৰ্মফল সম্বন্ধে নিৰুদ্বিগ্ন হ'ব পাৰোঁ।

জন্মান্তৰবাদৰ প্ৰক্ৰিয়া সম্বন্ধে বহুজনৰ বহুমত আছে। কিন্তু সকলো দৰ্শনতে জন্মান্তৰ প্ৰক্ৰিয়াত নতুন জন্ম গ্ৰহণ কৰিবৰ সময়ত কোনো আত্মাই উলঙ্গ হৈ বা নিঃস্ব হৈ জন্ম লয় বুলি নেভাবে। প্ৰত্যেক আত্মাৰ ওপৰত এক বা একাধিক পূৰ্বকৃত সৎ-অসৎ কৰ্মৰাজিৰ গুণাগুণৰ অৱশিষ্টৰ আৱৰণ থাকে। সেই কৰ্মগুণৰ প্ৰকৃতি অনুযায়ী আত্মাৰ নৱজন্মৰ প্ৰকৃতি নিৰূপিত হয়। জন্মান্তৰ গ্ৰহণৰ সময়ত আত্মাৰ সূক্ষ্ম শৰীৰহে

থাকে। সেই শৰীৰত পঞ্চ জ্ঞানেন্দ্ৰিয়, মন আৰু ষষ্ঠ অনুভূতি আদি শক্তিবোৰ নেথাকে। সেইবাবে কোনো আত্মাই পূৰ্বজন্মৰ কথা মনত ৰাখিব নোৱাৰে বা আগৰ দেহা ত্যাগ কৰি নতুন দেহ ধাৰণ কৰাৰ বৃত্তান্তও বিস্মিত হয়। কিছুমান অতি উন্নত আত্মাৰ ক্ষেত্ৰত এই নিয়মৰ ব্যতিক্ৰম হোৱাৰ কথাও শুনা যায়। কোনো কোনো আত্মাই পূৰ্বজন্মৰ কথা স্মৰণ কৰিব পাৰে। হিন্দু ধৰ্মৰে কিছুমান পন্থৰ সাধন-মাৰ্গত পূৰ্বজন্মৰ স্মৃতি জাগ্ৰত কৰাৰ সাধনাও আছে। একোজন ব্ৰহ্মাৰ জীৱনকাল জুৰি আত্মাবোৰে এইদৰে জন্ম-জন্মান্তৰ ভ্ৰমি বিচৰণ কৰে। কিন্তু যেতিয়া ৰাজত্ব কৰি থকা ব্ৰহ্মাজনৰ জীৱনকাল শেষ হয় অৰ্থাৎ কল্পান্তৰ বা মহাজাগতিক এদিন সম্পূৰ্ণ হয় তেতিয়া শক্তিৰ আৰু সম্ভাৱনাৰ একো একোটা গোট হিছাপে আত্মাবোৰ ব্ৰহ্মাৰ শৰীৰলৈকে ঘূৰি আহে। এশ ব্ৰহ্মা-বৰ্ষৰ অন্তত ব্ৰহ্মাৰো যেতিয়া অন্তকাল হয় তেতিয়া সকলো আত্মা বিশ্বাত্মাৰ লগত বিলীন হয় আৰু কৰ্মবন্ধনৰো অন্ত পৰে।

'সংসাৰ' মানে আত্মাৰ এক দেহৰ পৰা অন্য দেহ ধাৰণৰ অন্তহীন আৰু বিৰতিহীন জন্মান্তৰ-চক্ৰ। ই অতিশয় কষ্টকৰ আৰু আমনি লগা। ভাৰতীয় আধ্যাত্মিক চিন্তাত এই জন্মান্তৰ-চক্ৰৰ পৰা মুক্তিৰ আকাঙ্ক্ষা সৰ্বব্যাপী। হিন্দু ধৰ্মতো সেই মুক্তিচিন্তা বা মোক্ষ লাভৰ আকাঙ্ক্ষা চিৰন্তন। এই মোক্ষলাভৰ বা মুক্তিৰ প্ৰকৃতি সম্বন্ধে ধাৰণা আৰু সেই মুক্তি লাভৰ উপায় সম্বন্ধে অৱশ্যে ভিন্ন ভিন্ন মত আছে।

## মুক্তি লাভৰ ছয় পন্থা ঃ

খ্ৰীষ্টীয় চন-গণনাৰ আগতে নহ'লেও আৰম্ভণিৰ পৰাই বিভিন্ন প্ৰাচীন ৰক্ষণশীল হিন্দু দৰ্শনবোৰৰ তাত্ত্বিক শ্ৰেণীবিভাজন হৈছিল। সেইদৰে বিভাজিত শ্ৰেণী আছিল ছয়টা। এই ষড়দৰ্শন বা হিন্দু দৰ্শনচিন্তাৰ ছটা মত বাৰম্বাৰ উল্লিখিত হৈছে। এই ষড়দৰ্শনৰ প্ৰত্যেকৰে উৎস আৰু প্ৰপাদ্য বিষয় বেলেগ বেলেগ হ'লেও প্ৰত্যেকখনেই মুক্তি বা মোক্ষলাভৰ গ্ৰহণযোগ্য পথৰ সন্ধান দিছে। এই ছয় দৰ্শন দুখন দুখনকৈ তিনি ভাগত ভগোৱা হৈছে। প্ৰত্যেক ভাগৰ দুখন ইখন-সিখনৰ সৈতে সম্পৰ্ক থকা আৰু পৰিপূৰক হিছাপে গণ্য কৰা হয়। সেই তিনি ভাগ হৈছে 'ন্যায় আৰু বৈশিষিক' ; 'সাংখ্য আৰু যোগ' ; আৰু 'মীমাংসা আৰু বেদান্ত।'

'ন্যায় মানে যুক্তিসহকাৰে বিশ্লেষণ কৰা। ন্যায় দৰ্শন ঘাইকৈ তৰ্কশাস্ত্ৰ আৰু জ্ঞানান্বেষণৰ দৰ্শনহে। এই দৰ্শনক প্ৰকৃতাৰ্থত ধৰ্মদৰ্শন বুলি ক'বই নোৱাৰি। ন্যায়শাস্ত্ৰৰ প্ৰৱৰ্তক হৈছে অক্ষপাদ গৌতম নামে এজন ঋষি। তেওঁ ৰচনা কৰা বুলি যিবোৰ সূত্ৰ বা জ্ঞানোক্তি আছে সেইবোৰ খ্ৰীষ্টাব্দ আৰম্ভণিৰ সময়ৰে। তাতকৈ আগৰ যেন নেলাগে। এই দৰ্শনত তৰ্কশাস্ত্ৰক প্ৰাধান্য দিয়া হৈছে এইবুলি যে পৰিষ্কাৰ যুক্তিসঙ্গত চিন্তা-চৰ্চা আৰু ধ্যান-ধাৰণাৰে পৰমাৰ্থিক জ্ঞান আৰু মুক্তিলাভৰ আনন্দ পাব পাৰি। এইদৰে এক

ধৰ্মতত্ত্ব বা এক আধ্যাত্মিক চিন্তা তৰ্ক বা ন্যায়শাস্ত্ৰৰ বিধানৰ ভিতৰৰো কৰা হৈছে। এই বিষয়ে এই গ্ৰন্থৰ শেহৰ ফালে পুনৰ আলোচনা কৰা হৈছে।

বৈশেষিক ধাৰাৰ দৰ্শন চিন্তা ন্যায়-দৰ্শনৰ পৰিপূৰক বুলি ধৰা হয়। বোধহয় বৈশেষিক-দৰ্শন ন্যায়তকৈ পুৰণিও। মধ্যযুগত দুয়োটি মিলি এটা ধাৰাত পৰিণত হৈছিল। ন্যায় শাস্ত্ৰ যেনেকৈ তৰ্কশাস্ত্ৰক কেন্দ্ৰ কৰি চলিছিল তেনেকৈ বৈশেষিকৰো বিষয়-বস্তু আছিল পদাৰ্থবিদ্যাহে, ধৰ্মতত্ত্ব নহয়। বৈশেষিক-দৰ্শনৰ প্ৰতিষ্ঠাতা বুলি কোৱা হয় কিংবদন্তি পুৰুষ উলুক কনাড়ক। তেওঁ ৰচনা কৰা বুলি গণ্য সূত্ৰবিলাকেই এই দৰ্শনৰ মূল পাঠ। সেই সূত্ৰবিলাকৰ নানা ভাষ্য আৰু টীকা পৰৱৰ্তী কালত অনেক পণ্ডিতে কৰিছিল। সেইসকলৰ ভিতৰত প্ৰসিদ্ধ হৈছে পঞ্চম শতাব্দীৰ প্ৰশস্তপাদ নামে এজন। হিন্দু ধৰ্মীসকলৰ লগতে বৈশেষিক-দৰ্শনৰ চৰ্চা জৈন ধৰ্ম আৰু বৌদ্ধ ধৰ্মৰ কোনো কোনো পন্থাৰ পণ্ডিতসকলেও কৰিছিল। এই দৰ্শনৰ মূল ভিত্তি হৈছে 'অণু'। এনে আণৱিক ধাৰণাত 'অণুক' আত্মাৰ পৰা বেলেগ বুলি ধৰা হৈছিল। অণুবোৰ হৈছে আত্মাৰ আহিলা। সকলো পদাৰ্থৰে নিজৰ নিজৰ গুণ থাকে। এই নিজস্ব গুণকে 'বিশেষ গুণ' (= বৈশেষিক) বোলা হয়। এই বিশেষ গুণযুক্ত দ্ৰব্যবোৰ কিছুমান অনা-আণৱিক দ্ৰব্যতকৈ ভিন্ন। যেনে—সময়, দূৰত্ব, আত্মা আৰু মন এইবোৰ অনুৰ দ্বাৰা গঠিত দ্ৰব্য নহয়। অণুবোৰৰ জীৱনকাল অনন্ত সময়। গতিকে চিৰন্তন। কিন্তু ব্ৰহ্মাৰ শত ব্ৰহ্মবৰ্ষ পূৰ্ণ হ'লে যেতিয়া জগতৰ প্ৰলয়কাল উপস্থিত হয় তেতিয়া অণুবোৰ পৰস্পৰৰ পৰা ছিন্ন হৈ পৰে আৰু তাৰ ফলত সকলো দ্ৰব্যৰ বিনাশ ঘটে। নতুন ব্ৰহ্মাই সেই পুৰণা অণুবোৰকে গোটাই নতুন সৃষ্টি ৰচনা কৰে। বৈশেষিক-দৰ্শনত এইদৰে দ্ৰব্য আৰু আত্মাৰ ভিন্ন অস্তিত্বৰ কথা সাব্যস্ত কৰিবলৈ বিচৰা হৈছে। এই দৰ্শনৰ মতে মুক্তিলাভ সম্ভৱ তেতিয়াহে হ'ব যেতিয়া বিশ্বব্ৰহ্মাণ্ডৰ এই আণৱিক গঠনৰ বিষয়ে সম্পূৰ্ণ ধাৰণা মনত গঢ়ি উঠিব আৰু আত্মাৰ অৱস্থান যে সেইবোৰৰ পৰা বেলেগ সেই কথা উপলব্ধি কৰিব পাৰিব। এই বৈশেষিক দৰ্শনৰ বিষয়েও এই গ্ৰন্থৰ পিছলৈ আৰু বহলাই আলোচনা কৰা হৈছে।

সাংখ্য-দৰ্শন—সাংখ্যই খুব সম্ভৱ ছয়খন দৰ্শনৰ ভিতৰত প্ৰাচীনতম। সাংখ্য মানে গণনা। 'ভাগৱত গীতা'ত সাংখ্য দৰ্শনৰ বিষয়ে উল্লেখ আছে। 'উপনিষদ'বিলাকতো মোটামুটিভাৱে সাংখ্য-দৰ্শনৰ কথা ঠায়ে ঠায়ে পোৱা যায়। পম্পৰাগত বিশ্বাসমতে এই ধাৰাৰ দৰ্শনচিন্তাৰ প্ৰবৰ্তক আছিল পৌৰাণিক কালৰ কপিল মুনি। কিন্তু সাংখ্য-দৰ্শনৰ এতিয়ালৈকে পোৱা প্ৰাচীনতম পাঠ্যগ্ৰন্থখন হৈছে ঈশ্বৰ কৃষ্ণ নামে খুব সম্ভৱ চতুৰ্থ শতাব্দীৰ গ্ৰন্থকাৰ এজনৰ দ্বাৰাই ৰচিত 'সাংখ্যকাৰিকা।' সাংখ্যৰ লগত জৈন দৰ্শনৰ সাদৃশ্য আছে। ই জৈন মতবাদৰ দৰেই স্পষ্টভাৱে দ্বিত্ববাদী আৰু মূলতে নিৰীশ্বৰবাদী। এই দৰ্শনে বিশ্বজগতৰ পঁচিছটা মৌলিক তত্ত্ব আছে বুলি কয়। এই তত্ত্ববোৰ মৌলিক

শক্তি হোৱাৰ উপৰি নিৰ্ধাৰিত ৰীতিমতেহে সক্ৰিয় আৰু সুসমন্বিত হৈ থাকে। এইবিলাক তত্ত্বৰ প্ৰথমটো হৈছে প্ৰকৃতি। এই প্ৰকৃতি শব্দটো সাধাৰণতে শিথিলভাৱে পদাৰ্থ (= 'মেটাৰ্') শব্দেৰে বুজাব খোজা হয়। সাংখ্যমতে এই বিশাল সৃষ্টি কোনো দৈৱশক্তিৰ হস্তকৰ্ম নহয়। এই সৃষ্টি—যি সৃষ্টিক ক্ৰমবিৱৰ্তন বুলিও ক'ব পাৰি— (১) হৈছে প্ৰকৃতিৰ অন্তৰ্নিহিত গুণৰ বহিঃপ্ৰকাশ মাথোন। প্ৰকৃতি হৈছে মূল অৱস্থা। তাৰ পৰা উদ্ভৱ হয় বুদ্ধি (২) যিটোক 'মহৎ' বুলিও কোৱা হয়। মহতৰ পৰা উদ্ভৱ হয় অহংকাৰ (৩) বা আত্মচেতনা। প্ৰকৃতি যথাৰ্থতে হৈ পৰে সক্ৰিয় দৈৱশক্তি। এই অহংকাৰৰ পৰাই উদ্ভৱ হয় পাঁচটা অতি সূক্ষ্ম অদৃশ্য ইথাৰৰ দৰে পদাৰ্থ। সেইকেইটাই হ'ল 'তন্মাত্ৰ' (= পঞ্চভূত) —যথাক্ৰমে (৪) 'আকাশ' (= 'ইথাৰ' = ব্যোম) ; (৫) বায়ু ; (৬) জ্যোতি (= তেজ) ; (৭) অপ (= পানী) আৰু (৮) ক্ষিতি (= মাটি)। এই পঞ্চতন্মাত্ৰ বা পঞ্চভূতৰ পৰাই উদ্ভৱ হৈছিল চাৰিটা মহাভূতৰ (৯-১৩)। এই পঞ্চভূত-মহাভূতৰ জৰিয়তে অহংকাৰে তাৰ পিছতে সৃষ্টি পাঁচটা জ্ঞানেন্দ্ৰিয় (১৪) শব্দ, (১৫) স্পৰ্শ, (১৬) ৰূপ, (১৭) ৰস আৰু (১৮) গন্ধ। তাৰ লগতে পাঁচটা কৰ্মেন্দ্ৰিয় (১৯) মুখ, (২০) হাত, (২১) ভৰি, (২২) মলদ্বাৰ (২৩) জননেন্দ্ৰিয়। এই প্ৰত্যেক ইন্দ্ৰিয়ই ক্ৰমান্বয়ে পঞ্চভূতৰ একোটাৰ লগত খাপ খাই পৰে। শেহান্তৰত অহংকাৰ বা আত্মসচেতনতাই সৃষ্টি কৰে চতুৰ্বিংশতিতম মৌলিক গুণ—যিটো সৃষ্টিৰ বাবে অপৰিহাৰ্য মৌলিক পদাৰ্থস্বৰূপ। সেইটো হ'ল মন। এই মনকে ষষ্ঠ ইন্দ্ৰিয় বুলিও কোৱা হয়। মনেই ওপৰত বৰ্ণীত দশ ইন্দ্ৰিয় আৰু বহিঃবিশ্বৰ মাজত মধ্যস্থতা কৰি সম্বন্ধ নিৰ্বাহ কৰে। সৃষ্টি পাতনিৰ মহাজাগতিক ক্ৰমবিকাশৰ এই অতি চমকপ্ৰদ কিন্তু উল্লেখনীয় দৰ্শনকে কোৱা হয় সাংখ্য-দৰ্শন। ইয়াৰ কথনভঙ্গী অতি সৰল। ইয়াৰ প্ৰপাদ্য বিষয় হৈছে এই যে এই বিশ্বজগতৰ সকলো—আনকি সমগ্ৰ মহাজগত হৈছে অহংকাৰৰ পৰাই উদ্ভূত। সেই অহংকাৰ মূলতঃ ভৌতিক।

কিন্তু ইয়াৰ বাহিৰে পঞ্চবিংশতিতম্ আৰু এক তত্ত্ব আছে। সেইটো হৈছে 'পুৰুষ'— আক্ষৰিকভাৱে যাৰ অৰ্থ হ'ল 'এজন পুৰুষ' অৰ্থাৎ আত্মা। জৈন ধৰ্মত বিশ্বাস কৰাৰ দৰে সাংখ্যয়ো কয় যে বিশ্বব্ৰহ্মাণ্ড লেখি শেষ কৰিব নোৱৰা সংখ্যক আত্মাৰে ভৰপূৰ। প্ৰত্যেক আত্মাৰে স্বতন্ত্ৰ অস্তিত্ব—প্ৰত্যেকেই প্ৰকৃতিৰ ক্ৰমবিকাশ প্ৰক্ৰিয়াৰ নীৰৱ আৰু নিষ্ক্ৰিয় দৰ্শক হৈ থাকে মাথোন। এই 'পুৰুষ' অৰ্থাৎ আত্মা প্ৰকৃতিৰ ওপৰত নিৰ্ভৰশীল নহয়। ঠিক তেনেদৰে প্ৰকৃতিও পুৰুষৰ ওপৰত নিৰ্ভৰশীল নহয়। সম্পূৰ্ণ 'পুৰুষ' বা 'আত্মা'হীন কেৱল প্ৰকৃতিৰ হস্তকৰ্মৰূপে আমি দেখা এই বিশ্বজগতৰ সৃষ্টি সম্পূৰ্ণ সম্ভৱ বুলি সাংখ্যই কয়—কাৰণ, বুদ্ধি, ব্যক্তিগুণ আৰু মন আত্মাৰ অঙ্গ বা অংশ নহয়। তথাপি কিবা প্ৰকাৰে এই আত্মাবোৰ প্ৰকৃতি বা পদাৰ্থ বা ভূতৰ স'তে জড়িত হৈ পৰেই। এই প্ৰকৃতি বা পদাৰ্থৰ কৱাল গাৰ পৰা আঁতৰাব পাৰিলেই আত্মাৰ মোক্ষ, মুক্তি বা নিৰ্বাণ লাভ হয়।

সাংখ্য-দৰ্শনৰ আৰু এটা গুৰুত্বপূৰ্ণ দিশ হৈছে ইয়াত সন্নিৱিষ্ট ত্ৰিগুণৰ ধাৰণা— সত্ত্ব, ৰজঃ আৰু তমঃ। মহাজাগতিক প্ৰকৃতিৰ বুকুৰ যি কোনো পদাৰ্থৰে গাত সেইবিলাক অবিকশিত নিষ্ক্ৰিয় অৱস্থাত থাকোঁতে এই তিনি গুণ সমান জোখত শান্ত অৱস্থাত থাকে। কিন্তু বিশ্বপ্ৰকৃতিৰ মাজত অহৰহ ক্ৰমবিকাশৰ প্ৰক্ৰিয়া চলি থাকোঁতে পদাৰ্থ আলোড়িত হয়— নৱ নৱ ৰূপ গ্ৰহণ কৰে। তেতিয়া এই ত্ৰিগুণৰ ভাৰসাম্য ৰক্ষা নপৰে। ত্ৰিগুণৰ যি কোনো এটাই বিভিন্ন দ্ৰব্য আৰু জীৱৰ মাজত বাকী দুটা গুণতকৈ প্ৰবলতৰ ৰূপত আত্মপ্ৰকাশ কৰিবলৈ ধৰে। সেই গুণ তিনিটাৰ প্ৰভাৱৰ প্ৰবলতাৰ অনুপাত অনুযায়ী জগতত দ্ৰব্য বা জীৱৰ মূল্যায়ণ হয়। সত্ত্ব গুণ মানে হৈছে সকলোৰে মাজত বৰ্তমান সত্য, সততা, সৌন্দৰ্যবোধ আৰু জ্ঞান। ৰজঃ গুণ হৈছে ভীষণতা, উগ্ৰতা, বলশালী, শক্তি আৰু সক্ৰিয়তা ; আৰু তমঃগুণ হৈছে নিষ্প্ৰভতা, মূৰ্খামি, বিষণ্ণতা, হতাশা আৰু সুখহীনতা। মনুষ্যৰ গুণাৱলীৰ এই ত্ৰিগুণ বিভাজনে ভাৰতীয় জীৱনধাৰা আৰু চিন্তাক সকলো ক্ষেত্ৰতে প্ৰভাৱান্বিত কৰি ৰাখিছিল। সকলো দৰ্শনতে ত্ৰিগুণৰ অস্তিত্বৰ স্বীকৃতি আছিল যদিও সাংখ্যই তাকে নিজৰ প্ৰপাদ্য বিষয় কৰি লৈছিল।

সাংখ্য-দৰ্শনত অন্তৰ্নিহিত আত্মা আৰু দ্ৰব্যৰ (= ভূতৰ) দ্বিত্ববোধ বা স্বতন্ত্ৰ অৱস্থান আৰু মৌলিক নিৰীশ্বৰবাদৰ কিছু সালসলনি হৈছিল মধ্যযুগত—সমসাময়িক আস্তিকতাবাদ আৰু একেশ্বৰবাদৰ তাড়নাত। পুৰুষ শব্দৰ আক্ষৰিক অৰ্থ হ'ল 'পুৰুষ মানুহ।' আনহাতে 'প্ৰকৃতি' হৈছে স্ত্ৰীলিঙ্গ শব্দ। সেইবাবে প্ৰকৃতিক পুৰুষৰ ভাৰ্যা ৰূপে কল্পনা কৰাত বৰ আচৰিত হ'বলগীয়া কথা নাই। তান্ত্ৰিক সম্প্ৰদায়ৰ মানুহবোৰে ঠিক তাকেই কৰিছিল। প্ৰাচীন সাংখ্য-দৰ্শনৰ নিষ্ক্ৰিয় আত্মা হ'লগৈ জন্মদাতা। এসময়ৰ নিৰুত্তাপ যুক্তিবাগীশ পাণ্ডিত্যৰ আধাৰস্বৰূপ সাংখ্য-দৰ্শন হৈ পৰিলগৈ বহুত পৰিৱৰ্তিত ৰূপত পিছৰ যুগৰ জনপ্ৰিয় হিন্দু ধৰ্মপন্থাবোৰৰ উমৈহতীয়া সম্পত্তিৰ দৰে।

যোগ হৈছে চতুৰ্থ এক সাধন-প্ৰণালী। এই যোগ শব্দ পাশ্চাত্য জগতত জনাজাত শব্দ আৰু ভাষাতত্ত্বৰ ফালৰ পৰা চাবলৈ গ'লে ইংৰাজী ভাষাৰ Yoke শব্দৰ লগত সম্বন্ধ আছে। যোগ শব্দৰ অনুবাদ কৰোঁতে আধ্যাত্মিক শৃঙ্খলাবিধি বা আধ্যাত্মিক প্ৰয়োগ বুলি ক'লে কোনো ভুল কৰা নহয়। এই শব্দটোৰে ভাৰতীয় ধৰ্মৰ আত্মনিগ্ৰহমূলক বা কঠোৰ আত্ম-সংযম সম্বন্ধীয় সৰ্বপ্ৰকাৰ ধৰ্মীয় কৰ্মৰ অনুশীলনক সামগ্ৰিকভাৱে শিথিলভাৱে বুজোৱা হয়। এনে কঠোৰ সাধনত ব্ৰতী লোকক বোলা হয় যোগী। এনে বহল অৰ্থত প্ৰত্যেক ভাৰতীয় ধৰ্মপন্থাতে যোগ শিক্ষা দিয়া হয় আৰু যোগ অনুশীলিত হয়। তথাপি তাৰ মাজতে অকল যোগাভ্যাসৰ মাজেদি মনস্তাত্ত্বিক প্ৰশিক্ষণ গ্ৰহণ কৰিয়েই মোক্ষ লাভৰ সন্ধান কৰা এক পৃথক সাধনমাৰ্গই আছে। এই পন্থৰ মূল শাস্ত্ৰখনৰ নাম পতঞ্জলিকৃত 'যোগসূত্ৰ।' পতঞ্জলিক খ্ৰীঃ পূঃ দ্বিতীয় শতাব্দীৰ এজন

প্ৰসিদ্ধ বৈয়াকৰণিক পণ্ডিত বুলি কোৱা হয় যদিও 'যোগসূত্ৰ'ৰ সূত্ৰবোৰৰ বৰ্তমানে প্ৰাপ্ত ৰূপলৈ চালে সেইবোৰ বহু শতাব্দীৰ পিছৰ যেনহে লাগে।

'যোগশাস্ত্ৰ'ৰ দাৰ্শনিক ভিত্তি সাংখ্য দৰ্শনৰ সৈতে একেবাৰে মিলা ধৰণৰে আছিল মূলতে। পাৰ্থক্য আছিল মাত্ৰ এটা কথাত প্ৰধানকৈ—সেইটো হৈছে যোগশাস্ত্ৰত এজন আৰাধ্য দেৱতা আছিল। সাংখ্যত কোনো ঈশ্বৰ-তত্ত্ব নাছিল। যোগশাস্ত্ৰৰ ঈশ্বৰ সৃষ্টিকৰ্তা ঈশ্বৰ নহয়—সেইজন ঈশ্বৰ অনন্তকাল জুৰি সদায়েই থকা এনে এজন বিশেষ মহিমাযুক্ত আত্মা, যি কোনো কালে পঞ্চভূতৰ সংসৰ্গলৈ নাহি চিৰকাল জ্যোতিৰ্ময় হৈয়ে থাকে। যোগৰ এই ঈশ্বৰজনৰ হীনযান বৌদ্ধ ধৰ্মৰ বুদ্ধৰ লগত আৰু জৈন ধৰ্মৰ তীৰ্থঙ্কৰৰ লগত সাদৃশ্য আছে। এইজনা ঈশ্বৰ তেওঁক পূজা-অৰ্চনা-সাধনা কৰা ভক্তগণৰ সম্পৰ্কলৈ কোনোকালে নাহে কিন্তু উদাহৰণ বা আদৰ্শ হিছাপে মহামূল্যবান। যোগশাস্ত্ৰৰ এই ঈশ্বৰৰ প্ৰতীক হৈছে 'ওঁ' অক্ষৰ। এই 'ওঁ' অক্ষৰ যোগত সদায় সমাদৃত এইবুলিয়েই যে এই আখৰ আৰু তাৰ ধ্বনিয়েই আত্মাৰ শাশ্বত পৱিত্ৰতাৰ প্ৰতি দৃষ্টি নিৰ্দেশ কৰি সাধনাত সাহায্য কৰে। ক্ৰমাৎ যোগশাস্ত্ৰৰ মাজতো যথাৰ্থ আস্তিকতাবাদে গঢ় লৈ উঠিল। পৰৱৰ্তী কালৰ যোগ শাস্ত্ৰবিলাকত দৃষ্ট ঈশ্বৰৰ ধাৰণা হিন্দু ধৰ্মৰ অন্যান্য পন্থবোৰৰ ঈশ্বৰৰ পৰা বেছি ভিন্ন ধৰণৰ নহয়।

যোগীৰ প্ৰশিক্ষণৰ আঠটা স্তৰ আছে। এই আঠটা স্তৰ আমাক বৌদ্ধ ধৰ্ম অষ্টমাৰ্গৰ কথালৈ মনত পেলায় যদিও ব্যৱহাৰিক মূল্য সেইবোৰৰ সমান নহয়।

**(১) যম ঃ** আত্ম-সংযম অৰ্থাৎ পঞ্চশীল বা নৈতিক কৰ্তব্যৰ অনুশীলন, যেনে অহিংসা, সত্যবাদিতা, অচৌৰ্য, সততা আৰু লোভশূন্যতা।

**(২) নিয়ম ঃ** উপৰি উক্ত পাঁচটা ৰীতিৰ নিয়মিত পালন আৰু অনুশীলন।

**(৩) আসন ঃ** বহোঁতে নিৰ্দিষ্ট বিধিমতে বিশিষ্ট ভঙ্গীত বহা। বহুদিন অভ্যাস নকৰিলে এই আসনবোৰৰ ভঙ্গীত বহা সুখকৰ নহয়। কিন্তু যোগৰ সাধনাৰ বাবে এই নিৰ্দিষ্ট ভঙ্গীৰ আসনত বহাটো অপৰিহাৰ্য। এইবিলাক আসনৰ ভিতৰত আটাইতকৈ বিখ্যাত হৈছে পদ্মাসন। এই আসনত এখন ভৰি আনখন ভৰিৰ উৰুত স্থাপন কৰি বহিব লাগে। সাধাৰণতে এই আসনতে দেৱতা আৰু ঋষিসকলক চিত্ৰিত কৰা দেখা যায়।

**(৪) প্ৰাণায়াম ঃ** শ্বাস-প্ৰশ্বাস নিয়ন্ত্ৰণ প্ৰশিক্ষণ। স্বাভাৱিক শ্বাস ৰুদ্ধ কৰি নিৰ্দিষ্ট বিধি মতে পৰিচালনা কৰা। অস্বাভাৱিক যেন লাগিলেও তাৰ দ্বাৰা প্ৰভূত শাৰীৰিক আৰু আধ্যাত্মিক শক্তি লাভ হয়।

**(৫) প্ৰত্যাহাৰ ঃ** ইন্দ্ৰিয় জয়। ইন্দ্ৰিয়সমূহক যথাযথভাৱে সংযত কৰি সেইবোৰক স্বাভাৱিক অনুভৱ প্ৰত্যাহাৰ কৰিবলৈ প্ৰশিক্ষণ দিয়া।

**(৬) ধাৰণা ঃ** কোনো বিশেষ বস্তু যেনে— নাকৰ আগটো, নাভি, কোনো মূৰ্তি বা বিগ্ৰহ বা কোনো পৱিত্ৰতাৰ প্ৰতীক আদিৰ ওপৰত মনৰ সকলো ভাব সন্নিৱিষ্ট আৰু কেন্দ্ৰীভূত কৰি মনক সংযত আৰু একনিষ্ঠ হ'বলৈ প্ৰশিক্ষণ দিয়া।

**(৭) ধ্যান ঃ** মনৰ মাজত আৰাধ্য কেন্দ্ৰীভূত বিশেষ চিন্তাই যেতিয়া সমগ্ৰ মনোজগত অধিকাৰ কৰে তেতিয়া ধ্যান কৰা বুলি কয়।

**(৮) সমাধি ঃ** সমাধিযোগ ধ্যানৰ চূড়ান্ত পৰ্যায়। গভীৰ ধ্যানমগ্ন এই অৱস্থাত যোগীৰ ব্যক্তিসত্তা কিছুসময়ৰ বাবে বিলোপ হৈ ধ্যানৰ লক্ষ্যবস্তুৰ সৈতে মিলি যায়।

যোগক কেতিয়াবা বিশেষ পদ্ধতিৰে বৰং কিছুমান সন্দেহজনক পদ্ধতিৰেও ব্যৱহাৰ কৰাৰ উদাহৰণ আছে। তেনে কাম কৰিছিল বিশেষকৈ, মধ্যযুগৰ তান্ত্ৰিক পন্থবোৰৰ অনুগামীবিলাকে। ওপৰত আমি যি যোগৰ বৰ্ণনা দিলোঁ তাৰ নাম ৰাজযোগ। কিন্তু আন আন যোগক্ৰিয়াৰ পদ্ধতিও ওলাল। তাৰে এবিধৰ নাম হৈছে মন্ত্ৰযোগ। মন্ত্ৰযোগত যাদুকৰী শক্তি থকা কিছুমান শব্দাংশ আৰু বাক্যাংশ পুনঃ পুনঃ আবৃত্তি কৰি থকা হয়। তেনেকৈয়ে চেতন মন অসাৰ হৈ পৰি আত্মা ধ্যেয় লক্ষ্যত উপনীত হয়গৈ। বল বা শক্তি সঞ্চালন কৰি অভ্যাস কৰা হৈছিল হঠযোগ। হঠযোগত শৰীৰক বিভিন্ন—সময়ে সময়ে সুকঠোৰ—ভঙ্গী বা মুদ্ৰা অৱলম্বন কৰাত নিযুক্ত কৰি যোগাভ্যাস কৰিবলৈ শিকোৱা হয়। কেতিয়াবা আনকি যৌন সম্ভোগৰ দ্বাৰাও মোক্ষলাভৰ পথৰ সন্ধান কৰাৰ পদ্ধতিও যোগত অৱলম্বন কৰিছিল। আৰু এবিধ যোগ আছে। প্ৰাচীন ভাৰতীয় শৰীৰতত্ত্বত থকা কিছুমান ধাৰণাৰ ভিত্তিত কৰা হৰেক ৰকমৰ শাৰীৰিক অঙ্গি-ভঙ্গি ব্যায়ামাদিও হঠযোগৰ অন্তৰ্ভুক্ত বুলি কোৱা হয়। সেইবোৰ পাশ্চাত্য জগততো জনপ্ৰিয় হোৱা দেখা গৈছে। এইবিধ যোগৰ নাম লয়যোগ।

শৰীৰৰ ঘাই ধমনীডাল গৈছে মেৰুদণ্ডৰ ভিতৰেদি। সেইডালৰ নাম হৈছে সুষুম্না। এইডাল ধমনীৰে গতিপথৰ ছয় ঠাইত ছটা 'চক্ৰ'ৰ অৱস্থান (= ষটচক্ৰ)। প্ৰতিটো চক্ৰই হৈছে মানসিক শক্তিৰ আধাৰস্বৰূপ। সুষুম্না নাড়ীৰ একেবাৰে শীৰ্ষত লাওখোলাৰ ভিতৰত আছে সহস্ৰাৰ-চক্ৰ। এই চক্ৰ বিশেষ ক্ষমতাশালী মানসিক শক্তি-কেন্দ্ৰ। দেখাত পদ্মফুলৰ দৰে বুলি ভবা হয়। একেবাৰে তলত জননেন্দ্ৰিয়ৰ পিছফালে যি চক্ৰ আছে তাৰ নাম কুণ্ডলিনী-চক্ৰ। সৰ্পাকৃতি এই চক্ৰ সাধাৰণতে নীৰৱ নিষ্ক্ৰিয় হৈয়ে থাকে। যোগীসকলে যোগাভ্যাসৰ দ্বাৰা এই কুণ্ডলিনী-চক্ৰকে জগাই তোলে। কুণ্ডলিনী মুকলি হৈ ক্ৰমাৎ সুষুম্না নাড়ীয়েদি ওপৰলৈ উঠিবলৈ আৰম্ভ কৰে লাহে লাহে ষটচক্ৰ অতিক্ৰম কৰি কুণ্ডলিনী গৈ শীৰ্ষতম স্থানত থকা সহস্ৰাৰ চক্ৰৰ সৈতে একেলগ হয়গৈ। কুণ্ডলিনীক জাগ্ৰত কৰি ক্ৰমাৎ উৰ্ধ্বমুখী কৰি যোগীয়ে আধ্যাত্মিক শক্তি অৰ্জন কৰে। যেতিয়া কুণ্ডলিনী সহস্ৰাৰ চক্ৰৰে মিলিত হয়গৈ তেতিয়া যোগীৰ মুক্তিলাভ হয়।

জাগ্ৰত কুণ্ডলিনী চক্ৰই যোগীজনক অতি-মানৱীয় শক্তি আৰু জ্ঞানৰ অধিকাৰী কৰি তোলে। অনেক যোগী আছে যিসকলে এই ধৰণৰ শক্তিলাভৰ বাবেই যোগত বহে। দৰাচলতে কোনো মুক্তিৰ চিন্তা নকৰে। এই ধৰণৰ যোগত নিপুণতা অৰ্জন কৰা কিছুমান সাধকে এনে কিছুমান শক্তিৰ গৰাকী হয় যে ইউৰোপীয় চিকিৎসা-বিজ্ঞানে

তাৰ কাৰণ আজিলৈকে সম্পূৰ্ণকৈ ব্যাখ্যা কৰিবই পৰা নাই। আনহাতে সেইবোৰ নিতান্তই মানসিক গুণ আৰু অৱস্থা-নিৰ্ভৰ বুলি উলায়ো কৰিব নোৱাৰে। কিন্তু শৰীৰতাত্ত্বিক ভিত্তি হিচাপে যি লয়যোগ আৰু হঠযোগৰ তথ্য যোগত আগবঢ়োৱা হৈছে সেইবোৰত কোনো সত্যতা নাই। দৰাচলতে কোনো কুণ্ডলিনী, সুষুম্না বা সহস্ৰাৰ চক্ৰ নাই। প্ৰাচীন ভাৰতৰ এনে ৰহস্যবাদী দেহতত্ত্বৰ বিষয়ে অধিক অধ্যয়নৰ প্ৰয়োজন আছে। সেইকাম বৃত্তিগতভাৱে ভাৰত-তত্ত্ব চৰ্চা কৰা লোকে কৰিলেই নহ'ব। কৰিব লাগিব মুক্ত চিন্তা কৰা শৰীৰ-জৈৱবিজ্ঞানী আৰু মনস্তত্ত্ববিদসকলে। তেতিয়াহে হয়তো যোগীৰ শক্তিৰ গোপন ৰহস্য উদ্‌ঘাটিত হ'ব। কাৰণ যোগীসকলে লাভ কৰা আধ্যাত্মিক শক্তিবোৰৰ কথালৈ নগ'লেও আমি দেখিছো যে এজন অগ্ৰণী যোগীয়ে শৰীৰৰ কোনো অনিষ্ট নোহোৱাকৈ বহুত সময়লৈকে শ্বাস-প্ৰশ্বাস বন্ধ কৰি থাকিব পাৰে। নিজৰ হৃদযন্ত্ৰৰ স্পন্দন নিজে নিয়ন্ত্ৰণ কৰিব পাৰে। অতিমাত্ৰা উত্তাপ আৰু অতিপাত শীত সহ্য কৰিব পাৰে। প্ৰায় অনাহাৰে থাকিও সুস্বাস্থ্যৰ অধিকাৰী হৈ থাকিব পাৰে। একোজন যোগীয়ে যেনে কঠোৰ জীৱন-যাপন কৰে, নামমাত্ৰ আহাৰ খাই যিবোৰ সাংঘাতিক কঠোৰ শাৰীৰিক আসনাদি অভ্যাস কৰে, সেইদৰে থাকিলে যি কোনো সৰ্বসাধাৰণ লোকৰ শৰীৰৰ পতন অনিবাৰ্য। কিন্তু যোগীজনে সেইদৰেই কৰে পূৰ্ণমাত্ৰাত সকলো মানসিক শক্তি অটুট ৰাখি বহুত বয়সলৈকে জীৱনকাল ভোগ কৰে।

মীমাংসা (জিজ্ঞাসা) দৰ্শন অন্য দৰ্শনৰ পৰা ভিন্ন। ভিন্ন এই কাৰণেই যে মীমাংসাত মানৱাত্মাৰ মুক্তি বা মোক্ষলাভৰ বিষয়তকৈ সত্যানুসন্ধানৰ ওপৰত বেছি গুৰুত্ব দিয়া হৈছে। আৰম্ভণিতে মীমাংসাৰ উদ্দেশ্য আছিল বেদসমূহৰ বিষয়ে ব্যাখ্যা আগবঢ়োৱা। চাবলৈ গ'লে, প্ৰাচীন ব্ৰাহ্মণ্যবাদৰ প্ৰবক্তাই আছিল মীমাংসা-দৰ্শন। মীমাংসাৰ আদিতম গ্ৰন্থ হৈছে জৈমিনি-কৃত সূত্ৰবোৰ। সম্ভৱতঃ খ্ৰীঃ পূঃ দ্বিতীয় শতাব্দীৰ লোক আছিল জৈমিনি। তেওঁ দেখুৱাবলৈ যত্ন কৰিছিল যে বেদবিলাক অনন্ত আৰু অক্ষয় মূল্যযুক্ত, স্বয়ংস্থিত আৰু প্ৰশ্নাতীতভাৱে কৰ্তৃত্বশীল। নতুন যুক্তি-তৰ্ক-সিদ্ধান্ত লৈ যিমান দাৰ্শনিকেই আহক, বেদৰ শ্ৰেষ্ঠত্ব কোনেও অমান্য কৰিব নোৱাৰিব।

জৈমিনিৰ সূত্ৰবোৰৰ পিছত ন্যায়শাস্ত্ৰ, তৰ্কবাদ আৰু শব্দাৰ্থ সম্বন্ধীয় চিন্তা-চৰ্চাৰ বিশেষ উন্নতি পৰিলক্ষিত হৈছিল। খুব সম্ভৱ ষষ্ঠ শতিকাৰ শবৰস্বামী আছিল মীমাংসা দৰ্শনৰ শ্ৰেষ্ঠ পণ্ডিতসকলৰ এজন। তেওঁ ন্যায়শাস্ত্ৰৰ বিশেষ উন্নতি সাধন কৰিছিল। সপ্তম আৰু অষ্টম শতাব্দীতহে মীমাংসা দৰ্শনত পোনপটীয়া আৰু সম্পূৰ্ণ মোক্ষ বা মুক্তিসন্ধানী দৰ্শনে পূৰ্ণৰূপ পাইছিল। সেই বিষয়ে মীমাংসাই ক'বলৈ ধৰিছিল যে বেদসমূহৰ প্ৰতি আনুগত্য ৰাখি বেদবিহিত মতে চলিলেহে মোক্ষলাভ সম্ভৱ। অষ্টম শতাব্দীত কুমাৰিলৰ দিনত অৱশ্যে মীমাংসা-দৰ্শন ক্ৰমাৎ বেদান্ত-দৰ্শনৰ লগত চামিল হ'বলৈ আৰম্ভ কৰিছিল।

বেদান্ত মানে বেদগণৰ শেষ সিদ্ধান্ত। এই দৰ্শন 'উত্তৰ মীমাংসা' নামেও জনাজাত। উত্তৰাৰ্থে পৰবৰ্তী বুজায়। ষড়দৰ্শনৰ ভিতৰতে বেদান্ত আটাইতকৈ গুৰুত্বপূৰ্ণ দৰ্শন— ইয়াৰ পৰা উদ্ভূত অনেক শাখা দৰ্শন আছে। আধুনিক বৌদ্ধিক হিন্দুধৰ্মৰ চৰিত্ৰ আৰু গুণাৱলীও প্ৰধানকৈ বেদান্ত দৰ্শনৰে অৱদান। বেদান্ত-দৰ্শনৰ মূল গ্ৰন্থ হ'ল খ্ৰীষ্টাব্দ গণনাৰ সময়তে বাদৰায়ণে ৰচনা কৰা 'ব্ৰহ্মসূত্ৰ।' তেতিয়াৰ পৰা সকলো যুগৰে বহু পণ্ডিতে—আনকি এতিয়াও—'ব্ৰহ্মসূত্ৰ'ৰ বিষয়ে নানা টীকা-টিপ্পনী-সমালোচনাদি প্ৰণয়ন কৰিছে। বেদান্ত এতিয়াও অতি জীৱন্ত এক দৰ্শনৰ ধাৰা—ইয়াৰ প্ৰভাৱ অকণো স্তিমিত হোৱা নাই। আধুনিক যুগৰ বিবেকানন্দ আৰু অৰবিন্দ ঘোষৰ দৰে ধৰ্মশাস্ত্ৰবিদ ৰহস্যবাদী গুৰুসকল, ছাৰ সৰ্বপল্লী ৰাধাকৃষ্ণনৰ দৰে দাৰ্শনিক—এই সকলো বেদান্তবাদী। বেদান্তৰ তত্ত্ব 'উপনিষদ'বোৰৰ আধাৰত গঢ়ি উঠিছে। বেদান্ত দৰ্শনৰ ৰহস্যবাদী সিদ্ধান্তবোৰ ন্যায়শাস্ত্ৰৰ যুক্তিবাদৰ ওপৰত সুসংবদ্ধভাৱে আধাৰিত। ধ্ৰুপদী বেদান্ত দৰ্শনৰ প্ৰৱৰ্তক আছিল মহান দাৰ্শনিক শঙ্কৰ (৭৮৮(?)—৮২০ খ্ৰীঃ)। শঙ্কৰ আছিল দক্ষিণ ভাৰতৰ এজন শৈৱ ব্ৰাহ্মণ। তেওঁৰ চমু জীৱনকালতে তেওঁ ব্ৰহ্মসূত্ৰ আৰু প্ৰধান প্ৰধান 'উপনিষদ'বিলাকৰ বিষয়ে বিস্তৰ টীকা-টিপ্পনী ৰচনা কৰিছিল। গোটেই ভাৰত ভ্ৰমণ কৰি নিজৰ মতবাদ প্ৰচাৰ কৰাৰ লগতে হিন্দু সন্ন্যাসীসকলৰ এক শ্ৰেণী সংগঠিত কৰিছিল।

শঙ্কৰ আছিল এজন নৈষ্ঠিক ব্ৰাহ্মণ। তেওঁৰ কাৰণে বৈদিক সাহিত্য আছিল পবিত্ৰ আৰু অলঙ্ঘনীয়ভাৱে সত্য। বেদসমূহৰ বহু অৰ্থযুক্ত সাঁথৰ সাঁথৰ যেন লগা উক্তিসমূহৰ মাজত বিসঙ্গতি দূৰ কৰিবলৈ শঙ্কৰে বৌদ্ধধৰ্মত অৱলম্বন কৰা দুটা মাপৰ যুক্তি-বিচাৰৰ কৌশলকে গ্ৰহণ কৰিছিল। দৈনন্দিন জীৱনত দৃশ্যমান সত্য ঘটনাৱলীৰ ব্যাখ্যা দিছিল ব্ৰহ্মাৰ সৃষ্টি হিছাপে। যাৰ বাবে সাংখ্য-দৰ্শনৰ ক্ৰমোন্নতিবাদৰ সূত্ৰ কামত লগাইছিল। শঙ্কৰে সাংখ্য-দৰ্শনৰ পৰা ত্ৰিগুণৰ তত্ত্বও গ্ৰহণ কৰিছিল। দৃশ্যমান জগতৰ দৈনন্দিন বাস্তৱ ঘটনাৱলীৰ সম্বন্ধে সেইদৰে ক'লেও উচ্চতম আধ্যাত্মিক উপলব্ধিৰ ক্ষেত্ৰত সমগ্ৰ জীৱজগত ভূ-লোক দ্যুলোক সমগ্ৰ বিশ্বব্ৰহ্মাণ্ড আছিল শঙ্কৰৰ মতে কেৱল মায়া, এক ভ্ৰান্তি, এক স্বপ্ন, এক মৰীচিকা এক অলীক কল্পনা। শেষ পৰ্যন্ত বাস্তৱ বুলি প্ৰতিপন্ন হয়গৈ মাত্ৰ ব্ৰহ্ম— 'উপনিষদ'বোৰত উক্ত সেই নৈৰ্ব্যক্তিক বিশ্বাত্মা। মানুহৰ আত্মা হৈছে সেই বিশ্বাত্মাৰে একে গুণবিশিষ্ট। 'উপনিষদ'ত কোৱা ধৰণেই মোক্ষপ্ৰাপ্তি হ'ব পাৰে বিশ্বাত্মাৰ সৈতে এই একাত্মতা ধ্যানৰ যোগেৰে স্থাপন কৰি। শঙ্কৰৰ এই 'ব্ৰহ্ম'বোধ দৰাচলতে 'মহাশূন্য'ৰ ধাৰণা বা মহাযানী বৌদ্ধ ধৰ্মৰ নিৰ্বাণ-তত্ত্বতকৈ বেলেগ নহয়। শঙ্কৰ বিৰোধীসকলে এই কথা বুজিছিল বাবেই তেওঁক 'ছদ্ম-বৌদ্ধ' বুলি অভিহিত কৰিবলৈ প্ৰয়াস কৰিছিল।

শঙ্কৰৰ মহান কৃতি আছিল তেওঁৰ ধৰ্ম আৰু দৰ্শন সম্বন্ধীয় পাণ্ডিত্যপূৰ্ণ

আলোচনাবোৰ। ন্যায়শাস্ত্র সিদ্ধ যুক্তিবাদৰ অব্যৰ্থ প্ৰয়োগ আৰু 'উপনিষদ'ৰ কিছুমান উক্তিৰ পৰোক্ষ অৰ্থ উদ্ভাৱন কৰি ওপৰে ওপৰে চালে বিপৰীতাৰ্থ বহন কৰা 'উপনিষদ'ৰ কিছুমান অধ্যায় তেওঁ ইমান যুক্তিগ্ৰাহ্য কৰি পণ্ডিত সমাজৰ আগত দাঙি ধৰিছিল যে মাজে সময়ে সেইবোৰ কোনো পণ্ডিতৰ প্ৰত্যাহ্বানৰ সন্মুখীন হ'লেও আজিলৈকে বৌদ্ধিক হিন্দু সমাজত সৰ্বজনগ্ৰাহ্য ধৰ্মদৰ্শন বুলি স্বীকৃত হৈয়ে আছে। সেইবাবে হিন্দু ধৰ্মত শঙ্কৰৰ যি স্থান তাক ৰোমান কেথ্‌লিক ধৰ্মত ছেণ্ট টমাছ্ একুইনাচৰ লগত অতি যুক্তিসঙ্গতভাৱেই তুলনা কৰা হয়।

শঙ্কৰৰ দৰ্শনকে সেইবাবে অদ্বৈত (= দ্বিতীয় কোনো নথকা) বা 'কেৱলাদ্বৈত' বুলি কয়। ইংৰাজীত যিটোক কোৱা হয় কঠোৰ 'মণিজম্।'

## ঈশ্বৰবাদ আৰু ভক্তি ঃ

ভাগৱতী সম্প্ৰদায় আছিল কৃষ্ণ আৰু বিষ্ণুৰ ৰূপত একত্ৰিত হোৱা বাসুদেৱৰ উপাসক। খ্ৰীষ্ট জন্মৰ কমকৈও এক শতিকাৰ আগৰ পৰাই এই ভাগৱতৰ অনুগামী সম্প্ৰদায় সক্ৰিয়ভাৱে ধৰ্মপৰায়ণ আছিল। তাৰ কিছুকাল পিছতে পাশুপত নামে এক সম্প্ৰদায় গঠিত হ'ল। তেওঁলোক আছিল পশুপতি বা শিৱৰ উপাসক। এই সম্প্ৰদায় দুটাৰ আৰম্ভণি কেনেদৰে হৈছিল সেই বিষয়ে আমি বিশেষ একো নেজানো। কিন্তু এইটো নিশ্চিত যে তেওঁলোক আছিল ঈশ্বৰৰ অস্তিত্বত সম্পূৰ্ণৰূপে বিশ্বাসী। কিন্তু তেওঁলোক বলি-বিধানেৰে যজ্ঞ পালন কৰাৰ সলনি পূজা আৰু উপাসনাৰ ওপৰতহে বেছি গুৰুত্ব দিছিল। মধ্যযুগত তেওঁলোকৰ ধৰ্মবিশ্বাস আৰু আচাৰে এক দাৰ্শনিক ভিত্তি পৰিগ্ৰহ কৰিছিল।

সেই পঞ্চৰাত্ৰ নামে এক বৈষ্ণৱ ধৰ্মমতে বিপুল প্ৰসিদ্ধি লাভ কৰিছিল। পঞ্চৰাত্ৰ মানে পাঁচ ৰাতি—সেই শব্দেৰে ঠিক কি বুজোৱা হৈছিল তাৰ নিশ্চিত ব্যাখ্যা পাবলৈ নাই। কিন্তু সেই পঞ্চৰাত্ৰ পন্থাৰ পৰাই-আৰম্ভ হৈছিল বাসুদেৱ-কৃষ্ণ কাহিনীৰ এক মহাজাগতিক ব্যাখ্যা আৰু বৃত্তান্ত। বাসুদেৱ-কৃষ্ণৰ উৎপত্তি অনন্ত ব্ৰহ্মাৰ পৰা স্বয়ম্ভূৰূপে। বাসুদেৱ-কৃষ্ণ পৰিবাৰৰ সকলো সদস্য অনন্ত ব্ৰহ্মাৰ পৰাই ক্ৰমাৎ ৰূপ লৈ অৱতীৰ্ণ হোৱা বুলি মহাজাগতিক একশ্ৰেণী প্ৰণালীবদ্ধ ঘটনাৰ বৰ্ণনা সহকাৰে প্ৰমাণিত কৰা হ'ল। এই নৱ-উদ্ভাসিত দৰ্শন পূৰ্বে উল্লিখিত ষড়-দৰ্শনৰ দৰেই নৈষ্ঠিক বিশ্বাসপূৰ্ণ। সেই ষড়-দৰ্শনৰে এবিধ সাংখ্যৰ বিষয়ে আমি ইতিমধ্যে বহলাই আলোচনা কৰিছোঁ। বাসুদেৱক বিষ্ণুৰ সৈতে একেজনেই বুলি ধৰা হয়। বিষ্ণু হৈছে অনন্ত ব্ৰহ্মাৰ আদিতম ব্যক্তিৰূপী দেৱতা। সৃষ্টি পাতনিৰ সময়তে তেওঁৰ পৰা উদ্ভূত হৈছিল সঙ্কৰ্ষণৰ। সঙ্কৰ্ষণ কৃষ্ণৰ জ্যেষ্ঠ ভ্ৰাতা বলৰামৰ এটা নাম। এই সঙ্কৰ্ষণ ৰূপ পৰিগ্ৰহ সম্ভৱ হৈছিল অনন্ত ব্ৰহ্মা আৰু প্ৰকৃতিৰ সংযোগত। দুয়োৰে সংযোগত পুনৰ জন্ম হৈছিল কৃষ্ণ পুত্ৰ প্ৰদ্যুম্নৰ।

প্ৰদ্যুম্ন মানস শক্তি বা মনৰ অধিকাৰী বা প্ৰতীক। প্ৰদ্যুম্নৰ পৰা জন্ম হ'ল কৃষ্ণৰ নাতি অনিৰুদ্ধ। অনিৰুদ্ধ হ'ল ব্যক্তিচেতনা বা অহংকাৰৰ প্ৰতীক। তাৰ পিছতহে সত্ত্ব-ৰজ্-তম্ এই তিনিগুণৰ উৎপত্তি হ'ল। ত্ৰিগুণৰ উৎপত্তিৰ লগে লগে জন্ম হ'ল অৰ্ধ-ঈশ্বৰ সৃষ্টিকৰ্তা ব্ৰহ্মাৰ।

পঞ্চৰাত্ৰ ধৰ্মপন্থত সংকৰ্ষণ, প্ৰদ্যুম্ন আৰু অনিৰুদ্ধ কেৱল কোনো স্বৰ্গীয় চৰিত্ৰৰ প্ৰতিভূহে আছিল সেইটো নহয়। তেওঁলোকে তিনিও স্বতন্ত্ৰ দেৱতাও আছিল। আদিতে ভাগৱত সম্প্ৰদায়ৰ মানুহেও তেওঁলোকক তিনিজন দেৱতা বুলিয়েই মানিছিল। দেৱতাসকলক এইদৰেই একে সময়তে এজন বুলিও গণ্য কৰা হয় আকৌ বহুজন বুলিও মান্য কৰা হৈছিল। এই বিশ্বাসত শঙ্কৰৰ দৰ্শনত থকাৰ দৰে সত্যৰ বেলেগ বেলেগ স্তৰ নাই—ই হৈছে এক চিৰকলীয়া সাঁথৰ। আত্মা আৰু বিশ্বাত্মা বা ঈশ্বৰ একেই—একে সময়তে আত্মা আকৌ বহুতো আৰু বেলেগ বেলেগ অস্তিত্বযুক্ত। আনকি মোক্ষ বা নিৰ্বাণ লাভ কৰিলেও, ঈশ্বৰৰ লগত বিলীন হৈ গ'লেও আত্মাই ঈশ্বৰৰ লগত চিৰমিলন হোৱাৰ তৃপ্তি অনুভৱ কৰিব পৰাকৈ ব্যক্তিচেতনা নিজৰ লগত ৰাখে। পঞ্চৰাত্ৰ পন্থৰ এই 'ব্যূহ' বা ঈশ্বৰৰ পৰাই উদ্ভূত হোৱাৰ তত্ত্ব হৈছিল বোধহয় কাশ্মীৰত। কাৰণ এই পঞ্চৰাত্ৰ পন্থৰ মূল আৰু প্ৰাচীনতম গ্ৰন্থবোৰ ৰচিত কাশ্মীৰতে হৈছিল বুলি সেই পন্থৰ মানুহে বিশ্বাস কৰে। কিন্তু পঞ্চৰাত্ৰ পন্থৰ পৰিপূৰক হিছাপে ভক্তিধৰ্মৰ উত্থান হৈছিল প্ৰায় একে সময়তে একেবাৰে দক্ষিণ ভাৰতৰ তামিল দেশত।

ভক্তিবাদৰ যি ব্যাখ্যা আৰু উদাহৰণ 'ভাগৱত-গীতা'ত পোৱা যায়, প্ৰাৰম্ভতে ভাগৱতসকলৰ ভক্তিবাদ ঠিক সেই ধৰণৰ নাছিল। আধ্যাত্মিকভাৱে পূৰ্ণ বিকাশ লাভ নকৰা ঈশ্বৰৰ পূজাৰী বা ভক্তসকলে 'ভাগৱত-গীতা'ৰ সৰ্বব্যাপী আৰু হৃদয়মধ্যস্থিত ভগৱন্তৰ বিষয়ে ধাৰণা কৰিব পৰা নাছিল—ঈশ্বৰক ভাবিছিল বহু দূৰত অৱস্থান কৰা সৰ্বশক্তিমান ৰজাৰ ৰূপতহে আৰু সেইদৰে ভাবিয়েই ভক্তি যাচিছিল। ওপৰত উদ্ধৃত কৰা গুপ্ত যুগৰ সূৰ্য দেৱতাৰ প্ৰতি যি স্তৱ, সেই স্তৱটোও একে ভাবৰ। আনকি সাধাৰণভাৱে 'ভাগৱত-গীতা'ৰ ভাবো সেই ধৰণৰে। যেতিয়া কৃষ্ণই পৰমেশ্বৰৰ ৰূপত তেওঁৰ অনন্ত ব্ৰহ্মাৰ স্বৰূপ দেখুৱাবলৈ বিশ্বৰূপ ধাৰণ কৰিছিল তেতিয়া অৰ্জুনে সেই মহাজ্যোতি সহ্য কৰিব নোৱাৰি ভীতিগ্ৰস্ত হৈ মাটিত বাগৰি পৰিছিল। গীতাত ঈশ্বৰে যদিও কৈছে যে তেওঁ সকলো প্ৰাণীৰে মাজত বাস কৰে আৰু তেওঁ তেওঁৰ ভক্তগণক জন্ম-মৃত্যুৰ বন্ধনৰ পৰা উদ্ধাৰ কৰে আৰু তেওঁ সদায় ভক্তবৎসল। তথাপি পৰমেশ্বৰ হিছাপে তেওঁৰ অৱস্থান সদায় অপাৰ্থিৱ আৰু দূৰস্থিত। নিকটস্থ নহয়। অৰ্জুনে কৃষ্ণৰ লগত তেওঁৰ সম্বন্ধৰ বৰ্ণনা দিছিল বন্ধু-বন্ধুৰ মাজৰ অথবা পিতা-পুত্ৰৰ মাজৰ বা প্ৰেয়স-প্ৰেয়সীৰ মাজৰ সম্বন্ধৰ দৰে বুলি। কিন্তু কৃষ্ণই যেতিয়া বিশ্বৰূপ ধাৰণ কৰি দেখা দিলে তেতিয়া অৰ্জুনৰ প্ৰধান ভাব হ'ল ভয়—

পিতাসি লোক চৰাচৰস্য ত্বমস্য পূজ্যশ্চ গুৰুগৰীয়ান।
ন ত্বৎসমোহস্ত্যভ্যধিকঃ কুতোহন্যো লোকত্ৰয়েহপ্যপ্ৰতিম প্ৰভাৱঃ ।।৪৩।।
তস্মাৎ প্ৰণম্য প্ৰণিধায় কায়ং প্ৰসাদয়ে ত্বামহমীশমীদ্যম্।
পিতেৱ পুত্ৰস্য সখেৱ সখ্যুঃ প্ৰিয়ঃ প্ৰিয়ায়াৰ্হসি দেৱ সোঢুম।। ৪৪ ।।
অদৃষ্টপূৰ্বং হৃষিতোহস্মি দৃষ্টা ভয়েন চ প্ৰব্যথিতং মনো মে।
তদেৱ মে দৰ্শয় দেৱ ৰূপং প্ৰসীদ দেৱেশ জগন্নিৱাস ।।৪৫।।

(গীতা একাদশ অধ্যায়)

ইয়াৰ পৰাই দেখা যায় যে প্ৰথম অৱস্থাত ভক্তিবাদৰ মূল প্ৰেৰণা আছিল ঈশ্বৰ-প্ৰেম নহয়—ঈশ্বৰৰ প্ৰতি সমীহ আৰু সন্মানবোধহে। ঈশ্বৰৰ দয়া মানে নৈৰ্ব্যক্তিক, কঠোৰ কিন্তু সৰ্বশক্তিমান ঈশ্বৰৰ দয়া। সেই ঈশ্বৰ সম্ৰাটৰ দৰে মহান গৌৰৱৰ অধিকাৰী—সাধাৰণ মনুষ্যৰ বাবে ঈশ্বৰৰ গুণ-গৰিমা বুজা সম্ভৱেই নহয়।

ঈশ্বৰৰ দয়া, কাৰুণ্য, ইতৰ জীৱজগতৰ প্ৰতি প্ৰেম আদিৰ ধাৰণাৰ মূলত বৌদ্ধ ধৰ্মৰো প্ৰভাৱ থকাটো সম্ভৱ যেন লাগে। সেই ধৰ্মত বোধিসত্বৰ ধাৰণাত অনুৰূপ গুণাৱলী দৃষ্ট হয়। বোধিসত্বই জগতৰ সৰ্বজীৱৰ প্ৰতি প্ৰেম আৰু দযা প্ৰদৰ্শন কৰি সকলোকে সহায় কৰাৰ কথা পোৱা যায়—হিন্দু ধৰ্মত ঈশ্বৰে সেই ভূমিকা গ্ৰহণ কৰাৰ আগৰে পৰা বৌদ্ধ ধৰ্মত বোধিসত্বৰ তেনে চৰিত্ৰ জনাজাত আছিল। কিন্তু এই নতুন ধৰণৰ ভক্তিবাদ গঢ় লৈছিল প্ৰথমে তামিল দেশতহে। ভক্তিবাদৰ প্ৰথম অভিব্যক্তি প্ৰকাশিত হৈছিল নিশ্চিতভাৱে সপ্তম শতাব্দীৰ আগতেই বিৰচিত দহটা প্ৰশস্তি গীত নামৰ কবিতা সংকলনৰ এটা প্ৰশস্তিৰ পৰা। সেই কবিতাৰ নাম হৈছে 'মহাপ্ৰভু মুৰুগাঁৰ সন্ধানত।' সেই কবিতাত প্ৰাচীন সেই তামিল দেৱতাৰ প্ৰধান মন্দিৰ-দেৱালয়বিলাকৰ বৰ্ণনা দিয়া হৈছে যাতে ভক্তজনে সেইবোৰ স্থান দৰ্শন কৰিব পাৰে। কবিতাটোৰ আৰম্ভণিৰ পৰা শেষলৈকে দেৱতাজনৰ বন্য আৰু আদিম চৰিত্ৰৰে বৰ্ণনা আছে। সেই বৰ্ণনাত উত্তৰ ভাৰতৰ এই গ্ৰন্থত আগৰ এটা অধ্যায়ত বৰ্ণিত স্কন্দ দেৱতাৰ গুণাৱলীৰ সৈতে মুৰুগাঁৰ সাদৃশ্যও দেখা যায়। কিন্তু অৱশেষত ভক্তজনে মহাপ্ৰভু মুৰুগাঁৰ দৰ্শন লাভ কৰিলে। তাকে 'পত্তুপাত্তু তিৰুমুৰুগাঁনাৰুপদই' নামে সেই পুৰণি তামিল কবিতাত দিয়া আছে এইদৰে—

"তেওঁক যেতিয়া তুমি স্বচক্ষে প্ৰত্যক্ষ কৰিবা
সহৰ্ষে মুক্তকণ্ঠে তেওঁৰ জয়গান গাবা
কৰযোৰে অৱনতমস্তকে তেওঁক পূজা কৰিবা
তেওঁৰ চৰণত তোমাৰ মস্তক স্থাপন কৰিবা.........."
"তেওঁ পৰম পবিত্ৰ মুক্তি মহাশক্তিশালী.... তেওঁৰ

শিৰোদেশে আকাশ স্পৰ্শ কৰি থাকে যদিও সেই
ভয়ঙ্কৰ কঠোৰ মূৰ্তি সম্বৰণ কৰি দেখা দিব
তোমাৰ আগত এক নৱীন যুৱকৰ ৰূপত
সুন্দৰ আৰু প্ৰীতিকৰ চেহেৰাৰ সেই যুৱমূৰ্তিয়ে
কোমল স্নেহময় স্বৰে তোমাক ক'ব—
'ভয় নকৰিবা! মই জানিছিলো যে তুমি আহি আছা মোৰ কাষলৈ!"

ওপৰৰ এই কথাখিনিত যুগ যুগৰ দেৱতাই প্ৰথম বাৰ নতুন ৰূপত ভক্ত মানৱৰ আগত আত্মপ্ৰকাশ কৰিছে—মানুহৰ প্ৰতি ঈশ্বৰৰ পৰম স্নেহশীল দয়াশীল ৰূপত।— ইমান উৎসাহজনক আৰু প্ৰেৰণাদায়ক আৰাধ্য দেৱতাৰ সেই ৰূপ যে ভক্ত মানুহেও একে অন্তৰভৰা প্ৰেমেৰেই দেৱতাৰ প্ৰতি সঁহাৰি জনাইছে। এই প্ৰেমপূৰ্ণ ভক্তিয়ে পূৰ্ণভাৱে আত্মপ্ৰকাশ কৰিছিল পুৰণি কালৰ তামিল ভক্তসকলৰ স্তুতিগীতবোৰৰ মাজেদি। নায়নাৰ আৰু আলোৱাৰসকলৰ ভক্তিমূলক সেই স্তুতিগীতসমূহ সমগ্ৰ বিশ্বৰে ধৰ্মীয় সাহিত্যৰ ভাণ্ডাৰলৈ ভাৰতৰ শ্ৰেষ্ঠতম অৱদান।

এই তামিল স্তুতিকাৰসকলৰ ভক্তি কোনো অব্যক্ত ব্ৰহ্মময় অদৃশ্য ঈশ্বৰৰ প্ৰতি ভক্তি নহয়। সেই ভক্তি তেওঁলোকৰ নিতান্ত সান্নিধ্যত অৱস্থান কৰা দয়াময় ঈশ্বৰজনাৰ প্ৰতি অনুভূত ভক্তি। এই ঈশ্বৰপ্ৰেম পুনৰপি প্ৰতিফলিত হয় ভক্তজনাৰ সগৰীয়া মানুহৰ প্ৰতি প্ৰেম-প্ৰীতিত। তামিল শব্দ 'অম্বু'য়ে যি কোনো সংস্কৃত শব্দতকৈ বেছি ঘনিষ্ঠভাৱে খ্ৰীষ্ট ধৰ্মৰ 'প্ৰেম'ৰ কথা ব্যক্ত কৰে। তদুপৰি তামিল ভক্তসকলে ঈশ্বৰক পূজা-অৰ্চনা-বন্দনা কৰোতে নিজকে নিতান্তই নিঃকিন গুণহীন আৰু পাপ-পঙ্কত নিমজ্জিত হৈ থকা অতি দীনজন বুলি ভাবি বিনম্ৰভাৱে কৰে। সমসাময়িক আৰ্য ধৰ্মীয় চিন্তাত তেনে কথা ক'তো পাবলৈ নাই। বেদত বৰুণৰ প্ৰতি থকা স্তোত্ৰত কোৱা হৈছে এইদৰে—

"তুমিয়েই পিতৃ, তুমিয়েই মাতৃ
তুমিয়েই জ্যেষ্ঠ ভ্ৰাতৃ
তুমিয়েই গোত্ৰ-জ্ঞাতি
তুমিয়েই সুন্দৰী নাৰী, তুমিয়েই বিপুল সম্পত্তি
তুমিয়েই পৰিয়াল, ইষ্ট-মিত্ৰ আৰু সুখময় গৃহ
তুমি সকলো জ্ঞানৰ উৎস আৰু উন্নতিৰ প্ৰেৰণা
তুমিয়েই স্বৰ্ণ, তুমিয়েই মুক্তা, তুমিয়েই ৰত্ন
তুমিয়েই প্ৰভু, বৃষভবাহন, তুমিয়েই পৰমানন্দ।"
"হে মোৰ পৰম বাঞ্ছা কল্পতৰু, হে ৰাজাধিৰাজ, হে প্ৰভু
তুমিয়েই অনন্ত-ৰূপ! অনন্ত ভাগ্য! অনন্ত ৰহস্যময়!"

—এইদৰে তোমাৰ স্তুতি কৰো প্ৰতিদিন।
তুমিয়েই মোৰ বৈভৱ!—মোৰ পোৱালমণিৰ পাহাৰ!
তোমাৰ চৰণ কমলৰ জেউতি চাবলৈ মই অতদূৰ
আহিছো বাটকুৰি বাই!"
"মই মহাপাপী—মই প্ৰেমৰ পথ ত্যাগ কৰিলো
ত্যাগ কৰিছিলো সেৱাৰ পথ। ৰোগ-ভোগ আৰু
যন্ত্ৰণাৰ লগত পৰিচিত হ'লো নানাভাৱে।
এতিয়া আহিছো তোমাৰ পূজা কৰিবলৈ........
অঃ কিমান নিৰ্বোধ যে আছিলো মই!
কিন্তু মই মোৰ হৃদয়ৰ ৰত্ন, মোৰ মহামণি, মোৰ হীৰা
আৰুৰ্ মন্দিৰৰ অধিষ্ঠাতা দেৱতাৰ পৰা
আঁতৰি থাকিম কিমানদিন!"
"মই মহাপাপী তেজিছিলো প্ৰেম আৰু সেৱাৰ পথ
গতিকে ভালদৰে বুজি পালো ৰোগ আৰু ব্যাধিৰ যন্ত্ৰণা
এইবাৰ পুজিম আকৌ—উঃ কিমান যে নিৰ্বোধ আছিলো মই!
আৰু কিমান দিন দূৰত থাকিম মই মোৰ মণি-মুক্তা
মোৰ হীৰামাণিক আৰুৰৰ তীৰ্থৰ দেৱতাক।

ওপৰৰ উদ্ধৃত স্তুতিখিনি দিয়া হৈছে কিংছবেৰী আৰু ফিলিপ্সৰ দ্বাৰা সংকলিত 'হিম্‌ছ অৱ-দ্যা তামিল্ ছৈভাইট্ ছেইণ্টছ্' গ্ৰন্থৰ পৰা। একেই গ্ৰন্থতে আছে নিম্নোক্ত স্তুতিগীতবোৰো—

"যাক সুৰপতি ইন্দ্ৰয়ো কিয়দংশহে বুজি পায়—সেই ত্ৰিজগতপতি
সেই সৃষ্টি-স্থিতি-প্ৰলয়ৰ অধিপতি ত্ৰিলোকনাথ
তেৱেঁই এই সুন্দৰ বিশ্ব—তেওঁ আদি মূল ভূতনাথ
মহাকাল—পাৰ্বতীশ—তেওঁ যেতিয়া দয়া কৰি
মোক গ্ৰহণ কৰিছে—মই আৰু আন কাৰো আগত
মূৰ নোদোৱাও। তেওঁকেই একমাত্ৰ কৰিম ভকতি।
ময়ে তেওঁৰ দাসানুদাস—মই আনন্দত নিমজ্জিত হৈছো
—নাচিছো—গাইছো আপোন পাহৰি।"
"মোৰ এই অপবিত্ৰ তেজ-মঙহৰ শৰীৰতো
তুমি প্ৰৱেশ কৰিলা ঘৃণা নকৰি—যেন মোৰ
ক্ষণভঙ্গুৰ দেহ নহয়—ই এক সোণৰ মন্দিৰ।
মোক দিলা সান্ত্বনা—মোক কৰিলা ৰক্ষা।

হে পৰম দয়ালু দেৱতা—হে মোৰ মহামূল্যবান
মুকুতামণি—হে প্ৰভু—মোক মুক্তি দিলা তুমি
দুখ, জন্ম-মৃত্যু আৰু মায়াৰ বন্ধনৰ পৰা
হে পৰমানন্দ, হে জ্যোতির্ময়! তোমাৰ শৰণাশ্ৰিত
কৰি ৰাখা মোক! দূৰ কৰি নিদিয়া যেন!"

এনে ধৰণৰ আবেগময়ী ভক্তিৰ ঢলে সমগ্ৰ তামিল দেশ টৌৱাই পেলাইছিল চাওঁতে চাওঁতে। গোটেই দেশৰে ধৰ্মীয় দৃষ্টিভঙ্গীতে আহিছিল সেই পৰিৱৰ্তন। মহান শঙ্কৰ নিজে কঠোৰ ব্ৰাহ্মণ্যবাদী আছিল। তেওঁ নিষ্ঠাৰে বিশ্বাস কৰিছিল যে একমাত্ৰ উপনিষদৰ নিৰ্দিষ্ট পন্থাৰে জ্ঞানৰ সিদ্ধিৰ দ্বাৰাইহে মোক্ষলাভ কৰিব পাৰি। কিন্তু সেই শঙ্কৰেও সংস্কৃতত কিছুমান অনুপম ভক্তিবাদী স্তুতিগীত ৰচনা কৰিছিল। গতিকে ভক্তিবাদৰ পথ ৰচনা হৈছিলেই। কিছুদিন ৰ'বলগীয়া হৈছিল নতুন এই ভক্তিবাদী ধৰ্মপন্থাই 'উপনিষদ' আদিৰ বিহিত ব্যৱস্থাৰ লগত সঙ্গতি ৰাখি আনুষ্ঠানিক এক ধৰ্মমতৰ ৰূপ পৰিগ্ৰহ কৰিবলৈ। সেই কাম সম্পন্ন কৰিছিল বিভিন্ন সময়ত বিভিন্ন ৰূপত শঙ্কৰৰ পৰৱৰ্তী কালৰ এলানি দ্ৰাবিড় ধৰ্মাচাৰ্যই।

সেইসকলৰ ভিতৰত প্ৰধান আছিল ৰামানুজ নামেৰে শ্ৰীৰঙ্গমৰ প্ৰসিদ্ধ মন্দিৰৰ ব্ৰাহ্মণ ধৰ্মাচাৰ্য। কিম্বদন্তী অনুসৰি তেওঁৰ জীৱনকাল ১০১৭ খ্ৰীষ্টাব্দৰ পৰা ১১৩৭ খ্ৰীষ্টাব্দৰ ভিতৰত বুলি ধৰা হয় যদিও খুবসম্ভৱ ১০১৭ চনৰ কেবাটাও দশকৰ পিছতহে তেওঁৰ জন্ম হৈছিল। শঙ্কৰৰ দৰেই তেৱোঁ ভাৰতৰ বিভিন্ন অঞ্চলত ধৰ্মপ্ৰচাৰ কৰিছিল। তেওঁ ধৰ্মমত প্ৰধানকৈ প্ৰাচীন ধৰ্মশাস্ত্ৰসমূহৰ ভিত্তিতে প্ৰতিষ্ঠিত বুলি তেওঁ নিজেই কৈছিল। ব্ৰহ্মসূত্ৰ, 'ভাগৱত গীতা' আৰু 'উপনিষদ'বিলাকৰ ওপৰত সুদীৰ্ঘ টীকা নিজে ৰচনা কৰিছিল। ৰামানুজৰ ধৰ্ম পঞ্চৰাত্ৰসকলৰ ধৰ্মমতৰ আৰ্হিতে সংগঠিত কিন্তু গুৰুত্ব দিছিল বেলেগ বেলেগ বিষয়ৰ ওপৰতহে। তেওঁ ধৰ্মৰ আনুষ্ঠানিক ক্ৰিয়া-কাণ্ডৰ পৰা হ'ব পৰা সুফল বা প্ৰয়োজনৰ কথা মানি লৈছিল। কিন্তু অকল ক্ৰিয়াকাণ্ডৰে নহয় এটা জোখলৈহে কৰ্মকাণ্ডী ধৰ্মাচাৰ কামত আহিব পাৰে। লগতে কৈছিল যে শঙ্কৰে দেখুৱা মতে জ্ঞানযোগৰ দ্বাৰাই মোক্ষলাভ সম্ভৱ হ'ব পাৰে। কিন্তু সেইদৰে মোক্ষলাভ কৰা সকলে সৰ্বোত্তম পৰমানন্দময় মুক্তি লভিব নোৱাৰে। তেওঁলোক এঢাপ পিছত থাকিব লাগিব। মোক্ষলাভৰ সৰ্বফলপ্ৰদ সৰ্বোত্তম পন্থা ভক্তিযোগতহে সম্ভৱ বুলি তেওঁ দৃঢ়মত প্ৰকাশ কৰিছিল। প্ৰবল ভক্তিৰ প্ৰেৰণাৰে ভগৱানৰ ভক্তই সম্পূৰ্ণৰূপে ঈশ্বৰৰ ওচৰত নিজকে একান্তভাৱে নিৱেদন কৰি পৰমেশ্বৰৰে এক ক্ষুদ্ৰাতিক্ষুদ্ৰ অংশ বুলি উপলব্ধি কৰিব পাৰিব লাগিব। অন্য এক বিকল্প পন্থা হৈছে প্ৰপত্তি অৰ্থাৎ সম্পূৰ্ণ আত্ম-সমৰ্পন—নিজৰ আত্মাক ঈশ্বৰৰ ওচৰত সমৰ্পণ কৰি নিজৰ ইচ্ছা-ৰহিতপূৰ্বক ভগৱানৰ দয়া আৰু ইচ্ছাৰ দ্বাৰা পৰিচালিত হ'ব লাগিব।

ৰামানুজৰ ভগৱান আছিল এক ব্যক্তিগত অস্তিত্ব—ঈশ্বৰ প্ৰেমময় দয়ামময় সৃষ্টিৰ সকলোৰে প্ৰতি করুণাৰে ভৰা। পৰমেশ্বৰে ইচ্ছা কৰিলে নিজৰ পাপী কিন্তু অনুতপ্ত ভক্তকো কৰ্মফলৰ পৰা মুক্তি দি নিজৰ সমীপলৈ আকৰ্ষণ কৰিব পাৰে। শঙ্কৰৰ ধৰ্মতত্ত্বত বিশ্বাত্মা বা ঈশ্বৰ কিন্তু সম্পূৰ্ণ নৈৰ্ব্যক্তিক—দয়াশীলো নহয়—নিৰ্দয়ো নহয়—আৰু এই বিশ্বসংসাৰ হৈছে কেৱল মায়া। ঈশ্বৰৰ লীলা বা ক্ৰীড়াভূমি মাত্ৰ। ৰামানুজৰ ঈশ্বৰে মানুহক বিচাৰে—যেনেকৈ মানুহে ঈশ্বৰক বিচাৰে। এই সিদ্ধান্তকে প্ৰতিপন্ন কৰিছিল ৰামানুজে শ্ৰীকৃষ্ণৰ মুখৰ কথাৰেই। ভাগৱত গীতাৰ ৭।১৮ শ্লোকত শ্ৰীকৃষ্ণই কৈছে—ভক্তগণৰ ভিতৰত জ্ঞানী ভক্তসকল মোৰ আত্মস্বৰূপ। মোকেই আশ্ৰয় কৰি থকা জ্ঞানীভক্তসকল মোৰে যুক্তাত্মা (= উদাৰাঃ সৰ্ব এৱৈতে জ্ঞানী ত্বাত্মৈৱ মে মতম্‌। আস্থিতঃ স হি যুক্তাত্মা মামেৱানুত্তমাং গতিম॥)। তাৰ অৰ্থ হ'ল এই যে মানুহে যেনেকৈ ঈশ্বৰক বাদ দি থাকিব নোৱাৰে তেনেকৈ ঈশ্বৰেও মানুহক বাদ দি থাকিব নোৱাৰে। প্ৰত্যেক আত্মা ঈশ্বৰৰ দ্বাৰাই সৃষ্ট তেওঁ নিজৰ পৰমাত্মাৰ সাৰাংশৰ পৰাই। প্ৰত্যেক আত্মাৰ লক্ষ্য হৈছে পুনৰ সৃষ্টিকৰ্তা ঈশ্বৰৰ লগত মিলিত হোৱাৰ। কিন্তু সেই মহামিলনৰ আনন্দও অনুভৱ কৰিবৰ জোখাৰে নিজস্ব অস্তিত্ব প্ৰত্যেক আত্মাই বেলেগ কৰি ৰাখে সদায়েই। মোক্ষলাভৰ পিছত মুক্ত আত্মাই পৰমাত্মাৰ দৰে সৰ্বদৰ্শী হয় আৰু পৰমানন্দ ভোগৰ অংশীদাৰো হয়। তথাপি তেনে মুক্ত আত্মাৰো 'অহং' চেতনা অটুট থাকে—কাৰণ পৰমাত্মাৰ অংশ, ৰূপে আত্মাও অমৰ অনন্ত জীৱনৰ অধিকাৰী। যদি অহংবোধ বিলুপ্ত হয় তেন্তে আত্মাও বিলুপ্ত হ'ব। ঈশ্বৰৰ সৈতে একাত্ম কিন্তু তথাপি ভিন্নতাৰ অৱস্থান—ৰামানুজৰ সেই তত্ত্বৰ বাবে ৰামানুজৰ ধৰ্ম-তত্ত্বক বিশিষ্টাদ্বৈতবাদ বা 'চৰ্তসাপেক্ষ অদ্বৈতবাদ' বুলি কোৱা হয়। ৰামানুজ দাৰ্শনিক হিছাপে শঙ্কৰৰ সমান নহ'ব পাৰে কিন্তু ভাৰতীয় ধৰ্ম ৰামানুজৰ ওচৰত যিমান ঋণী তেওঁৰ পূৰ্বসূৰী শঙ্কৰৰ ওচৰতো সিমান নহয় যেন লাগে। তেওঁৰ মৃত্যুৰ পিছৰ শতিকাবোৰত ৰামানুজৰ ধৰ্মমত সমগ্ৰ ভাৰততে বিয়পি পৰিছিল। পৰৱৰ্তী যুগৰ ভক্তিবাদী ধৰ্মীয় সম্প্ৰদায়বোৰৰো সূচনা আছিল ৰামানুজেই।

পিছৰ যুগৰ বহুতো ধৰ্মগুৰুৱে ৰামানুজৰ ধৰ্মতত্ত্বকে পূৰ্ণৰূপ দিবলৈ প্ৰয়াস কৰিছিল নানাভাৱে। দক্ষিণৰ তামিল দেশত ইউৰোপৰ খ্ৰীষ্টান ধৰ্মত প্ৰটেষ্টাণ্ট মতবাদ প্ৰচাৰৰ প্ৰাৰম্ভৰ কালত আৰ্মিনিয়ান আৰু কেলভিনিষ্টবিলাকৰ মাজত দুটা ধৰ্মমত সম্বন্ধীয় ভাগ হোৱাৰ দৰে ৰামানুজৰ ধৰ্মমততো দুটা মতাৱলম্বী সম্প্ৰদায়ৰ সৃষ্টি হৈছিল। তাৰে উত্তৰ ভাৰতীয় সম্প্ৰদায়ৰ লোকে মোক্ষলাভৰ তুলনা দিছিল বান্দৰৰ উপমাৰে। এই বানৰ-তত্ত্ব মতে বান্দৰে যেনেকৈ পোৱালিবোৰ বুকুত বান্ধি নিৰাপদ ঠাইলৈ লৈ যায়, পৰমাত্মায়ো আত্মাবোৰক তেনেদৰে বুকুত বান্ধি মোক্ষলাভৰ পথেদি লৈ যায়। তাকে কৰোতে বান্দৰৰ পোৱালিবোৰে যেনেকৈ মাকৰ গাত সাবটি ধৰি

থাকে, তেনেকৈ আত্মায়ো কিছু কষ্ট কৰিবই লাগিব। দক্ষিণৰ সম্প্ৰদায়ে কিন্তু মোক্ষলাভৰ তুলনা কৰিছিল মেকুৰীৰ ব্যৱহাৰৰ লগত। এই মাৰ্জাৰ-তত্ত্ব মতে, মেকুৰীজনীয়ে যেনেকৈ নিজৰ পোৱালিবোৰ মুখত আলফুলকৈ নিৰাপদ ঠাইলৈ কঢ়িয়াই লৈ যায় তেনেকৈ ঈশ্বৰেও যাক ইচ্ছা কৰে তাৰ আত্মাক স্বচ্ছন্দে উদ্ধাৰ কৰে। তাৰ বাবে আত্মাবোৰে কোনো প্ৰয়াসেই কৰিব নেলাগে।

মধ্ব নামে ত্ৰয়োদশ শতিকাৰ এজন ধৰ্মগুৰুৱে ৰামানুজক ধৰ্মমত সম্পূৰ্ণ বেলেগ ৰূপত গঢ় দি তাৰ নতুন দিশ নিৰ্ণয় কৰি সকলোকে চমৎকৃত কৰিছিল। এই কন্নড় দেশীয় ধৰ্মাচাৰ্যই 'উপনিষদ'ৰ ঈশ্বৰ আৰু মানৱাত্মা একাত্ম হোৱাৰ যি তত্ত্ব তাক সম্পূৰ্ণৰূপে অস্বীকাৰ কৰি প্ৰকাশ্যে দ্বৈতবাদৰ পোষকতা কৰিছিল। 'উপনিষদ'ৰ যিবোৰ পাঠত সেই আধ্যাত্মিক তত্ত্ববোৰ আছে তেওঁ সেইবোৰ দৰাচলতে ভিন্ন অৰ্থবাহী আলঙ্কাৰিকহে বুলি নতুন ব্যাখ্যা দি অদ্বৈতবাদৰ কথা ক'তো কোৱাই নাই বুলি ক'লে। তাৰ পিছত ঘোষণা কৰিলে যে বিষ্ণু, আত্মাবিলাক আৰু পদাৰ্থ (= পঞ্চভূত) সদায় সম্পূৰ্ণভাৱে পৃথক পৃথক। বিষ্ণুৰ আত্মাগণ আৰু পঞ্চভূত বা প্ৰকৃতিৰ ওপৰত একাধিপত্য ক্ষমতা—যি ইচ্ছা তাকে কৰিব পাৰে। সৰ্বশক্তিমান বিষ্ণুৱে সেইদেখি কৃপাপৰৱশ হৈ আত্মগণৰ যাকে ইচ্ছা তাকে উদ্ধাৰ কৰিব পাৰে—কিন্তু তেনে মুক্তি লাভ কৰিবলৈ হ'লে মানুহে পবিত্ৰ আৰু নৈতিক জীৱন-যাপন কৰিব লাগিব। অসৎ আত্মাবোৰে চিৰকালৰ বাবে অভিশপ্ত হৈ নৰকত নিক্ষিপ্ত হৈ অনন্তকালৰ বাবে ঈশ্বৰৰ পৰা অতি দূৰত অৱস্থান কৰিব লাগে আৰু মধ্যম গুণযুক্ত সাধাৰণ আত্মাবোৰে অনন্তকাললৈ জন্ম-মৃত্যুৰ আৱৰ্তৰ মাজত ভ্ৰমি ফুৰে।

মধ্বৰ দৰ্শনৰ এক বিশেষভাৱে লক্ষ্য কৰিবলগীয়া কথা হৈছে তেওঁৰ ধৰ্মদৰ্শনত বায়ু দেৱতাই পোৱা গুৰুত্ব। বায়ু বিষ্ণুৰ পুত্ৰ—এই জগতত বিষ্ণুৰ প্ৰতিনিধি হিছাপে বায়ুয়েই সকলো কাম কৰে। মধ্বাৰ ধৰ্মমতত এই বায়ু দেৱতাৰ ভূমিকাৰ খ্ৰীষ্টান ধৰ্মতত্ত্বৰ 'হ'লি গোষ্ট'—তত্ত্বৰ সাদৃশ্য আছে। প্ৰসঙ্গক্ৰমে উল্লেখনীয় যে প্ৰাচীন হিব্ৰু আৰু ছিৰিয়াক ভাষাত বায়ু, উশাহ আৰু আত্মা বুজোৱা শব্দ একেটাই মাত্ৰ। আচলতে মধ্বাৰ ধৰ্মৰ লগত খ্ৰীষ্টান ধৰ্মৰ ইমান মিল দেখা যায় যে মালাবাৰৰ ছিৰিয়ান খ্ৰীষ্টানবিলাকৰ দ্বাৰা তেওঁ যে প্ৰভাৱিত হৈছিল সেই বিষয়ে কোনো সন্দেহৰ থল নাই বুলি বুজিব পাৰি। ঈশ্বৰ আৰু আত্মাৰ মাজত স্পষ্ট ভিন্নতা, চিৰকালৰ বাবে নৰকত পতিত হোৱাৰ ধাৰণা আৰু বায়ুৰ বিশেষ গুৰুত্ব— এইবোৰ দেখ্ দেখ্‌কৈ খ্ৰীষ্টান ধৰ্মৰ ধাৰণাৰ সৈতে একে। মধ্বাৰ বিষয়ে লোকসমাজত যিবোৰ অলৌকিক কাহিনী প্ৰচলিত আছে সেইবোৰো নিশ্চয় খ্ৰীষ্টান গ'ছপেল্ বা শুভবাৰ্তাবোৰৰ পৰা আহৰণ কৰা হৈছিল। বাল্যাৱস্থাতে তেওঁ এটা মন্দিৰত বিদ্বান ব্ৰাহ্মণ পণ্ডিতমণ্ডলীৰে তৰ্কবাদ কৰি জিকিছিল। তেওঁ যেতিয়া সন্ন্যাস গ্ৰহণ কৰিছিল তেতিয়া আকাশবাণী হৈছিল তেওঁ গুণ-গৰিমা

বৰ্ণনা কৰি। হাতত এমুঠি অন্ন লৈ তেওঁ বিশাল জনতাৰ ক্ষুধা নিবাৰণ কৰিছিল। তেওঁ পানীৰ ওপৰত খোজ কাঢ়িছিল। তেওঁ চকুৰ এটা চাৱনিতে উত্তাল সমুদ্ৰই শান্ত ৰূপ ধাৰণ কৰিছিল।

তেনেকৈ শৈৱধৰ্মতো ভক্তিবাদী ধাৰা আৰম্ভ হৈ স্তুতিগীত ৰচনা কৰোঁতাসকলৰ দ্বাৰা পৰিপুষ্ট হৈছিল। পাশুপত আৰু অন্যান্য শৈৱ সম্প্ৰদায়বিলাকৰ প্ৰাচীন ধৰ্মগ্ৰন্থক বুলিছিল 'আগম।' সেইবোৰ লিখা আছিল সংস্কৃত ভাষাত। পিছলৈ সেই আগম শাস্ত্ৰবোৰ পৰিপূৰক হিছাপে তামিল ভাষাত লিখিত পাঠ চলিবলৈ ধৰিছিল। ক্ৰমাৎ পৰিপূৰক নহৈ সম্পূৰ্ণভাৱে সংস্কৃত আগমৰ সলনি তামিল ভাষাত বিৰচিত আগমবোৰহে চলিছিল। তামিল আগমবোৰত পুৰণা সংস্কৃত আগমৰ কথাবোৰৰে পুনৰাবৃত্তি কৰা হৈছিল যদিও সেইবোৰৰ লগত নায়নাৰ সম্প্ৰদায়ৰ ভক্তিবাদ সংযুক্ত হৈছিল। চতুৰ্দশ শতাব্দীলৈকে ৰচনা কৰা সৰ্বমুঠ চৈধ্যখন তামিল ধৰ্মশাস্ত্ৰকে 'শৈৱসিদ্ধান্ত' বোলা হয়। সেই গ্ৰন্থই হৈছে শৈৱধৰ্মী লোকৰ বাইবেল। দক্ষিণ ভাৰতৰ সকলো ধৰ্মশাস্ত্ৰৰ ভিতৰতে সেই গ্ৰন্থও অন্যতম প্ৰভাৱশালী।

তামিল শৈৱধৰ্মই তিনিটা মহাবাস্তৱ সত্যৰ শিক্ষা দিয়ে। সেইকেইটা হ'ল ঈশ্বৰ (= 'পতি' বা প্ৰভু) ; আত্মা (= 'পশু', যাৰ আক্ষৰিক অৰ্থ হ'ল জন্তু) আৰু প্ৰকৃতি (= দ্ৰব্য, ভূত, বস্তু) অৰ্থাৎ 'পাশ্' বা বন্ধন। মুক্তি বা মোক্ষ লাভ হ'লে জীৱ বা আত্মা ঈশ্বৰেৰে 'মিলিত' হে হয়, বিলীন হৈ নেযায়। এই বিষয়ত তামিল শৈৱধৰ্মই দ্বৈতবাদৰ ক্ষেত্ৰত বৈষ্ণৱ ধৰ্মাচাৰ্য ৰামানুজৰ চৰ্তসাপেক্ষ অদ্বৈতবাদকো অতিক্ৰম কৰি এখোজ আগুৱাইহে গৈছিল। এই শৈৱধৰ্মৰ আন এক চমকপ্ৰদ বিষয় হৈছে শিৱ দেৱতাৰ নামত চলি অহা অনেক পুৰণি ধাৰণা—তেওঁৰ কঠুৱা, খেয়ালী আৰু অনৈতিক চৰিত্ৰকথনবোৰৰ সম্পূৰ্ণ বিলুপ্তি। জগতৰ কৰ্মবন্ধৰ নিয়ন্তা হিছাপে এই শৈৱ ধৰ্মত শিৱৰ ভূমিকা আছিল অবিমিশ্ৰ ন্যায়পৰায়ণতা আৰু তেওঁৰ সৃষ্ট সমস্ত জীৱকুলৰ প্ৰতি অপৰিসীম দয়া আৰু প্ৰেমৰ ওপৰত প্ৰতিষ্ঠিত। এই শৈৱধৰ্মত শিৱই ভক্তগণৰ আহ্বান কেতিয়াও উপেক্ষা নকৰে। যেতিয়াই যি ৰূপতে তেওঁৰ ভক্তগণে তেওঁক আৰাধনা কৰে সেই ৰূপতে অৱতীৰ্ণ হৈ মনোবাঞ্ছা পূৰ্ণ কৰে।

শিৱনানসিদ্ধিয়াৰ স্তোত্ৰগ্ৰন্থত তাকে বৰ্ণনা কৰিছে তলত দিয়া ধৰণে—

"তেওঁ দয়াৰ শৰীৰ। দয়াই তেওঁৰ গুণাৱলী। দয়াই তেওঁৰ জ্ঞান।
দয়াই তেওঁৰ কৰ্ম। তেওঁৰ কৰকমল চৰণদ্বয় সকলো দয়াৰে।
দয়াই তেওঁৰ দেহ-মন সৰ্বত্ৰ ব্যাপ্ত। সেই অতল-অনন্ত
অপৰিমেয় ঈশ্বৰে এনে দয়াৰ মূৰ্তি ধাৰণ কৰে কেৱল
জীৱকুলৰ পৰিত্ৰাণৰ উদ্দেশ্যে।"
"মহান ঈশ্বৰে শাস্তি দিয়ে যাতে পাপীজনে পাপপথ

ত্যাগ কৰি পৰিশুদ্ধ হয়। যাতে পুনৰ ন্যায়ৰ পথলৈ
আহে। তেওঁৰ সকলো কৰ্মৰে উদ্দেশ্য প্ৰেমনিসৃত মঙ্গলময়।"
"সততা, প্ৰেম, দয়া, শান্ত ব্যৱহাৰ
শিষ্টতা, বন্ধুত্ব, শালীনতা,
সাধুতা, তপঃ-ব্ৰতাদি, সতীত্ব
দানশীলতা, সম্মান, সম্ভ্ৰম আৰু সত্যবাদিতা
পবিত্ৰতা আৰু আত্ম-সংযম
জ্ঞান আৰু পূজা-অৰ্চনা
এই সকলো হ'ল উত্তম গুণাৱলী—
আমাৰ প্ৰেমময় দয়াময় ঈশ্বৰৰ সেয়ে বাণী।"

একেশ্বৰবাদৰ ধাৰণাত অন্য সকলো হিন্দু ধৰ্মীয় সম্প্ৰদায়তকৈ আগবঢ়া আৰু সম্পূৰ্ণ আৰু নিবিড় আছিল বোধহয় তামিল শৈৱসকলেই—

"তুমি যাকে ইষ্ট দেৱতা বুলি মান্য কৰিবা সেইজনেই ঈশ্বৰ।
আন সকলো দেৱতাৰে মৃত্যু হয়, পুনৰ্জন্ম হয়। তেওঁলোকে কষ্ট পায়, পাপত ভোগে।
তেওঁলোকে আমাক কোনো ধৰণে পুৰস্কৃত কৰিব নোৱাৰে।
দিব পাৰে মাত্ৰ আমাক প্ৰভু ঈশ্বৰে— আমাৰ ভক্তিৰ বাবে যথাযথ পুৰস্কাৰ।"
"আমি কোনো দেৱতাক পূজা কৰোৱেই—
উদাহৰণ স্বৰূপে আমাৰ পিতৃপুৰুষসকলক আমি পূজন কৰো।
কিন্তু আমাৰ প্ৰতি সদায় সদয় হ'লেও তেওঁলোকে আমাক
একো দিব নোৱাৰে। কাৰণ সেই সকলো তেনে
দেৱতা সৰ্বশক্তিমান ঈশ্বৰৰ আজ্ঞাবাহী মাত্ৰ
তেওঁলোকৰ জৰিয়তে আমাক পুৰস্কৃত কৰে সৰ্বশক্তিমান ঈশ্বৰেহে।"
"যদি শিৱইহে আমাক মুক্তি দিব পাৰে তেন্তে
তেওঁকে—কেৱল তেওঁকে পূজা কৰাটোৱেই হ'ল একমাত্ৰ পথ।
বাকী সকলো দেৱতাৰ পূজা নিৰৰ্থক।
আমাৰ প্ৰভুশিৱৰ ধৰ্মই ধ্যান-প্ৰাণ। তেওঁৰ নিজৰ কোনো
কামনা-বাসনা নাই। একমাত্ৰ ইচ্ছা আমাক উপকাৰ কৰাৰহে।
গতিকে তেওঁৰ পূজাই কৰিব লাগে একান্তমনে।"

আনফালে কাশ্মীৰত আন এক শৈৱধৰ্মৰ আৰম্ভণি হ'ল। সেই শৈৱধৰ্মৰ নাম আছিল 'ত্ৰিক' বা 'ত্ৰিকোণ'—কাৰণ তেওঁলোকৰ সম্প্ৰদায়ৰ ঘাই ধৰ্মগ্ৰন্থ আছিল তিনিখন। সেই সম্প্ৰদায় চিন্তাধাৰাৰ তামিল শৈৱসিদ্ধান্তৰ লগত মিল নাছিল। কাৰণ তেওঁলোক

আছিল সম্পূৰ্ণ অদ্বৈতবাদী। তেওঁলোকে শঙ্কৰৰ ধৰ্মমতকে মানি চলিছিল। বাহিৰৰ দৃশ্যমান জগতখনৰ কোনো বাস্তৱতা নাই—সকলো ভ্ৰান্তিময় মায়া মাথোন। তেওঁলোকৰ ধৰ্মদৰ্শনৰ বাহিৰৰ দৃশ্যমান জগতৰ অস্তিত্ব কেৱল আত্মাৰ ভ্ৰান্ত ধাৰণাতহে বৰ্তি থাকে। 'ত্রিক' পন্থীসকলৰ মতে, মোক্ষলাভ হ'ব পাৰে আত্মাৰ মাজৰ পৰা দৃশ্যমান জগত সম্বন্ধে এই ভ্ৰান্তিৰ অৱসান ঘটিলে বা আকস্মিকভাৱে অতিলৌকিক বাস্তৱৰ বিষয়ে সম্যক জ্ঞান আৰু চেতনাৰ উদয় হ'লে। কথাটো স্থাপিত ধৰ্মাচৰণত বিশ্বাস নকৰা, নন্‌কনফৰ্মিষ্ট্ ধৰণৰ মানুহৰ হঠাৎ জ্ঞানোদয় হৈ ধৰ্মপন্থালৈ পুনৰ ঘূৰি অহাৰ দৰে। কাশ্মীৰৰ শৈৱধৰ্মৰ প্ৰখ্যাত ধৰ্মাচাৰ্য আছিল দশম শতিকাৰ অভিনৱগুপ্ত—ধৰ্মতত্ত্ব আৰু কাব্যকলা দুয়ো ক্ষেত্ৰতে এক সুপ্ৰসিদ্ধ নাম।

তৃতীয় তেনে এক উল্লেখনীয় শৈৱ সম্প্ৰদায় জনাজাত আছিল লিঙ্গায়ত বা বীৰ শৈৱ নামেৰে। সেই পন্থৰ প্ৰতিষ্ঠাতা আছিল বাসৱ। বাসৱ আছিল ১১৫৬ খ্ৰীঃত কল্যাণীৰ চালুক্য বংশৰ পৰা প্ৰতাৰণা কৰি সিংহাসন অধিকাৰ কৰা ৰজা বিজ্জল কলচুৰি এজন মন্ত্ৰী। এই সম্প্ৰদায়ৰ গুৰুত্ব ধৰ্মদৰ্শনৰ কোনো অভিনৱত্বৰ বাবে নহয় বৰং আছিল তেওঁলোকৰ ধৰ্মাচাৰত থকা কিছুমান বিশেষ ৰীতি আৰু সামাজিক আচাৰ-বিচাৰৰ বাবেহে। ধৰ্ম-দৰ্শনৰ ক্ষেত্ৰত তেওঁলোক আছিল চৰ্তসাপেক্ষ অদ্বৈতবাদী। তেওঁলোকৰ কিছুমান আচাৰ-ব্যৱহাৰ ব্যতিক্ৰমী ধৰণৰ আছিল। বাসৱে মূৰ্তি পূজাৰ বিৰোধিতা কৰিছিল। তেওঁৰ সম্প্ৰদায়ত একমাত্ৰ ধৰ্মীয় পবিত্ৰ প্ৰতীক আছিল শিৱলিঙ্গ। ক্ষুদ্ৰাকৃতি শিৱলিঙ্গ এটি লিঙ্গাযত সম্প্ৰদায়ৰ লোকে লগত লৈ ফুৰিব লাগিছিল। বাসৱে বেদৰ শ্ৰেষ্ঠত্ব সম্পূৰ্ণভাৱে অস্বীকাৰ কৰিছিল—অস্বীকাৰ কৰিছিল ব্ৰাহ্মণ শ্ৰেণীৰ কৰ্তৃত্বও। তাৰ সলনি নতুন এক শ্ৰেণী পুৰোহিত সৃষ্টি কৰিছিল। সেইসকল 'জঙ্গম' বুলি জনাজাত আছিল। তেওঁ তীৰ্থ যাত্ৰা নিষ্প্ৰয়োজনীয় বুলি কৈছিল, যাগ-যজ্ঞ, বলি-বিধানৰ বিৰোধিতা কৰিছিল। তেওঁৰ ধৰ্মপন্থৰ অনুগামীসকলৰ মাজত সকলোৰে সমান অধিকাৰ প্ৰতিষ্ঠা কৰিছিল—সেই সাম্যবাদে আনকি লিঙ্গভেদো অতিক্ৰম কৰি নাৰীসকলক পুৰুষৰ দৰেই স্বামীৰ মৃত্যু হ'লে পুনৰ বিবাহ কৰিবলৈ পূৰ্ণ অধিকাৰ প্ৰদান কৰিছিল। আৰ্যসকলৰ অন্যান্য ৰীতি-নীতিৰ ভিতৰত মৃতদেহ দাহ কৰা প্ৰথাৰো তেওঁ নিন্দা কৰিছিল। তেওঁৰ অনুগামী লিঙ্গায়ত পন্থীসকলৰ মৃত্যু হ'লে এতিয়াও দাহ কৰাৰ সলনি সমাধিস্থহে কৰা হয়। সম্ভৱতঃ তেওঁ ইছলাম ধৰ্মৰ বিষয়ে কিছু কথা জানি-শুনি সেইবোৰৰ দ্বাৰাই প্ৰভাৱান্বিত হৈছিল। লিঙ্গায়তসকলে আজিকোপতি তেওঁলোকৰ পন্থা আৰু ধৰ্মমতৰ স্বতন্ত্ৰতা অক্ষুণ্ণ ৰাখিছে। এতিয়া ৰক্ষণশীল পৰম্পৰাগত হিন্দু ধৰ্মৰ লগত কোনো কোনো বিষয়ত অলপ-অচৰপ আপোচ কৰি চলিছে যদিও হায়দৰাবাদ আৰু মহীশূৰ আদি অঞ্চলত লিঙ্গায়তসকল এক গুৰুত্বপূৰ্ণ সম্প্ৰদায়। তেওঁলোকৰ ধৰ্মগ্ৰন্থবোৰ ঘাইকৈ কন্নড় আৰু তেলুগু ভাষাত লিখা।

## হিন্দু কৰ্ম-কাণ্ড আৰু উৎসৱাদি :

বৈদিক ধৰ্মৰ মূল কৰ্ম-কাণ্ড আছিল যজ্ঞ। হিন্দু ধৰ্মত যজ্ঞৰ স্থান ল'লে পূজাই। সাধাৰণতে কোনো এজন দেৱতাক পূজা কৰা হয় তেওঁৰ এটি মূৰ্তি স্থাপন কৰি যাক কোৱা 'অৰ্চা।' বিশেষ বিধি অনুসৰি মন্ত্ৰক্ৰিয়া সম্পন্ন কৰি সেই মূৰ্তি পবিত্ৰ কৰি লোৱাৰ পিছত বিশ্বাস কৰা হয় যে উপাস্য দেৱতাজন সেই মূৰ্তিতে আহি স্থিত হয়হি। যদিও পূজাত ভকতসকলে সেই মূৰ্তি বা বিগ্ৰহৰ চৰণতলত পৰি বৰ বা অন্যান্য কৃপা ভিক্ষা কৰে, তথাপি পূজা দৰাচলতে প্ৰাৰ্থনা কৰা অনুষ্ঠান নহয়। ঘাইকৈ সি শ্ৰদ্ধা প্ৰদৰ্শন কৰা আৰু বিনোদনৰ অনুষ্ঠানহে। উপাস্য দেৱতাক পদ প্ৰক্ষালনৰ বাবে জলাঞ্জলি দিয়া হয়, মান্যৱন্ত অতিথিক দিয়াদি পুষ্পভাৰ আৰু তাম্বুলাদি যচা হয়। উষাকালত দেৱতাক উৎসৱাদিৰে নিদ্ৰাভঙ্গ কৰোৱা হয় সঙ্গীতৰ ধ্বনি, ঘণ্টাধ্বনি আৰু শঙ্খধ্বনিৰ শবদেৰে। দেৱতাৰ মূৰ্তিক স্নান কৰাই, মচি, পুনৰ কাপোৰ পিন্ধোৱা হয়। পুনৰ পুষ্পমাল্য, ধূপ-ধূনা আৰু আৰতিৰ প্ৰদীপেৰে দেৱতাক সন্মান জনোৱা হয়। সাধাৰণতে সিজোৱা চাউল বা ভাত আৰু ফলমূল দেৱতাক খাদ্য হিছাপে অৰ্পণ কৰা হয। দেৱতাই অৱশ্যে উছৰ্গিত অন্নৰ সূক্ষ্ম ভাৱান্নহে দেৱভোগ বুলি গ্ৰহণ কৰে। স্থূল দ্ৰব্যভাগ তেওঁৰ পূজাৰীসকলৰ বাবে বা দৰিদ্ৰজনৰ মাজত বিতৰণ কৰিবলৈ থাকি যায়। বহুতো মন্দিৰত দেৱ-মূৰ্তিক ৰাতি হ'লে শয়ন-কক্ষলৈ কঢ়িয়াই নি শয্যাত তেওঁৰ পত্নী বা পত্নীগণৰ সৈতে স্থাপন কৰা হয়। ডাঙৰ ডাঙৰ মন্দিৰবোৰত দেৱমূৰ্তিক পৰিচাৱকবিলাকে বিচনীৰে বিচি থাকে। নাচনী ছোৱালীহঁতে প্ৰাচীন যুগৰ ভাৰতীয় ৰজাসকলৰ মনোৰঞ্জন কৰাদি নাচি নাচি দেৱতাৰ মনোৰঞ্জনো কৰে। উৎসৱৰ দিন আহিলে দেৱমূৰ্তিক শোভাযাত্ৰা কৰি নগৰ পৰিভ্ৰমণৰ বাবে সুদৃশ্য সুসজ্জিত ৰথত তুলি লৈ যোৱা হয়। শোভাযাত্ৰাত নিম্ন বৰ্গৰ বিভিন্ন দেৱ-দেৱীসকল নিজৰ ৰথত যায়। সেইবোৰ ৰথ টানি লৈ যায় দেৱতাৰ অগণন ভক্তই। গায়ক-বাদ্যকাৰ-নৃত্যকাৰ জাকে জাকে শোভাযাত্ৰাত থাকিবই। লগতে থাকে হাতে হাতে ছত্ৰ-চামৰ-ব্যজন লৈ অলেখ ভৃত্য-অনুচৰ।

মন্দিৰৰ আৰম্ভণ হৈছিল সৰু একোটা কাঠৰ ঘৰত। তাত স্থাপন কৰা হৈছিল অপৈণত হাতেৰে গঢ়া একোটা মূৰ্তি বা দেৱতাৰ কিবা প্ৰতীক। কিন্তু গুপ্তযুগ আৰম্ভ হোৱাৰ সময়ৰ ভিতৰতে সেই সৰু সৰু কাঠৰ মন্দিৰৰ সলনি গোটেই ভাৰতত ডাঙৰ ডাঙৰ মন্দিৰ বা দেৱালয়বোৰ নিৰ্মিত হৈছিল। গুপ্তযুগত ঠিক এতিয়াৰ সমানেই ডাঙৰ ডাঙৰ মন্দিৰবোৰ আছিল। মন্দিৰৰ কেন্দ্ৰস্থল বা গৰ্ভগৃহ হ'ল দেৱালয়ৰ প্ৰধান উপাস্য দেৱতাৰ বাসৰ বাবে আচুতীয়াকৈ ৰখা অংশ। মন্দিৰত এটা পুষ্কৰিণী বা জলাশয় থাকিবই। শিলেৰে বন্ধোৱা ছিৰিৰে নামি সেই পুখুৰীত পূজাৰ আগতে জলশুদ্ধি কৰি লয় ভক্তগণে। কেতিয়াবা কাষত নদী থাকিলে পুখুৰীৰ সলনি সেই নদীলৈ নামিবলৈ ছিৰি নিৰ্মাণ কৰি দিয়ে। সেইদৰে জলশুদ্ধিৰ ব্যৱস্থা মন্দিৰ নিৰ্মাণৰ আঁচনি কৰোঁতেই

কৰে। মন্দিৰৰ ভিতৰত এটা সভাগৃহো থাকিব পাৰে। সেই ঘৰত বহি শুনিবলৈ ইচ্ছা কৰা ভক্তগণে ৰামায়ণ-মহাভাৰত, পুৰাণ আৰু আন আন অ-বৈদিক পবিত্ৰ ধৰ্মশাস্ত্ৰৰ পাঠ বা কথকতা শুনে। মন্দিৰত তীৰ্থযাত্ৰীসকল থাকিব পৰাকৈ একোটা আলহীঘৰো থাকে। তদুপৰি আন আন বহুতো কাৰ্যালয়—নানা অনুষ্ঠান-প্ৰতিষ্ঠান। সেইবোৰৰ বেছিভাগেই সমাজৰ সেৱাৰ বাবে প্ৰয়োজন অনুসৰি হৈছিল।

খ্ৰীষ্টান 'কংগ্ৰিগেছন' বা ইছলামিক 'জমায়েত'ৰ দৰে সমূহীয়া প্ৰাৰ্থনা বা উপাসনা পদ্ধতি আদিকালৰ হিন্দু ধৰ্মত প্ৰচলিত নাছিল। যদিও মধ্যযুগৰ কিছুমান হিন্দু ধৰ্মীয় পন্থাত সেই পদ্ধতিৰ সমাদৰ বাঢ়িছিল। ভক্তসকলে অকলে অকলে বা পৰিয়ালৰ সদস্যসকলক লগত লৈ উপাস্য দেৱতাৰ মন্দিৰলৈ গৈ পূজা-সেৱা কৰি গুচি যোৱাৰ নিয়মেই আছিল। ডাঙৰ মন্দিৰ হ'লে পূজাৰ কামবোৰ পুৰোহিতে বা পুৰোহিতমণ্ডলীয়ে কৰে। সেই পূজা দৰ্শন কৰিবলৈ অনেক ভক্ত সমবেত হয়। কিন্তু দৰ্শক ৰূপেহে। পূজাৰ কামত কোনো অংশ গ্ৰহণ তেওঁলোকে নকৰে।

বৈদিক যুগৰ যজ্ঞানুষ্ঠানত কৰাৰ দৰে বলি দিয়া প্ৰথা লাহে লাহে বিলুপ্ত হৈছিল যদিও আন এবিধ ৰক্তাক্ত বলি-বিধানেৰে পূজা কৰা ৰীতি প্ৰচলিত হৈছিল। এই নতুন বলি কাটি পূজা কৰা প্ৰথা মধ্যযুগত বৰ জনপ্ৰিয় হৈছিল। নিশ্চয় এই প্ৰথা অনাৰ্য আদিবাসীসকলৰ পূজাৰ নিয়মৰ পৰাই হিন্দু সমাজত সোমাইছিল। এনে বলি কটা পূজা বৈষ্ণৱধৰ্মী লোকৰ মাজত নাছিল বুলিয়েই ক'ব পাৰি। কিন্তু দুই এটা শৈৱ সম্প্ৰদায় বিশেষকৈ দুৰ্গাপূজা কৰা ভক্ত সমাজত ইয়াৰ প্ৰচলন আছিল। বলি কটা পূজাত যজ্ঞৰ বলি দিয়াৰ দৰে নানা তন্ত্ৰ-মন্ত্ৰৰ অনুষ্ঠান নকৰি পোনপটীয়াকৈ দেৱতাৰ মূৰ্তিৰ আগত বলি দিয়া হয়। এনে ধৰণে বুলি দিয়া হয় যাতে বলিৰ তেজৰ ছিটিকনি মূৰ্তিৰ গাত পৰে। এনে ধৰণে মন্ত্ৰপূতঃ কৰি বলি দিয়াৰ সমৰ্থনত এইদৰে যুক্তি দিয়া হয় যে বলি দিয়া জন্তুৰ আত্মা পোনপটীয়াকৈ স্বৰ্গলৈ গুচি যায়। কিন্তু সেই সময়ৰো শ্ৰেষ্ঠ ভাৰতীয় মনীষীসকলে এই বলি দিয়া ব্যৱস্থা সমৰ্থন কৰা নাছিল। এই বলি দিয়াৰ প্ৰথা যে বঙ্গদেশ আৰু ভাৰতৰ অন্যান্য ঠাইত এতিয়াও চলি আছে তাৰ বাবে আধুনিক ভাৰতীয় হিন্দু মানুহে লজ্জা বোধ কৰে।

বলি দিবৰ বাবে নিৰ্বাচিত জন্তুবোৰ হ'ল মহিষ, ছাগ, ভেড়া আৰু মতা কুকুৰা। নৰ-বলিও হৈছিল সময়ে সময়ে। বলি দিয়া তত্ত্ব অনুসৰি, বলি হিছাপে উছৰ্গা কৰা সকলো অপৰাধীৰে পাপ নাশ হৈ তাৰ আত্মা শুদ্ধ হয় বুলি বিশ্বাস কৰা হয়। নৰ-বলিৰ বাবে দাগী অপৰাধী বা কয়েদীক ধৰ্মনিৰপেক্ষ মানুহেই যোগান ধৰিছিল। কিন্তু তাৰ বাহিৰেও নৰ-বলিৰ বাবে লোক সংগ্ৰহ কৰোঁতে অনেক আপত্তিকৰ আৰু অন্যায় কৌশল অৱলম্বন কৰা হৈছিল। গোপন তান্ত্ৰিক পূজাত নৰ-বলি দিবলৈ বালিকা অপহৰণ কৰি নিয়া অনেক কাহিনী আমি পঢ়িবলৈ পাওঁ। আনকি দুৰ্গাদেৱীৰ কোনো

এক মন্দিৰত নিতৌ নতুন নৰ-বলি দিয়াৰ কথাও পঢ়িবলৈ পোৱা যায়। স্বেচ্ছাই নিজকে বলি হিচাপে উছৰ্গা কৰা বা ধৰ্মৰ নামত আত্মহত্যা কৰাৰো অনেক প্ৰকাৰ নিয়ম আছিল। বিশেষকৈ মধ্যযুগৰ দাক্ষিণাত্যত তেনে ধৰণৰ আত্মোৎসৰ্গৰ অনেক কাহিনী লিপিবদ্ধ হৈ থকা পোৱা গৈছে। অনেক ধৰ্মপ্ৰাণ ব্যক্তিয়ে কেতিয়াবা নিজৰ প্ৰতিজ্ঞা পূৰণৰ বাবে, কেতিয়াবা নিজৰ ৰজাৰ বিজয় কামনা কৰি কোনো স্তম্ভৰ ওপৰৰ পৰা তললৈ জঁপিয়াই পৰি ডিঙি ভাঙি মৃত্যুবৰণ কৰিছিল বা ক্ষুৰেৰে নিজৰ ডিঙি কাটি বা কোনো পবিত্ৰ নদীত জাঁপ দি মৃত্যুক আঁকোৱালি লৈছিল। সেই ফালৰ পৰা চাবলৈ গ'লে সতীদাহো আছিল এক প্ৰকাৰ নৰ-বলিয়েই।

নাৰী বা মাতৃ দেৱী বা দেৱীকা পূজা কৰা আৰু এবিধ ধৰ্মীয় কৰ্ম-কাণ্ড আছিল। তেওঁলোকে মানি চলা শাস্ত্ৰবোৰক তন্ত্ৰ বোলা হৈছিল কাৰণে তেওঁলোকক তান্ত্ৰিক বুলি কোৱা হৈছিল বা শক্তি পূজক আছিল কাৰণে 'শক্তিক' বুলিছিল। শক্তি হৈছে দেৱতাৰ শক্তিৰ ব্যক্তিৰূপ। এই তান্ত্ৰিকসকলক বামাচাৰী বুলিও জনা গৈছিল। তাৰ কাৰণ হ'ল, তেওঁলোকে আৰাধনা কৰা দেৱীসকল সদায় নিজৰ স্বামীদেৱতাজনৰ বাওঁহাতে বহে। এই বামাচাৰী তান্ত্ৰিকসকলৰ ধাৰণা গতানুগতিক হিন্দু ধৰ্মীয় কৰ্ম-কাণ্ড ফলহীন নহ'লেও সাধাৰণ ভক্তসকলৰ বাবেহে উপযোগী। বামাচাৰী তান্ত্ৰিকসকল কিন্তু সাধাৰণ ভক্তসকলতকৈ ওপৰৰ খাপৰ। কাৰণ তেওঁলোক বহুকাল জোৰা কষ্টকৰ সাধনা কৰিহে দীক্ষা লাভ কৰিছিল। তেওঁলোকে সাধাৰণ পূজা-পাতলতকৈ বহু গুৰুত্বপূৰ্ণ ধৰ্মীয় অনুষ্ঠানত ব্যস্ত থাকি নিজৰ যোগ্যতা বহুগুণে বৃদ্ধি কৰিছে। বৌদ্ধ ধৰ্মৰ বজ্ৰযান পন্থীসকলৰ দৰে তেওঁলোকৰ সাধনাও অতি ফলপ্ৰদ। তান্ত্ৰিকবিলাকৰ ধৰ্মাচাৰত হিন্দু ধৰ্মৰ সাধাৰণ বাধা-নিষেধবোৰ উলংঘা কৰা দেখা যায়। তান্ত্ৰিকবিলাকৰ সৰু সৰু একোটা দল ৰাতি কোনো মন্দিৰ প্ৰাঙ্গণ বা মানুহৰ ঘৰত গোট খায়। প্ৰায়ে তেনেদৰে কোনো শ্মশানশালিৰ মৰা মানুহৰ হাড়-মূৰৰ মাজতো সন্মিলিত হয় ঘোৰ ৰাত্ৰিকালত। মাটিত বৃহদাকাৰ বৃত্তাকৃতি মন্ত্ৰপূতঃ যাদুকৰী গুণ থকা যন্ত্ৰ বা মণ্ডল অংকন কৰি দলৰ সদস্য সকলোটি সেই বৃত্তৰ কেউফালে ঘূৰণীয়াকৈ বহে। সেইদৰে উপবিষ্ট তান্ত্ৰিকসকলৰ মাজত ব্ৰাহ্মণ আৰু অস্পৃশ্য জাতৰ লোক সকলো থাকিব পাৰে। তেনে তান্ত্ৰিক উৎসৱত জাত-পাতৰ কোনো ভেদাভেদ বিচাৰ কৰা নহয়। সকলো সমান বুলি ধৰা হয়। তেনে কৰোতে স্পৰ্শাস্পৰ্শৰ বাবে কাৰো জাত নেযায়। নিত্য কৰণীয় সন্ধ্যাপূজা আদি সমাপ্ত কৰি, ভূতগণৰ তুষ্টি আৰু আন আন তান্ত্ৰিক অনুষ্ঠান কৰি উঠি সেই বামাচাৰী তান্ত্ৰিকৰ দলটো পঞ্চ-মকাৰত লিপ্ত হয়। পঞ্চ-মকাৰ মানে ঃ মদ্য অৰ্থাৎ সুৰাপান ; মাংস ভোজন ; মৎস্যভোজন ; মুদ্ৰা (হাতেৰে বিভিন্ন বিহিত অঙ্গি-ভঙ্গি কৰাৰ ধৰ্মীয় ৰীতি। সেই অঙ্গি-ভঙ্গিবোৰ প্ৰতীকবাদী অৰ্থযুক্ত বুলি কোৱা হয়। হিন্দু ধৰ্মৰ আন আন পন্থাতো সেইবোৰ দেখা যায়। নৃত্য আৰু নাট্যকলাতো বিবিধ মুদ্ৰাৰ

ব্যৱহাৰ শিকোৱা হয়।) ; পঞ্চ-মকাৰৰ পঞ্চমটো হৈছে মৈথুন বা যৌন সম্ভোগ। তান্ত্রিক অনুষ্ঠানৰ সামৰণি হয় পঞ্চভূতৰ পূজা-অৰ্চনাৰে। সেই পঞ্চভূতৰ লগত পঞ্চ-মকাৰৰ ৰহস্যময় সঙ্গতি থকা বুলিও বুজোৱা হয়। কিছুমান তান্ত্রিকৰ মাজত পঞ্চ-মকাৰৰ শেহৰটো মৈথুন মানে মুক্ত যৌনাচাৰ। আকৌ কিছুমান তেনে তান্ত্রিক দলে তেনে ধৰ্মীয় অনুষ্ঠানলৈ নিজৰ পত্নীহঁতক লৈ আনে। কোনো কোনো তান্ত্রিক দলে উপৰি উক্ত পঞ্চ-মকাৰ প্রক্রিয়া প্রতীকভাৱেহে কৰে, বাস্তৱত নকৰে। ৰক্ষণশীল হিন্দুসমাজে এনেবোৰ ধৰ্মাচাৰ ঘৃণাৰ চকুৰেহে চায়।

খ্রীষ্টান ধৰ্মৰ কুখ্যাত 'ব্লেক মাছ' বা চয়তান-পূজাৰ দৰে বৌদ্ধ আৰু হিন্দু ধৰ্মতো তান্ত্রিকবোৰৰ মাজত তেনে কিছুমান কদাচাৰে বাহ লৈছিল। বিশেষকৈ, মধ্যযুগৰ শেহৰফালে পূব ভাৰতত সেইবোৰ বৰকৈ চলিবলৈ ধৰিছিল। তেনে কুমন্ত্র আৰু কুকায়দা এতিয়াও মাজে মাজে অনুষ্ঠিত হোৱা শুনা যায়। কিন্তু নিতান্ত সংগোপনেহে। খুব সম্ভৱ মানুহৰ মাজত যুক্তিবিচাৰ আৰু ধৰ্মীয় নৈষ্ঠিকতাৰ প্রাবল্য বৃদ্ধি পোৱাৰ লগে লগে ভাৰতত তান্ত্রিকতাৰ প্রভাৱ ক্রমাৎ হ্রাস পাবলৈ আৰম্ভ কৰিলে।

## হিন্দু নীতিশাস্ত্র ঃ

নীতিশাস্ত্র আৰু নৈতিকতাৰ বিষয়ে যিমান হিন্দু গ্রন্থ ৰচিত হৈছে তাৰ ভিত্তিত আছে জীৱনৰ তিনি লক্ষ্য—ধৰ্ম, অৰ্থ, কাম। লগতে বিভিন্ন শ্রেণী আৰু বয়সৰ ব্যক্তিসকলৰ বাবে পৰম্পৰাগতভাৱে নির্দিষ্ট কৰ্তব্যৰ বিভাজনকো অবিসম্বাদী স্বীকৃতি দিয়া হয়। যেনে তপস্বী-ঋষিসকলে তেওঁলোকৰ মন-প্ৰাণ সমস্ত অৰ্পণ কৰিব অপাৰ্থিৱ আধ্যাত্মিক চিন্তা-চৰ্চাত বিষয় চিন্তাৰ পৰা দূৰত থাকি। কিন্তু সাধাৰণ হিন্দুলোকক কোৱা হৈছিল ধৰ্মীয় কৰ্তব্য, বৃত্তিগত কৰ্ম আৰু সাংসাৰিক সুখভোগ—এই আটাইবোৰৰ মাজত সমন্বয় ৰাখি এক সুসংহত জীৱন অতিবাহিত কৰিবলৈ। হিন্দু নৈতিকতাবোধৰ এই দিশৰ ওপৰত অন্যান্য প্রসঙ্গত আমি আগতেই আলোচনা কৰিছো। গতিকে আৰু এই বিষয়ে আলোচনা নকৰিলেও হ'ব।

ভাৰতীয় চিন্তাধাৰাৰ লগত অপৰিচিত পাশ্চাত্যজগতৰ মানুহৰ মনত আধুনিক কালৰ যুগান্তকাৰী পৰিৱৰ্তনবোৰ হোৱাৰ আগৰ হিন্দু নৈতিকতাবোধৰ দৃষ্টিভঙ্গীয়ে বিস্ময়ৰ সৃষ্টি কৰিব। কাৰণ সেই দৃষ্টিভঙ্গী আছিল বিভিন্ন যুক্তিবাদ আৰু বাধা-নিষেধৰ আচৰিত মিশ্ৰণ। তলত দ্বাদশ শতিকাৰ দাক্ষিণাত্যৰ চালুক্য ৰজা তৃতীয় সোমেশ্বৰৰ দ্বাৰা প্রণীত বুলি উক্ত 'মানসোল্লাস' নামে এক প্রাচীন গ্রন্থৰ পৰা এটা উদ্ধৃতি দিয়া হ'ল। সেই গ্রন্থখনত এজন ৰজাৰ কৰ্তব্য কি ধৰণৰ হ'ব লাগে আৰু কেনে ধৰণৰ আমোদ-প্রমোদ ৰজাৰ উপযুক্ত সেই বিষয়ে লিখা আছে। তলত উদ্ধৃত কথাখিনিয়ে হিন্দু নীতিবোধৰ সেই দিশৰ ওপৰত আলোকপাত কৰিব—

"এজন ৰজাই নিম্নোক্ত কথা আৰু কামৰ পৰা সদায় দূৰত থাকিব লাগে। যেনে (১) অসত্য (২) বিশ্বাসঘাতকতা (৩) অগম্যাগমন আৰু (৪) অভক্ষ ভক্ষণ।"

"ৰজাৰ বাবে পৰিত্যজ্য (৫) হিংসা (৬) হীনজাতিৰে সংস্পৰ্শ তেওঁ (৭) দেৱতাসকলক ভক্তি কৰিব লাগে আৰু (৮) গো (৯) ব্ৰাহ্মণৰ হিতসাধন কৰিব লাগে।"

"(১০) পিতৃপুৰুষসকলৰ প্ৰতি শ্ৰদ্ধা জ্ঞাপন কৰিব লাগে (১১) অতিথিসকলৰ শুশ্ৰূষা কৰিব লাগে (১২) নিজৰ গুৰুসকলৰ বচন মানিব লাগে (১৩) ব্ৰত-উপবাসাদি পালন কৰিব লাগে আৰু (১৪) পবিত্ৰ জলাশয়ত স্নান কৰিব লাগে।"

"ৰজাই (১৫) দৰিদ্ৰক ভোজন কৰাব লাগে (১৬) অনাথ ল'ৰা-ছোৱালী আৰু বিধৱাৰ ভৰণ-পোষণৰ ব্যৱস্থা কৰিব লাগে। (১৭) ৰোগগ্ৰস্ত (১৮) নিজৰ গোত-গিয়াতি আৰু (১৯) নিজৰ অনুচৰ আৰু ভৃত্যগণক সহায় কৰিব লাগে।"

"ৰজাই (২০) শৰণাগতক ৰক্ষা কৰি চলিব লাগে।

এজন সফলকাম ৰজাৰ বাবে এই একুৰিটা কৰ্তব্য নিৰ্দিষ্ট।"

উপৰি উক্ত পাঠৰ পৰা জানিব পাৰি যে অতিথিপৰায়ণতা, দানশীলতা আৰু সাধুতাৰ ওপৰত অশেষ গুৰুত্ব দিয়া হৈছিল। লগতে কিন্তু ধৰ্মপৰায়ণতা—যেনে পূজা, তীৰ্থযাত্ৰা, গো-ব্ৰাহ্মণৰ প্ৰতিপালন আদিৰো সেইবোৰতকৈ বেছি নহ'লেও সমানেই গুৰুত্ব দিয়া হৈছে। আনকি চলন-ফুৰণ-খাৱন সম্বন্ধীয় যিবোৰ সামাজিক হকা-বধা, যেনে—অস্পৃশ্য জাতিৰ লোকৰে সংসৰ্গ, নিষিদ্ধ খাদ্যভোজন (সেইবোৰৰ ভিতৰত পৰে মাংস, হীনজাতি মানুহে স্পৰ্শ কৰা খাদ্য আৰু বাহী খাদ্য) এইবিলাক মানি চলাও সাধুতা আৰু আত্ম-সংযমৰ সমানেই গুৰুত্বপূৰ্ণ হয় নে নহয় সেই বিষয়ে স্পষ্টভাৱে একো কোৱা হোৱা নাই। সকলো যুগতে অৱশ্যে জ্ঞানী পণ্ডিত গুৰুসকলে জানিছিল যে একমাত্ৰ বাহিৰত সেইবোৰ নীতি-নিয়ম পালন কৰি দেখুৱাতকৈ অন্তৰ শুদ্ধ কৰি সৎ হ'বলৈ চেষ্টা কৰাটোহে বেছি বাঞ্ছনীয়। সেই বাবে গৌতমকৃত 'স্মৃতিশাস্ত্ৰ'ত আঠচল্লিশটা আৰ্যলোকে পালন কৰিব লগা ধৰ্মাচাৰৰ এখন সুদীৰ্ঘ তালিকা দিয়াৰ পিছত লিখিছে এইদৰে—

"ইয়াৰ পিছত মানৱাত্মাৰ থাকিবলগীয়া আঠটা গুণ আছে। সেইকেইটা হ'ল—সকলো জীৱৰ প্ৰতি দয়া, ধৈৰ্য, সন্তুষ্টি, শুচিতা, আন্তৰিক চেষ্টা, সৎ চিন্তা, লোভশূন্যতা আৰু ঈৰ্ষা-অসূয়াৰ পৰা মুক্ত হৈ থকা। যাৰ গাত এইবোৰ গুণ নাই তেওঁ ধৰ্মৰ সকলো পবিত্ৰ ক্ৰিয়াকাণ্ড সম্পন্ন কৰিলেও ব্ৰহ্মাৰ কাষ চাপিব নোৱাৰে আৰু স্বৰ্গপ্ৰাপ্তিও তেনে লোকৰ ভাগ্যত নঘটে। কিন্তু যি লোকৰ এই আঠটা গুণ আছে, তেওঁ এটা ধৰ্মীয় অনুষ্ঠান পালন কৰিলেই ব্ৰহ্মাৰ কৃপালাভ কৰিব পাৰে।"

আন আন বহুতো শাস্ত্ৰতে মানুহৰ থাকিবলগীয়া এনে গুণাৱলীৰ তালিকা দিয়া হৈছে। সেইদৰে দিয়াৰ উদ্দেশ্য হ'ল মানুহৰ মনত সকলো মানুহৰ প্ৰতি এক দয়া আৰু

সহিষ্ণুতাৰ মঙ্গলময় প্ৰেৰণা জাগৃত কৰি তোলা। অহিংসা ধৰ্মৰ দৰ্শনৰ—কিছুদূৰ সি চৰ্তসাপেক্ষ আছিল যদিও—হিন্দু জীৱনৰ ওপৰত সুদূৰপ্ৰসাৰী প্ৰভাৱ পৰিছিল—একমাত্ৰ পশুবধ জীৱহত্যা নিষিদ্ধ কৰাতে সি সীমাবদ্ধ নাছিল। সকলো হিন্দু শাস্ত্ৰতে ক্ষমা, দয়া আৰু বন্ধুত্বৰ শিক্ষা দিয়া হয়। কিন্তু একমাত্ৰ ভিক্ষাদানৰ বাহিৰে সাধাৰণভাৱে মানৱৰ হিতৈষী কোনো উপকাৰী কৰ্মৰ বিধান ক'তো দিয়া নাই। যদিও তেনেদৰে দিয়া কৰ্তব্যৰ তালিকাৰ ভিতৰত সৰ্বজীৱৰ মঙ্গলাৰ্থে কাম কৰাৰ কথাও উল্লিখিত হোৱা দেখা যায়। তামিল ধৰ্মগ্ৰন্থত সৰ্বজীৱৰ প্ৰতি সবলভাৱে ইতিবাচক প্ৰেম আৰু ক্ষমাৰ নীতি গ্ৰহণ কৰাৰ অনেক উদাহৰণ আছে। তাৰ প্ৰমাণ প্ৰাচীন তিৰুকুৰাল গ্ৰন্থৰ পৰা দিয়া তলৰ উদ্ধৃতিবোৰত পোৱা যাব—

"যাৰ অন্তৰত প্ৰেম নাই তাৰ চিন্তা নিজতেই সীমাৱদ্ধ
কিন্তু প্ৰেমময় দয়াপূৰ্ণ যিসকল তেওঁলোকে আনৰ বাবে
সৰ্বস্ব ত্যাগ কৰিব পাৰে।"
"পুৰস্কাৰৰ কোনো আশা নকৰাকৈয়ে যি আনৰ
উপকাৰ সাধন কৰে—স্বৰ্গ-মৰ্ত্যৰ অধিকাৰী কৰিলেও
তেওঁক যথাযোগ্যভাৱে পুৰস্কৃত কৰিব নোৱাৰি।"
"প্ৰতিশোধ পূৰণৰ আনন্দৰ আয়ুঃমাত্ৰ এদিন।
কিন্তু শান্তিস্থাপনৰ আনন্দ চিৰদিনীয়া।"
"যিসকলে ব্ৰত-উপবাস আদি পালন কৰে তেওঁলোক
মহৎ। কিন্তু যিসকলে অনিষ্টকাৰীক ক্ষমা কৰে—
তেওঁলোক মহত্তৰ।"
"মানুহে কয়—আটাইতকৈ জ্ঞানীৰ কাম হ'ল তোমাৰ
অপকাৰীক ঘূৰাই অপকাৰ নকৰাটো।"

এনে উচ্চস্তৰৰ নীতিবোধৰ সুৰ এঁটা সৰহভাগ তামিল ধৰ্মশাস্ত্ৰতে ধ্বনিত হোৱা দেখা যায়। বিশেষকৈ 'তিৰুকুৰাল'তকৈ পিছৰ যুগত ৰচিত 'নালদিয়াৰ' নামে নীতিশাস্ত্ৰৰ কবিতা সংগ্ৰহৰ গ্ৰন্থ এখনত এনে অনেক উক্তি পাবলৈ আছে। তদুপৰি তেনে উক্তি সম্বলিত অনেক ভক্তিমূলক গীতো আছে। এই গ্ৰন্থৰে আন আন ঠাইত সেইবোৰৰ পৰা উদ্ধৃতিও ইতিমধ্যে দিয়া হৈছে। কিন্তু অকল যে তামিল সাহিত্যতহে প্ৰেম আৰু দয়াৰ বাণী প্ৰকাশিত হৈছিল তেনে নহয়। আছে বিষ্ণুপুৰাণতো—

"বিষ্ণু সদায় সন্তুষ্ট হয় সেইজনৰ প্ৰতি, যিজনে সদায়
পৰৰ হিত সাধন কৰে, যি কেতিয়াও কুকথা নকয়, কুকথা
ৰটনা নকৰে, অসত্য ভাষণ নকৰে, যি পৰস্ব
পৰদাৰাৰ প্ৰতি আকৃষ্ট নহয়, যি কাৰো প্ৰতি

অশুভ চিন্তা মনত নেৰাখে, যি কোনো জীৱক তাৰণা
বা হত্যা নকৰে, যি দেৱ-গুৰু-ব্ৰাহ্মণৰ প্ৰতি
পৰম শ্ৰদ্ধাশীল। যি নিজৰ সন্তানৰ প্ৰতি বা নিজৰ
প্ৰতি কৰাৰ দৰে সকলো প্ৰাণীৰে মঙ্গল কামনা কৰে।"

যদিও সাধাৰণভাৱে হিন্দু নীতিবোধে দয়া আৰু সহিষ্ণুতাৰ আদৰ্শকে দাঙি ধৰে তথাপি ই সমদৰ্শী নাছিল। হিন্দু সমাজখন যে বহু শ্ৰেণী আৰু জাতিত কামৰ ভিন্নতা অনুসৰি বিভাজিত আছিল সেই কথা হিন্দু নীতিশাস্ত্ৰৰ বিচাৰতো স্বীকৃত হৈছিল। যি কোনো ব্যক্তিৰ নিজতকৈ সামাজিকভাৱে তলৰ শ্ৰেণীৰ মানুহৰ লগত যি সম্পৰ্ক, নিজতকৈ ওপৰৰ শ্ৰেণীৰ মানুহৰ লগত সম্পৰ্ক তাতকৈ বেলেগ হ'বই। সেইমতে মানুহৰ সামাজিক স্থান অনুযায়ী ব্যক্তিৰ তেওঁৰ প্ৰতি আচৰণো বেলেগ হ'ব। যেনে বেদমন্ত্ৰ গান কৰা ব্ৰাহ্মণৰ বাবে ধৰ্মকাম, কিন্তু শূদ্ৰই বেদগান কৰিলে মহাপাপ হয়। আনহাতে শূদ্ৰই ইচ্ছামতে মদ্যপান কৰিব পাৰে—কোনো দোষ নহয়। কিন্তু সুৰাপায়ী ব্ৰাহ্মণ পতিত হয়। তেনেকৈ বালক, ছাত্ৰ, গৃহস্থ আৰু তপস্বী প্ৰত্যেকৰে বাবে বেলেগ বেলেগ পালনীয় নীতি-নিয়ম আৰু আচৰণ নিৰ্দিষ্ট কৰা আছিল। সমাজৰ সকলোৰে বাবে পালনীয় কিছুমান আচৰণ-বিধি আছিল ঠিকেই কিন্তু সমাজৰ সকলো স্তৰৰে মানুহৰ বাবে অৱশ্য পালনীয় বুলি একে ধৰণৰ নীতি-নিয়ম নাছিল। প্ৰত্যেক শ্ৰেণী বা জাতৰে নিজস্ব আচৰণ বিধি আছিল—সেইবোৰৰ মাজত পাৰ্থক্য আছিল চকুত পৰা ধৰণৰ।

সমসাময়িক সমাজৰ এনে পটভূমিৰ কথা মনত ৰাখিহে আমি প্ৰাচীন ভাৰতৰ সেই বিখ্যাত নীতিশাস্ত্ৰ 'ভাগৱত-গীতা' পঢ়িব লাগিব। যদিও এই গ্ৰন্থত বহুত ধৰ্মীয় কথা আছে— ইয়াৰ সাৰভাগ হৈছে নীতিমূলক আৰু এই গ্ৰন্থৰ পৰা শিক্ষণীয় কথাবোৰে এটা নৈতিক প্ৰশ্নৰ আলোচনাৰ জৰিয়তে প্ৰকাশ কৰা হৈছে। মহাযুদ্ধৰ আৰম্ভণৰ আগমুহূৰ্তত বীৰ অৰ্জুন তেওঁৰ ৰথত আৰোহন কৰি চৌদিশে চাই দেখিলে তেওঁৰ ইষ্ট-মিত্ৰ-কুটুম্ব আৰু গুৰুসকলেই তেওঁৰ বিপক্ষী। এইসকল লোককেতো তেওঁ গোটেই জীৱন ভাল পাই আৰু শ্ৰদ্ধা কৰি আহিছে। তেওঁৰ পক্ষই যি কাৰণত যুদ্ধত অৱতীৰ্ণ হৈছে সেই কাৰণবোৰ যে নিতান্ত ন্যায়সঙ্গত সেই বিষয়ে তেওঁৰ মনত কোনো সন্দেহ নাছিল যদিও এইসকল লোকৰ ওপৰত তেওঁ শৰসন্ধান কৰে কেনেকৈ! তেওঁৰ মন মৰি গ'ল। উৎসাহ অস্তমিত হ'ল। তেতিয়া তেওঁৰ ৰথৰ সাৰথি কৃষ্ণৰ উপদেশ বিচাৰিলে। কৃষ্ণই প্ৰথমতে ক'লে যে শৰীৰৰ মৃত্যু হ'লেই আত্মাৰ মৃত্যু নহয়—গতিকে দেহৰ বিনাশ চাবলৈ গ'লে ইমান গুৰুত্বপূৰ্ণ কথা নহয়। 'ভাগৱত-গীতাৰ' দ্বিতীয় অধ্যায়ত কৈছে—

"য এনং বেত্তি হন্তাৰং যশ্চৈন মন্যতে হতম্।
উভৌ তৌ ন বিজানীতো নায়ং হন্তি ন হন্যতে ॥"১৯॥

অর্থাৎ যি আত্মাক হন্তা বা হত্যা কৰোতা বুলি ভাবে বা হত হোৱা বুলি ভাবে তেওঁলোক উভয়েই আত্মাতত্ত্ব বুজি নেপায়। আত্মাই হত্যাও নকৰে নিজেও হত নহয়।

"ন জায়তে ম্রিয়তে বা কদাচিৎনায়ং ভূত্বা ভৱিতা বা ন ভূয়ঃ।

অজো নিত্যং শাশ্বতোহয়ং পুৰাণো ন হন্যতে হন্যমানে শৰীৰে ॥"২০॥

অর্থাৎ এই আত্মাৰ কোনো জন্ম নাই, মৰণো নাই। আত্মাই অন্যান্য বস্তুৰ দৰে জন্ম লৈ অস্তিত্ব গ্রহণ নকৰে। আত্মা জন্মৰহিত শাশ্বত আৰু পুৰণি। শৰীৰ বিনষ্ট হ'লেও আত্মা বিনষ্ট নহয়।

"বাসাংসি জীর্ণানি যথা বিহায় নবানি গৃহ্নানি নৰোহপৰাণি।

তথা শৰীৰানি জীর্ণান্যনানি বিহায় জীর্ণান্যন্যানি সংযাতি নবানি দেহী।।"২২॥

অর্থাৎ মানুহে যেনেকৈ জীর্ণ বস্ত্র পৰিত্যাগ কৰি নতুন বস্ত্র পৰিধান কৰে তেনেকৈ আত্মায়ো জীর্ণ শৰীৰ ত্যাগ কৰি আন নতুন শৰীৰ ধাৰণ কৰে।

"নৈনং ছিন্দতি শস্ত্রাণি নৈনং দহতি পাৱকঃ।

ন চৈনং ক্লেদয়ন্ত্যাপো ন শোষযতি মাৰুতঃ।।"২৩॥

অর্থাৎ কোনো অস্ত্রই আত্মাক ছেদন কৰিব নোৱাৰে। অগ্নিয়ে তাক দগ্ধ কৰিব নোৱাৰে। পানীত সি নিতিতে। বতাহত সি শুকাই নেযায়।

"অচ্ছেদ্যোহয়মদাহ্যোহয়মক্লেদ্যোহ শোষ্য এব চ।

নিত্যঃ সর্বগতঃ স্থানুৰচলোহয়ং সনাতনঃ।

অব্যক্তোহয়মচিন্ত্যোহয়মবিকার্য্যোহয়ম্ উচ্যতে।।"২৪॥

অর্থাৎ এই আত্মা অচ্ছেদ্য, অদাহ্য, অক্লেদ্য, অশোষ্য। আত্মাক নিত্য, সর্বব্যাপী, স্থিৰ, অচল, সনাতন, অব্যক্ত, অচিন্ত্য আৰু সর্বপ্রকাৰ বিকাৰৰহিত বুলি কোৱা হয়।

"জাতস্যহি ধ্রুবো মৃত্যুধ্রুবং জন্ম মৃতস্য চ।

তস্মাদপৰিহার্যেহর্থে নত্বং শোচিতুমর্হসি।।"২৭॥

অর্থাৎ যি জন্ম গ্রহণ কৰে তাৰ মৰণ নিশ্চিত, যি মৰে তাৰ জন্ম নিশ্চিত। এতেকে এনে অৱশ্যম্ভাৱী বিষয়ে তুমি শোক কৰা উচিত নহয়।

"অথ চেত্ত্বমিমং ধর্ম্যং সংগ্রামং ন কৰিষ্যসি।

ততঃ স্বধর্মং কীর্তিং চ হিত্বা পাপমবাপ্স্যসি।।"৩৩॥

অর্থাৎ আৰু যদি তুমি এই ধর্মযুদ্ধ নকৰা তেন্তে স্বধর্ম আৰু নিজৰ কীর্তি উলংঘা কৰি তুমি পাপযুক্ত হ'বা।

ইয়াৰ পিছত কৃষ্ণই অর্জুনৰ আগত মানুহৰ কর্মযোগৰ কথা ব্যাখ্যা কৰিবলৈ আৰম্ভ কৰিছিল। ঋষি-মুনিসকলে ধ্যানস্থহে কেৱল চিন্তাৰ সাগৰত মগ্ন হয়। সকলো প্রকাৰ কর্মৰ পৰা বিৰত থাকে। সেই পথ অসম্ভৱ আৰু ফলশূন্য সেইটো শুদ্ধ পথ নহয়। ঈশ্বৰ নিজে অবিৰতভাৱে সক্রিয় হৈ থাকে। মানুহে কর্ম কৰিব লাগে। কিন্তু

যিমান দূৰ পাৰি মানুহে নিৰ্মোহভাৱে কৰ্ম কৰিব লাগে। ব্যক্তিগত কামনা-বাসনা বা উচ্চাকাঙ্ক্ষাৰ প্ৰেৰণাৰে কৰ্মত প্ৰবৃত্ত হ'ব নেলাগে। তেওঁ যি সমাজত বাস কৰে সেই সমাজে তেওঁৰ ওপৰ ন্যস্ত কৰা দায়িত্ব যথাযথভাৱে পালন কৰিব লাগে সকলো কৰ্ম পৰমেশ্বৰৰ নামত অৰ্পণ কৰি। পুনৰ 'ভাগৱত-গীতাৰ' তৃতীয় অধ্যায়ত কৈছে—

"ন মে পাৰ্থাস্তি কৰ্তব্যং ত্ৰিষু লোকেষু কিঞ্চন।
নানবাপ্তমবাপ্তব্যং ৱৰ্ত এৱ চ কৰ্মনি।।"২২।।

অৰ্থাৎ হে অৰ্জুন, তিনিও লোকত মোৰ কৰণীয় একো নাই। অপ্ৰাপ্ত বা প্ৰাপ্যও একো নাই তথাপি মই কৰ্মানুষ্ঠানতে ব্যাপ্ত হৈ আছো।

"উৎসীদেয়ুৰিমে লোকা ন কুৰ্যাং কৰ্ম চেদহম্।
সঙ্কৰস্য চ কৰ্তা স্যামুপহন্যামিমাঃ প্ৰজাঃ।।"২৪।।

অৰ্থাৎ মই যদি কৰ্ম নকৰো তেন্তে জগতৰ মানৱ সমাজ উচ্ছন্ন হ'ব। মই হ'ম বৰ্ণসঙ্কৰাদি বিবিধ সামাজিক বিশৃঙ্খলাই আগুৰি ধৰিব আৰু সেইবোৰ কাৰণ হ'ব ময়েই। ধৰ্ম লোপ হোৱাৰ বাবে প্ৰজাৰ বিনাশৰ কাৰকো ময়েই হ'ম।

"সক্তাঃ কৰ্মণ্যবিদ্বাংসো যথা কুৰ্বন্তি ভাৰত।
কুৰ্যাদ্বিদ্বাংস্তথাসক্তশ্চিকীৰ্ষুৰ্লোকসংগ্ৰহম্।।"২৫।।

অৰ্থাৎ হে ভাৰত, অজ্ঞানী মানুহে কৰ্মত আসক্তিপৰায়ণ হৈ কৰ্ম কৰিলেও জ্ঞানীসকলে নিৰ্মোহ আৰু আসক্তিৰহিত হৈ লোকৰক্ষাৰ্থে কৰ্ম কৰিব লাগে।

"ময়ি সৰ্বাণি কৰ্মাণি সংন্যস্যাধ্যাত্মচেতসা।
নিৰাশীৰ্নিৰ্মমে ভূত্বা যুধ্যস্ব বিগতজ্বৰঃ।।"৩০।।

অৰ্থাৎ মোতে সমস্ত কৰ্ম বিবেক বুদ্ধিৰে সমৰ্পণ কৰি নিষ্কাম, মমতাশূন্য আৰু শোকশূন্য হৈ যুদ্ধ কৰা।

"শ্ৰেয়ান স্বধৰ্মো বিগুণঃ পৰধৰ্মাৎ স্বনুষ্ঠিতাৎ।
স্বধৰ্মে নিধনং শ্ৰেয়ঃ পৰধৰ্মো ভয়াবহঃ।।"৩৫।।

অৰ্থাৎ কিঞ্চিৎ ক্ৰটিপূৰ্ণভাৱে হ'লেও স্বধৰ্ম পালন কৰিলে যি আনন্দ হয় পৰৰ বাবে নিৰ্দিষ্ট কৰ্তব্য কৰিলে সেই আনন্দ পোৱা নেযায়। স্বধৰ্ম পালন কৰি মৃত্যু বৰণ কৰাও ভাল। কিন্তু পৰধৰ্ম সদায় ভয়াবহ।

'ভাগৱত-গীতা'ৰ শিকনিৰ সাৰমৰ্ম হৈছে 'কৰ্মন্যেৱাধিকাৰস্তে মা ফলেষু কদাচন'

অৰ্থাৎ একমাত্ৰ কৰ্মতহে তোমাৰ অধিকাৰ, কৰ্মফলত তোমাৰ কোনো অধিকাৰ নাই। এখন সুসংগঠিত সুসংবদ্ধ সমাজত প্ৰত্যেকজন ব্যক্তিৰে নিজৰ নিজৰ বিশেষ কৰ্তব্য নিৰ্দিষ্ট হৈ থাকে। আৰু প্ৰত্যেক ক্ষেত্ৰতে কিছুমান কৰ্ম মূলতঃ গুণগতভাৱে সৎ আৰু শুদ্ধ। 'ভাগৱত-গীতা' প্ৰণেতা কবিৰ দৃষ্টিত আৰ্যসকলৰ ধৰ্মনীতি আৰু জাতি-বৰ্ণভেদৰ পৰম্পৰাত চলি অহা কৰ্মই শুদ্ধ। গতিকে পৰিস্থিতি আৰু কৰ্মৰ প্ৰকৃতি বিচাৰ

কৰি মানুহে ন্যায় আৰু শুদ্ধ পথ নিৰ্ণয় কৰি ল'ব লাগে। কৰ্তব্য কৰোতে ব্যক্তিগত স্বাৰ্থ বা ক্ষুদ্ৰ হৃদয়বৃত্তিক গুৰুত্ব নিদি মোহশূন্যভাৱে কৰিব লাগে। সেইদৰে কৰিলে ঈশ্বৰৰ আদেশ পালন কৰা হয় আৰু মানুহ পৰমেশ্বৰৰ কাষ চাপি গৈ থাকে।

গীতাৰ কঠোৰ নীতিশাস্ত্ৰ হ'ল প্ৰাচীন ব্ৰাহ্মণ্য আদৰ্শ আৰু সমাজনীতিৰ সমৰ্থনত— সকলো সংস্কাৰক আৰু বিশ্বাসহীন লোকৰ যুক্তিবাদৰ বিৰুদ্ধে প্ৰবল প্ৰতিৰোধস্বৰূপ। ব্ৰাহ্মণৰ ধৰ্ম হৈছে জ্ঞান ; ক্ষত্ৰিয়ৰ ধৰ্ম হৈছে বিক্ৰম ; কৃষি-উদ্যোগ হৈছে বৈশ্যৰ কৰণীয় আৰু শূদ্ৰৰ কৰ্তব্য হৈছে সেৱা। প্ৰত্যেকেই নিজৰ নিৰ্দিষ্ট বৰ্ণগত কৰ্তব্য, যথাশক্তি, ঈশ্বৰত অৰ্পণ কৰি আৰু নিজে মানসিক আৱেগিকভাৱে জড়িত নোহোৱাকৈ সম্পাদন কৰিলেই মোক্ষলাভ কৰিব পাৰিব। তাত বৰ্ণ লৈ কথা নাই। হয়তো 'গীতা'ৰ প্ৰণেতাই অতি সংক্ষিপ্তৰূপত আৰু ওপৰে ওপৰে চালে নিষ্প্ৰাণ আৰু প্ৰেৰণাহীন এই বাণীকে লোকসমাজত প্ৰচাৰ কৰিব খুজিছিল। কিন্তু গীতাৰ শিক্ষাৰ পশ্চাদ্‌পটত আছিল এক মহান ধৰ্মীয় কবিৰ সৃষ্টিপ্ৰেৰণা— সেই মহান কবিৰ অনুপম সৃষ্টিয়ে সমসাময়িক কালৰ সামাজিক আৰু ধৰ্মীয় বিধি-বিধানৰ সমস্ত সংকীৰ্ণতা অতিক্ৰম কৰিছিল অনায়াসে। সেইদেখি 'ভাগৱত-গীতা'ৰ পৰা পোৱা কৰ্ম-উদ্দীপনা আৰু প্ৰেৰণা গুপ্তযুগৰ পৰাই এতিয়ালৈকে সমগ্ৰ ভাৰততে সমাদৃত হৈ আছে। খ্ৰীষ্টান আৰু মুছলিমসকলেও এই গ্ৰন্থৰ প্ৰতি অনুমোদন জনায়। আৰু হিন্দুসকলৰ মাজততো ই অতিকে প্ৰভাৱশালী ধৰ্মশাস্ত্ৰ। এই 'গীতা'ৰ উপদেশ মতে নিস্বাৰ্থ কিন্তু অবিৰতভাৱে কৰ্তব্য পালনৰ যি আদৰ্শ, তাৰ প্ৰতি নিজৰ গভীৰ ঋণ স্বীকাৰ কৰিছে মহাত্মা গান্ধীয়ে। কিন্তু প্ৰাচীন ভাৰতৰ যি দুটা প্ৰধান সামাজিক আদৰ্শৰ সমৰ্থনত 'গীতা' মুখৰ— সেই দুটাৰে প্ৰবল বিৰোধিতা কৰিছিল মহাত্মা গান্ধীয়ে। সেই দুটা হ'ল—সামৰিকতা আৰু বৰ্ণভেদ প্ৰথা।

## অভাৰতীয় ধৰ্মবিলাক

অতি প্ৰাচীন এক পৰম্পাগত কিম্বদন্তি যদি আমি বিশ্বাস কৰো—তেন্তে মানিব লাগিব যে যীশুৰ ক্ৰুছবিদ্ধ হৈ মৃত্যু হোৱাৰ কিছুকাল পিছতে যীশুৰ প্ৰধান শিষ্যসকলৰ অন্যতম টমাছে নিজে ভাৰতত খ্ৰীষ্টান ধৰ্মত মানুহক দীক্ষা দিছিল। ভাৰতীয় ৰজা গণ্ডফাৰ্নেছে দূত পঠাইছিল ছিৰিয়া দেশলৈ এজন নিপুণ স্থপতিৰ সন্ধানত যিজনে তেওঁৰ বাবে এখন নতুন নগৰ গঢ়িব পাৰিব। কিন্তু ৰজাৰ দূত ঘূৰি আহিল ছেণ্ট টমাছক লগত লৈ। তেওঁ আহি ৰজাক মানুহৰ হাতেৰে গঢ়া নগৰৰ কথাৰ সলনি দিলেহি নতুন ধৰ্মৰ বতৰা। ফলস্বৰূপে ৰজা আৰু পাৰিষদ সমন্বিতে আটায়ে খ্ৰীষ্টান ধৰ্মত দীক্ষিত হ'ল। ছেণ্ট টমাছে তাৰ পিছত ভাৰতৰ আন আন অঞ্চলতো ধৰ্ম প্ৰচাৰ কৰিছিল। শেষত এজন ৰজাৰ হাতত মৃত্যু বৰণ কৰি ছহিদ হ'ল। খ্ৰীষ্টান পৰম্পৰাত সেই ৰজাৰ নাম মিছডিয়ছ আছিল বুলি জনা যায়। যদিও কোন, কেতিয়াৰ, ক'ৰ ৰজা

আছিল সেই বিষয়ে সঠিককৈ একো জনা নেযায়। কিন্তু ৰজা গণ্ডফাৰনেছৰ ঐতিহাসিক অস্তিত্ব আৰু পৰিচয় সম্বন্ধে কোনো সন্দেহ নাই। তেওঁৰ বিষয়ে এই গ্ৰন্থৰে তৃতীয় অধ্যায়ত আলোচনা কৰা হৈছে। ছেণ্ট টমাছৰ বিষয়ে এনে বৃত্তান্ত সাধাৰণভাৱে বিবেচনা কৰিলে একো অসম্ভৱ যেন নেলাগে। কাৰণ, উল্লিখিত ঐতিহাসিক কালছোৱাত ভাৰতৰ লগত পাশ্চাত্য দেশবোৰৰ সম্বন্ধ নিবিড় আছিল। গতিকে এজন উদ্যোগী খ্ৰীষ্টান মিছনেৰি পেলেষ্টাইনৰ পৰা ধৰ্ম প্ৰচাৰৰ বাবে ভাৰতলৈ অহাটো সহজ কথাই আছিল। ৰোমান কেথলিক্‌সকলে বিশ্বাস কৰে যে মাদ্ৰাজ নগৰৰ (বৰ্তমানে চেন্নাই নগৰৰ) উপকণ্ঠৰ মাইলাপুৰ নামে ঠাইৰ কেথেড্ৰেলত ছেণ্ট টমাছৰ সমাধি আছে। কিন্তু ছেণ্টজনা যে ধৰ্মীয় উদ্যোগৰ বাবে ছহিদ হৈছিল—ঐতিহাসিকক সন্তুষ্ট কৰিবৰ জোখাৰে সেই সম্বন্ধে যথেষ্ট প্ৰমাণ পোৱা নেযায়।

চাৰ্চৰ পৰম্পৰাগত বিশ্বাসত আন আন বহুতো প্ৰাচীন কালৰ খ্ৰীষ্টান মিছনৰ কথা আছে—কিন্তু সেইবোৰৰ সত্যতা নিৰ্ভৰযোগ্য নহয়। কিন্তু ভাৰতত খ্ৰীষ্টান ধৰ্ম প্ৰচাৰৰ প্ৰথম নিশ্চিত প্ৰমাণ পোৱা যায় কছমাছ ইণ্ডিকোপ্লিউটিছ নামে ষষ্ঠ শতাব্দীৰ দুঃসাহসিক অভিযানকাৰী আলেকজেন্দ্ৰিয়ান খ্ৰীষ্টান সন্ন্যাসীৰ 'খ্ৰীষ্টিয়ান টপ'গ্ৰাফী' নামে তেওঁৰ ভ্ৰমণ কাহিনীৰ পৰা। তেওঁ লিখিছে যে মালাবাৰ আৰু শ্ৰীলঙ্কাত গিৰ্জা আছিল। সেই গিৰ্জাবোৰৰ ধৰ্মযাজকবিলাক আছিল পাৰস্যদেশীয়। সেইবিলাকৰ তত্ত্বাৱধায়ক অধীক্ষক আছিল কলিয়ানা (= খুব সম্ভৱ আধুনিক কোচিন নগৰ) নামে ঠাইৰ এজন পাৰ্ছিয়ান বিশ্বপ। এইটো স্পষ্ট যে ভাৰতীয় খ্ৰীষ্টানসকলে দীক্ষিত হৈছিল সেই সময়ত পাৰস্যত সৰ্বত্ৰ বহলভাৱে প্ৰচাৰিত খ্ৰীষ্টান ধৰ্মৰ নেষ্টোৰিয়ান ধৰ্মপন্থ অনুযায়ী যিটোক 'নেষ্টোৰিয়ান হেৰেছি' বুলি কোৱা হয়। নেষ্টোৰিয়ানবিলাক কিন্তু মিছনেৰী বা ধৰ্মপ্ৰচাৰক হিছাপে বৰ সক্ৰিয় আৰু উদ্যোগী আছিল। তেওঁলোকৰে দুঃসাহসী কিছুমানে আনকি মধ্য এছিয়াৰ দুৰ্গম মৰুভূমি অতিক্ৰম কৰি চীনদেশত সোমাই তাতো সফলতাৰে গিৰ্জা প্ৰতিষ্ঠিত কৰিছিলগৈ। ছেণ্ট টমাছৰ কাহিনীত সত্যতা যিমানেই নেথাকক এই কথাত কোনো সন্দেহ নাই যে পাৰ্ছিয়ান বণিকসকলৰ সৈতে একেলগে আহি ভাৰতত প্ৰৱেশ কৰি এনে মিছনেৰিসকলেই খ্ৰীষ্টান ধৰ্মৰ প্ৰচাৰ কৰি দক্ষিণ ভাৰতৰ খ্ৰীষ্টান সম্প্ৰদায় গঢ়ি তুলিছিল। পৰৱৰ্তী কালত যেতিয়া ইছলামৰ হাতত পাৰস্যৰ পৰা প্ৰাচীন জৰথুষ্ট্ৰবাদী ধৰ্ম আৰু খ্ৰীষ্টান ধৰ্ম দুইটাই উৎখাত হ'ল, তেতিয়া ভাৰতীয় খ্ৰীষ্টানসকলে সুপৰিচালনাৰ বাবে এণ্টিয়কৰ পেট্ৰিয়াৰ্কৰ ওচৰ চাপিব লগা হ'ল। ভাৰতীয় খ্ৰীষ্টান সম্প্ৰদায়ৰ সৈতে তেতিয়াই স্থাপিত হোৱা ছিৰিয়াৰে সম্বন্ধ আজিকোপতি বৰ্তি আছে।

তাৰ পিছত ইউৰোপীয়ান পৰ্যটকসকলে যেতিয়া ভাৰত ভ্ৰমণ কৰিছিল, তেওঁলোকে দক্ষিণ ভাৰতত দেখা খ্ৰীষ্টান গিৰ্জাবোৰৰ বিষয়ে লিখিছে। ত্ৰয়োদশ শতিকাৰ শেষৰ ফালে মাৰ্ক' পলো ভাৰতলৈ আহোঁতে ছেণ্ট টমাছৰ সমাধি দেখিছিল আৰু সেই

সমাধিস্থান যে তীৰ্থ হিচাপে বৰ জনপ্ৰিয় আছিল সেই কথাও লিখি থৈ গৈছে। কিন্তু ছিৰিয়ান গিৰ্জা প্ৰকৃত খ্ৰীষ্টান ধৰ্মৰ পৰা আঁতৰি নীতিভ্ৰষ্ট হৈছিল। ভাৰতীয় খ্ৰীষ্টানসকলে জন্মান্তৰবাদৰ দৰে ধৰ্মতত্ত্ব কাহানিবা মানি লৈছিল বুলি কোনো প্ৰমাণ পোৱা নেযায়। কিন্তু বহুতো হিন্দু ৰীতি-নীতি ভাৰতীয় খ্ৰীষ্টান ধৰ্মত সোমাই পৰিছিল। মালাবাৰৰ ভাৰতীয় খ্ৰীষ্টানবিলাক—আগৰ বৌদ্ধ আৰু জৈনবোৰৰ দৰে হিন্দু ধৰ্মৰে এক মিশ্ৰিত ধৰ্মতত্ত্বৰ শাখা হিচাপে পৰিগণিত হ'বলৈ ধৰিছিলেই। কিন্তু ষোল্ল আৰু সোতৰ শতিকাৰ জেছুইট মিছনেৰিসকলে বহু কষ্ট কৰি মালাবাৰৰ খ্ৰীষ্টানসমাজক তেনে অধঃপতনৰ পৰা ৰক্ষা কৰিলে। ছিৰিয়াৰ গিৰ্জাৰ ভাৰতস্থ এটা শাখাই ৰোমৰ কৰ্তৃত্ব স্বীকাৰ কৰি ল'লে। আন এটা শাখাই ছিৰিয়াৰ এণ্টিয়কৰ লগতে থাকিল যদিও নিজকে সংস্কাৰ কৰি পুনৰ শুদ্ধ খ্ৰীষ্টধৰ্মী হ'ল।

ঠিক এই প্ৰসঙ্গতে আমি ইতিহাসত প্ৰথমবাৰ ভাৰত ভ্ৰমণ কৰা এজন ইংৰাজৰ উল্লেখ পাওঁ। বিখ্যাত এংলো-ছেক্সন ক্ৰণিকলত লিখা আছে যে ৮৮৪ খ্ৰীষ্টাব্দত ইংলেণ্ডৰ ৰজা মহামতি আলফ্ৰেডে কিবা এটা সংকল্প পূৰণাৰ্থে এজন ইংৰাজ ৰাজদূতক ভাৰতলৈ পঠাইছিল ছেণ্ট টমাছৰ সমাধিত দিবলৈ অনেক মূল্যবান সামগ্ৰীৰে সৈতে। তাৰ প্ৰায় দুশ বছৰৰ মূৰত ফ্লোৰেঞ্চ অব্ ৱৰচেষ্টাৰ নামে আন এজন লোকৰ লেখাত সেই ইংৰাজ ৰাজদূতজনৰ নাম পোৱা যায়। তেওঁৰ নাম আছিল ছুইট্‌হেল্‌ম্। তেওঁ নিৰাপদে স্বদেশলৈ প্ৰত্যাবৰ্তন কৰিছিল। কিন্তু উইলিয়াম অব্ মালমেছবুৰী নামে আন এজনে সেই ইংলিছ ৰাজদূতৰ নাম দিছে বিশ্বপ ছিগেলিনাছ বুলিহে। লগতে তেওঁ লিখিছে যে উক্ত ৰাজদূতে স্থানীয় এজন ভাৰতীয় ৰজাৰ পৰা মণি-মুকুতা আৰু বিভিন্ন প্ৰকাৰৰ ভাৰতীয় মা-মছলা এক মহামূল্যবান উপহাৰো লৈ গৈছিল স্বদেশলৈ। সেই কাহিনী বিশ্বাস কৰিলে উক্ত ভাৰতীয় ৰজাজন হ'ব লাগিব নিশ্চয় চোল ৰজা প্ৰথম আদিত্য বা তেওঁৰে কোনো সামন্ত ৰজা। এংলো-ছেক্সন ক্ৰণিকল্ সাধাৰণতে নিৰ্ভৰযোগ্য গ্ৰন্থই। ৰজা আলফ্ৰেডে যে ৰাজদূতজন পঠাইছিল সেই বিষয়ে যুক্তিসঙ্গতভাৱে বিশ্বাস কৰিব পাৰি। কিন্তু সমস্যা 'ইণ্ডিয়া' শব্দটো-লৈহে কাৰণ নৱম শতাব্দীৰ ইউৰোপৰ বাবে 'ইণ্ডিযা' বৰ ব্যাপক অৰ্থযুক্ত শব্দ আছিল। ইণ্ডিয়া মানে এছিয়া আৰু আফ্ৰিকাৰ বহুতো জ্ঞাত-অজ্ঞাত স্থানকে বুজাইছিল। সেইবাবে আমি নিশ্চিত হ'ব নোৱাৰো যে সেই ৰাজদূতে প্ৰকৃততে মাইলাপুৰৰ ছেণ্ট টমাছৰ সমাধি স্থানলৈ আহিছিল বুলি বা আনকি সেই সময়ত সেই সমাধিৰ তাত কিবা অস্তিত্ব আছিলেই বুলি। পৰৱৰ্তী কালৰ দুজন লেখকৰ দুই ক্ৰণিকলত ৰাজদূতৰ নামৰ অমিলৰ পৰা দেখা যায় যে বুৰঞ্জীৰ সেই বৃত্তান্ত সঠিকভাৱে মনত ৰখা হোৱা নাছিল। সেই ধৰণৰ নামৰ অমিলে স্বাভাৱিকতে আমাৰ সন্দেহ বৃদ্ধি কৰিব।

আনহাতে আমি জানো যে খ্ৰীষ্টান তীৰ্থযাত্ৰীসকলে পবিত্ৰ স্থান দৰ্শন কৰাৰ কামত অতি দুৰ্গম যাত্ৰা কৰিবলৈও পিছ নুহঁহকিছিল। সেই সময়ত মুছলিমসকল খুব

উগ্ৰধৰণে খ্ৰীষ্টান বিৰোধী নাছিল। গতিকে এজন খ্ৰীষ্টান তীৰ্থযাত্ৰীয়ে ইজিপ্ত হৈ ভাৰত যাত্ৰা কৰাত আৰু তাৰ পৰা কোনো আৰব সদাগৰৰ জাহাজত আহি দক্ষিণ ভাৰতত উপস্থিত হোৱা অসম্ভৱ কথা নাছিল। কল্পনা কৰি ভাল লাগে যে সেই সাহসী ইংলিছ ৰাজদূতজনে—তেওঁৰ নাম যিয়েই নহওক লাগিলে—গৈ চোল ৰজাৰ আগত আৰব আৰু তামিল দোভাষীৰ সহায় লৈ মহাৰজা আলফ্ৰেডৰ ডেনবিলাকৰ সৈতে হোৱা যুদ্ধবোৰৰ বিষয়ে বৰ্ণনা কৰি কৈছে আৰু মহামতি আলফ্ৰেডে তাৰ বহু বছৰৰ মূৰত দেশলৈ প্ৰত্যাবৰ্তন কৰা সেই ৰাজদূতৰ মুখৰ পৰা ভাৰতৰ বিস্ময়কৰ বৃত্তান্ত শুনিছে আৰু তামিল দেশৰ পৰা তেওঁ লগত নিয়া বিভিন্ন মছলাৰ জুতি লৈছে। আমাৰ মনত যি সন্দেহেই নেথাকক, আমি আশা কৰিবই লগা হয় যে বিশ্বপ ছিগেলিনাছৰ কাহিনী সঁচাই আছিল।

খ্ৰীষ্টানবিলাকৰ লগতে মালাবাৰত সৰু সৰু কিছুমান ইহুদী সম্প্ৰদায়ৰ লোকেও বসতি কৰিবলৈ লৈছিল। এই সম্বন্ধীয় নিশ্চিত ঐতিহাসিক উল্লেখ পোৱা যায় চেৰ ৰজা ভাস্কৰ ৰবিবৰ্মনে দশম শতিকাত এখন চনদযোগে জোছেফ ৰব্বান্ নামে এজন ইহুদী লোকক মাটি আৰু আন আন সা-সুবিধা প্ৰদান কৰাৰ পৰা। কিন্তু মালাবাৰৰ ইহুদী সম্প্ৰদায়ৰ মাজত প্ৰচলিত কিম্বদন্তিৰ মতে কোচিনত প্ৰথম শতাব্দীৰ পৰাই ডাঙৰ এক ইহুদী বসতিস্থান আছিল। যেই কি নহওক, এই কথা নিশ্চিত যে এক সহস্ৰাব্দৰো বহু ওপৰ কাল জুৰি ভাৰতত ইহুদী মানুহৰ বসতি আছেই। তাৰে এটা শাখা স্থানীয় মালয়ালি অধিবাসীসকলৰে ঘনিষ্ঠ সম্পৰ্কলৈ আহিল। তেওঁলোকৰ দেহাৰ গঠন আৰু বৰণো একেবাৰে ভাৰতীয় হৈ পৰিল। আনটো শাখাই কিন্তু ৰক্তৰ জাতিগত শুদ্ধতা ৰক্ষা কৰি চলিল। সেইসকল লোক এতিয়াও দেখ্ দেখ্‌কৈ ছেমিটিক।

আৰু এটা অ-ভাৰতীয ধৰ্মীয সম্প্ৰদায় হৈছে জৰথুষ্ট্ৰৰ ধৰ্ম অৱলম্বনকাৰী জৰ'ষ্ট্ৰিয়ানসকল। এতিয়া তেওঁলোকক সাধাৰণতে পাৰ্চী নামেৰে জনা যায়। আকিমিনিড আৰু ছাছানিয়ান সম্ৰাটসকলৰ ৰাজত্বকালত উত্তৰ-পশ্চিম ভাৰতত জৰথুষ্ট্ৰৰ ধৰ্মাৱলম্বী অনেক মানুহ আছিল। হিন্দুধৰ্ম বৌদ্ধধৰ্মৰ ওপৰত জৰ'ষ্ট্ৰিয়ান ধৰ্মৰ কিছু প্ৰভাৱো পৰিছিল। কিন্তু উত্তৰ-পশ্চিম ভাৰতৰ কোনো অঞ্চলতে জৰ'ষ্ট্ৰিয়ান ধৰ্মীয় লোক থকাৰ কোনো পোনপটীয়া শুংসূত্ৰ এতিয়া পাবলৈ নাই। পাৰস্যৰ পৰা জৰ'ষ্ট্ৰিয়ান সদাগৰসকল জাহাজেৰে আহি ভাৰতত উপস্থিত হৈ পশ্চিম উপকূলত বসতি স্থাপন কৰাটোও সম্ভৱপৰ কথা। কিন্তু তেনে কথাৰ কোনো ঐতিহাসিক প্ৰমাণ পোৱা নেযায়। আৰববোৰে পাৰস্য জয় কৰাৰ পিছৰ পৰা জৰ'ষ্ট্ৰিয়ান ধৰ্মাৱলম্বী বহু সংখ্যক ভগনীয়া মানুহ আহি ভাৰত পাইছিলহি। পাৰ্চীসকলৰ নিজৰ মাজত প্ৰচলিত পৰম্পৰাগত বিশ্বাসমতে অষ্টম শতিকাৰ প্ৰাৰম্ভতে তেনে প্ৰথমজাক জৰ'ষ্ট্ৰিয়ান ভগনীয়া লোক আহি কাথিৱাৰৰ ডিউত বসতি স্থাপন কৰিছিলহি। আন কিছুমানে মুম্বাইৰ ওচৰৰ থানাত বাসস্থান পাতিছিল।

আৰু এক তেনে সম্প্ৰদায় হৈছে মুছলিমসকল। মহম্মদৰো বহুত আগৰ পৰাই আৰবসকলৰ ভাৰতলৈ অহা-যোৱা চলিছিল। দাক্ষিণাত্য উপদ্বীপৰ বহুতো উপকূলীয় নগৰতে সেইসকল আৰব মুছলিম সম্প্ৰদায়ৰ সৰু সৰু বসতিস্থান অষ্টম শতিকাৰ পৰা স্থাপিত হৈছিল। মালাবাৰৰ মাপ্পিলা (মপ্‌লা) সম্প্ৰদায়ৰ লোকসকল নিসন্দেহে ভাৰতত মুছলিম আক্ৰমণ আৰম্ভ হোৱাৰ পূৰ্বৰে পৰা আহি ভাৰতত বসবাস কৰিবলৈ লোৱা ধৰ্মান্তৰিত লোকসকলৰে সতি-সন্ততি। কিন্তু ইছলাম ধৰ্মৰ ভাৰতীয় হিন্দুধৰ্মৰ ওপৰত পৰা প্ৰভাৱ সম্বন্ধীয় কোনো ঐতিহাসিক সাক্ষী-প্ৰমাণ পোৱা নেযায় অন্ততঃ মুছলিমৰ ভাৰত বিজয়ৰ আগলৈকে।

এইদৰে ভাৰতে চিৰকাল নিজৰ দেশীয় ধৰ্মমতবিলাকৰ প্ৰতিয়েই অনুগত আছিল যদিও পশ্চিমৰ পৰা অহা ধৰ্মমতবিলাককো যথোচিত আদৰ কৰিছিল। ছেন্ট টমাছ্ ছহিদ হোৱা সম্বন্ধে অনিশ্চিত পৰম্পৰাগত বিশ্বাস আৰু কিংবদন্তিবিলাক যদি আমি মানিও লওঁ, তথাপি অভাৰতীয় ধৰ্মাৱলম্বী মানুহৰ ওপৰত কোনোকালে উৎপীড়ন চলাৰ কোনো সাক্ষী-প্ৰমাণ ইতিহাসত পাবলৈ নাই। প্ৰত্যেক তেনে ধৰ্মৰ লোকে নিজৰ নিজৰ ধৰ্মবিশ্বাস মতে জীৱন নিৰ্বাহ কৰিছিল। উপকূলীয় নগৰবিলাকৰ সমাজ জীৱনত ক্ষুদ্ৰ কিন্তু প্ৰকাৰ্শ্য আৰু স্বতন্ত্ৰভাৱে নিশ্চিন্তমনে নিজৰ ধৰ্ম পালন কৰিছিল। ভাৰতৰ বিশাল হিন্দুধৰ্মী সমাজখনে তেনে বিদেশী ধৰ্মমতৰ অস্তিত্বকে হয়তো অনুভৱ নকৰিছিল। তেওঁলোকৰ প্ৰতি বিৰোধ ভাব প্ৰদৰ্শন কৰাতো দূৰৰে কথা। পৰৰ ধৰ্মৰ প্ৰতি এই ধৰণৰ নিৰ্বিৰোধ আৰু সহিষ্ণুতা প্ৰদৰ্শন হৈছে হিন্দুধৰ্মৰ চাৰিত্ৰিক বৈশিষ্ট্য। সেই গুণটোৰ বাবেই হিন্দুধৰ্মৰ প্ৰতিৰোধ ক্ষমতা অত্যধিক আৰু তাৰ অস্তিত্বও সুৰক্ষিত।

# আঠ

## সুকুমাৰ কলা ঃ স্থাপত্য, ভাস্কৰ্য, চিত্ৰাঙ্কন, সঙ্গীত আৰু নৃত্য

## ভাৰতীয় কলাৰ বৈশিষ্ট্য

প্ৰাচীন ভাৰতৰ শিল্প-কলাৰ যিমানবোৰ অৱশিষ্ট দৃষ্টিগোচৰ হৈছে, সেইবোৰৰ প্ৰায় আটাইবোৰৰে প্ৰকৃতি ধৰ্মসম্বন্ধীয়—অন্ততঃ ধৰ্মৰ প্ৰয়োজনতে সেইবোৰৰ সৃষ্টি হৈছিল। ধৰ্ম নিৰপেক্ষ শিল্প-কলাও নিশ্চয় আছিল। কাৰণ সাহিত্য-গ্ৰন্থৰ পৰা জনা যায় যে ৰজা-মহাৰজাসকলে বিলাসবহুল ৰাজপ্ৰাসাদত বাস কৰিছিল। সেইবোৰ নিশ্চয় মনোমোহা প্ৰাচীৰ-চিত্ৰ আৰু সুন্দৰ সুন্দৰ মূৰ্তি আদিৰে সুসজ্জিত আছিল। এতিয়া কিন্তু সেইবোৰ সম্পূৰ্ণৰূপে বিলুপ্ত হৈছে। এতিয়াৰ পৰা চাৰি দশকমানৰ আগৰে পৰা শিল্প-কলা বিষয়ত ইউৰোপীয়ান-সকলৰ ৰুচিবোধত নতুন ভাবৰ আলোড়ন উঠিল। উনবিংশ শতিকাৰ প্ৰতিষ্ঠিত কলা-শিল্পৰ গুণগত মান আৰু মাপে ইউৰোপীয়সকলক সন্তুষ্ট কৰিব নোৱৰা হ'ল। তেওঁলোকে কলাসুলভ প্ৰেৰণা আৰু অভিজ্ঞতাৰ বাবে এছিয়া আৰু আফ্ৰিকাত মনোনিৱেশ কৰিলে। তেতিয়াৰ পৰাই ভাৰতীয় শিল্প-কলাৰ বিষয়ে বহুত কথাই কোৱা আৰু লিখা হৈছে। সেইটো কৰোতে তেতিয়াৰ পৰাই ভাৰতীয় আৰু ইউৰোপীয়ান সকলো পণ্ডিতেই ভাৰতৰ প্ৰাচীন শিল্প-কলাৰ ধৰ্মীয় আৰু ৰহস্যবাদী দিশটোৰ বিষয়ে বিস্তৰ আলোচনা কৰিছে। প্ৰাচীনতম আৰ্হিৰ যিবোৰ ভাস্কৰ্য, শিল্পৰ নিদৰ্শন পোৱা গৈছে সেইবোৰৰ বাস্তৱমুখিতা আৰু সাধাৰণ জীৱনৰ লগত দৃষ্ট নিবিড় সম্বন্ধৰ বিষয়ে স্বীকাৰ কৰি লৈও সৰহভাগ কলা-সমালোচকেই এতিয়ালৈকে আমাৰ এই গ্ৰন্থৰ আলোচ্য ঐতিহাসিক কালছোৱাৰ যিবিলাক শিল্প-কলাৰ নিদৰ্শনৰ অৱশিষ্ট পোহৰলৈ আহিছে, সেইবোৰ সম্বন্ধে মন্তব্য কৰিছে যে সেইবোৰ প্ৰধানকৈ ধৰ্মীয় প্ৰেৰণাৰ দ্বাৰা সৃষ্ট। প্ৰায় সকলোৰেই সেইবোৰৰ মাজেদি হয় বেদান্ত নহয় বৌদ্ধ-দৰ্শনৰ সিদ্ধান্তবোৰ প্ৰকাশিত বা প্ৰতিফলিত হৈছে বুলি কয়। এ. কে. কুমাৰস্বামী প্ৰণীত 'হিষ্ট্ৰি অব্ ইণ্ডিয়ান এণ্ড্ ইণ্ডোনেচিয়ান আৰ্ট' গ্ৰন্থত স্পষ্টভাৱে কৈছে যে সেইবোৰ শিল্প-বস্তুত গাঢ়তম ধৰ্মীয় অভিজ্ঞতাৰ প্ৰকাশ ঘটিছে—ভাস্কৰ্যবোৰ দৰাচলতে বিশ্বাত্মাৰ সৈতে সকলোৰে একাত্মতাৰ বিষয়ে শিলত কটা ধৰ্মবাণী।

অন্ততঃ এজন এই বিষয়ে অধ্যয়নকাৰী ছাত্রই উপৰি উক্ত ব্যাখ্যাৰ সৈতে দ্বিমত প্রকাশ কৰিছে। তেওঁৰ মতে এই কথা ঠিক যে প্রাচীন ভাৰতীয় শিল্প-কলাৰ নিদর্শন যিবোৰ পোৱা গৈছে সেইবোৰত পৃথিৱীৰ অন্য যি কোনো দেশৰ প্রাচীন শিল্প-কলাত প্রকাশ পোৱাতকৈ বেছি তীব্রভাৱে ধর্মীয় অনুভূতি প্রকাশ পাইছে। তথাপি সামগ্রিক প্রাচীন ভাৰতীয় শিল্প-কলাত পূর্ণভাৱে প্রতিফলন ঘটিছিল সমসাময়িক কর্মচঞ্চল ভাৰতীয় জীৱনৰহে। প্রথমতে হৈছিল প্রত্যক্ষ প্রতিফলন—যেনে ৰাৰহুত, সাঁচী আৰু অমৰাৱতীৰ শিল্প-কীর্তিবোৰত। তাৰ পিছত এক শান্ত আৱেদনযুক্ত আদর্শবাদেৰে ৰঞ্জিত হৈ অজন্তাত। সর্বশেষত মধ্যযুগৰ অসংখ্য মন্দিৰ-গাত্রত খোদিত অগণন দেৱ-দেৱী আৰু মনুষ্যৰ শিলামূর্তিবোৰৰ মাজেদি। ভাৰতীয় শিল্প-কলাৰ এই প্রতিটো স্তৰতে নির্ভুলভাৱে প্রকাশিত হৈছে এক ভয়শূন্যতা আৰু তীব্র জীৱন-প্রাচুর্য আৰু জিজ্ঞাসা, যিটোৱে আমাক এই জীৱন আৰু জগতৰ কথাহে মনত পেলাই দিয়ে—পৰলোকৰ কথা মনত নেপেলায়। সেইবোৰ শিল্প-কলাই জীৱনচঞ্চল ভাৰতীয় নগৰ একোখন আৰু চিৰসেউজ আৰু বন্য জীৱনৰে সমৃদ্ধ ভাৰতীয় অৰণ্যভূমিৰ মোহনীয় ছবিহে আঁকে আমাৰ মনত।

গ'থিক স্থাপত্য আৰু ভাস্কর্য সদায় লম্বকঃ ওখ আৰু পোন। চূড়া আৰু ধেনুভিৰীয়া গাঁথনিবোৰ সদায় ওপৰমুৱা। যিমানে গ'থিক স্থাপত্যৰ উন্নতি হ'ল যিমানে চূড়াবোৰ বেছি ওখ হ'ল, ধেনুভিৰীয়া গাঁথনিবোৰ (আৰ্চ্) বেছি ওপৰৰ ফালে জোঙা হ'ল। সেইবাবে মধ্যযুগৰ ইউৰোপত যিমানবোৰ যীশু, ছেইন্টছ্ বা দেৱদূতৰ মূর্তি দেখা যায় সকলো সাধাৰণতে অসমানুপাতিকভাৱে ওখ। সেইবোৰ বেছি ওখ যেন লাগে গাৰ দীঘল পোছাকটোৰ বাবেও—একেবাৰে কান্ধৰ বা মূৰৰ পৰা ভৰিৰ সৰু গাঁঠিলৈকে ঢাক খাই থাকে। সেই মূর্তিবোৰ সাধাৰণতে সহজ আৰামদায়ক ভঙ্গীত থকা যেন লাগে আৰু কাশ্চিৎহে সেই মূর্তিবোৰৰ মুখত হাঁহি বিৰিঙা দেখা যায়। মধ্যযুগীয় ইউৰোপীয় শিল্প-কলা প্রকৃতার্থত ধর্মীয় আছিল। সেই শিল্প-কৃতিবোৰৰ পৰিকল্পনাই কৰা হৈছিল সেইবোৰ নিৰীক্ষণকাৰী ধর্মপ্রাণ ভক্তগণৰ মন তেজ-মঙহৰ শৰীৰৰ পৰা উর্ধ্বমুখী কৰি আত্মিক চিন্তা-চর্চাৰ জগতত স্থাপন কৰিবলৈ। বেছিভাগ এনে শিল্প-কলাৰ স্রষ্টাও আছিল সাধাৰণতে ধর্মপ্রাণ সন্ন্যাসী বা গভীৰভাৱে ধর্মপৰায়ণ শিল্পীসকল।

মধ্যযুগীয় ইউৰোপত শিল্প-কলাত এনে ধর্মীয় উদ্দীপনা ব্যক্ত হৈ থকা কালত ভাৰতীয় শিল্প-কলাৰ মেজাজ আছিল কিন্তু তাৰ সম্পূর্ণ বিপৰীত। বিশাল একোটা মন্দিৰ—যিমানেই ওখ নহওক, সদায়েই ভূ-পৃষ্ঠত দৃঢ়ভাৱে প্রতিষ্ঠিত হৈ থাকে। ভাৰতীয় আৰ্হিত গঢ়া আদর্শ মন্দিৰ একোটা বৰ অদ্ভুত ধৰণে ওখ নহয় বৰং অলপ চাপৰ আৰু স্থূল ধৰণৰ। বেৰত কটা দেৱতা-গন্ধর্ব-বিদ্যাধৰ সকলোৰে মূর্তিবোৰত তাৰুণ্য আৰু নবীন সৌন্দর্য। সেইবিলাকৰ শিলত কটা দেহ সাধাৰণতে সুগোল, সুডৌল আৰু পৰিপুষ্ট—যিবোৰ ইউৰোপীয় মানদণ্ডেৰে জুখিলে অলপ ছোৱালীমতীয়া যেনহে লাগিব।

মাজে-সময়ে সেই মূৰ্তিবোৰৰ মুখত কঠোৰতা বা ক্ৰোধৰ অভিব্যক্তি প্ৰকাশিত হ'লেও সাধাৰণতে স্মিত হাঁহিৰে মূৰ্তিবোৰৰ মুখ উদ্ভাসিত হৈ থকাহে দেখা যায়। দুখ-বেজাৰ কৰি থকা অৱস্থাত কোনো মূৰ্তি সাধাৰণতে চকুত নপৰে। একমাত্ৰ নটৰাজ শিৱৰ মূৰ্তিৰ বাহিৰে সকলো পবিত্ৰ দেৱমূৰ্তি মাটিৰ ওপৰত দৃঢ়ভাৱে দুই ভৰিৰ পতা মেলি থিয় হৈ থকা বা বহি থকা ভঙ্গীত দেখা যায়। কোৱা বাহুল্য যে ভাৰতীয় সকলো মন্দিৰতে ভাস্কৰ্য শিল্প-কলাত নাৰীমূৰ্তি সৌন্দৰ্যবোধক সাজ-সজ্জাৰ মটিফ্ হিছাপে মুক্তভাৱে ব্যৱহাৰ কৰা হয়। সেইবোৰ মন্দিৰ হিন্দুৰে হওক বা বৌদ্ধ অথবা জৈনধৰ্মী লোকৰে হওক। শিলত কটা নাৰীমূৰ্তিবোৰ সাধাৰণতে স্বল্পবসনা আৰু নাৰীৰূপ সম্বন্ধে ভাৰতীয় ধাৰণা আৰু মানদণ্ড অনুসৰি সৃষ্ট।

সংসাৰত্যাগী তপস্বী-যোগী-সন্ন্যাসী ভাৰতত সদায় সমাদৃত। ভোগৰ পৰা নিবৃত্তি, ত্যাগ আদি প্ৰশংসনীয় গুণ। কিন্তু ভাস্কৰ্যত যিসকল তপস্বী-সন্ন্যাসীৰ প্ৰতিফলন ঘটে সকলোকে কিন্তু অতি সুপৰিপুষ্ট আৰু প্ৰফুল্লচিত্তহে দেখা যায়। উদাহৰণ স্বৰূপে আমি মধ্যযুগত শিলত কটা জৈন মুনি গোমতেশ্বৰৰ মূৰ্তিলৈ আঙুলিয়াব পাৰো। মহীশূৰৰ শ্ৰৱণ-বেলগোলাত থকা এই সুবিশাল মূৰ্তি বিশেষভাৱে মন কৰিবলগীয়া। এই বিশাল মূৰ্তিধাৰী গোমতেশ্বৰ লৌহদণ্ডৰ দৰে ঋজুভঙ্গীত দণ্ডায়মান। দেহাৱয়ৱ ধ্যানমূৰ্তি কায়োৎসৰ্গ ভঙ্গীত। দুই ভৰি মাটিত দৃঢ়ভাৱে স্থাপিত। দুই কান্ধৰ পৰা দুই হস্ত লম্বমান কিন্তু ক'তো দেহস্পৰ্শ কৰা নাই। ওঁঠত অস্পষ্ট স্মিত হাঁহিৰ ৰেশ। ভাস্কৰ্য শিল্পীয়ে নিশ্চয় এনে ভাবৰ অভিব্যক্তি প্ৰকাশ কৰিবলৈ বিচাৰিছিল যেন গোমতেশ্বৰৰ আত্মাই ভূত-জগতৰ সকলো জঞ্জালৰ পৰা মুক্তি লাভ কৰি বিশ্বব্ৰহ্মাণ্ডৰ শিখৰত স্থাপিত কোনো পৰমানন্দময় ৰাজ্যলৈ উৰা মাৰিব খুজিছে। শিল্পীৰ উদ্দেশ্য যিয়েই নাছিল লাগিলে, গোমতেশ্বৰক দেখাত কিন্তু সমসাময়িক কালৰ যি কোনো এজন সুস্বাস্থ্যৰ অধিকাৰী প্ৰাণচঞ্চল সাধাৰণ ভাৰতীয় ডেকাল'ৰা যেনহে লাগে। কথিত আছে যে মুনিৰাজ গোমতেশ্বৰ ইমান বেছি দিন ধ্যানস্থ হৈ দণ্ডায়মান হৈ আছিল যে তেওঁৰ গতিহীন ভৰিহালত লতা বগাই আগুৰি ধৰিছিল। ভাস্কৰ্যৰ মূৰ্তিতো সেই লতাবোৰ দেখুৱা গৈছে। কিন্তু সেইবোৰ দৃশ্যই তেওঁৰ পবিত্ৰ আত্মাৰ মহিমা ঘোষণা কৰিলেও— লগতে এইটোও দৃঢ়ভাৱে প্ৰকাশ কৰে যে তেৰোঁ এই মাটিৰ পৃথিৱীৰে জীৱ—পৃথিৱী তেওঁক এৰি দিবলৈ ৰাজী নহয়।

প্ৰাচীন ভাৰতৰ ধৰ্মসম্বন্ধীয় শিল্প-কলাৰ লগত ধৰ্মীয় সাহিত্যৰ গুণগত পাৰ্থক্য চকুত পৰা বিধৰ। ধৰ্মমূলক সাহিত্যৰ স্ৰষ্টা আছিল বৃত্তিগত লেখকসকল যেনে— ব্ৰাহ্মণ, সন্ন্যাসী, ঋষি ইত্যাদি। কিন্তু ধৰ্মীয় শিল্প-বস্তুবিলাকৰ স্ৰষ্টা আছিল ধৰ্মনিৰপেক্ষ সাধাৰণ শিলাকুটী-খনিকৰ-কাৰিকৰসকল। সেইসকল শিল্পীয়ে যদিও তেনে মূৰ্তিবোৰ শিলত কাটোতে পদে পদে ব্ৰাহ্মণ-পুৰোহিতৰ নিৰ্দেশ মানি চলিব লাগিছিল আৰু বিভিন্ন

দেৱ-দেৱীৰ মূৰ্তি গঢ়োতে ধৰাবন্ধা নিয়ম মানি চলিব লাগিছিল তথাপি তেওঁলোকৰ ধৰ্মীয় শিল্প সৃষ্টিৰ পটভূমিতে নিৰ্ভুলভাৱে প্ৰকাশ পাইছিল তেওঁলোকে সদায় চিনি পোৱা আৰু ভাল পোৱা জগতখনৰ পৰিচিত দৃশ্যাৱলীত। আমাৰ মতে ভাৰতীয় শিল্প-কলাৰ সাধাৰণ প্ৰেৰণাৰ উৎস হিছাপে উচ্চ আধ্যাত্মিক আদৰ্শ অনন্ত পৰমাত্মাৰ অবিৰত সন্ধান যিমান আছিল তাতকৈ বহুগুণে বেছি পৰিমাণে সেই শিল্পসৃষ্টিৰ প্ৰেৰণা আহিছিল শিল্পীসকলে সদায় দেখি থকা জীৱনৰ প্ৰাচুৰ্যৰে ভৰপূৰ অতীৱ ইন্দ্ৰিয়গ্ৰাহ্য এই বহিৰ্বিশ্বৰ দৃশ্যাৱলীৰ পৰা—চাৰিওফালৰ বিপুলা পৃথিৱীৰ বুকুত জীৱ-জগতৰ সঞ্চালন, সংবৰ্দ্ধন আৰু প্ৰাণশক্তিৰ স্পন্দনৰ বাস্তৱ অনুভৱৰ পৰা।

## প্ৰাচীনতম স্থাপত্যৰ নিদৰ্শনসমূহ

প্ৰাচীন আৰু মধ্যযুগৰ ভাৰতৰ শিল্পবস্তুবিলাকৰ ভিতৰত বহুতো স্থাপত্য আৰু ভাস্কৰ্যৰ নিদৰ্শন আছে। কিন্তু চিত্ৰাঙ্কন অৱশিষ্ট আছেগৈ অতি সামান্য সংখ্যকহে। যিমানবিলাক ভাস্কৰ্যৰ নিদৰ্শন দেখা যায় তাৰ বেছিভাগেই স্বতন্ত্ৰ নহয় স্থাপত্যৰ অংশ হিছাপেহে আছে। সেইবাবে আমি স্থাপত্যশিল্পৰ কথাকে প্ৰথমে আলোচনা কৰিম।

হৰপ্পা সভ্যতাৰ দিনৰ ইটাৰে নিৰ্মিত ঘৰবোৰ সজা হৈছিল প্ৰধানকৈ বসবাস কৰিবলৈহে। সেইবোৰ বৰ মজবুত আৰু কামত অহা বিধৰ আছিল ঠিকেই কিন্তু সৌন্দৰ্যতাত্ত্বিক গুণ তাত নাছিলেই কাৰণ ইয়াত সেইবোৰ ঘৰৰ বিষয়ে আলোচনা কৰা নহ'ব। হৰপ্পা সভ্যতাৰ যুগ আৰু মৌৰ্যযুগৰ মাজৰ কালছোৱাত কোনো উল্লেখযোগ্য স্থাপত্যশিল্প সম্বন্ধীয় ধ্বংসাৱশেষ নাই। আছে একমাত্ৰ ৰাজগৃহৰ নগৰ প্ৰাচীৰৰ ভগ্নাৱশেষ। কিন্তু সেইবোৰৰো কোনো শিল্পসুলভ নান্দনিক গুণ নাই। ইয়াৰ প্ৰধান কাৰণ হৈছে—ইতিহাসৰ এই সময়ছোৱাত শিলেৰে নিৰ্মিত গৃহাদি প্ৰায় নাছিলেই।

মেগাস্থিনিছে নিজৰ টোকাত উল্লেখ কৰিছে যে চন্দ্ৰগুপ্ত মৌৰ্যৰ ৰাজপ্ৰাসাদ অতি বিশাল আৰু আড়ম্বৰপূৰ্ণভাৱে নিৰ্মিত আছিল। কিন্তু নিৰ্মাণ কৰা হৈছিল নানা কাৰুকাৰ্যখচিত সোণ-ৰূপৰ পাট মেৰিওৱা কাঠেৰে। সেইবাবে ভাৰতৰ প্ৰাচীনতম শৈলনিৰ্মিত প্ৰাসাদ-অট্টালিকা আদি যিবোৰৰ অৱশিষ্ট এতিয়াও আছেগৈ সেইবোৰ সেই কাঠেৰে সজা ৰাজ-অট্টালিকাবোৰৰ আৰ্হিতে শিলত নিৰ্মাণ কৰা ঘৰ। কিন্তু সেই কাষ্ঠনিৰ্মিত ৰাজপ্ৰাসাদ বা অন্যান্য গৃহবোৰৰ একো চিন-মোকাম এতিয়া পাবলৈ নাই বুলিয়েই এনেকৈ ভাবিলে নহ'ব যে মৌৰ্য যুগত বা প্ৰাক-মৌৰ্য যুগতো ভাৰতীয় গৃহ-নিৰ্মাণ শিল্প অতি নিম্নমানৰ বা আদিম ধৰণৰ আছিল। মৌৰ্যযুগৰ একোটা গোটা শিলৰ পৰাই কাটি উলিওৱা শৈলস্তম্ভবিলাকৰ কাৰুকাৰ্য দেখিলেই জানিব পৰা যায় যে সেইদিনৰ শিলৰ কামকৰা কাৰিকৰসকল কিমান নিপুণ আছিল। তথাপি মৌৰ্যযুগৰ সুবিশাল নগৰ-মহানগৰবোৰ যদি শিলেৰে নিৰ্মাণ নকৰি কাঠেৰে নিৰ্মাণ যে কৰিছিল

তাৰ কাৰণ শিলাকুটীৰ অভাৱ নহয়। অভাৱ আছিল শিলৰ। গঙ্গা উপত্যকাত গৃহ নিৰ্মাণৰ উপযোগী শিলাখণ্ড তুলনামূলকভাৱে কমকৈ পোৱা গৈছিল। কিন্তু তাৰ সলনি বিস্তীৰ্ণ অৰণ্যভূমিৰ পৰা কাঠ পোৱা গৈছিল বিস্তৰ পৰিমাণে। যদিও সেইবোৰ অঞ্চলত কাঠ এতিয়া পাবলৈ নায়েই। মধ্যযুগত শৈলনিৰ্মিত গৃহ-অট্টালিকা-প্ৰাসাদ আদি বৃদ্ধি পাইছিল। কিন্তু সেই অনুপাতে কোনো সাংস্কৃতিক উন্নতি হোৱা নাছিল। বৰং সাংস্কৃতিক দিশত অৱনতিহে পৰিলক্ষিত হৈছিল। গৃহ নিৰ্মাণৰ বাবে শিল ব্যৱহাৰ কৰা নিয়ম আৰম্ভ হৈছিল আংশিকভাৱে বিদেশী লোকৰে সংস্পৰ্শলৈ অহাৰ বাবে। কিন্তু প্ৰধান কাৰণ আছিল জনসংখ্যা বৃদ্ধি হৈ সভ্যতাৰ বিস্তাৰ ঘটা নগৰাঞ্চলৰ চৌপাশৰ অৰণ্যভূমি ক্ৰমে নিঃশেষ হৈ অহাহে।

মৌৰ্যযুগৰ বিস্ময়কৰ শিলৰ স্তম্ভবোৰৰ কাৰুকাৰ্য অতি সূক্ষ্ম। সেইবিলাকক এতিয়া ভাস্কৰ্যৰ নিদৰ্শন বুলিহে ক'ব লাগিব কাৰণ যিবোৰ অৱশিষ্ট আছেগৈ সেইবোৰৰ স্থাপত্যসুলভ কোনো পৰিচয় নাই। একে ধৰণৰ কিছুমান শিলাস্তম্ভৰ টুকুৰা পাটনাত আৱিষ্কৃত হৈছে। সেইবোৰ কোনো কাৰেঙৰ চাল তুলি ধৰা কামত লগোৱা হৈছিল বুলি বুজা যায়। অশোকৰ ৰাজপ্ৰাসাদতে সেই স্তম্ভবোৰ ব্যৱহাৰ কৰা হৈছিল যুক্তিসঙ্গতভাৱে ধৰি ল'ব পাৰি। পাটনাৰ স্তম্ভ-ভৱন ইমান বেছি বিধ্বস্ত যে ঘৰটোৰনো মূল নক্সা বা আঁচনি কেনে ধৰণৰ আছিল সেইটোও সম্পূৰ্ণকৈ পুনৰ চিত্ৰিত কৰিব পৰা নগ'ল। কিন্তু সেই ভৱন যে বৰ বিশাল আছিল সেইটো দেখিলেই ধাৰণা হয়। তেতিয়ালৈকে শৈলনিৰ্মিত গৃহৰ সংখ্যা নিশ্চয় বৰ সীমিত আছিল। মৌৰ্যযুগৰ সকলো 'ম'নলিথিক পিলাৰ্' বা একেটা শিলৰ পৰাই কাটি উলিওৱা স্তম্ভ আৰু মৌৰ্যযুগৰ শিলৰ ঘৰ নিৰ্মাণকাৰী কাৰিকৰহঁতে সৃষ্টি কৰা অন্যান্য সামগ্ৰীৰ বাবে শিল আহিছিল একেটা শিলৰ খনিৰ পৰাই। সেইটো আছিল বাৰানসীৰ পৰা নাতিদূৰত অৱস্থিত চুণাৰ শিলৰ কোৱাৰি। সেই আটাইবোৰ শিলাকুটী বা শিলৰ কাৰিকৰৰ প্ৰায়োগিক কলা-কৌশলৰ আছিল একেটাই গত। সেইবিলাক শৈল-শিল্পী-কাৰিকৰে পাৰস্যৰ পৰা শিলৰ কাম শিকিছিল—কিছু পৰিমাণে হয়তো গ্ৰীচৰ পৰাও শিকিছিল। কিন্তু সেই বিদ্যা কামত খটাওঁতে মজুত শিল্প-বস্তুত দেখ্‌দেখ্‌কৈ নিজস্ব ভাৰতীয় বিশিষ্টতা প্ৰদান কৰিছিল। বোধ হয়, সেই শৈল-শিল্পীসকলৰ কাৰখানাবোৰ ভৰণ-পোষণ আৰু পৃষ্ঠপোষকতা কৰিছিল মৌৰ্য ৰজাসকলেই। গতিকে সেই ৰাজবংশ নোহোৱা হৈ গ'লত সেই শিল্পীসকলো অন্তৰ্হিত হৈছিল। ফলত ভাৰতত শৈল-শিল্প পুনৰ নতুনকৈ আৰম্ভ কৰিবলগীয়া হ'ল।

## স্তূপ

স্তূপ মানে আচলতে মাটিৰে নিৰ্মাণ কৰা সমাধি, য'ত স্তূপাকৃতি কৰি মাটি জমা কৰি সহজেই সকলোৰে চকুত পৰা কৰা হয়। এনে স্তূপবোৰক স্থানীয় মানুহে সমীহ

কৰি চলি শ্ৰদ্ধা-ভক্তি প্ৰদৰ্শন কৰে। আমি জানো যে স্তূপ-সংস্কৃতি বৌদ্ধধৰ্মই সমাদৰ কৰি গ্ৰহণ কৰিছিল আৰু মহাৰাজ অশোকে বুদ্ধৰ সন্মানাৰ্থে গোটেই ভাৰততে অনেক স্তূপ নিৰ্মাণ কৰিছিল। মহান সম্ৰাট অশোকে যি ধৰণে স্তূপবোৰ নিৰ্মাণ কৰিছিল তাৰ আৰ্হি হিছাপে অক্ষত অৱস্থাত এটা মাত্ৰ স্তূপ আছেগৈ নেপাল দেশত। বাকী আগৰ স্তূপবোৰত খননকাৰ্য চলালত তাৰ নিৰ্মাণ-কৌশল আৰু চৰিত্ৰগত বৈশিষ্ট্যৰ বিষয়ে অনেক কথা পোহৰলৈ আহিছে। স্তূপবোৰ বৃহৎ গোলাৰ্ধ আকৃতিৰ গম্বুজ স্বৰূপ। একেবাৰে মধ্যস্থলত এটা কোঠা থাকে। সেই কোঠাৰ মধ্যস্থলত এটা সৰু টেমাত বুদ্ধৰ অস্থি-ভস্ম থাকে। সেই পাত্ৰও সাধাৰণতে স্ফটিকেৰে অতুলনীয় কাৰুকাৰ্যৰে নিৰ্মিত। স্তূপৰ একেবাৰে মধ্যভাগ নোপোৰা ইটাৰে নিৰ্মিত। তাৰ বহিৰ্ভাগ পোৰা ইটাৰে গঁথা। খুব ডাঠকৈ প্লাষ্টাৰ কৰা। স্তূপৰ ওপৰত কাঠ বা শিলেৰে নিৰ্মাণ কৰা এক ছত্ৰৰ ঢাকনি থাকে। চাৰিওফালে কাঠৰ চকোৰা দিয়া। সেই চকোৰাৰ ভিতৰফালে থাকে এক সৰু পদপথ। সেই পদপথ ব্যৱহাৰ কৰা হয় আনুষ্ঠানিকভাৱে বুদ্ধৰ মহাপবিত্ৰ অস্থি-ভস্মৰ প্ৰতি ভক্তি প্ৰদৰ্শন কৰিবলৈ স্তূপৰ চাৰিওফালে তীৰ্থযাত্ৰীসকলে প্ৰদক্ষিণ কৰোতে।

এই সম্বন্ধে এনে কথাও কোৱা হয় যে দৰাচলতে স্তূপবিলাক পিছৰ যুগৰ হিন্দু মন্দিৰ একোটাৰ দৰে বিশ্বব্ৰহ্মাণ্ডৰ অণু-পৰমাণুৰ দৰে ক্ষুদ্ৰাতিক্ষুদ্ৰ একোটা প্ৰতিৰূপ হিছাপে নিৰ্মাণ কৰা হৈছিল। এনে ধৰণে বিশ্বাস কৰিছিল মেছোপটেমিয়ানবিলাকেও। ভাৰতত বৈদিক যুগৰ পৰাই মহাজাগতিক অৰ্থযুক্ত প্ৰতীকবাদৰ প্ৰতি সমাদৰ আছেই— গতিকে এনে ধৰণৰ এটা ব্যাখ্যা মন্দিৰ নিৰ্মাণৰ ক্ষেত্ৰত উদ্ভৱ হৈছিল। এছ ক্ৰামৰিছ প্ৰণীত 'দ্যা হিন্দু টেম্পল্' গ্ৰন্থতো এই কথাকে কৈছে। কিন্তু বহুতো পণ্ডিতে আমাৰ লগত দ্বিমত প্ৰকাশ কৰিলেও আমি বিশ্বাস নকৰো যে মহাজাগতিক প্ৰতীকবাদৰ প্ৰতি কোনো স্পৃহাই প্ৰাচীন ভাৰতৰ স্থপতিসকলৰ মনত কিবা প্ৰভাৱ পেলাইছিল।

মৌৰ্যযুগ আৰু গুপ্তযুগৰ মাজৰ কালছোৱাত বৌদ্ধ স্থাপত্যশিল্পৰ বাবে অনেক ধন আৰু শক্তি ব্যয় কৰা হৈছিল। পুৰণা স্তূপবোৰ আগতকৈ বহুত ডাঙৰ আৰু সুন্দৰ কৰি পুনৰ নিৰ্মাণ কৰা হৈছিল। এই ধৰণে হোৱা কামৰ ভিতৰত তিনিটা বিশেষভাৱে উল্লেখনীয়—মধ্য ভাৰতৰ ভাৰহুত ; পুৰণা ভূপাল ৰাজ্যৰ সাঁচী আৰু কৃষ্ণা নদীৰ উপত্যকাৰ নিম্নভাগৰ অমৰাৱতী। ভাৰহুত স্তূপ বৰ্তমানৰ ৰূপত খ্ৰীঃ পূঃ দ্বিতীয় শতাব্দীৰ মাজভাগৰ পৰাই আছে। এই স্তূপ বিখ্যাত ইয়াৰ গাৰ ভাস্কৰ্য শিল্প-বস্তুৰ বাবেহে। যদিও মূল স্তূপভাগ ইতিমধ্যে অন্তৰ্হিত হৈছে। আনহাতে সাঁচীত থকা স্তূপ এতিয়াও প্ৰাচীন ভাৰতীয় স্থাপত্যৰ চমকপ্ৰদ নিদৰ্শন হৈয়ে আছে।

খ্ৰীঃ পূঃ দ্বিতীয় শতাব্দীত পুৰণা সাঁচী স্তূপ ভাঙি আগতকৈ দুগুণ ডাঙৰ কৰি পুনৰ নিৰ্মাণ কৰা হৈছিল। ওপৰৰ গোলাৰ্ধকৃতি গম্বুজৰ ব্যাস হ'লগৈ ১২০ ফুট। এইবাৰ স্তূপ নিয়মমতে শিলেৰে গঁথা হ'ল। একেবাৰে ভেটিৰ সমান ভূমিসংলগ্ন

পদপথৰ উপৰি ১৬ ফুট ওখত খোপনি কাটি আৰু এটা পকী পদপথ নিৰ্মাণ কৰা হ'ল। পুৰণা কাঠৰ জেওৰাৰ সলনি শিলেৰে ৯ ফুট ওখকৈ জেওৰা দিয়া হ'ল। কিন্তু তাৰ কাৰুকাৰ্য এনেদৰে কৰা হ'ল যে দেখিলে কাঠৰ জেওৰা যেনেই লাগে। খ্ৰীঃ পূঃ প্ৰথম শতিকাৰ শেষৰ ফালে পুনৰ নিৰ্মাণ কাৰ্যৰ চূড়ান্ত পৰ্যায়ত স্তূপৰ চাৰিওফালে চাৰি প্ৰধান স্থানত চাৰিখন সুদৃশ্য গৌৰৱজনক তোৰণ নিৰ্মাণ কৰা হৈছিল। প্ৰধান স্তূপৰ চাৰিওফালে সৰু সৰু অনেক স্তূপ আৰু ভিক্ষুসকলৰ বাবে বিহাৰ-গৃহ নিৰ্মাণ কৰা হৈছিল। সাঁচীৰ এই মহৎ তোৰণদ্বাৰবিলাক সেইবিলাকৰ স্থাপত্য শিল্পগত মূল্যতকৈও তাৰ বিস্তৃত অতুলনীয় অলঙ্কৰণৰ বাবেহে বেছি বিখ্যাত। প্ৰত্যেকখন তোৰণতে দুটাকৈ চাৰিচুকীয়া স্তম্ভৰ ওপৰত এডাল চ'তি। তাৰ ওপৰত জন্তু বা বাওনাৰ শিলামূৰ্তিৰ কান্ধত তিনিটাকৈ চক্ৰাকৃতি আৰ্চিট্ৰেভ অৰ্থাৎ ধেনুভিৰীয়া চ'তিৰে সম্পূৰ্ণ সেই একোখন তোৰণ মাটিৰ পৰা শীৰ্ষ বিন্দুলৈকে ৩৪ ফুট ওখ। এই তোৰণবিলাক স্থাপত্যসুলভ কৌশলৰ ফালৰ পৰা আদিম আৰ্হিৰ বুলি কোৱা হয়। পি. ব্ৰাউনৰ 'ইণ্ডিয়ান আৰ্কিটেকচাৰ' গ্ৰন্থত কৈছে যে প্ৰাচীন ভাৰতৰ গাঁওবিলাকত থকা বাঁহ-কাঠৰ জাপদুৱাৰবিলাকৰ পৰাই এই তোৰণবোৰৰ ডিজাইন লোৱা হৈছিল। কিন্তু তোৰণবোৰ নিৰ্মাণ কৌশল এনে ওপৰখাপৰ যে সেইবোৰ এতিয়াও মসৃণ আৰু চিকচিকাই থকা আৰু ইয়াত প্ৰদৰ্শিত কাৰুকাৰ্য ভাৰতীয় ভাস্কৰ্যৰ গৌৰৱস্বৰূপ।

আকাৰৰ ফালৰ চাবলৈ গ'লে সাঁচীৰ স্তূপতকৈ ডাঙৰ ভাৰতীয় স্তূপ বেছি নাই। কিন্তু সিংহলত স্তূপৰ আকাৰে সকলো চেৰাই গ'ল। সিংহলৰ পুৰণি কালৰ ৰজাসকলৰ ৰাজধানী নগৰ অনুৰাধাপুৰত থকা অভয়গিৰি ডাগব নামে যি স্তূপ, সেইটোৰ ব্যাস ৩২৭ ফুট। জোখত ইজিপ্তৰ কিছুমান পিৰামিডতকৈও ডাঙৰ। খ্ৰীঃ পূঃ দ্বিতীয় শতাব্দীত কেবাবাৰো পুনৰ নিৰ্মাণ কৰাৰ পিছত এই স্তূপটোৰ আকাৰ ইমান বৃহৎ হৈছিলগৈ।

ভাৰতত স্তূপ নিৰ্মাণৰ স্থাপত্য ক্ৰমাৎ বেছি অলঙ্কাৰপূৰ্ণ হ'বলৈ ধৰিছিল। অমৰাৱতীৰ স্তূপ যেতিয়া আনুমানিক ২০০ খ্ৰীষ্টাব্দত চূড়ান্ত ৰূপত পুনৰ নিৰ্মাণ কৰা হ'ল তেতিয়া সি আকাৰত সাঁচীৰ স্তূপতকৈ ডাঙৰহে হ'ল। তাৰ দুটা প্ৰদক্ষিণ কৰা পথ কাৰুকাৰ্যখচিত চিত্ৰপট দি ঢাকি থোৱা আছিল। তাৰে কিছুমান ব্ৰিটিছ মিউজিয়ামত সংৰক্ষিত অৱস্থাত আছে। সেইবিলাকত বুদ্ধৰ জীৱনচিত্ৰ খোদিত কৰা আছে। সেই সময়ত উত্তৰ ভাৰতৰ স্তূপবিলাক সেইবিলাকৰ ভেটিৰ আকাৰৰ তুলনাত বহুত ওখকৈ নিৰ্মাণ কৰা হৈছিল। সাধাৰণতে সেইবোৰ বৰ্গাকাৰ ভেটিৰ ওপৰত নিৰ্মিত হৈছিল। ব্ৰহ্মদেশ আৰু ইণ্ডোনেচিয়াত সেয়ে খাপকটা পিৰামিডৰ আকৃতি লৈছিলগৈ। সেইবিলাক স্তূপৰ ভিতৰত বৃহত্তমটো হ'ল যাভা দ্বীপৰ ৮ম শতিকাতে নিৰ্মিত বৰবদুৰ স্তূপ। চূড়াবোৰ ক্ৰমান্বয়ে ওখ হৈ হৈ গৈ আছিল। পিছলৈ গৈ সেই আৰ্হিতে বৰ্তমান যুগৰ ব্ৰহ্মদেশ আৰু শ্যামদেশৰ মন্দিৰ নিৰ্মাণ কৰা হৈছিল।

পৰৱৰ্তী কালৰ ভাৰতীয় স্তূপবিলাকৰ ভিতৰত সাৰনাথ আৰু নালন্দাৰ স্তূপ দুটাই বিখ্যাত। বাৰানসীৰ ওচৰৰ সাৰনাথ হৈছে বুদ্ধই প্ৰথম ধৰ্মোপদেশ দিয়া স্থান। সেই ঠাইত নক্সাদাৰ ইটাৰে গঁথা বিতোপন এক গোলাকৃতি গম্বুজেৰে সাৰনাথৰ স্তূপ এসময়ত চালে চকু ৰোৱা ধৰণৰ আছিল। তলত গোলাৰ্ধ আকৃতিৰ স্তূপমূলৰ ওপৰত থিয় হৈ থকা সুউচ্চ আৰু সুগোল গম্বুজৰ গাত বুদ্ধৰ বৃহদাকাৰ মূৰ্তি লগোৱা আছিল। এতিয়া সেইবোৰ অলঙ্কাৰৰ সকলোৱেই নোহোৱা হৈছে। আছে মাত্ৰ মূল স্তূপৰ অভ্যন্তৰস্থ ভস্মধাৰগৃহ। এই সাৰনাথ স্তূপে চূড়ান্ত ৰূপ পাইছিল গুপ্তযুগত। নালন্দাৰ স্তূপটো সাতবাৰ পুনৰ নিৰ্মাণ কৰোতে প্ৰতিবাৰে আকাৰ বৃহত্তৰ কৰা হৈছিল। বৰ্তমান তাৰ ভগ্নাৱশেষ দেখিলে খলপা-খলপে ইটাৰে গঁথা এটা পিৰামিড যেন লাগে। মূলতে এইটো আছিল ওখ মঞ্চ বা ভেটিৰ ওপৰত নিৰ্মিত এক ওখ স্তূপ। চাৰিকোণতে একোটাকৈ সৰু সৰু স্তূপ আছিল। কিন্তু গুপ্ত আৰু পালৰজাসকলৰ ৰাজত্বকালত এই কীৰ্তিচিহ্নৰ ইমান সালসলনি কৰা হ'ল যে স্থাপত্যবিদ্যা সম্বন্ধে প্ৰচুৰ জ্ঞান নথকা মানুহে আদিতে ইয়াৰ ৰূপ-গঢ়-আকৃতি কেনে আছিল সেইটো অনুমানেই কৰিব নোৱাৰিব।

ডাঙৰ ডাঙৰ স্তূপবিলাকৰ চাৰিওফালে সৰু সৰু অনেক স্তূপ নিৰ্মাণ কৰা হৈছিল। সেইবোৰত সাধাৰণতে ধাৰ্মিক আৰু বিদ্বান হিচাপে খ্যাতি অৰ্জন কৰা বৌদ্ধ সন্ন্যাসীসকলৰ দেহাৱশেষ সংৰক্ষিত কৰা হৈছিল। এইবিলাকৰ উপৰি বৃহৎ স্তূপৰ চৌদিশে বিশাল এলেকা জুৰি নিৰ্মাণ কৰা হৈছিল অন্যান্য নানা ঘৰ—সন্ন্যাসীসকলৰ বাবে মঠ, উপাসনা গৃহ, ধৰ্মসভাৰ বাবে ভৱন, তীৰ্থযাত্ৰীৰ কাৰণে আলহী-ঘৰ ইত্যাদি। নালন্দা আদিৰ দৰে বৌদ্ধ ধৰ্মৰ বৃহত্তৰ কেন্দ্ৰবিলাকত এনে ধৰণৰ ধৰ্মীয় গৃহ-ভৱন-অট্টালিকাবোৰৰ চৌদিশে দুৰ্গ-প্ৰাকাৰৰ দৰে উচ্চ প্ৰাচীৰেৰে আগুৰা। বৰ্তমানে এই ঘৰবোৰৰ ধ্বংসাৱশেষহে দেখা যায়। গতিকে এনে বৃহৎ গৃহবোৰৰ ভগা-ছিগা ৰূপটো এতিয়া সদায় ভাল নেলাগে। কিন্তু নিৰ্মাণ কৰোতে প্লাষ্টাৰ কৰা বা চুণসনা স্তূপবোৰ চাগৈ গ্ৰীষ্মমণ্ডলীয় সূৰ্যৰ উজ্জ্বল পোহৰত বগা হৈ জিলিকি আছিল বহু ক্ৰোশ দূৰৰ পৰাই চকুত পৰাকৈ। স্তূপৰ ওপৰত ছত্ৰাকৃতি গম্বুজৰ ওপৰৰ পৰা সগৌৰৱে আকাশৰ বুকুলৈ উঠি যোৱা চূড়াটো নিশ্চয় সোণৰ বৰ্শাফলকৰ দৰে ৰ'দত চিকমিকনি তুলিছিল। কিন্তু এতিয়া গম্বুজো ভগ্ন—সেই সোণালী চূড়ান্ত খণ্ডিত হৈ পৰি আছে। সিংহলৰ অনুৰাধাপুৰৰ বিখ্যাত ৰুভানৱালি ডাগবা স্তূপ আজি কিছু বছৰৰ আগতে পুনৰ নিৰ্মাণ কৰি উলিওৱাৰ পিছত বিশাল সমভূমিৰ মাজত বহুত দূৰৰ পৰা জিলিকি থকা ধৱলবৰণৰ। সেই স্তূপৰ ৰূপ দেখিলে অনুমান কৰিব পাৰি নিৰ্মাণ কৰি উলিওৱাৰ পিছত স্তূপ এটা কেনে মনোৰম আৰু গৌৰৱময় হ'ব পাৰে। ৰুভানৱালি স্তূপ পুনৰ বৌদ্ধ ধৰ্মৰ কেন্দ্ৰ হৈ ব্যৱহৃত হ'বলৈ ধৰিছে। অভগ্ন সম্পূৰ্ণ ৰূপত একোটা স্তূপ এক মহান ধৰ্মৰ যোগ্য প্ৰতীক হিচাপেই পৰিচিত আছিল জনসাধাৰণৰ মনত।

# গুহা-মন্দিৰ

প্ৰাক্-গুপ্তযুগৰ পূৰ্বৰ শতাব্দীবোৰৰ প্ৰধান স্থাপত্য-কলাৰ নিদৰ্শনৰ অৱশিষ্ট বুলিলে— স্তূপ, স্তূপৰ চাৰিওফালৰ তোৰণ আৰু শিলৰ ৰেলিঙৰ বাহিৰেও—ধৰ্মীয় প্ৰয়োজনত খান্দি উলিওৱা কৃত্ৰিম গুহা আৰু তাৰ অভ্যন্তৰত নিৰ্মিত মন্দিৰবোৰৰ কথাও বুজিব লাগিব।

এই ধৰণৰ গুহা-মন্দিৰবোৰৰ একেবাৰে আদি অৱস্থাবিলাকৰ নমুনা দেখিলে বুজা যায় যে শিলেৰে গৃহ নিৰ্মাণৰ কাম কৰাৰ কলা-কৌশল ভাৰতীয় শিল্পী কাৰিকৰসকলৰ তেতিয়াও ভালদৰে আয়ত্ত হোৱা নাছিল। প্ৰথম অৱস্থাৰ গুহা মন্দিৰবিলাকত শিলৰ কামো কাঠমিস্ত্ৰিয়ে কৰাৰ দৰেহে হৈছিল। যেনে, গয়াৰ ওচৰৰ বৰাবৰ পাহাৰত থকা দুটা তেনে গুহা মন্দিৰ মহাৰাজ অশোকে আজীৱিক সম্প্ৰদায়ৰ সন্ন্যাসীবোৰৰ বাবে নিৰ্মাণ কৰাইছিল। সেই দুটা দেখাত সাধাৰণ-দৰ্শন একোটা আয়তক্ষেত্ৰাকাৰ সভাগৃহ। দুইটাৰে একোমূৰে এটা কোঠা। বক্ৰাকৃতি বেৰ এখনেৰে মুকলি ঘৰছোৱাৰ পৰা পৃথক কৰা। ঘৰৰ পানীপাছ ওলমি পৰা। স্পষ্টভাৱে বুজা যায় যে গুহামন্দিৰ নিৰ্মাণ কৰোতে শিল্পীসকলে তেতিয়াৰ কালত মুকলি চোতাল একোখনত খেৰ-বাঁহেৰে সজা ঘূৰণীয়া সভাঘৰবোৰৰ ডিজাইনকে গ্ৰহণ কৰিছিল। তাতকৈ ওপৰলৈ উধাব পৰা নাছিল। তেনেকৈ কাঠেৰে সজা ঘৰবোৰৰ আৰ্হিৰ ওপৰত নিৰ্ভৰ কৰি চলাৰো অনেক প্ৰমাণ গুহামন্দিৰবোৰৰ বিভিন্ন অংশৰ নিৰ্মাণ কৌশলত দেখা যায়। সেই অৱস্থা চলি আছিল গুপ্ত যুগলৈকে।

বৰাবৰ আৰু নাগাৰ্জুনী পাহাৰৰ গুহা-মন্দিৰবোৰত সাজ-সজ্জা একো নাছিল। মাত্ৰ বৰাবৰৰ কাষৰ নাগাৰ্জুনীত এটা গুহা-মন্দিৰত অলপ ব্যতিক্ৰম দেখা যায়। তাত সৰল ধৰণৰ হ'লেও কাৰুকাৰ্যখচিত এখন প্ৰৱেশদ্বাৰ আছে। মৌৰ্যযুগতে বা তাৰ পিছতে সেইখন তাত যোগ দিয়া হৈছিল। সেই গুহা-মন্দিৰবোৰৰ বেৰবোৰৰ ভিতৰফালে মসৃণভাৱে পালিছ কৰা—ইমান উৎকৃষ্ট সেই পালিছ যে দেখিলেই বুজা যায়, যিসকল কাৰিকৰে মহাৰাজ অশোকৰ স্তম্ভবোৰ পালিছ কৰিছিল সেই শ্ৰেণীৰ কাৰিকৰেই সেই কাম কৰিছিল।

পিছৰ যুগৰ গুহা-মন্দিৰ আৰু সন্ন্যাসীৰ মঠবোৰ ভাৰতৰ বহুত অঞ্চলত দেখা পোৱা গৈছে। কিন্তু সেই ধৰণৰ কৃত্ৰিম গুহাৰ ভিতৰত বৃহত্তম আৰু বিখ্যাত গুহাবোৰ পোৱা যায়। পশ্চিম দাক্ষিণাত্যত সাতবাহন সাম্ৰাজ্য আৰু তাৰ পিছৰ ৰজাসকলৰ দিনত সেইবোৰ নিৰ্মাণ কৰা হৈছিল। দাক্ষিণাত্যৰ সবাতোকৈ পুৰণি গুহামন্দিৰ আছে পুনাৰ ওচৰৰ ভাজা নামে ঠাইত। এটা গোটা শিলৰ পৰা কাটি উলিওৱা এটা গভীৰ ডিম্বাকৃতি হল-ঘৰ বা সভা-ভৱন। বেৰৰ কাষে কাষে এশাৰী আঠকোণীয়া শিলৰ খুঁটা। সেই খুঁটাবোৰৰ ওপৰত একেটা শিলৰ পৰা কাটি উলিৱা চ'তি-মাৰলি শাৰী শাৰীকৈ।

সকলো দেখিলে বুজিবই পাৰি, কাঠেৰে নিৰ্মিত ঘৰ এটাৰ আৰ্হিকে লৈছিল শিলাকুটীবিলাকে সেই গুহা-মন্দিৰ নিৰ্মাণ কৰোতে। সেই গুহা-মন্দিৰৰ মূৰত এটা শিলতে কটা সৰু স্তূপ। গুহাৰ বাহিৰত এটা শিলেৰেই নিৰ্মিত বাটচ'ৰা। সেই বাটচ'ৰাটোও মূল গুহা-মন্দিৰটোৰে ত্ৰিভুজাকৃতি কৰি উলিয়াই দিয়া একাংশহে। বাটচ'ৰাৰ দুয়োকাষে তেনেদৰে ত্ৰিকোণাকৃতি ক্ষুদ্ৰ ক্ষুদ্ৰ বাটচ'ৰা দিয়া আছে অলঙ্কৰণৰ বাবে। এই গুহা-মন্দিৰ আছিল বৃহৎ এক সভাঘৰ—বৌদ্ধ সন্ন্যাসী আৰু সাধাৰণ বৌদ্ধলোকৰ বাবে। তাৰ কাষতে আন এটা গুহাও আছিল—শিলত কাটি উলিওৱা আহল-বহল সেই গুহাত আছিল সন্ন্যাসীসকল থাকিব পৰাকৈ চাৰিটা কক্ষ।

আৰম্ভণিতে এনে ধৰণৰ হ'লেও পিছলৈ বৃহদাকৃতিৰ আৰু জাকজমকতাৰে পূৰ্ণ গুহা-মন্দিৰ নিৰ্মিত হ'বলৈ ধৰিছিল। এনে উন্নত গুহা-মন্দিৰৰ সবাতোকৈ সুন্দৰ নিদৰ্শন হৈছে কাৰ্লিত থকা বিশাল চৈত্য-ভৱন। সম্ভৱতঃ খ্ৰীষ্টাব্দ আৰম্ভৰ সময়তে নিৰ্মাণ কৰা হৈছিল সেই গুহা-মন্দিৰ। এই গুহা একেটা শিলতে ১২৪ ফুট দকৈ কাটি উলিওৱা এটা গৃহ—ইয়াৰ ডিজাইন ভাজাৰ গুহা-মন্দিৰ বা পশ্চিম দাক্ষিণাত্যৰ বহুতো আন আন গুহা-মন্দিৰৰ সৈতে মিলে। কিন্তু আকাৰত বহুত ডাঙৰ আৰু অলঙ্কৰণ-কাৰুকাৰ্যৰ দিশত বহুত উন্নত। তাৰ খুঁটাবোৰ আনবোৰ গুহা-মন্দিৰৰ খুঁটাৰ দৰে চিধাচিধি আৰু নিৰলঙ্কৃত নহয়। কিবা কৌশল প্ৰয়োগ কৰি সেই স্তম্ভবোৰ অতি বৃহদাকাৰ আৰু কাৰুকাৰ্যখচিত কৰি সজা হৈছিল। প্ৰত্যেক স্তম্ভৰ ভেটি খলপ কটা বৰ্গক্ষেত্ৰৰ আকাৰৰ। সেই ভেটিৰ ওপৰত কলহ একোটাৰ ভিতৰৰ পৰা ওপৰলৈ উঠি যোৱা যেন লাগে খুঁটাবিলাক। বৃহদাকাৰ সেই কলহবোৰো তলি আৰু বাওৰে সৈতে স্পষ্টকৈ শিলত কাটি দেখুওৱা হৈছে। খুঁটাবোৰৰ এই ডিজাইনটোও পুৰণি কাঠৰ ঘৰবোৰৰে স্মাৰক। কাৰণ প্ৰাচীন কালৰ কাঠৰ ঘৰবিলাকত আঠকোণীয়া কাঠৰ খুঁটাবোৰ ডাঙৰ ডাঙৰ মাটিৰ পাত্ৰৰ মাজত স্থাপন কৰা হৈছিল খুঁটাৰ গুৰিবোৰ পোক-পৰুৱাৰ পৰা ৰক্ষা পৰিবৰ বাবে। প্ৰত্যেক শৈল স্তম্ভৰ শীৰ্ষত জটিলভাৱে গাত গা লগাই সজোৱা আৰোহীসহ ঘোঁৰা আৰু হাতীৰ মূৰ্তি—সেইবোৰৰ কাম ওপৰৰ ঘৰৰ চালখন ধৰি থকা। এই ডিজাইনটোও লোৱা হৈছিল পুৰণি কালৰ কাঠৰ ঘৰবোৰৰ চ'তি-মাৰলি-ৰুৱা আদিৰ চালৰ সজাটোৰ আৰ্হিৰ পৰা। গুহাৰ এমূৰে থকা চৈত্য বা পবিত্ৰ থাপনা ৰখা কোঠাটোও অন্যান্য গুহা-মন্দিৰবোৰত থকাবোৰৰ তুলনাত বহুত ডাঙৰ।

পূৰ্বকালৰ গুহা-মন্দিৰবোৰত আছিল সাধাৰণ ধৰণৰ বাটচ'ৰা। কাৰ্লিৰ গুহা-মন্দিৰত সেই বাটচ'ৰাৰ লগত আহল-বহল বহুলভাৱে অলঙ্কৃত বাৰাণ্ডাযুক্ত হ'ল। ডাঙৰ ডাঙৰ খিৰিকি। তিনিকোণীয়া গবাক্ষ ভিতৰলৈ পোহৰ পৰিব পৰাকৈ ডাঙৰকৈ নিৰ্মাণ কৰা হ'ল। কাৰ্লিৰ গুহাত তিনিটা প্ৰৱেশ-পথ আছিল। বেৰবিলাকৰ একেবাৰে তলৰছোৱাত মনোৰম ভাস্কৰ্যৰ নিদৰ্শনস্বৰূপ শিলৰ আলেখ্য। তাৰ ওপৰত শাৰী পাতি ক্ষুদ্ৰাকৃতি গবাক্ষ।

চৈত্য-ভৱনবোৰৰ লগতে আনুষঙ্গিক শিলত কটা সন্ন্যাসী-মঠ বা সংঘাৰামবোৰৰ আকাৰ আৰু জাকজমকতা বাঢ়িছিল। মাত্ৰ এটা গুহা-মঠ থাকিলে সন্ন্যাসীসকলৰ বাবে থকা ঠাইৰ নাটনি হয়। গতিকে কাষতে আন এটা গুহা-মঠ কাটি উলিওৱা হ'ল। শ শ বছৰ ধৰি সেইদৰে স্থানাভাব পূৰাবলৈ কাষত নতুন গুহামঠ সাজোতে সাজোতে সেইবোৰ জটিল এক গুহাবাসক্ষেত্ৰত পৰিণত হৈছিলগৈ। এনে ধৰণৰ গুহাবাসৰ এটা থূপেই হ'ল বিখ্যাত অজন্তা— হায়দৰাবাদৰ উত্তৰ-পশ্চিম কোণত। এই ঠাইত ২৭ টা কৃত্ৰিম গুহা শিলত কাটি উলিওৱা হৈছে একে অঞ্চলতে এটা পৰ্বতৰ ঘোঁৰাৰ খুৰাৰ দৰে আকৃতিৰ এটা ভাজত। তাৰে কিছুমান গুহা এশ ফুটতকৈও অধিক গভীৰকৈ কটা হৈছে পৰ্বতগাত্ৰত। সেই ঠাই উত্তৰ ভাৰতৰ পৰা দক্ষিণ ভাৰতলৈ যোৱা প্ৰাচীন প্ৰখ্যাত বাণিজ্য-পথৰ পৰা বেছি দূৰৈত নহয়। অজন্তাৰ একেবাৰে প্ৰাচীন গুহাবোৰ খ্ৰীঃ পূঃ দ্বিতীয় শতাব্দীৰে পুৰণি। পিছৰ কিছুমান সপ্তম শতাব্দীতো নিৰ্মাণ কৰা হৈছিল। অজন্তাৰ অতুলনীয় ভাস্কৰ্যশিল্প আৰু মনোৰম চিত্ৰাঙ্কনবোৰে সেই ঠাইৰ নাম প্ৰখ্যাত কৰাৰ লগতে প্ৰাচীন ভাৰতৰ সাংস্কৃতিক গৌৰৱৰ বাৰ্তা বহণ কৰিছে।

তাতোকৈও বোধহয় বেছি চিত্তাকৰ্ষক পিছৰ যুগৰ ইলোৰা গুহা-মন্দিৰবোৰ। অজন্তাৰ পৰা প্ৰায় ত্ৰিশ মাইল দূৰত আউৰঙ্গবাদৰ ওচৰত। এই ঠাইত ৩৪টা গুহা-মন্দিৰ আছে। আটাইবোৰ পঞ্চম শতিকাৰ পৰা অষ্টম শতিকাৰ ভিতৰত নিৰ্মাণ কৰা। সৰহভাগেই হিন্দু মন্দিৰ হ'লেও বৌদ্ধ আৰু জৈন গুহামন্দিৰো তাৰ ভিতৰত আছে। ইলোৰাৰ গৌৰৱৰ শিৰোমণি হৈছে প্ৰসিদ্ধ কৈলাসনাথ মন্দিৰ। এই মন্দিৰ নিৰ্মাণ কৰা হৈছিল ৰাষ্ট্ৰকূট সম্ৰাট প্ৰথম কৃষ্ণৰ (৭৫৬ (?)—৭৭৩) আদেশত। কিন্তু এই মন্দিৰ নিৰ্মাণৰ সময়তে গুহা-মন্দিৰৰ গতানুগতিক ধাৰণা অতিক্ৰম কৰি যোৱা হ'ল। কাৰণ, সম্ৰাট অকল শিলত কটা গুহা এটা লৈ সন্তুষ্ট নহ'ল। পৰ্বতগাত্ৰৰ প্ৰকাণ্ড শিলৰ সন্মুখভাগ কাটি সমান কৰি পেলোৱা হ'ল আৰু পিছত তাৰ পৰাই গোটেই মন্দিৰটোৱেই কাটি উলিওৱা হ'ল পৰ্যায়ক্ৰমে—বিগ্ৰহ ৰখা ঘৰ, বিশাল মণ্ডপৰ দৰে সভাগৃহ, প্ৰৱেশ-দ্বাৰ, সঙ্কল্প কৰি উছৰ্গা কৰা স্তম্ভসমূহ, ওপৰঞ্চি পূজাঘৰবিলাক, পূজাৰীসকলৰ আছুতীয়া কোঠাবোৰ ইত্যাদি। এই সকলো গৃহ-গৃহাভ্যন্তৰৰ সৰ্বত্ৰ দেৱ-দেৱীৰ মূৰ্তি আৰু বিতোপন দৃশ্যাৱলীৰ ভাস্কৰ্যৰে এনে গৌৰৱময় আৰু শিল্প নৈপুণ্যৰে সজোৱা যে—তাৰ সৰু-ডাঙৰ সকলো কলা-বস্তুৰে লালিত্য আৰু প্ৰকাশভঙ্গী এনে মধুৰ যে তাৰ তুলনা ভাৰতীয় শিল্পকলাত বিৰল। কৈলাসনাথ মন্দিৰৰ ভূমিপৃষ্ঠৰ আঁচনিৰ জোখ গ্ৰীচৰ পাৰ্থেননৰ ভূমিপৃষ্ঠৰ আঁচনিৰ জোখৰে সমান আৰু উচ্চতাত তাৰ আধা। এই মন্দিৰ নিৰ্মাণ কৰোতে কিন্তু শিল-ইটা-বালি-কৰালেৰে ৰাজমিস্ত্ৰিয়ে এটা মন্দিৰ সাজোতে যিমান শ্ৰমৰ দৰকাৰ হ'ব সিমানখিনি লগা নাছিল। কাৰণ দূৰৰ পৰা গৃহ-নিৰ্মাণৰ সামগ্ৰী কঢ়িওৱাৰ প্ৰয়োজন নাছিল আৰু নিৰ্মাণ কৰা হৈছিল ওপৰভাগৰ পৰা ক্ৰমাৎ নিম্নভাগলৈ

শিল কাটি কাটি। গতিকে চাং পাতিব লগা হোৱা নাছিল। কিন্তু এনে কোনো ধৰণৰ চিন্তাৰ অৰ্থ এইটো নহয় যে কৈলাসনাথ মন্দিৰৰ গুণগত শ্ৰেষ্ঠতা কম। সেই বিষয়ত কৈলাসনাথ সবাৰো উৰ্ধ্বত। পি. ব্ৰাউনে তেওঁৰ 'ইণ্ডিয়ান আৰ্কিটেক্‌ছাৰ' নামৰ গ্ৰন্থত ঠিকেই কৈছে যে কৈলাশনাথ মন্দিৰ কলাসৃষ্টিৰ একক আৰু বৃহত্তম নিদৰ্শন হিচাপে ভাৰতত অদ্বিতীয়।

কিন্তু এটা গোটা শিলৰ পৰা কাটি উলিওৱা মন্দিৰ হিচাপে কৈলাসনাথ মন্দিৰেই প্ৰথমটো নাছিল। আন আন তেনে মন্দিৰো আছে। যেনে মাদ্ৰাজ (বৰ্তমান চেন্নাই) নগৰৰ পৰা প্ৰায় ত্ৰিশ মাইল দক্ষিণলৈ সাগৰৰ উপকূলৰ মামল্লপুৰমত সোতৰটা তেনে মন্দিৰৰ এটা থূপ। আকাৰত সেইবোৰ বৰ ডাঙৰ নহয় যদিও পৰ্বতৰ গাৰ পৰা ওলাই থকা গ্ৰেনাইট শিলৰ পৰা সপ্তম শতিকাতে পল্লৱবংশীয় ৰজাসকলৰ পৃষ্ঠপোষকতাত কাটি উলিওৱা হৈছিল। সেইবিলাকৰ ভিতৰত আটাইতকৈ বিখ্যাতটোৰ নাম হৈছে 'সাত-পেগোদা।' সেই মন্দিৰৰ নিৰ্মাণত পুৰণা কাঠৰ প্ৰাসাদবোৰৰ আৰ্হিৰ দেখদেখ প্ৰভাৱ সহজেই চকুত পৰে যদিও সি এটা সম্পূৰ্ণ বেলেগ ডিজাইন—হয়তো প্ৰাচীন কোনো দ্ৰাবিড় সংস্কৃতিৰ গৃহ-নিৰ্মাণৰ চানেকিৰে নিৰ্মিত।

একেবাৰে শেহৰ যুগৰ উল্লেখযোগ্য গুহা-মন্দিৰবোৰৰ ভিতৰত অন্যতম হৈছে এলিফেণ্টা নামে বোম্বাই (বৰ্তমান মুম্বাই) নগৰৰ কাষৰ এটা মনোৰম সৰু দ্বীপত অৱস্থিত গুহা-মন্দিৰবোৰ। এই গুহা-মন্দিৰবোৰৰ নিৰ্মাণ-প্ৰণালী ইলোৰাৰ লগত মিলে। ইয়াৰ অতুলনীয় ভাস্কৰ্য-শিল্পৰ বাবে এলিফেণ্টা বিখ্যাত। বিখ্যাত বিশেষকৈ ইয়াৰ মহান ত্ৰিমূৰ্তি শিৱৰ বাবে। এই গুহা-মন্দিৰৰ পিছত উল্লেখযোগ্য কোনো গুহা-মন্দিৰ নিৰ্মাণ হোৱা নাছিল। ভাৰতীয়সকলে শিলেৰে গৃহ-নিৰ্মাণৰ কৌশল আগৰে পৰাই ভালদৰে জানিছিল। কৈলাসনাথ মন্দিৰ নিৰ্মাণ কৰিবৰ বেলিকা ৰাজমিস্ত্ৰিয়ে শিল-ইটা গাঁথি গাঁথি যেনেদৰে সেই মন্দিৰ গঢ়িলেহেঁতেন, ঠিক তেনে ডিজাইনমতেই আঁচনি কৰি শিল কটা হৈছিল। কৈলাসনাথ মন্দিৰ নিৰ্মাতাসকল যে পুৰণিদিনীয়া শিলৰ গভীৰতালৈ খনন কৰি গুহা-মন্দিৰ নিৰ্মাণ কৰা পদ্ধতিত সন্তুষ্ট নাছিল সেইটো স্পষ্ট। ইতিমধ্যে মধ্যযুগৰ মন্দিৰ নিৰ্মাণৰ বিষয়ত উৎসাহ-উদ্দীপনাৰ কাল আৰম্ভ হৈছিলেই।

## মন্দিৰ

ভাৰতৰ প্ৰাচীনতম স্বতন্ত্ৰভাৱে অকলশৰীয়াকৈ নিৰ্মিত ধৰ্মীয় গৃহৰ ভগ্নাৱশেষ পোৱা গৈছে এটা সৰু গোলাকাৰ ভৱনত। সেই ভৱন জয়পুৰৰ ওচৰৰ বৈৰাট নামে ঠাইত আছে। বোধহয় মূলতে তাত আছিল এক বৌদ্ধ স্তূপ। নিৰ্মাণৰ সময় হ'ব খ্ৰীঃ পূঃ তৃতীয় শতাব্দী। নিৰ্মাণ কৰা হৈছিল ইটা আৰু কাঠেৰে। এতিয়া অৱশ্যে তাত ভেটিটোৰ বাহিৰে একো অৱশিষ্ট নাই। আৰু ঘৰটোৰ আৰ্হিৰো কোনো ভৱিষ্যত নাছিল।

মন্দিৰ সম্বন্ধীয় স্থাপত্যৰ দ্বিতীয় উল্লেখযোগ্য নিদৰ্শন আৱিষ্কাৰ হৈছিল আধুনিক কালত জন্দিয়াল নামে খ্যাত ঠাইখনত। সেই কাৰণে সেই মন্দিৰকো জন্দিয়াল মন্দিৰ বুলি জনা যায়। এই মন্দিৰ আৱিষ্কৃত হৈছিল প্ৰাচীন তক্ষশীলা নগৰখন পোত গৈ থকা ঠাইৰ মাটিৰ দ'ম এটা খনন কৰোতে। সেই গ্ৰীক নগৰখনৰ প্ৰধান প্ৰধান ঘৰবোৰৰ এটা—এই মন্দিৰত এটা ভিতৰ মহল আছিল, এটা সভা-ভৱন আছিল আৰু আছিল এখন আহল-বহল চোতাল। সেই ঘৰটোৰ বাহিৰৰ আৰু ভিতৰমহলৰ প্ৰৱেশ-দ্বাৰ দুটাৰ প্ৰত্যেকৰে দুয়োকাষে দুটাকৈ নিভাঁজ আয়োনিয়ান আৰ্হিৰ ডাঙৰ ডাঙৰ স্তম্ভ আছিল। জন্দিয়ালৰ মন্দিৰ বোধহয় জ'ৰ'ষ্ট্ৰিয়ান ধৰ্মৰ মন্দিৰ আছিল। সেই মন্দিৰৰ অনুৰূপ মন্দিৰ আন ক'তো দেখিবলৈ পোৱা নেযায়। কিন্তু কাশ্মীৰৰ স্থাপত্যত পাশ্চাত্য স্থাপত্যৰ প্ৰভাৱ স্পষ্টভাৱে দৃষ্টিগোচৰ হয়। সেই ঠাইত হেলেনিক আৰ্হিৰ স্তম্ভ মন্দিৰ নিৰ্মাণত সমগ্ৰ মধ্যযুগৰ কালছোৱাতে নিৰ্মাণ কৰা হৈছিল। লগতে সংযুক্ত হৈছিল দেখদেখকৈ পিৰামিডৰ দৰে ঘৰৰ চাল আৰু তোৰণবোৰৰ ওপৰত জোঙামুৰীয়া গবাক্ষ। গোটেইবোৰ মিলি কাশ্মীৰী স্থাপত্যক এক প্ৰকাৰ গ'থিক চেহেৰা এটা দিছিল। কাশ্মীৰৰ পুৰণা মন্দিৰবোৰৰ ভিতৰত সকলোতকৈ বিখ্যাত হৈছে মাৰ্তণ্ডৰ সূৰ্য মন্দিৰ। অষ্টম শতাব্দীত নিৰ্মিত। গুপ্ত যুগৰ আগতে নিৰ্মিত কোনো হিন্দু মন্দিৰৰ অৱশেষ এতিয়া দেখিবলৈ পোৱা নেযায়। খুব সম্ভৱ তেতিয়ালৈকে নিৰ্মিত হিন্দু মন্দিৰবোৰ কাঠ-ইটা-বোকাৰেহে নিৰ্মাণ কৰা হৈছিল বাবে কোনো চিন-মোকাম নৰ'ল। গুপ্তযুগৰ পিছত নিৰ্মিত অনেক হিন্দু মন্দিৰ প্ৰধানকৈ পশ্চিম ভাৰতত দেখিবলৈ পোৱা যায়। আটাইবোৰ একে চানেকিৰ। স্তম্ভবোৰত বিস্তৰ পৰিমাণে কাৰুকাৰ্য কৰা। স্তম্ভৰ শীৰ্ষভাগ ঘণ্টা আৰ্হিৰ। তাৰ ওপৰতো নানা জন্তুৰ চিত্ৰ খোদিত কৰা। প্ৰৱেশ-পথৰ তোৰণবিলাকত নানা পৌৰাণিক দেৱ-দেৱী আৰু দৃশ্যাৱলীৰ চিত্ৰ খোদিত কৰা। গুপ্তযুগৰ সকলো মন্দিৰেই সৰু আকাৰৰ আছিল। চালবোৰ চেপেটা আছিল। শিল-ইটা গাঁথোতে কোনো চিমেণ্ট বা কৰাল ব্যৱহাৰ কৰা নহৈছিল। সৰু একোটা ঘৰ সাজিবলৈ যিমান জোখৰ দৰকাৰ তাতকৈ বহু বেছি ডাঠ আৰু ডাঙৰ আকাৰৰ ইটা বা শিলৰ চটা ব্যৱহাৰ কৰা হৈছিল। স্পষ্টভাৱে বুজা যায় যে সদায় গুহা-মন্দিৰ নিৰ্মাণ কৰাত অভ্যস্ত সেই মিস্ত্ৰি-কাৰিকৰসকলে শিল কাটি মন্দিৰৰ আকৃতি তৈয়াৰ কৰাৰ সলনি বেলেগে শিল-ইটা গাঁথি স্বতন্ত্ৰভাৱে মন্দিৰ একোটা নিৰ্মাণ কৰা কলা-কৌশল তেতিয়ালৈকে ভালদৰে আয়ত্ত কৰিব পৰা নাছিল। তাৰ ভিতৰতে ঝাঞ্চীৰ ওচৰৰ দেওগড়ৰ মন্দিৰটো অতি সূক্ষ্ম কাৰুকলাযুক্ত আৰু বৰ সুন্দৰ। গুপ্তযুগৰ এই মন্দিৰ সম্ভৱতঃ ষষ্ঠ শতাব্দীত নিৰ্মাণ কৰা হৈছিল। এই মন্দিৰ চালে ধৰিব পাৰি যে ইতিমধ্যেই মন্দিৰ নিৰ্মাণৰ কলা-কৌশল যথেষ্ট পৰিমাণে উন্নতি কৰিছিল নিৰ্মাতা শিল্পী-কাৰিকৰসকলে। এই মন্দিৰত শিলৰ পাট বা খণ্ডবোৰ জোৰা লগাই ৰাখিবলৈ লোহাৰ শলা ব্যৱহাৰ কৰা হৈছিল আৰু বিগ্ৰহ স্থাপন কৰা স্থানৰ

ওপৰত বা পূজা গৃহৰ ওপৰত গম্বুজাকৃতি কৰি সৰু এক অংশ দৌলৰ ৰূপত নিৰ্মাণ কৰা হৈছিল। মন্দিৰৰ কেউফালে ওপৰত চাল থকা এখন বাৰাণ্ডা দিয়া হৈছিল— মন্দিৰ প্ৰদক্ষিণ কৰোতে ভক্তগণে যাতে কোনো অসুবিধাত নপৰে।

ষষ্ঠ শতাব্দীৰ পৰা বৰ্তমান কাললৈকে হিন্দু মন্দিৰবোৰৰ সৰ্বভাৰতীয় আৰ্হি প্ৰায় একেই আছে। আৰু মূলতঃ সি প্ৰাচীন গ্ৰীকসকলৰ মন্দিৰ নিৰ্মাণৰ আৰ্হিতকৈ বেলেগ নহয়। মন্দিৰৰ হৃৎপিণ্ড-স্বৰূপ হ'ল বিগ্ৰহ ৰখা এটা সৰু অন্ধকাৰ কোঠা। তাক বোলে গৰ্ভগৃহ। তাতে প্ৰধান দেৱমূৰ্তি বা বিগ্ৰহ স্থাপন কৰা হয়। সেই কোঠাৰ দুৱাৰেৰে ওলাই আহিলে পায়হি 'মণ্ডপ' বা পূজা কৰিবলৈ যোৱা ভক্তগণ সমবেত হোৱা ঘৰ। আগতে এই মণ্ডপ মূল গৰ্ভগৃহৰ পৰা বেলেগে নিৰ্মিত আছিল—আন এটা ঘৰ হিছাপে। পিছত অৱশ্যে এটা 'অন্তৰাল' বা সংযোগী ঘৰ এটাৰে গৰ্ভগৃহ আৰু মণ্ডপ সংলগ্ন কৰা হ'ল। এই মণ্ডপলৈ এটা 'অৰ্ধমণ্ডপ' বা বাটচ'ৰাৰে সোমাই যাব পাৰি। বিগ্ৰহ-কক্ষ বা গৰ্ভগৃহৰ ওপৰলৈ এটা গম্বুজাকৃতি দৌল সজা হয়। এই দৌলৰ চাৰিওফালে মন্দিৰৰ বিভিন্ন স্থানৰ পৰাও সৰু সৰু অনেক দৌল ওপৰলৈ উঠি যায়। এই সকলো থাকে এক আহল-বহল আয়তক্ষেত্ৰাকাৰ মন্দিৰচৌহদৰ ভিতৰত। তাৰ ভিতৰতে আন আন দেৱতাৰ সৰু সৰু মন্দিৰো থাকিব পাৰে। সাধাৰণতে গোটেই মন্দিৰচৌহদটোৱেই ওখ ভেটি কৰি বন্ধোৱা এক মঞ্চৰ দৰে প্ৰথমতেই নিৰ্মাণ কৰি লোৱা হয়।

ইউৰোপৰ মধ্যযুগৰ দৰে ভাৰতৰ মধ্যযুগো আছিল এক বিশ্বাসৰ যুগ। শিলেৰে গৃহ-নিৰ্মাণৰ নানা কলা-কৌশল শিল্পী-কাৰিকৰসকলৰ আয়ত্তলৈ অহাৰ লগে লগে পুৰণা দিনৰ কাঠৰ মন্দিৰ ভাঙি তাৰ ঠাইত শিলৰ স্থায়ী মন্দিৰ নিৰ্মাণ কৰিবলৈ আটায়ে আৰম্ভ কৰিলে প্ৰবল উৎসাহেৰে। ফলত নতুন নতুন মন্দিৰ হ'ল। ৰজা-জমিদাৰসকলে নতুন নতুন মন্দিৰ প্ৰতিষ্ঠা কৰাত ইজনে সিজনৰ লগত প্ৰতিযোগিতাত নমাৰ দৰে হ'ল। স্থাপত্য আৰু ভাস্কৰ্যবিদ্যাৰ প্ৰয়োগ সম্বন্ধে কঠোৰ নীতি-নিয়ম আৰু বাধা-নিষেধ সম্বলিত 'শিল্পশাস্ত্ৰ' প্ৰণীত হ'ল। সেইবোৰৰ কিছুমান এতিয়াও আছে। সেইবিলাক শিল্পশাস্ত্ৰৰ ভিতৰত প্ৰধান হৈছে 'মানসাৰ' নামৰ গ্ৰন্থ। ভি. আচাৰ্য প্ৰণীত 'ইণ্ডিয়ান আৰ্কিটেকছাৰ্ এক'ৰডিংটু মানছাৰ' নামে গ্ৰন্থত শিল্পশাস্ত্ৰৰ বিষয়ে বিস্তৃত আলোচনা আছে। (প্ৰকাশক অক্সফোৰ্ড ১৯২১)। অৱশ্যে সেই সময়ত স্থাপত্যকৰ্মৰ বিপুল প্ৰসাৰ আৰু কৃতকাৰ্যতা পৰিলক্ষিত হ'লেও স্থাপত্যবিদ্যাৰ প্ৰযুক্তিৰ ক্ষেত্ৰত খুব বেছি উন্নতি হোৱা নাছিল। যদিও 'আৰ্চ' অৰ্থাৎ ধেনুভিৰীয়া গাঁথনিৰে নিৰ্মাণ কৰা দুৱাৰ বা প্ৰৱেশ-দ্বাৰ বা তোৰণ গুহা-মন্দিৰবোৰত বা কাশ্মীৰৰ মন্দিৰবোৰত দেখা গৈছিল, দৰাচলতে প্ৰকৃত এখন 'আৰ্চ' বা এটা গম্বুজ বা সৌধ নিৰ্মাণ কৰা কলা প্ৰয়োগত আওকাণ কৰাহে দেখা গৈছিল। তাৰ সলনি প্ৰাচীৰগাত্ৰৰ পৰাই বাহিৰ উলিয়াই আনি ইটা আৰু কৰালেৰে গাঁথি গাঁথি আৰ্চ বা দৌল নিৰ্মাণ কৰা হৈছিল। সেইদৰেও সুন্দৰকৈ কৰা

হৈছিল ঠিকেই। কিন্তু প্ৰকৃত আৰ্চ বা দৌল নিৰ্মাণৰ কৌশল নহয়। চিমেণ্ট বা কৰাল প্ৰয়োগৰ বিদ্যা প্ৰচলিত আছিল। কিন্তু সেই মৰ্টাৰ কদাচিৎহে ব্যৱহাৰ কৰা হৈছিল। আৰ্চ নোহোৱা বা দৌলবন্ধীয়া নোহোৱা স্থাপত্যকৰ্মত চিমেণ্ট বা কৰালৰ ব্যৱহাৰ কৰিবলগীয়া নহৈছিলেই।

মন্দিৰগৃহৰ স্তম্ভ-প্ৰাচীৰ, অলিন্দ-গবাক্ষ-চাল আদি প্ৰচুৰভাৱে অলঙ্কৃত কৰা হৈছিল। সেই ব্যাপক অলঙ্কৰণ আনকি গৰ্ভগৃহতো কৰা হৈছিল—যিটো সদায় এন্ধাৰ। বিগ্ৰহৰ আগৰ বন্তিকেইগছৰ স্তিমিত পোহৰেই য'ত একমাত্ৰ সম্বল তাতো সূক্ষ্ম কাৰুকাৰ্য স্তম্ভ-প্ৰাচীৰ সকলো অলঙ্কৃত কৰাত শিল্পীসকলৰ উৎসাহৰ অন্ত নাই। কিন্তু অলঙ্কৰণ বিস্তৰভাৱে কৰিলেও শিল্পী-কাৰিকৰহঁতে শিলৰ বুকুৰ পৰা মন্দিৰ কাটি উলিওৱা দিনৰ পৰম্পৰাগত শিক্ষাৰ প্ৰভাৱৰ পৰা মুক্ত হ'ব পৰা নাছিল। তাৰ প্ৰমাণ পোৱা যায় তেওঁলোকৰ নিজে ডিজাইন কৰি স্বতন্ত্ৰভাৱে সজা মন্দিৰ নিৰ্মাণ কৰোতেও মাত্ৰাতিৰিক্তভাৱে গধুৰ আৰু ডাঙৰ কৰি পেলোৱা স্তম্ভ আৰু কাৰ্নিচবিলাকতে পোৱা যায়। একোটা স্তম্ভৰ উচ্চতাৰ অনুপাতে বহুত আহল-বহল তাৰ গাটো—দৌল বা শিখৰটো যিমান ডাঙৰ বা ওখ হ'ব তাৰ বহুগুণ বেছি ভৰ ল'ব পৰাকৈ বৃহদাকাৰ তাৰ ভেটিটো। এনে গুৰুভাৰ অঙ্গ-প্ৰত্যঙ্গৰ বাবে ভাৰতীয় মন্দিৰবোৰে সাধাৰণতে এক শক্তি আৰু অপৰিসীম ঘনত্বৰ ধাৰণা দিয়ে। সেইবোৰ দৰ্শকৰ মনৰ ওপৰত বোজাস্বৰূপ হ'লহেঁতেন যদি অতি সূক্ষ্ম কাৰুকাৰ্যবোৰে, মন্দিৰৰ বেৰবোৰৰ ইমূৰৰপৰা সিমূৰলৈ, ওপৰৰ পৰা তললৈকে ঢাক খুৱাই ৰখা অজস্ৰ মূৰ্তিবোৰ তাত খোদিত কৰা নেথাকিলেহেঁতেন। সেই কাৰুকাৰ্যবোৰে মনলৈ অৱকাশ আনে।

ভাৰত দেশখনৰ বিশাল আকাৰৰ কথা মনলৈ আনিলে ভাৰতৰ মন্দিৰবোৰৰ স্থাপত্য-শিল্পৰ নিদৰ্শনবোৰত এটা সমানতা বা মিল দেখা যায়। সেইটোও কম গুৰুত্বপূৰ্ণ কথা নহয়। তথাপি ভাৰতৰ স্থাপত্য-কলাত পণ্ডিতসকলে দুটা প্ৰধান নিৰ্মাণশৈলী আৰু তাৰ বহুতো ধাৰাৰ সন্ধান পাইছে। যেনে—উত্তৰ ভাৰতীয় বা ইণ্ডো-আৰ্য ষ্টাইল বা ধৰণত একোটা শিখৰ বা দৌলৰ শীৰ্ষভাগ গোলাকৃতি হোৱাটো বাঞ্ছা কৰা হয় আৰু তাৰ গাঁথনি কৰোতেই ঘূৰণীয়াকৈ গঁথাটো বিচৰা হয়। কিন্তু দক্ষিণ ভাৰতীয় বা দ্ৰাবিড় মন্দিৰবোৰত দৌল বা শিখৰ নিৰ্মাণ কৰোতে যেন তিনিকোণীয়া পিৰামিড এটা কাটি-কুটি আয়তক্ষেত্ৰাকাৰ পিৰামিড এটা নিৰ্মাণ কৰি লোৱা হ'ল—এনেহে লাগে। মন্দিৰ নিৰ্মাণৰ ষ্টাইল বা ধৰণবোৰ ক্ৰমোন্নতিৰ বা পৰিৱৰ্তনৰ ঢাপবোৰ উত্তৰ ভাৰতৰ মন্দিৰবোৰতকৈ দাক্ষিণাত্যৰ মন্দিৰবোৰত বেছি স্পষ্ট। কাৰণ, উত্তৰ ভাৰতৰ অনেক প্ৰাচীন মন্দিৰ মুছলমান আক্ৰমণকাৰীবোৰৰ হাতত ধ্বংসপ্ৰাপ্ত হৈছে। সেইবোৰ আমি দাক্ষিণাত্য উপদ্বীপৰ মন্দিৰবোৰৰ নিৰ্মাণশৈলীৰ কথাই প্ৰথমে আলোচনা কৰিম।

মন্দিৰ নিৰ্মাণ কাৰ্যত বিৰাট উদ্যমৰ সৃষ্টি হৈছিল ৬ষ্ঠ ৰ পৰা ৮ম শতাব্দীৰ ভিতৰৰ কালছোৱাত পল্লৱ আৰু চালুক্য ৰজাসকলৰ পৃষ্ঠপোষকতাৰ ফলস্বৰূপে।

পল্লৱ বংশীয় ৰজাসকলে গঢ়ি তুলিছিল আগতেই উল্লেখ কৰা মামল্লপুৰম আৰু কাঞ্চীৰ প্ৰাচীন মন্দিৰ। চালুক্যসকলে তেওঁলোকৰ ৰাজধানী বাদামিত এৰি থৈ যোৱা মন্দিৰবোৰৰ অৱশেষ আৰু আইহোলেৰ ওচৰত থকা মন্দিৰ (দুইখন ঠায়েই হায়দৰাবাদত) এৰি থৈ গৈছে। দুই ঠাইৰে মন্দিৰৰ নিৰ্মাণশৈলী পৰীক্ষা কৰিলে বুজা যায় যে নিৰ্মাতা স্থাপত্যশিল্পীসকলে প্ৰাচীন কাঠমিস্ত্ৰি আৰু গুহা-মন্দিৰ নিৰ্মাণ কৰা শিলাকুটীবোৰৰ প্ৰযুক্তিবিদ্যাৰ প্ৰভাৱৰ পৰা মুক্তি লভিছিল। পল্লৱ নিৰ্মাণশৈলীৰ চূড়ান্ত গৌৰৱ প্ৰকাশিত হৈছিল অষ্টম শতাব্দীৰ আদি ভাগত নিৰ্মাণ কৰা সমুদ্ৰ উপকূলৰ মামল্লপুৰম মন্দিৰ আৰু কাঞ্চিৰ কৈলাসনাথ মন্দিৰত। কৈলাসনাথ মন্দিৰত দুটা দীঘলীয়া সৌধৰ ওপৰত স্থাপিত এটা পিৰামিড-গঢ়ী দৌল বা শিখৰ আছিল। দুই শাৰী ঘৰৰ ওপৰৰ সংযোগী চালখনো দেখাত বৌদ্ধ স্তূপৰ দৰে।

পল্লৱসকলৰ দিনৰ মন্দিৰ নিৰ্মাণশৈলীৰ আৰু উন্নতি সাধন কৰা হৈছিল দশমৰ পৰা দ্বাদশ শতাব্দীলৈ ৰাজত্ব কৰা চোল ৰাজবংশৰ দিনত। তাৰ ভিতৰত সৰ্বোত্তম আৰু শ্ৰেষ্ঠতম মন্দিৰ হ'ল চোলৰাজ মহামতি ৰাজৰাজে (৯৮৫-১০১৪) নিৰ্মাণ কৰা তাঞ্জোৰৰ শিৱমন্দিৰ। তাৰ পিছতে দ্বিতীয় শ্ৰেষ্ঠ মন্দিৰ হ'ল ৰাজৰাজৰ উত্তৰাধিকাৰী চোলৰাজ প্ৰথম ৰাজেন্দ্ৰই কুম্বাকোনমৰ ওচৰত তেওঁৰ নতুন ৰাজধানী গঙ্গইকোণ্ডচোলপুৰম্ নগৰত সজা মন্দিৰ। তাৰে আগৰটো বোধ হয় তেতিয়ালৈকে নিৰ্মিত ভাৰতীয় মন্দিৰবোৰৰ ভিতৰতে বৃহত্তম। আগৰ পল্লৱ নিৰ্মাণশৈলীত তুলনামূলক শিষ্ট আকাঙ্ক্ষাৰে সৰুকৈ নিৰ্মাণ কৰা মন্দিৰৰ ডিজাইন সলনি কৰি দুৰ্জয় এক আয়তক্ষেত্ৰাকাৰ পিৰামিড থিয় কৰোৱা হ'ল—ওখ পোন ভেটি প্ৰস্তৰৰ ওপৰত। একেবাৰে শীৰ্ষত গোলাকৃতি শিখৰ। মাটিৰ পৰা সৰ্বোচ্চ বিন্দুলৈকে উচ্চতা প্ৰায় ২০০ ফুট। দ্ৰাবিড় শিখৰ নিৰ্মাণৰ এই শৈলীকে সামান্য সালসলনিৰে এতিয়ালৈকে প্ৰয়োগ কৰি থকা হৈছে মন্দিৰ নিৰ্মাণৰ ক্ষেত্ৰত। এই দুইটা মন্দিৰতে বাহুল্যপূৰ্ণ অলঙ্কৰণ সাজ-সজ্জা আৰু স্তম্ভ-ভৱন দেখা যায়।

দ্ৰাবিড় স্থাপত্যশিল্পৰ পিছৰ পৰ্যায়ত প্ৰধান গৰ্ভগৃহ বা বিগ্ৰহ-কক্ষৰ ওপৰত দৌল বা শিখৰ নিৰ্মাণৰ সলনি অধিক গুৰুত্ব দিয়া হ'ল মন্দিৰ চৌহদৰ চৌদিশে থকা প্ৰাচীৰৰ আৱেষ্টনীৰ প্ৰৱেশ-তোৰণৰ ওপৰতহে। যদিও কোনো কোনো সময়ত বিৰোধী ধৰ্মীয় প্ৰতিপক্ষৰ মানুহে বা আক্ৰমণকাৰীয়ে মন্দিৰ অপবিত্ৰ কৰাৰ ঘটনাৰ খতিয়ান পোৱা যায়, তথাপি মন্দিৰ চৌহদৰ কেউফালে ওখ আৰু শক্তিশালী প্ৰাচীৰ নিৰ্মাণ কৰা প্ৰয়োজনীয়তা কিয় অনুভৱ কৰা হৈছিল ; সেই কথা বুজা টান। যদিহে ৰজাৰ কাৰেঙৰ মন্দিৰতো থাকিব লাগে বুলি ভাবিয়েই তেনেদৰে প্ৰাচীৰবেষ্টনৰ ব্যৱস্থা কৰা হৈছিল, সেইটো অৱশ্যে বেলেগ কথা। ৰজাৰ কাৰেং আৰু মন্দিৰৰ মাজত বহু কথা মিলিছিলো। দ্বাদশ শতিকাৰ পৰা মন্দিৰৰ চৌদিশে প্ৰাচীৰ নিৰ্মাণ কৰা নিয়মত পৰিণত হৈছিল।

প্ৰায়ে মন্দিৰৰ কেউফালে তিনি শাৰীকৈ বৰ্গক্ষেত্ৰাকৃতি প্ৰাচীৰবেষ্টনী কৰা হৈছিল। চাৰিওফালে তোৰণ নিৰ্মাণ কৰা হৈছিল। তোৰণবোৰৰ ওপৰত প্ৰহৰী থকা ঘৰ বা তোৰণ-গৃহ। সেই প্ৰহৰী থকা ঘৰবোৰেই পিছলৈ গৈ অতি উচ্চ প্ৰহৰী থকা স্থানত— য'ৰ পৰা বহু দূৰলৈকে দেখা যায়—পৰিণত হ'লগৈ। সেইবোৰক বুলিছিল গোপুৰম্। এই গোপুৰম্‌বোৰ সাধাৰণতে গৰ্ভগৃহ বা বিগ্ৰহৰ কক্ষৰ ওপৰত নিৰ্মাণ কৰা শিখৰ বা দৌলতকৈ বহুত বেছি ওখ। এনে প্ৰবেশ-পথৰ ওপৰত থকা দৌলটো আছিল দীঘলেচেৰিয়া পিৰামিডৰ দৰে দেখিবলৈ—বহল ফালটো প্ৰাচীৰৰ সমান্তৰালভাৱে থাকে। এই নতুন ষ্টাইলটোক পাণ্ডিয়ান অৰ্থাৎ পাণ্ড্য ষ্টাইল বোলে। কাৰণ চোলবংশীয় ৰজাসকলৰ পিছত তামিলদেশ শাসন কৰিছিল ঘাইকৈ পাণ্ড্য ৰজাসকলে। এই পাণ্ড্য ৰজাসকলেই আগৰে পৰা থকা প্ৰাচীন মন্দিৰবোৰৰ চৌদিশে দুৰ্গ প্ৰকাৰৰ দৰে প্ৰাচীৰ গাঁথি তাত বাহুল্যপূৰ্ণ গোপুৰম্ আদি নিৰ্মাণ কৰি সেইটো মন্দিৰ সংস্কৃতিৰ অঙ্গস্বৰূপ কৰি তুলিছিল। সেইবাবে সেইটো পাণ্ডিয়ান ষ্টাইল নামেই জনাজাত হ'ল। আগতকৈ বহল আৰু প্ৰচুৰ পৰিমাণৰ অলঙ্কৰণ, বেৰৰ পৰা ওলাই থকা চেপেটা আয়তাকাৰ খুঁটা, ইংৰাজীত যিটোক পিলাষ্টাৰ্ বোলে সেইবোৰত আৰু স্তম্ভবোৰত বিভিন্ন জন্তুৰ মূৰ্তি অসংখ্য ঘোঁৰা আৰু লিয়গ্ৰিফৰ মূৰ্তি কটা আদি পাণ্ডিয়ান নিৰ্মাণশৈলীৰ অন্তৰ্গত আছিল আৰু সেইবোৰে দ্ৰাবিড় স্থাপত্যকলাক এক বিশিষ্ট চৰিত্ৰ প্ৰদান কৰিছিল।

পাণ্ড্য নিৰ্মাণশৈলীৰ অতি সফল প্ৰয়োগৰ চূড়ান্ত বিকাশ দেখা গৈছিল মাদুৰাই, শ্ৰীৰঙ্গম আৰু আন আন ঠাইৰ বিশাল আৰু শক্তিশালী মন্দিৰবোৰ নিৰ্মাণত। কিন্তু সেইবোৰৰ বৰ্তমান ৰূপ পাইছিল সপ্তদশ শতিকাতহে। গতিকে আমাৰ গ্ৰন্থৰ আলোচ্য সময়ছোৱাৰ ভিতৰত নপৰে। মাদুৰাইৰ মহান মন্দিৰ এইবোৰৰ ভিতৰতে অতি সুন্দৰ আৰু বিখ্যাত হ'লেও এইবোৰ মন্দিৰৰ ভিতৰত বৃহত্তম হৈছে শ্ৰীৰঙ্গমৰ বৈষ্ণৱ মন্দিৰ। সেইটোৰ চাৰিওফালে সাতখন প্ৰাচীৰ আছে। একেবাৰে বাহিৰৰ প্ৰাচীৰখনৰ জোখ হৈছে দীঘে ২,৮৮০ ফুট আৰু পথালিয়ে ২,৪৭৫ ফুট। তাৰ ভিতৰতো ছয়খন প্ৰাচীৰ। সকলোতে পূৰ্ববৰ্ণিত ধৰণে গোপুৰম আছে। সকলো প্ৰাচীৰৰ অভ্যন্তৰত থকা মন্দিৰৰ গৰ্ভগৃহ কিন্তু তুলনামূলকভাৱে সৰু আকাৰৰ। এই পিছৰ সৌধবোৰত অনেক ভাস্কৰ্য মূৰ্তিৰ সমাৰোহ দেখা যায়।

তামিল দেশত মন্দিৰ নিৰ্মাণৰ ক্ষেত্ৰত এইবোৰ নিৰ্মাণশৈলীৰ উদ্ভাৱন আৰু উত্থান হৈ থাকোতে দাক্ষিণাত্য চালুক্য, ৰাষ্ট্ৰকূট আৰু হয়ছল ৰাজবংশই শাসন কৰা দেশবোৰতো আন আন ধৰণৰ মন্দিৰ নিৰ্মাণশৈলীৰ উদ্ভাৱন আৰু প্ৰচলন হৈছিল। একেবাৰে প্ৰথমৰ চালুক্যসকলৰ দিনৰ মন্দিৰ নিৰ্মাণ-প্ৰণালীৰ গুপ্তযুগৰ মন্দিৰ নিৰ্মাণশৈলীৰে সাদৃশ্য অতি ঘনিষ্ঠ। অষ্টম শতাব্দীত কিন্তু চালুক্য নিৰ্মাণশৈলীৰ প্ৰকৃতি বেলেগ হৈছিল। তাৰ ভিতৰত সহজেই চকুত পৰিছিল মন্দিৰৰ চালৰ ওলমি পৰা

পানীপাছ বা আওলা। সেইটো মধ্য দাক্ষিণাত্যৰ মধ্যযুগীয় মন্দিৰবোৰৰ এক বিশেষত্বই হৈ পৰিছিল। একাদশৰ পৰা চতুৰ্দশ শতাব্দীৰ চালুক্য আৰু হয়ছলসকলে আৰু বাহুল্যপূৰ্ণ মন্দিৰ নিৰ্মাণ আঁচনি উদ্ভাৱন কৰিছিল। তেওঁলোকে আগৰ দৰে আয়তক্ষেত্ৰাকাৰ ভেটি নেবাদ্ধি বহুভুজ ক্ষেত্ৰাকাৰ বা তৰাৰ দৰে গঢ়ৰ ভেটিও নিৰ্বাচন কৰিছিল। মন্দিৰৰ গঢ় যেনেকুৱা—ভেটিৰ গঢ়ো ঠিক তেনেকুৱা কৰি মঞ্চৰ আকৃতিত ওখকৈ বন্ধা। দেখাত এই মন্দিৰবোৰ বৰ চেপেটা যেন লাগে কাৰণ যিমানেই ওখ মঞ্চৰ ওপৰতে নহওক, মন্দিৰৰ ভেটিয়েই হওক বা মন্দিৰৰ বেৰেই হওক, সকলোৰে বাহিৰে বাহিৰে অসংখ্য অসংখ্য হাতী, অশ্বাৰোহী, জাক জাক ৰাজহংস, য়ালি অৰ্থাৎ ৰাক্ষস, পৌৰাণিক আখ্যানৰ প্ৰবাদ-কাহিনীৰ দৃশ্যাৱলীৰ শিলত কটা মূৰ্তি, ৰিলিফ আদিৰে ঠাহ খোৱা। গতিকে ভেটি আৰু ঘৰৰ আৰম্ভণি হ'ল কোন ৰেখাত সেইটোৰ দৰ্শকৰ চকুৰে সন্ধানেই নেপায়। ফলত চাপৰ আৰু চেপেটা যেন লাগে সেই বিশাল মন্দিৰবোৰ। দেখাত অভজা কীৰ্তিমুখ নিৰ্মাণ কৰা হৈছিল সাজ-সজ্জাৰ উদ্দেশ্যে। মন্দিৰৰ সাজ-সজ্জাৰ বাবে কীৰ্তিমুখৰ আৰু কাৰুকাৰ্যপূৰ্ণ ওভোতামুখীয়া স্তম্ভৰ ব্যৱহাৰ তেতিয়া মন্দিৰবিলাকত ব্যাপকভাৱে কৰা হৈছিল। এইখিনিতে উল্লেখ কৰিব পাৰি যে কীৰ্তিমুখৰ সাজ-সজ্জাৰ বাবে ব্যৱহাৰ কৰা ৰীতি দক্ষিণ ভাৰতৰ আন আন নিৰ্মাণশৈলীৰ ধাৰাতো আছিল। বিশেষকৈ মকৰ-তোৰণ ডিজাইনৰ কীৰ্তিমুখ। এখন প্ৰৱেশ-তোৰণৰ ওপৰত লিণ্টেলৰ গাত সংযুক্ত এক কীৰ্তিমুখ থাকে। তাৰ তলত তোৰণৰ পাদদেশত দুৱাৰৰ খুঁটা দুটাৰ গুৰিত দুটা সামুদ্ৰিক মকৰ (= মগৰ) ৰাক্ষসৰ মূৰ্তিৰ সংযোগ স্থাপন কৰা হয় শৈল বা ধাতৱ পাতফুলেৰে। এইবোৰ মটিফ পিছত দক্ষিণ-পূব এছিয়াৰ দেশবিলাকলৈ ৰপ্তানি হ'ল আৰু পৰৱৰ্তীকালত ইণ্ডোনেচিয়ান আৰু কাম্বোদিয়ান স্থাপত্যৰ নিয়মীয়া অঙ্গস্বৰূপ হৈ পৰিল। এই নিৰ্মাণশৈলীৰে সজা বৃহত্তম আৰু আটাইতকৈ বিখ্যাত মন্দিৰবোৰ আছে হয়ছলসকলৰ ৰাজধানী নগৰ দোৰসমুদ্ৰ আৰু বেলুৰত। কিন্তু সেইবোৰত কোনো শিখৰ বা দৌল নাই। গতিকে সকলোৰে ধাৰণা যে সেই মন্দিৰবোৰ নিৰ্মাণ সম্পূৰ্ণ নোহোৱাকৈয়ে থাকি গ'ল। সেই সময়ৰে কিছুমান সৰু সৰু মন্দিৰৰ কিন্তু শিখৰ বা দৌল আছিল। তাৰ ভিতৰতে নাম ল'ব পাৰি সোমনাথপুৰৰ মনোৰম মন্দিৰ। এই মন্দিৰত তিনিটা গম্বুজাকৃতি চাপৰ শিখৰ আছে। সেইবিলাকৰ প্ৰস্থ বেছিকৈ চকুত পৰে সমান্তৰালভাৱে অৱস্থিত অন্য মন্দিৰাংশবোৰৰ বাবে। এই মন্দিৰত স্তম্ভৰ প্ৰাচুৰ্য, ক'তো অকণো খালি ঠাই নথকাৰ উপৰি মন্দিৰৰ ওপৰত কোনো মুকলি পৃষ্ঠদেশ চকুত নপৰা বাবে আৰু সৰলবৈখিক একো মাত্ৰা নথকা বাবে দেখিলে এই মন্দিৰক সুন্দৰ এক বিবাহ উৎসৱৰ কেক্ যেনহে লাগে। ইয়াৰ কাৰিকৰী দিশত সঠিক জোখ-মাপ আৰু দৃঢ়তা আৰু ইয়াৰ ৰমক-জমক ভাস্কৰ্য-কলাপ্ৰদত্ত সাজ-সজ্জা সত্ত্বেও তেনে লঘু ভাব মনলৈ আহেই।

মন্দিৰ স্থাপত্যৰ যিটো ধাৰাৰ বিজয়নগৰ সাম্ৰাজ্যৰ দিনত বিকাশ হৈছিল আৰু চূড়ান্তভাৱে সাৰ্থকতা লাভ কৰিছিল যোড়শ শতাব্দীত সেই ধাৰাত পাণ্ড্য আৰু হয়ছল দুয়োটা ধাৰাৰে প্ৰভাৱ পৰা দেখা গৈছিল। হয়ছল স্থাপত্যৰ ফুলাম কাৰুকাৰ্যৰ আৰু বিস্তৰ উন্নতি হৈছিল বিজয়নগৰ নিৰ্মাণশৈলীত। মন্দিৰ চৌহদত নতুন নতুন গৃহ আৰু মন্দিৰৰ নিৰ্মিত হ'বলৈ ধৰিছিল। ঘাইজন দেৱতাৰ মন্দিৰৰ উপৰি দক্ষিণ ভাৰতৰ সকলো প্ৰধান প্ৰধান মন্দিৰতে সেইজনা দেৱতাৰ প্ৰধানা ভাৰ্যা দেৱীগৰাকীৰ বাবেও এটা বেলেগে মন্দিৰ নিৰ্মাণ কৰিবলৈ লোৱা হৈছিল। সেইটোক বোলা হৈছিল 'আম্মা'ৰ (= মাতৃৰ) মন্দিৰ। সেই আম্মাৰ মন্দিৰো মূল দেৱতাৰ মন্দিৰৰ সমানেই ডাঙৰ আছিল সাধাৰণতে। লগতে আছিল 'কল্যাণমণ্ডপম্' নামে এটা বিবাহ-ভৱনো। সেই ভৱনত উৎসৱৰ দিনত দেৱতা আৰু দেৱীৰ বিগ্ৰহ একেলগে স্থাপন কৰি পূজা কৰা হৈছিল। বিজয়নগৰ মন্দিৰ নিৰ্মাণশৈলীৰ আন এটা উল্লেখনীয় দিশ হৈছে মন্দিৰবোৰৰ স্তম্ভ-ভৱনবোৰৰ শক্তিশালী গঠন আৰু সেইবোৰৰ প্ৰচুৰ আৰু অতুলনীয় কাৰুকাৰ্য। সেই অপূৰ্বভাৱে সূক্ষ্ম কাৰুকাৰ্যবোৰ ইমান মনোমোহা যে কিছুমান স্তম্ভ স্থাপত্যৰ অঙ্গ হোৱাতকৈ উৎকৃষ্ট ভাস্কৰ্য-কলাৰ একোটা নিদৰ্শনস্বৰূপ হৈ পৰিছে নিজৰ গুণগত অধিকাৰত। সেই তুলনাবিহীন ভাস্কৰ্যই চকুত এনে ভ্ৰান্তিৰ সৃষ্টি কৰে যে হঠাৎ দেখিলে শৈলস্তম্ভ আৰু প্ৰাচীৰৰ বুকুৰ পৰা ধাবমান অশ্বই বিপুল বেগ আৰু শক্তিৰে জাঁপ মাৰি ওলাই আহিব যেন লাগে। লগত আন আন অদ্ভুতদৰ্শন দৈত্য-দানৱমূৰ্তি আৰু লিয়গ্ৰিফ্‌বোৰতো (Leogryphs) আছেই। সাজ-সজ্জাৰ ক্ষেত্ৰত বিজয়নগৰ মন্দিৰ নিৰ্মাণশৈলীত যি প্ৰখৰ আৰু উজ্জ্বল কল্পনাশক্তিৰ প্ৰকাশ দেখা পোৱা যায় হিন্দু ভাৰতৰ কোনো মন্দিৰ স্থাপত্যতে তাৰ লগত ফেৰ মাৰিব পৰা দৃষ্টান্ত পাবলৈ নাই। এই শৈলীৰ চূড়ান্ত সাৰ্থকতা দেখিবলৈ পোৱা যায় নিঃসন্দেহে পুৰণা বিজয়নগৰৰ হাম্পীত থকা ভিঠল মন্দিৰত।

উত্তৰ ভাৰতৰ প্ৰধান নগৰবিলাকত হিন্দু যুগৰ ভাৰতৰ প্ৰায় সকলো মন্দিৰ স্থাপত্যৰ চিহ্নমাত্ৰও নথকাকৈ বিলুপ্ত হৈছিল। আনকি পবিত্ৰ বাৰানসীতো যিমানবোৰ মহান আৰু বিখ্যাত মন্দিৰ এতিয়া আছে সেই আটাইবোৰ তুলনামূলকভাৱে মাত্ৰ কিছু কালৰহে পুৰণি। একমাত্ৰ ব্যতিক্ৰম হৈছে গয়াৰ বৌদ্ধ মন্দিৰ। সেই মন্দিৰৰ প্ৰধান সৌধ খুবসম্ভৱ যোল্ল শতিকাতে নিৰ্মিত হৈছিল। এই মন্দিৰ হৈছে ইটাৰে গাঁথা এক বৃহৎ পিৰামিডৰ দৰে। এটা ওখ ভেটিৰ ওপৰত প্ৰতিষ্ঠিত। ইয়াৰ সমান্তৰাল কৰি 'চৈত্য-অলিন্দ' ৰ আৰ্হিত নিৰ্মিত ঘৰ। আটাইবোৰৰে ওপৰত এক ওখ চূড়া। সেই চূড়াও আছিল মূলতে এটা সৰু স্তূপ। একে ধৰণৰ সৌধ আন আন বৌদ্ধ মঠ-প্ৰতিষ্ঠানবোৰতো আছিল। কিন্তু বহুকালৰ আগতে সেইবোৰৰ চিন-মোকাম নোহোৱা হৈছে। গয়াৰ মন্দিৰ দেখিলে উত্তৰ ভাৰতীয় শৈলীতকৈ দক্ষিণ ভাৰতীয় মন্দিৰ নিৰ্মাণশৈলীৰ শিখৰ বা

দৌল যেনহে লাগে। কিন্তু সেই যুগৰ আন আন মন্দিৰবোৰত হয় কোনো শিখৰ বুলি অংশ একোটা নায়েই বা থাকিলেও বক্ৰৰৈখিক ক্ষেত্ৰৰ আকৃতিৰ সৰুকৈ নিৰ্মাণ কৰা দৌলহে থাকে। সি কিন্তু স্পষ্টভাৱে পিছৰ যুগৰ উত্তৰ ভাৰতীয় মন্দিৰ-শৈলীৰ পূৰ্বৰ আৰ্হি।

মধ্যযুগীয় উত্তৰ ভাৰতীয় স্থাপত্যৰ উৎকৃষ্ট উদাহৰণ পোৱা যায় ভাৰতৰ তিনিটা অঞ্চলৰ স্থাপত্যশিল্পৰ নিৰ্মাণশৈলীত—উৰিষ্যা, বুন্দেলখণ্ড আৰু গুজৰাটৰ দক্ষিণ ৰাজস্থান। এই তিনিটা ধাৰাৰ উপৰি স্থানীয় বিশেষত্ব থকা কোনো কোনো শৈলী আছিল। যেনে— আমি এই গ্ৰন্থত আগতেই আলোচনা কৰা বিশেষত্বপূৰ্ণ কাশ্মীৰী স্থাপত্য। তথাপি এই তিনিবিধ স্থাপত্যই আছিল গুৰুত্বপূৰ্ণ আৰু সেই তিনি ধাৰাৰ আলমত নিৰ্মিত স্থাপত্য কলা-বস্তুবিলাক সবাতোকৈ সুসংৰক্ষিত অৱস্থাত পোৱা গৈছে।

উৰিষ্যাৰ স্থাপত্য-শিল্পৰ স্বৰ্ণযুগ আছিল দশম শতিকাৰ পৰা ত্ৰয়োদশ শতিকালৈকে আৰু সেই স্থাপত্যৰ প্ৰধান কীৰ্তিসমূহ ভুৱনেশ্বৰ আৰু পুৰী নগৰ দুখনৰ ভিতৰে বাহিৰেই পোৱা যায়। উৰিষ্যাৰ সবাতোকৈ সুন্দৰ মন্দিৰ হ'ল ভুৱনেশ্বৰৰ লিঙ্গৰাজ মন্দিৰ। সেই মন্দিৰতে উত্তৰ ভাৰতীয় মন্দিৰৰ স্থাপত্য পৰম্পৰাৰ 'শিখৰ'ৰ চূড়ান্ত ৰূপ দেখা যায়। শিখৰ বোলা হয় যেতিয়া মন্দিৰৰ শীৰ্ষভাগ গোলাকৃতি হৈ ওপৰলৈ উঠি যায় আৰু তিনিভাগৰ এভাগ উঠি ক্ৰমাৎ গোলাকৃতি সৰু হৈ হৈ শীৰ্ষভাগ বা চূড়া পায়গৈ। চূড়াভাগত এখন চেপেটা শিলৰ ঘূৰণীয়া চক্ৰ লগোৱা থাকে। যিটোৰ নাম হ'ল 'আমলক' আৰু তাৰ ওপৰত এটা 'কলস্' ( = কলহ)। অতি অপ্ৰয়াসে ওপৰলৈ ক্ৰমাৎ সৰু হৈ গৈ থকা এই শিখৰ বা দৌলৰ গাত উচ্চাভিসাৰী শিলৰ দকৈ কটা ৰেখাবোৰে দৌলৰ লয়লাস দৰ্শকৰ চকুত বেছি আকৰ্ষণীয় কৰি তোলে। কিন্তু গোটেই সৌধটো তলৰ ভেটিৰ ওপৰত যে দৃঢ়ভাৱে প্ৰতিষ্ঠিত সেইটোও স্পষ্টকৈ বুজিব পাৰি। উৰিষ্যাৰ বেছিভাগ মন্দিৰৰ দৰেই লিঙ্গৰাজ মন্দিৰো চাৰিটা ঘৰৰ এটা সমষ্টি। আটাইকেইটা ঘৰেই ভৱন। প্ৰত্যেকটো ঘৰেই মন্দিৰৰ অংশ। প্ৰথমে হ'ল দেৱতাৰ বাবে অনা পূজাৰ সামগ্ৰী উছৰ্গা কৰা ঘৰ, যাক বোলে ভোগ-মন্দিৰ, তাৰ পিছতে নৃত্য কৰা ঘৰ বা নাট মন্দিৰ। তাৰ পিছত, ভক্তসকল সমৱেত হোৱা সভাঘৰ বা জগমোহন। তাৰ পিছত, বিগ্ৰহ থকা ঘৰ বা দেউল। এই দেউলৰ ওপৰতে নিৰ্মিত হয় শিখৰ সহকাৰে মন্দিৰৰ বিশাল সৌধ। কিন্তু বাকী তিনিটা ঘৰৰ ওপৰতো প্ৰথমৰ পৰা তৃতীয়টোলৈ ক্ৰমান্বয়ে ওখকৈ নিৰ্মাণ কৰা একোটা সৌধ। যাতে মন্দিৰ দৰ্শনকাৰীৰ দৃষ্টি ক্ৰমান্বয়ে উঠি গৈ শিখৰদেশত নিৰ্বিঘ্নে স্থাপিত হ'বগৈ পাৰে। লিঙ্গৰাজ মন্দিৰৰ চৌহদৰ সৰ্বত্ৰ মূল মন্দিৰৰ আৰ্হিতে সৰু সৰু একে ধৰণৰ মন্দিৰ আছে—সেইবোৰতো শিখৰ আছে।

উৰিয়া স্থাপত্য-শিল্পীসকল মন্দিৰৰ বাহিৰভাগ নানা কাৰুকাৰ্যৰে প্ৰচুৰভাৱে অলঙ্কৃত আৰু সজ্জিত কৰাতহে অভ্যস্ত আছিল। তেনে কৰাত লেশমানো কৃপণালি তেওঁলোকে

নকৰিছিল। সেইবোৰ কাৰুকাৰ্যৰ সৌন্দৰ্য অতি উন্নতমান আৰু ৰুচিৰ। কিন্তু তেওঁলোকে নিৰ্মাণ কৰা মন্দিৰৰ ভিতৰভাগ আছিল সম্পূৰ্ণ নিৰলঙ্কৃত আৰু সাধাৰণ-দৰ্শন। ডাঙৰ ডাঙৰ মন্দিৰবোৰত ওপৰৰ চালখন বেৰৰ পৰাই ওলাই যায়, যিটোক স্থাপত্যৰ ভাষাত ইংৰাজীত ক'ৰবেলড্ (Corbelled) বোলে। সেই চালৰ ভাৰ পৰে বেৰৰ পৰাই আংশিকভাবে বাহিৰ হৈ অহা বৰ্গক্ষেত্ৰাকৃতি খুঁটাৰ ওপৰত, যিবোৰক পিলাষ্টাৰ (Pilastar) বোলা হয়। চালখন তুলি ধৰি ৰাখিবলৈ কিন্তু কোনো স্তম্ভ ব্যৱহাৰ কৰা নহয়। তাৰ সলনি আংশিকভাবে চালৰ ভাৰ বহন কৰিবলৈ লোহাৰ চ'টি লগোৱা হৈছিল। গৃহনিৰ্মাণৰ প্ৰযুক্তিৰ ক্ষেত্ৰত ই এক গুৰুত্বপূৰ্ণ সংযোজন বুলি পি. ব্ৰাউনে তেওঁৰ গ্ৰন্থত কৈছে।

উৰিষ্যাৰ লেখৰ মন্দিৰবোৰৰ ভিতৰত পুৰীৰ বিষ্ণু-জগন্নাথ মন্দিৰ এতিয়াও ভাৰতৰ ভিতৰতে বিখ্যাত। তাৰ পিছতে কোনাৰকৰ 'ব্লেক্ পেগোদা' নামে জনাজাত সূৰ্য মন্দিৰ ত্ৰয়োদশ শতিকাতে নিৰ্মিত হৈছিল। এই সূৰ্যমন্দিৰ আগতে ভাৰতৰ ভিতৰতে এক বৃহত্তম আৰু বিপুলভাবে জাক্জমক মন্দিৰ আছিল। আনকি ভুবনেশ্বৰৰটোতকৈ বহুত বেছি ডাঙৰ আছিল। ইয়াৰ 'টাৱাৰ্' অৰ্থাৎ সৌধটো ২০০ ফুট ওখ আছিল। বহু কালৰ আগতে সেইটো বিধ্বস্ত হৈছে। কিন্তু বিশাল জগমোহন বা সভাগৃহ এতিয়াও আছে। সেই অঞ্চলৰ আন আন মন্দিৰবোৰৰ লগত নিমিলা কোনাৰক মন্দিৰৰ আন এটা বৈশিষ্ট্য হৈছে এই যে প্ৰধান মন্দিৰগৃহবিলাকৰ পৰা সম্পূৰ্ণ পৃথকভাবে নিৰ্মাণ কৰা দুটা তাত সেইবোৰতকৈ সৰু আকাৰৰ বাহিৰ-ঘৰ আছে। জগমোহন বা সভাঘৰ আৰু মূল টাৱাৰ্ বা সৌধ, দুয়োটা ঘৰেই নিৰ্মিত হৈছিল এখন বৰ ওখ মঞ্চস্বৰূপ ভেটিৰ ওপৰত। সেই মঞ্চৰ দৰে দেখা ভেটিৰ কেউফালে বাৰটা ৰথ-চক্ৰ শিলত খোদিত কৰা। চক্ৰবোৰতো নানা ফুলাম কাৰুকাৰ্য কৰা আৰু একোটাৰ ব্যাস দহ ফুট। সেই মন্দিৰৰ প্ৰবেশ-দ্বাৰলৈ বহল এলানি চিৰিৰে উঠি যাব লাগে। চিৰিবোৰৰ দুয়োকাষেও জঁপিয়াই থকা ভঙ্গীত ধাৱমান অশ্বৰ বহু শৈলমূৰ্তি। এই গোটেইবোৰ দৃশ্য-সজ্জাৰ অৰ্থ হৈছে সূৰ্যদেৱতাৰ গগনবিহাৰী ৰথখনৰ কথা মনত জাগৃত কৰা। মন্দিৰৰ চোতালৰ কেউফালে বৃহদাকৃতি স্বতন্ত্ৰভাবে স্থাপিত অতীৱ সুন্দৰ আৰু দৃঢ়ভাবে নিৰ্মিত অলেখ ভাস্কৰ্য-মূৰ্তি। কোনাৰক মন্দিৰৰ কিছুমান ভাস্কৰ্যত আঁৰ-বেৰ নোহোৱা আদিৰসাত্মক দৃশ্যাৱলী শিলত কটা আছে। সেইবাবে কোনাৰক মন্দিৰক 'ব্লেক্ পেগোদা' বোলে আৰু ইয়াৰ দুৰ্যশহে সৰ্বত্ৰ বিস্তৃত। নৰ-নাৰীৰ আলিঙ্গনাবদ্ধ বা শৃঙ্গাৰৰত মূৰ্তিৰে মন্দিৰগাত্ৰ সজ্জিত কৰা দৃষ্টান্ত বহুত ভাৰতীয় মন্দিৰতে আছে। কিন্তু কোনাৰকত প্ৰদৰ্শিত তেনে মূৰ্তিবোৰ বেছি অনাবৃত। মন্দিৰগাত্ৰত এনে উলঙ্গ মূৰ্তিৰ সমাৰোহ কিয় ঘটোৱা হৈছিল তাৰ বিষয়ে বহুতো ব্যাখ্যা দিয়া হৈছে। এটা ব্যাখ্যা হৈছে যে এইবোৰৰ দ্বাৰা মন্দিৰৰ দেৱদাসী বা মন্দিৰৰ গণিকাবিলাকৰ দৈহিক সৌন্দৰ্যৰ বিজ্ঞাপন দিয়াৰ চেষ্টা কৰা হৈছিল। আন এটা ব্যাখ্যা হৈছে যে সেইবোৰ মূৰ্তিৰ দ্বাৰা সংসাৰৰ মায়াময় তেজ-

মণ্ডহেৰে গঢ়া দেহকেন্দ্ৰিক জীৱনৰ প্ৰতিচ্ছবি দাঙি ধৰি মন্দিৰৰ ভিতৰৰ একান্ত নিৰাভৰণ নিৰলঙ্কাৰ কঠোৰ আধ্যাত্মিক সাজ-সজ্জাৰ লগত বিপৰীতধৰ্মিতা দেখুৱাবলৈ যত্ন কৰা হৈছে। বাহিৰত শৰীৰকেন্দ্ৰিক মোহময় জীৱনৰ ছবি আৰু মন্দিৰৰ ভিতৰত আত্মাৰ বাস্তৱ মায়াশূন্য বিচৰণ-ক্ষেত্ৰ। বোধ হয় সেই মূৰ্তিবোৰৰ স্ৰষ্টা শিল্পী-কাৰিকৰ বা আঁচনি কৰোঁতাসকলৰ মনোজগতত মধ্যযুগীয় ভাৰতীয় ধৰ্মীয় ধ্যান-ধাৰণাত বিপুল প্ৰভাৱ বিস্তাৰ কৰি থকা কোনো যৌন বা মৈথুনাচাৰী ৰহস্যতত্ত্বই কাম কৰি আছিল। ঐতিহাসিক পি. ৰডছন আৰু কাম্‌ৰিছৰ গ্ৰন্থত এই ধৰণৰ মত প্ৰকাশ কৰা হৈছে। আনহাতে পি. ব্ৰাউনৰ মতে কোনাৰকৰ মন্দিৰ আছিল সেই সময়ত জনাজাত এক তান্ত্ৰিক সাধনাৰ কেন্দ্ৰ।

বুন্দেলখণ্ডৰ চান্দেল্ল ৰজাসকলৰ দিনত দশম আৰু একাদশ এই দুই শতিকাত এক মহান স্থাপত্য-শিল্পৰ পূৰ্ণ বিকাশ ঘটিছিল। সেই স্থাপত্যৰ প্ৰধান কীৰ্তি দেখা যায়, ঝাঁচীৰ দক্ষিণ-পূব দিশে প্ৰায় ১০০ মাইল নিলগত অৱস্থিত খাজুৰাহো নামে জনাজাত এথুপি মনোৰম মন্দিৰৰ নিৰ্মাণ-শৈলীত। এই মন্দিৰবোৰৰ আঁচনি উৰিষ্যাৰ মন্দিৰবোৰৰ আঁচনিতকৈ বেলেগ ধৰণৰ আৰু সিমান ডাঙৰো নহয়। তাৰ ভিতৰতে অতি সুন্দৰটো হৈছে কন্দাৰিয়-মহাদেউ মন্দিৰ নামে খ্যাত এক শিৱ-মন্দিৰ। সেই মন্দিৰ খ্ৰীঃ ১০০০ চনমানত নিৰ্মাণ কৰা হৈছিল আৰু উচ্চতা ১০০ ফুটৰ বেছি নহয়। খাজুৰাহোৰ মন্দিৰবোৰত সাধাৰণতে এটা বিগ্ৰহকক্ষ বা পূজাঘৰ আৰু এটা ভক্তসকল সমৱেত হ'বৰ বাবে থকা চ'ৰাঘৰ থাকে। তাতো প্ৰৱেশৰ বাবে থাকে এটা প'ৰ্টিকো। উৰিষ্যাৰ মন্দিৰবোৰত এনে ধৰণৰ ঘৰবোৰ সজা হয় বেলেগে বেলেগে। মাত্ৰ ইটোৰ লগত সিটো সংযোগকাৰী একোটা সঙ্কীৰ্ণ আৰু অনুচ্চ ঘৰেৰেযুক্ত। খাজুৰাহোত কিন্তু এনে ধৰণৰ অঙ্গঘৰবোৰৰ প্ৰত্যেকটোৰে নিজৰ নিজৰ চাল থাকিলেও নিৰ্মাণ কৰা হৈছিল গোটেইবোৰ একেটা ঘৰ হিছাপেই। খাজুৰাহো মন্দিৰৰ যি শিখৰ সেইটোৰ গঢ়ো উৰিষ্যাৰ মন্দিৰৰ শিখৰৰ লগত নিমিলে। দুয়োটাই বক্ৰৰৈখিক। কিন্তু খাজুৰাহোৰ শিখৰ গুৰিৰে পৰাই গোলাকৃতি। ইয়াৰ আকাশাভিমুখী গতি ক্ষিপ্ৰতৰ যেন বোধ হয় প্ৰধান টাৱাৰ বা দৌলটোৰ গাৰ পৰাই উদ্ভূত হৈ অহা যেন লগা সৰু সৰু অনেক শিখৰৰ দ্বাৰা। প্ৰত্যেক শিখৰৰ ওপৰত থকা চেপেটা শিলৰ পাটচটাই সেই ঊৰ্ধমুখী গতিত যতি পেলাই দৰ্শকক মনত পেলাই দিয়ে যে স্বৰ্গীয় বস্তু আকাশতেই নহয় মাটিৰ পৃথিবীতো পাব পাৰি। এই গোটেইবোৰ মন্দিৰ, ওপৰত বৰ্ণনা কৰা অঙ্গ-প্ৰত্যঙ্গ আৰু অংশৰে সৈতে একেলগে দেখিলে সেইবোৰৰ সুষম ছন্দায়িত গাঁথনি সত্ত্বেও এনে ধাৰণা হয়, যেন সকলো মিলি এটা স্বাভাৱিক প্ৰাকৃতিক দৃশ্যহে। মন্দিৰৰ সুবিশাল শিখৰ, লগতে গোটেই মন্দিৰৰ মাটিৰ লগত সম্বন্ধ ইমান নিবিড় যে হঠাৎ দেখিলে বিয়াগোম এক উঁই-হাফলু বা চাৰিওফালে সৰু-ডাঙৰ পৰ্বতে আগুৰি থকা এক সু-উচ্চ পৰ্বতৰ শৃঙ্গ যেনহে লাগিব। যদিও স্থাপত্যৰ দিশৰ

পৰা প্ৰচুৰভাৱে ওপচাই দিয়া হৈছে কন্দাৰিয়-মহাদেউ মন্দিৰ, তথাপি সেই মন্দিৰতো ভাৰতীয় স্থাপত্য-শিল্পৰ সেই একে বৈশিষ্ট্য আছে। দেখিলেই চৌপাশৰ প্ৰাকৃতিক দৃশ্যাৱলীৰে এক সাদৃশ্য আৰু ঐক্যৰ ভাব আপোনা-আপুনি মনত উদয় হয়।

খাজুৰাহো মন্দিৰৰ ভৱন আৰু পৰ্টিক'বোৰৰ ওপৰতো গৰ্ভগৃহৰ ওপৰত থকা দৰেই দৌল থাকে। কিন্তু সেইবোৰ প্ৰথমৰটো যিমান ওখ, দ্বিতীয়টো তাতকৈ ক্ৰমান্বয়ে বেছি ওখ। সেইদৰে গৈ গৈ গৰ্ভগৃহৰ ওপৰত থকা প্ৰধান দৌলটো পায়গৈ। ফলত প্ৰধান টাৱাৰ্ বা দৌলটোৰ উচ্চতা বহুত বেছি যেন বোধ হয় আৰু এলানি পৰ্বত যেন লাগে। উৰিষ্যাৰ মন্দিৰবোৰৰ চালবোৰ পিৰামিডৰ আৰ্হিৰ। কিন্তু খাজুৰাহোৰ মন্দিৰবোৰত চালবোৰ বেৰৰ পৰা ক'ৰবেলিং পদ্ধতিৰে উলিয়াই লৈ যোৱা কাৰণে একোটা অনুচ্চ গম্বুজ যেন লাগে। গুৰুভাৰ আৰু বৃহদাকাৰ শৈলগাত্ৰৰ অন্তহীন কাৰুকাৰ্য একেসুৰীয়া আৰু বিৰক্তিকৰ হ'লহেঁতেন। কিন্তু তেনে হ'বলৈ দিয়া নাই—দুয়োকাষে স্তম্ভযুক্ত বহুতো খিৰিকিৰ সংযোজনে। খাজুৰাহোৰ মন্দিৰ নিৰ্মাণৰ আৰু এটা বিশিষ্টতা হৈছে 'জগমোহন' বা ভক্তসকল সমবেত হোৱা সভাগৃহৰ লগত ক্ষুদ্ৰাকৃতি ট্ৰেন্সেপ্টছ্ (Transcepts) অৰ্থাৎ ঘৰৰ দুয়োফালৰ বেৰৰ বাহিৰলৈ অলপ ওলাই অহা একোখণ্ড নিৰ্মাণ কৰিলত এটা বেলেগ ডিজাইন সৃষ্টি হয়। গ'থিক কেথেড্ৰেলবিলাকত এনে ট্ৰেন্সেপ্টছ্ থাকে। প্ৰথমে ঘৰৰ আঁচনি কৰোঁতেই তাৰ ব্যৱস্থা কৰি ৰখা হয়।

স্থাপত্যৰ আন আন ধাৰাবোৰত কৰা দৰেই খাজুৰাহোৰ মন্দিৰ-স্থাপত্যতো শিলৰ গাত বিস্তৰ কাৰুকাৰ্যৰ পয়োভৰ দেখা যায়। এই ক্ষেত্ৰত উৰিষ্যাৰ মন্দিৰবোৰৰ লগত এটা চকুত পৰা পাৰ্থক্য হ'ল এই যে উৰিষ্যাৰ মন্দিৰবোৰত তেনে কাৰুকাৰ্য মন্দিৰৰ বাহিৰফালেহে থাকে ভিতৰফালে নেথাকে। কিন্তু খাজুৰাহোৰ মন্দিৰবোৰত কাৰুকাৰ্য বাহিৰে-ভিতৰে দুয়োফালে থাকে। আনকি ভিতৰৰ চ'ৰাঘৰ বা ভৱনাকৃতিৰ ঘৰবোৰৰ গম্বুজাকৃতি চালৰ চিলিংবোৰতো নানা কাৰুকাৰ্য কৰা থাকে। খাজুৰাহোৰ ভাস্কৰ্য-শৈলীত উৰিষ্যাৰ ভাস্কৰ্যৰ বলিষ্ঠ প্ৰকাশভঙ্গী নাই। কিন্তু তাৰ পৰিৱৰ্তে আছে শিলাপৃষ্ঠত খোদিত ফ্ৰীজেছ্ বা বিভিন্ন আলেখ্য চিত্ৰসমূহ—যিবোৰৰ লালিত্যপূৰ্ণ জীৱন্ত ৰূপ আৰু আৱেদনে মনত বিচিত্ৰ আৱেগৰ সৃষ্টি কৰে। উৰিষ্যাৰ মন্দিৰৰ ভাস্কৰ্যতকৈ সেইবোৰৰ প্ৰত্যক্ষ আকৰ্ষণ তীব্ৰতৰ।

ৰাজস্থান আৰু গুজৰাটতো উৎকৃষ্ট স্থাপত্যসুলভ গুণ আৰু বৈশিষ্ট্যসম্পন্ন বহুত মধ্যযুগীয় মন্দিৰ আছে। এই অঞ্চলৰ বিভিন্ন স্থাপত্যৰ ধাৰাবোৰৰ ভিতৰত আমি শ্ৰেষ্ঠতম পাশ্চাত্য ধাৰাৰ কথাহে আলোচনা কৰিম। গুজৰাটৰ চালুক্য আৰু চোলাঙ্কি ৰজাসকলৰ দিনত তেওঁলোকৰ পৃষ্ঠপোষকতাত স্থাপত্যৰ এই পশ্চিমীয়া ধাৰাটোৰ প্ৰভূত উন্নতি হৈছিল একাদশৰ পৰা ত্ৰয়োদশ শতিকাৰ ভিতৰত। গুজৰাট ৰাজ্য সেই সময়ত আৰব আৰু পাৰস্যৰ সৈতে থকা নৌ-বাণিজ্যৰ ফলত বৰ সম্পদশালী হৈছিল।

গুজৰাটৰ ৰজা, মন্ত্ৰী, সদাগৰ সকলোৱে তেনেদৰে আৰ্জিত ধনৰ ভাণ্ডাৰৰ বহু অংশ সুন্দৰ সুন্দৰ জৈন আৰু হিন্দু মন্দিৰ নিৰ্মাণত ব্যয় হৈছিল।

এইবিলাক ঘৰৰ ভিতৰত অতি বিখ্যাত হৈছে মাউণ্ট আবুৰ ওপৰত থকা মনোৰম জৈন মন্দিৰবিলাক। দৰাচলতে সেইবোৰ মন্দিৰৰ নিৰ্মাণশৈলীৰ লগত খাজুৰাহোৰ মন্দিৰ নিৰ্মাণশৈলীৰ কোনো মৌলিক পাৰ্থক্য নাই। মন্দিৰবোৰ নিৰ্মাণ কৰা হৈছিল উচ্চ মঞ্চ জাতীয় ভেটিৰ ওপৰত। সাধাৰণতে তাৰ মন্দিৰ একোটাত গৰ্ভগৃহ আৰু সভাগৃহহে আছিল—কোনো প্ৰৱেশগৃহ বা 'পৰ্টিক' নেথাকিছিল। গৰ্ভগৃহৰ ওপৰত থকা শিখৰ বা দৌলৰ চৌদিশে খাজুৰাহোত থকাৰ দৰেই বহুতো ক্ষুদ্ৰাকৃতি দৌল থাকে। চিলিংবোৰো বেৰৰ পৰা ওলাই যোৱা ক'ৰবেলড় (Corbelled) আৰু গম্বুজাকৃতি। বেৰৰ পৰা চিলিংখন উলিয়াই নিওঁতে হোৱা খাজবোৰ স্থপতিসকলে কৌশলেৰে নানা কাৰুকাৰ্যৰে গোপন কৰি পেলাইছিল। চিলিংবোৰো এনে ধৰণে কাটি উলিওৱা হৈছিল যেন সেইবোৰ প্ৰকৃত গম্বুজহে আছিল। স্তম্ভৰ ওপৰত থকা চেপেটা ক্ৰছবীম অৰ্থাৎ চ'টিবোৰৰ ওপৰত ডাঙৰ ডাঙৰ বন্ধনী দুয়োফালৰ পৰা আহি মাজত লগ হয়হি—সেইবোৰে ধেনুভিৰীয়া আৰ্চৰ ধাৰণা এটা দিয়ে যদিও প্ৰকৃততে আৰ্চ নাছিল। এইবোৰ কলা-কৌশল মুছলিম স্থাপত্যৰ প্ৰভাৱত মন্দিৰ স্থাপত্যত প্ৰৱেশ কৰা যেন অনুমান হয়। মাউণ্ট আবুৰ মন্দিৰ স্থাপত্যৰ প্ৰধান আকৰ্ষণ হৈছে ইয়াৰ অতি সূক্ষ্ম আৰু সুন্দৰ কাৰুকাৰ্যখচিত সাজ-সজ্জা। ইয়াৰ অতি মসৃণ, অতি সূক্ষ্ম চাৰুকলা আৰু নানা অলঙ্কাৰযুক্ত ফুলাম সাজ-সজ্জাই মন্দিৰৰ সৰ্বত্ৰ বিশেষকৈ ভিতৰফালে সুশীতল ধৱলবৰ্ণ মাৰ্বলৰ ওপৰত কাৰিকৰসকলৰ কীৰ্তিকে ঘোষণা কৰে। কিন্তু ই নিস্তেজ আৰু আমনি লগাকৈ একে সুৰীয়া। গতিকে ভুৱনেশ্বৰ, কোনাৰক আৰু খাজুৰাহোৰ ভাস্কৰ্যৰ লগত তুলনা কৰিলে মাউণ্ট আবুৰ মন্দিৰবোৰৰ খৰচী সাজ-সজ্জা নিস্তেজ আৰু নিষ্প্ৰাণ যেন লাগে।

প্ৰাক-মুছলিম যুগৰ ধৰ্ম আৰু ধৰ্মীয় উদ্দেশ্যৰ লগত সম্বন্ধৰহিত ধৰ্মনিৰপেক্ষ প্ৰাসাদ অট্টালিকা আদিৰ ভগ্নাৱশেষ বেছি পাবলৈ নাই। মধ্যযুগত ৰজা আৰু আন আন শাসনকৰ্তাসকলে নিশ্চয় শিলৰ প্ৰাসাদ নিৰ্মাণ কৰিছিল। কিন্তু এইবিলাক প্ৰাসাদৰ ভিতৰত একমাত্ৰ বিজয়নগৰৰ ৰজাৰ কাৰেঙৰ সিংহাসনকক্ষ আৰু সিংহল দ্বীপত কিছুমান ঘৰৰ চিনহে দেখা যায়। ৰাজস্থান আৰু গুজৰাটৰ বহুতো নগৰত মধ্যযুগতে নিৰ্মাণ কৰা নানা কাৰুকাৰ্যখচিত তোৰণদ্বাৰ দেখা যায়। কিন্তু ভাৰতৰ এনে ধৰ্মনিৰপেক্ষ স্থাপত্যকৰ্মৰ নিদৰ্শনস্বৰূপ গৃহ-প্ৰাসাদ-অট্টালিকা আদি নিশ্চয় বহুতো উচ্চ স্তৰৰ উন্নত ধৰণৰ আছিল। তথাপি এটা কথা নিশ্চিত যে এই দেশৰ স্থাপত্যবিদ আৰু কাৰিকৰ-শিল্পীসকলে তেওঁলোকৰ প্ৰতিভাদীপ্ত শ্ৰম খটুৱাইছিল মন্দিৰ-নিৰ্মাণ কাৰ্যতহে। মন্দিৰ নিৰ্মাণ কৰোঁতে তেওঁলোকে নিশ্চয় কঠোৰ অলঙ্ঘনীয় নিয়ম-নীতি, পৰম্পৰাগত বিধি-বিধান মানি

চলিবলগীয়া হৈছিল। কিন্তু সিমানবোৰ নীতি-নিয়মৰ মাজতো নিজৰ নিত্য-নতুন উদ্ভাৱন শক্তি আৰু মৌলিক প্ৰতিভাৰে তেওঁলোকে সেই মহান কীৰ্তিচিহ্নবোৰ কল্পনাতীতভাৱে সুন্দৰ কৰি তুলিছিল। অথচ তেওঁলোকে ব্যৱহাৰ কৰা সঁজুলি আৰু প্ৰযুক্তি আছিল নিতান্তই সৰল আৰু সাধাৰণ ধৰণৰ। মুকলি সমভূমিৰ মাটিৰ ওপৰত মন্দিৰৰ আকাশছোঁৱা শিখৰ নিৰ্মাণ কৰোঁতে তাৰ ওপৰত প্ৰকাণ্ড প্ৰকাণ্ড শিলৰ চটা স্থাপন কৰোঁতে— ইজিপ্তৰ পিৰামিডবোৰৰ একেবাৰে ওপৰৰ অংশবোৰ শিলেৰে গাঁথোতে লগাৰ দৰে কিমান ধৈৰ্য আৰু পৰিশ্ৰমৰ প্ৰয়োজন হৈছিল ভাবিলে চমৎকৃত হ'ব লাগে। যিসকল স্থপতি আৰু শিল্পী-কাৰিকৰে সেইদৰে মন্দিৰবোৰ গঢ়িছিল তেওঁলোকে নিজে মন্দিৰসমূহৰ গাত নিহিত ৰহস্যময় অৰ্থযুক্ত প্ৰতীকবাদ বুজি পাওক বা নেপাওক—বহুতৰ কাৰণে মন্দিৰ একোটা আছিল বিশ্বব্ৰহ্মাণ্ডৰ প্ৰতীক স্বৰূপ। প্ৰাচীন কালৰ মুকলি ঠাইত পতা যজ্ঞভূমিৰ দৰে একোটা মন্দিৰো বহুতৰ বাবেই আছিল বিশ্বব্ৰহ্মাণ্ডৰ ক্ষুদ্ৰ সংস্কৰণ এটাৰ দৰে। মন্দিৰগাত্ৰৰ ভাস্কৰ্যত আৰু অনেক ঠাইত চিত্ৰাঙ্কনত সকলো দেৱ-দেৱীৰ মূৰ্তি খোদিত কৰা হয়। খোদিত কৰা হয় জাগতিক সাংসাৰিক মানৱীয় মূৰ্তি আৰু দৃশ্যাৱলীও— কেতিয়াবা প্ৰত্যক্ষভাৱে কেতিয়াবা প্ৰতীকবাদেৰে। হিন্দু সভ্যতাৰ দৰেই মন্দিৰবোৰো আছিল একে সময়তে ইন্দ্ৰিয়ানুগ আৰু কঠোৰ ব্ৰতাচাৰী ধ্যানীও। মন্দিৰবোৰৰো ভিত্তি মাটিৰ ওপৰত, কিন্তু আকাঙ্ক্ষা আকাশমুখী।

## ভাস্কৰ্য

স্থাপত্য-শিল্পত হৰপ্পাৰ ইটাৰে গঁথা ঘৰ-দুৱাৰবোৰ আৰু পৰৱৰ্তী কালৰ হিন্দু ভাৰতৰ শিলেৰে নিৰ্মিত মন্দিৰবোৰৰ মাজত কোনো সম্বন্ধৰ যোগসূত্ৰ বাস্তৱতে নাই। শিলেৰে মন্দিৰ বা অন্যান্য ঘৰ গঢ়া বিদ্যাও লাহে লাহে মৌৰ্য যুগৰ পৰাহে ভাৰতীয় স্থপতি-শিল্পী কাৰিকৰসকলে আয়ত্ত কৰিবলৈ ধৰিছিল। কিন্তু ভাস্কৰ্যৰ ক্ষেত্ৰত তেনে নহয়। ইতিহাসৰ একেবাৰে আদিছোৱাৰ ভাৰতীয় ভাস্কৰ্যৰ যিবোৰ নিদৰ্শন পোৱা গৈছে, সেইবোৰৰো হৰপ্পা যুগৰ ভাস্কৰ্যৰ লগত এক সগোত্ৰীয় সাদৃশ্য আছে। সেই বিষয়ে এই গ্ৰন্থত আগতেই আলোচনা কৰা হৈছে। সিন্ধু নদৰ পাৰৰ সেই নগৰবোৰৰ দিনৰ পৰা মৌৰ্যযুগলৈকে সহস্ৰাব্দৰ ওপৰকাল পাৰ হৈ গ'ল। কিন্তু সেই সময়ছোৱাৰ ভিতৰত সৃষ্ট কোনো শিল্পকলাৰ চিন-মোকাম পাবলৈ নাই। উত্তৰ ভাৰতৰ কোনো কোনো অঞ্চলত সময়ে নষ্ট কৰিব পৰা কোনো অস্থায়ী মাধ্যমত (= কাঠ, বাঁহ আদি) ভাস্কৰ্য কিবা নহয় কিবা ৰূপত নিশ্চয় আছিল। ভাস্কৰ্যৰ সেই সুপ্ত ধাৰা সময়ৰ বুকুত প্ৰবাহিত হৈ থাকিলেও মৌৰ্য যুগতহে সি আত্মপ্ৰকাশ কৰিলে। মৌৰ্য সম্ৰাটসকলৰ পৃষ্ঠপোষকতা, পাশ্চাত্য জগতৰ পৰা অহা বিভিন্ন প্ৰভাৱ আৰু দেশৰ বৰ্ধিষ্ণু ধন-সম্পদৰ অনুকূল পৰিবেশত

ভাস্কর্যই পুনৰ সগৌৰৱে পূর্ণ জীৱন লাভ কৰিলে। শিলত মূৰ্ত্তি আৰু আলেখ্য কটা আৰম্ভ হ'ল। সেইবোৰৰ নিদর্শন আজিকোপতি টিকি আছে।

অশোকৰ দিনৰ স্তম্ভবোৰৰ কেপিটেল্ অর্থাৎ শীর্ষভাগবোৰেই বোধ হয় সিন্ধু উপত্যকাৰ হৰপ্পাৰ নগৰবিলাকত দেখা পোৱা ভাস্কর্যৰ নিদর্শনবিলাকৰ পিছৰ প্ৰথম ভাস্কর্য শিল্পকর্ম। সেইবোৰ স্তম্ভশীর্ষৰ কিছুমান অশোকৰ ৰাজত্বৰ আগতেই নির্মিত হ'বও পাৰে। সেইবোৰ স্তম্ভশীর্ষৰ কাৰুকার্যত ভাৰতীয় ভাস্কর্যৰ চাৰিত্রিক বৈশিষ্ট্য ফুটি উঠা নাই যদিও সেইবিলাকত দেশীয় গুণ কিছু দেখা পোৱা যায়। সাৰনাথৰ অশোক স্তম্ভৰ প্রসিদ্ধ সিংহৰ মূৰ্ত্তিবোৰ আৰু তাতকৈ কম প্রসিদ্ধ কিন্তু বেছি ধুনীয়া ৰামপূৰ্ৱাৰ স্তম্ভশীর্ষৰ ষাঁড়ৰ মূৰ্ত্তি ভাৰতীয় ভাস্কৰসকলৰে অতি বাস্তবানুগ শিল্পসৃষ্টি—তাৰ ওপৰত কিছু কিছু ইৰাণী আৰু গ্ৰীক ভাস্কর্য পৰম্পৰাৰ প্ৰভাৱ পৰিছে। এইদৰে মন্তব্য কৰোঁতে ভাব হয় যে আমি জানিছোঁ কাৰণেহে পাশ্চাত্য প্ৰভাৱ পৰাৰ সম্ভাৱনা আছিল বুলি কৈছো—কোনোবাই তেনে সম্ভাৱনা থকাৰ কথা নেজানি যদি ক'লেহেঁতেন যে অশোকৰ স্তম্ভশীর্ষৰ ভাস্কর্যকর্মত দেখা জন্তুৰ প্ৰতিমূৰ্ত্তিবোৰ পোনপটীয়াকৈ সিন্ধু সভ্যতাৰ দিনত চীল-মোহৰ কটা শিল্পীসকলে আৰম্ভ কৰা পৰম্পৰাৰে অন্তর্ভুক্ত, তেন্তে সেই কথা অস্বীকাৰ কৰিব পৰাও হয়তো নগ'লহেঁতেন। কাৰণ সিন্ধু নদীৰ পাৰৰ সেই শিল্পীসকলে জন্তুৰ প্ৰতিকৃতি খোদিত কৰোঁতে এনে প্রখৰ বাস্তৱতা প্রদর্শন কৰিছিল যে সিমান দূৰ অতীতৰ সভ্যতাৰ দিনত সেই শিল্পকৃতি অতি অসাধাৰণ কথা বুলিয়েই ক'ব লাগিব। অশোকৰ স্তম্ভশীর্ষবিলাকত ব্যৱহৃত এবেকাচ্ অর্থাৎ শিলৰ পটভূমিবিলাকৰ কাৰুকার্যতো স্বদেশীয় প্ৰভাৱহে বেছিকৈ দেখা পোৱা যায়। একেবাৰে শীর্ষৰ মূর্ত্তি-প্রতিকৃতিবিলাকতকৈ এই পটবোৰৰ জন্তুৰ মূৰ্ত্তিবোৰ বেছি জীৱন্ত। যিবিলাক চক্ৰ দেখা যায় সেইবোৰে বুদ্ধৰ কথাও সূচায় আৰু মৌর্য ৰাজ-চক্রবর্ত্তীৰ সূচনাও বহন কৰে। এই শৈলচিত্রবোৰত দেখা পোৱা ফুল আৰু পাতৰ ডিজাইনবোৰত খাঁটি ভাৰতীয় ম'টিফবোৰেই প্ৰকাশ পাইছে। অৱশ্যে পাশ্চাত্য পৰম্পৰাৰ দুই-এক মটিফো দেখা যায়। এই স্তম্ভবোৰৰ বাহিৰে মৌর্যযুগৰ ভাস্কর্যৰ অন্য নিদর্শন পাবলৈ নাই। এই স্তম্ভবোৰত থকা অকল্পনীয় ধৰণৰ মসৃণতা আৰু পালিছ্ মৌর্য ভাস্কর্যৰ বৈশিষ্ট্য। 'দীদাৰগঞ্জৰ যক্ষী' বুলি খ্যাত এক ভাস্কর্যৰ নিদর্শনতো উপৰি উক্ত মৌর্যযুগৰ মসৃনতা দেখা যায়। তাৰ শৈলী দেখিলেই সেই যক্ষীমূৰ্ত্তি উত্তৰ-মৌর্য যুগৰ সৃষ্টি বুলি বুজিব পাৰি। যক্ষীৰ হাতত এডাল চোঁৱৰ আছে অর্থাৎ চুঞ্ৰী-পছুৰ নেজৰ পৰা নিৰ্মাণ কৰা বিচনীৰ দৰে ব্যৱহাৰ কৰা চামৰ। বুজা যায় যে যক্ষিণী কাৰ'বাৰ পৰিচাৰিকা আছিল আৰু তেওঁক চামৰেৰে ব্যজন কৰাত ব্যস্ত আছিল—কিন্তু সেই ব্যক্তি বা দেৱমূৰ্ত্তি এতিয়া ভাগি-ছিগি অন্তৰ্হিত হৈছে।

তাৰ বাহিৰেও কিছুমান যক্ষমূর্ত্তি সম্বলিত ভাস্কর্য পোৱা যায়। সেই যক্ষমূৰ্ত্তিবোৰ বাস্তব মূৰ্ত্তিতকৈ ডাঙৰ আকৃতিৰ। কোনো স্থাপত্যৰ অঙ্গস্বৰূপ নহৈ স্বতন্ত্রভাবে নির্মিত

তেনে একক যক্ষমূৰ্তিবোৰেই খ্ৰীষ্টপূৰ্ব শতাব্দীবোৰৰ ভাস্কৰ্যৰ একমাত্ৰ প্ৰাপ্ত নিদৰ্শন। সেই যক্ষমূৰ্তিবোৰ দেখাত শক্তিশালী, বৃষগ্ৰীৱ আৰু গুৰুভাৰ। প্ৰযুক্তিবিদ্যাৰ ফালৰ পৰা বৰ উচ্চস্তৰৰ নহয় যদিও ঘনত্বৰ দিশ বিবেচনা কৰিলে ইমান বেছি দৃঢ়বন্ধ যে অনুৰূপ দৃঢ়তা পিছৰ কোনো যুগৰ ভাস্কৰ্যত দেখা পোৱা নেযায়। এই যক্ষমূৰ্তিবিলাকৰ স্থূলাকৃতি, তলপেট অংশবোৰৰ লগত হৰপ্পা যুগৰ শিলত কটা মানৱ দেহৰ কায়ভাগৰ মূৰ্তিত দেখা পোৱা তলপেটৰ সাদৃশ্যলৈ লক্ষ্য কৰিলে পূৰ্বে উল্লিখিত সিন্ধু সভ্যতাৰ দিনৰ ভাস্কৰ্যৰ পৰম্পৰাই হাজাৰ বছৰৰ দূৰত্ব অতিক্ৰম কৰি স্বদেশৰ ভাস্কৰ্যৰ মাজত জীয়াই থকাৰ আন এটা প্ৰমাণ বুলি ধৰিব পাৰি।

মৌৰ্যযুগৰ পিছৰ কালৰ ভাস্কৰ্যৰ উল্লেখযোগ্য নিদৰ্শন দেখা যায় ৱাৰহুত, গয়া, সাঁচী আদি ঠাইৰ বৌদ্ধ তীৰ্থস্থানসমূহৰ শিলৰ বেৰ আৰু তোৰণবিলাকৰ ধ্বংসাৱশেষবোৰত। এই ধ্বংসাৱশেষবোৰ চাই সেইবোৰৰ নিৰ্মাণৰ সময় নিৰূপণ কৰা সহজ নহয়। কিন্তু ৱাৰহুতৰ ভাস্কৰ্য গয়া আৰু সাঁচীৰ ভাস্কৰ্যৰ সমতুল্য নোহোৱালৈ চাই ৱাৰহুতেই তিনিওটাৰ ভিতৰত প্ৰাচীন হ'ব যেন অনুমান হয়। আনহাতে সাঁচীৰ তোৰণবোৰত যেনে বলিষ্ঠ আৰু সুনিপুণ কাৰুকাৰ্য দেখা যায় তালৈ চাই সাঁচীয়েই তিনিও ঠাইৰ ভিতৰত আটাইতকৈ পিছৰ বুলি ধৰি ল'ব পাৰি। ৱাৰহুত-গয়া-সাঁচী—এই অনুক্ৰমৰ সমৰ্থনত বিভিন্ন লিপিও পোৱা গৈছে। আমি ৱাৰহুতৰ নিৰ্মাণৰ সময় আনুমানিক খ্ৰীঃ পূঃ ১৫০ বুলি ঠাৱৰ কৰিব পাৰোঁ। সাঁচীৰ সেই ভাস্কৰ্য হয়তো খ্ৰীঃ পূঃ প্ৰথম শতিকাৰ শেহৰ ফালে হ'ব আৰু গয়াৰখিনি সেই দুইটা সময় সীমাৰ মাজৰে কোনো সময়ত হ'ব। এই সময় নিৰূপণ কিন্তু একেবাৰে সঠিক বুলি ক'ব নোৱাৰি। কাৰণ ভাস্কৰ্যত পুৰণা আৰু পিছপৰা নিৰ্মাণশৈলী আৰু উন্নত নিৰ্মাণশৈলী সমসাময়িকভাৱেও চলি থাকিব পাৰে।

ৱাৰহুতত স্তূপৰ পোন ৰেলিংবিলাকত সজাবলৈ যক্ষ-যক্ষিণীৰ মূৰ্তি যিবোৰ কটা হৈছে সেইবোৰ যে সুন্দৰ ভাস্কৰ্যৰ নিদৰ্শন, সেই বিষয়ে কোনো সন্দেহ নাই। সকলো উৎকৃষ্ট ভাৰতীয় ভাস্কৰ্যৰ দৰে সেইবোৰৰ দ্বাৰা সাজ-সজ্জাৰ উদ্দেশ্যও আশানুৰূপভাৱেই পূৰণ হৈছে। কিন্তু সেইবোৰ ভাস্কৰ্যকৰ্মত অপ্ৰচলিত প্ৰয়োগ আৰু অনিশ্চয়তাও স্পষ্টকৈ প্ৰকাশ পাইছে। সেই শিলত কটা প্ৰতিকৃতিবোৰ দেখাত চেপেটা। তাৰ কাৰণ হৈছে সেইবোৰৰ নিৰ্মাতা শিল্পীসকল হাতী-দাঁতৰ কাম কৰাতহে অভ্যস্ত আছিল। তেওঁলোকে হাতী-দাঁতৰ সলনি শিলৰ মাধ্যমত মূৰ্তি কাটোঁতে যথেষ্ট পৰিশ্ৰম কৰি শিকিবলৈ ধৰিছিল। ৰেলিঙৰ জোৰাবিলাকত থকা মেডেলিয়ন বা ক্ষুদ্ৰাকৃতি বাছ-ৰিলিফবোৰত সাধাৰণতে জাতকৰ সাধুৰ দৃশ্যাৱলীকে অঙ্কিত কৰা হৈছে। কিন্তু সেইবোৰতো ওপৰত উল্লিখিত ধৰণৰ অপ্ৰচলিত প্ৰয়োগ স্পষ্ট।

গয়াত থকা ৰেলিংবোৰ কোনো স্তূপৰ চাৰিওফালে নহয়। সেইবোৰ ৰেলিঙ নিৰ্মাণ কৰা হৈছিল। বুদ্ধই তেওঁৰ জ্ঞানজ্যোতি লাভ কৰাৰ পিছত ধ্যানস্থ হৈয়েই যিটো

পবিত্ৰ পথেৰে খোজ কাঢ়িছিল সেই পবিত্ৰ পদপথৰ দুয়োফালে জেওৰাৰ কাম কৰিবলৈ। সেই ৰেলিংবোৰৰ গাতো বহুত মূৰ্তি আৰু কাৰুকাৰ্য আছে যিবোৰ ৰাৰহুতবোৰতকৈ বহুত ওপৰ থাপৰ। যিবোৰ মূৰ্তি কাটিছিল সেইবোৰৰ দকৈ কটা দেহাৱয়ব সুডৌল আৰু জীৱন্ত। দেখাতেই বুজা যায় যে ভাস্কৰসকলে ইতিমধ্যে শিলৰ মাধ্যমত মূৰ্তি কটা বিদ্যা আগতকৈ ভালদৰে আয়ত্ত কৰিছিল। মূৰ্তিবোৰ শিলৰ গাত আগৰ দৰে চেপেটা হৈ নেথাকে। অন্ততঃ প্ৰকৃত দেহাৱয়বৰ তিনি চতুৰ্থাংশ বাহিৰত ওলাই থাকে। গয়াত থকা ওপৰত উল্লেখ কৰা মেডেলিয়নবিলাকত খোদিত মানুহৰ মুৰবোৰ ইমান জীৱন্ত যে হঠাৎ দেখিলে প্ৰতিচ্ছবি যেন লাগি যায়।

কিন্তু উত্তৰ ভাৰতীয় ভাস্কৰ্যৰ আটাইতকৈ গৌৰৱময় কীৰ্তি হ'ল নিঃসন্দেহে সাঁচী। এই ঠাইৰে এটা সৰু স্তূপৰ (দ্বিতীয় স্তূপ) গাত থকা কাৰুকাৰ্যবোৰত অপ্ৰচলিত প্ৰয়োগ অধিক দেখা যায়। এনে আৰ্কেইক্ চৰিত্ৰৰ বাবে কিছুমান পণ্ডিতে সেই স্তূপটো ৰাৰহুততকৈ পুৰণি কালতে নিৰ্মিত বুলি কয়। প্ৰধান স্তূপটোৰ ৰেলিংবোৰত কোনো কাৰুকাৰ্য নাই। কিন্তু তাৰ বিপৰীতে প্ৰকাণ্ড তোৰণবিলাকত অসংখ্য মূৰ্তি আৰু ৰিলিফ কটা আছে। তোৰণবোৰৰ বিশাল বৰ্গক্ষেত্ৰকাৰ ঋজুস্তম্ভ আৰু প্ৰাচীৰবিলাকত আৰু তিনিশাৰী আৰ্কিট্ৰেভ (architraves) অৰ্থাৎ বক্ৰাকৃতি চতিবোৰৰ গাত ওপৰৰ পৰা তললৈকে সন্ধি নোহোৱাকৈ নানা শিলত কটা চিত্ৰ-মূৰ্তি দৃশ্যাৱলীৰে ভৰা। সেই চিত্ৰ-মূৰ্তি-ৰিলিফবিলাকত সমসাময়িক জীৱনৰ বিভিন্ন দিশৰ জীৱন্ত ছবি। স্মিত হাস্যৰে উদ্ভাসিত মুখেৰে যক্ষিণীৰ মূৰ্তিবোৰ কটা হৈছিল লয়লাসপূৰ্ণ ত্ৰিভঙ্গ মূৰ্তিত। কেতিয়াবা আৰ্কিট্ৰেভ একোটাৰ বন্ধনী হিছাপেও। সেই আৰ্কিট্ৰেভবোৰ কান্ধত লৈ থাকে প্ৰকাণ্ড হাতীৰ মূৰ্তি বা ৰণ্ডিয়াল হাঁহি মাৰি থকা বাওনাৰ মূৰ্তিয়ে। যক্ষীৰ ত্ৰিভঙ্গ মূৰ্তিৰ প্ৰসঙ্গত উল্লেখনীয় যে নৃত্য-নাট্যাদিত এটা ভৰি বেঁকা কৰি নিতম্বৰ ওচৰত অলপ ঘূৰা যেন কৰি থিয় হোৱাটোকে ত্ৰিভঙ্গ মূৰ্তি বোলে। একেবাৰে প্ৰাচীন কালৰে পৰাই এই ভঙ্গী ভাস্কৰ-খনিকৰসকলৰ বৰ প্ৰিয়। ইয়াৰ বিপৰীত ভঙ্গী হ'ল হায়েৰাটিক্ (hieratic) ভঙ্গী। গ্ৰীক ভাস্কৰ্যৰ বাহিৰে বেছিভাগ প্ৰাচীন ভাস্কৰ্যতে হায়েৰাটিক্ ভঙ্গী দেখা যায়। সেই ভঙ্গী প্ৰচুৰ জীৱনীশক্তিৰ পৰিচায়ক। আৰ্কিট্ৰেভ বুলিলে ঘৰৰ চ'তি-মাৰলি, দুৱাৰ-খিৰিকিৰ কাষৰ খুঁটা-লিণ্টেল সকলো বুজায়। বেৰ, আৰ্কিট্ৰেভ আদিৰ সৰ্বত্ৰ শিলৰ ফলিত বুদ্ধৰ জীৱন কাহিনীৰ বা জাতকৰ সাধুকথাৰ নানা দৃশ্য খোদিত কৰা দেখা যায়। সেই বিচিত্ৰ শৈল চিত্ৰবোৰৰ দৃশ্যাৱলীৰ সমাৰোহত শত্ৰুৰ দ্বাৰা অৱৰুদ্ধ এখন নগৰ ; গজাৰোহী আৰু অশ্বাৰোহীসকলে ৰাজপথেদি শোভাযাত্ৰা কৰি যোৱা দৃশ্য ; কোনো মন্দিৰত পূজাত ব্যস্ত নৰ-নাৰী ; বনৰীয়া হাতীৰ জাক ; সিংহ, ময়ুৰ, যক্ষী, নাগ ; নানা আকাৰৰ ৰহস্যময় পৌৰাণিক জন্তু আৰু ফুলাম কাৰুকাৰ্য—এই সকলো পোৱা যায়। কিছুমান ম'টিফত মেছোপটেমিয়ান আৰু পাৰ্চীয়ান প্ৰেৰণা স্পষ্ট। কিন্তু সামগ্ৰিকভাৱে

গোটেই শিল্পবস্তুখিনিত ইমান বিভিন্ন জটিল আৰ্হিৰ সমাৰোহ আৰু জীৱনৰ অতিবাস্তৱ চিত্ৰসম্বলিত উল্লাসপূৰ্ণ প্ৰাচুৰ্য যে সেই সকলো দিশৰ পৰা বিবেচনা কৰিলে চৰিত্ৰগতভাৱে সম্পূৰ্ণ ভাৰতীয়।

সাঁচীৰ তোৰণ-গাত্ৰত থকা কাৰুকাৰ্যবোৰ কোনো পূৰ্বনিৰ্ধাৰিত বা পূৰ্ব পৰিকল্পিত নীতি-নিয়ম নিৰ্দেশ মানি কৰা কাৰুকাৰ্য বা শিল্পকৰ্ম নহয়। যিসকল ভাস্কৰকাৰিকৰে সেইবোৰ শিলত কাটিছিল তেওঁলোকক স্তূপৰ কৰ্তৃপক্ষই বা মঠাধিকাৰীয়ে নিযুক্ত কৰা নাছিল। তেওঁলোকক নিযুক্ত কৰিছিল ব্যক্তিগত পৃষ্ঠপোষকসকলে। সেইসকল ধনী পৃষ্ঠপোষকৰ পবিত্ৰ স্তূপৰ তোৰণত শিল্পকৰ্ম কৰাই পুণ্যাৰ্জন কৰাই উদ্দেশ্য আছিল। গতিকে ভাস্কৰসকলে সেই পুণ্যাৰ্থী পৃষ্ঠপোষকসকলৰ ইচ্ছা অনুসৰিয়েই সৌন্দৰ্যবৰ্দ্ধনৰ বাবে তোৰণত সেই অপূৰ্ব কলাবস্তুৰ সৃষ্টি কৰিছিল। ওপৰে ওপৰে চালে তেনে কৰাৰ ফলত সামগ্ৰিকভাৱে সাঁচীৰ সেই শিল্পকৰ্মবোৰত বাঞ্ছিত আনুষ্ঠানিক ঐক্য বিচাৰি পোৱা নেযাব। কিন্তু পোৱা যাব সকলো বিধি-বিহিত আৰ্হিৰো ওপৰৰ এক অতিমাত্ৰিক ঐক্য— সেই ঐক্য হৈছে এক সমৃদ্ধ সংস্কৃতিৰ, ধৰ্মৰ প্ৰতি, তীৰ্থস্থানৰ প্ৰতি শ্ৰদ্ধাশীল এক সংস্কৃতিৰ। সেই সংস্কৃতিত কিন্তু ধৰ্মৰ লগতে জীৱনৰ প্ৰতি আৰু চৌদিশৰ পৰিচিত জগতখনৰ প্ৰতিও গভীৰ আগ্ৰহ আৰু প্ৰীতি আছিল প্ৰচুৰ পৰিমাণে। সাঁচীলৈ যোৱা যি কোনো পৰ্যটকে কোনো এক শীতকালৰ ৰ'দালি দিনত সাঁচী পাহাৰৰ পৰা চাৰিওফালে এবাৰ চকু ফুৰাই যেতিয়া দেখিব জাক জাক বন-ময়ূৰে ধ্বংসাৱশেষবোৰৰ মাজত খোজকাঢ়ি ফুৰা আৰু দূৰণিৰ মুকলি সমতল ভূমি যেতিয়া চকুৰে মনিব পৰালৈকে ৰ'দত জিল্‌মিল্ জিল্‌মিল্ কৰি থকা দেখিব তেতিয়া সেই পৰ্যটকে বুজিব যে সেই শিল্পকীৰ্তি আছিল জীৱন আৰু জগতক লৈ সন্তুষ্ট এক সুখী জাতিৰ মানুহৰ সৃষ্টি।

প্ৰযুক্তি বিদ্যাৰ ফালৰ পৰা চালে এই কাৰুকাৰ্যবোৰ অতি উৎকৃষ্ট ধৰণৰ। শিলাকুটী শিল্পীসকলে ইতিমধ্যে নিজৰ শিল আৰু সাঁজুলিৰ ওপৰত সম্পূৰ্ণ নিপুণতা অৰ্জন কৰিছিল। তেওঁলোকে শিলৰ বুকুত সৃষ্টি কৰা শিল্পবস্তুত উনবিংশ শতিকাৰ বাস্তৱতাৰ ধাৰণা মতে বাস্তৱতা বিচাৰি পোৱা নেযাব পাৰে। কিন্তু সেইবিলাকত তেওঁলোকে বাৰহুতৰ ভাস্কৰ্যৰ নীতি-নিয়ম অতিক্ৰম কৰি মুক্ত আৰু জীৱন্ত ভাস্কৰ্যকলাৰ সৃষ্টি কৰিব পাৰিছিল। সাঁচীৰ ভাস্কৰ্যই সকলো ঠাইতে দৰ্শকৰ মনত এক নিশ্চয়তাবোধৰ সৃষ্টি কৰে। শিল্পীসকলে জানিছিল তেওঁলোকে কি চিত্ৰিত কৰিব খুজিছে শিলৰ মাধ্যমত আৰু মনৰ মাজত সেই সৃষ্টিৰ প্ৰণালী আৰু প্ৰেৰণা সম্বন্ধেও সঠিক ধাৰণা তেওঁলোকৰ আছিল।

বাৰহুত, গয়া আৰু সাঁচীত—দৰাচলতে সেই যুগৰ সকলো বৌদ্ধ ভাস্কৰ্য সৃষ্টি হোৱাৰ ঠাইতে—বুদ্ধ নিজে উপস্থিত নাছিল। কোনো ঠাইতে বুদ্ধৰ মূৰ্তিও নাছিল। তাৰ ঠাইত আছিল বুদ্ধৰ প্ৰতীক একোটা। যেনে, এটা চক্ৰ, এখন খালি হৈ থকা সিংহাসন, এজোৰ ভৰিৰ খোজ অথবা এজোপা পিপল গছ ইত্যাদি। বুদ্ধৰ মূৰ্তি নিৰ্মাণ বিষয়ত

এনে বিশেষ ধৰণৰ আচাৰ মানি চলাৰ কাৰণ জনা নেযায়। অনুমান কৰিব পাৰি যে বুদ্ধক ইমান বেছি ভক্তি কৰা হৈছিল যে তেওঁৰ মূৰ্তি কাটিবলৈ যোৱাটোও অপৰাধ বুলি ভাবিছিল। কিন্তু এনে ধাৰণাৰ সমৰ্থনত কোনো গ্ৰন্থৰ বা অন্য ধৰণৰ সাক্ষী-প্ৰমাণ নাই। বুদ্ধৰ দেহাৱয়ৱ শিলৰ বুকুত কাটি উলিবাৰ প্ৰতি থকা এই অনীহাৰ আন এটা কাৰণ হ'ব পাৰে এই যে যিহেতু মহাপৰিনিৰ্বাণৰ পিছত বুদ্ধই বিশ্বব্ৰহ্মাণ্ড এৰি গ'লগৈয়ে গতিকে তাৰ পিছতো তেওঁৰ মনুষ্যৰূপ শিলত কটাৰ ফলত মানুহ বিভ্ৰান্ত হ'ব পাৰে। যি কাৰণেই নহওক, পিছৰ যুগৰ আমাৰ পৰিচিত বুদ্ধ মূৰ্তিবিলাক বৌদ্ধ ধৰ্মৰ কেন্দ্ৰ এই তিনিখন প্ৰাচীন ঠাইত ক'তো নাছিল। ভাৰতীয় ভাস্কৰ্যৰ গান্ধাৰ ধাৰা আৰু মথুৰাৰ ভাস্কৰ্যৰ ধাৰাৰ মাজৰ কোনোবা এটাত প্ৰথম বুদ্ধৰ মূৰ্তি নিৰ্মিত হৈছিল বুলি সেই দুয়োটা ধাৰাৰ শিল্পীয়ে দাবী কৰে। কাবুল উপত্যকাৰ নিম্নভাগ আৰু পেছোৱাৰৰ চাৰিওফালৰ সিন্ধু নদৰ ওপৰভাগ—এই অঞ্চলকে গান্ধাৰ বোলা হৈছিল। বেছিভাগ ভাৰতীয় ঐতিহাসিক পণ্ডিতেই মথুৰাতে প্ৰথমতে বুদ্ধৰ মূৰ্তি নিৰ্মিত হৈছিল বুলি মত প্ৰকাশ কৰে। আনহাতে পূৰ্বৰ বেছিভাগ ইউৰোপীয় পণ্ডিতে গান্ধাৰতহে প্ৰথম বুদ্ধমূৰ্তি শিলত কটা হৈছিল বুলি কয়। কিন্তু আধুনিক কালৰ গৱেষক-পণ্ডিতসকল এই দুয়োটা মতৰ এটাৰ বিষয়েও সম্পূৰ্ণ নিশ্চিত হ'ব পৰা নাই।

মথুৰাৰ ভাস্কৰ্যধাৰা বোধহয় খ্ৰীঃ পূঃ প্ৰথম শতিকাৰ শেহৰ ফালে আৰম্ভ হৈছিল। কিন্তু কোনো কোনো পণ্ডিতে তাতকৈও পিছৰ যুগতহে সেই ধাৰা আৰম্ভ হোৱা বুলি কয়। মথুৰাৰ বগা ফুট্‌ফুট্ থকা ৰঙা ছেণ্ড্‌ষ্টোন অৰ্থাৎ ৰঙা বালি-পাথৰত শ শ বছৰ ধৰি শিল্প-বস্তু সৃষ্টি কৰা হৈ আহিছিল সেই অঞ্চলত। সেইবোৰ বস্তু দূৰ-দূৰণিৰ ঠাইবোৰলৈ চালান হৈছিল আৰু পিছৰ যুগৰ ভাস্কৰ্যৰ ওপৰত সেইবোৰৰ বহুত প্ৰভাৱ পৰিছিল। মথুৰাৰ সেই যুগৰ ভাস্কৰ্য-শিল্পীৰ মনৰ প্ৰেৰণা হয়তো জৈন ধৰ্মৰ পৰাও আহিছিল। তেতিয়াৰ সেই প্ৰাচীন যুগতে মথুৰাৰ শিল্পীয়ে ভক্তই মনৰ সংকল্প-পূৰণৰ বাবে কৰোৱা মাটিত আসন কৰি ধ্যানস্থ হৈ বহি থকা উলঙ্গ জৈন তীৰ্থঙ্কৰ এজনৰ ৰিলিফ প্ৰতিকৃতি কৰিছিল। তাকে দেখি বৌদ্ধলোকসকলো বোধ হয় নিজৰ গুৰুৰ তেনে প্ৰতিকৃতি নিৰ্মাণ কৰাবলৈ আগ্ৰহী হৈছিল। মথুৰা ভাস্কৰ্যৰ চকুত লগা এক নিদৰ্শন হৈছে এটা স্তূপৰ ৰেলিঙত থকা কিছুমান যক্ষীমূৰ্তি। সম্ভৱতঃ সেইটো কোনো জৈন স্তূপো হ'ব পাৰে। এই যক্ষী মূৰ্তিবোৰৰ গাত বিভিন্ন অলঙ্কাৰৰ পয়োভৰ অতিৰঞ্জিতভাৱে বহল নিতম্বদেশ আৰু অতি ক্ষীণ মধ্যভাগ আৰু উদ্ধত দেহভঙ্গীয়ে সিন্ধু উপত্যকাৰ সেই নাচনী ছোৱালীৰ মূৰ্তিলৈ মনত পেলায়। ধৰ্ম মন্দিৰৰ অতীত ধৰ্মপৰায়ণতা আৰু ত্যাগৰ পৰিবেশত এই যক্ষিণী মূৰ্তিবোৰৰ মুখত প্ৰকাশ পোৱা ৰঙিয়াল ইন্দ্ৰিয়সচেতনতা—এই দুই বিপৰীত গুণৰ সহাৱস্থানেই হৈছে প্ৰাচীন ভাৰতীয় সমাজৰ জীৱনভঙ্গীও। কাৰণ ভাৰতীয় লোকে পৰস্পৰবিৰোধী তেনে দুই বিপৰীত গুণৰ সহাৱস্থানত কোনো বিসঙ্গতি নেদেখে।

মথুৰাৰ প্ৰধান ভাস্কৰ্যবোৰৰ ভিতৰত কুষাণ ৰজাসকলৰ মূৰ্তিবিলাকৰ কথা বিবেচনা কৰিব পাৰি। কাষৰ মাট্ নামে এখন গাঁৱত নিশ্চয় কুষাণ ৰজাসকলৰ শীতকালৰ বাসস্থান আছিল। তাত থকা ৰাজপ্ৰাসাদৰ চৌহদত থকা এটা মন্দিৰত পূৰ্বৰ ৰজাসকলৰ স্মৃতি সংৰক্ষিত কৰা হৈছিল। তাত ৰখা ৰজাসকলৰ প্ৰতিমূৰ্তিবোৰ পিছৰ কালৰ ৰজাসকলে ভাঙি-ছিঙি পেলাইছিল। সেইবোৰৰ ভিতৰত কুষাণ সম্ৰাট কনিষ্কৰ মূৰ্তিও আছে। কিন্তু দুৰ্ভাগ্যক্ৰমে সেই মূৰ্তিৰো মূৰটো ভাঙি পেলোৱা হৈছিল। ৰজাৰ সেই স্কন্ধহীন প্ৰতিমূৰ্তিৰ গাত মধ্য এছিয়াৰ দীঘল কোট আৰু কপাহ ভৰোৱা জোতা। এহাতত এখন তৰোৱাল, আনখন হাতত এটা তৰোৱালৰ খাপ। ভৰি দুটা মেলি কৰ্তৃত্বৰ ভঙ্গীত দণ্ডায়মান ৰজাৰ মূৰ্তি। এই মূৰ্তিটোৰ ভাস্কৰ্য অগভীৰ আৰু দৰাচলতে দ্বৈমাত্ৰিক বুলি সমালোচিত হ'ব পাৰে। তাৰ নিৰ্মাণশৈলী দেখিলে এনে ভাব হয়, যেন শিল্পীজনে আচহুৱা অনভ্যস্ত বিষয়ৰ শিল্পকৰ্ম কৰিবলগীয়া হৈছিল। তথাপি শিল্পীয়ে ইজিপ্তৰ ৰজাৰ মূৰ্তিবোৰৰ দৰে বলিষ্ঠ আবেদনযুক্ত হায়েৰাটিক্ মূৰ্তি এটা গঢ়িবলৈ সক্ষম হৈছিল।

মথুৰা ভাস্কৰ্যৰ আদিছোৱাতে নিৰ্মাণ কৰা বুদ্ধ আৰু বোধিসত্বৰ মূৰ্তিবিলাক দেখাত হৃষ্ট-পুষ্ট সুখী দেহাৱয়বৰ মূৰ্তি যেন লাগিছিল। দেখিলে মনত কোনো আধ্যাত্মিকতা নেজাগেই। কিন্তু মথুৰাৰ ভাস্কৰসকলেই পিছলৈ কটা তেনে মূৰ্তিবিলাকত পবিত্ৰ ধৰ্মীয় ভাব আৰু কাৰুণ্য ফুটি উঠে। মথুৰাৰ ভাস্কৰ্য প্ৰাচীন ভাৰতীয় ভাস্কৰ্যৰ পৰম্পৰাৰ ওচৰত বহুত ধৰণে ঋণী। কিন্তু তাৰ উপৰি উত্তৰ-পশ্চিমৰ ভাস্কৰ্যৰ ৰীতিৰ প্ৰভাৱ মথুৰাৰ ভাস্কৰ্যত স্পষ্টভাৱে প্ৰকাশ পাইছিল। সেইসকল শিল্পীয়ে গ্ৰীক-ৰোমান ভাস্কৰ্যৰ মটিফ্ কিছুমানো গ্ৰহণ কৰিছিল। মথুৰা ভাস্কৰ্যৰ জৰিয়তেই গুপ্ত ভাস্কৰ্য নামৰ মহৎ শিল্পকলাৰ শৈলীয়ে ৰূপ লৈছিল। সেই শৈলীৰ পৰাই কিছুমান শ্ৰেষ্ঠতম ভাৰতীয় ধৰ্মীয় ভাস্কৰ্যৰ সৃষ্টি হৈছিল।

ভাস্কৰ্যত গান্ধাৰ শৈলীৰ যি ধাৰা তাৰ ওপৰত ৰোমান সাম্ৰাজ্যৰ প্ৰভাৱ স্পষ্টভাৱে পৰিছিল। গান্ধাৰ ভাস্কৰ্যৰ শিল্পী-কাৰিকৰসকলৰ মাজত পাশ্চাত্য দেশীয় শিল্পী কিছুসংখ্যক থকাও অসম্ভৱ নাছিল। সেইবাবে গান্ধাৰ ভাস্কৰ্যক গ্ৰীকো-বুদ্ধিষ্ট বুলি কোৱা হয়। আচলতে বেকট্ৰিয়া আৰু উত্তৰ-পশ্চিম ভাৰতৰ গ্ৰীক ৰাজ্যবোৰ অন্তৰ্হিত হোৱাৰ বহু যুগৰ পিছতহে গান্ধাৰ ভাস্কৰ্যৰ আৰম্ভণি হৈছিল। গতিকে গান্ধাৰৰ ভাস্কৰ্যৰ ওপৰত পাশ্চাত্য প্ৰভাৱ বা উভয়ৰে সমন্বয় যিটো চকুত পৰে তাৰ বাবে আলেকজেণ্ডাৰ দ্য গ্ৰেটৰ গ্ৰীকো-বেক্‌ট্ৰিয়াৰ উত্তৰাধিকাৰীসকল দায়ী নাছিল। তাৰ কাৰণ আছিল ভাৰতৰ লগত ৰোমৰ বাণিজ্যিক সম্বন্ধ। ৰোমৰ দিনে দিনে বাঢ়ি অহা বিপুল সম্পদো আছিল তেনে আন্তৰ্জাতিক বাণিজ্যৰে অৱদান। তদুপৰি ৰোমান বাহিনীৰ ঘন ঘন পূব অভিমুখী অভিযানবোৰৰ ফলতো গান্ধাৰ ভাস্কৰ্যৰ দৰে প্ৰাচ্য-পাশ্চাত্যৰ সমন্বিত এক শিল্পকলাৰ

ধাৰাৰ সৃষ্টি সম্ভৱ হৈছিল। গ্ৰীকসকলে এৰি গৈছিল অল্পসংখ্যক ৰূপেৰে নির্মিত ধুনীয়া শিল্পকর্ম। কিছুমান সুন্দৰ সুন্দৰ মুদ্ৰা আৰু দুই-এপদ তেনে কলাসুলভ পশ্চিমৰ পৰা আমদানি কৰা বস্তু। গান্ধাৰ ভাস্কর্য গঢ় লৈ উঠিছিল কুষাণ ৰজা কনিষ্ক আৰু তেওঁৰ উত্তৰাধিকাৰী ৰজা আৰু তেওঁলোকৰ বিত্তশালী প্ৰজাসকলৰ প্ৰেৰণা আৰু পৃষ্ঠপোষকতাত। বৌদ্ধ ধৰ্মত তেতিয়া ভক্তিবাদী আচাৰ প্ৰচলিত হ'বলৈ ধৰাত বুদ্ধ আৰু বোধিসত্ত্বসকলৰ মূর্তিৰ চাহিদা বাঢ়িছিল। গতিকে অসংখ্য তেনে মূর্তি আৰু আজিকালিৰ ভক্তগণে মন্দিৰত সোণৰ ফুল, ৰূপৰ ফুল উছৰ্গা কৰাদি বুদ্ধৰ জীৱন কাহিনীৰ বা জাতকৰ সাধুবিলাকৰ কোনো দৃশ্য খোদিত 'প্লেক্' অৰ্থাৎ ফলক নির্মিত হৈছিল সেই ধৰণে উছৰ্গা কৰিবলৈ।

মথুৰা ভাস্কর্যৰ শিল্পীসকলে বুদ্ধৰ মূর্তি গঢ়োতে প্ৰাচীনকালৰে পৰা ভাস্কর্যত সমাদৃত যক্ষমূর্তিৰ পৰাই প্ৰেৰণা আহৰণ কৰিছিল। তাৰ লগতে যোগ হৈছিল ধ্যানমগ্ন জৈন তীৰ্থঙ্কৰৰ মূর্তিৰ প্ৰেৰণা। গান্ধাৰৰ ভাস্কৰসকলে দেৱ-দেৱীৰ মূর্তি গঢ়োতে গ্ৰীক-ৰোমান সভ্যতাৰ দেৱ-দেৱীৰ মূর্তিবিলাককো আৰ্হি হিছাপে লৈছিল। তেওঁলোকৰ শিল্পকলাৰ প্ৰেৰণা প্ৰায়ে এশ শতাংশই পাশ্চাত্য হোৱাও চকুত পৰে। সেইবাবেই গান্ধাৰ ধাৰাৰ কিছুসংখ্যক কৃতবিদ্য ভাস্কৰ ছিৰিয়া বা আলেকজেন্দ্ৰিয়াৰ বিদেশী লোক আছিল বুলি দৃঢ় ধাৰণা হয়। বর্তমান সেই মহান ভাস্কর্যৰ ধাৰাৰ পূৰ্বৰ গৌৰৱৰ অৱক্ষয় ঘটিছে। ভাৰতৰ সকলো ভাস্কর্যকে ধ্ৰুপদী গুণাৱলীৰ মাপকাঠিৰে বিচাৰ কৰি চালে এই গান্ধাৰ ভাস্কর্যৰ ধাৰাকে শ্ৰেষ্ঠতম বুলি ক'ব লগা হয়। কাৰণ এই ধাৰাতে মাত্ৰ এবাৰৰ কাৰণে হ'লেও লালিত্যপূর্ণ অথচ বাস্তৱতা গুণেৰে সমৃদ্ধ শিল্প সৃষ্টি হৈছিল। এতিয়া গান্ধাৰ ভাস্কর্যৰ শিল্পকর্মবোৰক কেতিয়াবা অনুকৰণৰো অনুকৰণ কৰা শিল্পকলা বা অৱক্ষয়ী শিল্পকলাৰ এক ধাৰা বুলি বর্ণনা কৰা হয়। আমাৰ বিবেচনাত এই দুইটা মতেই ন্যায়সঙ্গত নহয়। এইটো ঠিক যে বর্তমানৰ ভাৰতীয় ভাস্কর্যত গান্ধাৰ ভাস্কর্য এক প্ৰেৰণাহীন অৱস্থানত আছে। সেইবুলি সেই ধাৰাত মৌলিকতাৰ কোনো অভাৱ নাছিল। গান্ধাৰৰ বুদ্ধমূর্তিবোৰত গুপ্ত যুগৰ বুদ্ধমূর্তিবোৰৰ আধ্যাত্মিকতা প্ৰদৰ্শিত নহয় সঁচা, কিন্তু সেইবোৰত এটা শান্ত, মাধুর্যপূর্ণ আৰু কাৰুণ্যৰে ভৰা ভাব ফুটি উঠিছে বিশেষকৈ তাৰে কিছুমান প্লেক্ স্পষ্টতা আৰু বলিষ্ঠতা গুণেৰে পূর্ণ। পৰাক্ৰমী কুষাণ সম্ৰাটসকলৰ যুগৰ বহুত পাছলৈকো গান্ধাৰ ভাস্কর্যৰ শিল্প-কর্ম দেখা গৈছিল। কিন্তু সেই সুদিন অতীত হোৱাৰ পিছত শিলত কটা শিল্প-কর্ম কমকৈ হ'বলৈ ধৰিছিল। তাৰ সলনি প্লাষ্টাৰ আৰু ষ্টাকোত (= চুণ আৰু বালিৰ এক সংমিশ্ৰণ) ব্যাপক পৰিমাণে শিল্পানুশীলন চলিছিল। গান্ধাৰ শিল্পৰ প্ৰভাৱে ভাৰতৰ সীমা অতিক্ৰম কৰি বহু দূৰলৈ বিয়পি পৰিছিল। আনকি চীন দেশতো তাৰ চিন বিচাৰি পোৱা যায়।

উত্তৰ ভাৰতত ভাস্কর্যৰ এইবোৰ ধাৰাৰ বিকাশ হৈ থাকোতে দাক্ষিণাত্য উপদ্বীপতো অন্যান্য ভাস্কর্যশৈলীয়ে আত্মপ্ৰকাশ কৰিছিল নানা স্থানত নানাভাৱে। যেনে ভাজা গুহাত

আৰু উৰিষ্যাৰ উদয়গিৰিত অতি পুৰণি ভাস্কৰ্য দেখিবলৈ পোৱা যায়, যিবোৰ অন্ততঃ বাৰহুতৰ ভাস্কৰ্যতকৈ কম প্ৰাচীন নহয়। দাক্ষিণাত্যৰ পশ্চিমাঞ্চলৰ মহান বৌদ্ধ গুহা-মন্দিৰবিলাকত অনেক উৎকৃষ্ট কলাসুলভ গুণবিশিষ্ট ভাস্কৰ্য দেখা যায়। সেইবোৰৰো আটাইতকৈ শ্ৰেষ্ঠবোৰৰ ভিতৰত পৰে বোধ হয় গুহামন্দিৰৰ বেৰত কটা মন্দিৰৰ নিৰ্মাণৰ খৰচ বহন কৰা দাতাসকলৰ যথেষ্ট উচ্চ মাত্ৰাৰ ৰিলিফবোৰ। এই দাতাসকলক তেওঁলোকৰ পত্নীসকলৰ সৈতে সাধাৰণতে যুগল ৰিলিফমূৰ্তিত কটা হৈছিল। সেই যুগল মূৰ্তিৰ উভয়ে উভয়ৰ কান্ধত হাত থোৱা ভঙ্গী। দেখিলে ক'ব পাৰি যে সেই বৌদ্ধ গুহামন্দিৰ নিৰ্মাণৰ খৰচ বহন কৰোতা ধনবান দাতাসকলক আদৰ্শ ব্যক্তিৰ ৰূপত শিলত ৰূপায়িত কৰা হৈছিল। দাতাসকলৰ এনে যুগল মূৰ্তি পুৰণি টেৰাকোট্টা অৰ্থাৎ পোৰা মাটিৰ ভাস্কৰ্যত দেখা যায়। নিশ্চয় দাতাসকলে বিশ্বাস কৰিছিল যে সেইদৰে নিজৰ প্ৰতিকৃতি মন্দিৰাভ্যন্তৰত স্থাপন কৰালে তেওঁলোক ঐহিক আৰু পৰমাৰ্থিক উভয় দিশৰ পৰাই লাভৱান হ'ব। এনেকুৱাও হ'ব পাৰে যে দাতাসকলৰ ভাৰ্যাসহিতে এনেদৰে যুগল-মূৰ্তি নিৰ্মাণ কৰাটোৱেই আছিল ভাৰতীয় ভাস্কৰ্যত পৰৱৰ্তী মধ্যযুগীয় মন্দিৰগাত্ৰত বহুলভাৱে অনুশীলিত মৈথুনৰত যুগল-মূৰ্তিবোৰৰ পূৰ্বসূৰী। কিন্তু পুৰণি গুহামন্দিৰবোৰৰ এই দাতা-দম্পতী মূৰ্তিবোৰৰ মনোভাব একেবাৰে ভিন্ন আছিল। সেইবোৰ আছিল সম্পূৰ্ণৰূপে কামগন্ধহীন। সেইবোৰ মূৰ্তিত পুৰুষজনে ভাৰ্যাৰ ওপৰত দৃষ্টি নিবদ্ধ নকৰি ভৱনৰ অভ্যন্তৰলৈহে চাই থকা দেখুৱা হৈছে। আৰু ভাৰ্যাগৰাকীৰ মূৰ্তিত দেখা যায় ভূমিগত দৃষ্টিযুক্তা লজ্জানম্ৰা সশঙ্ক ভঙ্গী। যেন অতবোৰ মানুহৰ সন্মুখত থিয় হ'ব লগা হোৱাত অপ্ৰস্তুতহে হৈছে। সেই ভঙ্গীত উত্তৰ ভাৰতৰ মন্দিৰ ভাস্কৰ্যত থকা যক্ষিণীৰ মূৰ্তিত প্ৰকাশ পোৱা কোনো ঔদ্ধত্য আৰু উদ্দাম ভাব নাই। এনে ধাৰণা হয় যেন এই স্বামী-স্ত্ৰীৰ যুগল মূৰ্তিবিলাকত প্ৰাচীন ভাৰতৰ বৈবাহিক জীৱনহে যথাৰ্থভাৱে প্ৰতিফলিত হৈছে। বহুতো ইংলিছ গিৰ্জাত তেনে ধৰণৰ পিতলত কটা পাৰিবাৰিক স্মাৰক প্ৰতিকৃতি থাকে—এই যুগল মূৰ্তিবোৰো ঠিক তেনেকুৱাই—তাত কোনো গোপন ৰহস্যময়তা নাই।

দাক্ষিণাত্যৰ কৃষ্ণা আৰু গোদাবৰী নদীৰ নামনি ভাগৰ উপত্যকা অঞ্চল খ্ৰীঃ পূঃ দ্বিতীয় শতিকাত বৌদ্ধ ধৰ্মৰ এক প্ৰধান কেন্দ্ৰ আছিল। খুব নিম্ন মাত্ৰাত শিলত কটা অতি প্ৰাচীন ৰিলিফ কিছুমান এতিয়াও তাত পোৱা যায়। সেইবোৰ ৰিলিফ কটা হৈছিল স্তূপ নিৰ্মাণ কৰোতে তাৰ পাৰ্শ্বভাগত লগাবলৈ। এইবিলাক ৰিলিফতে অমৰাৱতীৰ বৈশিষ্ট্যপূৰ্ণ দীৰ্ঘাৱয়ব ভাস্কৰ্যৰ চানেকি প্ৰথম দেখা যায়। সাতবাহন যুগৰ শেহৰ ফালে (খ্ৰীষ্টীয় দ্বিতীয় আৰু তৃতীয় শতাব্দী) অমৰাৱতীৰ বিখ্যাত বৌদ্ধ স্তূপত চূণশিলৰ ওপৰত কটা ৰিলিফত বুদ্ধৰ জীৱনৰ বৃত্তান্ত চিত্ৰিত কৰাৰ উপৰি সেইবোৰৰ চাৰিওফালে অকলশৰীয়াকৈ থিয় হৈ থকা অনেক বুদ্ধমূৰ্তি নিৰ্মাণ কৰা হৈছিল স্তূপগাত্ৰ সুসজ্জিত

কৰিবলৈ। সেইবোৰ ৰিলিফ থকা মেডেলিয়ন ভাৰতীয় ভাস্কৰ্যৰ উৎকৃষ্টতম নিদৰ্শনবোৰৰ অন্তৰ্গত। বৃত্তাকাৰ বেষ্টনীৰ মাজত অতি সূক্ষ্ম ৰুচিৰে সম্পূৰ্ণ ভাৰসাম্য বজাই ৰাখি কটা সেই ৰিলিফবোৰে দৰ্শকৰ মনত এক তীব্ৰ জীৱনপ্ৰাচুৰ্যৰ আভাসৰ লগতে এটা সচল গতিশীলতাৰ শিহৰণো জগাই তোলে। সাধাৰণতে গম্ভীৰ আৰু শান্ত ধৰ্মীয় মৰ্ম বহনকাৰী বিষয়ৰ কলা-সৃষ্টিৰ পৰা সিমানখিনি প্ৰাণময়তা আশা কৰা নাযায়। লাহি আটিল গাৰে দীঘল দীঘল ভৰিৰে যিবোৰ মূৰ্তি তাত খোদিত হৈছে সেইবোৰত প্ৰকাশিত হৈছে বিপুল কৰ্মোদ্যম—জীৱনচাঞ্চল্যৰ চূড়ান্ত অভিব্যক্তিয়ে সময়ে সময়ে আনকি উন্মাদনাৰ পৰ্যায় পোৱাও দেখা যায়। যেনে— এখন তেনে ৰিলিফত কিছুমান বিদ্যাধৰে বিপুল উচ্ছ্বাসেৰে অঙ্গ সঞ্চালন কৰি বুদ্ধৰ ভিক্ষাৰ পাত্ৰটো ধৰা ধৰি কৰি স্বৰ্গলৈ লৈ যোৱা দৃশ্য। অমৰাৱতী ধাৰা ভাস্কৰ্যৰ প্ৰভাৱ বহুদূৰ বিস্তৃত হৈছিল। এই ধাৰাৰ ভাস্কৰ্য-প্ৰসূত কলা-বস্তু ৰপ্তানি হৈছিল সিংহল আৰু দক্ষিণ-পূব ভাৰতীয় দেশবোৰলৈ। সেই দেশবোৰৰ স্থানীয় ভাস্কৰ্যত তাৰ প্ৰভাৱ স্পষ্টভাৱে দেখা যায়। তদুপৰি পিছৰ যুগৰ দক্ষিণ-ভাৰতীয় ভাস্কৰ্যতো অমৰাৱতীৰ প্ৰভাৱ সহজেই চকুত পৰে।

একে সময়ৰে ইতিহাসত উত্তৰ ভাৰতত শক আৰু কুষাণ অভিযানকাৰীবোৰে বৈৰীৰূপে ভাৰত সোমাইছিল যদিও পৰৱৰ্তী কালত সেইবিলাকৰ কিছু অংশ ভাৰতৰ পৰা পিছ হুঁহকি ওলাই গ'লগৈ আৰু কিছু অংশ স্থানীয় জাতি-গোষ্ঠীবোৰৰ লগত চামিল হৈ ভৱিষ্যতৰ মহান গুপ্ত সাম্ৰাজ্যৰ বাবে পথ প্ৰশস্ত কৰিছিল। সুকুমাৰকলাৰ ইতিহাসৰ দৃষ্টিৰে বিচাৰ কৰিলে গুপ্ত যুগৰ বিস্তৃতিৰ ভিতৰত পৰে চতুৰ্থৰ পৰা ষষ্ঠ শতিকাৰ লগতে সপ্তম শতিকাৰো প্ৰথমাৰ্ধ। এই যুগৰ ভাস্কৰ্যপ্ৰসূত মূৰ্তি, শৈল-আলেখ্য আদিৰ অৱশিষ্ট যিখিনি আছেগৈ তাৰ পৰিমাণ বা সংখ্যা বৰ বেছি নহয়। হ'লে যিখিনি আছে সেইবোৰেই গুপ্তযুগৰ উৎকৃষ্ট কলা-শিল্পৰ কীৰ্তি নিৰ্ভুলভাৱে ঘোষণা কৰিছে। বাৰহুত, সাঁচী আৰু মথুৰাৰ ভাস্কৰ্য-শৈলীত যদি আছিল ইন্দ্ৰিয়াণুগ পাৰ্থিৱতা আৰু অমৰাৱতীৰ ভাস্কৰ্য যদি আছিল প্ৰাণ-চাঞ্চল্য আৰু উদ্যমী অঙ্গ-সঞ্চালনৰ অভিব্যক্তিৰে জীৱন্ত, গুপ্তযুগৰ ভাস্কৰ্যৰো তেনেদৰে বিশেষত্ব আছিল সেই ধাৰাৰ কলাৰ মাজেদি প্ৰকাশিত হোৱা স্নিগ্ধতা, নিৰাপত্তা আৰু নিশ্চয়তাৰ পৰিষ্কাৰ অভিব্যক্তি। গুপ্তযুগৰ কালছোৱাতে ভাৰতে প্ৰথমবাৰৰ বাবে প্ৰকৃততে ধৰ্মীয় মৰ্ম আৰু আবেদনযুক্ত নিপুণ ভাস্কৰ্য প্ৰস্তুত কৰিছিল বুলি ক'ব পাৰি। সাৰনাথৰ বিতোপন বুদ্ধ মূৰ্তিবোৰত বিশেষকৈ সেই গুণ দেখা যায়। এইবিলাক বুদ্ধ মূৰ্তিৰ ভিতৰতো সকলোতকৈ প্ৰসিদ্ধ হৈছে, ধৰ্মচক্ৰ মুদ্ৰাধাৰী বুদ্ধৰ মূৰ্তি। সেই ভঙ্গীত খোদিত বুদ্ধ মূৰ্তিয়ে বুদ্ধই দিয়া প্ৰথম ধৰ্মোপদেশৰ গৌৰৱময় মুহূৰ্ত সুন্দৰকৈ প্ৰকাশ কৰিছে। সকলো কালৰ যি কোনো ভাৰতীয় ভাস্কৰ্যতকৈ বুদ্ধৰ ধৰ্মৰ বাণী প্ৰচাৰ কৰা এই বুদ্ধ মূৰ্তি বেছি বাঙ্ময়। সেই মূৰ্তিত বুদ্ধৰ চৌদিশে নানা সূক্ষ্ম কাৰুকাৰ্য খচিত বৃহৎ এক জ্যোতিৰ্মণ্ডল, দুই কাষে দুজন দেৱদূত, মাজত বিপুল মৰ্যাদাদীপ্ত

ভঙ্গীত উপবিষ্ট ভগৱান বুদ্ধ। বুদ্ধৰ লাহি আটিল শৰীৰত অপাৰ লালিত্য—আনকি দেহাভ্যন্তৰৰ কোনো পেশীয়েও সেই সুগোল, সুডৌল শৰীৰৰ ক'তো নিজৰ উপস্থিতিৰ সঁহাৰি দিয়া নাই। তেওঁ দীঘল লাহি আঙুলিৰে ধৰ্মচক্ৰ-মুদ্ৰা ধাৰণ কৰি আছে। দেখিলেই ধাৰণা হ'ব যে বুদ্ধ ধৰ্মোপদেশ প্ৰদানত ব্যস্ত। তেওঁৰ মুখ দেখিলে সুন্দৰ এক তৰুণ যেন লাগে। গাঢ় ওষ্ঠাধৰত কোমল মনোৰম ভঙ্গী। অৰ্ধনিমীলিত নেত্ৰদ্বয় আৰু স্মিতহাস্য—এই সকলো মিলি এনে এক হৃদয়স্পৰ্শী—বাঙ্ময় ধৰ্মবাণী কথনৰ অভিব্যক্তি বুদ্ধৰ মুখত ফুটি ওলাইছে যে সি বৌদ্ধ ধৰ্ম শাস্ত্ৰবোৰতকৈও বহু বেছি গুণে আবেদনশীল আৰু শক্তিশালী। বুদ্ধৰ মূৰ্তিৰ সেই মুখমণ্ডলৰ অভিব্যক্তিত জগতৰ জৰা-বাৰ্ধক্য-মৃত্যুজনিত দুখৰ কাহিনীৰ ওপৰত গুৰুত্ব প্ৰকাশিত হোৱা নাই। তাৰ ঠাইত আছে আত্মানুসন্ধানৰ দ্বাৰা এনে এক আত্মিকভাৱে শক্তিশালী আৰু আস্থাশীল অৱস্থানৰ সন্ধেদ য'ত জৰা-মৃত্যু-দুখ হেলাৰঙে অতিক্ৰম কৰি বিমল আধ্যাত্মিক আনন্দত নিমগ্ন হৈ থাকিব পাৰি। কিন্তু বুদ্ধৰ এই মহান মূৰ্তিয়ে গুপ্ত শিল্প-কলাৰ এটা দিশহে উন্মোচিত কৰিছে। মধ্যভাৰতৰ গোৱালিয়ৰ আৰু ঝাঁচী অঞ্চলত এক শ্ৰেণীৰ অতি উৎকৃষ্ট আৰু সুনিপুণ ভাৰতীয় ভাস্কৰৰ নিৱাস আছিল। তেওঁলোকে সৃষ্টি কৰা দেওগড় মন্দিৰগাত্ৰৰ হিন্দু দেৱ-দেৱীৰ মূৰ্তিবোৰ আৰু পৌৰাণিক কাহিনীৰ দৃশ্যাৱলীৰ শৈল-আলেখ্যবোৰত মধ্যযুগৰ ভাস্কৰ্যশৈলীৰ আদিছোৱাৰ সূচনা দেখিবলৈ পোৱা যায়। গোৱালিয়ৰৰ বিতোপন সূৰ্য দেৱতাৰ মূৰ্তি দেখিলেই সমসাময়িক যুগৰ ধৰ্মীয় দৃষ্টিভঙ্গী কেনে আছিল সঠিকভাৱে বুজিব পাৰি। সেই বৃষস্কন্ধ আৰু বলিষ্ঠ দেহসৌষ্ঠৱযুক্ত সূৰ্য দেৱতাৰ মূৰ্তিৰ মুখত প্ৰফুল্ল হাঁহি, সন্মুখত পূজা কৰি থকা ভক্তগণৰ ওপৰত প্ৰসন্ন দৃষ্টিৰে বৰদা মুদ্ৰাত উত্তোলিত দেৱতাৰ দক্ষিণ হস্ত। সেই দেৱতা আছিল দেখদেখকৈ সুশীল আৰু সুখী এক জনতাৰ দেৱতা। গুপ্ত যুগৰ সমাজ-মানসিকতাৰ বিশ্বস্ত অৰ্থবাহক আৰু এক ভাস্কৰ্য শিল্প-বস্তু দেখা পোৱা গৈছে গোৱালিয়ৰৰে নিকটবৰ্তী পাৱৈয়া নামে ঠাইত। তাৰ শিল্প নৈপুণ্য ওপৰত উল্লিখিত বুদ্ধ মূৰ্তিৰ সমান নহ'লেও সেই ৰিলিফটোত দেখা পোৱা নাৰী বিদ্যাধৰীসকলেৰে পৰিবেষ্টিতা কমনীয় নৰ্তকীৰ শৈলচিত্ৰ অতি চমকপ্ৰদ। গুপ্তযুগৰ প্ৰসিদ্ধ ভাস্কৰ্যৰ ভিতৰত উল্লেখনীয় আৰু এটা হৈছে সাঁচীৰ দেহাৱয়ৱ। শিলত কটা এক মনুষ্য দেহ। বলিষ্ঠভাৱে প্ৰকট তাৰ ভঙ্গী। কিন্তু লগতে অতি লালিত্যপূৰ্ণও। এই মূৰ্তি এজন বোধিসত্ত্বৰ। দেহৰ প্ৰতিটো ভাঁজে প্ৰকট কৰিছে অতি সূক্ষ্মভাৱে চিত্ৰিত মুক্তাখচিত কলাৰ, পেঁটী আৰু বাঁও কান্ধৰ ওপৰেদি ছটিয়াই লোৱা এখন কৃষ্ণবাড় পহুৰ ছালৰ চাদৰৰ জৰিয়তে।

গুপ্তযুগীয় ভাস্কৰ্যৰ ভিতৰত বোধ হয় প্ৰথমেই আৰু অতি চমকপ্ৰদভাৱে মনত প্ৰভাৱ বিস্তাৰ কৰিব পৰা মূৰ্তি হৈছে ভীলছাৰ ওচৰৰ উদয়গিৰি গুহাৰ প্ৰৱেশ-পথত থকা বিশালবপু বৰাহৰ ৰিলিফ মূৰ্তি। বিষ্ণুৱে এটা অৱতাৰত প্ৰলয় পয়োধি জলৰ

মাজৰ পৰা পৃথিৱীক উদ্ধাৰ কৰিবলৈ বিশাল এক বৰাহৰ ৰূপ লৈছিল। এই বিশিষ্ট ভাস্কৰ্যত চিত্ৰিত দৃশ্যত সৃষ্টিৰ অপৰিসীম ভগৱৎশক্তিৰ সৈতে ধ্বংসকাৰী দুৰ্দান্ত দানৱশক্তিৰ বিৰোধ দেখিলে আপোনা-আপুনি আশা, শক্তি আৰু আস্থাৰ ভাব মনত উদয় হয়। এই শৈল-আলেখ্যত বিশালাকাৰ বৰাহৰ দাঁতত আতুৰ হৈ সাবটি ধৰি ওলমি থকা নাৰী মূৰ্তিয়েই হৈছে প্ৰলয় জলধিত ডুব গৈ থকা পৃথিৱীৰ ভাবমূৰ্তি। বৰাহৰ বিশালতাৰ বিপৰীতে ক্ষুদ্ৰাকৃতি নাৰীৰূপী পৃথিৱীয়ে স্ৰষ্টাৰ বিশালতা আৰু সীমাহীন শক্তিৰ কথাকে সাব্যস্ত কৰিছে মাথোন। এই বৰাহমূৰ্তি শিলত কাটি উলিৱাৰ মূলত যি গভীৰ অনুভূতিয়ে প্ৰেৰণা যোগাইছিল বোধ হয় সেই প্ৰেৰণায়েই বিশ্বৰ সকলো ভাস্কৰ্য শিল্প-বস্তুৰ ভিতৰত এই বৰাহমূৰ্তিকে আধুনিক মানৱ সমাজৰ বাবে প্ৰকৃত ধৰ্মৰ মৰ্ম বহনকাৰী একমাত্ৰ জীৱন্ত ৰূপ পৰিগ্ৰহকাৰী (theriomorphic) শিলামূৰ্তি বুলিব পাৰি। এই বৰাহমূৰ্তিক কোনো কোনো ঐতিহাসিকে পালবংশীয় ৰজাসকলৰ দিনৰ ব্যতিক্ৰমী সৃষ্টি বুলিও কয়। ৰওলাণ্ডে তেওঁৰ 'দি আৰ্ট্ এণ্ড আৰ্কিটেক্‌ছাৰ অব্ ইণ্ডিয়া' গ্ৰন্থতো একে মত প্ৰকাশ কৰিছে।

মধ্যযুগৰ ভাস্কৰ্যৰ নিদৰ্শনবোৰ ইমান প্ৰচুৰ পৰিমাণে পোৱা গৈছে যে সেইবোৰৰ বিতং আলোচনা ইয়াত সম্ভৱ নহয়। মধ্যযুগত ভাস্কৰ্যত ব্যৱহাৰ কৰিবলগীয়া মূৰ্তিবিলাকৰ নিজস্ব বৈশিষ্ট্য আৰু প্ৰকৃতিবোৰৰ সংজ্ঞা নিৰ্দিষ্ট হৈছিল। অৰ্থাৎ প্ৰত্যেক দেৱমূৰ্তিতে নিজৰ সংজ্ঞায়িত চৰিত্ৰ প্ৰতিফলিত হ'ব লাগিবই। মূৰ্তিবোৰৰ দৈৰ্ঘ্য-প্ৰস্থ আৰু সেই অনুসৰি মূৰ্তিৰ অঙ্গ-প্ৰত্যঙ্গবোৰৰ আনুপাতিক জোখবোৰো নিৰ্দিষ্ট হ'ব লাগিব। সেইবোৰ কঠোৰভাৱে ভাস্কৰসকলে মানি চলিবলগাও হৈছিল। কিন্তু ভাৰতীয় ভাস্কৰসকলে তেতিয়া মানে প্ৰায় পুৰোহিত তান্ত্ৰিক ('hieratic') হৈ পৰা ভাস্কৰ্যশৈলীৰ মাজতো বিস্ময়কৰ বৈচিত্ৰ্যৰ সৃষ্টি কৰিব পাৰিছিল।

বিহাৰ আৰু বঙ্গৰ পাল ৰজাসকলৰ দিনত (৮ম শতাব্দীৰ পৰা ১২ শতাব্দীলৈ) বৌদ্ধ আৰু হিন্দু দুয়ো ধৰ্মতে সুন্দৰ সুন্দৰ মূৰ্তি গঢ়া হৈছিল। তাৰে বহুতো কাটি উলিয়াইছিল স্থানীয় ক'লা পাথৰত। পাল ভাস্কৰ্যৰ প্ৰধান বৈশিষ্ট্য লক্ষ্যণীয় হৈছিল সেইবোৰৰ অতি নিপুণ উৎকৰ্ষত। মূৰ্তিবোৰ বহুলভাৱে অলঙ্কৃত আৰু ইমান মসৃণভাৱে পালিছ কৰা যে দেখিলে শিলেৰে নিৰ্মিত যেন নেলাগেই। ধাতুৰে নিৰ্মিত যেনহে লাগে।

উৰিষ্যাৰ ভাস্কৰ্য আছিল পালসকলৰ দিনৰ ভাস্কৰ্যতকৈও শ্ৰেষ্ঠ। যেনে ভুবনেশ্বৰ আৰু কোনাৰকৰ মন্দিৰ গাত্ৰবোৰত যিবিলাক মূৰ্তি আৰু ৰিলিফৰ কাৰুকাৰ্য দেখা যায় সেইবোৰত মানৱদেহৰ গভীৰ ইন্দ্ৰিয়াণুগ অভিব্যক্তি ইমান স্পষ্ট আৰু সাৱলীলভাৱে প্ৰকাশ পাইছে যে সেইটোৱেই সেই ভাস্কৰ্য শিল্পক এক স্বতন্ত্ৰ চাৰিত্ৰিক সৌন্দৰ্য প্ৰদান কৰিছে। উৰিয়া ভাস্কৰ্যৰ আটাইতকৈ সুন্দৰ নিদৰ্শন হৈছে কোনাৰকৰ সূৰ্য-মন্দিৰৰ চোতালত থকা জঁপিয়াই থকা ৰথৰ অশ্বযুথ আৰু শুঁৰেৰে মেৰাই এটা অপৰাধীক মৃত্যুদণ্ড দিয়া

এক মহাবলবান হাতীৰ মূৰ্তি—এইবোৰ মূৰ্তিৰ ভাস্কৰ্যত জান্তৱ শক্তিৰ প্ৰচণ্ড সঞ্চালন দেখিলে মনত তীব্ৰ অনুভৱৰ সৃষ্টি হয়। ভাস্কৰ্যত জন্তুৰ প্ৰতিমূৰ্তিৰ এনে তীব্ৰ আবেদন বিশ্বৰ যি কোনো দেশৰ ভাস্কৰ্যতে বিৰল। সেইবোৰ দেখিলে চীনৰ টাং ৰাজবংশৰ শাসনকালৰ জন্তুৰ শিলত কটা আৰু চীনামাটিৰ মূৰ্তিবোৰলৈ মনত পৰে।

খাজুৰাহোৰ মন্দিৰ-গাত্ৰ দেৱ-দেৱীৰ মূৰ্তি আৰু প্ৰেমিক-প্ৰেমিকাৰ যুগল-মূৰ্তিৰে আচ্ছাদিত। অপূৰ্ব কমনীয়তা আৰু ললিত ভঙ্গীৰ বাবে সেই মূৰ্তিবোৰ বিখ্যাত। উত্তৰ ভাৰতৰ বহুতো অঞ্চলত তেনে সুন্দৰ সুন্দৰ ভাস্কৰ্যৰ নিদৰ্শন এতিয়াও দেখিবলৈ পোৱা যায়। কিন্তু উৰিষ্যাৰ তেনে ভাস্কৰ্যৰ লগত ফেৰ মাৰিব পৰা তদ্ৰূপ ভাস্কৰ্য নায়েই বুলিব পাৰি।

দাক্ষিণাত্যত গাইগুটীয়া ধৰণে ভাস্কৰ্যৰ বেলেগ বেলেগ শৈলীৰ উদ্ভৱ হৈছিল। আইহোল আৰু বাদামিৰ মন্দিৰবিলাকৰ ভাস্কৰ্যত পঞ্চম শতিকাৰ পৰাই এক নিজস্ব ধৰণ চলি আছিল। তাত গুপ্তযুগৰ ভাস্কৰ্যৰো প্ৰভাৱ দেখা যায়। লগতে সেইবিলাকৰ মূৰ্তিৰ গঢ়ত দীৰ্ঘাকৃতিৰ প্ৰতি থকা এক ৰুচিৰ পৰা অনুমান কৰিব পাৰি যে তাৰ ওপৰত অমৰাৱতীৰ ভাস্কৰ্যশৈলীৰো প্ৰভাৱ পৰিছিল। এইবোৰতকৈও বেছি গুৰুত্বপূৰ্ণ হৈছে মামল্লপুৰমৰ ভাস্কৰ্য। কাঞ্চীৰ পল্লৱ ৰজাসকলে নিৰ্মাণ কৰা গুহা-মন্দিৰবিলাকৰ সাজ-সজ্জা হৈছিল সেই ভাস্কৰ্যৰ শিল্পবস্তুৰে। এই মামল্লপুৰমৰ ভাস্কৰ্যৰ অতি বিস্ময়কৰ কীৰ্তি হৈছে গঙ্গাৱতৰণৰ ৰিলিফ—৮০ ফুটৰো অধিক দীঘল আৰু প্ৰায় ৩০ ফুট ওখ এটা প্ৰকাণ্ড শিল আৰু সেই শিলটোৰ গাত দীঘলে দীঘলে থকা এটা স্বাভাৱিক ফাট শিল্পীয়ে কামত লগাইছে সেই গৌৰৱময় দৃশ্য শিলাঙ্কিত কৰোঁতে। সেই ফাটটোৰেই পবিত্ৰ গঙ্গা নদী বৈ যোৱা দেখুৱা হৈছে । নদীৰ দুয়োপাৰে দেৱতা, উপদেৱতা, ঋষিসকল আৰু হাতীবোৰে বৈ চাই আছে গঙ্গাই শিৱৰ মস্তকদেশৰ পৰা অৱতৰণ কৰা দৃশ্য। গঙ্গাৰ পানীত কিল্‌বিলাই ফুৰা নাগবিলাক দেখা গৈছে। যিসকল শিল্পীয়ে সেই মহৎ দৃশ্যৰ পৰিকল্পনা কৰিছিল তেওঁলোকৰ নিশ্চয় ব্যঙ্গাত্মক হাস্যৰসো আছিল। কাৰণ গঙ্গানদীৰ পাৰত পূজাত ব্যস্ত ঋষিবৰ্গৰ মাজত এটা ধ্যানমগ্ন মেকুৰীৰ শিলামূৰ্তিও নিৰ্মাণ কৰিছিল তেওঁলোকে। মেকুৰীৰ তপস্যাৰ লক্ষ্য আছিল নদীৰ বুকুৰ মাছবোৰ। মামল্লপুৰমতো অনেক সুন্দৰ সুন্দৰ ৰিলিফ ভাস্কৰ্যকৰ্ম দেখা যায়। তাৰ ভিতৰত আছে সৰ্বগুণী প্ৰসিদ্ধ ৰজা মহেন্দ্ৰবিক্ৰম বৰ্মনৰ তেওঁৰ ৰাণীসকলৰ মূৰ্তিবোৰৰ দ্বাৰাই পৰিবেষ্টিত মূৰ্তি। তাত কিছুমান বেলেগে বেলেগে অৱস্থান কৰা নানা ধৰণৰ জন্তুৰ ৰিলিফো আছে। সেইবোৰৰ বলিষ্ঠ প্ৰকাশভঙ্গী সহজেই চকুত পৰে।

পল্লৱ ভাস্কৰ্যৰ প্ৰভাৱ সিংহল দ্বীপৰাজ্য আৰু দাক্ষিণাত্যৰ পশ্চিমাঞ্চল উভয়তে বিস্তৃত হৈছিল। অতি চিত্তাকৰ্ষক আৰু গুৰুত্বপূৰ্ণ হ'লেও অজন্তা গুহাভ্যন্তৰৰ বৌদ্ধ ভাস্কৰ্যকো এইবোৰ ঠাইৰ বিস্ময়কৰ প্ৰাচীৰচিত্ৰবোৰৰ অতুলনীয় সৌন্দৰ্যই সেইবোৰকো

চেৰ পেলায়। আনহাতে পৰৱৰ্তী যুগত নিৰ্মিত ইলোৰা গুহাৰ কাৰুকাৰ্য আৰু শিলালেখ্যবোৰ—তাৰ ভিতৰতো পূৰ্বে উল্লিখিত কৈলাসনাথ মন্দিৰৰ তেনে শিল্পকলাবোৰ—ভাৰতৰ শ্ৰেষ্ঠতম ভাস্কৰ্যৰ নিদৰ্শনবোৰৰ অন্যতম বুলি খ্যাত। সেইবিলাক সাধাৰণতে গভীৰভাৱে খোদিত ৰিলিফৰ আকৃতিত হোৱা কাৰণে স্বতন্ত্ৰভাৱে দণ্ডায়মান মূৰ্তি যেন লাগি যায়। সৰহভাগতে পৌৰাণিক কাহিনীৰ দৃশ্যাৱলী চিত্ৰিত কৰা হৈছে শিলৰ মূৰ্তি আৰু ৰিলিফেৰে। সেই সকলো ৰিলিফতে দেখা যায় এক লয়লাসপূৰ্ণ বলিষ্ঠ প্ৰকাশ আৰু এক সুপৰিকল্পিত ভাৰসাম্য—যিবোৰ গুণ অমৰাৱতীৰ ভাস্কৰ্যকলাত সততেই দেখা যায়। এক বা দুই শতিকাৰ পিছত নিৰ্মিত হ'লেও এলিফেণ্টাৰ গুহাভ্যন্তৰৰ ভাস্কৰ্যও একেই ধাৰাৰে সৃষ্টি। শিৱৰ শৈল-মন্দিৰতো তেনেদৰে গভীৰভাৱে খোদিত অতি সুন্দৰ ৰিলিফ অৰ্থাৎ শিলালেখ্যবোৰ আছে। কিন্তু তাত থকা সদাশিৱৰ বিশালাকাৰ ত্ৰিমূৰ্তি নামে প্ৰসিদ্ধ শিলামূৰ্তিৰ আগত সেইবোৰৰ সকলো আকৰ্ষণ মোলান পৰি গৈছে। প্ৰাচীন ভাৰতীয় ভাস্কৰ্যত বোধ হয় ত্ৰিমূৰ্তিৰ দৰে বিখ্যাত শিৱমূৰ্তি পাবলৈ নাই। তিনিমুৰীয়া শিৱৰ সেই আবক্ষ মূৰ্তিৰ মুখৰ পৰা বিকীৰিত হৈছে অসীম অনন্তৰ প্ৰশান্তি। শিৱৰ মূৰ্তিৰ মুখমণ্ডলৰ সেই শান্ত-সমাহিত দৃষ্টিয়ে মন ধৰ্মীয় অনুভূতিৰে আচ্ছন্ন কৰি গভীৰভাৱে প্ৰভাৱ বিস্তাৰ কৰে দৰ্শকৰ প্ৰাণ-মন সকলোতে। সেই স্বৰ্গীয় অনুভূতিৰ কোনো ব্যাখ্যা নাই। শিৱৰ এই স্নিগ্ধ-শান্ত-সৌম্য মূৰ্তিতেই বোধ হয় অতুলনীয় সম্পূৰ্ণতাৰে শিলৰ বুকুত প্ৰকাশিত হৈছে হিন্দুধৰ্মীয় পাৰমাৰ্থিক ধাৰণা।

মামল্লপুৰম, ইলোৰা আৰু এলিফেণ্টাৰ পিছতো শিলত বহুত ভাস্কৰ্যশিল্প সৃষ্টি হৈছিল দাক্ষিণাত্য উপদ্বীপত। সেইবোৰৰ অনেকেই উৎকৃষ্ট মানবিশিষ্ট আছিল যদিও গভীৰ আবেদন আৰু সৌন্দৰ্যৰ দিশত পূৰ্বৰ ধাৰাবোৰৰ সমান নাছিল। চোল ৰজাসকল আৰু তেওঁলোকৰ পিছৰ ৰজাসকলৰ দিনৰো অপূৰ্ব সুন্দৰ ব্ৰঞ্জৰ মূৰ্তিবিলাকেই আছিল মধ্যযুগৰ শেহৰফালে দ্ৰাবিড় শিল্পীসকলৰ গৌৰৱময় সৃষ্টি।

## পোৰামাটিৰ ভাস্কৰ্য

সমাজৰ ধনী লোকসকলে যেতিয়া শিল ধাতু বা হাতীদাঁতত কটা মূৰ্তি গঢ়াই লৈ আনন্দ লাভ কৰে সাধাৰণ দৰিদ্ৰ জনসাধাৰণে তেতিয়া পোৰামাটিৰ সৰু সৰু মূৰ্তি আৰু প্লেক্ বা ফলক লৈয়েই সন্তুষ্ট হৈ থাকিবলগীয়া হৈছিল। সেইবোৰকে পোৰামাটিৰ ভাস্কৰ্য বা টেৰাকোট্টা বুলি কোৱা হয়। এইবোৰ নিঃসন্দেহে নিৰ্মাণ কৰোঁতে উজ্জ্বল ৰঙেৰে বোলোৱা আছিল। হৰপ্পাৰ পৰা আৰম্ভ কৰি ভাৰতৰ সকলো স্থাপত্যৰে প্ৰধান অধ্যয়ন আৰু খননক্ষেত্ৰতে এই টেৰাকোট্টা শিল্পবস্তু প্ৰচুৰ পৰিমাণে পোৱা যায়। সৰহভাগেই ধৰ্মীয় বিষয়ৰ। সেইবোৰ সাধাৰণতে কেঁচা হাতেৰে নিৰ্মিত পুৰণা মাতৃকা

দেৱীমূৰ্তি। দুৰ্গাদেৱী হিন্দু ধৰ্মৰ প্ৰধান দেৱমণ্ডলৰ অন্তৰ্ভুক্ত হোৱাৰ আগতে সেইবোৰ দেৱীমূৰ্তিৰ ৰূপতে জনসাধাৰণৰ মাজত পৰিচিতা আছিল। সেইবোৰে হৰপ্পা যুগৰ আৰু বেছি অপৈণত হাতেৰে নিৰ্মিত ক্ষুদ্ৰাকৃতি মাতৃকা দেৱীৰ টেৰাকোট্টাবোৰলৈ মনত পেলায়। এই ধৰণৰ দেৱীমূৰ্তিবোৰৰ উপৰি আন আন ধৰণৰ টেৰাকোট্টা মূৰ্তিও পোৱা যায়। সেইবোৰৰ বেছি ভাগৰে বিষয়-বস্তু ধৰ্মীয় নহয় বা হ'লেও অতি সামান্য পৰিমাণে। অৱশ্যে সেইবোৰ কোনো যাদু-মন্ত্ৰক্ৰিয়াৰ অনুষংগ ৰূপে বা কোনো উদ্দেশ্য সিদ্ধিৰ অৰ্থে মানস কৰা উছৰ্গা হিছাপেও ব্যৱহৃত হৈছিল যেন বোধ হয়। যেনে মাতৃ আৰু শিশুৰ পোৰামাটিৰ প্ৰতিকৃতি কোনো সন্তানহীনা মাতৃয়ে পুত্ৰকামনা কৰি উছৰ্গা কৰা। অথবা আগতে পাই অহা গুহামন্দিৰৰ দাতাই স্বীয় পত্নীৰে সৈতে শিষ্টভাৱে থিয় হৈ থকা যুগলমূৰ্তি, টেৰাকোট্টাত। যাৰ এটাই অৰ্থ হ'ব পাৰে সুখী দাম্পত্য জীৱন কামনা কৰি ব্যৱহাৰ কৰা এটা তাবিজৰ দৰে। সৰহভাগ তেনে টেৰাকোট্টা শিল্পবস্তুয়ে বেছি উচ্চ মানৰ নহয় যদিও তাৰ ভিতৰতে কিছুমান অতি পৈণত হাতৰ সৃষ্টি আৰু বৰ সুন্দৰ। কিছুমান পোৰামাটিৰ দেৱ-দেৱীৰ মূৰ্তিৰ মুখমণ্ডল অতি স্পষ্ট আৰু সৌষ্ঠৱপূৰ্ণ। পোৰামাটিৰ চিত্ৰ-বিচিত্ৰ ফলকবোৰৰো কিছুমান অতি মনোমোহা।

এতিয়ালৈকে পোৱা বেছিভাগ টেৰাকোট্টাই মৌৰ্যযুগৰ পৰা গুপ্তযুগৰ মাজৰ কালছোৱাৰ। কিন্তু পোৰামাটিৰ শিল্পকৰ্ম তাৰ বহু আগৰ যুগতো আছিল আৰু তাৰ বহু পাছৰ যুগবোৰতো চলি আছিল। কাৰণ বিহাৰৰ প্ৰাচীন বৌদ্ধ ধৰ্মৰ কেন্দ্ৰস্থানবিলাকত তেনেকৈ ভক্তগণে বিশেষ কিবা মনস্কামনা পূৰণৰ বাবে উছৰ্গা কৰা মধ্যযুগৰ বহুতো তেনে টেৰাকোট্টা প্লেক্ বা খোদিত-মূৰ্তি থকা ফলক পোৱা যায়। সেইবোৰৰ কিছুমানৰ কলাসুলভ সৌন্দৰ্য বৰ আকৰ্ষণীয়।

## ধাতুৰে নিৰ্মিত ভাস্কৰ্য আৰু কাৰুকাৰ্য

ধাতুৰে নিৰ্মিত অনেক শিল্পবস্তু উত্তৰ-পশ্চিম ভাৰতত পোৱা গৈছে। সেইবিলাক খ্ৰীষ্টাব্দ আৰম্ভৰ সময়ৰ শতিকাবোৰৰ সমানে পুৰণি আৰু সেইবোৰৰ নিৰ্মাণশৈলী পূৰাপূৰিভাৱে হেলেনিষ্টিক অৰ্থাৎ গ্ৰীক। সেইবিলাকৰ কিছুমান ভাৰতীয় নহয়েই। হয় বিদেশৰ পৰা ভাৰতলৈ অহা, নহ'লে কোনো বিদেশী শিল্পীয়ে ভাৰতত কৰা। উদাহৰণ স্বৰূপে বাইমাৰাণ নামে ঠাইত পোৱা সৰু মুকুতা খটোৱা সোণালী স্মৃতিচিহ্ন বহনকাৰী মনোৰম পেটিকা। আৰু দূৰত অনুসন্ধানৰ ফলত ছোভিয়েট, মধ্য এছিয়া আৰু উত্তৰ আফগানিস্থানত পোৱা গৈছে অনেক সুন্দৰ সুন্দৰ ৰূপৰ পিয়লা আৰু অন্যান্য বস্তু। সেইবোৰত খোদিত অলঙ্কাৰবোৰৰ আৰ্হিত সাধাৰণতে গ্ৰীক প্ৰেৰণা আৰু ম'টিফ দেখা পোৱা গ'লেও আৰু নিৰ্মাণ-কৌশলো গ্ৰীক যেন লাগিলেও তাত ভাৰতীয় শিল্পীৰ হাতৰ দাগ স্পষ্টভাৱে দেখিবলৈ পোৱা যায়। ছোভিয়েট স্থাপত্যবিদসকলে ভাবে যে

এইবিলাক শিল্পবস্তুৰ নির্মাণস্থল আছিল বেক্‌ট্রিয়াৰ গ্রীক ৰাজ্যখণ্ড খ্রীঃ পূঃ তৃতীয় আৰু দ্বিতীয় শতিকাৰ দিনৰে পুৰণি। গতিকে সেইবোৰৰ কোনো মতেই গান্ধাৰ ভাস্কর্যৰ লগত সম্বন্ধ নাই। কাৰণ গান্ধাৰ ভাস্কর্যৰ বয়সকাল খ্রীষ্টাব্দৰ প্রাৰম্ভৰ শতিকাৰ আগলৈ হ'বই নোৱাৰে। একেবাৰে সম্পূর্ণভাৱে ভাৰতীয় শৈলীৰে প্রাক-গুপ্ত যুগতে নির্মিত এক মনোৰম ধাতু-ভাস্কর্যৰ নিদর্শন হ'ল কাশ্মীৰ সীমান্তৰ কুলু উপত্যকাত পোৱা তামৰ কলহ। খ্রীষ্টীয় ১ম-২য় শতিকাৰে পুৰণি এই কলহৰ ধাতৱ পৃষ্ঠত খোদিত এক উচ্ছ্বমুখৰ শোভাযাত্রাৰ দৃশ্যই এতিয়াও চমক লগায়।

গুপ্ত যুগৰ বহুত ব্রঞ্জ আৰু তামেৰে নির্মিত শিল্পবস্তু পোৱা গৈছে। বেছিভাগেই বৌদ্ধ ধর্মীয়। এইবিলাকৰ ভিতৰত বিশেষভাৱে আকর্ষণীয় হৈছে 'চুলতানগঞ্জ বুদ্ধ'। ৭$\frac{১}{২}$ ফুট ওখ এই বুদ্ধমূর্তি এতিয়া বার্মিংহাম মিউজিয়ামত সংৰক্ষিত হৈ আছে। লালিত্যপূর্ণ ভঙ্গীত সুগঠিত বুদ্ধমূর্তি। গাত জিল্‌জিলীয়া কাপোৰৰ কাঙ্কৰ পৰা ভৰিলৈকে পৰা এটা চোলা। সমসাময়িক ভাস্কর্যৰ মূর্তিবোৰত থকাৰ দৰে এই মূর্তি দেখিলেও জীৱন্ত যেন বোধ হয়। কিন্তু দেহাৱয়ৱ নির্মাণত কোনো সম্যক বাস্তৱ জ্ঞানৰ দ্বাৰা বা জোখ-মাখৰ আনুপাতিক-সমানুপাতিক প্রয়োগৰ দ্বাৰা সেই জীৱন্ত যেন লগা ভাবৰ উদয় নহয়। সেই ভাবৰ উদয় হয় ঈষৎ সম্মুখলৈ খোজ লোৱা ভঙ্গী, লাহি আঙুলিবোৰেৰে লঘুভাৱে পৰিধেয় চোলাটোৰ এক অঞ্চল ধৰি থকা ভঙ্গী, দেখাত নিথৰ প্রস্তৰেৰে নির্মিত মুখমণ্ডলৰ বিভিন্ন অঙ্গৰ সবাক ভঙ্গী—এইবোৰেহে মূর্তিটোৰ গাত সচলতাৰ ভ্রান্তি প্রদান কৰিছে।

পূজাৰ বাবে ব্রঞ্জৰ মূর্তি ব্যৱহাৰ কৰা বিশেষভাৱে বৌদ্ধধর্মীসকলৰ মাজতহে প্রচলিত প্রথা আছিল যেন লাগে। 'চুলতানগঞ্জ বুদ্ধ' পোৱা গৈছিল বিহাৰত। বিহাৰ আছিল সেই সময়ত বৌদ্ধ ধর্মৰ প্রধান কেন্দ্রবোৰৰ এটা। সেই বিহাৰতে মধ্যযুগৰ দুটা ধাতু-ভাস্কর্য ধাৰাৰ এটাৰ উৎপত্তি হৈছিল পালবংশীয় ৰজাসকলৰ পৃষ্ঠপোষকতাত। পালবংশীয় ৰজাসকলৰ দিনত ইমান বেছি ব্রঞ্জৰ বুদ্ধ মূর্তি নির্মিত হৈছিল যে তাৰ সীমা-সংখ্যা নাই। তাৰ পৰাই অনুমান কৰিব পাৰি যে পালৰজাসকলৰ দিনত সেইবোৰ পাইকাৰী হাৰত সৃষ্টি হৈছিল। সেইবোৰ ৰপ্তানি হৈছিল দক্ষিণ-পূব এছিয়াৰ দেশবোৰলৈ। সেইবোৰ দেশত সেই মূর্তিবোৰ এতিয়াও পোৱা যায়। তদুপৰি চালান হৈছিল নেপাল আৰু তিব্বতলৈ। তাৰ স্থানীয় ভাস্কর্যশিল্পীসকলৰ বাবেও সেইবোৰেই আর্হি স্বৰূপ হৈ পৰিছিল। এই মূর্তিবোৰৰ বিশেষত্ব আছিল অতি মসৃণ লালিত্য ভৰা দেহভঙ্গীত আৰু বিস্তৰ অলঙ্কৰণত। কিন্তু সেইবোৰত গভীৰ ধর্মীয় প্রেৰণা অনুপস্থিত। নেপালৰ প্রাচীনতম ব্রঞ্জৰ মূর্তিবোৰ আমাৰ এই ইতিহাস গ্রন্থৰ আলোচ্য সময়ছোৱাৰ ভিতৰতে নির্মিত হৈছিল। সেইবোৰত অলঙ্কৰণ কম কিন্তু সোণৰ পাট মেৰোৱা—তাৰ ওপৰত কম মূল্যৰ মুকুতা খটোৱা। সেই দেখি দেখাত অতি উজ্জ্বল আৰু মসৃণ।

ভাৰতৰ অন্যান্য অঞ্চলতে ধাতুৰ মূৰ্তি নিৰ্মাণ কৰা হৈছিল। কিন্তু যিবোৰ এতিয়া পোৱা গৈছে সেইবোৰৰ কলাসুলভ মূল্য খুব বেছি নহয়। তামিল লোকসকলে এতিয়াও মন্দিৰত বিগ্ৰহ হিছাপে প্ৰতিষ্ঠা কৰিবলৈ বা নিজৰ ঘৰৰ পূজাঘৰৰ থাপনাত থ'বলৈ শিলৰ মূৰ্তিতকৈ ধাতুৰ মূৰ্তি বেছি বিচাৰে। দক্ষিণ ভাৰততহে আৰু বিশেষকৈ চোল ৰাজ্যতহে শ্ৰেষ্ঠ ভাৰতীয় ধাতু-ভাস্কৰ্যৰ চৰ্চা আৰু সৃষ্টি হৈছিল। এক বিচক্ষণ শিল্পীগোষ্ঠীয়ে সাঁচত ঢালি ব্ৰঞ্জত অনুপম কলাসৃষ্টি কৰাত এনে কৃতিত্ব অৰ্জন কৰিছিল যে গোটেই পৃথিৱীতো তেনে নিপুণ শিল্পী বিচাৰি পোৱা নেযাব। দক্ষিণ ভাৰতীয় ব্ৰঞ্জৰ মূৰ্তিবোৰ বিভিন্ন আকাৰৰ। তাৰে কিছুমান অতি সুন্দৰ আৰু খুব ডাঙৰ আৰু গধুৰ। গতিকে সেইবোৰৰ পাদপীঠৰ তলত সলা বা খাৰুৱা লগোৱা থাকে। যাতে প্ৰয়োজন মতে সেইবোৰত ডাং লগাই বহু মানুহে কান্ধত তুলি শোভাযাত্ৰা আদিত লৈ যাব পাৰে। দক্ষিণ ভাৰতীয় ধাতৱ ভাস্কৰ্যৰ সৰ্বোৎকৃষ্ট নিদৰ্শনবোৰত সৰল সাৱলীল লয়লাস দেখিবলৈ পোৱা যায়। সেই প্ৰতিমূৰ্তিবিলাকত অলঙ্কৰণৰ প্ৰাচুৰ্য থাকেই যদিও মূৰ্তিৰ গাৰ মঙহাল অংশবোৰত কোনো অলঙ্কাৰ নেথাকে। সেইটো ভাৰতীয় মূৰ্তিশিল্পৰ এক বিশেষত্বই। শাৰীৰিক গঠন, মুখৰ গঠন আৰু অঙ্গ-প্ৰত্যঙ্গবোৰৰ গঠন আৰু নিৰ্মাণো হয় ধৰা-বন্ধা জোখ আৰু আৰ্হি মতে। সেইবোৰৰ জোখ-মাপ নিৰ্দিষ্ট কৰি লিখা থাকে মূৰ্তি গঢ়া বিদ্যাসম্বন্ধীয় গ্ৰন্থবোৰত। যিজন দেৱতাৰ মূৰ্তি গঢ়িব তেওঁৰ অঙ্গ-প্ৰত্যঙ্গ শাৰীৰিক গঠন মুখমণ্ডলৰ ভঙ্গী কেনে হ'ব সি পূৰ্ব-নিৰ্দিষ্ট আৰু পৰম্পৰাগত। কিন্তু ইমানবোৰ ধৰা-বন্ধা কঠোৰ নীতি-নিয়ম-নিৰ্দেশনা মানি চলিও যে তামিল ভাস্কৰসকলে ইমান সুন্দৰ সুন্দৰ আৰু অনেক পৰিমাণে স্বতন্ত্ৰ ব্যক্তিত্বসূচক মূৰ্তিবোৰ গঢ়িব পাৰিছিল সেইটোৱেই আচলতে বৰ বিস্ময়জনক কথা। দেৱ-দেৱীসকলৰ মূৰ্তি গঢ়াৰ উপৰি তামিল শিল্পীসকলে ভক্তিবাদী ঈশ্বৰপৰায়ণতাত বিশ্বাসী অনেক ঋষি-মুনিৰ মূৰ্তি গঢ়িছিল। তাৰ লগতে ৰজা-ৰাণীসকলৰ প্ৰতিকৃতিও সাঁচত দি গঢ়িছিল ব্ৰঞ্জেৰে। কাৰণ তত্ত্বগতভাৱে হ'লেও ৰজা-ৰাণী সকলো ঐশ্বৰিক শক্তিৰে প্ৰতিভূ বুলি তেতিয়াৰ দিনত বিশ্বাস কৰিছিল। ৰজা-ৰাণীসকলৰ তেনেকৈ নিৰ্মাণ কৰা প্ৰতিমূৰ্তিবোৰো প্ৰায়ে মন্দিৰত মূল দেৱতাজনৰ বিগ্ৰহক পৰিবেষ্টিত কৰি থকা সৰু-সুৰা দেৱ-দেৱীসকলৰ মাজতে স্থাপন কৰা দস্তুৰ আছিল।

এই পিছৰ শ্ৰেণীৰ ৰজা-ৰাণীৰ মূৰ্তিবিলাকৰ অন্যতম সুন্দৰ নিদৰ্শন হৈছে ষোড়শ শতিকাৰ বিখ্যাত ৰজা কৃষ্ণদেৱ ৰায় আৰু তেওঁৰ দুই প্ৰধানা মহিষীৰ পূৰ্ণাৱয়ৱ প্ৰতিমূৰ্তি। সেই প্ৰতিমূৰ্তিবোৰ এতিয়াও তিৰুমালাই মন্দিৰত দেখিবলৈ পোৱা যায়। সেই প্ৰতিমূৰ্তিবোৰত ৰাণী দুগৰাকীৰ মুখাৱয়ৱ ওপৰত বৰ্ণনা কৰা ধৰণে ফৰ্মুলা মানি নিৰ্মাণ কৰা যেন হ'লেও বৰ সুন্দৰ। কিন্তু মহান ৰজা কৃষ্ণদেৱ ৰায়ৰ মুখমণ্ডলত তেওঁৰ প্ৰকৃত চেহেৰা ফুটাই তুলিবলৈ শিল্পীসকল কিছু সক্ষম হৈছে। তিনিওৰে হাত দেৱতাসকলৰ

প্রতি শ্রদ্ধা আৰু ভক্তিভাৱত অঞ্জলিবদ্ধ, তেওঁলোকৰ বিশাল নেত্র অর্ধনিমীলিত। এই তিনি মর্যাদাদীপ্ত প্রতিমূর্তিৰে সর্বাঙ্গ জুৰি প্রকাশিত আৰু উদ্ভাসিত হৈছিল প্রাচীন হিন্দু আদর্শ ৰাজকীয়তাৰ সর্বোত্তম আৰু মহত্তম সকলো গুণ। এই প্রতিমূর্তিবোৰলৈ চালেই এই গ্রন্থত পূর্বতে উল্লেখ কৰা পর্তুগীজ পর্যটক-ৰাজদূতসকলৰ মনত ৰজা কৃষ্ণদেৱ ৰায়ে কেনে গভীৰভাৱে ৰেখাপাত কৰিব পাৰিছিল জানিব পাৰি।

তামিলসকলৰ সাঁচত ঢালি ব্রঞ্জৰ মূর্তি নির্মাণ কৰা বিদ্যাৰ সকলোতকৈ শ্রেষ্ঠ আৰু যশস্বী কৃতিত্ব আছিল শিৱৰ নটৰাজ মূর্তি নির্মাণত সাফল্য। একাদশ শতিকাৰ পৰাই শিৱৰ এই নটৰাজ মূর্তি তামিল শিল্পীসকলে গঢ়ি আহিছে। নটৰাজৰ মূর্তিত শিৱক দেখা যায় এক 'ললিত-বলিত-হাত-পাও-যুক্ত' তৰুণ চতুর্ভুজ দেৱমূর্তি। নাচোনৰ ভঙ্গীত চাৰিও হস্ত লয়লাস ভঙ্গীত উত্তোলিত। কেতিয়াবা এখন হাতৰ তলুৱাত একুৰা জুই থাকে। দেৱমূর্তিক আবৰি থাকে এক জ্যোতিচ্ছটাই। এটা ভৰি থাকে এটা অসুৰৰ পিঠিত। আনটো ভৰি উত্তোলিত ভাৰতীয় লোকৰ মনত চিৰ পৰিচিত শিৱৰ নটৰাজ নৃত্যৰ ভঙ্গীত। সকলো মিলি নটৰাজৰ দেৱমূর্তি সর্বশক্তিৰে প্রাণৱন্ত, সচল, অনন্ত যৌৱন আৰু অনন্ত ব্রহ্মাণ্ডৰ জ্যোতিস্বৰূপ হৈ পৰে। ইউৰোপীয়সকলৰ মনত সর্বশক্তিমান ঈশ্বৰৰ বিষয়ে এনে কল্পনা সম্ভৱ নহয় কাৰণে তেওঁলোকৰ আচহুৱা বোধ হ'ব। কিন্তু এবাৰ যদি নটৰাজ মূর্তিৰ ধর্মীয় তাৎপর্যৰ পটভূমি হৃদয়ঙ্গম হয়, তেন্তে আনকি ইউৰোপীয় মানুহেও সুন্দৰকৈ নির্মিত নটৰাজ শিৱৰ মূর্তিত অন্তর্নিহিত প্রকৃত ধর্মীয় প্রেৰণা স্বীকাৰ কৰি ল'ব পাৰিব। ধাতুক নমনীয় কৰি তাৰ মাধ্যমত সৃষ্টিৰ অনন্ত সত্য, সৌন্দর্য আৰু আনন্দৰ তত্ত্ব কিমান সফলতাৰে আৰু সম্পূর্ণভাৱে প্রকাশ কৰিব পাৰি নটৰাজ শিৱৰ মূর্তি তাৰেই প্রমাণ।

সিংহল দ্বীপতো এক গুৰুত্বপূর্ণ আৰু উৎপাদনশীল সাঁচত ঢালি ব্রঞ্জৰ মূর্তি নির্মাণ কৰা এক ধাৰা ভাস্কর্যশিল্পী আছিল। সেই শিল্পীসকলেও দক্ষিণ ভাৰতৰ ব্রঞ্জ-শিল্পীসকলৰ শৈলীকে অৱলম্বন কৰিছিল। সিংহল দ্বীপৰ ব্রঞ্জ-মূর্তিবিলাকৰ ভিতৰত প্রসিদ্ধ হৈছে এটা বৰ ধুনীয়া ডাঙৰ দেৱীমূর্তি। এই মূর্তি বৌদ্ধ কাহিনীত থকা তাৰা দেৱীৰ মূর্তি বুলি আটাযে বিশ্বাস কৰিলেও আচলতে শিৱৰ পত্নী পার্বতীও হ'ব পাৰে। বর্তমান ব্রিটিছ মিউজিয়ামত সংৰক্ষিত সেই সুন্দৰ মসৃণ মূর্তিয়ে দক্ষিণ ভাৰতীয় ব্রঞ্জশিল্পীসকলৰ শ্রেষ্ঠ শিল্পকর্মৰ লগতো ফেৰ মাৰিব পাৰে।

ভাৰতৰ প্রায় সকলো ব্রঞ্জত কৰা ভাস্কর্য সাঁচত ঢলা পদ্ধতিৰে নির্মিত হৈছিল। পৰিকল্পিত মূর্তিৰ ৰূপ দিয়া হয় প্রথমে মমত। সেই মমৰ মূর্তিৰ ওপৰত বোকাৰ লেও দিয়া হয়। তাৰ পিছত মম-বোকা সকলো জুইত পুৰিলে মম গলি বাহিৰ হৈ যায় কিন্তু বোকাত তাৰ সাঁচ ৰৈ যায়। সেই সাঁচত গলিত ধাতুৰ বাকি মূর্তি গঢ়া হয়। চুলতানগঞ্জৰ

বুদ্ধমূৰ্ত্তি বৰ ডাঙৰ আকাৰৰ। ওজনো প্ৰায় এক টনৰ ওচৰা-উচৰি। তেনে মূৰ্তি সাধাৰণতে দুই খণ্ড কৰি এভাগ এভাগকৈ সাঁচত ঢালি পিছত ঝালাই কৰি দুইখণ্ড একেলগ কৰা হয়।

## চিত্ৰাঙ্কন

প্ৰাচীন ভাৰতত চিত্ৰকলা যে এটা অতি পুৰণি আৰু উচ্চস্তৰৰ সুকুমাৰ শিল্প আছিল, সেই কথাৰ উল্লেখ অসংখ্য গ্ৰন্থত পোৱা যায়। ৰাজপ্ৰাসাদ আৰু ধনী ধনী মানুহৰ বাসভৱনৰ বেৰবিলাকত নানা চিত্ৰ আঁকি সজোৱা-পৰোৱাতো হৈছিলেই, তাৰ বাহিৰেও ক্ষুদ্ৰাকৃতি নানা চিত্ৰ অঙ্কন কৰা হৈছিল বিশেষভাৱে নানা কৌশলেৰে প্ৰস্তুত কৰা পটত। অকল যে বৃত্তিজীৱী শিল্পীসকলেহে ছবি আঁকিছিল সেই কথা নহয়, যি কোনো শিক্ষিত শ্ৰেণীৰ পুৰুষ-মহিলা সকলোৱেই ৰং-তুলিকাৰ ব্যৱহাৰ সমৰ্থভাৱে কৰিব জানিছিল।

এতিয়াও সেই প্ৰাচীন চিত্ৰাঙ্কনবিলাকৰ যিবিলাক দেখা পোৱা যায়, সেইবোৰ স্বাভাৱিকতে অতি বেয়া অৱস্থাতহে পোৱা গৈছে। কিন্তু তেনে অৱস্থাতো সেইবোৰে ভাৰতীয় চিত্ৰকলাৰ অতীত কীৰ্তি সগৌৰৱে ঘোষণা কৰিছে। তেনে প্ৰাচীন চিত্ৰকলাৰ বেছিভাগেই গুহামন্দিৰবোৰৰ বেৰত অঙ্কন কৰা ৰঙীন ছবি। সকলো মন্দিৰতে ৰং-বিৰঙৰ চিত্ৰ আছিলেই আৰু মূৰ্তিবোৰত সদায় উজ্জ্বল ৰঙেৰে বোলোৱা হৈছিল। আজিকালিৰ হিন্দু মন্দিৰবিলাকতো ৰঙৰ এনে সমাৰোহ দেখা যায়। কোনো কোনো মন্দিৰৰ প্ৰাচীৰবিলাকত বিস্তৃত আৰু সু-পৰিকল্পিত আঁচনিৰে চিত্ৰাঙ্কন কৰা হৈছিল। আঁওহতীয়া ঠাইৰ কিছুমান গুহামন্দিৰতো অপৈণত হাতৰ ৰঙীন প্ৰাচীৰচিত্ৰ দেখা যায়। সেইবোৰৰ কলাসুলভ গুণ সামান্য। অনেক পণ্ডিতে সেইবোৰ প্ৰাগৈতিহাসিক কালৰ কোনো আদিম মানুহৰ হাতৰ কাম বুলিও গণ্য কৰে। কিন্তু কিছুমান কৃত্ৰিম গুহা নিৰ্মিত হৈছিল মন্দিৰলৈ ৰূপান্তৰিত কৰিবৰ উদ্দেশ্যে। সেইবিলাক গুহাৰ বেৰত থকা কিছুমান চিত্ৰাঙ্কন অতি উচ্চমানৰ সুনিপুণ চিত্ৰকলাৰ নিদৰ্শন হিছাপে পৰিগণিত হৈছে। উদাহৰণ স্বৰূপে, বিখ্যাত অজন্তা গুহাৰ প্ৰাচীন চিত্ৰণবোৰ যে প্ৰাচীন কালৰ যি কোনো দেশৰ সভ্যতাৰে গৌৰৱৰ পৰিচায়ক সেই বিষয়ে কাৰো দ্বিমত থাকিব নোৱাৰে।

অজন্তা গুহাৰ চিত্ৰবোৰক প্ৰায়ে ফ্ৰেস্কো বুলি কোৱা হয়। কিন্তু এই শব্দৰ প্ৰয়োগ শুদ্ধ নহয়। কাৰণ বেৰৰ প্লাষ্টাৰ কেঁচা হৈ থাকোতেই ফ্ৰেস্কো অংকন কৰিব লাগে। কিন্তু অজন্তাৰ গুহাপ্ৰাচীৰত থকা চিত্ৰবোৰ বেৰৰ প্লাষ্টাৰ ভালদৰে শুকোৱাৰ পিছতহে অংকন কৰা হৈছিল। প্ৰথমতে গুহাৰ বেৰবোৰ বোকা বা গৰুৰ গোবৰেৰে ভালদৰে লিপা হৈছিল। সেই বোকা বা গোবৰৰ লগত খেৰ বা চুলি বা জন্তুৰ নোম মিহলাই লোৱা হৈছিল যাতে যথাস্থানত সেইবোৰ ধৰি ৰাখিব পাৰে। সেইবোৰৰ প্ৰলেপৰ ওপৰত বগা জিপছামৰ এক প্ৰলেপ দি সমান কৰি লোৱা হয়। জিপছাম্ হৈছে খনিজ চূণৰ দৰে মাটি। তাক ভোটাত পুৰি চূৰ্ণ কৰি প্লাষ্টাৰ অব্ পেৰিছ প্ৰস্তুত কৰা হয়। সেইদৰে

বেৰখন চিত্ৰাঙ্কনৰ বাবে উপযুক্ত কৰি লোৱা হয়। এই দেশৰ জলবায়ুলৈ চাই তেনেদৰে প্ৰস্তুত কৰা প্ৰাচীৰপৃষ্ঠই বহু কাল টিকিছে বুলিয়েই ক'ব লাগিব। কিন্তু যোৱা শতাব্দীত চিত্ৰকলাবোৰৰ অৱস্থা বহুত বেয়া হৈছে। কোনো কোনো ঠাইত বেৰৰ পৰা উপৰি উক্ত প্ৰলেপ খহি পৰিছে। সেইবোৰ চিত্ৰৰ প্ৰতিলিপি সংগ্ৰহ কৰাৰ পিছতো মূল ছবিবোৰ ঠায়ে ঠায়ে উৰলি গৈছে। কিন্তু ছবিবোৰত ব্যৱহৃত ৰংবোৰ এতিয়াও উজ্জ্বল আৰু সতেজ হৈ আছে। গতিকে প্ৰথমে অঙ্কন কৰোতে নতুনতে সেই ছবিবোৰ কেনে সজীৱ জকমকীয়া আছিল সেই কথা সহজেই অনুমান কৰিব পাৰি। আজি অত শ বছৰৰ মূৰতো বেলেগ বেলেগ ৰংবোৰ পৰিষ্কাৰ হৈ আছে। লগতে আমি মনত ৰাখিব লাগিব সেই চিত্ৰবোৰ অঙ্কন কৰা চিত্ৰকৰসকলে কেনে অৱস্থাত ছবিবোৰ আঁকিব লাগিছিল। গুহাভ্যন্তৰৰ অন্ধকাৰ বা অৰ্ধ-অন্ধকাৰত বাহিৰৰ পৰা ডাঙৰ ডাঙৰ ধাতুপৃষ্ঠৰ দাপোণত পুনঃ পুনঃ প্ৰতিফলন ঘটাই দিনৰ পোহৰ ভিতৰলৈ নি সেই স্বল্পালোকতে তেন্তে অতুলনীয় চিত্ৰকলাৰ সৃষ্টি কৰিছিল তেওঁলোকে।

অজন্তাৰ দহ নং গুহাৰ প্ৰাচীৰ চিত্ৰবোৰ ভালদৰে পৰীক্ষা কৰাৰ পিছত খ্ৰীষ্টাব্দ গণনা আৰম্ভ হোৱাৰ সময়ৰে পুৰণি বুলি নিৰ্ভৰযোগ্যভাৱে ঠাৱৰ কৰা হৈছে। গুহা নং এক আৰু গুহা নং পোন্ধৰৰ ছবিবোৰ বোধ হয় ছয় শতিকাৰ পিছৰহে হ'ব। প্ৰথমছোৱাৰ ছবিবোৰ বেছি বলিষ্ঠভাৱে অংকিত, প্ৰতিকৃতিবোৰ সীমাৰেখা সুনিৰ্দিষ্ট আৰু স্পষ্ট। পিছৰ যুগৰ বিলাকত বেছি মডেল অনুসৰণ কৰা যেন লাগে। কিন্তু বহু পিছৰ যুগৰ সৃষ্টি হ'লেও অংকনশৈলীৰ কোনো অগ্ৰগতি সমসাময়িক কালৰ ভাস্কৰ্যত হোৱাৰ দৰে হৈছিল বুলি ক'ব নোৱাৰি। তাৰ কাৰণ হ'ব পাৰে এই যে বিভিন্ন গুহাভ্যন্তৰৰ চিত্ৰাঙ্কনৰ তদাৰক কৰা শিল্পী বেলেগ বেলেগ হোৱা বাবে তেওঁলোকৰ ৰুচি বা ব্যক্তিগত শৈলী অনুযায়ীহে কামবোৰ হৈছিল। এই প্ৰাচীৰ চিত্ৰবোৰত সাধাৰণতে বুদ্ধৰ জীৱনৰ কাহিনী বা জাতকৰ সাধুকথাৰ দৃশ্যাৱলীয়েই চিত্ৰিত কৰা হৈছিল। তেনেদৰে বেৰত চিত্ৰিত এটা দৃশ্যৰ লগত আন এটা দৃশ্যৰ কোনো ফ্ৰেম্ বা সীমাৰেখা নাছিল। ফলত এখন চিত্ৰৰ দৃশ্যাৱলী কাষৰ চিত্ৰৰ দৃশ্যাৱলীৰে মিশ্ৰিত হৈ পৰিছিল। সেইবুলি প্ৰতিটো দৃশ্যৰে পাৰ্শ্বচৰিত্ৰবোৰৰ ছবিবোৰৰ চকুৰ দৃষ্টি ইমান নিৰ্ভুলভাৱে আৰু নিপুণভাৱে সেই দৃশ্যৰ কেন্দ্ৰীয় চৰিত্ৰৰ ছবিৰ ওপৰত নিবদ্ধ কৰা থাকে যে দৰ্শকৰ চকুৰ দৃষ্টি কেতিয়াও বিভ্ৰান্ত নহয়। সঠিক দৃশ্যৰ ওপৰতে মনোনিৱেশ কৰিব পাৰে। ছবিবোৰত কোনো অৱস্থানসূচক ব্যৱধানৰ বা দূৰত্বনিৰ্ণায়ক অভিব্যক্তি নাই। তাৰ সলনি আছিল এক প্ৰকাৰ গভীৰতাৰ ভাবৰ অভিক্ষেপ। যেনে ছবিৰ সন্মুখ ভাগত যিবোৰ চৰিত্ৰ অংকিত হৈছিল সেইবোৰ ডাঙৰকৈ দেখুৱাই পাৰ্শ্বচৰিত্ৰৰ ছবিবোৰ পিছফালে আৰু ওপৰত অংকিত কৰা হৈছিল। চিত্ৰাংকনত এনে ৰীতি অৱলম্বন কৰাৰ ফলস্বৰূপে ছবিবোৰ হৈছিল টেলিস্কোপিক কেমেৰাৰে তোলা আলোকচিত্ৰৰ দৰে। ছবিত অংকিত প্ৰতিকৃতিবোৰ সমান বেৰৰ ভিতৰৰ পৰা দৰ্শকক দেখা কৰিবলৈ ওলাইহে আহিছে যেন লাগে।

যদিও ধৰ্মীয় বা ধৰ্মসম্বন্ধীয় বিষয়বোৰেই অজন্তাৰ চিত্ৰবোৰৰ প্ৰধান উপজীব্য আছিল তথাপি অজন্তাৰ এই মৰেল বা প্ৰাচীৰ চিত্ৰবোৰে ধৰ্মৰ বাণীতকৈ ধৰ্মনিৰপেক্ষ বাণীহে বেছিকৈ বহন কৰে যেন ধাৰণা হয়। অজন্তাৰ এই চিত্ৰবোৰৰ জৰিয়তে আনকি সাঁচীৰ চিত্ৰবোৰতকৈও বেছি স্পষ্টভাৱে প্ৰাচীন ভাৰতীয় সমাজ জীৱনৰ সমস্ত দৃশ্যাৱলীৰ বিশ্বস্ত প্ৰতিফলন ঘটিছে। এই ছবিবোৰত সকলো আছে—ৰাজকাৰেঙত ৰজা-ৰাজকুমাৰ ; হেৰেম বা ৰাজঅন্তেষপুৰত পুৰনাৰীসকল ; কান্ধৰ ওপৰত মেটমৰা বোজা লৈ বনুৱা ; ভিক্ষাৰীৰ জাক ; খেতিয়ক, ঋষি-মুনি-সন্ন্যাসী তাৰ লগত ভাৰতৰ বহুতো জীৱ-জন্তু-পক্ষীৰ ছবি আৰু অসংখ্য শ্ৰেণীৰ ভাৰতীয় ফুল। দৰাচলতে সমসাময়িক ভাৰতৰ সমগ্ৰ জীৱনৰ ছবিক অমৰত্ব দিছিল সেই অৰ্ধ-আলোকিত গুহাভ্যন্তৰৰ প্ৰাচীৰগাত্ৰত বহুতো সুনিপুণ ভাৰতীয় শিল্পীৰ স্নেহশীল কলাকুশল হাতবোৰে। সেই ছবিবোৰৰ আটাইবোৰতে লক্ষ্য কৰা যায় লালিত্য, সূক্ষ্ম পৰ্যবেক্ষণ আৰু প্ৰশ্নাতীত নিপুণতা।

অজন্তাৰ ছবিবোৰৰ মাজত চমৎকৃত হ'বলগীয়া কলাবস্তু বহুত আছে। তাৰ ভিতৰতো উল্লেখনীয় হৈছে ঈষৎ হাউলি, ভাৰতীয় ভাস্কৰ আৰু চিত্ৰকৰৰ চিৰপ্ৰিয় ত্ৰিভঙ্গ ভঙ্গীত অংকিত এজন অতীৱ ৰূপৱান তৰুণৰ ছবি। মূৰত মুক্তাখচিত এটা মুকুট আৰু সোঁ-হাতত এপাহ বগা পদুম। তেওঁৰ অতি মসৃণ মুখাৱয়ৱত শান্ত দুখবোধৰ অভিব্যক্তি। কৰুণাৰে আৰ্দ্ৰ দুই চকুৰ দৃষ্টি অৱনত—যেন তেওঁ বহুত তলৰ কাৰবাৰে লক্ষ্য কৰি আছে অপাৰ মমতাৰে। তেওঁৰ চৌদিশে বহুতো অপ্সৰা আৰু গন্ধৰ্বৰ ছবি—সেই সকলো ছবি মাজৰ কেন্দ্ৰীয় চৰিত্ৰৰ ছবিতকৈ বহুত ক্ষুদ্ৰ—কিন্তু সেই সকলোৰে দৃষ্টি কেন্দ্ৰীয় চৰিত্ৰৰ ওপৰত নিবদ্ধ। সেই কেন্দ্ৰীয় চৰিত্ৰ—সেই কান্তিময় তৰুণজন অন্য কোনো নহয়। তেৱেঁই বোধিসত্ব অৱলোকিতেশ্বৰ পদ্মপাণি। পৰম দয়াশীল অৱলোকন অৰ্থাৎ তললৈ চাই থকা মহাপ্ৰভু। এই ছবিত পুনৰায় দৈনন্দিন ৰূপ-ৰস-গন্ধ-স্পৰ্শৰে পূৰ্ণ ইন্দ্ৰিয়ানুগ দৃশ্যাৱলীৰ মাজত গভীৰ ধৰ্মীয় তত্ত্বযুক্ত এক অনুভৱ প্ৰকাশিত হৈছে। ৰত্নখচিত মুকুট পৰিধান কৰিলেও চিৰতাৰুণ্যৰ অধিকাৰী কান্তিময় দেহধাৰী বোধিসত্বই জগতৰ দুখ-যন্ত্ৰণাৰ অংশীদাৰ হৈছে—অনুভৱ কৰিছে তাৰ তীব্ৰতা। তেওঁৰ শান্ত চকুযুৰিৰে অসংখ্য যুগ-যুগান্তৰ ধৰি অৱলোকন কৰিছে জগতৰ জীৱগণৰ অন্তহীন দুখ। তেওঁৰ সুকোমল ওষ্ঠাধৰ সৰকি হাজাৰ যুগৰ অসংখ্য অসংখ্য দুখীজনৰ প্ৰতি বৰ্ষিত হৈছে সান্ত্বনাবাণী। বোধিসত্বৰ সেই বিস্ময়কৰ ছবিৰ চিত্ৰকৰজনে নিজৰ বাণী ঠিকেই প্ৰেৰণ কৰিছিল—এই বিশ্বব্ৰহ্মাণ্ড তাৰ জীৱজগতৰ দুখ-কষ্ট আৰু আশা-আকাঙ্ক্ষাৰ প্ৰতি সদায় সচেতন।

আন এবিধ বেলেগ ধৰণৰ ধৰ্মীয় ভাবৰ প্ৰকাশ দেখা যায় বুদ্ধৰ এক গৌৰৱময় প্ৰতিচ্ছবিত। সেই ছবিত ভগৱান বুদ্ধই ভিক্ষাৰ পাত্ৰ লৈ এক মাতৃ আৰু এক শিশুৰ পৰা তেওঁৰ দৈনিক অন্ন ভিক্ষা গ্ৰহণ কৰিছে। সেই মাতৃ আৰু শিশু বুদ্ধৰ পত্নী যশোধৰা আৰু পুত্ৰ ৰাহুলৰে বুলি আটায়ে বিশ্বাস কৰে। মাতৃ-শিশুৰ মনোমোহা কিন্তু খৰ্বাকৃতি

ছবি মহান বুদ্ধৰ ছবিৰ কাষত চকুতেই নপৰে যেন। কাৰণ বুদ্ধৰ গাত দীঘল চোলা। ধীৰ-স্থিৰ শান্ত-সৌম্য-মূৰ্তি। সাৰনাথৰ বুদ্ধ মূৰ্তিৰ মুখত থকাৰ দৰে স্নিগ্ধ প্ৰশান্ত দৃষ্টিত আত্মচেতনাক অতিক্ৰম কৰা অতিন্দ্ৰীয় উপলব্ধিৰ অভিব্যক্তি।

তেনেকুৱা আন আন ছবি অজন্তাৰ উপৰি অন্যান্য ঠাইতো পোৱা যায়। যেনে অজন্তাৰ পৰা এশ মাইল উত্তৰে থকা বাঘ নামৰ এটা গুহাৰ বাৰাণ্ডাৰ প্ৰাচীৰবোৰত অংকিত এটা বিশাল হস্তীযূথৰ শোভাযাত্ৰাৰ দৃশ্য। অজন্তাৰ চিত্ৰবোৰৰ দৃশ্যাৱলীতকৈও বেছি আৱেদনময় আৰু গম্ভীৰ সেই ছবি। একে ঠাইতে সন্মুখৰ ভাগলৈ আছে এজন নৰ্তক আৰু নাৰী বিদ্যাধৰীসকলৰ মনোৰম দৃশ্যৰ ছবি। দাক্ষিণাত্যৰ আন আন গুহাতো অজন্তাশৈলীৰ চিত্ৰাঙ্কন দেখিবলৈ পোৱা যায়। তাৰ ভিতৰত বাদামি আৰু ইলোৰাত দেখাবোৰ উল্লেখনীয়। আৰু দক্ষিণলৈ খাচ তামিল দেশত সীতান্নৱচল নামে ঠাইৰ এক জৈন গুহামন্দিৰত দেখা যায় এক অনুপম কিন্তু বেয়াকৈ ক্ষয়প্ৰাপ্ত এক প্ৰাচীৰ চিত্ৰৰ চিন-মোকাম।

এই ধৰণৰ চিত্ৰশৈলীৰ অতি সুন্দৰকৈ সংৰক্ষিত কিছুমান চিত্ৰকৰ্মৰ নিদৰ্শন পোৱা যায় সিংহল দ্বীপত। সেই দ্বীপৰাজ্যৰ কেন্দ্ৰভাগত চাৰিওফালৰ সমভূমিৰ মাজত আছে ছীগিৰিয় বা সিংহ-পৰ্বত নামে ৬০০ ফুট ওখ এক প্ৰকাণ্ড শৈলখণ্ড। পঞ্চম শতাব্দীৰ শেহৰ ফালে এই সিংহ পৰ্বততে পিতৃহন্তা ৰজা প্ৰথম কাশ্যপে এটা প্ৰাসাদ আৰু দুৰ্গ নিৰ্মাণ কৰিছিল। কাশ্যপ আছিল এক চূড়ান্তভাৱে বিকাৰগ্ৰস্ত মনৰ মানুহ—নিজকে নিজে ঈশ্বৰৰ সমতুল্য বুলি দৃঢ়ভাৱে বিশ্বাস কৰা এক মেগালোমেনিয়াক্ (megalo-maniac)। তেওঁ সেই শৈল দুৰ্গক স্বৰ্গৰ সমতুল্য আৰু নিজেই ঈশ্বৰ বুলি জাহিৰ কৰিবলৈ শিলৰ গাত অঙ্কন কৰাইছিল অসংখ্য গন্ধৰ্ব-কিন্নৰ-বিদ্যাধৰ আদি উপদেৱতা আৰু প্ৰধান প্ৰধান দেৱ-দেৱীসকলৰ চিত্ৰ। তাৰ দ্বাৰাই তেওঁ প্ৰজাবিলাকৰ মনত বিশ্বাস জন্মাবলৈ বিচাৰিছিল যে তেওঁ সেই সকলো দেৱ-দেৱীতকৈও ওপৰৰ লোক। এতিয়া উন্মুক্ত শৈলপৃষ্ঠৰ সেই চিত্ৰাঙ্কনবোৰৰ গ্ৰীষ্মমণ্ডলৰ অহসনীয় ৰ'দ আৰু মৌচুমী বৰষুণত প্ৰায় সকলোবোৰেই সম্পূৰ্ণভাৱে মচ খাই গ'ল। কিন্তু সেই শৈলনগৰীৰ অৰ্ধভাগ ওপৰলৈ ওপৰৰ পৰা বাহিৰলৈ ওলাই থকা এচটা শিলৰ তলত একৈশজনী অপেশ্বৰীৰ মনোমোহা ছবি এতিয়াও অক্ষত অৱস্থাত দেখা যায়। প্ৰত্যেক অপেশ্বৰীৰে কঁকালৰ তলছোৱা এক ৰাশি ৰাশি ডাৱৰৰ নদীৰ মাজত বুৰ গৈ থকা। মনোৰম সেই নাৰীগণে হাতত ফুল লৈ বিভিন্ন ভাগৰুৱা ভঙ্গীত থিয় হৈ আছে ডাৱৰসিক্ত হৈ। কিন্তু শৈলগাত্ৰত অংকিত সেই চিত্ৰবোৰ ইমান সজীৱ হৈ আছে এতিয়াও যে দেখিলে বিশ্বাসেই নহয় যে সেইবোৰ ১৫০০ বছৰৰ আগতেই আঁকা হৈছিল। কিছুদিনৰ আগলৈকেও এই ছবিৰ নাৰীসকল কাশ্যপৰে ৰাণী আৰু উপপত্নীসকলৰ ছবি বুলিয়েই আটায়ে ভাবিছিল। কোনো কোনো ঐতিহাসিকে এতিয়াও সেই পুৰণি তত্ত্বকে খামুচি ধৰি থাকিবও পাৰে। কাৰণ সেই ছবিবোৰৰ কিছুমানত বেলেগ বেলেগ চেহেৰা ফুটি উঠাও দেখা যায় ঠায়ে

ঠায়ে। কিন্তু ওপৰত বৰ্ণিত ৰজা কাশ্যপৰ 'ময়েই ঈশ্বৰ' মনোভঙ্গীৰ প্ৰসঙ্গ বিচাৰ কৰিলে সেই সুন্দৰ চিত্ৰকৰ্মবোৰৰ বিষয়-বস্তু অপ্সৰাগণ বুলি কৰা অৰ্থব্যাখ্যাহে শুদ্ধ বুলি নিশ্চিত হ'ব পাৰি।

প্ৰাচীন হিন্দু চিত্ৰকলাৰ যিবোৰ নিদৰ্শন তাঞ্জোৰ, বিজয়নগৰ আৰু সিংহলৰ পলন্নৰুৱা নামে ঠাইত পোৱা গৈছে সেইবোৰলৈ লক্ষ্য কৰিলে অষ্টম শতিকাৰ পিছৰ হিন্দু চিত্ৰাঙ্কনশৈলীত প্ৰযুক্তিগত দিশত কিছু অৱনতি হোৱা চকুত পৰে। সেই চিত্ৰবোৰৰ কায়ৰেখাবোৰ বেছি প্ৰকট, পূৰ্বৰ যুগবোৰৰ চিত্ৰবোৰত দেখা কোমলতা আৰু মধুৰ ভঙ্গীবোৰৰ অভাৱ সুস্পষ্ট। কিন্তু সামগ্ৰিকভাৱে চিত্ৰাংকন শিল্পৰ কৃতিত্ব আছিল সৰ্বকালে অনস্বীকাৰ্য। এই সময়ছোৱাৰ চিত্ৰকৰ্মবিলাকৰ খুব কম সংখ্যকহে সংৰক্ষিত অক্ষত অৱস্থাত পোৱা গৈছে। গতিকে সেইবোৰ সন্তোষজনক প্ৰতিলিপি প্ৰস্তুত কৰিব পৰা হোৱা নাই। কিন্তু যিখিনি পোৱা গৈছে তাৰ পৰাই এটা কথা সাব্যস্ত কৰিব পাৰি যে মুছলিম আক্ৰমণৰ সময়লৈকে প্ৰাচীৰ চিত্ৰনৰ পৰম্পৰা অব্যাহতভাৱে চলি আছিল।

ইছলামৰ প্ৰভাৱ বিস্তাৰ হোৱাৰ পিছত ভাৰতীয় চিত্ৰকৰসকলে মনোনিৱেশ কৰিলে ক্ষুদ্ৰাকৃতি চিত্ৰ আৰু কিতাপৰ পৃষ্ঠাত ছবি আঁকা কামত। সেই বিষয়ত তেওঁলোকে প্ৰেৰণা আহৰণ কৰিছিল ফাৰ্চী কিতাপৰ আৰ্হিৰ পৰা। প্ৰাচীন ভাৰতীয় সাহিত্য-গ্ৰন্থবোৰৰ সাক্ষ্যৰ পৰা জনা যায় যে ক্ষুদ্ৰাকৃতি (miniature) চিত্ৰাঙ্কনৰ চৰ্চা ভাৰতত মুছলমানসকলৰ আগমনৰ আগৰে পৰাই আছিল। বিহাৰ, বঙ্গ আৰু নেপালত পোৱা গ্ৰন্থসমূহৰ পৰা তাৰে কিছুমান একাদশ আৰু দ্বাদশ শতিকাৰে পুৰণি নিদৰ্শন এতিয়াও পোৱা যায়। এই সৰু সৰু ছবিবোৰত উৎকৃষ্ট চিত্ৰাঙ্কন কৌশল আৰু নিপুণতা দেখা যায়। কিন্তু সেইবোৰত অজন্তাৰ চিত্ৰবোৰত দেখা পোৱা বাস্তৱধৰ্মিতা তুলনামূলকভাৱে কম দেখা যায় আৰু চিত্ৰবোৰত মডেলিং প্ৰায় নাছিলেই বুলিব পাৰি। সেইবিলাক ছবি আছিল আনুষ্ঠানিক বৌদ্ধ ধৰ্মমতৰ প্ৰায়যান্ত্ৰিক অভিব্যক্তিস্বৰূপ। তাত ধৰ্মীয় প্ৰেৰণাও যৎসামান্যহে আৰু সমসাময়িক দৈনন্দিন জীৱনৰ পৰা সম্পূৰ্ণ বিচ্ছিন্ন। অজন্তাৰ প্ৰাচীন চিত্ৰনসমূহৰ কলাকাৰসকল আছিল ধৰ্মনিৰপেক্ষ দৃষ্টিভঙ্গীৰ বিশুদ্ধ শিল্পীগোষ্ঠী। কিন্তু এই চিত্ৰবোৰ খুব সম্ভৱ আছিল বৌদ্ধ ভিক্ষুশ্ৰেণীৰ অন্তৰ্ভুক্ত চিত্ৰকৰ।

আনহাতে মধ্য এছিয়াৰ শুকান বালিময় দেশবোৰত প্ৰাচীন চিত্ৰবোৰ তুলনামূলকভাৱে বেছি ভালকৈ সংৰক্ষিত হৈছিল। এইবিলাক চিত্ৰকৰ্ম আক্ষৰিক অৰ্থত ভাৰতীয় নহয়, কিন্তু সৃষ্ট হৈছিল ভাৰতীয় প্ৰেৰণাৰেই। এইবিলাক চিত্ৰৰ প্ৰাচীনতমবোৰ অঙ্কন কৰা হৈছিল আফগানিস্তানৰ পৰ্বতৰ শৈলগাত্ৰত খোদিত বিশালকায় বামিয়ান বুদ্ধমূৰ্তিৰ চৌদিশে। সেইবিলাক অজন্তাৰ বেছিভাগ চিত্ৰাঙ্কনতকৈও পুৰণি কালৰ। তেনেকৈ চীনৰ তুৰ্কিস্থান আৰু মধ্য এছিয়াৰ অন্যান্য অঞ্চলত বহুতো প্ৰাচীৰচিত্ৰ আৰু চিত্ৰপট দেখা যায়। সেইবিলাক তাৰো পিছৰ যুগবোৰৰ। সেইবোৰত ভাৰতীয় মডেল সামান্যহে দেখা যায়। কিন্তু ভাৰতৰ ওচৰত যে সেই চিত্ৰকলা নানাভাৱে ঋণী সেই কথা স্পষ্টভাৱে

চকুত পৰে। সেইবিলাক চিত্ৰৰ সৃষ্টি হোৱা যুগত ভাৰত-চীনৰ বাণিজ্য-পথ উন্মুক্ত আছিল। চীনৰ চিত্ৰকলাৰ নিজস্ব চাৰিত্ৰিক বৈশিষ্ট্য থাকিলেও ভাৰতৰ ওচৰত যে সেই চিত্ৰকলা ঋণী এই সত্য অস্বীকাৰ কৰাৰ কোনো উপায় নাই।

## অন্যান্য ক্ষুদ্ৰ শিল্পবোৰ

তক্ষশীলা আৰু উত্তৰ-পশ্চিমৰ অনেক স্থানত খনন কাৰ্য চলোৱাৰ ফলত বহুতো সুন্দৰ সুন্দৰ আ-অলঙ্কাৰ পোৱা গৈছে। তাৰে কিছুমানত সোণৰ ওপৰত বাখৰ-মণি আদি কম মূল্যবান মণি-মুক্তা খটোৱা। এতিয়াৰ দিনত ভাৰতীয় অলঙ্কাৰ গহনা আদি যি ধৰণে গঢ়ে প্ৰায় সেই ধৰণেই সেই অলঙ্কাৰবোৰো গঢ়া হৈছিল। বাইমাৰান নামে ঠাইত পোৱা সেই বিখ্যাত পেটিকা আৰু সোণ-ৰূপেৰে নিৰ্মিত কিছুমান শিল্পকৰ্মৰ অতি সূক্ষ্ম কাৰুকাৰ্যৰ লগত ভাৰতৰ অনেক বৌদ্ধস্থানত থকা স্ফটিকেৰে নিৰ্মিত কাৰুকাৰ্যপূৰ্ণ সুন্দৰ অস্থি-ভস্মাধাৰবোৰৰ সাদৃশ্য আছে। উত্তৰ-পশ্চিমৰ খননস্থলীবোৰত প্ৰাপ্ত মুকুতাৰ গাত খোদিত চিত্ৰসম্বলিত অলঙ্কাৰবোৰৰ আচলতে কলাসুলভ মূল্য বৰ বেছি নহয়। সেইবিলাকৰ সৰহভাগেই পাশ্চাত্য আৰ্হিৰ। তাৰ কিছুমান পশ্চিমৰ দেশবোৰৰ পৰা আমদানিকৃত হ'বও পাৰে।

প্ৰাচীন গজদন্ত শিল্পৰ অতি সামান্য অংশহে আমাৰ হাতলৈ আহিছে। কিন্তু হাতী-দাঁতেৰে সুন্দৰ সুন্দৰ শিল্পবস্তু নিৰ্মাণ কৰা হৈছিল প্ৰচুৰ পৰিমাণে। শিলালিপিবিলাকত গজদন্ত শিল্পীগোষ্ঠী বা গীল্ডবিলাক আছিল বুলি উল্লেখ আছে। হাতী-দাঁতৰ কাম কৰা শিল্পবৃত্তিৰ পৃষ্ঠপোষকো আছিল বহুত আৰু সমাজত সম্মানিত বৃত্তি বুলি গণ্য হৈছিল। তেতিয়াৰ ভাৰতীয় হাতী-দাঁতৰ শিল্পৰ সকলোতকৈ সুন্দৰ নিদৰ্শন নহ'লেও অতি কৌতূহলোদ্দীপক এপদ শিল্পবস্তু হৈছে হাৰ্কুলেনিয়াম নগৰত পোৱা সৰু এক দেৱীমূৰ্তি। সেই পদ বস্তু নিশ্চয় ভাৰতৰ পৰা ইজিপ্ত হৈ মছলা আৰু উত্তৰ বস্ত্ৰৰ সৈতে ৰপ্তানি হৈ সেই নগৰ পাইছিলগৈ। বৰ সুন্দৰ আছিল হাতী-দাঁতৰ কাৰুকাৰ্যপূৰ্ণ ফলিবোৰ। মূলতে সেইবোৰ ব্যৱহাৰ কৰা হৈছিল কোনো বাকচৰ ঢাকোনত বা কাষত লগাবলৈ বা টেমা বা পেটিকাৰ সাঁফৰত লগাবলৈ। এনে বহুত প্লেক্ বা হাতী-দাঁতৰ ফলক বৰ্তমানৰ কাবুল নগৰৰ পৰা পঞ্চাশ মাইল পশ্চিমলৈ থকা প্ৰাচীন কুষাণ কেন্দ্ৰ বেগ্ৰাম নামে ঠাইত পোৱা গৈছে। এই গজদন্ত প্লেক্ বা ফলিবোৰ যদিও দেশান্তৰ এনে কিছুমান ঠাইত পোৱা গৈছিল, যিবোৰৰ ওপৰত পাশ্চাত্য প্ৰভাৱ সহজেই পৰিব পাৰিছিল, তথাপি এই প্লেক্‌বোৰৰ ডিজাইন সম্পূৰ্ণ ভাৰতীয় প্ৰেৰণাৰ পৰা উদ্ভুত। গতিকে হয় সেইবিলাক ভাৰতৰ পৰাই আমদানি কৰা হৈছিল নহ'লে যিসকলে গঢ়িছিল সেইসকল শিল্পীয়ে ভাৰতীয় গুৰুৰ পৰা সেই বিদ্যা লাভ কৰিছিল। সেই প্লেক্‌বোৰৰ চিত্ৰিত ছবিবোৰ দকৈ কটা ৰেখাৰে অংকিত। লঘুভাৱে নিৰ্মিত হ'লেও সেইবিলাকে আচৰিত ধৰণে

এক গভীৰ মাত্ৰাযুক্ত মূৰ্তিৰ অনুভৱ মনৰ মাজত জগাই তুলিব পাৰে। সেই গজদন্ত শিল্পৰ মসৃণতা আৰু সৌন্দৰ্য প্ৰাচীন ভাৰতৰ কোনো শিল্পকলাতে দেখা নেযায়। হাতী-দাঁতৰ শিল্পৰ কাম বৰ্তমান কালতো ভাৰত আৰু সিংহল দেশত চলি আছে। কিন্তু অতীতৰ সেই সময়ৰ গজদন্ত শিল্পৰ মান আৰু মাধুৰ্য এতিয়াৰ সেই শিল্পই অৰ্জন কৰিব পৰা নাই।

ভাৰতীয় শিল্পীসকলে সদায় বাহুল্য ভাল পায় আৰু নিজৰ শিল্পকৰ্মৰ সকলো খুটি-নাটি কাম সম্পূৰ্ণকৈ কৰিবলৈ বিচাৰে—সেই কাৰণেই ভাৰতীয়সকলে শিল্পীসুলভভাৱে মুদ্ৰা তৈয়াৰ কৰিব নোৱাৰিছিল। পুৰণি কালৰ ভাৰতীয় মুদ্ৰাবোৰ সেইদেখি কেঁচা হাতৰ আৰু অশুৱনি। একমাত্ৰ গুপ্ত সম্ৰাটসকলৰ দিনতহে ভাৰতীয় মুদ্ৰাই কলাবস্তুৰ খিতাপ লাভ কৰিব পৰা হৈছিলগৈ, তথাপি গুপ্তযুগৰ স্বৰ্ণমুদ্ৰাবোৰো আছিল কলাসুলভ গুণৰ ফালৰ পৰা বিচাৰ কৰিলে দ্বিতীয় শ্ৰেণীৰহে। তথাপি সেইবোৰৰ এক মৌলিকতা আৰু মনোহাৰিতা গুণ আছিল। যেনে—প্ৰথম চন্দ্ৰগুপ্তৰ মোহৰত আছে সম্ৰাটে তেওঁৰ প্ৰধানা মহিষী কুমাৰদেৱীলৈ প্ৰেমপূৰ্ণ দৃষ্টিৰে চাই থকা দৃশ্য। সমুদ্ৰগুপ্তৰ মোহৰত আছে ৰজাই সিংহাসনত বহি বীণ বজাই থকা দৃশ্য। দ্বিতীয় চন্দ্ৰগুপ্তই এটা গঁড় চিকাৰ কৰি বধ কৰা দৃশ্য। সম্ৰাট কুমাৰগুপ্তই সুসজ্জিত এক ৰাজহস্তীৰ পিঠিত আৰোহণ কৰা দৃশ্য ইত্যাদি। এই যুগৰ পিছতে যি কাৰণেই নহওক মুদ্ৰা নিৰ্মাণশিল্পৰ ভাৰতত দ্ৰুত অৱনতি ঘটিছিল। মধ্যযুগীয় ৰজাসকলে মহান শিল্পী আৰু অতি দক্ষ কাৰিকৰসকলৰ পৃষ্ঠপোষকতা কৰিছিল যদিও দেখিবলৈ অতি বেয়া অপৈণত হাতৰ মুদ্ৰাৰ ডিজাইনকে লৈ সন্তুষ্ট হ'ব লগাত পৰিছিল।

তাৰ ভিতৰত ব্যতিক্ৰমী আছিল বেক্‌ট্ৰিয়াৰ গ্ৰীক ৰজাসকলে মৰা ডাঙৰ আকাৰৰ ৰৌপ্য মুদ্ৰাবোৰ। তাৰ ওপৰত খোদিত ছবিবোৰ পৃথিৱীৰ মুদ্ৰাচিত্ৰবোৰৰ ভিতৰতে সূক্ষ্মতম আৰু সবাতোকৈ সুন্দৰ। কিন্তু এই মুদ্ৰাবোৰৰো প্ৰেৰণা আছিল সম্পূৰ্ণ গ্ৰীক। আৰু নিঃসন্দেহে সেইবোৰৰ ডিজাইনো কৰিছিল গ্ৰীক কাৰিকৰসকলেই। সেই মুদ্ৰাবোৰ ভাৰতত বহলুৱাকৈ চলিছিল বুলিও ধাৰণা নহয়। কাৰণ ভাৰতত গ্ৰীক ৰজাসকলে দুটা ভাষাত লিখা মুদ্ৰাহে প্ৰচলন কৰিছিল। পিছৰ যুগৰ শক আৰু কুষাণ ৰজাসকলেও সেইটোকে কৰিছিল।

## সঙ্গীত

আৰ্যসকল যে সঙ্গীতৰ সপ্তসুৰ সম্বলিত স্বৰমাত্ৰাৰ লগত সুপৰিচিত আছিল, সেই কথাৰ কিছু প্ৰমাণ আছে। সামবেদৰ বেদমন্ত্ৰ গান কেনেকৈ গাব লাগিব তাৰ বাবে থকা নিৰ্দেশবোৰৰ পৰা জনা যায় যে মধ্যযুগত সৰল মন্ত্ৰগান যিদৰে পূজা-অৰ্চনাৰ সময়ত গোৱা হৈছিল বৈদিক যুগত বেদমন্ত্ৰ গানো গোৱা হৈছিল সেই একে ধৰণেই। ব্ৰাহ্মণসকলে

সেই প্ৰাচীন সামগানৰ সুৰ প্ৰায় অবিকল একে ধৰণেই ৰাখিছে বৰ্তমান সময়লৈকে। সেই বৈদিক যুগৰ পৰা খ্ৰীষ্টাব্দ গণনা আৰম্ভ হোৱাৰ প্ৰথম কেইটামান শতাব্দীলৈকে তাৰ ভিতৰৰ কালছোৱাত ভাৰতীয় সঙ্গীতৰ কেনে ধৰণৰ উন্নতি বা প্ৰগতি হৈছিল সেই বিষয়ে আমাৰ বিশেষভাৱে একো জানিবৰ উপায় নাই। কিন্তু তাৰ পিছৰ যুগত এজন অনামী অজ্ঞাত লেখকে নাট্য-নৃত্য আৰু সঙ্গীতৰ বিষয়ে এখন পাঠ্যগ্ৰন্থ ৰচনা কৰিছিল। সেই যুগৰ প্ৰচলিত প্ৰথা অনুযায়ী লেখকে কিতাপখনৰ ৰচয়িতা বুলি প্ৰাচীন ঋষি ভৰতৰ নাম দিলে। ভাৰত-নাট্যশাস্ত্ৰ নামে খ্যাত সেই পুথিয়েই নৃত্য-নাট্য-সঙ্গীত এই তিনি সুকুমাৰ কলাৰ বিষয়ে ভাৰতৰ প্ৰাচীনতম তত্বগ্ৰন্থ বুলি আজিও পৰিগণিত হৈ আছে। এই গ্ৰন্থৰ পৰাই বুজা যায় যে সেই সময়তে ভাৰতৰ এক পূৰ্ণাঙ্গভাৱে গঠিত বিধিবদ্ধ সঙ্গীতৰ পদ্ধতি আছিল আৰু সেই পদ্ধতিৰ লগত বৰ্তমানে প্ৰচলিত ভাৰতীয় উচ্চাঙ্গ সঙ্গীতৰ পাৰ্থক্য প্ৰায় নায়েই। কোনোবাই যদি কোনো দক্ষিণ ভাৰতীয় সঙ্গীতবিশাৰদে বীণত ভাৰতীয় ধ্ৰুপদী সঙ্গীত বজোৱা শুনিছে তেন্তে তেওঁ হাজাৰ বছৰৰ আগতে বজোৱা ভাৰতীয় সঙ্গীতৰ ধ্বনিকে শুনিছে বুলি ধৰি ল'ব পাৰে। এই কাৰণেই, তলত বিষয়টোৰ অতি উচ্চ স্তৰৰ প্ৰযুক্তিগত প্ৰকৃতিৰ বাবেই আমি চমুকৈ প্ৰাচীন ভাৰতীয় সঙ্গীতৰ বিষয়টো আলোচনা কৰিম।

ভাৰতীয় প্ৰাচীন সঙ্গীতত মূলতে সপ্তসুৰৰ সমাৰোহ—সাতসুৰীয়া। এই সপ্তসুৰৰ মোটামুটিভাৱে ইউৰোপীয় সঙ্গীতৰ প্ৰধান সুৰমাত্ৰাৰ (major scale) লগত তুলনীয়। সেই সপ্তসুৰৰ প্ৰত্যেকটোৰ বিস্তাৰ হ'ব পাৰে প্ৰত্যেকৰে অৰ্ধসুৰ আৰু এক-চতুৰ্থাংশ সুৰ বা শ্ৰুতিৰে। সপ্তসুৰ হৈছে—সৰোজ, ঋষভ, গান্ধাৰ, মধ্যম, পঞ্চম, ধৈৱত আৰু নিষাদ। আজিকালি সংক্ষিপ্তভাৱে সেই সাতটা সুৰৰ বৰ্ণনা দিয়া হয় সা-ৰে-গা-মা-পা-ধা আৰু নি বুলি। সা-ৰে-গা-মা-পা-ধা-নি-সা এই অক্টেভ্ বা অষ্টমাত্ৰাত বাইশটা 'শ্ৰুতি' বা এক চতুৰ্থাংশ স্বৰ আছে। যেনে— সা—৪, ৰে—৩, গা—২, মা—৪, পা—৪, ধা—৩, নি—২, সা—১— ওপৰৰ স্বৰলিপিৰ পৰা দেখা যায় যে সা, মা আৰু পা এই তিনিটা সুৰৰ ত্ৰৈমাত্ৰিক তীব্ৰতা থাকিব পাৰে। (এইকেইটা সুৰৰ ধ্বনি মোটামুটিভাৱে ইউৰোপীয় 'দো', 'ফা' আৰু 'ছো' সুৰৰ লগত তুলনীয়।) এই এক-চতুৰ্থাংশ সুৰবোৰ ভাৰতীয় সঙ্গীতত অলঙ্কৰণৰ সময়ত গলাৰ কাজ কৰোতে ব্যৱহৃত হয় অতি সাৰ্থকভাৱে। কিন্তু ৰাগবিস্তাৰৰ সময়তো সেইবোৰৰ ব্যৱহাৰ কৰা হয় সময়ে সময়ে। সেইটো কৰোতে ইউৰোপীয় কোনো শ্ৰোতাৰ অনভ্যস্ত কাণত সি বেসুৰা বুলি গণ্য হ'ব পাৰে।

সপ্তসুৰৰ সা-ধ্বনিৰ ওপৰত নিৰ্ভৰশীল স্বৰগ্ৰামৰ লগত ইউৰোপীয় মেজৰ স্কেলৰ ধ্বন্যাত্মক সাদৃশ্য যেনেদৰে দেখা যায় ঠিক তেনেদৰে বাকী সুৰবো কোনো কোনোটোৰ লগত ইউৰোপীয় সঙ্গীতৰ আন আন স্কেলৰ সদৃশ ধ্বনিগত সমতা থাকিব পাৰে। যাৰ ফলত ধৰ্মীয় সঙ্গীতবোৰত সমান সুৰধ্বনি কৰ্ণগোচৰ হোৱা সম্ভৱ।

উপৰি উক্ত 'গ্ৰাম' শব্দৰে আমি 'স্কেল্' বুজাইছো। কিন্তু ভাৰতীয় সঙ্গীতত আৰু কিছুমান মৌলিক সুৰ-বিচাৰ আৰু বিভাজন আছে। সেইবোৰৰ একোটাক বোলে ৰাগ। একোটা ৰাগত ওপৰৰ সপ্তসুৰৰ পাঁচোটা বা ততোধিক সুৰ থাকে। ভাৰত-নাট্যশাস্ত্ৰত তেনে ত্ৰিশটা ৰাগৰ উল্লেখ আছে। কিন্তু তাৰ পিছতো ৰাগৰ সংখ্যা বাঢ়ি বাঢ়ি গৈ এতিয়া সেইবোৰৰ লেখ শ-শত পৰিছেগৈ। ৰক্ষণশীল তত্ত্বানুসৰি মূল ৰাগৰ সংখ্যা মাথোন ছয়। আনবোৰ কেৱল ৰাগিণী-ৰাগবিলাক পুংলিঙ্গ বুলি ধৰি ৰাগিণীবোৰ ৰাগবিলাকৰ পত্নী বুলি কল্পনা কৰা হয় বাবে সেই নাম। এই ছয় মূল ৰাগৰ তালিকাখন বেলেগ বেলেগ ধৰণে পোৱা যায়। তাৰ ভিতৰতে আটাইতকৈ পুৰণা তালিকাখন আছে ভৰতৰ নাট্যশাস্ত্ৰত, তলত দিয়া ধৰণে :

ভৈৰৱ : গ ঘ + ঙ, চ, ক +, খ, গ
কৌশিক : গ, ঙ +, চ, ক +, খ +, গ
হিন্দোল : গ, ঙ, চ‡ ক, খ, গ,
দীপক : গ, ঘ+ ঙ চ‡ ক খ গ
শ্ৰীৰাগ : গ, ঘ+, ঙ, চ‡, ছ, ক+ খ গ
মেঘ : গ, ঘ, চ, ছ, ক, গ

ৰাগবিলাকৰ সঞ্চাৰৰ সময়ো বেলেগে বেলেগে ভাগ কৰি থোৱা আছে। কাৰণ সকলো সময়তে যি কোনো ৰাগ খাপ নেখায়। ওপৰত দিয়া ৰাগৰ তালিকাৰ পৰা সেইমতে ভৈৰৱ ৰাগ বিস্তাৰৰ সময় হৈছে পুৱে ধলফাট দিবৰ পৰত। মেঘ ৰাগৰ সময় হৈছে ৰাতিপুৱা। দীপক আৰু শ্ৰীৰাগ বিস্তাৰৰ সময় হৈছে অপৰাহ্ন। কৌশিক আৰু হিন্দোল ৰাগৰ সময় হ'ল ৰাত্ৰিকাল। ৰাগ ভৈৰৱ হৈছে সমীহ আৰু ভয়ভাবৰ প্ৰকাশক; কৌশিক ৰাগত ব্যক্ত হয় হাস্যমুখৰ আনন্দ ; হিন্দোল, দীপক আৰু শ্ৰীৰাগত প্ৰকাশ হয় প্ৰেমানুৰাগ। আনহাতে মেঘৰাগ সংযুক্ত শান্তি আৰু সৌম্যগুণৰ লগত। এইটো মন কৰিবলগীয়া যে ইউৰোপীয় সঙ্গীতৰ প্ৰধান স্কেলৰ একেবাৰে নিকট সাদৃশ্যৰ ভাৰতীয় ৰাগ পঞ্চম ৰাগৰ সময়কাল ৰাতি আৰু বিষয় হৈছে প্ৰেমানুভূতি।

ভাৰতীয় সঙ্গীতত 'হাৰ্মনি' অৰ্থাৎ ঐকতান নাই। আছে সুৰ। সেই সুৰে অগ্ৰগতি লাভ কৰে কীবৰ্ডৰ বিভিন্ন নিকটস্থ সুৰবোৰ যুক্ত কৰি। কিন্তু সেই সুৰময়তাই ইউৰোপীয় সঙ্গীতত কৰা দি কোনো সুৰৰ ঐকতান প্ৰস্তুত নকৰে। ভাৰতীয় সঙ্গীতত থাকে এক নিম্ন মাত্ৰাৰ গুণ্‌গুণ্‌নি সুৰ যিটোক ইংৰাজীত 'ড্ৰোন্ নোট্' বুলি কোৱা হয়। লগত থাকে তবলা বা খোলবাদনৰ প্ৰেৰণা। এইদৰে অতি সূক্ষ্ম আৰু জটিল সুৰৰ কটা-কটি কৰি কৰি ভাৰতীয় সঙ্গীতৰ ছন্দ ৰচিত হয়। সুৰৰ সেই অতি চিকুণ খেলৰ আবেদন গ্ৰহণ কৰিব পাৰে ভাৰতীয় ধ্ৰুপদী সঙ্গীতৰ ব্যাকৰণৰ লগত কিছু দূৰ হ'লেও পৰিচিত শ্ৰোতাইহে। এই সুৰৰ মায়াজালেই ইউৰোপীয় সঙ্গীতৰ হাৰমনিৰ স্থান লয় ভাৰতীয়

সঙ্গীতত। অতি প্ৰাচীন কালৰ গ্ৰীসকলৰ দৰেই ভাৰতীয়সকলেও অসাধাৰণ ধৰণৰ তাল যেনে $\frac{৫}{৪}$ আৰু $\frac{৭}{৪}$ ধৰণৰ তাল ভাল পাইছিল আৰু এতিয়াও পায়। তাল হৈছে গানৰ ছন্দায়িত ধ্বনি। ভাৰতীয় সঙ্গীতৰ ব্যাকৰণত তালৰ গুৰুত্ব ৰাগৰ ঠিক পিছতে। ভৰত মুনিয়ে বাইশটা তালৰ উল্লেখ কৰি গৈছে। কিন্তু সেইবোৰৰ পিছতো আৰু অনেক নতুন তালৰ উদ্ভাৱন আৰু সংযোজন হৈছে। তালৰ গঠন জটিল ধৰণৰ। প্ৰথমতে আদিতাল। তাত থাকে সৰল $\frac{২}{৪}$ মাত্ৰা। তাৰ পিছৰ ৰূপকত থাকে $\frac{৩}{৪}$ মাত্ৰ [সঙ্গীত শাস্ত্ৰত তাৰ চিহ্ন এনে ধৰণৰঃ |ऽS|ऽ SSS| |] তাৰ মাজতে চমক খুৱাই দিব পৰা ঝম্পা তাল আছে $\frac{১০}{৮}$ মাত্ৰাৰ (|ऽS|ऽSS|ऽS|ऽ|ऽS| আৰু আছে চৈধ্য মাত্ৰাৰ 'আতা' তাল ঃ |ऽS|ऽSS| ऽS|ऽSS|ऽS|ऽS| যেতিয়া দুটা বা ততোধিক এনে জটিল তাল মিশ্ৰিত কৰি বিভিন্ন সুৰৰ অলঙ্কৰণ সহকাৰে গায়কে গাবলৈ আৰম্ভ কৰে সেই ছন্দজাল অনভ্যস্ত ইউৰোপীয় শ্ৰোতাৰ বাবে দুৰ্বোধ্য হোৱাটো স্বাভাৱিক। যেনেদৰে পাশ্চাত্য সঙ্গীতৰ চাৰি অংশৰ 'ফিউগ্' এটা ভাৰতীয় শ্ৰোতাৰ মনত দুৰ্বোধ্য যেন লাগিব।

ভাৰতীয় সঙ্গীতকাৰ প্ৰাচীন কালতে সদা-উদ্ভাৱনশীল আছিল আৰু এতিয়াও সেই চিৰ-উদ্ভাৱনশীল। ভাৰতীয় সঙ্গীতকাৰে কোনো সহজ সুৰ পৰিবেশন কৰোতে ধৰাবন্ধা বৰ্ণমালাৰ ক্ৰম অনুসৰণ নকৰে। কোনো নতুন বৰ্ণমালা বা ক্ৰমো স্থায়ীভাৱে সৃষ্টি নকৰে। ফলত প্ৰাচীন গুৰুসকলৰ সঙ্গীত পৰিবেশনৰ ৰীতি চিৰকালৰ কাৰণে লুপ্তই হৈছে বুলিব পাৰি। বৰ্তমান কালতো প্ৰত্যেক সঙ্গীত পৰিবেশনতে একেবাৰে নতুন সঙ্গীত ৰচনা কৰি গোৱা হয়। গায়কে নিজৰ ৰাগ আৰু তাল প্ৰথমে নিৰ্বাচন কৰি লৈ এটা পৰিচিত ৰাগেৰে আৰম্ভ কৰিব—কিন্তু সুৰবিস্তাৰ কৰিব নিজৰ মনৰ মতে—বিভিন্ন সুৰৰ বৈচিত্ৰ্য আৰু অলঙ্কৰণেৰে দ্ৰুত আৰু মন্থৰ তালৰ মিশ্ৰণ কৰি আৰোহণ-অৱৰোহণ সমাপ্ত কৰি শ্ৰোতাৰ কাণত নতুন স্বাদৰ সঙ্গীত বৰ্ষণ কৰিব।

ভাৰতীয় সঙ্গীতৰ প্ৰধান বাদ্য আছিল বীণা। সাধাৰণতে ইংৰাজীত তাক ভুলকৈ 'Lute' বুলি অনুবাদ কৰা হয়। এই শব্দেৰে প্ৰথমতে বুজোৱা হৈছিল দশতন্ত্ৰী ধেনুভিৰীয়া বীণাক। একে ধৰণৰ কিন্তু ক্ষুদ্ৰাকৃতি ধেনুভিৰীয়া বীণা ব্যৱহাৰ কৰা হৈছিল প্ৰাচীন ইজিপ্ত আৰু মধ্য প্ৰাচ্যৰ বহুতো পুৰণা সভ্যতাত। ভাৰততো সেইটোৱেই চলিছিল। কিন্তু গুপ্তযুগৰ শেহৰ ফালে এনে বীণাৰ ব্যৱহাৰ ভাৰতীয় সঙ্গীতকাৰসকলে নকৰা হৈছিল। তাৰ ঠাই লৈছিল নাচপতি আকাৰৰ খোলযুক্ত তন্ত্ৰীযুক্ত বীণে। সেই তাঁৰবোৰত আঙুলি বুলাই বা মেজাফ্ পিন্ধি বজোৱা হৈছিল। অষ্টম শতিকাত সেই ধৰণৰ বীণাও অপ্ৰচলিত হ'ল। তাৰ ঠাইত দীঘলীয়া গোলাকৃতি লাওৰ ওপৰত তাঁৰ লগাই নতুন ধৰণে বীণা সজা হ'ল। তাৰ পিছতহে আধুনিক বীণাৰ ডিজাইন হ'ল। চৰিৰে বজোৱা তন্ত্ৰীযুক্ত বাদ্যযন্ত্ৰও আছিল। কিন্তু মুছলিমসকলৰ আগমনৰ আগলৈকে উচ্চ শ্ৰেণীৰ সমাজত সেইবোৰ বজোৱা নহৈছিল। বাঁহী আৰু যি কোনো পেঁপাজাতীয় বাদ্যযন্ত্ৰৰো ব্যাপক

ব্যৱহাৰ হৈছিল। কিন্তু শিঙা, ভেৰি আদি কিবা সংকেত দিয়া কামত ব্যৱহৃত হ'লেও সঙ্গীতানুষ্ঠানত ব্যৱহাৰ কৰা নহৈছিল। এনে ধৰণৰ বতহৰা বাদ্যবোৰৰ অন্যতম আছিল শঙ্খ। 'মলাস্ক্' প্ৰজাতিৰ সাগৰীয়া শামুক এবিধৰ পৰা শঙ্খ প্ৰস্তুত কৰা হৈছিল। যুদ্ধৰ প্ৰাৰম্ভতে, পূজাত উপাস্য দেৱতাক আহ্বান কৰিবলৈ বা যি কোনো সামাজিক অনুষ্ঠানত শঙ্খধ্বনি কৰা হৈছিল। শঙ্খধ্বনি মাঙ্গলিক বুলি গণ্য হৈছিল। হাতেৰে টুকুৰিয়াই বজোৱা বাদ্যযন্ত্ৰও অসংখ্য আৰু বিচিত্ৰ ধৰণৰ আছিল। সৰু সৰু আঙুলিৰে বজোৱা তবলাৰ দৰে বাদ্য সঙ্গীতানুষ্ঠানৰ বাবে অপৰিহাৰ্য আছিল। বিভিন্ন ধৰণৰ তাল, খোল, ডম্বৰু, ঘণ্টা আদিৰো ব্যৱহাৰ ব্যাপকভাৱে কৰা হৈছিল।

ভৰতৰ নাট্যশাস্ত্ৰৰ সাক্ষ্যৰ পৰা জনা যায় যে বৰ্তমান কালৰ দৰেই দুহাজাৰ বছৰৰ আগৰ ভাৰতীয় লোকেও গম্ভীৰ গলাৰ ঈষৎ অনুনাসিক কণ্ঠস্বৰ ভাল পাইছিল। কাৰণ সেইটো মানুহৰ গানৰ বাবে স্বাভাৱিক কণ্ঠস্বৰ। ইউৰোপীয়সকলৰ এই বিষয়ত ৰুচি বেলেগ। ভাৰতীয় সঙ্গীতকাৰে অকল কণ্ঠসঙ্গীতেৰেই সুদীৰ্ঘ ধ্ৰুপদী সঙ্গীতৰ অনুষ্ঠান পৰিবেশন কৰে। কণ্ঠত সৰল ৰাগৰ সুৰময় ধ্বনি কৰা দেৱতাক আহ্বান কৰা ভাৰতীয় গায়কৰ বাবে সাধাৰণ কথা। তেতিয়া কণ্ঠই এক প্ৰকাৰ বাদ্যযন্ত্ৰৰ দৰে হৈ পৰে।

মধ্যযুগৰ শেহৰ ফালে সঙ্গীতকে বৃত্তি হিছাপে গ্ৰহণ কৰা শিল্পীসকল সঞ্চিত সম্পদৰ দৰে হৈ পৰিল ভাৰতত। সেইসকল ওস্তাদ বা সঙ্গীতজ্ঞৰ ধনী ধনী মানুহৰ ওচৰত খুব কদৰ আছিল ঠিকেই। কিন্তু সাধাৰণতে সেইসকল লোক আছিল সমাজৰ নিম্ন বৰ্ণৰ লোক। কিন্তু প্ৰাচীন ভাৰতৰ গৌৰৱময় দিনবোৰৰ কথা সুকীয়া। তেতিয়া সঙ্গীতৰ জ্ঞান আছিল সদ্বংশজাত মানুহৰ অতি আদৰণীয় গুণ। ভাৰতীয় প্ৰবাদ এটা আছিলেই তেনে ধৰণৰ— "সাহিত্য-সঙ্গীত-কলাবিহীনঃ সাক্ষাৎ পশুঃ পুচ্ছ বিষাণহীনঃ।" অৰ্থাৎ সাহিত্য, সঙ্গীত আৰু কলাৰ বিষয়ে যি একো নেজানে সি নেজ আৰু শিং নোহোৱা পশুৰ তুল্য।

## নৃত্য

সঙ্গীতৰ দৰেই ভাৰতীয় নৃত্যৰো অতি সামান্যহে সালসলনি হৈছে বিগত বহু শতাব্দীৰ ভিতৰত। এতিয়াও উদয়শঙ্কৰ আৰু ৰামগোপালৰ দৰে শ্ৰেষ্ঠ ভাৰতীয় নৃত্যবিশাৰদসকলে ভৰতৰ নাট্যশাস্ত্ৰত দিয়া নিৰ্দেশ মতেই নাচে। ভাৰতত নৃত্য আৰু নাট্যৰ সম্বন্ধ বৰ নিবিড় আছিল। দৰাচলতে দুয়োটাই মূলতে একেটা শব্দই আছিল। 'নাট্য' শব্দটো নৃত্যৰ প্ৰাকৃত ভাষান্তৰ মাথোন। দুইটা শব্দই যুটীয়াকৈ 'অভিনয়'— অৰ্থাৎ অষ্ট আবেগৰ প্ৰকাশ বুজায়। নাট্যই প্ৰধানকৈ ব্যৱহাৰ কৰিছিল শব্দ আৰু ভঙ্গী। নৃত্যই ব্যৱহাৰ কৰিছিল সঙ্গীত আৰু ভঙ্গী। অন্যান্য সভ্যতাৰ দৰেই ভাৰতীয় নাট্য উদ্ভৱ হৈছিল

পূজাৰ স্থলীত ধৰ্মীয় ক্ৰিয়া-কাণ্ডৰ লগত যুক্ত ধ্বনি আৰু নৃত্যৰ অনুকৰণৰ পৰাই। সেই বিষয়ে কোনো সন্দেহ নাই।

ভাৰতীয় নৃত্য কেৱল হাত আৰু ভৰিৰ কছৰৎ নহয়—ই নৃত্যকাৰৰ সমস্ত শৰীৰকে সামৰে। নাচনীৰ হাতৰ কেএঞা আঙুলিটোৰ লৰচৰ আৰু চকুৰ চেলাউৰিৰ সংকোচন সকলো সম্পূৰ্ণৰূপে নিয়ন্ত্ৰিত হ'ব লাগিব। দেহৰ প্ৰতি অঙ্গি-ভঙ্গি কোন সময়ত কেনে হ'ব লাগিব তাৰো বেলেগে বেলেগে নিৰ্দেশ বিতংভাৱে দিয়া আছে। উদাহৰণ স্বৰূপে, অকল ভাৰত নাট্যশাস্ত্ৰতে নৃত্যকাৰৰ মস্তকৰ বাবে তেৰটা ভঙ্গী, চকুৰ বাবে ছয়ত্ৰিছটা, গ্ৰীবাদেশৰ বা নটা ভঙ্গিমা, হস্তদ্বয়ৰ বাবে সাতত্ৰিছটা আৰু কায়ভাগৰ বাবে দহোটা ভঙ্গীৰ উল্লেখ আছে। নাট্যশাস্ত্ৰবিষয়ক পৰৱৰ্তী কালৰ গ্ৰন্থবোৰত আৰু বহুত অঙ্গি-ভঙ্গিৰ বৰ্ণনা আৰু দিহা দিয়া হৈছে। শৰীৰৰ অঙ্গ-প্ৰত্যঙ্গৰ প্ৰতিটো অনুশীলিত ভঙ্গীৰে বিশেষ কোনো বস্তু বা মনৰ ভাৱাবেগ প্ৰকাশ কৰাৰ নিয়ম ভাৰতীয় নৃত্যত। ইমানবোৰ অৰ্থবহ অঙ্গি-ভঙ্গিৰে সু-সংহত নৃত্য পৰিবেশন কৰি নৃত্যকাৰে অনায়াসে যি কোনো কাহিনী দৰ্শকক ক'ব পাৰে আৰু নাচোনৰ ৰীতিৰ বিষয়ে জ্ঞান থকা অভ্যস্ত দৰ্শকৰ বাবেও সেই নৃত্যৰ ৰস গ্ৰহণ কৰা সহজ।

ভাৰতীয় নৃত্যকলাৰ আটাইতকৈ চমকপ্ৰদ দিশ হৈছে হাতৰ অঙ্গি-ভঙ্গিৰ ব্যৱহাৰ। এই হাতৰ ভঙ্গীবোৰকে মুদ্ৰা বুলি কয়। হস্তমুদ্ৰাৰ জৰিয়তে শিল্পীয়ে বিভিন্ন ভাৱাবেগ প্ৰকাশ কৰাৰ উপৰি দেৱতা, বিভিন্ন জীৱ-জন্তু, মানুহ, প্ৰাকৃতিক দৃশ্যাৱলী, বিভিন্ন কৰ্ম আদি সকলো কথাকে সংকেত দি বুজাই দিব পাৰে। পিছৰ যুগৰ নৃত্যশাস্ত্ৰবোৰত বহু শ তেনে মুদ্ৰাৰ বৰ্ণনা আৰু শিক্ষণীয় পাঠ দিয়া আছে। সেইবিলাক হস্তমুদ্ৰা যে অকল নৃত্যতেহে ব্যৱহাৰ কৰা হৈছিল সেইটো নহয়। পূজা-পাতল আৰু ধৰ্মীয় কৰ্মকাণ্ড কৰোঁতেও সেইবোৰ হস্তমুদ্ৰা ব্যৱহাৰ কৰা হয়। আনকি ভাস্কৰে মূৰ্তি গঢ়োঁতেও মূৰ্তিৰ হস্তত মুদ্ৰা আৰোপ কৰে নিজৰ শিল্পকৰ্মৰ প্ৰয়োজন মতে।

এই জটিল আৰু অতি উন্নত নৃত্যকলাত বিশাৰদ হ'বলৈ বহু বছৰৰ প্ৰশিক্ষণ লাগে। সেইবাবে সৰ্বযুগত প্ৰধানকৈ বৃত্তিয়াল নৃত্যশিল্পীসকলেই এই মহান কলাৰ চৰ্চা কৰিছিল। কিন্তু সাহিত্য-গ্ৰন্থবিলাকত কোনো কোনো সময়ত ৰজা-ৰাজকুমাৰ আৰু ৰাণী-ৰাজকুমাৰীসকলেও প্ৰাসাদত নৃত্য-চৰ্চা কৰাৰ কথা পোৱা যায়। প্ৰাচীন ভাৰত লোকনৃত্যত অতি চহকী আছিল। উৎসৱাদিত সাধাৰণ লোকে নাচিছিল। পিছলৈ নিম্ন বৰ্ণৰ মানুহৰ বাহিৰে আন লোকে ৰাজহুৱা স্থানত নাচ-বাগ নকৰিছিল। কিন্তু প্ৰাচীন কালত কোনো শ্ৰেণী বা বৰ্ণৰ মানুহৰ বাবেই নৃত্য-গীত কৰাত কোনো সামাজিক বাধা-নিষেধ থকাৰ কথা পোৱা নেযায়। একমাত্ৰ বোধহয় পুৰোহিতালি বা যজ্ঞাদি পৰিচালনা কৰা নিষ্ঠাবান ব্ৰাহ্মণসকলৰ বাহিৰে সকলোৱেই মন গ'লে নৃত্যত যোগ দিব পাৰিছিল।

# ন

# ভাষা আৰু সাহিত্য

## ১। ভাষা

**সংস্কৃত ঃ**

বহু যুগৰ আগৰ পৰাই সমগ্ৰ বিশ্বতে এটা কথা মানি লোৱা হৈছে যে ফিনিছ, ইষ্টোনিয়ান, হাঙ্গেৰিয়ান, তুৰ্কী আৰু বেস্ক ভাষাৰ বাহিৰে ইউৰোপৰ আন সকলো ভাষাৰে সংস্কৃত ভাষা দূৰ সম্পৰ্কীয় জ্ঞাতিভাষা—একে গোত্ৰৰ। উপৰি উক্ত ভাষাকেইটাৰ বাহিৰে ইউৰোপৰ আন সকলো ভাষাৰে উমৈহতীয়া উপৰিপুৰুষ বিচৰা হয় ২,০০০ মান বছৰৰ আগতে দক্ষিণ ৰুছিয়াৰ ষ্টেপলেণ্ড্ছ, তৃণভূমিত বসবাস কৰা কিছুমান উপজাতিৰ কথিত ভাষা বা দোৱানত। পাশ্চাত্য দেশবোৰৰ ভাষাবোৰৰ লগত সংস্কৃত ভাষাৰ সম্বন্ধ থকাৰ কথা কওঁতে বহুত দেখদেখ সাদৃশ্যলৈ আঙুলিয়া হয়। যেনে 'পিতৃ'— 'ফাদাৰ' আৰু 'মাতৃ'-'মাদাৰ'। কিছুমান কম স্পষ্ট সাদৃশ্যও আছে। যেনে সংস্কৃত 'শ্বন' শব্দৰ অৰ্থ কুকুৰ। গ্ৰীকভাষাতো একে উচ্চাৰণৰ কুকুৰ বুজোৱা শব্দ আছে 'কান্', লেটিন ভাষাত 'কেনিচ' (Canis), জাৰ্মান ভাষাত 'Hund', ইংলিছ ভাষাত hound। মনত ৰাখিব লাগিব যে জাৰ্মানিক 'h' আখৰটো মূলতে 'k' ৰ দৰে উচ্চাৰিত হৈছিল। তেনেকৈ সংস্কৃত 'চক্ৰ' শব্দটোৰ ইংৰাজী 'Wheel' বোলা সমাৰ্থক শব্দৰ লগত সম্বন্ধ আছে। কাৰণ দুইটা শব্দৰে উৎপত্তি হৈছে মূল কোৱেকুলো (kwekulo) শব্দটোৰ পৰা। সেই শব্দটোৰেই হৈছে 'গ্ৰীক kúklos (= বৃত্ত, চকা) আৰু পুৰণা ইংলিছ (অল্ড্ ইংলিছ) ভাষাৰ 'kwegol' (যি শব্দৰ পৰা আধুনিক ইংৰাজী 'wheel' শব্দ ওলাইছে) তাৰ উপৰিপুৰুষ। এনেকৈ শ শ শব্দৰ মাজৰ মূলগত সম্বন্ধ আবিষ্কৃত হৈছে। প্ৰথমতে সেই সম্বন্ধ নাই যেন লাগিলেও সেইবোৰৰ মাজৰ প্ৰাচীন সগোত্ৰীয় সম্বন্ধৰ বিষয়ে এতিয়া কোনো অনিশ্চয়তা নাই।

গ্ৰীক আৰু লেটিন ভাষাৰ বিষয়ে সামান্য জ্ঞান থকা পাঠকেও তৎক্ষণাৎ সেই দুই ভাষাৰ কথন-প্ৰণালী আৰু সংস্কৃত কথন-প্ৰণালীৰ মাজত থকা সম্বন্ধৰ বিষয়ে বুজিব পাৰিব। সংস্কৃত ক্ৰিয়া পদ 'অস্' ধাতুৰ বৰ্তমান কাল একবচন আৰু বহুবচনত ধাতুৰূপ হৈছে তলত দিয়া ধৰণৰ ('অস্' মানে 'হোৱা') ঃ

| | |
|---|---|
| অস্মি 'I am' | স্মঃ 'we are' |
| অসি 'thou art' | স্থঃ 'you are' |
| অস্তি 'he is' | সন্তি 'they are' |

আন যি কোনো ইন্দো-ইউৰোপীয় ভাষাতকৈ সংস্কৃত ভাষাৰ মূল পিতৃভাষাৰ সৈতে সম্বন্ধ নানা ধৰণে বেছি ঘনিষ্ঠ। সংস্কৃতৰ বিষয়ে এই তথ্য আবিষ্কৃত হোৱাৰ পাছতহে বপ্, ৰাস্ক্ আৰু আন আন পণ্ডিতসকলে বিগত শতাব্দীৰ (উনৈশ শতিকাৰ) প্ৰথমাৰ্ধত ইন্দো-ইউৰোপীয় ভাষাবিলাকৰ মাজত থকা সম্বন্ধৰ কথা স্পষ্টভাৱে সাব্যস্ত কৰিবলৈ সমৰ্থ হৈছিল আৰু তাৰ ফলতে তুলনামূলক ভাষাতত্ত্ব নামে বিজ্ঞানৰো সৃষ্টি হৈছিল।

সংস্কৃত ভাষাৰ প্ৰাচীনতম ৰূপ দেখা যায় ঋক্‌বেদৰ সংস্কৃত ভাষাত। মূল পিতৃভাষাৰ লগত ঋকবৈদিক সংস্কৃতৰ সম্বন্ধ হোমাৰিক গ্ৰীক ভাষাৰ লগত ক্লাছিকেল গ্ৰীক ভাষাৰ সম্বন্ধৰে সৈতে একে। তাৰ সকলো পৰ্যায়তে সংস্কৃত ভাষাত বহুতো ইন্‌ফ্লেক্‌ছন অৰ্থাৎ শব্দ সাধন (ধাতুৰূপ শব্দৰূপ কৰণ) চলি থাকে। বেদসমূহত সেই ধৰণৰ শব্দ সাধন প্ৰচুৰ। সেইবোৰ পিছলৈ অপ্ৰচলিত হৈ গ'ল। বিশেষকৈ সংস্কৃতত ধাতুৰূপৰ জটিলতা গ্ৰীক ভাষাৰ তদ্ৰূপ জটিলতাৰ সমতুল্য। তাৰ লগে লগে সংস্কৃত ভাষাৰ শব্দগত উচ্চাৰণসমূহ আৰু অৰ্থৰ বাহুল্য আৰু বিস্তাৰো বিচুৰ্তি হ'বলগীয়া ধৰণে জটিল আছিল। পিছলৈ অৱশ্যে সেইবোৰ সৰলীকৃত কৰা হ'ল। বৈদিক সংস্কৃতত পিছৰ সংস্কৃতত থকাৰ দৰেই একোটা বিশেষ্য পদৰ আঠোটাকৈ কাৰক থাকে আৰু ক্ৰিয়া আৰু বিশেষ্য পদৰ একবচন বহুবচন থাকে।

বৈদিক সংস্কৃতৰ আন এক গুৰুত্বপূৰ্ণ কথা হৈছে ইয়াৰ ধ্বনিগত বৈচিত্ৰ্য। প্ৰত্যেকটো গুৰুত্বপূৰ্ণ শব্দত এটা উচ্চাৰণ কৰোঁতে জোৰ দিব লগা একোটা শব্দাংশ থাকে। সেই শব্দাংশৰ ওপৰত সদায় জোৰ দি উচ্চাৰণ নকৰিলেও তাৰ পৰাই উচ্চাৰণৰ স্বৰগ্ৰাম উন্নীত হয় পুৰণি গ্ৰীক ভাষাৰ দৰে। একোটা সংস্কৃত শব্দৰ এনেদৰে একোটা শব্দাংশৰ ওপৰত থকা উচ্চাৰণৰ ঘনত্ব—কোনো কোনো শব্দৰ ক্ষেত্ৰত ভাষাটোৰ বিশেষ বিধি অনুযায়ী তাৰ ব্যতিক্ৰম থাকিলেও—সমগোত্ৰীয় গ্ৰীক ভাষাৰ শব্দৰ সৈতে একে।

সংস্কৃত আৰু সংস্কৃতৰ পৰা ওলোৱা সৰহভাগ ভাষাৰে বৈশিষ্ট্য হৈছে সেইবোৰৰ কণ্ঠ্যধ্বনিযুক্ত ব্যঞ্জনবৰ্ণ। যেনে 'ক' আখৰটোৰ উচ্চাৰণ কৰা সহজ—সেইটো কৰোঁতে প্ৰশ্বাস-বায়ু কণ্ঠেৰে বেছি খৰচ নহয়। কিন্তু 'খ' উচ্চাৰণ ভাৰতীয় লোকৰ বাবে সম্পূৰ্ণ বেলেগ। সেইটো উচ্চাৰণ কৰোঁতে কণ্ঠনলীয়েদি বতাহ বেছি নিৰ্গত হয়। ইংৰাজীত যেনেকৈ 'kh' উচ্চাৰণো 'come' শব্দৰ প্ৰথম আখৰৰ ওচৰা-উচৰি। সৰহভাগ ইউৰোপীয়ৰ কাৰণে এই পাৰ্থক্য ধৰ্তব্য কথাই যেন বোধ নহ'ব। এই পাৰ্থক্য ইন্দো-ইউৰোপীয়ানসকল একত্ৰে বসবাস কৰাৰ দিনৰে পুৰণি। তেনেকুৱা কণ্ঠ্যবৰ্ণ গ্ৰীক

ভাষাতো তিনিটা আছিল ($\theta$, $\phi$ আৰু $\times$) কিন্তু খ্ৰীষ্টাব্দ গণনাৰ সময়ৰ সেইবোৰৰ মূল উচ্চাৰণ বিস্মৃত হ'ল। শব্দতাত্ত্বিক দিশত বৈদিক সংস্কৃত ভাষাৰ অন্য এক বিশেষত্ব হৈছে মূৰ্দ্ধন্য বৰ্ণবোৰ। সেইবোৰ অৱশ্যে আধুনিক সংস্কৃত ভাষাতো আছে। সেই মূৰ্দ্ধন্য বৰ্ণবোৰ হ'ল ট, ঠ, ড, ঢ আৰু ণ। ভাৰতীয় লোকৰ বাবে এই মূৰ্দ্ধন্য বৰ্ণকেইটা দন্ত্য বৰ্ণৰ ত, থ, দ, ধ আৰু ন-তকৈ বেলেগ। কিন্তু বহু দিনৰ অনুশীলন নেথাকিলে ইউৰোপীয় লোকে সেই দুটাৰ মাজৰ পাৰ্থক্য ধৰিব নোৱাৰিব। এই মূৰ্দ্ধন্য-দন্ত্য বৰ্ণৰ উচ্চাৰণ কিন্তু ইন্দো-ইউৰোপীয় মূলৰ নহয়। এইবিলাক সংস্কৃত ভাষাত প্ৰৱেশ কৰিছিল অতি প্ৰাচীন কালত ভাৰতৰ আদিবাসী প্ৰ'ট-অষ্ট্ৰোলইদ বা অষ্ট্ৰিক অথবা দ্ৰাবিড় ভাষাগোষ্ঠীৰ লোকৰ পৰা। সংস্কৃত ভাষাৰ আন এক বিশেষভাৱে লক্ষ্যণীয় কথা হৈছে 'অ' আৰু 'আ' এই দুই স্বৰবৰ্ণৰ প্ৰভাৱ। বৈদিক ভাষা অতি উৎকৃষ্ট—এই ভাষাৰ প্ৰকাশভঙ্গী বলিষ্ঠ আৰু মহৎ। এই গ্ৰন্থৰ শেহৰ ফালে বাক্যালঙ্কাৰ শীৰ্ষক অধ্যায়ত আমি বৈদিক স্তোত্ৰ দুটাৰ উদ্ধৃতি দিছো। সেয়া পঢ়িলেই পাঠকে সংস্কৃত ভাষাৰ শব্দৰ মহত্ত্বৰ বিষয়ে ধাৰণা কৰিব পাৰিব।

ঋকবেদ ৰচনাৰ পিছৰ পৰাও সংস্কৃত ভাষাৰ প্ৰভূত উন্নতি হৈছে। খ্ৰীষ্টপূৰ্ব প্ৰথম সহস্ৰাব্দৰ আদিছোৱাৰ শতাব্দীবোৰতে সংস্কৃত ভাষাৰ পুৰণি উচ্চাৰণবোৰ বিলুপ্ত হ'ল। ব্যাকৰণো আগতকৈ কিছু সৰল হ'ল। তথাপি এতিয়াও সংস্কৃত ভাষাৰ ব্যাকৰণ অতি জটিল। অনাৰ্য উৎসৰ পৰা আহৰণ কৰা বহুত নতুন নতুন শব্দই সংস্কৃতত স্থান লাভ কৰিলে। বহুত পুৰণা শব্দ বিস্মৃত হ'ল। নহ'লেও সেইবোৰ মূল অৰ্থৰ পৰিবৰ্তন ঘটিল। এনে ধৰণৰ পৰিস্থিতিত সন্দেহ উপস্থিত হ'ল যে প্ৰাচীন বেদমন্ত্ৰসমূহৰ উচ্চাৰণগত আৰু অৰ্থগত বিশুদ্ধতা ৰক্ষা পৰিব নে নাই। কাৰণ এই কথা সকলোৱে বিশ্বাস কৰিছিল যে বেদমন্ত্ৰসমূহৰ যথাযথ উচ্চাৰণ আৰু অৰ্থ ব্যাখ্যা নহ'লে সেইবোৰৰ মন্ত্ৰশক্তি সম্পূৰ্ণ ব্যৰ্থ হয় আৰু ফলস্বৰূপে ভুলকৈ মন্ত্ৰ আবৃত্তি কৰাজন বিনষ্ট হয়। সেইবাবে অকল বেদমন্ত্ৰসমূহৰ বিশুদ্ধতা ৰক্ষা কৰাৰ প্ৰয়োজনতে বৈদিক যুগৰ ভাৰতত শব্দতত্ত্ব আৰু ব্যাকৰণ বিজ্ঞানৰ চৰ্চা আৰু উন্নতি হৈছিল। ভাষাতত্ত্ব বিষয়ক প্ৰাচীনতম ভাৰতীয় গ্ৰন্থ হৈছে য়াস্ককৃত 'নিৰুক্ত'। সেই গ্ৰন্থত অপ্ৰচলিত বৈদিক ভাষাৰ শব্দবোৰৰ অৰ্থ ব্যাখ্যা কৰা হৈছে। সেইখন খ্ৰীঃ পূঃ পঞ্চম শতিকাৰে পুৰণি গ্ৰন্থ। ভাষাতত্ত্বৰ ক্ষেত্ৰত সেইখনেই আন সকলো তেনে গ্ৰন্থতকৈ বহুত আগতে লেখা গ্ৰন্থ। পাণিনিৰ মহৎ ব্যাকৰণ 'অষ্টাধ্যায়ী' ৰচিত হৈছিল সম্ভৱতঃ খ্ৰীঃ পূঃ ৪ৰ্থ শতিকাৰ শেহৰ ফালে। পাণিনিৰ ব্যাকৰণ ৰচিত হোৱাৰ লগে লগেই সংস্কৃত ভাষাই চিৰকালৰ বাবে ধ্ৰুপদী ৰূপ পৰিগ্ৰহ কৰিলে দৰাচলতে। তাৰ পিছৰ পৰা শব্দকোষ বৃদ্ধি কৰাৰ বাহিৰে অন্যক্ষেত্ৰত সংস্কৃত ভাষাৰ কোনো উন্নতিশীল পৰিবৰ্তন দেখা পোৱা নেযায়।

সিমানদিনে সংস্কৃত ভাষাত শব্দৰ ধ্বনিসমূহৰ বিশ্লেষণ ইমান সঠিক আৰু সম্পূৰ্ণভাৱে কৰা হৈ গৈছিল যে ভাষাতাত্ত্বিক অধ্যয়নত তেনে ব্যাপক পৰিসৰৰ

সম্পূৰ্ণতা আৰু সাৰ্থকতা ঊনবিংশ শতাব্দীলৈকে আৰু কোনেও কৰিব পৰা নাছিল। প্ৰাচীন ভাৰতৰ মহত্তম কৃতিত্ববিলাকৰ অন্যতম হৈছে সেই দেশৰ অতি উল্লেখযোগ্য চমৎকাৰ সংস্কৃত বৰ্ণমালা। সেই বৰ্ণমালা আৰম্ভ হয় স্বৰবৰ্ণেৰে তাৰ পিছত ব্যঞ্জনবৰ্ণৰ অক্ষৰসমূহেৰে। সেইবিলাক অতি বিজ্ঞানসম্মতভাৱে ধ্বনি অনুযায়ী বেলেগ বেলেগ বৰ্গত সুন্দৰকৈ শ্ৰেণীবদ্ধ। তাৰ বিপৰীতে ৰোমান হৰফৰ বৰ্ণমালা তুলনামূলকভাৱে অতিশয় অপ্ৰচুৰ আৰু খেলি-মেলি যেন লাগিব যদিও যোৱা তিনি সহস্ৰ বছৰৰ ক্ৰমোন্নতিৰ পিছতহে ৰোমান বৰ্ণমালাই সেই ৰূপ পাইছেগৈ। সংস্কৃত ভাষা আৱিষ্কৃত হোৱাৰ পিছতহে পাশ্চাত্য দেশবোৰত—ইউৰোপত ধ্বনিবিজ্ঞান (phonetics) আৰম্ভ হ'ল।

পূৰ্বোল্লিখিত পাণিনিৰ প্ৰসিদ্ধ ব্যাকৰণে সংস্কৃত ভাষাক অতি ফলপ্ৰসূভাৱে স্থিৰতা প্ৰদান কৰিছিল। পাণিনিৰ ব্যাকৰণতে আগৰ বৈয়াকৰণিকসকলৰ তথ্যবোৰো পূৰ্বানুমিত হৈছিল। সেইসকল বৈয়াকৰণিকে যি কোনো শব্দৰ মূল সন্ধান কৰি উলিয়াই প্ৰত্যেক শব্দৰ ব্যুৎপত্তিগত তত্ত্ব বাহিৰ কৰিছিল। তেওঁলোকে এক শব্দাংশ (syllable) পৰিমাণ শব্দৰ মূলৰ পৰা যি কোনো শব্দৰ উৎপত্তি (derivation) উপসৰ্গ, প্ৰত্যয় আৰু উচ্চাৰণৰ ধ্বন্যাত্মক পাৰ্থক্য আদিৰ জৰিয়তে কেনেদৰে হৈছে তাৰ বিচাৰ কৰি প্ৰায় ২০০০ শব্দৰ মূলৰ সৈতে সম্বন্ধ স্থিৰ কৰি লিপিবদ্ধ কৰিছিল। সেই দুহাজাৰ শব্দৰ ব্যুৎপত্তিগত তত্ত্বই সকলো সংস্কৃত শব্দকে সামৰিছিল বুলি তেওঁলোকে বিশ্বাস কৰিছিল। সেই প্ৰাচীন ভাষাতাত্ত্বিকসকল যদিও নীতিৰ দিশৰ পৰা শুদ্ধ আছিল, ভাষাতাত্ত্বিক শব্দমূলৰ সন্ধান কৰোঁতে কিন্তু তেওঁলোকে বহুত ভুল কৰিছিল আৰু বহুত শব্দৰ ভুল ব্যুৎপত্তি দেখুৱাইছিল। এনে ভুল ব্যাখ্যাৰ ফলত অনেক কৌতূহলোদ্দীপক পৰিণতি ভাৰতীয় চিন্তাধাৰাৰ বিভিন্ন দিশত পিছত দৃষ্টিগোচৰ হৈছিল। তাৰে কেইটামান উদাহৰণ এই গ্ৰন্থৰ প্ৰথম অংশৰ এটা অধ্যায়ত দিয়া হৈছে।

পাণিনিৰ ব্যাকৰণৰ নাম-যশ সিমান বিস্তৃত নহয় কাৰণ তাৰ বিষয়-বস্তুৰ সীমাবদ্ধতা আছে একমাত্ৰ বৈয়াকৰণিক বা ভাষাতত্ত্ববিদসকলৰ মাজত। কিন্তু এই কথা স্বীকাৰ কৰিবই লাগিব যে পাণিনিৰ ব্যাকৰণ যি কোনো প্ৰাচীন সভ্যতাৰে শ্ৰেষ্ঠতম বৌদ্ধিক কৃতিত্বৰ অন্যতম বুলি গণ্য হ'ব। পৃথিৱীৰ কোনো দেশতে ঊনবিংশ শতাব্দীৰ আগলৈকে পাণিনিৰ ব্যাকৰণৰ দৰে বিশদ আৰু বিজ্ঞানসম্মত ব্যাকৰণ ৰচিত হোৱা নাছিল। পাণিনিৰ সেই মহৎ গ্ৰন্থত ৪,০০০ৰ ওপৰ বৈয়াকৰণিক নিয়ম আছে। তাকো ইমান সংক্ষিপ্ত ধৰণে লিখা হৈছে যে সাংকেতিক লিপি অথবা ছৰ্ট হেণ্ড টাইপতহে যেন লেখা। কেতিয়াবা এটা আখৰ বা এটা শব্দাংশৰেই কাৰক, ধাতুৰূপ, পুৰুষ, কাল আদি বুজোৱা হৈছে। সেইদৰেই সমুদায় ভাষাতাত্ত্বিক বিভাজনবোৰো কৰিছে। কিন্তু পাণিনিৰ ব্যাকৰণৰ এনে কঠোৰ ধৰণৰ সংক্ষিপ্ততাৰ বাবেই কেৱবাৰো নপঢ়িলে আৰু টীকা-ভাষ্যৰ সহায় নহ'লে সেই গ্ৰন্থ দুৰ্বোধ্য হৈয়ে থাকি যায়। পিছৰ যুগৰ ভাৰতীয় ব্যাকৰণবোৰ সেইদেখি

সৰহভাগেই পাণিনিৰ ব্যাকৰণৰ ওপৰত টীকা-ভাষ্য মাথোন। সেইবিলাকৰ ভিতৰত প্ৰধান প্ৰধানবোৰ হৈছে খ্ৰীঃ পূঃ দ্বিতীয় শতাব্দীৰ পতঞ্জলিকৃত 'মহাভাষ্য' আৰু খ্ৰীষ্টীয় সপ্তম শতিকাৰ জয়াদিত্য বিৰচিত 'কাশীকা বৃত্তি' আৰু বামন।

পৰৱৰ্তী যুগৰ কিছুমান বৈয়াকৰণিকে সৰু-সুৰা কিছুমান কথাত পাণিনিৰে দ্বিমত হৈছিল যদিও তেওঁৰ ব্যাকৰণ ইমান ব্যাপকভাৱে বিস্তৃত আৰু গৃহীত হৈছিল যে সংস্কৃত ভাষাৰ কোনো গ্ৰন্থকাৰ বা পণ্ডিতে ৰাজকীয়েই হওক বা ব্ৰাহ্মণ্যই হওক কোনো বিদ্বৎ সমাজত পাণিনিৰ সূত্ৰ উলংঘা কৰিবলৈ সাহ নকৰিছিল। পাণিনিৰ ব্যাকৰণে সংস্কৃত ভাষাক সূত্ৰ-সংজ্ঞা-বিধি নিৰ্দেশৰ মাজত যিদৰে স্থাপিত কৰিলে সেইদৰেই সেই ভাষা থাকি গ'ল। তাৰ পিছত ভাষাটোৰ যিমান বৃদ্ধি আৰু উন্নতি হৈছিল সকলো তেওঁ বান্ধি দিয়া পৰিসীমাৰ মাজতহে হ'ব পাৰিছিল। পাণিনিৰ সেই গ্ৰন্থৰ পিছৰ পৰাহে ভাষাটোৰ নাম সংস্কৃত হ'ল। সংস্কৃত মানে সম্পূৰ্ণকৃত বা 'পৰিশ্ৰুত', 'মাৰ্জিত'। তাৰ বিপৰীতে আছিল প্ৰাকৃত ('অ-পৰিশ্ৰুত' অথবা 'অ-মাৰ্জিত')—প্ৰাকৃত আছিল স্বাভাৱিকভাৱে গঢ় লোৱা জনপ্ৰিয় কথিত ভাষাবোৰ।

পাণিনিৰ সংস্কৃত ভাষা বৈদিক সংস্কৃততকৈ সৰল আছিল যদিও তাৰ জটিলতা তথাপি কমা নাছিল। সংস্কৃত শিকাৰুহঁতে বিশেষকৈ টান পাইছিল পাণিনিৰ সন্ধি-সম্বন্ধীয় বিধিবোৰ। বৈদিক সংস্কৃততে এই সন্ধিযুক্ত শব্দৰ বৰ প্ৰাদুৰ্ভাৱ আছিল। তাকে বিশদৰূপে পাণিনিয়ে বিধিবদ্ধ কৰিছিল। সংস্কৃত ভাষাৰ এটা বাক্যত থকা প্ৰতিটো শব্দৰ কাষৰ শব্দৰ লগত সন্ধি হ'ব পাৰে। যেনে—'ন-অৱদত্, (তেওঁ কোৱা নাছিল) সন্ধি হ'লে হ'বগৈ 'নাবদত্' ; 'ন-উৱাচ' (অৰ্থ একেই) হ'বগৈ 'নোৱাচ' ; 'ৰাম উৱাচ' (ৰামে ক'লে।) হ'বগৈ 'ৰামোৱাচ' আৰু 'ৰামঃ অৱদত হ'বগৈ 'ৰামোৱদত'। কিন্তু 'হৰিঃ অৱদত্' সন্ধি হ'লে হ'বগৈ 'হৰিৰ্অৱদত'। এনেকুৱা বিধি-নিয়ম আছে সন্ধি সম্বন্ধীয়। তাৰে কিছুমান ঋকবেদত কৃত্ৰিমভাৱে আৰোপ কৰাও হৈছে যাতে পঢ়োঁতাই শব্দটোৰ নিজেই সন্ধিৰ পৰা উদ্‌ঘাটন কৰি শুদ্ধ ছন্দটো বিচাৰি ল'ব পাৰে।

পাণিনিয়ে সংস্কৃত ভাষাক এনেকৈ বৈয়াকৰণিক পৰিমিতিৰ মাজত স্থাপন কৰোঁতে সম্ভৱতঃ উত্তৰ-পশ্চিম ভাৰতত কথিত সংস্কৃত ভাষাকে ভিত্তি কৰি লৈছিল। এই ভাষা প্ৰথমে পুৰোহিত ব্ৰাহ্মণ শ্ৰেণীৰ মাজত যোগাযোগৰ ভাষা (লিংগুৱা ফ্ৰাংকা) আছিল। ক্ৰমাৎ সি শাসক শ্ৰেণীৰ মাজলৈও বিয়পিবলৈ ধৰিলে। মৌৰ্যসকলকে ধৰি গুপ্ত ৰজাসকলৰ দিনলৈকে বেছিভাগ ভাৰতীয় ৰাজবংশই চৰকাৰী কামৰ বাবে প্ৰাকৃত ভাষা ব্যৱহাৰ কৰিছিল। সংস্কৃত ভাষা ৰাজকাৰ্যত ব্যৱহাৰ কৰোঁতা প্ৰথম গুৰুত্বপূৰ্ণ ৰাজবংশ আছিল উজ্জয়িনীৰ শকসকল আৰু গিৰনাৰত থকা ৰজা ৰুদ্ৰদমনৰ দুখন শিলালিপিয়েই হৈছে এতিয়ালৈকে আমি পোৱাৰ ভিতৰত প্ৰমাণ। তাৰে এখন অতি সংক্ষিপ্ত। আৰু অপ্ৰয়োজনীয় আখৰবোৰ বাদ দিলে আনখন সংস্কৃত ভাষাত লিখা ৰাজকীয় দলিল।

যেতিয়ালৈকে এটা ভাষা কথিত আৰু লিখিত হৈ থাকিব তেতিয়ালৈকে সেই ভাষাৰ উন্নতি হৈয়ে থাকিব আৰু সাধাৰণতে এটা ভাষাৰ উন্নতি হোৱা মানে ভাষাটোৰ অধিকতৰ সৰলীকৰণ হোৱাকে বুজায়। কিন্তু পাণিনিৰ ব্যাকৰণৰ বজ্ৰ গাঁথনিৰ ফলত সংস্কৃত ভাষাত সেই সৰলীকৰণ সম্ভৱ নহ'ল। মাত্র কিছুমান সাধাৰণ সৰু-সুৰা নিয়ম যেনে কাল (tense) সম্বন্ধীয় সম্পূর্ণ, অসম্পূর্ণ আৰু অনির্দিষ্ট সময় বুজোৱা ক্রিয়া পদ ব্যৱহাৰৰ ক্ষেত্ৰত পাণিনিৰ নিয়মবোৰ পিছৰ যুগৰ লেখকসকলে মানিবলৈ এৰিছিল। কিন্তু শব্দ সাধন বা ধাতুৰূপকৰণ সম্বন্ধীয় পাণিনিৰ বৈয়াকৰণিক বিধি সদায় মানি চলিব লগা হৈছিল। একমাত্র এটা উপায়েৰেহে এই শব্দ সাধনৰ বিধিৰ বাহিৰত সংস্কৃত ভাষাই উদ্গতি কৰিব পাৰিছিল—সেইটো হৈছে বাক্যৰ মাজত বাক্যাংশৰ সলনি সন্ধি-সমাসযুক্ত বিশেষ্য পদ নির্মাণ কৰি ব্যৱহাৰ কৰাত।

বৈদিক আৰু মহাকাব্যিক সাহিত্যত সমাসযুক্ত বিশেষ্য পদৰ ব্যৱহাৰ ব্যাপক ৰূপত দেখা যায়। কিন্তু তেনে সমাস হৈছিল ইংলিছ houseboat বা blackbird শব্দৰ দৰে দুটা বা তিনিটা শব্দৰ মাজত। কিন্তু ধ্রুপদী (= ক্লাছিকেল) সংস্কৃতত, আনহাতে, তেনে সমাসযুক্ত শব্দত সদস্যশব্দৰ সংখ্যা কেতিয়াবা বিছ বা ত্রিছটাও হয়গৈ। পুৰণি ক্লাছিকেল কবিসকল—যেনে কালিদাস—এনে দীঘলীয়া সমাসযুক্ত শব্দ ব্যৱহাৰ কৰা বিষয়ত সংযত আছিল। কিন্তু তথাপি তেওঁৰ কবিতাতো অন্ততঃ ছয় সদস্য শব্দযুক্ত সমাসৰ ব্যৱহাৰ সততেই হোৱা দেখা গৈছিল। কিন্তু প্রাচীন কালৰ সংস্কৃত ৰাজপ্রশস্তিবিলাকত অতিপাত দীর্ঘ সমাসযুক্ত শব্দ ব্যৱহাৰ কৰা হৈছিল। উদাহৰণ স্বৰূপে সম্রাট সমুদ্রগুপ্তৰ বিষয়ে উল্লেখ কৰা হৈছে এইদৰে—"আত্মনিবেদন কন্যোপায়নদানগৰুৎ মদঙ্কস্বাবিষয়ভুক্তিশ্বাসনয়াচনাদ্যুপায়সেৱাকৃতবাহুৱীর্য্য-প্ৰসৰধৰণিবন্ধস্য।" যাৰ অর্থ হ'ল— "নিজ ভুজবলে সমগ্র পৃথিৱী একত্রিত কৰি অন্যান্য নৃপতিসকলৰ পৰা বশ্যতাস্বীকাৰ, কন্যাদি উপঢৌকন গ্রহণাদি সেৱাগ্রহণপূর্বক গৰুড় চিত্রৰ মোহৰযুক্ত তেওঁৰ ৰাজাদেশ জ্ঞাপন কৰি স্বীয় স্বীয় ৰাজ্যত সেইবোৰ আদেশ পালন কৰাৰ প্রতিশ্রুতি আদায়পূর্বক" —এই গোটেইখিনি কথা কুৰিটা সদস্য শব্দেৰে গঠিত এটা সমাসেৰে বুজোৱা হৈছে। সমাস ব্যৱহাৰৰ এনে উল্লেখনীয় দৃষ্টান্তত তামিল ভাষাৰ প্রভাৱো থাকিব পাৰে। সেই সময়ত সংস্কৃত ভাষাত দ্রাবিড় ভাষাৰ প্রভাৱ পৰাটো একো অসম্ভৱ কথা নাছিল। দ্রাবিড় ভাষাৰ ভিতৰত তামিল ভাষাত শব্দসাধন বা ধাতুৰূপকৰণৰ ব্যৱহাৰ খুব কমেইহে থকাৰ কাৰণে সেই ভাষাৰ বাক্য-গাঁথনিত সম্বন্ধ থকা বা নথকা এলানি শব্দ একেলগে বহুৱাই দিয়াটো নিয়মসিদ্ধ আছিল। যদি সংস্কৃতৰ এনে যুক্ত শব্দবোৰ এটা এটাকৈ বেলেগ কৰি চোৱা যায়—ইংলিছ 'my top righthand waistcoat pocket' খণ্ডবাক্যৰ শব্দবোৰৰ দৰে তেতিয়া সংস্কৃত যুক্ত শব্দৰ প্রকৃতি বুজিব পৰা যাব। কাৰণ সংস্কৃতত হ'লে উপৰি উক্ত ইংলিছ খণ্ডবাক্যৰ সমাৰ্থক শব্দবোৰ এটা মাত্র যুক্ত শব্দেৰেই বুজোৱা হ'লহেঁতেন।

এনে দীৰ্ঘাকাৰ সমাসযুক্ত শব্দৰ ব্যাপক ব্যৱহাৰৰ অনুষংগ হিচাপে সংস্কৃত ভাষাত দীঘলীয়া বাক্যৰ ব্যৱহাৰো হ'বলৈ ধৰিলে। সপ্তম শতাব্দীৰ বাণ, সুবন্ধু আৰু তেওঁলোকৰ পিছৰ কিছুমান গ্ৰন্থকাৰৰ গদ্য ৰচনাত ছপা আখৰৰ দুই বা তিনি পৃষ্ঠাজোৰা একোটা সংস্কৃত বাক্য পোৱা যায়। এইবোৰকে আৰু জটিলতৰ কৰি তুলিছিল লেখকসকলে অনুমেয়-অননুমেয় সকলো ধৰণৰ মৌখিক কৌশল লগতে যোগ দি। ফলত সংস্কৃত সাহিত্য বিশ্বৰ ভিতৰতে চূড়ান্তভাৱে অলঙ্কাৰপূৰ্ণ আৰু কৃত্ৰিমালিৰে ভৰা সাহিত্য হৈ পৰিছিল।

ভাষা চৰ্চাৰ বিষযত ভাৰতৰ এই আগ্ৰহ প্ৰাচীন কালৰ পৰা মধ্যযুগলৈকে অব্যাহত আছিল। সেই যুগতে ৰচিত কিছুমান মূল্যবান অভিধান এতিয়াও পাবলৈ আছে। এই অভিধানবোৰ বৰ্ণমালাৰ আখৰৰ ক্ৰম অনুযায়ী সজোৱা পাশ্চাত্য দেশবোৰৰ অভিধানবোৰৰ দৰে অৱশ্যে নহয়। এইবিলাক তুলনা কৰিব পাৰি 'ৰোগেৰ্টছ পকেট থিছ'ৰাচ'ৰ লগতহে। কাৰণ সেইবিলাকত একে ধৰণৰ প্ৰসঙ্গত ব্যৱহৃত প্ৰায় সমাৰ্থক শব্দবোৰৰ তালিকা একোখনহে থাকে। কেতিয়াবা সেইবোৰ শব্দৰ সংক্ষিপ্ত সংজ্ঞা দিয়া থাকে। সকলো ৰচনা কৰা হয় সহজ পদ্যত। এনে ধৰণৰ অভিধানকাৰসকলৰ শ্ৰেষ্ঠ আৰু প্ৰথমজন হ'ল কালিদাসৰ সমসাময়িক বুলি পৰম্পৰাত খ্যাত অমৰসিংহ। বৰ্তমান যুগৰ আমাৰ অভিধানবোৰৰে অলপ একে ধৰণৰ আৰু এবিধ অভিধানো আছিল। সেইবোৰ আছিল একে উচ্চাৰণযুক্ত কিন্তু ভিন্ন ভিন্ন অৰ্থব্যঞ্জক শব্দবোৰৰ একোখন তালিকা। তাকে আমাৰ দিনৰ অভিধানবোৰৰ দৰে শ্ৰেণীবিভাগ কৰি সজোৱা।

ভাৰতীয়সকলৰ ভাষাৰ প্ৰতি এই আগ্ৰহ সম্প্ৰসাৰিত হৈছিল দৰ্শনৰ ক্ষেত্ৰলৈও। এটা শব্দ আৰু তাৰ অৰ্থৰ মাজত থকা সম্বন্ধ বিচাৰ সম্পৰ্কেও অনেক চিন্তা-চৰ্চা হৈছিল। মীমাংসাপন্থী দাৰ্শনিকসকলে বৈদিক যুগৰ পিছৰ যুগৰ মৌখিক শব্দ বা 'নাদ'ৰূপ ৰহস্যবাদৰ পুনৰুত্থান সমৰ্থন কৰি তাত্ত্বিকভাৱে প্ৰমাণ কৰিব ধৰিছিল যে প্ৰত্যেক শব্দ অসীম অনন্তৰ অৰ্ন্তনিহিত কোনো গূঢ়াৰ্থৰ প্ৰতিফলন মাত্ৰ। গতিকে শব্দৰ মাজত অৰ্থ অনন্ত আৰু অবিচ্ছেদ্য হৈয়ে থাকে। মীমাংসা দাৰ্শনিকসকলৰ এনে ৰহস্যবাদী ব্যাখ্যাৰ বিপৰীতে যুক্তিবাদী ন্যায় দৰ্শনৰ অনুগামীসকলে কিন্তু কৈছিল যে শব্দ আৰু অৰ্থৰ মাজৰ সম্বন্ধত কোনো গূঢ় ৰহস্য নাই—ই এক পৰম্পৰাগত ৰীতিৰ কথাহে। বাস্তৱতে এই বিতৰ্ক মধ্যযুগীয় ইউৰোপৰ ৰিয়েলিষ্ট্ আৰু নমিনেলিষ্টবিলাকৰ মাজৰ বিতৰ্কৰ অনুৰূপ।

ক্লাছিকেল সংস্কৃত বোধ হয় কোনো কালেই জনসাধাৰণৰ কথিত ভাষা নাছিল। কিন্তু এই ভাষা কোনো কালে সম্পূৰ্ণভাৱে মৃত ভাষাও নাছিল। ধৰ্ম আৰু ৰাষ্ট্ৰৰ কাৰ্যকৰী ভাষা হিচাপে এই ভাষাত উচ্চ শ্ৰেণীৰ মানুহে পঢ়া-শুনাও কৰিছিল, কথাও কৈছিল আৰু খুব সম্ভৱ নিম্ন বৰ্ণৰ মানুহবোৰেও সেই ভাষা কিছু পৰিমাণে বুজিও পাইছিল। এই ভাষা সমগ্ৰ ভাৰতৰে 'লিংগুৱা ফ্ৰাংকা' বা ৰাষ্ট্ৰভাষাৰ দৰে এক উমৈহতীয়া

যোগাযোগৰ ভাষা আছিল। আজিকালিৰ দিনতো ভাৰতৰ ইমূৰ-সিমূৰৰ বিদ্বান ব্ৰাহ্মণে তীৰ্থক্ষেত্ৰ ধৰ্মক্ষেত্ৰত দেখা-সাক্ষাৎ হ'লে সংস্কৃত ভাষাত কথা-বতৰা হ'ব পাৰে আৰু প্ৰত্যেকে প্ৰত্যেকৰ লগত ভাব বিনিময় সহজেই কৰিব পাৰে।

## প্ৰাকৃত আৰু পালি

ঋকবেদৰ ভাষা তাৰ স্তোত্ৰবোৰ ৰচিত হৈ থকা কালতেই অপ্ৰচলিত হ'বলৈ আৰম্ভ কৰিছিল। সৰ্বসাধাৰণ আৰ্য উপজাতীয় মানুহে তাতকৈ সৰল-সহজ ভাষাতহে কথা-বতৰা পাতিছিল। সেই ভাষাৰ বৈদিক সংস্কৃত ভাষাৰ লগত মিল বেছি নাছিল। মিল আছিল বেছিকৈ ক্লাছিকেল সংস্কৃত ভাষাৰ লগতহে। বেদৰ পাঠতে এনে ধৰণৰ ভাষাগত পাৰ্থক্য থকাৰ সাক্ষ্য পোৱা যায়। বুদ্ধৰ দিনত জনসাধাৰণে সংস্কৃত ভাষাৰ সলনি বেলেগ বেলেগ কিছুমান তাতকৈ সহজ ভাষাতহে কথা পাতিছিল। সেই ভাষাবোৰ আছিল প্ৰাকৃত ভাষাগোষ্ঠীৰ বহু বিভিন্ন ধৰণৰ দোৱান।

প্ৰাচীন ভাৰতৰ মানুহে দৈনন্দিন জীৱনত ব্যৱহাৰ কৰা ভাষাবোৰৰ সংৰক্ষণ হৈছিল অ-নৈষ্ঠিক জনসাধাৰণৰ ধৰ্মবিশ্বাসবোৰৰ জৰিয়তে। কাৰণ সেইবোৰ অনা-বৈদিক সাধাৰণ লোকৰ ধৰ্মমত সম্বন্ধীয় শাস্ত্ৰবোৰ লিখা হৈছিল জনসাধাৰণৰ মুখৰ ভাষাৰ সদৃশ ভাষাবোৰত। প্ৰাক-গুপ্তযুগৰ সৰহভাগ শিলালিপিয়েই—বিশেষকৈ সম্ৰাট অশোকে লিখোৱা মহৎ শিলালিপিসমূহত ব্যৱহৃত ভাষা আছিল প্ৰাকৃত। সংস্কৃত নাটকবোৰতো নাৰী আৰু সাধাৰণ মানুহৰ মুখত বচন দিয়া হৈছিল প্ৰাকৃত ভাষাতহে। বিভিন্ন প্ৰাকৃত দোৱানবোৰকে বিধিবদ্ধ ভাষাৰ ৰূপত বিভিন্ন নাটকৰ স্ত্ৰী আৰু সামান্য লোকৰ চৰিত্ৰৰ মুখত দিয়া হৈছিল,—সংস্কৃতত নহয়। কিছুসংখ্যক ধৰ্মনিৰপেক্ষ গ্ৰন্থও ৰচিত হৈছিল তেনে প্ৰাকৃত ভাষাত। সেইদৰে জনপ্ৰিয় ভাষাবোৰৰ গঠন-প্ৰণালী কেনে আছিল জানিব পাৰি আৰু প্ৰাকৃত ভাষাৰ পুনৰ্নিৰ্মাণ কৰাও সম্ভৱ হয়।

প্ৰাকৃত ভাষাবোৰ সংস্কৃত ভাষাতকৈ বহুত সহজ। সহজ তাৰ শব্দবোৰৰ উচ্চাৰণৰ ক্ষেত্ৰতো আৰু তাৰ ব্যাকৰণৰ ক্ষেত্ৰতো। ব্যঞ্জনবৰ্ণৰ যুক্তাক্ষৰ, সমাসযুক্ত কিছুমান শব্দৰ প্ৰথমৰটোৰ অনুনাসিক উচ্চাৰণ এনে কিছুমান গাঁথনিৰ বাহিৰে ব্যঞ্জনবৰ্ণৰ সংখ্যাও বহুত কমাই পেলোৱা হৈছিল প্ৰাকৃত ভাষাত। ওপৰত দেখুৱা ধৰণৰ যুক্তাক্ষৰী বা সমাসযুক্ত প্ৰাকৃত শব্দবোৰ উচ্চাৰণ কৰাও কোনো টান কথা নাছিল। শব্দৰ শেষত ব্যঞ্জনবৰ্ণৰ ব্যৱহাৰ নোহোৱাই গৈছিল। আনকি কোনো কোনো প্ৰাকৃত ভাষাৰ শব্দৰ মাজত থকা অকলশৰীয়া ব্যঞ্জনবৰ্ণ একোটাও নোহোৱা হৈছিল। সংস্কৃত 'ঐ' আৰু 'ঔ' আখৰ দুটাৰ ব্যৱহাৰ কৰাই নহৈছিল প্ৰাকৃত ভাষাবোৰত। পুৰণা স্বৰবৰ্ণ 'ঋ' আৰু 'ৡ' (ঌ) আখৰ দুটাও উঠি হৈছিল। সেই দুটা স্বৰবৰ্ণৰ শুদ্ধ উচ্চাৰণ বহু আগতেই মানুহে অৱশ্যে পাহৰি গৈছিল। মাগধি নামে খ্যাত এক প্ৰাকৃত ভাষাত 'ৰ' শব্দৰ উচ্চাৰণ লুপ্ত

হৈ তাৰ ঠাইত 'ল' উচ্চাৰণ হৈছিল। ফলত 'ৰাজা'ৰ ঠাইত হৈছিল 'লাজা'। শুনিবলৈ শুৱলা কৰাৰ বাবে যিবোৰ যুক্তাক্ষৰ কৰা হৈছিল সেইবোৰলৈ সম্পূৰ্ণ আওকাণ কৰা হৈছিল। একবচন, দ্বি-বচন নোহোৱা হৈছিল। বিশেষ্য আৰু ক্রিয়াপদৰ শব্দসাধন-ধাতুৰূপকৰণ আদিও হ্রাস পাইছিল বহুত পৰিমাণে।

আদি প্রাকৃত ভাষাবোৰৰ ভিতৰত অতি গুৰুত্বপূৰ্ণ আছিল পালি ভাষা। সেই ভাষা স্থবিৰবাদী বৌদ্ধসকলৰ ভাষা হৈ পৰিছিল। বুদ্ধই নিজে বোধ হয় মাগধি প্রাকৃত ভাষাতে শিক্ষা দিছিল। কিন্তু যিমানে তেওঁৰ বাণী ভাৰতৰ সৰ্বত্র বিয়পিবলৈ ধৰিছিল সিমানে দেশৰ প্রত্যেক অঞ্চলৰ স্থানীয় ভাষাবোৰতে তেওঁৰ বাণীও প্রচাৰিত হ'বলৈ ধৰিলে। স্থবিৰবাদী বৌদ্ধসকলে গ্রহণ কৰা পালি ভাষা নিশ্চয় পশ্চিম ভাৰতৰ সম্ভৱতঃ সাঁচী আৰু উজ্জয়িনী অঞ্চলৰ পালি ভাষা আছিল। এতিয়া শ্ৰীলঙ্কা, ব্রহ্মদেশ আৰু দক্ষিণ-পূব এছিয়াৰ ধৰ্মীয় ভাষা হিচাপে ব্যৱহৃত হৈ থকা পালি ভাষা কিন্তু ক্লাছিকেল সংস্কৃত ভাষাতকৈ বৈদিক ভাষাৰহে বেছি ওচৰ যেন দেখা যায়।

মৌৰ্য ৰাজবংশৰ চৰকাৰী ভাষাই আছিল মাগধি। অশোকৰ শিলালিপিবিলাকো লিখা হৈছিল মাগধি ভাষাতে। যদিও ভাৰতৰ বিভিন্ন অঞ্চলত অশোকে যিবোৰ শিলালিপি লিখাইছিল সেইবোৰত মাগধিৰ ওপৰত স্থানীয় ভাষাবোৰৰ প্ৰভাৱ সুস্পষ্ট। পিছলৈ পশ্চিম ভাৰতীয় প্রাকৃত ভাষাৰ লগত মিশ্রিত এক মাগধি ভাষা—যিটোক অৰ্ধ-মাগধি বুলি জনা যায়—হৈ পৰিছিল জৈন ধৰ্মীসকলৰ পবিত্র ভাষা। সেই অৰ্ধ-মাগধিতে ৰচিত হৈছিল বৃহৎ জৈন সাহিত্য।

আন আন উল্লেখযোগ্য প্রাকৃত ভাষাবোৰ হৈছে প্রথমতে আধুনিক উত্তৰ প্ৰদেশৰ পশ্চিমাঞ্চলৰ মানুহৰ কথিত ভাষা শৌৰসেনী, দাক্ষিণাত্যৰ উত্তৰ-পশ্চিমাঞ্চলৰ মানুহৰ মুখৰ প্রাকৃত ভাষাক মহাৰাষ্ট্রী বুলি জনা গৈছিল। শৌৰসেনী প্রাকৃতেই প্রধানকৈ নাটকাদিত ব্যৱহৃত হৈছিল স্ত্রী আৰু নিম্ন বৰ্ণৰ সম্মানীয় চৰিত্ৰৰ মুখৰ বচন হিছাপে। আনহাতে মহাৰাষ্ট্রী প্রাকৃত আছিল সাহিত্যৰ ভাষা—সেই ভাষাত অনেক জনপ্রিয় গীতিকবিতা ৰচিত হৈছিল। এইবিলাকতকৈ কম খ্যাত আৰু ব্যৱহৃত আৰু বহুত ধৰণৰ প্রাকৃত ভাষা দেশত চলি আছিল। গুপ্তসকলৰ দিনত প্রাকৃত ভাষাবিলাকৰো ব্যাকৰণাদি ৰচিত হৈ বিধিবদ্ধ কৰা হৈছিল। তেতিয়াৰ পৰা প্রাকৃত ভাষাবোৰৰ স্থানীয় চৰিত্র গুচি এটা ভাষা হ'ল। স্থানীয় ভাষাবোৰেও প্রাকৃত ভাষাৰ সহায় নোলোৱাকৈ স্বতন্ত্রভাৱে সমৃদ্ধ হৈ নিজৰ অস্তিত্ব জাহিৰ কৰিবলৈ ধৰিছিল। পাণিনিয়ে সংস্কৃত ভাষাৰ বাবে যি কৰিছিল—এতিয়া আন আন ভাষাবিদসকলে সেইটোকে কৰিবলৈ ধৰিলে প্রাকৃত ভাষাৰ বাবেও। গতিকে প্রাকৃত বুলিলে, পূৰ্বৰ ভিন্ ভিন্ কথিত ভাষাৰ কথা মানুহে পাহৰিয়েই গ'ল। নাট্যকাৰসকলেও প্রাকৃত ভাষাৰ বচন লিখিছিল সংস্কৃতত আৰু যি কোনো কথিত প্রাকৃত ভাষাক নিজৰ অলক্ষিতেই ভাঙনি কৰি প্রচলিত সৰ্বভাৰতীয় প্রাকৃত ভাষালৈ ৰূপান্তৰিত কৰি ব্যৱহাৰ কৰিছিল।

ইন্দো-আৰ্য ভাষাবিলাকৰ ক্ৰমোন্নতিৰ এটা পৰ্যায়ত 'অপভ্ৰংশ' নামে এটা অৱস্থা হৈছিল। 'অপভ্ৰংশ' মানে 'ভাগিবলৈ ধৰা'। এই অপভ্ৰংশ প্ৰাকৃতৰ সৃষ্টি হৈছিল পশ্চিম ভাৰত অঞ্চলৰ কথিত প্ৰাকৃত ভাষাৰ পৰা। মধ্যযুগত ই সাহিত্যৰ ভাষা হৈ পৰিছিল আৰু জৈন গ্ৰন্থকাৰসকলে এই ভাষাত গুজৰাট আৰু ৰাজস্থানত অনেক কবিতা ৰচনা কৰিছিল। ইয়াৰ প্ৰধান চৰিত্ৰ আছিল শব্দ সাধন আৰু ধাতুৰূপকৰণ আৰু হ্ৰাস কৰি তাৰ ঠাইত মূল শব্দৰ পিছত পৰিমাপবাচক প্ৰত্যয়াদি (postpositions) যোগ দিয়া হৈছিল— আধুনিক ভাৰতীয় দেশীয় ভাষাবোৰৰ দৰে। এনে ধৰণৰ আন এক অপভ্ৰংশ প্ৰাকৃত ভাষাকে বঙ্গতো ব্যৱহাৰ কৰিছিল কিছুমান পিছৰ যুগৰ বৌদ্ধ গ্ৰন্থকাৰে। সিয়েই আছিল আধুনিক বাংলাভাষাৰ পূৰ্বজ ৰূপ।

ইয়াৰ পিছৰ পৰ্যায়ত বৰ্তমানৰ উত্তৰ ভাৰতীয় দেশীয় ভাষাবোৰৰ গঠন-প্ৰক্ৰিয়া আৰম্ভ হৈছিল। কিন্তু সেয়া আমাৰ এই গ্ৰন্থত আলোচ্য ঐতিহাসিক সময়ছোৱাৰ ভিতৰত নপৰে। একেবাৰে প্ৰথমৰ তেনে দেশীয় ভাষাবোৰৰ আৰম্ভণি অৱশ্যে আমাৰ আলোচ্য সময়-ক্ৰমৰ ঠিক পিছতেই হৈছিল। আন এক ইন্দো আৰ্য ভাষাৰ ইতিহাস অৱশ্যে বহুত পুৰণি। সেইটো হ'ল সিংহলী ভাষা। এই ভাষাৰ শ্ৰীবৃদ্ধি আৰম্ভ হৈছিল খ্ৰীঃ পূঃ দ্বিতীয় শতাব্দীতে। সেইকালৰ নানা লিপি আৰু সাহিত্যৰ পৰা তাৰ প্ৰমাণ পোৱা যায়। সিংহল দ্বীপলৈ গৈ বসতি স্থাপন কৰা প্ৰাচীন লোকসকলে যি প্ৰাকৃত ভাষা কৈছিল সেই প্ৰাকৃত ইতিমধ্যেই মূল সংস্কৃততকৈ বহুত বেলেগ আছিল। স্থানীয় কথিত ভাষাবোৰৰ পৰা সমল আহৰণ কৰি আৰু তামিল ভাষাৰ প্ৰভাৱত সিংহলী ভাষাই দ্ৰুতভাৱে আৰু স্বতন্ত্ৰবীয়ভাৱে উন্নতি কৰিবলৈ ধৰিছিল। প্ৰথম অৱস্থাতে ইন্দো-আৰ্য ভাষাবোৰৰ চৰিত্ৰগত কণ্ঠ্যবৰ্ণ আগৰবোৰ সিংহলী ভাষাত বৰ্জিত হ'ল। স্বৰবৰ্ণৰ উচ্চাৰণ আৰু চুটি কৰা হ'ল। 'ঐ' আৰু 'ঔ' স্বৰবৰ্ণ দুটা বেছিভাগ ইন্দো-আৰ্য ভাষাতে নোহোৱা হৈছিল যদিও সিংহলীত আকৌ ওলাল আৰু ইংৰাজী 'hat' শব্দত উচ্চাৰিত হোৱাৰ ধৰণে 'এ' আখৰৰ স্বৰ ব্যৱহৃত হ'বলৈ ধৰিলে। সিংহলৰ আদিবাসী আৰু তামিলভাষীসকলৰ পৰাও বহুত শব্দ লোৱা হৈছিল। গতিকে খ্ৰীষ্টাব্দ গণনা আৰম্ভ হোৱাৰ কালতে সিংহলী ভাষা প্ৰাকৃত ভাষা হৈ নেথাকি এক স্বতন্ত্ৰ ভাষা হিছাপে প্ৰতিষ্ঠিত হৈছিল। বৰ্তমানে প্ৰাপ্ত সিংহলী সাহিত্য নৱম শতাব্দীৰ পৰাহে পোৱা যায়। কিন্তু এই কথা নিশ্চিত যে তাতকৈ পুৰণি বহুত সিংহলী সাহিত্য আছিল যিবোৰ এতিয়া বিলুপ্ত হৈছে।

## দ্ৰাবিড় ভাষাসমূহ

ইন্দো-আৰ্য ভাষাবিলাকৰ ভিতৰত, একমাত্ৰ সিংহলী ভাষাৰ বাহিৰে অন্যান্য ভাষাবোৰে মুছলিম আক্ৰমণৰ সময়ত বেছি বিকশিত হ'বলৈ সুযোগ পোৱা নাছিল। কিন্তু সেই সময়তে দ্ৰাবিড় ভাষা-সাহিত্যৰ বহু শতাব্দী ধৰি নিৰ্বিঘ্নে উন্নতি হৈছিল।

এইবিলাক ভাষাৰ চাৰিটাৰ নিজৰ লিপি আৰু সাহিত্য আছিল—তামিল, কন্নড়, তেলুগু আৰু মালয়ালম্। এইবিলাকৰ ভিতৰত তামিল ভাষা দক্ষিণত কুমাৰিকা অন্তৰীপৰ পৰা মাদ্ৰাজলৈকে (বৰ্তমানৰ সেই—তামিলনাডু) চলে। কন্নড় ভাষা চলে মহীশূৰ আৰু হায়দৰাবাদৰ কিয়দংশত। তেলুগু ভাষা চলে তামিলনাডুৰ উত্তৰৰ পৰা উৰিষ্যাৰ সীমালৈকে আৰু মালয়ালম্ ভাষা চলে মালাবাৰত। তামিল ভাষাই এইকেইটা ভাষাৰ ভিতৰত প্ৰাচীন। এই ভাষাৰ সাহিত্য খ্ৰীষ্টীয় প্ৰথমৰ শতিকাবোৰৰ দিনৰে।

কল্ডৱাল আৰু টি. বাৰোৰ দৰে পণ্ডিতৰ মতে দ্ৰাবিড় ভাষাবোৰৰ ইউৰোপৰ ফিনিছ আৰু হাঙ্গেৰিয়ান ভাষাবোৰ যি ভাষাগোষ্ঠীৰ অন্তৰ্ভুক্ত সেই ফিনো-উগ্ৰিয়ান ভাষাগোষ্ঠীৰ লগত দুৰ সম্পৰ্ক আছে। যদি এই কথা সত্য হয় তেন্তে প্ৰাক-ঐতিহাসিক কালত বিশ্বৰ জাতিগোষ্ঠীবিলাকৰ প্ৰব্ৰজন সম্বন্ধীয় বহু নতুন অনুসিদ্ধান্তৰ স্থুল ওলাব। কিন্তু এনে ধৰণৰ কোনো কথা নিশ্চিত বুলি সিদ্ধান্ত কৰিব নোৱাৰি। দ্ৰাবিড় দৰাচলতে বিশেষ আৰু পৃথক চৰিত্ৰৰ এক স্বতন্ত্ৰ ভাষাগোষ্ঠী। এই ভাষাবোৰৰ স্বৰ-প্ৰণালীৰ দন্ত্য আৰু মূৰ্দ্ধন্য বৰ্ণ আৰু উচ্চাৰণেৰে সমৃদ্ধ। যিটোৱে ভাষাবোৰক এক স্বৰমাধুৰ্য প্ৰদান কৰিছে। ইয়াৰ স্বৰবৰ্ণত সংস্কৃতত নথকা দুটা ওপৰধিঞ্চি আখৰো আছে। উত্তৰ ভাৰতীয় ভাষাবোৰত 'অ' আৰু 'আ' এই দুই স্বৰবৰ্ণৰ যি প্ৰাদুৰ্ভাৱ সেইখিনি দ্ৰাবিড় ভাষাবোৰত নাই। সংস্কৃতৰ দৰে দ্ৰাবিড় গোষ্ঠীৰ ভাষাবোৰতো ধ্বন্যাত্মক যুক্তাক্ষৰ আছে। কিন্তু ইন্দো-আৰ্য ভাষাৰ দৰে এই ভাষাবোৰৰ অক্ষৰমালাত কোনো বৰ্গ অনুযায়ী শ্ৰেণীবিভাজন নাই। তামিল ভাষাৰ বিশেষ ধৰণৰ ধ্বনিতত্ত্বত সংস্কৃত 'ভূমি' শব্দটো 'পুমি' বুলিহে উচ্চাৰিত হয়।

সংস্কৃত ভাষাত থকাৰ দৰে তামিল ভাষাত শব্দ সাধন নাই। কিন্তু এটা শব্দৰ লগত আন শব্দৰ বা বচন, পুৰুষ বা ক্ৰিয়াৰ কালৰ সম্বন্ধ দেখুৱা হয় প্ৰত্যয়ৰে। এনে প্ৰত্যয় অনিৰ্দিষ্টভাৱে ইটোৰ পিছত সিটোকে যুক্ত কৰি যাব পাৰি। এই ভাষাৰ ওপৰত সংস্কৃত ভাষাৰ প্ৰভাৱ পৰিবলৈ আৰম্ভ কৰিছিল বহু প্ৰাচীন কালৰ পৰাই। মধ্যযুগ পায়হি মানে তামিল বিদ্বানসকলে তেওঁলোকৰ ভাষাৰ এই প্ৰত্যয়বোৰ সংস্কৃতৰ দৰেই বাহুনিক নামমাত্ৰ বুলিহে গণ্য কৰিবলৈ লৈছিল। কিন্তু প্ৰাচীন তামিল সাহিত্যত এই ধৰণৰ প্ৰত্যয়ৰ ব্যৱহাৰ খুব কম আছিল। শব্দবোৰ সন্ধি-সমাসযুক্ত কৰি একেলগে সংস্কৃতীয়া ঢঙত পৰস্পৰ সম্বন্ধ দেখুৱাই লিখা হৈছিল। ফলত একমাত্ৰ জনা মানুহৰ বাহিৰে আন সাধাৰণ পাঠকৰ বাবে দুৰ্বোধ্যই হৈছিল তেনে লেখন।

প্ৰাচীন তামিল সাহিত্যত তুলনামূলকভাৱে সংস্কৃত শব্দৰ অনুপ্ৰৱেশ খুব কম আছিল। যিখিনি শব্দ সংস্কৃতৰ পৰা লোৱা হৈছিল সেইখিনিও তামিল ধ্বনিযুক্ত কৰিহে লোৱা হৈছিল। কিন্তু ক্ৰমবৰ্দ্ধমান আৰ্য প্ৰভাৱৰ ফলত মধ্যযুগত আৰু বহুত শব্দ খাটি সংস্কৃত ৰূপতে তামিল ভাষাত প্ৰৱেশ কৰিছিল। তেলুগু আৰু কন্নড় ভাষা দুটা দাক্ষিণাত্যৰ

আৰু উত্তৰলৈ থকা অঞ্চলবোৰৰ ভাষা আছিল গুণে সেই দুটা ভাষাৰ সমীপস্থ সংস্কৃত ভাষাৰ প্ৰভাৱ আৰু প্ৰবল আছিল। কন্নড় ভাষাৰ প্ৰথম শিলালিপি ষষ্ঠ শতাব্দীত দেখা গৈছিল আৰু এই ভাষাৰ প্ৰাচীনতম্ সাহিত্য-গ্ৰন্থ নৱম শতিকাৰ। তেলুগু ভাষাৰ দ্বাদশ শতিকালৈকে কোনো লিখিত সাহিত্য নায়েই। এই ভাষাৰ গুৰুত্ব বাঢ়িছিল বিজয়নগৰ সাম্ৰাজ্যৰ দিনৰ পৰাহে। কাৰণ ই বিজয়নগৰ ৰজাসকলৰ চৰকাৰী ভাষা আছিল। মালয়ালম ভাষাৰ তামিল ভাষাৰে সৈতে সম্বন্ধ অতি ওচৰ। একাদশ শতাব্দীতহে এই ভাষা বেলেগ ভাষা হৈছিল।

## লেখন

আগতে আমি পাইছিলো যে হৰপ্পা সংস্কৃতিৰ মানুহৰ এক প্ৰকাৰ লিপি আছিল। কিন্তু তাৰ পাঠোদ্ধাৰ সম্ভৱ হোৱা নাই। হৰপ্পাৰ পতনৰ পিছৰ পৰা তাৰ মানে খ্ৰীঃ পূঃ ১৫৫০ খ্ৰীঃ পূঃ ৰ পৰা তৃতীয় শতাব্দীৰ মাজ ভাগলৈকে ভাৰতীয় কোনো লেখন থকাৰ কোনো নিদৰ্শন-সাক্ষ্য প্ৰমাণ পোৱা নেযায়। বৌদ্ধসকলৰ পালি ধৰ্মশাস্ত্ৰবোৰত তেনে প্ৰাচীন লেখনৰ উল্লেখ পোৱা যায় ঠায়ে ঠায়ে। সূত্ৰ সাহিত্যবোৰতো তেনে উল্লেখ আছে। কিন্তু বেদ, ব্ৰাহ্মণ, উপনিষদ আদি কোনো গ্ৰন্থতে এই বিষয়ে কোনো পৰিষ্কাৰ উল্লেখ পোৱা নেযায়। এনে নেতিবাচক সাক্ষ্য চূড়ান্ত বুলিও ধৰিব নোৱাৰি। কাৰণ বণিকসকলে কিবা নহয় কিবা ধৰণৰ লিখা-লিখি নিশ্চয় কৰিছিল। অশোকৰ শিলালিপিবোৰকে ভাৰতৰ প্ৰথম গুৰুত্বপূৰ্ণ লিপিবদ্ধ দলিল বুলি ধৰা হয়। সেই শিলালিপিবোৰত যিবোৰ বৰ্ণমালা ব্যৱহাৰ কৰিছিল তাৰ প্ৰতিটো অক্ষৰ ভাৰতীয় ভাষাৰ যথাযোগ্য ধ্বনিব্যঞ্জক আৰু সম্পূৰ্ণৰূপে গঠিত। স্বাভাৱিকতে সেইবাবে বিশ্বাস কৰা হয় যে সেই বৰ্ণমালা আৰু লিপিবোৰ একে দিনাই হোৱা নাছিল। সেইবোৰ উদ্ভৱ-উন্নতি আৰু সম্পূৰ্ণতাৰ বাবে বহু বছৰ—হয়তো বহুত শতাব্দী লাগিছিল, অশোকে শিলালিপিত ব্যৱহাৰ কৰাৰ আগতেই।

অশোকৰ শিলালিপিবোৰত দুই ধৰণৰ লিপি ব্যৱহৃত হৈছিল। তাৰ ভিতৰত আটাইতকৈ গুৰুত্বপূৰ্ণ হৈছে অকল উত্তৰ-পশ্চিম ভাৰতৰ বাহিৰে এই উপমহাদেশৰ সৰ্বত্ৰ ব্যৱহৃত ব্ৰাহ্মীলিপি। সেই লিপিৰ উৎপত্তি সম্বন্ধে দুটা তথ্য আছে। সৰহভাগ ভাৰতীয় পণ্ডিতেই মত প্ৰকাশ কৰে যে ব্ৰাহ্মীলিপিৰ মূল হৈছে হৰপ্পাৰ লিপি। আনহাতে কিছু সংখ্যক ভাৰতীয় আৰু বহুতো ইউৰোপীয় পণ্ডিতৰ মতে এই ব্ৰাহ্মীলিপি কোনো এটা ছেমিটিক লিপিৰ পৰাহে উদ্ভুত। প্ৰথম তথ্যটো উত্থাপন কৰিছিল অনুমানৰ ভিত্তিত প্ৰথমে ছাৰ আলেকজেণ্ডাৰ কানিংহামে। তাৰে ব্যাখ্যা আগ বঢ়াইছিল প্ৰাচীন এছিৰিয়া বিশেষজ্ঞ প্ৰফেছাৰ এছ লেংডনে। কিন্তু লেংডনৰ সেই ব্যাখ্যা সন্তোষজনক নহয়। কাৰণ আমি যেতিয়ালৈকে হৰপ্পাত দেখা পোৱা ২৭০টা আখৰৰ উচ্চাৰণ কেনে

## ব্ৰাহ্মীলিপি

অশোকৰ প্ৰথম স্তম্ভ-খোদিত ৰাজাদেশ। লৌৰিয়া নন্দগড় ২৪৭ খ্ৰীঃ পূঃ (?)

### লিপ্যন্তৰ

শাৰী নং ১ — দেৱানংপিয়ে পিয়দসি লাজ হেভং আহ সডুবীসতিবসাভিসিতেন মেইয়ং
২ — ধম্মলিপি লিখাপিত। হিদতপালতে দুসংপটিপাদয়ে অংনত অগায় ধম্মকামতায়
৩ — অগায় পলীখায় অগায় সুসুসায় অগেন ভয়েন অগেন উসাহেন। এস চু খো মম
৫ — উকশা চ গেবয়া চ মঝিমা চ অনুবিধিয়ন্তি সংপটিপাদয়ংতি চ অলম্ চপলম্ সমাদাপয়িতবে
৬ — হেমেৱ অন্তমহামাতা পি। এসা হি বিধি যা ইয়ম ধম্মেনা পালনা ধম্মেনা বিধানে ধম্মেন সুখীয়ন
৭ — দম্মেন গতী তি।

### অনুবাদ

"দেবানাং প্ৰিয় প্ৰিয়দৰ্শন মহাৰাজৰ আদেশ—মোৰ ৰাজত্বৰ ২৬ বছৰ অতিক্ৰম কৰাৰ পিছত মই এই ধৰ্মলিপি খোদিত কৰিবলৈ আদেশ দিছো। ইহলোক পৰলোক উভয়তে গতিলাভ কৰিবলৈ মহৎ ধৰ্মনিষ্ঠা, মহৎ আত্মসমালোচনা, মহৎ ধৰ্মানুগত্য, ধৰ্মৰ প্ৰতি মহৎ ভক্তি আৰু মহৎ শক্তি লাগে। কিন্তু মোৰ নেতৃত্বত ধৰ্মৰ প্ৰতি সন্মান, ধৰ্মৰ প্ৰতি প্ৰেম বাঢ়িছে আৰু দিনে দিনে বাঢ়িব। তদুপৰি মোৰ উচ্চ, মধ্যম আৰু নিম্ন কৰ্মী সকলো বিষয়াই নিজে এই ধৰ্মবিধিবোৰ মানি চলিব আৰু প্ৰয়োগ কৰিব যাতে কোনেও উলংঘা কৰিব নোৱাৰে। সীমান্তৰ বিষয়াসকলেও অনুৰূপ ব্যৱস্থা ল'ব। কাৰণ মোৰ আদেশ—ৰাজকৰ্ম চলিব ধৰ্মানুসাৰে, প্ৰশাসন চলিব ধৰ্মানুসাৰে, মোৰ প্ৰজা পালিত হ'ব ধৰ্মানুসাৰে, ৰক্ষাবেক্ষণ দিয়া হ'ব ধৰ্মানুসাৰে।"

আছিল জানিব নোৱাৰো, তেতিয়ালৈকে ব্ৰাহ্মী লিপিৰ এক ডজনৰ অলপ বেছি আখৰৰ সেইবিলাকৰ লগত মিল আছে বুলি সাব্যস্তও কৰিব নোৱাৰো। আনহাতে ২৭০ টা আখৰ কোনোটোৰ গঢ়ৰ লগত ব্ৰাহ্মী লিপিৰ কোনো কোনো আখৰ সাদৃস্য নেথাকিবই বুলি আশা কৰিব নোৱাৰি। তাতকৈ কোনো প্ৰাচীন নৰ্থ ছেমিটিক লিপিৰ সৈতে ব্ৰাহ্মীলিপিৰ সাদৃশ্য বা সম্বন্ধ থকাৰ কথা ক'লে সেইটোৱেই বৰঞ্চ ভাবি চাবলগীয়া। কাৰণ উল্লিখিত ছেমিটিক লিপিত আছিল মাত্ৰ ২২ টা আখৰ। কিন্তু এই বাইছটা আখৰৰ লগত সাদৃশ্য যিমানখিনি দেখুৱা হৈছে সেই পৰিমাণৰ সাদৃশ্যই সম্পূৰ্ণ বিশ্বাস জন্মাব নোৱাৰে। গতিকে দুইটা তত্ত্বকে নাকচ কৰি নতুনকৈ ভবাৰ থল আছে।

ব্ৰাহ্মীলিপি বাঁওফালৰ পৰা সোঁফাললৈ পঢ়িব লাগে এতিয়াৰ যি কোনো ইউৰোপীয় ভাষাৰ লিপিবোৰৰ দৰেই। কিন্তু ছেমিটিক লিপিবোৰ পঢ়িব লাগে সোঁফালৰ পৰা বাঁওফাললৈ। অশোক-শিলালিপিবোৰৰ অতি ত্ৰুটিপূৰ্ণ এলানি লিপি অন্ধ্ৰৰ য়েৰাগুড়ি নামে ঠাইত দেখা যায়। সেইবোৰ লিখা হৈছে প্ৰাচীন সিংহলী ভাষাৰ লিপিত। আকৌ মধ্য প্ৰদেশৰ এৰাণ নামে ঠাইত প্ৰাপ্ত এটা মুদ্ৰাৰ ওপৰৰ লিপি—দুইটাই সোঁফালৰ পৰা বাঁওফাললৈ পঢ়িব লাগে। আৰ. বি. পাণ্ডেৰ 'ইণ্ডিয়ান পেলিঅ'গ্ৰাফি' গ্ৰন্থত এই কথা লেখা হৈছে। তাৰ পৰা ধাৰণা হ'ব পাৰে যে সেইদৰে সোঁফালৰ পৰা বাঁওফাললৈ পঢ়িব লগীয়াটোৱেই আছিল ব্ৰাহ্মীলিপিৰ মূল চৰিত্ৰ। কিন্তু তাৰ পৰাও ব্ৰাহ্মীলিপিৰ উৎস সম্বন্ধে দিয়া তথ্যৰ কোনো প্ৰমাণ পোৱা নেযায়। কাৰণ হৰপ্পাৰ আখৰবোৰো সোঁফালৰ পৰা বাঁওফাললৈহে পঢ়িব লাগিছিল বুলি আটায়ে বিশ্বাস কৰে।

ব্ৰাহ্মীলিপিৰ মূল যিয়েই নহওক, এই লিপিৰে ভাৰতীয় ভাষাবোৰৰ ধ্বনিগত প্ৰতিফলন ইমান সম্পূৰ্ণভাৱে কৰিব পাৰি যে এই ব্ৰাহ্মীলিপি নিৰ্মাণ আৰু উন্নয়ন কৰাত মানুহৰ সচেতন প্ৰচেষ্টা আংশিকভাৱে হ'লেও আছিলেই বুলি ধৰিব পাৰি। আমি যি ৰূপত এই লিপি পাইছো তাৰ পৰা এটা কথা স্পষ্টকৈ বুজিব পাৰি যে এই সূক্ষ্ম কাম কোনো সদাগৰৰ নহয় তাৰ বাবে বেদগানৰ ধ্বনিতত্ত্ব সম্বন্ধে জ্ঞান থকা ব্ৰাহ্মণ বা আন বিদ্বান লোকৰ প্ৰয়োজন হ'ব। হয়তো এই লিপি কোনো বণিক শ্ৰেণীৰ হস্তাক্ষৰেৰেই আৰম্ভ হৈছিল—হয়তো সেই বণিকৰ হস্তাক্ষৰৰ প্ৰেৰণাও আহিছিল কোনো ছেমিটিক লিপিৰ পৰাই বা হৰপ্পাৰ লিপিৰ অস্পষ্ট স্মৃতিয়েও এই লিপিৰ আৰম্ভণিত প্ৰেৰণা যোগাইছিল। কিন্তু এটা কথা নিশ্চিত যে অশোকৰ শাসন-কালৰ সময়লৈকে সম্পূৰ্ণ নহ'লেও এই লিপি ইমান কাৰ্যক্ষম হৈছিল যে সেই যুগত সমগ্ৰ বিশ্বত এই ব্ৰাহ্মীলিপিয়েই আছিল আটাইতকৈ বিজ্ঞানসন্মত লিপি।

ছেমিটিক ভাষাবোৰৰ শব্দবোৰ সাধাৰণতে তিনিটা ব্যঞ্জনবৰ্ণৰ মূলৰ ওপৰত প্ৰতিষ্ঠিত। তাকে অন্তৰস্থ স্বৰবৰ্ণ শব্দৰ দ্বাৰা ধ্বনিত হয়। গতিকে সেইবিলাক স্পষ্টভাৱে বোধগম্য হ'বলৈ আৰু স্বৰবৰ্ণৰ সহায় নেলাগে। গতিকে অপেক্ষাকৃতভাৱে বহুত পিছৰ

যুগলৈকে শব্দৰ আৰম্ভণিতেই যি স্বৰবৰ্ণৰ উচ্চাৰণ যুক্ত হয়—পিছলৈ আৰু নেলাগিছিল। গ্ৰীকসকলে ফিনিচিয়ানসকলৰ বৰ্ণমালা ধাৰলৈ লওঁতে 'অ'ৰ বাহিৰে অন্য স্বৰবৰ্ণৰ ধ্বনি আহৰণ কৰিবলৈ বেলেগ বেলেগ চিহ্ন ব্যৱহাৰ কৰিছিল গ্ৰীক ভাষাত। আনহাতে ভাৰতীয়সকলে স্বৰবৰ্ণ ধ্বনি ফুটাই তুলিছিল মূল আখৰটোৰ সাল-সলনি কৰি। সকলো ব্যঞ্জনবৰ্ণতে এটা অন্তৰ্নিহিত হ্ৰস্ব স্বৰবৰ্ণ 'অ'-ৰ উচ্চাৰণ থাকিবই বুলি ধৰি লোৱা হৈছিল। সেইমতে ব্ৰাহ্মী আখৰ + ৰ উচ্চাৰণ ইংৰাজী K নহয় 'ক' হে। আন আন স্বৰবৰ্ণবোৰো ব্যৱহাৰ কৰা হৈছিল আখৰবোৰৰ ওপৰত বা তলত 'টিক্' (tick) চিহ্ন দি—যেনে, + = কা, + = কি, + = কী, + = কু, + কূ + কে, + = কো ইত্যাদি। দুটা ব্যঞ্জনবৰ্ণৰ যুক্তাক্ষৰ লিখিবলৈ হ'লে এটাৰ তলত আনটো লেখা হয়—যেনে, + = ক আৰু ↓ য়। দুইটা একেলগ কৰি যুক্তাক্ষৰ কৰিবলৈ হ'লে লিখা হৈছেল '+̥ = ক্য' বুলি। প্ৰাকৃত ভাষাত কোনো ব্যঞ্জনান্ত শব্দ নাই। ব্যঞ্জনান্ত হ'লে পিছত 'ম্' থাকিবই। সেই 'ম্' থকা দেখুৱা হয় এটা ফুটেৰে যেনে, +· = কম্। পিছৰ যুগত সংস্কৃত ভাষা লিখোঁতেও অনুৰূপ এক ব্যৱস্থা গ্ৰহণ কৰা হৈছিল। ব্যঞ্জনান্ত শব্দৰ শেষত এটা ব্যঞ্জন চিন দিয়া হৈছিল যেনে 'ক্'। এটা বাক্য সম্পূৰ্ণ হ'লেও পিছৰ বাক্যটোৰ পৰা বিভাজিত কৰি দেখুৱা নহৈছিল। সাধাৰণতে প্ৰথম বাক্যৰ শেষৰ অক্ষৰ আৰু পিছৰ বাক্যৰ প্ৰথম অক্ষৰ দুইটা যুক্তাক্ষৰ কৰি দেখুৱা হৈছিল। কোনো কোনো সময়ত সামান্য সাল-সলনি হ'লেও এতিয়াও সংস্কৃত ভাষাত সেই বিধিয়েই চলি আছে। অৱশ্যে দেশীয় ভাষাবোৰত সেই বিধি নাই। এই বিধি অনুশীলিত হোৱা বাবে ন-শিকাৰুৰ বাবে ভাষা শিকাই টান কাম হৈ পৰে।

ব্ৰাহ্মীলিপিত স্থানীয়ভাৱে পৰিৱৰ্তন হোৱাৰ দৃষ্টান্ত অশোকৰ সময়তে দেখা পোৱা গৈছিল। পিছৰ শতিকাবোৰত এটা নিৰ্দিষ্ট বৰ্ণমালা গৃহীত নোহোৱালৈকে এনে ধৰণৰ পাৰ্থক্য ব্ৰাহ্মীলিপিত আৰু বাঢ়িছিল। খ্ৰীষ্টাব্দ গণনা আৰম্ভ হোৱাৰ আগতে উত্তৰ ভাৰতৰ আখৰ কটা খনিকৰসকলে আখৰবোৰৰ ওপৰত পথালিকৈ সৰু একোটা আঁক দিছিল। এই ধৰণ নিশ্চয় তেওঁলোকে লেখাৰু বা কাকতীবোৰৰ পৰা শিকিছিল। এই আখৰৰ ওপৰত পথালিকৈ দিয়া আঁকডালক 'মাত্ৰা' বোলা হয়। ইংৰাজীত চেৰিফ্ (Serif) বোলে। এইবোৰৰ উপৰি খনিকৰসকলে আখৰ কাটোতে অলঙ্কৰণ কৰিছিল নানাভাৱে। এনেদৰে সজাই-পৰাই আখৰ কটা বহু শতাব্দী ধৰি অনুশীলিত হৈ থকাৰ ফলত মধ্যযুগৰ শেহৰ ফালে আখৰবোৰৰ ওপৰত দিয়া মাত্ৰাবোৰ একেলগ হৈ দীঘলীয়া হৈ হৈ গৈ থাকিল। সেইদৰেই সৃষ্টি হৈছিল নাগৰী লিপি বা বৰ্ণমালাৰ। 'নগৰ' শব্দৰ বিশেষণ ৰূপ হৈছে 'নাগৰী'। যেতিয়া 'দেৱতাৰ নগৰৰ নাগৰী লিপি' হ'লগৈ, তেতিয়া তাৰ নাম হ'ল 'দেৱনাগৰী' লিপি। এই দেৱনাগৰী লিপিতে লিখা হৈ আছে সংস্কৃত, প্ৰাকৃত, হিন্দী আৰু মাৰাঠী ভাষা বৰ্তমানলৈকে। স্থানীয় ভাষাৰ

বৈচিত্ৰ্যৰ প্ৰভাৱত পঞ্জাব, বঙ্গ, উৰিষ্যা, গুজৰাট আৰু আন আন অঞ্চলত বেলেগ বেলেগ লিপিৰ সৃষ্টি হ'ল।

উত্তৰ ভাৰতৰ লিপিত এইবোৰ হৈ থাকোতে দাক্ষিণাত্যত লিপি-সংস্কৃতি ফুলে-ফলে আৰু জাতিস্কাৰ হৈ উঠিছিল। মধ্য ভাৰতত পঞ্চম আৰু ষষ্ঠ শতিকাত আন এবিধ লিপি চলিছিল। সেই লিপিত উত্তৰ ভাৰতীয় লিপিবোৰৰ মাত্ৰাযুক্ত আখৰৰ দৰে নহৈ বেলেগ ধৰণৰ হৈছিল। উত্তৰ ভাৰতৰ লিপিবোৰত চাৰিকোণীয়া তিনিকোণীয়া বৰ্গ আয়তক্ষেত্ৰ বা ত্ৰিভুজৰ সদৃশ হোৱাৰ এটা লক্ষণ আছে। দাক্ষিণাত্যৰ দক্ষিণ অঞ্চল আৰু সিংহলৰ লিপিবিলাকত কিন্তু আখৰবোৰ বৃত্তাকাৰ ৰূপ লৈছিল। মধ্যযুগতহে সেইদৰে বাঢ়ি বাঢ়ি বৰ্তমানৰ সেইবোৰ ভাষাৰ বৰ্ণমালাৰ ৰূপ লৈছিলগৈ। তামিল দেশত কিন্তু 'গ্ৰন্থ' নামেৰে এক কোণীয়া-কোণী আখৰ সম্বলিত লিপিৰ উদ্ভৱ হৈছিল। সেই লিপি এতিয়াও সংস্কৃত ভাষাৰ শব্দ লিখাত ব্যৱহৃত হয় সময়ে সময়ে আৰু সেই লিপিৰ পৰাই আধুনিক তামিল লিপিৰ চূড়ান্ত ৰূপ নিৰ্মিত হৈছিল। আমাৰ এই গ্ৰন্থৰ আলোচ্য সময়কালৰ শেহৰ ফালে ভাৰতীয় ভাষাবোৰৰ বৰ্ণমালা প্ৰায় আটাইবোৰেই সেইবোৰৰ বৰ্তমানৰ ৰূপপ্ৰাপ্ত হৈছিল।

ভাৰতৰ মানুহৰ পৰাই, বিশেষকৈ দক্ষিণ ভাৰতৰ মানুহৰ পৰাই দক্ষিণ-পূব এছিয়াৰ মানুহে লিখিবলৈ শিকিছিল। এতিয়ালৈকে টিকি থকা দক্ষিণ-পূব এছিয়াৰ প্ৰাচীন শিলালিপি যিবোৰ বোৰ্ণিও আৰু মালয়ত পোৱা গৈছে সেইবোৰ চতুৰ্থ আৰু পঞ্চম শতিকাৰে পুৰণি আৰু প্ৰায় বিশুদ্ধ সংস্কৃত ভাষাত পল্লৱ ৰাজবংশৰ ৰাজত্বকালৰ প্ৰথম ভাগত চলিত এটা লিপিত লিখা। ওপৰে ওপৰে চালে বহুত বেলেগ যেন লাগিলেও, প্ৰত্যেক দক্ষিণ-পূব এছিয়ান লিপিৰে মূল যে ব্ৰাহ্মীলিপি সেই কথা বুজিব পাৰি। অৱশ্যে যি আৰবী আৰু ৰোমান লিপিত মালয়ী ভাষা আজিকালি লিখা হয় সেই লিপিৰ কথা আমি কোৱা নাই। ভাৰতীয় লিপিৰ ধৰণৰ লিপি সুদূৰ পূবলৈ আনকি ফিলিপাইন দ্বীপপুঞ্জতো চলি আছে। অশোকৰ দিনৰ আনটো অদ্ভুত নাম—'খৰোষ্ঠী' যাৰ অৰ্থ হ'ল 'গাধৰ ওঁঠ।' সেই লিপিৰ মূল সম্বন্ধে অৱশ্যে কোনো অনিশ্চয়তা নাই। এই লিপি নিশ্চয় আৰামাইক বৰ্ণমালাৰ পৰা উদ্ভূত। আকিমিনিদ ৰাজবংশৰ শাসন-কালত পাৰস্যত ব্যাপকভাৱে সেই লিপিৰ ব্যৱহাৰ হৈছিল আৰু উত্তৰ-পশ্চিম ভাৰততো সেই লিপিৰ প্ৰচলন হৈছিল। উপৰি উক্ত খৰোষ্ঠী বৰ্ণমালাৰ বহুত আখৰৰ লগতে আৰামাইক বৰ্ণমালাৰ সাদৃশ্য সহজেই চকুত পৰে আৰু আৰামাইক লিপিৰ দৰেই খৰোষ্ঠী লিপিও সোঁফালৰ পৰা বাঁওফাললৈ পঢ়িব লাগে। এই খৰোষ্ঠী ভাষাকে ভাৰতীয় ভাষাৰ শব্দৰ ধ্বনি অনুযায়ী আৰু কিছুমান নতুন আখৰ আৱিষ্কাৰ কৰি আৰু লগতে স্বৰবৰ্ণৰ চিহ্ন যোগ দি সুবিধা কৰি লোৱা হৈছিল। আৰামাইক লিপিত স্বৰবৰ্ণসূচক কোনো বৰ্ণ বা

## খৰোষ্ঠী লিপি

তক্ষশীলাত প্ৰাপ্ত ৰূপৰ পাতত খোদিত লিপিৰ পৰা লোৱা। ৰুনাৰ কাল ১ম শতাব্দী। লিপ্যন্তৰ। সোঁফালৰ পৰা বাঁওফাললৈ পঢ়িব লাগে।

১ নং শাৰী — স ১১০০ ২০১০৪১১ অয়স অষডস মসস দিৱসে ১০৪১। ইশ দিৱসে প্ৰদিস্তৱিত ভগৱতো ধাতু (ও) উৰ (স)
২ নং শাৰী — ৰেন ইংতৱিঅপুত্ৰেণ বহলিয়েণ নোৱচয়ে নগৰে ৱস্তৱেন। তেন ইমে প্ৰতিস্তৱিত ভগৱতো ধাতুও ধমৰ—
৩ নং শাৰী — ইয়ে তক্ষশিয়ে তনুৱায়ে বোসিসত্বগহমি মহৰজস ৰজতিৰজস দেৱপুত্ৰস খুষাণস অৰোগদক্ষিনায়ে
৪ নং শাৰী — সৰ্ববুধন পুয়ায়ে প্ৰত্যাগবুধন পুয়ায়ে অৰহণ পুয়ায়ে সৰ্বসণ পুয়ায়ে মতপিতু পুয়ায়ে মিত্ৰমচঞাতিস-
৫ নং শাৰী — লোহিণ পুয়ায়ে অত্বণো অৰোগদক্ষিনায়ে। হোতু অ (য়) দে সমপৰিচগো।

## অনুবাদ

"অয় ১৩৬ বৰ্ষৰ আষাঢ় মাহৰ ১৫ দিন যাওঁতে আজি এইদিনত ভগৱান (বুদ্ধ)-ৰ অস্তিভস্ম ইয়াত নোৱচ নগৰৰ নাগৰিক ইংতৱিয়ৰ পুত্ৰ বেহ্লিয়ান উৰসকই প্ৰতিষ্ঠিত কৰিলে। ভগৱানৰ এই অৱশেষ তেওঁ তেওঁৰ নিজৰ তক্ষশিলাৰ ধৰ্মৰাজিক স্তূপৰ বোধিসত্ত্ব মন্দিৰত স্থাপন কৰিলে মহাৰাজ, ৰাজাধিৰাজ, দেৱপুত্ৰ, কুষাণৰজাৰ স্বাস্থ্য কামনা কৰি আৰু সকলো বুদ্ধৰ প্ৰতি, প্ৰত্যেক বুদ্ধসকলৰ প্ৰতি, অৰহন্তসকলৰ প্ৰতি, সকলো জীৱৰ প্ৰতি, নিজৰ মাতা-পিতাৰ প্ৰতি, তেওঁৰ নিজৰ সকলো মিত্ৰৰ প্ৰতি, সকলো পৰামৰ্শদাতাৰ প্ৰতি, সকলো জাতি আৰু জাতিভাইৰ প্ৰতি শ্ৰদ্ধা জ্ঞাপন কৰি আৰু নিজৰো সুস্বাস্থ্য আৰু নিৰ্বাণলাভ কামনা কৰি। সত্য বৈৰাগ্য সৰ্বত্ৰ বিস্তাৰ হওক।"

* উপৰি উক্ত 'অয়' অৰ্থ লৈ বহুত মত আছে। প্ৰত্যেক বুদ্ধ আৰু অৰহন্তৰ বিষয়ে ৭ম অধ্যায়ত আলোচনা কৰা হৈছে।

চিহ্ন নাছিল। সকলোৰে ধাৰণা আছিল যে আৰামাইক লিপিৰ পৰা খৰোষ্ঠী লিপিৰ উদ্ভৱো হৈছিল ব্ৰাহ্মীলিপিৰ প্ৰভাৱতে। কিন্তু খৰোষ্ঠী আৰু ব্ৰাহ্মী এই দুই লিপিৰ ভিতৰত কোনটো আগৰ কোনটো পিছৰ সেই বিষয়ে নিশ্চয়কৈ একো ক'ব পৰা নেযায়। খৰোষ্ঠী লিপিৰ ব্যৱহাৰ খাচ ভাৰতত তৃতীয় শতাব্দীৰ পিছত আৰু পোৱা নেযায়। কিন্তু মধ্য এছিয়াত সেই লিপি আৰু কেবাটাও শতিকালৈকে চলি আছিল। তাত খৰোষ্ঠী আখৰত লিখা বহুতো প্ৰাকৃত লিপি এতিয়া পোৱা গৈছে। পিছৰ যুগত খৰোষ্ঠী লিপিৰ ঠাইত মধ্য এছিয়াত গুপ্তযুগীয় এক বৰ্ণমালাৰ প্ৰচলন হৈছিল। সেই বৰ্ণমালাৰ পৰাই বৰ্তমান কালৰ তিব্বতীয় ভাষাৰ বৰ্ণমালাৰ উৎপত্তি হৈছিল।

লেখনৰ সামগ্ৰী হিছাপে প্ৰধানকৈ ব্যৱহৃত হৈছিল শুকান তালপাত। এই 'তালিপত'—সংস্কৃতত বুলিছিল 'তালপত্ৰ' আৰু তামিল ভাষাত 'অলাই'—শুকাই, প্ৰয়োজনীয় আকাৰত কাটি মিহি কৰি লোৱা হৈছিল। কিতাপ আকাৰত বান্ধিবলৈ প্ৰতিখিলা তেনে পাতৰ মাজত থকা এটা বিন্ধাইদি বটিয়া এডাল সৰকাই বান্ধি ল'ব পৰা দিহা কৰা হৈছিল। ডাঙৰ কিতাপ হ'লে তেনে ফুটা দুই মুৰে দুটা থাকে আৰু দুডাল বটিয়া থাকে দুইমুৰে বান্ধিব পৰাকৈ। কিতাপবোৰ কাঠৰ ফুলজালী কৰা ৰঙীন বাকচত ৰখা হয়। এতিয়াও দক্ষিণ ভাৰতৰ কোনো কোনো ভিতৰুৱা ঠাইত তালপাতত লিখা হয়। উত্তৰ ভাৰতৰ হিমালয়ৰ কাষৰীয়া অঞ্চলবোৰত তালগছৰ নাটনিৰ বাবে বাৰ্চ গছৰ বাকলিৰ ভিতৰৰ তৰপবোৰ চটাচটে এৰুৱাই সেইবোৰ ব্যৱহাৰ কৰা হৈছিল, ভালকৈ কাটি চাঁচি-চুৰুকি মিহি কৰি শুকাই ল'লে সেই গছৰ ছালত সুন্দৰকৈ লিখিব পাৰি। এইবিলাকৰ উপৰি জোখত কটা কপাহী আৰু পাটৰ বস্ত্ৰ, কাঠৰ আৰু বাঁহৰ পাতলকৈ চাঁচি লোৱা এইবোৰো লেখাৰ সামগ্ৰী ৰূপে ব্যৱহাৰ কৰা হৈছিল। গুৰুত্বপূৰ্ণ নথি আৰু দলিলবোৰ তামৰ ফলিত খোদিত কৰি লিখা হৈছিল। কাগজৰ আৱিষ্কাৰ ২য় শতিকাতে চীনদেশত হৈছিল বুলি পৰম্পৰাগতভাৱে বিশ্বাস কৰা হয় যদিও উত্তৰ ভাৰতত কাগজৰ ব্যৱহাৰ হৈছিল যেন ধাৰণা হয় আৰু মধ্য এছিয়াত ব্যাপকভাৱে কাগজ ব্যৱহৃত হৈছিল বুলি আৰ. বি. পাণ্ডেৰ পূৰ্বে উল্লিখিত গ্ৰন্থত মত প্ৰকাশ কৰিছে।

ভাৰতৰ বেছিভাগ ঠাইতে চাকিৰ পোৰা এঙেৰুৱা বা কেৱাহি চোঁচা ছাইৰ পৰা চিয়াঁহি প্ৰস্তুত কৰি খাগৰি কাপেৰে লিখা হৈছিল। দক্ষিণ ভাৰতৰ আখৰবোৰ কলমৰ জোঙা আগেৰ চিয়াঁহি নোহোৱাকৈ শুকান তাল পাতৰ পিঠিত লিখা হৈছিল। আখৰৰ সাঁচবোৰ ভালদৰে বহিলে তাৰ ওপৰত চাকিৰ পোৰা এঙেৰুৱাৰ গুড়ি দি মোহাৰি দিয়া হয়। এনে ধৰণে লিখিলে আখৰবোৰ সুস্পষ্ট হৈ জিলিকি থাকে আৰু খুব অকণ অকণ হাতৰ আখৰ লেখাও সম্ভৱ হয়। তদুপৰি জোঙা কলমেৰে লিখিবলৈ লোৱা বাবে আখৰবোৰ সূক্ষ্ম কোণযুক্ত হয়। হয়তো এনে ধৰণৰ লেখন-পদ্ধতিৰ ফলতে তামিল ভাষাৰ বৰ্ণমালাৰ আখৰবোৰৰ কোণীয়া-কোণী গঢ় হৈছিল।

# ২। সাহিত্য

**বৈদিক সাহিত্য ঃ**

আমি ইতিমধ্যে চাৰি বেদ, ব্ৰাহ্মণবিলাক আৰু উপনিষদবোৰৰ বিষয়ে নানা প্ৰসঙ্গত আলোচনা কৰিছো আৰু সেইবোৰ গ্ৰন্থৰ পৰা প্ৰচুৰ পৰিমাণে উদ্ধৃতিও দিছো। সাহিত্যিক দৃষ্টিকোণৰ পৰা বিবেচনা কৰিলে এই শাস্ত্ৰবোৰৰ বহুতেই উচ্চ-সাহিত্যগুণসম্পন্ন, বিশেষকৈ ঋকবেদৰ কিছুমান স্তোত্ৰ আৰু প্ৰথমৰ উপনিষদবোৰৰ কিছুমান অংশ। আনহাতে বেছিভাগ এনেকুৱা শাস্ত্ৰই কিন্তু অতি নিৰস আৰু একেসুৰীয়া বা এনে দুৰ্বোধ্য যে বহুত কল্পনাশক্তি প্ৰয়োগ কৰিলেহে কিনো কৈছে বুজিব পৰা যায়।

ঋকবেদৰ ১০২৮ টা স্তোত্ৰ বহু ৰচয়িতাৰ ৰচনা আৰু ভাব-ভাষা-গুণ আৰু ৰচনাশৈলীৰ বৈচিত্ৰ্যও অসীম। সেইবোৰ প্ৰায় পাঁচ শতিকা ধৰি ৰচিত হৈ আছিল বিভিন্ন সময়ত। কিন্তু সেই স্তোত্ৰবোৰৰ একেবাৰে প্ৰাচীনতমটোও বহু যুগৰ পৰম্পৰাগত সৃষ্টি। প্ৰত্যেকটোকে একে সুকঠোৰভাৱে অনুসৃত ছন্দবদ্ধতা আৰু বহু প্ৰাচীন এক প্ৰতিষ্ঠিত সাহিত্যিক কীৰ্তিৰ অন্তৰ্গত আছিল। প্ৰাচীন ভাৰতীয় সাহিত্যত বাক্যালঙ্কাৰৰ বিষয়ে এই গ্ৰন্থৰ শেহৰ ফালে 'ওপৰঞ্চি-১১' শিতানত আৰু ব্যাখ্যা দিয়া হৈছে।

ঋকবেদৰ সমগ্ৰ স্তোত্ৰাৱলীৰ সংগ্ৰহ দহটা মণ্ডলত বিভাজিত কৰা হৈছে। এইবিলাকৰে দ্বিতীয় মণ্ডলৰ পৰা সপ্তম মণ্ডললৈকে এই কেই খণ্ডকেইটাৰ ৰচয়িতাসকল নিৰ্দিষ্ট কেইটমান ঋষিৰ পৰিয়ালভুক্ত লোক বুলি কোৱা হয় আৰু সেইবিলাকেই আটাইতকৈ পুৰণি বুলিও ধৰা হয়। প্ৰথম, অষ্টম আৰু দশম মণ্ডলৰ স্তোত্ৰবোৰ পিছৰ কালৰ। বিশেষ দশম মণ্ডলৰ স্তোত্ৰবোৰৰ একাংশ। নৱম মণ্ডলৰ স্তোত্ৰবোৰত ঋকবেদৰে বাকী আটাইকেইটা মণ্ডলৰ পৰা সোমদেৱতাৰ উদ্দেশ্যে ৰচিত স্তোত্ৰবোৰকে আনি থুপাই থোৱা হৈছে মাত্ৰ। বেদৰ স্তোত্ৰবোৰৰ বহুত পুনৰাবৃত্তি আছে আৰু বেছিভাগৰে ভাব-ভঙ্গী একে ধৰণৰ যেন লাগে। স্তোত্ৰবোৰত ব্যৱহৃত ভাষাত অপ্ৰচলিত শব্দৰ প্ৰাচুৰ্য আৰু যিবোৰ পৰোক্ষ উল্লেখ আছে সেইবোৰৰ মূলবোৰ অজ্ঞাত হোৱা কাৰণে বেদৰ পাঠভাগৰ অনেক অংশ সম্পূৰ্ণকৈ বুজা সম্ভৱেই নহয়। আমি এই গ্ৰন্থত আগতে ঋকবেদৰ বহু শ্লোকৰ যিমান পাৰো ভালকৈ অনুবাদ কৰি উদ্ধৃতি দিছো। সেইবোৰৰ পৰা পাঠকসকলে ঋকবেদৰ স্তোত্ৰবোৰৰ ৰচনাৰীতি সম্বন্ধে এটা ধাৰণা কৰিব হয়তো পাৰিছে। ইয়াত আমি বিশেষ সাহিত্যিক মূল্যযুক্ত আৰু কিছুমান ঋকবেদীয় স্তোত্ৰৰ মুকলি অনুবাদ যোগ দিছোঁ।

আমাৰ প্ৰথমটো অনুবাদ হৈছে মেঘাসুৰ বৃত্ৰৰ সৈতে ইন্দ্ৰৰ যুদ্ধৰ কাহিনী। এই স্তোত্ৰই দেখদেখকৈ পুৰণি এক লোককাহিনীলৈকে যে আঙুলিয়াইছে সেই বিষয়ে কোনো সন্দেহ নাই। সেই প্ৰাচীন লোককাহিনী এতিয়া নিশ্চয় বিস্মৃত হৈছে। কিন্তু সেই

কাহিনী বোধ হয় মেছোপটেমিয়ান 'অনাদিপাতন'ৰ পুৰাণ কাহিনীৰে ৰূপান্তৰ আছিল। সেই কাহিনীতো দেৱতা মাৰ্দুকে ধ্বংসকাৰী দৈত্য তিয়ামতক বধ কৰি সৃষ্টি ৰচনা কৰাৰ বৃত্তান্তকে পোৱা যায়। এই কাহিনীত ইন্দ্ৰক বৰষুণৰ দেৱতা হিচাপে দেখুৱা হৈছে। যদি সঁচাকৈয়ে এই কাহিনীটো উল্লিখিত মেছোপটেমিয়ান কাহিনীৰ পৰাই লোৱা হৈছিলো, তেন্তে ক'ব লাগিব যে তাৰ মূলতকৈ এই কাহিনী বহুত উন্নত ধৰণৰ কৰি লোৱা হৈছিল। সংগ্ৰাম চলি থাকোতে বৰ্ণনাত মাজে মাজে ইন্দ্ৰৰ মনত ভয়ৰ ভাবৰ উদয় হোৱা কথা কোৱা হৈছে—তাৰ মানে যুদ্ধৰ গতি সকলো সময়তে ইন্দ্ৰৰ পছন্দমতে হোৱা নাছিল। স্তোত্ৰটোৰ একেবাৰে শেষৰ চৰণ দেখদেখকৈ অন্য কোনো ৰচকৰ সংযোজন।

"এতিয়া মই গাম ইন্দ্ৰৰ দুঃসাহসী বীৰত্ব কাহিনী
সেই বজ্ৰপাণিৰ প্ৰথম মহৎ কাম আছিল
মেঘাসুৰক বধ কৰি জলধৰ মেঘগণক উন্মুক্ত কৰা।
তেওঁ পৰ্বতৰ গৰ্ভদেশ বিদীৰ্ণ কৰিছিল।"

"তেৱেঁই পৰ্বতৰ ওপৰত পৰি থকা সেই অসুৰক
নিধন কৰিছিল ত্বষ্টৃয়ে তেওঁৰ বাবে নিৰ্মাণ কৰা বজ্ৰৰে।
আবদ্ধ জলৰাশি হঠাৎ হাম্বাৰাও কৰা গোযূথৰ দৰে
নামি আহিল। পৰ্বতৰ বুকুয়েদি বৈ গ'ল সাগৰক লক্ষ্য কৰি।"

"বলীয়ান ইন্দ্ৰই বাছি ল'লে সোমৰসৰ তিনিটা পূৰ্ণপাত্ৰ।
সোমৰস কৰিলে আকণ্ঠ পান। পিছত
পুনৰায় বজ্ৰ হাতত তুলি দুৰ্দান্ত আঘাত হানিলে
অসুৰশ্ৰেষ্ঠৰ নিধন কামনা কৰি।"

"হে ইন্দ্ৰ। যেতিয়া তুমি অসুৰৰ প্ৰথম প্ৰধানজন
কৰিলা নিধন—ব্যৰ্থ কৰি অসুৰৰ বহু মায়াজাল—
তেতিয়াই সৃষ্টি হ'ল সবিতা আৰু আকাশ আৰু উষাৰ।
তুমি হ'লা অৰিন্দম—কোনো শত্ৰু নৰ'ল তোমাৰ।"

"বৃত্ৰ নিহত হ'ল ইন্দ্ৰৰ হাতত, নিহত হ'ল বৃত্ৰতকৈও
শক্তিধৰ অসুৰ ব্যংস। অগ্নিময় বজ্ৰৰে ইন্দ্ৰই
কুঠাৰেৰে বৃক্ষশাখা সমূলঞে ছেদন কৰাৰ দৰে
নিহত অসুৰেৰে ৰণক্ষেত্ৰ ওপচাই পেলালে।"

"ভীৰু কিন্তু ক্ৰোধোন্মত্ত সেই অসুৰে ইন্দ্ৰক ৰণলৈ
কৰিলে আহ্বান। ভয়ঙ্কৰ মূৰ্তিৰে হ'ল ধাবমান—

কিন্তু ইন্দ্ৰৰ প্ৰচণ্ড আঘাতত সাৰিব নোৱাৰি—
ছিন্ন ভিন্ন মেঘৰাশিৰ দৰে পৰিলে উফৰি।"

"ছিন্ন হ'ল দুই ভৰি, দুই হাত তথাপি অসুৰৰ
যুদ্ধ চলিয়ে থাকিল। কিন্তু ইন্দ্ৰৰ বজ্ৰৰ
মাৰত তাৰ ভগ্ন হ'ল পৃষ্ঠদেশ। পতন হ'ল
বৃত্ৰাসুৰৰ। সিঁচৰতি হ'ল তাৰ অঙ্গ-প্ৰত্যঙ্গ।"

"এইবাৰ বন্ধ জলধৰ মুক্ত হ'ল। মানুহৰ কল্যাণৰ বাবে
স্ৰোতধাৰা বৈ গ'ল তৃণবৎ পৰি থকা
সৰ্পদেহী বৃত্ৰৰ ওপৰেদি প্ৰবল বেগেৰে সেই জলৰাশি
যি জলৰাশিক বন্দী কৰি ৰাখিছিল সেই অসুৰেই।"

"লগে লগে শক্তিৰো শেষ হ'ল সেই অসুৰমাতৃৰ
বৃত্ৰৰ মাতৃৰ অস্ত্ৰ ইন্দ্ৰই লৈ গ'ল কাঢ়ি
তাইৰ পুত্ৰ বৃত্ৰৰ দেহৰ ওপৰত মৃতবৎসা গাভীৰ
দৰে পৰি ৰ'ল অসুৰমাতৃ দনুৰ শৰীৰো।"

"বৃত্ৰাসুৰ পৰি ৰ'ল পানীৰ তলত। বহুধাৰে
বহু বেগে বিৰাম-বিশ্ৰামহীন অহৰহ খৰস্ৰোতা
সেই জলতৰঙ্গই লুকাই পেলালে ইন্দ্ৰৰ অৰাতিক
জলধিৰ অন্ধকাৰ অতল বুকুত।"

"যি জলৰাশি দাসইঁতে ৰাখিছিল নিজৰ সম্পত্তি কৰি
দুষ্ট লোকে গোপনে খোৱাৰ পাতি গো-ধন ৰখাৰ দৰে
দুৰ্দান্ত অসুৰে যি জলৰাশি সংৰক্ষণ কৰিছিল পথৰুদ্ধ কৰি
বৃত্ৰহন্তা ইন্দ্ৰ সেই জলপথ কৰিলে মুকলি।"

"হে ইন্দ্ৰ! যেতিয়া অসুৰে তাৰ প্ৰচণ্ড শূলেৰে হানিলে
তোমাক—তেতিয়া এচিটা মেঘৰ দৰে হৈ গ'লা তুমি।
হে বীৰ! অকলেই তুমি উদ্ধাৰ কৰিলা গো-ধন, সোম-ভাণ্ড
আৰু বোৱালা প্ৰবল বেগে এই সপ্তনদী।"

"কি যে ভয়ঙ্কৰ যুদ্ধ সেয়া ইন্দ্ৰৰে অসুৰৰে। কত বজ্ৰগৰ্জন
কত বিজুলীৰ চমকনি—কিমান উৰিল মেঘ কত শিলাবৃষ্টি
কতকাল যুদ্ধৰ অন্তত পৰাস্ত হ'ল বৃত্ৰাসুৰৰ বাহিনী
অৰিন্দম ইন্দ্ৰ—চিৰকাল হ'ব শত্ৰুজয়ী।"

"বৃত্ৰৰ মৃত্যুৰ প্ৰতিশোধকামী বিশাল বিপুল সেই
দানৱবাহিনী দেখি সদ্যমৃত বৃত্ৰৰ কাষৰ পৰা
পলাল ভীতিগ্ৰস্ত ইন্দ্ৰৰ এক উনশতক নদী অতিক্ৰম কৰি
ভীত শ্যেন বিহঙ্গই আকাশেদি যেন গুচি যায় উৰি।"

"ইন্দ্ৰ হ'ল জগতৰ অধিপতি ভ্ৰমণৰত নিদ্ৰিত
নিৰীহ আৰু ভয়ঙ্কৰ সকলো প্ৰাণীৰে প্ৰভু বজ্ৰপাণি
এই মৰ্ত্যলোক হ'ল ইন্দ্ৰৰ সাম্ৰাজ্য। চকাই আৱৰি ৰথা
হ্যৰকৰাশিৰ দৰে মৰ্ত্যৰ সকলো হ'ল তেওঁৰ পালিত প্ৰজা।"
[ঋ. বে. ১ ঃ ৩২]

কিছুমান স্তোত্ৰত গভীৰ প্ৰকৃতি-বন্দনা দেখা যায়। তাৰ ভিতৰতে খুব বিখ্যাত হ'ল উষাৰ উদ্দেশ্যে বিৰচিত স্তোত্ৰবোৰ। উষা হৈছে প্ৰভাতী দেৱী। কিন্তু তাতকৈ বেছি সুন্দৰ হৈছে ৰাত্ৰিদেৱীৰ উদ্দেশ্যে ৰচিত ঋকবেদৰ দশম মণ্ডলৰ ১২৭ স্থানৰ অকলশৰীয়া স্তোত্ৰ য'ত ৰাত্ৰিকালক ব্যক্তিৰূপত কল্পনা কৰা হৈছে—

"ৰাত্ৰিদেৱীয়ে কেউফালে চালে তেওঁৰ দুই চকু মেলি
সকলোকে নিজৰ প্ৰতি কৰিলে আকৰ্ষণ
নিজৰ গৌৰৱ বিস্তাৰ কৰিলে চৌদিশে।"

"সেই অমৰ দেৱীয়ে এতিয়া সকলো সু-উচ্চ
সুগভীৰ শূন্যস্থল ভৰাই তুলিলে নিজৰ
জ্যোতিৰে অন্ধকাৰ বিদূৰিত কৰি।"

"কাষ চাপি আহি ৰাত্ৰিকালে প্ৰভাতৰ দেৱী
উষাক কৰিলে বহিষ্কাৰ। বহিষ্কৃত হ'ল
অন্ধকাৰো লগে লগে।"

"হে ৰাত্ৰি! তুমি সেইদৰে আমাৰ ওচৰ চপাৰ
লগে লগে আমিও ঘৰ চাপিলোহি। দিনৰ শেষত
পক্ষীকুলে নিজৰ বাহ বিচৰাৰ দৰে।"

"সকলো জীৱকুল এতিয়া এতিয়া ঘৰমুৱা হ'ল
পশুবোৰ গ'ল নিজৰ খোৰোঙলৈ, পক্ষী গ'ল বাহলৈ
আনকি আকাশ এৰি গুচি গ'ল চিকাৰী শেন।"

"হে ৰাত্ৰিদেৱী, ৰক্ষা কৰিবা আমাক কুকুৰ-নেচীয়া
বাঘ-বাঘিনীৰ পৰা। ৰাত্ৰিকালত চোৰৰ পৰা
যেন তোমাৰ দয়াত আমি সুখেৰে কটাব পাৰো।"

"কেউফালে অন্ধকাৰ বিয়পাই আহিছে ৰাত্ৰিকাল
মোৰ চৌদিশে ঘোৰ কৃষ্ণ অন্ধকাৰ—হে দেৱী উষা!
পুনৰ পোহৰ দি সদ্য ঋণমুক্ত মানুহৰ দৰে আমাৰ মন আনন্দিত কৰা।"

"হে সৰগৰ দেৱী ৰাত্ৰি! গাভী উছৰ্গা কৰাৰ
দৰে মই একান্তভাৱে প্ৰাৰ্থনা কৰিছো তোমাক
হে দেৱী! গ্ৰহণ কৰিবা তাকে বিজেতাই প্ৰশংসা গ্ৰহণ কৰাৰ দৰে।"

একেই তীব্ৰ প্ৰকৃতি অনুৰাগেৰে পূৰ্ণ এটি স্তোত্ৰ আছে ঋকবেদৰ দশম মণ্ডলৰ ১৪৬ স্থানত। সেই স্তোত্ৰ অৰণ্যানি নামে বনভূমিৰ অধিষ্ঠাত্ৰী বনদেৱীৰ উদ্দেশ্যে ৰচিত।

"অৰণ্যানি! হে বনদেৱী! বাৰে বাৰে অন্তৰ্দ্ধান হোৱা তুমি
বিদূৰত। তুমি বাৰু কেতিয়াও গাঁৱঁলৈ নাহা কিয়?
তোমাৰতো মানুহ'লে কোনো ভয় নাই।"

"দূৰণিৰ পৰা গাভীৰ হেম্বেলনিৰ শব্দ ভাহি আহিলে
উঁই চিৰিঙাই উত্তৰত ৰাগিণী তোলে—
গৰুৰ ডিঙিৰ ঘণ্টাৰ ধ্বনিত বনদেৱীৰ আনন্দৰ সঁহাৰি।"

"কেতিয়াবা বনদেৱীক ছঁয়াময়াকৈ দেখা পোৱা যায় দূৰ-দূৰণিত
মানুহে ভাবে গৰু চৰি আছে—বা দূৰণি কোনো ঘৰৰ এফাল।
ৰাতি অৰণ্যৰ শব্দ শুনা যায়—ছৈ লগোৱা গৰুগাড়ী গুচি গ'ল যেন শব্দ তুলি।"

"বনদেৱীৰ কণ্ঠস্বৰো শুনা যায় কেতিয়াবা। ঠিক যে
গৰখীয়া উকি মাৰি মাতিলে গৰুৰ জাক বা
হৰুস্ কৰি বাগৰিল গুৰি কটা গছ। যদি থাকা
অৰণ্যত গধূলি পৰত তেওঁৰ মাত ভাহি আহিব দূৰৰ পৰা পৰিব কাণত।"

"কিন্তু অৰণ্যৰ দেৱীয়ে কেতিয়াও কাৰো প্ৰাণ নকৰে হানি
শতৰুৱে তেওঁৰ হানি যদি প্ৰথমে নকৰে
সোৱাদ বনৰীয়া ফলৰ বাহিৰে তেওঁ একোকে নেখায়
বিশাল অৰণ্যত য'তে ত'তে লয় জিৰণি।"

"মই স্তুতি কৰো গোন্ধতে আমোল-মোলাই থকা
সুগন্ধি অৰণ্যানিক। কৃষিকৰ্ম নকৰে যদিও সদায়
সুখাদ্য ভোজন কৰে। বনৰীয়া সকলো জীৱৰে
মাতৃ দেৱী অৰণ্যানি।"

এই কবিতাবোৰত ব্যৱহৃত কিছুমান বৈদিক শব্দ অপ্ৰচলিত হৈ যোৱাৰ বাবে আচল অৰ্থই বিচাৰি পোৱা নেযায়। গতিকে অনুবাদ কৰোতে এটা গ্ৰহণযোগ্য ভাবাৰ্থ প্ৰকাশ কৰাৰ উদ্দেশ্যে শব্দবোৰৰ ব্যাখ্যা কৰা হৈছে। কিছুমান বৈদিক স্তোত্ৰ আমাৰ আজিকালিৰ বিচাৰমতেই একেবাৰেই ধৰ্মনিৰপেক্ষ। তাৰ ভিতৰতে প্ৰসিদ্ধ হৈছে ঋক্‌বেদৰ ১০ ম মণ্ডলত থকা 'জুৱাৰীৰ বিলাপ।' খুব সম্ভৱ এই পদ্য প্ৰথমে ৰচিত হৈছিল জুৱাখেলত জিকিবৰ মানসেৰে জুৱাত ব্যৱহৃত বিভীদক গুটিবোৰক সম্বোধন কৰি মন্ত্ৰ হিচাপে। কোনো অজ্ঞাত কবিয়ে তাকে সলাই জুৱাৰীহঁতৰ প্ৰতি সাৱধানবাণী কৰি স্তুতি আকাৰ দিলে। সেই পদ্যত সবিতৃ দেৱতাৰ প্ৰতিও জুৱাৰীক শুদ্ধ পথলৈ আনিবলৈ প্ৰাৰ্থনা আছে দেখি ঋকবেদত স্থান পাইছিল।

"এইবোৰ গছৰ গুটি আকাশছোৱা গছত ওলমি বতাহত হালিছিল
এতিয়া পাশাৰ ঢালত বাগৰি বাগৰি মনত যোগায় আনন্দ
ৰঙীয়াল বিভীদক গুটি মাত্ৰেই কিমানযে স্ফূৰ্তি।
যেন মুজাৱন্ত পৰ্বতৰ পৰা অনা যেন সোমপাত্ৰ ভৰ্তি।"

"তাই মোক কাহানিও গালি নিদিছিল, খং নকৰিছিল
মোৰ বন্ধুবোৰকো মোকো সমাদৰেই কৰিছিল।
কিন্তু এদিন হাৰিলো খেলাত বৰ ডাঙৰ বাজি এটা ধৰি—
সাদৰী পত্নীয়ে লগে লগে মুখ ঘূৰাই লৈছিল।"

"এতিয়া তাইৰ মাকে মোক দেখিবই নোৱাৰে, তাইতো
ঘূৰিয়েই নেচায়। বিপদত মানুহৰ কোনো লগ নাই।
সকলোৱে কয়, "খেলত হৰা জুৱাৰী আৰু বুঢ়া হোৱা
ঘোঁৰা—দুইটাকে বেচিবলৈ ওলালেও কিনোতা নাই।"

"খেলাত বাজিমাৎ কৰাজনে বাজিৰ বস্তু চমজি ল'লে
জুৱাৰীৰ পত্নীকো আন লোকে টনাটনি কৰে।
জুৱাৰীৰ পিতা-মাতা ভ্ৰাতৃহঁতে কয় ঘৃণাভৰে—
সি আমাৰ কোনো নহয়। লৈ যোৱা দাস কৰি।"

"মই ভাবোঁ মনে মনে—নেযাওঁ মই আৰু কাৰো লগত
মোৰ বন্ধুহঁতে খেলিবলৈ গ'লে মই থাকিম পিছত।
কিন্তু মুগা মুগা বিভীদকবোৰে মূৰ তুলি ৰিঙিয়াই মাতিলেই
প্ৰেমিকাই প্ৰেমিকৰ কাষলৈ যোৱাৰ দৰে ঢালত বহোঁগে।"

"জুৱাৰী গৈ দ্যুতাগাৰ সোমালেই মন তাৰ থৌকি-বাথৌ
'জিকিবনে হাৰিব।' মনত কিমান শঙ্কা। গাত কঁপনি উঠে।
জুৱাৰ গুটিৰ পৰাৰ ধৰণ দেখি হতাশাত ভাগি পৰে মন
বিপক্ষৰ জুৱাৰীৰ মন ফৰকাল মুকলি ভাগ্য গগন।"

"বিভীদক গুটিবোৰৰ গাত হাকোটা লগোৱা ঠহ্ ঠহ্ কৰে বিন্ধে
মহা ঠগবাজ গুটি কিন্তু বৰ লোভ লাগে—হাত পুৰি যায়।
শিশুৱে খেলোতে যেনেদৰে দিয়ে আৰু লয়—সিহঁতেও তেনেদৰে
এবাৰ জিকালে পিছৰ মাৰত সমুলঞ্চে লুটি নিয়ে
সৰ্বনশীয়া জুৱাৰ গুটিৰ গাত সনা থাকে মধু
বহু কষ্ট কৰিলেও জুৱাৰীয়ে তাৰ এৰাব নোৱাৰে যাদু।"

"একো একোবাৰত বাজি ধৰে সিহঁতে পঞ্চাছৰ তিনিগুণ
সবিতৃ দেৱতাৰ পথ ধৰা-বন্ধা—জুৱাৰো ধৰা-বন্ধা ৰীতি।
কঠোৰ নিয়ম নোৱাৰে লৰাব বিফল সবাৰো শকতি—
হ'ক মহাৰজা হেট কৰে মাথা নলৰে জুৱাৰ বিধি।"

"জুৱাৰ পাশটি ঢালত বাগৰে ওপৰলৈ জাঁপ মাৰে
নিৰস্ত্ৰ পাশাটিৰ ভয়ত কম্পমান সমুখৰ শস্ত্ৰপাণি
ভাগ্যৰ আঙঠা জুৱাৰ গুটি হাতত চেঁচা যেন লাগে
জুৱাৰ চালত ঘূৰপাক খাই বুকু ডেই পুৰি মাৰে।"

"জুৱাৰীৰ হতভাগী ঘৈণীয়ে সদায় চকুপানী টুকিব পাৰে
জুৱাৰীৰ মাকৰ টোপনি নেযায় পুতেক ঘৰত নাই
ডিঙিলৈকে ধাৰ, ভয়েই হ'ল সাৰ, হাতত সম্বল নাই—
ৰাতি হ'লে লোকৰ ঘৰে ঘৰে ফুৰে আমাৰ জুৱাৰী ভাই।"

"লোকৰ ঘৰত পতি-পত্নীৰ সুখৰ সংসাৰ দেখি
জুৱাৰীৰ আমাৰ বেজাৰত বুকু পোৰে।
পুৱা হ'লেই কিন্তু জুৱাৰ গুটিৰ বাদামী ঘোঁৰাত উঠি
গধূলি গধূলি ভিক্ষাৰী হৈ লোকৰ ঘৰত ঘূৰে।"

"এই বিশাল বাহিনীৰ সেনাপতি কোন, ৰজাইনে তেওঁ?
কোন এই বাহিনীৰ অধিপতি?
সিজনাৰ প্ৰতি জনাই প্ৰণতি দহো আঙুলি মেলি
নিবেদিলো নিৰ্ভেজাল সঁচা কথা এটি—।"

"জুৱা নেখেলিবা। কৃষিকে কৰিবা ধৰিবা নাঙলৰ কুটি
নিজৰ সম্পত্তি নিজৰ ঘটন সোণ যেন দেখিবা তাক।
পশুধন পালিবা—জুৱাক তেজিবা—ভাৰ্যাৰ মুখত
হাঁহি বিৰিঙাবা। মানিবা সবিতৃ দেৱতাৰ হাক।"

"আমাৰ প্ৰতি মৰম ভাব ৰাখিবা বন্ধু ভাব কৰিবা
জুৱাৰ যাদুক নিষ্ফল কৰিবা। এৰিবা খং-ৰাগ
এৰি ঘৃণা ভাব সদাই স্বভাৱ মনক কৰি থিৰ
জুৱা মানেই সৰ্বনাশ জানিবা বিভীদক কৰিবা ত্যাগ।"

পৰৱৰ্তী কালৰ বৈদিক সাহিত্য সম্বন্ধে ইয়াত আমি বেছি কথা নকওঁ। অথৰ্ববেদ হৈছে ঘাইকৈ এক আমনি লগা মন্ত্ৰৰ সংকলন। তাত উচ্চ কাব্যিক মূল্যযুক্ত কবিতাৰ সংখ্যা সামান্য। গদ্যত ৰচিত ব্ৰাহ্মণবিলাক আৰু যজুৰ্বেদৰ বিবিধ সংস্কৰণবিলাকতো সাহিত্যিক গুণৰ প্ৰকাশৰ বাবে কোনো চেষ্টা কৰা দেখা নেযায়। সেইবোৰ লেখা হৈছে সহজ পোনপটীয়া ভাষাত। সেইবোৰৰ ৰচনাৰীতিও ক্লাছিকেল সংস্কৃতত‌কৈ বহুত বেলেগ। অ'ত-ত'ত কঠুৱা নিৰস গদ্যত কিছুমান কাহিনী কোৱা হৈছে। খুব বেছি সংক্ষিপ্ত ভাষাত লিখা হৈছে বাবেই মনত ৰেখাপাত কৰে। আমি 'শতপথ ব্ৰাহ্মণ'ৰ পৰা তলত এটা গল্প তুলি দিছো—পুৰুৰৱা আৰু উৰ্বশীৰ গল্প। মন্ত্ৰ সহকাৰে বলি-বিধানেৰে পূজা কৰি গন্ধৰ্ব কেনেকৈ হ'ব পাৰি সেই বিষয়ে থকা নিৰ্দেশবোৰৰ অংশ হিছাপেই এই কাহিনী মূল পাঠত আছিল। এই কাহিনী ঋকবেদৰ দিনৰে বুলি জনা যায়। কাৰণ ঋকবেদৰ দশম মণ্ডলৰ ১০-৯৫ স্তোত্ৰত পুৰুৰৱা আৰু তেওঁৰ স্বৰ্গীয় প্ৰেমিকাৰ মাজত হোৱা এক কথোপকথন দিয়া আছে আৰু আমি এতিয়া য'ৰ পৰা কাহিনীটো উদ্ধৃত কৰিম সেই 'শতপথ ব্ৰাহ্মণতো' (১১।৫-১) ঋকবেদৰ সেই শ্লোককেইটাকে লৈ তুলি দিছে। পিছৰ যুগত এই কাহিনী বৰ জনপ্ৰিয় হৈছিল। কালিদাসৰ এখন নাটকৰ বিষয়-বস্তুও আছিল। কাহিনীটো হৈছে—

"অপ্সৰা উৰ্বশীয়ে ইড়াৰ পুত্ৰ পুৰুৰৱাক ভাল পাইছিল। যেতিয়া তেওঁলোকৰ বিবাহ হ'ল তেতিয়া উৰ্বশীয়ে ক'লে, 'তুমি মোক এদিনত তিনিবাৰকৈ আলিঙ্গন কৰিব লাগিব। কিন্তু মোৰ ইচ্ছাৰ বিৰুদ্ধে মোৰ লগত শুব নোৱাৰিবা। তদুপৰি তোমাক নাঙঠ অবস্থাত মই কেতিয়াও দেখিব নেলাগিব। কাৰণ আমাৰ নাৰীসকলে পুৰুষৰ পৰা ঠিক সেই ধৰণৰ ব্যৱহাৰেই বিচাৰে।'

"তাই বহুত কাল পুৰুৰৱাৰ লগত থাকিল। পুৰুৰৱাৰ সন্তানৰ মাতৃ হ'ল। তেতিয়া গন্ধৰ্ববিলাকে নিজৰ মাজতে কোৱাকুই কৰিবলৈ ধৰিলে—"উৰ্বশী মানুহৰ মাজত বহুত বেছি দিন আছেগৈ। আমি তাইক ঘূৰাই আনিবলৈ উপায় চিন্তা কৰিব লাগিল।"

"উৰ্বশীয়ে এজনী ভেড়ী পুহিছিল লগত দুটা ভেড়া-পোৱালি। সদায় নিজৰ খাটখনৰ খুঁটাতে বান্ধি থয়। এদিন ৰাতি গন্ধৰ্বইঁতে তাৰে এটা পোৱালি চুৰ কৰি লৈ গ'ল। উৰ্বশীয়ে চিঞৰি উঠিল, "সিহঁতে মোৰ পোৱালিটো লৈ গ'ল। তাক ৰক্ষা কৰিবলৈ ইয়াত কোনো বীৰপুৰুষ নাইনে?" পিছত গন্ধৰ্বইঁতে দ্বিতীয় পোৱালিটোও লৈ গ'ল। উৰ্বশী আগৰ দৰেই কৈ কৈ চিঞৰ-বাখৰ কৰিলে।"

"তেতিয়া পুৰুৰবাই ভাবিলে—"য'ত মই নিজে আছো তাত যোদ্ধা নাই বুলিলে কেনেকৈ হ'ব?" গতিকে উত্তেজিত হৈ উলংগ হৈয়েই চোৰবোৰৰ পিছে পিছে খেদি গ'ল। কাপোৰ পিন্ধিবলৈ ল'লে বহুত সময় লাগিব বুলি।"

"তেতিয়া গন্ধৰ্বইঁতে ইচ্ছা কৰিয়েই বিজুলীৰ এক চমকনি তুলিলে। দিনৰ পোহৰ দেখাদি উৰ্বশীয়ে দেখিলে পুৰুৰবাৰ উলংগ ৰূপ। লগে লগে তাই অদৃশ্য হ'ল।"

"উচুপি উচুপি কান্দি গোটেই কুৰুক্ষেত্ৰ ঘূৰি ফুৰিলে পুৰুৰবাই। সেই ঠাইতে অন্যতঃপ্লক্ষ নামে এটা হ্ৰদ আছিল। সেই হ্ৰদৰ পাৰে পাৰে ঘূৰি ফুৰিছিল পুৰুৰবাই। সেই হ্ৰদত অপেশ্বৰীসকলে সাঁতুৰি-নাদুৰি আছিল ৰাজহংসৰ ৰূপ ধৰি।"

"হংসিনী ৰূপধাৰী উৰ্বশীয়ে পুৰুৰবাক দেখি চিনি পালে আৰু লগৰ অপ্সৰীইঁতক ক'লে, "সৌজন মানুহৰ লগতে মই অতকাল আছিলো।" লগৰ অপ্সৰাবোৰে ক'লে, "তেনেহ'লে আমি নিজ ৰূপ ধৰি তেওঁক দেখা দিওঁ ব'লা।" "সেয়ে হওক।" বুলি উৰ্বশীয়ে ক'লে আৰু তেওঁলোকৰ আটায়ে স্ব-স্ব-ৰূপ ধৰি পুৰুৰবাৰ আগত থিয় দিলেগৈ।"

"পুৰুৰবাই উৰ্বশীক দেখিয়েই কাকুতি-মিনতি কৰিবলৈ ধৰিলে— "হে প্ৰিয়তমা পত্নী, খন্তেক ৰ'বা। আঁতৰি নেযাবা। তুমি ইমান নিষ্ঠুৰ হ'ব পাৰিলা কেনেকৈ? ৰ'বা—কিমান গোপন কথা পাতিবলগীয়া আছে তোমাৰ লগত। সেইবোৰ নেপাতিলে কোনো কালে আমি আৰু আনন্দৰ সন্ধান নেপাম।"

"উৰ্বশীয়ে ক'লে—"এতিয়া আৰু কথা পাতি কি লাভ তোমাৰ লগত। মই মিলি গ'লো উষাৰ প্ৰথম পোহৰ দিনৰ পোহৰৰ সতে মিলি যোৱাৰ দৰে। পুৰুৰবা, ঘৰলৈ উলটি যোৱা। মই হ'লো এছাটি বতাহ মাথোঁ, নোৱাৰিবা চুব।"

শোকাকুল পুৰুৰবাই ক'লে—"হে প্ৰিয়তমা, তোমাৰ প্ৰেমিকৰ তেন্তে আজিয়েই মৃত্যু হ'ব। মই গুচি যাম দূৰ-দূৰণিলৈ। কোনো কালে নাহিম উলটি। ছিৰি ছিৰি খাব মোক জাক জাক কুকুৰ-নেচীয়াই।"

উৰ্বশীয়ে উত্তৰ দিলে—"পুৰুৰবা নমৰিবা তুমি। দূৰলৈ গুচিও নেযাবা। কুকুৰ-নেচীয়াই খাবলৈও নিদিবা নিজকে। নাৰীৰ মাজত বন্ধুত্ব নিবিচাৰিবা। কাৰণ সম্পূৰ্ণকৈ পোহ নমনা শৃগালৰ দৰে নাৰীৰ অন্তৰ।"

তাৰ পিছত উৰ্বশীয়ে তেওঁক ক'লে—"মই যেতিয়া মৰ্ত্যলোকত ছদ্মবেশত বাস

কৰিছিলো চাৰিটা শৰতৰ দিন-ৰাতি, দিনটোত এবাৰ মাথোন অকণমান ঘিউ খাইছিলো— মোৰ বাবে সেয়ে হ'ল ঢেৰ।"

"কিন্তু উৰ্বশীৰ মনত পুতৌ উপজিল পুৰুৰবাৰ প্ৰতি। তেতিয়া ক'লে—এই বছৰৰ শেহৰ দিনা ৰাতি আহিবা যেতিয়া তোমাৰ পুত্ৰই জনম লভিব, এক ৰাতি মোৰ লগত তেতিয়া থাকিবা তুমি।"

"বছৰৰ শেষ দিনত পুৰুৰবা গ'ল। দেখিলে তাত এক সোণালী কাৰেং আছে। তাত তেওঁক সোমাবলৈ দিলে। উৰ্বশীৰে সৈতে সাক্ষাৎ কৰালে।"

"উৰ্বশীয়ে সেই ৰাতি ক'লে—" কালিলৈ গন্ধৰ্বসকলে তোমাক এটা বৰ দিব খুজিব। তোমাক কি বৰ লাগে ল'বা।" পুৰুৰবাই ক'লে, "তুমি কোৱা কি বৰ ল'ম।" তাই ক'লে—"ক'বা—মোকো তোমালোকৰ দৰে এজন গন্ধৰ্ব হ'বলৈ দিয়া।"

ৰাতিপুৱা গন্ধৰ্বসকলে—"এটা বৰ দিম—কি বৰ লাগে কোৱা পুৰুৰবা।" তেওঁ ক'লে—"মোকো এজন গন্ধৰ্ব হ'বলৈ দিয়া।"

গন্ধৰ্বসকলে ক'লে—"কিন্তু মানুহৰ মাজত এনে কোনো অগ্নি নাই যাৰে যজ্ঞ কৰি এজন মানুহ গন্ধৰ্বত্ব প্ৰাপ্ত হ'ব পাৰে।" সেইবাবে এটা চৰুত জুই দিলে একুৰা তেওঁলোকে।—ক'লে, "এই অগ্নিৰে যজ্ঞ কৰিলে গন্ধৰ্ব হ'ব পাৰিবা।"

"তেওঁ সেই চৰুৰ জুই আৰু পুত্ৰসহ গৃহাভিমুখী হ'ল। বাটত এখন হাবিত জুইৰ চৰুটো থৈ পুত্ৰক লৈ এখন গাঁৱলৈ গ'ল। ঘূৰি আহি কিন্তু দেখিলে জুইৰ চৰু নাই। জুইৰ ঠাইত আছে এক বিশাল অশ্বত্থ গছ আৰু চৰুৰ ঠাইত আছে এজোপা লজ্জাৱতী বন অৰ্থাৎ নিলাজী বন। পুৰুৰবা পুনৰ গন্ধৰ্বহঁতৰ ওচৰ পালেগৈ। গন্ধৰ্বহঁতে দিহা দিলে—"বছেৰেক ধৰি তুমি স্বহস্তে প্ৰতিদিনে চাৰিজনৰ ভাত ৰান্ধিব লাগিব। প্ৰতিবাৰ ৰান্ধি উঠি তিনিডোখৰ পিপল গছৰ খৰি ঘিউ সানি মাটিত ৰাখিবা। বছৰৰ মূৰত সেইদৰে গোট খোৱা খৰিৰে হোম কৰিলে গন্ধৰ্বত্বপ্ৰাপ্তি হ'ব তোমাৰ। কিন্তু ৰ'বা— সেইটো কঠিন কাম হ'ব তোমাৰ বাবে। তাতকৈ প্ৰতিদিনে ওপৰৰ খৰিডাল দিবা পিপল গছৰ তলত এডাল দিবা লজ্জাৱতীৰ ঠাৰি। সেইদৰে গোট খোৱা খৰিৰে হোম কৰিলেও বছৰৰ মূৰত তোমাৰ উদ্দেশ্য সিদ্ধি হ'ব। কিন্তু ৰ'বা—সেইটোও টান হ'ব তোমাৰ বাবে। তাতকৈ ওপৰৰ ডালো পিপল গছৰ খৰিকে দিবা—তলৰ ডালো। সেইদৰে গোট খোৱা খৰিৰে হোম কৰিলেও তুমি পাবা গন্ধৰ্বত্ব লাভৰ কাৰণে লগা যজ্ঞৰ অগনি।"

"পুৰুৰবাই ঠিক তাকেই কৰিলে। বছৰৰ মূৰত বিধিমতে যজ্ঞ কৰি গন্ধৰ্বত পৰিণত হ'ল।"

উপনিষদবিলাক সাহিত্য হিছাপে অতি উচ্চ শ্ৰেণীৰ। কিন্তু সেইবিলাক প্ৰধানকৈ ধৰ্মীয় গ্ৰন্থ। সেই হিছাপেই উপনিষদবিলাকৰ বিষয়ে যথেষ্ট আলোচনা ইতিমধ্যে কৰা হৈছে আৰু সেইবিলাকৰ পৰা বহুত উদ্ধৃতিও দিয়া হৈছে।

# মহাকাব্যিক সাহিত্য

ভাৰতৰ প্ৰাচীনতম আৰু মূলতঃ ধৰ্ম নিৰপেক্ষ চৰিত্ৰৰ সাহিত্য হৈছে দুই প্ৰসিদ্ধ মহাকাব্য—মহাভাৰত আৰু ৰামায়ণ। সেই দুই মহাগ্ৰন্থ বহুবাৰ চামে চামে পুৰোহিত ব্ৰাহ্মণ পণ্ডিতৰ দ্বাৰাই পুনৰ লিখিত আৰু সম্পাদিত হৈছে যদিও মূলতে দুইখনেই যে লোকৰ মুখত চলি অহা যুদ্ধৰ কাহিনীহে, সেই বিষয়ে কোনো সন্দেহ নাই। দুইখনতে ধৰ্মীয় গুৰুত্ব আৰোপিত হৈছিল ৰাজকীয় যজ্ঞ পালনেৰে। সেই কৰ্মকাণ্ড সম্পন্ন কৰোতেই প্ৰাচীন বীৰসকলৰ বৃত্তান্ত বৰ্ণনা কৰিব লগা হৈছিল। গতিকে জনসাধাৰণৰ মুখে মুখে চলি অহা বীৰগাথাবিলাক পৰিছিলগৈ যজ্ঞকাৰী পুৰোহিত শ্ৰেণীৰ হাতত। তেওঁলোকেই সেই গীতিকাহিনীবোৰৰ উপকৰণ চৰিত্ৰ গুচাই নতুন কাহিনী সংযোজন কৰি, ধৰ্মকথা নীতিকথা আৰু ৰাষ্ট্ৰনীতিৰ তত্ত্বৰে ভৰাই পেলালে।

দুইখন মহাকাব্যৰ ভিতৰত মহাভাৰতৰ গুৰুত্ব বেছি। এই বিশাল গ্ৰন্থত ৯০,০০০ বো অধিক শ্লোক আছে। প্ৰতিটোতে বত্ৰিশটাকৈ শব্দাংশ আছে। সেইবাবে এই গ্ৰন্থই বোধহয় বিশ্বৰ সাহিত্যৰ একে নামৰ দীৰ্ঘতম কবিতা। পৰম্পৰাগত বিশ্বাসমতে এই মহাকাব্যৰ ৰচয়িতা আছিল ঋষি ব্যাস। তেৱেঁই তেওঁৰ শিষ্য বৈশম্পায়নক এই মহাকাব্য শিকাইছিল। পৰম্পৰাৰ মতে এই বৈশম্পায়নেই মহাভাৰতৰ মহাবীৰ অৰ্জুনৰ আজোনাতি ৰজা জন্মেজয়ৰ যজ্ঞত সমাজৰ আগত আবৃত্তি কৰি শুনাইছিল এই মহাকাব্য। ইয়াৰ বিভিন্ন উপকাহিনী আৰু প্ৰক্ষিপ্ত অংশবোৰ বাদ দিলে এই কবিতাৰ মূল কাহিনীত কুৰুবংশৰ ৰাজ্যত গৃহকন্দলৰ ফলত হোৱা গৃহযুদ্ধৰ বৰ্ণনা আছে। কুৰুৰাজ্য আছিল আধুনিক দিল্লীৰ চাৰিওফালৰ অঞ্চল জুৰি। তেতিয়া নাম আছিল কুৰুক্ষেত্ৰ। কাহিনীটো আছিল এনে ধৰণৰ ঃ

কুৰুৰাজ্যৰ ৰাজধানী হস্তিনাপুৰৰ ৰাজসিংহাসনত বহিব লাগিছিল ধৃতৰাষ্ট্ৰ। কিন্তু তেওঁ অন্ধ আছিল বাবে প্ৰচলিত ৰীতি অনুযায়ী তেওঁ ৰজা হ'ব নোৱাৰিলে। গতিকে তেওঁৰ ঠাইত তেওঁৰ ভায়েক পাণ্ডু ৰজা হ'ল। কিন্তু বেছি দিন যাবলৈ নেপাওঁতেই এক অভিশাপৰ ফলত পাণ্ডুৱে সিংহাসন ত্যাগ কৰি তেওঁৰ দুই পত্নীৰে সৈতে হিমালয় অঞ্চললৈ গুচি গ'ল ধৃতৰাষ্ট্ৰকে ৰাজসিংহাসনত বহুৱাই। বনত তেওঁ আশ্ৰমবাসী হ'লগৈ। যেতিয়া পাণ্ডুৰ মৃত্যু হ'ল তেতিয়া তেওঁৰ পাঁচজন পুত্ৰ যুধিষ্ঠিৰ, ভীম, অৰ্জুন, নকুল আৰু সহদেৱ সৰু সৰু শিশু আছিল। আটাইকেইটাকে হস্তিনাপুৰলৈ শিক্ষা লাভৰ ব্যৱস্থা কৰিবলৈ লৈ যোৱা হ'ল। ধৃতৰাষ্ট্ৰৰ এশ পুত্ৰৰ সৈতে একেলগে পঢ়া-শুনা কৰিবলৈ দিয়া হ'ল পাণ্ডুপুত্ৰসকলকো। যেতিয়া বয়সপ্ৰাপ্ত হ'ল, জ্যেষ্ঠতম বুলি যুধিষ্ঠিৰকে যুৱৰাজ হিচাপে অভিষিক্ত কৰা হ'ল। কিন্তু ধৃতৰাষ্ট্ৰৰ শতপুত্ৰ সিহঁতৰ জ্যেষ্ঠ দুৰ্যোধনৰ নেতৃত্বত সেই ব্যৱস্থা মানি নলৈ পাণ্ডৱৰ পাঁচ ভাইৰ বিৰুদ্ধে ষড়যন্ত্ৰত লিপ্ত হ'ল।

ধৃতৰাষ্ট্ৰৰ ল'ৰা হ'লেও ন্যায়নীতিমতে তেওঁলোক ৰাজপাটৰ উত্তৰাধিকাৰী হ'ব নোৱাৰে— সিহঁতৰ পিতৃৰ অন্ধত্ব আৰু খণ্ডিত ৰাজত্বকালৰ বাবে। তেওঁলোকৰ জীৱন নাশ কৰিবলৈ কৰা এলানি ষড়যন্ত্ৰৰ পৰা কোনোমতে আত্মৰক্ষা কৰি পাঁচ-পাণ্ডৱে ৰাজ্য এৰি গুচি যোৱাকে সিদ্ধান্ত কৰিলে। তেওঁলোকে ৰাজ্য ৰাজ্যই যুদ্ধব্যৱসায়ী সৈনিকৰ বৃত্তি লৈ ঘূৰিবলৈ ধৰিলে। পাঞ্চালৰ ৰজাৰ ৰাজসভাত হোৱা এক স্বয়ম্বৰত মধ্যম-পাণ্ডৱ অৰ্জুনে পাঞ্চাল ৰাজকুমাৰী দ্ৰৌপদীক লাভ কৰিলে। পাঁচো ভাইৰ মাজত যাতে বিৰোধ নহয় তাৰ বাবে দ্ৰৌপদীয়ে পাঁচোজনকে স্বামী বৰণ কৰিলে। এই সময়তে তেওঁলোকে তেওঁলোকৰ পৰম মিত্ৰ আৰু সহায় কৰোঁতা যাদৱৰাজ কৃষ্ণক লগ পালে। এই ঘটনাৰ পিছতে অন্ধ ৰজা ধৃতৰাষ্ট্ৰই তেওঁলোকক মাতি পঠালে আৰু নিজে সিংহাসন ত্যাগ কৰি নিজৰ সন্তানবৰ্গ আৰু পাণ্ডৱৰ পাঁচজনৰ মাজত নিজৰ ৰাজ্য দুভাগ কৰি ভগাই দিলে। পাঁচ পাণ্ডৱে বৰ্তমানৰ দিল্লী নগৰৰ পৰা অদূৰত ইন্দ্ৰপ্ৰস্থ নামে এখন নগৰ গঢ়িলে।

কিন্তু ধৃতৰাষ্ট্ৰৰ পুত্ৰগণ এই ব্যৱস্থাতো সন্তুষ্ট নহ'ল। দুৰ্যোধনে যুধিষ্ঠিৰক এক ডাঙৰ পাশাখেললৈ নিমন্ত্ৰণ কৰিলে। মোমায়েক শকুনিৰ পৰা পাশাখেলৰ সকলো কৌশল আয়ত্ত কৰি লৈ যুধিষ্ঠিৰক পাশাত হৰুৱাই তেওঁৰ সমগ্ৰ ৰাজ্য, তেওঁৰ কেউজন ভাই আৰু ৰাণীকো পণ ৰখাই নিজৰ হাতলৈ আনিলে। পিছত এটা আপোচ-মীমাংসা হ'ল। সেইমতে পাঁচ পাণ্ডৱে দ্ৰৌপদীৰ সৈতে তেৰ বছৰলৈ নিৰ্বাসনত যায়। শেহৰ বছৰটো অজ্ঞাতবাস কৰিব। তাৰ পিছত উভতি আহিব পাৰিলে তেওঁলোকৰ ৰাজ্য ঘূৰাই পাব।

তেৰ বছৰৰ অন্তত পাঁচ পাণ্ডৱে ঘূৰি আহি নিজৰ পৰিচয় ঘোষণা কৰি দুৰ্যোধনলৈ সংবাদ পঠালে আৰু নিজৰ ৰাজ্য পূৰ্বৰ প্ৰতিশ্ৰুতি অনুযায়ী তেওঁৰ পৰা ঘূৰাই বিচাৰিলে। দুৰ্যোধনে কথা নেৰাখিলে। পাণ্ডৱসকলৰ ভাৰতৰ ৰজাবিলাকৰ মাজত বহুতো বন্ধু-বান্ধৱ আছিল। ৰণৰ বাবে সাজু হৈ তেওঁলোকে বিশাল এক সৈন্যবাহিনী গোটাই পেলালে। আনহাতে দুৰ্যোধন আৰু তেওঁৰ ভ্ৰাতৃবৰ্গই, মানে কৌৰৱপক্ষই তেওঁলোকৰো এক বৃহৎ সৈন্যবাহিনী সাজু কৰি তুলিলে। গোটেই ভাৰতৰ ৰজাসকলে, আনকি গ্ৰীক, বেক্‌ট্ৰিয়ান আৰু চীনা ৰজাসকলৰো কোনো কোনো ফৈদ আহি উভয় পক্ষৰ এপিনে নহয় আনপিনে যোগ দিলেহি। সেইদৰে কুৰুক্ষেত্ৰৰ পথাৰত দুই বিশাল বাহিনী মুখামুখি হ'ল।

ওঠৰ দিন ধৰি ভয়ঙ্কৰ যুদ্ধ চলিল। শেষত পাঁচ পাণ্ডৱ আৰু কৃষ্ণৰ বাহিৰে কোনো লেখত ল'বলগীয়া ৰজা আৰু জীয়াই নেথাকিল। যুধিষ্ঠিৰ ৰজা হ'ল। বহু বছৰ ধৰি ভ্ৰাতৃ-কেইজনৰে সৈতে তেওঁ পৰম শান্তিৰে সগৌৰৱে ৰাজ্য শাসন কৰিলে। শেষত যুধিষ্ঠিৰে সিংহাসন ত্যাগ কৰি অৰ্জুনৰ পৌত্ৰ পৰীক্ষিতক ৰাজ্যভাৰ সমৰ্পণ কৰিলে। তাৰ পিছত পাঁচ পাণ্ডৱে দ্ৰৌপদীৰে সৈতে পদব্ৰজে হিমালয়লৈ যাত্ৰা কৰিলে। তাৰ পৰাই মেৰু পৰ্বতত আৰোহণ কৰি দেৱলোকত প্ৰৱেশ কৰিলেগৈ।

মহাভাৰতৰ কাহিনীত প্ৰক্ষিপ্ত ঘটনাবোৰ বাদ দিলে দেখা যাব যে তাৰ ৰচনাৰীতি পোনপটীয়া আৰু সজীৱ। যদিও বৰ্ণনাত একেবোৰ শব্দ আৰু বিশেষণেৰে পুনঃ পুনঃ ব্যৱহাৰ দেখা যায়—সেইটো সকলো দেশৰে পৰম্পৰাগত মহাকাব্যিক সাহিত্যৰ এটা ধৰণেই। প্ৰধান প্ৰধান চৰিত্ৰবোৰ সহজ আৰু সুস্পষ্ট ৰেখাৰে অংকন কৰা হৈছে যাৰ ফলত সেই চৰিত্ৰবোৰৰ ব্যক্তিত্ব পৰিস্ফুট হৈ বাস্তৱ চৰিত্ৰৰ দৰে হৈ পৰিছে। যেনে অন্ধ ধৃতৰাষ্ট্ৰ এক দুৰ্বল মানুহ—সদায় সৎ কাম কৰিবলৈ আগ্ৰহী আৰু উদ্বিগ্ন হৈ থাকে। কিন্তু সহজেই অসৎ কামত লিপ্ত হ'বলৈ প্ৰৰোচিত হয়। পাঁচ পাণ্ডৱৰ জ্যেষ্ঠজন—যুধিষ্ঠিৰ সদায় ধৰ্মনিষ্ঠ, ন্যায়বান আৰু অতি শান্ত—কিন্তু চৰিত্ৰত কিছু পৰিমাণে নেতিবাচক গুণ আছে। অৰ্জুন হৈছে আদৰ্শ বীৰ, মহৎ, উদাৰ আৰু সাহসী। আনহাতে ভীমৰ স্বভাৱ খহটা, ভোজনত খঁকুৱা, অসীম বলশালী, কিন্তু বেছি বুদ্ধিমান নহয় আৰু ছল-চাতুৰি একো বুজি নেপায়। তেওঁলোকৰ পত্নী দ্ৰৌপদী তেজস্বিনী মহিলা—প্ৰয়োজন হ'লে নিজৰ পঞ্চপতিকো ককৰ্থনা কৰিবলৈ ভয় নকৰে। খলনায়ক দুৰ্যোধন আৰু তেওঁৰ সঙ্গীবৃন্দকো অতি কলুষিত চৰিত্ৰ কৰি অঙ্কন কৰা নাই। তেওঁলোকৰ চৰিত্ৰতো মহৎ গুণ আৰু সৎসাহৰ প্ৰকাশ ঘটিছে বহুবাৰ।

কিছুমান প্ৰক্ষিপ্ত উপকাহিনী অতি মনোৰম—কিন্তু কিছুমান তেনে কাহিনীৰ কোনো সাহিত্যিক মূল্য নাই। মহাভাৰতৰ পৰ্ববোৰৰ ভিতৰত আটাইতকৈ দীঘল হৈছে শান্তিপৰ্ব। তাত কুৰুবংশৰ জ্যেষ্ঠতম পুৰুষ ভীষ্মই ৰাষ্ট্ৰবিজ্ঞান আৰু নীতিশাস্ত্ৰৰ বিষয়ে তত্ত্বকথা ব্যাখ্যা কৰিছে অতি বিশদভাৱে। তেওঁ যুদ্ধৰ শেষতো শৰশয্যাত পৰি আছিল মৃত্যুৰ বাবে ক্ষণ গণি। এই বিষয়ে এই গ্ৰন্থৰ অন্যত্ৰ আলোচিত হৈছে। তাৰ সাহিত্যিক মূল্যও বেছি নহয়। কুৰুক্ষেত্ৰ মহাযুদ্ধ আৰম্ভণিৰ ঠিক আগে আগে অৰ্জুনৰ প্ৰতি কৃষ্ণৰ উপদেশবোৰ সন্নিৱিষ্ট হৈছে 'ভাগৱদ্‌গীতা'ৰ ৰূপত। সেই বিষয়েও উদ্ধৃতি সহকাৰে এই গ্ৰন্থত আগতে যথাস্থানত আলোচনা কৰা হৈছে। তেনেকৈ মহাভাৰতৰ আন আন ঠাইতো বহুতো অন্যান্য ধৰ্মমূলক আৰু নীতিবিষয়ক আলোচনা আৰু বৰ্ণনাত্মক উপকাহিনী আছে। এই পিছৰ বৰ্ণনামূলকবিলাকৰ ভিতৰত বহুতো দেৱ-দেৱীৰ কাহিনী আছে। কিন্তু তাৰ মাজতে অনেক কম-বেছি পৰিমাণে ধৰ্মনিৰপেক্ষ ধৰণৰ কাহিনীও পোৱা যায়। সেইবোৰৰ ভিতৰত অতি প্ৰসিদ্ধ হৈছে ৰাম আৰু সীতা, শকুন্তলা আৰু সাবিত্ৰীৰ কাহিনী। তেনে বৰ্ণনাত্মক কাহিনীৰ ভিতৰত দীৰ্ঘতম হৈছে নল-দময়ন্তীৰ কাহিনী। বনবাসৰ কালত সেই কাহিনী যুধিষ্ঠিৰৰ আগত কোৱা হৈছিল পাশাখেলৰ কুপৰিণামৰ বিষয়ে তেওঁৰ মনত বিশ্বাস জন্মাবলৈ। এই কাহিনীত কোৱা হৈছে কেনেকৈ ৰজা নলে এক স্বয়ম্বৰত ৰাজকুমাৰী দময়ন্তীক লাভ কৰিছিল। সেই স্বয়ম্বৰত দময়ন্তীয়ে উপস্থিত বহুত দেৱতাকো নেওচি নলৰজাকে বৰমাল্য অৰ্পণ কৰিছিল। পিছত কিন্তু ৰজা নলে এক পাশাখেলত নিজৰ ৰাজ্য-ৰাণী সকলো হেৰুৱালে। বহুত দুখ-কষ্ট দুঃসাহসিক

চেষ্টাৰ মাজেদি নল ৰজাই কেনেকৈ ৰাজ্য-ৰাণী পুনৰ ঘূৰাই পালে তাৰে বৰ্ণনা আছে এই কাহিনীত। এই কাহিনী বোধ হয় মহাভাৰতৰ মূল কাহিনীৰ সমানেই প্ৰাচীন। কাহিনীটো বৰ্ণনাও কৰা হৈছে অতি সহজ কবিতাত। মহাভাৰতৰ বৰ্ণনাত্মক ৰচনাৰীতিৰ এক দৃষ্টান্ত হিছাপে আমি দময়ন্তীৰ স্বয়ম্বৰৰ বৰ্ণনা ইয়াত উদ্ধৃত কৰিছো। সেই স্বয়ম্বৰত প্ৰাৰ্থীসকলৰ মাজত চাৰিজন দেৱতাও আছিল। চাৰিওজনে জানিছিল যে দময়ন্তীয়ে নলকে বৰমাল্য অৰ্পণ কৰিব। গতিকে চাৰিওজনে নল ৰজাৰ ৰূপ ধৰিয়েই স্বয়ম্বৰলৈ আহিছিল—ভুল কৰি দময়ন্তীয়ে তেওঁলোকৰে এজনক স্বামীবৰণ কৰিলে কৰক বুলি ভাবি।

"যেতিয়া সময় হ'ল স্বয়ম্বৰৰ। শুভদিন
আৰু শুভক্ষণ একেলগ হ'ল মহাৰাজ ভীমে
আহ্বান কৰিলে ভূপতিসকলক স্বয়ম্বৰ সভালৈ।"

"সেই আহ্বান শুনি দময়ন্তীৰ প্ৰতি অনুৰাগ
আৰু কামনাৰে বিহ্বল সেই নৃপতিমণ্ডলী আহি
সভাত সমবেত হ'লহি লৰা-লৰি কৰি।"

"একোটি প্ৰমত্ত সিংহৰ দৰে নৃপতিসকল আহি
সভাগৃহত আসন ল'লেহি। জকমকীয়া বাটচ'ৰাৰে
চিক্‌মিকাই থকা সোণালী স্তম্ভৰে সুনিৰ্মিত সভাঘৰ।"

"তাতে তেওঁলোকৰ বাবে সাজু সিংহাসনবোৰত
উপবিষ্ট হ'ল মহীপালগণ। গাত সকলোৰে সুগন্ধি
পুষ্পমাল্য। কাণত মহামূল্যবান ৰত্নালঙ্কাৰ।"

"তেওঁলোকৰ ললিত স্খলিত ভুজ লোহাৰ চটাৰ দৰে
পুষ্ট আৰু মহাশক্তিমান। আনহাতে ইমান নিমজ
আৰু লাহি যেন পঞ্চশিৰ ভুজঙ্গ একোটি।"

"মূৰত সুশোভন কেশগুচ্ছ, সুগঠিত নাসিকা
চক্ষু আৰু আৰু উন্নত কপোল সহ নৃপতিসবৰ
মুখবোৰ জিলিকি আছিল আকাশৰ নক্ষত্ৰগণৰ দৰে।"

"তেনেতে মহাড়ম্বৰেৰে প্ৰৱেশ কৰিলে দময়ন্তী স্বয়ম্বৰ
সভাগৃহত। মুহূৰ্ততে সেই লাৱণ্যপুঞ্জৰ প্ৰতি আকৰ্ষিত হ'ল
ৰজাসকলৰ আকুল দৃষ্টি আৰু বিয়াকুল মন।"

"সভাসদসকলৰো এবাৰ চকুৰ দৃষ্টি যদি ৰাজকন্যাৰ
দেহৰ কোনো অঙ্গত নিবদ্ধ হ'ল—তেন্তে সেই
দৃষ্টি তাতে যুক্ত হৈ থাকে। কোনো লৰচৰ নাই।"

"ঘোষকে কৈ গ'ল এজন এজনকৈ উপস্থিত নৃপতিসকলৰ নাম।
এজন এজনকৈ পৰিচয় জানিলে সবাৰে ৰাজকুমাৰীয়ে
ৰজা ভীমৰ নন্দিনীয়ে লক্ষ্য কৰিলে একে আকৃতি প্ৰকৃতিৰ পাঁচজন।"

"যি জনকে দেখে সেই পাঁচজনৰ আটাইকে নল যেন লাগে।
ৰাজকুমাৰীৰ মনত লাগি গ'ল খেলি-মেলি—
সুশোভন মুখত ফুটিল চিন্তাৰ দাগ—মনত বিবিধ সন্দেহ।"

"মোৰ চাৰিওফালে থিয় হৈ থকা কাৰো গাত
ডাঙৰৰ পৰা শুনা কোনো দেৱতাৰ লক্ষণ দেখা নাই।
সকলোতো মানুহে—তেনে পাঁচজন একে হ'ল কেনেকৈ।"

"চিন্তা কৰিলে ৰাজকুমাৰীয়ে বাৰম্বাৰ—কি কৰে এতিয়া।
বহু ভাবি-চিন্তি স্থিৰ কৰিলে এনে সংকটকালত
মনে-প্ৰাণে হ'ব দেৱতাসকলৰে শৰণাগত।"

"মই শুনিছিলো সেই ৰাজহংসৰ মুখেৰে যে
নলে মোক তেওঁৰ পত্নীৰূপে নিৰ্বাচন কৰি থৈছে।
যদি সেয়ে—দেৱতাসকলে যেন দেখুৱাই দিয়ে নল কোনজন।"

"কোনো কামেৰে বাক্যেৰে কোনো কালে মই পাপ কৰা নাই
যদি সঁচাকৈয়ে মই কৰা নাই পাপ—দয়ালু দেৱতাসকলে
যেন মোক আজি সন্ধান দিয়ে প্ৰকৃত নলৰ।"

"নিষধৰ অধিপতি মোৰ পতি হ'ব—যদি সেই কথা
দেৱৰে বিহিত। দেৱতাসকলেই যেন মোক
দেখুৱাই দিয়ে নল কোন জনা।"

"সেই দেখি মই কাকুতি কৰিছো জগতপালক
দেৱগণে যেন নিজৰ মুৰুতি ধৰে। যাতে যশস্বী
সেই মনুষ্য-নৃপতি মোৰ দৃষ্টিত ধৰা পৰে।"

"দময়ন্তীৰ এই কৰুণ আৰু কাতৰ প্ৰাৰ্থনা কাণত
পৰিলতে দেৱতাসকলৰ দয়ালু মনত কৃপাৰ সঞ্চাৰ হ'ল।
আটাইকেইজনে নিজ ৰূপ ধৰি নিজ নিজ ঠাইতে ৰ'ল।"

"দময়ন্তীয়ে তেতিয়া দেখিলে চাৰিজন দেৱতাৰ
শ্বেদবিন্দু নাই গাত—চকুত নপৰে পলক দেৱতাৰ
সতেজ মালাত ধূলিও নপৰে, ভৰিয়ে নোচোৱে মাটি।"

"তাৰ বিপৰীতে নিষধৰাজৰ মাটিত পৰিছে ছায়া
ডিঙিৰ মালাও গৈছে শুকাই—শৰীৰো ধূলিৰে ঢকা
কপালত ঘাম। চকুৰ পতা উঠিছে পৰিছে মনুষ্যৰ ধৰণতে।"

"বৈ পৰা চকুৰে লাজুকী কন্যাই বুজিলে সকলো কথা
প্ৰকৃত নলক চিনিব পাৰি কাপোৰত ধৰিলে টানি
সবাতকৈ সুন্দৰ মালাধাৰি পিন্ধাই নলক বৰিলে স্বামী।"

"গৌৰী মুখশ্ৰী অতি কইনাৰ বাছনি দেখি
সভাত উপস্থিত সকলো ৰজাই মুকলি মনেৰে
কৰিলে হৰ্ষধ্বনি।"

"সকলো দেৱতাই সৰে মুনিগণে বিস্ময় মানিলে
নল-দময়ন্তীৰ এই স্বয়ম্বৰ— নহয় কথা সামান্য
সকলো নলক প্ৰশংসা কৰি উচ্চাৰিলে ধন্য ধন্য।"

[মহাভাৰত ৩ঃ৫৪]

দ্বিতীয়খন মহাকাব্য 'ৰামায়ণ' ৰচনাৰীতি আৰু বিষয়-বস্তুৰ ফালৰ পৰা 'মহাভাৰত'তকৈ বৰং বেলেগ। এইখন মহাকাব্য 'মহাভাৰত' মহাকাব্যৰ এক-চতুৰ্থাংশতকৈ অলপহে বেছি দীঘল। আৰু এই সপ্তকাণ্ড মহাকাব্যৰ প্ৰথম আৰু শেষকাণ্ড নিশ্চয় পিছৰ যুগত ৰচনা কৰি যোগ দিয়া হৈছিল। ৰামায়ণ মহাকাব্যতো মহাভাৰতৰ দৰেই অনেক প্ৰক্ষিপ্ত ঘটনা আছে। কিন্তু সেই প্ৰক্ষিপ্ত উপকাহিনীবোৰ মহাভাৰতৰ তেনে উপকাহিনীবোৰতকৈ বহুত সংক্ষিপ্ত আকাৰৰ আৰু ঘাইকৈ উপদেশমূলক। মহাকাব্যখনৰ মূল ভাগৰ ৰচনা একেজন কবিৰে যেন লাগে। সেই কবিৰ ৰচনাৰীতি নিশ্চয় মহাভাৰত মহাকাব্যৰ আৰ্হিৰেই হ'লে তাৰ লগত পৰৱৰ্তী কালৰ ক্লাছিকেল সংস্কৃতৰ সৈতে অলপ মিল দেখা যায়।

ৰামায়ণৰ ৰচনাত মহাভাৰতত পোৱাৰ দৰে কোনো অপ্ৰচলিত শব্দৰ ব্যৱহাৰ দেখা নেযায় আৰু দুইখনৰ ভিতৰত ৰামায়ণেই পিছৰখন বুলি সাধাৰণ ধাৰণা এটা হয়। তথাপি মহাভাৰতত এনে এক উপকাহিনীৰ বৰ্ণনা পোৱা যায় যিটো সম্পূৰ্ণৰূপে ৰামৰ কাহিনী। তাকে এনে ধৰণে বৰ্ণনা কৰা হৈছে যে পঢ়িলে এনে ধাৰণা হয় যে মহাভাৰতৰ চূড়ান্ত ৰূপ দিয়া সম্পাদকজনে যেন ৰামায়ণৰ বিষয়ে জানিছিলেই। আজিকালি যি

ৰূপত মহাভাৰত পোৱা যায় সেই ৰূপত মহাভাৰত হয়তো ৰামায়ণতকৈ পিছৰ সৃষ্টি কিন্তু ইয়াৰ মূল ঘটনাবোৰৰ বৰ্ণনাত্মক ৰচনাকাল ৰামায়ণতকৈ আগৰ সময়ৰ বুলি ধৰিব পাৰি।

পৰম্পৰা মতে ৰামায়ণৰ ৰচয়িতা আছিল ৰামায়ণৰ নায়ক ৰামৰে সমসাময়িক ঋষি বাল্মীকি। দৰাচলতে ৰামায়ণৰ প্ৰাচীন লোক-কাহিনীৰ কাব্যৰূপ এতিয়া আমি যিৰূপত পাইছো সেই ৰূপত ৰচিত হ'বলৈ ধৰিছিল খ্ৰীষ্টাব্দ গণনা আৰম্ভ হোৱা কিছুকাল আগতহে মাথোন। তাৰ প্ৰথম আৰু শেষ দুই কাণ্ড তেতিয়াই ৰচিত হোৱাই নাছিল। ৰামায়ণৰ কেন্দ্ৰীয় ঘটনাৰ স্থল আছিল অযোধ্যা। অযোধ্যা আছিল প্ৰাচীন কোশল ৰাজ্যৰ ৰাজধানী। মহাভাৰতত উল্লিখিত কোশল ৰাজ্যৰ পূবফালে অযোধ্যা নগৰ গঢ় লৈছিল ইতিহাসৰ বিভিন্ন অৱস্থাৰ মাজেদি।

কোশলৰ ৰজা দশৰথৰ তিনিগৰাকী পত্নী আৰু চাৰিজন পুত্ৰ আছিল। পুত্ৰসকলৰ নাম আছিল ৰাম, ভৰত, লক্ষ্মণ আৰু শত্ৰুঘ্ন। চাৰিও বিদেহৰ অধিপতি ৰজা জনকৰ ৰাজসভালৈ গৈছিল। তাতে এক বিশাল ধনুৰ্বাণ প্ৰতিযোগিতাত জয়লাভ কৰি ৰামে জনক-নন্দিনী সীতাক লাভ কৰিলে। ৰাম আৰু সীতাৰ বিবাহ হ'ল আৰু কিছুকাল দশৰথৰ ৰাজসভাতে শান্তিৰে দিন অতিবাহিত কৰিলে। (ৰামায়ণৰ এইখণ্ড হ'ল মহাকাব্যখনৰ প্ৰথম কাণ্ড। কাহিনীটোৰ এইছোৱাত ৰামক সম্পূৰ্ণৰূপে ভগৱান বিষ্ণুৰ এক অৱতাৰ বুলি প্ৰতিপন্ন কৰা হৈছে আৰু মূল পাঠতো নানা ওপৰঞ্চি কথা যোগ দিয়া হৈছে আৰু বহুত সাল-সলনি কৰা হৈছে পিছৰ যুগবোৰত।)

যেতিয়া দশৰথ বুঢ়া হৈ আহিল তেওঁ ৰামক তেওঁৰ উত্তৰাধিকাৰী বুলি ঘোষণা কৰিলে। কিন্তু তেওঁৰ দ্বিতীয়া পত্নী কৈকেয়ীয়ে তেওঁৰ স্বামীক পূৰ্বতে তেওঁক এটা বৰ দিব বুলি কৰা এটা অঙ্গীকাৰৰ কথা স্মৰণ কৰাই দি সেই বৰ অনুযায়ী ৰামক নিৰ্বাসন দি তেওঁৰ নিজৰ পুত্ৰ ভৰতকহে যুৱৰাজ পাতিব লাগে বুলি দাবী কৰিলে। ভৰত আৰু দশৰথ দুয়োয়ে সেই কথাত আপত্তি কৰিছিল। কিন্তু ৰামে নিজেই পিতৃৰ অঙ্গীকাৰ পূৰ্ণ হ'বই লাগিব বুলি কৈ স্বেচ্ছাই বনলৈ যাবলৈ ওলাল। লগত হ'ল তেওঁৰ ভাৰ্যা সীতা আৰু ভ্ৰাতৃ লক্ষ্মণ। যেতিয়া দশৰথৰ মৃত্যু হ'ল, ভৰতে ৰাজ্যভাৰ ল'লে কিন্তু ৰামৰ প্ৰতিনিধি হিচাপেহে, ৰজা হিচাপে নহয়।

ইপিনে ৰাম, সীতা আৰু লক্ষ্মণে দণ্ডকাৰণ্যত আশ্ৰমবাসীৰ জীৱন-যাপন কৰিবলৈ ধৰিলে। তাতে ৰামে আশ্ৰমবাসী ঋষি-মুনি আৰু গ্ৰামবাসীবিলাকৰ ওপৰত অত্যাচাৰ কৰা বহুত ৰাক্ষস নিধন কৰিছিল। লংকাৰ (সিংহল) ৰাক্ষস ৰজা ৰাৱণে তেওঁৰ মৃত গিয়াতিহঁতক বধাৰ হোৰ তুলিবলৈ ৰাম-লক্ষ্মণ দুয়ো চিকাৰলৈ যাওঁতে তপস্বীৰ বেশ ধৰি তেওঁলোকৰ আশ্ৰমলৈ আহিল আৰু সীতাক ধৰি তেওঁৰ উৰণীয়া ৰথ বা বিমানত তুলি লঙ্কালৈ লৈ গ'ল। দুই ভায়ে দূৰ-দূৰণিৰ সকলো ঠাইতে সীতাক বিচাৰি নেপাই

বানবসকলৰ ৰজা সুগ্ৰীব আৰু তেওঁৰ সেনাপতি সাহিয়াল আৰু একান্ত অনুগত হনুমন্তৰ সহায় ল'লে। হনুমন্তই সীতাক বিচাৰি ওলাল আৰু তেবেঁই জাঁপ মাৰি সাগৰ পাৰ হৈ লংকাত প্ৰৱেশ কৰি ৰাৱণৰ কাৰেঙত বন্দিনী সীতাক বিচাৰি পালেগৈ। বান্দৰ আৰু ভালুক সেনাৰ এক বিশাল বাহিনীৰ সহায়ত ৰামে সাগৰৰ ওপৰত শিলেৰে এক সেতু বান্ধি সসৈন্যে লঙ্কাত প্ৰৱেশ কৰিলে। ভয়ঙ্কৰ যুদ্ধত ৰাম-লক্ষ্মণ আৰু তেওঁৰ মিত্ৰগণে ৰাৱণক সসৈন্যে সবংশে ধ্বংস কৰি সীতাক উদ্ধাৰ কৰিলে।

সীতাক অপহৰণ কৰা ৰাৱণেও অপকাৰ কৰা নাছিল আৰু সীতায়ো কোনো ধৰণৰ ফুচুলনিত ভোল যোৱা নাছিল। কিন্তু যি কাৰণেই নহওক, তেওঁ অন্য এজন মানুহৰ ঘৰৰ চালৰ তলত বসবাস কৰিব লগা হৈছিল বাবে ৰামে শাস্ত্ৰীয় বিধি অনুযায়ী তেওঁক গ্ৰহণ কৰিব নোৱাৰে। গতিকে ৰামে তেওঁক ত্যাগ কৰিলে। সীতাই এখন চিতা সজাই জুইত জাঁপিয়াই পৰিল প্ৰাণ উচ্ছৰ্গা কৰিবলৈ কিন্তু অগ্নিদেৱতাই সীতাক দগ্ধ কৰিবলৈ অমান্তি হ'ল। সীতাৰ নিৰ্দোষিতাৰ এই প্ৰমাণ পোৱাৰ পিছত ৰামে তেওঁক গ্ৰহণ কৰিলে। দুয়ো অযোধ্যালৈ প্ৰত্যাবৰ্তন কৰিলে। ভৰতে সিংহাসন পুনৰ ৰামৰ হাতত অৰ্পণ কৰিলে। ৰাম ৰজা হ'ল আৰু ধৰ্মমতে ৰাজ্য শাসন কৰিলে সুদীৰ্ঘ কালজুৰি।

মহাকাব্যখনৰ অন্তিম কাণ্ডটো নিশ্চয় পিছৰ কালৰ সংযোজন। এই কাণ্ডত অনাৱশ্যকীয়ভাৱে ওপৰত বৰ্ণিত ৰামায়ণৰ মূল কাহিনীৰ এটা পৰিণতি দেখুৱা হৈছে মাথোন। এই কাণ্ডত বৰ্ণিত কাহিনীৰ সৃষ্টি হৈছিল খুব সম্ভৱ সীতাই অতি ন্যায়সঙ্গতভাৱে ভোগ কৰি থকা ৰাজ-ৰাণীৰ মৰ্যাদাক প্ৰত্যাহ্বান জনোৱাৰ মানসিকতাৰ ফলত। তেওঁ যে বাধ্য হৈহে ৰাৱণৰ প্ৰাসাদত থাকিব লগা হৈছিল সেই কথা মানুহবোৰে জানিও তেওঁলোকৰ ৰাণীৰ সতীত্বত সন্দেহ প্ৰকাশ কৰিবলৈ ধৰিলে। সীতাৰ অগ্নি-পৰীক্ষাৰ কথা জানিও তেওঁলোক সন্তুষ্ট হোৱা নাছিল। যদিও ৰাম তেওঁৰ পত্নীৰ নিৰ্দোষিতা সম্বন্ধে সম্পূৰ্ণ নিশ্চিত আছিল তথাপি তওঁ ভাবিছিল যে ৰজা হিছাপে তেওঁৰ প্ৰথম কৰ্তব্য আছিল প্ৰজাক সন্তুষ্ট কৰা। গতিকে তেওঁ দুখ মনেৰে হ'লেও সীতাক ত্যাগ কৰি নিৰ্বাসন দিলে। সীতাই আশ্ৰয় ল'লেগৈ বাল্মীকিৰ আশ্ৰমত। তাতে সীতাই যমজ সন্তান কুশ আৰু লৱক জন্ম দিলে। কিছু বছৰৰ পিছত ৰামে সীতাক লগ পালে আৰু দুই সন্তানক নিজৰ বুলি গ্ৰহণ কৰিলে। তেওঁৰ নিৰ্দোষিতাৰ শেষ আৰু চূড়ান্ত প্ৰমাণ হিছাপে সীতাই নিজ মাতৃ পৃথিৱীক ফাট মেলি তেওঁক লৈ যাবলৈ আহ্বান কৰিলে। ধৰিত্ৰীয়ে ফাট মেলিলে আৰু তাতে সোমাই সীতা অদৃশ্য হৈ গ'ল। তাৰ কিছুকাল পিছতে ৰামো স্বৰ্গলৈ উলটি গৈ পুনৰ বিষ্ণুমূৰ্তি গ্ৰহণ কৰিলে।

সীতা শব্দৰ অৰ্থ হৈছে নাঙলৰ সীৰলু। ৰামায়ণ মহাকাব্যৰ নায়িকাৰ চৰিত্ৰত কৃষিৰ অধিষ্ঠাত্ৰী দেৱীৰ কিছুমান লক্ষণ দেখা যায়। কাহিনীৰ মতে সীতা ৰজা জনকৰ আচল জীয়ৰী নাছিল। ৰজাই নাঙলেৰে হাল বাই মাটি চহাই থাকোতে হঠাৎ নাঙলৰ

সীৰলুৰ পৰা ওলাই আহিছিল এক কন্যাসন্তান। এই কাহিনীয়ে সেইটো যুগৰ কথা মনত পেলাই দিয়ে, যি যুগত উপজাতীয় ৰজাজনে আগ্ৰহেৰে প্ৰজাৰ দৈনন্দিন কামত শাৰীৰিকভাৱে পৰিশ্ৰম কৰি সহায় কৰি দিছিল। আনহাতে সীতাৰ পাতাল-প্ৰৱেশৰ দৰে নিষ্ঠুৰ পৰিসমাপ্তিয়ে পিছৰ যুগৰ বহুতো ৰুচিবান লেখকক সন্তুষ্ট কৰিব পৰা নাছিল। যেনে অষ্টম শতিকাৰ কবি-নাট্যকাৰ ভৱভূতিৰ 'উত্তৰৰামচৰিত' নাটকত ৰাম আৰু সীতাৰ সম্পূৰ্ণ মিলনহে দেখুৱা হৈছে।

ৰামায়ণৰ ৰচনাশৈলী মহাভাৰততকৈ মসৃণ। মহাভাৰতত মাজে-সময়ে ব্যাকৰণ আৰু বাক্যালঙ্কাৰৰ ভুল দেখা যায়—ৰামায়ণত তেনে বিসঙ্গতি প্ৰায় নায়েই। ৰামায়ণ সাহিত্য হিচাপে নিশ্চয় শ্ৰেষ্ঠ কিন্তু কম বলিষ্ঠ। কিন্তু ৰামায়ণত বহুতো নাটকীয় পৰিস্থিতি আছে আৰু সুন্দৰ সুন্দৰ মনোমোহা বৰ্ণনা আছে যিবোৰ মহাভাৰতত পোৱা নেযায়। তলত আমি ৰামায়ণৰ পৰা ৰাৱণৰ মৃত্যুৰ ঘটনাৰ বহু সংক্ষিপ্ত এক অনুবাদ দিছো। দুয়োখন মহাকাব্যতে যুদ্ধৰ বৰ্ণনাৰ সাধাৰণ ধৰণ তেনেকুৱাই।

"মাতলিৰ কথাত পৰিলে মনত
ৰামে বাছি ল'লে জ্বলন্ত এক
কাল সৰ্পৰ দৰে গৰ্জন কৰা বাণ।"

"বেদৰ বিহিত মন্ত্ৰ মাতি মহাবলী ৰামে
মহাশক্তিধৰ বাণ সংযোজন কৰিলে
প্ৰচণ্ড নিজৰ ধনুত।"

"ক্ৰুদ্ধ ৰামে ভীষণ মূৰ্তি ধৰি ৰাৱণৰ
ফালে নিৰ্ভুল লক্ষ্যৰে আকৰ্ণ টানিলে গুণ
শতৰুৰ সি বিদীৰ্ণ কৰিব বুকু।"

"প্ৰচণ্ড বেগেৰে শৰীৰ ভেদি ৰাৱণৰ
বুকু ফালি দুষ্ট ৰাক্ষসৰ মৃত্যু ঘটালে
ৰাৱণ পৰিলে হালি।"

"ৰক্তৰঞ্জিত বাণ প্ৰচণ্ড গতিত বিৰতি
নাই। ৰাৱণৰ বাবে মহাকাল হৈ
ভূগৰ্ভত ল'লে ঠাই।"

"যুদ্ধৰত ৰাৱণৰ গাত আঘাত লাগি
শৰাসন হাতৰ পৰা পৰিল খহি
লগতে পৰিল দেহা প্ৰাণহীন।"

"মহা কীৰ্তিমান ৰাক্ষসপ্ৰধান
প্ৰাণবায়ু ত্যাজি পৰিল ৰথৰ পৰা
বজ্ৰাঘাতত বৃত্ৰাসুৰ যেন খহিল আকাশৰ পৰা।"

"নিজৰ ৰজাৰ মৰণ দেখি পাই মহাত্ৰাস
কৰি খৰধৰ গ'ল দশোদিশে ৰাৱণৰ অনুচৰ
ৰণক্ষেত্ৰ এৰি পলাল সকলো লংকাৰ নিশাচৰ।"

"ৰাক্ষস পলায় বান্দৰে কিলায় লংকাতো ৰক্ষা
নাই। চকুৰ পানীৰে সৱে বাট হেৰুৱালে
ৰাক্ষসৰ নাই আশ্ৰয় ল'বলৈ ঠাই।"

"বানৰ সেনাই মহা হৰষেৰে আকাশ ৰজনজনাই
বাৰম্বাৰ ঘোষে ৰামৰ বিজয়
গৰ্জনত মেদিনী কঁপাই।"

"আকাশ মাৰ্গত দেৱ দুন্দুভি
মধুৰ তালেৰে বাজে। সুগন্ধি বতাহে দেহা জুৰ
কৰে—ৰণৰ ক্লান্তি হৰে।"

"বৰষুণ পৰাদি হ'ল পুষ্পবৃষ্টি সৰগৰ পৰা
কোনেও আগতে নেদেখা মনোৰম ফুলেৰে
উপচিল ৰামৰে ৰথ।"

[ৰামায়ণ ৬।১০৮]

মহাকাব্যত ব্যৱহৃত ৰচনা-শৈলী আৰু ছন্দৰ ব্যৱহাৰেই উপদেশমূলক সকলো সাহিত্যতে কৰা হৈছিল। এনে ধৰণৰ পুৰাণ, ধৰ্মশাস্ত্ৰ আৰু আন আন গ্ৰন্থৰ উল্লেখ স্থানান্তৰত এই গ্ৰন্থত বহুত কৰা হৈছে। সেইবিলাকৰ সাহিত্যিক মূল্যও যথেষ্ট। কিন্তু আমি সেইবোৰৰ আলোচনাৰ লোভ সামৰি ৰাজসভাৰ ধ্ৰুপদী সাহিত্যৰ বিষয়ে প্ৰথমে আলোচনা কৰিম।

## ধ্ৰুপদী সংস্কৃত কাব্য

আমাৰ হাতত ধ্ৰুপদী শৈলীত ৰচিত যিখিনি সংস্কৃত কবিতা আছে তাৰ ভিতৰত প্ৰাচীনতম হৈছে বৌদ্ধ কবি অশ্বঘোষৰ কাব্যগ্ৰন্থবোৰ। অশ্বঘোষ খ্ৰীষ্টীয় প্ৰথম শতাব্দীৰ শেহৰ ফালৰ লোক বুলিয়েই বিশ্বাস কৰা হয়। তেওঁ ছন্দত বুদ্ধৰ জীৱনীগ্ৰন্থ বুদ্ধচৰিত্ৰ ৰচনা কৰিছিল সহজ ধ্ৰুপদী শৈলীত। ১৫০ খ্ৰীষ্টাব্দত ৰুদ্ৰদমনে লিখোৱা গিৰণাৰ শিলালিপিত যি সংস্কৃত গদ্য দেখা যায় সেয়ে ৰাজসভাৰ সাধু সংস্কৃত গদ্যৰ প্ৰাচীনতম

নিদৰ্শন। সেই কাৰণে ৰাজসভাৰ যি ৰচনা-শৈলী সেইটো ভাৰতীয় সাহিত্যৰ তুলনামূলকভাৱে এটা পিছৰ পৰ্যায়হে। যদিও আমি ওপৰত উল্লেখ কৰা চন-নিৰ্দেশবোৰৰ বহুত আগৰ পৰাই যে এই সাহিত্য-শৈলীৰ ক্ৰমোন্নতি হৈ আছিল সেই বিষয়ে কোনো সন্দেহ নাই।

সামগ্ৰিকভাৱে বিচাৰ কৰিলে ধ্ৰুপদী সংস্কৃত সাহিত্যৰ বিষয়ে পাশ্চাত্য দেশবোৰত কোনো উচ্চ ধাৰণা নাই। যদিও কালিদাসৰ সাহিত্যই জামেৰ্ণিৰ কবি, নাট্যকাৰ পণ্ডিত গ্যটে (Goethe)ৰ মনত আনন্দ দিছিল, সামগ্ৰিকভাৱে সেই সাহিত্য কিন্তু কৃত্ৰিমতাপূৰ্ণ, অত্যধিক অলঙ্কৃত, প্ৰকৃত অনুভূতিৰ অভাৱ আদি দোষত দুষ্ট অথবা উদ্ভাৱন শক্তিৰ অপব্যয় আৰু বিকৃতকৰণৰ এক নিদৰ্শন বুলি সমালোচিত হৈছে। আনকি ভাৰতীয়সকল নিজেই সদায় এই সাহিত্যক লৈ সন্তুষ্ট নহয়। যেনে এছ, এন. দাসগুপ্তই তেওঁৰ 'হিষ্ট্ৰী অব্ সংস্কৃত লিটাৰেচাৰ' গ্ৰন্থৰ বিশ পৃষ্ঠাত লিখিছে এইদৰেঃ "ৰাজসভাৰ বাবে কৰা ৰচনাত সেই পৰিবেশত বিশেষ বিশেষ ধৰণৰ কিছুমান ৰচনাৰহে চাদিহা বেছি থকাৰ বাবে যি কোনো কবিৰ স্বাভাৱিক স্বতঃস্ফূৰ্ত সৃষ্টিশক্তি বাধাগ্ৰস্ত হয়। ৰাজসভাৰ ধৰণ-কৰণৰ বিষয়ে জ্ঞান আৰু সেইবোৰৰ লগত খাপ খুৱাই লৈ ৰচনা কৰাৰ ওপৰতহে বেছি গুৰুত্ব দিয়া হৈছিল—প্ৰতিভাৰ বিকাশ হোৱাটো পিছৰ কথাহে আছিল। তাৰ ফলস্বৰূপে সংস্কৃত কাব্য অকল কৃত্ৰিমালিপূৰ্ণই যে হৈছিল সেইটো নহয় ...... সেইবোৰৰ লগে লগে বৰ্ণনাৰ পৰম্পৰাগত ৰীতি অনুসৰণ কৰাও অভ্যাসত পৰিণত হৈছিল...... লগতে সংস্কৃত ভাষাৰ যাদুৰ মোহত পৰিও কবিসকল বিপথে গৈছিল আৰু নিৰৰ্থক শব্দৰ সুৰত ধেমালি কৰি তৃপ্তি পাইছিল।"

এই সমালোচনা—পিছত অৱশ্যে লেখকে তাৰ ব্যাখ্যা দিছে বেলেগ ধৰণে—আংশিকভাৱে কিন্তু সত্য। তদুপৰি এই সমালোচনাৰ পৰাই আধুনিক ভাৰত কিমান গভীৰভাৱে ইউৰোপীয় নন্দনতত্ত্বৰ দ্বাৰাই প্ৰভাৱিত হৈছে সেই বিষয়েও অনুমান কৰিব পাৰি। সেই মাপকাঠিৰে বিচাৰ কৰিলে ভাৰতীয় ধ্ৰুপদী সাহিত্যৰ বহু ভাগেই কৃত্ৰিমালিৰে পূৰ্ণ বুলি গণ্য হয়। এই সাহিত্য বিৰচিত হৈছিল ঘাইকৈ ৰাজসভাত আবৃত্তি কৰিবৰ বাবে বা অভিনীত কৰিবৰ বাবে। তাকো লিখা হৈছিল খুব কম সংখ্যক শিক্ষিত মানুহৰ সৰু সমাজ একোখনৰ বাবেহে—যিখন সমাজৰ সদস্যসকলৰ প্ৰত্যেকেই সাহিত্যিক ৰীতিৰ কঠোৰে বিধি-বিধান ৰীতি আৰু সংজ্ঞাৰ লগত পৰিচিত আৰু বাকচাতুৰ্যসূচক উদ্ভাৱনৰ প্ৰতি সঁহাৰি জনাব পৰা লোক। এনে পৰিবেশত ক্লেয়াৰৰ কবিতাৰ স্বদেশী বনগীতৰ সুৰ বা ৱৰ্ডছ্‌ৱৰ্থৰ কবিতাৰ প্ৰকৃতিৰ ৰহস্যবাদ বিচাৰিবলৈ যোৱা নিষ্ফল। সেই যুগত কবিসকল বাস কৰিছিল তুলনামূলকভাৱে এখন গতিহীন পৰিৱৰ্তনহীন সমাজত। তেওঁলোকৰ জীৱনৰ সৰু-বৰ সকলো কথাই নিয়ন্ত্ৰিত হৈছিল এনে কিছুমান সামাজিক ৰীতি-নীতিৰ দ্বাৰাই যিবোৰ আছিল ইতিমধ্যেই প্ৰাচীন ধৰণৰ—লগতে কঠোৰ ধৰ্মীয়

বিবেচনাৰ দ্বাৰাই অনুমোদিত। সেইসকল কবিয়ে কোনো কালে সমসাময়িক সামাজিক ৰীতি-নীতিৰ বিৰুদ্ধে বিদ্রোহ কৰা নাছিল। ভাৰতীয় সাহিত্যত কোনো শ্যেলী আৰু ছুইনবাৰ্ণ নাছিল। সেই ভাৰতীয় সাহিত্য ৰচিত হৈছিল এনে এক শ্রেণী মানুহৰ দ্বাৰাই যিসকল সমকালীন সমাজৰ নিজেও অবিচ্ছেদ্য সুসমন্বিত অঙ্গস্বৰূপ আছিল— তেওঁলোকৰ মনোজগতত আধুনিক সাহিত্যসেৱী লেখকৰ জটিল মনস্তাত্ত্বিক সমস্যাৰ নাম-গন্ধও নাছিল। সেইদেখি কাউপাৰৰ মনৰ যি আধ্যাত্মিক যন্ত্রণাবোধ, জন ডনেৰ কবিতা আপোন অন্তৰৰ বিশ্লেষণ, আদি কালৰ টি. এছ্ ইলিয়টৰ সামাজিক নৈৰাশ্যবাদ— এইবোৰ ভাবানুভূতি সাহিত্যিক বিবেচনাৰ লেশমাত্রও নাছিল। পশ্চিমত দুঃখবাদী বুলি ভাৰতীয় সাহিত্যৰ নাম-যশ থাকিলেও দৰাচলতে হিন্দু দৰ্শন আৰু সাহিত্য মৌলিকভাৱে আশাবাদী আৰু বিয়োগান্ত নাটক অথবা নিৰানন্দ সমাপ্তিযুক্ত যি কোনো কাহিনী ভাৰতত বৰ প্ৰিয় নহয়।

ভাৰতীয় কবিকুলৰ বাবে কবিতাৰ কেঁচামাল আছিল প্রধানকৈ প্রেম, প্রকৃতি, প্রশস্তি, নীতিকথা আৰু কাহিনীকথন। প্রধানকৈ দেৱতাৰ লীলাৰ বৰ্ণনাযুক্ত ধৰ্মীয় বিষয়বোৰ তেওঁলোকৰ কবিতাত সততেই পোৱা গ'লেও ভাৰতীয় ৰাজকবিসকলৰ কবিতাত গভীৰ ধৰ্মভাবযুক্ত সাহিত্য তুলনামূলকভাৱে দুৰ্লভ। ভতৃহৰিৰ দৰে কোনো কোনো কবিয়ে সময়ে সময়ে গভীৰ বিশ্বাস সহকাৰে ধৰ্মমূলক বিষয়ে কবিতা ৰচিছিল যদিও যিমানেই পৌৰাণিক কথাৰ অৱতাৰণা নকৰক বা বিনীত ভাষাত দেৱভক্তি প্রদর্শন নকৰক, ধ্রুপদী সংস্কৃত কবিতা হৈছে প্রধানকৈ ধৰ্মনিৰপেক্ষ প্রকৃতিৰ। সেই কাব্যত দেৱতাৰ সঘন আবিৰ্ভাব হ'লেও সেই দেৱতাকো মানুহৰে মহত্ত্বৰ বা বৃহত্তৰ ৰূপতহে দেখা পোৱা যায়।

সংস্কৃত ক্লাছিকেল কবিতাত প্রেম আছিল তীব্র আবেগিকভাৱে দেহজ। ভাৰতীয় কবিসকলৰ এই বিষয়ে থকা দৃষ্টিভঙ্গীৰ বিষয়ে বিস্তাৰিত আলোচনা আমি ইতিপূৰ্বে এটা অধ্যায়ত কৰিছোঁ। প্ৰাচীন বা মধ্যযুগীয় বেছিভাগ ইউৰোপীয় সাহিত্যত কৰা দৰেই প্রকৃতি সম্বন্ধে বিচাৰ কৰা হৈছিল প্রকৃতিৰ নিজৰ গুণাবলীৰ ভিত্তিত নহয় প্রকৃতিৰ লগত মানুহৰ সম্পৰ্কৰ ভিত্তিতহে। কাচিৎহে প্রকৃতিৰ বাবেই প্রকৃতি চর্চা কৰা হৈছিল। ঋতু পৰিবর্তনৰ দৃশ্যাবলী, দিবা-ৰাত্রি, পশু-পক্ষী, পত্ৰ-পুষ্প সকলোৰে অৱতাৰণা কৰা হৈছিল মানুহৰে বিভিন্ন ভাবাবেগ প্রকাশ কৰাৰ প্রয়োজনত বা সেইবোৰ মানৱীকৰণ কৰা হৈছিল কবিৰ মানৱীয় বিষয়-বস্তুবোৰৰ প্রতিৰূপ হিচাপে। কিন্তু সমগ্র ভাৰতীয় সাহিত্যতে প্রকাশ পাইছিল এক গভীৰ প্রকৃতি প্রেম। তেওঁৰ অন্যান্য গুণাবলীৰ লগতে এই বিষয়তো পাশ্চাত্য জগতত কালিদাসৰ নাম-যশ আন আন প্রাচীন ভাৰতীয় কবিতকৈ বেছি। ৰাজপ্রশস্তি বা কোনো ৰজাৰ পূৰ্বপুৰুষসকলৰ প্রশংসা-গাথা আছিল অসংখ্য। সেইবোৰৰ পৰা আমাৰ ইতিহাসৰ সমলো বহুত পোৱা যায়। বেছিভাগ কবিৰ ৰচনাতে

নীতিবাক্যৰ প্ৰাধান্য দেখিবলৈ পোৱা যায়। নিজৰ কবিতাৰ মাজত যি কোনো সত্যৰ সাধাৰণ সংজ্ঞাকৰণ কৰি নীতিকথাৰ দৰে বাক্যালঙ্কাৰ ব্যৱহাৰ কৰিছিল কালিদাসেও বিশেষভাবে। সংস্কৃত কবিতাত তেনে কথাটো অলঙ্কাৰ বুলি কাব্যবিধি মতেই গণ্য হৈছিল। সাধাৰণতে সাংসাৰিক জ্ঞানপূৰ্ণ লঘু হাস্যৰসযুক্ত নীতিশিক্ষামূলক কবিতা বৰ জনপ্ৰিয় আছিল।

কবিতা ৰচনাৰ ৰীতি আৰু কৌশলৰ বিষয়ে বিশ্লেষণ আৰু অধ্যয়ন হৈছিল প্ৰচুৰ। সেই বিষয়ক অনেক পাঠ্যগ্ৰন্থত কাব্যৰীতি নিৰ্দিষ্ট কৰি দিয়া হৈছিল। কবিতাৰ উদ্দেশ্যৰ বিষয়ে কোৱা হৈছে যে কবিতা আৱেগপ্ৰসূত। আৱেগ উথলি উঠা মানে কিন্তু এৰিষ্টটল্-বৰ্ণিত পুতৌ বা ভীতিৰ ভাবৰ টো নহয়, তাতকৈ বহু শান্ত এক মানসিক অভিজ্ঞতাহে—এনে এক নান্দনিক শিহৰণ যিটোত দুখৰ অনুভূতি দুখ হৈ নেথাকে, প্ৰেমৰ অনুভূতিও প্ৰেম হৈ নেথাকে। এছ. কে. দে-ই তাৰে সংজ্ঞা দিছে এই ধৰণে—"নৈৰ্ব্যক্তিকৃত আৰু অপ্ৰকাশ্য বৰ্ণনাৰো অতীত এক নান্দনিক আনন্দ ভোগ—য'ৰ পৰা তাৰ উৎস বা সমলবোৰৰ সকলো চিহ্ন সম্পূৰ্ণ বিলুপ্ত হৈ যায়।" এনে ধৰণৰ নান্দনিক (aesthetic) অভিজ্ঞতাৰ পৰা উদ্ভূত মানসিক আস্বাদবোৰকে ৰস বোলে। তেনে ৰস আঠবিধ—শৃঙ্গাৰ, বীৰ, বীভৎস, ৰৌদ্ৰ, হাস্য, ভয়ানক, কৰুণ আৰু অদ্ভুত। তত্ত্বগতভাৱে প্ৰত্যেক কবিতাত এনে এক বা একাধিক ৰসৰ সঞ্চাৰ হ'ব লাগে।

সংস্কৃত কাব্যতত্ত্বৰ আৰু এক গুৰুত্বপূৰ্ণ দিশ হৈছে 'ধ্বনি'। সংস্কৃত কাব্যতত্ত্বত ধ্বনি বুলিলে বুজা যায় শব্দ বা বাক্যৰ সেই শক্তি যিটোৰ ফলত ই অভিধা আৰু লক্ষণা অৰ্থৰ ওপৰঞ্চি আৰু এক ৰমণীয় আৰু গভীৰ অৰ্থৰ ইঙ্গিত দিয়ে। এই ওপৰঞ্চি অৰ্থৰ আভাস বা ইঙ্গিতেই হৈছে কবিতাৰ প্ৰধান উপজীব্য। কাৰণ কবিয়ে সযতনে শব্দ চয়ন কৰি এনে ধৰণে প্ৰতি পংক্তি ৰচনা কৰে যাতে তেওঁ সেইবোৰৰ প্ৰত্যক্ষ অৰ্থৰ ওপৰঞ্চি অনেক ওপৰঞ্চি অৰ্থ আৰু ভাব প্ৰকাশ কৰি এফাকি সংক্ষিপ্ত কবিতাৰে বিচিত্ৰ আৱেগ-অনুভূতিৰ সৃষ্টি কৰিব পাৰে। ভাৰতীয় সাহিত্য-দৰ্শনৰ পণ্ডিতমণ্ডলীয়ে এই বিষয়ৰ গৱেষণাত বহুত আগবাঢ়িছিল আৰু কাব্যিক ৰসবোধৰ মনস্তত্ত্ব সম্বন্ধীয় বহুত গ্ৰন্থ লিখি উলিয়াইছিল। সেইবোৰ তত্ত্বৰ বহুত বিষয়ত, বহলভাৱে বিবেচনা কৰিলে, পাশ্চাত্য জগতৰ বহুত আধুনিক কবিও একমত হ'ব পাৰিব। এনে ধৰণৰ গুৰুত্বপূৰ্ণ আৰু মৌলিক সাহিত্য-তত্ত্বৰ গ্ৰন্থকাৰসকল আৰু তেওঁলোকৰ গ্ৰন্থবোৰ আছিল ষষ্ঠ-সপ্তম শতিকাৰ দণ্ডিৰ 'কাব্যাদৰ্শ', সপ্তম শতিকাৰ ভামহৰ 'কাব্যালঙ্কাৰ', নৱম শতিকাৰ আনন্দবৰ্দ্ধনৰ 'ধ্বন্যালোক', দ্বাদশ শতিকাৰ আদি ভাগৰ মম্মথৰ 'কাব্যপ্ৰকাশ' আৰু চৈধ্য-শতিকাৰ বিশ্বনাথৰ 'সাহিত্য-দৰ্পণ।'

কবিয়ে ব্যৱহাৰ কৰা বহুত সঁজুলিৰ ভিতৰত সবাতোকৈ প্ৰয়োজনীয় হ'ল 'অলঙ্কাৰ।' অলঙ্কৰণৰ দ্বাৰা কাব্যৰ ভাষা সমৃদ্ধ কৰি তোলোতে ব্যৱহাৰ কৰা হয় উপমা,

ৰূপকালংকাৰ বা উপাচাৰ, সাধাৰণীকৰণ, দ্বৈৰ্থকতা আৰু বিভিন্ন ধৰণৰ অনুপ্ৰাসৰ প্ৰয়োগ ইত্যাদি। কাব্যৰীতিৰ এনে কলা-কৌশলৰ বিষয়েও কাব্যতাত্ত্বিকসকলে বিস্তাৰিত আলোচনা আৰু গ্ৰন্থ প্ৰণয়ন কৰিছে। অলঙ্কাৰৰ অবাৰিত ব্যৱহাৰৰ ফলত কবিতা অত্যধিক ফুলাম হৈ পৰে। এই বিষয়ত উৎসাহ যোগাইছিল সংস্কৃত ভাবাত থকা অন্তহীন একে অৰ্থযুক্ত (synonyms) আৰু একে ধ্বনিযুক্ত কিন্তু ভিন্ন ভিন্ন অৰ্থব্যঞ্জক (homonyms) শব্দবোৰে। তদুপৰি অলেখ গতানুগতিকভাৱে চিৰাচৰিত বচনভঙ্গীবোৰ অৰ্থাৎ বিশেষণীয় শব্দবোৰ আছেই। যেনে সাগৰক বুজাবলৈ 'ৰত্নাকৰ', পৰ্বতক বুজাবলৈ 'অচল', পক্ষীক বুজাবলৈ আকাশেদি যাওঁতা অৰ্থত 'খগ', নাৰীক বুজাবলৈ 'অবলা।' প্ৰাচীন ভাৰতীয় কবিসকলে নিশ্চয় আলেকজেণ্ডাৰ পোপৰ কবিতাত থকা denizens of air ('আকাশ-নিবাসী' অৰ্থাৎ পক্ষী) আৰু finny triles ('ফিচা থকা জাতি' অৰ্থাৎ মাছ) এনে ধৰণৰ কথাবোৰ বৰ ভাল পালেহেঁতেন।

কবিতাৰ ক্ষুদ্ৰতম গোট হৈছে স্তৱক। সাধাৰণতে কাব্যৰীতি-মতে স্তৱক স্বয়ংসম্পূৰ্ণ হয়। মহাকাব্য যাক ইংৰাজীত এপিক্ বোলা হয়— শেহৰ ফালে তেনে কিছুমান স্তৱক বা স্তৱকৰ সমষ্টি কিছুমান বৰ্ণনাৰ ক্ষীণ সূত্ৰেৰে একেলগ কৰি থোৱাত পৰিণত হ'লগৈ। ৰাজসভাৰ অলঙ্কাৰপূৰ্ণ কবিতাবিলাকত প্লট, গঠন এইবোৰৰ ওপৰত বিশেষ মনোযোগ দিয়া নহয় আৰু ভাৰসাম্য ৰখাৰ কথা বিবেচনাই কৰা নহৈছিল যেন লাগে। কিন্তু বিশুদ্ধ বৰ্ণনামূলক কবিতাৰ ক্ষেত্ৰত সেই দোষবোৰ দেখা নেযায়। উদাহৰণ স্বৰূপে, 'কথাসৰিতসাগৰ' (= কাহিনীৰ সাগৰ) গ্ৰন্থৰ কথা ক'ব পাৰি। সেই গ্ৰন্থৰ গ্ৰন্থকাৰে নিজৰ কাহিনীবোৰ কৈ যাওতে শব্দত যথেষ্ট মিতব্যয়িতা আৰু বৰ্ণনাত সংযম প্ৰদৰ্শন কৰিছে। আনকি খুব অলঙ্কাৰপূৰ্ণ 'কাব্য'ৰ ৰচনাতো সময়ে সময়ে কবিসকলক কাব্যিক পৰিস্থিতিৰ প্ৰয়োজন মতে অতি যোগ্যতাৰে হুবহু আৰু নাটকীয় বৰ্ণনা দিয়া দেখা যায়। কিন্তু এই কথা স্বীকাৰ কৰিবই লাগিব যে দীৰ্ঘতৰ সংস্কৃত কাব্যবোৰ সাধাৰণতে বিৰক্তিকৰ আৰু গঠনশৈলীত পৰিকল্পনা নোহোৱা ধৰণৰ হয়।

তাৰ বিপৰীতে গাইগুটীয়াকৈ ৰচিত শ্লোক বা স্তৱকবিলাক সুন্দৰ ভাৰসাম্যযুক্ত আৰু সংক্ষিপ্ত। এনে ধৰণৰ একচৰণযুক্ত কবিতাবোৰ বৰ জনপ্ৰিয়। তেনে কবিতাই পাৰ্চী—ৰুবাই বা জাপানী—টাংকা কবিতালৈ মনত পেলায়। গাইগুটীয়াকৈয়ে হওক বা কোনো নাটকৰ অংশ বা গদ্য ৰচনাৰ অন্তৰ্গতভাৱেই হওক, তেনে একচৰণ কবিতাবোৰ সকলোৱে ভাল পাইছিল। বহুতো এনে কবিতা ইমান সুন্দৰ যে অনূদিত ৰূপতো পাশ্চাত্য দেশীয় পাঠকক আগ্ৰহী কৰি তোলে। এনে একচৰণ কবিতাৰ অনেক সংকলন আছে। তেনে বহুত সংকলিত গ্ৰন্থ এতিয়াও আছে। নহ'লে এই কবিতাবোৰ হেৰাই গ'লহেঁতেন।

ছন্দ বিচাৰ কৰিবলৈ গ'লে দেখা যায় যে সংস্কৃত কাব্য অতি কঠোৰভাৱে নিয়ন্ত্ৰিত সংখ্যক শব্দ আৰু শব্দাংশৰ দ্বাৰা গঠিত। সাধাৰণতে এক স্তৱকত চাৰিটা

পংক্তি থাকে। প্ৰত্যেক শাৰীত আঠটাৰ পৰা একৈছটালৈকে শব্দাংশ থাকিব পাৰে। সাধাৰণতে কিন্তু সমান সংখ্যক শব্দাংশহে থাকে আৰু পংক্তিবিলাকৰ মাজত ছন্দৰ মিল নেথাকে। মহাকাব্যবিলাক লেখা হয় শ্লোক ছন্দত। এটা শ্লোকৰ একোটা পংক্তিত আঠটা শব্দাংশ থাকে—তাতকৈ কম-বেছিও হ'ব পাৰে। কিন্তু ক্লাছিকেল সংস্কৃত কবিসকলে জটিল আৰু ধৰা-বন্ধা ছন্দৰীতিহে পছন্দ কৰিছিল। এনে ছন্দৰীতিবোৰৰ বিষয়ে অনেক তত্ত্বগ্ৰন্থ আছে। কিন্তু সেইবোৰৰ বাৰটামানহে জনপ্ৰিয়। এইবোৰ ছন্দৰ বিধি অলংঘনীয়ভাৱে কঠোৰ। শব্দাংশবোৰো বৰ জটিলভাৱে, কিন্তু অতি সুন্দৰকৈ সজোৱা।

সংস্কৃত ভাষাৰ গঠনেই এনে ধৰণৰ যে সংস্কৃত ভাষাত লিখা ধ্ৰুপদী ভাৰতীয় কবিতা ইংৰাজী ভাষালৈ আক্ষৰিক অনুবাদ কৰাটো সম্পূৰ্ণ অসাধ্য। সেইবাবে আমি সংস্কৃত কবিতাৰ নান্দনিক অনুভৱবোৰ প্ৰতিফলন দেখুৱাব নোৱাৰো। ইয়াত আমি সংক্ষিপ্তভাৱে ছন্দময় গদ্যত সংস্কৃত বাক্যৰ যি অনুবাদ আগবঢ়াইছো তাত সংস্কৃত কাব্য মাধুৰ্যৰ অস্পষ্ট আভাসহে পোৱা যাব। মূল সংস্কৃত বাক্যৰ পাঠ ইমান ঘন মসৃণ আৰু তাৰ সুৰময়তা এনে অসীম ধৰণৰ যে যদি তাত ব্যৱহৃত বাক্যালঙ্কাৰ-শব্দালঙ্কাৰসহ শুদ্ধকৈ পঢ়া হয়, তেনে এনে বৈভৱশালী আৰু জাক-জমক কবিতা পৃথিৱীৰ অন্য কোনো ভাষাতে পোৱা নেযাব। ভাৰতীয় ধ্ৰুপদী কাব্য ভাৰতীয় সঙ্গীত আৰু অন্যান্য সুকুমাৰ কলাৰ দৰেই নিজৰ বিশেষভাৱে ভাৰতীয় ধৰণে নিজে নিজে উন্নতি কৰি বৰ্তমানৰ অৱস্থাপ্ৰাপ্ত হৈছে। ইয়াৰ বিধি-বিধান সংজ্ঞা সূত্ৰবোৰৰ পাশ্চাত্য কাব্য বা অন্যান্য সুকুমাৰ কলাৰ সংজ্ঞা-সূত্ৰৰ লগত নিমিলে। ভাৰতীয় কাব্যকলাৰ গুণ আৰু সৌন্দৰ্য নিজত্ব প্ৰতিভা-প্ৰসূত।

ভাৰতীয় আৰু ইউৰোপীয় সকলো পণ্ডিত সমালোচকেই এটা বিষয়ত একমত যে কালিদাসেই সকলো সংস্কৃত কবিৰ মাজত শ্ৰেষ্ঠ। সম্ভৱতঃ তেওঁৰ জীৱনকাল আছিল সম্ৰাট ২য় চন্দ্ৰগুপ্ত আৰু প্ৰথম কুমাৰ গুপ্তৰ ৰাজত্বৰ সময়ছোৱাত (খ্ৰীঃ ৩৭৫-৪৫৫)। গতিকে কালিদাসে প্ৰাচীন ভাৰতীয় ৰাজসভাৰ সংস্কৃতিৰ চূড়ান্ত সমৃদ্ধ ৰূপ দেখিবলৈ পাইছিল। অজন্তাৰ প্ৰাচীন চিত্ৰবিলাকৰ দৰেই কালিদাসৰ ৰচনাত সেই ৰাজসভাৰ উচ্চ পৰিশ্ৰুত সামাজিক সংস্কৃতি সম্পূৰ্ণ আৰু নিৰ্ভযোগ্যভাৱে প্ৰতিফলিত কৰিছিল। পৰম্পৰাগত চিন্তা-চৰ্চা ধৰণ-কৰণৰ মাজতে বুৰ গৈ আছিল যদিও তেওঁৰ ৰচনাৱলীৰ পৰাই স্পষ্টভাৱে বুজা যায় যে পৰম্পৰা তেওঁ লঘুভাৱে গ্ৰহণ কৰিছিল। তেওঁ সাহিত্যত প্ৰধানকৈ ফুটি উঠিছিল তেওঁৰ নিজা ব্যক্তিত্ব আৰু প্ৰতিভা। পৰৱৰ্তী কালৰ কিছুমান লোক-কাহিনীত কালিদাসৰ জীৱন আৰু চৰিত্ৰৰ বিষয়ে কিছুমান কথা পোৱা যায়। কিন্তু সেইবোৰ নিৰ্ভৰযোগ্য কথা নহয়। তেওঁৰ ৰচনাৱলীৰ মাজেদি ভুমুকি মৰা কালিদাস মানুহজন সুখী আৰু শান্ত আছিল। লোকৰ দুখ-কষ্টৰ প্ৰতি সহানুভূতিশীল,

নাৰী আৰু শিশুৰ মন সকলো ভাব-অনুভূতি সুন্দৰকৈ বুজিব পৰা, গছ-ফুল, পশু-পক্ষী সকলো ভাল পোৱা আৰু ৰাজদৰবাৰৰ জাক-জমক জীৱনৰ প্ৰতি আগ্ৰহী লোক আছিল। তেওঁ তিনিখন নাটক ৰচনা কৰিছিল, দুখন সুদীৰ্ঘ কাব্য—'কুমাৰসম্ভৱ' আৰু 'ৰঘুবংশম্', 'মেঘদূত্' আৰু 'ঋতুসংহাৰ' নামে দুখন খণ্ডকাব্যও ৰচনা কৰিছিল। আৰু বহুতো গ্ৰন্থ তেওঁ ৰচনা কৰিছিল—কিন্তু সেইবোৰ এতিয়া পাবলৈ নাই।

'মেঘদূত' খণ্ডকাব্যত এশতকৈ অলপহে বেছি শ্লোক আছে। সকলো সংস্কৃত কাব্যৰ ভিতৰতে এই কবিতাটো এটা জনপ্ৰিয় কবিতা। ইয়াৰ বিষয় প্ৰসঙ্গ পিছত বহুতো সংস্কৃত আৰু অন্যান্য ভাৰতীয় ভাষাৰ কবিসকলে অনুকৰণ কৰিছে নানা ৰূপত। এই কবিতাৰ বিশেষত্ব এই যে অন্যান্য যি কোনো ভাৰতীয় কাব্যতকৈ এই কবিতাত কৰ্ম-কাল-স্থানৰ ঐক্য আৰু ভাৱসাম্য ৰক্ষা হৈছে বেছি। লগতে এই কাব্য পঢ়ি উঠিলে এক সম্পূৰ্ণতাৰ অভিজ্ঞতা আৰু অনুভৱ মনৰ মাজত উদয় হয় যিটো অন্য কাব্যত বিৰল। এই খণ্ডকাব্যৰ ক্ষুদ্ৰ পৰিসৰৰ ভিতৰত কালিদাসে ইমান বেছি সংখ্যক চিত্ৰকল্প আৰু শব্দচিত্ৰ থুপ খুৱাই ৰাখিছে যে সেইবোৰৰ মাজেদি এটা সম্পূৰ্ণ সংস্কৃতিৰ সাৰমৰ্ম সন্নিবিষ্ট হোৱা যেন লাগে। এই খণ্ডকাব্যত আছে এক যক্ষৰ কাহিনী। হিমালয় পৰ্বতৰ ওপৰত অলকা নামে এক দেৱনগৰীত সেই যক্ষৰ ঘৰ। তেওঁ তেওঁৰ প্ৰভু কুবেৰ দেৱতাৰ ওচৰত কিবা দোষ কৰিলে কাৰণে এবছৰৰ বাবে নিৰ্বাসন ভোগ কৰিব লগা হৈছিল আধুনিক মধ্য প্ৰদেশৰ ৰামগিৰি পৰ্বতত। নিৰ্বাসনৰ কালছোৱাত বেচেৰা যক্ষৰ সকলোতকৈ বেছি কষ্ট হৈছিল হিমালয়ৰ সেই গিৰি নগৰীত থাকি যোৱা তেওঁৰ প্ৰিয়া পত্নীৰ পৰা আঁতৰি থাকিব লগা কাৰণে। সেইদেখি সেইবাৰ বৰ্ষা আৰম্ভ হোৱাৰ সময়ত যক্ষই যেতিয়া দেখিলে যে প্ৰকাণ্ড এচটা কলীয়া ডাৱৰ উত্তৰমুৱা হৈ হিমালয় গিৰিমালাৰ ফালে আকাশত ভাহি ভাহি গৈ আছে—তেতিয়াই যক্ষই সেই কৃষ্ণবৰ্ণ মেঘৰাশিৰ আগতে অন্তৰৰ দুখ উবুৰিয়াই ক'বলৈ ধৰিলে। আৰম্ভণিৰ দুটামান শ্লোকত পৰিচয় পৰ্ব শেষ কৰি তাৰ পিছত গোটেই কবিতাটো হৈছে যক্ষই ডাৱৰৰ উদ্দেশ্যে কোৱা কথা।

প্ৰথমতে যক্ষই ডাৱৰক ক'লে সি আকাশ মাৰ্গেৰে যাওঁতে কোন দিশে যাব লাগিব পৰ্বতমালা পাবলৈ হ'লে। এই পথৰ বৰ্ণনা দিওঁতেই কালিদাসে অতুলনীয় সুন্দৰ কবিতাত বৰ্ণনা কৰিছে বহু দেশ-দেশান্তৰ, নদী-প্ৰান্তৰ আৰু মহানগৰ যিবোৰ ডাৱৰে পাৰ হৈ যাব লাগিব। তলত আমি দুটা শ্লোক উদ্ধৃত কৰিছো। নৰ্মদা নদী আৰু তাৰ পাৰৰ অৰণ্য দেশৰ বৰ্ণনা আছে দুইটা শ্লোকত তাৰে প্ৰথমটোত এক উপমাৰ সহায়ত বিহঙ্গম দৃষ্টিৰে নৰ্মদা নদীৰ দৃশ্য অৱলোকনৰ এক মন কৰিবলগীয়া বৰ্ণনা আছে।

"বনচৰ বধূগণে উপভোগ কৰা লতাকুঞ্জৰ গৃহেৰে ভৰা আম্ৰকূট পৰ্বতত দুই ঘণ্টা সময় অতিবাহিত কৰি অধিক বৰ্ষণ কৰাৰ ফলত তোমাৰ গাৰ ওজন কমি যোৱাৰ

বাবে আগতকৈ অধিক বেগেৰে তাৰ পিছৰ পথ অতিক্ৰম কৰি শিলাময় বিন্ধ্যপৰ্বতৰ পাদদেশত হাতীৰ গাত অংকিত ৰেখাৰ ভঙ্গিমাৰ দৰে গজশৃঙ্গাৰ সদৃশ নৰ্মদা নদী দেখিবলৈ পাবা। এই দৃশ্যই তোমাৰ নয়ন সাৰ্থক কৰিব।" [মেঘদূতম্—১৯]

"হৰিণবিলাকে আধা ফুলা কেশৰ বিশিষ্ট হৰিত্ শ্যাম বৰণৰ স্থলকদম্ব ফুল দেখি নতুনকৈ ওলোৱা কলগছৰ গজালিবোৰ খাই হাবিবোৰৰ সুগন্ধি পৃথিৱীৰ মধুৰ ঘ্ৰাণ গ্ৰহণ কৰি ফুৰি তোমাৰ গমন পথ সূচনা কৰিব।" [মেঃ দূঃ—২১]

উপৰি উক্ত দুটা শ্লোকৰ প্ৰথমটোৰ দ্বিতীয় পংক্তিৰ শব্দচয়ন বিশেষভাৱে মন কৰিবলগীয়া। এই পংক্তিত কবিয়ে খুব নিপুণভাৱে 'O' দন্ত 'ত' ব্যঞ্জনবৰ্ণৰ ধ্বনিৰে অনুপ্ৰাস প্ৰয়োগ কৰিলে যাতে সেই অনুপ্ৰাসৰ শব্দত মন্দাক্ৰান্তা ছন্দই অলপ দ্ৰুততাল অৰ্জন কৰে। লগতে ঘন ঘন 'ত' উচ্চাৰণে মেঘদূত কবিতাৰ মেঘ-নিসৃত বৰষুণৰ টোপালৰ পৰা টপৰ্ টপৰ্ শব্দও ফুটাই তোলে।

স্থিত্বা তস্মিন বনচৰ বধূভুক্ত কুঞ্জে মুহূৰ্ত্তং
তোয়োৎসৰ্গদ্ৰুততৰগতিস্তৎপৰং বৰ্ত্ম তীৰ্ণঃ।
ৰেবাং দ্ৰক্ষস্যুপলবিষমে বিন্ধ্যপাদে বিশীৰ্ণাং
ভক্তিচ্ছেদৈৰিব বিৰচিতাং ভূতিমঙ্গে গজস্য॥১৯॥ [মেঘদূতম্]

তাৰ পিছত মেঘক যক্ষই কৈছে। পশ্চিমমুৱা হৈ সুন্দৰ উজ্জয়িনী নগৰৰ ওপৰেদি যাবলৈ। কালিদাসে বেছি সময় শৃঙ্গাৰ ৰস সৃষ্টি নকৰাকৈ থাকিব নোৱাৰে। উজ্জয়িনী নগৰৰ বৰ্ণনাতো সেই ৰসৰ উদ্ভৱ হৈছে—

"যি বিশাল উজ্জয়িনীত প্ৰাতঃকালত প্ৰস্ফুটিত সুগন্ধি পদুমফুলে
কাষেদি প্ৰবাহিত শিপ্ৰা নদীৰ সুখদায়ক সুৰভি পৱনত নিজৰ সৌৰভ
বিস্তাৰ কৰি সাৰস পক্ষীৰ আৱাও বঢ়োৱাৰ দৰে—সুৰত প্ৰাৰ্থী
চাটুবাক্য কোৱা প্ৰেমিকৰ দৰে নাৰীগণৰ সম্ভোগখেদ হৰণ কৰে।"

"খিৰিকিৰে বাহিৰ হৈ অহা ৰমণীসকলৰ কেশ-সজ্জাৰ
গন্ধদ্ৰব্য ধূপৰ গন্ধেৰে পৰিপুষ্টহে বন্ধুপ্ৰীতিৰ বাবে গৃহ
ময়ূৰগণে কৰা নৃত্যৰূপ উপহাৰ গ্ৰহণ কৰিবা। লগতে
পুষ্পসৌৰভেৰে সুবাসিত ৰমণীৰ পাদদেশৰ আলতাৰ ৰঙৰ
মাজত উজ্জয়িনীৰ সৌন্দৰ্য দৰ্শন কৰিবা।"

তাৰ পিছত হিমালয়ৰ ওচৰ চাপি মেঘ চপৰাই দেখিব যক্ষ বৰ্ণীত সেই মায়া নগৰী—

"যি অলকাত যক্ষসকলে উত্তম ৰমণীগণৰ সৈতে
ধৱল বৰ্ণৰ শুভ্ৰমণিখচিত স্ফটিকেৰে নিৰ্মিত প্ৰাসাদবোৰত

বাস কৰে। য'ত আকাশৰ তৰাবোৰ প্ৰতিবিম্বিত হৈ ফুলৰ দৰে
শোভা কৰে। তোমাৰ গম্ভীৰ গৰ্জনত বাদ্যধ্বনিৰ দৰে
কল্পবৃক্ষৰ পৰা আহৰিত ৰতিৰসেৰে উদ্বুদ্ধ হৈ তেওঁলোকে
ৰতিৰূপ মদিৰা পান কৰে।"

সৰ্বশেষত যক্ষই মেঘৰ আগত অলকানগৰীত থকা নিজৰ ঘৰৰ বৰ্ণনা দিছে। বিচ্ছেদ দুখত কাতৰা শীৰ্ণদেহী পত্নীৰ সৌন্দৰ্য বৰ্ণনা কৰিছে। মেঘক কৈছে সংবাদ দিবলৈ— একেই অভগন হৈ আছে যক্ষৰ আকুল প্ৰেম আৰু পুনৰ মিলনৰ দিনো সমাগত ঃ

শ্যামাস্বঙ্গং চকিতহৰিণীপ্ৰেক্ষণে দৃষ্টিপাতং
বক্ত্ৰচ্ছায়াং শশিনি শিখিনাং বৰ্হভাৰেষুকেশান্।
উৎপশ্যামি প্ৰতনুষু নদীবীচিষু ভ্ৰূবিলাসান্
হন্তৈ কস্মিন্ ক্কচিদপিনতে চণ্ডি সাদৃশ্যমস্তি ॥

অৰ্থাৎ "সেউজীয়া লতাবোৰত দেখিছো প্ৰিয়তমাৰ দেহশ্ৰী, চকিত
হৰিণীৰ দৃষ্টিত চকুৰ দৃষ্টি, চন্দ্ৰত মুখৰ প্ৰতিবিম্ব,
ময়ূৰৰ পাখিবোৰত উন্মুক্ত কেশদাম আৰু নদীৰ ক্ষুদ্ৰ
ঢৌবোৰত ভ্ৰূবিলাস দেখিছো। কিন্তু হায়! হে কোপৱতী।
এইবোৰৰ একোতে তোমাৰ সাদৃশ্য সম্পূৰ্ণকৈ প্ৰতিফলিত হোৱা নাই।"

"কুমাৰসম্ভৱ'খন ধৰ্মমূলক কবিতা বুলিয়েই ধৰিব পাৰি। কিন্তু যদিও এই কাব্যৰ আটাইবোৰ চৰিত্ৰই অলৌকিক—যিবোৰৰ মাজত স্বয়ং শিৱও আছে—তথাপি এই কাব্যৰ পৰিবেশ আচলতে ধৰ্মনিৰপেক্ষ। কাব্য আৰম্ভ হৈছে হিমালয়ৰ এক মনোৰম বৰ্ণনাৰে। সেই অংশৰ পৰা আমি কেইটামান স্তৱক তলত উদ্ধৃত কৰিছো। হিমালয় পৰ্বতমালাক ভূমি জৰীপ কৰা মণ্ডলৰ টাঁৰ মাৰিৰ লগত তুলনা কৰাৰ দৰে কালিদাসৰ দুঃসাহসী উপমাই জন ডনলৈ মনত পেলায়। ই কালিদাসৰ বিহঙ্গম দৃষ্টিৰ আন এক নিদৰ্শন। তলত 'কুমাৰসম্ভৱ 'ৰ পৰা উদ্ধৃত কৰা হৈছে—

"উত্তৰ দিশে আছে দেৱতাত্মা হিমালয় গিৰিৰাজ
পূৰসাগৰৰ পৰা পশ্চিমৰ মহাসমুদ্ৰলৈকে বিস্তৃত
বিপুলা ধৰণীতল জৰীপ কৰা দৃঢ় টাঁৰ মাৰি এডালৰ দৰে।"

[কু.স. ১—১]

"উত্তুঙ্গ শৃঙ্গৰাজিৰ কমৰবন্ধনীৰ দৰে ওলমি থকা মেঘৰ
ছায়াত তাত জিৰণি লৈ থাকে গন্ধৰ্ব-বিদ্যাধৰৰ দলে
কিন্তু বৰষুণে বিপত্তি আৰম্ভ কৰিলেই সূৰ্যালোকিত
গিৰিশীৰ্ষবোৰত আৰোহণ কৰেগৈ............" [কু. স. ১—৫]

"পৰ্বত কন্দৰৰ পৰা উদ্‌গত প্ৰবল ধুমুহাই
বেত্ৰবনত প্ৰচণ্ড শবদৰ সৃষ্টি কৰে...............
যেন স্বৰ্গৰ গন্ধৰ্বসকলৰ গানৰ সঙ্গত কৰিছে
বিৰতিহীন শবদেৰে সুৰৰ লহৰী তুলি.........." [কু. স. ১—৮]

"ৰাতিৰ ৰাতিটো এন্ধাৰত জিলিকা গছ-গছনিবোৰে
গিৰিগহ্বৰ পোহৰ কৰি ৰাখিছে নিজৰ জ্বলমলনিৰে
তাৰ জেউতিতে উজ্বলি উঠিছে গিৰিবাসী নৰ-নাৰীৰ প্ৰেম........."

[কু. স. ১—১০]

"সৰল গছৰ হাবি হালিছে-জালিছে বতাহৰ জিৰণি নাই
সদ্য অৱতীৰ্ণা গঙ্গাৰ জলকণা বোকোচাত তুলি ল'ই
পাহাৰৰ মাজত চিকাৰ বিচাৰি গিৰিবাসী কোনো চিকাৰীৰ মূৰৰ
ময়ূৰৰ পাখি সিক্ত কৰি তৃপ্ত কৰেগৈ............." [কু. স. ১—১৫]

সুদীৰ্ঘ এই কাব্যত শিৱ-পাৰ্বতীৰ পূৰ্বৰাগ আৰু বিবাহৰ বৰ্ণনা আছে। তেওঁলোকৰ পুত্ৰ-যুদ্ধৰ দেৱতা কুমাৰ বা স্কন্দৰ জন্মৰ বৰ্ণনা আছে। ডাঙৰ হ'লত কুমাৰক দেৱতাসকলৰ সেনাপতি নিযুক্ত কৰা হ'ল। দেৱতাৰ সেনাবাহিনীক নেতৃত্ব দি কুমাৰে অভিযান আৰম্ভ কৰিলে ভয়ঙ্কৰ তাৰকাসুৰৰ বিৰুদ্ধে। তাৰকাসুৰৰ অত্যাচাৰত ত্ৰিভুৱন নিৰ্যাতিত হৈ আছিল। তাৰকেও সেই অভিযানৰ আগজাননী পাই নিজৰ অসুৰবাহিনী লৈ তাৰ সন্মুখ হ'বলৈ আগবাঢ়ি গ'ল। কিন্তু অসুৰ বাহিনীৰ সেই ৰণযাত্ৰাৰ কালত ভয়ানক অমঙ্গল লক্ষণসমূহ প্ৰকাশিত হ'বলৈ ধৰিছিল। এই ঠাইতে কালিদাসে উল্লেখনীয় নিপুণতাৰে সেই অমঙ্গলৰ লক্ষণবোৰ বৰ্ণনা কৰিছে—যিবোৰে গুস্তাভ্ ডোৰেৰ ভয়ানক বৰ্ণনালৈ মনত পেলায়—

"ভয়লগা এজাক চৰায়ে দেৱ সেনাবাহিনীৰ মূৰৰ ওপৰত
আকাশ ক'লা কৰি উৰিবলৈ ধৰিছিল
সমাগত যুদ্ধত নিহত অসুৰ সেনাৰ শব ভক্ষণৰ বাবে।
বেলি ঢাক খাই পৰিছিল উৰন্ত পক্ষীৰ আঁৰত।"

"এজাক কোবাল বতাহে অসুৰ সেনাবাহিনীৰ মূৰৰ ছত্ৰ আৰু
পতাকাবোৰ লুটিয়াই পেলাইছিল বাৰে বাৰে।
চকু মেলিব নোৱাৰিছিল ধূলিৰ বাবে। কঁপিবলৈ ধৰা
ঘোঁৰা, হাতী আৰু ৰথবোৰ চকুৰে দেখাই নাছিল।"

"এণ্ডাৰৰ গুৰিৰ দৰে কিচ্‌কিচ্ কৰে ক'লা প্ৰকাণ্ড
আৰু ভয়ঙ্কৰ সৰ্পবোৰে ফণা তুলি। গৰ্জন
কৰিছিল অসুৰ সেনাৰ পথ ভেটি। সিহঁতৰ মুখেদি
কালান্তক বিষৰ কণিকা ছিটিকি পৰিছিল।"

"বেলিৰ ফালে চালে ভয় লাগি যায়। বেলি যেন
ঢাক খাই গৈছিল কুণ্ডলী পকোৱা অসংখ্য সৰ্পৰ
মেৰৰ তলত। শত্ৰু অসুৰ বাহিনীৰ মৃত্যু সন্নিকট
দেখি যেন আনন্দহে কৰিছিল সূৰ্য দেৱতাই।"

"বেলিৰ চকা আকাশত থাকোতেই শিয়ালে হোৱা দিছিল
মনৰ সুখেৰে। ভয়ানক আগ্ৰহেৰে যেন
বাট চাইছিল অসুৰ নৃপতিৰ যুদ্ধত মৃত দেহৰ
তেজ চেলেকি মুখ ৰঙা কৰিবলৈ।"

"আকাশত মেঘ নাই। কিন্তু বিনা মেঘে আকাশৰ
এমূৰৰ পৰা আনমূৰলৈ দুফাল কৰি চমকনি
বিজুলীৰ। তাৰ পিছত বুকু কঁপা কাণ তাল মৰা
গৰ্জনেৰে হ'ল এক ভয়ানক বজ্ৰপাত।"

"আকাশৰ পৰা আওঠাৰ দৰে ৰঙা ছাই-ভস্ম
বৰষিবলৈ ধৰিছিল নিছিগা ধাৰত
লগত নৰৰক্ত আৰু হাড়ৰ টুকুৰা। জ্বলন্ত আকাশৰ
ধূম্ৰবৰ্ণ ৰং গৰ্দভৰ গ্ৰীবাদেশৰ দৰে নিষ্প্ৰভ দেখা গৈছিল।"

"যম দেৱতাৰ ভয়ঙ্কৰ গৰ্জনে আকাশৰ উদৰ
কৰিলে পূৰ্ণ। ঘন ঘন বজ্ৰৰ গৰ্জনে
বিদীৰ্ণ কৰিলে কৰ্ণ। খহিলে পৰ্বত শীৰ্ষ
দশোদিশে ক্ৰুদ্ধ আকাশৰ কেৱল তৰ্জন-গৰ্জন।"

"শত্ৰু বাহিনীত লাগি গ'ল হাহাকাৰ। গজহস্তীবোৰ উজুটি
খাই পৰিল, ঘোঁৰাবোৰ বাগৰিল। ভুঁইকঁপৰ
জোঁকাৰণিত পদাতিয়ে পদাতিয়ে ধৰিলে সাবটি
আকাশৰ ওচৰ পালেগৈ সাগৰ ওফন্দি।"

"দেৱতাৰ শত্ৰু সেই অসুৰ বাহিনীৰ সন্মুখত
কুকুৰৰ জাকে মুৰ তুলি বেলিলৈ চাই
কাণ তাল মৰা দীঘলীয়া ভৌ-ভৌৱনি তুলি
অৱশেষত ভয় খাই আঁতৰি যায়।" [কু. স. ১৪-২৪]

উপৰি উক্ত স্তৱকবোৰৰ শেহৰ তিনিটাৰ শব্দচয়নত কালিদাসৰ ভাষাৰ ওপৰত তুলনাতীত আৰু অপ্ৰয়াস নিপুণতা এনে নিখুঁতভাৱে প্ৰকাশ পাইছে যে তাৰ মাধুৰ্য অনুভৱ কৰিবলৈ সংস্কৃতৰ ভাষাজ্ঞান নেথাকিলেও হয়। ধ্বনিসাদৃশ্য আৰু অনুপ্ৰাসৰ সুনিপুণ ব্যৱহাৰৰ জৰিয়তে শব্দাৰ্থ আৰু ধ্বনিৰ এনে মধুৰ মিলন ঘটাইছে যে তাৰ সমকক্ষ দৃষ্টান্ত বিশ্বৰ সাহিত্যতে বিৰল—

"নিৰ্ঘাত ঘোষো গিৰিশৃঙ্গশাতানো ঘনোহম্বৰাশাকুহৰোদৰং ভৰিঃ।
বভূৱ ভূম্না শ্ৰুতিভিত্তিভেদনঃ প্ৰকোপিকালাৰ্জিতগৰ্জি তৰ্জনঃ ॥২২॥

স্খলন্মহেভং প্ৰপতত্তুৰংগমং পৰস্পৰাশ্লিষ্টজনং সমন্ততঃ।
প্ৰক্ষুভ্যদম্ভোধিবিভিন্নভূধৰাদুবলং দ্বিষোহভূদৱনিপ্ৰকম্পাৎ ॥ ২৩ ॥

উৰ্ধ্বীকৃতাস্যা ৰবিদত্তদৃষ্টয়ঃ সমেত্য সৰ্বে সুৰবিদ্বিষঃ পুৰঃ।
শ্বান স্বৰেণ শ্ৰৱণান্তশাতিনা মিথো ৰুদন্তঃ কৰুণেন নিৰ্য্যযুঃ ॥২৪॥

[কুমাৰসম্ভৱ—পঞ্চদশ সৰ্গ]

কুমাৰৰ লগত হোৱা দ্বৈৰথ যুদ্ধত তাৰকাসুৰৰ মৃত্যুৰ ঘটনাৰে কাব্যখন সমাপ্ত হৈছে।

কালিদাসৰ সকলো কবিতাই অতি সুন্দৰ আৰু শ্ৰেষ্ঠ কাব্যিক মূল্যযুক্ত। কিন্তু সেই সকলো ৰচনা আলোচনা কৰা সম্ভৱ নহয়। 'ৰঘুবংশম'ত অনেক অতীব মনোৰম সাহিত্যৰ নিদৰ্শন আছে। সংক্ষিপ্তকৈ ৰামৰ কাহিনীৰো বৰ্ণনা আছে। কিন্তু পঢ়িলেই বুজা যায় যে গ্ৰন্থখনৰ ৰচনা সম্পূৰ্ণ হোৱা নাছিল। 'ঋতুসংহা'ৰ নামে কাব্যত হিন্দু বৰ্ষৰ ছটা ঋতুৰ শৃঙ্গাৰাত্মক বৰ্ণনা দিয়া হৈছে। অতি মনোৰম হ'লেও সেই কাব্য কিন্তু কালিদাসৰ অন্যান্য ৰচনাৰ তুলনাত লঘু ধৰণৰ। সেইবোৰৰ সমান মনত গভীৰভাৱে দাগ কাটি যাব পৰাও নহয়।

কালিদাসৰ পিছতো অন্যান্য বহুত কবিয়ে মহাকাব্য অথবা ৰাজসভাৰ উপযোগী সুদীৰ্ঘ কাব্য ৰচনা কৰিছিল। কিন্তু কোনোৱেই কালিদাসৰ সমকক্ষ নাছিল। কুমাৰদাসৰ 'সীতাহৰণ' কালিদাসৰ পৰম্পৰাৰে অন্তৰ্ভুক্ত। ভাৰবিৰ 'কিৰাতাৰ্জুনীয়ম্' কাব্যৰ মহাবীৰ অৰ্জুনৰ লগত পৰ্বতীয়া কিৰাতৰ বেশধাৰী ভগৱান শিৱৰ যুদ্ধৰ বৰ্ণনা যি ধৰণে কৰা হৈছে তাৰ ৰচনাশৈলী বেছি অলঙ্কাৰপূৰ্ণ। সপ্তম শতাব্দীৰ ভট্টি নামক কবিয়ে এখন লেখত ল'বলগীয়া কাব্য ৰচনা কৰিছিল ৰামৰ কাহিনীৰ বিষয়ে। সেই কাব্য সাধাৰণতে

'ভট্টিকাব্য' বুলিয়েই জনা যায়। তাৰ কিছুমান অংশ প্ৰকৃত কাব্যিক সৌন্দৰ্যৰ প্ৰকাশ হোৱা দেখা যায়। ব্যাকৰণৰ দিশৰ পৰাও সেই কাব্য নিখুঁত। তাতকৈও বেছি মৌলিক প্ৰতিভাদীপ্ত হৈছে সপ্তম শতাব্দীৰ কবি মাঘ বিৰচিত, 'শিশুপালবধ' কাব্য। তাত শ্ৰীকৃষ্ণৰ হাতত শিশুপাল নিহত হোৱাৰ ঘটনাৰ বৰ্ণনা আছে। যদিও সেই কাব্যত অনেক সুন্দৰ স্তৱক আছে। কিন্তু কাহিনী কোৱা হৈছে ইমান ত্ৰুটিপূৰ্ণভাৱে যে সামগ্ৰিকভাৱে চালে তাত স্থান-কাল-কৰ্মৰ কোনো ধৰণৰ ঐক্যই নাই যেন লাগে। একোনবিংশতিতম্ অধ্যায়ত কৃষ্ণ আৰু শিশুপালৰ মাজত চলি থকা ৰণৰ বৰ্ণনা দিওঁতে মাঘে ভাষাৰ ওপৰত তেওঁৰ অদ্ভুত দখল প্ৰদৰ্শন কৰিছিল কিছুমান আচৰিত স্তৱক উদ্ভাৱন কৰি। তলত তেনে এটা 'একাক্ষৰ' স্তৱক উদ্ধৃত কৰা হৈছে। সেই স্তৱক ৰচনা কৰোঁতে মাত্ৰ এটা ব্যঞ্জনবৰ্ণ ব্যৱহাৰ কৰা হৈছে ঃ

"দাদদো দুদ্দ-দুদ-দাদী
দাদাদো দুদ-দী-দদোঃ।
দুদ-দাদম্ দদদে দুদ্দে
দদাদদ-দদো-দাদঃ ॥

এই স্তৱকত মাঘে ব্যৱহাৰ কৰিছে কিছুমান দুষ্প্ৰাপ্য আৰু দুৰ্বোধ্য শব্দ। আনহাতে আংশিকভাৱে বোধগম্য ধৰণে ৰচিত অৰ্থ উহ্য হৈয়ে থাকে। অনুবাদ কৰিলে তাৰ অৰ্থ হ'ব পাৰে এনে ধৰণৰঃ

"বৰদান যিজনে কৰে, সেইজনেই প্ৰবল দুখৰ কাৰণ হয় শত্ৰুৰ
বিশুদ্ধতা প্ৰদান কৰোঁতাজনৰ হাতেই বিনাশ কৰে দুখ দিওঁতাজনক
সেই অসুৰ দলনকাৰী—দানশীল আৰু কৃপণক সমানে কৃপা কৰা
জনৰ হাতৰ অস্ত্ৰই উত্তোলিত হ'ল শত্ৰুৰ উদ্দেশ্যে।"

[শিশুপাল বধ—১৯/১১৪]

তলত আছে 'দ্ব্যক্ষৰ' এক স্তৱক। ইয়াত ব্যৱহাৰ কৰা হৈছে মাত্ৰ দুটা ব্যঞ্জনবৰ্ণ।

ক্ৰুৰাৰি-কাৰী-কোৰ এককাৰক ঃ কাৰিকাকৰঃ।
কোৰাকাকাৰ-কৰকঃ কৰীৰঃ কৰ্‌কৰোৰ্ক-ৰুকঃ ॥

[শি. ব.—১৯/১০৪]

অৰ্থাৎ "ক্ৰূৰ শত্ৰু নিধনকাৰী—যিজন জগতৰ একমাত্ৰ সৃষ্টিকৰ্তা
যিজন দুষ্টক দলন কৰে সেইজনৱে কিন্তু পদুমৰ কলি যেন হাত
ভয়ঙ্কৰ মূৰ্তি ধৰি ৰণক্ষেত্ৰত যিজনে হাতীকো ওফৰাই দিয়ে কৰাঘাতেৰে
সেইজনেই হৈ আছিল সূৰ্যৰ দৰে জ্যোতিষ্মান।"

ইয়াৰ পিছৰ স্তৱকক বোলা হয় 'সৰ্বতোভদ্ৰ' যাৰ অৰ্থ হ'ল—সকলো দিশৰ পৰাই শুদ্ধ। ই হ'ল শব্দাংশৰ এক খেলা। এবিধ কবিতা আছে যাৰ একোটা পংক্তি

বাঁওফালৰ পৰা পঢ়োতে যিকেইটা শব্দাংশ বা শব্দ পোৱা যায়, সোঁফালৰ পৰা পঢ়িলেও সেই কেইটাকে পোৱা যায় যিটোক ইংৰাজীত 'পেলিন্দ্রোম' (palindrome) বোলে। আকৌ কেতিয়াবা এটা স্তবকৰ প্রতি শৰীৰৰ প্ৰথম আখৰ আৰু শেষ আখৰবোৰ সজালে এটা শব্দ বা বাক্যই হৈ যায় যিটোক ইংৰাজীত 'এক্রষ্টিক্' (acrustic) বোলে। মাঘে তলৰ স্তৱকত তেনে ধৰণৰ কৌশল প্রয়োগ কৰিছে—

"সকাৰ-নানাৰ-কাস
কায়-সাদ-দ-সায়কা
ৰস-আহৱা ৱাহ্-সাৰ
নাদৱাদ-দ-ৱাদনা"

যাৰ অৰ্থ হ'ল —

"তেওঁৰ সৈন্যদল আছিল যুদ্ধৰ বাবে ব্যগ্র। সৈন্যৰ
তীৰ চালনাত বিনষ্ট হৈছিল দুৰ্দান্ত শত্রু বাহিনী।
চমৎকাৰ যুদ্ধাশ্বৰ হ্রেষাধ্বনি আৰু কৰীগণৰ ৰণঘোষৰ
সমানে সমানে ধ্বনিত হৈছিল তেওঁৰ সৈন্যৰ ৰণভেৰী।"

[শি. ব. ১৯/২৭]

শেষত আৰু এবিধ স্তৱক তলত উদ্ধৃত কৰা হৈছে যিটো মাঘে ৰচনা কৰিছিল 'গতপ্রত্যাগতম্' ছন্দত। গতপ্রত্যাগতম অৰ্থে 'এবাৰ-গৈ-ঘূৰি-অহা' বুজায়। ই ওপৰত বৰ্ণীত 'পেলিন্দ্রোম'ৰ এক পূৰ্ণাঙ্গ দৃষ্টান্ত—

"তম্ শ্ৰীয়া ঘনয়ানষ্টৰুচা সাৰতয়া তয়া।
য়াতয়া তৰসা চাৰুস্তনয়া নঘয়াশ্ৰীতম।।"

তাৰ অৰ্থ হ'ল—

"যিজনক পৰমাগ্ৰহেৰে নিবিড়ভাৱে আলিঙ্গন
কৰি থাকে অপাপবিদ্ধা চিৰযৌৱনা শ্ৰীদেৱীয়ে
যাৰ ওপৰত বৰ্ষণ কৰে শ্রেষ্ঠতম গুণাৱলী উপহাৰ ৰূপে।

[শি. ব. ১৯/৮৮]

মাঘৰ পিছৰ যুগৰ দীৰ্ঘতৰ কবিতা বুলিলেই সাধাৰণতে সেই ধৰণৰ শব্দৰ খেলা হৈ পৰা দেখা গৈছিল। প্রকৃত বৰ্ণনাৰ ওপৰত গুৰুত্ব ক্ৰমাৎ হ্ৰাস পাই আহিল। ক্ৰমাৎ ৰচনাশৈলীহে তাৰ ঠাইত বেছি ফুলাম হৈ আহিল। অৱশ্যে চকুত পৰা ধৰণৰ ব্যতিক্ৰমো দেখা গৈছিল। এই ধাৰাৰ সাহিত্যৰ চূড়ান্ত ৰূপ দেখা গৈছিল 'দ্ব্যাশ্রয়কাব্য' নামে এক শৈলীৰ উদ্ভাৱন হওঁতে। এই কাব্যৰীতিমতে দুটা কাহিনী একে সময়তে কৈ যোৱা হয়। তাৰ বাবে ইচ্ছা কৰিয়েই শব্দ আৰু খণ্ডবাক্যবোৰৰ অৰ্থগত অস্পষ্টতা আৰু দ্ব্যৰ্থ প্রয়োগ কৰা হয়। এই ধৰণৰ এটা সকলোৱে জনা দৃষ্টান্ত হ'ল বাৰ শতিকাৰ কবি

সন্ধ্যাকৰ প্ৰণীত ৰাম-চৰিত কাব্য। কবিৰ কাহিনীভাগত অযোধ্যাৰ ৰামচন্দ্ৰৰ কথাও কোৱা হৈছে—আকৌ কবিৰ সমসাময়িক আৰু পৃষ্ঠপোষক বঙ্গৰ ৰজা ৰামপালৰ কথাও কোৱা হৈছে। এই ধৰণৰ সাহিত্য-কৃতিক তুচ্ছ জ্ঞান কৰিবলগীয়া কথা একো নাই। কিন্তু এনে সাহিত্যই ইউৰোপীয় পাঠকক মুঠেই আকৰ্ষিত নকৰে আৰু অনুবাদৰ যোগ্যও নহয়।

মধ্যযুগৰ কবিতাৰ ভালৰো ভাল চানেকি পোৱা যায়—এক স্তবক কবিতাবোৰত। তেনে কবিতাৰ স্তবকৰ বহু সংকলন আছে। সংকলক কেতিয়াবা এজন হয়। কেতিয়াবা বহুজনে একেলগে সংগ্ৰহ কৰে। এই ধাৰাৰ কবিতাৰ শ্ৰেষ্ঠতম স্ৰষ্টা আছিল ভৰ্তৃহৰি। তেওঁক সপ্তম শতাব্দীৰ বুলিয়েই ধৰা যায়। তেওঁ কোনো দীঘল কবিতা ৰচনা কৰা নাছিল। মাত্ৰ তিনিশমান এক-স্তবকৰ কবিতা লিখিছিল সাংসাৰিক জ্ঞান, প্ৰেম আৰু বৈৰাগ্য—এই তিনি বিষয়ে। সংক্ষিপ্ত ভাষাত মহামূল্যবান ভাৱনা প্ৰকাশক এই স্তবক সৰ্বকালৰ শ্ৰেষ্ঠ সাহিত্যৰ ভিতৰত পৰে। আন আন সংস্কৃত কবিতাত নোপোৱা এইবোৰ স্তবকৰ আন এক বৈশিষ্ট্য হৈছে এই যে এই কবিতাৰ স্তবকবোৰৰ মাজেদি আমি লেখকৰ ব্যক্তিত্বৰ বিভিন্ন দিশৰ বিষয়ে জানিব পাৰো। তলত আমি দুটি স্তবক উদ্ধৃত কৰিছো ভৰ্তৃহৰিকৃত 'নীতিশতক'ৰ চাৰি আৰু পাঁচ নং স্তবক—দুইটাৰে প্ৰকাশভঙ্গীৰ বাগাড়ম্বৰ মন কৰিবলগীয়া—

"তোমাৰ বাবে কুম্ভীৰৰ মুখৰ পৰা থপিয়াই মুক্তা অনাও সম্ভৱ,
সমুদ্ৰৰ উত্তাল তৰঙ্গৰ মাজেদি সাঁতুৰি যোৱাও সম্ভৱ,
খঙাল বিষধৰ সৰ্প ফুলৰ মালাৰ দৰে চুলিত পিন্ধাও সম্ভৱ,
কিন্তু মূৰ্খই এবাৰ কোনো কথাত জেদ ধৰিলে তাক বুজোৱা অসম্ভৱ।

"তোমাৰ বাবে—টানকৈ চেপা মাৰি বালিৰ পৰা তেল উলিৱাও সম্ভৱ,
তৃষ্ণা নিবাৰণৰ বাবে মৰুভূমিৰ মৰীচিকাৰ পানী খোৱাও সম্ভৱ,
বোধ হয় ভালকৈ বিচাৰিলে শহাপহুৰ শিঙো বিচাৰি পাবা এটা
কিন্তু মূৰ্খই এবাৰ কোনো কথাত খুঁটি ধৰিলে তাক বুজোৱা অসম্ভৱ।"

ভৰ্তৃহৰিৰ আদিৰসাত্মক স্তবকবোৰত এটা অসন্তুষ্টিৰ অন্তঃস্ৰোত দেখিবলৈ পোৱা যায়—যেন তেওঁ নিজকে নিজে বুজাব খুজিছে যে প্ৰেম-শৃঙ্গাৰ আদি সময়ৰ নিষ্ফল অপচয় নহয়। তেনে আদিৰসাত্মক কবিতাৰ মাজতে ধৰ্মীয় ভাৱনাও আছে মাজে মাজে তেওঁৰ মনলৈ। তলৰ উল্লেখনীয় কবিতাৰ স্তবকত তেওঁ সেই সম্বন্ধে তেওঁ কৌশলেৰে দ্ব্যৰ্থবাচক ভাষা প্ৰয়োগ কৰিছে। প্ৰথমে—

"তোমাৰ চিকুণকৈ আঁচোৰা চুলিৰ কাণলৈকে বৈ পৰা চকুজুৰি
মুখত তিৰবিৰায় স্বভাৱতে বগা ধুনীয়া দুপাৰি দাঁত

মুকুতাৰ মণিহাৰে কৰিছে শুৱনি তোমাৰ উঠন বুকু দুটি
কন্যা, তোমাৰ তন্বী দেহাত সদায় শান্তি, মোৰহে তত্ নাই গাত।"

কৰ্ণমূললৈকে বিস্তীৰ্ণ চকুৰ বৰ্ণনা সংস্কৃত কাব্যৰ এক গতানুগতিক উপমা, ইয়াতো তাকে কৰিছে এই কবিতাৰ স্তৱকেৰে। কিন্তু বেলেগ অৰ্থতো অনুবাদ হ'ব পাৰে। যেনে—

"তোমাৰ বিলাস-বিমুখ কেশদাম—চকুত তোমাৰ সমুহ শাস্ত্ৰৰ জ্ঞান
তোমাৰ মুখত সদাপবিত্ৰ ব্ৰাহ্মণৰ সমাগম।
তোমাৰ বক্ষযুগল সুশোভিত হৈছে মুকুতাৰ মুক্ত আত্মাৰ স্পৰ্শৰে
তোমাৰ তন্বী দেহ কামনাবিহীন, মোৰহে অথিৰ মন।"

[শৃঙ্গাৰশতক—১২]

তেওঁৰ শৃঙ্গাৰৰসাত্মক কবিতাত এনে ধৰণৰ দ্ব্যৰ্থবাচক ৰচনাৰ যথেষ্ট বিৰূপ সমালোচনা কৰিছে সংস্কৃত কবিতাৰ বহুতো সমালোচকে। কিন্তু এনে দ্ব্যৰ্থবাচক ৰচনাৰ জৰিয়তে ভৰ্তৃহৰিয়ে নিজৰ বিভক্ত মানসিকতাকে ব্যক্ত কৰিছে মাথোন। তাৰে আন এটা বেছি স্পষ্ট প্ৰকাশ ঘটিছে অন্য এক স্তৱকত, যিটো তলত উদ্ধৃত কৰা হৈছে। ইয়াত 'অৰণ্যই' তপস্বীৰ আশ্ৰমবাসীজীৱন বুজাইছে।

"ইমানবোৰ অনাৱশ্যকীয় কথাৰ কি প্ৰয়োজন?
পুৰুষৰ মনোযোগ আকৰ্ষণ কৰে মাত্ৰ দুটা কথাই
নিত্য নতুন ভোগ কামনাৰে পীনপয়োধৰা যৌৱনৱতী নাৰী
আৰু অৰণ্যই।"

[শৃঙ্গাৰশতক—৫৩]

এনে দেখা যায় যে ভৰ্তৃহৰিয়ে শেষ পৰ্যন্ত নাৰী প্ৰেমৰ সলনি ভগৱৎ প্ৰেমকে সাৰোগত কৰি লৈছিলগৈ। কিন্তু ইয়াত 'ঈশ্বৰ' বুলি আমি অনুবাদ কৰা শব্দটোৰে নৈৰ্ব্যক্তিক ব্ৰহ্মকহে বুজাইছে—

"অজ্ঞানতা অন্ধকাৰত বুৰ গৈ থাকোতে লালসাত মগ্ন
ৰাতি ৰাতি ভাবিছিলো জীৱন-জগত কেৱল নাৰী
জ্ঞানৰ সুৰমাৰে মুকলি চকুয়ে এতিয়া দেখে
এই সংসাৰৰ সকলো বস্তুতে কেৱল ব্ৰহ্মৰ ছবি।

[বৈৰাগ্যশতক—৮২]

ভৰ্তৃহৰিৰ ধৰ্মীয় ধ্যান-ধাৰণাৰ তীব্ৰতা প্ৰকাশ পাইছে তলত দিয়া আনন্দময় স্তৱকত। হিন্দু পদাৰ্থবিজ্ঞানৰ পঞ্চভূতক সম্বোধন কৰিছে তাত এইদৰে—

"হে মাতৃ বসুন্ধৰা, হে মোৰ পিতৃ বতাহ, হে অগ্নি, মোৰ বন্ধু
হে অপঃ মোৰ গিয়াতি, হে মোৰ ভ্ৰাতৃ মহাশূন্য—

তোমালোকৰ ওচৰত মই কৰযোৰে জনাওঁ প্ৰণতি।
তোমালোকৰ সহায়তে মই কৰিলো বহুত সৎকৰ্ম—লভিলো প্ৰকৃত
জ্ঞান। সকলো মোহজাল আঁতৰাই মিলি যাম পৰম ব্ৰহ্মাৰ স'তে।
[বৈৰাগ্যশতক—৮৫]

সপ্তম শতিকাৰে আন এজন আদিৰসাত্মক কবি অমৰুৰ মনত কিন্তু ভৰ্তৃহৰিৰ দৰে কোনো ধৰণৰ মানসিক দ্বিধাবোধ নাছিল। তেওঁৰ প্ৰেমবিষয়ক স্তৱকবোৰত প্ৰায়ে আদিৰসৰ প্ৰাধান্য দেখা গ'লেও সেইবিলাক লঘু ৰসাত্মক আৰু কোমল অনুভূতিপূৰ্ণও হয় মাজে মাজে। আনহাতে তেওঁৰ স্তৱকবোৰত নাৰীৰ মনস্তত্ত্বৰ বিষয়েও তেওঁৰ গভীৰ জ্ঞান প্ৰকাশ পায়। অমৰুৱে নৰ-নাৰীৰ মাজৰ সম্পৰ্কত শক্তিশালী একোটা মুহূৰ্ত নিৰ্বাচন কৰি এটা স্তৱকতে বৰ্ণনা কৰিবলৈ ভাল পাইছিল—পাঠকক উপহাৰ দিছিল কোনো ঘটনাৰ বা কাহিনীৰ চৰম পৰিণতিৰ বৰ্ণনাহে। বাকীখিনি পাঠকক কল্পনা কৰিবলৈ এৰি দিছিল। যেনে—

"আমি চাম বাৰু কিনো হয়!" এইবুলি মই তাইৰ বিৰুদ্ধে দৃঢ় কৰিলো মন।
"কি হ'ল! মোক নেমাতিবইনেকি এই বদমাচে!" বুলি ভাবি-গুণি তাইৰ উঠিল খং।
সেইদৰে আমি ৰ'লো ওচৰা-উচৰি নেচালো—এবাৰো মুখলৈ কোনেও কাৰো।
শেহত যদিও হাঁহিলো বিশ্বাস নকৰি তাই চকুপানী-টোকোতে মোৰো ভাগিলে পণ।"

"ইমান লেউসেউ হ'ল কিয় তোমাৰ অঙ্গ—কঁপিছা কিয়নো তুমি?"
সুধিলে তাইৰ প্ৰেমিক প্ৰভুয়ে—"প্ৰিয়ে তোমাৰ মুখনি কিয়নো শেঁতা?"
লাহি দেহৰ কইনাই ক'লে—"সেইটো মোৰ স্বভাৱেই!"
সিকাতি কৰি হুমুনিয়াহ কাঢ়ি বোৱালে চকুৰ পানী

"কিনো মূৰুখালি কৰিলো মই নধৰিলো তেওঁৰ ডিঙিত সাবটি
মোক তেওঁ চুমা খাব খোজোতে কিয় মই—মুখখন কৰিলো সিকাতি
হায়, চকু নেমেলিলো! এবাৰো নেমাতিলো! কি কাম কৰিলো মই
অতি লাজ কৰি—পিছত দুখী হয়—প্ৰথম প্ৰেমত সদায় এনেকুৱা হয়।"
[অমৰুশতক—২২, ৪৫, ৫১]

মধ্যযুগত এনে ধৰণৰ অতি মনোৰম অনেক স্তৱক ৰচিত হৈছিল যদিও আমি সেইবোৰৰ সম্পূৰ্ণ আলোচনা কৰিব নোৱাৰো। তদুপৰি সেইবোৰ ইমান নিপুণ ৰচনাশৈলী-যুক্ত আৰু সুন্দৰ যে সুযোগ্য অনুবাদক হ'লেহে পাশ্চাত্যৰ পাঠক উপভোগ্য কৰি সেইবোৰৰ ভাষান্তৰ কৰিব পাৰিব। পিছে বিষয়ান্তৰলৈ যাওঁতে আমি এবাৰ সপ্তম শতিকাৰ লেখক বাণৰ 'হৰ্ষচৰিত'ৰ পৰা দুটা স্তৱক উদ্ধৃত কৰিব খুজিছোঁ। হৰ্ষচৰিত গদ্য-ৰচনা হ'লেও এই দুটি স্তৱকেৰে এজন গায়কে গান গাই লগৰীয়াসকলক ৰাতিপুৱা জগাইছে টোপনিৰ পৰা। আমাৰ বিবেচনামতে এই দুই স্তৱকৰ প্ৰতি অৱহেলা কৰি অহা

হৈছে যদিও দুইটা ভাৰতীয় সাহিত্যৰ শ্ৰেষ্ঠতম স্তৱকবোৰৰ অন্যতম। ওপৰে ওপৰে চালে এই দুই স্তৱকত এটা প্ৰকাণ্ড যুদ্ধাশ্ব টোপনিৰ পৰা উঠাকে দেখুৱা হৈছে যদিও কিন্তু ধাৰণা হয় যে কবিয়ে সেই বৰ্ণনাৰ জৰিয়তে 'বৃহদাৰণ্যক উপনিষদ'ত বৰ্ণনা কৰা বৈদিক যুগৰ বিশ্বব্ৰহ্মাণ্ডৰ প্ৰতীক স্বৰূপ অশ্বৰ কথাহে ক'ব খুজিছে। বিশেষ এক বস্তুৰ বৰ্ণনাৰ জৰিয়তে বুজাব খুজিছে বিশ্বজনীন এক সত্যক। বাণে নিশ্চয় সেই বিষয়ে সাৱধানে আৰু সম্পূৰ্ণকৈ অধ্যয়ন কৰি জানি-বুজি লৈহে স্তৱক দুটি ৰচনা কৰিছিল। তেওঁ শৰীৰতাত্ত্বিকভাৱে প্ৰত্যেক অঙ্গৰ বৰ্ণনা দিছে। শব্দবোৰে কাচিৎহে ওপৰঞ্চি অৰ্থ বহন কৰিছে। কিন্তু সূক্ষ্ম অনুপ্ৰাস আৰু বৃহৎ ছন্দধ্বনিৰে বাণে অপূৰ্ব ৰচনাকৌশল প্ৰদৰ্শন কৰিছে 'হৰ্ষচৰিত'ৰ তৃতীয় অধ্যায়ত। একেবাৰে চকুৰ নোমত তুঁহ অকণমান লাগি থকালৈকে একো তেওঁৰ দৃষ্টিৰ পৰা সাৰি যোৱাও নাই—

"পশ্চাদ্ অংঘ্ৰিম প্ৰসাৰ্য, ত্ৰিকনতি ৱিতালম দ্ৰাঘয়িত্বাঙ্গম উচ্চৈৰ।
আশয্যাভুগ্ন কণ্ঠ মুখম উৰসি, শতধুলি-ধূম্ৰ-ৱিধূয়।।
ঘাস গ্ৰাসৱিলাষাদ্ অনবৰত-চলত-প্ৰোথ তুন্দঃ তুৰঙ্গ।
মন্দং শব্দায়মান, ৱিলিখতি, শয়নাদ্ উত্থিতঃ ক্ষমাং খুড়েন।।
কুৰ্বন আভুগ্নপৃষ্ঠ মুখ-নিকট-কটিঃ কন্ধৰাম আ তিৰশ্চিম।
লোলেনাহন্যমানং তুহিনাকনমুচা চঞ্চতা কেশৰেণ্।।
নিদ্ৰাকণ্ডুকষায়ং কষতি নিৱিদিত-শ্ৰোত্ৰ-শুক্তিঃ তুৰঙ্গঃ।
ত্বংগত পক্ষমাগ্ৰ-লগ্ন-প্ৰতনু-বুসকণম্ কোনম্ অক্ষ্ণঃ খুড়েণ।।"

ওপৰত মূল সংস্কৃততে এই উদ্ধৃতি দিয়া হৈছে বাণৰ অপূৰ্ব ছন্দধ্বনিৰ এক নিদৰ্শন হিছাপে।

এই ধৰণৰ কবিতাৰ বিষয়ে আলোচনা কৰি থাকোতেই আমি একাদশ-দ্বাদশ শতিকাৰ কাশ্মীৰী কবি বিল্হনৰ 'চৌৰপঞ্চাশিকা' নামে কবিতা সংকলনলৈ মনত পেলাব পাৰো। সেই সংকলনত পঞ্চাশটা স্তৱক আছে। এটা দুৰ্দান্ত সাহসী চোৰে চুৰি কৰিবলৈ গৈ এজনী ৰাজকুমাৰীৰ প্ৰেমত পৰিল। সেই অদ্ভুত প্ৰেম কাহিনীয়েই ব্যক্ত হৈছে পঞ্চাশটা স্তৱকত। তীব্ৰ আৱেগৰ প্ৰকাশ ঘটিছে চোৰ-নায়কৰ স্মৃতিৰ আলোড়নৰ মাজেদি। প্ৰত্যেক স্তৱক আৰম্ভ হৈছে—'আনকি এতিয়াও' শব্দ দুটাৰে—

"আনকি এতিয়াও মই দেখা পাওঁ তেওঁক তন্বী হাতেৰে মোৰ
ডিঙিত সাবটি ধৰা। মোৰ বুকুৰে হেঁচা মাৰি ধৰা তেওঁৰ
দুই উঠন বুকু। আনন্দোচ্ছ্বাসত কৌতুকেৰে ভৰা আধামুদা তেওঁৰ
চকু। ঘনে ঘনে মোক চুম্বন কৰা অতিপ্ৰিয় তেওঁৰ মুখ।"

"আনকি এতিয়াও এই গধূলিতে যদি দেখা পাওঁ তেওঁক
হৰিণীৰ দৰে চকুযুৰিৰে যদি এবাৰ মোলৈ চায়—

দেখো যদি তেওঁৰ দুগ্ধ-ভাণ্ড যেন ধৱলবৰণ স্তন
নেলাগে মোক ৰাজভোগ সুখ, নেলাগে স্বৰ্গ—একোলৈকে নকৰো মন।"
[চৌৰপঞ্চাশিকা—২৭, ৪৫]

জয়দেৱৰ দ্বাদশ শতাব্দীত বঙ্গত ৰচনা কৰা 'গীত-গোৱিন্দ' কাব্য কিন্তু নিজেই এক ধাৰাৰ কাব্য। এইবোৰ হৈছে এলানি নাটকীয় গীতি-কবিতাৰ সমষ্টি। ৰচিত হৈছিল গান হিছাপে গাবৰ কাৰণে। ইয়াৰ বিষয়-বস্তু হৈছে কৃষ্ণৰ ৰাধা আৰু অন্যান্য গোপবালাসকলৰ সৈতে প্ৰেমলীলা। এতিয়া বঙালী বৈষ্ণৱ সম্প্ৰদায়বিলাকৰ উচ্চাদিত 'গীত-গোৱিন্দ'ৰ গীতবোৰ গোৱা হয়। যদিও এই কাব্য ভগৱান বিষ্ণুৰ দশাৱতাৰ বন্দনাৰে সুন্দৰকৈ আৰম্ভ কৰা হৈছে তথাপি পাশ্চাত্য দেশৰ লোকৰ মনত এই কাব্যই ধৰ্মীয় ভাবৰ সলনি আদিৰসপূৰ্ণ ভাবৰহে উদ্ৰেক কৰিব। আন আন প্ৰায সকলো সংস্কৃত কবিতাতকৈ জয়দেৱৰ গীতি-কবিতাবোৰ পৃথক এই কাৰণেই যে তেওঁৰ এই কবিতাবোৰ সদায় ছন্দোবদ্ধ। সেইবোৰে ভাৰতীয় দেশীয় অন্যান্য ভাষাতো অনুৰূপ ছন্দৰ সঞ্চাৰ কৰে। প্ৰত্যেক সৰ্গত প্ৰাৰম্ভতে পাতনি মেলা হয় এটা সংস্কৃত ছন্দেৰে আৰু শেষ স্তৱকত থাকে কবিৰ নাম। তলত আমি যিবোৰ শ্লোকৰ ভাঙনি দিছো, সেইবোৰত ৰাধাৰ পৰা নিলগত থকা কৃষ্ণৰ বিৰহ বৰ্ণনা কৰা হৈছে। 'মধুসূদন', 'হৰি' এইবোৰ হৈছে কৃষ্ণৰে নাম।

"অহমিহ নিৱসামি য়াহি ৰাধামনুনয় মদ্বচনেন চানয়েথাঃ।
ইতি মধুৰিপুনা সখী নিযুক্তা স্বয়ংমিদমেত্য পুনৰ্জগাদ ৰাধাম্॥ ১ ॥

বহতি মলয়সমীৰে মদনমুপনিধায়
স্ফুটতি কুসুমনিকৰে বিৰহি হৃদয়দলনায়।
সখীহে সীদতি তব বিৰহে বনমালী॥ ২ ॥

দহতি শিশিৰময়ূখে মৰণমনুকৰোতি।
পততি মদনবিশিখে বিলপতি বিকলতৰোহতি ॥৩ ॥
ধ্বনিত মধুপসমূহে শ্ৰৱণমপিদধাতি।
মনসি বলিতবিৰহে নিশি নিশি ৰুজমুপযাতি॥ ৪ ॥

বসতি বিপিনবিতানে ত্যজতি ললিতধাম।
লুঠতি ধৰনিশয়নে বহু বিলপতি তব নাম॥ ৫ ॥
ভণতি কবি জয়দেৱে হৰিৰহবিলসিতেন।
মনসি ৰভসবিভৱে হৰিৰুদয়তি সুকৃতেন॥ ৬ ॥
[জয়দেৱ-কৃত 'গীত-গোৱিন্দঃ' ৫/১-৬]

অৰ্থাৎ "সখীৰ বচন শুনি কৃষ্ণই সাদৰী
ক'লে শুনা সখী মই কৰিছোঁ মিনতি
ৰাধাক জনাবা মোৰ অন্তৰৰ কথা
ইয়াতে আকুলভাবে কৰিছোঁ প্ৰতীক্ষা।"

মাধৱৰ কথা শুনি পুনৰ সখীয়ে—
ৰাধাক সাক্ষাৎ কৰি ক'লে আদৰেৰে—

দেখিলো তোমাৰ কৃষ্ণ মদনব্যাকুল।
পৰি আছে মহাদুখে মৃত সমতুল।
যদিও পোহৰ সিঁচে আকাশৰ জোনে।
শান্তি নাই কৰিছে বিলাপ ঘনে ঘনে।

ভোমোৰাই গাই যায় গুণ্‌গুণ্ গান।
সহিব নোৱাৰি কৃষ্ণে ঢাকি ধৰে কাণ।
এন্ধাৰ ৰজনী নামে দিন হ'লে শেষ,
তুমি-হীন ৰজনীৰ বেদনা অশেষ।

পৰিত্যাগ কৰি সখী সুখৰ আলয়
কিহৰ দুখত কৃষ্ণ বনবাসী হয়?
মুখত তোমাৰ নাম শুনো অহৰহ।
ধূলিত লুণ্ঠিত দেহ মনত বিৰহ।

প্ৰেমৰ মধুৰ ৰসে পূৰ্ণ যাৰ চিত্ত—
হৰি-প্ৰেম-কথা শুনি হয় কৃতকৃত্য।
সিসবৰ অন্তৰতে প্ৰকাশিব হৰি—
জয়দেৱে ভণে গাঁথা এই আশা কৰি।"

জয়দেৱ গীতি-কবিতা ছন্দ এটা গীতৰ ছন্দ আনটো গীতৰ ছন্দৰ লগত নিমিলে। ইয়াত দ্বিতীয় আৰু চতুৰ্থ চৰণৰ ছন্দৰ মিল হয় দুই শব্দাংশৰে। প্ৰত্যেক স্তৱকৰ প্ৰথম আৰু তৃতীয় চৰণ শেষ হয় একে শব্দাংশৰে। গোটেই কবিতাতে প্ৰথম আৰু তৃতীয় চৰণ শেষ হয় 'ই।' এই সুৰেৰে ৰাধাকৃষ্ণৰ প্ৰেমৰ জৰিয়তে পৰমাত্মাৰ আত্মাৰ প্ৰতি প্ৰেমো বুজাইছে। জয়দেৱৰ মূল কবিতাৰ মাধুৰ্যৰ এক দৃষ্টান্ত হিছাপে এই স্তৱক তুলি দিয়া হৈছে।

## বৰ্ণনামূলক কবিতা

এনে ধৰণৰ বিভিন্ন কবিতাৰ সৰু-সুৰা সংকলনবোৰৰ লগতে বিভিন্ন সাহিত্যিক মূল্যযুক্ত, জনপ্ৰিয় কাহিনীবোৰো আছে। যেনে 'বৃহৎকথা' এটা কাহিনীৰ লগত আন

এটা 'এহেজাৰ এনিশাৰ সাধু'ৰ কাহিনীবোৰৰ দৰে সংযুক্ত ৰূপত। তেনে কাহিনী গ্ৰন্থবিলাকৰ ভিতৰত বিখ্যাত হৈছে সোমদেৱৰ 'কথা-সৰিৎ-সাগৰ' এঘাৰ শতিকাতে সহজ কিন্তু পৰিমাৰ্জ্জিত কবিতাত লিখা। কাহিনীবোৰ কোৱা হৈছে তুলনামূলকভাৱে সৰল আৰু গোনপটীয়া ভাষাত—বহুত ঠাইত হাস্য আৰু করুণ ৰসবো সঞ্চাৰ কৰা হৈছে। আমি সেই গ্ৰন্থৰে 'চোৰ আৰু শ্ৰেষ্ঠীকন্যা'ৰ সাধুটোৰ পৰা উদ্ধৃত কৰিম এক উদাহৰণ হিছাপে।—এজন ধনবান শ্ৰেষ্ঠী ৰত্নদত্তৰ কোনো পুত্ৰ-সন্তান নাছিল। তেওঁৰ একমাত্ৰ কন্যা ৰত্নাৱতী আছিল পিতৃৰ আদৰৰ দুলালী। কিন্তু বাপেক-মাকে হাজাৰ চেষ্টা কৰিও তাইক বিবাহ কৰিবলৈ সন্মত কৰিব পৰা নাছিল। তাই মূঠতে বিয়া নকৰায়। তেনেতে নগৰৰ ৰজাই বহুদিনৰ পৰা নানা উপদ্ৰৱ কৰি থকা অঘাইতং চোৰ এটা ধৰি বিচাৰ কৰি শূলত দি প্ৰাণদণ্ড দিবলৈ আদেশ দিলে। ৰজাৰ সেনাই চোৰক ধৰি শূলত দিবলৈ টানি-আঁজুৰি বাটে বাটে লৈ গৈছে।

ডবাৰ কোবৰ তালে তালে দস্যুক
লৈ যোৱা হৈছিল বধ্যভূমিলৈ।
নিজৰ ঘৰৰ দালানৰ পৰা শ্ৰেষ্ঠীকন্যা
ৰত্নাৱতীয়ে সেই দৃশ্য চাই আছিল।
দস্যু ভীষণৰূপে আহত ধূলিৰে ধূসৰ দেহ
দেখিয়েই কিন্তু তাইৰ মনত জাগি উঠিল প্ৰেম।

তেতিয়াই তাই লৰালৰিকৈ বাপেক ৰত্নদত্তক
ক'লৈগৈ—এইযে দেখিছা মানুহজন
লৈ গৈছে যে বধ্যভূমিলৈ—মই বাছিলো মোৰ
দৰা—তেৱেঁ হ'ব মোৰ বৰ—
ৰজাক ধৰি তাৰ প্ৰাণ ৰক্ষা কৰা—নহ'লে
জানিবা মোৰো হ'ব প্ৰাণান্তৰ।

তাইৰ কথা শুনি আচৰিত হৈ বাপেকে তাইক
ক'লে—কি কৈছ তই চাচোন ভাবি—
কন্দৰ্পকান্তি ভালৰো ভাল কত আহিল প্ৰাৰ্থী
সকলোকে তই বিমুখ কৰিলি—
এতিয়া কৈছ তোৰ দৰা হ'ব এই
হতভাগ্য মৰণমুখী দস্যুপতি।

কিন্তু যদিও বাপেকে তিৰস্কাৰ কৰিলে
তাই নেৰিলে নিজৰ কথা—
উপায় নেপাই ৰত্নদত্তই ৰজাৰ ওচৰ চাপি
চোৰৰ জীৱন ভিক্ষা কৰিলে
দিবলৈ ওলালে নিজৰ সকলো ঐশ্বৰ্য
তাৰ মৃত্যুদণ্ড বাতিল কৰা ভৰণি।

'কোটি স্বৰ্ণমুদ্ৰা দিলেও নহ'ব'—ক'লে ৰজাই—
মৰিবই লাগিব চোৰ—।
গোটেই নগৰ লুটপাট কৰি তোলাং কৰিলে
মূৰৰ বিষ গুচক মোৰ।

হতাশ হৈ শ্ৰেষ্ঠী ঘৰলৈ উলটিল
সকলো কথা শুনি—
চোৰৰ লগতে তায়ো মৰি যাব বুলি
দৃঢ় হ'ল ৰত্নাৱতী।

কাৰো হাক-বচন কান্দোন-কাটোন
নোসোমালে তাইৰ কাণত।
স্নান কৰি উঠি সাজ-পাৰ কৰি
ওলালগৈ মৃত্যুদণ্ডৰ স্থানত।

পিছে পিছে তাইৰ পিতৃ-মাতৃ আপোন
মানুহ গ'ল বিয়াকুল হৈ
ইপিনে ঘাতকে চোৰক শূলত তুলি লৈ
আটায়ে থাকোতে ৰ'ই।

শূলৰ ওপৰত চোৰৰ জীৱন ক্ষণে
ক্ষণে আহিছে টুটি—
গোলমাল শুনি কিনো হ'ল চাবলৈ
মেলিছিল চকু দুটি।

মানুহবোৰৰ কোবাকুই শুনি চোৰে
বুজিলে সকলো কথা—
চাই তাইৰ মুখলৈ এবাৰ হাঁহিলে এবাৰ
কান্দিলে—এনেতে হালিলে মাথা।

তাইৰ আদেশত চোৰৰ মৃতদেহ
চিতাত কৰিলে দাহ
শ্ৰেষ্ঠীৰ তনয়া অতি মহাসতী
নিজে গ'ল আত্মদাহ।

[কথা সৰিৎ সাগৰ—১২/৮৮/৩৩-৪৪]

এনে ধৰণৰ কাহিনীয়ে সদায় সামাজিক-ঐতিহাসিকক বিবুধিত পেলায়। হিন্দু ধৰ্মীয় বিধি-বিধানবোৰ যদি সঁচাকৈয়ে বাস্তৱ জীৱনত প্ৰয়োগ কৰা হৈছিল, তেন্তে একাদশ শতাব্দীৰ সমাজত সংকুলৰ কোনো কন্যাই পিতৃ-মাতৃৰ পৰা এনে অদ্ভুত ধৰণৰ স্বাধীনতা পাইছিল বুলি কোনোমতেই বিশ্বাস কৰিব নোৱাৰি। আনকি আইনসঙ্গতভাৱে তেনেকৈ এটা ঘৃণনীয় সমাজচ্যুত মানুহক বিবাহ কৰিব খোজাটোও ধাৰণাৰ অতীত কথা। এই কাহিনীয়ে নিশ্চয় বহু প্ৰাচীন কালৰ অধিক মুক্ত সমাজ ব্যৱস্থাৰ দিনলৈহে আঙুলিয়াইছে।

আধুনিক ইউৰোপীয়ান পাঠকে এই কাহিনীৰ এনে বিষাদময় পৰিসমাপ্তিৰ কথাটো সহজভাৱেই ল'ব প্ৰাচীন কালৰ দুখৰ কাহিনী বুলি। তাত একো বিসঙ্গতি নেদেখে। কিন্তু মধ্যযুগৰ ভাৰতীয় পাঠকৰ এনে বিয়োগান্ত কাহিনীৰে মন নভৰে। গতিকে হঠাতে ভগৱান শিৱক মঞ্চত অৱতীৰ্ণ হোৱা দেখা গ'ল। ৰত্নাৱতীৰ গভীৰ প্ৰেম আৰু বিশ্বাস দেখি শিৱৰ দয়া উপজিল তেওঁ চোৰৰ মৰাশত পুনৰ জীৱন দিলে। সিও কুপথ ত্যাগ কৰি বহুত উন্নতি কৰি ৰজাৰ সেনাপতি হ'লগৈ আৰু শ্ৰেষ্ঠীকন্যাক বিয়া-বাৰু কৰাই সুখেৰে জীৱন কটালে।

বৰ্ণনামূলক কবিতা বুলিলে আমি কল্হণৰ 'ৰাজতৰঙ্গিনী' বা 'কাশ্মীৰ ৰাজবৃত্তান্ত' নামৰ গ্ৰন্থকো তাৰ ভিতৰতে ধৰিব লাগিব। লগতে মধ্যযুগীয় সাহিত্যিকভাৱে কম মূল্যযুক্ত অন্যান্য ক্ষুদ্ৰ ক্ষুদ্ৰ গ্ৰন্থও আছে। চৰিত্ৰগতভাৱে সম্পূৰ্ণ বৰ্ণনাত্মক আৰু ৰাজসভাৰ উপযুক্ত মহাকাব্যিক দুইটা ধৰণৰে কিছু কিছু লক্ষণ থকা কিছুমান গ্ৰন্থও আছে—সেইবোৰ ঘাইকৈ ইতিহাস বিষয়ক—আংশিকভাৱে বৰ্ণনা, আংশিকভাৱে ৰাজপ্ৰশস্তিমূলক আৰু বাকীখিনি গম্ভীৰ ইতিহাসকথন। সেইবিলাকৰ ভিতৰত আটাইতকৈ বিখ্যাত হৈছে অলঙ্কাৰপূৰ্ণ কাব্যিক গদ্যত বাণ প্ৰণীত 'হৰ্ষচৰিত'। সেই গ্ৰন্থৰ বিষয়ে তলত বহলকৈ আলোচনা কৰা হৈছে। অলপ সাহিত্যিক মূল্যযুক্ত আন এক তেনে গ্ৰন্থ হৈছে—বিল্হণৰ 'বিক্ৰমাঙ্কদেৱচৰিত'। সেই গ্ৰন্থৰ বিষয়-বস্তু হৈছে মহান চালুক্য সম্ৰাট ষষ্ঠ বিক্ৰমাদিত্যৰ (আনুমানিক ১০৭৫-১১২৫ খ্ৰীঃ) জীৱন আৰু অভিযানসমূহ। একে ধৰণৰ ৰচনা 'ৰামচৰিত'ৰ বিষয়ে আগতে উল্লেখ কৰা হৈছে। আন এখন তেনে গ্ৰন্থ হৈছে এজন জৈন সন্ন্যাসী নয়চন্দ্ৰ সুৰী প্ৰণীত 'হাম্মীৰ-মহাকাব্য' সংস্কৃত সাহিত্যৰ শেহতীয়া গুৰুত্বপূৰ্ণ গ্ৰন্থ বুলি খ্যাত। এই সুন্দৰ কিন্তু অল্পখ্যাত গ্ৰন্থৰ বিষয় হৈছে

চাহমান ৰাজবংশৰ শেষজন ৰজা হাম্মীৰৰ জীৱনকাহিনী। ১৩০১ চনত দিল্লীৰ চুলতান আলাউদ্দিন খিলিজীয়ে বহুদিন তেওঁৰ ৰাজধানী ৰণস্তম্ভপুৰ (স্থানীয় ভাষাত 'ৰন্থাম্ভৰ') দুৰ্গ অৱৰোধ কৰাৰ মূৰত জয়লাভ কৰে। হাম্মীৰ সসৈন্যে যুদ্ধত নিহত হয়। ঐতিহাসিক সত্যৰূপে এনে বিয়োগান্ত ঘটনা এটাৰে তেওঁৰ কাব্যৰ মিলনান্তক পৰিসমাপ্তি দেখুৱাবলৈ গৈ কবি বিপদত পৰিছিল। ভাৰতীয় লোকৰ ৰুচি অনুযায়ী মিলনান্তক কৰিবই লাগিব যেতিয়া তেওঁ মহাবীৰ হাম্মীৰক সবান্ধৱে স্বৰ্গত প্ৰৱেশ কৰাৰ দৃশ্য বৰ্ণনা কৰি সেই সমস্যাৰ সমাধান কৰিছে। কবিতাটিৰ বহু অংশৰে মূল বিষয়-বস্তুৰ লগত কোনো সম্বন্ধ নাই। কিন্তু ৰজাৰ শেষ দিনবোৰৰ বৰ্ণনা বলিষ্ঠ আৰু পোনপটীয়া।

এই 'হাম্মীৰ মহাকাব্য'ৰ শেহৰ ফালে নয়চন্দ্ৰই এক উল্লেখনীয় উপকাহিনী জুৰি দিছে। তেওঁ ভাবি-চিন্তি সচেতনভাৱেই ৰাজদৰবাৰৰ এজনী সুন্দৰী নৰ্তকীক নৃত্য কৰিবলৈ লগাই দি নৃত্যৰত অৱস্থাতেই তাইৰ অপঘাত মৃত্যু ঘটাইছিল নে নাই—সেই কথা ক'ব পৰা নেযায়। কিন্তু সেই নৰ্তকীৰ মৃত্যু আক্ৰমণকাৰী শত্ৰুৰ হাতত যুগ যুগৰ ভাৰতীয় ৰাজসভা-সংস্কৃতিৰ পতন ঘটাৰ প্ৰতীক স্বৰূপ বুলি পাঠকসকলৰ মনত ধাৰণা হৈছিল। সেই উপ-কাহিনীৰ সবিশেষ হৈছে এনেকুৱা—সুদীৰ্ঘকাল অৱৰোধ চলি থাকোঁতে অস্থায়ীভাৱে কেইদিনমানৰ বাবে যুদ্ধবিৰতি চুক্তি হ'ল। অৱৰুদ্ধ ৰাজপুতসকলে সেই যুদ্ধবিৰতিৰ কালছোৱা সদ্ব্যৱহাৰ কৰিছিল আমোদ-প্ৰমোদৰ মাজেৰে। দুৰ্গপ্ৰাকাৰৰ ওপৰত নাচ-গানৰ অনুষ্ঠান হৈছিল। তাত হাম্মীৰৰ অতি প্ৰিয় নৰ্তকী ৰাধাদেৱীয়ে ৰজা আৰু সভাসদসকলৰ মনোৰঞ্জনৰ বাবে নৃত্য পৰিবেশন কৰিছিল। দুৰ্গপ্ৰাকাৰৰ গড়খাৱৈৰ সিপাৰে এডাল ধনুকাঁড় মাৰিলে যিমান দূৰ যাব সিমানমান দূৰত চুলতানেও কৌতূহলেৰে নৰ্তকীৰ নাচ চাই আছিল। কাব্যত চুলতানক শকাধিপতি অৰ্থাৎ শকবিলাকৰ ৰজা বুলিহে উল্লেখ কৰা হৈছে। সেই কালত উত্তৰ-পশ্চিম দিশৰ পৰা ভাৰত আক্ৰমণ কৰিবলৈ অহা সকলোকে শক বুলিয়েই কোৱা হৈছিল। তলত আমি সেই উপ-কাহিনী উদ্ধৃত কৰিছো। এই উদ্ধৃতিৰ প্ৰথমাংশ অতি বেছি অলঙ্কাৰপূৰ্ণ ভাষাৰে ভাৰাক্ৰান্ত। তদুপৰি কিছুমান দ্ব্যৰ্থবাচক শব্দৰ অনুবাদ কৰাও অসম্ভৱ। কিন্তু উপ-কাহিনীটোৰ চৰম পৰিণতিৰ ওচৰ চাপোঁতে ৰচনাশৈলী অকস্মাৎ সৰল আৰু সংক্ষিপ্ত হৈ পৰিছিল। তলৰ উদ্ধৃতিত সেই কথা দেখা যাব—

"সময় হ'লত ডবা বজোৱাইঁতে ডবা কোবালে, বীণ বজোৱা-
ইঁতে বীণত তুলিলে ঝঙ্কাৰ, বংশীবাদকসকলে বাঁহীত ফু দি সুখ তুলিলে।
গায়কসকলে বাঁহীৰ সুৰতে সুৰ মিলাই মধুৰ স্বৰে গাবলৈ
ধৰিলে নিৰ্ভীক মহাবীৰ হাম্মীৰৰ যশগান।
এনেতে আঙুৰলতাৰ দৰে তন্বীদেহী আহিল ৰাজনৰ্তকী .
তাইৰ প্ৰেমিকইঁতৰ চকুত মোহিনী মাৰি আধা মুদা চকুৰ তিৰ্যক

দৃষ্টিৰে সিহঁতৰ মনত পোৰণি তুলি। সভাসদ সমন্বিতে সকলো
দৰ্শককে আনন্দ দিব'লে বুলি নাচোনৰ বাবে সাজি-কাচি আহিল ৰাধাদেৱী
চম্পাকলি যেন হাতৰ আঙুলিৰ কম্পন তুলি দ্ৰাক্ষালতাৰ
তন্তুৰ দৰে হিল্লোল তুলি নাচোনৰ ভঙ্গীৰে কামনাৰ ঢৌ
তুলি—আঙুলি মূৰৰ লাস্যগতিৰে বৃত্তৰ আভাস ৰচি
লালিত্যভৰা দেহৰ ভঙ্গীৰে ঘোষণা কৰিলে আন যুৱতীসৱেও তাইৰ অনুচৰী।
জোনৰ আকৃতিৰ কাণৰ কুণ্ডলে জোনৰ মূৰতি ধৰি ক'লে কাণে কাণে
'তোমাৰে মোৰেই একেই মুখশ্ৰী—সেই মুনিমনোলোভা ৰূপ।'
নাচোনৰ মাজেদি তৰুণ দৰ্শকৰ চঞ্চল কৰিলে মন—
কৰ্পূৰৰ গুৰিৰ দৰে পৰি ৰ'ল তাইৰ পদতলত প্ৰেমিকহঁতৰ
অন্তৰবোৰ। সৰোবৰত ৰাজহংসৰ ঠোঁটত পদুমৰ
ঠাৰিয়ে মেৰাই ধৰাৰ দৰে—নাচোনৰ ভঙ্গীত তাইৰ ডিঙিৰ
মণিধাৰে তাইৰ বক্ষযুগল মেৰাই মেৰাই ধৰে।
পিছলৈ বেঁকা হৈ নাচোতে একোবাৰ ধনুৰ গুণৰ দৰে
তাইৰ দীঘল চুলিৰ বেণীডালে গোৰোহা স্পৰ্শ কৰে।
নাচি থাকোঁতে প্ৰত্যেকবাৰ ছন্দধ্বনিৰ তালে তালে
শক নৃপতিৰ ফালে পিঠি দি তাই আন ফালে মুখ কৰে।
শক নৃপতিৰ ধৈৰ্যচ্যুতি হ'ল ক'লে প্ৰধান বিষয়াক
এই নাচনীক বিন্ধিব পৰা নাইনে কোনো তীৰন্দাজ?'
ৰজাৰ ভায়েকে ক'লে টপৰাই— "জাহাপনা, এজন আছে, নাম
উদ্দামসিংহ, থৈছিল আপুনি তাক ফাটেকত। সি মাথোন
কৰিব পাৰিব এইটো লক্ষ্যভেদ।" শকাধিপতিয়ে
খৰখেদা কৰি আনি তাৰ গুচালে গাৰ শিকলি
সজাই-পৰাই নানা বস্তু দি ক'লে কি কাম কৰিব লাগিব সি।
দেশদ্ৰোহীটোৱে ল'লে ধনু তুলি, যুৰিলে ধনুত তীৰ
মহাপাপীৰ তীৰ নহ'ল ব্যৰ্থ, ব্যাধৰ শৰত যেন মৃত্যু হ'ল হৰিণীৰ।
নাচনীৰ গাত লাগিল কাঁড়—খাৰৈত পৰিলে ঢলি
আকাশৰ পৰা ভূমিত পৰিল যেন চিক্‌মিক্ বিজুলী।"

এই বিজুলীৰ উপমা খাপ নোখোৱা ধৰণৰ অতিৰঞ্জিত নহয়। কাৰণ তাইৰ গাৰ চিক্‌মিকীয়া আ-অলঙ্কাৰে ৰ'দত জিক্‌মিকনি তুলিছিলেই হয়তো। 'হাম্মীৰ মহাকাব্য'ৰ ত্ৰয়োদশ সৰ্গ ১৩-৩২ স্থানত এই বৰ্ণনা পোৱা যায়।

# নাটক

ভাৰতীয় থিয়েটাৰৰ মূল কি আছিল সেইটো এতিয়াও অনিশ্চিত হৈয়ে আছে। এইটো নিশ্চিত যে আনকি বৈদিক যুগতো কিবা নহয় কিবা ধৰণে নাটকৰ অভিনয় হৈছিলেই। প্ৰাচীন কালৰ সাহিত্যতো ইঙ্গিত পোৱা যায় যে উৎসৱাদি হ'লে ধৰ্মমূলক উপাখ্যানবোৰ নাটক ৰূপত অভিনীত হৈছিল—হয়তো মূকাভিনয় আৰু নৃত্যৰ সহযোগত। কোনো কোনো পণ্ডিতে ভাৰতীয় আৰু গ্ৰীক থিয়েটাৰৰ মাজত কিছুমান বিষয়ত সাদৃশ্য বিচাৰি পাইছে। মঞ্চৰ পিছফালে যিখন আঁৰ-কাপোৰ তৰি লোৱা হয় সেইখনক বোলা হয় 'যৱনিকা'—যিটো শব্দেৰে গ্ৰীকবিলাকক নামকৰণ কৰা হৈছিল এই দেশত—'যৱন' তাৰ পৰাই সেই শব্দৰ সৃষ্টি হৈছে বুলি কোৱা হয়। অন্ততঃ 'মৃচ্ছকটিকম' নামে এখন নাটকৰ এটা ওপৰে ওপৰে হ'লে মিল দেখা যায় মিণান্দাৰ স্কুলৰ পৰবৰ্তী যুগৰ কমেডিৰ লগত। কোৱা হৈছে যে উত্তৰ-পশ্চিম ভাৰতৰ গ্ৰীক-বেক্‌ট্ৰিয়ান ৰজাসকলৰ ৰাজসভাত অভিনীত গ্ৰীক কমেডিবোৰ চায়েই কোনো কোনো অজ্ঞাত ভাৰতীয় কবিয়ে অনুপ্ৰেৰণা লাভ কৰিছিল নিজৰ দেশৰ জনপ্ৰিয় মঞ্চৰ সেই ধৰণে উন্নতি সাধন কৰি ৰাজসভা সংস্কৃতিৰ উপযুক্ত নাট্যকলাৰ সৃষ্টি কৰিবলৈ। তেনে অভিমত নিতান্ত আনুমানিক ধৰণৰ হ'লেও একেবাৰেই ভিত্তিহীন বুলি উলাই কৰিব নোৱাৰি।

এতিয়ালৈকে পোৱা অসংখ্য সংস্কৃত নাটকবোৰ বিচিত্ৰ ধৰণৰ। সেইবোৰৰ ভিতৰত চুটি একাঙ্ক ক্ষুদ্ৰ নাটকো আছে আৰু বৰ দীঘল দহ-অঙ্কযুক্ত নাটকো আছে। সাধাৰণতে সেইবোৰৰ অভিনয় কৰিছিল ব্যৱসায়িক ভিত্তিত স্ত্ৰী-পুৰুষ উভয়ৰে গঠিত নাট্যদলবোৰে। কিন্তু অ-ব্যৱসায়ী কেৱল কলামোদী অভিনেতা-অভিনেত্ৰীৰ দ্বাৰাও নাটক অভিনীত হৈছিল। কাৰণ মাজে মাজে আমি ৰাজপ্ৰাসাদত ৰজা আৰু ৰাণীসকলে কাৰেঙতে নাটক মঞ্চস্থ কৰাৰ কথা সাহিত্যত পাওঁ। তেতিয়াৰ দিনত বেলেগে নাট্যমঞ্চ নাছিল। কিন্তু ৰামগড়ৰ গুহাবিলাকৰ এটাত তেনে এক নাট্যশালাই আছিল বুলি কোনো কোনোৱে মত প্ৰকাশ কৰিছে। সাধাৰণতে নাট্যাভিনয় হৈছিল ব্যক্তিগত অথবা অৰ্ধ-ব্যক্তিগত উদ্যোগত ৰাজপ্ৰাসাদ বা কোনো ধনবান লোকৰ গৃহত। বা উৎসৱৰ দিনত কোনো মন্দিৰচত্বৰত সৰ্বসাধাৰণে উপভোগ কৰিব পৰাকৈ নাট্যানুষ্ঠান পতা হৈছিল।

মঞ্চৰ ওপৰত অভিনয় যি অংশত হয় সেইখিনিক বুলিছিল 'ৰঙ্গ।' সেই 'ৰঙ্গ'ৰ পিছফালে তৰি থোৱা থাকে যৱনিকা বা আঁৰ-কাপোৰ। সেই যৱনিকাৰ পিছফালৰ অংশক বোলে নেপথ্য। এই যৱনিকাৰ মাজেদিয়েই ভাৱৰীয়াসকলে ৰঙ্গমঞ্চত প্ৰৱেশ কৰে। দৰ্শকমণ্ডলী বহা ঠাই আৰু ৰঙ্গমঞ্চৰ মাজত কোনো পৰ্দা নেথাকে। অভিনয় কৰোঁতে কোনো দৃশ্য-সজ্জা কৰা নহৈছিল আৰু অভিনয়ৰ সা-সঁজুলিও আছিল ন্যূনতম। সেইবোৰৰ অভাৱ পূৰোৱা হৈছিল অতি উন্নত সূক্ষ্ম শাৰীৰিক অঙ্গি-ভঙ্গি আৰু

মুদ্ৰাবোৰেৰে। এই গ্ৰন্থত সেই বিষয়ে আগতে আলোচনা কৰা হৈছে। অভিনেতা-অভিনেত্ৰীসকলে নিজৰ দেহৰ প্ৰতিটো ভঙ্গীৰে কাহিনীৰ বিভিন্ন অংশৰ অগ্ৰগতি সূচাইছিল আৰু অভিজ্ঞ সু-প্ৰশিক্ষিত দৰ্শকে অনায়াসে সেইবোৰ দেহৰ, অঙ্গ-প্ৰত্যঙ্গৰ, হাত-ভৰিৰ সঞ্চালনৰ বিশেষ বিশেষ অৰ্থ বুজি পাইছিল। যেনে—ৰজাৰ দেহভঙ্গীৰ ফালে চায়েই বুজিছিল যে ৰজা তেওঁৰ ৰথত উঠি আহিছে বা নায়িকাই নিজৰ পোহনীয়া ভাটৌ বা মইনাৰ গাত হাত বুলাই মৰম কৰিছে ইত্যাদি। ভাৱৰীয়াইঁতৰ গাৰ জকমকীয়া পোছাকবোৰো কি—কেনেকৈ পিন্ধিব তাৰ প্ৰচলিত প্ৰথা আৰু ধৰণ নিৰ্দিষ্ট কৰি থোৱা আছিল। সেইবাবে পোছাক দেখিলেই আটায়ে বুজিব পাৰিছিল নায়ক, নায়িকা, দেৱতা, অসুৰ, খলনায়ক ইত্যাদি বিভিন্ন চৰিত্ৰবোৰ কোন।

নাটক সদায় আৰম্ভ হৈছিল কোনো, এক বা একাধিক ইষ্টদেৱতাৰ বন্দনাৰে। তাৰ পিছতে নাটক মেলা হয়। প্ৰথমে উপস্থাপন কৰা এক পাতনিদৃশ্যত ঘাই অভিনেতা, সূত্ৰধাৰ আৰু ঘাই অভিনেত্ৰী-তিনিও হাস্য-ব্যঙ্গৰ জৰিয়তে নাটকখন কি উপলক্ষে অভিনয় কৰিবলৈ লোৱা হ'ল বা তাৰ বিষয়-বস্তু কেনে ধৰণৰ, সকলো কথা দৰ্শকক কৈ যায়। ভাৰতীয় নাট্যমঞ্চৰ এই ৰীতিৰ বিষয়ে ছাৰ উইলিয়াম জোনছৰ 'শকুন্তলা' নাটকৰ ইংৰাজী অনুবাদৰ জৰিয়তে জাৰ্মানীৰ গ্যেটেৰ দৃষ্টিগোচৰ হোৱাত তেওঁ নিজৰ বিখ্যাত 'ফাউষ্ট' নাটকত তাক ব্যৱহাৰ কৰিছিল। নাটকৰ প্ৰধান কথোপকথনবোৰ হৈছিল গদ্যত। কিন্তু তাৰ মাজত মুক্তভাৱে পদ্য সোমাই পৰিছিল ঠায়ে ঠায়ে। সেইবোৰ সুৰবন্ধী কৰি কোৱা হৈছিল কিন্তু গান হিছাপে কেতিয়াও গোৱা হোৱা নাছিল। এই বিষয়ত প্ৰাচীন ভাৰতীয়সকলৰ ৰুচি বৰ্তমানৰ ভাৰতীয়সকলৰ ৰুচিৰ লগত নিমিলে। এতিয়া নাটক বা কথাছবি—সকলোতে বহুতো গান থাকিব লাগিবই। নাটকত অৱশ্যমান্য ধ্ৰুপদী স্থান-কাল-কৰ্মৰ ঐক্য ৰক্ষা কৰা নীতি মানি চলা হোৱা নাছিল। বহু বছৰৰ সময়ৰ পাৰ্থক্য আৰু হাজাৰ মাইলৰ দূৰত্ব নিৰ্দেশ কৰিবলৈ এটা দৃশ্যৰ পৰা আন এটালৈ দৃশ্যান্তৰেই যথেষ্ট বুলি ধৰা হৈছিল। কিন্তু এটা অঙ্কৰ ভিতৰত স্থান-কালৰ ঐক্য ৰক্ষা কৰি চলাটো ধৰাবন্ধা আছিল। যদিও এই এটা বিষয়ত ভাৰতৰ নাট্যৰীতিৰ ক্লাছিকেল ইউৰোপীয় নাট্যৰীতিৰ লগত পাৰ্থক্য দেখা যায় তথাপি মঞ্চৰ ওপৰত অতিশয় হিংস্ৰ বা নিষ্ঠুৰ দৃশ্যৰ অভিনয়ৰ ক্ষেত্ৰত নিষেধ দুয়োটা ৰীতিতে আছিল। মাজে-সময়ে অৱশ্যে এই নিয়মবোৰ ভঙ্গ কৰা নহৈছিল সেইটোও নহয়। তেনে নিষ্ঠুৰ কৰ্মৰ সংঘটনৰ বিষয়ে দৰ্শকক অৱগত কৰোৱা হৈছিল আগৰ বা পিছৰ 'প্ৰৱেশক' দৃশ্য একোটাৰ দ্বাৰা য'ত এক বা একাধিক ভাৱৰীয়াই হৈ যোৱা ঘটনাৰ বিষয়ে অভিনয়ৰ মাজতে কৈ যায়।

সাহিত্যৰ বেলিকা ভাৰতীয় ৰুচি যেনেকৈ বিয়োগান্তক পৰিণতিৰ প্ৰতি বিমুখ, তেনেকৈ নাটকৰ ক্ষেত্ৰতো ট্ৰেজেদি বা বিয়োগান্তক নাটকৰ কোনো কদৰ নাছিল। দুঃখদায়ক বা কৰুণ দৃশ্য ঢেৰ আছিল নাটকবোৰত। কিন্তু শেষ পৰিণতি সদায় সুখকৰ

আৰু মিলনান্তক। ইউৰোপীয়ান দৃষ্টি ভঙ্গীৰে বিবেচনা কৰিলে মিলনান্তক পৰিণতিৰ ওপৰত এনে অত্যধিক গুৰুত্ব দিয়াৰ ফলত কাহিনীভাগত অৰ্থাৎ নাটকৰ প্লটত অস্বাভাৱিকতা সোমাই যায়। কিন্তু যি কাৰণতে নহওক প্ৰাচীন কালৰ ভাৰতীয় নাট্যামোদী দৰ্শকে বিয়োগান্তক নাটক পছন্দ নকৰিলেও মঞ্চত অতিনাটক (melodrama) আৰু কৰুণ দৃশ্যৰ অভিনয় চাই বৰ আনন্দ লভিছিল। ভাৰতীয় নাট্যকাৰে নিজৰ নাটকৰ জৰিয়তে দৰ্শকৰ মনত যিবোৰ আৱেগ-অনুভূতিৰ সঞ্চাৰ কৰিব খুজিছিল সেইবোৰ অন্ততঃ তত্ত্বগতভাৱে মহৎ আত্মিক অনুভূতিৰ প্ৰেৰণাযুক্ত আৱেগ বুলি ধৰি লোৱা হৈছিল যদিও সংস্কৃত নাটকবোৰত ইমান বেছি অতিনাটকীয় দৃশ্যৰ অৱতাৰণা কৰা হৈছিল· যে স্বভাৱতে আৱেগ-প্ৰৱণ ভাৰতীয় দৰ্শকে সেইবোৰ চাই নিশ্চয় চকুপানী টুকিব লগাত পৰিছিল। মহৎ বীৰ নায়কক মৃত্যুদণ্ড দিয়া হয় তেওঁ আচলতে নকৰা অপৰাধত দোষী সাব্যস্ত কৰি। বধ্যভূমিলৈ লৈ যাওঁতে নিজৰ পত্নী আৰু সন্তানবৰ্গক মাত্ৰ কৈ যায় যে তেওঁ নিৰ্দোষ। শেষ মুহূৰ্ততহে তেওঁৰ প্ৰাণ ৰক্ষা পৰে। সুখৰ মুখ নেদেখা পত্নীক নিতান্ত অন্যায়ভাৱে অত্যাচাৰী স্বামীয়ে ঘৰৰ পৰা উলিয়াই দিয়া দৃশ্য। সুদীৰ্ঘ কাল নিৰুদ্দিষ্ট হৈ থকা শিশুৰ একেবাৰে শেষৰ দৃশ্যত পিতৃ-মাতৃৰে মিলিত হোৱা দৃশ্য। ভৰত মুনিৰ দিনৰ নাটকৰ তত্ত্বৰ বিষয়ে পণ্ডিতসকলে যিয়েই নকওক ভাৰতীয় নাটৰ মানসিকতাত কিন্তু প্ৰাণময় জীৱনৰ উচ্ছ্বাস সকলো সময়তে দেখা গৈছিল। সেইটোৱে মাজে মাজে বিগত শতিকাৰ জনপ্ৰিয় ইংলিছ নাটকবোৰলৈ মনত পেলায়।

গ্ৰীক আৰু এলিজাবেথান যুগৰ ট্ৰেজেডিবোৰৰ নাট্যকাৰসকলৰ দৰে ভাৰতীয় নাট্যকাৰসকলেও পুৰণি আখ্যান বা উৎসৰ পৰাই সাধাৰণতে নাটকৰ প্লট ধাৰ কৰিছিল। সেইটো কৰোঁতে কাহিনীত নিজৰ প্ৰয়োজন মতে সাল-সলনিও কৰিছিল দ্বিধাহীনভাৱে। নানা ধৰণৰ দেৱ-দেৱীৰ অথবা পুৰণি কালৰ বীৰসকলৰ কাহিনীবোৰ আছিল নাটকীয় কাহিনীৰ অফুৰন্ত ভাণ্ডাৰ। অন্যান্য কিছুমান নাটক ৰচিত হৈছিল জনপ্ৰিয় কিন্তু ধৰ্মনিৰপেক্ষ কাহিনীৰ আলমত। পুৰণি কালৰ ৰজাসকলৰ বিষয়ে প্ৰচলিত ঐতিহাসিক বৃত্তান্তবোৰৰ পৰাও নাট্যকাৰে সমল গোটাইছিল। ৰাজঅন্তেষপুৰৰ ৰাণী-ৰাজকুমাৰীসকলৰ বিষয়ে লঘু ধৰণৰ মিলনান্তক নাটকো ৰচিত হৈছিল। যেনে মহাৰাণী ৰজাৰ প্ৰতি অতি বিতৃষ্টা। কাৰণ ৰজাই এজনী সাধাৰণ লিগিৰী ছোৱালীৰ প্ৰতি অত্যধিক আসক্তি দেখুৱাই তাইক নিজৰ শয্যাতো স্থান দিছে আৰু ৰাণীৰ মৰ্যাদাও দিব খুজিছে। আচলতে সেই লিগিৰী কিন্তু ছদ্মবেশী ৰাজকন্যা এজনীহে। নানা মন্ত্ৰণা-ষড়যন্ত্ৰৰ পিছত ৰজাই যেনিবা মহাৰাণীৰ মনৰ অশান্তি দূৰ কৰিবলৈ সমৰ্থ হ'লগৈ। কোনো কোনো সময়ত ৰূপকাত্মক নাটক লিখা হৈছিল য'ত সৎগুণ আৰু পাপবুদ্ধিবোৰক ব্যক্তিৰূপ দি ভাৱিয়া কৰি। প্ৰহসনো পোৱা গৈছে খনচেৰেক। ৰচনাশৈলী আৰু দৈৰ্ঘ্য অনুসৰি নাট্যশাস্ত্ৰবিদসকলে সংস্কৃত নাটকক প্ৰায় এক ডজনৰো ওপৰ শ্ৰেণীত ভগাইছে।

প্ৰত্যেক নাটকতে নায়ক-নায়িকা লগতে প্ৰতিনায়ক বা ভিলেইন্‌ থাকিবই। চিৰাচৰিত এক চৰিত্ৰ হৈছে বিদূষকৰ চৰিত্ৰ। বিদূষকে যোগান ধৰে লঘু বিৰতিৰ (comic relief)। সাধাৰণতে বিদূৰকজন এজন দেখাত কুৰূপ ব্ৰাহ্মণ। নায়কৰ বৰ বিশ্বাসী বন্ধু। কিন্তু সদায় বৰ ধেমেলীয়া চৰিত্ৰ। আৰু এটা তেনে চিৰাচৰিত চৰিত্ৰ হৈছে বিত্। বিত্ হৈছে ৰুচিবান শিক্ষিত মানুহ, কিন্তু বুদ্ধি-বৃত্তিৰ কোনো গভীৰতা নাই, একেবাৰে বাম পানীৰ মাছ। নায়কৰ সহচৰ হয়। সাধাৰণতে গ্ৰীক কমেডিত এনে চৰিত্ৰক 'পেৰাছিট'ছ্' বুলি কয়। 'পেৰাছিট'ছ্' পৰৰ ঘৰত ভোজন কৰি চলি থকা লোক। বিত্ চৰিত্ৰ থকা দুখন-এখন নাটক এতিয়াও পোৱা যায়।

এতিয়ালৈকে আমাৰ হাতত পৰা নাটকবোৰৰ ভিতৰত প্ৰাচীনতম ভাৰতীয় নাটকবোৰ হৈছে অশ্বঘোষে ৰচনা কৰা। সেইবোৰো খণ্ডিত ৰূপত পোৱা গৈছে। সম্পূৰ্ণকৈ এখনো পোৱা নাই। মধ্য এছিয়াৰ মৰুভূমিৰ বালিৰ মাজত সেইবোৰৰ পাণ্ডুলিপি পোৱা গৈছিল। সম্পূৰ্ণ ৰূপত প্ৰাপ্ত নাটকবোৰ হৈছে খুব সম্ভৱ ভাসৰ দ্বাৰাই বিৰচিত। ভাস কালিদাসতকৈ পুৰণিকালৰ কবি-নাট্যকাৰ। কিন্তু এই কথাত পণ্ডিতসকলৰ মাজত মতভেদ আছে। ভাসকৃত তেৰখন এতিয়ালৈকে প্ৰাপ্ত নাটকৰ মাজত উৎকৃষ্ট সাহিত্যিক গুণবিশিষ্ট নাটক বহুত আছে। তাৰ ভিতৰতে উল্লেখযোগ্য হৈছে— 'স্বপ্নবাসৱদত্তা' আৰু 'প্ৰতিজ্ঞাযৌগন্ধনাৰায়ণ' নামে দুখন নাটক। ভাসে মহাকাব্যৰ কাহিনী কিছুমানৰ ভিত্তিত সৰল আৰু বলিষ্ঠ শৈলীৰে কিছুমান চুটি চুটি নাটকো লিখিছিল। আজিকালি সংস্কৃত সাহিত্যৰ ছাত্ৰক নাট্য-সাহিত্যৰ বিষয়ে শিকাওঁতে ভাসৰ নাটকবোৰেই আৰম্ভণি কৰা হয়। ভাসে তেওঁৰ নাটকবোৰত বীৰৰস সৃষ্টি কৰাত অপাৰ দক্ষতা প্ৰদৰ্শন কৰিছিল আৰু অৱলীলাক্ৰমে নিজৰ চৰিত্ৰবোৰক ব্যক্তিত্ব প্ৰদান কৰিছিল। তেওঁৰ নাটকবোৰত একাধিকবাৰ তেওঁ প্ৰচলিত নাটকীয় পৰম্পৰাৰ হাক-বচন নেমানি হিংসামূলক ঘটনাৰ দৃশ্য মঞ্চত স্থাপন কৰিছিল।

ইংৰাজী সাহিত্যৰ দৰে সংস্কৃত সাহিত্যতো দেখা যায় যে শ্ৰেষ্ঠতম কবিজনেই শ্ৰেষ্ঠতম নাট্যকাৰো হয়। কালিদাসৰ তিনিখন নাটক পোৱা গৈছে। এখনৰ নাম মালৱিকাগ্নিমিত্ৰম—মালৱিকা আৰু অগ্নিমিত্ৰৰ কাহিনী ইয়াক শুঙ্গ ৰাজবংশৰ ৰাজত্বকালৰ পশ্চাদপটত স্থাপন কৰা হৈছে এখন ৰাজ অন্তেষপুৰৰ মিলনাত্মক কাহিনী নিৰ্ভৰ নাটক। 'বিক্ৰমোৰ্ৱশী' নাটকত উৰ্বশী আৰু পুৰুৰবাৰ প্ৰেম কাহিনী বৰ্ণোৱা হৈছে—এক পুৰাতন কাহিনী আৰু তৃতীয় নাটকখন হ'ল 'অভিজ্ঞানশকুন্তলম্'। সৰ্বযুগত এই তৃতীয়খন শকুন্তলা নাটকেই কালিদাসৰ শ্ৰেষ্ঠতম সৃষ্টি আৰু বিশেষভাৱে বিবেচ্য নাটক বুলি স্বীকৃত হৈ আহিছে। এই নাটকৰ প্লট পৌৰাণিক আখ্যানৰ পৰা আহৰণ কৰা—যিটো যুগৰ কাহিনী সেইটো যুগত দেৱতাসকল আৰু মনুষ্যগণে প্ৰায় একেলগেই বিচৰণ কৰিছিল। পিছৰ যুগৰ দৰে দূৰে দূৰে অৱস্থান কৰা নাছিল। আমি তলত সেই নাটকৰ পঞ্চম অঙ্কৰ প্ৰায় সম্পূৰ্ণ অনুবাদ আৰু নাটকৰ বাকী অংশৰ সাৰাংশ দিছো।

নাটক মুকলি কৰা হৈছে এখন ঋষিৰ তপোবনৰ কাষৰীয়া অৰণ্যত এটা ধাবমান মৃগৰ পিছে পিছে খেদা দৃশ্যৰে। আশ্ৰম দেখি তেওঁ ৰথৰ পৰা নামি আশ্ৰমৰ গৰাকী মুনিবৰ কণ্বক প্ৰণাম কৰিবলৈ ৰথৰ পৰা নামিল। কণ্ব তেতিয়া আশ্ৰমত নাছিল। কিন্তু ৰজাই দেখা পালে ঋষিৰ পালিতা কন্যা শকুন্তলাক। শকুন্তলা আছিল মেনকা নামৰ স্বৰ্গৰ অপ্সৰাৰ জাৰজ কন্যা। এটা ভোমোৰাই বাৰে বাৰে শকুন্তলাৰ মুখলৈ খেদি আহে বাবে ভয় খাই শকুন্তলাই লৰি আহি মঞ্চত উঠিছিলহি। বিপদত পৰাজনক ত্ৰাণ কৰোঁতা ৰজাই যেনিবা ভোমোৰাটো খেদাই পঠাই শকুন্তলাৰ ভয় গুচালে। স্বাভাৱিকতে ৰজা শকুন্তলাৰ প্ৰেমত পৰিল আৰু শকুন্তলায়ো অনেক শিষ্ট আৰু লাজকুৰীয়াভাৱে বুজাই দিলে যে ৰজাৰ প্ৰেম তেওঁ গ্ৰহণ কৰিলে। দ্বিতীয় অঙ্কত দুষ্যন্তক বিৰহত ক্লিষ্ট হৈ থকা দেখা গ'ল। শকুন্তলাৰ পালক-পিতৃ আশ্ৰমত নাই। গতিকে তেওঁ কন্যাৰ পাণি প্ৰাৰ্থনা কৰে কাৰ ওচৰত। গতিকে তেওঁ আশ্ৰমৰ ওচৰতে বাহৰ পাতি থাকিবলৈ ল'লে। এনেহে দেখুৱালে যেন আশ্ৰমবাসীসকলক বনৰীয়া হাতী আৰু ৰাক্ষসৰ পৰা ৰক্ষা কৰিবলৈহে তেওঁ তাতে শিবিৰ পাতি ৰৈ গৈছে। তৃতীয় অঙ্কত শকুন্তলাকো প্ৰেম-জ্বৰত ক্লিষ্টা আৰু দৈহিকভাৱে অৱসন্না দেখা গ'ল। তেওঁ তেওঁৰ দুই প্ৰিয় সখী অনসূয়া আৰু প্ৰিয়ম্বদাৰ আগত দুষ্যন্তৰ প্ৰতি নিজৰ গভীৰ অনুৰাগৰ কথা প্ৰকাশ কৰিলে। দুইজনীয়ে তেওঁক ৰজালৈ এখন চিঠি লিখিবলৈ পৰামৰ্শ দিলে। শকুন্তলাই চিঠিখন লিখি থাকোতেই তিনিও সখীৰ কথা-বতৰাবোৰ দুষ্যন্তৰ কাণত পৰিল। কাৰণ কাষৰে গছৰ আঁৰত দুষ্যন্তই মনে মনে থিয় হৈ সকলো কথাই শুনি আছিল। তেওঁ আহি তিনিওৰে মাজত প্ৰৱেশ কৰিলত সখী দুগৰাকী আঁতৰি গ'ল। ৰজাই শকুন্তলাক এটা আঙুঠি দিলে আৰু দুয়ো পৰস্পৰৰ প্ৰতি প্ৰতিশ্ৰুতি জ্ঞাপন কৰি গন্ধৰ্ব প্ৰথাৰে বিবাহ-পাশত আবদ্ধ হ'ল।

চতুৰ্থ অঙ্কত দুষ্যন্তক ৰাজধানীলৈ মাতি পঠোৱা হৈছে ৰাজ্য শাসন সম্বন্ধীয় জৰুৰী কামত। কণ্ব এতিয়া উলটি অহা নাই। ৰজা গ'লগৈ ৰাজধানীলৈ। শকুন্তলা আশ্ৰমতে থাকি গ'ল। তেনে সময়তে এজন মহাশক্তিশালী কিন্তু অতি ক্ৰোধপৰায়ণ ঋষি দুৰ্বাসা আহিল আশ্ৰমলৈ—ঋষিৰ মনত এনেয়ে এটা ধাৰণা হ'ল যে শকুন্তলাই তেওঁক অনাদৰ কৰিছে। ক্ৰোধ কৰি তেওঁ শাপ দিলে যে শকুন্তলাক যেন তেওঁৰ স্বামীয়ে পাহৰি যাব যেতিয়ালৈকে হাতৰ আঙুঠিটো নেদেখে। তেনে সময়তে কণ্বমুনি আশ্ৰমলৈ ঘূৰি আহিল। তেওঁ ইতিমধ্যে আশ্ৰমত কি ঘটিছিল সকলো জানিছিলেই। গতিকে সিদ্ধান্ত কৰিলে যে শকুন্তলাক পতি গৃহলৈ পঠাই দিয়া হওক কাৰণ তেতিয়া তেওঁ সন্তানসম্ভবা। তাৰ পিছৰ এক অতি কৰুণ দৃশ্যত শকুন্তলাই তেওঁৰ পালক পিতৃ আশ্ৰমৰ সকলো প্ৰিয়জনৰ পৰা বিদায় লোৱা দেখা গৈছে। তেওঁ আশ্ৰমৰ এগৰাকী বয়সস্থা মহিলা গৌতমী আৰু দুজন তপস্বীৰ লগত দুষ্যন্তৰ ৰাজসভালৈ যাত্ৰা কৰিলে।

পঞ্চম অঙ্কত আমি দুষ্যন্তৰ ৰাজসভা দেখিবলৈ পাওঁ। অৱগুণ্ঠনৱতী শকুন্তলাক তেওঁৰ লগৰীয়াসকলৰ সৈতে ৰাজসভাত ৰজাৰ ওচৰলৈ নিয়া হৈছে। তেওঁ ৰজাক তেওঁলোকৰ মাজৰ প্ৰেমৰ কথা স্মৰণ কৰাই দিছে। তেওঁৰ লগৰ কেইজনেও তাৰ সাক্ষ্য দিছে। কিন্তু দুৰ্বাসাৰ শাপত ৰজাৰ মনৰ পৰা শকুন্তলাৰ সকলো স্মৃতি মচ খাই গৈছিল। ৰজাই এতিয়া শকুন্তলাক চিনিয়েই পোৱা নাই।

গৌতমী ঃ ৰৎসা। কিছু পৰৰ বাবে লজ্জা বিসৰ্জন দি ওৰণি গুচাই দিয়া, তেতিয়া মহাৰাজে চিনি পাব। [শকুন্তলাই তেনে কৰে।]

ৰজা ঃ [শকুন্তলালৈ চাই স্বগত]

এই অনিন্দ্যসুন্দৰ মূৰ্তি যাচি দিয়া হৈছেহি মোক।
ভাবিছো মই এওঁক বিবাহ কৰিছিলো নে নাই।
যেন এপাহ মালতী ফুল নিয়ৰত তিতা মই যেন মৌমাখি
ভোগো কৰিব নোৱাৰোঁ—এৰিও যাব নোৱাৰোঁ।

[ৰজা গভীৰ চিন্তাত মগ্ন হয়।]

দুৱৰী ঃ [একান্তে] ৰজা শাস্ত্ৰবিহিত ৰীতি কিমান নিষ্ঠাৰে মানে চোৱা। নহ'লে এনে সুন্দৰী নাৰী আহি হাততে ধৰা দিলেহি কোনে এনেদৰে গুণাগঁথা কৰিলেহেঁতেন।

শাৰ্ঙ্গৰৱ [তপস্বী দুজনৰ এজন] ঃ মহাৰাজ। আপুনি ইমান নীৰৱ কিয়?

ৰজা ঃ হে তাপসসকল, মই বহুত যত্ন কৰিছো মনত পেলাবলৈ। মই কিন্তু কোনো মতেই এই কন্যাক বিবাহ কৰোৱাৰ কথা মনত পেলাব পৰা নাই। গতিকে মই কেনেকৈ তেওঁক গ্ৰহণ কৰোঁ? বিশেষকৈ তেওঁৰ এনে গৰ্ভৱতী অৱস্থাত।

শকুন্তলা ঃ [স্বগত] মহাৰাজে মোক বিবাহ কৰা কথাটোকে মনত পেলাব পৰা নাই। মোৰ ইমানবোৰ আশা-ভাৰসাৰ কি দশা হৈছেগৈ।

শাৰ্ঙ্গৰৱ ঃ তাৰ মানে আপুনি তেওঁক গ্ৰহণ নকৰে।

ঋষিৰ প্ৰতি আপোনাৰ এই যে অৱজ্ঞা ই নিশ্চয় ঋষিৰ প্ৰাপ্য
কাৰণ তেওঁ বিশ্বাস কৰিলে নিজৰ লুণ্ঠিতা কন্যাক। কাৰণ
তেওঁৰ সম্পদ হৰণ কৰিলে আপুনি, তথাপি আপোনাকে সেই বস্তু
কৰিলে অৰ্পণ। চোৰকে সজ্জন বুলি কৰিলে ভুল।

শাৰদ্বত [আনজন তপস্বী] ঃ যথেষ্ট হৈছে, শাৰ্ঙ্গৰৱ। শকুন্তলা, আমি যিমানখিনি ক'ব পাৰোঁ ক'লোঁ। আৰু মহাৰাজে কি ক'লে শুনিলাই। এতিয়া তোমাৰ ওপৰতহে নিৰ্ভৰ কৰিছে। তুমি এনে কথা কোৱা যিবোৰত তেওঁৰ বিশ্বাস হয়।

শকুন্তলা ঃ [স্বগত] তেওঁৰ প্ৰেম যেতিয়া ইমান লুপ্ত হৈছেই, তেন্তে তেওঁক মনত পেলাই দি কি লাভ হ'বনো। এই কথা ঠিক যে ময়েই এতিয়া আটাইৰে পুতৌৰ পাত্ৰ। [ডাঙৰকৈ] মহাৰাজ। [পুনৰ নিম্ন সুৰত] আপোনাৰ মনত মোৰ লগত বিবাহ

হোৱাৰ বিষয়ে সন্দেহ উপস্থিত হ'লেও মোক এনে ধৰণে ব্যৱহাৰ কৰা উচিত নহয়। মই এজনী ছোৱালী আৰু স্বভাৱতে সৰল মনৰ। আপুনি আশ্ৰমত মোৰ আগত সেইদৰে প্ৰতিশ্ৰুতি দি আহি মোক প্ৰবঞ্চনা কৰি এতিয়া কঠোৰ কথা কৈ মোক আঁতৰাব খোজাটো উচিত কথা হৈছেনে?

ৰজা ঃ [কাণত হাত দি] ঈশ্বৰে নকৰক

কিয় তুমি নিজৰ গোত্ৰৰ মুখত কালিমা সানি
মোক বাৰু ধ্বংস কৰিব খুজিছা?
যেন কোনো নদীয়ে ব'বলৈ এৰি নিজৰ
পাৰত খুন্দিয়াই নিজেও ঘোলা হয় আৰু
পাৰৰ গছবোৰো বগৰাই পেলায়।

শকুন্তলা ঃ ঠিক আছে। যদি সঁচাকৈয়ে আপুনি মোক অন্য লোকৰ পত্নী বুলি ভাবিছে তেনে এটা চিহ্ন আপোনাক মই দেখুৱাম যিটো দেখিলে আপোনাৰ সকলো সন্দেহ দূৰ হ'ব।

ৰজা ঃ সেইটো বৰ ভাল কথা।

শকুন্তলা ঃ [নিজৰ অনামিকা আঙুলিত খেপিয়াই চাই] ইঃ! ইঃ! মোৰ আঙুলিত দেখোন আঙঠিটো নাই। [বিচুৰ্তি হৈ গৌতমীলৈ চায়]

গৌতমী ঃ তুমি স্নান কৰোঁতে চা'গে আঙঠি সুলকি পানীত পৰিল।

ৰজা ঃ [মিচিকিয়াই হাঁহি] সেইবাবেইতো কয় তিৰোতাৰ উপস্থিত বুদ্ধিৰ অন্ত নাই।

শকুন্তলা ঃ মানি লৈছো—ভাগ্য মোৰ প্ৰতি বিৰূপ। কিন্তু মই আৰু এটা কথা ক'ব খোজোঁ।

ৰজা ঃ কোৱা মই শুনিম।

শকুন্তলা ঃ এদিন আমি দুয়ো লতাকুঞ্জত বহি থাকোঁতে আপুনি এটা পদুমৰ পাতত পানী ধৰি লৈছিল।

ৰজা ঃ কোৱা মই শুনি আছোঁ।

শকুন্তলা ঃ যেতিয়া মোৰ পোহনীয়া মৃগশিশু দীৰ্ঘাপঙ্গ আমাৰ ওচৰলৈ আহিছিল আপুনি জলপাত্ৰ আগবঢ়াই দি তাক ওচৰলৈ মাতিছিল নানা মৰম লগা কথা কৈ। কিন্তু সি আপোনাৰ ওচৰলৈ নাহিল কাৰণ সি আপোনাক চিনি পোৱা নাছিল। তেতিয়া মই তাক ধৰিলো, সি মোৰ হাতৰ পৰাহে পানী খালে। তেতিয়া আপুনি হাঁহি হাঁহি কৈছিল— "প্ৰত্যেক জীৱই নিজৰ প্ৰজাতিৰ জীৱকহে বিশ্বাস কৰে। তোমালোক দুইটাতো একে অৰণ্যৰে সন্তান।"

ৰজা ঃ ঠিক সেই ধৰণে শুনিবলৈ মধুৰ মিছা কথাবোৰেৰেই অসৎ অভিপ্ৰায় থকা তিৰোতাই পুৰুষক ঠগে।

গৌতমী ঃ মহাৰাজ, আপুনি এনে কথা কোৱা উচিত নহয়। এই বালিকা ঋষিৰ আশ্ৰমত ডাঙৰ দীঘল হৈছে—মিছা প্ৰৱঞ্চনা একো বুজি নেপায়।

ৰজা ঃ হে বৃদ্ধা নাৰী,
মানুহতো বাদেই আনকি চৰাই আৰু পশুবো
স্ত্ৰীকুলে দুষ্টবুদ্ধি শিকিবই নেলাগে। জ্ঞান বুদ্ধি
কম হ'লেও প্ৰৱঞ্চনা কৰিবলৈ নিজে নিজে শিকে।
কুলিয়ে পাখি মেলি উৰাৰ আগতেই লোকৰ
বাহত কণী পাৰি যায়—অন্যই সিহঁতৰ পোৱালি তোলক।

শকুন্তলা ঃ [খঙত] দুৰ্মতি! তুমি মোক বিচাৰ কৰিছা নিজৰ নিচিনা বুলি ভাবি। তোমাতকৈ ডাঙৰ ভণ্ড কোনোবা আছেনে? বাহিৰত সাজে-পাৰে ধৰ্মৰ আলয়—কিন্তু আচলতে তুমিতো তৃণাচ্ছাদিত অন্ধকূপ।

ৰজা ঃ [স্বগত] তেওঁৰ ক্ৰোধ কিন্তু একেবাৰে খাঁটি—অকণো কৃত্ৰিমতা বা অভিনয় নাই। মোৰ অন্তৰে কৈছে পুনৰ ভাবি চাবলৈ।
তেওঁ চা'গে ভাবিছে মোৰ বিস্মৃতি হ'ল
প্ৰৱঞ্চনাময়—সেইবাবে মই স্বীকাৰ কৰা নাই আমাৰ
গুপুত প্ৰেম। ক্ৰোধত ৰঙা পৰা তেওঁৰ
কোঁচ খোৱা চকুৰ ভ্ৰূযুগল দেখি ভাব হয় যেন
হঠাতে দ্বিখণ্ড হ'ল মদনৰ ধনু!

[ডাঙৰকৈ] ভদ্ৰে! ৰজা দুষ্যন্ত কেতিয়া ক'লৈ যায় সকলোৱে জানেই কিন্তু এনে ধৰণৰ কথাতো কোনেও নেজানে।

শকুন্তলা ঃ তেন্তে সেয়ে হওক। মই তেন্তে এক ভ্ৰষ্টা নাৰীত পৰিণত হ'লোঁ একমাত্ৰ পুৰুৰ বংশৰ এজন ৰজাক বিশ্বাস কৰিলো কাৰণেই। এনে এক মানুহৰ কবলত পৰিলো যাৰ মুখত মধু পেটত গৰল। [আঁচলৰ আগেৰে মুখ ঢাকি উচুপিবলৈ ধৰে।]

শাৰ্ঙ্গৰৱ ঃ এইবোৰ তোমাৰ মূৰ্খামিৰ বাবেই তোমাৰ দণ্ডভোগ। তুমি তোমাৰ ভাবাবেগৰ ওপৰত নিয়ন্ত্ৰণ হেৰুৱাই পেলোৱাৰ পৰিণাম।
প্ৰেমলীলা আৰম্ভ কৰাৰ আগতে ভালদৰে
আগ-পাছ গুণি চাব লাগে—বিশেষ গুপুত
প্ৰেমালীলাৰ আগতে। অচিন লোকৰ অন্তৰৰ
ভাব কেনে বুজি নোপোৱাকৈ ওচৰ চাপিলে
তাৰ পৰিণতি হয়গৈ এনে ঘৃণনীয়।

ৰজা ঃ কি আচৰিত! তপোধন তুমি এই ৰমণীৰ কথাতে পতিয়ন গৈ মোৰ প্ৰতি এনে তীব্ৰ তিৰস্কাৰ বাক্য উচ্চাৰণ কৰিছা!

শাৰ্ঙ্গৰৱ ঃ [ঘৃণাভৰে] তুমি সকলো কথা ওলোটাকে ভাবি আছা।
জন্মাবধি কোনোকালে মিছা কথা শিকা নাই এই বালিকাই।
তাইৰ কথাত একো যেন গুৰুত্ব দিবলগীয়াই নাই।
কিন্তু অসত্যভাষণ—ছল-কৌশল যাৰ জীৱনৰ ৰীতি
তেনে লোকৰ উক্তিত সবাৰে প্ৰতীতি।

ৰজা ঃ হে তপোধন, তৰ্কৰ খাতিৰত যেনিবা মই আপোনাৰ এনে দোষাৰোপ স্বীকাৰেই কৰি ল'লো—কওকচোন, এই ৰমণীক প্ৰতাৰণা কৰি মোৰ কি লাভ হ'ব।

শাৰ্ঙ্গৰৱ ঃ লাভ হ'ব তোমাৰ ধ্বংস।

ৰজা ঃ কিন্তু পুৰুৰ বংশৰ কোনো ৰজাই নিজেই নিজৰ ধ্বংস কামনা কৰাটো অসম্ভৱ কথা।

শাৰদ্বত ঃ শাৰ্ঙ্গৰৱ, এই ৰজাৰ লগত অযথা যুক্তিবাদ কৰাৰ পৰা লাভ কি হ'ব। আমি আমাৰ গুৰুৰ আদেশ পালন কৰিলো, বলা এতিয়া ঘৰলৈ ওলটো। [ৰজাৰ প্ৰতি]

মহাৰাজ এয়া আপোনাৰ বিবাহিতা পত্নী—
তেওঁক গ্ৰহণ কৰে নে ত্যাগ কৰে আপোনাৰ কথা।
সকলোৱে জনা কথা স্বামীৰ ভাৰ্যাৰ ওপৰত
সকলো ধৰণৰ ক্ষমতা আছে।
—গৌতমী, ব'লা আমি যাওঁ।[তেওঁলোকে দুৱাৰৰ ফালে গতি কৰে।]

শকুন্তলা ঃ অঃ অঃ কেনে নিষ্ঠুৰভাবে ঠগ খালো মই এই প্ৰতাৰকৰ হাতত। কিন্তু তোমালোকে ইয়াত মোক এৰি থৈ নেযাবা। [তেওঁলোকৰ পিছে পিছে যায়।]

গৌতমী ঃ [থমকি বৈ] শাৰ্ঙ্গৰৱ, চোৱা মোৰ আইজনীয়ে কেনেদৰে উচুপি উচুপি কান্দি কান্দি আমাৰ পিছে পিছে আহিছে। তাইকতো তাইৰ পতিয়ে ইমান নিষ্ঠুৰভাবে ত্যাগ কৰিলে। তাইনো এতিয়া কি কৰিব?

শাৰ্ঙ্গৰৱ ঃ [ঘূৰি চাই কঠোৰ স্বৰে] দুষ্টা! তোমাৰ ইচ্ছামতেই সকলো হ'ব? [শকুন্তলাই ভয়ত কঁপিবলৈ ধৰে।]

শাৰ্ঙ্গৰৱ ঃ শকুন্তলা!
যদি ৰজাই যি ক'লে সেই কথাই সত্য হয়
তেন্তে তোমাৰ গিয়াতিৰো পৰিত্যাজ্য তুমি—তোমাৰ
পিতৃ আৰু তোমাৰ পিতৃ হৈ থকা নাই।
আৰু তুমি শপত খাই যি কৈছা সেয়া

যদি সত্য হয় তেন্তে স্বামীৰ ঘৰত
দাসী হৈ কটোৱাও ভাল তোমাৰ বাবে।
গতিকে তুমি ইয়াতেই থাকিব লাগিব আৰু আমি যাবগৈ লাগিব।

ৰজা ঃ তপোধন, কিয় বাৰু বিভ্ৰান্ত কৰিছা এই ৰমণীক
ৰাতিফুলা কৌমুদী সাৰ পায় চন্দ্ৰৰ কিৰণত
সূৰুযৰ পোহৰত ফুলি উঠে দিনৰ কুসুম
আত্ম-সংযমেই যি লোকৰ জীৱনৰ ৰীতি
তেওঁৰ জীৱনত স্থান নাই কোনো পৰস্ত্ৰীৰ।

শাৰ্ঙ্গৰৱ ঃ মহাৰাজৰ স্মৃতিশক্তি যেতিয়া ইমানেই খৰ্ব যে নিজৰ অতীত কৰ্মবোৰকে ঢুকি নেপায়গৈ, তেতিয়া পাপলৈ ভয় বেছি হোৱাটো স্বাভাৱিক কথাই!

ৰজা ঃ [প্ৰধান পুৰোহিতৰ প্ৰতি] আপুনি কওকচোন, এই ঘটনাৰ উচিত কি আৰু অনুচিত কি?

মই ভাবি পোৱা নাই ইমান স্মৃতি বিভ্ৰম
হ'লনে মোৰ? নে তেওঁ মোৰ আগত সকলো মিছা কথাই
ক'লে? মই মোৰ নিজৰ পত্নীকে পৰিত্যাগ কৰিলোনে?
নে অন্যৰ পত্নীস্পৰ্শ কৰি পাপ আৰ্জিলোহেঁতেন।

ঘাই পুৰোহিত ঃ [বহুত চিন্তা কৰি] মহাৰাজে মোক সুধিছে যেতিয়া মই এটা কাম কৰাহে উচিত হ'ব বুলি ভাবিছোঁ।

ৰজা ঃ হে পৰম শ্ৰদ্ধেয়! আদেশ কৰক।

ঘাই পুৰোহিত ঃ সন্তান জন্ম নোহোৱালৈকে ছোৱালীজনী মোৰ ঘৰতে থাকক। আপুনি যদি সোধে মই কিয় সেইটো কৰিবলৈ কৈছো—তাৰ কাৰণ হ'ল এই যে বহু কালৰ আগতে জ্ঞানীসকলে কৈছিল যে আপোনাৰ জ্যেষ্ঠপুত্ৰ হ'ব গোটেই পৃথিবীৰ সম্ৰাট। যদি এই তপস্বীকন্যাৰ পুত্ৰই এইবোৰ ৰাজচক্ৰবৰ্তীৰ লক্ষণ লৈ জন্ম গ্ৰহণ কৰে তেন্তে তাইক সমাদৰেৰে অন্তেষপুৰত স্থান দিব। নহ'লে নিজৰ পিতৃগৃহলৈ ওভোতাই পঠাব।

ৰজা ঃ আপোনাৰ ইচ্ছামতেই কাম হ'ব, হে গুৰুদেৱ।

ঘাই পুৰোহিত ঃ আইদেউ তুমি মোৰ লগত আহা।

শকুন্তলা ঃ হে মাতৃ পবিত্ৰা ধৰণী—ফাট মেলি মোক গ্ৰহণ কৰা।

[তেওঁ যাবলৈ ধৰে ঘাই পুৰোহিতৰ লগত। আশ্ৰমবাসী তপস্বীসকল গুচি গৈছিল। ৰজাই অভিশাপৰ ফলত মেঘাচ্ছন্ন হোৱা স্মৃতিৰ বাবে একো মনত পেলাব নোৱাৰি শকুন্তলাৰ কথাই ভাবি থাকিল।]

ওপৰত ৰজাই ঘাই পুৰোহিত অথবা ৰাজপুৰোহিতক উদ্দেশ্য কৰি কৈছে বুলি দিয়া মঞ্চ নিৰ্দেশ আমিহে দিয়া। কালিদাসৰ পাঠত নাই। তুলনামূলকভাৱে সংস্কৃত

নাটকবিলাকত মঞ্চ-নির্দেশ প্ৰাচীন গ্ৰীক নাটকবোৰতকৈ সম্পূৰ্ণভাৱেই দিয়া হৈছে। দুই বিধ নাটকৰ ভিতৰত সেই বিষয়ত অমিল।

শকুন্তলা ৰাজপুৰোহিতৰ লগত গ'ল হয়। কিন্তু অলপ পিছতে ৰাজপুৰোহিত লৰালৰিকৈ উলটি আহি ক'লেহি যে তেওঁ শকুন্তলাক লৈ নিজৰ ঘৰলৈ গৈ থাকোঁতে হঠাতে স্বৰ্গীয় কোনোবা আহি বাটৰ পৰাই শকুন্তলাক স্বৰ্গৰ ফালে তুলি লৈ গ'ল। আচলতে শকুন্তলাৰ মাক স্বৰ্গৰ অপ্সৰী মেনকাই তেনেকৈ জীয়েকক তুলি লৈ গ'ল নিজ পিতৃ-মাতৃৰ ঘৰত সন্তান প্ৰসৱ কৰিবলৈ।

ষষ্ঠ অঙ্কত দেখা গৈছে ৰজাৰ দুটা পুলিচ আৰু এটা মাছমৰীয়া মানুহ। মাছুৱৈটোৱে ডাঙৰ মাছ এটা কাটোঁতে তাৰ পেটৰ ভিতৰত মূল্যবান আঙঠি এটা পালে। পুলিচে দেখি সেইটো ক'ৰবাৰ পৰা চুৰি কৰিছে বুলি সন্দেহত তাক ধৰি আনিছে ৰজাৰ ওচৰলৈ বিচাৰৰ বাবে। দুষ্যন্তৰ কিন্তু আঙঠিটো দেখিয়েই চাট কৰে সকলো কথা মনত পৰিল। কিন্তু শকুন্তলা অন্তৰ্ধান হ'লেই। ৰজাই পত্নীক হেৰুৱালে—নিজৰ উত্তৰাধিকাৰী নাই এতিয়ালৈকে। কিছুকাল দুখ-শোকত মগ্ন হৈ থাকি তেওঁ কৰ্মৰ পথকে বাছি ল'লে। ইতিমধ্যে ইন্দ্ৰৰ সাৰথি মাতলিয়ে সংবাদ আনিলে যে দেৱাসুৰৰ সুদীৰ্ঘ কাল ধৰি চলা ৰণত ৰজা দুষ্যন্তৰ সাহায্যৰ প্ৰয়োজন হৈছে দেৱতাসকলক।

নাটকৰ শেষ অঙ্কত দেখা গ'ল স্বৰ্গৰ নামনি অঞ্চলত স্বৰ্গক ঋষি মাৰীচৰ আশ্ৰম। দুষ্যন্ত দেৱাসুৰৰ ৰণত জয়লাভ কৰি উভতি আহিছিল। তেখোঁ আশ্ৰমত প্ৰৱেশ কৰি দেখিলে এক সুন্দৰ বালকে এক পোহনীয়া সিংহ শাৱকৰ লগত বিপুল সাহ আৰু শক্তি প্ৰদৰ্শন কৰি মল্লযুদ্ধত অৱতীৰ্ণ হৈছে। সুধিলত জানিলে যে বালকৰ নাম ভৰত। শকুন্তলাৰ পুত্ৰ। বহু বছৰৰ মূৰত প্ৰেমিক-প্ৰেমিকাৰ পুনৰ মিলন হ'ল। নাটকৰ পৰিণতি মিলান্তক।

নানা বিষয়ত শকুন্তলা নাটকখন শ্বেক্সপীয়েৰৰ সৰল বৰ্ণনাত্মক গীতিনাট্য কমেডিবোৰৰ দৰেই। কন্বৰ আশ্ৰম ফৰেষ্ট অব্ আৰ্ডেনৰ পৰা বেছি দূৰততো নহয়েই। আনহাতে শকুন্তলা নাটকৰ প্লট, শ্বেইক্সপীয়েৰৰ বহুতো নাটকৰ প্লটৰ দৰেই নানা আকস্মিক সুসংগঠন আৰু অলৌকিকতাৰে ভৰা। অৱশ্যে কালিদাসে যিসকল দৰ্শকৰ বাবে নাটক ৰচনা কৰিছিল সেইসকল দৰ্শকে সেইবোৰ কথা সহজভাৱেই গ্ৰহণ কৰিছিল। এই নাটকৰ চৰিত্ৰবোৰ—আনকি ক্ষুদ্ৰ চৰিত্ৰবোৰো পৰিষ্কাৰ আৰু নিখুঁতভাৱে চিত্ৰিত। নাটকখনৰ আমি যি খণ্ড উদ্ধৃত কৰিছো, এই অংশত দুজন তাপসৰ চৰিত্ৰ আছে। গোটেই নাটকখনৰ অন্য কোনো দৃশ্যতে এই দুটা চৰিত্ৰক আকৌ এবাৰ দেখা নেযায়। কিন্তু দুই তাপসৰ চৰিত্ৰৰ মাজত পাৰ্থক্য পৰিপাটিকৈ অংকিত হৈছে। শাৰ্ঙ্গৰৱ সাহসী আৰু পোনপটীয়া মানুহ। ৰজা হ'লেও অন্যায় দেখিলে প্ৰতিবাদ কৰিবলৈ ভয় নকৰে। কিন্তু ন্যায় বিচাৰ কৰোঁতেও অতি কঠোৰ। শাৰদ্বতে কিন্তু এফাকি-দুফাকি কথা কৈয়ে

দেখুৱাই দিলে নিজৰ নৈতিক সাহসৰ অভাৱ। তেওঁ এটা অপ্ৰত্যাশিত অপ্ৰিয় পৰিস্থিতিৰ পৰা যেনে তেনে পলাব পাৰিলেই বাচে। কালিদাসে ক'তো বাস্তৱানুগ হ'বলৈ আগ্ৰহ দেখুৱা নাই। কিন্তু সংলাপবোৰ সতেজ আৰু বলিষ্ঠ। দেখা যায় যে উৎকৃষ্ট শ্ৰেণীৰ সংস্কৃত নাটকবোৰৰ সংলাপৰ ভাষা সাধাৰণতে দেশীয় ভাষাবোৰৰ ওপৰত ভিত্তি কৰিহে ৰচনা কৰা হৈছিল আৰু আছিল নানা ৰূপ খণ্ডবাক্যৰে ভৰা। ভাৰতীয় নাট্যামোদীয়ে ইউৰোপীয় গধুৰ নাটকবোৰত থকাৰ দৰে আৱেগ-অনুভূতিৰ সংঘাত বিচাৰি নেপায়। কিন্তু কালিদাসে সেই ধৰণৰ আৱেগ-অনুভূতিৰ সংঘাত দেখুৱাতো সিদ্ধহস্ত আছিল। তেওঁৰ নাটকৰ সৌন্দৰ্য আৰু গুণাৱলী মূল্য হ্ৰাস যদি হৈছে, তেন্তে সেইবোৰ বেয়াকৈ অনুবাদ কৰাৰ ফলতহে হৈছে। কিন্তু যিসকলে মূল সংস্কৃতত কালিদাসৰ ৰচনা অধ্যয়ন কৰি তাৰ সোৱাদ ল'ব পাৰিছে তেওঁলোকে সকলোৱেই ক'ব যে কবি আৰু নাট্যকাৰ হিচাপে কালিদাস সৰ্বকালৰ সৰ্বদেশৰ এজন শ্ৰেষ্ঠ মানৱ।

আন আন আৰু বহুত নাট্যকাৰ আছিল। সেইসকলৰ ভিতৰত আমি কেইজনমানৰহে নাম উল্লেখ কৰিব পাৰিম। কালিদাসৰ প্ৰায় সমসাময়িক এজন নাট্যকাৰ আছিল শূদ্ৰক। তেওঁ এৰি থৈ গৈছে মাত্ৰ এখন নাটক, নাম—'মৃচ্ছকটিকম্।' ভাৰতীয় নাটকবিলাকৰ ভিতৰত এই নাটক অতি বাস্তৱবাদী। ইয়াৰ প্লট বৰ জটিল ধৰণৰ। হাস্য আৰু কৰুণ ৰসেৰে পৰিপূৰ্ণ। নাটকখন বৰ ঘটনাবহুল। চাৰুদত্ত নামে এজন দৰিদ্ৰ ব্ৰাহ্মণৰ নগৰৰ ধাৰ্মিকা গণিকা বসন্তসেনাৰ সৈতে প্ৰেমৰ কাহিনীৰ লগতে এক ৰাজনৈতিক ষড়যন্ত্ৰৰ মেৰপাকো সাঙোৰ খাই পৰিছে। যাৰ ফলস্বৰূপে দুষ্ট ৰজা পালকৰ সিংহাসনচ্যুতি হৈছে। নাটকত বিচাৰশালাৰ দৃশ্যও আছে এটা। তাত নায়ক চাৰুদত্তৰ প্ৰাণদণ্ড হৈছে কিন্তু শেষ মুহূৰ্তত বধ্যভূমিত তেওঁৰ প্ৰাণ ৰক্ষা পৰিছে। এই নাটক উল্লেখযোগ্য তাত হোৱা নগৰীয়া জীৱনৰ অতি বাস্তৱ চিত্ৰণ আৰু অনেক ক্ষুদ্ৰ ক্ষুদ্ৰ চৰিত্ৰৰ সফল আৰু সুনিপুণ চৰিত্ৰাঙ্কনৰ বাবেও। ইয়াৰ অনূদিত ৰূপ বহুবাৰ ইউৰোপত অভিনীত হৈছে আৰু ভাৰতীয় নাটকবোৰৰ ভিতৰত ইউৰোপীয়ান দৰ্শকক সন্তুষ্ট কৰিব পৰা নাটক হিচাপে এইখন অন্যতম।

বিশাখদত্ত (? ষষ্ঠ শতাব্দী) আছিল ৰাজনৈতিক নাট্যকাৰ। তেওঁৰ মাত্ৰ এখনহে নাটক সম্পূৰ্ণ ৰূপত পোৱা গৈছে৷ সেইখনৰ নাম—'মুদ্ৰাৰাক্ষস্।' নাটকৰ কাহিনীভাগত আছে চতুৰ চাণক্যৰ লগত নন্দবংশৰ শেষ ৰজাজনৰ মন্ত্ৰী ৰাক্ষসৰ বুদ্ধিযুদ্ধ। ৰাক্ষসৰ ষড়যন্ত্ৰ ব্যৰ্থ কৰি চাণক্যই নানা প্ৰতি-ষড়যন্ত্ৰেৰে চন্দ্ৰগুপ্ত মৌৰ্যক সিংহাসনত নিগাজিকৈ বহুৱাবলৈ চেষ্টা কৰা কাহিনী। কাহিনীটো বৰ জটিল। কিন্তু নাট্যকাৰে অতি নিপুণতাৰে তাক সংগঠিত কৰিছে। 'মৃচ্ছকটিকম্' নাটকৰ দৰেই এই নাটকতো এটা প্ৰধান চৰিত্ৰ প্ৰাণদণ্ডৰ পৰা শেষ মুহূৰ্তত ৰক্ষা পৰা দৃশ্য আছে। বিশাখদত্তৰ আৰু এখন নাটক আছে। নাম 'দেৱী-চন্দ্ৰগুপ্ত' (মহাৰাণী আৰু চন্দ্ৰগুপ্ত)। চন্দ্ৰগুপ্তৰ সিংহাসন লাভৰ কাহিনীৰ

বিষয়েই লিখা হৈছিল সেই নাটক। কিন্তু সম্পূৰ্ণ পাঠ নাই। খণ্ডিত ৰূপতহে পোৱা গৈছে সেই নাটক।

বিখ্যাত ৰজা হৰ্ষই নিজে ৰচনা কৰা বুলি কথিত তিনিখন নাটক আছে। যদিও সেই তিনিখন নাটকৰ প্ৰণেতা কোনোবা অনামী লেখকো হ'ব পাৰে। সেই তিনিখন হ'ল 'ৰত্নাৱলী', 'প্ৰিয়দৰ্শিকা' আৰু 'নাগানন্দ'। প্ৰথম দুখনৰ নামকৰণ হৈছে নাটক দুখনৰ নায়িকা দুগৰাকীৰ নামানুযায়ী। দুইখন ৰাজঅন্তেষপুৰৰ ছল-চাতুৰি ভৰা কাহিনীৰ মনোৰম কমেডি। তৃতীয়খন হৈছে ধৰ্মীয় অনুপ্ৰেৰণাৰে লেখা নাটক। সদায় পক্ষীৰাজ গৰুড়ৰ ভোজনৰ বাবে একোটাকৈ নাগ বলি হিচাপে উৎসৰ্গা কৰিব লগা হয়। এই ভয়ানক নিষ্ঠুৰ প্ৰথা বন্ধ কৰিবলৈ নাগ ৰাজকুমাৰ মহাপ্ৰাণ জীমূতবাহনে নিজকে গৰুড়ৰ ভক্ষ হ'বলৈ উৎসৰ্গা কৰিলে যাৰ ফলত সেই নাগ বলি বা সৰ্পমেধৰ সামৰণি পৰিল।

হৰ্ষৰ লগতে আমি তেওঁৰ সমসাময়িক পল্লৱ ৰাজবংশৰ ৰজা মহেন্দ্ৰবিক্ৰম বৰ্মন প্ৰণীত একাংক নাটক 'মত্তবিলাস'ৰ [মদাহীৰ ৰঙ্গ] কথা উল্লেখ কৰিব পাৰোঁ। ইয়াৰ কাহিনীত শৈৱ সন্ন্যাসী এজনৰ ভিক্ষাৰ পাত্ৰ হেৰোৱাৰ কথা আছে। মদাহী শৈৱ সন্ন্যাসীৰ ভিক্ষাৰ পাত্ৰটো দৰাচলতে এটা মৰা মানুহৰ লাওখোলা হেৰালত বৌদ্ধ সন্ন্যাসী এজনক চোৰ ধৰিছে। বহুত ধেমেলীয়া ব্যঙ্গ-বিদ্ৰূপপূৰ্ণ সংলাপৰ পিছত আৰু কাহিনীত বিভিন্ন ধৰ্মপন্থৰ বহুতো মদাহী পুৰুষ-মহিলা, সন্ন্যাসী-সন্ন্যাসিনী মঞ্চত অৱতীৰ্ণ হোৱাৰ পিছত ওলালগৈ যে লাওখোলাটো কুকুৰ এটাইহে চুৰি কৰি মুখত লৈ গৈছিল। এই চমু প্ৰহসনখনে লঘুৰসাত্মক হ'লেও সমসাময়িক সমাজখনৰ নানা দিশ উন্মোচিত কৰিছে আৰু নাটকখন ৰাবেলাইজিয়ান হাস্যৰসেৰে পৰিপূৰ্ণ।

সমালোচকসকলৰ বিচাৰ মতে কালিদাসৰ ঠিক পিছতে স্থান হৈছে অষ্টম শতাব্দীৰ আদি ভাগত কান্যকুব্জত বাস কৰা কবি ভৱভূতিৰ। তেওঁৰ তিনিখন নাটক আছে— 'মালতীমাধৱ', 'মহাবীৰচৰিত' আৰু 'উত্তৰৰামচৰিত'। প্ৰথমখন হৈছে এক অৰ্ধ-বাস্তৱ পশ্চাদপটৰ ওপৰত প্ৰতিষ্ঠিত এক প্ৰেমকাহিনীৰ বিষয়ে ৰচিত নাটক। নানা ধৰণৰ ৰোমাঞ্চকৰ আৰু ভয়ঙ্কৰ কাহিনীও আছে তাত। একাধিকবাৰ নায়িকাক প্ৰায় নিশ্চিত মৃত্যুৰ পৰা ৰক্ষা পৰা দৃশ্য দেখুৱা হৈছে। পিছৰ দুইখন নাটক ৰামৰ কাহিনীৰ ওপৰত ভিত্তি কৰি ৰচনা কৰা। পাশ্চাত্য মান অনুসৰি আমি আগতে উল্লেখ কৰা নাট্যকাৰসকলতকৈ ভৱভূতিৰ স্থান কিছু নিম্নস্থানত। তেওঁৰ প্লটবোৰৰ গঠন দুৰ্বল আৰু চৰিত্ৰবোৰৰো নিজা ব্যক্তি-বৈশিষ্ট্য নাই। কিন্তু ভৱভূতিৰ মহত্ত্ব প্ৰকাশিত হৈছিল দুখ সম্বন্ধে তেওঁৰ গভীৰ উপলব্ধিত। যি কোনো কাৰুণ্যভৰা বা ভীতিকৰ বিষয় উপস্থাপন কৰোঁতে তেওঁ বোধ কৰোঁ কালিদাসতকৈও বেছি সাৰ্থকভাৱে কৰে।

ভৱভূতিৰ পিছত গুণগতভাৱে সংস্কৃত নাটক নিম্নগামী হোৱা দেখা যায়। কিছু পৰিমাণে সাহিত্যিক মূল্য দেখা যায় কেইজনমান নাট্যকাৰৰ ৰচনাৱলীত। সেইকেইজন

হৈছে অষ্টম শতাব্দীৰ (?) ভট্ট নাৰায়ণ, নৱম শতাব্দীৰ আদি ভাগৰ মুৰাৰি, ৯ম-১০ম শতাব্দীৰ ৰাজশেখৰ আৰু এঘাৰ শতিকাৰ কৃষ্ণমিশ্ৰ। কিন্তু তেওঁলোকৰ নাটকবোৰত নাটকীয় গুণতকৈ সাধাৰণ সাহিত্যিক গুণহে বেছি। বুজিবই পাৰি যে সেইবোৰ লেখা হৈছিল পাঠকে পঢ়িবৰ বাবেহে, মঞ্চত অভিনীত কৰিবলৈ নহয়। মুছলিম আক্ৰমণৰ সময়লৈকে মাজে সময়ে সংস্কৃত নাটক ৰচিত হৈ থকা কথা আমাৰ জ্ঞাত। কিন্তু তাৰ পিছৰ সংস্কৃত নাট্যপৰম্পৰা বিস্মৃত নহ'লেও, অতীতৰ কথা হৈ পৰিল।

## সংস্কৃত গদ্য-সাহিত্য

প্ৰাচীনতম সংস্কৃত গদ্য সাহিত্যৰ নিদৰ্শন পোৱা গৈছে ব্ৰাহ্মণবিলাকত থকা কিছুমান বৰ্ণনামূলক গদ্য উপকাহিনীত। পালি জাতকবিলাক তাৰ পিছতহে। গুপ্ত যুগত এবিধ অলঙ্কাৰপূৰ্ণ বৰ্ণনামূলক গদ্য ৰচিত হৈছিল। সেইবোৰ আছিল সৰল পালি ভাষাৰ গল্পৰ ধৰণতকৈ একেবাৰে বেলেগ। সেই ধৰণৰ লেখাক বোলা হৈছিল 'কাব্য।' এনে 'কাব্য'শৈলীত লেখা প্ৰধান গ্ৰন্থকাৰসকলৰ ভিতৰত দণ্ডী, সুবন্ধু আৰু বাণ বিখ্যাত। তিনিওজনেই ছয় শতিকাৰ শেষভাগ আৰু সাত শতিকাৰ আদিভাগৰ মানুহ আছিল।

দণ্ডীৰ 'দশকুমাৰচৰি'ত ৰোমাঞ্চকৰ আৰু কৌতুকোজ্জ্বল কাহিনীৰ সংকলন। সকলো এক বৰ্ণনাত্মক সূত্ৰৰে কৌশলেৰে একেলগ কৰি গদ্যশৈলী তুলনামূলকভাৱে সৰল। দীঘল দীঘল সমাস অসংখ্য আছে। কিন্তু বাণৰ ৰচনাত থকাৰ দৰে অত্যধিক দীঘল বাক্যবোৰ নাই। কাহিনীবোৰ সাধাৰণতে ধৰ্মনিৰপেক্ষ বিষয়ক, মাজে মাজে হাস্যৰসপূৰ্ণ আৰু কেতিয়াবা প্ৰেম-প্ৰণয়াদি বিষয়ক। চৰিত্ৰবোৰ সুন্দৰকৈ চিত্ৰিত। 'দশকুমাৰ'ত বাস্তৱ চিত্ৰৰ প্ৰাচুৰ্য আছে। কাৰণ, কাহিনীবোৰৰ অগ্ৰগতিৰ লগে লগে দহজন ৰাজকুমাৰে সকলো ধৰণৰ মানুহৰ সংসৰ্গলৈ আহিব লগাত পৰে যেনে সদাগৰ আৰু চোৰ, ৰাজকুমাৰী আৰু বেশ্যা, কৃষক আৰু অসভ্য পৰ্বতীয়ালোক। ভাৰতীয় সাহিত্যৰ খুব কম গ্ৰন্থইহে সমাজৰ নিম্নস্তৰৰ বিষয়ে ইমানবোৰ বিস্তাৰিত তথ্যৰ যোগান ধৰে।

দণ্ডীৰ ৰচনাশৈলীৰ উদাহৰণ হিছাপে আমি দুটা সৰু সৰু কাহিনী তলত উদ্ধৃত কৰিছোঁ। সেই দুই কাহিনী দীঘল দীঘল কাহিনীৰ মাজৰ পৰা তুলি অনা হৈছে স্ত্ৰী-চৰিত্ৰৰ দুটা বিপৰীত দিশ দেখুৱাবলৈ। দুইটা চৰিত্ৰৰ প্ৰকৃতি অনুযায়ী দণ্ডীয়ে নিজৰ লেখাৰ শৈলী বেলেগে বেলেগে যুগুত কৰি লৈছে। ধূমিনীৰ ভয়লগা কাহিনী কৈছে চুটি চুটি বাক্যত অতি মিতব্যয়ী ভাষাত বিশদ বৰ্ণনা বাদ দি। কিন্তু গোমিনীৰ ঘৰুৱা গ্ৰাম্যজীৱনৰ ছবি আকোঁতে তেওঁ বৰ্ণনা কৰিছে লাহে লাহে বাছি বাছি সুন্দৰ শব্দ সংযোজন কৰি।

(১) "ত্রিগর্ত নামে এখন দেশত তিনিজন গৃহস্থ আছিল। তিনিও বহুত ধন-সম্পত্তিৰ মালিক। তিনিওজন আছিল ভাই-ককাই। নামবোৰ আছিল ধনক, ধান্যক আৰু ধন্যক। সেই সময়ত ইন্দ্রদেৱতাই বাৰ বছৰ কাল বৰষুণ নিদিয়াকৈ থাকিল। পথাৰৰ শস্য শুকাই গ'ল। গছপুলিবোৰ জঁয় পৰিল। গছত গুটি নলগা হ'ল। মেঘত কোনো জলকণা নাই। জান-জুৰিবোৰ শুকাই গ'ল। পুখুৰীবোৰ বোকাৰ ঘুলি হ'ল। পানীৰ উঁহবোৰেদি পানী নোলোৱা হ'ল। ফল-মূল-গজালি পাবলৈ নোহোৱা হ'ল। মানুহে সাধুকথাবোৰ পাহৰি গ'ল। উছৱ-আনন্দ একো নাইকিয়া হ'ল। চোৰ-ডকাইতৰ জাক দিনে দিনে বাঢ়িল। মানুহে মানুহৰ মাংস খাবলৈ ধৰিলে। মানুহৰ লাওখোলা বগলীৰ গাঁ যেন বগা বগা হৈ মাটিত দ'ম বান্ধিলে। তৃষ্ণাতুৰ কাউৰীৰ জাক ইফালে-সিফালে উৰি ফুৰিছিল। গাঁও-নগৰ একো একোখন জিলা জনশূন্য হৈ পৰিল।"

"তিনিজন গৃহস্থই প্ৰথমে তেওঁলোকৰ ভঁৰালৰ শস্য খাই শেষ কৰিলে। তাৰ পিছত এটা এটাকৈ তেওঁলোকৰ ছাগলী, ভেড়া, ম'হ, গৰু, লিগিৰী, লিগিৰা, নিজৰ ল'ৰা-ছোৱালী, ডাঙৰজন ঘৈণীয়েক, মাজুজনৰ ঘৈণীয়েক এই সকলো খালে। অৱশেষত একেবাৰে সৰুজনৰ ঘৈণীয়েকক মাৰি খোৱাৰ পাল পৰিল। কিন্তু ধন্যক, মানে সৰুজন গৃহস্থই নিজৰ মৰমৰ পত্নীক তেনেকৈ মাৰি খোৱাৰ কথা সহ্য কৰিব নোৱাৰিলে। ৰাতি দুয়ো পলাল।"

"তাইৰ যেতিয়া ভাগৰ লাগে, সি তাইক বোকোচাত লৈ যায়। তেনেকৈ গৈ গৈ দুয়ো এখন হাবি পালেগৈ। হাবিৰ মাজে মাজে খোজ কাঢ়ি গৈ থাকোঁতে সিহঁত দুয়ো হাত-ভৰি-নাক-কাণ কটা মানুহ এটা মাটিত চেঙালুটি পাৰি বাগৰি থকা দেখিলে। তাৰ বেয়া লাগি মানুহটোক তুলি ধৰিলে। খুব কষ্ট কৰি হাবিৰ মাজত গছৰ ডাল-পাতেৰে ঘৰ এটা সাজিলে আৰু তাতে তিনিও থাকিবলৈ ল'লে। হাবিৰ সেইটো অংশত খাবলৈ আলু-কচু পোৱা গৈছিল। চিকাৰো পাইছিল। সিয়ে শুশ্রূষা কৰি মানুহটোৰ গাৰ কটা ঘা তিলতেল বাদামতেল সানি ভাল কৰিলে—খাবলৈ নিজৰ ভাগৰে খাদ্য দি তাক সুস্থ কৰিলে।

মানুহটো সম্পূৰ্ণ ভাল হ'ল আৰু স্বাস্থ্যও ঘূৰাই পালে। ধন্যক এদিন চিকাৰ বিচাৰি যাওঁতে ধূমিনী মানুহটোৰ ওচৰ চাপি তাইক ৰতি-ক্রিয়া কৰিবলৈ ক'লে। মানুহটোৱে তাইক বহুত তিৰস্কাৰ কৰিলে যদিও তাই নেমানি তাক বাধ্য কৰিলে। যেতিয়া তাইৰ গিৰিয়েক ঘূৰি আহি তাইক খাবলৈ পানী বিচাৰিলে তেতিয়া তাই ক'লে—'তুমি নিজে নাদৰ পৰা পানী তুলি লোৱাগৈ। মোৰ মূৰৰ কামোৰণিত মূৰ ফাটি যাওঁ ফাটি যাওঁ যেন হৈছে।' এইবুলি ৰচি এডাল বাল্টি এটা তাৰ ফালে আগবঢ়াই দিলে। কিন্তু সি গৈ কুঁৱাৰ পৰা পানী তুলিবলৈ ধৰোতেই তাই গৈ পিছ ফালৰ পৰা ঠেলা মাৰি তাক কুঁৱাত পেলাই দিলে।

তাৰ পিছত সেই পঙ্গু মানুহটো কান্ধত তুলি লৈ তাই দেশে দেশে ঘুৰি ফুৰিবলৈ ধৰিলে। অতি পতিভক্তিপৰায়ণা তিৰোতা বুলি তাইৰ নাম-যশ বৈ বৈ গ'ল। সতী বুলি আটায়ে সন্মানো কৰিবলৈ ধৰিলে। শেষত আহি তাই অৱন্তী নগৰত নিগাজিকৈ বাস কৰিবলৈ ল'লে। সেই দেশৰ ৰজাৰ কৃপা লাভ কৰিলত তাইৰ অৱস্থাও বৰ ভাল হ'ল। এনেতে তাই এদিন শুনিলে যে তাইৰ গিৰিয়েকক এদল সদাগৰে পিয়াহত পানী বিচাৰি ফুৰি নাদৰ পৰা পানী তুলিবলৈ গৈ তাক দেখি ওপৰলৈ তুলি ৰক্ষা কৰিলে। সি এতিয়া অৱন্তীৰ বাটে-পথে ভিক্ষা কৰি ফুৰে। ধূমিনীয়ে ৰজাৰ ওচৰত গৈ ক'লেগৈ যে সিয়েই তাইৰ স্বামীক কাটি-কুটি এনেদৰে ঘুণীয়া কৰিছিল। ৰজায়ো তাইক বিশ্বাস কৰি পোনচাটেই সেই নিৰ্দোষী মানুহটোক শাস্তি দি দি প্ৰাণে মাৰিবলৈ দিলে।

ধন্যকক ধৰি বধ্যভূমিলৈ লৈ যাওঁতে যেতিয়া সি দেখিলে যে তাৰ শেষ সময় হ'বলৈ অলপ পলম আছে, সি সাহ গোটাই ৰজাৰ বিষয়াজনক ক'লে, "যদি যিজন ভিক্ষাৰীক মই ঘুণীয়া কৰিলো বুলি কোৱা হৈছে, সেই ভিক্ষাৰীয়ে আহি মোক দেখি ময়েই সেই অপৰাধ কৰা হয় বুলি কয়, তেন্তে এই শাস্তি মোৰ প্ৰাপ্য বুলি ধৰিলোহেঁতেন।" বিষয়াই ভাবিলে তাৰ কথাৰ প্ৰমাণকে লোৱা যাওকচোন, তাৰ পৰাতো কোনো হানি নহয়। এইবুলি সেই পঙ্গু মানুহটো মাতি আনিলে। মানুহটো আহি ধন্যকৰ অৱস্থা দেখিয়েই চকুপানী টুকিবলৈ ধৰিলে। মানুহটো মহৎ মনৰ আছিল। সি ধন্যকৰ ভৰিত দীঘল দি পৰিল আৰু ধন্যকৰ দয়া-দাক্ষিণ্য আৰু ধূমিনীৰ অসৎ স্বভাবৰ কথা বিবৰি ক'লে। ৰজাই শুনি খণ্ডত ধূমিনীৰ নাক-কাণ কাটি ৰজাৰ কুকুৰবোৰৰ বাবে ৰন্ধা-বঢ়া কৰিবলৈ লগাই দিলে আৰু ধন্যকক বহুত অনুগ্ৰহ দেখুৱালে। সেইবাবেই মই কওঁ "স্ত্ৰীজাতি বৰ নিষ্ঠুৰা হ'ব পাৰে।"

(২) "দ্ৰাবিড়দেশত কাঞ্চী নামে এক নগৰ আছে। তাতে বাস কৰিছিল এক অতি ধনী শ্ৰেষ্ঠীপুত্ৰ, নাম—শক্তিকুমাৰ। তেওঁৰ ওঠৰ বছৰমান বয়স হওঁতে তেওঁ ভাবিলে, "পত্নী নোহোৱাকৈ থাকিলে কোনো সুখ নাই। আনহাতে পত্নী দুশ্চৰিত্ৰা হ'লে তাতকৈ দুখ নাই। কিন্তু প্ৰকৃততে ভাল এজনী পত্নী মই এতিয়া বিচাৰি পাওঁ ক'ত?" গতিকে আনৰ কথাত নিৰ্ভৰ কৰি ভাল ছোৱালী বুলি কাৰ'বাক নিৰ্বাচন কৰাৰ সলনি তেওঁ নিজেই ওলাল ভাল পাত্ৰীৰ সন্ধানত ভাগ্যগণনাকাৰীৰ বেশ লৈ। তেওঁ নিজৰ কাপোৰৰ মাজত এটোপোলা ধান লৈ দেশৰ নানা ঠাইত ঘুৰি ফুৰিবলৈ ধৰিলে। কন্যাদায়গ্ৰস্ত পিতৃ-মাতৃসকলে তেওঁক দেখিলে জন্মৰে পৰা গাত থকা তিল-মাহ আদি চিহ্নবোৰ চাই ভাগ্য গণনা কৰা মানুহ বুলি ভাবি মাতি নি নিজৰ জীয়েকহঁতক দেখুৱায়। তেনেদৰে চাই ফুৰোঁতে যেতিয়াই তেওঁৰ নিজৰ জাতে-কুলে মিলা কোনো ছোৱালী লগ পায়, তেতিয়া তাইৰ গাত কি কি চিহ্ন আছে সেইবোৰলৈ কাণ নকৰি সোধে, "আইটি, তুমি

বাৰু এই ধানখিনিৰে মোলৈ এসাজ ভাত ৰান্ধিব পাৰিবানে?" সাধাৰণতে সেইদৰে ক'লেই ছোৱালী বা ঘৰৰ মানুহে ঠাট্টা-বিদ্রূপ কৰি তেওঁক উলিয়াই দিয়ে। তেওঁ গুচি যায়।

এদিন শিবিসসকলৰ দেশত কাবেৰী নদীৰ পাৰৰ এখন নগৰত এজনী ছোৱালীৰ তেওঁ ভাগ্য গণনা কৰিছিল। তাইক তাইৰ ধাইমাকে লগত লৈ আনিছিল তেওঁৰ ওচৰলৈ। ছোৱালীজনীৰ গাত আ-অলঙ্কাৰ বেছি নাছিল। তাইৰ মাক-বাপেকৰ ধন-সম্পত্তি ইতিমধ্যে সকলো গৈছিল। একমাত্র ভগ্নপ্রায় অট্টালিকাটোহে অৱশিষ্ট আছিলগৈ। ছোৱালীজনীৰ ওপৰত চকু পৰিলতে তেওঁ ভালকৈ চাই ভাবিবলৈ ধৰিলে— "এই ছোৱালীজনীৰ অঙ্গ-প্রত্যঙ্গবোৰ অতি সুগঠিত আৰু গাৰ ত্বক অতি মসৃণ। এটাও অঙ্গ বেছি শকতো নহয় ক্ষীণো নহয়, বেছি দীঘলো নহয়, চুটিও নহয়। আঙুলিবোৰৰ ৰং গুলপীয়া। তাইৰ হাতৰ তলুৱাত বহুতো শুভ চিহ্ন আছে। যেনে—যৱধান, মৎস্য, পদ্ম আৰু কুম্ভ। তাইৰ সৰুগাঁঠি দুটাৰ গঢ় বৰ শুৱনি। ভৰিহাল মঙহাল। সিৰ ওলাই থকা নহয়। তাইৰ দুই উৰু সুগোল আৰু মিহি। তাইৰ জানুদেশ ইমান সুন্দৰকৈ ওপৰৰ উৰুদেশৰ লগত মিলি গৈছে যে চকুতেই নপৰে। তাইৰ নিতম্বযুগল ৰথৰ চক্রৰ দৰে ঘূৰণীয়া আৰু পোটোকা পৰা। তাই নাভি সৰু, চেপেটা আৰু গভীৰ। তাইৰ উদৰ ভাগত তিনিটা ভাজ আছে। ডাঙৰ ডাঙৰ দুই স্তনৰ পৰা দুই স্তনবৃন্ত ওলাই আছে ওখকৈ। দুই স্তনে বক্ষদেশ সম্পূর্ণকৈ জুৰি আছে। হাতৰ তলুৱাত থকা শুভ চিহ্নবোৰে শস্যসম্ভাৰ, ধন-সম্পদ আৰু পুত্রলাভ সূচাইছে। তাইৰ নখবোৰ মিহি আৰু মুকুতাৰ দৰে জলমলীয়া। তাইৰ আঙুলিবোৰ পোন, আগলৈ ক্রমাৎ জোঙা আৰু ৰঙচুৱা। তাইৰ দুই হাত কান্ধৰ পৰাই মিহিকৈ ললিত-বলিত হৈ ওলাই অহা আৰু হাতৰ জোৰাও অতি চিকুণ। তাইৰ গ্রীৱা শঙ্খৰ দৰে দেখিবলৈ। সুপুষ্ঠ ওষ্ঠাধৰ সমানভাৱে ৰঙা। ধুনীয়া থুঁতৰিত কোনো ভাজ নাই। দুই গাল গোল, পুষ্ট আৰু দৃঢ়। তাই চকুৰ ভ্রূযুগল নাকৰ ওপৰত লগ লগা নহয়। বেঁকা আৰু সমানভাৱে কৃষ্ণবর্ণ। নাক আধা ফুলা তিলফুলৰ নিচিনা। ডাঙৰ ডাঙৰ চকুযুৰি শান্ত। তাত বগা, ক'লা, মুগা তিনি ৰঙৰ চমকনি উঠে। কপাল এফাল জোনৰ দৰে সুশোভন। কপালত পৰি থকা চুলিৰ পাকবোৰ নীলকান্ত মণিৰ দৰে দেখা গৈছিল। তাইৰ সুগঠিত কাণ দুখনৰ পৰা কাণফুলি আৰু পদুম ওলমি আছিল। তাইৰ উন্মুক্ত কেশদাম দীঘল, মিহি, চিকচিকীয়া আৰু সুগন্ধি। একেবাৰে আগভাগতো তাৰ ৰং মুগা নহয়।" সেই কালত গাৰ ৰং বগা হ'লেও চুলিৰ ৰং সামান্যভাৱে মুগা হ'লেও মানুহে বেয়া দেখিছিল। আৰু অশুভ লক্ষণ বুলি ভাবিছিল। উত্তৰ ভাৰতত তেনে মুগা চানেকীয়া ৰঙৰ চুলি থকা বহুত নাৰী আছিল। যি কি নহওক, আমাৰ শ্রেষ্ঠীপুত্রই ছোৱালীজনীৰ গাত এইবোৰ সুলক্ষণ দেখি বৰ মুগ্ধ হ'ল।— "এনে এজনী ছোৱালী দেখাত যেনে শুৱনি তাইৰ স্বভাব-চৰিত্রও নিশ্চয় তেনে শুৱনিয়েই

হ'ব। মোৰ হ'লে তাইতে বৰ মন খাইছে। গতিকে এতিয়া মই তাইক পৰীক্ষা কৰিম। যদি মোৰ পৰীক্ষাত উত্তীৰ্ণ হয় বিবাহ কৰিম। কাৰণ যি মানুহে আগতীয়াকৈ সাৱধানতা নলয় তেনে লোকৰ ভাগ্যত সদায় দুখৰ উপৰি দুখ হৈ অনুতাপ কৰিব লগাত পৰে।" সেইদেখি তেওঁ ছোৱালীজনীলৈ স্নেহপূৰ্ণ দৃষ্টিৰে চাই ক'লে, "আইদেউ, তুমি বাৰু এই ধানখিনিৰে মোলৈ ভালকৈ ভাত এসাজ ৰান্ধিব পাৰিবানে?"

ছোৱালীজনীয়ে বৃদ্ধা ধাইমাকৰ ফালে চাই ইঙ্গিত দিলত তেওঁ আলহীৰ হাতৰ পৰা ধানখিনি ল'লে আৰু আলহীক ভালদৰে মুচি-কাচি থোৱা বাৰাণ্ডাত বহুৱাই ভৰি ধুবলৈ পানী দিলে। তাৰ পিছত ছোৱালীজনীয়ে ধানখিনি লৈ জাৰিলে অলপ অলপকৈ ৰ'দত দি বাৰে বাৰে লৰাই লৰাই শুকালে। পিছত এডাল ফোপোলা বেত আনি সমান ঠাঁই এখনত ধানখিনি ৰাখি কোবাবলৈ ধৰিলে। যাতে বাকলিহে এৰাই যায় ভিতৰৰ চাউলটোৰ একো নহয় সেইমতে কোবাই বাকলিবোৰ এৰুৱাই ল'লে। ফলীয়া তুঁহবোৰ বেলেগে ৰাখি তাই ধাইমাকক ক'লে— "এই তুঁহবোৰ সোণাৰিহঁতে কিনে গহনা চাফা কৰিবলৈ। তুমি লৈ যোৱাচোন। বেচিবা। তাৰে যি তামৰ পইছা পাবা তাৰে খৰি কিনিবা। চাই আনিবা যাতে বৰ কনকনীয়া শুকানো নহয় আৰু একেবাৰে কেঁচাও নহয়। আৰু কিনিবা ৰান্ধিবলৈ মলা এটা আৰু মাটিৰ থাল দুখন।"

এইখিনিতে এটা কথা চাবলগীয়া যে ইমান যত্ন কৰি গুচোৱা ধানৰ ফলীয়া তুঁহবোৰ বেচিলে কিবা এটা দাম পালেও তাৰে এই সাধুত কোৱাৰ দৰে সকলো খৰি, বাচন-বৰ্তন পোৱাটো সম্ভৱ হৈছিলনে? এনে ধৰণৰ কিনা-বেচাৰ কথা এই সাধুৰ পিছৰ ফালে আৰু আছে। যদিহে এই সাধুৰ এই কথাবোৰৰ কিবা ঐতিহাসিক মূল্য আছে তেন্তে অন্যান্য গ্ৰন্থত লিখাৰ দৰে জানিব লাগিব যে সেই কালত স্বাভাৱিক শান্তিৰ দিনবোৰত জীৱন ধাৰণৰ সামগ্ৰীবোৰৰ দাম সস্তা আছিল আৰু উভৈনদীকৈ পোৱাও গৈছিল।

যিয়েই নহওক ধাইমাকে যেতিয়া সেইদৰে বেচি-কিনি তাই কোৱা মতে বস্তুবোৰ আনি দিলে, তেতিয়া তাই বহল মুখৰ উৰালত তেনে মলখুলগা চাউলবোৰ ভৰাই উৰাল মাৰিৰে খুন্দিবলৈ লাগিল। বহু সময় লুটিয়াই লুটিয়াই খুন্দি চাউলবোৰ খৰাহিত ভৰাই জাৰি মলখু গুচাই ভালদৰে খচি খচি ধুই ল'লে। তাৰ পিছত চৌকাক নমস্কাৰ কৰি চৰুত পানী তুলি চাৰি-পাঁচটা উতল আহিলত চাউলখিনি বহাই দিলে। ভালদৰে চাউল সিজিলত চৰুৰ ঢাকন মাৰি ভাতৰ পানী কাঢ়িলে। আওঠাৰে সৈতে আধাপোৰা খৰিবোৰৰ জুই নুমালত সেইবোৰ গোটাই পুনৰ ধাইমাকৰ হাতত দিলে বজাৰত কাঠকয়লা বুলি বেচি দিবলৈ। এইবাৰ তাৰে যি মূল্য পাব তাৰে যি পায় সেই পৰিমাণৰে ঘিউ, কেঁচা শাক-পাচলি, দৈ, তিলতেল, আমলখি আৰু তেঁতেলি আনিবলৈ ক'লে।

এইবাৰ তাই আলহীৰ বাবে সুগন্ধি আৰু সোৱাদযুক্ত দুপদমান বস্তু প্ৰস্তুত কৰিলে। নতুনকৈ অনা মাটিৰ থাল এখনত ভাতৰ নিসনিখিনি ঢালি সেমেকা বালিৰ ওপৰত ৰাখি তালপাতৰ বিচনী এখনেৰে বিচি ঠাণ্ডা কৰিলে। তাতে অকণমান নিমখ দি ভগমগীয়া আঙঠা ফুৰাই দিলে ওপৰত যাতে সুগন্ধ বাহিৰ হয়। শুকান আমলখিবোৰ পটাত মিহিকৈ গুৰি কৰিলে। সেইবোৰৰ পৰা পদুম ফুলৰ দৰে গোন্ধ ওলাল। তাৰ পিছত ধাই মাকৰ মুখেদি আলহীক ক'লে গা ধুবলৈ। তেওঁ গা ধোৱাৰ পিছত তায়ো গা ধুলে আৰু গাত সানিবলৈ তেল আৰু সেই আমলখি চূৰ্ণ দিলে সুগন্ধি দ্ৰব্য হিছাপে।

স্নানৰ পিছত আলহীক চোতালৰ এখন খাটিয়াত বহুৱাই নতুনকৈ কটা কলপাতত সেই সুগন্ধি ব্যঞ্জন ঢালি দিলে। খাই তেওঁ বৰ পৰিতৃপ্ত হ'ল। তেওঁৰ দেহ-মন জুৰ পৰি গ'ল। তাৰ পিছত পাতত ঢালি দিলে দুহেতো ভাত। লগত ঘিউ আৰু কিবাকিবি মা-মছলা দিলে। সেইখিনি খাই উঠাৰ পিছত দৈ-জাঁইফল ইলাচী-দালচেনিৰ মছলাৰে দিলে এবাৰ। ঘোল আৰু তৰকাৰীৰে এবাৰ। আলহীয়ে পৰম তৃপ্তিৰে চুঁচি-পাচি খালে।

পানী খাবলৈ বিচাৰিলত নতুন ভোগজৰাত সুগন্ধি ফুলৰেণু মিহলি কৰা সুবাসিত পানী খাবলৈ দিলে। আলহীয়ে হেঁপাহ পলুৱাই পানী খালে নাকে-মুখে সিঁচিলে। পিছত বেলেগ এটা পাত্ৰৰ পানীৰে মুখ ধুলে। ধাইমাকে আলহীয়ে খোৱা বাচন-বৰ্তন আঁতৰাই নিলে। গোবৰ মাটিৰে ভালকৈ নিকোৱা চোতালৰ ওপৰতে নিজৰ গাৰ জলছ পোছাকটোৰেই ভালদৰে এঘুমটি শুই ল'লে।

ছোৱালীজনী বৰ ভাল পাই শক্তিকুমাৰে দস্তুৰমতে বিবাহ কৰি ঘৰলৈ লৈ গ'ল। পিছলৈ কিছুদিন তাইলৈ পিঠি দি শক্তিকুমাৰে ৰক্ষিতা এজনী ৰাখিছিল। কিন্তু তাই সেইজনীকো সখীৰ দৰেহে ব্যৱহাৰ কৰিবলৈ ধৰিলে। নিজৰ স্বামীক তাই দেৱতা জ্ঞান কৰিছিল। কেতিয়াও ঘৰুৱা কাম-কাজত অবহেলা নকৰিছিল। ঘৰৰ চাকৰ-বাকৰবোৰেতো তাইৰ মৰম পাই তাইকে দেৱী যেন দেখিছিল। পিছলৈ তাইৰ স্বামী ইমান বেছি তাইৰ ওপৰত নিৰ্ভৰশীল হ'ল যে ঘৰ-দুৱাৰ, সা-সম্পত্তি, তেওঁৰ নিজৰ দেহ-মন সকলো তাইকে সঁপি দি এক মনে—ধৰ্ম-অৰ্থ-কাম—জীৱনৰ এই তিনি লক্ষ্য পূৰণত নিজকে উছৰ্গা কৰিলে। সেইবাবেই মই কওঁ যে গুণৱতী আৰু ধৰ্মপৰায়ণা পত্নীসকলে নিজৰ পতিগণকো সুখী আৰু ধৰ্মপৰায়ণ কৰি তোলে।" ['দশকুমাৰ চৰিত' ১১]

উল্লিখিত তিনিজন গদ্যলেখকৰ ভিতৰত দ্বিতীয়জন—সুবন্ধু বিখ্যাত তেওঁৰ একমাত্ৰ গ্ৰন্থ 'বাসৱদত্তা'ৰ বাবে। সেই গ্ৰন্থৰ নায়িকা বাসৱদত্তাৰ নামেৰেই কিতাপখনৰ নামকৰণ হৈছে আৰু তাত আছে সেই নায়িকাৰ আৰু ৰাজকুমাৰ কন্দৰ্পকেতুৰ মাজৰ নানা বাধা-বিঘিনিপূৰ্ণ প্ৰেম কাহিনী। দণ্ডীৰ দৰে সুবন্ধুয়ে কাহিনী সুন্দৰকৈ ক'ব নেজানিছিল আৰু তেওঁৰ চৰিত্ৰাঙ্কনৰ জ্ঞানো নাছিল। তেওঁৰ গুণাৱলী প্ৰকাশ পাইছিল ভাষাৰ ওপৰত দখল আৰু অলঙ্কাৰপূৰ্ণ বৰ্ণনাৰ ক্ষমতাত। তেওঁৰ বৰ্ণনাবোৰৰ মাজত কাহিনীৰ

এক ক্ষীণ যোগসূত্ৰহে থাকে। অলঙ্কাৰপূৰ্ণ ভাষা প্ৰয়োগ কৰোতে একোটা বাক্যই ছপা কৰা দুই বা ততোধিক পৃষ্ঠা লৈ লয়। বাক্যালঙ্কাৰ প্ৰয়োগ কৰোতে অকৃপণ সুবন্ধুৰ লিখনিত দ্ব্যৰ্থবাচক শব্দ বা বাক্য, দ্ব্যৰ্থকতা, অনুপ্ৰাস, স্বৰসাদৃশ্য আদিৰ প্ৰচুৰ ব্যৱহাৰ দেখা যায়। ৰচনাশৈলীৰ ফালৰ পৰা সেইবোৰ লেখা বঙ্গৰ 'গৌড়'শৈলীৰ লগতহে মিলে। চুটি চুটি গাইগুটীয়া বাক্যৰে লিখা—কালিদাস আৰু দণ্ডীয়ে যি শৈলীৰে লিখিছিল—সেই বৈদৰ্ভ (বেৰাৰ) ৰচনাশৈলীৰ পৰা সি পৃথক। সুবন্ধুৰ ৰচনা অনুবাদ কৰিলে উপভোগৰ যোগ্য হৈ নেথাকে। ইয়াৰ গুণাগুণো বিচাৰ কৰিব লাগিব সুবন্ধুৰ নিজা মানদণ্ডেৰেহে। ইউৰোপীয় সাহিত্যৰ ভিতৰত একমাত্ৰ লিলিৰ 'ইউফুয়েজ্' আৰু পিছৰ ৰেনেছাঁচ যুগৰ একে ধৰণৰ গদ্য-সাহিত্যতহে সুবন্ধুৰ ৰচনাশৈলীৰ দৰে লেখনশৈলী দেখা যায়।

বাণৰ ৰচনাশৈলীও সুবন্ধুৰ দৰেই। কিন্তু তেওঁৰ ৰচনা সুবন্ধুৰ ৰচনাতকৈ বহুত জীৱন্ত আৰু পাশ্চাত্যৰ পাঠকসমাজৰ ৰুচিৰ অনুকূল। তেওঁৰ বাহুল্যপূৰ্ণ বৰ্ণনাবোৰত সঠিক আৰু ঘনিষ্ঠ পৰ্যবেক্ষণ শক্তিৰ প্ৰকাশতো দেখা যায়েই, তদুপৰি তেওঁৰ দুইখন গ্ৰন্থ 'হৰ্ষচৰিত' আৰু 'কাদম্বৰী'ত সৰ্বত্ৰ গ্ৰন্থকাৰজনৰ ব্যক্তিত্বৰ নানা দিশ প্ৰতিভাত হৈছে। প্ৰথমখন গ্ৰন্থত তেওঁ নিজৰ আত্মজীৱনীৰে এক খণ্ড উপহাৰ দিছে। তেনে দৃষ্টান্ত সংস্কৃত সাহিত্যত বিৰল। বাণৰ জন্ম হৈছিল এটা বিত্তবান ব্ৰাহ্মণ পৰিয়ালত। অতি বাল্যকালতে তেওঁৰ মাক ঢুকাইছিল। চৈধ্য বছৰ বয়সতে তেওঁৰ পিতৃৰো মৃত্যু হৈছিল। কিছুকাল শোকে-দুখে কটোৱাৰ পিছত তেওঁ সম্পূৰ্ণ বিপথগামী হ'ল। অবাঞ্ছিত কামত প্ৰবৃত্ত হৈ নগৰে-চহৰে তেওঁ ঘূৰি ফুৰিবলৈ ধৰিছিল বন্ধুবৰ্গৰ লগত। তেওঁৰ উদণ্ড অসংযমী দিনবোৰৰ লগৰীয়াসকলৰ নাম তেওঁ অতি স্নেহসহকাৰে উল্লেখ কৰিছে। সেইবোৰ বন্ধু-বান্ধৱৰ লগতে তেওঁ নগৰে নগৰে ঘূৰি তেতিয়াৰ দিনৰ বোহেমিয়ান বুদ্ধিজীৱীসকলৰ সৈতে সম্পৰ্ক ৰাখি চলিছিল। তেওঁৰ সেই পৰিমণ্ডল বৃহৎ আৰু ব্যাপক আছিল। তাৰ ভিতৰত আছিল বিভিন্ন ধৰ্মীয় সম্প্ৰদায়ৰ অতি গোড়া বা উদাৰপন্থী উভয়শ্ৰেণী মুনি-সন্ন্যাসী, সাহিত্যিক, অভিনেতা, সঙ্গীতকাৰ, বহুবালি কৰি আনন্দ যোগান ধৰা লোক, চিকিৎসক আনকি হীনজাতিৰ নানা লোকো। বাণৰ বন্ধু-বান্ধৱবোৰৰ কোনো শৃঙ্খলাবদ্ধ তালিকা তেওঁ দিয়া নাই যদিও যিবোৰ নাম পোৱা গৈছে তাৰ পৰাই বুজিব পাৰি যে শিক্ষিত শ্ৰেণীৰ মানুহে জাতিভেদৰ নিয়ম-নীতিৰ ওপৰত গুৰুত্বই নিদিছিল তেতিয়াৰ দিনত। বাণে তেওঁৰ সেইদৰে অনাই-বনাই ফুৰা দিনৰ কোনো বিতং বিৱৰণ এৰি থৈ যোৱা নাই। কিন্তু দেখা যায় যে তেনেদৰে ঘূৰি ফুৰোঁতেই এবাৰ তেওঁ হৰ্ষবৰ্দ্ধনৰ ৰাজসভাত উপস্থিত হৈছিলগৈ। ৰজাৰ ওচৰত তেওঁ কিবা জগৰ লগাইছিল। পিছত তেওঁ নিজৰ ঘৰলৈ ঘূৰি আহি নিজৰ ঠাইত গাঁৱৰ ব্ৰাহ্মণ এজনৰ দৰে শান্তিৰে বসবাস কৰিবলৈ লৈছিল। তেনেতে পুনৰ হৰ্ষৰ পৰা ৰাজসভালৈ

যাবলৈ আদেশ আহিল। প্ৰথমে শীতলভাৱে অভ্যৰ্থিত হ'লেও পিছলৈ ৰাজ অনুগ্ৰহ লাভ কৰিছিল।

ধাৰ্মিক মনোভাৱৰ মানুহ হ'লেও যি দেখা যায়, তেওঁৰ সমগ্ৰ জীৱন-কালতে বাণ ৰক্ষণশীলতাৰ পৰা বহু উৰ্ধ্বত বাস কৰিছিল আৰু তেওঁৰ যৌৱনকালৰ মুকলিমূৰীয়া দিনবোৰৰ অগতানুগতিকতা আৰু আনুষ্ঠানিকতাৰ প্ৰতি অনাস্থা তেওঁৰ চৰিত্ৰত কিবা নহয় কিবা ৰূপত স্থায়ী হৈছিল। তেওঁ স্বাধীন চিন্তা কৰা মানুহ আছিল আৰু নিজৰ অভিমত নিৰ্ভয়েৰে ব্যক্ত কৰিছিল। তেনে অভিমতে তেওঁৰ ৰাজকীয় পৃষ্ঠপোষকক অসন্তুষ্ট কৰিব বুলিও তেওঁ শঙ্কা নকৰিছিল। উদাহৰণ স্বৰূপে তেওঁ খোলাখুলিকৈ ৰজাৰ ঐশ্বৰিক ক্ষমতা থকা তত্ত্বৰ বিৰোধিতা কৰি সেইটো নিতান্তই চাটুকাৰিতা বুলি অভিহিত কৰিছিল আৰু কৌটিল্যৰ নামৰ লগত যুক্ত মেকিয়াভেলিয়ান কূটনীতিভিত্তিক ৰাষ্ট্ৰনীতি অনৈতিক আৰু অমানুষিক বুলি সমালোচনা কৰিছিল। তেওঁৰ ৰচনাৰ কোনো কোনো ঠাইত কিছুমান পাঠত দীন-দৰিদ্ৰ সামান্য লোকৰ প্ৰতি গভীৰ আৰু আন্তৰিক সহানুভূতি প্ৰকাশিত হৈছে। তেনে ধৰণৰ মনোভাৱ প্ৰাচীন ভাৰতীয় সাহিত্যত অতিকৈ বিৰল। আৰু তেওঁৰ পৰ্যবেক্ষণ শক্তি আছিল অতি তীব্ৰ আৰু সঠিক—কোনো ভুল নেথাকে যি কোনো বিষয়, ব্যক্তি, ঘটনা, পৰিস্থিতি, অৱস্থা বা দৃশ্যৰ বিষয়ে পৰ্যবেক্ষণ কৰোঁতে। তেওঁৰ নানা অলঙ্কাৰপূৰ্ণ ৰচনাশৈলীৰ মাজেদিও বাণৰ দৃষ্টিভঙ্গী স্পষ্টৰূপে দেখা যায়। সেই মুকলি দৃষ্টিভঙ্গী বিংশ শতাব্দীৰ লেখকৰ দৃষ্টিভঙ্গীৰে একে। সেই যুগৰ কোনো ভাৰতীয় লেখকৰে তেনে মনোভঙ্গী নাছিল।

তেওঁৰ দুখন গ্ৰন্থৰ ভিতৰত 'হৰ্ষচৰিত' হৈছে যিবিলাক ঘটনাৰ মাজেদি হৰ্ষবৰ্দ্ধন ক্ষমতাত অধিষ্ঠিত হৈছিল সেইবোৰৰ বিৱৰণ। সাধাৰণভাৱে বাণৰ বৃত্তান্ত গ্ৰহণযোগ্যও। কিন্তু কোনো কোনো ঠাইত মাত্ৰাধিক অতিৰঞ্জন আছে আৰু অনেক ঘটনাৰ পাৰিপাৰ্শ্বিক অৱস্থাৰ বৰ্ণনাৰ অভাৱ দেখা যায় যিটো ঐতিহাসিকৰ বিভ্ৰান্তি আৰু বিৰক্তিৰ কাৰণ হৈ পৰে। এই গ্ৰন্থ দেখদেখকৈ সম্পূৰ্ণকৈ লিখাই হোৱা নাছিল। কাৰণ এই গ্ৰন্থৰ ইতি পৰাৰ সময়তো ইয়াৰ নায়ক হৰ্ষৰ ভৱিষ্যত নিৰ্ণীত হোৱাই নাছিল। 'কাদম্বৰী' নিশ্চয় সুবন্ধুৰ 'বাসৱদত্তা' গ্ৰন্থৰ দ্বাৰাই প্ৰণোদিত হৈয়েই বাণে লিখিছিল। সুবন্ধুৰ বাসৱদত্তা'ত কাহিনীকথন, বৰ্ণনা আদি অনেক বিষয়ত ত্ৰুটি বহুত। সেই বিষয়ে ওপৰত উল্লেখ কৰা হৈছে। বাণে নিশ্চয় সেইবোৰ দোষ নকৰাকৈ সচেতনভাৱেই এখন তেনে গ্ৰন্থ ৰচনা কৰাৰ মানসেৰে 'কাদম্বৰী' লিখি সফলকাম হৈছিল। 'কাদম্বৰী'ৰ কাহিনীও এটা ৰোমাঞ্চ। এলানি উপকাহিনী সংযুক্ত কৰি এক জটিল প্লট গঠন কৰা হৈছে। এইখন কিতাপো বাণে সম্পূৰ্ণ কৰা নাছিল। সম্পূৰ্ণ কৰিছে বাণৰ পুত্ৰইহে। তেওঁৰ কেঁচা হাতৰ লেখনি স্পষ্টকৈ চকুত পৰে।

বাণৰ ৰচনাশৈলীৰ এক দৃষ্টান্ত হিচাপে আমি তলত বাণে হৰ্ষৰ সৈন্যবাহিনীয়ে শত্ৰুৰ বিৰুদ্ধে ৰণযাত্ৰা আৰম্ভ কৰাৰ আগ মুহূৰ্তত শিবিৰ সামৰা এটা দৃশ্যৰ সংক্ষিপ্ত

বৰ্ণনা উদ্ধৃত কৰিছোঁ। মূল পাঠত তলত দিয়া গোটেইখিনি কথা প্ৰকাশ কৰিছে মাত্ৰ এটা বাক্যত। মূলবাক্যটো আছিল একেবাৰে শেষত যাৰ অৰ্থ হ'ব—'ৰাজসভা সামন্ত ৰজাসকলেৰে পৰিপূৰ্ণ হৈ আছিল।" তলৰ অনুবাদত আমি দিয়া একো একোটা বাক্য বা বাক্যাংশ মূল পাঠত একোটা সন্ধি বা সমাস মাথোন। 'হৰ্ষচৰিত'ৰ সপ্তম পৰিচ্ছেদত আছে এইদৰে—

"তেতিয়া যাত্ৰাৰ সময় হ'ল। ডবাৰ গুৰুগম্ভীৰ ধ্বনি উঠিল। উল্লসিত ধ্বনি তুলি নাগেৰাবোৰো বাজিবলৈ ধৰিলে। ৰণভেৰী বাজিবলৈ ধৰিলে। শিঙা-শংখবোৰৰ ধ্বনি উঠিল। লাহে লাহে শিবিৰৰ কোলাহল বাঢ়ি যাবলৈ ধৰিলে। বিষয়াসকলে ৰজা, সভাসদ, পাৰিষদসকলক জগাবলৈ ধৰিলে। অসংখ্য হাতুৰি আৰু ডবাৰ মাৰিৰ শব্দত আকাশ নিনাদিত হ'ল। সেনাপতিসকলে তলতীয়া বিষয়াসকলক একেলগ কৰিলে। মানুহবোৰে হাতে হাতে জ্বলাই লোৱা হাজাৰ হাজাৰ জোৰৰ পোহৰত ৰাতিৰ আন্ধাৰ দূৰলৈ পলাল। নাৰী-প্ৰহৰিণীবিলাকৰ পদশব্দত প্ৰেমিক-প্ৰেমিকাবোৰৰ নিদ্ৰাভঙ্গ হ'ল। যুদ্ধহস্তীবিলাকৰ অধীক্ষক বিষয়াৰ কৰ্কশ কণ্ঠস্বৰত মাউতহঁতৰ টোপনি ভাগিল। হাতীশালৰ পৰা হাতীবোৰ ওলাই আহিল জাকে জাকে।

জাক জাঁক যুদ্ধৰ ঘোঁৰাই নিদ্ৰা ত্যাগ কৰি কেশৰসহিত গা জোঁকাৰিবলৈ ধৰিলে। তম্বুৰ খুঁটিবোৰ কোৰেৰে খানি উলিওৱা শব্দ। হাতী বান্ধি থোৱা শিকলিবোৰৰ খুঁটি উঘালি সামৰোতে হোৱা ঝনঝননি শব্দ। ঘাঁহীবিলাকে মুকলি কৰি দিয়াৰ লগে লগে হাতীৰ শিকলিবোৰৰ শব্দ আৰু বাঢ়িল। হাতীৰ ধূলিময় গা খেৰৰ মুঠিৰে মোহাৰি দিয়াৰ পিছত ফিটফিটীয়াকৈ ভৰোৱা চামৰাৰ মোনাবোৰ হাতীৰ পিঠিত তুলি দিয়া হ'ল। তম্বু আৰু মঞ্চবোৰৰ কেনভাছবোৰ চাকৰবোৰে মেৰাই মেৰাই সামৰিবলৈ ধৰিলে। তম্বুৰ খুঁটিবোৰ মুঠা-মুঠে বান্ধি চামৰাৰ থৈলাত খুন্দখুৱাই ভৰাই ৰখা হ'ল। গুদামৰখীয়াবোৰে সেইবোৰ গোটাই দিলত হাতীৰ মাউতহঁতে সেইবোৰ হাতীৰ পিঠিত তুলি বোজাই কৰিলে। দাসবিলাকৰ থকা ঠাইতে বাচন-বৰ্তনবোৰ গোটাই ৰখা হৈছিল। সেইবোৰ সাৱধানে হাতীৰ পিঠিত তুলি বন্ধা হ'ল। শকত-আৱত বেশ্যাবোৰ টানি-টুনি লৈ যাওঁতে সিহঁতৰ হাত-ভৰি এচেৰা দেখি সৈন্যবোৰে ৰগৰ পাই হাঁহিছিল। খুব টানি টানি সিহঁতৰ গাৰ পেটীবোৰ বান্ধোতে মহাবলশালী জঙ্গী স্বভাৱৰ হাতীবোৰে কাঁউত্ কাঁউত্ চিঞৰিছিল। কাৰণ তেনেকৈ বন্ধাৰ ফলত সিহঁতে আগৰ দৰে অঙ্গ-সঞ্চালন কৰাটো বন্ধ হৈছিল। ইপিনে সিহঁতৰ পিঠিত বোজাই তুলি বান্ধি দিওঁতে উটবোৰেও আমনি পাই নেথনি-ফোপনি তুলিছিল।

তেওঁলোক ৰথত আৰোহণ কৰি বহি থাকোঁতে উচ্চ বিষয়া আৰু ৰাজন্যসকলৰ পত্নীবৰ্গৰ লগত ৰাজন্য আৰু ডাঙৰীয়াসকলৰ কটকী লগুৱাহঁতে আহি দেখা কৰি খা-খবৰ লৈছিল। হাতীবোৰৰ তদাৰককাৰী বিষয়াই যোৱাৰ সময় পাহৰি নিজৰ চাকৰ-

বাকৰবোৰ বিচাৰি ফুৰিছিল। ৰজাৰ প্ৰিয় বিষয়াসকলৰ সুন্দৰ সুন্দৰ ঘোঁৰাবোৰ কানিয়ে-কাপোৰে সুসজ্জিত লগুৱাইঁতে উলিয়াই আনিছিল। নিজৰ নিজৰ গৰাকীহঁতৰ কৃপাত সিহঁতৰ একোৰে অভাৱ নাছিল। সুদৰ্শন চেহেৰাৰ সেনাপতিহঁতৰ দলৰ সৈন্যবোৰে যুদ্ধযাত্ৰা কৰি ওলাই আহোঁতে গাত সুগন্ধি কৰ্পূৰাদিৰ প্ৰসাধন কৰিছিল। সেনাপতিসকলৰ ঘোঁৰাত জিনত নিমখীয়া মটৰৰ মোনা, সৰু সৰু টিলিঙা আৰু হুইচেল আঁৰি দিয়া হৈছিল। (কাৱেল আৰু টামাছে কৰা 'হৰ্ষচৰিত'ৰ অনুবাদত 'লৱণকলায়ী'ৰ অৰ্থ কৰিছে 'কাঠৰ হৰিণমূৰ্তি, বুলি ভুল কৰি। আচলতে লৱণ মানে নিমখ, 'কলায়ী' এবিধ মটৰ। ঘোঁৰাৰ খাদ্য হিছাপে ব্যৱহাৰ হয়। তেনেকৈ 'কিংকিনী-নালি-সনাথ' শব্দৰ অনুবাদ 'খাগৰিৰ নলাযুক্ত টিলিঙা' হোৱাটো অসম্ভৱ। আমি দিয়াটোহে শুদ্ধ হ'ব। সংকেতধ্বনি কৰিবলৈ এডাল ৰচিৰ আগত এটা হুইচেল জাতীয় বাজনা ওলোমাই লোৱাটো বেছি সম্ভৱ।) সৈন্যবিলাকৰ মাজত ঘোঁৰাৰ ওপৰত বান্দৰবোৰো আছিল। চহিচবিলাকে ঘোঁৰাৰ লেকামবোৰৰ জঁট ভাঙি দিছিল। ঘোঁৰাশালৰ ৰখীয়াবোৰে ঘোঁৰাবোৰৰ পুৰাৰ দানাৰ বস্তাবোৰ চোঁচৰাই উলিয়াই আনিছিল। ঘাঁহীবোৰৰ চিঞৰ-বাখৰ বাঢ়িছিল। ঘোঁৰাশালবিলাকত যাত্ৰাৰ খদমদম আৰম্ভ হওঁতে চেঙেৰা ঘোঁৰাবোৰৰ দপদপনি টনা-আঁজোৰা বৃদ্ধি পাইছিল। অশ্বাৰোহীবোৰে যাবলৈ ওলাই আহোঁতে ছোৱালীবোৰে থালত সুগন্ধি প্ৰলেপ লৈ প্ৰত্যেকৰ ওচৰ চাপেহি। প্ৰত্যেকে থালৰ পৰা প্ৰলেপ লৈ মুখত ঘঁহে। শিবিৰৰ পৰা অশ্ব আৰু হস্তীযূথবোৰ ওলাই গুচি যোৱাৰ পিছত কাষৰীয়া ঠাইবোৰৰ পৰা দৰিদ্ৰ মানুহবোৰে আহি উবুৰি খাই পৰেহি এৰি থৈ যোৱা শস্য কিবা পায়নেকি চাবলৈ। পিঠিত বোজা লৈ গাধৰ কাহিনীও মন্থৰ খোজেৰে মূল বাহিনীৰ পিছে পিছে ৰাওনা হয়। বাটৰ ওপৰত অসংখ্য গৰুৰ গাড়ীৰ চকাৰ কেৰকেৰণি। ষাঁড়বোৰৰ পিঠিতো নানা ধৰণৰ বোজাই। প্ৰথমতে ষাঁড়বোৰকে টানি বাহিৰ কৰি যাত্ৰা কৰোৱা হয় যদিও বাটৰ কাষত ঘাঁহনি দেখিলেই সিহঁতে শাৰী ভাঙি ইফালে-সিফালে যাবলৈ বিচাৰে। মাজে মাজে সিহঁতৰ পিঠিৰ পৰা বোজাই খহি পৰিও জঞ্জাল বঢ়ায়।

"একেবাৰে সন্মুখভাগত যায় প্ৰধান প্ৰধান লিগিৰা-লিকচৌবোৰ ৰান্ধনিশালৰ বয়বস্তু-সৰঞ্জামবোৰ লৈ। প্ৰত্যেক দলৰ সন্মুখত ধ্বজাবাহকবিলাক যায় পথ নিৰ্দেশ কৰি। সিহঁতৰ সৰু সৰু পঁজাঘৰৰ পৰা ওলাই শিবিৰ ত্যাগ কৰি গুচি যাওঁতে সৈন্যবোৰক দেখা কৰিবলৈ সিহঁতৰ বন্ধু-বান্ধৱবোৰ আহি ভিৰ কৰে। হাতীবোৰে ঠেলা-ঠেলি কৰি যাওঁতে বাটৰ কাষৰ গাঁৱৰ লোকৰ পঁজাঘৰবোৰ গচকি ভাঙে। গাঁৱৰ মানুহবোৰ ওলাই আহি খঙত তেনে হাতীৰ মাউতবোৰলৈ চপৰা দলি নিক্ষেপ কৰে। মাউতবোৰৰ গাত তেনে দলি লাগিলে চিঞৰি-বাখৰি চাই থকা মানুহবোৰক গোচৰ দিয়ে— "চোৱাচোন চোৱা, আমাৰ কেনে দশা কৰিছে!" সিহঁতৰ হাতীয়ে ভগা ঘৰবোৰৰ পৰা দুখীয়া মানুহৰ পৰিয়ালবোৰ লৰি আঁতৰি যোৱা দেখা যায়। সদাগৰবিলাকৰ মালবোজাই ষাঁড়বোৰে

তেনে গোলমাল দেখিলেই যেনি-তেনি পলাই গৰাকীহঁতৰ মুৰৰ কামোৰণি বঢ়ায়। জনতাৰ ভিৰৰ মাজেদি হাতে হাতে জোৰ লৈ আগত লৰি লৰি যোৱা মানুহবোৰে হাতীবোৰ যাবৰ বাবে পথ মোকলায়। সেইবোৰ হাতীৰ ওপৰৰ হাওদাত শিবিৰত থকা ডা-ডাঙৰীয়াসকলৰ পুৰনাৰীসকল। পিছে পিছে লৰিবলৈ ধৰা কুকুৰবোৰক উলটি ধমকি দিয়ে অশ্বাৰোহীবিলাকে। অভিজ্ঞ অশ্বাৰোহীয়ে ভাল পাই ওখ ওখ টাঙন ঘোঁৰাবিলাক। সেই ঘোঁৰা যেনে অৱলীলাক্ৰমে কদমত গৈ থাকে যে তেনেকৈ ফুৰিলে যাত্ৰাই সুখকৰ হৈ পৰে। দক্ষিণৰ মানুহবোৰে পিছ পৰি যোৱা তেওঁলোকৰ খচ্চৰবোৰক শাও-শপনি দি দি গৈ থাকে। ধূলিয়ে গোটেই পৃথিৱী যেন ঢাকি পেলালে—এনে দেখা যায়।

ৰজাৰ মূল প্ৰাঙ্গণত সমবেত হৈছিলহি সকলো বৰ বৰ ডাঙৰীয়া আৰু সামন্তসকল। তেওঁলোক আহিছিল বিভিন্ন দিশৰ পৰা মাখুন্দী হাতীৰ পিঠিত আৰোহণ কৰি। তেওঁৰ হস্তিনীবোৰৰ চালক মাউতবোৰৰ হাতত সোণৰ পাতেৰে মেৰিৱা ধনু। হাওদাৰ ভিতৰত তেওঁলোকৰ অনুচৰৰ হাতত তেওঁলোকৰ তৰোৱালবোৰ আছে। তামুলীবোৰে চামৰেৰে তেওঁলোকক বিচি আছে। হাওদাৰ পিছফালে বহা সৈন্যকেইটাৰ হাতত জেভেলিন অৰ্থাৎ শেলৰ মুঠা, দীঘল দীঘল বাকচত ভৰাই লৈছে। হাতীৰ গাৰ ৰচিবোৰতো বহুত বেঁকা তৰোৱাল আৰু কাৰুকাৰ্যখচিত কাঁড় লগোৱা আছে। সমান্তসকলৰ কঁকালত ফুলবছা পাটৰ সাজ কিন্তু আঁঠুৰ তলৰছোৱা ভৰিত বোকালগা ঠেঙা মেৰিৱা। তেওঁলোকৰ গাৰ কুৰ্তাবোৰত লগোৱা গাঢ় ৰঙৰ মণি মুক্তাবোৰৰ চিক্‌মিকনি উঠিছিল। তেওঁলোকৰ গাত চীনদেশীয় চামৰাৰ বৰ্ম—ওপৰৰ অংশত উজ্জ্বল মণি খটোৱা। গাত ভাটৌৰ পাখিৰ দৰে উজ্জ্বল ৰঙৰ চাদৰ। গোটেই জগত যেন অসংখ্য ৰণুৱা আৰু বীৰপুৰুষেৰে ভৰি গ'ল। হাতে হাতে ঢাল লৈ মূৰৰ শিৰস্ত্ৰাণত গুজি লোৱা পাখি জোঁকাৰি হাজাৰ হাজাৰ বীৰ। জঁপিয়াই থকা তীব্ৰবেগী কাম্বোজ ঘোঁৰাবোৰৰ জিন আৰু লেকামত লগোৱা জুনুকাবোৰৰ সমবেত শব্দত চৌদিশ খলক লাগিছিল। ডাঙৰ ডাঙৰ ডবা-নেগেৰাবোৰ বাদ্যকৰবিলাকে উদ্দামভাৱে বজাবলৈ ধৰিছিল। এটা সময়ত সকলো বাজনাত য'তি পৰিল। পদাতিকসকলে ওপৰলৈ চাই অপেক্ষা কৰিলে যাত্ৰা আৰম্ভ কৰিবৰ বাবে আদেশ শুনিবলৈ।"

বাণৰ পিছতো এনে গদ্য ৰোমাঞ্চ অনেক লিখা হৈছিল। লগতে ৰচনা কৰা হৈছিল গদ্য-পদ্য উভয়ৰে মিশ্ৰণ ঘটাই 'চম্পু'শৈলীত অনেক কাহিনী। কিন্তু সেইবোৰৰ কোনোটোৰেই বেছি সাহিত্যিক মূল্য নাছিল। সৰহভাগেই আছিল পণ্ডিতমন্য আৰু লোকৰ পৰা আহৰণ কৰা সমলেৰে লিখা ৰচনা। সেইবোৰ পঢ়ি একো আনন্দ পোৱা নেযায়।

আৰু এবিধ বৰ্ণনামূলক গদ্য-সাহিত্য আছিল উপকথা (fable)। তাৰ প্ৰথম নিদৰ্শন পাওঁ আমি পালি জাকতবোৰত। এনে ধৰণৰ বঙিয়াল সৰু সৰু সাধুবোৰৰ চৰিত্ৰবোৰ সাধাৰণতে কথা পাতিব পৰা জীৱ-জন্তু। এইবোৰ সাধু প্ৰাচীন গ্ৰীচৰ জনপ্ৰিয় তেনে উপকথাবোৰৰ নিচিনাই। ভাৰতীয় উপকথাৰ ওপৰত সেইবোৰৰ কিবা প্ৰভাব পৰিছিল—নেকি সেই বিষয়ে ইতিপূৰ্বে আলোচনা কৰা হৈছে। পোনপটীয়াকৈ গ্ৰীক উপকথাৰ পৰা ঋণ লোৱাৰ কথাই নুঠে। কিন্তু ভাৰতীয় আৰু গ্ৰীক উপকথাবোৰৰ মাজৰ এনে সাদৃশ্যৰ আচল কাৰণ হ'ব পাৰে যে প্ৰাচীন যুগত মধ্যপ্ৰাচ্যৰ নিবাসস্থলত হয়তো একে উমৈহতীয়া উৎসৰ পৰাই দুই দেশৰ উপকথাবোৰ সৃষ্টি হৈছিল। এইবোৰ উপকথাৰ মূল উৎস যিয়েই নহওক, ভাৰতীয় এই লোককথাবোৰৰ প্ৰভাৱ যে পাশ্চাত্য সাহিত্যত পৰিছিল সেই কথা ঠিক। কাৰণ ভাৰতীয় উপকথাবোৰৰ এক প্ৰখ্যাত সংকলন—'পঞ্চতন্ত্ৰম্' অনূদিত হৈছিল মধ্য ফাৰ্চী ভাষা বা পহ্লৱী ভাষালৈ ষষ্ঠ শতিকাত। তাৰ পৰাই তাৰ অনুবাদ হ'ল প্ৰথমে ছিৰিয়াক ভাষালৈ। অষ্টম শতিকাত আকৌ আৰবী ভাষালৈ। তাৰ পিছত নানা ৰূপত ই হিব্ৰু, গ্ৰীক আৰু লেটিন ভাষাত প্ৰৱেশ কৰিলে আৰু সেইবোৰ ভাষাৰ পৰাই গোটেই ইউৰোপতে বিয়পি পৰিল। প্ৰথম ইংৰাজী ভাষাত তাৰ প্ৰৱেশ ঘটিছিল ছাৰ টমাছ নৰ্থৰ 'দ্য মোৰেল ফিলছফি অব্ ডোনি।' ডোনি হৈছে ইটালিয়ান গ্ৰন্থকাৰজনৰ নাম যাৰ কিতাপ নৰ্থে ব্যৱহাৰ কৰিছিল। এইখন কিতাপ ওলাইছিল ১৫৭০ খ্ৰীষ্টাব্দত। ইংৰাজী ভাষাত প্ৰকাশিত প্ৰথম ভাৰতীয় সাহিত্য। পিছৰ অনুবাদবোৰত অৱশ্যে এই গ্ৰন্থৰ বহু সালসলনি, বিকৃতি দেখা গৈছিল। লা ফঁতেইনৰ উপকথাবোৰৰো মূল ভিত্তি আছিল 'পিলপে'—মূল ভাৰতীয় ঋষি বিদ্যাপতিৰ উপাধিয়ে সেইটো ৰূপ ধৰিয়েই ইউৰোপত প্ৰৱেশ কৰিছিলগৈ। সেই বিদ্যাপতিয়েই আছিল সেই কাহিনীবোৰৰ ৰচনা কৰোঁতা। লা ফঁতেইনৰ সাধুকথাবোৰৰ উপৰি লোকসাহিত্য হিচাপে ইউৰোপৰ বহুত দেশতে বৰ জনপ্ৰিয় 'ৰেইনাৰ্ড্ দা ফক্স' অৰ্থাৎ ৰেইনাৰ্ড নামৰ শিয়ালৰ সাধু—যিটোক পূৰ্ণ ৰূপ প্ৰদান কৰিছিল জাৰ্মানিত গ্যেটেই—সেই সাধুৰো উৎস বহুলাংশে এই একেটাই। আন আন ভাৰতীয় উপকথাবোৰেও পশ্চিমলৈ বাট লৈছিল। সেইবোৰ সাধুৰ ভিতৰত 'বৃহৎকথা'ৰ কাহিনীবোৰো অনেক আছিল। আৰব্যোপন্যাসৰ অনেক কাহিনীৰে মূল ভাৰতীয় আছিল। বিখ্যাত ছিন্দবাদ, নাৱিকৰ আচৰিত কাহিনীবোৰৰ কিছুমান বিস্ময়কৰ কাহিনীৰো উৎসভূমি আছিল ভাৰত।

'পঞ্চতন্ত্ৰ' অৰ্থাৎ 'পাঁচ তত্ত্বগ্ৰন্থ' আচলতে নীতিশিক্ষাৰ কিতাপ। মানুহে—বিশেষকৈ ৰজা আৰু ৰাষ্ট্ৰনেতাসকলে—কেনেকৈ দৈনন্দিন কাৰ্যনিৰ্বাহ কৰিব লাগে—সেই বিষয়ে শিক্ষা দিয়াই আছিল গ্ৰন্থখনৰ প্ৰধান উদ্দেশ্য। এই সৰু সৰু উপকথাবোৰৰ বিষয়েও এটা পৰিচয়জ্ঞাপক বৰ্ণনা আছে। এজন ৰজাই এটা সময়ত তেওঁৰ কেউজন পুত্ৰৰ উদ্ধতালি আৰু মূৰ্খামি দেখি বৰ হতাশাত ভুগিছিল। তেওঁক এনে হতাশাৰ পৰা উদ্ধাৰ

কৰিলে এজন মহাজ্ঞানী ঋষিয়ে। তেওঁ ৰাজকুমাৰকেইজনক গোটাই লৈ সৰু সৰু সাধুকথা ক'বলৈ আৰম্ভ কৰিলে আৰু সেইবোৰৰ জৰিয়তে নীতিকথাৰ শিক্ষা দি ছমাহৰ ভিতৰত ৰাজকুমাৰহঁতক সৎপথলৈ ঘূৰাই আনি জ্ঞান দান দিলে। এই সাধুবোৰৰ সংকলন হৈ নানা ধৰণৰ গ্ৰন্থত। কিছুমান দীঘল, কিছুমান চুটি। কিছুমান সাহিত্যিক বিচাৰৰ পৰা বৰ মূল্যবান। সৰহভাগেই আছে গদ্যত কিন্তু তাৰে কিছুমান অংশ আছে উপদেশ বা নীতিশিক্ষামূলক পদ্যত। সেইবোৰৰে বিখ্যাত হৈছে দ্বাদশ শতাব্দীত বঙ্গৰ নাৰায়ণ প্ৰণীত 'হিতোপদেশ।' সেই কিতাপ সংস্কৃত ভাষাৰ ছাত্ৰসকলৰ বাবে পাঠ্য-পুথি ৰূপে ব্যৱহাৰ কৰা হৈছিল অতীত কালত আৰু বৰ্তমানো পাঠ্য-পুথিয়েই হৈ আছে। সেইখনতকৈ সুলিখিত স্কুলীয়া পাঠ্য-পুথি পাবলৈ নাই। গ্ৰন্থকাৰে যি উদ্দেশ্যে সেই গ্ৰন্থ ৰচনা কৰিছিল সেই উদ্দেশ্য পূৰণৰ বাবেই শব্দবাহুল্য আৰু পণ্ডিতমন্যতা বৰ্জন কৰিছিল যদিও সমসাময়িক সংস্কৃত সাহিত্যত সেইবোৰ সাধাৰণতেই দেখা গৈছিল। তাৰ সলনি গ্ৰন্থকাৰে এই সাধুবোৰ লিখিছিল প্ৰাঞ্জল আৰু মনোগ্ৰাহী ভাষাত। লগতে প্ৰচুৰ পৰিমাণে উপদেশমূলক কবিতাৰ স্তৱক সুমুৱাই দিছিল। সেইবোৰৰ ভাষাও অতি সংক্ষিপ্ত কিন্তু ৰুচিসন্মত আৰু শুৱলা। লগতে চিৰকাল মনত থাকি যোৱাকৈ অৰ্থপূৰ্ণ। নীতিবোধৰ ফালৰ পৰা বিচাৰ কৰিলে অনেক কাহিনীয়েই সমান মূল্যৰ নহয়। কাৰণ সেইবিলাকে সতৰ্ক হ'বলৈ আৰু নিজৰ স্বাৰ্থ ৰক্ষা কৰিবলৈহে প্ৰধানকৈ উৎসাহ যোগায়। পৰাৰ্থপৰ বা আনৰ স্বাৰ্থৰক্ষাৰ প্ৰতি আগ্ৰহ জন্মাব নোখোজে। তলত দুটা কাহিনী আমি উদ্ধৃত কৰিছো। দুইটা কাহিনীয়েই অন্য কাহিনীৰ ভিতৰৰ কাহিনী ঃ

"কথিত আছে—

যি মানুহে দুষ্টলোকৰ চলাহি কথাত ভোল গৈ
তাকো নিজৰ নিচিনা বুলিয়েই ভাবে
সেইবোৰ মানুহৰ চোৰহঁতৰ হাতত ঠগ খাই
ছাগলী হেৰুৱা ব্ৰাহ্মণৰ দশা হয়।"

ৰজাই তেতিয়া সুধিলে, "সেইটোনো কেনেকৈ হৈছিল?"

মেঘবৰ্ণই ক'লে, 'গৌতমাৰণ্য'ত এজন অনেক যজ্ঞাদি সম্পন্ন কৰা খ্যাতিমান ব্ৰাহ্মণ আছিল। তেওঁ এদিন এখন গাঁৱলৈ গৈ বলি দিবৰ কাৰণে এটা ছাগলী কিনিলেগৈ। ছাগলীটো কান্ধত লৈ আহি থাকোঁতে তিনিটা চোৰে তেওঁক দেখিলে। তিনিওটা ধূৰ্ত লগ লাগি কথা পাতিলে— "কিবা এটা বুদ্ধি কৰি এই বামুণৰ ছাগলীটো ল'ব নোৱাৰিনে? পাৰিলে কিন্তু বৰ মজাৰ কথা এটা হ'ব।" এইবুলি কথা হৈ তিনিওটাই বাটৰ কাষত এক ক্ৰোশ দূৰে দূৰে বেলেগে বেলেগে গছৰ তলত বৈ থাকিল। ব্ৰাহ্মণ পাৰ হৈ যাওঁতে প্ৰথমটো ঠগে কৈ উঠিল, "ইঃ ইঃ দেউ, আপুনি বাৰু এই কুকুৰটো কান্ধত লৈ ফুৰিছে কিয়?" ব্ৰাহ্মণে উত্তৰ দিলে, "এইটো কুকুৰ নহয়। বলিৰ কাৰণে এটা ছাগলীহে।"

এক ক্ৰোশ পথ যোৱাৰ পিছত দ্বিতীয় ঠগটোৱেও একেটা প্ৰশ্নকে কৰিলে ব্ৰাহ্মণক। এইবাৰ ব্ৰাহ্মণে ছাগলীটো মাটিত নমাই ভালকৈ ঘূৰি ঘূৰি খুটিয়াই খুটিয়াই চালে। তাৰ পিছত পুনৰ কানত তুলি যাবলৈ ধৰিলে। তেওঁৰ মনত দোধোৰ-মোধোৰ ভাব উপস্থিত হ'ল। কাৰণ ঠগ-প্ৰৱঞ্চকৰ কথাই ভাল ভাল মানুহৰ মনতো সংশয়ৰ ভাব সৃষ্টি কৰে। যদি তেনে প্ৰৱঞ্চকক বিশ্বাস কৰে তেন্তে তেনে লোকৰো সুকৰ্ণৰ দৰেই মৃত্যু হ'ব।

"সেইবাৰনো কি হৈছিল?" ৰজাই পুনৰ সুধিলে। তেওঁ ক'লে,

"এখন অৰণ্যত মদোৎকট নামে এটা সিংহ আছিল। তাৰ চাকৰ আছিল তিনিটা— এটা কাউৰী, এটা বাঘ আৰু এটা শিয়াল। সিহঁত তিনিওটা ভৃত্যই এদিন ফুৰিবলৈ ওলাই গ'ল আৰু বাটতে লগ পালে এটা উট। সিহঁতে উটটোক সুধিলে সিনো ক'ৰপৰা আহিল—কোনোবা কাৰাভানৰ পৰা বাট হেৰুৱাই আঁতৰি আহিলনেকি—ইত্যাদি। উটটোৱেও সিহঁতৰ আগত নিজৰ বিষয়ে সকলো বৃত্তান্ত ক'লে। সিহঁতেও তাক মাতি নি সিংহৰ ওচৰত চমজাই দিলেগৈ। সিংহয়ো তাৰ সকলো কথা শুনি তাক অভয় দি মুকলি মনেৰে চৰি ফুৰিবলৈ দিলে। উটটোৰ নাম হ'ল সুকৰ্ণ।"

"পিছত এবাৰ সিংহ বৰ নৰিয়াত পৰিল। ইপিনে ডবাপিটা বৰষুণ চলিল বহুদিন। সিহঁতৰ খাদ্যবস্তুৰ অভাৱত বৰ কষ্ট হ'ল। গতিকে তিনিওটাই মন্ত্ৰণা কৰিলে সিহঁতৰ ৰজা সিংহই সুকৰ্ণকে বধ কৰি খাব লাগে। তিনিও কোৱাকুই কৰিবলৈ ধৰিলে, "নহ'লে সেই কেৱল কাঁইটীয়া গছ খাই থকা উটদালৰ পৰা আমাৰনো কি কাম হৈছে?" বাঘে কিন্তু ক'লে, "কিন্তু আমিনো কি বুদ্ধি কৰিম, কোৱাচোন। দেখিছাই, আমাৰ ৰজাই তাক অভয় দি অঙ্গীকাৰ কৰি থৈছে। সিটো সেইবাবে পূৰা ৰজাৰ অনুগ্ৰহৰ পাত্ৰ হৈ আছে।" কাউৰীয়ে ক'লে, "ৰ'বা, ৰ'বা এতিয়া ৰজাৰে খীণাই-শুকাই হাড়-ছাল ওলালগৈ। এনে সময়ত পাপ কৰ্ম হ'লেও কৰিবলৈ তেওঁ দ্বিধা নকৰিব। কাৰণ—

ভোকত তৰণি নেপালে তিৰোতাই সন্তানকো ত্যাগ কৰে
ভোকাতুৰ সাপে নিজৰ কণীবোৰ নিজেই ভক্ষণ কৰে
গতিকে ভোকাতুৰ এক মানুহে কি নকৰিব—
তাতে কৃশকায় মানুহবোৰ সদায় নিৰ্দয়।

আৰু, তদুপৰি—

মদাহী লোক, নিৰ্বোধ লোক, উন্মাদ
অতি ক্লান্ত, অতি ক্ৰুদ্ধ, অতি ক্ষুধাতুৰ লোক
অতি লোভী, অতি ভীতিগ্ৰস্ত, অতি উদ্ধত
বা প্ৰেমাসক্ত লোকে কেতিয়াও শুদ্ধ কাম নকৰে।

এইদৰে কথা-বতৰা পাতি সিহঁত তিনিওটা সিংহৰ ওচৰ পালেগৈ। সিংহই সুধিলে— “তহঁতে খাবলৈ কিবা বিচাৰি পালিনে?” সিহঁতে উত্তৰ দিলে, “মহাৰাজ আমি পাৰোমানে যত্ন কৰিলো, কিন্তু ক'তো খাব পৰা একো নেপালো।” সিংহই ক'লে, “তেনেহ'লে এতিয়া জীয়াই থাকিম কেনেকৈ?” কাউৰীয়ে ক'লে, “প্ৰভু আমি যদি এতিয়া আমাৰ স্বাভাৱিক খাদ্য নেপাওঁ তেন্তে অৱশ্যে আমাৰ মৃত্যু হ'ব।”

সিংহই সুধিলে, “আমাৰ স্বাভাৱিক খাদ্যনো কি?”

কাউৰীয়ে সিংহৰ কাণে কাণে ফুচফুচাই ক'লে, “সুকৰ্ণ?”

সিংহই শুনিয়েই ভূমি চুই কাণত হাত দিলে। মুখখন ভয়ত শিয়ৰি উঠিল। তাৰ পিছত ক'লে— “কৰ কি! মই তাক ৰক্ষা কৰিম বুলি অভয় দান কৰি থৈছো। অঙ্গীকাৰ কৰিছো যেতিয়া তাক পালন কৰিবই লাগিব। তাক আমি খাব পাৰোনে? নেজাননে—

ভূমিদান, স্বৰ্ণদান, পশুধনদান বা অন্নদান
এইবোৰ সকলো দানতকৈ শ্ৰেষ্ঠ হ'ল অভয়দান।

তদুপৰি—

শৰণাগতক ৰক্ষা কৰাৰ সমান পুণ্য কোনো কাৰ্যতে নাই
সকলো বাঞ্ছা পূৰ্ণ কৰোঁতা অশ্বমেধৰ সমান পুণ্য
ঘৰত বহিয়ে পায়।”

“সত্য কথা, প্ৰভু।” ক'লে কাউৰীয়ে, “আমাৰ ৰজাই সুকৰ্ণক বধ কৰিব নিশ্চয় নেপায়। কিন্তু তেতিয়াহ'লে আমি এনে বুদ্ধি কৰিব লাগিব যাতে সুকৰ্ণই নিজেই নিজকে মহাৰাজৰ খাদ্য হিছাপে উছৰ্গা কৰে।”

সেইদৰে কলত সিংহ নিমাত হ'ল। কথা-বতৰাৰ মাজতে এবাৰ সুযোগ বুজি কাউৰীয়ে কথাটো উলিয়ালে লগৰ আটাইকেউটাৰে আগত। তাৰ পিছত আটাইকে মাতি আনি সিংহৰ ওচৰত থিয় কৰালেহি। সিংহৰ খীণাই-শুকাই যোৱা দেহাৰ কথা কৈ নানা দুখ কৰি এসময়ত টেঙৰ কাউৰীয়ে কৈ উঠিল—

“মহাৰাজ, আমি আৰু বিচাৰিবলৈ ঠাই বাকী ৰখা নাই। তথাপি কোনো খাদ্যবস্তুৰ সন্ধান আমি নাপালো। বহুদিনৰ অন্নকষ্টৰ ফলত মহাৰাজ আমাৰ দুৰ্বল হৈছে। সেই কাৰণে মোৰ মাংসকে ভোজন কৰি তেখেতে যেন প্ৰাণ ৰক্ষা কৰে। কাৰণ—

সকলো প্ৰজাই ৰজাৰ ওপৰতে নিৰ্ভৰ কৰি বাচি থাকে
যেনেকৈ ভালকৈ শিপা বিস্তাৰ কৰা গছহে ফলৱান হয়
তেনেকৈ শক্তিশালী ৰজাৰ ওপৰত নিৰ্ভৰ কৰিহে
মানুহে নিজৰ কৰ্ম সিদ্ধি কৰিব পাৰে।

সিংহই ক'লে, “তোক ভোজন কৰাতকৈ মই মৰিমেই লাগিলে।”

তেতিয়া শিয়ালেও একে ধৰণে নিজকে উছৰ্গা কৰিলে সিংহৰ খাদ্য হিছাপে।

সিংহই পুনৰ ক'লে— "হ'বই নোৱাৰে।" শেহত বাঘেও ক'লে, "মোৰ গৰাকী সিংহই যেন মোৰ দেহা ভক্ষণ কৰিয়েই পুষ্টি লাভ কৰে।"

সিংহই পুনৰ ক'লে, "মই তেনে অধৰ্ম কাম কৰিব নোৱাৰো।"

অৱশেষত সুকৰ্ণৰো বিশ্বাস হ'ল। ভাবিলে ৰজাক নিজৰ দেহাটো অৰ্পণ কৰিলেও কোনো ভয়ৰ কাৰণ নেথাকিব। গতিকে সিও সিংহক তাৰ মঙহকে খাবলৈ ক'লে। কোৱাৰ লগে লগে সিংহই তাৰ পেট ফালি মাৰি পেলালে আৰু কেউটাই মিলি সুকৰ্ণৰ দেহা খাই অন্ত কৰিলে।

সেইবাবেই মই কওঁ—

প্ৰৱঞ্চকৰ কথা শুনি মানুহৰো ভুল হয়।

ঠগ-প্ৰৱঞ্চকক বিশ্বাস কৰিলে সুকৰ্ণৰ দৰেই মৃত্যুৰ মুখতো পৰিবলগা হয়।

সেই ব্ৰাহ্মণজনে ছাগলীটো কান্ধত লৈ গৈ থাকোতে এইবাৰ তৃতীয় চোৰটো ওলাই একে কথাকে ক'লে। তিনিবাৰ তিনিটা বেলেগ মানুহৰ মুখত একে কথাকে শুনি ব্ৰাহ্মণৰ এইবাৰ বিশ্বাস হ'ল যে তেওঁৰ নিশ্চয় বুদ্ধি ভ্ৰম হৈছে। গতিকে ছাগলীটো মাটিলৈ নমাই কুকুৰ বুলি আঁতৰাই দিলে আৰু নিজে গা ধুই মন্ত্ৰ মাতি শুদ্ধি-প্ৰায়শ্চিত্ত কৰি ঘৰলৈ গ'লগৈ। ইপিনে তিনি চোৰ লগ লাগি ছাগলীটো লৈ গৈ ভোজ খালেগৈ। সেইবাবেই মানুহে কয়—যি মানুহে দুষ্ট লোকৰ চলাহি কথাত ভোল যায়—তেনে মানুহৰ চোৰৰ হাতত ঠগ খোৱা ব্ৰাহ্মণৰ দশা হয়।"

## পালি সাহিত্য

পালি ভাষা সংস্কৃত ভাষাতকৈ সৰ্বসাধাৰণ মানুহৰ মুখৰ ভাষাৰ বেছি ওচৰ আৰু ইয়াৰ শৈলীও সাধাৰণভাৱে সংস্কৃততকৈ সৰল। কিন্তু পালি সাহিত্যত অনেক মনোৰম পাঠ আছে যদিও পালি গ্ৰন্থবোৰ সাধাৰণতে গদ্যধৰ্মী আৰু পুনৰুক্তিৰে ভৰা। একেবোৰ খণ্ডবাক্য আৰু বৰ্ণনা—তাকো বৰ দীঘল দীঘল—বাৰে বাৰে সেইবোৰ গ্ৰন্থত পোৱা যায়। পঢ়োতে মনত বিৰক্তি অনুভৱ কৰা যায়। সেইবোৰ কাটিকুটি সংক্ষিপ্ত কৰি নল'লে উপায় নেথাকে। তথাপি পালি সাহিত্যৰ বৰ্ণনামূলক ৰচনাবোৰ যথেষ্ট সাহিত্যিক মূল্যৰে ভৰা। তলত দৃষ্টান্ত হিছাপে, অলপ সংক্ষিপ্ত ৰূপত 'বুদ্ধৰ মহান বহিঃ গমন'-ৰ কাহিনী একাংশ তুলি দিয়া হ'ল। এডৱাৰ্ড ফ'জব'লৰ 'নিদান কথা'ৰ প্ৰথম খণ্ডৰ পৰা (এন্ ইণ্ট্ৰডাকছন টু' দ্য জাতকজ্-পৃঃ ৬১-৬২)।—তাৰ নাটকীয় সাৱলীলতা লক্ষণীয় ঃ

"তাৰ পিছতে অপৰূপা সুন্দৰী নাৰীগণে দেৱকন্যাসকলৰ দৰে সৰ্বপ্ৰকাৰ সাজ-সজ্জা আৰু অলঙ্কাৰেৰে বিভূষিতা হৈ নৃত্য-গীত আৰম্ভ কৰিলে। তেওঁলোক সকলো

নৃত্য-গীতত সুশিক্ষিতা আছিল। কিন্তু বোধিসত্ত্বৰ মনত নৃত্য-গীতৰ প্ৰতি কোনো ৰুচি নাছিল। অলপ পিছতে তেওঁৰ টোপনি আহিল। নৰ্তকী ৰমণীসকলে ভাবিলে—"উৰা! যাৰ কাৰণে আমি নাচিছোঁ-গাইছোঁ তেৱেঁই দেখোন দুৰ্ঘোৰ টোপনিত পৰিল। আমিনো তেনে কিয় কষ্ট কৰি মৰো। তেওঁলোকেও বাদ্য-যন্ত্ৰ সামৰি থৈ নিজেও শুই থাকিল। সুগন্ধি তৈলপ্ৰদীপ নীৰৱে জ্বলিবলৈ ধৰিলে।"

"বোধিসত্ত্বই এসময়ত সাৰ পাই উঠি আসন কৰি বহিল। তেওঁ কেউফালে সেই ৰমণীসকলক নিদ্ৰামগ্না হৈ থকা দেখিলে। তেওঁলোকৰ বাদ্য-যন্ত্ৰবোৰ একাষৰীয়া কৰি থৈ সকলো গভীৰ টোপনিত লালকাল। কিছুমানৰ মেল খাই থকা মুখৰ পৰা লেলাউটি বৈ আছে। কিছুমান ঘামত টেপটেপীয়াকৈ তিতি আছে। কিছুমানে টোপনিতে দাঁত কৰচিছে। বহুতৰ নাকে ঘোৰঘোৰাইছে। অনেকৰেই গাৰ সাজ-পাৰ ইমান সোঁত-মোচ খাই আছে যে আনকি লাজ-লগা ধৰণে গোপন অঙ্গবোৰো অনাবৃত হৈ আছে। ৰমণীকুলৰ এনে অসংযত অৱস্থা দেখি ভোগবিলাস আৰু ইন্দ্ৰিয়াসক্তিৰ প্ৰতি আগতকৈ প্ৰচণ্ড বিতৃষ্ণাৰ সৃষ্টি হ'ল তেওঁৰ মনত। সৰগৰ ইন্দ্ৰপুৰীৰ দৰে সজোৱা তেওঁৰ প্ৰাসাদৰ ৰঙ্গশালা যেনি-তেনি পৰি থকা মৰাশ ৰখা ঘৰ যেন লাগিল। কাল অগনিয়ে মুহূৰ্ততে পুৰি ছাই কৰিব ধৰা ঘৰৰ দৰে ক্ষণস্থায়ী যেন বোধ হ'ল মানব জীৱন। "উঃ কি পৰম দুৰ্ভাগ্য এইবোৰ! কিমান যে দুখময়!!" তেওঁৰ মুখেদি তেনে নিৰাশাৰ বাক্য উচ্চাৰিত হ'ল। তেওঁৰ মনত বৈৰাগ্যৰ ভাব প্ৰবলতৰ হ'ল। আজিয়েই মই মোৰ মহা বহিৰ্গমন আৰম্ভ কৰিব লাগিব—এইবুলি মন দৃঢ় কৰি তেওঁ শয্যাৰ পৰা নামি দুৱাৰৰ ফালে আগবাঢ়িল।

"দুৱাৰ-ডলিৰ কাষতে শুই থকা চন্নক জগাই তেওঁ ক'লে—'আজিয়েই মই মোৰ মহাযাত্ৰা আৰম্ভ কৰিম। মোৰ ঘোঁৰা সাজু কৰা।..... চন্নক পঠাই দি তেওঁ মনতে ভাবিলে 'মই মোৰ পুত্ৰক এবাৰ চাই লওঁ।' তেওঁ গৈ ৰাহুলৰ মাক শুই থকা কোঠাত সোমালগৈ—দুৱাৰখন খুলিয়েই সুগন্ধি তৈলপ্ৰদীপৰ পোহৰত দেখিলে পুষ্পশয্যাত সুখেৰে নিদ্ৰা গৈ আছে তেওঁৰ ৰাণী—ৰাণীৰ বাহুত মূৰ দি পুত্ৰ অকণমানি ৰাহুল। দুৱাৰ-ডলিৰ পৰাই সেই দৃশ্য চাই থমকি ৰৈ তেওঁ মনে মনে ভাবিলে—'এতিয়া যদি মই তেওঁৰ হাতৰ পৰা ল'ৰাটোক দাঙি লওঁ তেন্তে তেওঁ সাৰ পাব। তেতিয়া মোৰ যাত্ৰা কৰা নহ'ব। গতিকে মই এতিয়া যোৱাই ভাল হ'ব। যেতিয়া মই বুদ্ধ হ'ম তেতিয়া মই ঘূৰি আহি পুত্ৰক চামহি।' এইবুলি সন্তৰ্পণে তেওঁ ৰাজপ্ৰাসাদ এৰি গুচি গ'ল।"

পালি ভাষাৰ গদ্য-সাহিত্যৰ দৃষ্টান্ত হিছাপে ৩৬০নং জাতকৰ সাধু দাঙি ধৰিব পাৰো। এই সাধুটোত তিৰোতা মানুহৰ চঞ্চল স্বভাৱৰ কথা ক'বলৈ গৈছে। তাত কোনো ধৰ্মীয় তাৎপৰ্য অৱশ্যে নাই। ইয়াৰ উত্তৰো হৈছে ধৰ্ম নিৰপেক্ষ মূলৰ পৰাই। কিন্তু এই কাহিনীৰ গাঁথনিলৈ মন কৰিলেই পাঠকৰ চকুত পৰিব কেনেকৈ সাধাৰণ সাধু

এটাও ধৰ্মীয় তত্ত্বকথা প্ৰচাৰৰ কামত লগোৱা হৈছিল। জাতকৰ সাধুবোৰৰ এই সংকলনৰ সকলো কাহিনীৰ দৰেই এই সাধুও নিৰস সৰল প্ৰকাশভঙ্গীৰ অলৌকিক কথাৰে ভৰা। এই ধৰণৰ সাধুবোৰ এতিয়াৰ ভাৰতৰ দৰেই তেতিয়াৰ ভাৰততো বৰ জনপ্ৰিয় আছিল। এই সাধুত উদ্ধৃত পালি ভাষাৰ পদ্যভাগ মূলানুগ। কাহিনীভাগ গদ্যত কৈ যোৱা হৈছে মাত্ৰ চলন্ত টিপ্পনীৰ দৰে।

"তেতিয়া ভগবান বুদ্ধ আছিল জেতবনত। এদিন বৌদ্ধ সংঘৰ আচাৰ ভঙ্গ কৰা এজন নীতিভ্ৰষ্ট সন্ন্যাসীৰ বিষয়ে কথা প্ৰসঙ্গত এই সাধুটো বুদ্ধই কৈছিল। সেই নীতিচ্যুত সন্ন্যাসীক তেওঁ সুধিলে যে তেওঁ পুনৰ সংসাৰলৈ উলটি যাবলৈ ইচ্ছা কৰেনে বা সংঘত যোগ দি তেওঁ যে সন্ন্যাস গ্ৰহণ কৰিছিল তাৰ বাবে তেওঁৰ মনত আক্ষেপ ভাব হয়নেকি? সন্ন্যাসীয়ে উত্তৰ দিলে, "প্ৰভু—এই সকলো হৈছে মই নাৰীৰ ছলনাত ভোল যোৱাৰ কাৰণে।" তেতিয়া বুদ্ধই ক'লে, "ভাই, তিৰোতাৰ মায়াৰ পৰা আত্মৰক্ষা কৰা অসম্ভব। পুৰণি কালৰ জ্ঞানী লোকসকলে তেওঁলোকে গগনবিহাৰী সুপৰ্ণবোৰৰ ৰাজ্যত বসবাস কৰি থকা সময়তে নাৰীৰ মায়াৰ পৰা আত্মৰক্ষা কৰিব সদায় নোৱাৰিছিল।" 'সুপৰ্ণ' মানে পৌৰাণিক আখ্যানত বৰ ডাঙৰ এজাতি পক্ষী—সেইবিলাক পক্ষীৰ ৰজা আছিল গৰুড়। বুদ্ধক তেতিয়া কথাটো ভালদৰে বুজাই ক'বলৈ সন্ন্যাসীজনে কাকুতি-মিনতি কৰিলত বুদ্ধই তলত দিয়া পুৰণি কাহিনীটো ক'লে—

"আগৰ কালত বাৰানসী ৰাজ্যত ৰজা তম্বই ৰাজত্ব কৰিছিল। তেওঁৰ প্ৰধানা মহিষী সুশোনড়ী আছিল অপৰূপ ৰূপৱতী। সেই সময়ত বোধিসত্বই সুপৰ্ণ ৰূপে জন্ম লৈছিল। সেইকালত সুৰুমা দ্বীপ নামে এটা বিবিধ সৰ্পৰে ভৰা দ্বীপ আছিল। সেই দ্বীপতে বোধিসত্বয়ো বাস কৰিছিল সুপৰ্ণবিলাকৰ ৰাজকাৰেঙত। বোধিসত্বই আছিল সুপৰ্ণবিলাকৰ ৰজা।"

"এদিন তেওঁ মানুহৰ ৰূপ ধৰি বাৰানসীলৈ গ'ল আৰু ৰজা তম্বৰ লগত দ্যূতক্ৰীড়াত মগ্ন হ'ল। ৰজাৰ অনুচৰবোৰে ছদ্মবেশী ৰূপবান বোধিসত্বক দেখি বৰ বিস্ময় মানি ৰাণী সুশোনড়ীক গৈ ক'লৈগে যে অপৰূপ কান্তিমান এজন মানুহে আহি ৰজাৰ লগত পাশা খেলি আছেহি। ৰাণীৰো মানুহজনক চাবলৈ বৰ মন গ'ল। তেওঁ সকলো অলঙ্কাৰেৰে বিভূষিতা হৈ সাজি-কাচি ৰজাৰ পাশা খেলা ৰঙ্গশালালৈকে আহি নিজৰ পৰিচাৰিকবিলাকৰ দ্বাৰা পৰিবেষ্টিতা হৈ ৰজাৰ লগত পাশাখেলত মত্ত ৰূপৱান মানুহজনক চালেহি। তেনেতে মানুহজনেও মূৰ তুলি চাই ৰাণীক দেখিলে। দুয়ো দুয়োৰে প্ৰেমত পৰিল। সুপৰ্ণবিলাকৰ ৰজাই মায়াৰ বলেৰে তম্বৰজাৰ নগৰীত ভয়ঙ্কৰ ধুমুহাৰ সৃষ্টি কৰিলে। ৰজাৰ প্ৰাসাদো সেই ধুমুহাত পৰো পৰো যেন হ'ল তাৰ পৰা সকলো মানুহ ওলাই লৰ মাৰিলে। তেওঁৰ যাদুৰ বলেৰে সুপৰ্ণবিলাকৰ ৰজাই ঘোৰ অন্ধকাৰৰ সৃষ্টি কৰিলে। সেই অন্ধকাৰৰ আঁৰ লৈ ৰাণীক অপহৰণ কৰি নি সেই সৰ্পদ্বীপত থকা তেওঁৰ কাৰেং পালেগৈ।

"কোনেও নেজানিলে সুশোনড়ীনো ক'লৈ গ'ল। সুপর্ণবিলাকৰ ৰজাই ৰাণীক লৈ মনৰ ইচ্ছামতে বিহাৰ কৰিলে। তাৰ পিছত আকৌ ৰজাৰ লগত পাশা খেলিবলৈ গ'ল। ৰজাৰ এজন গীত গোৱা বৈৰাগী আছিল। তেওঁৰ নাম আছিল ছন্ন। ৰাণীৰ কি হ'ল, ক'লৈ গ'ল একো নেজানি ৰজাই ছন্নক ক'লে—'তুমিতো গীত গাই ফুৰা বৈৰাগী—যোৱা জলে-স্থলে সকলোতে বিচাৰি উলিওৱা ৰাণী গ'ল ক'লৈ।' ছন্নই ৰজাৰ পৰা যাত্ৰাৰ খৰচ হিছাপে ধন ল'লে তাৰ পিছত নগৰৰ উপকণ্ঠতে আৰম্ভ কৰি সকলো ঠাইতে ৰাণীক বিচাৰিলে। তেনেকৈ ফুৰি ফুৰি তেওঁ ভৃগুকচ্ছ নগৰ পালেহি। সাগৰৰ পাৰৰ সেই নগৰৰ পৰা সেই সময়তে কিছুমান বণিকে জাহাজত মাল-বস্তু তুলি বাণিজ্য যাত্ৰা কৰিবলৈ সাজু হৈছিল। ছন্নই তেওঁলোকক গৈ ক'লে, 'মই এজন বৈৰাগী। মোৰ পৰা ভাড়া নিবিচৰাকৈ মোক লগতে লৈ ব'লা। মই তোমালোকক গান গাই শুনাম।' বণিকহঁতে কথাটো ভালেই পালে। গতিকে তেওঁকো জাহাজত তুলি লৈ যাত্ৰা আৰম্ভ কৰিলে।

জাহাজ সমুদ্ৰপথেদি বহু দূৰ যোৱাৰ পিছত বণিকহঁতে অলপ গান শুনিবলৈ মন কৰি ছন্নক মাতি নি ক'লে— 'এতিয়া আমাক গীত গাই শুনোৱা।' ছন্নই ক'লে, 'মইতো যি কোনো সময়তে গান গাবলৈ সাজু হৈ আছো। কিন্তু ইয়াত এতিয়া যদি মই গাবলৈ আৰম্ভ কৰোঁ তেন্তে সাগৰৰ মাছবোৰ পানীৰ পৰা জঁপিয়াই ওপৰলৈ উঠিব আৰু তোমালোকৰ জাহাজ ভাঙি পেলাব। বণিকবোৰে কিন্তু সেই কথাত পতিয়ন নগ'ল। 'মানুহে ওপৰত গান-বাজনা কৰিলে পানীৰ মাছ জঁপিয়াই উঠে—সেইবোৰ কথা ক'ত শুনিছা? বজোৱা-বজোৱা তোমাৰ গান আৰম্ভ কৰা।' সদাগৰহঁতৰ সেই কথাত ছন্নই, 'বাৰু, তেনেহ'লে মই গাওঁ। কিন্তু পিছত কিবা হ'লে মোক দোষ নিদিবা' বুলি কৈ প্ৰথমে কিছু সময় টুং টাং কৰি নিজৰ বীণত সুৰ বান্ধি মুখৰ গীতেৰে সৈতে এনে নিখুঁতভাৱে গাবলৈ ধৰিলে যে সেই সঙ্গীত শুনি জলচৰ মৎস্যকুলৰ মাজতো প্ৰবল চাঞ্চল্য দেখা গ'ল। মাছবোৰ জাকে জাকে পানীৰ ওপৰলৈ জঁপিয়াবলৈ ধৰিলে। এবাৰ এটা পৰ্বতাকাৰ মকৰ অৰ্থাৎ সাগৰীয়া বিয়াগোম মগৰ এটাই তেনেকৈ জাঁপ মাৰি জাহাজৰ ওপৰতে পৰাত জাহাজ ভাঙি চুৰমাৰ হ'ল। ছন্নই সুলকি পৰা তক্তা এচটাতে উঠি কোনোৰকম ওপঙি থাকিল। বতাহে তাকে ঠেলি আনি সাগৰৰ মাজৰ ওপৰত কোৱা সৰ্পদ্বীপৰ ওচৰ পোৱালেহি। সুপর্ণবিলাকৰ ৰজাৰ প্ৰাসাদৰ ওচৰৰে বৰগছ এজোপাৰ তলেদি কোনোমতে ছন্নই আহি বামত ভৰি দিলেহি।

সেই সময়ত সুপর্ণবোৰৰ ৰজা নাছিল। গৈছিল পাশা খেলিবলৈ। ৰাণী সুশোনড়ীয়ে কাৰেঙৰ পৰা নামি আহি সাগৰৰ পাৰত খোজ চলাই ফুৰিছিলহি। ৰাণীয়ে ছন্নক দেখি চিনি পালে। সুধিলে তেওঁনো সেই দ্বীপ পালেগৈ কেনেকৈ। ছন্নই সকলো কথা ভাঙি-পাতি ক'লত সুশোনড়ী ৰাণীয়ে ছন্নক কোনো ভয় নকৰিবলৈ কৈ সাবটি ধৰি ৰজাৰ

প্ৰাসাদলৈ লৈ গৈ এখন শয্যাত শুৱালে। কিছু সময় জিৰাই-শাঁতাই সুস্থ হোৱাৰ পিছত ছন্নাক ৰাণীয়ে উত্তম আহাৰ খাবলৈ দিলে। সুগন্ধি পানীত স্নান কৰাই মূল্যবান কাপোৰ পিন্ধিবলৈ দিলে, পুষ্পমাল্যৰে সুসজ্জিত কৰি পুনৰ সুন্দৰ শয্যাত শুই থাকিবলৈ দিলে। সেইদৰে ছন্নাক শুশ্ৰূষা কৰি ৰাখে। সুপৰ্ণৰ ৰজা আহিলে তেওঁ নেদেখাকৈ লুকাই থৈ দিয়ে। যেতিয়া ৰজা ক'ৰবালৈ যায়গৈ তেতিয়া ছন্নাৰ লগতে প্ৰেমলীলা চলাই থাকে।

ডেৰ মাহ কাল সেইদৰে কটোৱাৰ পিছত বাৰানসীৰে এখন সদাগৰী জাহাজ আহি সেই দ্বীপৰ সেই একেজোপা বৰ গছৰ তলতে লাগিলহি। তেওঁলোক তাত নামিছিল খৰি আৰু খোৱা পানী বিচাৰি। ছন্নাই সেই জাহাজতে উঠি বাৰানসী পালেগৈ। গৈ দেখিলে ৰজা তম্বই পাশা খেলিয়েই আছে। ছন্নাই বীণ বজাই বজাই গাবলৈ ধৰিলে নিজৰ কাহিনীগীতৰ প্ৰথম কলিটো—

"অমঙ্গলীয়া সাগৰত কেৱল ঢৌৰ আস্ফালন
তিমীৰ গছৰ গন্ধেৰে আকুল দ্বীপ।
দূৰ দূৰণিৰ সেই দ্বীপত আছে ৰাণী সুশোনড়ী
হে তম্ব কামনাই মোৰ বিয়াকুল কৰে চিত।"

ছন্নাৰ মুখত এইখিনি শুনি সুপৰ্ণৰ ৰজাই গালে দ্বিতীয় কলি সেই কাহিনী গীতৰ—

"কেনেকৈ পাৰ হ'লা সেই মহাসাগৰ?
কেনেকৈ পালাগৈ ছেৰুমা দ্বীপ?
কোৱাচোন ভালদৰে বিৱৰি আমাক—
ছন্নাৰে ৰাণীৰে হ'ল কিদৰে সাক্ষাৎ—।"

ছন্নাই তেতিয়া কাহিনী গীতৰ তিনিটা কলি গাই শুনালে—

"ভৃগুকচ্ছৰ পৰা গ'লো সাউদৰ ডিঙাতে
মগৰে ভাঙিলে সেই তৰী।
কাঠৰ পাট এচটাত ধৰি উটি-বুৰি
চেৰুমা দ্বীপতে দিলোঁগৈ ভৰি।"

"চন্দন সুগন্ধি সুকোমল কোলাতে
যেন মাকেহে কোঁচুৱা ল'লে—
তেনেকৈ মৰম-চেনেহেৰে আমাৰে
ৰাণীয়ে মোক কাৰেঙলৈ নিলে।"

"হে মহাৰাজ তম্ব—সুনয়না ৰাণীয়ে স্বহস্তে
খুৱাই গুচালে পেটৰ ভোক।
বস্ত্ৰ আভৰণে সজাই-পৰাই—
কোমল শয্যাত শুৱালে মোক।"

বৈৰাগী জনাই এইদৰে গীত গাই থাকোতেই সুপৰ্ণৰ মন দুখেৰে ভৰি পৰিল। 'মই সুপৰ্ণৰ ৰাজপ্ৰাসাদতো তাইক সুৰক্ষিত কৰিব নোৱাৰিলো। ইয়াতকৈ দুখৰ কথা আছে কি?' এইবুলি তেওঁ সুশোনড়ীক লৈ আনি পুনৰ ৰজাৰ হাতত অৰ্পণ কৰি গুচি গ'ল। আৰু কোনো দিন নাহিল।"

সাধুটো কোৱা শেষ হ'লত বুদ্ধই সন্ন্যাসীক ক'লে বৌদ্ধ ধৰ্মৰ চাৰিটা মহৎ সত্যৰ কথা—দুখৰ পথ, দুখৰ উৎপত্তি নিবৃত্তি আৰু দুখৰ পৰা নিবৃত্তিৰ অষ্ট মাৰ্গ।........ তাৰ পিছতে কাহিনীত বৰ্ণনা কৰা ঘটনাৰ জন্ম পৰিচয় দিলে...... আনন্দ আছিল বাৰানসীৰ ৰজা। আৰু ময়েই আছিলো সেই সুপৰ্ণ।"

পালি কবিতাৰ উদাহৰণ হিছাপে তলত থেৰগাথা আৰু থেৰীগাথাৰ গীতবোৰৰ পৰা কিছুমান পংক্তি দিয়া হ'ল। এই গাথা বা গীতবোৰৰ সংকলন বুদ্ধৰ প্ৰধান শিষ্যসকলে বৌদ্ধ ধৰ্ম প্ৰচাৰৰ প্ৰথম পৰ্যায়তে যুগুতাইছিল বুলি এনেয়ে কোৱা হয়। এই পালি ভাষাৰ কবিতাবোৰ গুৰুগম্ভীৰ সংস্কৃত কবিতাবোৰতকৈ সহজ-সৰল আৰু তাৰ ওপৰত লোকগীতৰ প্ৰভাৱ স্পষ্ট। প্ৰথমটো বৈশালীৰ সুন্দৰী গণিকা অম্বপালিৰ বুলি কোৱা হয়। তেওঁ পিছলৈ বৌদ্ধ ভিক্ষুণী হৈছিলগৈ।

"মোৰ এই চুলি কোছা ক'লা ভ্ৰমৰৰ গাৰ দৰে চিৰ্কচিকীয়া আছিল
এতিয়া এসোপা মৰাপাটৰ দৰে বা বাকলি বসনৰ দৰে হৈছে দেখিবলৈ।
সত্যদ্ৰষ্টাজনৰ উক্তিৰ কোনো ইফাল-সিফাল নাই..........."

"পুষ্পমাল্যৰে সুশোভিত মোৰ কেশদাম আছিল সুগন্ধি প্ৰলেপ
টেমাৰ দৰে। এই বৃদ্ধ বয়সত সি শহা-পহুৰ শুকান ছালৰ দৰে গোন্ধায়।
সত্যদ্ৰষ্টাজনৰ উক্তিৰ কোনো ইফাল-সিফাল নাই............."

"মোৰ চকুৰ চেলাউৰিজোৰ আছিল বৰ ধুনীয়া যেন চিত্ৰকৰে আঁকা
এতিয়া বৃদ্ধ বয়সত শোটোৰা ছালৰ লগত সি ওলমি পৰিছে
সত্য দ্ৰষ্টাজনৰ উক্তিৰ কোনো ইফাল-সিফাল নাই............."

"মোৰ দীঘল চকুৰ পাহিৰ তলত কৃষ্ণ বৰ্ণ মোৰ চকুৰ মণি মুক্তাৰ
দৰে তিৰবিৰ কৰিছিল। সেই জেউতি এতিয়া মোলান পৰিল।
সত্যদ্ৰষ্টাজনৰ উক্তিৰ কোনো ইফাল-সিফাল নাই............."

"হাবিয়নি কাঠনিৰ মাজত উৰি ফুৰা কুলিৰ মাতৰ দৰে আছিল
মোৰ শুৱলা মাত। সেই মাত এতিয়া হ'ল ভগা আৰু থোকাথুকি।
সত্যদ্ৰষ্টাজনৰ উক্তিৰ কোনো ইফাল-সিফাল নাই............"

"সুবৰ্ণ-বস্ত্ৰৰে সজ্জিত মোৰ এই দুই কৰপল্লৱ আছিল কোমল আৰু মিহি
এতিয়া বৃদ্ধাবস্থাত দুই হাত হ'ল গছৰ এঙুৰ-ভেঙুৰ শিপাৰ দৰে
সত্যদ্ৰষ্টাজনৰ উক্তিৰ কোনো ইফাল-সিফাল নাই............"

"এসময়ত মোৰ দেহ আছিল পালিছ কৰা সোণৰ দৰে
এতিয়া ক্ষুদ্ৰ ক্ষুদ্ৰ কুঞ্চনেৰে আবৃত মোৰ সমস্ত দেহ—
সত্যদ্ৰষ্টাজনৰ উক্তিৰ কোনো ইফাল-সিফাল নাই............"

"এসময়ত মোৰ দুই ভৰি আছিল তুলিৰ দৰে কোমল
এতিয়া বৃদ্ধাবস্থাত সি হ'লগৈ শুকান আৰু ফটা-ছিটা।
সত্যদ্ৰষ্টাজনৰ উক্তিৰ কোনো ইফাল-সিফাল নাই..........."

"বুজিছা—মোৰ শৰীৰ আছিল তেনেকুৱা। এতিয়া এই দেহ
ক্লান্ত আৰু থৰক-বৰক আৰু ব্যাধিৰ মন্দিৰ। বেৰৰ মাটি খহি পৰা পুৰণি ঘৰ—
সত্যদ্ৰষ্টাজনৰ উক্তিৰ কোনো ইফাল-সিফাল নাই............"

প্ৰাচীন ভাৰতীয় কবিতাত এই কবিতাবোৰৰ গভীৰ প্ৰকৃতি প্ৰীতি খুব কমেইহে দেখা যায়। তেনে কিছুমান কবিতা খ্ৰীঃ পূঃ পঞ্চম শতিকাৰ ধাৰ্মিক বৌদ্ধভিক্ষু বা থেৰসকলৰ ৰচনা বুলি কোৱা হয়—

"যেতিয়া মেঘৰ বজ্ৰ গৰ্জনে আকাশ তোলপাৰ কৰে
পথীৰ পথ ৰুদ্ধ কৰি নামে ঘনঘোৰ বৃষ্টি
পাহাৰৰ গুহাত বহি সেই দৃশ্য চাই উল্লসিত হয় সন্ন্যাসী—
তাতকৈ আনন্দকৰ দৃশ্য যে আৰু নাই—।"

"নদীৰ পাৰত নানা ৰঙী ইকৰা-খাগৰিৰ মাজত
বিবিধ ফুলৰ মহামেলৰ মাজত যেতিয়া
সৰলচিতীয়া সন্ন্যাসী বহি বুৰ যায় আনন্দত
তাতকৈ মধুৰ দৃশ্য যে আৰু নাই—!"

"ৰাতি ৰাতি মুষলধাৰে বৰষুণ যেতিয়া দিয়ে
দুৰণিৰ অৰণ্যত বনৰীয়া হাতীয়ে যেতিয়া চিঞৰে
পাহাৰৰ বুকুৰ নিৰ্জন গুহাত বহি আনন্দত আপ্লুত হয় সন্ন্যাসী
তাতকৈ মধুৰ সঙ্গীত যে আৰু নাই—!"

আন এটা থেৰগাথাত আছে অজকৰণী নৈৰ কাষত থকা এজন সন্ন্যাসীৰ কাব্যিক অনুভৱ—

"পিছে পিছে ধাৱমান কলীয়া ডাৱৰ দেখি
ভয় খাই শেতা বগা পাখি মেলি বগলী চৰাই
উৰি যায়— আশ্ৰয় ল'বলৈ তাৰ ঠাই নাই নাই—।
সেই দৃশ্য দেখি নৈৰ পাৰ এৰিবলৈ সতকে নেযায়।"

"নদীৰ বুকুৰ ডুবিটোৰ দুয়ো পাৰে
মধুৰিআমৰ ঘন বাৰী দেখি
কাৰণো মনত বাৰু নেজাগিব প্ৰীতি।

"বগলীৰ ভয় নাই মনৰ সুখেৰে
টোৰ্টোৰাবলৈ ধৰে ভেকুলীৰ জাকে
মৃদুস্বৰে প্ৰথমতে। এনে সময়ত পাহাৰ আৰু
নিৰাপদ অজকৰণী নদী কোনে যাব এৰি?"

পালি বৰ্ণনামূলক কবিতাৰ উদাহৰণ স্বৰূপে সিংহল দ্বীপৰ ক্ৰণিক্‌ল মহাবংশৰ পৰা এক প্ৰেৰণাময় অংশ তলত দিয়া হ'ল। সেই অংশত সিংহলৰ জাতীয় বীৰ ৰজা দত্‌থগামনীয়ে (খ্ৰীঃ পূঃ ১৬১-১৩৭) তেওঁৰ প্ৰিয় যুদ্ধৰ হাতী কঁদুলাৰ পিঠিত উঠি কি দৰে তামিল আক্ৰমণকাৰী ইলাৰৰ ৰাজধানী বিজিতনগৰ অধিকাৰ কৰিছিল তাৰ বৰ্ণনা আছে।

"নগৰখনৰ চাৰিওফালে আছিল তিনিটা গড়খাৱৈ
চাৰিও সুউচ্চ প্ৰাচীৰৰ বেষ্টনী।
ইয়াৰ প্ৰকাণ্ড তোৰণ আছিল লৌহ নিৰ্মিত
শত্ৰুৰ বাবে অভেদ্য দুৰ্জয়।"

"ৰজাৰ হাতীয়ে আঁঠুকাঢ়ি লৈ নিজৰ প্ৰকাণ্ড
দাঁতেৰে খহাই পেলালে, শিল-ইটা-কৰাল
শত্ৰুৰ নগৰৰ লোহাৰ তোৰণ
এই ভাগো—এই ভাগো হ'ল।"

"ওপৰৰ প্ৰহৰীঘৰৰ পৰা তামিল শত্ৰুয়ে
সৰ্বপ্ৰকাৰ ক্ষেপনাস্ত্ৰ কৰিলে বৰ্ষণ
জুইত পুৰি ৰঙা কৰা লোহাৰ বৰ্তুল
আৰু উতলা তেলৰ অগ্নিময় বৃষ্টি।"

"সেইবোৰ আহি কঁদুলাৰ পিঠিত পৰিল
যন্ত্ৰণাত অস্থিৰ কঁদুলা লৰি গৈ পৰিলগৈ

এটা জলাশয়ত। উপশম কৰিলে অসহ্য
দাহন-শীতল জলৰ পৰশেৰে।"

"এইটো কোনো তৃষ্ণা নিবাৰণৰ সময় নহয়।
চিঞৰি উঠিল গোথাইম্বৰ বীৰে
যা-যা খুন্দিয়াই ভাঙি পেলা লোহাৰ
তোৰণ—খুন্দিয়াই খুন্দিয়াই ভাঙ্-ভাঙ্।"

"দঁতাল হাতীবোৰৰ শিৰোমণি কঁদুলাৰ
অহঙ্কাৰ জাগি উঠিল। মনলৈ বল আনি
পাৰলৈ উঠি চিঞৰত গগন ভেদিলে
মূৰ তুলি থিয় হ'ল ভয়শূন্য হৈ।"

"হস্তীৰ বৈদ্য আহি জুয়ে পোৰা পিঠি মচি
সানি দিলে শীতল প্ৰলেপ—
ৰজাই হাতীৰ ওপৰত নিজে আৰোহণ কৰি
স্বহস্তে তাৰ কপাল কৰিলে মাৰ্জন।"

"মৰমৰ কঁদুলা তোকে মই পাতি
দিম সমগ্ৰ সিংহল দ্বীপৰ হস্তীপতি ৰজা।
খাবলৈ দিলে তাক উত্তম দানা।
কঁদুলাৰ মনলৈ আহিল উৎসাহ।"

"হাতীটোৰ পিঠিত বস্ত্ৰ আভৰণ আঁৰি
সাত জাপ ম'হৰ ছালেৰে তাক বৰ্ম পিন্ধোৱা হ'ল।
সেই বৰ্মৰে পৃষ্ঠদেশ ঢাকি
তৈলাসক্ত আন এক ম'হৰ ছালেৰে
ঢাকি দিলে পিঠি। এইবাৰ ভয়ঙ্কৰ চিঞৰেৰে
গগন বিদীৰ্ণ কৰি বজ্ৰৰ নিনাদৰ দৰে
আগুৱান হ'ল হস্তী প্ৰচণ্ড বেগেৰে
বিপদৰ ভয়-ডৰ তেজি সমুলঞ্চে।"

"দন্তেৰে বিদীৰ্ণ কৰি লোহাৰ তোৰণ
দুভৰিৰে দৃঢ়ভাৱে খোপনি পুতি
সমগ্ৰ তোৰণ ওপৰৰ শিলৰ চ'তিৰে
প্ৰবল হেঁচাৰে ভূতলত কৰিলে পতিত।"

[মহাবংশ—২৫/২৮-৩৮]

# প্ৰাকৃত সাহিত্য

প্ৰাকৃত ভাষাত ৰচিত জৈন ধৰ্মশাস্ত্ৰবিলাকৰ বিষয়ে সংক্ষিপ্তভাৱে কিছু আলোচনাহে কৰিব পৰা যাব। তাতকৈ বেছিকৈ ক'বলৈ স্থানাভাব হ'ব। প্ৰাকৃত ভাষাৰ জৈন ধৰ্মশাস্ত্ৰৰ কিছু উদ্ধৃতি উদাহৰণ হিছাপে আমি আগতে দিছোৱেই। সামগ্ৰিকভাৱে বিবেচনা কৰিলে সেইবিলাক গ্ৰন্থৰ সাহিত্যিক মূল্য বৰ বেছি নহয়। জৈন মতৰ দৰেই এইবোৰ শাস্ত্ৰৰ বক্তব্য নিৰস আৰু পালি ভাষাত ৰচিত শাস্ত্ৰবোৰৰ দৰেই একেবোৰ তালিকাভুক্ত বাক্য-খণ্ডবাক্য দীঘলীয়া বৰ্ণনাৰে পুনৰাবৃত্তিৰে ভৰা। সেইবোৰ ৰচনাৰ স্মৃতিবৰ্দ্ধক অনুশীলনজাতীয় মূল্য থাকিব পাৰে, কিন্তু আধুনিক পাঠকৰ বাবে অতিশয় বিৰক্তিকৰ। একোজন তীৰ্থঙ্কৰ, নিষ্ঠাবান জৈন সন্ন্যাসী, মহাপ্ৰতাপী নৃপতি, ধনৱান সদাগৰ, সমৃদ্ধিশালী নগৰ ইত্যাদিৰ সুদীৰ্ঘ বৰ্ণনা একেবোৰ শব্দ-বাক্যৰে সমানে দীঘলীয়াকৈ একেখন শাস্ত্ৰগ্ৰন্থতে কিমানবাৰ যে পোৱা যায, তাৰ সীমা-সংখ্যা নাই। গতিকে মনত সেইবোৰে প্ৰেৰণাশূন্য যান্ত্ৰিকতা আৰু নিৰস বিৰাগ আৰু বিৰক্তিৰ সৃষ্টি কৰে মাথোন। ৰচনাশৈলী পালি ৰচনাতকৈ বেছি অলঙ্কাৰপূৰ্ণ আৰু উচ্চস্তৰৰ সংস্কৃত ভাষাৰ লেখীয়া।

জৈন কবিতাবোৰ জৈন গদ্য ৰচনাতকৈ উন্নত। এই প্ৰসঙ্গত আমি এক উল্লেখনীয় কবিতাৰ পৰা উদ্ধৃতি দিয়াৰ লোভ সামৰিব পৰা নাই। কাৰণ সেইটো কবিতা প্ৰাচীন ভাৰতীয় সাহিত্যৰ ভিতৰতে অতি হাস্যৰসপূৰ্ণ ৰচনা—কিবা ভাগ্যক্ৰমে জৈন ধৰ্মশাস্ত্ৰত ইয়াৰ প্ৰৱেশ ঘটিছিল। তাকো অতি নৈষ্ঠিক আৰু কঠোৰ 'সূত্ৰকৃতাঙ্গ' গ্ৰন্থত। এই কবিতা দৰাচলতে লিখা হৈছিল ধৰ্মভ্ৰষ্ট বা ধৰ্মৰ নীতি উলংঘা কৰা জৈন মুনি বা সন্ন্যাসীক সাৱধান কৰি দিবলৈ—যে তেনে দূষিত কৰ্মত লিপ্ত হ'লে তাৰ কি বিষময় পৰিণতি হয়। তাকে কৰিবলৈ যাওঁতে অপ্ৰত্যাশিতভাৱে এই কবিতাই ভাৰতীয় বিবাহ ব্যৱস্থাৰ এটা দিশৰ ওপৰত আলোকপাত কৰিছে। কবিতাটোৰ আমি মুকলি অনুবাদ কৰিছো কিন্তু আমি মূল দেশীয় ভাষাৰ সজীৱ প্ৰকাশভঙ্গী যিমান দূৰ পাৰি ৰাখিবলৈ যত্ন কৰিছো ঃ

"ব্ৰহ্মচাৰী সন্ন্যাসীৰ প্ৰেমত পৰা বাৰণ
নিজৰ তেজাল ইচ্ছাক শিকলি লগাই সংযত নহ'লে
সন্ন্যাসীৰ বাবে এনে প্ৰেম হয় মহাদুখৰ কাৰণ।"

"তাকে নকৰি ব্ৰত ভাঙি নাৰীৰ পিছত ঘূৰি
শাও-শপনি থলামুৰি মূৰত গোৰ খাই
সন্ন্যাসীয়ে অনেক কথা শিকে তিতি-বুৰি।"

"সন্ন্যাসীও হ'বা প্ৰেমো কৰিবা দুইটি নচলিব।
কৈ দিলে প্ৰেমিকাই কৰাবই লাগিব বিয়া—
নহ'লে তায়ো চুলি ছিঙি টাকলি হৈ সন্ন্যাসিনী হ'ব।"

"কিন্তু এবাৰ যেতিয়া তাইৰ পৰিল পাকত
নাকত ধৰি সন্ন্যাসীক তাই ঘূৰায় চাকত।
আনাচোন কটাৰি মই পাচলিখিনি কুটো।
দিয়া ভাল ফল-মূল আনি তাকে চোবাই থাকো।"

"চৰুৰ তলত জুই জ্বলিবলৈ হ'লে বা গধূলি
জুহালত গা সেকিব খুজিলে আনা খৰি লুৰি।
দিয়াচোন মোৰ ভৰিৰ পতাত আলতা লগাই
আৰু পিঠিখন দিয়া মালিচ কৰি বিষত প্ৰাণ যায়।"

"ওঁঠত সানিবলৈ আনি দিয়া ৰঙীন প্ৰলেপ
আনি দিয়া ছাতি আৰু ভৰিৰ পাদুকা
কাপোৰসাজত নীলা ৰং কেতিয়ানো দিবা?
চাওঁ, ৰচিদাল কাটিবলৈ কটাৰিখন আনা।"

"মোৰ চুলিত মৰা চেপেনা আৰু ফণিখন আনা—
খোপাত বান্ধিবলৈ আনা ৰঙা ফিটা
চাওঁ চাওঁ দাপোণখন—মোৰ হাতত দিয়া।
মোৰ দাঁত ঘঁহা বুৰুজ আনি মোৰ কাষত থোৱা।"

"চৰিয়া আনা ঢুল্‌কি আনা আনা ফটা-কানি
আমাৰ সোণমইনাই সেইবোৰকে লৈ থাকিব উমলি।
বৰষুণৰ দিন আহিল নহয়—ভঁৰালত বা আছে কি?
চালখনতো খোচা মাৰিবা নহ'লে পৰিব পানী উৰুষি।"

"আঁউজি বহিব পৰাকৈ আনা ডবল গাদীৰ চকী
কাঠৰ গেৰোৱা লগোৱা মোলৈ জোতা আনিবা চ'তি।
গৰ্ভৱতী ভাৰ্যাৰ আদেশত ফুৰে স্বামীদেৱতা—
স্বামী নহয় যেনিবা ঘৰৰ বনকৰা লিগিৰা।"

"দুয়োৰে শ্ৰমৰ পুৰস্কাৰৰূপে সন্তান জন্ম হ'লে—
ভাৰ্যাই দিয়ে কেঁচুৱাটি তুলি স্বামীৰ হাতত।
পুত্ৰগণৰ পিতৃজনাৰ সময় নাই উশাহ ল'বলৈ'
বোজাই উটৰ দৰে থৰক-বৰক হয় কামৰ ভাৰত।"

"কেঁচুৱাই ৰাতি টেটু ফালিলে উঠি ধড়্‌মড়াই
নিচুকাব লাগে কেঁচুৱাক যেন পিতৃ নহয় ধাই

ধোবাৰ দৰে লেতেৰা কাপোৰ ধোওঁতেই জীৱন যায়—।
মানুহৰ আগত একো নকয় ক'বলৈ লাজ পায়।"

"সেইবাবেই কৈছো সন্ন্যাসীসকল প্ৰেমত নপৰিবা।
তিৰোতাৰ সঙ্গ-বন্ধুত্ব বিচাৰি নেযাবা। নহ'লে
যৎসামান্য সুখৰ বাবেই নিগমে মৰিবা।"

প্ৰাকৃত ভাষাত বহুত ধৰ্ম নিৰপেক্ষ বিষয়ৰ সাহিত্য ৰচিত হৈছিল। তাৰ ভিতৰত প্ৰধান হৈছে 'সেতুবন্ধ' নামৰ কবিতাবোৰ। তাত ৰামে সিংহল দ্বীপ আক্ৰমণ অভিযানৰ বৰ্ণনা আছে। এই কবিতাবোৰ কালিদাসে লিখা বুলি এনেয়ে তেওঁৰ নামত চালান দিছে। তাৰ পিছতে উল্লেখযোগ্য বাকপতি নামে ৮ম শতিকাৰ কবি এজনে ৰচনা কৰা এটা সুদীৰ্ঘ ৰাজপ্ৰশস্তি—নাম 'গৌড়বধ।' সেই কবিতাৰ বিষয়-বস্তু হ'ল কান্যকুব্জৰ ৰজা যশোবৰ্মনৰ দিগ্বিজয় অভিযানত বঙ্গৰ ৰজাৰ (গৌড়) মৃত্যু হোৱা কাহিনী। 'কপূৰমঞ্জৰী' নামে এখন নাটক ৰচনা কৰিছিল দশম শতিকাৰ ৰাজশেখৰ নামে এজন নাট্যকাৰে। এইবিলাক গ্ৰন্থৰ সাহিত্যিক মূল্য নোহোৱা নহয়। কিন্তু সেইবোৰৰ ৰচনাশৈলী আৰু সাৰমৰ্মৰ একে ধৰণৰ সংস্কৃত গ্ৰন্থবোৰৰ সৈতে ইমান বেছি মিল—যে সেইবোৰ গ্ৰন্থৰ বিষয়ে অধিক আলোচনাৰ প্ৰয়োজন নাই।

প্ৰাকৃত ভাষাৰ অতি গুৰুত্বপূৰ্ণ সাহিত্য হৈছে হাল-বিৰচিত 'সপ্তশতক' নামে কবিতাৰ পুথি এইখন হ'ল আৰ্যছন্দত ৰচিত চুটি চুটি স্বয়ংসম্পূৰ্ণ কিছুমান অতীব সুন্দৰ কবিতাৰ স্তবকৰ বৃহৎ এক সংকলন। পৰম্পৰাগত বিশ্বাসমতে সেই কবিতাগুচ্ছৰ ৰচয়িতা সাতবাহন বংশীয় প্ৰথম শতিকাত দাক্ষিণাত্য শাসন কৰা অৰ্ধেক কল্পিত অৰ্ধেক বাস্তৱ চৰিত্ৰৰ ৰজা হাল নিজেই বুলি কোৱা হয় যদিও সেই কবিতাবোৰ দৰাচলতে বহুকাল পিছৰহে ৰচনা বুলি ধৰিব পাৰি। গতিকে সেইবোৰৰ অজ্ঞাত কোনো কবিৰ ৰচনাহে হ'ব। সেই কবিতাবোৰ বিখ্যাত তাৰ অতিপাত সংক্ষিপ্ততা গুণৰ বাবে। অমৰুৰ দৰে সেই কবিতাবোৰ অজান ৰচকসকলে মাত্ৰ চাৰিশাৰীয়া একোটা কবিতাৰেই একোটা কাহিনী ক'বলৈ সক্ষম হৈছিল। শব্দৰ প্ৰয়োগত এনে মিতব্যয়িতা আৰু ব্যঞ্জনাময় অৰ্থযুক্ত বাক্যৰ নিপুণ ব্যৱহাৰ দেখিলে এই কবিতাবোৰ কোনো উচ্চশিক্ষিত সাহিত্যামোদী শ্ৰোতাৰ উদ্দেশ্যে ৰচনা কৰা হৈছিল যেন লাগে। কিন্তু সেইবোৰত থকা বৰ্ণনাবোৰ বৰ সবল আৰু স্বাভাৱিক ধৰণৰ। সেইবোৰত থকা সাধাৰণ কৃষক আৰু নিম্ন শ্ৰেণীৰ মানুহৰ জীৱনৰ উল্লেখবোৰে সমসাময়িক জনপ্ৰিয় ভাব-অনুভূতিবোৰৰ প্ৰতি তীব্ৰ সমাজ সচেতনতা বুজায়। সাধাৰণ গাঁৱলীয়া লোকৰ প্ৰেম-বিৰহৰ কাহিনীও প্ৰতিফলিত হৈছে সেইবোৰ কবিতাত। দেখা যায়, 'হাল' নামে উক্ত সেই কবিয়ে দক্ষিণ ভাৰতীয় লোকগীতবোৰৰ পৰা ব্যাপকভাৱে সমল সংগ্ৰহ কৰিছিল।

"যোবাৰাতি আইটিয়ে নিদিওঁ নিদিওঁ বুলি
আলহীক শুবলৈ খেৰকোছা দিলে।
আজি ৰাতিপুৱা খেৰকোছা সামৰি
উচুপি উচুপি কান্দে।"

"সখি ঐ, আজি ৰাতিপুৱা উঠিয়েই শুনিলো
কোনোবাই গাইছে মন হৰি নিয়া গীত।
মদনৰ কাঁড় বুকুত লাগিল আপোনজনলৈ মনত পৰিল
পুৰণি বেজাৰ উথলি উঠি অথিৰ কৰিলে চিত।"

"তোমালৈ বাট চাওঁতে চকুৰ পচাৰতে
আগৰাতিটো যোৱা যেন লাগিল—
তথাপি নাহিলা বাবে পিছৰ গোটেই ৰাতি
মোৰ দুখতে কাটিল।"

"বৰষুণৰ দিন গ'ল যৌৱনো অতীত হ'ল
ডাৱৰো উৰঁলি গ'ল—
বছৰৰ পহিলা কাচফুল এজুপি
পকা চুলি গজাদি গজিল।"

(এই কবিতাত ব্যৱহৃত 'পানহাৰে' শব্দই ডাৱৰো বুজায় স্তনযুগলো বুজায়।)

"অশলাগী প্ৰেমিকৰ কথাত ভোল গ'লো। ৰাতি বৰষুণত
বাটত ঘূৰি ঘূৰি নিজৰ গাত লগালো চেকা
নিলাজ প্ৰেমিকৰ কথাৰ ঠিক নাই
এনেয়ে ফেনেকিলো বোকা।"

## তামিল সাহিত্য

প্ৰাচীনতম তামিল সাহিত্যৰ নিদৰ্শন বিচাৰিব লাগিলে আমি খ্ৰীষ্টীয় চন গণনাৰ সময়ৰ শতাব্দীবোৰলৈ যাবগৈ লাগিব। তামিল সাহিত্যৰ আৰম্ভণি কেতিয়া হৈছিল সেই সম্বন্ধে কিছু মতভেদ আছে। কিন্তু এইটো প্ৰায় নিশ্চিত যেন লাগে যে একেবাৰে প্ৰাথমিক স্তৰৰ তামিল সাহিত্য ৰচিত হৈছিল কাঞ্চী নগৰৰ মহাপ্ৰতাপী পল্লৱ ৰাজবংশই ষষ্ঠ শতাব্দীত তামিল দেশত ৰাজত্ব কৰাৰ আগতেই আৰু খুব সম্ভৱ তাৰ কেবা শতাব্দীও আগতেই।

তামিল পৰম্পৰাত তিনিবাৰ সাহিত্য 'সঙ্গম' বা মহাসম্মিলন বা অকাডেমি মাদুৰাই নগৰত অনুষ্ঠিত হোৱাৰ কথা পোৱা যায়। তাৰে একেবাৰে প্ৰাচীনখনত দেৱতা আৰু কিম্বদন্তীৰ ঋষি-মুনিসকলেও অংশগ্ৰহণ কৰিছিল। সেইখনৰ কোনো নথি-পত্ৰ বা সংশ্লিষ্ট ৰচনা এতিয়া নাই। সকলো বিলুপ্ত হৈছে। দ্বিতীয় 'সঙ্গম'ৰ এটাই চিহ্ন ৰ'লগৈ। সেইটো হ'ল তামিল ভাষাৰ আদিতম ব্যাকৰণ গ্ৰন্থ 'টোল্‌কাপ্পিয়ম্।' তৃতীয়খন 'সঙ্গম'ৰ কবিসকলে ৰচনা কৰিছিল 'এট্টুটোগই' অৰ্থাৎ 'আঠখন কবিতা সংকলন।' সেইখনেই, পিছৰ যুগৰ আন কিছুমান গ্ৰন্থৰ সৈতে একেলগে প্ৰাচীন তামিল সাহিত্যৰ কীৰ্তিস্তম্ভ স্বৰূপ। কিছুমান পণ্ডিতে 'সঙ্গম' পৰম্পৰাৰ যথাৰ্থতা সম্বন্ধে সন্দেহ প্ৰকাশ কৰে। তেওঁলোকৰ মতে যি 'টোলকাপ্পিয়ম্' ব্যাকৰণ গ্ৰন্থ দ্বিতীয় সঙ্গমৰ পৰিণতি বুলি কোৱা হৈছে সেইখন ব্যাকৰণ আচলতে তৃতীয় সঙ্গমৰ ফলত হোৱা সেই কবিতা সংকলনৰ বহুত কবিতাতকৈও পিছৰ কালৰ। কিন্তু এনেদৰে সাহিত্য বিষয়ক 'সঙ্গম' হোৱাৰ পৰম্পৰা লোকমানসত বৰ গভীৰভাৱে ৰোপিত বিশ্বাস। সঙ্গমৰ অনুৰূপ কোনো পৰম্পৰা উত্তৰ ভাৰতত নাই। গতিকে আমি ভাবিব পাৰো যে তামিল দেশৰ কবি-গায়কসকলে দেশৰ ৰজা-ৰাজন্য আৰু সাধাৰণ গ্ৰামবাসী আটাইৰে পৃষ্ঠপোষকতা পাই গোটেই দেশত ঘূৰি ফুৰি মাজে মাজে মাদুৰাই নগৰত কবিতা আৰু সঙ্গীতৰ উছৱ উপলক্ষে সমবেত হৈ মেলা পাতিছিল আৰু উপৰি উক্ত কবিতা সংকলনবোৰৰ অনেক কবিতা তেতিয়া আবৃত্তি কৰি গোৱা হৈছিল।

এই আঠখন কাব্য-সংকলনৰ কবিতাবোৰ তামিলনাদুৰ বাহিৰে আন ঠাইত জনাজাত নহয় আৰু এইবোৰত ব্যৱহৃত তামিল ভাষা এতিয়া অপ্ৰচলিত সেইবাবে আধুনিক কালৰ শিক্ষিত তামিলসকলেও বিশেষভাৱে অধ্যয়ন নকৰিলে সেইবোৰ বুজিব নোৱাৰে। 'সঙ্গম' সাহিত্য যি ধৰণৰ তামিল ভাষাত লিখা হৈছিল সেই তামিল ভাষাৰ লগত বৰ্তমানৰ তামিল ভাষাৰ সম্বন্ধ 'পিয়েৰ্ছ প্লাওমেন্' ('Piers Plowman')-ৰ ইংৰাজী ভাষাৰ লগত বৰ্তমান ইংৰাজী ভাষাৰ সম্বন্ধৰ সৈতে মিলে। সঙ্গমৰ কবিতাবোৰ ৰচিত হোৱাৰ সময়লৈকে তামিল সাহিত্যিক পৰম্পৰা নিশ্চয় ইতিমধ্যেই বহুত প্ৰাচীন হৈছিল কাৰণ 'টোলকাপ্পিয়ম' যিবোৰ কাব্যিক ৰীতিৰ চূড়ান্ত ৰূপ দেখুৱা হৈছে সেইবোৰ সেই আঠখন কাব্য সংকলনৰ আটাইতকৈ পুৰণি কবিতাবোৰতো মানি চলা দেখা যায়। কিন্তু সেইবোৰৰ ৰচনাৰীতি লোকসাহিত্যৰহে বেছি ওচৰ চপা। ৰাজসভাৰ সংস্কৃত সাহিত্যৰ লগত কোনো সাদৃশ্য সেইবোৰৰ নাই। সাধাৰণ খেতিয়কৰ জীৱন, গাঁৱৰ সামাজিক জীৱন আৰু দৃশ্যাৱলী, নগৰবোৰৰ উদুলি-মুদুলি কোলাহল আৰু যুদ্ধক্ষেত্ৰৰ নিষ্ঠুৰতা—এইবোৰৰ যেনে চিত্ৰ সেই কবিতাবোৰত পোৱা যায় তাৰ পৰাই বুজিব পাৰি যে সেইবোৰ প্ৰত্যক্ষ অভিজ্ঞতাপ্ৰসূত আৰু ৰচনাও কৰা হৈছে যেনে ধৰণে দেখিছিল সেই ধৰণেই। কোনো সাহিত্যৰীতি মানি অবাস্তৱভাৱে আদৰ্শবাদী ছবি তাত অংকন কৰা হোৱা নাছিল।

সেই আঠখন কবিতা সংকলনত দুহাজাৰবো ওপৰ কবিতা আছে। নিশ্চয় এক বৃহৎ কাব্য-সম্পদ। সেইবিলাক ৰচনা কৰা ২০০তকৈও অধিক কবিৰ নাম পোৱা যায়। সেই আঠখন সংকলনৰ নাম তলত দিয়া হ'ল।

১। নৰ্বিনই ঃ এই সংকলনত প্ৰেমৰ বিষয়ে ৰচিত ৪০০ চুটি কবিতা আছে। প্ৰতি কবিতাত নটাৰ পৰা বাৰটা শাৰী আছে।

২। কুৰুন্তগই ঃ ইয়াতে ৪০০ চাৰিৰ পৰা আঠশাৰীলৈকে থকা প্ৰেমৰ কবিতা আছে।

৩। ঐংগুৰুনূৰু ঃ এই সংকলনত ৫০০ আদিৰসাত্মক কবিতা আছে।

৪। পদিৰুপত্তু ঃ এইখন এখন চুটি সংকলন। ইয়াত আঠটা ( মূলতে দহটা) কবিতা আছে। প্ৰত্যেকটো কবিতাতে দহটাকৈ চৰণ আছে। এই কবিতাবোৰৰ চেৰ নৃপতিৰ (মালাবাৰ) উদ্দেশ্যে ৰচিত ৰাজপ্ৰশস্তি।

৫। পৰিপাদল্ ঃ এই সংকলনত আছে ২৪ টা দেৱতাসকলৰ উদ্দেশ্যে ৰচিত স্তুতিগীত। মূল ৰচনাত আছিল ৭০ টা কবিতা।

৬। কলিত্তোগই ঃ এই সংকলনত আছে ১৫০ টা প্ৰেমৰ কবিতা।

৭। অগণানূৰু ঃ ইয়াত আছে বিভিন্ন দৈৰ্ঘ্যৰ চাৰিশ প্ৰেমমূলক গীতি-কবিতা।

৮। পুৰণানূৰু ঃ ইয়াত আছে ৪০০ ৰাজপ্ৰশস্তি।

ওপৰৰ সংকলনবিলাকৰ লগতে যোগ দিব 'পত্তুপাত্তু' বা দহটা কবিতা নামে আন এক গ্ৰন্থ। এই গ্ৰন্থৰ দহটা কবিতা সেই সংকলনবিলাকত থকা কবিতাবোৰৰ দৰে একে শৈলীতে ৰচিত। কিন্তু দীঘল দীঘল আৰু সেই দহটা কবিতাৰ ৰচনা কালো কিছু পিছৰ। বিগত শতিকাৰ শেষ ভাগলৈকে এই আঠখন কবিতা সংকলন সম্পূৰ্ণ বিস্মৃত হৈয়ে আছিল আনকি তামিলসকলেও পাহৰি গৈছিল। যোৱা পাঁচটা দশকতহে এই অতি দুষ্প্ৰাপ্য পাণ্ডুলিপিবোৰ সম্পাদনা কৰি জগতত জনাজাত কৰা হৈছে। সেইবিলাকৰ বহুতৰ এতিয়াও অনুবাদ হ'বলৈয়ে বাকী আৰু সঙ্গম সাহিত্যৰ সমালোচনাত্মক আৰু ঐতিহাসিক দৃষ্টিকোণৰ পৰা অধ্যয়ন এতিয়াও কৰা হোৱা নাই।

খুব পুৰণি কালৰ পৰাই তামিলসকলে সাহিত্যৰ শ্ৰেণীবিভাজনত বিশেষ আগ্ৰহ প্ৰদৰ্শন কৰিছিল। প্ৰাচীন ভাৰতীয় যি কোনো জ্ঞানৰ চৰ্চাতে এই শ্ৰেণীবিভাগ কৰাৰ এটা প্ৰবৃত্তি সকলো বিদ্যাৰ ক্ষেত্ৰতে থকা চকুত পৰে। তামিলসকলে কবিতাবো দুটা প্ৰধান ভাগ কৰিছিল। এটা হৈছে 'অগম' অৰ্থাৎ অন্তৰস্থ ভাবৰ আৰু আনটো হ'ল 'পুৰম্' (বহিঃপ্ৰকাশ) মানে ৰজাক প্ৰশংসা কৰি লিখা কবিতা। পিছত তামিল দেশৰ বিভিন্ন অঞ্চলৰ নামেৰে আৰু কিছুমান ভাগ কৰা হৈছিল কবিতাবোৰৰ। কবিতাটোত দেশৰ যি অঞ্চলৰ কথা উল্লেখ থাকে বা যি অঞ্চলৰ লগত কবিতাটোৰ ভাব খাপ খায়

সেই অঞ্চলৰ নামেৰেই নাম হয়। প্ৰচলিত ৰীতিমতে তেনেদৰে কৰা ভাগ পাঁচটা অঞ্চলৰ ('টিনই'-ৰ) নামেৰে কৰা হৈছে। সেইকেইটা হৈছে 'কুৰিঞ্জি' অৰ্থাৎ পাৰ্বত্য অঞ্চল ; 'পালই' অৰ্থাৎ শুকান অঞ্চল, 'মুল্লই' অৰ্থাৎ অৰণ্য আৰু বনাঞ্চল ; 'মৰুদম্' অৰ্থাৎ সমতলৰ কৃষিভূমি আৰু 'নেইদল' বা সাগৰৰ উপকূল অঞ্চল। এইবোৰ প্ৰত্যেক বিধ কবিতাৰে প্ৰেম আৰু যুদ্ধৰ কাহিনীৰ একো একোটা বিশেষ দিশৰ লগত সম্পৰ্ক। যেনে, পাৰ্বত্য অঞ্চল হ'ল কবিতাত সদায় বিবাহৰ পূৰ্বৰ প্ৰেমলীলাৰ স্থান বা পটভূমি আৰু পশুধন-অপহৰণকাৰীৰ আড্ডা। 'পালই' বা শুকান অঞ্চলবোৰ হ'ল বিৰহী প্ৰেমিক-প্ৰেমিকাৰ বাবে অথবা যুদ্ধৰ পিছত বিধ্বস্ত দেশখণ্ড বুলি নিৰ্দিষ্ট ; হাবিয়নি-কাঠনিবোৰ প্ৰেমিক-প্ৰেমিকাৰ কিছুকালৰ বাবে বিচ্ছেদ ঘটা স্থান বা যুদ্ধ অভিযান আৰম্ভ কৰা স্থান ; উপত্যকাবোৰ হ'ল বিবাহৰ পিছৰ প্ৰেম-ভালপোৱা, গণিকাবোৰৰ ছল-চাতুৰি যুদ্ধত অৱৰোধৰ পটভূমি আৰু উপকূল অঞ্চলবোৰ হ'ল মাছমৰীয়াইঁতে পত্নীগণৰ পৰা বিদায় লৈ সাগৰলৈ যোৱা দৃশ্য বা ঘোৰতৰ ৰণক্ষেত্ৰৰ স্থান। প্ৰত্যেক তেনে স্থানতে সেইবোৰ স্থানৰ উপযুক্ত পত্ৰ-পুষ্প, পশু-পক্ষী আৰু মানুহ থাকিবই। উল্লিখিত আঠখন কবিতা সংকলনৰ প্ৰত্যেক কবিতা ওপৰৰ শ্ৰেণীবোৰ কোনো নহয় কোনো এটাত সোমাই যায়? কিন্তু তাৰ ভিতৰতে বহু কবিতা সেইবোৰ শ্ৰেণী বিভাজনৰ ফৰ্মুলা একেবাৰে নমনাকৈয়ে ৰচিত হৈছিল।

তামিল কবিতাৰ এক বিশেষত্ব হ'ল, ইয়াৰ পংক্তিবোৰৰ ছন্দ বা ধ্বনিসাদৃশ্য। প্ৰাচীনতম তামিল সাহিত্যত এই বিশেষত্ব নাছিল যদিও 'সঙ্গম' যুগৰ শেহৰ ফালে ই ধৰাবন্ধা ৰীতিত পৰিণত হৈছিল। প্ৰতি শাৰীৰ প্ৰথম শব্দাংশ বা শব্দাংশবোৰত ছন্দধ্বনি থাকিব লাগিব। উদাহৰণ স্বৰূপে—

'ইশয়াদ' এনিনুম ইয়ৰিয়ৰ আৰ্ৰাল্
অশায়াদু নিৰ্পদমে আম্মই ইশয়ুংগল
কন্দৰিৰই অলইকুং কাংনাল অন্ টন্ শেৰ্প্প
পেন্দিৰি কম ভালাৰু মৰ্ৰু"
"বাৰম্বাৰ ব্যৰ্থ হ'লেও—সাহসেৰে দৃঢ়তাৰে অনমনীয়ভাৱে
সংগ্ৰাম কৰি যোৱাৰ নামেই পুৰুষত্ব।
সুন্দৰ শীতল উপকূল ভূমি—তাৰ কাঁইটৰ জোপাবোৰ বাৰে বাৰে
জোঁকাৰি যায় সাগৰৰ ঢৌৱে—কিনো কৰিব পাৰে?
সম্পদকালত কোনো শ্ৰম দৰকাৰ নাই—তিৰোতায়ো
উন্নতি কৰিব পাৰে নিজৰ ইচ্ছামতে।"

উক্ত স্তবক 'নালদিয়া'ৰ নামে কাব্যগ্ৰন্থৰ পৰা উদ্ধৃত কৰা হৈছে। এইদৰে কবিতাৰ প্ৰতি শাৰীৰ শব্দাংশ একোটা বা একাধিক শব্দাংশৰ ধ্বনি সাদৃশ্য সংস্কৃতমূলৰ কোনো

ভাষাৰে কবিতাত পাৰলৈ নাই। আমি জনাত বিশ্বৰ আন কোনো ভাষাতো নাই। প্ৰথমতে আচহুৱা যেন লাগিলেও পিছলৈ এই ধ্বনিময়তাই পাঠকক আনন্দ দিয়ে। ইউৰোপীয়ান কবিতাৰ প্ৰতি শাৰীৰ অন্তত থকা ছন্দৰ মিলে যেনেকৈ আনন্দ দিয়ে তেনেকৈ তামিল পাঠকক এই ধৰণৰ ছন্দধ্বনিয়ে আনন্দ দিয়ে।

তলত আমি এই আচৰিত সাহিত্য সম্ভাৰৰ পৰা চুটি চুটি কবিতা আৰু উদ্ধৃতিৰ এক সংক্ষিপ্ত সংকলন আগবঢ়ালোঁ—

তলত যুদ্ধলৈ গুচি যোৱা নিজৰ পুত্ৰৰ বিষয়ে এজনী মাকে কৈছে এইদৰে—

মোৰ এই সৰু ঘৰটোৰ খুঁটাত আঁউজি
তুমি যদি মোক সোধা মোৰ ল'ৰা ক'লৈ গ'ল বুলি—
মই ক'ব লাগিব যে একো নেজানো মই—মাত্ৰ
শিলৰ শূন্য গুহাত য'ত বাঘ ডাঙৰ হ'ল সেই
গৰ্ভ পৰি আছে ইয়াত। সি আছে যুদ্ধক্ষেত্ৰত।

[পুৰুণানুৰু—৮৬]

তলৰ তিনিটা কবিতা মহিলা কবি অৱৱয়াৰ-ৰ ৰচনা বুলি খ্যাত—

"বীণৰ সুৰৰ দৰে তাত মোহিনী নাই
তাত কোনো সঙ্গীতৰ তাল-মান নাই
তাৰ কোনো অৰ্থও নাই—
তথাপি শিশুপুত্ৰৰ থুনুক্-থানাক্ মাতে
পিতৃৰ কাণত মৌ বৰষে
গতিকে হে মহাৰাজ নেৰুমান অঞ্জী
তোমাৰ দয়ালু মনৰ কৃপাধন্য হৈ
মোৰ অলীক শব্দবোৰ হৈছে অৰ্থপূৰ্ণ
হে অলঙঘ্য প্ৰাকাৰেৰে আবৃত
শত্ৰুৰ দুৰ্গ দখলকাৰী—মহাশক্তিমান ৰজা!"

[পুৰুণানুৰু—৯২]

"পৰ্বতাকাৰ দঁতাল হাতীয়ে দীঘল দি
শুই দিয়ে নদীৰ পাৰত। গাঁৱৰ কণ কণ
শিশুইঁতে ঘঁহি ঘঁহি তাৰ বগা দাঁতবোৰ
ধুই চাফা কৰি দিয়ে। হে মহাৰাজ—তুমিও
মোক সেইদৰেই কৃপা কৰিছা। কিন্তু মদমত্ত
হস্তীৰ ওচৰ চপা মানেই মৃত্যু। ৰণক্ষেত্ৰত
তুমিও তোমাৰ শত্ৰুৰ বাবে সাক্ষাৎশমন। [পুৰুণানুৰু—৯৪]

তলৰটি কবিতাত অৱৱয়াৰে টোণ্ডাইৰ (কাঞ্চী) মহাবিলাসী ৰজা ধন-সম্পদৰ তুলনা কৰিছে নিজৰ যুদ্ধপ্ৰিয় ৰজাৰ ঐশ্চৰ্যবিভূতিৰ লগত—

"টোণ্ডাইৰ মূৰত মৌৰাৰ পাখি ডিঙিত ফুলৰ মালা
আহল-বহল অস্ত্ৰশালাত মুঠা-মুঠে বৰ্শা—
সেইবোৰৰ দণ্ডবোৰ মজবুত আৰু কঠিন। তীক্ষ্ণ ফলকবোৰ
ঘিউ সানি থোৱা—উজ্জ্বল তাৰ চিক্‌মিকনি।
মোৰ ৰজা অস্ত্ৰবোৰ যুঁজ কৰোঁতে কৰোঁতেই ভোটা
শত্ৰুৰ আঘাত ওফৰাওঁতে তাৰ ধাৰত লাগিছে
বহুত দাগ—বহু ঠাইত গৈছে ভাগি।
তৰোৱাল মেৰামতি কৰোঁতে কমাৰৰ নাই চুৰ্তি।
মোৰ ৰজাই ধন থাকে মানে দৰিদ্ৰক অন্নদান কৰে
ধন শেষ হ'লে নিজেও সিহঁতেৰে শাৰী পাতি
বহি যায়। দুখীয়া পৰিয়ালৰ তেৱেঁই মুৰব্বী কিন্তু
ৰণতহে দেখিবা তেওঁৰ বৰ্শাৰ তীব্ৰ গতি।"

[পুৰুনানূৰু—৯৫]

"অ মৌমাখি, মিহিঁকৈ পাখিৰে, সদায় ঘূৰি ঘূৰি
ফুলৰ মালাকে ফুৰা বিচাৰি। মোৰ ভাল লগা কথা
নেলাগে ক'ব—যি দেখিছা তাকে ক'বা। সদায় ফুলৰ
মাজতে ঘূৰিও সবাতোকৈ শুৱনি ফুল বাৰু দেখিলা ক'ত?
ডালিম গুটীয়া দাঁতেৰে শুৱনি মোৰ প্ৰেয়সীৰ চুলিত গোজা ফুল
পাহেঁইনহয়নে বাৰু? ময়ূৰৰ দৰে পেখম তুলি থাকে মোৰ প্ৰেয়সীয'ত।"

[কুৰুন্তগই—২]

"পুনৰ দুখতে দহিছে মোৰ হিয়া
বাৰে বাৰে মই মচো চকুপানী। মোৰ প্ৰাণধনে
সদায় মোৰ কাষতেই শান্তিৰে থাকে। এতিয়া তেওঁৰ
গাত পোৰণি। ফলত দুখতে দহিছে মোৰ হিয়া।"

[কুৰুন্তগই—৪]

"বহুত ৰাতি হ'ল। চৌদিশ নিজম পৰিল
খং-দুখ এৰি মাত-বোল বন্ধ কৰি—
নিদ্ৰাক সাবটি জগতৰ আটায়ে লৈছে জিৰণি
মোৰহে চকুত নাই টোপনি" [কুৰুন্তগই—৬]

এগৰাকী মাকে এজন তপস্বীক সুধিছে প্ৰেমিকৰ লগত পলাই যোৱা তেওঁৰ জীয়েকৰ খবৰ। সন্ন্যাসীয়ে তলৰ কবিতাৰে সান্ত্বনা দিছে—

"সুগন্ধি চন্দন গাত লগোৱাজনেহে বুজিব
চন্দন গছৰ মোল। নহ'লে যিটো পৰ্বতত চন্দন গছ হয়
সিও নুবুজে চন্দন কাঠৰ গুণ। যদি এই কথা বুজা
দুখ নোপোৱা অযথা জীয়েৰৰ কথা ভাবি-গুণি।
সাগৰৰ বুকুতে পৰি থাকে ধৱলবৰণ মুক্তা
সাগৰেও নুবুজে তাৰ মোল—সেই মুক্তা
গোটাই আনি পিন্ধোতাজনেহে বুজিব তাৰ মোল।
এই কথা যদি বুজা—জীয়েৰৰ কথাত আৰু সন্তাপ নোপোৱা।

[কলিভোগই—৯-১২-১৭]

এজনী ছোৱালীয়ে খেলৰ লগৰী আন এজনী ছোৱালীক কৈছে—

"কিমান যে চিক্‌চিকীয়া খাৰু পিন্ধিছ তই আজি! শুনচোন,
সিদিনা মই বাটৰ ওপৰত ধূলি-ধেমালি কৰি থাকোঁতে
সি আহি মোৰ ধূলিৰ ঘৰ গচকি ভাঙি পেলালে
মোৰ মূৰৰ পৰা ফুলৰ মালাডালো থপিয়াই লৈ গ'ল
মোৰ ফিটা লগোৱা বলটোও লৈ পলাল।
এনে দুষ্ট ল'ৰা! সদায় জোকাই থাকে মোক!"

"আন এদিন মই ভিতৰতে বহি আছো আইৰে সৈতে
বাহিৰত শুনিলো কাৰ'বাৰ চিঞৰ—'ঘৰত কোন
আছে—মোক অলপ পানী খাবলৈ দিবানে?'
মাই মোক ক'লে—'যাচোন আই—লোটাটো ভৰাই
তাক অলপ পানী দি আহগৈ।' মই নেজানিছিলো
কোননো আহিছে। গৈহে দেখিলো সেই দুষ্ট
ল'ৰাটো। সি মোৰ হাতত খামুচি ধৰিলে খাৰু-তাৰুয়ে
ভয়ত মই চিঞৰি উঠিলোঁ।

মই লৰি গৈ মাক ক'লোগৈ—চোৱাচোন সি মোৰ
কি দশা কৰিলে। মাৰ খং উঠি লৰালৰিকৈ
নামি আহিছিল। তেতিয়া মই ক'লো—তাৰ পানী খাই
থাকোতে চৰ্চৰণি আহিছিল। সি মোৰ ফালে খাওঁ
যেন মূৰ্তি ধৰি এবাৰ চালে। তাৰ পিছত কিন্তু
হাঁহি এটা মাৰি বন্ধু হৈ পৰিলেই—ইমান দুষ্ট!"

[কলিভোগই—৫১]

তলৰ কবিতাটোত আছে নববিবাহিতা পত্নীয়ে প্ৰথমবাৰ ৰন্ধন কৰিবলৈ ওলোৱাৰ বৰ্ণনা ঃ

"তাইৰ 'কান্দল'ফুলৰ দৰে লাহি আঙুলিৰে দৈ চেপি
ভাত বান্ধি থাকোঁতে গাৰ কাপোৰত হাত মচা দাগবোৰ
আছিলেই। চক্ক সুগন্ধই নাকত লাগিলেই ভোক লাগে—
কিন্তু তাইৰ ভেটফুলৰ দৰে চকুত লাগি পানী ওলাইছিল।
তাই চকু মোহাৰি থাকোঁতে সি কিন্তু ক'লে—'কি সুন্দৰকৈ ৰান্ধিছা!'
উজ্জ্বল চকুৰে সি মাথোন টপালি টপালি খালে।"

[কুৰুন্তগই—১৬৭]

সাধাৰণতে আমনিলগা ধৰণৰ প্ৰশংসা গীতিবোৰো মাজে মাজে সুন্দৰ প্ৰাকৃতিক বৰ্ণনাৰে মধুৰ হৈ উঠে—

"কেতিয়াবা গাখীৰ ফাটি টেঙা হৈ যায়—দিন হয় ৰাতি
বেদৰ বিহিত পথতো থাকি মানুহে কৰে বহু ভুল-ভ্ৰান্তি,
তুমি তেতিয়াও যেন থাকা অলৰ-অচৰ হৈ চৌদিশে
বিশ্বস্ত বন্ধুৰে পৰিবেষ্টিত হৈ—বহু দূৰ ব্যাপ্ত হ'ব তোমাৰ কীৰিতি।
তোমাৰ কাৰণেই—পৰ্বতৰ নামনিত কোনো তপস্বীৰ আশ্ৰমত
য'ত যোগীগণে কঠোৰ তপস্যা কৰে তিনিকুৰা জুইৰ কাষত
তাৰ কাষতে নিৰ্ভয়ে নিদ্ৰা যাব পাৰে বিশাল নয়না কোনো
হৰিণীয়ে তাইৰ কণ কণ পোৱালিবোৰ লগত লৈ।"

[পুৰুণানুৰু—২]

"ভয়ঙ্কৰ যুদ্ধৰ যিজন কোনোদিন পৰাঙ্মুখ নহয়—
অনিবাৰ্য মৃত্যু লৈ যম আহি উপস্থিত হ'লে যেনেকৈ শুদাহাতে
নেযায় উভতি—তেনেদৰে পৃথিৱী হ'লেও কক্ষচ্যুত তোমাৰ
যুদ্ধখ্যাতিৰ নহয় বিৰতি। তোমাৰ চৰণ শোভা কৰা স্বৰ্ণবলয়
চন্দনচৰ্চিত তোমাৰ বিশাল বক্ষ, হে মহাৰাজ!
যুদ্ধ হৈছিল সেই জনশূন্য দেশত—বিষম কষ্টৰ দেশ—
সেই দেশত পানী নাই—অন্তহীন পথবোৰ তাৰ
গৈ গৈ শেষেই নহয়। তাতে যুদ্ধ কৰে তোমাৰ পাকৈত
তীৰন্দাজ সৈন্যবোৰে। চকুত হাতৰ আঁৰ দি দূৰ দূৰণিলৈ'
শিমলু গছৰ ওপৰত উৰি ফুৰা জাক জাক ঈগলৰ কুৰুলি
বাট য'ত দুটা হৈছে তাত—আছে কত ৰণুৱাৰ শিলৰ সমাধি!"

[পুৰুণানুৰু—৩]

তলৰ কবিতাত এজনী ছোৱালীয়ে তাইৰ বিৰহিনী বান্ধৱীক সান্ত্বনা দিছে—

"পৰিশ্ৰমী মাছমৰীয়াহঁতে তৰাং পানীত ঘন পাহিৰ
জাল পেলাই তোলে হাবিত কেছিয়া ফুল গোটোৱাৰ দৰে
জাকে জাকে কোমলমুখীয়া মিছা-মাছ।"

"আকৌ পাকৈত চিকাৰীয়ে হাবিৰ মাজত খেদি খেদি
পহু মৰাৰ দৰে ডেকা মাছুৱৈহঁতে সাগৰ গভীৰ
পানীত খেদে হাঙ্গৰ। ঘূৰি আহে কৰতৰ দৰে দাঁত
থকা হাঙ্গৰৰ মঙহ নাৱত ভৰাই।"

"সিহঁত আহি বালিৰ ওপৰত দ'ম কৰেহি এদিনৰ মাছ
বতাহ বলিবলৈ ধৰে লোণৰ কেৰাহিবোৰৰ ওপৰেদি
—মাছুৱৈৰ গাঁৱৰ পথেদি অলপ পিছতে তোমাৰ
মনৰ মানুহৰো গাড়ীৰ শব্দ শুনিবা-ৰ'বা।" [নৰিনই—১১১]

এজন ডেকাই নিজৰ মৰমৰ গাভৰুজনীৰ ৰন্ধাৰ হাত শলাগিছে তলৰ কবিতাত—

"সেই ঘৰটোৰ আগৰ প্ৰতিটো খুঁটিতে বন্ধা আছে
পাক খোৱা শিঙৰ ম'হৰ পোৱালি একোটি—অতি শান্ত-শিষ্ট।
তাতে থাকে মোৰ মৰমৰ গাভৰুজনী—কিমান যে ধুনীয়া
তাই—কত যে ভাঁজ তাইৰ দেহৰ গঠনত—চকুত
প্ৰেম কোমল দৃষ্টি-কাণত ডাঙৰ কুণ্ডল
আৰু লাহি আঙুলিত অকণ অকণ আঙঠি।"

"নিজে বাৰীৰ কলপাত কাটি ঠাৰিয়ে ঠাৰিয়ে ফালি
মজিয়াত পাৰি লৈ—বাট চাই আছে মোক ভাত
বাঢ়ি দিবলৈ। চকুত লাগি ৰান্ধনিশালৰ ধোঁৱা—
চন্দ্ৰকলা যেন কপালত তাইৰ জিলিকে ঘামৰ বিন্দু।
আঁচলৰ আগেৰে কপালৰ ঘাম মচি ৰৈ আছে
ৰান্ধনিঘৰতে মোৰ কথা ভাবি ভাবি।"

"সোমাই আহা আকৌ—মইতো ৰৈ আছো তোমাক
ভাত দিবলৈ।" কয় তাই হাঁহি মাৰি। জিলিকি
উঠে মিহিকৈ দুপাৰি দাঁত। চুমা খাবলৈ ৰব মন
যায়—শুনিলে তেনে মৌ সনা মাত।" [নৰিনই—১২০]

এটা কবিতাত আছে গাঁৱলীয়া উৎসৱ এটাৰ ছবি —

“প্ৰখৰ ৰ'দত কষ্ট কৰি ধান চপোৱাৰ পিছত
খেতিয়কহঁত জঁপিয়াই পৰে সাগৰৰ ঢৌৰ মাজত
সাঁতুৰি-নাদুৰি মহানন্দ কৰি গুচাই দেহৰ ভাগৰ
জাহাজৰ কাপ্টান-নাৱিকহঁতেও লগ লয় সিহঁতৰ—
চোকা মদৰ ৰাগি ধৰিলে কিমান যে নাচোন-বাগোন—
‘পুন্নই’ ফুলৰ মালা পিন্ধা ৰমণীৰ জাক হাতত চিক্‌মিকীয়া
খাৰু। কত যে সাবটা-সাবটি আৰু হাতত ধৰি—টনা-টনি!”

“বনৰ শীতল ছায়াৰ মাজত ফুলৰ মৌ গোটাই ফুৰা
মৌমাখিৰ দৰে খাৰুপিন্ধা-মালাপিন্ধা কত ৰমণী
জাকে জাকে ফুৰে। খেজুৰৰ ৰস—কুঁহিয়াৰৰ ৰস—
ডাবৰ পানী খাই—লৰি-ঢাপৰি তেওঁলোকেও
সাঁতুৰিবলৈ সাগৰত জঁপিয়ায়।”

[পুৰণানুৰু—২৪]

তলৰ কবিতাত আছে এক দুৰ্ভিক্ষৰ বিৱৰণ —

“চৰুত ভাত ৰন্ধাৰ কথা মানুহে পাহৰিয়ে গ'ল
তাত এতিয়া মলিৰ টাটৰি আৰু শেলুৱে বান্ধিছে।
খাবলৈ নেপাই হাড়ে-ছালে ওলোৱা মাতৃৰ
স্তন দুটি ওলমি পৰিছে হে শোটোৰা-শোটৰি
পিয়াহৰ বাট দুটি অতিকে শুকান!
তাকে চুপি আছে কেঁচুৱা এটাই কান্দি কান্দি।
মাকে কেঁচুৱাৰ মুখলৈ চাই মচে
মাথোন চকুৰ পানী।” [পুৰণানুৰু—১৬৪]

আঠখন কাব্যসংকলনৰ পৰা আমাৰ শেষ উদ্ধৃতি হৈছে তলৰ কবিতাৰ চৰণকেইটি— বিষয় হৈছে এলাগী হৈ পৰা পত্নী এগৰাকীৰ মনোবেদনা—

“মোৰ গাৰ কাপোৰত ঘিউৰ গন্ধ আৰু আঞ্জা
তৰকাৰিৰ গন্ধ। কাপোৰত কত কিযে দাগ—
কিমান ছাই-মাকতি!”

“মোৰ কান্ধ দুটা ল'ৰা-ছোৱালীৰ গাৰ ঘামৰ গোন্ধ
সিহঁতক কানত লৈ ফুৰোঁতে—পিয়াহ খুৱাওঁতে লাগে।”

"মই মোৰ স্বামীৰ সন্মুখলৈ যাবই নোৱাৰো—তেওঁ
কিন্তু পিন্ধি-উৰি আটক ধুনীয়া হৈ বাগীত
উঠি বেশ্যালয়লৈ যায়।" [নৰিনই—৩৮০]

ইয়াৰ পিছৰ পৰ্যায়ৰ তামিল সাহিত্যত কিন্তু বহু বেছি পৰিমাণে আৰ্য প্ৰভাৱ দেখা যায়। আৰ্য ধৰ্মীয় ধ্যান-ধাৰণা আৰু ৰীতি-নীতি উপৰি উক্ত আঠখন কাব্য-সংকলন হৈ থকা কালতো তামিল দেশত অপৰিচিত কথা নাছিল। কিন্তু সেইবোৰে এতিয়া তামিল ঐতিহ্য পৰম্পৰাক এনদৰে চাটি ধৰিলেহি—বিশেষকৈ জৈন ধৰ্মৰ প্ৰভাৱ এনে শক্তিশালীৰূপে অনুভূত হ'বলৈ ধৰিলে যে প্ৰাচীন তামিল মৌলিকতা হ্ৰাস পাবলৈ ধৰিলে। 'অষ্টাদশ ক্ষুদ্ৰ ৰচনা' যিখন তামিল ভাষাত 'পদিনেন্‌কীঝকনক্কু' নামে জনাজাত, প্ৰধানকৈ উপদেশমূলক আৰু নীতিশিক্ষাৰ উদ্দেশ্যে ৰচিত। তাৰ ভিতৰত বিখ্যাত দুখন হৈছে 'তিৰুক্কুৰল্' আৰু 'নালদিয়াৰ্।' তাৰে প্ৰথমখনক সময়ে সময়ে 'তামিল দেশৰ বাইবেল' বুলিও কয়। আচলতে সেইখনত আছে জীৱন আৰু ধৰ্মবোধৰ বিভিন্ন দিশৰ বিষয়ে ভাবযুক্ত ছন্দোবদ্ধ প্ৰবাদ বাক্য। তাৰে কিছুমান আমি আগতে উদ্ধৃত কৰিছোৱেই। এতিয়া সেইবোৰৰে ধৰ্মনিৰপেক্ষ ভাবৰ কেইটামান তলত দিয়া হ'ল—

"যিখন ৰাজ্যত সকলো সম্পদ আছে কিন্তু শাসক
আৰু শাসিতৰ মাজত মধুৰ সম্পৰ্ক নাই—সেই ৰাজ্য দুঃখময়।" (৭৪০)

"কৃষকে একো নকৰোঁ বুলি হাত সাবটিলে
তপস্বীয়েও তপস্যা সামৰিব লগাত পৰে।" (১০৩৬)

"নিজকে দৰিদ্ৰ বুলি বিনোৱা জনক
পৃথিবীয়ে ঘৃণা কৰি হাঁহে।" (১০৪০)

"তুমি শ্ৰম কৰি গোটোৱা চাউল কিটাৰ সমান
সোৱাদ ভাত ক'তো পাবলৈ নাই।" (১০৬৫)

"প্ৰেমৰ আনন্দ সাগৰৰ সমান ডাঙৰ কিন্তু
তাতোকৈও ডাঙৰ হ'ল বিচ্ছেদৰ দুখ।" (১১৬৬)

"প্ৰেম ৰাগি মদৰ ৰাগিতকৈও চোকা
কাৰণ প্ৰেমৰ ভাবনাতো ৰাগি ধৰে।" (১২০১)

"প্ৰেমিক-প্ৰেমিকাইঁতে দন কৰি বৰ ভাল পায়—
কাৰণ দনৰ পিছত পুনৰ মিলন হ'লে বেছি আনন্দ হয়।" (১৩৩০)
[তিৰুকুৰল]

আনহাতে 'নালদিয়াৰ'ৰ কবিতাবোৰ বেছি বিধিবদ্ধ সাহিত্যিক ৰচনাশৈলীযুক্ত। সেই কবিতাবোৰৰ সাহিত্যিক মূল্য আৰু নৈতিক সাৰমৰ্ম দুয়োটাই বেছি। যেনে—

"মূৰ্খৰ সৈতে বন্ধুত্ব কৰাতকৈ জ্ঞানীৰে শত্ৰুতা কৰা ভাল
দুৰাৰোগ্য ব্যাধিৰ যন্ত্ৰণাতকৈ মৃত্যুও শ্ৰেয়ঃ।
চিৰকাল আত্মগ্লানিকৰ ঘৃণাৰ পাত্ৰ হৈ থকাতকৈও মৃত্যু বেছি কাম্য
অবাবতে প্ৰশংসাৰ পাত্ৰ হোৱাতকৈ তিৰস্কাৰ ভাল।" (২১৯)

"প্ৰকৃত গৃহস্থী কৰা মানে এসাজ ভাতকে শত্ৰু-মিত্ৰ
আটায়ে ভগাই খোৱা।
অকলে অকলে নিজৰ উদৰ পূৰ্ণ কৰি খোৱা লোকে
সৰগৰ দুৱাৰৰ কাষেই নেপায়গৈ।" (২৭১)

"কুকুৰক যিমানেই সোণৰ থালত খাবলৈ নিদিয়া
সি মৰা-শ টানিবই—
নীচক যিমানেই সাধুসকলক কৰাৰ দৰে ব্যৱহাৰ কৰা
সি তাৰ স্বৰূপ উদঙাবই।" (৩৪৫)

"পৰ্বতীয়া মানুহে সিহঁতৰ মনোৰম পাহাৰৰ কথা নেপাহৰে
খেতিয়কে নেপাহৰে সাৰুৱা খেতিৰ পথাৰ
উত্তম লোকে আনৰ পৰা উপকাৰ পালে নেপাহৰে
নীচে নেপাহৰে লোকৰ পৰা পোৱা বুলি কাল্পনিক অপমান।"(৩৫৬)

"পঢ়িব জনা লোকৰ বাবে পুথি-পাঁজি যেনে—
দানী লোকৰ বাবে ধনৰ ভাণ্ডাৰ যেনে—
যোদ্ধাৰ বাবে নিজৰ হাতৰ চোকা তৰোৱাল যেনে—
সতী-সাধ্বী পত্নীৰ বাবে সৌন্দৰ্যও তেনে।" (৩৮৬)

"নিজৰ স্বামীৰ কুসুমমালাৰে শোভা কৰা বহল বুকুৰ
আলিঙ্গন যিসকলে কৰিছে—
তেওঁলোকৰ প্ৰেমিকসকলৰ পৰা বিচ্ছেদ হ'লে
মেঘৰ গাজনিকো শৱযাত্ৰাৰ দবাৰ কোব যেন লাগে।" (৩৯২)

[নালদিয়াৰ]

ষষ্ঠ শতাব্দীৰ আৰম্ভণি নৌ হওঁতেই সমগ্ৰ তামিল দেশত আৰ্য-সংস্কৃতিৰ প্ৰভাব ইমান ব্যাপক আৰু গভীৰ হৈছিল যে সেই দেশৰ ৰজা আৰু অন্যান্য শাসনকৰ্তাসকলেও হিন্দু, জৈন আৰু বৌদ্ধ দেব-দেবীৰ পূজা-অৰ্চনা আৰু ধৰ্মমতহে গ্ৰহণ কৰিছিল।

তামিল দেশৰ থলুৱা কবিতাশৈলীতো দ্ৰুত পৰিৱৰ্তন ঘটিছিল সংস্কৃত প্ৰভাৱৰ ফলত। তামিল কবিসকলেও সংস্কৃতৰ দৰেই কাব্য নাম দি দীঘল দীঘল কবিতা লিখিবলৈ আৰম্ভ কৰিছিল। এনে ধৰণৰ দীঘল কবিতাবিলাকৰ ভিতৰত প্ৰাচীনতম আৰু শ্ৰেষ্ঠ হৈছে 'শিলপ্পদিগাৰম্' (= 'মুকুতাখচিত নেপুৰ')। এই কবিতা সংস্কৃত কবিতাৰ ধৰণত ৰচিত হৈছিল যদিও সংস্কৃততকৈ অনেক কথা বহুত বেলেগ আছিল। যদিও এই কবিতাৰ ৰচনাশৈলী সম্পূৰ্ণ কাব্যিক আৰু সকলো প্ৰকাৰ ত্ৰুটি শূন্য আৰু লিখাও হৈছিল শিক্ষিত শ্ৰেণীৰ পাঠকৰ উদ্দেশ্যেহে, তথাপি ই আছিল গণজীৱনৰ বেছি ওচৰ। তুলনামূলকভাৱে বিচাৰ কৰিলে দেখা যায় যে এই কবিতা বেছি বাস্তৱসন্মত। ইয়াত কোৱা হৈছে অসুখ-অশান্তিকৰ ঘটনাপ্ৰবাহত জড়িত হৈ পৰা দুটা সাধাৰণ মানুহৰ জীৱনৰ কথা। সংস্কৃত ভাষাৰ ৰাজসভা-কৃষ্টিৰ ভিতৰুৱা মহাকাব্যৰ লগত ইয়াৰ প্ৰধান অমিল হৈছে ইয়াত ধ্বনিত হোৱা এক প্ৰকৃত বিয়োগাত্মক পৰিণতিৰ সুৰ।

পৰম্পৰাগত বিশ্বাসমতে এই কবিতাৰ ৰচয়িতা আছিল ইলংগোৱডিগল। তেওঁ আছিল খ্ৰীষ্টীয় প্ৰথম কি দ্বিতীয় শতাব্দীৰ মহান চোল নৃপতি কৰিকালনৰ নাতি। কিন্তু সেই বিশ্বাস সম্পূৰ্ণ ভ্ৰান্ত ধাৰণাৰ ওপৰত প্ৰতিষ্ঠিত। কাৰণ, সেই কবিতা তাৰ বহু শতাব্দী পিছতহে ৰচিত হৈছিল। এই কবিতাবোৰৰ ৰচয়িতাজন যেয়েই নাছিল লাগিলে— তেওঁ কবি হিছাপে অতি শ্ৰেষ্ঠ হ'লেও কাহিনীকাৰ হিছাপে বৰ কৃতকাৰ্য নাছিল। তেওঁ গুৰুত্বপূৰ্ণ বৰ্ণনাত্মক বিষয়বোৰ ইমান বেছি অন্য গ্ৰন্থৰ প্ৰসঙ্গ উল্লেখ কৰে আৰু ইমান বেছি সংক্ষিপ্ত কৰে যে পাঠকৰ আমনি লাগি যায়। আকৌ ক'ৰবাত ভাল লগা বৰ্ণনাৰ ঠাই পালে এনেয়ে দীঘলীয়া কৰি পেলায়। আগৰ যিমান তামিল কবি আটাইৰে কবিতাৰ সাৰমৰ্ম সংগ্ৰহ কৰি গোটেইবোৰ মিলাই এটা কাহিনীৰ জৰিয়তে তেওঁ প্ৰকাশ কৰিছিল। কাহিনীটো আছিল কোৱলন্ আৰু কন্নগিৰ দুৰ্ভগীয়া প্ৰেমৰ কাহিনী। এই দীঘল কবিতাটো আৰু কাম্বৰ তামিল ৰামায়ণ—এই দুইখন গ্ৰন্থকে নিতান্তই যুক্তিসঙ্গতভাৱে তামিল জাতিৰ জাতীয় মহাকাব্য বোলা হয়। তলত আমি কাহিনীটোৰ এটা আভাস দিয়াৰ উপৰিও কবিতাটোৰ চূড়ান্ত পৰিণতিৰ অংশৰ সংক্ষিপ্ত ৰূপত অনুবাদো দিছো। এই কাহিনীৰ এক বিশেষত্ব হৈছে অতিমাত্ৰা অলঙ্কৰণৰ ফলত পোৱা এক শক্তি, যিটোক সুকুমাৰ কলাত বেৰ'ক্ বুলি কোৱা হয় আৰু তাৰ জাকৃজমক্ পয়োভৰ— যিটো ভাৰতীয় সাহিত্যত দেখা নেযায়। এই কবিতাত প্ৰাচীন তামিলসকলৰ চাৰিত্ৰিক উগ্ৰতা আৰু তাৰ লগে লগে কঠোৰ ন্যায়শীলতাৰ উমান পোৱা যায়। প্ৰাচীন তামিল ৰজাসকলৰ চৰিত্ৰৰ নানা দিশৰ ওপৰতো এই কবিতাই আলোকপাত কৰিছে।

"কোৱলন আছিল পুগাৰ্ বা কাৱিৰিপট্টিনম্ নগৰৰ এজন ধনী সদাগৰৰ পুত্ৰ। তেওঁ আন এজন ধনৱন্ত সদাগৰৰ সুন্দৰী কন্যা কন্নগিক বিবাহ কৰালে। বিয়াৰ পিছত কিছুকাল দুয়ো মহা সুখেৰে বাস কৰিছিল। কিন্তু তাৰ পিছতে ৰজাৰ ঘৰত হোৱা এক

উৎসৱত কোৱলনে লগ পালে মাধৱী নামৰ এজনী নৰ্তকীক। তেওঁ ইমান অন্ধভাবে নৰ্তকীৰ মোহত পৰিল যে কন্নগিৰ প্ৰতি থকা তেওঁৰ প্ৰেমৰ কথাও পাহৰি গ'ল। পাহৰি গ'ল নিজৰ ঘৰ-সংসাৰ। অকল সেয়েই নহয়, নৰ্তকীৰ বাবে মূল্যবান উপহাৰ কিনোতে নিজৰ সকলো ধন-সম্পদ শেষ কৰিলে আনকি কন্নগিৰ আ-অলঙ্কাৰবোৰো বাদ নপৰিল। যেতিয়া সকলো শেষ হৈ কোৱলন একেবাৰে নিঃস্ব হ'ল তেতিয়াহে চেতনা ঘূৰি আহিল। এক অতি অনুতপ্ত হতভাগ্য দৰিদ্ৰ কোৱলন কোনোকালে আপত্তি নকৰা পত্নী কন্নগিৰ ওচৰ চাপিলহি। দুয়োৰে পূৰ্বৰ বিশাল ধন-সম্পত্তিৰ অৱশিষ্ট থাকিলগৈ একমাত্ৰ কন্নগিৰ এযোৰ মহামূল্যবান 'মণি-মুক্তাখচিত নেপুৰ।' সেইবোৰো কোনো ওজৰ-আপত্তি নকৰাকৈ কোৱলনক দি দিলে কন্নগিয়ে। দুয়ো স্থিৰ কৰিলে যে সেই নেপুৰযোৰকে মূলধন হিছাপে লৈ দুয়ো মাদুৰাই মহানগৰীলৈ গুচি যাব। তাতে পুনৰ বেহা-বেপাৰ কৰি কোৱলনে নতুনকৈ ভাগ্য গঢ়িব।"

মাদুৰাইত উপস্থিত হৈ দুয়ো কুটীৰ এটাত থাকিবলৈ ল'লে। কোৱলনে কন্নগিৰ নেপুৰযোৰেৰে এপাট লৈ বজাৰলৈ গ'ল বিক্ৰী কৰিবৰ বাবে। তাৰ কিছুদিনৰ আগতে পাণ্ড্য ৰজা নোডুঞ্জেলিয়ানৰ ৰাণীৰ তেনে এপাট নেপুৰ হেৰাইছিল। ৰাজসভাৰে এটা দুষ্ট সোণাৰিয়ে ঠগ কৰি সেই নেপুৰপাট চুৰি কৰিছিল। সেই সোণাৰিয়েই এতিয়া কোৱলনৰ হাতত কন্নগিৰ নেপুৰপাট দেখি ধৰি ৰজালৈ খবৰ পঠালে। ৰজাই প্ৰহৰী পঠাই দিলে। প্ৰহৰীহঁতে গৈ কোৱলনক ধৰি বন্দী কৰি লগে লগে কোনো বিচাৰ নোহোৱাকৈ কাটি প্ৰাণনাশ কৰিলে। যেতিয়া সেই খবৰ আহি কন্নগিৰ কাণত পৰিল তেওঁ তৎক্ষণাৎ অচেতন হৈ পৰিল। কিন্তু সোনকালেই জ্ঞান ঘূৰাই পালে। সকলো কথা জানি-বুজি তেওঁৰ চকুয়েদি খণ্ডত জুই ওলাবলৈ ধৰিলে। তেওঁৰ স্বামীৰ নিৰ্দোষিতাৰ প্ৰমাণ স্বৰূপে হাতত নিজৰ আনপাট নেপুৰ লৈ তেওঁ নগৰৰ মাজ পালেগৈ—

"হে মাদুৰাই নগৰৰ সতীসাধ্বী নাৰীসকল, মোৰ কথা শুনা।
আজি মোৰ সমান দুৰ্ভাগ্য কোনো নাৰীৰে কাহানিও হোৱা নাই
যি দুৰ্ভাগ্য কোনো নাৰীৰে হোৱা উচিত নহয় মোৰ ভাগ্যত
সেয়েই ঘটিল। কেনেকৈ সহ্য কৰিম মই এনে দুৰ্ঘোৰ অন্যায়?"

"সম্পদশালী মাদুৰাই নগৰীৰ সকলো জনতাই দেখিলে তাইক
তাইৰ দুখ আৰু ক্ষোভ দেখি মৰ্মাহত হ'ল সকলোৰে
বিস্ময় আৰু গভীৰ দুখত সচকিত হৈ সকলোৰে চিঞৰি উঠিল
এই মহিলাক যি অন্যায় কৰা হ'ল—তাৰ কোনো শুধৰণি নাই।"

"আমাৰ ৰজাৰ ৰাজদণ্ড এতিয়া আৰু পোন হৈ থকা নাই
তাৰ অৰ্থ হ'ল কি? তাৰ অৰ্থ হ'ল যে

মহাৰাজাধিৰাজৰ গৌৰৱ হৈ গ'ল ধূলিত মিহলি
নামত মাথোন তেওঁ এতিয়া ৰাজছত্ৰ আৰু বৰ্শাৰ গৰাকী।"

"আমাৰ আগত আৱিৰ্ভূতা হৈছে এক মহাশক্তিশালিনী
দেৱী—তেওঁৰ হাতত এপাট সোণালী নেপুৰ।
তাৰ অৰ্থ কি?"

"এইযে ক্ৰন্দনৰতা নাৰী বৈ আছে উচুপি উচুপি
তেওঁৰ সুন্দৰ দুই নয়ন উপচি বৈ আছে অশ্ৰুধাৰ অবিৰল
যেন কোনো দেৱীয়ে ভৰ কৰিছে তেওঁৰ গাত।
কি হ'ব পাৰে ইয়াৰ অৰ্থ?"

"এইদৰে অভিযোগ কৰা বহু কণ্ঠ উচ্চ হৈ হৈ হ'লগৈ বজ্ৰধ্বনি
মাদুৰাইৰ জনগণে লগ দিলে তাইক জনালে সহানুভূতি
সেই কোলাহলমুখৰ জনতাৰে কোনোবাই দেখুৱালে কন্নগিক
তাইৰ স্বামীৰ মৃতদেহ।"

"সোণালী আঙুৰলতাৰ দৰে দেহাৰে কন্নগিয়ে
মেৰাই ধৰিলে স্বামীৰ দেহ। কিন্তু হায়
সিযে তাইক দেখাই নেপায়।"

"তাৰ পিছত অস্তাচলৰ ৰঙা বেলিয়ে নিজৰ অগ্নিময়
বাহু সামৰি লুকাই পৰিল বিশাল পৰ্বতৰ সিপাৰে
বিপুল পৃথিৱী বুৰ গ'ল এন্ধাৰত।"

"সন্ধিয়া অৰ্থ অন্ধকাৰত হিয়া ঢাকুৰি কান্দিলে
কন্নগিয়ে। তাইৰ ইননি-বিননিৰ
গোটেই নগৰতে হ'ল প্ৰতিধ্বনি।"

"আজি ৰাতিপুৱা তাৰ ডিঙিৰ মালাধাৰি
নিজৰ খোপাত মেৰাই নিজকে সজাইছিল তাই
এতিয়া গধূলি তাই দেখিছে তাৰ নিজৰ তেজেৰে
তুমৰলি হৈ পৰি থকা তাৰ দেহৰ অৱশেষ।"

"কিন্তু তাইৰ বুকু ফাটি যোৱা দুখ আৰু
অগ্নিময় ক্ৰোধ সিতো একো দেখা নাই।"

"ইয়াত কোনোবা তিৰোতা আছেনে? আছেনে এনে
কোনো নাৰী যি এনে অন্যায় সহ্য কৰিব পাৰে?
নিজৰ প্ৰিয় স্বামীৰ ওপৰত কৰা ভয়ানক অত্যাচাৰ সহিব
পৰা কোনো নাৰী আছেনে? আছেনে তেনে নাৰী?"

"আছেনে ইয়াত কোনো সাধু পুৰুষ? এনে সাধু লোক
আছেনে যি প্ৰতিপাল কৰে নিজৰ সন্তানহঁতক?
—আৰু ৰক্ষা কৰে সিহঁতক সততেই সকলো বিপদৰ পৰা
আছেনে তেনে কোনো সাধু পুৰুষ এই নগৰত?"

"আছেনে ইয়াত কোনো দেৱতা? আছেনে কোনো দেৱতা
এই মাদুৰাই মহানগৰীত য'ত এজন ৰজাৰ তৰোৱালে
নিৰ্দোষী মানুহক বধ কৰিব পাৰে? আছেনে কোনো
দেৱতা এই নগৰত? আছেনে বাৰু? আছেনে?"

"এইদৰে বিলাপ কৰি কৰি তাই স্বামীৰ মৃতদেহৰ ভৰিহাল
ধৰিলে সাবটি। এনে যেন লাগিল তেতিয়া যেন সি
জীৱন্ত হৈ উঠি ক'লে— "তোমাৰ জোন যেন মুখ যে মোলান
পৰিছে কন্নগি।" বুলি হাতেৰে মুখত হাত বুলাই দিলে তাইৰ।'

"পুনৰ তাই মাটিত বাগৰি উচুপি উচুপি কান্দিবলৈ ধৰিলে
তাইৰ খাৰুপিন্ধা দুই হাতেৰে পতিৰ ভৰিহাল ধৰিয়েই থাকিল
দেখিলে তাইৰ পতি মৃতদেহ মুক্ত হৈ দেৱদূতসকলৰ সঙ্গত
স্বৰ্গৰ পথত হৈছে ঊৰ্ধ্বমুখী।"

"যাওঁতে মাত্ৰ কৈ গ'ল তাইক— 'মোৰ প্ৰিয়তমা, তুমি
কিন্তু থাকিব লাগিব ইয়াতে।—এই ধৰণীতে।'
সেয়া তেওঁক মই দেখা পালোঁ। শুনিলো তেওঁৰ কথা।"
ক'লে কন্নগিয়ে চিঞৰি চিঞৰি—।

"কিন্তু মই এতিয়া নেযাওঁ মৰি—পতিৰ লগতো নেযাওঁ
যেতিয়ালৈকে মোৰ ক্ৰোধৰ উপশম নহয়।
মই যাম সেই নিষ্ঠুৰ ৰজাৰ ওচৰলৈ—সুধিম কি
দোষত হত্যা কৰিলে মোৰ নিৰ্দোষ পতিক।"

"এই বুলি গিৰিসাই থিয় হ'ল তাই। ডাঙৰ ডাঙৰ
দুচকুত তাইৰ উপচি পৰিছে চকুৰ পানী!
চকুপানী মচি মচি কাৰেঙৰ তোৰণত ৰ'লগৈ কন্নগি!"

"চক্ খাই উঠি টোপনিৰ পৰা উঠিল ৰাজৰাণী—
'ভয়ঙ্কৰ এক সপোন দেখিলোঁ ৰজাৰ ৰাজদণ্ড
আৰু ৰাজছত্ৰ পৰিল খহি! সিংহদ্বাৰৰ ঘণ্টা বাজিছে
নিজে নিজে! আকাশ উঠিছে গুমৰি গুমৰি!"

"ভৰ দুপৰৰ এন্ধাৰ এজাকে গ্ৰাস কৰি পেলালে বেলি
ৰাতিৰ আকাশত ওলাল ৰামধেনু
দিন দুপৰতে মাটিত পৰিল জ্বলন্ত উল্কাপিণ্ড!"

"এইদৰে কৈ সহচৰী আৰু গা-ৰখীয়াবোৰ লৈ
লৰালৰি কৈ মহাৰাণী গৈ ৰজাৰ ওচৰ পালে
সিংহাসনত বহি থকা ৰজাক নিজৰ দুঃস্বপ্নৰ
কথা বিবৰি ক'লে!"

"এনেতে আহিল ভয়ানক চিএঞৰ তোৰণ-দ্বাৰৰ পৰা
'ঐ দুৱৰী! দুৱৰী ঐ!!
জ্ঞানৰ পথৰ পৰা পিছলি পৰা ভ্ৰষ্ঠ ৰজাৰ দুৱাৰ ৰখীয়া
তই—তোৰ ৰজাৰ পাপী অন্তৰত কোনো ন্যায়বোধ নাই!"

"যা কগৈ তোৰ ৰজাক তোৰণত আছে এজনী নাৰী
বিচাৰপ্ৰাৰ্থিনী হৈ। হাতত এপাট নেপুৰ লৈ।
যি নাৰীৰ পতিক অবাবত বধিলে তাৰে বিচাৰৰ বাবে বৈ।"

"লৰালৰি কৰি গ'ল দুৱাৰৰখীয়া ৰজাক ক'লৈগৈ
দুৱাৰত আহি থিয় হৈছে উন্মাদিনী এক নাৰী
তাই কিন্তু নহয় ছদ্মবেশিনী বিজয়ৰ দেৱী কোৰাৱাই
অহা নাই তাই হাত বিজয়ী ত্ৰিশূল জোঁকাৰি!"

"ক্ৰোধত তাই পাগলিনী প্ৰায়—চকুৰে বৰষে জুই
তাইৰ স্বামীক কিয় বধ কৰা হ'ল তাকে জানিবলৈ—
হাতত এপাট সোণৰ নেপুৰ লৈ বৈ আছে প্ৰবেশ পথত
লৰচৰ নকৰাকৈ—!"

কন্নগিক তেতিয়া ৰজাৰ ওচৰলৈ নিয়া হ'ল। লগে লগে গৰ্জি উঠিল তাই—
"নিষ্ঠুৰ ৰজা! মই আহিছো সুধিবলৈ.............."

"মোৰ স্বামী কোৱলন আহিছিল মাদুৰাই নগৰীলৈ
বেপাৰ-বাণিজ্য কৰি উপাৰ্জন কৰিবলৈ
সেইবাবেই মোৰ নেপুৰ এপাট বেচিবলৈ যাওঁতে
তেওঁক অন্যায় কৰি বধ কৰিবলৈ সত গ'ল কেনেকৈ?"

"হে নাৰী! মই কৰিছোঁ মাথোন ৰজাৰ কৰ্তব্য।
দুৰ্দান্ত চোৰক প্ৰাণদণ্ড দিয়া ৰজাৰ ন্যায়নীতিৰে অঙ্গ।"

কন্নগিয়ে তেতিয়া নিজৰ হাতৰ নেপুৰপাট ৰজাৰ হাতত দিলে। ৰজাই ৰাণীৰ হাতত থৈ যোৱা পাট নেপুৰৰ লগত খুব মনোযোগেৰে মিলাই চোৱাৰ পিছত নিঃসন্দেহ হ'ল যে কোৱলন সম্পূৰ্ণ নিৰ্দোষী আছিল।

"যেতিয়া সকলো বুজিলে ৰজাই—খহি পৰিল মূৰৰ ছত্ৰ
হাতৰ ৰাজদণ্ড উঠিল কঁপি—'মই আৰু
ৰজা হৈ থকা নাই! দুষ্ট সোণাৰিৰ কথাত বিশ্বাস কৰি।

"ময়েই চোৰ! জীৱনত পোন প্ৰথমবাৰৰ বাবে
মোৰ প্ৰজাক ৰক্ষা কৰাত মই ব্যৰ্থ হ'লোঁ।
গতিকে মোৰ জীয়াই থকাৰ সকাম নাই!" এইবুলি
কৈ মাটিত পৰিল [ৰজাৰ উৰি গ'ল প্ৰাণবায়ু!]

তেতিয়া কন্নগিয়ে ৰাণীৰ ফালে চাই ক'লে—

"যদিহে মই কায়-মনো-বাক্যে পতিব্ৰতা আছিলো
তেন্তে এই নগৰী মই বাচি থাকিবলৈ নিদিম।
ইয়াৰ ৰজা ধ্বংস হোৱাৰ দৰে ধ্বংস হ'ব এই নগৰীও
স্বচক্ষে দেখিবা অবিলম্বে মোৰ কথাৰ লৰচৰ নাই।"

"এইদৰে কৈ গুচি গ'ল তাই কাৰেঙ চৌহদ এৰি
ৰাজপথত থিয় হৈ তাই ক'লে চিঞৰি চিঞৰি—
চাৰিটা মন্দিৰ থকা এই মাদুৰাইৰ নৰ-নাৰী আছা যত
শুনা সকলোৱে! শুনা সকলো স্বৰ্গৰ দেৱগণে!"

"পৰম আৰাধ্য পবিত্ৰ মূৰ্তি ঋষিসকলেও শুনক!
মই শাপ দিলো দুষ্ট ৰজাৰ এই ৰাজধানী নগৰক—
যি ৰজাই মোৰ প্ৰিয়তম স্বামীক অত্যাচাৰ কৰি
বধ কৰিলে হঠাতে অনাহকত।"

"এই বুলি তাই নিজৰ হাতে বুকুৰ বাওঁ পিয়াহ টানি ছিঙি
হাতত লৈ অগ্নিচক্ষুৰে তিনিবাৰ চৌদিশে চাই
উচ্চাৰণ কৰিলে অভিশাপ বাক্য নগৰৰ ওপৰত
পিছত নিক্ষেপ কৰিলে ছিন্ন সেই স্তন সুগন্ধি ৰাজপথত।"

"লগে লগে কালমূৰ্তি ধৰি অগ্নিদেৱতাই মেলিলে জ্বলন্ত মুখ
নগৰ-ৰক্ষক অন্য দেৱগণে বন্ধ কৰিলে দ্বাৰ।"

"নগৰৰ ঘাই পুৰোহিত, ৰাজদৈৱজ্ঞ, বিচাৰকমণ্ডলী
ৰাজকোষাধ্যক্ষ আৰু সভাসদবৰ্গ—
ৰাজপ্ৰাসাদৰ জাকে জাকে পৰিচাৰক আৰু পৰিচাৰিকা
আটায়ে নীৰৱে-নিমাতে থাকিল হৈ ছবিৰ দৰে স্তব্ধ।"

"গজাৰোহী, অশ্বাৰোহী, ৰথী-মহাৰথী আৰু পদাতিক
হাতে হাতে তৰোৱাল লোৱা মহা মহাবীৰসকল
পলাল সকলো উভতি নেচাই ৰাজপ্ৰাসাদৰ সন্মুখত
তেতিয়া লেলিহান অগ্নিশিখাই কৰিছে তুমুল কাণ্ড!"

"নগৰৰ মাজৰ শস্যৰ বজাৰ জ্বলিল, জ্বলিল গাড়ীৰ বজাৰ
আৰু যিমান আছে ফুলাম বস্ত্ৰৰ বিপণী—
চতুৰ্বৰ্ণ লোকৰ বাসগৃহবোৰত দাউ দাউকৈ জুই লাগিছে
কেউফালে চিঞৰ-বাখৰ বিশৃঙ্খল যেন মহাৰণ্যত অগনি—!"

"ৰাজপথত য'ত সদায় ঢুলুকিৰ শব্দ শুনা যায়—বাঁহীৰ
সুৰ, বীণৰ সুৰ—গায়তী-নাচনী ছোৱালীহঁতৰ মেল—
সিহঁতৰ প্ৰমোদ-ভৱন—প্ৰেক্ষাগৃহত লাগিল যেতিয়া জুই
হাহাকাৰ কৰি বাহিৰলৈ আহি তুলিলে বিষম ৰোল।"

"ক'ৰ পৰা বাৰু আহিল এই নাৰী? কাৰণো জীয়াৰী তাই।
অকালতে নিজৰ স্বামী হেৰুৱালে এই পতিব্ৰতাই
নেপুৰ এপাটেৰে ধ্বংস কৰিলে অত্যাচাৰী ৰজাক
দগ্ধ কৰিলে আমাৰ নগৰী কাল অগনি জ্বলাই।"

অৱশেষত যেনিবা মাদুৰাই নগৰীৰ ৰক্ষাকৰ্ত্ৰী দেৱী আহি নিজে কন্নগিৰ ওচৰ চাপি নগৰখন ধ্বংস নকৰিবলৈ খাটনি ধৰিলত কন্নগিয়ে সুস্থিৰ হৈ নিজৰ অভিশাপ সম্বৰণ কৰিলে। জুই কমি আহিল। নিজেই টানি ছিঙি পেলোৱা স্তনৰ ক্ষতস্থানৰ পৰা তেজ গৈ গৈ দুৰ্বল হোৱা কন্নগি চুঁচৰি-বাগৰি গৈ নগৰৰ বাহিৰৰ পাহাৰ এটাত

উঠিলগৈ। কেইদিনমানৰ মূৰত তাতে তাই মৰিল। তাইৰ আত্মা গৈ স্বৰ্গত কোবলনৰ সৈতে মিলিত হ'লগৈ। ইতিমধ্যে তাইৰ মৃত্যুৰ বাতৰি গোটেই তামিল দেশতে বিয়পি পৰিল। সকলোৱে তাইক দেৱীৰ দৰে মান্য কৰিবলৈ ধৰিলে। তাইৰ নামত মন্দিৰ হ'ল। তাইৰ সন্মানাৰ্থে মানুহে নিয়মীয়াকৈ উৎসৱ পাতিবলৈ ল'লে। কন্নগি হৈ পৰিল পতিব্ৰতা সতী-সাধ্বী নাৰীসকলৰ ৰক্ষাকৰ্ত্ৰী দেৱীমাতা।

'শিলপ্পদিগাৰম্'ৰ কিছুকালৰ পাছত তাৰ প্ৰত্যুত্তৰ স্বৰূপে ৰচিত হৈছিল 'মণিমেগলই'। সেইখনৰ ৰচয়িতা মাদুৰাইৰ কবি শাত্তন আছিল বুলি কোৱা হয়। পৰম্পৰাগত বিশ্বাসমতে এই কাব্য ইখনতকৈ বেছি পুৰণা বুলি ক'লেও—দৰাচলতে এইখন গ্ৰন্থ যে ইখনতকৈ পিছৰ ৰচনাহে সেই বিষয়ে কোনো সন্দেহৰ থল নাই। কাৰণ 'মণিমেগলই 'ৰ পাঠকে 'শিলপ্পদিগাৰম্' আগতে পঢ়িয়েই থৈছে বুলি ধৰিয়েই লৈছিল কবিজনাই সেই গ্ৰন্থ ৰচনা কৰোঁতে। 'মণিমেগলই' আচলতে 'শিলপ্পদিগাৰম 'ৰ এক বৌদ্ধ দাৰ্শনিক ব্যাখ্যাত্মক পৰিপূৰক। 'শিলপ্পদিগাৰম্' কাব্যত বহুত ধৰ্মকথা আৰু নীতিকথা আছে যদিও সি হ'ল প্ৰধানকৈ এটা কাহিনী। কিন্তু 'মণিমেগলই' ৰ কাহিনীটো হৈছে দাৰ্শনিক ব্যাখ্যাৰ বাবে সুবিধাজনকভাৱে সজাই লোৱা এক ব্যৱস্থাহে। বৰ্ণনা কৰোঁতে ঠায়ে ঠায়ে সংস্কৃত ৰাজসভাকৃষ্টিৰ কাব্যত থকা পাৰলৌকিক চিন্তাৰ পৰিবেশ এটাও ৰচিত হোৱা দেখা যায়। এই কাব্যৰ নায়িকা মণিমেগলই কোবলনৰ সেই নৰ্তকী প্ৰেমিকা মাধৱীৰ ফালৰ জীয়াৰী। মাধৱীয়ে তাইৰ পূৰ্বৰ প্ৰেমিক কোবলনৰ মৃত্যুৰ খবৰ শুনি বৌদ্ধ ভিক্ষুণী হৈছিল। কাব্যৰ কাহিনীত মণিমেগলইৰ প্ৰতি ৰাজকুমাৰ উদযকুমাৰনৰ প্ৰেমৰ বৰ্ণনা আছে। অলৌকিকভাৱে মণিমেগলইৰ সতীত্ব ৰক্ষা পৰিছিল। অৱশেষত মণিমেগলয়েও মাকৰ দৰেই বৌদ্ধ সন্ন্যাসিনী হৈছিলগৈ। কবিতাটোৰ সৰহভাগেই মণিমেগলই আৰু হিন্দু আৰু আন আন ধৰ্মমতৰ মানুহৰ লগত ধৰ্মৰ বিষয়ে নানা ধৰণৰ আলোচনাৰ কথাৰে ভৰা। সৰহভাগ ক্ষেত্ৰতে যুক্তি তৰ্কেৰে মণিমেগলইৰে জয় হোৱা দেখুৱা হৈছে।

তৃতীয় এখন তামিল মহাকাব্য হৈছে-'শীৱগ-শিন্দামণি।' সেই মহাকাব্য হৈছে নায়ক শিৱগ বা জীৱক—এজন অলৌকিক ক্ষমতাসম্পন্ন অতিমানৱ। তেওঁ সকলো ধৰণৰ ধনুৰ্বিদ্যাৰ পৰা সৰ্পদংশনৰ চিকিৎসালৈকে সকলো কামতে নিপুণ আছিল। তেওঁ সকলো তেনে ধৰণৰ প্ৰতিযোগিতাতে জয় লাভ কৰে আৰু প্ৰত্যেক বাৰ পণ হিছাপে ৰখা একোজনী কন্যা লাভ কৰি নিজৰ হেৰেমত সুমুৱায়। এনেকৈ বহু প্ৰতিযোগিতাত বিজয়ী হৈ অৱশেষত নায়ক হ'লগৈ এজন সৰ্বত্যাগী জৈন সন্ন্যাসী। এইখন মহাকাব্যৰো ৰচয়িতাজন আছিল তিৰুত্তক্কদেৱৰ নামে এজন জৈনধৰ্মী লোক। তেওঁৰ এই গ্ৰন্থ আছিল অতীব কল্পনাশ্ৰয়ী—বাস্তৱ জীৱনৰ লগত তাৰ কোনো সম্পৰ্কই নাই। ইয়াৰ ভাষাও অঁতি অলঙ্কাৰপূৰ্ণভাৱে সজোৱা আৰু তাৰ ওপৰত মাৰ্জিত সংস্কৃত ভাষাৰ প্ৰভাৱ সুস্পষ্ট। আগৰ দুইখন 'মহাকাব্য'তকৈ এইখন নিশ্চয় পিছৰ ৰচনা।

তেতিয়ালৈকে তামিল কবিসকলে অকল নিজৰ জাতিৰ পৰম্পৰাগত কাহিনীবোৰকে লৈ সন্তুষ্ট হৈ থাকিব নোৱৰা হৈছিল। গতিকে উত্তৰ ভাৰতীয় বহু গ্ৰন্থৰ অনুবাদ কৰিছিল আৰু তেনে কাহিনী নিজৰ ৰচনাত সুমুৱাই লৈছিল। তেনে সাহিত্যৰ ভিতৰত আটাইতকৈ উল্লেখযোগ্য হৈছে, কাম্বনৰ নৱম শতাব্দীত ৰচিত 'কাম্বৰ ৰামায়ণ।' এই মহান কাব্য এতিয়াও তামিল দেশত বিখ্যাত আৰু সমাদৃত গ্ৰন্থ। কিন্তু এই ৰামায়ণ মূল ৰামায়ণৰ অনুবাদ মাত্ৰ নহয়। কাম্বনে নিজে অনেক ঠাইত তাৰ সাল-সলনি কৰি লৈছিল আৰু ঠায়ে ঠায়ে সম্পূৰ্ণ নিজৰ ৰচিত উপকাহিনী যোগো দিছিল। মন কৰিবলগীয়া কথা হৈছে এই যে কাম্বনৰ হাতত ৰাক্ষস ৰাৱণক মাজে মাজে বীৰ নায়কৰ ৰূপত দেখা যায়। ইমান বেছিকৈ ৰাৱণক উজ্জ্বল কৰি চিত্ৰিত কৰে কাম্বনে সময়ে সময়ে যে তাৰ বিপৰীতে ৰামকে দুৰ্বল আৰু নিষ্প্ৰভ যেন লাগি যায়। মিল্টনৰ দৰে কাম্বনো নিজৰ অজানিতেই ৰাক্ষসৰ পক্ষৰ সমৰ্থক হৈ পৰিছিল যেন দেখা যায়। যি কি নহওক, মধ্যযুগৰ তামিল সাহিত্যৰ প্ৰকৃত গৌৰৱ ঘোষিত হৈছে শৈৱ আৰু বৈষ্ণৱ ধৰ্মগুৰুসকলৰ দ্বাৰা ৰচিত ভক্তিমূলক স্তুতিগীতবিলাকেৰে। সেইসকল মহান ধৰ্মগুৰু বিশ্বৰ শ্ৰেষ্ঠতম ধৰ্মগুৰুসকলৰ লগৰ—তেওঁলোকৰ সেই গীতবোৰো বিশ্বৰ শ্ৰেষ্ঠ ধৰ্মমূলক সাহিত্যৰাজিৰ অন্তৰ্গত। এইবিলাক ৰচনা বাদ দিলে পিছৰ যুগৰ তামিল সাহিত্যত প্ৰথম শ্ৰেণীৰ সৃষ্টি বৰকৈ পাবলৈ নাই। এই ধৰ্মগুৰুসকলৰ ৰচনাৰ বিষয়ে অন্য এক প্ৰসঙ্গত এই গ্ৰন্থত পূৰ্বেই আলোচনা কৰা হৈছে আৰু উদ্ধৃতিও দিয়া হৈছে। তামিল শৈৱসকলৰ ধৰ্ম সম্বন্ধীয় ৰচনাবোৰতে বহুত সাহিত্যিক মূল্য আছে। কিন্তু 'পুৰাণ'বিলাকৰ আলমত ৰচিত তামিল সাহিত্য আৰু পুৰণা সাহিত্যৰ বিষয়ে দীঘলীয়া টীকা-টিপ্পনীসহকাৰে কৰা সমালোচনাবোৰ গুৰুত্বপূৰ্ণ ৰচনা হ'লেও—ইয়াত সেইবোৰৰ বিষয়ে আলোচনা কৰিবৰ প্ৰয়োজন নাই।

পৰৱৰ্তীকালৰ তামিল সাহিত্যৰ উজ্জ্বলতম তাৰকা আছিল বোধ হয় বীৰমামুনিৱাৰ (১৬৮০-১৭৪৭)। সেইটো আছিল ফাদাৰ কন্‌স্টানজিও বেছ্চিৰ ছদ্মনাম। বেছ্চি আছিল এজন ইটালিয়ান জেছুইট। তেওঁ ছয়ত্ৰিশ বছৰ কাল তামিল দেশত শিক্ষাদান কৰাৰ কামত ব্ৰতী আছিল। আদিকালৰ বহুতো খ্ৰীষ্টান মিছনেৰিৰ দৰে তেৱোঁ সম্পূৰ্ণ ভাৰতীয় ধৰণে জীৱন-নিৰ্বাহ কৰি তামিল ভাষা আৰু সাহিত্যৰ বিষয়ে সম্পূৰ্ণ জ্ঞান আহৰণ কৰিছিল। তেওঁৰ আগতে বা পাছতো আন কোনো ইউৰোপীয় লোকে তেওঁৰ দৰে এটা ভাৰতীয় ভাষা সম্পূৰ্ণকৈ শিকিব পাৰিছিল বুলি ধাৰণা নহয়। বেছ্চিৰ দীঘল কবিতা। টেম্বাবানিত 'অ'ল্ড' আৰু 'নিউ টেষ্টামেণ্ট'ৰ কাহিনীবোৰ সুন্দৰ অলঙ্কাৰপূৰ্ণ তামিল ভাষাত কোৱা হৈছে। তেওঁৰ ৰচনাৰীতি আৰু বিষয়-বস্তু উপস্থাপনৰ পদ্ধতি সম্পূৰ্ণ তামিল পৰম্পৰা অনুযায়ী হ'লেও তাৰ ওপৰত টাছো (Tasso)-ৰ প্ৰভাৱ দেখা যায়।

আমাৰ এই গ্ৰন্থত আলোচ্য ইতিহাসৰ কালছোৱাৰ একেবাৰে শেহৰ ফালে কন্নাড়, তেলুগু আৰু মালয়ালম ভাষাবোৰতো সাহিত্য ৰচনা আৰম্ভ হৈছিল। কিন্তু সেইবোৰ

লিখিত সাহিত্যৰ তামিল সাহিত্যৰ সমান গুৰুত্ব নাছিল কাৰণে আমি সেইবোৰৰ আলোচনা ইয়াত নকৰোঁ। সেইবিলাক ভাষাত সাহিত্য ৰচনা আৰম্ভ হয় মানে দাক্ষিণাত্যত আৰ্য প্ৰভাৱ ব্যাপক আৰু সম্পূৰ্ণভাৱে পৰিছিল। গতিকে সেইবোৰ সাহিত্যত অনেক অনুপম সৃষ্টি থাকিলেও তাত প্ৰাচীন তামিল কাব্যৰাশিৰ মৌলিকতা নাই। গতিকে সেইবোৰ ভাষাৰ সাহিত্যই কেতিয়াও তামিল সাহিত্যৰ সমান গুৰুত্ব পাব নোৱাৰে। তামিল সাহিত্যই কিন্তু বিশ্বৰ যি কোনো জীৱন্ত ভাষাৰ সাহিত্যৰ দৰেই এক দীৰ্ঘতম আৰু অবিচ্ছিন্ন সাহিত্যিক পৰম্পৰাৰ গৌৰৱ কৰিব পাৰে।

## লোক-কবিতা

এতিয়ালৈকে যিবোৰ সাহিত্যৰ বিষয়ে আমি আলোচনা কৰিছোঁ, সেই আটাইবিলাক হৈছে আনুষ্ঠানিক ৰীতি, প্ৰচলিত বিধি আৰু সুদীৰ্ঘ পৰম্পৰাযুক্ত সাহিত্যিক ধাৰাবোৰৰ অন্তৰ্গত সৃষ্টি। তাৰ মাজতে আমি পোৱা কিছুমান কবিতাত কিন্তু আনুষ্ঠানিক বিধিবদ্ধতা ধ্ৰুপদী সংস্কৃত কবিতাতকৈ কম দেখা যায়। তদুপৰি কোনো কোনো ঠাইত, বিশেষকৈ তামিল কবিতা সংকলন আৰু প্ৰাকৃত 'সপ্তশত'ক ৰ স্থান বিশেষত আমি লোকগীত আৰু জনপ্ৰিয় মৌখিক সাহিত্যৰ প্ৰতিধ্বনি শুনা যেন পাওঁ। যি হওক আমি জনাৰ ভিতৰত কোনো ভাৰতীয় লেখকে কোনোকালে প্ৰাচীন ভাৰতৰ লোকগীতিবোৰ সংগ্ৰহ কৰাৰ প্ৰয়োজন বোধ কৰাই নাছিল। কিন্তু আমি যদি আধুনিক কালত প্ৰাপ্ত লোকগীতিবিলাকৰ লগত তুলনা কৰি চাওঁ, তেন্তে অনুমান কৰিব পাৰি যে প্ৰাচীন ভাৰতত অতি উচ্চ মানৰ অপৰ্যাপ্ত লোকগীত আছিল। সেইবোৰৰে কেইটামান ভাৰতীয় লোকগীতৰ চীনা ভাষালৈ কৰা অনুবাদ পোৱা গৈছে। তাত পোৱা কথাবোৰ নিশ্চয় প্ৰাক-গুপ্তযুগৰ খাঁটি ভাৰতীয় লোকগীত।

বৌদ্ধ ধৰ্মশাস্ত্ৰবোৰৰ 'সংযুক্ত নিকায়' নামে যিটো অংশ—সেইটোৰ এটা পাণ্ডুলিপি ফাহিয়েনে সিংহলত পাইছিল ৪১৪ চনত। ৪৪০ চন মানত সেই পাণ্ডুলিপিকে চীনা ভাষালৈ অনুবাদ কৰা হৈছিল। সেই গ্ৰন্থৰ শেহৰ ফালে এটা ভাগ আছে যিটো মূল পালি ভাষাৰ পাণ্ডুলিপিত নাছিল কাৰণ সংযুক্ত নিকায়ৰ সেই পালি পাণ্ডুলিপিৰ যি প্ৰতিলিপি আমি এতিয়া পাওঁ তাত সেই ভাগটো দেখা নেযায়। তাৰ মানে এইটোকে বুজা যায় যে নিশ্চয় সেই ভাগটো সংযুক্ত আছিল ফাহিয়েনে সংগ্ৰহ কৰা পাণ্ডুলিপিটোতহে যিটোৰ পৰা পিছত চীনা ভাষালৈ অনুবাদ কৰা হৈছিল। গতিকে ধৰি ল'ব পাৰি যে তলত আমি যিবোৰ ভাৰতীয় লোকগীতৰ উদ্ধৃতি দিছো, সেইবোৰ নিশ্চয় পালি ভাষাত বৌদ্ধ ধৰ্মনীতিবোৰ খ্ৰীঃ পূঃ প্ৰথম শতাব্দীত বিধিবদ্ধ আৰু লিপিবদ্ধ হোৱাৰ সময়ৰ পৰা পঞ্চম শতাব্দীৰ আৰম্ভলৈকে কালছোৱাৰ ভিতৰত ভাৰতত মানুহে গাইছিল।

তলত যিবোৰ লোকগীত উদ্ধৃত কৰা হৈছে সেইবোৰ হৈছে এজন বৌদ্ধ সন্ন্যাসীয়ে ঘূৰি-পকি ফুৰোঁতে মানুহে গোৱা ধৰ্মনিৰপেক্ষ বিষয়ৰ লোকগীত। সেইবোৰতে ভাষাৰ সামান্য পৰিবৰ্তন কৰি সন্ন্যাসীয়ে বৌদ্ধ তাৎপৰ্য দিবলৈ যত্ন কৰিছে। তলত আমি উদ্ধৃত কৰা প্ৰথমটো লোকগীততে সেইদৰে সন্ন্যাসীয়ে এটা মনস্কামনা সংযুক্ত কৰিছে যিটো তেওঁৰ নিজৰ জীৱন নিৰ্বাণ লক্ষ্য কৰি প্ৰবাহিত কৰাৰ হেঁপাহৰ সৈতে তুলনীয়। যেনে—

এজনী গৃহবধূৰ গান তলত দিয়া হ'ল। তাইৰ মনত শান্তি নাই কাৰণ শহুৰেকৰ ঘৰৰ মানুহবোৰে তাইক ভাল চকুৰে নেচায়—

"হে পুণ্যসলিলা গঙ্গা—এতিয়া মোৰ একমাত্ৰ কামনা
তোমাৰ বুকুত উটি নিঃশব্দে সাগৰলৈ গৈ থকাৰ।
যাতে কোনোদিনে কেতিয়াও আৰু মোৰ শহুৰ-শাহুৰে
প্ৰত্যেক কথাতে মোক তিৰস্কাৰ আৰু গালি পাৰিবলৈ নেপায়।"

আকৌ এটা তৰ্মুজ চোৰৰ গান—

"হে ৰূপোৱালী জোন—কাবৌ কৰিছো তুমি যেন দেখা নিদিয়া
মই এই তৰ্মুজবোৰ কাটি লওঁ মানে য'তে আছা তাতে থাকা
কিন্তু মই যেতিয়া এই তৰ্মুজবোৰ নি ঠিক ঠাই পোৱামগৈ
তেতিয়া তুমি ওলোৱা বা নোলোৱা তোমাৰ ইচ্ছা।"

এটা দুখীয়া মানুহৰ গান—

"যেতিয়ালৈকে মোৰ নিজাকৈ এটা মাত্ৰ গাহৰি থাকিব
আৰু যদি থাকে লগতে একলহ ভাল মদ—
কলহৰ মদ বাকি ঢালি ল'বলৈ যদি থাকে এটা পিয়লা
কোনোবা যদি থাকে কাষত মদ বাকি দিবলৈ বাৰে বাৰে—।
ঠিক সিমানখিনিয়েই যদি মোৰ থাকে—কমো নহয়, বেছিও নহয়—
আৰু কি আছে কি নাই সেইবোৰ কথাই আৰু মোক আমনি নকৰে।"

প্ৰেমিক এজনে নিজৰ প্ৰেয়সীৰ লগত বনভোজ খাই থাকোঁতে গোৱা গান—

"আমি ঘূৰি আছো সেউজীয়া বিৰিখৰ শীতল ছায়াত
মনত অনাবিল প্ৰশান্তি আৰু হৃদয় উপচি পৰা আনন্দ
কুলু কুলু কৰি বৈ যায় পৰিষ্কাৰ জলভৰা নদী বেগৱতী।

মোৰ হাতৰ আঙুলিৰ পৰশত চেতাৰত ধ্বনিত সুৰ সুমধুৰ। *
এতিয়া বসন্ত কাল—অনাই বনাই ফুৰি ফুৰাবে বতৰ।
ইয়াতকৈ বেছি সুখ আৰু আমি পামনো কেতিয়া?

এটা কপৌ চৰাইৰ প্ৰতি—

কপৌটি।হেৰ' মোৰ মৰমী চৰাই গোটাই ল গোটাই ল—
তিল, চাউল, কণীধান আৰু যতমানে শস্য যিমান পাৰ।
পাহাৰৰ টিঙত থকা গছৰ ওখ আৰু ৰ'দালি ডালত
সাঁচি থবি সেইবোৰ শইচ তোৰ গুহা যেন কৰি সজা বাহত
তেতিয়া ভৰ বাৰিষা আকাশ ভাগি বৰষুণ যেতিয়া পৰিব—
মহাসুখে তই থাকিবি খাবি তোৰ পাখিৰ আগো নলৰিব। * *

---

* বাছামে ব্যৱহাৰ কৰিছে 'জিথাৰ্' [Zither]— এবিধ বাদ্যযন্ত্ৰৰ নাম। আন নাম চিথাৰ্ণ্ ['জাৰ্মানিত জিথাৰ্ণ্'] প্ৰাচীন লেটিন নাম 'চিথাৰা'ৰ আধুনিক ৰূপ জিথাৰ অষ্ট্ৰিয়াৰ আলপাইন ৰাজ্য টিৰালত (ৰাজধানী ইন্সব্ৰাক্ নগৰ) অতীৱ জনপ্ৰিয়। কাঠৰ চেপেটা চাউণ্ডিং ব'ৰ্ডৰ ওপৰত উনত্ৰিছৰ পৰা বিয়াল্লিডাললৈকে তাঁৰ লগোৱা থাকে। আঁঠুৰ ওপৰত বা মেজত থৈ সোঁহাতৰ ধাতুনিৰ্মিত মেজাফ্ লৈ বজায়। লেটিন ভাষাত চিথাৰা আৰু প্ৰাচীন গ্ৰীক নাম 'কিথাৰ' কোনো এছিয়াটিক ভাষাৰ পৰা সোমোৱা শব্দ বুলি পণ্ডিতসকলে ভাবে। গতিকে ভাৰতীয় লোকগীতত উল্লিখিত বাদ্য যেতিয়া চেতাৰ বা তদ্ৰূপ ভাৰতীয় তন্ত্ৰীবাদ্যই হ'ব। [অনুবাদক]

* * ওপৰত উদ্ধৃত চীনা কবিতাৰ ইংৰাজী অনুবাদ ড° আৰ্থাৰ ৱালীৰ বুলি এ. এল. বাছামে ঋণ স্বীকাৰ কৰিছে। [অনুবাদক]

## উপসংহাৰ ঃ

## ভাৰতৰ ঐতিহ্য পাশ্চাত্যৰ প্ৰভাৱ

মুছলমানৰ আক্ৰমণৰ ফলত পাৰস্যৰ প্ৰাচীন সংস্কৃতি বিলুপ্ত হোৱাৰ দৰে মুছলিম আক্ৰমণৰ ফলত প্ৰাচীন ভাৰতীয় সংস্কৃতি বিনষ্ট হোৱা নাছিল। মধ্যযুগৰ কোনো কোনো দিল্লীৰ চুলতানৰ ৰাজত্ব কালত হিন্দু প্ৰজাৰ ওপৰত নিপীড়ন চলিছিল। আমি মন্দিৰ ধ্বংস কৰি মাটিত মিলাই দিয়াৰ কথা আৰু ৰাজহুৱা স্থানত পূজা-পাতল কৰা বাবে ব্ৰাহ্মণক প্ৰাণদণ্ড দিয়াৰ কথা পঢ়িবলৈ পাওঁ। কিন্তু সাধাৰণতে মুছলিমসকলো পৰধৰ্মৰ প্ৰতি বিবেচক আৰু সহনশীলেই আছিল। সকলো যুগতে দূৰ-দূৰণিৰ ৰাজ্যবোৰত হিন্দু ৰজা-শাসনকৰ্তাসকলেও শাসনকাৰ্য চলায়েই আছিল। তেওঁলোকে নিজৰ মুছলমান উঠিৰজাসকলক কৰ-কাটল সোধাইছিল। ইছলাম ধৰ্মলৈ ধৰ্মান্তৰকৰণ হৈছিল ব্যাপকভাৱে। তথাপি ভাৰতৰ খুব কম অঞ্চলতহে গৰিষ্ঠ সংখ্যক ভাৰতীয় লোকক সেই নবাগত ধৰ্মৰ প্ৰতি আকৃষ্ট কৰিব পৰা গৈছিল। হিন্দু আৰু মুছলমান উভয়ে ওচৰা-উচৰিকৈয়ে বসবাস কৰিছিল। সেইদৰে কেবা শতাব্দীও যোৱাৰ পিছত ভাৰতৰ যিবোৰ অংশত মুছলিম শাসন চলি আছিল সেইবোৰ অঞ্চলত বাস কৰা হিন্দুসকলে সেইটো অৱস্থাকে স্বাভাৱিক বুলি ভাবিবলৈ লৈছিল। এনে অৱস্থা আৰু পৰিবেশত পৰস্পৰে পৰস্পৰৰ ওপৰত প্ৰভাৱ বিস্তাৰ কৰা অনিবাৰ্য কথা। হিন্দুসকলে তেওঁলোকৰ মুছলিম শাসনকৰ্তাৰ চৰকাৰী ভাষা ফাৰ্চি শিকিবলৈ আৰম্ভ কৰিছিল। ফাৰ্চি ভাষাৰ বহুত শব্দ ভাৰতীয় দেশীয় ভাষাবোৰতো সোমাল। অৱস্থাপন্ন হিন্দু পৰিয়ালবিলাকেও প্ৰায়ে মুছলমানসকলৰ পৰা কঠোৰ পৰ্দা-প্ৰথা শিকিলে আৰু তেওঁলোকৰ তিৰোতাসকলক ৰাজহুৱা ঠাইলৈ গ'লে মুখত ওৰণি লোৱাৰ নিয়ম কৰিলে। নিজৰ অস্তিত্ব বজাই ৰাখিব পৰা তেতিয়াৰ হিন্দু ৰজাসকলেও মুছলমানসকলৰ নতুন সামৰিক প্ৰযুক্তিবিদ্যা আহৰণ কৰি আগতকৈ বহুত দক্ষ আৰু কাজুৱা অশ্বাৰোহী সৈন্যবাহিনী গঢ়ি লৈছিল। আগতকৈ গধুৰ ধৰণৰ বৰ্ম পৰিধান কৰিবলৈ আৰু নতুন নতুন ধৰণৰ অস্ত্ৰ ব্যৱহাৰ কৰিবলৈ শিকিছিল। মধ্যযুগীয় ভাৰতৰ শ্ৰেষ্ঠ ধৰ্মগুৰুসকলৰ এজন কবীৰ (১৪৪০-১৫১৮) আছিল বাৰানসীৰ এক দৰিদ্ৰ তাঁতী। তেওঁ শিক্ষা দিছিল যে এক পৰমপিতা পৰমেশ্বৰৰ সন্তান হিছাপে হিন্দু আৰু মুছলমান উভয়েই ভ্ৰাতৃত্বৰ সূত্ৰেৰে বন্ধা। তেওঁ মূৰ্তিপূজা আৰু জাতিভেদ প্ৰথাৰ বিৰোধিতা কৰিছিল আৰু দৃঢ়কণ্ঠে ঘোষণা কৰিছিল যে ভগৱানক মন্দিৰ আৰু মচজিদ দুয়ো ঠাইতে পাব পাৰি। কবীৰৰ পিছত পঞ্জাবৰ ধৰ্মগুৰু নানকৰ (১৪৬৯-১৫৩৩) শিক্ষাও আছিল অনুৰূপ। তেওঁ তাকে আৰু বলিষ্ঠভাৱে প্ৰকাশ কৰিছিল আৰু নিজে

নতুন এক ধৰ্ম—শিখধৰ্ম প্ৰতিষ্ঠা কৰিছিল হিন্দু আৰু ইছলাম দুই ধৰ্মৰে ভালবো ভালখিনি একেলগ কৰি।

মুছলিম আক্ৰমণবোৰ আৰু সেইবোৰৰ ফলস্বৰূপে অপৰিহাৰ্যভাৱে বহুতো নতুন ভাবৰ লগত হিন্দুসকলৰ সম্পৰ্ক স্থাপিত হৈছিল। তত্ৰাচ হিন্দু সংস্কৃতিৰ অন্তঃস্থলত কোনো প্ৰকাৰ প্ৰত্যাশিত নতুন ভাবৰ আলোড়ন বা কৰ্ষণ হোৱা নাছিল। মহম্মদ ঘোৰীৰ সেনাপতিহঁতে গঙ্গা উপত্যকা জয় কৰাৰ বহু আগৰে পৰা হিন্দু ধৰ্ম এক অতি ৰক্ষণশীল ধৰ্ম হৈ পৰিছিল। মধ্যযুগত দেখা গৈছিল যে যদি ক'ৰবাত একোজন উদাৰ দৃষ্টিভঙ্গীৰ প্ৰগতিশীল মনোভাৱ নতুন ধৰ্মমতৰ প্ৰতি সহিষ্ণু ধৰ্মগুৰু ওলায়ো তেওঁৰ বিৰুদ্ধ শিবিৰত সমবেত হয় শ শ গোড়া ব্ৰাহ্মণ। সেই ব্ৰাহ্মণসকলে নিজকে পূণ্যভূমি ভাৰতবৰ্ষ আক্ৰমণকাৰী বৰ্বৰবোৰৰ পৰা যুগ-যুগান্তৰৰ আৰ্য ধৰ্মৰ ৰক্ষাকৰ্তা বুলি গণ্য কৰিছিল। এইসকল ব্ৰাহ্মণৰ প্ৰভাৱতে হিন্দু ধৰ্মৰ এনেয়ে জটিল বিধি-বিধানবোৰ আৰু জীৱন ধাৰণৰ ৰীতি-নীতি আগতকৈও বেছি কঠোৰ হ'ল আৰু কঠোৰতৰভাৱে প্ৰযুক্তও হ'বলৈ ধৰিলে।

ষোড়শ আৰু সপ্তদশ শতিকাত মোগল সম্ৰাটসকলে দৰাচলতে সমগ্ৰ উত্তৰ ভাৰত আৰু দাক্ষিণাত্যৰো বৃহৎ অংশ সামৰি বিশাল সাম্ৰাজ্য গঢ়ি তুলিছিল। গুপ্ত ৰজাসকলৰ ৰাজত্বকালৰ পিছত আচলতে সিমান ডাঙৰ সাম্ৰাজ্য ভাৰতত কোনেও স্থাপন কৰিব পৰা নাছিল। মোগলসকলৰ ৰাজত্বকাল হৈছে বিপুল বৈভৱ আৰু জাক্জমকতাৰ যুগ। তাৰ চিহ্ন যুগমীয়া হৈ ৰৈ গৈছে বহুতো সুন্দৰ সুন্দৰ গৃহৰ নিৰ্মাণকাৰ্যৰ জৰিয়তে। সেই অতুলনীয় সুন্দৰ গৃহবোৰৰ নিৰ্মাণশৈলীত ইছলাম আৰু হিন্দু দুইবিধ ম'টিফৰ সহাবস্থান আৰু সম্পূৰ্ণ সমন্বয় দেখিবলৈ পোৱা যায়। সুকুমাৰ কলাৰ দৃষ্টিভঙ্গীৰে চালে দুইটা পৰম্পৰাৰে যেন মধুৰ মিলন হৈছে। মোগলসকলৰ ৰাজধানী আগ্ৰাৰ তাজমহল হৈছে সেই কালৰ সৰ্বশ্ৰেষ্ঠ আৰু সকলোতকৈ বিখ্যাত স্মৃতিচিহ্ন। আকবৰ (১৫৫৫-১৬০৬), আছিল ইংলেণ্ডৰ ৰাণী প্ৰথম এলিজাবেথৰ সমসাময়িক আৰু চাৰিজন ডাঙৰ মোগল সম্ৰাটৰ প্ৰথমজনা। তেওঁ ভালদৰে বুজি পাইছিল যে মোগল সাম্ৰাজ্য টিকি থাকিব পাৰিব সম্পূৰ্ণভাৱে উদাৰ আৰু পৰধৰ্মৰ প্ৰতি সহিষ্ণুতাৰ মনোভাৱৰ ভিত্তিতহে। তেওঁৰ দিনত ধৰ্মীয় বিবেচনাৰ ওপৰত আৰোপিত সকলো বিভেদমূলক বাধা-নিষেধ উঠাই দিয়া হ'ল। অ-মুছলমান প্ৰজাৰ ওপৰত লগোৱা ঘৃণনীয় জিজিয়া কৰ উঠাই দিয়া হ'ল। ৰাজপুত ৰজা আৰু অন্যান্য হিন্দু লোককো মুছলমান ধৰ্মত দীক্ষিত নোহোৱাকৈয়ে সাম্ৰাজ্যৰ ডাঙৰ ডাঙৰ পদবীত নিযুক্তি দিয়া হ'ল। আন্তধৰ্মীয় বিবাহত উৎসাহ যোগোৱা হ'ল। সম্ৰাটে নিজেই সেই ধৰণৰ বিবাহ কৰি উদাহৰণ দেখুৱালে। মহামতি আকবৰ আছিল ভাৰতৰ সকলো মুছলমান শাসনকৰ্তাসকলৰ ভিতৰত শ্ৰেষ্ঠ আৰু মহান। যদি তেওঁ অৱলম্বন কৰা ৰাষ্ট্ৰনীতি

তেওঁৰ উত্তৰাধিকাৰীসকলেও মানি চলিলেহেঁতেন, ভাৰতৰ ইতিহাসেই হ'লহেঁতেন এতিয়াতকৈ বহুত বেলেগ সাঁচত গঢ়া।

আকবৰৰ আজো-নাতি ঔৰংজেবে (১৬৫৯-১৭০৭) সম্পূৰ্ণ ওলোটাই পেলালে এই সহিষ্ণুতাৰ ৰাষ্ট্ৰনীতি। হিন্দু ধৰ্মীয় ক্ৰিয়া-কৰ্ম পালন কৰাত বিভিন্ন বাধা-নিষেধ আৰোপ কৰা হ'ল। ৰাজকাৰ্যত গোড়া মুছলমান লোককহে অগ্ৰাধিকাৰ দিয়া নিয়ম হ'ল। পিছলৈ অ-মুছলমান প্ৰজাৰ ওপৰত পুনৰ জিজিয়া কৰ লগোৱা হ'ল। প্ৰায় এক শতিকা জোৰা সাম্যভাৱৰ ওপৰত ৰচিত ৰাষ্ট্ৰনীতিত অভ্যস্ত হৈ পৰা বহুতো হিন্দুৰে মনত অতিশয় তিক্ততাৰ সৃষ্টি কৰিলে এনে ভেদনীতিয়ে। বিশেষকৈ যিসকল হিন্দু ৰজা আৰু শাসনকৰ্তাই ইমানদিনে সম্পূৰ্ণ আনুগত্যৰে মোগল সাম্ৰাজ্যৰ সেৱা কৰি আহিছিল তেওঁলোকৰ মনত প্ৰতিক্ৰিয়া হ'ল অতি প্ৰবল। প্ৰধান প্ৰতিৰোধ আৰম্ভ হ'ল দাক্ষিণাত্যৰ পশ্চিমাঞ্চলৰ পৰা। তাত পুনাৰ ওচৰীয়া ঠাইত মাৰাঠা-প্ৰধান শিৱাজীয়ে (১৬২৭-১৬৮০) স্থাপন কৰিলে নতুন এক হিন্দু সাম্ৰাজ্য। একে সময়তে পঞ্জাবৰ শিখসকল জাগি উঠিল। মোগল সম্ৰাটৰ এনে নতুন নীতিৰ তাড়না আৰু তেওঁলোকৰ নেতাসকলৰ ওপৰত হোৱা নিপীড়নে তেওঁলোককো উত্তেজিত কৰিলে। তেওঁলোকে নিজৰ শিখ ধৰ্মৰ প্ৰয়োজনীয় বিধি-বিধান সংস্কাৰ কৰি শিখসকলক এক সামৰিক ভ্ৰাতৃত্ববোধৰ ডোলেৰে বান্ধি একত্ৰিত কৰিলে। এই সকলো মিলি বৃদ্ধ ঔৰংজেবৰ যেতিয়া মৃত্যু হৈছিল তেতিয়াই দৰাচলতে মোগল সাম্ৰাজ্যও শেষ হৈছিল।

ৰাজনৈতিকভাৱে ওঠৰ শতিকা হৈছে হিন্দু পুনৰুত্থানৰ সময়। যদিও শিৱাজীৰ মাৰাঠা উত্তৰাধিকাৰীসকলে এখন বৃহৎ সুসংবদ্ধ সাম্ৰাজ্য গঢ়ি তুলিবলৈ সক্ষম হোৱা নাছিল কিন্তু তেওঁলোকৰ পাকৈত মাৰাঠী অশ্বাৰোহী সেনাই সমগ্ৰ ভাৰতৰ দিশে দিশে অভিযান চলাই হিন্দুয়েই হওক বা মুছলমানেই হওক স্থানীয় শাসনকৰ্তাবিলাকৰ পৰা কৰ-কাটল আদায় কৰিছিল। পঞ্জাবত সেই শতিকাৰে শেহৰ ফালে শিখসকলে নিজাকৈ এখন শক্তিশালী ৰাজ্য স্থাপন কৰিলে। প্ৰায় সকলো ঠাইতে ইছলাম আত্মৰক্ষাৰ কামত নিয়োজিত হৈ থাকিব লগা হ'ল। কিন্তু তেতিয়াও হিন্দু ধৰ্মত কোনো ধৰণৰ সাংস্কৃতিক পুনৰজাগৰণৰ সূচনা হোৱা নাছিল। শিৱাজী আছিল এক প্ৰতিভাৱান ৰাষ্ট্ৰনেতা আৰু ন্যায়পৰায়ণ শাসক। তেওঁ আছিল এজন পৰিপক্ক ৰাষ্ট্ৰনীতিজ্ঞও। কিন্তু তেওঁৰ দৃষ্টিভঙ্গী আছিল ৰক্ষণশীল। তেওঁৰ সমসাময়িকসকলৰ চকুত তেওঁ আছিল প্ৰাচীন ব্যৱস্থাৰ পুনৰ প্ৰচলন কৰোঁতাহে, নতুন ব্যৱস্থাৰ নিৰ্মাতা ৰাষ্ট্ৰনায়ক নহয়। আকবৰৰ নিচিনাকৈ ক্ষুদ্ৰাশয় ধৰ্মীয় ভেদাভেদৰ ওপৰৰ স্তৰত প্ৰতিষ্ঠিত এখন ৰাষ্ট্ৰৰ সজীৱ ভাবাদৰ্শ তেওঁৰ নাছিল। এই কথা ঠিক যে তেওঁ মোগলসকলৰ পৰা ৰাষ্ট্ৰনীতি, সমৰবিজ্ঞান আদি অনেক কথাই শিকিছিল আৰু তেওঁৰ প্ৰতিপক্ষৰ ধৰ্মবিশ্বাসৰ প্ৰতি যথোচিত সন্মান প্ৰদৰ্শন কৰিছিল। তথাপি মাৰাঠাসকলে হিন্দুসকলৰ কোনো ৰূপ সংস্কাৰ বিচৰা নাছিল। বৰঞ্চ ক'ব পাৰি যে ওঠৰ শতিকাত হিন্দু সমাজ আনকি ইতিহাসত প্ৰথমতে হোৱা মুছলিম আক্ৰমণবিলাকৰ দিনতকৈও বেছি ৰক্ষণশীলহে হৈ পৰিছিল।

সেই পুনৰজ্জাগৰণ আহিছিল ইউৰোপৰ প্ৰভাবৰ জৰিয়তে। যোল্ল শতিকাৰ আগভাগতে পর্টুগীজসকলে প্ৰথম ইউৰোপীয় বাণিজ্য কেন্দ্ৰ আৰু বসতি আৰম্ভ কৰিছিল। তেওঁলোকৰ পিছতে আহিল ওলন্দাজ, ব্ৰিটিছ, ডেন আৰু ফৰাচীসকল। পিছৰ সোতৰ শতিকাৰ সমগ্ৰ কালছোৱাত এনে ধৰণৰ ইউৰোপীয় ফেক্টৰী অৰ্থাৎ কল-কাৰখানাৰ সংখ্যা বাঢ়িবলৈ ধৰিলে। ওঠৰ শতিকাত, মোগল সাম্ৰাজ্য পতন হ'বলৈ ধৰাৰ সময়ৰ পৰা ইউৰোপীয়বিলাকে স্থানীয় ৰাজনীতিত বেছি আগ্ৰহ দেখুৱাবলৈ ধৰিলে। উনবিংশ শতাব্দীৰ একেবাৰে আৰম্ভণিতে ব্ৰিটিছ ইষ্ট ইণ্ডিয়া কোম্পানীয়ে প্ৰকৃতপক্ষে নিজৰ সকলো প্ৰতিপক্ষকে ওফৰাই এই উপমহাদেশৰ বেছিভাগ ঠাই অধিকাৰ কৰিলে। তুলনামূলকভাৱে যিমান কম কষ্টতে ব্ৰিটিছে ভাৰতত নিজৰ ৰাজত্ব প্ৰতিষ্ঠা কৰিলে তালৈ চালেই সেই সময়ৰ ভাৰতৰ ৰাজনীতিৰ অৱক্ষয়ৰ বিষয়ে অনুমান কৰিব পাৰি। উনৈশ শতিকাৰ সমগ্ৰ ভাৰতবৰ্ষ ব্ৰিটেইনৰ দ্বাৰা হয় পোনপটীয়াভাৱে শাসিত হৈছিল নহ'লে পৰোক্ষভাৱে স্থানীয় স্বায়ত্তশাসনৰ অনুজ্ঞাসহ ব্ৰিটিছৰ অধীনত ক্ষুদ্ৰ ক্ষুদ্ৰ ৰজা-নবাববোৰৰ দ্বাৰা শাসিত হৈছিল। এইবাৰ ভাৰতলৈ আহিল এক নতুন বিজেতা। এই বিজেতা হিন্দুসকলৰ বাবে আছিল পূৰ্বৰ মুছলমান বিজেতাতকৈও বহুত বেছি বিদেশী। এই নতুন বিজেতা সংস্কৃতি আছিল আক্ৰমণাত্মক আৰু সৰ্বপ্ৰকাৰৰ প্ৰযুক্তিবিদ্যাত আছিল সকলোতকৈ ওপৰত।

হিন্দু সমাজে মুছলমানবিলাক ভাৰতলৈ আহোঁতে যেনে ধৰণে প্ৰতিক্ৰিয়া দেখুৱাইছিল এতিয়া ব্ৰিটিছৰ প্ৰতিও একেই ভাব দেখুৱালে। সেইটো হৈছে আচহুৱা এজাতি মানুহৰ সমাগমত আৰু বেছি নিবিড়ভাৱে নিজৰ অতীত কালৰ পৰা চলি অহা পৰম্পৰাগত ৰীতি-নীতিৰ বেষ্টনৰ মাজত সোমাই পৰিল। ইতিমধ্যে যে অতীত সঁচাকৈয়ে অতীতেই হৈছে—অতীতৰ ধৰণ-কৰণবোৰ যে আৰু প্ৰাসঙ্গিক হৈ থকা নাই সেই কথাও যেন তেওঁলোকে উপলব্ধি কৰা নাছিল। গোড়া হিন্দু বিবেচনাত ভাৰতৰ ইংৰাজ শাসক সম্প্ৰদায় গণ্য হৈছিল সমাজৰ তলখাপৰ এটা জাতি ৰূপে। মাত্ৰ সেই জাতৰ লোকে ৰাজনৈতিক ক্ষমতা দখল কৰিছিল কিবা প্ৰকাৰে। এই নতুন জাতৰ মানুহবিলাকৰ জীৱন ধাৰণৰ নিজস্ব ৰীতি-নীতি আছিল যিবোৰ আৰ্য ৰীতি-নীতিতকৈ সম্পূৰ্ণ বেলেগ। গতিকে সেইবোৰ হিন্দু মানুহৰ বাবে কেতিয়াও অনুকৰণযোগ্য নহয়। ব্ৰিটিছবিলাকেও বিনা দ্বিধাই সেই ব্যৱস্থাকে মানি ল'লে। ওঠৰ শতিকাৰ পিছত ইংৰাজবিলাকে ভাৰতীয় লোকৰ লগত সামাজিকভাৱে মিলামিচা কৰাৰ কোনো চেষ্টাই নকৰা হ'ল। ওঠৰ শতিকা যিমানে পুৰণি হ'ল, ইংৰাজ লোক আৰু ভাৰতীয় লোকৰ মাজত বন্ধুত্ব গঢ়ি উঠা সিমানে টান হৈ আহিল। ক'ব নোৱৰাকৈয়ে ভাৰতস্থ ইংৰাজলোকেও তেওঁলোকে নিজে শাসন কৰা ভাৰতীয় মানুহৰ স্তৰীভূত বা শ্ৰেণীভুক্ত সমাজব্যৱস্থাকে মানি লোৱা যেন দেখা গৈছিল কাৰণ তেওঁলোকে নিজৰ ইংৰাজ জাতিৰ মানুহবোৰক ভাৰতীয় লোকৰ তুলনাত ইমান বেছি ওপৰ খাপৰ লোক বুলি গণ্য কৰিবলৈ ধৰিছিল যে সাধাৰণ

ভাৰতীয় লোকৰ লগত ঘনিষ্ঠ সম্বন্ধ ৰখাই আছিল ইংৰাজ সমাজত নিষিদ্ধ। ১৮৫৭ চনৰ বিদ্ৰোহৰ পিছত ইংৰাজ লোকৰ এনে দৃষ্টিভঙ্গী আৰু বেছিকৈ প্ৰকট হৈছিল।

তথাপি ভাৰতত ইউৰোপীয় লোকৰ উপস্থিতিৰ কিবা নহয় কিবা ফল দেখা যাবই। ওঠৰ শতিকাত দক্ষিণ ভাৰতৰ কোনো কোনো অঞ্চলৰ বাহিৰে দেশৰ অন্যান্য অঞ্চলত খ্ৰীষ্টান মিছনেৰীয়ে কোনো কাৰ্যসূচী লোৱাই নাছিল বুলিব লাগে। কিন্তু উনবিংশ শতাব্দীৰ আৰম্ভতে ব্ৰিটিছ্ গিৰ্জাৰ ধৰ্মীয় বিবেক সজাগ হৈ উঠিল ভাৰত সম্বন্ধে। লগে লগে ভাৰতৰ ডাঙৰ ডাঙৰ নগৰবোৰত নানা ধৰণৰ মিছন আৰু মিছনেৰী স্কুল স্থাপিত হ'বলৈ ধৰিলে সৰ্বত্ৰ। ইতিমধ্যে কোম্পানিকো নিজৰ কামত ইংৰাজী ভাষা জনা তলৰ খাপৰ বিষয়া আৰু কেৰাণীৰ দৰকাৰ হৈ আহিল দিনে দিনে। গতিকে মুছলমানৰ শাসনকালত চৰকাৰী চাকৰি বিচাৰি যেনেকৈ হিন্দুয়ে ফাৰ্চি ভাষা শিকিব লাগিছিল এতিয়া ইংৰাজৰ দিনত চৰকাৰী চাকৰি পাবলৈ শিকিছিল ইংৰাজী ভাষা। মধ্যবিত্ত শ্ৰেণীৰ হিন্দু পিতৃসকলে নিজৰ নিজৰ পুত্ৰসকলক স্পৰ্শাস্পৰ্শাদি দোষৰ পৰা হ'ব পৰা নানা ধৰ্মীয় বিলাই-বিপত্তিৰ ভয়কো নেওচি ইউৰোপীয় স্কুলত নাম লগাই দিছিল। লাহে লাহে স্বাভাৱিকভাৱেই পাশ্চাত্য ধ্যান-ধাৰণাই অৱস্থাপন্ন শিক্ষিত ভাৰতীয় লোকৰ মনত প্ৰভাৱ বিস্তাৰ কৰিবলৈ ধৰিলে।

পৰ্টুগীজসকলে তেওঁলোকৰ ভাৰতীয় আৰু সিংহলী প্ৰজাবৰ্গৰ অনেককে পশ্চিমীয়া কৰিবলৈ সক্ষম হৈছিল। এতিয়াও পৰ্টুগালৰ বহুতো পুৰণি পৰ্টুগীজ পৰিয়ালৰ মানুহৰ গাত ভাৰতীয় ৰক্ত প্ৰবাহিত হৈ আছে। তেনেকৈ ফৰাচী চৰকাৰৰ চাকৰি কৰা কিছু সংখ্যক ভাৰতীয়ৰ তেওঁলোকৰ বিজেতা প্ৰভুসকলৰ সভ্যতা-সংস্কৃতি বুজি প্ৰশংসা কৰিবলৈ ভাল পাইছিল। কিন্তু পাশ্চাত্য শিক্ষাৰে নিজকে সৰ্বপ্ৰকাৰে সুশিক্ষিত কৰি ইউৰোপৰ পণ্ডিতসকলৰ লগতো শাৰী পূৰাব পৰা প্ৰথমজন ভাৰতীয় আছিল বঙ্গদেশৰ ৰামমোহন ৰয়। কিন্তু তেওঁৰ স্বদেশৰ নিজৰ সংস্কৃতিৰ প্ৰতিও আছিল গভীৰ প্ৰীতি আৰু সম্মানবোধ। তেওঁ আছিল জেৰেমি বেন্থামৰ বন্ধু। ৰামমোহন ৰয়ৰ জন্ম হৈছিল ১৭৭২ চনত। মৃত্যু হৈছিল ইংলেণ্ডত ১৮৩৩ চনত। তেওঁ স্পষ্টভাৱে পাশ্চাত্য সভ্যতাৰ সকলো সদ্‌গুণ, ইউৰোপে যিখিনি শিকাব পাৰে সেইখিনি মুকলি মনেৰে গ্ৰহণ কৰিবলৈ সকলোকে আহ্বান কৰিছিল। যিটো সম্প্ৰদায়ৰ সদস্যবৃন্দই তেওঁৰ আদৰ্শৰ পৰা প্ৰেৰণা আহৰণ কৰিছিল সেইটো আছিল ব্ৰাহ্ম সমাজ। ব্ৰাহ্ম সমাজৰ অনেক কথাই হিন্দু ধৰ্মতকৈও খ্ৰীষ্টান ধৰ্মৰ লগতহে মিলে। ব্ৰাহ্ম সমাজ বৰ ডাঙৰ সমাজ কোনোকালে নাছিল কিন্তু তাৰ প্ৰভাৱ আছিল ব্যাপক।

ৰামমোহন ৰয়ৰ দিনৰ পৰাই ডেকা ভাৰতীয়সকল ইংলেণ্ডলৈ আহিবলৈ লৈছিল। প্ৰথমে অৱশ্যে খুব সংখ্যক, কিন্তু পিছলৈ অসংখ্য ভাৰতীয় ল'ৰাই উচ্চ শিক্ষা লাভ কৰিবৰ বাবে ইংলেণ্ডলৈ গৈছিল। প্ৰথমে বঙ্গত আৰু তাৰ পিছত ভাৰতৰ অন্যান্য

অঞ্চলৰ পৰা অহা পশ্চিমীয়া শিক্ষাৰে শিক্ষিত এই কম সংখ্যক হিন্দু তৰুণে নিজৰ যুগ যুগৰ পুৰণি সংস্কৃতিৰ বিৰুদ্ধাচৰণ কৰিছিল সৰ্বতোভাৱে। সেই বিষয়ত তেওঁলোকে তেওঁলোকৰ উত্তৰপুৰুষকো চেৰাই গৈছিল। তেওঁলোকে নিজৰ ধৰ্ম আৰু সমাজৰ অধঃপতনৰ মূল কাৰণবোৰ—যিবোৰৰ বাবে নিজৰ দেশৰ ইমান দুখ-দুৰ্গতি হৈছিল—সকলো ভালদৰে বুজি পাইছিল। তেওঁলোকৰ অনেকেই আনকি নিজৰ হিন্দুত্বৰ পটভূমিৰ বাবেও লজ্জাবোধ কৰা যেন দেখা গৈছিল। ১৮৫৭ চনৰ মূলতে প্ৰতিক্ৰিয়াশীল চৰিত্ৰৰ বিদ্ৰোহৰ এই পাশ্চাত্য চিন্তাৰে উদ্বুদ্ধ সৰু বুদ্ধিজীৱী সমাজৰ সমৰ্থন নাছিল। ১৮৫৭ চনতে স্থাপিত হোৱা কলিকতা, বোম্বাই আৰু মাদ্ৰাজ বিশ্ববিদ্যালয় কেইখনতো প্ৰথমে ভাৰতৰ প্ৰাচীন সংস্কৃতিৰ প্ৰতি গুৰুত্ব দিয়াই হোৱা নাছিল। সেইবোৰতো সম্পূৰ্ণ পাশ্চাত্য শিক্ষামূলক পাঠ্যক্ৰমৰ বিদ্যাদান কৰিছিল ইউৰোপীয় অধ্যাপকসকলে।

উনবিংশ শতাব্দীৰ শেহৰ ফালে অৱশ্যে সেই পৰিস্থিতিৰ পৰিৱৰ্তন আহিল। নতুন এচাম পুৰুষে উপলব্ধি কৰিলে যে হিন্দু সংস্কৃতিত চিৰস্থায়ী মূল্যযুক্ত অনেক কথাই আছে আৰু দাসত্বসুলভ মনোবৃত্তিৰে পাশ্চাত্যৰ অনুকৰণ কৰি থাকিলেই ভাৰতৰ সমস্যাৰ সমাধান নহয়। নতুন নতুন সংগঠনবোৰে এই ধৰণৰ মনোভাৱ প্ৰচাৰ কৰিবলৈ ধৰিলে। আৰ্য সমাজে চেষ্টা চলালে পিছৰ যুগবোৰত হিন্দু ধৰ্মত প্ৰৱেশ কৰা অনেক অনাচাৰ-হীনাচাৰ নিৰ্মূল কৰি ধৰ্মটোক পুনৰ বৈদিক যুগৰ ধৰ্মৰ দৰে সবল আৰু সুস্থ কৰি তুলিব লাগে। তাৰ বাবে উদাৰভাৱেৰে বেদৰ পুনৰ ব্যাখ্যা কৰা হ'ল। সেই আন্দোলনত আৰ্যসমাজে যথেষ্ট কৃতকাৰ্যতাও অৰ্জন কৰিছিল। ১৮৮৫ চনত স্থাপিত ভাৰতীয় জাতীয় কংগ্ৰেছ ভাৰতৰ জনসাধাৰণৰ জনমত প্ৰকাশৰ মাধ্যম হৈ পৰিল। ইংৰাজী আৰু আন আন ভাৰতীয় ভাষাত খবৰ কাগজৰ সংখ্যাও বহুগুণে বাঢ়িল।

হিন্দু সংস্কৃতি যে ব্যাপক ৰূপত অকল পুনৰ সংস্থাপিতেইহে হৈছিল শিক্ষিত হিন্দুসকলৰ মনত—তেনে কথা নহয়, ই আনকি পূৰ্বৰ অৱক্ষয়ৰ দিনৰ হিন্দু-বিৰোধী প্ৰচাৰৰ বিপৰীতমুখী প্ৰচাৰতো লাগি গ'ল। ইতিমধ্যে কেইজনমান বিদ্বান ইউৰোপীয়ান আৰু আমেৰিকান পণ্ডিতে প্ৰাচীন ভাৰতীয় ধৰ্মীয় দৰ্শনৰ কিছুমান মহৎ দিশক স্বীকৃতি দিছিলেই। এতিয়া থিওছ'ফিকেল ছ'চাইটি (এই থিওছ'ফিকেল ছ'চাইটিয়ে যদিও দাবী কৰিছিল যে ই সকলো ধৰ্মৰে সাৰমৰ্মবোৰহে প্ৰচাৰ কৰিছে, প্ৰকৃতপক্ষে এই ছ'চাইটিয়ে প্ৰচাৰ কৰা ধৰ্মমত হিন্দু ধৰ্মৰে আধুনিক এক ৰূপতকৈ বেলেগ একো নহয়।) আৰু ৰামকৃষ্ণ মিছন—এই দুই সংগঠনৰ জৰিয়তে হিন্দু ধৰ্মৰ দৃঢ়কণ্ঠ ধ্বনিত হ'বলৈ ধৰিলে সুদূৰ পাশ্চাত্য দেশবোৰত। স্বামী বিবেকানন্দ (১৮৬২-১৯০২) আছিল এজন অতি আধ্যাত্মিক শক্তিসম্পন্ন, ধীমান আৰু চুম্বকী ব্যক্তিত্বৰ অধিকাৰী বাগ্মীবৰ পুৰুষ। তেওঁ ইউৰোপ আৰু আমেৰিকাৰ ডাঙৰ ডাঙৰ সভাগৃহত সুবৃহৎ শ্ৰোতামণ্ডলীৰ আগত হিন্দু ধৰ্ম প্ৰচাৰ কৰিছিল আৰু সৰ্বত্ৰ আগ্ৰহী শ্ৰোতাও পাইছিল অগণন। কোনো কোনো

ক্ষেত্ৰত ভাৰতীয়সকলে পাশ্চাত্য চিন্তাধাৰা ধৰণ-কৰণ তৃণে-মূলে উৎখাত কৰি পৰিত্যাগ কৰিছিল আৰু উন্মত্তৰ দৰে হিন্দু ধৰ্মৰ অধুনা অপ্ৰাসঙ্গিক হৈ পৰা দিশবোৰো সমৰ্থন কৰিবলৈ আৰম্ভ কৰি দিছিল। কিন্তু এনে ধৰণৰ প্ৰতিক্ৰিয়াশীল কিছুমান কথা থাকিলেও নৱজাগৃত এই হিন্দু ধৰ্ম আছিল প্ৰাচীন হিন্দু ধৰ্মতকৈ বহুত বেলেগ।

ৰামমোহন ৰয়ে একেখিনি কথাকে প্ৰচাৰ কৰিছিল আৱেগময়ী ভাষাত সমাজ সংস্কাৰৰ বাবে আহ্বান জনাওঁতে। বিবেকানন্দই তাৰে পুনৰাবৃত্তি কৰিছিল অধিক জাতীয়তাবাদী ভাবেৰে উদ্বুদ্ধ হৈ—যেতিয়া ঘোষণা কৰিছিল দীপ্তকণ্ঠে যে জগন্মাতা দেৱীৰ পূজা সবাতোকৈ বেছি ফলদায়ক হয় সমাজ সেৱাৰ জৰিয়তেহে। মহাত্মা গান্ধীকে প্ৰমুখ্য কৰি আন আন মহান ভাৰতীয়সকলেও সমাজ সেৱাক উন্নীত কৰিছিল ধৰ্মীয় কৰ্তব্যৰ পৰ্যায়লৈ। গান্ধীৰ উত্তৰসূৰীসকলৰ দিনতো সমাজ সেৱাৰ একে মূল্যমান চলি আছে।

মহাত্মা গান্ধীক ভাৰতীয় আৰু ইউৰোপীয় অনেকেই হিন্দু পৰম্পৰাৰ এক প্ৰতীক স্বৰূপ বুলি গণ্য কৰিছিল। কিন্তু এই বিচাৰ সম্পূৰ্ণ ভুল। কাৰণ তেওঁৰ চিন্তাধাৰাত পাশ্চাত্য চিন্তাৰ প্ৰভাৱ আছিল বহুত। গান্ধীয়ে তেওঁৰ প্ৰাচীন সংস্কৃতিৰ মূল কথাবোৰ বিশ্বাস কৰিছিল ঠিকেই। কিন্তু সমাজৰ দলিত দৰিদ্ৰ জনগণৰ প্ৰতি তেওঁৰ আৱেগময়ী প্ৰীতি আৰু অন্তহীন সহানুভূতি আৰু তেওঁ প্ৰবল জাতিভেদ-বিৰোধিতা—প্ৰাচীন ভাৰততো তেনে ধৰণৰ দৃষ্টান্ত আছিল যদিও—অতি উগ্ৰ ধৰণে অ-ৰক্ষণশীল আছিল আৰু তেওঁৰ এই উদাৰ মনোভাৱৰ উৎস কিন্তু ভাৰতীয় চিন্তা নাছিল—তেওঁ সেইটো আহৰণ কৰিছিল উনৈছ শতিকাৰ ইউৰোপীয় উদাৰতাবাদৰ পৰাহে। আমি দেখা অহিংসা নীতিৰ ওপৰত তেওঁৰ গভীৰ বিশ্বাসো হিন্দু ধৰ্মৰ আদৰ্শৰ পৰা উদ্ভুত নহয়। বিপ্লৱত তেওঁৰ পূৰ্বসূৰী বিচক্ষণ মাৰাঠা ব্ৰাহ্মণ বাল গঙ্গাধৰ তিলক আৰু তেওঁৰ অধৈৰ্য সহকাৰী সুভাষ চন্দ্ৰ বসু এই বিষয়ত বহুত বেছি স্বধৰ্মপৰায়ণ আছিল। গান্ধীৰ এই শান্তিবাদৰ উৎস বিচাৰিব লাগিব আমি যীশুৰ 'ছাৰ্মণ অন্ দা মাউণ্ট' আৰু টলষ্টয়ৰ লেখনিত। নাৰীজাতিৰ অধিকাৰ সুনিশ্চিত কৰিবৰ বাবে তেওঁৰ যি সংগ্ৰাম সেইটোৰ প্ৰেৰণা আছিল তেওঁৰ ওপৰত পৰা পাশ্চাত্য প্ৰভাৱ। সামাজিক কাৰ্যসূচীবোৰত তেওঁৰ ভূমিকা আছিল সদায় উদ্ভাৱকৰ, ৰক্ষণশীল নেতাৰ নহয়। তেওঁৰ বহুতো সহকৰ্মীয়ে ভাবিছিল যে তেওঁৰ সীমিত পৰিমাপৰ সমাজ সংস্কাৰৰ কাৰ্যসূচীৰ ৰূপায়ণৰ গতি বৰ মন্থৰ আছিল। কিন্তু হিন্দু ধ্যান-ধাৰণাক সামগ্ৰিকভাৱে প্ৰাচীন কালৰ বৰ্ণভেদ আৰু জাতিভেদৰ পিঞ্জৰাৰ পৰা উলিয়াই আনি এক জনমুখী আৰু সাম্যভাবাপন্ন সমাজব্যৱস্থাৰ বাৰ্তাবাহক কৰি তোলাত তেওঁ কৃতকাৰ্য হৈছিল। উনবিংশ শতাব্দীত একেই লক্ষ্য আগত ৰাখি অবিৰতভাৱে কাম কৰি যোৱা অল্পখ্যাত সমাজ সংস্কাৰকসকলৰ কাৰ্যসূচীকে পৰম নিষ্ঠাৰে পালন কৰিছিল গান্ধী আৰু ভাৰতীয় জাতীয় কংগ্ৰেছৰ তেওঁৰ সতীৰ্থসকলে। তেওঁলোকেই পৰিবৰ্তিত

পৰিস্থিতি আৰু সময়ৰ প্ৰত্যাহ্বান গ্ৰহণ কৰিব পৰাকৈ শ শ বছৰ নিষ্ক্ৰিয়তা আৰু স্থবিৰতাৰ মাজত বুৰ গৈ থকা হিন্দু সংস্কৃতিক দিছিল নতুন জীৱনীশক্তি।

যি ধৰ্ম, যি বিশ্বাসৰে অনুগামী নহওক এতিয়া এনে ভাৰতীয় লোক নাই বুলিলেও হয় যি তেওঁলোকৰ প্ৰাচীন সভ্যতা-সংস্কৃতিক লৈ গৌৰৱ নকৰে। চিন্তাশীল ভাৰতীয়সকলৰ মাজতো সকলোৱেই সেই সংস্কৃতিৰ সাধাৰণ দুৰ্বলতা কিছুমান পৰিত্যাগ কৰি দেশৰ উন্নতি আৰু প্ৰগতিৰ পথ সুগম কৰিবলৈ সাজু। ৰাজনৈতিক আৰু অৰ্থনৈতিক ক্ষেত্ৰত ভাৰতৰ সন্মুখত বহুত জটিল প্ৰায় দুৰতিক্ৰম্য সমস্যা আছে। গতিকে ভাৰতৰ ভৱিষ্যত কেনে ধৰণৰ হ'ব সেই বিষয়ে নিশ্চয়কৈ কিবা কোৱা সম্ভৱ নহয়। কিন্তু নিঃসন্দেহে এটা ভৱিষ্যত কথা ক'ব পাৰি যে, ভৱিষ্যতে যিয়েই নহওক আহিব ধৰা প্ৰজন্মৰ ভাৰতীয়সকল কেতিয়াও ইউৰোপীয় মানুহৰ কৃত্ৰিম আৰু আত্মসচেতন প্ৰতিলিপি হৈ নেথাকে। তেওঁলোক হ'ব নিজৰ দেশৰ যুগ যুগৰ পৰম্পৰাগত সংস্কৃতিত দৃঢ়ভাবে খোপনি থকা মানুহ— যিসকলে গভীৰ প্ৰত্যয়েৰে নিজৰ সংস্কৃতিৰ নিৰৱচ্ছিন্ন ধাৰাবাহিকতা প্ৰত্যক্ষ কৰিবলৈ বিচাৰিব। ইতিমধ্যেই স্বাধীনতা লাভৰ মাত্ৰ সাত বছৰৰ পিছতে জাতীয় পৰ্যায়ত উগ্ৰ আত্ম-গঞ্জনা আৰু অত্যুগ্ৰ সাংস্কৃতিক আত্মম্ভৰিতা দুইটাৰে ধাৰ পৰি অহা দৃষ্টিগোচৰ হৈছেই। আমাৰ ধাৰণা যে হিন্দু সভ্যতা বৰ্তমানে এক অতি চমকপ্ৰদ আৰু ব্যাপক সমন্বয় আৰু একত্ৰীকৰণৰ প্ৰক্ৰিয়াত ৰত। অতীতত এই সভ্যতাই বহুতো ভিন্ন ভিন্ন সভ্যতা- সংস্কৃতিৰ নানা উপাদান গ্ৰহণ কৰি নিজৰ লগত খাপ খুৱাই লৈ জীণ নিয়াইছিল। সেইবিলাক ভিন ভিন সংস্কৃতিৰ ভিতৰত আছে ইণ্ডো-ইউৰোপীয়ান, মেছোপটেমিয়ান, ইৰাণী, গ্ৰীক, ৰোমান, ছাইথিয়ান, তুৰ্কী, ফাৰ্চি আৰু আৰব। প্ৰত্যেকবাৰ এইবোৰ সভ্যতাৰ একোটাৰ প্ৰভাৱ পৰোঁতে হিন্দু সভ্যতাৰ সামান্যৰূপে হ'লেও পৰিৱৰ্তন ঘটিছিল। এইবাৰ পাশ্চাত্য সংস্কৃতিৰ আত্মীকৰণ প্ৰক্ৰিয়া আৰম্ভ হৈছে হিন্দু সভ্যতাত।

আমাৰ বিশ্বাস, হিন্দু সভ্যতাই নিজৰ ধাৰাবাহিকতা নিৰৱচ্ছিন্ন কৰি ৰাখিব পাৰিব। 'ভাগৱদগীতা' কৰ্মক্ষেত্ৰৰ মানুহৰ বাবে সদায় অনুপ্ৰেৰণাৰ উৎস হৈ থাকিব আৰু জ্ঞানযোগীসকলৰ বাবে 'উপনিষদ'সমূহ চিৰদিন হৈ থাকিব উচ্চতম চিন্তাৰ আকৰ। পাশ্চাত্যৰ পৰা যিমানেই অল্পায়াস যুক্ত বিলাসবহুল জীৱন ধাৰণৰ প্ৰযুক্তি আমদানি নহওক— ভাৰতীয় জীৱন যাত্ৰাৰ মোহনীয় মাধুৰ্যপূৰ্ণ ধৰণ-কৰণ সদায়েই অব্যাহত হৈ থাকিব। মানুহে সদায় 'মহাভাৰত' আৰু 'ৰামায়ণ'ৰ বীৰসকলৰ গৌৰৱময় কাহিনীবোৰ শুনিবলৈ ভাল পাই থাকিব। ভাল পাই থাকিব দুষ্যন্ত-শকুন্তলা আৰু পুৰুৰৱা-উৰ্বশীৰ অমৰ প্ৰেমকথা শুনিবলৈও। ভাৰতৰ নিপীড়ন-নিষ্পেষণ, ৰোগ-ব্যাধি আৰু নিষ্ঠুৰ দৰিদ্ৰতায়ো মেঘাচ্ছন্ন কৰিব নোৱৰা চিৰকালৰ কোলাহলশূন্য শান্ত সুখী জীৱনৰ গতি একেই থাকিব সদায়। পাশ্চাত্যৰ বিলাসস্ফীত আত্মক্ষয়ী জীৱনযাত্ৰাই তাক বিনষ্ট কৰিব নোৱাৰে।

প্ৰাচীন ভাৰতীয় সংস্কৃতিৰ যিবোৰ অলাগতিয়াল কথা সেইবোৰৰ বেছিভাগেই

বিলুপ্ত হৈছে। বৈদিক যুগত যজ্ঞৰ বাবে বৰ্বৰভাৱে অগণন পশুবলি দিয়াৰ নিষ্ঠুৰ প্ৰথাও বহু যুগৰ আগৰ পৰাই বিস্মৃতিৰ গৰ্ভত লীন হ'ল। অৱশ্যে কোনো কোনো সম্প্ৰদায়ৰ মাজত পশুবলি দিয়াৰ প্ৰথা এতিয়াও চলি আছে। স্বামীৰ চিতা-জুইত বিধৱা পত্নীয়ে সতী যোৱাৰ প্ৰথাও অতীতৰ কথা হ'ল। শিশুকন্যা বিবাহ দিয়া প্ৰথা আইনমতে নিষিদ্ধ হৈছে। ৰেলে-বাছে নৈষ্ঠিক ব্ৰাহ্মণসকলে এতিয়া উচ্চ-নীচ জাতৰ ভেদাভেদ পাহৰি সকলোৰে লগত ঠেলা-হেঁচা কৰি ভ্ৰমণ কৰে। আগৰ দিনৰ নীচ জাতিৰ লোকৰ সংস্পৰ্শত জাত যোৱাৰ ভয়ে আৰু তেওঁলোকক বিব্ৰত নকৰে। আইন কৰি মন্দিৰবিলাকত সকলো জাতিৰে লোকৰ বাবে প্ৰৱেশদ্বাৰ উন্মুক্ত কৰি দিয়া হৈছে। জাতিভেদ প্ৰথা ক্ৰমাৎ অন্তৰ্হিত হ'বলৈ ধৰিছে। তাৰ প্ৰক্ৰিয়া আৰম্ভ হৈছিল বহুত কালৰ আগতেই। এতিয়া সেই প্ৰক্ৰিয়াৰ গতি ইমান দ্ৰুতভাৱে হোৱা পৰিলক্ষিত হৈছে যে বৰ্ণভেদৰ বেছি আপত্তিকৰ ভেদভাববোৰ অহা এটা বা দুটা প্ৰজন্মৰ ভিতৰতে সম্পূৰ্ণ নোহোৱা হৈ যাব পাৰে। পুৰণি ভাৰতীয় যৌথ পৰিয়ালৰ প্ৰথায়ো বৰ্তমান পৰিস্থিতি আৰু পৰিৱেশৰ লগত নিজকে খাপ খুৱাই লৈছে। মুঠতে সামগ্ৰিকভাৱে সকলো দিশতে ভাৰতৰ ৰূপ সলনি হ'বলৈ ধৰিছে দ্ৰুতভাৱে। কিন্তু অবিৰতভাৱে প্ৰবহমান হৈ আছে ভাৰতৰ সাংস্কৃতিক পৰম্পৰা। তাৰ ক্ষয় নাই আৰু সি কাহানিও লয় নহয়।

## ভাৰতৰ ওচৰত বিশ্ব ঋণী

আমি আন আন সভ্যতা-সংস্কৃতিৰ ওচৰত ভাৰত কিমান ঋণী সেই বিষয়ে বিস্তাৰিতভাৱে আলোচনা কৰিছোঁ। আমি কিন্তু এইটোও পৰিষ্কাৰ কৰি দেখুৱাবই লাগিব যে ভাৰতে বিশ্বৰ বিভিন্ন দেশ-সংস্কৃতিৰ পৰা লৈছে যিমান দিছেও সিমান, বৰঞ্চ দিছে বহুত বেছি বুলিহে ক'ব লাগিব। আমি এতিয়া ভাৰতৰ ওচৰত বিশ্ব কিমান ঋণী সেই বিষয়ে সংক্ষেপে আলোচনা কৰিম।

সমগ্ৰ দক্ষিণ-পূব এছিয়াই নিজৰ নিজৰ সংস্কৃতি আহৰণ কৰিছিল ভাৰতৰ পৰা। খ্ৰীঃ পূঃ পঞ্চম শতিকাৰ আদিভাগতে পশ্চিম ভাৰতৰ উপনিৱেশকাৰীসকলে সিংহলত বসতি স্থাপন কৰিছিল। সম্ৰাট অশোকৰ ৰাজত্বকালত অৱশেষত সমস্ত সিংহল দ্বীপৰাজ্য বৌদ্ধ ধৰ্মত দীক্ষিত হৈছিল। ঠিক সেই সময়তে সম্ভৱতঃ কিছুসংখ্যক ভাৰতীয় সদাগৰে সমুদ্ৰপথেৰে মালয়, সুমাত্ৰা আৰু দক্ষিণ-পূব এছিয়াৰ অন্যান্য অঞ্চল পাইছিলগৈ। কালক্ৰমত তেওঁলোকে সেইবোৰ দেশতে স্থায়ীভাৱে বসবাস আৰম্ভ কৰিলে। তেওঁলোকে নিঃসন্দেহে সেইবোৰ দেশৰ স্থানীয় তিৰোতাকে বিবাহ কৰিছিল। পিছত ব্ৰাহ্মণ আৰু বৌদ্ধ সন্ন্যাসীও অনেকে গৈ নিশ্চয় তেওঁলোকৰ লগ লাগিছিলগৈ। সেইবোৰ দেশৰ স্থানীয় সংস্কৃতিবোৰত এনেদৰে ভাৰতীয় প্ৰভাৱ পৰি সেইবোৰ ক্ৰমাৎ সজীৱ আৰু

বত্নগৰ্ভা হ'বলৈ ধৰিলে। কাৰণ, আমি জানো যে খ্ৰীষ্টীয় চতুৰ্থ শতাব্দীত সংস্কৃত সেইবোৰ দেশৰ প্ৰশাসনিক কামৰ বাবে চৰকাৰী ভাষা হৈ পৰিছিল। চাওঁতে চাওঁতে সেইবোৰ দেশত মহৎ সভ্যতাবোৰ গঢ়ি উঠিবলৈ ধৰিলে। সেইবোৰ সভ্যতা ইমান শক্তিশালী হৈছিল যে সেইবিলাকে সুবৃহৎ একোখন নৌ-সাম্ৰাজ্য গঢ়িব পাৰিছিল আৰু নিজৰ কীৰ্তিকাহিনী চিৰযুগমীয়া কৰি ৰাখিবৰ উদ্দেশ্যে যবদ্বীপ বা যাভাৰ বিস্ময়কৰ স্থাপত্যৰ নিদৰ্শন বোৰোবোদুৰ বৌদ্ধস্তুপ আৰু কাম্বোদিয়াত আঙ্কোৰভাট শৈৱ মন্দিৰ নিৰ্মাণ কৰিব পাৰিছিল। দক্ষিণ-পূব এছিয়াৰ ওপৰত চীন আৰু মুছলিম বিশ্বৰ পৰাও অনেক সাংস্কৃতিক প্ৰভাৱ পৰিছিল। কিন্তু সেইবোৰ দেশত সভ্যতাৰ বিকাশৰ বাবে প্ৰথম প্ৰেৰণা আহিছিল ভাৰতৰ পৰা।

নিজৰ দেশৰ অতীতক লৈ গৌৰবান্বিত ভাৰতীয় ঐতিহাসিকসকলে দক্ষিণ-পশ্চিম এছিয়াৰ এই অঞ্চলবোৰক কথা কওঁতে 'বৃহত্তৰ ভাৰত' বুলি উল্লেখ কৰে আৰু ভাৰতীয় 'উপনিবেশ' বুলিও কয়। আধুনিক যুগত 'ক'লনি' অৰ্থাৎ 'উপনিবেশ' বুলিলে সাধাৰণতে যি অৰ্থ হয় এইবোৰ 'উপনিবেশ'ৰ ক্ষেত্ৰত সেই অৰ্থ নেখাটে। যি হওক, কিম্বদন্তীৰ সিংহল বিজয়ী আৰ্য ৰজা বিজয়ে সেই দ্বীপৰাজ্য জয় কৰিছিল বোলে তৰোৱালেৰে৷ কিন্তু তাৰ বাহিৰে ভাৰতীয় কোনো ৰজাই ভাৰতৰ সীমাৰ বাহিৰত স্থায়ীভাৱে কোনো দেশ জয় কৰা তথ্য আমাৰ হাতত নাই। ভাৰতীয় উপনিবেশবোৰ শান্তিপূৰ্ণ আছিল আৰু সেইবোৰ দেশৰ ভাৰতীয়ত্ব গ্ৰহণ কৰা ৰজাসকল আছিল সেইবোৰ ঠাইৰ স্থানীয় শাসনকৰ্তা। তেওঁলোকে ভাৰতৰ পৰাই প্ৰয়োজনীয় সকলো শিক্ষা গ্ৰহণ কৰিছিল।

উত্তৰ দিশে ভাৰতৰ সাংস্কৃতিক প্ৰভাৱ বিস্তৃত হৈছিল মধ্য এছিয়াৰ মাজেদি একেবাৰে চীনদেশলৈকে। সম্ভৱতঃ মৌৰ্য যুগত ভাৰত আৰু চীনৰ মাজত একপ্ৰকাৰ অস্পষ্ট আৰু নামমাত্ৰ সম্বন্ধ স্থাপিত হৈছিল। তাৰ আগতে হয়তো কোনো সম্বন্ধই নাছিল। মাত্ৰ প্ৰায় ২০০০ মান বছৰৰ আগতে চীনৰ হান সম্ৰাটে নিজৰ সাম্ৰাজ্যৰ সীমা বিস্তাৰ কৰিবলৈ ধৰিছিল কাস্পিয়ান সাগৰৰ ফালে তেতিয়া চীন আৰু ভাৰত সংস্পৰ্শলৈ আহিছিল। দক্ষিণ-পূব এছিয়াৰ দৰে চীনদেশে ভাৰতৰ ধৰণ-কৰণ, ধ্যান-ধাৰণা নিজৰ সংস্কৃতিৰ সকলো দিশতে সামৰি লোৱা নাছিল। কিন্তু সমগ্ৰ দূৰ প্ৰাচ্য ভাৰতৰ ওচৰত ঋণী বৌদ্ধ ধৰ্মৰ বাবে। বৌদ্ধ ধৰ্মৰ সহায়তেই চীন, কোৰিয়া, জাপান আৰু তিব্বতত বিশিষ্ট চৰিত্ৰৰ সভ্যতাবোৰে গঢ় লৈছিল।

এছিয়া মহাদেশৰ প্ৰতি ভাৰতৰ এনে বিশেষ অৱদানবিলাকৰ উপৰি ভাৰতে সমগ্ৰ বিশ্বৰ ওপৰতে আশীৰ্বাদ বৰ্ষণ কৰিছিল নানাভাৱে। ৰপ্তানি কৰিছিল প্ৰচুৰ পৰিমাণে চাউল, কপাহ, কুঁহিয়াৰ, নানা বিধৰ মছলা, ঘৰচীয়া কুকুৰা, দবা খেল ইত্যাদিৰ উপৰি এই সকলোতকৈ গুৰুত্বপূৰ্ণবোৰ হ'ল সংখ্যাগণনাত দশমিক চিহ্ন ব্যৱহাৰৰ পদ্ধতি আৰু

এই গ্ৰন্থৰে ওপৰৰঞ্চি—চাৰি-ত উল্লিখিত খ্ৰীষ্টাব্দ আৰম্ভৰ কালৰ সেই অজ্ঞাত ভাৰতীয় গণিতবিদৰ আবিষ্কাৰবোৰ। পাশ্চাত্যত ভাৰতীয় আধ্যাত্মিকতাৰ প্ৰভাৱ কিমান ব্যাপক আছিল সেই বিষয়ে অনেক তৰ্ক-বিতৰ্ক হৈছে। দা এছেনিজ নামৰ প্ৰচলিত ধৰ্মমতৰ বাহিৰৰ এক ইহুদী ধৰ্মীয় সম্প্ৰদায়ে আৰম্ভণিৰ পৰ্যায়তে খ্ৰীষ্টান ধৰ্মক বোধ হয় অনেকদূৰ প্ৰভাৱান্বিত কৰিছিল। তেওঁলোকে তপস্বীৰ জীৱন যাপন কৰিছিল আৰু তেওঁলোকৰ সম্পত্তিৰ ওপৰত আছিল সমাজখনৰ সকলো সদস্যৰে উমৈহতীয়া অধিকাৰ, ব্যক্তিগত মালিকানা নাছিল। তেওঁলোকে যি সন্ন্যাসীৰ জীৱন যাপন কৰিছিল সেইটো বহু ক্ষেত্ৰত বৌদ্ধ ধৰ্মৰ লগত মিলে। এ. লিল্লী প্ৰণীত 'ইণ্ডিয়া ইন্ প্ৰিমিটিভ্ ক্ৰিষ্টিয়ানিটি' (২য় সংস্কৰণ, লণ্ডন, ১৯০৯) নামৰ গ্ৰন্থ আৰু এ. জে. এডমাণ্ডছ্ প্ৰণীত 'বুদ্ধিষ্ট্ এণ্ড ক্ৰিষ্টিয়ান্ গছ্পেলছ্' (টোকিও, ১৯০৫) নামৰ গ্ৰন্থ দুখনত অতি কৌতূহলোদ্দীপক আৰু প্ৰেৰণাদায়ক কিন্তু লগতে উদ্ভট যেন লগা কিছুমান কথা পোৱা যায়। তাৰ মাজতে কৈছে যে নিউ টেষ্টামেণ্টত পালি ভাষাত লিখা বৌদ্ধ শাস্ত্ৰবোৰৰ বহু সমান্তৰাল আৰু সদৃশ পাঠ আছে। তদুপৰি পাশ্চাত্য দাৰ্শনিকসকলৰ শিক্ষা আৰু পিথাগোৰাছৰ পৰা প্ল'টিনাছলৈকে ৰহস্যবাদীসকলৰ শিক্ষা আৰু উপনিষদবিলাকৰ শিক্ষাৰ মাজত বহুত সাদৃশ্যৰ কথা সাধাৰণতে লক্ষ্য কৰা হয়। কিন্তু যিমানেই এনে সাদৃশ্য চকুত নপৰক, এইবোৰ কথাৰ এটাকো নিশ্চিত বুলি গণ্য কৰিব নোৱাৰি। বিশেষকৈ, কোনো ক্লাছিকেল যুগৰ পাশ্চাত্য লেখকৰে ভাৰতীয় ধৰ্মসম্বন্ধে কিবা গভীৰ জ্ঞান আছিল বুলি আমাৰ হাতত যেতিয়া কোনো তথ্য প্ৰমাণ নাই। আমি মাত্ৰ ক'ব পাৰো যে প্ৰাচীন কালত হেলেনিক বিশ্ব অৰ্থাৎ পাশ্চাত্য গ্ৰীক সভ্যতাৰ লগত ভাৰতৰ কিছু সম্পৰ্ক সদায় আছিলেই। প্ৰথমতে সেই সম্পৰ্ক স্থাপিত হৈছিল একিমিনিড্ সাম্ৰাজ্যৰ মাজেদি, তাৰ পিছৰ যুগত ছেল্যুচিদ্ সাম্ৰাজ্যৰ জৰিয়তে আৰু শেহান্তৰত ৰোমানসকলৰ দিনত ভাৰত মহাসাগৰত পাৰি দিয়া বণিকসকলৰ যোগেদি সি বৰ্তি আছিল। এই যুগ যুগৰ সম্পৰ্ক ঘনিষ্ঠতম হৈ থাকোঁতেই খ্ৰীষ্টান ধৰ্ম ব্যাপকভাৱে প্ৰচাৰ হ'ব পাৰিছিল। আমি জানো যে ভাৰতীয় যোগী-ঋষিসকলৰ অনেকেই সময়ে সময়ে পাশ্চাত্য ভূমিলৈ ভ্ৰমণাৰ্থে গৈছিল আৰু আলেকজেন্দ্ৰিয়া নগৰত ভাৰতীয় বণিকসকলৰ এখন উপনিবেশীয় বসতিস্থানেই আছিল। গতিকে নিও-প্লেটনিজম্ আৰু প্ৰথম পৰ্যায়ৰ খ্ৰীষ্টান ধৰ্মতত্ত্বৰ ওপৰত ভাৰতীয় প্ৰভাৱৰ সম্ভাৱনাৰ কথা পোনছাটেই নাকচ কৰিব নোৱাৰি।

প্ৰাচীন ভাৰতীয় দাৰ্শনিক ধ্যান-ধাৰণাৰ প্ৰাচীন পাশ্চাত্য দৰ্শনৰ ওপৰত কিবা প্ৰভাৱ পৰিছিলনে নাই, এই বিষয়ে বহুতো পণ্ডিতৰ সন্দেহ থাকিব পাৰে। কিন্তু যোৱা ডেৰশ বছৰ ধৰি ভাৰতীয় ভাবাদৰ্শই যে ইউৰোপ আৰু আমেৰিকাৰ চিন্তাধাৰাক প্ৰত্যক্ষ আৰু পৰোক্ষভাৱে প্ৰভাৱান্বিত কৰিছে সেই বিষয়ে কোনো সন্দেহৰ থল নাই। যদিও এই তথ্যই এতিয়ালৈকে যথোপযুক্ত স্বীকৃতি পোৱা নাই, এই প্ৰভাৱ কোনো সংগঠিত

নব্য-হিন্দু মিছনৰ দ্বাৰা বিস্তাৰিত হোৱা নাই। যোৱা আঠটা দশক জুৰি বিভিন্ন সময়ত থিওছ'ফিকেল ছোচাইটি স্থাপিত হৈছে, নানা ধৰণৰ বৌদ্ধ সমাজ স্থাপিত হৈছে আৰু স্থাপিত হৈছে বহুত তেনে সমাজ ইউৰোপ আৰু আমেৰিকাতো, যিবিলাকে প্ৰেৰণা বিচাৰে উনৈছ শতিকাৰ ঋষিতুল্য বঙালী ৰহস্যবাদী সাধক পৰমহংস ৰামকৃষ্ণ আৰু তেওঁৰ সমানেই ঋষিতুল্য তেওঁৰ শিষ্য স্বামী বিবেকানন্দৰ পৰা। সেইবোৰতকৈ ক্ষুদ্ৰতৰ সমাজো পাশ্চাত্যত স্থাপন কৰিছে অন্যান্য বহুতো ভাৰতীয় সাধক-সন্ন্যাসী আৰু তেওঁলোকৰ শিষ্য-প্ৰশিষ্যসকলে। সেইসকলৰ ভিতৰতে কিছুমান মহান, আধ্যাত্মিকভাৱে শক্তিশালী আৰু একনিষ্ঠ পৰহিতব্ৰতী। কিছুমান আকৌ সন্দেহজনক চৰিত্ৰৰ। অ'ত ত'ত পাশ্চাত্য দেশৰ মানুহেই কাম চলাব পৰাকৈ সংস্কৃত ভাষাৰ জ্ঞান আহৰণ কৰি আৰু বাৰম্বাৰ ভাৰত ভ্ৰমণ কৰি কিছু প্ৰত্যক্ষ অভিজ্ঞতা গোটাই লৈ চেষ্টা কৰিছে পাশ্চাত্যকো যোগ আৰু বেদান্তৰ পন্থৰ প্ৰতি আগ্ৰহশীল কৰি তুলিবলৈ। আমি এইসকল গুৰু আৰু তেওঁলোকৰ শিষ্যবৰ্গক কোনো প্ৰকাৰে নিন্দা বা অৱজ্ঞা কৰিব খোজা নাই। তেওঁলোকৰ মাজত অনেকেই মহাজ্ঞানী আৰু আধ্যাত্মিক শক্তিসম্পন্ন লোক। কিন্তু আমি যি ধৰণেই নেভাবো লাগিলে—ভাৰতীয় আধ্যাত্মবাদৰ প্ৰতীচ্যৰ প্ৰবক্তাসকলৰ দ্বাৰা ভাৰতীয় সঁভ্যতাত কিবা উল্লেখনীয় ফল ধৰিছে বুলি ক'ব নোৱাৰি। সেইবোৰতকৈ সূক্ষ্ম অথচ শক্তিশালী হৈছে মহাত্মা গান্ধীৰ প্ৰভাব। পাশ্চাত্য দেশবোৰত তেওঁ একাগ্ৰ আন্তৰিকতা আৰু অপৰিসীম শক্তিৰ প্ৰতি শ্ৰদ্ধাশীল অগণন গুণমুগ্ধ বন্ধু-বান্ধৱতো আছিলেই। সেইসকলৰ জৰিয়তে বিস্তৃত হৈছিল গান্ধীৰ প্ৰভাৱ, সিয়েই আৰু বেছি ব্যাপক আৰু দৃঢ় হৈছিল অহিংস নীতিৰে সংগ্ৰাম কৰি ভাৰতৰ স্বাধীনতা যেতিয়া তেওঁ সঁচাকৈয়ে অৰ্জন কৰি কৃতকাৰ্যতা লাভ কৰোঁতে। কিন্তু এই সকলো প্ৰভাৱতকৈও ব্যাপক আৰু চিৰস্থায়ী প্ৰভাৱ আছিল দৰ্শনশাস্ত্ৰ অধ্যয়নৰ প্ৰয়োজনত পাশ্চাত্য জগতত প্ৰচাৰিত আৰু সমাদৃত প্ৰাচীন ভাৰতীয় ধৰ্মগ্ৰন্থবোৰৰ।

এছিয়াটিক ছচাইটি অব্ বেঙ্গলৰ অগ্ৰগণীসকলে অতি সোনকালেই ইউৰোপত সৰু কিন্তু অতিশয় আগ্ৰহশীল গুণীলোকৰ এখন সমাজৰ পৃষ্ঠপোষকতা লাভ কৰিবলৈ সমৰ্থ হৈছিল। গ্যটে আৰু উনবিংশ শতাব্দীৰ আদি ভাগৰ অনেক গ্ৰন্থকাৰেই প্ৰাচীন ভাৰতীয় গ্ৰন্থবোৰৰ অনুবাদ যিমান পাইছিল সিমান পঢ়িছিল। আমি জানো যে গ্যটেই ভাৰতীয় নাট্যকলাৰ পৰা এটা নাটকীয় কৌশল নি নিজৰ 'ফউষ্ট' নামৰ নাটকৰ প্ৰস্তাৱনা লিখাত ব্যৱহাৰ কৰিছিল। তদুপৰি নাটকখনৰ দ্বিতীয় অংশত থকা বিজয়সূচক যি শেষ কোৰাছ সেইটো যে গ্যটেই বুজি পোৱা মতে ভাৰতীয় অদ্বৈতবাদৰে প্ৰতিধ্বনি নহয় সেই কথা কোনে ক'ব পাৰিব? গ্যটেক প্ৰমুখ্য কৰি বেছিভাগ মহান জাৰ্মান দাৰ্শনিকেই ভাৰতীয় দৰ্শনৰ বিষয়ে বহুত কথা জানিছিল। সাহিত্য আৰু মনস্তত্ত্বৰ ওপৰত গভীৰ প্ৰভাৱ পেলাবলৈ সমৰ্থ হোৱা শ্বপেনহাওৱাৰে মুকলিকৈ ভাৰতীয় দৰ্শনৰ ওচৰত নিজৰ

ঋণৰ কথা স্বীকাৰ কৰিছিল আৰু তেওঁৰ দৃষ্টিভঙ্গী আছিল যথাৰ্থতে বৌদ্ধ দৰ্শনৰ সৈতে একে। ফিখ্‌ট্‌ আৰু হেগেলৰ অদ্বৈতবাদে বৰ্তমানৰ ৰূপ কেতিয়াও হয়তো নেপালেইহেঁতেন যদিহে তেওঁলোকে আঁকুয়েটিল ডুপাৰোঁৱে কৰা উপনিষদবোৰৰ অনুবাদ আৰু অন্যান্য অগ্ৰগণী ভাৰত-তত্ত্ববিদসকলৰ ৰচনাবোৰ নেপালেহেঁতেন। ইংলিছ ভাষা-ভাষী বিশ্বৰ ভিতৰত আমেৰিকাতে ভাৰতীয় প্ৰভাৱ অনুভূত হৈছিল সৰ্বাধিক। সেই দেশত এমাৰছন্‌, থৰো আৰু নিউ ইংলেণ্ডৰ আন আন লেখকসকলে অতি আগ্ৰহেৰে ভাৰতীয় ধৰ্মগ্ৰন্থবোৰৰ অনুবাদ পঢ়িছিল। তেওঁলোকে লেখাৰ মাজেদি তেওঁলোকৰ সমসাময়িক আৰু উত্তৰসূৰী আমেৰিকান লেখকসকলৰ ওপৰত গভীৰ প্ৰভাৱ পেলাইছিল—সেইসকলৰ ভিতৰত উল্লেখনীয় এজন হ'ল ৱাল্ট হুইটমেন। তেনেকৈ টমাছ কাৰ্লাইল আৰু অন্যান্য লেখকৰ জৰিয়তে জাৰ্মান দাৰ্শনিকসকলে ভাৰতৰ পৰা গ্ৰহণ কৰা চিন্তা-চৰ্চা ইংলেণ্ডলৈ প্ৰবাহিত কৰিছিল। যেনেকৈ ঊনবিংশ শতাব্দীৰ শেষৰ ফালৰ ৰিচাৰ্ড জেফ্ৰীজ্‌ আৰু এডোৱাৰ্ড কাৰ্পেণ্টাৰৰ দৰে লেখকসকলৰ জৰিয়তে আমেৰিকাই সেই কাম কৰিছিল।

সমসাময়িক ইউৰোপ আৰু আমেৰিকাৰ দাৰ্শনিক চিন্তাধাৰাবোৰত বিগত শতাব্দীৰ অদ্বৈতবাদী আৰু আদৰ্শবাদী দৰ্শনবোৰৰ গুৰুত্ব যদিও বৰ কম সেইবোৰৰ প্ৰভাৱ কিন্তু ব্যাপক আৰু গভীৰ আৰু সেই আটাইবোৰেই কোনো নহয় কোনো ক্ষেত্ৰত অন্ততঃ ভাৰতৰ ওচৰত ঋণী। খ্ৰীষ্টজন্মৰ ছশ বছৰৰ বা তাতোকৈ আগতে গঙ্গা উপত্যকাৰ অৰণ্যৰ মাজত বহি তপস্যা কৰি থকা সেই ঋষিসকল এতিয়াও জগতত সক্ৰিয় কিছুমান শক্তি।

বৰ্তমান ইউৰোপীয় সভ্যতা বা ভাৰতীয় সভ্যতা বুলি ক'বলৈ গ'লে কালবিভ্ৰান্তিত পৰা যেনহে হয়। অলপ দিনৰ আগলৈকে সংস্কৃতিবোৰ ফট্‌ফটীয়াকৈ ভাগ ভাগ আছিল। কিন্তু এতিয়া—যি সময়ত ভাৰত লণ্ডনৰ পৰা মাত্ৰ ত্ৰিছ ঘণ্টাৰ দূৰত্বত—সাংস্কৃতিক বিভাজনবোৰ লাহে লাহে নোহোৱা হ'বলৈ আৰম্ভ কৰিছে। যদি উদাৰপন্থী গণতন্ত্ৰ আৰু কমিউনিজিমৰ মাজত জীৱন যাপনৰ এক মধ্যম পথ উলিয়াব পৰা হয় আৰু মানৱ সভ্যতা যদি বাচি থাকেগৈ, তেন্তে ভৱিষ্যতৰ পৃথিৱীত মাত্ৰ এটা সংস্কৃতিহে থাকিব আৰু আশা কৰা হয় সেই এটা সংস্কৃতিতে বহুতো স্থানীয় ভিন্নতা আৰু বৈচিত্ৰ্য থাকিব। বিশ্বৰ সাংস্কৃতিক ভাণ্ডাৰলৈ ভাৰতে আগবঢ়োৱা বৰঙণি ইতিপূৰ্বেই বহুত বেছি পৰিমাণৰ। এতিয়া নতুনকৈ স্বাধীনতা লাভ কৰাৰ পিছত সন্মান আৰু প্ৰভাৱ যিমানে বাঢ়িব সিমানে বাঢ়ি যাব ভাৰতৰ অৱদানো। আন কাৰণত নহ'লেও অকল এই কাৰণেই আমি অলেখ কৃতকাৰ্যতা আৰু অকৃতকাৰ্যতাৰ মাজেদি গঢ়ি উঠা ভাৰতৰ প্ৰাচীন ঐহিহ্য গুৰুত্বসহকাৰে বিবেচনা কৰিব লাগিব। কাৰণ ই এতিয়া অকল ভাৰতৰে ঐতিহ্য হৈ থকা নাই। হৈ পৰিছে সমগ্ৰ মানৱ জাতিৰে ঐতিহ্য।

## ওপৰঞ্চি—এক

# সৃষ্টিতত্ত্ব আৰু ভূগোল

বৈদিক যুগত বিশ্বব্ৰহ্মাণ্ডৰ ধাৰণা আছিল সহজ-সৰল। এখন চেপেটা বৃত্তাকাৰ পৃথিৱী, ওপৰত এখন আকাশ। আকাশেদি সূৰ্য, চন্দ্ৰ আৰু তাৰকাবোৰৰ গতিপথ। আকাশ আৰু পৃথিৱীৰ মাজত অন্তৰীক্ষ। অন্তৰীক্ষই হৈছে পক্ষীগণ, মেঘগণ আৰু গন্ধৰ্বাদি উপদেৱতাগণৰ বাসস্থান। সেই সৰল বিশ্বতত্ত্ব পিছলৈ ধৰ্মীয় ভাবৰ বিস্তাৰৰ লগে লগে কিন্তু জটিলৰ পৰা জটিলতৰ হৈ আহিবলৈ ধৰিলে।

ভাৰতীয় চিন্তাত সৃষ্টিতত্ত্ব অৰ্থাৎ বিশ্বজগতৰ সৃষ্টিৰ মূল আৰু ক্ৰমোন্নতি তত্ত্ব হৈছে বিজ্ঞানৰ বিষয়তকৈও বেছিকৈ ধৰ্মীয় বিষয়হে। এই বিষয়ে এই গ্ৰন্থত পূৰ্বে সপ্তম অধ্যায়ত বিস্তাৰিতভাৱে আলোচনা কৰা হৈছে। সকলো ভাৰতীয় ধৰ্মতে কিন্তু সৃষ্টিতত্ত্ব সম্বন্ধে কিছুমান উমৈহতীয়া ধাৰণা আছে। সেই ধাৰণাবোৰ হৈছে ভাৰতীয় দৰ্শনৰ মৌলিক সিদ্ধান্ত সম্বলিত ভিত্তি। যিবিলাক ছেমিটিক ধ্যান-ধাৰণাই বহু যুগ ধৰি পাশ্চাত্য চিন্তাধাৰাক প্ৰভাৱান্বিত কৰি আহিছে ইমান দিনে সেইবোৰ ভাবৰ লগত ভাৰতীয় চিন্তাৰ বহুত অমিল চকুত পৰে। পাশ্চাত্য সৃষ্টিতত্ত্বত পৃথিৱী বহুত পুৰণি ; ইয়াৰ ক্ৰমোন্নতি আৰু ধ্বংসৰ চক্ৰবৎ গতি। ধ্বংসৰ পিছত সৃষ্টি-স্থিতি-প্ৰলয় পুনৰাবৃত্তি হৈ থাকে অনন্ত সময়ৰ বুকুত বাৰম্বাৰ। তদুপৰি পৃথিৱী অকল্পনীয়ভাৱে বৃহৎ আৰু আমাৰ এই পৃথিৱীৰ বাহিৰেও অনেক পৃথিৱী আছে—এইবোৰ হৈছে পাশ্চাত্য সৃষ্টিতত্ত্ব।

হিন্দুসকলে বিশ্বাস কৰিছিল যে বিশ্বজগত অণ্ডাকৃতি—যাক ব্ৰহ্মাণ্ড অৰ্থাৎ ব্ৰহ্মাৰ অণ্ড বুলি কোৱা হয়। এই ব্ৰহ্মাণ্ডৰে এঁকৈশটা মণ্ডল। তাৰে ওপৰৰ ফালৰ পৰা সপ্তম স্থানত আমাৰ পৃথিৱী—ভূমণ্ডল বা ভূলোক অৱস্থিত। পৃথিৱীৰ অৰ্থাৎ ভূলোকৰ ওপৰত আছে ছয়খন স্বৰ্গ (সেইবোৰ স্বৰ্গৰ গ্ৰীকবিলাকে বিশ্বাস কৰাৰ দৰে কোনো গ্ৰহৰ লগত সম্বন্ধ নাই।) এই ছয়খন স্বৰ্গৰ একেবাৰে তলৰ পৰা ওপৰলৈ ক্ৰমাৎ গুৰুত্ব বেছি, কাৰণ যিমানে ওপৰৰ স্বৰ্গলোকলৈ যোৱা হয় সিমানে স্বৰ্গসুখো বাঢ়ি যায়। তাৰ বিপৰীতে ভূলোকৰ অধঃ দিশে সপ্তপাতাল। এই পাতালবোৰ নাগ আদি বিভিন্ন কাল্পনিক পৌৰাণিক জীৱবোৰৰ বাসস্থান। সেইবিলাক কিন্তু বাসস্থান হিচাপে ৰম্যস্থানেই—দুখৰ ঠাই নহয়। পাতালবোৰৰ তলত থাকে সপ্তনৰক। এই সপ্তনৰকতো সেইবিলাকৰ গভীৰৰ পৰা গভীৰতৰ অৱস্থানৰ অনুপাতে দুখ-কষ্টও বাঢ়ি যায়। সেই নৰকবিলাকত দোষৰ উপযুক্ত পৰিমাণে দণ্ডভোগ কৰিবৰ বাবে মৃত লোকৰ আত্মাবোৰ নিক্ষেপ কৰা হয়। ওপৰে-

তলে ইমানবোৰ স্বৰ্গ-নৰকৰে সৈতে পৃথিৱী মহাশূন্যত ওলমি থাকে অন্য সকলো 'পৃথিৱী'ৰ পৰা সম্পূৰ্ণ বিছিন্ন হৈ।

বৌদ্ধ আৰু জৈন ধৰ্মদৰ্শনৰ সৃষ্টিতত্ত্ব দুটা বিস্তাৰিত বিৱৰণৰ কিছুমান কথাত হিন্দু সৃষ্টিতত্ত্বতকৈ বেলেগ হ'লেও তিনিওটাৰে মূল ধাৰণাবোৰ একেই। তিনিওটা ধৰ্মৰে সৃষ্টিতত্ত্বত পৃথিৱীখন চেপেটা বুলি ধাৰণা কৰা হৈছিল। কিন্তু খ্ৰীষ্টাব্দ গণনা আৰম্ভ কৰাৰ সময়ৰে পৰা ভাৰতীয় জ্যোতির্বিদসকলে পৃথিৱী চেপেটা তথ্য শুদ্ধ নহয় বুলি জানিছিল। যদিও পৃথিৱী চেপেটা বুলিয়ে ধৰ্মীয় কৰ্মকাণ্ডত ধাৰণা কৰা হৈছিল, পণ্ডিতসকলে কিন্তু—হয়তো গ্ৰীক জ্যোতির্বিদ্যাৰ প্ৰভাৱতে—ভালদৰে উপলব্ধি কৰিছিল যে পৃথিৱী গোলাকাৰহে। পৃথিৱীৰ আয়তনৰ বিষয়ে নানা অঙ্ক কৰা হৈছিল। তাৰ ভিতৰতে আটাইতকৈ জনপ্ৰিয় হিচাপ আছিল খ্ৰীঃ সপ্তম শতাব্দীৰ ব্ৰহ্মগুপ্তৰ হিচাপ। তেওঁ পৃথিৱীৰ পৰিধি মুঠতে ৫,০০০ যোজন বুলি কৈছিল। যদি ধৰি লোৱা হয় যে ব্ৰহ্মগুপ্তৰ এক যোজন মানে প্ৰায় ৪ $\frac{১}{২}$ মাইল, তেন্তে তেওঁ দিয়া হিচাপ প্ৰাচীন কালৰ যি কোনো জ্যোতির্বিদ পণ্ডিতে পৃথিৱীৰ পৰিধি সম্বন্ধে দিয়া হিচাপৰ সমানেই সঠিক।

জ্যোতির্বিদ পণ্ডিতসকল গোলাকাৰ পৃথিৱীৰ স্বল্প আয়তন আৰু পৰিসৰে ধৰ্মতত্ত্ববিদসকলক সন্তুষ্ট কৰিব পৰা নাছিল। সেইবাবে পৰৱৰ্তী যুগবোৰৰ ধৰ্মমূলক গ্ৰন্থবোৰত পৃথিৱী গোলাকৃতি এখন প্ৰকাণ্ড চেপেটা কাঁহী এখনৰ দৰে বুলিহে বৰ্ণনা কৰা হৈছিল। এনে এখন পৃথিৱীৰ সোঁমাজত আছিল মেৰু পৰ্বত। সেই মেৰু পৰ্বতৰ চাৰিওফালেই সূৰ্য, চন্দ্ৰ আৰু তৰাবোৰ ঘূৰি থাকে। সেই মেৰু পৰ্বতৰ কেউফালে চাৰিখন মহাদেশ আছে। সেই মহাদেশবোৰ মেৰু পৰ্বতৰ চাৰিওফালে মহাসাগৰৰ দ্বাৰা চাৰিভাগে আগুৰা কাৰণে প্ৰত্যেক ভাগকে একোটা দ্বীপ বুলি কয়।

মেৰু পৰ্বতৰ পৰা সেই চাৰি দ্বীপৰ ফালে চাই পঠালে যিটোৰ উপকূল অঞ্চলত যিবিধ গছ বেছিকৈ পোৱা যায় সেই গছৰ নামেৰে দ্বীপটোৰো নামকৰণ কৰা হৈছিল। তাৰে দক্ষিণ দিশৰ ফালে থকা যিটো দ্বীপ সেইটোৱেই আছিল মানৱ জাতিৰ বাসভূমি। তাত বেছিকৈ পাইছিল গোলাপী জামুগছ। জামুক সংস্কৃতত কয় 'জম্বু' গতিকে সেই দ্বীপৰ নাম হৈছিল জম্বুদ্বীপ। এই মহাদেশৰে দক্ষিণ অঞ্চল হিমালয় গিৰিমালাই বিচ্ছিন্ন কৰিছিল দ্বীপৰ বাকী অংশৰ পৰা। সেই হিমালয় গিৰিমালাই চিহ্নিত কৰা বিশাল দেশখণ্ডৰ নাম 'ভাৰতবৰ্ষ'—সেই শব্দৰ অৰ্থ হ'ল 'ভৰতৰ পুত্ৰসকলৰ দেশ'। অকল এই ভাৰতবৰ্ষকে এদাঁতিৰ পৰা আনদাঁতিলৈ ৯,০০০ যোজন বুলি কোৱা হয়। গোটেই জম্বুদ্বীপৰ দীঘে দীঘে জোখ ৩৩,০০০ যোজন বুলি কোৱা হয়। কোনো কোনো গ্ৰন্থত সেই জোখ সম্পূৰ্ণ ১০০,০০০ যোজন বুলিও লিখা আছে।

এনে ধৰণৰ অদ্ভুত ভূগোলত অকল সেই কথাহে আছিল, তেনে কথা নহয়। 'পুৰাণ'বিলাকত জম্বুদ্বীপক বৰ্ণনা কৰা হৈছে মেৰু পৰ্বতৰ চাৰিওফালে আওঠিৰ আকাৰে

গঠিত মহাদ্বীপ হিছাপেহে। পিছৰ যিখন দ্বীপৰূপী মহাদেশ তাৰ নাম হৈছে প্লক্ষদ্বীপ। জম্বুদ্বীপ আৰু প্লক্ষদ্বীপৰ মাজৰ মহাসাগৰ লৱণসাগৰ। প্লক্ষদ্বীপো তেনেকৈ জম্বুদ্বীপৰ চাৰিওফালে মণ্ডলাকাৰে অবস্থান কৰিছে। তেনেকৈ ক্ৰমাৎ বৃহত্তৰ আকাৰৰ আঙঠি বা মণ্ডলাকৃতি সাত দ্বীপ মেৰু পৰ্বতৰ চাৰিওফালে আছে। প্ৰত্যেকখন আগৰখনৰ পৰা একোখন মহাসাগৰৰ দ্বাৰা বিভাজিত। সেই মহাসাগৰবোৰৰ জলৰাশিত আছিল বিভিন্ন জুলীয়া দ্ৰব্য। প্ৰথমখনত আগতে উল্লেখ কৰা মতে লৱণ সমুদ্ৰ। তাৰ পিছৰখন হ'ল লালীৰ সমুদ্ৰ। তাৰ পিছৰবোৰ ক্ৰমান্বয়ে মদিৰ, ঘৃত, দুগ্ধ, দধি আৰু সৰ্বশেষৰখন পৰিষ্কাৰ পানীৰ সমুদ্ৰ। এই বিপুলা ধৰণীৰ ভূগোল সম্বন্ধে এনে ৰমক্ জমক্ কল্পনা লৰ্ড মেকলেৰ মনত যেনে তাচ্ছিল্যপূৰ্ণ ভাবৰে উদ্ৰেক নকৰক, পিছৰ হিন্দু ধৰ্মতত্ত্ববিদসকলে কিন্তু সেইবোৰ কথাকে গভীৰভাৱে বিশ্বাস কৰিছিল। ইমান গভীৰ আৰু ব্যাপক আছিল সেইবোৰ বিশ্বাস যে আনকি ভাৰতীয় জ্যোতিৰ্বিদসকলেও তেনে বিশ্বাসৰ পৰা নিজৰ মন মুক্ত কৰিব নোৱাৰি নিজৰ গোলাকৃতি পৃথিৱীৰে মেৰুদণ্ড বুলিছিল মেৰু পৰ্বতক আৰু মহাদেশবিলাকক ভূ-পৃষ্ঠৰ একোটা অঞ্চল বুলি বৰ্ণনা কৰি সেই উদ্ভট কল্পনাপ্ৰসূত কথাবোৰ নিজৰ ভৌগোলিক তথ্যৰ লগত চামিল কৰিবলৈ যত্নপৰ হৈছিল।

মাখনৰ বা লালীৰ মহাসমুদ্ৰৰ কথা য'ত উত্থাপিত হয় তাত প্ৰকৃততে ভূগোল-বিজ্ঞানৰ উন্নতি বা সেই বিজ্ঞানৰ কোনো প্ৰকৃত ফলপ্ৰসূ চৰ্চা হোৱা অসম্ভৱ কথা। সাতখন মহাদেশ পৃথিৱীৰ উপৰিভাগৰ কোনো বিশেষ অঞ্চলৰ মাজত চিনাক্ত কৰাও কোনো প্ৰকাৰেই সম্ভৱ নহয়। আধুনিক যুগৰ কোনো ভূগোলৰ ছাত্ৰই সেইবোৰ এছিয়া মহাদেশৰে কোনো কোনো অঞ্চলৰ সৈতে মিলাবলৈ যত্ন কৰিছে। কিন্তু এতিয়ালৈকে জনামতে আচল ভ্ৰমণকাৰীসকলৰ কোনো ভ্ৰমণকাহিনীকে ব্যৱহাৰিক ভূগোল অধ্যয়নৰ সমল হ'ব পাৰে বুলি এই ধৰণৰ গৱেষণাৰ লগত যুক্ত কৰা হোৱা নাই। জ্যোতিৰ্বিদসকলে ভাৰতৰ বিভিন্ন গুৰুত্বপূৰ্ণ স্থানবোৰৰ দ্ৰাঘিমাংশ গণনা মোটামুটিকৈ সঠিকভাৱেই কৰিছিল। খ্ৰীষ্টাব্দ গণনা আৰম্ভ হোৱাৰ ঠিক পিছৰ শতিকাবোৰতে আলেকজেন্দ্ৰিয়া জনাজাত নগৰ আছিল। জ্যোতিৰ্বিদ্যাৰ কিতাপবোৰত অস্পষ্টভাৱে 'ৰোমকঃ' (ৰোমান) নগৰবোৰৰ বিষয়ে উল্লেখ কৰাও পোৱা যায়। কিন্তু তেতিয়াৰ বিদ্বানসকলৰ ভূগোলৰ জ্ঞানৰ পৰিসৰ আৰু প্ৰকৃতি কিমান আৰু কেনে ধৰণৰ আছিল জানিবলৈ কোনো উপায় নাই। আনকি ভাৰতৰ ভিতৰৰে ঠাইবোৰৰ মাজৰ দূৰত্ব আৰু দিশৰ বিষয়ে যিবোৰ কথা লিখিছিল সেইবোৰো সঠিক আৰু স্পষ্ট নহয়। দিগ্‌বিজয়ী বীৰসকলে তেওঁলোকৰ সৈন্যবাহিনী লৈ হেজাৰ হেজাৰ মাইল অভিযান কৰিছিল। সদাগৰসকলে তেওঁলোকৰ বেপাৰৰ সামগ্ৰী লৈ ভাৰতৰ এমূৰৰ পৰা আনমূৰলৈ ভ্ৰমণ কৰিছিল। তীৰ্থযাত্ৰীসকলে হিমালয়ৰ পৰা কুমাৰিকা অন্তৰীপলৈ পবিত্ৰ তীৰ্থস্থানসমূহ দৰ্শন কৰি ঘূৰি ফুৰিছিল।

নিশ্চয় তেওঁলোকৰ ভাৰতৰ ভূগোল সম্বন্ধে নিখুঁত ব্যৱহাৰিক জ্ঞান অনেক বেছি আছিল। তদুপৰি যিসকল নাবিকে ছকোত্ৰৰ (সুখতৰ দ্বীপ) পৰা কেণ্টনলৈকে মহাসাগৰত পাৰি দিছিল অনেকবাৰ, তেওঁলোকৰ ভৌগোলিক জ্ঞানো নিশ্চয় আৰু বেছি বিস্তৃত ধৰণৰ আছিল। কিন্তু সমসাময়িক ভাৰতীয় সাহিত্যত সেইবোৰ উপায়েৰে লব্ধ জ্ঞানৰ বিষয়ে কোনো উল্লেখ নাই।

## ওপৰঞ্চি—দুই

# জ্যোতিৰ্বিজ্ঞান

বৈদিক শাস্ত্ৰসমূহৰ অনুসিদ্ধান্ত স্বৰূপ 'বেদাঙ্গ'বিলাকৰে এটা শাখাক বোলা হৈছিল 'জ্যোতিষ'। জ্যোতিষশাস্ত্ৰ জ্যোতিৰ্বিদ্যাৰে আদিম ৰূপ। তাৰ উদ্দেশ্য আছিল বছৰৰ সময়ে সময়ে হৈ থাকিবলগীয়া যজ্ঞাদিৰ তাৰিখ আৰু সময় নিৰূপণ কৰা। এতিয়া জ্যোতিষ সম্বন্ধীয় যিবোৰ কিতাপ-পত্ৰ পোৱা যায়, সেইবোৰ বৰ বেছি পুৰণা নহয় আৰু সেইবিলাক গ্ৰন্থই দৰাচলতে বৈদিক যুগত ভাৰতৰ জ্যোতিৰ্বিদ্যা কেনে ধৰণৰ আছিল সেই বিষয়ে বেছি সন্তেদো নিদিয়ে। যদিও বৈদিক গ্ৰন্থবোৰৰে বিভিন্ন পাঠবোৰৰে পৰা পৰিষ্কাৰভাৱে জনা যায় যে সেই জ্যোতিষেই ব্যৱহাৰিক জীৱনত দিন-ক্ষণ গণনাৰ কাম সফলভাৱে কৰিছিল। হয়তো সেই সুপ্ৰাচীন কালতো ভাৰতীয় জ্যোতিৰ্বিদ্যা সম্বন্ধীয় চিন্তা-চৰ্চাত কিছুমান মেছোপটেমিয়ান প্ৰভাৱ পৰিছিল। কিন্তু এই কথা নিশ্চিত বুলি সাব্যস্ত কৰিবলৈ আমাৰ হাতত যথেষ্ট সমল নাই। কিন্তু প্ৰকৃতপক্ষে নিশ্চিত কথা হৈছে এইটোহে যে ভাৰতীয় জ্যোতিৰ্বিদ্যাৰ ওপৰত ক্লাছিকেল ইউৰোপীয় জ্যোতিৰ্বিদ্যাৰ প্ৰভাৱ পৰিছিল। অন্ততঃ খ্ৰীষ্টাব্দ গণনাৰ প্ৰাৰম্ভণৰ শতাব্দীবিলাকৰ পৰাই সেই প্ৰভাৱ স্পষ্ট হৈছিল—তাৰ আগৰ যুগবোৰত নহ'লেও।

জ্যোতিৰ্বিদ্যাৰ যোগেদিয়েই কিছুমান গ্ৰীক শব্দ সংস্কৃত আৰু অন্যান্য ভাৰতীয় ভাষাবোৰত সোমাই গ'ল আৰু জ্যোতিৰ্বিদ্যাত বহুলভাৱে ব্যৱহৃত সেইবোৰ ভাষাৰ কিছুমান প্ৰযুক্তিগত শব্দও গ্ৰীকমূলৰ। ভাৰতৰ পাঁচটা জ্যোতিৰ্বিদ্যাৰ পদ্ধতি বা সিদ্ধান্তৰ বিষয়ে ষষ্ঠ শতাব্দীৰ প্ৰসিদ্ধ ভাৰতীয় জ্যোতিৰ্বিদ বৰাহমিহিৰে কৈছে। সেই পাঁচটাৰে এটাৰ নাম ৰোমক সিদ্ধান্ত আৰু আন এটাৰ নাম হ'ল পৌলিশ্ সিদ্ধান্ত। পৌলিশ্ শব্দটোৰ মূল বিচাৰি গ'লে সম্পূৰ্ণ যুক্তিসঙ্গতভাৱেই সিদ্ধান্ত কৰিব পাৰি যে সেই শব্দৰ উৎপত্তি হৈছে ইউৰোপৰ ক্লাছিকেল জ্যোতিৰ্বিদ আলেকজেন্দ্ৰিয়া নগৰ পল (Paul) নামৰ পৰা। বৰাহমিহিৰে সেই নামৰ স্মাৰক হিচাপেই 'পৌলিশ্' শব্দ ব্যৱহাৰ কৰিছে।

নতুন এই জ্যোতির্বিদ্যাৰ ব্যৱহাৰ হৈছিল প্ৰধানকৈ ভৱিষ্যত গণনা কৰাত অৰ্থাৎ হ'বলগীয়া ঘটনাৰ পূৰ্বাভাস দিয়াত। কাৰণ জেন-বেলিৰ গতিবিধিৰ ওপৰত লক্ষ্য ৰাখি প্ৰস্তুত কৰা পুৰণা চান্দ্ৰ-সৌৰ কেলেণ্ডাৰৰ ওপৰত নিৰ্ভৰ কৰিয়েই দিন-ক্ষণ গণনা কৰাৰ কাম সুকলমে সমাধা কৰা হৈছিলেই। প্ৰাচীন কালৰ ভাৰতীয় লোকো নিজৰ ভৱিষ্যতৰ বিষয়ে আগতীয়াকৈ জনাত অন্য কোনো প্ৰাচীন জাতিৰ লোকতকৈ কম আগ্ৰহশীল নাছিল। কিন্তু তেওঁলোকে তাকে কৰিবলৈ বিচাৰিছিল স্বপ্নতত্ত্ববিচাৰ বা বিভিন্ন 'উৎপাত' বা লক্ষণ-কুলক্ষণ বিচাৰ কৰি, শাৰীৰিক গঠন, জন্মৰে থকা শৰীৰৰ বিবিধ চিহ্ন, অঙ্গ-প্ৰত্যঙ্গৰ আকাৰ-আকৃতি আৰু আন আন শাৰীৰিক চিহ্ন, যিবোৰে ভৱিষ্যতৰ ইঙ্গিত দিয়ে বুলি মানুহে বিশ্বাস কৰিছিল। এনে ধৰণৰ পুৰণা ভৱিষ্য-গণনা পদ্ধতি বিস্মৃত নহ'লেও গুপ্ত যুগৰ পৰা সেইবোৰৰ ঠাই অধিকাৰ কৰিলে জ্যোতিষশাস্ত্ৰই। তেতিয়াৰ পৰা এতিয়ালৈকে প্ৰায় সকলো ভাৰতীয়লোকৰে জ্যোতিষত গভীৰ বিশ্বাস।

জ্যোতিৰ্বিদ্যাৰ অধ্যয়নত ইমানখিনি উন্নতি হোৱাৰ সময়লৈকে আকাশ বিভক্ত হৈছিল কিছুমান চান্দ্ৰ মণ্ডলত—যিবোৰক বোলা হৈছিল নক্ষত্ৰ। এই নক্ষত্ৰবিলাকৰ বিষয়ে 'ঋকবেদ'ৰ যুগতে মানুহে জানিছিল। নক্ষত্ৰ মানে স্থিৰ তাৰকা। অচল হৈ নিজৰ স্থানত বিৰাজ কৰে। এই নক্ষত্ৰবিলাকৰ প্ৰত্যেকটোৰে লগত চন্দ্ৰৰ সম্বন্ধ বেলেগ বেলেগ হয় একোটা চান্দ্ৰমাহত—অৰ্থাৎ একোটা সৌৰমাহৰ ২৭ দিন ৭$\frac{৩}{৪}$ ঘণ্টা সময়ৰ ভিতৰত। সেই কাৰণে জ্যোতিষত আকাশখন বিভক্ত কৰি লোৱা হ'ল ২৭টা নাক্ষত্ৰিক ভাগত। সূৰ্যৰ কক্ষপথত যি নক্ষত্ৰৰাশিৰ অৱস্থান হয় আৰু যি নক্ষত্ৰপুঞ্জৰ দাঁতিয়েদি চন্দ্ৰ পাৰ হৈ যায় সেই অঞ্চলৰ সেই বিশেষ তৰাৰ নামেৰে নামকৰণ কৰা হয়। তৰাসমূহৰ সঞ্চালনৰ গতিৰ ওপৰত গণনা কৰা এটা মাহত ২৭ দিনীয়া চান্দ্ৰ মাহতকৈ প্ৰায় আঠঘণ্টা বেছি থাকে বাবে এটা ২৮তম নক্ষত্ৰৰ মাজত সুমুৱাই দি সেই ভুল শুধৰাবলৈ যত্ন কৰিছিল পিছৰ যুগৰ জ্যোতিৰ্বিদসকলে। এই নক্ষত্ৰবোৰ হৈছে— (১) অশ্বিনী (আৰিয়েটিছ), (২) ভৰণি (৩৫, ৩৯ আৰু ৪১ আৰিয়েটিছ), (৩) কৃত্তিকা (প্লেয়াদিছ), (৪) ৰোহিণী (অল্ডিবৰণ), (৫) মৃগশিৰা (অ'ৰিয়নিছ), (৬) আৰ্দ্ৰা (অৰিয়নিছ), (৭) পুনৰ্বসু (জেমিনিয়ৰাম), (৮) পুষ্যা (কেল্সি), (৯) অশ্লেষা (হাইদ্ৰা), (১০) মঘা (লিয়নিছ), (১১) পূৰ্বফাল্গুনী (লিয়নিছ), (১২) উত্তৰফাল্গুনী (লিয়নিছ), (১৩) হস্তা (ক'ৰ্ভি), (১৪) চিত্ৰা (স্পিকা, ভাৰ্জিনিছ), (১৫) স্বাতী (আৰ্কটুৰাচ), (১৬) বিশাখা (লিব্ৰা), (১৭) অনুৰাধা (স্কৰ্পিয়নিছ), (১৮) জ্যেষ্ঠা (স্ক'ৰপিয়নিছ), (১৯) মূলা (স্ক'ৰপিয়নিছ), (২০) পূৰ্বষাড়া (ছেজিটেৰাই), (২১) উত্তৰষাড়া (ছেজিটেৰাই), (২২) শ্ৰৱণা (একুইলি), (২৩) ধনিষ্ঠা বা শ্ৰবিষ্ঠা (ডেলফাইনিছ), (২৪) শতভিষা (একোৱাৰি ইত্যাদি), (২৫) পূৰ্ব-ভাদ্ৰপদ (পেগাছি), (২৬) উত্তৰ ভাদ্ৰপদ (পেগাছি আৰু এন্দ্ৰোমিডি) আৰু (২৭) ৰেৱতী (পিছিয়াম)। ২৮তম নক্ষত্ৰ হৈছে অভিজিৎ ('লিৰা')—সেই নক্ষত্ৰক উত্তৰষাড়া

আৰু শ্ৰৱণা নক্ষত্ৰৰ মাজত স্থাপন কৰা হৈছিল। এই তালিকাৰ পৰাই বুজা যায় যে প্ৰাচীন ভাৰতীয় জ্যোতিষৰ নক্ষত্ৰ গণনা পাশ্চাত্য জগতৰ নক্ষত্ৰ গণনা পদ্ধতিতকৈ বহুত বেলেগ আছিল।

পাশ্চাত্য জ্যোতির্বিদ্যাই ভাৰতক দিলে ৰাশিচক্ৰ, সাতদিনীয়া সপ্তাহ সময়ৰ, ঘণ্টাৰ জোখ আৰু আন আন বহুতো নতুন ভাৱনা। গণিতৰ ক্ষেত্ৰত ভাৰতীয় পণ্ডিতসকলৰ বিপুল অগ্ৰগতিৰ বাবে ভাৰতীয় জ্যোতিবিৰ্জ্ঞানীসকলে গ্ৰীক জ্যোতির্বিজ্ঞানৰ পৰা লাভ কৰা তথ্যবোৰকে আৰু ভালেখিনি উন্নত কৰিব পাৰিছিল গণিতৰ যোগেদি। পিছত সেইখিনি নিজৰ গণিতৰ লগতে ৰপ্তানি কৰিছিল আৰব পণ্ডিতসকলৰ জৰিয়তে আকৌ পশ্চিম জগতলৈকে। সুদূৰ প্ৰাচীন কালতে—সপ্তম শতাব্দীৰ ছিৰিয়ান জ্যোতির্বিজ্ঞানী ছেভেৰাছ ছেবখৃত্ ভাৰতীয় জ্যোতির্বিদ্যা আৰু গণিতৰ প্ৰশংসাত পঞ্চমুখ হৈছিল। এই গ্ৰন্থৰ আৰম্ভতে ৬৬২ খ্ৰীষ্টাব্দত ছিৰিয়ান সন্ন্যাসী-জ্যোতির্বিজ্ঞানী ছেবখৃতৰ সেই প্ৰশংসাবাক্যৰ উদ্ধৃতি দিয়া হৈছে। বাগ্দাদৰ খলিফাসকলে ভাৰতীয় জ্যোতির্বিদক ৰাজকীয় কামত নিযুক্তি দিছিল। মধ্যযুগৰ ইউৰোপীয় জ্যোতির্বিজ্ঞানত এটা গ্ৰহৰ কক্ষপথৰ উচ্চতম বিন্দু বুজাবলৈ ব্যৱহাৰ কৰা 'aux' বোলা শব্দটো সংস্কৃত ভাষাৰ 'উচ্চ' শব্দৰ পৰা উদ্ভুত হৈ আৰবী ভাষাৰ জৰিয়তে ইউৰোপত প্ৰৱেশ কৰিছিল।

বিশ্বৰ সকলো দেশৰ প্ৰাচীন জ্যোতির্বিজ্ঞান চৰ্চাত যিটো প্ৰধান বাধা সেইটো ভাৰততো নিশ্চয়কৈ অনুভূত হৈছিল। সেইটো হ'ল দূৰবীক্ষণ যন্ত্ৰৰ অভাৱ। কিন্তু আকাশৰ জ্যোতিষ্ক নিৰীক্ষণ কৰাৰ প্ৰণালী এনেদৰে সম্পূৰ্ণ আৰু কামত অহা ধৰণৰ আছিল যে সেইবোৰৰ ওপৰতে ভিত্তি কৰি হিছাপবোৰ সঠিকভাৱে কৰিব পাৰিছিল ভাৰতীয় জ্যোতির্বিজ্ঞানীসকলে। হিছাপ কৰিছিল দশমিক পদ্ধতিৰ সংখ্যাৰে। আমি হিন্দু ভাৰতৰ দিনত কোনো অবজাৰভেটৰী বা মানমন্দিৰ থকা কথা পোৱা নাই—আৰু তেনে ধৰণৰ কোনো ভগ্নাৱশেষো নাই। কিন্তু সোতৰ আৰু ওঠৰ শতিকাৰ জয়পুৰ, দিল্লী আৰু অন্যান্য ঠাইত থকা মানমন্দিৰবোৰ আছে। আছে সেইবোৰৰ বিস্ময়কৰভাৱে সঠিক যন্ত্ৰপাতিবোৰ—সেইবোৰ স্থাপন কৰাও হৈছিল বৃহৎ আনুপাতিক পৰিমাপ (স্কেলত) যাৰ ফলত ভুল হোৱাৰ সম্ভাৱনা কমি গৈছিল। ইমান পূৰ্ণাঙ্গ অবজাৰভেটৰী বা নক্ষত্ৰ-নিৰীক্ষণাগাৰ নিৰ্মাণ কৰিব ১৭-১৮ শতিকাত পাৰিছিল যেতিয়া কিবা নহয় কিবা ৰূপত প্ৰাচীন নক্ষত্ৰ-নিৰীক্ষণাগাৰো হয়তো আছিলেই এই ভাৰতত।

নক্ষত্ৰ নিৰীক্ষণ কৰিবলৈ একমাত্ৰ খালি চকুযোৰৰ বাহিৰে আন একো আহিলা নাছিল। তথাপি ভাৰতীয় জ্যোতির্বিজ্ঞানীসকলে প্ৰাচীন কালত সাতটা গ্ৰহৰ বিষয়ে জানিছিল। সেইকেইটা হ'ল—সূৰ্য বা ৰবি, চন্দ্ৰ বা সোম, বুধ, শুক্ৰ, মঙ্গল, বৃহস্পতি আৰু শনি। এই সাতটাৰ লগত ৰাহু আৰু কেতু নামে আৰু দুটা যোগ দিয়া হয়। আচলতে এই দুটা চন্দ্ৰ নিজৰ কক্ষপথত পৃথিৱীক প্ৰদক্ষিণ কৰোঁতে সূৰ্য আৰু পৃথিৱীৰ

মধ্যস্থলত উচ্চতম আৰু নিম্নতম দুটা বিন্দুত অৱস্থান কৰোঁতে হোৱা এক চক্ষুৰ ভ্ৰান্তি মাথোন—যাক 'গ্ৰহণ' বুলি কোৱা হয়। এই গ্ৰহবিলাকৰ নাম প্ৰত্যেকৰে বহুত থাকিব পাৰে। কিছুমান তেনে নামৰ মূল নামবাচক শব্দ গ্ৰীকমূলীয়। ৰাহু আৰু কেতুৰ উৎপত্তি সম্বন্ধে এটা পৌৰাণিক আখ্যান আছে। আগতে এই গ্ৰন্থত সমুদ্ৰমন্থনৰ বিষয়ে কোৱা হৈছে। সেই সমুদ্ৰমন্থনৰ ফলত যি অমৃত ওলাইছিল ৰাহু নামৰ এটা অসুৰে চুৰি কৰি তাৰ ভাগ লৈছিল। বিষ্ণুৱে তাৰ শৰীৰ দুটুকুৰা কৰিলে, কিন্তু ইতিমধ্যে অমৃত খালেই বাবে সি অমৰ হৈছিল। গতিকে তাৰ মূৰ আৰু নেজৰ ভাগ দুটুকুৰা হৈ সদায় আকাশত বিচৰণ কৰি ফুৰে আৰু সুযোগ পালেই গ্ৰহবোৰ ধৰি গিলিবলৈ যত্ন কৰে। তাৰ ফলত গ্ৰহণ লাগে। অৱশ্যে জ্যোতিৰ্বিজ্ঞানীসকলে এই মিথ বা আখ্যান সত্য বুলি কোনোদিনে মনা নাছিল আৰু জ্যোতিৰ্বিদ্যাৰ বহুত গ্ৰন্থত এই বিশ্বাস ভিত্তিহীন বুলি মুকলিকৈ লিখিছেও। প্ৰত্যেক মন্বন্তৰৰ পাছত গ্ৰহবিলাকে একে সময়তে একে স্থানৰ পৰাই সিহঁতৰ নিজ নিজ কক্ষপথত আৱৰ্তন আৰম্ভ কৰে আৰু কালান্তৰত পুনৰ সেইঠাইলৈকে প্ৰত্যাৱৰ্তন কৰে বুলি অতীতত বিশ্বাস কৰিছিল আটায়ে। পাশ্চাত্য পণ্ডিতসকলে ধৰি লৈছিল যে দেখাত এটা গ্ৰহৰ গতিপথ যে আন এটা গ্ৰহৰ গতিপথৰ লগত নিমিলে তাৰ কাৰণ আছিল সেই সেই গ্ৰহে নিজৰ কক্ষপথৰ ওপৰৰ উপ-কক্ষপথ (epicycles) অৱলম্বন কৰি চলা বাবেহে তেনে ভিন্নগতিসম্পন্ন হৈছিল। ক্লাছিকেল আৰু মধ্যযুগীয় জ্যোতিৰ্বিজ্ঞানত সেই ধাৰণাকে কৰা হৈছিল। আনহাতে ভাৰতীয় জ্যোতিৰ্বিজ্ঞানীসকলৰ সেই বিষয়ে মত গ্ৰীকসকলতকৈ বেলেগ আছিল। ভাৰতীয় পণ্ডিতসকলৰ মতে গ্ৰহবিলাকে সমান বেগতে নিজ কক্ষপথত ধাৱমান হয় কিন্তু গ্ৰহবিলাকক ভিন্ন ভিন্ন দিশত গতি কৰা যেন লাগে প্ৰত্যেকটো গ্ৰহেই আমাৰ পৃথিবীৰ পৰা বিভিন্ন দূৰত্বত থাকি ঘূৰে বাবেহে।

গণনাৰ সুবিধাৰ বাবে গ্ৰহবিলাকৰ আৱৰ্তন পৃথিবীকে কেন্দ্ৰ কৰি হোৱা বুলি ধৰি লোৱা হৈছিল। পঞ্চম শতাব্দীতে আৰ্যভট্টই লিখিছিল যে সূৰ্যৰ চাৰিওফালে পৃথিবীয়ে প্ৰদক্ষিণ কৰে আৰু নিজৰ মেৰুদণ্ডতো দৈনিক আৱৰ্তন কৰে একেবাৰকৈ। সেই কথা পিছৰ যুগৰ জ্যোতিৰ্বিজ্ঞানীসকলেও জানিছিল। কিন্তু জ্যোতিৰ্বিদ্যাৰ ব্যৱহাৰিক কামত সেই তথ্যৰ ওপৰত গুৰুত্ব দিয়া হোৱা নাছিল। বছৰৰ দুই সমদিনৰ বিষয়ে জানিছিল। সেইবোৰৰ হিছাপো যথেষ্ট সঠিকভাৱে মধ্যযুগীয় জ্যোতিৰ্বিদসকলে কৰিব পাৰিছিল। বছৰৰ দৈৰ্ঘ্য, চান্দ্ৰমাহ আৰু আন আন জ্যোতিৰ্বিদ্যা সম্বন্ধীয় পৌনঃপুনিক ঘটনাবোৰৰ সময়ো সঠিকভাৱে নিৰূপণ কৰিব তেওঁলোকে পাৰিছিল। এই ধৰণৰ গণনাৰ ক্ষেত্ৰত ভাৰতীয় জ্যোতিৰ্বিজ্ঞানীসকল সম্পূৰ্ণ নিৰ্ভৰযোগ্য আৰু সঠিক হিছাপ কৰি উলিয়াবলৈ সক্ষম হৈছিল। তেওঁলোকৰ তেনে ধৰণৰ কিছুমান সিদ্ধান্ত গ্ৰীক ৰোমান জ্যোতিৰ্বিজ্ঞানীসকলে কৰা একে ধৰণৰ সিদ্ধান্ততকৈ বেছি সঠিক আছিল। চন্দ্ৰগ্ৰহণ, সূৰ্যগ্ৰহণ বছৰৰ কেতিয়া লাগিব সঠিকভাৱে ভৱিষ্যদ্বাণী কৰিব পাৰিছিল আৰু প্ৰকৃততে কি কাৰণেনো গ্ৰহণ লাগে সেই কথাও তেওঁলোকে ভালদৰে জানিছিল।

# ওপৰঞ্চি—তিনি

## কেলেণ্ডাৰ

ভাৰতীয় কেলেণ্ডাৰৰ দিন গণনাত মূল একক হিচাপে এটা সৌৰদিন ধৰা নহয়। তাৰ সলনি এটা চান্দ্রদিন বা তিথিকহে মূল একক বুলি ধৰা হয়। তেনেকুৱা প্রায় ত্রিছটা চান্দ্রদিনেৰে এক চান্দ্রমাহ হয় অর্থাৎ চন্দ্রৰ চাৰি কলাসহ মুঠ প্রায় ২৯$\frac{1}{2}$ সৌৰদিনৰ সমান। এই চান্দ্রমাহ দুটা ভাগত বিভক্ত আধা আধা কৰি। এটা ভাগক পক্ষ বোলে। এক পক্ষত পোন্ধৰটাকৈ তিথি থাকে। পক্ষ একোটা পূর্ণিমাৱাশ্যা পূর্ণচন্দ্রৰে বা অমাৱাশ্য বা বহুলাৱাশ্যাৰে বা আঁউসীৰে আৰম্ভ হয়। পূর্ণচন্দ্রৰে আৰম্ভ হোৱা পক্ষক কৃষ্ণপক্ষ আৰু ন-জোনেৰে আৰম্ভ হোৱা পক্ষক শুক্লপক্ষ বোলে। উত্তৰ ভাৰত আৰু দাক্ষিণাত্যৰো বেছি অংশত চান্দ্রমাহ আৰম্ভ আৰু শেষ হয় পূর্ণচন্দ্রৰে। কিন্তু তামিল দেশত মাহ গণনা আৰম্ভ হৈছিল ন-জোনেৰে। এই হিন্দু কেলেণ্ডাৰেই সকলো ধর্মীয় কামত সমগ্র ভাৰততে ব্যৱহৃত হৈ আছে।

উল্লিখিত তিথি সৌৰদিনৰ যি কোনো সময়তে আৰম্ভ হ'ব পাৰে। কেলেণ্ডাৰৰ তাৰিখ নির্ণয় কৰাৰ সুবিধাৰ কাৰণে প্রত্যেক দিনা সূর্যোদয়ৰ সময়ত যি তিথি আৰম্ভ হয় সেই তিথি গোটেই সৌৰদিন জুৰি থাকিব বুলি ধৰি লৈ সেই তিথিৰ সংখ্যাৰেই দিনটোৰ পক্ষৰ তিথি নির্ণীত হয়। যদি কোনো চান্দ্রতিথি সূর্যোদয়ৰ পিছত আৰম্ভ হৈ পিছদিনা সূর্যোদয়ৰ আগতহে শেষ হয় তেতিয়া সেই তিথি বাদেই দিয়া হয়। ফলত তাৰিখবিলাকৰ সংখ্যাতাত ধাৰাবাহিকতা বিঘ্নিত হয়।

এবছৰত মুঠতে বাৰটা চান্দ্রমাহ থাকে। যেনে—চৈত্র (মার্চ-এপ্রিল), বৈশাখ (এপ্রিল-মে'), জ্যৈষ্ঠ (মে-জুন), আষাৰ (জুন-জুলাই), শ্রাৱণ (জুলাই-আগষ্ট), ভাদ্রপদ বা প্রৌষ্ঠপদ (আগষ্ট-ছেপ্টেম্বৰ),, আশ্বিন বা আশ্বয়ুজ (ছেপ্টেম্বৰ-অক্টোবৰ), কার্তিক (অক্টোবৰ-নৱেম্বৰ), মার্গশীর্ষ বা অগ্রহায়ণ (নৱেম্বৰ-ডিচেম্বৰ), পৌষ বা তৈষ (ডিচেম্বৰ-জানুৱাৰী), মাঘ (জানুৱাৰী-ফেব্রুৱাৰী) আৰু ফাল্গুন (ফেব্রুৱাৰী-মার্চ)। [প্রাচীন কালত মাহৰ নামবোৰ আছিল বেলেগ। যেনে—মধু, মাধৱ, শুক্র, শুচি, নভঃ, নভস্য, ইষ, উজঃ, সহস্, সহস্য, তপঃ আৰু তপস্য। বৈদিক নামবোৰ পিছৰ যুগৰ কবিতাবোৰত মাজে মাজে পোৱা যায়। সাধাৰণতে বছৰ আৰম্ভণি হৈছিল চৈত্র মাহেৰে। কিন্তু কেতিয়াবা কেতিয়াবা কার্তিক মাহ বা অন্য মাহেৰেও আৰম্ভ কৰা দেখা যায়।

বাৰটা চান্দ্রমাহত মুঠতে প্রায় ৩৫৪ দিনহে হয়। চান্দ্রবর্ষ আৰু সৌৰবর্ষ মাজৰ অমিলৰ পৰা হোৱা এই সমস্যাৰ সমাধানো বাহিৰ হৈছিল বহু আগতেই। হিচাপ কৰি

চালে দেখা যায় যে বাষষ্টিটা চান্দ্রমাহ ষাঠিটা সৌৰমাহৰ প্ৰায় সমান সময়ৰ হয়। গতিকে প্ৰত্যেক ত্ৰিছ চান্দ্ৰমাহৰ মূৰে মূৰে এটা মাহ চান্দ্ৰবছৰত যোগ দিয়া হয়। প্ৰাচীন বেবিলনতো অনুৰূপ ব্যৱস্থা গ্ৰহণ কৰা হৈছিল বৰ্ষ গণনাৰ ক্ষেত্ৰত। এই ওপৰঞ্চি মাহটো (Leap-month) সাধাৰণতে আষাৰ বা শ্ৰাৱণ মাহৰ পাছতে গুজি দিয়া হয়। তাকে বোলা হয় দ্বিতীয় আষাৰ বা শ্ৰাৱণ মাহ বুলি। এইদৰে গণনা কৰোঁতে প্ৰত্যেক দ্বিতীয় বা তৃতীয় বছৰত তেৰটা মাহ থাকে। গতিকে সেই তেৰমহীয়া বছৰটোত সাধাৰণতে আনবোৰ বছৰতকৈ প্ৰায় ২৯ দিন বেছি থাকে। সেইবাবে হিন্দু কেলেণ্ডাৰ যদিও অনেক দিশৰ পৰা বৰ উপযুক্ত যেন লাগে, এই এটা ক্ষেত্ৰত কিন্তু জটিল আৰু গোলমলীয়া। ফলত ই সৌৰবছৰ গণনা পদ্ধতিতকৈ ইমান বেলেগ যে হিন্দু চান্দ্ৰবছৰৰ এটা তাৰিখক সৌৰ কেলেণ্ডাৰত বিচাৰি উলিওৱা মানেই বহুত অংক, বহুত গণনাৰ মাজত বুৰ মাৰিব লগা হোৱা। চান্দ্ৰমাহৰ এটা তাৰিখ সৌৰ কেলেণ্ডাৰত নিৰ্দিষ্ট কৰি দেখুৱাটো টানেই আনকি হিন্দু কেলেণ্ডাৰৰ এটা পুৰা মাহো সৌৰ কেলেণ্ডাৰত চকুৰ পচাৰতে বিচাৰি উলিৱাও প্ৰায় অসম্ভৱ হৈ পৰে।

ভাৰতীয় কেলেণ্ডাৰৰ একোটা তাৰিখৰ বৰ্ণনা দিয়া হয় মাহ, পক্ষ, তিথি লগতে সংক্ষিপ্ত সাংকেতিক শুড়ি আৰু বড়ি শব্দৰ ক্ৰমানুসাৰে। শুড়ি আৰু বড়ি শব্দ দুটাই যথাক্ৰমে মাহটোৰ শুক্ল আৰু কৃষ্ণপক্ষ বুজায়। উদাহৰণ স্বৰূপে 'চৈত্ৰ শুড়ি ৭' তাৰিখ মানে বুজিব লাগিব যে চৈত্ৰ মাহৰ শুক্লাসপ্তমীৰ দিন।

পাশ্চাত্য জ্যোতিৰ্বিজ্ঞানৰ পৰা আমদানি কৰা সৌৰবছৰ গণনাই গুপ্তযুগৰ পৰাই ভাৰতত প্ৰবেশ কৰিছিল যদিও সি পুৰণা চান্দ্ৰ-সৌৰ কেলেণ্ডাৰ বাতিল কৰা নাছিল। বাতিল হৈছে একেবাৰে শেহতীয়াভাৱে বৰ্তমান সময়তহে। পুৰণা গ্ৰন্থ বা লিপিবোৰত য'ত সৌৰ কেলেণ্ডাৰৰ মতে দিনাংক উল্লেখ কৰা হৈছে সেইদৰে দিয়া হৈছিল নিৰ্দিষ্ট দিনটোৰ—অধিষ্ঠাতা নক্ষত্ৰ অনুযায়ী প্ৰচলিত চান্দ্ৰ-সৌৰ কেলেণ্ডাৰৰ তাৰিখৰ ওপৰঞ্চি হিছাপে বেছি সঠিক কৰি দেখুৱাবলৈ। সৌৰ কেলেণ্ডাৰত মাহবোৰৰ নামকৰণ কৰা হয় ৰাশিচক্ৰৰ চিহ্নবোৰৰ অনুক্ৰমে। এই ৰাশিচক্ৰৰ ৰাশিবোৰৰ নামবোৰ মূল গ্ৰীক শব্দটোৰ হয় আক্ষৰিক নহয় প্ৰায় একে ধ্বনিযুক্ত ভাষান্তৰঃ মেষ (এৰিয়েছ), বৃষভ (টৰাছ), মিথুন (জেমিনি), কৰ্কট (কেন্চাৰ্), সিংহ (লিও), কন্যা (ভাৰ্গো), তুলা (লাইব্ৰা), বৃশ্চিক (স্ক'ৰ্পিও), ধনু (ছেগিটেৰিয়াছ), মকৰ (কেপ্ৰিক'ৰ্নাছ), কুম্ভ (একোৱাৰিয়াছ) আৰু মীন (পিছেছ)। সৌৰ কেলেণ্ডাৰৰ লগতে আহিল সাতদিনীয়া সপ্তাহ গণনাও। সপ্তাহৰ বাৰবোৰৰো নামকৰণ কৰা হৈছিল গ্ৰীক-ৰোমান পদ্ধতিতে প্ৰতি বাৰৰ বা দিনৰ অধিপতি গ্ৰহৰ নামেৰে। যেনে—ৰবিবাৰ, সোমবাৰ, মঙ্গলবাৰ, বুধবাৰ, বৃহস্পতিবাৰ, শুক্ৰবাৰ আৰু শনিবাৰ।

# চন-অনুক্ৰম

খ্ৰীঃ পূঃ প্ৰথম শতাব্দীলৈকে ভাৰতত একোটা বছৰৰ নিৰ্দিষ্ট কোনো ঘটনাৰ লগত জড়িত দিনৰ পৰা হিছাপ কৰা চন-অনুক্ৰম কিবা আছিল বুলি জনা নেযায়। যেনে—ৰোমত আছিল এ. ইউ. চি চন-অনুক্ৰম [এ = এন্নু', ইউ = উৰ্বিছ, চি = কণ্ডিটি অথবা এ' = অব্, ইউ = উৰ্বি, চি = কণ্ডিতা অৰ্থাৎ 'এই (ৰোম) নগৰ নিৰ্মাণ কৰা বছৰৰ পৰা।' খ্ৰীঃ পূঃ ৭৫৩ বৰ্ষত ৰোম নগৰ নিৰ্মিত হৈছিল।] তেনেকৈ মধ্যযুগীয় আৰু আধুনিক ইউৰোপত চন গণনা কৰা হয় খ্ৰীষ্টাব্দৰে। প্ৰাচীন ভাৰতত তেনে ধৰণৰ চন-গণনা অন্ততঃ খ্ৰীঃ পূঃ প্ৰথম শতাব্দীলৈকে কৰাৰ কোনো প্ৰমাণ পাবলৈ নাই। প্ৰাচীন লিপিবিলাকত চন-তাৰিখ কিবা যদি উল্লেখ কৰা থাকেও তাক অতি বেছি বৰ্ণনা কৰা হয় অমুক ৰজাৰ ৰাজত্ব কালৰ অমুক (যেনে—১ম, ২য়, ৭ম ইত্যাদি) বৰ্ষ। কোনো এক উল্লেখনীয় ঘটনাৰে চিহ্নিত কোনো নিৰ্দিষ্ট বৰ্ষৰ পৰা আৰম্ভ কৰি চন-গণনা কৰি নিৰ্দ্ধাৰিত সময় বুজোৱা নিয়ম ভাৰতত প্ৰচলন কৰিছিল উত্তৰ-পশ্চিম দিশৰ পৰা ভাৰত আক্ৰমণ কৰা মানুহবিলাকে। সেইবিলাক আক্ৰমণকাৰীয়েহে বহুত লিপিত তেনে ধৰণে চন-তাৰিখ উল্লেখ কৰি ভাৰতত এৰি গৈছিল। ভাৰততো তাৰ পিছৰ পৰা চন-গণনা আৰম্ভ হ'ল। দুৰ্ভাগ্যক্ৰমে ভাৰতীয়সকলে একমাত্ৰ এটা চন-অনুক্ৰম গ্ৰহণ নকৰি চন-গণনাৰ বহুত অনুক্ৰম আৰম্ভ কৰিলে। তাৰ ভিতৰত গুৰুত্ব অনুযায়ী প্ৰধান প্ৰধানবোৰ তলত দিয়া হ'ল।

বিক্ৰমাব্দ (খ্ৰীঃ পূঃ ৫৮)—পৰম্পৰাগতভাৱে আটায়ে বিশ্বাস কৰে যে এই চনৰ আৰম্ভ হৈছিল বিক্ৰমাদিত্য নামে এজন ৰজাই শক আক্ৰমণকাৰীবোৰক যুদ্ধত পৰাস্ত কৰি উজ্জয়িনীৰ পৰা বিতাড়ন কৰা ঘটনাৰ বছৰৰ পৰা। সেইজন ৰজাই বোলে নিজৰ যুদ্ধজয়ৰ ঘটনা চিৰস্মৰণীয় কৰিবলৈ এই চন-অনুক্ৰম আৰম্ভ কৰিছিল। কিন্তু যিজন ৰজাই বিক্ৰমাদিত্য উপাধি গ্ৰহণ কৰিছিল আৰু উজ্জয়িনীৰ পৰা শকবোৰক খেদি পঠাইছিল তেওঁ আছিল দ্বিতীয় চন্দ্ৰগুপ্ত। আৰু দ্বিতীয় চন্দ্ৰগুপ্ত আছিল খ্ৰীঃ পূঃ ৫৮ বৰ্ষত বিক্ৰমাব্দ আৰম্ভ হোৱাৰ চাৰিশ বছৰৰ পিছৰ ৰজা। গতিকে এই পৰম্পৰাগত বিশ্বাস সত্যৰ ওপৰত প্ৰতিষ্ঠিত নহয়। এই চন উল্লেখ কৰা প্ৰাচীনতম লিপিবোৰত বিক্ৰমাব্দৰ সলনি এই চনক অকল 'কৃত' বুলিহে লিখিছে। 'কৃত' মানে 'প্ৰতিষ্ঠিত'। বা উল্লেখ কৰিছে 'মানৱ জাতিৰ দ্বাৰাই হস্তান্তৰিত' বুলি। কোনো কোনো ঐতিহাসিকে বিশ্বাস কৰে যে উত্তৰ-পশ্চিম ভাৰতৰ শক আৰু পাহ্লবসকলক এই বিক্ৰমাব্দৰ ভিতৰত প্ৰক্ষেপ কৰিব লাগে আৰু বিক্ৰমাব্দ আৰম্ভও কৰিছিল তেওঁলোকৰে অজেছ নামৰ এজন ৰজাই। কিন্তু এই ধৰণৰ সিদ্ধান্তও নিশ্চিতভাৱে সত্য বুলি ধৰিব নোৱাৰি। উত্তৰ ভাৰতত বিক্ৰমাব্দ চন-গণনা বৰ জনপ্ৰিয় আছিল। আৰম্ভণিতে বিক্ৰমাব্দ বৰ্ষ গণনা কৰা

হৈছিল কাৰ্তিক মাসক প্ৰথম মাহ হিছাপে ধৰি। কিন্তু মধ্যযুগ পায়হি মানে তাৰ সলনি হৈ বিক্ৰমাব্দৰ একোটা বছৰ আৰম্ভ হৈছিল উত্তৰ ভাৰতত চৈত্ৰমাহৰ শুক্লপক্ষৰে আৰু উপদ্বীপ অঞ্চলত একেমাহৰে কৃষ্ণপক্ষৰে।

শকাব্দ (৭৮ খ্ৰীঃ)—পৰম্পৰামতে এই চন আৰম্ভ কৰিছিল বিক্ৰমাদিত্য ৰজাৰ ১৩৭ বছৰৰ পিছত উজ্জয়িনী অধিকাৰ কৰা এজন শক ৰজাই। এই শকাব্দ চন-গণনা আচলতে সম্ৰাট কনিষ্কৰ দ্বাৰা প্ৰতিষ্ঠিত হ'বও পাৰে। কাৰণ খ্ৰীষ্টীয় দ্বিতীয় শতাব্দীৰ আদিভাগৰ পৰাই পশ্চিমৰ 'ছত্ৰপ'বিলাকে নিশ্চিতভাৱে এই চন-অনুক্ৰম ব্যৱহাৰ কৰিছিল। সেই ছত্ৰপসকলে মাল্‌ৱা, কাথিৱাৰ আৰু গুজৰাট শাসন কৰিছিল। তাৰ পৰাই শকাব্দৰ ব্যৱহাৰ দাক্ষিণাত্যৰ মাজেদি একেবাৰে দক্ষিণ-পূব এছিয়ালৈকে বিয়পি পৰিছিল।

গুপ্তাব্দ (৩২০ খ্ৰীঃ)—এই চন-অনুক্ৰম সম্ভৱতঃ প্ৰথম চন্দ্ৰগুপ্তই আৰম্ভ কৰিছিল। গুপ্ত ৰাজবংশৰ অৱসান হোৱাৰ পিছতো গুজৰাটৰ মৈত্ৰক ৰাজবংশৰ শাসনকালত এই গুপ্তাব্দ প্ৰচলিত হৈ আছিল।

হৰ্ষাব্দ (৬০৬ খ্ৰীঃ)—এই চন-গণনা আৰম্ভ কৰিছিল কান্যকুব্জৰ সম্ৰাট হৰ্ষবৰ্দ্ধনে। তেওঁৰ মৃত্যুৰ পিছত এক-দুই শতাব্দীকাল এই চন-গণনা উত্তৰ ভাৰতত জনপ্ৰিয় আছিল।

কালচুৰি চন (২৪৮ খ্ৰীঃ)—এই চন-গণনা বোধ হয় আৰম্ভ কৰিছিল ত্ৰৈকুটক নামে এক সৰু ৰাজবংশই। এই চন মুছলমান আক্ৰমণৰ সময়লৈকে মধ্যভাৰতত জনপ্ৰিয় আছিল। স্থানীয়ভাৱে বা অস্থায়ীভাৱে প্ৰচলিত চনবোৰৰ ভিতৰত উল্লেখনীয় কিছুমান হৈছে বঙ্গদেশৰ লক্ষ্মণাব্দ (১১১৯ খ্ৰীঃ)। এই চন বঙ্গৰ ৰজা লক্ষ্মণসেনে প্ৰতিষ্ঠা কৰিছিল বুলি ভুলকৈ কোৱা হয়। সপ্তৰ্ষি বা লৌকিকাব্দ বুলি এটা চন-গণনা মধ্যযুগৰ কাশ্মীৰত চলিছিল। এই চন-গণনাত এশ এশ বছৰৰ একোটা চক্ৰ থাকে। প্ৰত্যেক চক্ৰ খ্ৰীষ্টাব্দৰ এটা শতাব্দীৰ ৭৬ বছৰ পিছত আৰম্ভ হয়। নেপালত লিচ্চৱি (১১০ খ্ৰীঃ) আৰু নেৱাৰ (৮৭৮ খ্ৰীঃ) নামে দুটা চন-গণনা চলিছিল। মালাবাৰত চলিছিল কোল্লম্ (৮২৫ খ্ৰীঃ) চন-অনুক্ৰম। তদুপৰি আছিল চালুক্য ৰজা ষষ্ঠ বিক্ৰমাদিত্যাব্দ চন-গণনা (১০৭৫ খ্ৰীঃ)। কলিযুগ গণনা (খ্ৰীঃ পূঃ ৩১০২—এই বিষয়ে আগতে দ্বিতীয় আৰু সপ্তম অধ্যায়ত আলোচনা কৰা হৈছে) কৰা হৈছিল একমাত্ৰ ধৰ্মীয় প্ৰয়োজনত বৰ্ষ-দিনাংক নিৰ্ণয় কৰিব লগা হ'লে ৰাজনৈতিক কামত নহয়। সিংহলত বুদ্ধাব্দ নামে এক চন-গণনা কৰা হৈছিল খ্ৰীঃ পূঃ ৫৪৪ বৰ্ষৰ পৰা আৰম্ভ কৰি। জৈনসকলে খ্ৰীঃ পূঃ ৫২৮ৰ পৰা সীমা ধৰি মহাবীৰ চন-গণনা কৰিছিল। একেবাৰে শেহত উল্লিখিত দুই চন আৰু বিক্ৰমাব্দ, শকাব্দ এই দুই চন এতিয়াও ব্যৱহাৰ কৰা হয়। কিন্তু আন আন চন-গণনাবোৰ এতিয়া অপ্ৰচলিত হ'ল।

ভাৰতীয় চনবোৰৰ পৰা খ্ৰীষ্টীয় কেলেণ্ডাৰলৈ তাৰিখ নিৰ্দিষ্ট কৰিবলৈ যাওঁতে মনত ৰাখিব লাগিব যে প্ৰায় সকলো ভাৰতীয় চনতে বছৰ আৰম্ভ হয় চৈত্ৰ মাসত। খ্ৰীষ্টীয় কেলেণ্ডাৰত সেই সময় পৰে মাৰ্চ মাহৰ মাজ ভাগত। সেইদৰে সাধাৰণতে

পৌষ মাসৰ দ্বিতীয়াৰ্দ্ধৰ পিছত খ্ৰীষ্টীয় বৰ্ষ আৰম্ভ হয়। তাৰ পিছত মাঘ-ফাল্গুন দুই মাহ পাৰ হোৱাৰ পিছতহে হিন্দু নতুন বছৰ আৰম্ভ হয়। কেতিয়াবা চন-তাৰিখ নিৰ্দিষ্ট কৰি দেখুৱা হয় অতীতত পাৰ হৈ যোৱা বছৰবোৰৰ হিচাপৰ জৰিয়তে। উদাহৰণ যেনে— "মালৱজাতিৰ প্ৰতিষ্ঠাৰ সময়ৰ পৰা ৪৯৩ বছৰ পাৰ হোৱাৰ পিছত।" কেতিয়াবা এনেকৈ পৰিষ্কাৰকৈ লিখিলেও সাধাৰণতে অতীত স্থাপন কৰিলেই তাকে মানি লোৱা হয়। মধ্যযুগৰ কোনো তাৰিখ নিৰ্ণয় কৰোতে পাৰ হৈ যোৱা আৰু এটা বছৰ ধৰি লোৱাই উত্তম উপায়—যদি নিৰ্দিষ্ট কৰি কোনো সময় দেখুৱাই দিয়া নেথাকে বা অন্য ধৰণে ভাবিবলৈ কিবা কাৰণ নেথাকে।

ভাৰতীয় চনবোৰৰ পৰা খ্ৰীষ্টীয় কেলেণ্ডাৰলৈ আনিবলৈ তলত দিয়া তালিকা (Table) কামত আহিব পাৰে ঃ

| চন | | প্ৰথম প্ৰায় ৯$\frac{১}{২}$ মাহ (চৈত্ৰ মাসত বৰ্ষ আৰম্ভ হোৱা বুলি ধৰি) | | পৌষ মাসৰ দ্বিতীয়াৰ্দ্ধ (সাধাৰণতে কৃষ্ণপক্ষ) আৰু মাঘ আৰু ফাল্গুন মাহ ধৰি। |
|---|---|---|---|---|
| বিক্ৰম | চলিত | বিয়োগ | ৫৮ | ৫৭ |
| | বিগত | বিয়োগ | ৫৭ | ৫৬ |
| শক | চলিত | যোগ | ৭৭ | ৭৮ |
| | বিগত | যোগ | ৭৮ | ৭৯ |
| কলচুৰি | চলিত | যোগ | ২৪৭ | ২৪৮ |
| | বিগত | যোগ | ২৪৮ | ২৪৯ |
| গুপ্ত | চলিত | যোগ | ৩১৯ | ৩২০ |
| | বিগত | যোগ | ৩২০ | ৩২১ |
| হৰ্ষ | চলিত | যোগ | ৬০৫ | ৬০৬ |
| | বিগত | যোগ | ৬০৬ | ৬০৭ |

## ওপৰঞ্চি—চাৰি

## গণিত

বৈদিক যুগত মুকলি ঠাইত সঠিক জোখত যজ্ঞভূমি চিহ্নিত কৰাৰ প্ৰয়োজন হৈছিল বাবে ভাৰতীয়সকলে বহুত প্ৰাচীন কালতে এক সৰল জ্যামিতিৰ উদ্ভাৱন কৰিছিল। কিন্তু ব্যৱহাৰিক জ্ঞানৰ ক্ষেত্ৰত সমগ্ৰ বিশ্বই ভাৰতৰ ওচৰত ঋণী গণিতশাস্ত্ৰত

ভাৰতৰ চমকপ্ৰদ অগ্ৰগতিৰ বাবে। বিশেষকৈ গুপ্তৰজাসকলৰ দিনত ভাৰতীয় গণিতৱিদসকলে ইমান উচ্চস্তৰত গণিত-চৰ্চা কৰিছিল যে প্ৰাচীন কালৰ কোনো জাতিয়েই গণিতত সিমান উচ্চ পৰ্যায় পোৱাগৈ নাছিল। ভাৰতীয়সকলৰ গণিত-চৰ্চাৰ ইমান উন্নতিৰ প্ৰধান কাৰণ আছিল এই যে ভাৰতীয় গণিতবিদসকলৰ কোনো বস্তুৰ সংখ্যাগত পৰিমাণ আৰু কোনো বস্তুৰে আগুৰা ঠাইৰ জোখ, দূৰত্ব আদি বাস্তৱ অস্তিত্বযুক্ত (concrete) সংখ্যাবোৰৰ বিষয়ে পূৰ্ণজ্ঞান থকাৰ লগতে সাধাৰণ গুণবাচক (abstract) সংখ্যাবোৰৰ বিষয়েও পৰিষ্কাৰ ধাৰণা আছিল। আনহাতে গ্ৰীকসকলৰ গণিতবিজ্ঞান আছিল প্ৰধানকৈ গণনা আৰু জ্যামিতি নিৰ্ভৰ। গণিতৰ ভাষাত জোখ-মাপ, হিচাপ আদিৰ জৰিয়তে কোনো বস্তুৰ দৈৰ্ঘ্য-প্ৰস্থ, মাটিকালি, আয়তনৰ তথ্য বাহিৰ কৰাকে গণনা (mensuration) বোলে। ভাৰতীয় গণিতে কিন্তু সেই পৰ্যায় বহু আগতেই অতিক্ৰম কৰিছিল আৰু সৰল সংখ্যাবাচক চিহ্ন কিছুমানৰ সহায়ত প্ৰাথমিক পৰ্যায়ৰ এখন বীজগণিত প্ৰস্তুত কৰি লৈছিল যিখনৰ জৰিয়তে গ্ৰীকসকলে কৰাতকৈ বহুত জটিল অঙ্কবোৰো অপ্ৰয়াসে কৰিব পৰা হৈছিল। অকল সংখ্যাৰ বাবেই সংখ্যাৰ অধ্যয়ন কৰিছিল তেওঁলোকে— গণনাৰ বাবে সংখ্যা নহয়।

ভাৰতৰ প্ৰাচীন লিপিবিলাকত দিনাংক আৰু আন আন সংখ্যাবোৰ কিছুমান চিহ্নৰে লিখা হৈছিল ৰোমান, গ্ৰীক আৰু হিব্ৰুসকলে দশক, শতক আদি বুজাবলৈ বেলেগ বেলেগ চিহ্ন ব্যৱহাৰ কৰাৰ দৰে নটা সংখ্যা আৰু এটা শূন্যৰে চন-তাৰিখ লিপিবদ্ধ কৰা প্ৰথম ভাৰতীয় লিপিখন গুজৰাটত পোৱা গৈছে। সেইখন ৫৯৫ খ্ৰীষ্টাব্দৰ। তাত দশক আৰু শতকৰ বাবে বেলেগ চিহ্ন ব্যৱহৃত হৈছিল। এই লিপিৰ বিষয়ে 'এপিগ্ৰাফিয়া ইণ্ডিকা'ৰ ২।২০ স্থানত উল্লিখিত হৈছে। ইয়াৰ খুব কম দিনৰ ভিতৰতে এই নতুন ৯টা সংখ্যা আৰু শূন্যৰে লিখা পদ্ধতি ছিৰিয়া দেশ আৰু সুদূৰ ইণ্ডো-চীনত ব্যৱহৃত হোৱা কথা আমি পাওঁ। "পূৰ্বৰ কিছুমান ঐতিহাসিক পণ্ডিতে ভাৰতক নিজৰ প্ৰাপ্য গৌৰৱ দিবলৈ অনিচ্ছুক হৈ ঘোষণা কৰিছিল যে ভাৰতত শূন্যৰ ব্যৱহাৰ আগৰে পৰা আছিল বোলা কথাৰ কোনো নিশ্চিত প্ৰমাণ নাই—কিন্তু আৰ্যভট্টৰ গ্ৰন্থত তাৰ সুস্পষ্ট ইঙ্গিত আছে আৰু চেভেৰাছ ছেবখ্তৰ টোকাত যি নটা সংখ্যাৰ কথা পোৱা যায় সেই নটা সংখ্যাৰ চিহ্ন সম্পূৰ্ণ অকামিলা হ'লহেঁতেন যদি লগত 'শূন্য'ৰ চিহ্ন আৰু শূন্যৰ প্ৰয়োগ কৰা স্থানৰ বিষয়ে জ্ঞান নেথাকিলহেঁতেন। সংখ্যাবিজ্ঞানৰ ক্ষেত্ৰত এনেবোৰ উদ্ভাৱন হোৱাৰ বহু কালৰ আগতেই মধ্য আমেৰিকাৰ মায়াসকলৰ কুৰিটা সংখ্যাৰ নেওতা আৰু সেইবোৰৰ প্ৰয়োগ কৰাৰ স্থানৰ সৈতে এক পদ্ধতি আছিল। কিন্তু সেই কুৰি সংখ্যাযুক্ত (vigesimal) পদ্ধতিৰ কোনো প্ৰভাৱ বিশ্বৰ ওপৰত নপৰিল।" — এছ্ জি. ম'ৰ্লীৰ 'দি এঞ্চিয়েণ্ট্ মায়া' গ্ৰন্থৰ (১৯৪৬, লণ্ডন) ২৭৪ পৃষ্ঠাত এই কথাখিনি আছে। এইটো দেখ্দেখ্ কথা যে সংখ্যা লিখনৰ এই পদ্ধতি কোনো শিলালিপিত

ব্যৱহৃত হোৱা কেইশতাব্দীমানৰ আগৰ পৰাই গণিতবিদসকল এই পদ্ধতিৰ লগত ভালদৰে পৰিচিত আছিল। শিলালিপিত আখৰ খোদিত কৰাসকল সদায় স্বভাৱতে অতিশয় ৰক্ষণশীল মনোভাৱৰ হয়। তেওঁলোকে সদায় প্ৰাচীন আৰু সময়ে গৰকা পদ্ধতিহে অনুসৰণ কৰে শিলত আখৰ কাটোতে আৰু দিনাংক বুজাবলৈ সংখ্যাবোৰ প্ৰচলিত পুৰণি সংখ্যাৰ চিহ্নতেইহে নিশ্চয় লিখিছিল। আধুনিক ইউৰোপতো এনে ধৰণৰ লিপি প্ৰস্তুত কৰোঁতে পুৰণা ৰোমান আখৰবোৰতে লিখিবলৈহে তেওঁলোকে ভাল পায়। যিজন গণিতবিদে সংখ্যা লিখাৰ এনে সৰল পদ্ধতি উদ্ভাৱন কৰিছিল তেওঁৰ নাম জনা নেযায়। কিন্তু গণিতসম্বন্ধীয় প্ৰাচীনতম প্ৰাপ্ত গ্ৰন্থ—অজ্ঞাত কোনো পণ্ডিতে লিখা 'বক্সালী-পাণ্ডুলিপি' যিখন খ্ৰীষ্টীয় ৪ৰ্থ শতাব্দীৰ এখন গ্ৰন্থৰ প্ৰতিলিপি মাথোন—৪৯৯ খ্ৰীষ্টাব্দত লিখা সেই লিপিৰ আৰ্যভট্টৰ 'আৰ্যভটীয়া' শব্দটোৱে সেই বিষয়ে অৰ্থবহ ইঙ্গিত দিয়ে।

বহু কাল ধৰি বিশ্বাস কৰি অহা হৈছিল যে দশমিক পদ্ধতিৰ সংখ্যাৰ ব্যৱহাৰ আৰবত আবিষ্কৃত হৈছিল। কিন্তু আচলতে সেইটো নহয়। দশমিক পদ্ধতিৰ আবিষ্কাৰ হৈছিল ভাৰতত। আৰবসকলে গণিতশাস্ত্ৰৰ নামেই দিছিল 'হিন্দিসত' অৰ্থাৎ 'ভাৰতৰ বিদ্যা'। গণিতৰ অন্যান্য নানান উদ্ভাৱনৰ লগতে দশমিক পদ্ধতিও মুছলিম জগতত প্ৰৱেশ কৰিছিল হয় ভাৰতৰ পশ্চিম উপকূলত বেপাৰ কৰিবলৈ অহা আৰব সদাগৰবিলাকৰ জৰিয়তে, নহয় ৭১২ খ্ৰীষ্টাব্দত সিন্ধুদেশ জয় কৰা আৰবসকলৰ জৰিয়তে।

গণিতশাস্ত্ৰৰ বিষয়ত পাশ্চাত্যজগত ভাৰতৰ ওচৰত কিমান ঋণী সেই বিষয়ে কৈ অন্ত কৰিব নোৱাৰি। এতিয়া যিমানবোৰ মহৎ আবিষ্কাৰ আৰু উদ্ভাৱনৰ কৃতিত্বক লৈ ইউৰোপ গৌৰবান্বিত সেইবোৰৰ সৰহভাগেই আকাশকুসুম হৈ থাকিলহেঁতেন যদিহে উচ্চমানৰ গাণিতিক পদ্ধতি ইউৰোপৰ হাতত নেথাকিলেহেঁতেন। আকৌ যদি ৰোমান সংখ্যাতত্ত্বৰ জধলা আৰু গুৰুভাৰ বোজা গণিতৰ নামতে ইউৰোপে বহন কৰিবলগীয়া হৈ থাকিলেহেঁতেন, তেন্তে গণিতৰ পৰা সিমানখিনি সহায় কেতিয়াও নেপালেহেঁতেন। নটা সংখ্যা আৰু এটা শূন্যৰে গঠিত এই সংখ্যাবিচাৰ যিজন অনামী ভাৰতীয় গণিতবিজ্ঞানীয়ে প্ৰথমে ভাবি উলিয়াইছিল, সমগ্ৰ বিশ্বৰ উন্নতিৰ দিশৰ পৰা বিবেচনা কৰিলে সেই অনামী ব্যক্তিয়েই হৈছে বুদ্ধৰ পিছতে ভাৰতৰ আটাইতকৈ উল্লেখনীয় সন্তান। মানুহে স্বতঃসিদ্ধ বুলি ধৰি লৈ সেই অনামী ভাৰতীয়জনৰ কীৰ্তিক গুৰুত্ব নিদিলেও আচলতে তেওঁৰ গাণিতিক কৃতিয়ে অভাৱনীয় বিশ্লেষণ ক্ষমতাৰ পৰিচয় দিয়ে আৰু তেওঁ বৰ্তমানে পোৱাতকৈ বহুত গুণে বেছি স্বীকৃতি পাব লাগে।

মধ্যযুগীয় ভাৰতীয় গণিতজ্ঞসকলেও গণিতৰ চৰ্চাত অনেক উল্লেখনীয় কৃতিত্ব অৰ্জন কৰিছিল। সেইসকলৰ ভিতৰত স্মৰণীয় কেইজনমান হৈছে সপ্তম শতাব্দীৰ ব্ৰহ্মগুপ্ত, নৱম শতাব্দীৰ মহবীৰ আৰু দ্বাদশ শতাব্দীৰ ভাস্কৰ। তেওঁলোকেও গণিতৰ

অনেক নতুন নতুন সূত্ৰ আৱিষ্কাৰ কৰি যিবোৰৰ বিষয়ে ইউৰোপত ৰেনেছাঁচ বা তাৰো পিছলৈকে ইউৰোপৰ গণিতে একো জনাই নাছিল। তেওঁলোকে সংখ্যাৰ যোগাত্মক আৰু ঋণাত্মক গণনা বুজি পাইছিল। বৰ্গমূল আৰু ঘনমূল উলিওৱা পদ্ধতি সুন্দৰকৈ উদ্ভাৱন কৰিছিল আৰু চতুৰ্ভুজক্ষেত্ৰবোধক বীজগণিতৰ বৰ্গ অংক আৰু কোনো কোনো ধৰণৰ অনিৰ্ণীত সমীকৰণৰ সমাধান বিচাৰি উলিয়াইছিল। সাংকেতিক গ্ৰীক অক্ষৰ 'পাই'ৰ মূল্য আৰ্যভট্টই নিৰূপণ কৰিছিল আধুনিক কালত সাধাৰণতে কৰাৰ দৰে ৩.১৪১৬ ৰেই। তাকে প্ৰকাশ কৰিছিল এটা ভগ্নাংশৰে— $\frac{৬২৮৩২}{২০০০০}$। গণিতত 'পাই' অক্ষৰৰ এই মূল্য নিৰ্দ্ধাৰণ গ্ৰীকসকলে কৰাতকৈ বহুত বেছি সঠিক আছিল। পিছৰ যুগৰ ভাৰতীয় গণিতবিদসকলে তাৰো আৰু উন্নতি সাধন কৰি দশমিকৰ পিছত নৱম স্থান পৰ্যন্ত হিছাপ কৰিছিলগৈ। যাইকৈ জ্যোতিৰ্বিজ্ঞানৰ লগত সম্পৰ্ক থকাৰ বাবেই প্ৰভূত চিন্তা-চৰ্চা চলিছিল ত্ৰৈমাত্ৰিক জ্যামিতি, বলয়যুক্ত জ্যামিতি আৰু কেল্‌কুলাচৰ ওপৰত আৰু সেইবোৰৰ নানা উন্নতিও সাধিত হৈছিল। শূন্য আৰু অনন্তৰ (infinity) গাণিতিক তাৎপৰ্যৰ বিষয়ে ধ্ৰুপদী পাশ্চাত্য পণ্ডিতসকলেও অস্পষ্টভাবেহে ধাৰণা কৰিব পাৰিছিল। কিন্তু মধ্যযুগৰ ভাৰতীয় গণিতবিদসকলে সেই তাৎপৰ্য সম্পূৰ্ণভাৱে বুজি পাইছিল। প্ৰাচীন গণিতবিদসকলে সাব্যস্ত কৰিছিল যে, 'x'-ক '0' ৰে বিভাজিত কৰিলে তাৰ ফল হয় = x ( $\frac{x}{0} = x$ )। কিন্তু ভাস্কৰে প্ৰমাণ কৰি দেখুৱালে যে সেয়ে অনন্ত। তেওঁ গাণিতিকভাৱে সত্য বুলি প্ৰমাণ কৰিলে ভাৰতীয় অধ্যাত্মদৰ্শনত অন্ততঃ এক সহস্ৰাব্দৰ পূৰ্বেই উপলব্ধ সেই মহান সত্য যে অসীম অনন্তক যিমানবাৰ যেনেদৰেই বিভাজিত কৰা নহওক তাৰ ফল হয় একেই অনন্ত। ভাস্কৰৰ সেই সমীকৰণ আছিল— $\frac{\infty}{x} = \infty$।

## ওপৰঞ্চি—পাঁচ

# পদাৰ্থ বিজ্ঞান আৰু ৰসায়ন

প্ৰাচীন ভাৰতীয় পদাৰ্থবিজ্ঞান সম্বন্ধীয় ধ্যান-ধাৰণাৰ ধৰ্ম আৰু আধ্যাত্মতত্ত্বৰ সৈতে ঘনিষ্ঠ সম্পৰ্ক আছিল। সিও আছিল সম্প্ৰদায়ভেদে বেলেগ বেলেগ ধৰণৰ। তাৰ আগৰ যুগবোৰৰ কথা বাদ দিলেও, অন্ততঃ বুদ্ধৰ যুগত, জগত ভূত বা কিছুমান মৌলিক পদাৰ্থৰে গঠিত বুলি মানুহে ধাৰণা কৰিছিল। সেই ভূত বা মৌলিক পদাৰ্থবোৰ অন্ততঃ চাৰিটাৰ ক্ষেত্ৰত সকলো পন্থৰে একে মত—ক্ষিতি, মৰুৎ, তেজ আৰু অপ অৰ্থাৎ মাটি, বায়ু, অগ্নি আৰু পানী। এই পুৰাতন চিন্তাধাৰাৰ লগত হিন্দু আৰু জৈন দৰ্শনে আৰু এটা যোগ দিছিল। চাৰি ভূতৰ লগত 'আকাশ' বা ইথাৰ যোগ হৈ পঞ্চভূত হৈছিল। বায়ুৰ ব্যাপ্তি যে অনন্ত নহয় সেই সত্য জনাৰ পিছত এই পঞ্চম মৌলিক পদাৰ্থ

বা ভূতৰ প্ৰয়োজন অনুভূত হৈছিল—কাৰণ স্বভাৱতে ভাৰতীয় মনে শূন্যতাৰ ধাৰণা কৰিবলৈ বেয়া পায়। এই পঞ্চভূতকে ইন্দ্ৰিয়ানুভূতিৰ মাধ্যম বুলি ভবা হৈছিল। যেনে—ক্ষিতি বা মাটিৰ পৰা গন্ধ, বায়ুৰ পৰা স্পৰ্শ, অগ্নিৰ পৰা দৃষ্টি, পানীৰ পৰা স্বাদ আৰু ইথাৰৰ পৰা শব্দৰ অনুভূতি পোৱা হয়। বৌদ্ধ আৰু আজীৱিকসকলে ইথাৰ নাকচ কৰিছিল। কিন্তু আজীৱিকসকলে জীৱন, দুখ আৰু সুখ এই তিনিটা যোগ দি মুঠ সপ্তভূত কৰিছিল। কাৰণ কিবা যুক্তিৰে জীৱন, সুখ আৰু দুখ এই তিনিটাকো পদাৰ্থ বা ভূত ৰূপত লেখত ধৰিছিল তেওঁলোকে।

বেছিভাগ পণ্ডিতেই বিশ্বাস কৰিছিল যে একমাত্ৰ ইথাৰৰ বাহিৰে অন্য চাৰি ভূত বা মৌলিক পদাৰ্থ হৈছে আণৱিক। ভাৰতৰ আণৱিক-তত্ত্ব স্বতন্ত্ৰ মূলৰ। গ্ৰীচৰ আণৱিকতাবাদৰ ওচৰত সি কোনো প্ৰকাৰে ঋণী বা তাৰ দ্বাৰা প্ৰভাৱান্বিত হোৱা নাছিল। কাৰণ বুদ্ধৰ এজন বয়োবৃদ্ধ সমসাময়িক পণ্ডিত পকুধ কাত্যায়ণে আণৱিক-তত্ত্বৰ শিক্ষা দিয়া কথা আমি পাওঁ আৰু তেওঁ গ্ৰীক ডেমক্ৰিটাছৰ আগৰ মানুহ আছিল। জৈনসকলে বিশ্বাস কৰিছিল যে সকলো অণু একে ধৰণৰ আৰু বেলেগ বেলেগ পদাৰ্থবোৰৰ চৰিত্ৰ আৰু ব্যৱহাৰ যে বেলেগ বেলেগ হয় তাৰ কাৰণ হৈছে সেইবোৰৰ অণুবোৰ ভিন ভিন ধৰণে সজোৱা হয় বুলিহে। সৰহভাগ পণ্ডিতেই কিন্তু ভাবিছিল যে যিমান বেলেগ বেলেগ ধৰণৰ পদাৰ্থ বা ভূত আছে অণুও আছে সিমান প্ৰকাৰৰ।

অণু অনন্ত কাললৈকে চিৰস্থায়ী হৈয়ে থাকে বুলিয়েই সাধাৰণতে বিশ্বাস কৰা হৈছিল। কিন্তু বহুতো বৌদ্ধ দাৰ্শনিকে মত প্ৰকাশ কৰিছিল এই বুলিহে যে একোটা অণু তাৰ ক্ষুদ্ৰতম আকাৰ অনুযায়ী ক্ষুদ্ৰতম স্থানহে যেনেকৈ দখল কৰিব পাৰে ঠিক তেনেদৰে সময়ৰ বুকুতো তাৰ অস্তিত্ব ক্ষুদ্ৰতম সময়ৰ বাবেহে। একোটা অণু স্থানত অৱস্থান লৈয়েই লগে লগে বিলুপ্ত হয় আন এটা অণুলৈ নিজৰ স্থান এৰি দি। এইদৰে বৌদ্ধ দৰ্শনৰ অণু-তত্ত্বৰ প্লেংকৰ কোৱাণ্টাম্ থিঅ'ৰীৰ সৈতে কিছু মিল দেখা যায়। মানুহৰ চৰ্মচক্ষুৰ বাবে অণু সম্পূৰ্ণ অদৃশ্য ; ৰক্ষণশীল বৈশেষিক দৰ্শনত বিশ্বাস কৰা হয় যে এটা অণু ব্ৰহ্মাণ্ডৰ বুকুত এটা বিন্দু মাথোন তাৰ কোনো দৈৰ্ঘ্য-প্ৰস্থ-ঘনত্ব নাই।

গতিকে এটা অকলশৰীয়া অণুৰ কোনো গুণ নেথাকে, থাকে সম্ভাৱনীয়তা। কাৰণ, যেতিয়া অন্য অণুৰে সন্মিলিত হয় তেতিয়া সি বিপুল শক্তি ধাৰণ কৰে। বৈশেষিক দৰ্শনেই আণৱিকতত্ত্বৰ বহুত ব্যাখ্যা আগবঢ়াইছিল। সেইবাবে সেই ধাৰাৰ দৰ্শনকে আণৱিক-তত্ত্বৰ ক্ষেত্ৰত অন্য সকলো দৰ্শনতকৈ শ্ৰেষ্ঠ বুলি ধৰা হয়। বৈশেষিক দৰ্শনৰ মতে এটা অণুৱে আন আন অণুৰ লগত সংযুক্ত হৈ কিবা পদাৰ্থ সৃষ্টি কৰাৰ আগতে প্ৰাথমিকভাৱে দুটা দুটাকৈ (diads) আৰু তিনিটা তিনিটাকৈ (triads) সংযুক্ত হয়। অণুবোৰ যে এনেকৈ থাকে তাৰ তত্ত্ববিচাৰ বৌদ্ধ আৰু আজীৱিকসকলে বেলেগ বেলেগ ধৰণে কৰিছিল। তেওঁলোকৰ মতে স্বাভাৱিক অৱস্থাত অণুবোৰ কেতিয়াও

বিশুদ্ধ অৱস্থাত নেথাকে। থাকে বেলেগ বেলেগ অনুপাতে 'সংঘাত' বা 'কলাপ'ৰ আকৃতিত অৰ্থাৎ অণুৰ সমষ্টি ৰূপত (molecule)। প্ৰত্যেক তেনে অণু-সমষ্টি বা মলিকিউলত চাৰিওটা মৌলিক পদাৰ্থৰে এটাকৈ হ'লেও অণু থাকিবই। তাৰ ভিতৰত যিটো পদাৰ্থ বা 'ভূত'ৰে অণু বেছি থাকিব সেইটো পদাৰ্থৰে প্ৰকৃতি হ'ব সেই অণুসমষ্টিবোৰেৰে নিৰ্মিত দ্ৰব্যৰ। এই ধৰণৰ পূৰ্বসিদ্ধান্ত কৰিয়েই যুক্তি দেখুৱা হৈছিল যে যি কোনো বস্তুয়ে একাধিক মৌলিক পদাৰ্থৰ প্ৰকৃতি বা গুণ বহন কৰিব পাৰে— যেনে, মম গলিও যায় আনহাতে জ্বলেও। কাৰণ মমৰ গঠনত অপ বা পানী আৰু অগ্নি দুই মৌলিক পদাৰ্থ সমানুপাতিক শক্তিশালী অৱস্থান আছে। বৌদ্ধ দাৰ্শনিকসকলৰ মতে মলিকিউলবিলাক গোট মাৰি একত্ৰিত হৈ কোনো বস্তুৰ সৃষ্টি কৰে তাত থকা 'অপ' মৌলিক পদাৰ্থৰ অণুবোৰে এঠাৰ দৰে থাপ খুৱাই ধৰি ৰাখে কাৰণে।

ভাৰতীয় আণৱিক-তত্ত্ব কোনো গৱেষণামূলক ব্যৱহাৰিক পৰীক্ষা-নিৰীক্ষাৰ ওপৰত ভিত্তি কৰি ৰচিত হোৱা নাই। সেই আণৱিকতত্ত্বৰ ভিত্তি হৈছে সহজাত পূৰ্বানুভূতি (intuition) আৰু যুক্তিশাস্ত্ৰ। সমসাময়িক সকলো পণ্ডিতে যে সেই তত্ত্বৰ যথাৰ্থতা স্বীকাৰ কৰিছিল, সেইটোও নহয়। প্ৰসিদ্ধ ধৰ্মগুৰু শঙ্কৰাচাৰ্যই এনে আণৱিক-তত্ত্বত বিশ্বাস কৰা নাছিল আৰু অণুৰ অস্তিত্ব সম্পূৰ্ণ কাল্পনিক বুলিয়েই প্ৰবল যুক্তি দৰ্শাইছিল। কিন্তু প্ৰাচীন ভাৰতৰ আণৱিক-তত্ত্ববোৰ বিশ্বজগতৰ প্ৰাকৃতিক গঠনবোৰৰ বিষয়ে সুতীক্ষ্ণ আলোক সঞ্চাৰী কল্পনাৰ ফলস্বৰূপ। ভাৰতীয় এই আণৱিক-তত্ত্বৰ তথ্যবোৰ যে আংশিকভাৱে হ'লেও আধুনিক যুগৰ বৈজ্ঞানিক গৱেষণালব্ধ এটমিক তত্ত্ববিচাৰৰ লগত মিলি যায় সেইটো হয়তো এটা সাধাৰণ কাকতালীয় ঘটনাই তথাপি ভাৰতীয় আণৱিক-তত্ত্বই প্ৰাচীন ভাৰতীয় চিন্তাশীল মনীষীসকলৰ বৌদ্ধিক ক্ষমতা আৰু চমকপ্ৰদ কল্পনাশক্তিৰ কৃতিত্বৰ স্বাক্ষৰকে বহন কৰে।

ইয়াৰ ওপৰঞ্চি বিষয়বোৰত প্ৰাচীন ভাৰতীয় পদাৰ্থবিজ্ঞানৰ অগ্ৰগতি সামান্য। প্ৰাচীন বিশ্বৰ সকলো দেশৰ দৰেই ভাৰততো পদাৰ্থবিজ্ঞান ৰুদ্ধগতি হৈ প্ৰাথমিক স্তৰতে থাকিবলগীয়া হৈছিল সৰ্বব্যাপ্ত মধ্যাকৰ্ষণ শক্তিৰ বিষয়ে বিজ্ঞানীসকলে একো নজনাৰ কাৰণে। সাধাৰণভাৱে সকলোৱে বিশ্বাস কৰিছিল যে পঞ্চভূতৰ ভিতৰত মাটি আৰু পানী (ক্ষিতি-অপ) দুইটা নিম্নগামী কিন্তু অগ্নি ঊৰ্ধ্বগামী আৰু গোটা বস্তুৱেই হওক বা জুলীয়া বস্তুৱেই হওক তাপ পালে আয়তনত বাঢ়ে। কিন্তু এনে ধৰণৰ প্ৰাকৃতিক ঘটনাবোৰৰ কাৰ্য-কাৰণ বিচাৰি কোনো ধৰণৰ গুৰুত্বপূৰ্ণ চিন্তা-চৰ্চা বা পৰীক্ষা-নিৰীক্ষা নিৰ্ভৰ অধ্যয়ন কৰা হোৱা নাছিল। সেইবোৰ যিয়েই নহওক, শব্দবিজ্ঞানৰ ক্ষেত্ৰত ভাৰতে কিন্তু পৰীক্ষা-নিৰীক্ষামূলক নানা গৱেষণাৰ ফলত লেখত ল'বলগীয়া কিছুমান আৱিষ্কাৰ কৰিছিল আৰু কৰ্ণেন্দ্ৰিয় বেদমন্ত্ৰ শুদ্ধভাৱে উচ্চাৰণ কৰাৰ প্ৰয়োজনতে ইমান বেছি প্ৰশিক্ষিত আছিল ভাৰতীয়সকলৰ যে তেওঁলোকে বিশ্বৰ অন্য যি কোনো দেশৰ

মানুহতকৈ বেছি সম্পূৰ্ণ আৰু জটিল ধৰণৰ শব্দ-ধ্বনি—সুৰ পদ্ধতিৰ সঙ্গীতশাস্ত্ৰ ৰচনা কৰিছিল। খ্ৰীষ্টীয় চন- গণনা আৰম্ভ হোৱাৰ আগতেই অক্টেভ্ (octave) বিভক্ত কৰা হৈছিল চৌবিছটা শ্ৰুতি বা এক-চতুৰ্থাংশ সুৰত আৰু সেইবোৰৰ অনুপাত-সমানুপাতবোৰবো জোখ কৰা হৈছিল নিখুঁতভাৱে। এই কথা সৰ্বজনস্বীকৃত তথ্য আছিল যে সঙ্গীতৰ ধ্বনিৰ সুৰ-প্ৰকাৰ-গুণৰ ভেদ বিভিন্ন বাদ্যযন্ত্ৰৰ বিভিন্ন অনুৰণনৰ ফলত হয়। এই বিষয়ে এই গ্ৰন্থত পূৰ্বে আলোচনা কৰা হৈছে।

এই গ্ৰন্থৰ ষষ্ঠ অধ্যায়ত উল্লিখিত দিল্লীৰ লৌহনিৰ্মিত স্তম্ভ আৰু আন আন নিদৰ্শনৰ পৰা আমি জানিব পাৰো যে ভাৰতীয় ধাতুতত্ত্ববিদসকলে খনিৰ পৰা ধাতু আহৰণ কৰা আৰু সেইবোৰ দ্ৰবীভূত কৰি সাঁচত ঢালি মনোমত গঢ় দিয়াত নিপুণ কাৰিকৰী জ্ঞান অৰ্জন কৰিছিল আৰু তেওঁলোকৰ নিৰ্মিত দ্ৰব্যবোৰৰ ৰোমান সাম্ৰাজ্য আৰু মধ্যপ্ৰাচ্যত বৰ সমাদৰ আছিল। কিন্তু তেওঁলোকৰ সেইবোৰ কাম আছিল সাধাৰণতে বৃত্তিমূলক, চাহিদা অনুযায়ী কৰিছিল। গতিকে তেওঁলোকৰ কাৰিকৰী নিপুণতা কোনো দিনে ধাতুতত্ত্ব বিষয়ৰ উন্নত বিজ্ঞানশাস্ত্ৰ হোৱাগৈ নাছিল। প্ৰাচীন ভাৰতত ৰসায়নবিদ্যা আনহাতে প্ৰযুক্তিবিদ্যাৰ সহায়ক হোৱাৰ সলনি চিকিৎসাবিদ্যাৰহে সহচৰী হৈছিলগৈ। ভাৰতৰ ৰসায়নবিদসকলে মধ্যযুগৰ ইউৰোপৰ ৰসায়নবিদৰ দৰে সাধাৰণ ধাতুক সোণত পৰিণত কৰা কৌশল আয়ত্ত কৰাত আগ্ৰহ দেখুৱা নাছিল। কিন্তু দেখা যায় যে তেওঁলোকৰ মনোযোগ নিয়োজিত হৈছিল ঘাইকৈ দৰৱ প্ৰস্তুত কৰাত—আয়ুবৰ্দ্ধক দৰৱ কামশক্তিবৰ্দ্ধক দৰৱ, বিভিন্ন প্ৰকাৰৰ বিষ আৰু সেইবোৰৰ প্ৰতিষেধক দৰৱ ইত্যাদি। এনে চিকিৎসা-ৰসায়নবিদসকলে অৱশ্যে কৃতকাৰ্যতা লাভ কৰিছিল কিছুমান বিশেষ বিশেষ ধৰণ প্ৰয়োজনীয় ক্ষাৰ (alkali) এচিদ আৰু ধাতৱ লৱণ প্ৰস্তুত কৰাত। তেওঁলোকে তাকে কৰিছিলো সৰল দহন আৰু পৰিশোধন পদ্ধতিৰে। ভালকৈ প্ৰমাণসিদ্ধ নহ'লেও এনে কথাও কোৱা হয় যে তেওঁলোকে এবিধ বন্দুকৰ বাৰুদো তৈয়াৰ কৰিছিল।

মধ্যযুগত ভাৰতীয় ৰসায়নবিদসকল তেতিয়াৰ যুগৰ চীনদেশ, মুছলিম জগত আৰু ইউৰোপৰ ৰসায়নবিদসকলৰ দৰেই একমাত্ৰ পাৰদ ধাতুৰ অধ্যয়নত ৰত হৈছিল—বোধ হয় সেই আগ্ৰহ তেওঁলোকৰ মনত জন্মিছিল আৰবসকলৰে সংস্পৰ্শৰ পৰা। এনে কিছুমান ৰসায়নবিদ (alchemists) ওলাল যিসকলে এই আচৰিত জুলীয়া ধাতু (যিটোক ৰসধাতু বুলিও কয়) লৈ ইমান পৰীক্ষা-নিৰীক্ষা চলাবলৈ ধৰিলে যে পিছত তেওঁলোকৰ মনত গভীৰ প্ৰত্যয় জন্মিছিল যে ইয়াৰ দ্বাৰাই সৰ্বব্যাধি নিৰাময় হ'ব পাৰে, চিৰযৌৱন লাভ কৰিব পাৰি আনকি মৃত্যুৰ পিছত নিশ্চিত মুক্তিলাভৰ পথৰো সন্ধান দিব পাৰি। পাৰদ ধাতুৰ প্ৰতি এনে ধৰণে মোহগ্ৰস্ত হৈ থাকিয়েই ভাৰতীয় ৰসায়নবিদ্যা থৰক-বৰক হৈ পৰিছিল। কিন্তু তাৰ আগতেই নিজৰ বহুত ৰাসায়নিক ধ্যান-ধাৰণা আৰবসকলৰ জৰিয়তে মধ্যযুগীয় ইউৰোপতো বিয়পাই দিছিল।

## উপৰঞ্চি—ছয়

# শৰীৰতত্ত্ব আৰু চিকিৎসা

একেবাৰে আদিম যুগৰ চিকিৎসা পদ্ধতি আৰু শৰীৰতত্ত্বৰ জ্ঞান কেনে আছিল তাৰ কিছু বতৰা পোৱা যায় বেদসমূহৰ অধ্যয়নৰ পৰা। কিন্তু ভাৰতীয় চিকিৎসাবিজ্ঞানৰ মূল পাঠ্য-গ্ৰন্থ হৈছে দুখন সংক্ষিপ্ত সাৰগ্ৰন্থ বা 'সংহিতা'—এখনৰ প্ৰণেতা চৰক (খ্ৰীঃ ১ম-২য় শতাব্দী) আৰু আনখন সুশ্ৰুত (আনুমানিক খ্ৰীঃ চাৰি শতিকা)। এই দুইখন গ্ৰন্থ নিঃসন্দেহে এক সম্পূৰ্ণৰূপে বিকশিত এক প্ৰাচীন চিকিৎসা পদ্ধতিৰ ফলস্বৰূপ। সেই পদ্ধতি বহুক্ষেত্ৰত হিপক্ৰাটিজ আৰু গেলেনৰ চিকিৎসা পদ্ধতিৰ সদৃশ আৰু কিছুমান ক্ষেত্ৰত শ্ৰেষ্ঠতৰ। বৈদিক যুগ আৰু চৰক-সুশ্ৰুতৰ যুগৰ মাজৰ কালছোৱাৰ চিকিৎসা পদ্ধতিৰ বিষয়ে জানিবলৈ সেই সময়ছোৱাত ৰচিত কোনো চিকিৎসাশাস্ত্ৰ আমি পোৱা নাই। অলপ ভাবিলেই কিন্তু আমি নিঃসন্দেহ হ'ব পাৰো যে সেই সময়ছোৱাত চিকিৎসাবিজ্ঞানৰ উন্নতিৰ মূলত আছিল দুটা কথা—প্ৰথমটো হ'ল যোগাভ্যাস আৰু তপস্যালব্ধ অভিজ্ঞতাৰ জৰিয়তে শৰীৰতত্ত্বৰ বিষয়ে জানিবলৈ মানুহৰ বৰ্ধিষ্ণু আগ্ৰহ আৰু আনটো হ'ল বৌদ্ধ ধৰ্ম। পৰৱৰ্তী কালৰ খ্ৰীষ্টান মিছনেৰিসকলৰ দৰে বৌদ্ধ ভিক্ষুসকলেও প্ৰায়ে তেওঁলোকে সদায় ভিক্ষা কৰি ফুৰা সাধাৰণ মানুহৰ মাজত চিকিৎসকৰ ভূমিকা ল'বলগীয়া হৈছিল। তদুপৰি তেওঁলোকৰ ধৰ্মৰ শিক্ষাও আছিল নিজৰ আৰু লগৰীয়া ভিক্ষু-সন্ন্যাসীসকলৰ স্বাস্থ্যৰ যত্ন লোৱা কৰ্তব্য বুলি। বৌদ্ধ ধৰ্মই সদায় যুক্তিসহকাৰে কাম কৰাৰ শিক্ষাহে দিছিল গতিকে চিকিৎসাকৰ্ম কৰোঁতে বৌদ্ধ ভিক্ষুসকলে প্ৰাচীন কালৰ তন্ত্ৰ-মন্ত্ৰ, জৰা-ফুকা এইবোৰ বিশ্বাস নকৰি প্ৰকৃত ঔষধ প্ৰয়োগ আৰু অন্যান্য স্বাস্থ্যবিধি মানি চলাৰ ওপৰতহে গুৰুত্ব দিছিল। ঔষধ প্ৰস্তুত কৰোঁতে ভাৰতীয় বৈদ্যসকল গ্ৰীক চিকিৎসা প্ৰণালীৰ দ্বাৰাই প্ৰভাৱান্বিত হোৱাটো খুবেই সম্ভৱ আছিল। ইউৰোপৰ ক্লাছিকেল চিকিৎসা আৰু ভাৰতীয় চিকিৎসাৰ মাজত থকা সাদৃশ্যবোৰলৈ লক্ষ্য কৰিলে দুই দেশেই পৰস্পৰৰ ওচৰত ঋণী বুলি ধৰিব পাৰি। সুশ্ৰুতৰ পিছত ভাৰতীয় চিকিৎসাবিজ্ঞানৰ অগ্ৰগতি সীমিত হৈ পৰিল। নতুনকৈ যোগ হৈছিল মাত্ৰ পাৰা ধাতুৰ পৰা প্ৰস্তুত কিছুমান দৰব আৰু আৰববিলাকৰ পৰা শিকা অহিফেন আৰু চূৰ্ণপৰিলাৰ (বিভিন্ন গছৰ শুকান শিপা) পৰা প্ৰস্তুত কিছুমান ভেষজৰ ব্যৱহাৰ। বৰ্তমান যুগৰ ভাৰতত আয়ুৰ্বেদিক চিকিৎসকসকলে যি পদ্ধতিত চিকিৎসা কৰে তেতিয়াৰ ভাৰতৰ আয়ুৰ্বেদিক চিকিৎসাও মূল বিষয়বোৰত একে আছিল।

ভাৰতীয় চিকিৎসা পদ্ধতিৰ মূলভাব আছিল প্ৰাচীন আৰু মধ্যযুগীয় ইউৰোপীয় চিকিৎসাৰ দৰেই 'দোষ' যিটোক ইংৰাজীত হিউমৰ্ (humour) বোলে। বেছিভাগ

চিকিৎসাবিদৰে অভিমত হৈছে যে, স্বাস্থ্য ৰক্ষা পৰে বায়ু-পিত্ত-কফ এই তিনিটাৰ দেহত ভাৰসাম্য ৰক্ষা হৈ থাকিলে। কোনো কোনোৱে এই তিনিটাৰ লগত চতুৰ্থ 'হিউমৰ্' ৰক্তকো হিচাপত ধৰে। এই তিনিটা প্ৰাথমিক শৰীৰৰ 'দোষ' বা হিউমৰ যাক 'ত্ৰিদোষ' বুলি কোৱা হয়, সেইকেইটাৰ লগত সম্বন্ধ ৰাখি 'ত্ৰিগুণ'ৰ বা তিনিটা বিশ্বজনীন গুণৰ আঁচনিও কৰা হৈছিল। সেইকেইটা হ'ল—যথাক্ৰমে সত্ত্ব, ৰজঃ আৰু তমঃ। এই বিষয়ে সপ্তম অধ্যায়ত সাংখ্যদৰ্শনৰ বিষয়ে আলোচনা কৰোঁতে উল্লেখ কৰা হৈছে।

দেহৰ যাৱতীয় কাৰ্যনিৰ্বাহ কৰে শৰীৰ পঞ্চবায়ুয়ে ঃ কণ্ঠনিসৃত 'উদান' বায়ুৱে কথা ক'ব পাৰে ; 'প্ৰাণ' বায়ুৰ উৎসস্থল হৃদযন্ত্ৰ, তাৰ সহায়ত উশাহ-নিশাহ লোৱা সম্ভৱ হয় আৰু খোৱা বস্তু গলাধঃকৰণ কৰিব পাৰি ; 'সমান' নামৰ বায়ুয়ে পাকস্থলীৰ অগ্নি বিচি জ্বলাই ৰাখে যাৰ ফলত ভোজন কৰা অন্ন হজম হয় আৰু জীৰ্ণ যোৱা আৰু নোযোৱা দুভাগত বিভক্ত হয় ; তলপেটত থাকে 'অপান' বায়ু—যি মলত্যাগ আৰু জননেন্দ্ৰিয়ৰ কাৰ্যকলাপ নিয়ন্ত্ৰণ কৰে আৰু একেবাৰে শেষত হৈছে 'ব্যান' বায়ু—এই বায়ু দেহৰ সৰ্বত্ৰ ব্যাপক্ত হৈ থাকি ৰক্ত সঞ্চালন আৰু সাধাৰণভাৱে শৰীৰৰ গতি অব্যাহত ৰাখে। 'সমান' বায়ুৰ দ্বাৰা হজম হোৱা খাদ্যৰ বগা জুলীয়া অংশ (chyle) হৃদযন্ত্ৰলৈ গৈ তাৰ পৰা 'যকৃৎ' পায়গৈ। তাতে তাৰ পৰিশোধিত অংশ ৰক্তৰ লগত মিশ্ৰিত হয়। সেই তেজৰে অংশৰ পৰাই মঙহৰ সৃষ্টি, মঙহৰ পৰা চৰ্বি, অস্থি, মজ্জা আৰু বীৰ্য হয়। এই বীৰ্য যদি খৰচ কৰা নহয় তাৰ পৰা উৎপন্ন হয় ওজঃ বা শক্তি। সেই ওজঃ পুনৰ হৃদযন্ত্ৰলৈ উভতি গৈ শৰীৰৰ সৰ্বত্ৰ বিয়পি পৰে। শৰীৰ জীৱকোষবিলাকৰ এই ৰাসায়নিক পৰিৱৰ্তন সম্পূৰ্ণ হ'বলৈ ত্ৰিছ দিন লাগে।

প্ৰাচীন ভাৰতৰ বৈদ্যসকলৰ মগজুৰ কাৰ্যকলাপ কেনে ধৰণে হয় সেই বিষয়ে কোনো পৰিষ্কাৰ ধাৰণা নাছিল। প্ৰাচীনতম কালৰ মানুহৰ দৰে কলিজা বা হৃদযন্ত্ৰকে বুদ্ধি-বৃত্তিৰ নিবাসস্থলী বুলি বিশ্বাস কৰিছিল। তেওঁলোকে অৱশ্যে মেৰুদণ্ড বা ৰাজহাড়ডালৰ গুৰুত্ব বুজিব পাৰিছিল আৰু সিৰা-উপসিৰাৰ মাজেদি ৰক্ত সঞ্চালনৰ প্ৰক্ৰিয়া আছে বুলিও জানিছিল যদিও তাৰ বিষয়ে পৰিষ্কাৰকৈ একো বুজা নাছিল। শৰীৰতত্ত্ব আৰু জীৱবিজ্ঞান বিষয়ত বেছি অগ্ৰগতি লাভ কৰিব নোৱৰাৰ প্ৰধান কাৰণ আছিল মৃতদেহ স্পৰ্শ কৰাত ধৰ্মীয় বাধা। যাৰ ফলত শৱ-ব্যৱচ্ছেদ কৰি সেই দুই বিষয়ত সম্যক জ্ঞান লাভ কৰাত বাধা উপস্থিত হৈছিল। তথাপি শৱ-ব্যৱচ্ছেদ কৰাৰ ঘটনা দুই-এটা যে নহৈছিল তেনেও নহয়।

শৰীৰতত্ত্বৰ বিষয়ে তেনে ধৰণৰ অশুদ্ধ জ্ঞানহে আছিল যদিও সি প্ৰাচীন কালৰ অন্যান্য জাতিসমূহে শৰীৰতত্ত্বৰ বিষয়ে যিমান জানিছিল তাতকৈ কোনোগুণে কম নাছিল। কিন্তু সেই সীমিত জ্ঞান সত্ত্বেও প্ৰাচীন ভাৰতত দেখি-শুনি গোটোৱা অভিজ্ঞতানিৰ্ভৰ উন্নত ধৰণৰ শল্য-চিকিৎসা পদ্ধতি গঢ়ি উঠিছিল। অস্ত্ৰোপচাৰৰ জৰিয়তে

প্ৰসব কৰোৱা বিদ্যা সেই সময়ৰ শল্য-চিকিৎসকৰ জ্ঞাত আছিল। ভগ্ন অস্থি পুনৰ সংযোজন কৰা অতি উচ্চস্তৰৰ নিপুণতা দেখুৱাইছিল তেওঁলোকে আৰু প্লাষ্টিক চাৰ্জাৰীৰ ক্ষেত্ৰত তেওঁলোকে সমসাময়িক অন্য কোনো দেশতে দেখিবলৈ নোপোৱা কৃতকাৰ্যতা প্ৰদৰ্শন কৰিছিল। প্ৰাচীন ভাৰতীয় শল্য-চিকিৎসকসকল যুদ্ধক্ষেত্ৰত বা কোনো ৰাজদণ্ডৰ ফলত আঘাতপ্ৰাপ্ত বা খণ্ডিত নাক, কাণ আৰু ওঁঠ আদি জোৰা লগাই মেৰামতি কৰাত সিদ্ধহস্ত আছিল। এই এটা বিষয়ত ভাৰতীয় শল্য-চিকিৎসা ইউৰোপীয় শল্য-চিকিৎসাতকৈ ওঠৰ শতিকালৈকে বহুত আগবাঢ়ি আছিল। সেই কালৰ ইষ্ট ইণ্ডিয়া কোম্পানিৰ ইউৰোপীয় ছাৰ্জনবিলাকেও ভাৰতীয় শল্যচিকিৎসকৰ পৰা নাকৰ প্লাষ্টিক চাৰ্জাৰী (Rhinoplasty) কেনেকৈ কৰিব লাগে শিকি ল'বলৈ লাজ নকৰিছিল।

যদিও ভাৰতীয়সকলে অণুবীক্ষণ যন্ত্ৰতহে ধৰা পৰিব পৰা জীবাণু বা বীজাণুৰ অস্তিত্বৰ বিষয়ে সুদূৰ প্ৰাচীন কালতে ধাৰণা কৰিব পাৰিছিল, সেইবোৰৰ পৰা যে বেমাৰ হয় এই কথা নেজানিছিল। কিন্তু ভাৰতীয় শল্য-চিকিৎসকসকলে এণ্টিছেপ্‌টিক অৰ্থাৎ শৰীৰৰ কটা-ছিঙা ঘা নপকাকৈ ৰখাৰ উপায় আৰু এছেপ্টিক্ অৰ্থাৎ শৰীৰৰ ভিতৰৰ ঘা নেগেলাকৈ ৰখাৰ উপায় নেজানিছিল। তেওঁলোকে সদায় পৰিষ্কাৰ-পৰিচ্ছন্নতাৰ বিষয়ত অতি বেছি সাৱধান আছিল আৰু চিকিৎসাৰ ক্ষেত্ৰত পৰিষ্কাৰ বায়ু আৰু যথেষ্ট পৰিমাণে পোহৰৰ উপকাৰিতা সম্বন্ধে সজাগ আছিল। প্ৰাচীন ভাৰতীয় নিদানশাস্ত্ৰ বা ঔষধি দ্ৰব্য-গুণৰ বৰ্ণনা থকা গ্ৰন্থ বৰ ডাঙৰ। সেই গ্ৰন্থত জৈবিক, উদ্ভিদজাত আৰু খনিজ ঔষধ-উৎপাদনৰ বিষয়ে বিশদ বৰ্ণনা আছে। ইউৰোপত জনাজনি হোৱাৰ বহুত আগতেই এছিয়াৰ তেনে বনৌষধি ভাৰতৰ চিকিৎসকসকলে ব্যৱহাৰ কৰিছিল ৰোগ নিৰাময় কৰোঁতে। সেইবোৰৰ ভিতৰতে উল্লেখযোগ্য এবিধ হৈছে চালমুগুৰা গছৰ তেল। সেই তেল পৰম্পৰাগতভাৱে কুষ্ঠ বেমাৰৰ বিশেষ ফলদায়ক দৰৱ হিচাপে ব্যৱহাৰ কৰা হয় আৰু এতিয়াৰ যুগতো সেই বেমাৰৰ চিকিৎসাৰ মূল দৰৱ সেই তেলবিধেই।

ভাৰতীয় সমাজত চিকিৎসক বা বৈদ্যৰ স্থান সদায় উচ্চ আৰু সন্মানিত। বৰ্তমান কালতো বৈদ্যসকলক উচ্চবৰ্ণ বুলি গণ্য কৰা হয়। বৈদ্য-কবিৰাজ আদি চিকিৎসক শ্ৰেণীৰ বাবে বৃত্তিগত আচৰণ কেনে হোৱা উচিত সেই বিষয়ে চিকিৎসাশাস্ত্ৰবিলাকত নিৰ্দিষ্ট বিধি-বিধান দিয়া আছে। সেইবিলাক বিধি-বিধান পঢ়ি চালে গ্ৰীক পৌৰাণিক চিকিৎসক হিপক্ৰাটিজৰ তেনে ধৰণৰ উক্তিবোৰলৈ মনত পৰে। সেইবোৰ সৰ্বদেশৰ সৰ্বকালৰ যি কোনো বিবেকবান ডাক্তৰৰ বাবেই পালনীয়। আমি তলত চককৰ কিছুমান নিৰ্দেশ তুলি দিছো উদাহৰণ হিচাপে। যেতিয়া চিকিৎসাশাস্ত্ৰৰ শিক্ষা সামৰি ছাত্ৰসকল এক ধৰ্মীয় সমাবৰ্তন উৎসৱত সমবেত হয় তেতিয়া তেওঁলোকক কি বুলি ক'ব লাগিব

তাকে এজন চিকিৎসকক কৈ আছে। 'চৰক সংহিতা'ৰ তৃতীয় ৮।৭ স্থানত এইখিনি কথা পোৱা যায়ঃ

"যদি তুমি তোমাৰ চিকিৎসা-বৃত্তিত কৃতকাৰ্যতা, ধন-সম্পদ আৰু নাম-যশ বিচৰা আৰু মৃত্যুৰ পিছত স্বৰ্গলাভ হোৱাটো যদি তোমাৰ কাম্য, তেন্তে তুমি পুৱা শয্যাৰ পৰা গাত্ৰোত্থান কৰোঁতে আৰু ৰাত্ৰিকালত শয়ন কৰিবলৈ লওঁতে সদায় প্ৰাৰ্থনা কৰিবা সৰ্বজীৱৰ— বিশেষ গো-ব্ৰাহ্মণৰ হিতাৰ্থে আৰু তুমি কায়-মনো-বাক্যে নিৰলসভাৱে যত্ন কৰিবা ৰোগীক হৃত স্বাস্থ্য পুনৰ ঘূৰাই দিবলৈ। তুমি নিজৰ প্ৰাণ গ'লেও তোমাৰ ৰোগীক প্ৰবঞ্চনা কৰিব নেলাগিব। ....... তুমি সুৰাসক্ত হ'ব নোৱাৰিবা, কুকৰ্মত লিপ্ত হ'ব নোৱাৰিবা আৰু কুসঙ্গ তোমাৰ বাবে সদা-পৰিত্যাজ্য ....... তোমাৰ বচন মধুৰ হ'ব লাগিব ....... আৰু তুমি হ'ব লাগিব চিন্তাশীল.......... সদায় তোমাৰ জ্ঞানৰ পৰিসৰ বৃদ্ধি আৰু উন্নতি কৰিবলৈ প্ৰচেষ্টা তুমি অব্যাহত ৰাখিব লাগিব।"

"যেতিয়া তুমি কোনো ৰোগীৰ ঘৰলৈ চিকিৎসা প্ৰদানৰ বাবে যাবা, তেতিয়া চাবা যাতে তোমাৰ সমগ্ৰ মন, বুদ্ধি, চিন্তা আৰু বাক্য-বচন একমাত্ৰ তোমাৰ ৰোগী আৰু সেই ৰোগীৰ চিকিৎসাৰ বিষয়তহে নিয়োজিত হয় ........ ৰোগীৰ ঘৰত যিয়েই নহওক, তেওঁৰ ঘৰৰ বাহিৰত সেই বিষয়ে কাৰো লগত কোনো কথা পাতিব নোৱাৰিবা। ৰোগীৰ অৱস্থাৰ বিষয়েও কোনো কথা কাকো ক'ব নোৱাৰিবা যাতে সেইবোৰ কথা জানি কোনোবাই তোমাৰ ৰোগীৰে বা অন্য কাৰোবাৰ অনিষ্ট কৰিব নোৱাৰে।"

প্ৰজাৰঞ্জক ৰজাসকলৰ পৃষ্ঠপোষকতা আৰু ধৰ্মীয় প্ৰতিষ্ঠানসমূহৰ সাহায্যত দেশৰ দৰিদ্ৰ ৰোগীসকলক বিনামূলীয়া চিকিৎসা-সেৱা দিয়া হৈছিল। সম্ৰাট অশোকে তেওঁৰ সাম্ৰাজ্যৰ সকলো মানুহ আৰু পশুকে বিনামূলীয়া ঔষধ যোগান দিছিল বুলি গৌৰৱ কৰিছিল। চীনা পৰ্যটক ফাহিয়েনে পঞ্চম শতাব্দীৰ আদিভাগত ভাৰতত পৰ্যটন কৰি লিখা তেওঁৰ টোকাত ধৰ্মপৰায়ণ নাগৰিকসকলৰ দানেৰে স্থাপিত বিনামূলীয়া দৰৱ আৰু চিকিৎসা-সেৱা সকলোকে দিয়া হস্পিটেলবোৰৰ কথা বিশেষভাৱে উল্লেখ কৰিছে। দুৰ্ভাগ্যবশতঃ তেনে প্ৰতিষ্ঠানসমূহৰ কোনো বিশদ বিৱৰণ আমি পোৱা নাই।

পশুচিকিৎসাৰ ব্যৱস্থাও আছিল সেই যুগৰ ভাৰতত। অহিংসা ধৰ্মৰ প্ৰতি পৰম সমাদৰৰ ভাব ভাৰতীয় মানুহৰ মনত জাগৰূক হোৱাৰ পিছৰ পৰাই জন্তুবিলাকৰ বাবে আশ্ৰয়স্থল আৰু ৰুগীয়া আৰু বুঢ়া জন্তুবোৰৰ বাবে চিকিৎসাগৃহ নিৰ্মাণ কৰা হৈছিল। পশুসেৱাৰ বাবে এনে দাতব্য চিকিৎসাগৃহবোৰ এতিয়াও ভাৰতৰ বহুত নগৰ-মহানগৰতে আছে। অশ্ব আৰু হস্তীৰ নিদানী চিকিৎসকসকল অতি দক্ষ আছিল। তেওঁলোকৰ বৃত্তিও সমাজত বৰ সন্মানীয় আছিল। ৰজাৰ ঘৰত তেনে চিকিৎসা বৃত্তিৰ বৰ চাহিদা আছিল। মধ্যযুগত প্ৰণীত পশু-চিকিৎসা বিষয়ৰ গ্ৰন্থবোৰ এতিয়াও পোৱা যায়।

## ওপৰঞ্চি—সাত

# তৰ্কশাস্ত্ৰ আৰু জ্ঞানতত্ত্ব

যি কোনো দাৰ্শনিক সমস্যাৰ বিষয়ত ইমান তীব্ৰ আগ্ৰহ আছিল ভাৰতীয় মানুহৰ মনত আৰু তাৰ লগতে পৰম্পৰাগতভাবে সজীৱ তৰ্কবাদ আৰু আলোচনাপ্ৰিয় স্বভাৱৰ বাবে ভাৰতীয় মনীষাই নিজস্ব বিশিষ্ট এক তৰ্কশাস্ত্ৰৰ সৃষ্টি কৰিছিল বহু প্ৰাচীন যুগতে। তাত আচৰিত হ'বলগীয়া একো কথা নাই। তৰ্কশাস্ত্ৰৰ মূল পাঠ্যগ্ৰন্থ হৈছে গৌতম-প্ৰণীত 'ন্যায় সূত্ৰঃ'। সম্ভৱতঃ খ্ৰীষ্টীয় চন-গণনা আৰম্ভ হোৱা প্ৰথমৰ শতাব্দীবোৰতে সেই গ্ৰন্থ ৰচিত হৈছিল। সেই গ্ৰন্থত আছিল এলানি সংক্ষিপ্ত জ্ঞানোক্তি (aphorisms)। পিছৰ যুগৰ লেখকসকলে সেইবোৰৰ ওপৰত নানা টীকা-টিপ্পনী লিখিছিল। সেইবোৰেই হ'ল পৰম্পৰাগত দৰ্শনৰ ছটা ধাৰাৰ এটা ন্যায় দৰ্শনৰ ভিত্তিস্বৰূপ পাঠ্যগ্ৰন্থ। এই বিষয়ে এই গ্ৰন্থৰ সপ্তম অধ্যায়ত বিশদ আলোচনা কৰা হৈছেই। তৰ্কশাস্ত্ৰ অৱশ্যে এই এক ন্যায় দৰ্শনৰ মাজতে আবদ্ধ হৈ থকা নাছিল। হিন্দু, বৌদ্ধ, জৈন সকলোৱেই তৰ্কশাস্ত্ৰক নিজৰ লগত খাপ খুৱাই লৈ ব্যৱহাৰ কৰিছিল।

ভাৰতীয় দৰ্শনত এই ক্ষেত্ৰত এটা অতি গুৰুত্বপূৰ্ণ প্ৰসঙ্গ হৈছে 'প্ৰমাণ'ৰ বিষয়টো—যাৰ অৰ্থ হ'ব পাৰে নিৰ্ভৰযোগ্য জ্ঞানৰ উপায়। পিছৰ যুগৰ ন্যায়দৰ্শনত 'প্ৰমাণ' আছিল চাৰি প্ৰকাৰৰ—প্ৰত্যক্ষ, অনুমান, উপমান আৰু শব্দ। শব্দ মানে বেদাদি নিৰ্ভৰযোগ্য গ্ৰন্থৰ উক্তি। সেইকেইটাৰ লগত বেদান্ত দৰ্শনে যোগ দিছিল 'অৰ্থাপত্তি' বা স্বাভাৱিক জ্ঞান আৰু 'অনুপলব্ধি'—এই দুটাৰ পিছৰটো অনাৱশ্যক বিদ্যায়তনিক পৰিমাৰ্জন মাত্ৰ। উপৰিউক্ত ছয়বিধ প্ৰমাণৰ প্ৰয়োগ কেতিয়াবা ওপৰা-উপৰি হয়। বৌদ্ধ দাৰ্শনিকসকলে সকলো প্ৰকাৰ জ্ঞান প্ৰথম দুইবিধ প্ৰমাণৰ ওপৰতে নিৰ্ভৰশীল বুলি ধৰি লৈছিল। আনহাতে, জৈনসকলে সাধাৰণতে তিনিবিধ প্ৰমাণকহে স্বীকৃতি দিছিল—প্ৰত্যক্ষ, অনুমান আৰু প্ৰকাশ্য। বস্তুবাদীসকলে একমাত্ৰ প্ৰত্যক্ষ প্ৰমাণহে গ্ৰহণ কৰিছিল আৰু বস্তুবাদীসকলৰ বিৰোধী শিবিৰৰ তাৰ্কিকসকলে অনুমানাশ্ৰিত কোনো জ্ঞানেই নিৰ্ভৰযোগ্য নহয় বুলি ঘোষণা কৰিছিল।

খুব সম্ভৱ প্ৰমাণবিলাকৰ ভিতৰত 'অনুমান'ৰ প্ৰয়োগ আৰু প্ৰক্ৰিয়াৰ বিষয়ে অধ্যয়ন কৰি থাকোঁতেই প্ৰকৃত তৰ্কশাস্ত্ৰৰ (logic) উৎপত্তি হৈছিল। দাৰ্শনিক-তত্ত্ববোৰ আলোচনা কৰোঁতে অমূলক যুক্তিবোৰ বিশ্লেষণ কৰি শ্ৰেণীভুক্ত কৰাৰ প্ৰয়োজন হৈছিল। এইবোৰৰ পৰাই তৰ্কশাস্ত্ৰবিদসকলে ক্লাছিকেল লজিক্ অৰ্থাৎ ধ্ৰুপদী তৰ্কশাস্ত্ৰৰ প্ৰধান প্ৰধান তৰ্কদোষবোৰ চিনাক্ত কৰিছিল যেনে—অৰ্থপ্ৰসঙ্গ, চক্ৰ, অনৱস্থা, অন্যোন্যাশ্ৰয় আৰু আত্মাশ্ৰয়।

এটা শুদ্ধ অনুমান প্ৰতিপন্ন হয় যুক্তিবাদৰ দ্বাৰা। এই যুক্তিবাদৰ ভাৰতীয় প্ৰণালীৰ নাম পঞ্চাবয়ব। সেই প্ৰণালী এৰিষ্টটলৰ প্ৰণালীতকৈ বহুত আহুকলীয়া। এই পঞ্চাবয়বৰ পাঁচটা অবয়ব হৈছে—প্ৰতিজ্ঞা, হেতু, উদাহৰণ, উপনয় আৰু নিগমন। ভাৰতীয় তৰ্কশাস্ত্ৰৰ ধ্ৰুপদী যুক্তিবাদৰ এক উদাহৰণ তলত দিয়া হ'ল—

(১) পৰ্বতত জুই জ্বলি আছে।

(২) কাৰণ তাৰ ওপৰত ধোঁৱা দেখা গৈছে।

(৩) য'তে ধোঁৱা দেখা যায় তাতে জুই থাকে, উদাহৰণ স্বৰূপে—বান্ধনি ঘৰত।

(৪) পৰ্বততো একে ঘটনা হৈ আছে।

(৫) সেইবাবে পৰ্বতত জুই জ্বলি আছে।

ভাৰতীয় যুক্তিবাদৰ তৃতীয় অবয়ব অৰ্থাৎ 'উদাহৰণ' এৰিষ্টটলৰ লজিকৰ যুক্তিবাদৰ সাধ্যপদৰ লগত মিলে। দ্বিতীয় অবয়ব অৰ্থাৎ 'হেতু'ৰ মিল দেখা যায় এৰিষ্টটলৰ লজিকৰ যুক্তিবাদৰ পক্ষপদৰ লগত আৰু প্ৰথম অবয়ব যিটোক 'প্ৰতিজ্ঞা' বুলি কোৱা হয়, সেইটো হৈছে এৰিষ্টটলৰ যুক্তিবাদৰ তৃতীয় চৰণ বা সিদ্ধান্ত। এইদৰে ভাৰতীয় যুক্তিবাদত পাশ্চাত্য ক্লাছিকেল লজিকৰ যুক্তিক্ৰমটোকে দেখা যায় ওভোতা ৰূপত। যুক্তি প্ৰদৰ্শিত হয় প্ৰথম আৰু দ্বিতীয় বাক্যাংশ দুটাত। সেই যুক্তি সমৰ্থিত হয় সাধাৰণ নিয়ম আৰু উদাহৰণৰ উক্তিৰে তৃতীয় বাক্যাংশত। চূড়ান্ত মীমাংসা হয় প্ৰথম আৰু দ্বিতীয় দুই বাক্যাংশৰ পুনৰাবৃত্তিৰে। উপৰিউক্ত যুক্তিবাদৰ উদাহৰণ অবয়ব—য'ত বান্ধনি ঘৰৰ কথা কোৱা হৈছে—যুক্তিবাদৰ অত্যাৱশ্যকীয় অংশ বুলি গণ্য কৰা হৈছিল আৰু ই যুক্তিবাদৰ আলঙ্কাৰিক শক্তিও বৃদ্ধি কৰিছিল। ইয়াৰ পৰাই প্ৰমাণিত হয় যে এই বাহুল্যপূৰ্ণ যুক্তিবাদৰ পদ্ধতি বহুত দিনৰ আলোচনাত অনুশীলিত অভিজ্ঞতাপ্ৰসূত। বৌদ্ধ তৰ্কশাস্ত্ৰজ্ঞসকলে কিন্তু তিনি অবয়বযুক্ত যুক্তিবাদকহে স্বীকৃতি দিছিল। তেওঁলোকে ৰক্ষণশীল যুক্তিবাদৰ চতুৰ্থ আৰু পঞ্চম অবয়ব নাকচ কৰিছিল অনৰ্থক পুনৰুক্তি বুলি। তেওঁলোকৰ এই বিচাৰ নিশ্চয় সঠিক আছিল।

কোনো কাৰ্যৰ বিশেষ লক্ষণৰ ওপৰত নিৰ্ভৰ কৰি সাধাৰণ সংজ্ঞা জ্ঞাপন কৰাৰ (উদাহৰণ স্বৰূপে—'য'তে ধোঁৱা দেখা যায়, তাতে জুই থাকে।') ওপৰতে সকলো অনুমান বৰ্তে। তেনে সাধাৰণ সংজ্ঞা বিশ্বজনীন ব্যাপ্তিৰ গুণবাচক বুলি কোৱা হয়। এই গুণ মূল উৎস আৰু প্ৰকৃতিৰ বিষয়ে বহুত আলোচনা হৈছিল আৰু সেই আলোচনাৰ প্ৰসঙ্গতে 'বিশ্বজনীন' আৰু 'বিশেষ' সম্বন্ধীয় তত্ত্ববোৰৰ সৃষ্টি হৈছিল। কিন্তু সেইবোৰ বিষয়ৰ বিস্তাৰিত আলোচনা এই গ্ৰন্থত সম্ভৱ নহয়।

ভাৰতীয় দৰ্শনৰ যি কোনো আলোচনা সম্পূৰ্ণভাৱে কৰিবলৈ হ'লে জৈন দৰ্শনৰ প্ৰসিদ্ধ জ্ঞানতাত্ত্বিক আপেক্ষিকতাবাদৰ বিষয়ে চমুকৈ হ'লেও উল্লেখ কৰিবই লাগিব। জৈন দাৰ্শনিকসকলে—তেওঁলোকৰ লগতে একমত অন্যান্য ধৰ্মমতাৱলম্বী পণ্ডিতো

আছে—ধ্ৰুপদী তৰ্কশাস্ত্ৰত থকা অন্তঃবিবৰ্জিত নীতি স্পষ্টভাৱে ভিত্তিহীন বুলি নাকচ কৰিছিল। জৈন দাৰ্শনিকসকলৰ মতে অস্তিত্ব থকা আৰু অস্তিত্ব নথকা ('আছে' আৰু 'নাই')—এই প্ৰশ্নৰ অকল দুটা মাত্ৰ সম্ভাৱনা থকা কথাটো ভুল। তেওঁলোকৰ মতে তেনে সম্ভাৱনা সাতটা। যেনে আমি ক'ব খুজিছো যে (১) এটা বস্তু, ধৰি লোৱা যাওক এখন কটাৰি—কটাৰি হিছাপে আছে। আমি লগতে ক'ব পাৰো যে (২) সেইটো অন্য বস্তু — ধৰি লোৱা যাওক এডাল কাঁটা (ফ'ৰ্ক)—নহয়। বস্তুটো আছে কটাৰিৰ ৰূপতহে, ফ'ৰ্কৰ ৰূপত নহয়। গতিকে আমি এই বিষয়ে ক'ব পাৰোঁ যে (৩) এটা দিশৰ পৰা চালে ই হয় আৰু আন এটা দিশৰ পৰা চালে ই নহয়। আন এটা দৃষ্টিকোণৰ পৰা চালে (৪) ইয়াক বৰ্ণনা কৰিব নোৱাৰি ; ইয়াৰ চূড়ান্ত অৰ্থ আমাৰ জ্ঞাত নহয় আৰু আমি ইয়াৰ বিষয়ে কোনো চূড়ান্ত সিদ্ধান্ত দাঙি ধৰিব নোৱাৰো—ই অপ্ৰকাশ্য। এই চতুৰ্থ সম্ভাৱনাক আগৰ তিনিটাৰ সৈতে একেলগ কৰিলে আমি আৰু পাওঁ তিনিটা সম্ভাৱনা (৫) এইটো হয়— কিন্তু ইয়াৰ প্ৰকৃতি বৰ্ণনা কৰিব নোৱাৰি ; (৬) এইটো নহয়, কিন্তু ইয়াৰ প্ৰকৃতি বৰ্ণনা কৰিব নোৱাৰি, আৰু (৭) এইটো হয়ো আৰু নহয়ো, কিন্তু ইয়াৰ প্ৰকৃতি বৰ্ণনা কৰিব নোৱাৰি। যিকোনো কথাৰ এনে সাতটা দিশযুক্ত বিবেচনা 'স্যাদ্বাদ' (সম্ভাৱনা-তত্ত্ব) বা সপ্তভঙ্গি বা সাতটা দিশত বিভাজন বুলি কোৱা হয়। সংস্কৃতত এই বিবেচনাৰ এই সাতটা দিশৰ নাম হৈছে— (১) স্যাদস্তি, (২) স্যান্নাস্তি, (৩) স্যাদস্তিনাস্তি, (৪) স্যাদৱক্তব্য, (৫) স্যাদস্ত্যৱক্তব্য, (৬) সান্নাস্ত্যৱক্তব্য আৰু (৭) স্যাদস্তিনাস্ত্যৱক্তব্য।

'স্যাদ্বাদৰ' লগতে জৈন দাৰ্শনিকসকলৰ আৰু এটা পদ্ধতি আছিল 'নয়বাদ' নামেৰে। সিও আছিল সপ্তদিশৰ পৰা বিবেচনাৰ পদ্ধতি—দৃষ্টিভঙ্গী তত্ত্ব বা যি কোনো আলোচ্য বা লক্ষ্যণীয় বা অধ্যয়ন কৰিবলগীয়া বস্তু বা বিষয় সম্বন্ধে সাতটা দৃষ্টিকোণৰ পৰা বিবেচনা কৰা পদ্ধতি। এই সাতটাৰ প্ৰথম তিনিটা আলোচ্য বস্তু বা বিষয়ৰ লগতে সংযুক্ত। সেই তিনিটাক কোৱা হয় 'দ্ৰব্যাৰ্থিক'। আৰু পিছৰ চাৰিটাক আংশিক সাল-সলনি আৰু দ্ৰব্য বা বিষয় বৰ্ণনাৰ্থে ব্যৱহৃত শব্দৰে সৈতে 'পৰ্য্যাৰ্থিক' বোলা হয়। যেনে ঃ (১) এজোপা আমগছক একেসময়তে এটা নিৰ্দিষ্ট জোখ আৰু আকৃতিযুক্ত এক ব্যক্তি আৰু 'আম গছ' নামে এটা প্ৰজাতিৰ সদস্য বুলি ধৰিব পাৰি ; (২) ইয়াক বিশ্বৰ সকলোৰে জ্ঞাত 'আম গছ'বোৰৰে এক প্ৰতিনিধি বুলি, অথবা এই আমগছজোপাৰ নিজস্ব গুণাগুণৰ কথা মনলৈ নানি সাধাৰণতে আমগছ বুলিলে মানুহৰ মনত যি ধাৰণা হয় সেই ধাৰণাৰ অনুৰূপ এজোপা আমগছ বুলি ধৰিব পাৰি ; বা (৩) ইয়াৰ নিজস্ব গুণাগুণৰ কথা মনলৈ ননাকৈ ইয়াক এজোপা গাইগুটীয়া আমগছ বুলি ধৰিব পাৰি। তাৰ বাহিৰেও ইয়াৰ বিষয়ে এনেদৰে ভাবিব পাৰি যে (৪) ইয়াক আমি এতিয়া যি ৰূপত দেখিছো সেই ৰূপতে বিবেচনা কৰিব পাৰি। যেনে—ইয়াত এতিয়া পকা আম লাগি আছে দেখা গৈছে—সেই ৰূপতে। একে সময়তে এই আমজোপা তাৰ পুলি অৱস্থাত

কেনে আছিল বা ভৱিষ্যতে জুই জ্বলোৱা খৰি হিচাপে কি ধৰণৰ হ'ব সেইটো আমি বিবেচনালৈ অনা নাই। (৫) তদুপৰি আমি এই আমজোপাক আমি তাৰ নামটোৰেও বিবেচনা কৰিব পাৰো—'আম'। সেই আম শব্দৰ সকলো সমাৰ্থক শব্দ আৰু সেইবোৰৰ লগত যুক্ত অৰ্থবোৰৰ কথা বিবেচনা কৰিব পাৰো। সেই সমাৰ্থক শব্দবোৰ সূক্ষ্মভাৱে বিশ্লেষণ কৰি (৬) আমি সেইবোৰৰ শব্দধ্বনি আৰু অৰ্থৰ ব্যাপ্তি কেনে ধৰণৰ সেইটোও বিবেচনা কৰিব পাৰো। সৰ্বশেষত (৭) আমি যি কোনো দ্ৰব্য ব্যক্তি বা বিষয় বিবেচনা কৰিব পাৰো তাৰ লগত সংযুক্ত কোনো গুণবাচক শব্দৰ দিশৰ পৰা ঃ যেনে—কোনো এজন বীৰক 'সিংহ' বুলি উল্লেখ কৰিলে আমি মনৰ পৰা তেওঁৰ সকলো অ-সিংহসুলভ গুণবোৰ বাদ দিওঁ আৰু তেওঁক কেৱল এজন বলী আৰু সাহিয়াল মানুহ বুলি ধৰি লওঁ। এই সাতটা 'নয়'ৰ সংস্কৃত নামবোৰ হৈছে ঃ (১) নৈগম, (২) সংগ্ৰহ, (৩) ব্যৱহাৰ, (৪) ঋজুসূত্ৰ, (৫) শব্দ, (৬) সমবিৰুধ আৰু (৭) এবম্ভূত। কোনো কোনো জৈন দৰ্শনৰ ধাৰাত শেহৰ তিনিটা দৃষ্টিকোণ নাকচ কৰা হৈছিল এইবুলি যে সেই তিনিটাৰ প্ৰথম চাৰিটাৰ লগত আচলতে কোনো প্ৰাসঙ্গিকতা নাই। সেই তিনিটা প্ৰধানকৈ শব্দাৰ্থতাত্ত্বিকহে, জ্ঞানতাত্ত্বিক নহয়।

আধুনিক তৰ্কশাস্ত্ৰবিদসকলে হয়তো এইবোৰ অত্যধিক পাণ্ডিত্য প্ৰদৰ্শন আৰু প্ৰাণীবিবেক তাত্ত্বিক আৰু জ্ঞানতাত্ত্বিক আপেক্ষিকতাবাদৰ বিষয়ে অহেতুক বাহুল্যপূৰ্ণ আলোচনা বুলিয়েই ক'ব। কিন্তু ভালকৈ ভাবি চালে দেখা যায় যে সেইবিলাকত নিহিত হৈ আছে মৌলিক গুণ—যুক্তিবোৰত আছে প্ৰস্থ আৰু বাস্তৱমূল্য—যিবোৰে এক সম্পূৰ্ণ উপলব্ধিৰ ইঙ্গিত দিয়ে। সেই উপলব্ধি হ'ল এই যে আমি দেখা এই জগতখন আমি ভবাতকৈ বহুত বেছি জটিল আৰু সূক্ষ্ম। কোনো এক বস্তুৰ বিষয়ে তাৰ কোনো এক দৃষ্টিকোণৰ পৰা বিবেচনা কৰি কৰা উক্তি সত্য হ'লেও, অন্য এক দিশৰ পৰা একে সময়তে সেইটো অসত্য বুলি গণ্য হ'ব পাৰে।

## ওপৰঞ্চি—আঠ

# ওজন আৰু জোখ-মাখ

## ওজনৰ জোখ

প্ৰাচীন ভাৰতত ওজনৰ ক্ষুদ্ৰতম একক বুলি ধৰা হৈছিল ৰক্তিকা নামে এবিধ লতাৰ উজ্জ্বল ৰঙা ৰঙৰ অকণমান গুটি এটাৰ ওজনক। সংস্কৃতত সেই গুটিৰ নাম গুঞ্জ (abrus precatorius), অসমীয়াত কয় লাতুৰমণি। প্ৰচলিত ৰীতি মতে তেনে এক লাতুৰমণি বা ৰক্তিকাৰ ওজন ধৰা হয় ১.৮৩ গ্ৰেইন (.১১৮ গ্ৰাম)। এইটো ওজনৰ

এককেক মূল হিচাপে লৈ বহু ঠাইত বহু ওজন-জোখৰ নেওতা পোৱা যায়। সেইবোৰৰ সকলো যুক্তি গ্ৰাহ্য নহয়ো। কিন্তু সেইবোৰৰ পৰা বুজিব পাৰি যে, স্থান-কাল ভেদে ওজনৰো বেলেগ বেলেগ মান আছিল।

মনুস্মৃতিত মনুৱে সোণাৰীৰ নিক্তিত যি মতে ওজন কৰা হয় তাৰ তালিকা দিছে। ওজনৰ সেই হিচাপেই বোধ হয় সৰ্বাধিক ব্যাপকভাৱে প্ৰচলিত। সেইখন হৈছে —

| | | |
|---|---|---|
| ৫ ৰক্তিকা | = | ১ মাষ |
| ১৬ মাষ | = | ১ কৰ্ষ, তোলক বা সুৱৰ্ণ |
| ৪ কৰ্ষ | = | ১ পল |
| ১০ পল | = | ১ ধৰণ |

সেই হিচাপত এক পলৰ ওজন হ'ব প্ৰায় ১$\frac{১}{৩}$ আৰ্উঞ্চ বা ৩৭.৭৬ গ্ৰাম। তাতকৈ গধুৰ বস্তুৰ ওজন কৰোঁতে ১৬ পল = ১ প্ৰস্থ আৰু তাৰ পিছতে ১৬ প্ৰস্থ = ১ দ্ৰোণ হিচাপ কৰা হয়। গতিকে ১ প্ৰস্থৰ ওজন হয় প্ৰায় ২১ আউঞ্চ আৰু ১ দ্ৰোণ হয়গৈ ২১ $\frac{১}{২}$ পাউণ্ড।

## দৈৰ্ঘ্যৰ জোখ

দৈৰ্ঘ্য পৰিমাপৰ সাধাৰণতে ব্যৱহৃত জোখৰ নেওতা তলত দিয়া ধৰণৰ। ইয়াত অৱশ্যে চকুৰে মণিব নোৱৰা (microspic) জোখবোৰ ধৰা হোৱা নাই —

| | |
|---|---|
| ৮ যৱ (বাৰ্লিৰ গুটি) | = ১ অঙ্গুল (এটা আঙুলিৰ প্ৰস্থ — $\frac{৩}{৪}$ ইঞ্চি) |
| ১২ অঙ্গুল | = ১ বিতস্তি (এক বেগেত = ৯ ইঞ্চি) |
| ২ বিতস্তি | = ১ হস্ত (এহাত = ১৮ ইঞ্চি) |
| ৪ হস্ত | = ১ দণ্ড (পৰিমাপক দণ্ড) বা ধনু (৬ ফুট) |
| ২০০০ ধনু | = ১ ক্ৰোশ বা গোৰুত = ২$\frac{১}{২}$ মাইল। ('ক্ৰোশ' মানে চিঞৰ আৰু 'গোৰুত' মানে গৰুৰ মাত। |
| ৪ ক্ৰোশ | = ১ যোজন (ডাক গাড়ী ৰোৱা ঠাইৰ পৰা পিছৰ ৰোৱা ঠাইৰ মাজৰ দূৰত্ব = ৯ মাইল) |

যদিও সৰহভাগ প্ৰাচীন গ্ৰন্থতে 'ক্ৰোশ' (আধুনিক ভাৰতীয় ভাষাত 'কোশ') বুলিলে ২০০০ দণ্ড পৰিমাণ দৈৰ্ঘ্য বুলি পোৱা যায়, অৰ্থশাস্ত্ৰত কিন্তু এক ক্ৰোশৰ দৈৰ্ঘ্য দিয়া আছে ১০০০ দণ্ড বুলিহে। সেই হিচাপত প্ৰাচীন ভাৰতৰ পথৰ দূৰত্ব জোখ কৰাত সকলোৱে সাধাৰণতে ব্যৱহাৰ কৰা যোজনৰ দৈৰ্ঘ্য ৪ $\frac{১}{২}$ মাইলহে হয়। সেইদেখি যোজনৰ দুই ৰকমৰ হিচাপ আৰু দুটা দূৰত্বৰ জোখ যিধৰণে পুৰণা গ্ৰন্থবোৰত দিয়া

আছে সেইটো বৰ নিৰ্ভৰযোগ্য নহয়। ব্যৱহাৰিক ক্ষেত্ৰত দুটি যোজনৰ হিচাপহে দীঘল যোজনৰ হিচাপতকৈ বেছি ব্যৱহৃত হৈছিল যেন লাগে বিশেষকৈ অধিক প্ৰাচীন কালত।

## সময়ৰ জোখ

প্ৰাচীন কালৰ ভাৰতীয় পণ্ডিতসকলে সময়ৰ সূক্ষ্ম ভাগবোৰৰো নামকৰণ কৰিছিল যথাযোগ্যভাৱে। কিন্তু সময়ৰ সেইবোৰ জোখৰ দৈনন্দিন জীৱনৰ লগত কোনো সম্বন্ধ নাছিল। গতিকে মানুহে সেইবোৰ কাল্পনিক জোখ-মাখ বুলিহে ভাবিছিল। সাধাৰণতে সততে ব্যৱহাৰ হোৱা দীৰ্ঘতৰ সময়ৰ জোখবোৰ আছিল তলত দিয়া ধৰণৰ ঃ

| | | |
|---|---|---|
| ১৮ নিমেষ (চকুৰ পচাৰ) | = | ১ কাষ্ঠা (৩ $\frac{১}{২}$ চেকেণ্ড) |
| ৩০ কাষ্ঠা | = | ১ কলা (১ $\frac{৩}{৫}$ মিনিট) |
| ১৫ কলা | = | ১ নাড়িকা বা নালিকা (২৪ মিনিট) |
| ৩০ কলা বা ২ নাড়িকা | = | ১ মুহূৰ্ত বা ক্ষণ (৪৮ মিনিট) |
| ৩০ মুহূৰ্ত | = | ১ অহোৰাত্ৰ (দিন-ৰাতি ২৪ ঘণ্টা) |

আৰু এটা সঘনে ব্যৱহৃত সময়ৰ জোখ হ'ল 'যম' বা 'পৰ' (প্ৰহৰ)। ওপৰত দিয়া সময়ৰ হিচাপৰ লগত খাপ নেখায় যদিও এক 'যম' বা 'পৰ' বুলিলে দিন-ৰাতিৰ আঠ ভাগৰ এভাগ অৰ্থাৎ তিনি ঘণ্টা বুজায়। কোনো কোনো গ্ৰন্থত এক 'যম'ত তিনি মুহূৰ্ত থাকে বুলিহে কোৱা হৈছে। তাৰ মানে দিন-ৰাতিৰ ২৪ ঘণ্টাৰ দহ ভাগৰ এক অংশহে বুজায়। গুপ্ত যুগত পাশ্চাত্যৰ পৰা আৱাৰ্ (hour) শব্দ ভাৰতীয় সময় গণনাত সোমাইছিল। সেই শব্দৰ ভাৰতীয় নাম হৈছে 'হোৰা'। কিন্তু সেই 'হোৰা' শব্দ আৰু সময়ৰ জোখ জ্যোতিৰ্বিদ্যা সম্বন্ধীয় গণনাতহে ব্যৱহাৰ হয়। দৈনন্দিন জীৱনত তাৰ ব্যাপক ব্যৱহাৰ নাই।

দীৰ্ঘতৰ সময়ৰ জোখৰ বিষয়ে জানিবলৈ 'ওপৰঞ্চি-তিনি' দ্ৰষ্টব্য।

## ওপৰঞ্চি—ন

## মুদ্ৰা
## প্ৰাচীন কালৰ বিন্ধা থকা মুদ্ৰা

খ্ৰীঃ পূঃ ৬ষ্ঠ শতাব্দীৰ পৰাই কিছুমান বিন্ধাৰ বাহিৰে অন্য কোনো অক্ষৰ চিহ্ন বহন নকৰা মুদ্ৰা টাকশালত মৰা হৈছিল আৰু বহুতো দেশত সেইবোৰেই চলিছিল।

সেইবোৰৰ ভিতৰত প্ৰাচীনতম নমুনা পোৱা যায় ৰূপেৰে নিৰ্মিত বেঁকা সৰু একোচটা পাতৰ আকৃতিত। তাৰে বৃহত্তম ভাগক বোলা হৈছিল শতমান। তাৰ ওজন আছিল ১৮০ গ্ৰেইন (গ্ৰেইন হৈছে ক্ষুদ্ৰতম ব্ৰিটিছ্ ওজনৰ জোখ— এক ৰতি পৰিমাণ) শতমানৰ অৰ্ধেক, এক চতুৰ্থাংশ আৰু এক-চতুৰ্থাংশৰো অৰ্ধ পৰিমাণৰ ওজনৰ শতমান যে চলিছিল তাৰ প্ৰমাণ পোৱা গৈছে।

এনেদৰে বিদ্ধা থকা একে ধৰণৰ মূল ৰৌপ্যমুদ্ৰা আছিল 'কাৰ্ষাপণ' বা 'পণ'। তেনে এক পণৰ ওজন আছিল ৫৭.৮ গ্ৰেইন। মাষ বা মাষিক নামৰ মুদ্ৰাৰ ওজন আছিল ইয়াৰ যোল্ল ভাগৰ এভাগ অৰ্থাৎ ৩.৬ গ্ৰেইন। এই দুইবিধৰ উপৰি ডাঙৰ ৩০ আৰু ২০ মাষ ওজনৰ আৰু সৰু অৰ্ধ-মাষ ওজনৰ ৰূপৰ মুদ্ৰাবো প্ৰচলন আছিল।

কিন্তু বিদ্ধা থকা তাম্ৰ মুদ্ৰাৰ ওজনৰ হিছাপৰ ভিত্তি আছিল বেলেগ। তাম হ'লে এক তাম্ৰ 'মাষ'ৰ ওজন আছিল ৯ গ্ৰেইন আৰু কাৰ্ষাপণৰ ১৪৪ গ্ৰেইন। তামৰ মাষৰ সিকি ভাগ ওজনৰ মুদ্ৰাক বোলা হৈছিল কাকিণী (ওজন ২.২৫ গ্ৰেইন)। তাৰ উপৰি ২০, ৩০ আৰু ৪৫ মাষৰ ওজনৰ ডাঙৰ ডাঙৰ তামৰ মুদ্ৰাবো চলতি আছিল।

স্বৰ্ণমুদ্ৰা পোৱা গৈছিল মাত্ৰ এবিধ। গতিকে ধৰি ল'ব লাগিব যে, খ্ৰীষ্টাব্দ আৰম্ভ হোৱাৰ আগৰ যুগবোৰত স্বৰ্ণমুদ্ৰাৰ প্ৰচলন আছিল বিৰল।

## ইণ্ডো-গ্ৰীক মুদ্ৰা

প্ৰাচীন কালৰ গ্ৰীক ৰজাসকলে তেওঁলোকৰ টাকশালবিলাকত মৰা মোহৰবোৰৰ ওজনৰ মান আছিল এট্টিক অৰ্থাৎ প্ৰাচীন এথেনিয়ান নিৰিখত। ভিত্তি মুদ্ৰা আছিল ড্ৰেম। তাৰ ওজন আছিল ৬৭.২ গ্ৰেইন। তাৰ ছয় ভাগৰ এভাগ ওজনৰ ওবোল নামৰ মুদ্ৰাৰ ওজন আছিল ১২.২ গ্ৰেইন। এই ধৰণৰ ৰৌপ্যমুদ্ৰা হেমি-ওবোল অৰ্থাৎ এক ওবোলৰ আধা ওজনযুক্ত মুদ্ৰাৰ পৰা বৰ ডাঙৰ ডবল ডেকাড্ৰেম্ ওজনৰ মুদ্ৰালৈকে চলিছিল। এক ড্ৰেমৰ দহ গুণ ওজনৰ হ'লে ডেকাড্ৰেম্ হয়। গতিকে তাৰো দুগুণ ডবল্ ডেকাড্ৰেমৰ ওজন আছিল ১৩৪৪ গ্ৰেইন। এনে বৃহৎ মুদ্ৰা সাঁচত মৰাইছিল ৰজা এমিণ্টাছে। কিছুকালৰ আগতে তাক আফগানিস্তানত পোৱা গৈছে। দক্ষিণলৈ নিজৰ ৰাজ্য সম্প্ৰসাৰিত হোৱাৰ পিছত গ্ৰীকবিলাকে অৱশ্যে ১৫২ আৰু ৩৮ গ্ৰেইন আদি বহুত কম ওজনৰ ৰূপৰ মোহৰ মৰাবলৈ ধৰিছিল।

গ্ৰীক ৰজাসকলে অসংখ্য তাম্ৰ মুদ্ৰাৰ প্ৰচলন কৰিছিল। কিন্তু সেইবোৰৰ পৰিমাণবিজ্ঞান (metrology) সম্বন্ধে ভালকৈ জনা নেযায়। স্বৰ্ণ মুদ্ৰা নিশ্চয় দুষ্প্ৰাপ্য আছিল। বেক্ট্ৰিয়াৰ অন্যায় কৰি ৰাজ্য দখল কৰা ৰজা ইউক্ৰেটিদেছৰ দিনৰ এটা ডাঙৰ ২০ ষ্টেটাৰ ওজনৰ মুদ্ৰা আছে। অন্যান্য ৰজাৰ দিনবো দুটা-এটা তেনে ষ্টেটাৰ পোৱা গৈছে। ষ্টেটাৰ পুৰণি গ্ৰীক সোণৰ মোহৰ। সিও আছিল বিভিন্ন ওজনৰ।

শক আৰু পহ্লৱ ৰজাসকলৰ দিনৰ ৰূপৰ আৰু তামৰ মুদ্ৰাবোৰ পিছৰ যুগৰ ইণ্ডো-গ্ৰীক নিৰিখ মতে কম ওজনৰ আছিল।

## কুষাণ মুদ্ৰা

কুষাণ ৰজাসকলৰ দিনত সোণৰ আৰু তামৰ মোহৰ মৰোৱা হৈছিল। সোণৰ দীনাৰ বা সুৱৰ্ণ নামৰ এবিধ মুদ্ৰা চলিছিল। সেইবিলাকৰ আৰ্হি আছিল ৰোমান ডিনাৰিয়াছ। ওজন আছিল ১২৪ গ্ৰেইন। ডবল দীনাৰ আৰু সিকি মূল্যৰ দীনাৰো আছিল। তামৰ মুদ্ৰাবোৰ আছিল ডাঙৰ ডাঙৰ ২৬-ৰ পৰা ২৮ মাষ মূল্যৰ অৰ্থাৎ ২৪০-ৰ পৰা ২৬০ গ্ৰেইনলৈকে ওজনৰ।

## প্ৰাক-গুপ্ত আৰু গুপ্ত যুগৰ মুদ্ৰা

খ্ৰীষ্টীয় চন গণনা আৰম্ভ হোৱাৰ ঠিক আগৰ আৰু পিছৰ শতাব্দীবোৰত উত্তৰ ভাৰতৰ দেশীয় ৰজা, উপজাতি আৰু নগৰবিলাকত বিবিধ প্ৰকাৰৰ ৰূপৰ আৰু তামৰ মুদ্ৰাৰ প্ৰচলন আছিল। সেইবোৰৰ ওজন আৰু আকাৰ-প্ৰকাৰো আছিল বৰ বেলেগ বেলেগ ধৰণৰ। দাক্ষিণাত্যৰ সাতবাহন বংশৰ ৰজাসকলে সীহ আৰু পʼটিন নামৰ ৰূপতকৈ নিম্ন শ্ৰেণীৰ এক ধাতুৰ মুদ্ৰা মৰাইছিল। আনহাতে গুজৰাট, মালোৱা আৰু দাক্ষিণাত্যৰ পশ্চিমাঞ্চলত ৰাজত্ব কৰা শকসকলে এলানি সু-সমন্বিত মূল্যমানৰ ৰৌপ্য মুদ্ৰা প্ৰচলন কৰিছিল।

গুপ্তযুগৰ স্বৰ্ণমুদ্ৰাক বুলিছিল দীনাৰঃ। আৰম্ভণিতে সেই মুদ্ৰা আছিল কুষাণ দীনাৰ বা সুৱৰ্ণৰ সৈতে প্ৰায় একে ধৰণৰ। কিন্তু পঞ্চম শতাব্দীৰ মাজভাগৰ পৰা সেইবোৰ ওজন বৃদ্ধি কৰা হৈছিল ১৪৪ গ্ৰেইনলৈ। সেইটো কৰি আগৰ তামৰ কাৰ্ষাপনৰ খাচ ভাৰতীয় মূল্যমানৰ ওজনৰ দিনলৈ প্ৰত্যাবৰ্তন কৰা হৈছিল। গুপ্ত ৰৌপ্য মুদ্ৰাক বোলা হৈছিল 'ৰূপক'। সেইবোৰ উজ্জয়িনীৰ শক ৰজাসকলে চলোৱা ৰৌপ্য মুদ্ৰাৰ ওপৰত ভিত্তি কৰিয়েই মৰোৱা হৈছিল। প্ৰত্যেকটো আছিল ৩২-ৰ পৰা ৩৬ গ্ৰেইন ওজনৰ। গুপ্তযুগৰ তামৰ মুদ্ৰাবোৰৰ পৰিমাণবিজ্ঞান খেলিমেলি ধৰণৰ। কাৰণ গুপ্তযুগৰ ৩.৩ গ্ৰেইন ওজনৰ পৰা ১০১ গ্ৰেইনৰ ওজন বিশিষ্ট তামৰ মুদ্ৰাও পোৱা গৈছে।

## মধ্যযুগৰ মুদ্ৰা

'সুৱৰ্ণ', 'টঙ্কা' আদি স্বৰ্ণমুদ্ৰা টাকশালত মৰাইছিল অতি কম সংখ্যক ৰাজবংশইহে। এইবোৰৰ ওজন আছিল গ্ৰীক ড্ৰেমৰ সমানেই—৬৭ গ্ৰেইন। ৰূপৰ মুদ্ৰাও আছিল।

সেইবোৰক বোলা হৈছিল 'দ্ৰাম্মা', 'টঙ্কা' আদি। সেইবোৰৰে স্বৰ্ণমুদ্ৰাৰ সমানেই ওজন আছিল। এক দ্ৰাম্মাৰ তিনি-চতুৰ্থাংশ, অৰ্ধ আৰু এক-চতুৰ্থাংশ মূল্যযুক্ত ৰৌপ্যমুদ্ৰাৰো প্ৰচলন আছিল। বেলেগ বেলেগ মূল্যমানযুক্ত অলেখ প্ৰকাৰ তাম্ৰমুদ্ৰা ৰজাসকলে প্ৰচলন কৰিছিল। দাক্ষিণাত্য উপদ্বীপত মধ্যযুগৰ ৰাজবংশবোৰেও বহুত ভিন্ন ভিন্ন ধৰণৰ মুদ্ৰা চলাইছিল সেই আটাইবোৰৰে পৰিমাণবিজ্ঞান সম্বন্ধে সম্পূৰ্ণভাৱে অধ্যয়ন এতিয়াও কৰা হোৱা নাই।

ভাৰতীয় মুদ্ৰা সম্বন্ধে এইখিনি পাঠ যুগুত কৰোতে বাৰানসী হিন্দু বিশ্ববিদ্যালয়ৰ ইণ্ডোল'জি বিভাগৰ ৰীডাৰ ড° এ. কে. নাৰায়ণে যোগান ধৰা সমলৰ বাবে লেখক কৃতজ্ঞ।

## ওপৰঞ্চি—দহ

# বৰ্ণমালা আৰু তাৰ উচ্চাৰণ

প্ৰাচীন ভাৰতৰ স্বৰবিজ্ঞানীসকলে যুগুত কৰা আৰু পিছলৈ উৰ্দুৰ বাহিৰে ভাৰতৰ আন সকলো প্ৰধান ভাষাতে গ্ৰহণ কৰা বৰ্ণমালাখন তলত দিয়া হ'ল ঃ—

### ১। স্বৰবৰ্ণ

**(ক) সৰল**

| | হ্ৰস্ব | দীৰ্ঘ |
|---|---|---|
| কণ্ঠ্য | (১) অ' | (২) আ |
| তালব্য | (৩) ই | (৪) ঈ |
| ওষ্ঠ্য | (৫) উ | (৬) ঊ |
| মূৰ্দ্ধন্য | (৭) ঋ | (৮) ৠ |
| দন্ত্য | (৯) ঌ | (১০) ৡ * |
| **(খ) যুক্তস্বৰ** | তালব্য | (১১) এ |
| | | (১২) ঐ |
| | ওষ্ঠ্য | (১৩) ও |
| | | (১৪) ঔ |

* এই স্বৰবৰ্ণ সম্পূৰ্ণ পণ্ডিতসকলৰ সৃষ্টি মাথোন। কেতিয়াও ব্যৱহাৰ কৰা নহয়। হ্ৰস্ব ঌ স্বৰ একমাত্ৰ 'কঌপ' ধাতুমূল আৰু তাৰপৰা উৎপত্তি হোৱা শব্দবোৰত থাকে।

## ২। ব্যঞ্জন বৰ্ণ

| (ক) বিসৰ্গ | (খ) অনুস্বাৰ |
|---|---|
| (১৫) ঃ | (১৬) ং |

(গ) অস্ফুট ব্যঞ্জন

| | অঘোষ | অঘোষ মহাপ্ৰাণ | সঘোষ | সঘোষ মহাপ্ৰাণ | অনুনাসিক |
|---|---|---|---|---|---|
| কণ্ঠ্য | (১৭) ক | (১৮) খ | (১৯) গ | (২০) ঘ | (২১) ঙ |
| তালব্য | (২২) চ | (২৩) ছ | (২৪) জ | (২৫) ঝ | (২৬) ঞ |
| মূৰ্দ্ধন্য | (২৭) ট | (২৮) ঠ | (২৯) ড | (৩০) ঢ | (৩১) ণ |
| দন্ত্য | (৩২) ত | (৩৩) থ | (৩৪) দ | (৩৫) ধ | (৩৬) ন |
| ওষ্ঠ্য | (৩৭) প | (৩৮) ফ | (৩৯) ব | (৪০) ভ | (৪১) ম |

(ঘ) অৰ্দ্ধস্বৰবৰ্ণ

| | |
|---|---|
| তালব্য | (৪২) য় |
| মূৰ্দ্ধন্য | (৪৩) ৰ |
| দন্ত্য | (৪৪) ল |
| ওষ্ঠ্য | (৪৫) ব |

(ঙ) হিছ্ ধ্বনিযুক্ত

| | |
|---|---|
| তালব্য | (৪৬) শ |
| মূৰ্দ্ধন্য | (৪৭) ষ |
| দন্ত্য | (৪৮) স |

(চ) হ-ধ্বনি যুক্ত (৪৯) হ

এইবিলাক বৰ্ণৰ লগত দ্ৰাবিড় ভাষাবিলাক আৰু সিংহলী ভাষাই যোগ দিলে দুটা হ্ৰস্ব স্বৰবৰ্ণ—তাৰে এটাৰ উচ্চাৰণ 'ঌ' আৰু 'এ'ৰ মাজৰ আৰু আনটোৰ উচ্চাৰণ 'এ' আৰু 'ও' ৰ মাজৰ। সিংহলী ভাষাত আৰু দুটা স্বৰবৰ্ণ আছে 'আ' আৰু 'ই' ৰ মাজৰ 'অঁ' আৰু 'আঁ' উচ্চাৰণযুক্ত। তামিল ভাষাত 'ল' উচ্চাৰণযুক্ত (সংস্কৃত 'ঌ' নহয়) দুটা ওপৰঘিঁহ ব্যঞ্জন বৰ্ণ আছে। 'ৰ্' আৰু 'ন্' আখৰ দুটা বৰ্ণমালাৰ পিছত থাকে কাৰণ এই ব্যঞ্জন চিহ্নযুক্ত অক্ষৰ শব্দৰ মূৰত থাকিব নোৱাৰে। তামিল বৰ্ণমালাত হ-ধ্বনিযুক্ত আখৰ আৰু বহুতো আখৰ নাই। অঘোষ আখৰবোৰেও সঘোষ আখৰৰ উচ্চাৰণ প্ৰকাশ কৰে। এই কিতাপত তামিল শব্দবোৰ লিপ্যান্তৰ কৰাৰ যি পদ্ধতি অৱলম্বন কৰা হৈছে সেই পদ্ধতিৰে উপৰিউক্ত ধ্বনিগত বিশেষত্ববোৰ দেখুৱাব নোৱাৰি।

এইটো লক্ষ্যণীয় যে, এই বৰ্ণমালা প্ৰণালীবদ্ধ আৰু বৈজ্ঞানিক। ইয়াৰ আখৰবোৰ প্ৰথমে স্বৰবৰ্ণ আৰু ব্যঞ্জনবৰ্ণ দুই শ্ৰেণীত বিভাজিত কৰা হৈছে। তাৰ পিছত প্ৰতি ভাগৰে আখৰবোৰ উচ্চাৰণৰ প্ৰকাৰ অনুযায়ী সজোৱা হৈছে। কণ্ঠ্য বৰ্ণ উচ্চাৰিত হয় জিহ্বামূলত কণ্ঠনলী সংকুচিত কৰি। তালব্য বৰ্ণ উচ্চাৰণ কৰোতে জিভাই তালুত স্পৰ্শ কৰে। মূৰ্দ্ধন্য বৰ্ণ উচ্চাৰণ কৰোতে জিভাৰ আগ ঘূৰাই নি তালুৰ মুধত লগাবলগীয়া হয়। দন্ত্যবৰ্ণ উচ্চাৰণ কৰোতে জিভাই ওপৰ পাৰি দাঁত চুই যায় আৰু ওষ্ঠ্যবৰ্ণ উচ্চাৰণ কৰোতে দুই ওঁঠ লগ লাগে।

স্বৰবৰ্ণৰ ভিতৰত আ, ই, ঈ, উ, ঊ, এ, ঐ, ও আৰু ঔ বৰ্ণবোৰ মোটামুটি জাৰ্মান বা ইটালিয়ান ভাষাৰ তেনে আখৰবোৰৰ দৰেই উচ্চাৰিত হয়। 'এ' আৰু 'ও' আখৰ দুটাৰ উচ্চাৰণ বৰ নিকট জাৰ্মান beten আৰু boten শব্দত থকাৰ দৰে। কিন্তু 'অ' স্বৰবৰ্ণৰ উচ্চাৰণ ইংৰাজী 'shut' শব্দৰ 'অ'ৰ দৰে নিৰুত্তেজ। অতি প্ৰাচীন কালত ঋ আৰু স্বকাত 'ঌ'—এই দুই আখৰ উচ্চাৰণ কৰা হৈছিল প্ৰায় যথাক্ৰমে আমেৰিকানসকলে water আৰু bottle শব্দ দুটাৰ দ্বিতীয় শব্দাংশ দুটা উচ্চাৰণ কৰাৰ দৰে। কিন্তু খ্ৰীষ্টাব্দ গণনা আৰম্ভ হোৱাৰ আগৰে পৰা সেই দুইটাৰ উচ্চাৰণ হ'লগৈ যথাক্ৰমে ঋ আৰু 'লি্ৰ' বুলি। সিংহলী ä আৰু ä̈ আখৰ দুটাৰ উচ্চাৰণ যথাক্ৰমে ইংলিছ প্ৰায় ইংলিছ hat আৰু hair শব্দ দুটাৰ স্বৰবৰ্ণ উচ্চাৰিত হোৱাৰ দৰে। পৰম্পৰাগত স্বৰবিজ্ঞান অনুসৰি 'এ' আৰু 'ও' দুই আখৰক যুক্তাক্ষৰ (diphthongs) বোলা হয়। সংস্কৃতত দুইটাৰে উচ্চাৰণ সদায় দীৰ্ঘ।

ব্যঞ্জন বৰ্ণৰ প্ৰথম দুটাৰ ভিতৰত বিসৰ্গ 'ঃ' সদায় বহে কোনো শব্দ বা শব্দাংশৰ শেষত। ই হৈছে মূল 'স' বা 'ৰ' আখৰৰ পৰিবৰ্তে ব্যৱহৃত দীৰ্ঘ শ্বাসযুক্ত হ-ধ্বনি। ইয়াত স্পষ্টভাৱে শ্বাসত্যাগ হয়—সাধাৰণতে তাৰ আগৰ স্বৰবৰ্ণটোৰ অস্পষ্ট ধ্বনি তাৰ লগতে অনুৰণিত হয়। দ্বিতীয় ব্যঞ্জনবৰ্ণ অনুস্বৰ 'ং'—যিটো ভাৰতীয় ভাষাবিলাকৰ বহুততে এটা ফুট ৰূপে লিখিত হয়—আংশিকভাৱে এক সাধাৰণ সংক্ষেপ চিহ্ন মাথোন। এটা অস্ফুট ব্যঞ্জনৰ আগৰ এটা অনুনাসিক ধ্বনি। যেনে 'সংধি' শব্দ উচ্চাৰিত হয় 'সন্ধি' বুলি, 'অংগ' উচাৰিত হয় 'অঙ্গ' বুলি। অৰ্দ্ধ-স্বৰবৰ্ণ, হিছ্ ধ্বনিযুক্ত আৰু হ-ধ্বনিযুক্ত আগত ব্যৱহৃত হ'লে ই তাৰ আগৰ স্বৰবৰ্ণক অনুনাসিক ধ্বনিযুক্ত কৰি তোলে ফৰাচী অথবা পৰ্টুগীজ ভাষাত কৰাৰ দৰে। যেনে 'অংশু' শব্দৰ উচ্চাৰণ প্ৰায় ফৰাচী un chou ৰ উচ্চাৰণৰ দৰেই হয়। আধুনিক কালৰ বহুতো লোকে অনুস্বাৰ আখৰটোৰ উচ্চাৰণ কৰে ইংলিছ 'sang' শব্দৰ 'ng'ৰ দৰে।

মহাপ্ৰাণ আৰু অল্পপ্ৰাণ ব্যঞ্জনবৰ্ণৰ পাৰ্থক্য ইউৰোপীয় লোকৰ কাণত সহজে ধৰা নপৰে—কিন্তু ভাৰতীয় লোকৰ বাবে সি সুস্পষ্ট। 'ক' আখৰ উচ্চাৰণ কৰোতে শ্বাসত্যাগৰ

উমানেই পোৱা নেযায় আৰু kh (ভাৰতীয় লিপিবোৰত 'খ' বুলি বেলেগ আখৰেৰে লিখা হয়) উচ্চাৰণ কৰোতে কিন্তু শ্বাসত্যাগ ভালকৈয়ে অনুভূত হয়—ইংলিছ come শব্দ সাধাৰণতে উচ্চাৰণত 'c' আখৰ উচ্চাৰণ কৰোতে হোৱাৰ দৰে শ্বাসত্যাগ হয়। সেই কাৰণে পাঠকসকলে 'থ' আৰু 'ফ' আখৰ দুটা উচ্চাৰণ কৰোতে ইংলিছ thing আৰু phial শব্দ দুটাত থকাৰ দৰে th আৰু ph উচ্চাৰণ কৰাৰ লোভ সামৰিব লাগিব। কাৰণ সেই দুটা আখৰ উচ্চাৰণ ইংলিছ pothook আৰু shephard শব্দৰ লগতহে প্ৰায় মিলে। প্ৰথম 'চ' আখৰৰ উচ্চাৰণ ইংলিছ church শব্দৰ দ্বিতীয় শব্দাংশৰ 'চ'ৰ লগতহে প্ৰায় মিলে আৰু দ্বিতীয় 'ছ' আখৰৰ বেছি শ্বাসত্যাগযুক্ত উচ্চাৰণ একেটা ইংলিছ শব্দৰ প্ৰথম শব্দাংশৰ উচ্চাৰণ সদৃশ। বৰ্গীয় 'জ' আখৰৰ উচ্চাৰণ ইংৰাজীত 'J' আখৰৰ উচ্চাৰণৰ দৰে, জাৰ্মান বা ফৰাচী ভাষাৰ দৰে নহয়। মূৰ্দ্ধন্য বা তালু সম্বন্ধীয় আৰু দন্ত্যবৰ্ণৰ ব্যঞ্জনৰ উচ্চাৰণৰ মাজত পৰিষ্কাৰ এক পাৰ্থক্য থাকেই যদিও এই পাৰ্থক্য অনভ্যস্ত ইংৰাজ লোকৰ কাণত সহজে ধৰা নপৰে। ইংলিছ ভাষাৰ 't' আৰু 'd' ৰ উচ্চাৰণ বৰং ভাৰতীয় মূৰ্দ্ধন্য ট আৰু ঠ-ৰহে বেছি ওচৰ, ভাৰতীয় দন্ত্য ত আৰু থ-ৰ ওচৰ নহয়। দন্ত্য 'ত' আৰু 'থ'-ৰ উচ্চাৰণ ইটালিয়ান ভাষাৰ সদৃশ ধ্বনিযুক্ত আখৰৰ উচ্চাৰণৰ লগতহে মিলে।

আধুনিক ভাৰতীয়সকলে সাধাৰণতে আজিকালি 'শ' আৰু 'ষ' আখৰ দুটা উচ্চাৰণ কৰোতে কোনো পাৰ্থক্য নেৰাখে। প্ৰাচীন লিপিবোৰ চালেও বুজিব পাৰি যে দুইটা আখৰ ধ্বনিগতভাৱে বহু অতীতৰ পৰাই ওপৰা-উপৰি হৈছিল। দুইটা আখৰৰ উচ্চাৰণেই ইংলিছ shut শব্দৰ sh-অৰ দৰে। কিন্তু মূলতে 'ষ' আখৰৰ উচ্চাৰণ হৈছিল অন্য মূৰ্দ্ধন্য ব্যঞ্জনবৰ্ণৰ উচ্চাৰণৰ দৰেই—জিভাৰ আগেৰে মুখৰ তালুৰ একেবাৰে শীৰ্ষভাগ স্পৰ্শ কৰি।

তামিল ভাষাৰ বিশেষ অক্ষৰবোৰৰ ভিতৰত 'ঌ' (লি) আখৰ 'ল'ৰ দৰে উচ্চাৰণ হৈছিল জিভাখন যিমান দূৰ পাৰি ভিতৰলৈ ঘোৰ খুৱাই। আধুনিক কালৰ বহুতো তামিলে এই আখৰ এতিয়া উচ্চাৰণ কৰে বৰং ইংলিছ measure শব্দৰ 'S' আখৰৰ দৰে বা ফ্ৰেঞ্চ 'J' আখৰৰ উচ্চাৰণৰ দৰে তাকে যেনিবা বৰ খহটাকৈ কৰে। ব্যঞ্জনবৰ্ণীয় 'ঌ' এটা পোৱা গৈছিল বৈদিক ভাষা আৰু কিছুমান প্ৰাকৃত লিপিত। তাৰ উচ্চাৰণ কৰা হৈছিল জিভাৰে তালু স্পৰ্শ কৰি বাহিৰলৈ এৰি দি। শব্দাংশৰ পাছত ঋ থাকিলে প্ৰায়ে 'ত' হিছাপে উচ্চাৰিত হয়। দুটা স্বৰবৰ্ণৰ মাজত থাকিলে, ই হয় dr তাকে ডবল কৰিলে হয় tr আৰু n̲r̲-অক সাধাৰণতে উচ্চাৰণ কৰা হয় ndr বুলি। অতীতত কিবা উচ্চাৰণ কৰোতে পাৰ্থক্য আছিল যদিও বৰ্তমানে তামিল মূৰ্দ্ধন্য 'ণ'ৰ উচ্চাৰণ দন্ত্য 'ন'-ৰ উচ্চাৰণৰ সৈতে অবিকল একে ধৰণৰ।

আমি দেখিলো যে বৈদিক সংস্কৃতত, গ্ৰীক ভাষাৰ দৰে আছিল এক সুৰাত্মক স্বৰাঘাত। কিন্তু আকৌ সেই গ্ৰীক ভাষাত হোৱাৰ দৰেই, এই বিশেষত্ব সাধাৰণ সংস্কৃত কথোপকথনৰ পৰা অন্তৰ্হিত হৈছিল বহু অতীত কালতেই। তাৰ স্থান লৈছিল, বেছিভাগ ইউৰোপীয়ান ভাষাত থকাৰ দৰে শ্বাসাঘাতে (বা বলাঘাতে)। এই শ্বাসাঘাত দৃষ্ট হয় ছন্দ প্ৰকৰণত ব্যৱহৃত শব্দৰ একেবাৰে শেহৰ দীৰ্ঘ শব্দাংশত। (অৰ্থাৎ যিটো শব্দাংশত এটা দীৰ্ঘ বা হ্ৰস্ব স্বৰবৰ্ণৰ পিছত দুটা ব্যঞ্জনবৰ্ণ থাকে। কিন্তু একেবাৰে বাক্যৰ শেষতম শব্দাংশটো নহয়। কাৰণ তাত কোনো শ্বাসাঘাত আৰোপিত নহয়। মুঠতে দীৰ্ঘ শব্দাংশ নেথাকিলে সদায় শ্বাসাঘাত (বা বলাঘাত = stress) আৰোপিত হয় প্ৰথম শব্দাংশত যেনে— সভা, হিমলয়, শকুন্তলা, অৱয়ব। ইয়াত স্বৰাঘাত চিহ্ন ইংৰাজী মতে দিয়া হোৱা নাই।

## ওপৰঞ্চি—এঘাৰ

## ছন্দ প্ৰকৰণ

ক্লাছিকেল ইউৰোপীয কবিতাৰ দৰেই ভাৰতীয় কবিতাৰ ছন্দও আখৰৰ সংখ্যাৰ ওপৰত নিৰ্ভৰশীল। ভাৰতীয় কবিতাত ছন্দৰ ভিত্তি হৈছে দীৰ্ঘ আৰু হ্ৰস্ব শব্দাংশবোৰ একোটা পংক্তিত সজোৱাৰ ধৰণ। ইংৰাজী কবিতাৰ দৰে সি শ্বাসাঘাতৰ ওপৰত নিৰ্ভৰ নকৰে। ক্লাছিকেল ইউৰোপীয় ভাষাবোৰত কৰাৰ দৰেই এটা শব্দাংশক দীৰ্ঘ বোলা হয় যদিহে সেই শব্দাংশত এটা দীৰ্ঘ স্বৰবৰ্ণ থাকে (আ, ঈ, ঊ, ঋ, এ, ও, ঐ আৰু ঔ) অথবা যদি সেই শব্দাংশত এটা হ্ৰস্ব স্বৰ বৰ্ণৰ পিছতে দুটা ব্যঞ্জন বৰ্ণ থাকে। সকলো কালতে প্ৰিয় স্তৱক হৈছে চাৰি পাদযুক্ত। চাৰি পাদ সাধাৰণতে সমান সমান হয়। একোটা পাদৰ দৈৰ্ঘ্য নিৰ্ভৰ কৰে তাত থকা শব্দাংশৰ সংখ্যা অনুযায়ী। তেনে শব্দাংশ এক পাদত আঠৰ পৰা বিছটালৈকে থাকিব পাৰে। দ্বিতীয় আৰু তৃতীয় পাদৰ মাজত এটা পূৰ্ণ পদযতি থাকে। ধ্ৰুপদী কবিতাৰ ছন্দৰীতিৰ আৰ্হি ধৰাবন্ধা ধৰণৰ আৰু সেইবোৰ পদ বা চৰণত বিভক্ত নহয়। মাত্ৰ প্ৰত্যেক শাৰী এটা বা দুটা পদযতিৰে খণ্ডিত। বেদৰ ছন্দ গাঁথনিত আৰু মহাকাব্যৰ শ্লোক ছন্দত অৱশ্যে অনেক বৈচিত্ৰ্য দেখা যায়।

যদিও সৰহভাগ বৈদিক স্তোত্ৰই চতুষ্পাদযুক্ত স্তৱকৰ ৰূপত ৰচিত, তাৰ ভিতৰতে কিছুমান কিন্তু তিনি বা পাঁচ পাদযুক্ত। তাৰে আগৰ বিধৰ ভিতৰত পৰে গায়ত্ৰী মন্ত্ৰ (এই গ্ৰন্থৰ পঞ্চম অধ্যায়ত গায়ত্ৰী মন্ত্ৰ উদ্ধৃত কৰা হৈছে)। ইয়াত আছে তিনি পাদ। প্ৰত্যেক পাদত আঠটাকৈ শব্দাংশ আছে। তাৰে প্ৰত্যেক পাদৰ চাৰিটা শব্দাংশ মুক্ত। পিছৰ চাৰিটা স্বৰসংক্ৰম হ'ব ◡ – ◡◡

সাধাৰণতে ত্ৰিষ্টুভ ছন্দযুক্ত বৈদিক স্তৱকেই বেছি। এনে ছন্দযুক্ত স্তৱকত থকা চাৰিটা চৰণৰ প্ৰত্যেকটোতে এঘাৰটাকৈ শব্দাংশ থাকে। প্ৰত্যেক পদ বা চৰণতে চতুৰ্থ বা পঞ্চম শব্দাংশৰ পিছত একোটা পদযতি থাকে আৰু ছন্দ গাঁথনি সৰ্বত্ৰ আয়েম্বিক অৰ্থাৎ দুইপদী হ্ৰস্ব দীৰ্ঘ। প্ৰত্যেক পদৰে শেহৰ চাৰিটা শব্দাংশৰ স্বৰসংক্ৰম হ'ব – ∪ – ⊻ উদাহৰণ স্বৰূপে ঃ

ইন্দ্ৰস্য নু বীৰিয়ানি প্ৰবোচম
যাঁনি চকাৰ প্ৰথমানি বজ্ৰী
আহন্ন আহিম অনু অপঃ ততৰ্দ
প্ৰভক্ষণা অভিনত পৰ্বতানাম্" (ঋকবেদ ১।৩২)

এইটোৰ অনুৰূপ কিন্তু প্ৰতি চৰণত আৰু এটাকৈ শব্দাংশ সহ দ্বাদশ শব্দাংশযুক্ত জগতী ছন্দ হৈছে। তাৰ স্বৰসংক্ৰম হৈছে — ∪ – ◡ ⊻

ঋকবেদৰ পিছৰ স্তোত্ৰবিলাকত প্ৰতি চৰণত আঠটা শব্দাংশৰে চাৰি পদযুক্ত অনুষ্টুভ ছন্দ জনপ্ৰিয় হৈছিল। এই ছন্দ প্ৰায় গায়ত্ৰী ছন্দৰ নিচিনাই, মাত্ৰ তিনিৰ ঠাইত চাৰি চৰণ থাকে। কিন্তু একেবাৰে শেহৰ স্বৰসংক্ৰমত ভালেখিনি প্ৰভেদ দেখা যায়। উদাহৰণ স্বৰূপেঃ

"সহস্ৰশীৰ্বা পুৰুষঃ
সহস্ৰাক্ষঃ সহস্ৰপাত্।
স ভূমিং বিশ্বতো বৃত্বা
অত্যতিষ্ঠদ্ দশাঙ্গুলম॥" ( ঋকবেদ ১০।৯০।১)

বেদৰ এই অনুষ্টুভ ছন্দৰ পৰাই পৰবৰ্তী কালৰ প্ৰধান মহাকাব্যিক ছন্দ 'শ্লোক'ৰ সৃষ্টি হৈছিল। শ্লোকত আঠ শব্দাংশৰ চাৰি শাৰী থাকে। তাৰে প্ৰথম আৰু তৃতীয় শাৰী ∪ – – ⊻ স্বৰসংক্ৰমেৰে শেষ হয় আৰু দ্বিতীয় আৰু চতুৰ্থ শাৰী শেষ হয় ∪ – ◡ ⊻ সুৰসংক্ৰমেৰে। তাতো বিশেষ ধৰণৰ কিছু প্ৰভেদ থাকিব পাৰে। উদাহৰণ স্বৰূপে দময়ন্তীৰ স্বয়ম্বৰ বৰ্ণনাৰ প্ৰথম শ্লোকটো তলত উদ্ধৃত কৰা হ'ল ঃ

"অথ কালে শুভে প্ৰাপ্তে
তিথৌ পুণ্যে ক্ষণে তথা।
আজুহাৱ মহীপালান
ভীমো ৰাজা স্বয়ংম্বৰে॥"

এই শ্লোকছন্দ সকলো ধৰণৰ কবিতা ৰচনাৰ বাবেই ব্যাপকভাৱে ব্যৱহৃত হৈছিল— বিশেষকৈ, উপদেশধৰ্মী আৰু বৰ্ণনামূলক কবিতাত। ৰাজসভাৰ সভাকবিসকলে আৰু দীঘল দীঘল ছন্দহে ভাল পাইছিল। সেইবোৰত শব্দাংশৰ সংখ্যাও কঠোৰভাৱে নিৰ্দিষ্ট।

ছন্দৰ আৰ্হিও জটিল নয় বা তালযুক্ত। কিছুমান নিয়মিত পদযদি থাকে। কাব্যগ্ৰন্থবোৰত এনে ধৰণৰ এশৰো ওপৰ ছন্দ দেখা যায়। তাৰে কিছুমানৰ নামবোৰো উদ্ভট। কিন্তু সেইবোৰৰ ভিতৰত বিছ্ বা ত্ৰিছটা ছন্দহে জনপ্ৰিয় আছিল। তাৰ ভিতৰতে সাধাৰণতে পোৱা কিছুমান আমি তলত দিছোঁ।

ইন্দ্ৰবজ্ৰ ছন্দ ঃ ৪ × ১১ ঃ – – ◡ – – ◡ ◡ – ◡ – ◡̱

"ভাগীৰথী-নিৰ্ঝৰ-সীকৰাণাম্
বোঢা মুহুঃ কম্পিত-দেৱদাৰুঃ।
যদ বায়ুৰ অন্বিষ্টমৃগৈঃ কিৰাতৈৰ্
অসেব্যতে ভিন্ন-শিখণ্ডী বৰ্হঃ।।" (কুমাৰসম্ভৱ ১।১৫)

উপেন্দ্ৰবজ্ৰ ছন্দ ( দ্বিতীয় শ্ৰেণীৰ ইন্দ্ৰবজ্ৰ)—এই ছন্দ উপৰিউক্ত ছন্দৰে ভিন্নৰূপ মাত্ৰ। ইয়াৰ প্ৰথম শব্দাংশ হ্ৰস্ব।

৪ × ১১ ঃ ◡ – ◡ – – ◡ ◡ – ◡ – ◡̱

ইন্দ্ৰবজ্ৰ আৰু উপেন্দ্ৰবজ্ৰ ছন্দৰ চৰণবোৰ যুক্ত কৰি কেতিয়াবা মিশ্ৰিত স্তৱক ৰচনা কৰা হয়। এনে বিচিত্ৰ ছন্দযুক্ত স্তৱকবোৰক উপজাতি বোলা হৈছিল।

বংশস্থ ঃ ৪ × ১২ ঃ ◡ – ◡ – – ◡ ◡ – ◡ – ◡ ◡̱

ইন্দ্ৰবংশ ঃ ই বংশস্থৰ দৰেই কিন্তু প্ৰথম শব্দাংশ দীৰ্ঘ।

৪ × ১২ ঃ – – ◡ – – ◡ ◡ – ◡̱ – ◡ ◡̱

বংশস্থ আৰু ইন্দ্ৰবংশ ছন্দ দুয়োটাকে একত্ৰিত কৰি এক উপজাতি ছন্দ উদ্ভাৱন কৰা হৈছিল। এই গ্ৰন্থৰ 'ভাষা আৰু সাহিত্য' শীৰ্ষক নৱম অধ্যায়ত উদ্ধৃত কালিদাসৰ কবিতাবোৰ সেই ছন্দত গঁথা। যেনে —

"নিৰ্ঘাতঘোষো গিৰিশৃঙ্গশাতনো
ঘনো অম্বৰাশাকুহৰোদৰংভৰিঃ।
বভূব ভূভ্ৰা শ্ৰুতিভিত্তিভেদনঃ
প্ৰকোপিকালাৰ্জিতগৰ্জিতৰ্জনঃ।।" ইত্যাদি।

বসন্ততিলকা ঃ (বসন্তৰ অলঙ্কাৰ)

স্বৰসংক্ৰম ঃ ৪ × ১৪ ঃ – – ◡ – ◡ ◡ ◡ – ◡ ◡ – ◡ – ◡̱

উদাহৰণ ঃ "অদ্যাপি তাম প্ৰণয়িনীং মৃগশাৱকাক্ষীং
পীযুৱ-বৰ্ণ-কুচ-কুম্ভ-যুগং বহন্তীং।
পশ্যাম্যহং যদি পুনৰ দিৱসাৱসানে
স্বৰ্গাপৱৰগ-ৱৰ-ৰাজ্য-সুখং ত্যজামি।।"

(বিলহন বিৰচিত *চৌৰপঞ্চাশিকা* - ৪৫)

**মালিনী ছন্দ ঃ (মালা পিন্ধা এজনী ছোৱালী)**

**স্বৰসংক্ৰম ঃ ৪ × ১৫ ঃ ৺ ৺ ∪ ∪ ∪ ∪ – – / – ∪ – – ∪ – ∪̲**

**উদাহৰণ ঃ—**

"কিম ইহ বহুভিৰ উক্তৈৰ্ যুক্তি-শূন্যঃ প্ৰলাপৈঃ
দ্বয়ম্ অপি পুৰুষাণাং সৰ্বদা সেৱনীয়ম।
অভিনৱ-মদ-লীলা-লালসং সুন্দৰীণাং
স্তন-ভৰ-পৰিখিন্নং যৌৱনং ৱা বনং বা।।

(ভৰ্তৃহৰি-কৃত 'শৃঙ্গাৰশতক'-৫৩)

**পৃথ্বী ছন্দ ঃ ( পৃথিবী)**

**স্বৰসংক্ৰম ঃ ৪ × ১৭ ঃ ∪ – ∪ ∪ ∪ – ∪ – ∪ ∪ ∪ – ∪ – – ∪ ∪̲**

উদাহৰণ ঃ "লভেত্ সিকতাসু তৈলং অপি যত্নতঃ পীড়য়ন
পিবেচ চ মৃগতৃষ্ণিকাসু সলিলং পিপাসাৰ্দিতঃ।
কদাচিদ্ অপি পৰ্যটন শশ-বিষাণং আসাদয়েন
ন তু প্ৰতিনিবিষ্ট-মূৰ্খ-জন-চিত্তম্ আৰাধয়েৎ॥"

(ভৰ্তৃহৰি-কৃত 'নীতিশতক'-৫)

**মন্দাক্ৰান্তা ছন্দ ঃ (মন্থৰ গতিত খোজ কঢ়া)**

**স্বৰসংক্ৰম ঃ ৪ × ১৭ ঃ – – – – /৺ ৺ ∪ ∪ ∪ –/ – ∪ – – ∪ – ∪̲**

**উদাহৰণ ঃ**

"স্থিত্বা তস্মিন ৱনচৰ-ৱধূ-ভুক্ত কুঞ্জে মুহূৰ্ত্তং।
তোয়োৎসৰ্গ-দ্ৰুততৰ-গতিঃ তৎপৰং ৱৰ্ত্ম তীৰ্ণঃ॥
ৰেৱাম দ্ৰক্ষয়সি উপল-বিষমে ৱিন্ধ্য পাদে ৱিশীৰ্ণাম।
ভক্তি-চ্ছেদৈৰ্ ইৱ বিৰচিতং ভূতিম্ অঙ্গে গয়স্য॥" (মেঘদূত)

**শিখৰিণী ছন্দ ঃ [শ্ৰেষ্ঠা আৰ্যা (ভদ্ৰ মহিলা)]**

**স্বৰসংক্ৰম ঃ ৪ × ১৭ ঃ ৺ – – – – – / ৺ ৺ ∪ ৺ ৺ – – ৺ ∪ ৺ ∪̲**

**উদাহৰণ ঃ**

"যদ আসীদ্ অজ্ঞানং স্মৰ-তিমিৰ-সংস্কাৰ-জনিতং।
তদা দৃষ্টং নাৰী-ময়ম ইদম্ অশেষং জগদ্ অপি॥
ইদানীম্ অস্মাকম্ পটুতৰ বিৱেকাঞ্জন জুষং।
সমীভূতা দৃষ্টিঃ ত্ৰিভুৱনমপি ব্ৰহ্ম মনুতে॥"

(ভৰ্তৃহৰি-কৃত 'বৈৰাগ্যশতক' ৮২)

হৰিণী ছন্দ ঃ (মৃগী)

স্বৰসংক্ৰম ঃ ৪ × ১৭ ঃ ∪ ∪ ∪ ∪ ∪ –/ – – – – /
∪ – ∪ ∪ – ∪ ∪̲

উদাহৰণ ঃ

"অপৰ জলধৰ লক্ষ্মীং যস্মিন পুৰীং পুৰভিত-প্ৰভে
মদ-গজ-ঘটাকাৰৈৰ্ নাৱাং শতৈঃ অৱমৃদনতি
জলদ-পটলানীকাকীৰ্ণং নৱোৎপল-মেচকং
জলনিধিৰিৱ ব্যোম ব্যোম্ন ঃ সম অভৱদ অম্বুধিঃ॥"

(এই চৰণকেইটা চালুক্যৰাজ দ্বিতীয় পুলকেশীৰ উদ্দেশ্যে ৰচিত প্ৰশস্তিমূলক ৰচনা। লোৱা হৈছে হায়দৰাবাদৰ ওচৰৰ আইহল নামে ঠাইৰ এখন শিলালিপিৰ পৰা। ইয়াৰ ৰচয়িতা ৰবিকীৰ্তি। ৰচনা কাল ৬৩৪ খ্ৰীঃ।)

শাৰ্দুল বিক্ৰীড়িত ছন্দ ঃ (বাঘৰ খেলা)

স্বৰসংক্ৰম ঃ ৪ × ১৯ ঃ – – –∪ ∪ – ∪ – ∪ ∪ ∪ – /
– –∪ – –∪ ∪̲

উদাহৰণ ঃ

"কেশঃ সংযমিনঃ শ্ৰুতেৰপি পৰং পাৰঙ্গতে লোচনে
চান্তৰকত্ৰম্ অপি স্বভাৱ সুচিভিঃ কীৰ্ণং দ্বিজানাং গণৈঃ।
মুক্তানাং সত তাধিৱাস-ৰুচিৰং বক্ষজ-কুম্ভদ্বয়ং
চেত্থং তন্বি ৱপুঃ প্ৰশান্তম্ অপি তে ক্ষোভম কৰোতি এব নঃ।।"
(ভৰ্তৃহৰি-কৃত 'শৃঙ্গাৰশতক' - ১২)

শ্ৰগ্‌ধৰা ছন্দ ঃ (হাতত ফুলৰ মালা লোৱা ছোৱালী)

স্বৰসংক্ৰম ঃ ৪×২১ ঃ – – – – ∪ – –/ ∪ ∪ ∪ ∪ ∪ ∪ –/
– ∪ – –∪ – ∪̲

উদাহৰণ ঃ

"পশ্চাদ অঘ্ৰিং প্ৰসাৰ্য্য ত্ৰিক-নতি-ৱিততং দ্ৰাঘয়িত্বাঙ্গম উচ্চৈৰ্।
আসজ্যাভুগ্ন-কণ্ঠো মুখম্ উৰসি সটা ধূলি-ধুম্ৰা বিধুয়॥
ঘাস-গ্ৰাসাভিলাষাদ্ অনৱৰত-চলত-প্ৰোথ-তুণ্ডাস তুৰঙ্গ।
মন্দম্ শব্দায়মানো বিলখতি শয়নাদ উত্থিতঃ ক্ষমাং খুৰেণ॥"
(বাণ-বিৰচিত 'হৰ্ষচৰিত' -৩)

কিছুমান বিকল ছন্দ আছে প্ৰথম আৰু তৃতীয় চৰণৰ দৈৰ্ঘ্যৰ লগত দ্বিতীয় আৰু

চতুৰ্থ চৰণৰ দৈৰ্ঘ্য মিমিলে। তেনে ছন্দবোৰৰ সাধাৰণতে পোৱা বিধক বোলে পুষ্পিতাগ্ৰা ছন্দ।

স্বৰসংক্ৰম ঃ ২ × (১২ + ১৩) ঃ ∪ ∪ ∪ ∪ ∪ ∪ – ∪ – ∪ – ∪/
∪ ∪ ∪ ∪ – ∪ ∪ –∪ –∪– ∪

উদাহৰণ ঃ

"অহম্ ইহ নিবসামি যাহি ৰাধাম্
অণুনয় মদ্বচনেন চানয়েথাঃ।
ইতি মধুৰিপুণা সখী নিযুক্তা
স্বয়মিদমেত্য পুনৰ জগাদ ৰাধাম্।।"

(জয়দেৱ-কৃত 'গীত-গোবিন্দ' - ৫।১)

এই ধৰণৰ ছন্দৰ নিচিনা আৰু ছন্দ আছে সেইবিলাকৰ চৰণ ভাগ কৰা হয় স্তৱকৰ প্ৰতি পদত শব্দাংশৰ মাত্ৰা কিমান আছে সেইটো গণনা কৰি। এনে ছন্দৰ সততেই পোৱা বিধৰ নাম হ'ল 'আৰ্যা' (মহিলা) ছন্দ। ই পাদত বিভক্ত, প্ৰত্যেকতে চাৰিটাকে মাত্ৰা থাকে। ছন্দ প্ৰকৰণত হ্ৰস্ব শব্দাংশক এটা বুলি আৰু দীৰ্ঘ শব্দাংশক দুটা বুলি ধৰা হয় (যেনে ঃ – –, – ∪ ∪, ∪ – ∪ ∪ ∪ –, বা ∪ ∪ ∪ ∪)। আৰ্যা ছন্দৰ প্ৰথম চৰণত থাকে তিনিটা এনে পাদ, দ্বিতীয় চৰণত থাকে ৪ $\frac{১}{২}$টা, তৃতীয়টোত থাকে তিনিটা আৰু চতুৰ্থটোত থাকে ৩ $\frac{১}{২}$ টা। দ্বিতীয় পাদৰ পিছত এটা ওপৰঘিঁ হ্ৰস্ব শব্দাংশ থাকে। হাল-বিৰচিত সমস্ত 'সপ্তশতক' এই ছন্দত লিখা। উদাহৰণ ঃ

"ভগুন্তীয় তনাইং
সোত্তুং দিন্নাই জাই পহি অস্‌স
তাই চেঅ পহাত্ৰ
অজ্জা আঅডঢ়াঙ্গি কয়ন্তী"

(সপ্তশতক ৩৭৯ পালি কাব্য)

এই স্তৱকৰ স্বৰসংক্ৰম হ'ব তলত দিয়া ধৰণে ঃ

– – / – ∪ ∪ / – – /
– – / – – / ∪ – ∪ / ∪ ∪ – / –
– – / – ∪ ∪/ – –
– – / – – / ∪/ ∪∪ –/ –

কবি জয়দেৱে 'গীত-গোবিন্দ'ত প্ৰয়োগ কৰা ছন্দ ব্যতিক্ৰমী ধৰণৰ। অৱশ্যে পিছৰ যুগৰ অনেক কবিয়ে তেওঁক অনুকৰণ কৰিছে। নিশ্চয় সেইবোৰ ছন্দ লোকগীতৰ সুৰৰ পৰা আহৰণ কৰা হৈছিল। আগতে উল্লেখ কৰা জয়দেৱৰ গীতি-কবিতালৈ লক্ষ্য

কৰিলে ("ভনতি কবি-জয়দেবে/বিৰহি-বিলসিতেন/মনসি ৰভস-বিভৱে/হৰিৰ উদয়তু সুকৃতেন/তব বিৰহে বনমালী সখী সিদতি॥) দেখা যায় যে, অন্তৰা বাদ দি চাৰিটা পদত ন, আঠ, ন আৰু দহটা শব্দাংশ ক্ৰমান্বয়ে আছে। সেই সকলো হ্ৰস্ব শব্দাংশ মাত্ৰ ছন্দৰ মিল থকা প্ৰথম আৰু তৃতীয় পদৰ শেষ শব্দাংশ দুটাৰ আৰু দ্বিতীয় আৰু চতুৰ্থ পদৰ উপান্ত শব্দাংশ দুটাৰ বাহিৰে।

তামিল কবিতাৰ ছন্দ প্ৰকৰণ সংস্কৃততকৈ বেলেগ। তামিল মৌলিক একক গোট হৈছে ছন্দিত শব্দাংশ-'অশৈ।' সেইটো হ্ৰস্ব বা দীৰ্ঘ যিকোনো ধৰণৰ শব্দাংশ হ'ব পাৰে। মাত্ৰ তাৰ আগত এই হ্ৰস্ব শব্দাংশ থাকিব লাগিব। তেনে দুটা, তিনিটা বা চাৰিটা শব্দাংশৰে এটা পাদ হয় — কবিতাৰ এক পংক্তিত তেনে পাদ থাকিব পাৰে দুটাৰ পৰা ছটা বা ততোধিক। বিভিন্ন জটিল নিয়মৰ বান্ধোনেৰে কবিতাৰ একো শাৰীত শব্দাংশবোৰৰ ক্ৰম নিৰ্দ্ধাৰিত হয়। সেইবোৰ নিয়মৰ বিশদ আলোচনা এই গ্ৰন্থত সম্ভৱ নহয়।

## ওপৰঞ্চি—বাৰ

## জিপ্‌ছিবিলাক

বিশ্বৰ বিচিত্ৰ ভাণ্ডাৰলৈ ভাৰতে আগবঢ়োৱা নানা উপহাৰৰ ভিতৰত আমি জিপ্‌ছিবিলাকক ধৰিব লাগিব। পাঁচ শতিকাৰো ওপৰ কাল জুৰি এই জিপ্‌ছিবিলাকে সঙ্গীত আৰু নৃত্যৰে ইউৰোপীয় জীৱনৰ ৰোমাণ্টিক আৰু বৰ্ণময় এক অঙ্গ হৈ আছে।

ইউৰোপীয়ান জিপ্‌ছিবিলাকে তেওঁলোকৰ ভাৰতীয় মূলৰ কথা মনত ৰখা নাই। সাধাৰণতে তেওঁলোকে নিজকে পূৰ্বৰ ইজিপ্তৰ লোক বুলিহে ভাবে। ৰুছিয়াৰ জিপ্‌ছিবিলাকেতো শুনামতে, এই বুলিহে কয় যে, তেওঁলোক মিচৰৰ ফাৰাওৰ কোনো এজন সৈনিক আৰু এজনী ছোৱালীৰ সন্তান-সন্ততি। সেই সৈনিক আৰু ছোৱালীজনী বোলে পলায়ন পথত ইজৰায়েলীসকলে লোহিত সাগৰ মোজেছৰ অনুগ্ৰহত পাৰ হৈ আহোতে পানীত নুবুৰাকৈ সাৰি আহিছিল। জিপ্‌ছি মিচৰীয় মূলৰ বিষয়ে প্ৰচলিত এনে তত্ত্বকথাকে সকলোৱে সত্য বুলিয়েই ভাবি আহিছিল। কিন্তু ১৭৬৩ চনত ষ্টেফান ভেল্যি নামৰ এজন হাঙ্গেৰিয়ান ছাত্ৰই এখন চমু গবেষণা-পত্ৰ প্ৰকাশ কৰিছিল তেওঁৰ নিজৰ দেশ হাঙ্গেৰিৰ জিপ্‌ছিসকলৰ মুখৰ ভাষা আৰু তেওঁ ইউনিভাৰ্ছিটি অব্ লীডেনত লগ পোৱা তিনিজন ভাৰতীয় থিয়ল'জিকেল ছাত্ৰৰ মুখৰ ভাষাৰ ওচৰ সাদৃশ্যৰ বিষয়ে আঙুলিয়াই দি। তেওঁ নিজেও আছিল প্ৰটেষ্টাণ্ট থিয়ল'জিকেল ছাত্ৰ। সেই সূত্ৰে ভাৰতীয় ছাত্ৰকেইজনক লগ পাইছিল। অৱশ্যে ভেল্যিয়ে এই বিষয়লৈ দৃষ্টি আকৰ্ষণ কৰাৰ বহুত

পিছলৈকে সেই কথাৰ মৰ্ম উপলব্ধি কোনেও কৰিব পৰা নাছিল। এতিয়া কিন্তু বিশ্বৰ সকলোৱে স্বীকাৰ কৰে যে, জিপ্‌ছি ভাষা—যিটোক ৰোমানি বুলি কোৱা হয়—সম্পূৰ্ণ ইন্দো-আৰ্য ভাষা। আৰু তাৰ একমাত্ৰ কাৰণ এইটোৱেই যে জিপ্‌ছিবিলাকৰ মূল দেশ আছিল ভাৰত।

ৰোমানি ভাষাৰ লগত উত্তৰ ভাৰতীয় ভাষাবোৰৰ সম্বন্ধ অতি নিবিড় আৰু স্পষ্ট। সেই কথা বুজিবলৈ কোনো লোকৰে বেছি ভাষাজ্ঞান বা প্ৰশিক্ষণ দৰকাৰ নহ'ব। কাৰণ সাধাৰণ সাধাৰণ নিত্য ব্যৱহাৰ্য ৰোমানি শব্দবোৰো উত্তৰ ভাৰতীয় ভাষাবোৰৰ পৰা বেলেগ নহয়েই। যেনে—

| ৰোমানি | ইন্দো-আৰ্য | ইংৰাজী |
|---|---|---|
| এক | সংস্কৃত-এক, হিন্দী-এক্ | ওৱান |
| দুই | সং-দ্ব, হি-দো | টু |
| তৃন | সং-ত্ৰি, হি-তীন্ | থ্ৰী |
| ষ্টৰ | সং-চত্বাৰ, হি-চাৰ | ফ'ৰ্ |
| পাঞ্চী | সং-পঞ্চ, হি-পাঁচ | ফাইভ্ |
| ছ' | সং-ষষ্ঠ, | ছিক্স |
| এ'ফ্টা | গ্ৰীক্-হেপ্তা | ছেভেন্ |
| অহ্‌ট' | গ্ৰীক্-অক্টো | এইট্ |
| ঈনিয়া | গ্ৰীক্-এন্নিয়া | নাইন্ |
| দেছ্ | সং-দশ | টেন্ |
| বিশ্ | হিন্দী-বিশ্ | টুয়েণ্টি |
| শে'ল্ | সং-শত | হাণ্ড্ৰেদ |
| মনুষ্ | সং-মনুষ্য | মেন্ |
| বল | সং-বাল, হিন্দী-বাল্ | হেয়াৰ |
| কণ্ | সং-কৰ্ণ, হি-কাণ্ | ইয়েৰ্ |
| নাক্ | হি-নাক্ | ন'জ্ |
| য়ক্ | সং-অক্ষ | আই |
| কলো | সং-কালা | ব্লেক্ |
| চচো | সং-সত্য, হি-সচ্ | ক্ৰ ইত্যাদি ইত্যাদি। |

ওপৰৰ শব্দবোৰ লোৱা হৈছে ছাৰ্বয়ানুৰ কমানিয়ান ৰোমানিৰ ব্যাকৰণ আৰু শব্দকোষৰ পৰা (পেৰিছ ১৯৩০)। তেওঁৰ অবৈজ্ঞানিক লিপ্যান্তৰ আমি ইন্দো-আৰ্য ভাষাৰীতি মতে সাল-সলনি কৰিছোঁ।

